# আনন্দচন্দ্ৰ আগৰৱা
# গ্ৰন্থাৱলী

কবি, প্ৰত্নতাত্ত্বিক

আনন্দচন্দ্ৰ আগৰৱালাৰ

কবিতা আৰু প্ৰবন্ধৰ সম্পূৰ্ণ সংকলন



ANANDACHANDRA AGARWALLA GRANTHAWALI—The complete works of Anandachandra Agarwalla, the poet and essayist ( Poems compiled by Dr. Mohendra Bora, and Prose writings compiled by Prof. Jatindranath Goswami ) and published by Prof Nagen Saikia, General Secretary Assam Sahitya Sabha, Chandra Kanta Handique Bhawan, Jorhat, on the occasion of the birth centenary celebration of Anandachandra Agarwalla 1974

**আনন্দচন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী**
আনন্দচন্দ্ৰ আগৰৱালাৰ জন্ম শতবাৰ্ষিকী উপলক্ষে
প্ৰকাশিত আগৰৱালাৰ ৰচনা-সমগ্ৰ

**প্ৰকাশক**
শ্ৰীনগেন শইকীয়া
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট—১

মূল্য: ৫০.০০ (পঞ্চাশ) টকা

মুদ্ৰক
শ্ৰীপাৰ্ব্বতীপ্ৰসাদ বৰকটকী
অন্নদা প্ৰিন্টিং হাউচ
যোৰহাট—১

# মুখবন্ধ

প্ৰবল স্বদেশ-হিতৈষণাৰে যি সকল লোকে ঊনবিংশ শতিকাৰ শেষাৰ্ধত আধুনিক অসমীয়া ভাষা সাহিত্যৰ নিৰ্মাণত আৰু অসমীয়া জাতীয় চেতনাৰ নৱ-জাগৰণত স্মৰণীয় বৰঙণি দান কৰি গ'ল সেই সকলৰ ভিতৰত অসমৰ বিখ্যাত আগৰৱালা পৰিয়ালৰ আনন্দচন্দ্ৰও এজন। সাহিত্য-সংস্কৃতিৰ সেৱাৰ ঐতিহ্যৰে সমৃদ্ধ আগৰৱালা পৰিয়াল অসমৰ জাতীয় জীৱনলৈ নিজেই এটি আপুৰুগীয়া দান। এই পৰিয়ালতে ১৮৭৪ খৃষ্টাব্দৰ ৫ চেপ্তেম্বৰত তেজপুৰৰ কলংপুৰ মৌজাৰ ব্ৰহ্মজানত আনন্দ আগৰৱালাই জন্ম গ্ৰহণ কৰিলে। স্কুলীয়া জীৱনতে আনন্দচন্দ্ৰই আন চাৰিজন বন্ধুৰ সৈতে লগলাগি প্ৰকাশ কৰিছিল ধৰ্ম-সংগীত' নামৰ এখন সৰু পুথি। ১৮৮৮ খৃষ্টাব্দত নগাঁৱৰ পৰা 'ল'ৰাবন্ধু' উলিওৱা কৰ্ণাভিৰাম বৰুৱাৰো আনন্দচন্দ্ৰ আছিল অন্যতম সহযোগী। ১৮৯১ চনত আনন্দচন্দ্ৰ কলিকতালৈ গৈ সহযোগী হ'লগৈ অসমীয়া নৱন্যাসৰ বাটকটীয়া 'জোনাকী'ৰ সাৰথিসকলৰ। তেতিয়াৰে পৰা জোনাকী, বিজুলী, বাঁহী, আলোচনী আৰু আৱাহনৰ পাতলৈকে আনন্দচন্দ্ৰৰ ৰচনা প্ৰায় সঘালনিকৈ প্ৰকাশিত হৈছিল।

আনন্দচন্দ্ৰ আগৰৱালা 'ভাঙনি-কোঁৱৰ' বুলি জনাজাত হৈ পৰিল। দৰাচলতে বিদেশী কবিতাৰ এনে মনোৰম অসমীয়া ৰূপান্তৰ আনন্দচন্দ্ৰৰ বাহিৰে দ্বিতীয়জনে আৰু কৰিব পৰা নাই। এই ৰূপান্তৰে এহাতে আধুনিক অসমীয়া কাব্য-সাহিত্যক চহকী কৰাৰ লগতে অসমীয়া সাহিত্য আৰু পশ্চিমৰ সাহিত্যৰ মাজত এদাল মাউতিমুগীয়া সাঁকো পাতি দিলে। আনন্দচন্দ্ৰৰ ভাঙনি কবিতাবোৰ স্বৰূপাৰ্থতে মৌলিক কবিতাৰ পৰ্যায়লৈ উন্নীত হ'ল। এইবোৰৰ উপৰিও তেওঁ মৌলিক কবিতা 'বজম' 'দেৱকন্যা-মানৱী বেশেৰে' 'পালেশ'ই' আদি কবিতাৰ মূল্যও কোনোগুণে কম নহয়। জীৱনৰ এই অধ্যায়ত আনন্দচন্দ্ৰক আমি কবি হিচাপেহে পাওঁ। 'জিলিকনি,' তেওঁৰ কবিতাৰ প্ৰথম সংকলন। ইয়াৰ উপৰিও পঢ়াশলীয়া পুথি 'আদি পাঠ' আৰু 'কোমল পাঠ'ৰ ৰচনাৱলীৰ কথাও নিশ্চয় পাহৰিব লগীয়া নহয়। তেওঁ 'পত্ৰমনি' নাম দি আৰু এটি কবিতা-সংকলন প্ৰকাশৰ বাবে প্ৰস্তুত কৰি গৈছে, কিন্তু তেওঁৰ জীৱদ্দশাতে সেই পুথি ছপা হৈ নোলাল।

'কবি আনন্দ আগৰৱালাৰ' পৰিচয়েই তেওঁৰ একমাত্ৰ পৰিচয় নহয়; তেওঁৰ আৰু দুটা পৰিচয় আছে—অধ্যাত্মতত্ত্বান্বেষী আনন্দচন্দ্ৰ আৰু প্ৰত্নতাত্ত্বিক আনন্দচন্দ্ৰ। গীতা, সৃষ্টিতত্ত্ব, কৰ্মফলতত্ত্ব, পৰলোকতত্ত্ব অৰুন্ধতীৰ উপাখ্যান আদি বিষয়ৰ প্ৰবন্ধ তেওঁ ধাৰাবাহিক ভাবে আলোচনী, আৱাহন আৰু জয়ন্তী আদি কাকতত প্ৰকাশ কৰিছিল। এই প্ৰবন্ধবোৰে আনন্দচন্দ্ৰক অধ্যাত্মতত্ত্বজিজ্ঞাসু হিচাপে প্ৰতিপন্ন কৰি গৈছে।

আনন্দচন্দ্ৰই তেওঁৰ জীৱনৰ এটা দীঘলীয়া অংশ অসমীয়া জাতি, অসমীয়া ভাষা, অসমৰ প্ৰাচীন ভূগোল আৰু অসমৰ প্ৰত্নতত্ত্বৰ অধ্যয়নত নিয়োগ কৰিছিল। এই আত্মনিয়োগৰ অনুপ্ৰেৰণা লাভ কৰিছিল প্ৰবল স্বদেশপ্ৰীতিৰ অনুভূতিৰ পৰা। ১৯৩৬ চনত মঙলদৈত বহা অসম সাহিত্য সভাৰ পঞ্চদশ অধিৱেশনৰ সভাপতিৰ ভাষণত তেওঁ ঘোষণা কৰিছিল—"বিশ্বৰ কথা বা ভাৰতৰ কথা ভবাৰ আগেয়ে আমাৰ নিজৰ মাতৃভূমিৰ কথা ভাবিব লাগিব। আগেয়ে নিজৰ ক্ষুদ্ৰ নিজৰাক বৰনৈৰ নিচিনা বোৱতী কৰিব পাৰিলে, নিজৰাই নিজেই গৈ সাগৰত মিলিব পাৰিব। আমাৰ

সকলো ব্যক্তি স্বদেশ আৰু স্বজাতিৰ সেৱাত, অসমীয়া ভাষা আৰু উন্নতিৰ সেৱাত লাগিব লাগিব।"

তেওঁৰ পুৰাতত্ত্ব-চৰ্চাৰ মাই কথা আছিল পুৰণি অসমৰ গৌৰৱৰ পুনঃ প্ৰতিষ্ঠা। অসম সাহিত্য সভাৰ যোড়শ সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ আসনৰ পৰা দিয়া ভাষণ, তেজপুৰৰ পুৰাবৃত্ত, সোণৰ অসম, মানসা নদী আৰু বড়ো জাতি, ভোট, স্বৰ্ণদী, অসম-কোষ বা পুৰণি অসমৰ ভূ পৰিচায়ক অভিধান, পুৰণি তথ্য,. ঐতিহাসিক যৎকিঞ্চিত, পৌণ্ড্ৰবৰ্ধন বা মহাস্থানগড়, কামৰূপৰ তীৰ্থ বিৱৰণ, সোম, সৌম আৰু সোমাৰ, অসমত আৰ্যবসতি, সৰস্বতী নদী, পুৰণি অসম, বৰাহ ৰাজ্য আৰু বৰাহ মিহিৰ, পুৰণি কথা, আৰু অসমৰ পুৰাবৃত্ত-মূলক এলানি প্ৰবন্ধ, গোৱালপাৰা জিলা আৰু পুৰণি কামৰূপ ৰাজ্যৰ সংক্ষিপ্ত বিৱৰণ, আমাৰ দেশৰ আদি-বাসী মানুহ ,আদি ঐতিহাসিক আৰু প্ৰত্নতত্ত্বমূলক প্ৰবন্ধই তেওঁৰ ইতিহাস আৰু প্ৰত্নতত্ত্ব-চৰ্চাৰ নিদৰ্শন দাঙি ধৰিছে। আনন্দচন্দ্ৰই এইবোৰৰ যোগেদি ক'ব খুজিছে যে প্ৰাচীন কামৰূপেই আছিল আৰ্যৰ আদি স্বৰ্গ, তন্ত্ৰত থকা কামাখ্যাৰ মনোভাৱ গুহাতেই পৃথিৱীৰ প্ৰথম মানৱদম্পতিৰ জন্ম হৈছিল, সৰস্বতী-দৃশদ্বতী আদি বেদোক্ত নদীসমূহ এই অসমৰেই নদী আৰু ঋগ্বেদোক্ত জীৱজন্তু আৰু উদ্ভিদবোৰো অসমৰ প্ৰাচীন বনজ সম্পদ, ইত্যাদি। তেওঁ ইংৰাজীত ১৯২১ চনত লিখা 'Notes on the Ancient History of Assam' নামৰ পুথিখনতো বৈদিক যুগত অসমৰ অৱস্থিতি প্ৰমাণ কৰিবৰ বাবে চেষ্টা কৰিছিল।

তেওঁৰ এই চৰ্চালব্ধ সিদ্ধান্তসমূহৰ লগত আজিৰ প্ৰত্নতত্ত্ববিদৰ সিদ্ধান্তৰ অমিল ঘটিব পাৰে, কাৰণ তেওঁ মূলতঃ বৈজ্ঞানিক-গবেষণা-পদ্ধতিতকৈ স্বদেশ-প্ৰেমৰ দৃষ্টিৰেহে বিষয়বস্তুবোৰ বিশ্লেষণ কৰি নিজৰ মত বা সিদ্ধান্ত দি থৈ গৈছে। কিন্তু অসমৰ প্ৰত্নতত্ত্ব অধ্যয়নৰ এই অন্যতম বাটকটীয়া গৱাকীৰ মত বা সিদ্ধান্ত-সমূহ সমৰ্থন কৰিবলৈ বা খণ্ডন কৰিবলৈও আমাৰ মাজত প্ৰত্নতত্ত্বৰ ছাত্ৰৰ অভাৱ।

অসমীয়া ভাষাৰ প্ৰকৃতি আৰু বিশিষ্টতা, অসমীয়া সাহিত্য সেৱকিনী, সাহিত্যিক যৎকিঞ্চিত, অসমীয়া আখৰ-জোঁটনিৰ নিয়ম, তন্ত্ৰ-শাস্ত্ৰ আৰু আমাৰ বৰ্ণ-মালা, অসমীয়া আখৰ আৰু আখৰ-জোঁটনি, সংস্কৃতমূলক অসমীয়া ঘৰুৱা শব্দ, অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ আদি লেখাৰ যোগেদি ভাষা আৰু সাহিত্য সম্পৰ্কে আগৰৱালাই নিজৰ দৃষ্টিভংগী প্ৰকাশ কৰি গৈছে।

আগৰৱালাই কৃষি, শিল্প, বাণিজ্য এই সকলোতে অসমীয়া জাতি শক্তিমন্ত হৈ উঠাটো বাঞ্ছা কৰিছিল। তেওঁ কৈছিল—"আমাৰ দেশতে ভাৰতৰ অৰুণোদয় হয়, অসমীয়া জাতি জ্ঞান আৰু ধৰ্মত যেন হিমালয়ৰ দৰে উন্নত হয়। কৃষি-শিল্প-বাণিজ্যত যেন শক্তিমন্ত হৈ ব্ৰহ্মপুত্ৰৰ নিচিনা বাহুবলী হয়। সেই শুভ-দিন সেই বিভোপন দিন যেন সোনকালে আহে, ইয়াকেহে পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ।" তেওঁৰ এই প্ৰাৰ্থনাই আনন্দৰাম ঢেকিয়ালফুকনৰ প্ৰাৰ্থনালৈ মনত পেলাই দিয়ে।

'আঁহা সকলোৱে কৰোঁ এই পণ
দেশৰ কল্যাণ কৰিম সাধন'

বুলি প্ৰকাশ কৰা তেওঁৰ সাধনাৰ ব্ৰতৰ কথা তেওঁৰ ৰচনাৱলীৰ সৰ্বত্ৰে বিয়পি আছে। ৰূপকোঁৱৰ জ্যোতি-প্ৰসাদ আগৰৱালাই আনন্দচন্দ্ৰৰ মৃত্যুৰ পিছত "পৰলোকত আনন্দচন্দ্ৰ" নামৰ প্ৰবন্ধত (বাহী, ষড়বিংশ বছৰ, অষ্টম সংখ্যা) লিখিছিল—"আটাইতকৈ ডাঙৰ বস্তু তেওঁ দি গৈছে তেওঁৰ জীৱনৰ চানেকি, যি চানেকিয়ে বল নোপোৱা বাটৰুৱাক বল দিব, বাট হেৰুওৱা বাটৰুৱাক বাট দেখুৱাই দিব আৰু সংসাৰত উটি বুৰি ফুৰা মেধাবী আৰু প্ৰতিভাৱন্ত কোনো দুৰ্ভগীয়াক প্ৰেৰণা আৰু উদ্দীপনা দি হয়তো হেৰাব-লগীয়া কোনো প্ৰতিভাক বিকশিত কৰি সংসাৰত পাঁবলগীয়া কৈ থানথিত লগাব, এনে জীৱন-চানেকি আজি দুৰ্কপলীয়া, দুৰ্ভগীয়া আৰু কামৰ মোৰ নাপাই বিবুধি হোৱা অসমীয়াৰ কাৰণে নিশ্চয়কৈ হীৰামূলীয়া।"

আনন্দচন্দ্ৰ এজন সুদক্ষ ৰাজভক্ত কৰ্মচাৰী আছিল—সেই সম্পৰ্কে কোনো সন্দেহ নাই। নহ'লে তেওঁ 'ঈশ্বৰে ৰজাক কুশলে ৰাখক' বুলি কোৱাৰ প্ৰেৰণা নেপালেহেতেন; বা চৰকাৰৰ পৰাও ৰায়-চাহাব আৰু ৰায়বাহাদুৰ খিতাপ লাভ নকৰিলে-হেতেন। অৱশ্যে তেওঁ নিজৰ চাকৰিৰ প্ৰতি শেহলৈ মোহ ত্যাগ কৰিছিল আৰু চাকৰি সম্পূৰ্ণ নোহওঁতেই স্ব-ইচ্ছাই অৱসৰ লৈছিল। তথাপি তেওঁৰ ৰাজানুগত্যক অস্বীকাৰ কৰি লাভ নাই, কিন্তু তেওঁৰ জীৱনৰ মাত্ৰ এই এটা দিশৰ ওপৰতে গুৰুত্ব দি তেওঁৰ প্ৰতিভাক, তেওঁৰ কৰ্মজীৱনক আৰু তেওঁৰ প্ৰবল স্বদেশানুৰাগক সামান্যভাৱেও অস্বীকাৰ কৰা উচিত হ'ব নোৱাৰে। প্ৰসংগক্ৰমে উল্লেখযোগ্য আধুনিক অসমীয়া ভাষা-সাহিত্যৰ নিৰ্মাতা আৰু জাতীয় চেতনাৰ উদ্গাতাসকলৰ প্ৰায় সকলোৰে দৃষ্টি নিবদ্ধ আছিল যাইকৈ অসমীয়া ভাষা সাহিত্যৰ বিকাশৰ প্ৰতিহে। তেওঁলোকে ততালিকে বৃটিছ শাসনৰ পৰা মুক্তিলাভৰ আকাংক্ষা কৰা নাছিল। তেওঁলোকৰ এই দৃষ্টিভংগী শুদ্ধই হওক বা ভুলেই হওক তাৰ বিচাৰ সম্পূৰ্ণ বেলেগ কথা, কিন্তু তেওঁলোকে আমাৰ ভাষা-সাহিত্য আৰু জাতীয়তাৰ যিটো বুনিয়াদ গঢ়ি দি গ'ল তাৰ বাবে তেওঁলোক চিৰস্মৰণীয় হৈ ৰ'ব। এই সকলৰ ভিতৰত আনন্দচন্দ্ৰ আগৰৱালাৰ নাম জিলিকি থাকিব।

আনন্দচন্দ্ৰ আগৰৱালাৰ জন্মৰ শতবৰ্ষপূৰ্তিৰ সময়ত আনন্দচন্দ্ৰৰ মাজেৰে আমি আকৌ এবাৰ আমাৰ এশবছৰৰ আগৰ জীৱনলৈ ঘূৰি চোৱাৰ সুযোগ লাভ কৰিছোঁ। অসম সাহিত্য সভাই আধুনিক অসমীয়া ভাষা সাহিত্যৰ নিৰ্মাতাসকলৰ জন্ম-শতবাৰ্ষিকী উদযাপন কৰি অসমীয়া মানুহক এবাৰ নিজৰ অতীতলৈ ঘূৰি চোৱাৰ এই সুযোগ দিছে।

সভাই ১৯৭৪ চনৰ ৫ অক্টোবৰৰ দিনটো আনন্দ আগৰৱালাৰ জন্মশতবাৰ্ষিকী-দিৱস হিচাপে সমগ্ৰ ৰাজ্যজুৰি উদযাপন কৰে। আগৰৱালাৰ কৰ্মস্থান আৰু বাসস্থান তেজপুৰত কেন্দ্ৰীয়ভাৱে শতবাৰ্ষিকী উৎসৱ উদযাপিত হয়। উৎসৱ উপলক্ষে গ্ৰহণ কৰা আঁচনিৰ অন্যতম বিষয় আছিল বিভিন্ন কাকতে পত্ৰই সিঁচৰতি হৈ থকা আৰু অধুনা দুষ্প্ৰাপ্য আগৰৱালা-দেৱৰ ৰচনা সমগ্ৰ প্ৰকাশ কৰি উলিওৱা। এই উদ্দেশ্যে আগৰৱালাৰ কবিতাসমগ্ৰ সংকলন আৰু সম্পাদনা কৰি দিবৰ বাবে দায়িত্ব দিয়া হয় ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক ডক্টৰ মহেন্দ্ৰ বৰাক আৰু আগৰৱালাৰ গদ্য ৰচনাৱলী সংকলনৰ আৰু সম্পাদনাৰ দায়িত্ব দিয়া হয় যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ অধ্যাপক শ্ৰীযতীন্দ্ৰনাথ গোস্বামীক। দুয়োগৰাকী ব্যক্তিয়ে সভাই দিয়া এই গধুৰ দায়িত্ব গ্ৰহণ কৰি ৰচনাৱলী সংকলন আৰু সম্পাদনা কৰি দিছে। তদুপৰি দুয়োগৰাকীয়েই স্ব-সংকলিত অংশটিৰ আহ্নিকাকতো চাই দিছে। সি সকলে সভাৰ প্ৰতি তথা অসমীয়া জাতিৰ প্ৰতি বিনা পাৰিতোষিকে আগবঢ়োৱা এই সেৱাৰ বাবে অসম সাহিত্য সভাৰ পক্ষৰ পৰা দুয়োগৰাকীলৈকে আন্তৰিক কৃতজ্ঞতা আৰু ধন্যবাদ জ্ঞাপন কৰিলোঁ। অসমীয়া ভাষা-সাহিত্যৰ ছাত্ৰই আৰু অনুসন্ধিৎসু লোকসকলে এতিয়া অন্তত. আগৰৱালাৰ প্ৰায় সকলো খিনি ৰচনাকে একেলগে পাব পাৰিব।

আগৰৱালাই অসমীয়া আখৰ-জোঁটনিৰ বিষয়ে নিজে চৰ্চা কৰি গৈছে। ৰচনাৱলীত তেওঁৰ আখৰ-জোঁটনিত হাত ফুৰোৱা নাই, কেৱল সাহিত্য সভাৰ বৰ্তমান গৃহীত নীতি অনুসৰি ৰেফ্‌যুক্ত দ্বিত্ব ব্যঞ্জনবৰ্ণ বৰ্জন কৰা হৈছে। প্ৰসংগক্ৰমে ছপাত বৈ যোৱা ভুলৰ বাবে এই খিনিতে ক্ষমা বিচাৰিলোঁ। 'আনন্দ চন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী'ৰ দৰে এখন বৃহৎ গ্ৰন্থ কম সময়ৰ ভিতৰত ছপাই দিয়াৰ বাবে যোৰহাটৰ অলকা প্ৰিণ্টিং হাউছলৈ আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ। ইতি

মাঘবিহু, ১৮৯৬
চন্দ্ৰকান্ত সন্দিকৈ ভৱন,
যোৰহাট।

[signature]
প্ৰধান সম্পাদক, অসম সাহিত্য সভা

# আনন্দচন্দ্ৰ আগৰৱালা
# গ্ৰন্থাৱলী

## কবিতা - খণ্ড



সংকলন আৰু সম্পাদনা:

ডক্টৰ মহেন্দ্ৰ বৰা

আনন্দচন্দ্ৰ আগৰৱালাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে তেওঁৰ সকলোখিনি প্ৰকাশিত-অপ্ৰকাশিত কবিতা থ'পাই এই কাব্য-সম্ভাৰ সজাই উলিওৱা হ'ল। তেওঁ জীয়াই থকা অৱস্থাত তেওঁৰ কবিতাৰ মাথোন এখনিহে সংকলন প্ৰকা। পাই'ছিল। সেই একেখনি কাব্য-সংকলনেই হ'ল, 'জিলিকনি'। বুকুত মাথোন কুৰিটা কবিতা লৈ 'জিলিকনি'ৰ প্ৰথম তাঙৰণ প্ৰকাশিত হৈছিল, ১৯২০ চনত। উল্লেখযোগ্য যে এই- পুথি-খনৰ সকলো 'স্বত্ব-উপস্বত্ব' তেওঁ ডিব্ৰুকৰ জৰ্জ ইন্‌-ষ্টিটিউছনক দান কৰিছিল। বহুদিন ধৰি ইয়াৰ লাভৰ ধনেৰে সেই হাইস্কুলখনৰ নিঃস্ব পুঁজি চহকী হৈছিল। তাৰ পাচত, এটা সময়ত এই পুথিখন দুষ্প্ৰাপ্য পুথিৰ লগৰীয়া হৈ পৰিলগৈ।

আগৰৱালাদেৱে আনখন কাব্য-সংকলন 'পদুমনি' ছপাশাললৈ পঠিয়াব পৰাকৈ যুগুতাই থৈছিল। কিন্তু এই পুথিখনে তেওঁৰ জীৱন-ৰবি অস্ত যোৱাৰ পাচতো আজিলৈকে ছপাৰ আখৰৰ মুখ দেখা নাই। এতিয়া সেইখনো তেওঁ যুগুতাই থৈ যোৱা ধৰণেৰেই এই কাব্য-সম্ভাৰৰ ভিতৰুৱা কৰি লোৱা হ'ল। 'পদুমনি'ত মুঠতে এঘাৰটি কবিতা আছে। ইয়াৰে কেইটিমান কবিতা 'শ্ৰীহৰ্ষ' নামৰ আঁৰ লৈ 'বাঁহী'ৰ পাতত প্ৰকাশিত হৈছিল। মাথোন 'পাণেশই' কবিতাটো দুটা বেলেগ পাঠেৰে ২২ শ বছৰ ১ম সংখ্যা বাঁহী'ত প্ৰকাশিত আৰু ৩য় পৰ্ব ২য় খণ্ড 'অসমীয়া সাহিত্যৰ চানেকি'ত সন্নিৱিষ্ট হৈছিল। 'পদুমনি'ৰ পাণ্ডুলিপিত থকা পাঠ 'বাঁহী'ত প্ৰকাশিত পাঠটোৰ সৈতে একে। বাঁহীৰ পাঠটো ১৯৩৩ চনৰ এপ্ৰিল মাহৰ আৰু পূৰণি 'জোনাকী'ৰ বুকুৰ পৰা বুটলি আনি [illegible] ছপাই উলিওৱা। আনহাতে 'চানেকি'ৰ পাঠটো ১৯২৪ চনৰ। ধাৰণা হয়, এই পাঠটো সম্পাদক হেম গোস্বামীদেৱে নিজৰ বিচাৰেৰে সংস্কাৰ কৰি দিয়া পাঠ। অগ্ৰজ কবিৰ প্ৰতি শ্ৰদ্ধাবশতঃ আগৰৱালাই সেই সংস্কাৰ অনুমোদন কৰাটোও হয়তো সম্ভৱপৰ। যি কি নহওক, এই পাঠটোৰেই হাতে ঢুকি পোৱাতে থকাৰ কাৰণে অসমীয়া পাঠক সমাজ ইয়াৰ লগতে অধিক পৰিচিত। আমি প্ৰয়োজনীয় পাদ-টীকাৰ সহায়েৰে দুয়োটা পাঠৰ অমিলখিনি আঙুলিয়াই 'বাঁহী'ৰ পাঠটোকে মূল পাঠ বুলি দিছোঁ।

এই দুখন সংকলনৰ লগতে ওপৰঞ্চিকৈ জুৰি দিয়া হ'ল, বিভিন্ন আলোচনী আৰু পাঠ্যপুথিত সিঁচ-ৰতি হৈ থকা এমুঠি কবিতা। নক'লেও হ'ব, ইয়াৰ সৰহভাগেই শিশু-মনৰ উপযোগীকৈ ৰচনা কৰা কবিতা। ইয়াত সন্নিৱিষ্ট কবিতাখিনিৰ বাহিৰেও আৰু যদি কিবা কবিতা ক'ৰবাত বৈ গ'ল সেয়া আমাৰ অজ্ঞাতেহে বৈ গ'ল। সংগ্ৰাহক হিচাপে আমাৰ অক্ষমতা তাৰ বাবে জগৰীয়া হৈ ৰ'ল।

সকলোৱে মানি লোৱা কথা, আগৰৱালাৰ লেখক জীৱন দুটা সম্পূৰ্ণ স্বতন্ত্ৰ ধাৰাৰে প্ৰৱাহিত। এটা ধাৰাত তেওঁৰ পৰিচয় পুৰাতত্ত্ববিদ্ হিচাপে। আনটো ধাৰাত তেওঁৰ চিনাকিটো ফটফটীয়া হৈ আছে, এজন কবি বুলি। পঢাশালিৰ দুৱাৰদলিৰ-পৰা বিশ্ববিদ্যালয়ৰ শেষ মহলালৈকে থিয় হৈ থকা জখলাডাল বগাই যাওঁতে কোনোটো খাপতে কোনেও তেওঁৰ সৈতে চিনাকিৰ আঁত হেৰুওৱাৰ উপায় নাই। অকল সেয়ে নহয়, সেই জখলাডালৰ সোঁৱৰণী মচ খাই যোৱাৰ পাচতো প্ৰত্যেকৰ মনৰ দিগন্তত তেওঁৰ কবি-পৰিচয় 'হেঁপাহৰ ভোটাতৰা' হৈ জিলিকিয়েই থাকে। এই দ্বিতীয়টো ধাৰাৰে মাথোন এটা যুক্তিৰ পম খেদি কোনোবা এৰাকী ৰসিক সমালোচকে

তেওঁৰ নামৰ আগত এটি উপাধি পিন্ধাই দিলে—'ভাঙনিকোঁৱৰ'। আমি যিমানদূৰ জানো, এই উপাধিটো তাহানি 'তৰুণ অসম'ৰ পাতত শ্ৰীবেণুধৰ শৰ্মা-দেৱৰ কাপৰপৰাই ওলাইছিল। স্বীকাৰ কৰিব লাগিব, এই বিশেষণটোৱে তেওঁৰ কবি-প্ৰতিভাৰ এটি দিশ ৰজনজনাকৈ প্ৰচাৰ কৰিছে। লগতে এইষাৰ কথাও অস্বীকাৰ কৰিব নোৱাৰি, এই বিশেষণটিত একদেশদৰ্শিতাৰ ছাঁ এটি পৰিছে। অকল সেয়ে নহয়, তেওঁৰ কাব্য-পৰিক্ৰমাৰ যিটো দিশৰ ওপৰত পোহৰ পেলাব খোজা হৈছে, সেই দিশটোৰ ওপৰত পোহৰৰ চল বাগৰিলেও পোহৰৰ কণিকা উপকৰণ-খিনিৰ মাজেদি সৰকি যাব পৰা নাই।

তেওঁক ভাঙনিকোঁৱৰ বুলি কোৱাৰ কাৰণটো হ'ল, আমাৰ ভাষাত তেওঁৰ ভাঙনি-কবিতাখিনিয়েই আটাইতকৈ মনোৰম আৰু মূলানুগ। কিন্তু, ভাঙনি-কবিতা বোলা বস্তু এটা জানো স'চাস'চিকৈয়ে আছে? কবিতা বোলা বস্তুটো এটা ভাষাৰপৰা আন এটা ভাষালৈ ভাঙি উলিয়াব পৰা বস্তুৱেই নহয়। যদি সি ভাঙনিয়েই হ'ব লাগে, তেনেহলে সি কবিতা হৈ থকাৰ সম্ভাৱনাই ক্ষীণ, আৰু যদি সি কবিতাই হ'ব লাগে, তেনেহলে তাৰ ভাষান্তৰিত ৰূপত মূলৰ হীন-ডেঢ়ি ঘটাৰ সম্ভাৱনাই অধিক। কাৰণ, ছবি আৰু সুৰেৰে একাকাৰ হৈ থকা বস্তুটোৱেই কবিতা। ভাঙিবলৈ গ'লেই, হয় সি মাথোন ছবি হৈয়েই জিলিকি উঠিব, নহয় সি মাথোন সুৰ হৈয়েই কঁপনি তুলিব। দুয়োটাকে একাকাৰ কৰি থয়, শব্দৰ বিচিত্ৰ মৰ্মস্পৰ্শিতাই। ভাষান্তৰত কোনো প্ৰতিশব্দৰ পক্ষেই বহন-ক্ষমতাৰ অধিকাৰী হোৱাটো প্ৰায় অসম্ভৱ। সেয়েহে শ্বেলীৰ 'লাভ্‌ছ্ ফিলজফি' নামৰ কবিতাটোৰ একাধিক অনুবাদ যদিও আমাৰ সাহিত্যত আছে তথাপি তাৰ কোনোটোতে মূলৰ এই চৰণ দুটাৰ সুদূৰতম ব্যঞ্জনাও পাবলৈ নাই;

No sister-flower would be forgiven
If it disdain'd its brother:

এই সীমাবদ্ধতাৰ কথা স্বীকাৰ কৰিহে আমি ভাঙনি-কবিতাৰ কথা কল্পনা কৰিব পাৰোঁ।

আগৰৱালাৰ ভাঙনি-কবিতাৰাজিৰ মাধুৰ্য এই খিনিতেই যে, সিবোৰ একেই আধাৰত ভাঙনি আৰু কবিতা। য'তে মূলৰ কোনো শব্দচিত্ৰ ভাষান্তৰৰ ক্ষেত্ৰত অনতিক্ৰম্য প্ৰত্যাহ্বান স্বৰূপে লগ পাইছে, ত'তে তেওঁ আমাৰ ভাষাৰ এনেকুৱা একোটি বিশেষ লক্ষণাক্ৰান্ত শব্দচিত্ৰৰ যোগান ধৰিছে, যি শব্দচিত্ৰ সমানে অননুবাদ্য। মূলৰ শব্দচয়নে বিদেশী মানস-পৰিমণ্ডলত অভ্যস্ত পাঠকৰ মনলৈ যি বিশেষ ব্যঞ্জনা আনি দিয়ে, অনূদিত ৰূপৰ শব্দচয়নেও আমাৰ চিনাকি পৰিমণ্ডলৰ গাত আঁউজি অসমীয়া পাঠকৰ মনতো সেই একে ধৰণৰ ব্যঞ্জনাৰ আভাস দি যায়। সমালোচকৰ পৰিভাষাত তেওঁৰ বিদেশী-মূলজ কবিতাবোৰ অনুবাদ (Translation) নহয়—অধিসৃষ্টি (Transcreation) হে। সহজ ভাষাত ক'বলৈ হ'লে, এইবোৰক আলহী-কবিতা আখ্যা দিব পাৰি। এনেকুৱা কবিতাবোৰ যেন আমাৰ ভাষাৰ চিনাকি বতাহেৰে ভৰপূৰ কবিতা-চ'ৰাত জিৰাবলৈ আহি বৈ যোৱা এমূঠি আলহী। গৃহস্থ ঘৰৰ ৰীতি নীতি ধুনীয়াকৈ আয়ত্ত কৰি লৈছে, অথচ চৰিত্ৰৰ ৰূপ নিৰ্ভাজ হৈয়েই ৰৈছে। আগৰৱালাৰ 'জীৱন সংগীত', 'সুখৰ ঠাই', 'মৰমৰ আই', 'চহা আৰু পণ্ডিত' ইত্যাদি কবিতাখিনি আমাৰ ভাষাত আলহী-কবিতাৰেই উৎকৃষ্টতম নিদৰ্শন। এইখিনিতে তেওঁৰ এইবিধ কবিতাৰ লগত এহাতে ভিম্বেশ্বৰ নেওগৰ 'বকুলী' আৰু আনহাতে যতীন্দ্ৰনাথ দুৱৰাৰ 'নাৱৰীয়া (গ)'ৰ নিচিনা দুবিধ কবিতাৰ পাৰ্থক্য। নেওগৰ কবিতাটো ভৰ্জমাৰ উৎকৃষ্ট নমুনা আৰু দুৱৰাৰ কবিতাটো ৰূপান্তৰকৰণৰ মনোৰম নিদৰ্শন। যদি তেওঁৰ এইবিধ কবিতাৰ কিবা সমান্তৰাল সৃষ্টি অসমীয়া সাহিত্যত বিচাৰিব লাগে তেনেহ'লে আমি আঙুলিয়াব পাৰোঁ এজন কবিৰ একেটি মাথোন বিৰল সৃষ্টিলৈ। সেয়া হ'ল, থানেশ্বৰ

হাজৰিকাৰ 'গোহাঞিৰ গাভৰু'। দুৰ্গেশ্বৰ শৰ্মাৰ 'সাদৰী' একে বাটেৰে গ'লেও মুখৰ জেউতিকো চেৰ পেলাই যোৱা সৃষ্টি। তুলনাত আনন্দচন্দ্ৰ আগৰৱালাৰ ভাঙনি কবিতাত এটা প্ৰচ্ছন্ন অংগীকাৰৰ অস্তিত্ব অনুভৱ কৰা যায়, কল্পনাৰ কঠিন সংযমৰ বিনিময়তো মূলৰ সৌন্দৰ্য-ঘেৰটোতে সোমাই ৰোৱাৰ।

নিঃসন্দেহে, আগৰৱালাৰ কবি-প্ৰতিভাৰ সঠিক মূল্যায়ন তেওঁৰ মৌলিক কবিতাখিনিৰ কষটি-শিলতহে আশা কৰা বাঞ্ছনীয়। তাতে যদি মনত পেলোৱা হয়, তেওঁৰ কবি-জীৱনৰ পাতনি মেলা থাইছিল মৌলিক কবিতাৰ যোগেদিহে, তেনেহ'লে ই মাথোন বাঞ্ছনীয়ৰ পৰ্যায়তে থমকি নৰয়। তেওঁৰ ভিতৰত শুই থকা কবিমানুহজনে ক'ত কেতিয়া কেনেকৈ প্ৰথমে সাৰ পাই উঠিছিল, সেই ইতিকথাৰ সোঁৱৰণী সময়ে মচি পেলালে। আমি মাথোন জানো, তেওঁৰ ককাদেউতাক হৰিবিলাস আগৰৱালাৰ ঘৰত থাকোঁতেই তেওঁ কবিতা লেখাৰ আখৰা কৰিবলৈ লৈছিল। কাৰণ, তেওঁ নিজেই লেখি থৈ গৈছে।

"পাঠ্যপুথিৰ বাহিৰেও ককাদেউতাৰ পুথি ভঁৰালত থকা অনেক সজ পুথি আৰু কাকত পঢ়ি মই জ্ঞান আৰ্জিবলৈ সুবিধা পাইছিলোঁ। মই সৰুকালৰ পৰাই কবিতা পঢ়িবলৈ ভাল পাইছিলোঁ আৰু কবিতা লিখিবলৈ অভ্যাস কৰিলোঁ।"

এনেকৈ অভ্যাস কৰিলৈ লেখা অন্ততঃ দুটা কবিতা 'জিলিকনি'ৰ পাতত আমাৰ কাৰণে তেওঁ সাঁচি থৈ গৈছে। এটা হ'ল, আঁঠে কুৰি চৰণৰ 'নৱবৰ্ষ' নামৰ দীঘলীয়া কবিতাটো। আনটো হ'ল 'অসম'। এটিত আছে, উলাহৰ পাৰ বাগৰা ঢল, আনটিত আছে, দেশ-জননীৰ দুৰৱস্থাৰ কথা সুঁৱৰি কাটি উঠা এটি গভীৰ হুমুনিয়াহ। দুয়োটা কবিতা সমনীয়া ছাত্ৰৰ লগ লাগি গঢ়ি তোলা 'ছাত্ৰ সভা'ৰ কোনোবা এটা বৈঠকত পাঠ কৰিছিল। সভাৰ সেইদিনা-বৈঠকৰ পুৰোহিত মাধৱ বৰদলৈ ডাঙৰীয়াই কবিতা দুটি শুনি উঠি তেওঁৰ সোণ-ৰূপৰ মুখেৰে ভৱিষ্যবাণী কৰিছিল, "এই ল'ৰাটি এদিন কবি হ'ব।"

"ছাত্ৰ সভা'ৰ নিয়াৰিতে অদূৰ-ভৱিষ্যতৰ কবিজনে লাহে লাহে গঢ় লৈ উঠিল। সেই সময়ছোৱাৰে আন অমূঠি ফচল—এখন উমৈহতীয়া পথাৰৰ ফচল—হ'ল, 'ধৰ্ম সংগীত'। আনন্দচন্দ্ৰকে ধৰি পাঁচজন স্কুলীয়া কবিৰ হাতৰ এইখন পুথিত আছিল এশ চেৰাই দুকুৰি এটা গীত। পুথিখন আছিল, সমসাময়িক যুগৰ কাৰণে এটি বিস্ময়। সাহিত্যৰথী বেজবৰুৱাই এই গীতবোৰ পঢ়ি উঠি 'জোনাকী'ৰ পাতত এইদৰে শলাগিছিল।

"জনদিয়েক পঢ়াশলীয়া ছাত্ৰৰ এনে সৎ আৰু গুৰুতৰ বাৰ্যত উদ্যম আৰু পুৰুষাৰ্থ দেখি আমি সঁচাকৈয়ে ৰং পাইছোঁ।"

এই শলাগনিৰ ঢৌ মাৰ যাওঁতে নৌ-যাওঁতেই আগৰৱালাৰ সমুখত মুকলি হৈ পৰিল, এটি সোণাময় সুযোগ। অকল বেজবৰুৱাকেই নহয়, জোনাকী, যুগৰ তিনিওজন মহান পুৰোহিতকে নিতৌ লগ পোৱাৰ সুযোগ।

১৮৯১ চনৰ কথা। অ, ভা, উ, সা, জোনাকী, বিজুলী আৰু মহান ত্ৰয়ীৰে সৈতে কলিকতা তেতিয়া অসমীয়া সাহিত্যিকৰ কাৰণে তেতিয়া নতুন মক্কাত পৰিণত হৈছে। প্ৰৱেশিকা পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ কুৰিটবীয়া অ'ৰিয়াঅ'ৰিৰ জলপানী লৈ আনন্দ চন্দ্ৰ এদিন সেই নতুন মক্কাত উপস্থিত হ'লগৈ। আনন্দচন্দ্ৰৰ স্থায়ী নিবাস হ'ল, বৰদেউতাকৰ কলিকতীয়া ভেৰোণীয়া ঘৰটো। আৰ্মেনিয়া ষ্ট্ৰীটৰ সেই ঘৰটোৰ আন এজন অধিবাসী আছিল, চন্দ্ৰকুমাৰ। নিতৌ মাজিউৰ ওচৰলৈ আহে, গোঁসাই আৰু 'কুট'। কাণ উনালেই হ'ল—সাহিত্য আৰু সাহিত্য। পৰশমণিৰ তুচ্ছ এটি পৰশত শিলো হয় সোণ। ত'তে যদি সেই শিল খনিৰ তলিৰ চপৰা হয়, তেনেহলে সোণ হৈ পৰা শিলৰ চিকমিকণিয়ে চকু চাঁট মাৰি ধৰাটোৱেই স্বাভাৱিক। আনন্দচন্দ্ৰই অমৰ কবি হোৱাৰ বাট বিচাৰি পালে। তেওঁৰ নিয়মীয়া প্ৰবন্ধখিনিৰ উপৰিও কবিতাৰ অবিহনাই, 'জোনাকী'ৰ জেউতি

যেনেকৈ চৰাবলৈ ল'লে, 'বিজুলী'ৰ চিকমিকনিও তেনেকৈ উজ্জলাই তুলিলে।

'জিলিকনি' আৰু 'পদ্মমনি' দুয়োখনৰে প্ৰায় আটাইখিনি কবিতাই তেওঁৰ এইটো যুগৰে সৃষ্টি। মন কৰিবলগীয়া যে, এই দুখন পুথি আধুনিক অৰ্থত প্ৰথম আৰু দ্বিতীয় কাব্য-সংকলন নহয়। এখনৰ শেষ য'ত, ত'তে সিখনৰ আৰম্ভণিৰ দৰে ধাৰাবাহিকো নহয়। দুয়োখনৰ পাৰ্থক্য মাথোন ভাবৰ বৈশিষ্ট্যত। প্ৰথমখনত আছে, মঞ্জুল সুৰৰ মধুৰ ধৰণৰ সজ কথা—বৰদেউতাকৰ পুথিভঁৰালত পঢ়িবলৈ পোৱা 'সজ পুথি আৰু কাকত'ৰ দুৰ-দুৰণিৰ ৰিং। আজি জনাৰ উপায় নাই, সেই পুথি-ভঁৰালত কি কি পুথি আছিল। হয়তো ইংৰাজী 'শিশুৰ জ্ঞানকোষ'খনৰ খণ্ডকেইটা আছিল, য'ত তেওঁ 'দাও আৰ্ট গড্', 'বে'টাৰ লেণ্ড' আৰু 'টুডে' আৰু টুমৰো'ৰ নিচিনা কবিতামূঠি বিচাৰি পাইছিল। হয়তো এখন হিন্দী কিতাপো আছিল, য'ত তেওঁ 'মৰমৰ আই' কবিতাটোৰ মূল পাঠটো বিচাৰি পাইছিল—

"জব মৈ ছোটা থা তব কিসনে
মুঝকো দুধ পিলায়া থা
খুব খিলৌনা খেল দিখানা
মুখ্ ৰা চুম খিলায়া থা
—মেৰী মৈয়া, মেৰী মৈয়া।"

অৱশ্যে, এই দুয়োটা কবিতাৰ উৎস কোনোবা অজ্ঞাত কবিৰ একেটি ইংৰাজী কবিতা হোৱাটোও অসম্ভৱ নহয়।] তেওঁৰ মনৰ পললসত সেইবোৰ সজ কথাৰ কঠিয়া পৰি যিখিনি শইচ ঠন ধৰি উঠিছিল, সেইখিনিকে লৈ তেওঁৰ 'জিলিকনি'।

দ্বিতীয়খনত ভুমুকিয়াই গৈছেহি, জীৱনৰ গতি-ধৰ্মত উৰি অহা যৌৱনৰ চঞ্চল এচাটি পচোৱাই। ভাঙনিয়েই হওক বা মৌলিকেই হওক, ইয়াৰ কোন-টো কবিতাতে উপদেশৰ আঁচুফুল নাই। আছে মাথোন প্ৰণয়-অনুভূতিৰ সঞ্চৰণশীলতা। এজন কবিক অমৰ কৰি থ'বৰ কাৰণে ইয়াত সংকলিত এধাৰটা কবিতাই যথেষ্ট। ইয়াৰে শ্ৰেষ্ঠ কবিতাকেইটা আৰু 'জিলিকনি'ত থকা 'বলম' কবিতাকেইটাৰ মূল্য নিৰূপণ কৰিব পাৰিলেই, কবি হিচাপে আগৰৱালাৰ মূল্যায়নৰ আধাখিনি সম্পূৰ্ণ হয়গৈ।

আগৰৱালাৰ গোটেইখিনি মৌলিক কবিতা পাঠ কৰি উঠাৰ পাচত যি দুটা কবিতাৰ স্মৃতি মনৰ পৰা মচ খাব নোখোজে, সেই দুটা কবিতাৰ প্ৰথম-টো হ'ল 'দেৱকন্যা মানৱী বেশেৰে'। পৃথিৱীৰ বহুতো শ্ৰেষ্ঠ কবিৰ মুখত এষাৰ কথা প্ৰায়েই শুনিবলৈ পোৱা যায়: উপমাই কবিতা। সেয়ে যদি হয়, তেনেহ'লে শতকৰা শতাংশই কবিতা আখ্যা দিব পৰা শিল্পকৰ্মৰ ই এক বিৰল নিদৰ্শন। নাৰীৰ ৰূপ বৰ্ণনাত ইয়াৰ লগত ফেৰ মাৰিব পৰা কবিতা আমাৰ সাহিত্যত মাথোন কেইটিমানহে আছে। তাৰে ভিতৰত এটি নিশ্চয় দেৱকান্ত বৰুৱাৰ 'মনোৰমা'। হৃদয়ৰ গোটেই-খিনি অনুৰাগেৰে ৰঞ্জিত হৈ কলংপুৰীয়া আনন্দচন্দ্ৰৰ 'দেবকন্যা মানসী বেশেৰে' জানিবা কলংপৰীয়া দেৱ-কান্তৰ 'মনোৰমা' কবিতাটোৰ প্ৰথম পাণ্ডুলিপিহে। বিষয়বস্তু আৰু আংগিকৰ ফালৰ পৰা দুয়োটাৰে অদ্ভুত মিল। অৱশ্যে স্বীকাৰ কৰিব লাগিব, তাকৰীয়া শব্দেৰে সৰহীয়া কথা কোৱাত 'মনোৰমা'ৰ সৌন্দৰ্যই 'দেৱকন্যা'ৰ সৌন্দৰ্যক চেৰাই গৈছে। তথাপি, 'মনোৰমা'ৰ যি চমক, সেয়া 'দেৱকন্যা'ৰ ভংগীতো ছেগা-চোৰোকাকৈ ফুটি উঠিছে। তাৰ দৃষ্টান্ত,

হৰিণী নয়ন তোৰ চকু দুটি
সদায় আনন্দময়,
চঁপাৰ বৰণ মুখৰ জেউতি
বিজুলী কোনোৱে কয়।

এনেকুৱা চৰণবোৰে হাৰ মানিব নেলাগে, 'মনো-ৰমা'ৰ ওচৰত। উপমাৰ অৱলম্বন দুয়োটা কবিতাৰে ক্ষেত্ৰত কবিপ্ৰসিদ্ধি-নিৰ্ভৰ। 'দেৱকন্যা'ই শেষৰ পিনলৈ অৱশ্যে ভাষাৰ তীক্ষ্ণতা হেৰুৱাইছে। তথাপিও, স্বীকাৰ কৰিবই লাগিব—এই কবিতাটো ভাষাৰ বিজুলী-চমক, সুৰৰ স্পন্দনশীলতা আৰু উপমাৰ চিত্ৰৰূপ-

ময়তাৰে ৰমন্যাসবাদৰ প্ৰথম পুৰাৰ এমুঠি মাথোন সাৰ্থক গীতি-কবিতাৰ অন্যতম নিদৰ্শন।

অসমীয়া কবিতাৰ সুৰ মাৰ নেযায় মানে ৰসিক-পাঠকৰ মনৰ পৰা মচ নোখোৱা আনটো অমৰ কবিতা হ'ল, 'পাণেশই'। য়ুৰোপীয় ৰমন্যাসিক কবিতাৰ এটি বিশিষ্ট লক্ষণ হ'ল, লোকগীতিৰ অনুকৰণতঁ সাহিত্যিক মাজিতাৰ সৃষ্টি। চন্দ্ৰকুমাৰৰ 'তেজীমলা' আৰু বেজবৰুৱাৰ 'ধনবৰ আৰু ৰতনী' এইটো ধাৰাৰে কবিকৃতি। সচৰাচৰ আমি দুয়োটা কবিতাৰ নাম একে উশাহতে যেনেকৈ লওঁ, তাৰে আমি সিহঁতৰ মাজৰ মিলখিনিৰ কথাহে সূচাওঁ। অমিলখিনিৰ কথা পাহৰি যাওঁ। চন্দ্ৰকুমাৰৰ 'তেজীমলা' মানুহৰ মুখ বাগৰি আহি থকা এটা তেজাৰ বছৰৰ পুৰণি সাধুকথাৰ জুমুঠিৰে সাজি উলিওৱা এটি মায়াময় কবিতা। সাধুটোৰ জুমুঠিতে আছে আচহুৱা জীৱনৰ স্পন্দন। তাকে তেওঁ মাটিৰ পৃথিৱীৰ সঁচা-বোল সানি চিনাকি-চিনাকি কৰি তুলিছে আৰু, বেজবৰুৱাৰ 'ধনবৰ-ৰতনী' মাটিৰ পৃথিৱীৰ এহাল চিনাকি ডেকা-গাভৰু। অপূৰ্ব সুৰময়তাৰ ডেউকা পিন্ধাই তেওঁ সেই চিনাকি কাহিনীটোকে কোনোবা পৰীৰ দেশৰ পিনে উৰুৱাই লৈ গৈছে। আনন্দচন্দ্ৰৰ 'পানেশই' এই দুয়োটা কবিতাৰ দোমোজাৰ সৃষ্টি। ইয়াৰ কাহিনীটো তেজীমলাৰ দৰেই প্ৰাচীন, কিন্তু তাৰ ক'তোৱেই অলৌকিকতাৰ সামান্যতম পৰশো নাই। ইতিহাসৰ কোনোবা পুৰতীক্ষণত নাৰী যেতিয়া ব্যক্তিগত সম্পত্তি ৰূপেই পৰিগণিত হৈছিল আৰু সম্পত্তিৰ সংৰক্ষণেই যেতিয়া সকলোৰে কাৰণে শুভবুদ্ধিৰ একমাত্ৰ প্ৰেৰণাস্বৰূপ আছিল, তেতিয়াৰ পৰিপ্ৰেক্ষিতত এই কাহিনীটোৰ ঘটনাৱলীত কোনো অবাস্তৱিকতা নাই। সেই বাস্তৱ জগতখনতে এজনী ছোৱালী হঠাৎ সাৰ পাই উঠিছে, সপোনৰ উমসনা দীঘলীয়া টোপনিৰ কোলাৰ পৰা। হঠাৎ তাই আৱিষ্কাৰ কৰিছে, তাই যিখন ঘৰৰ মানুহ মুঠিক আপোন বুলি ভাবি আছিছিল, সেই সকলোৱেৰেই ভাবিব নোৱাৰাকৈ পৰ—এতিয়াহে সিহঁত এটা সামাজিক সম্পৰ্কৰ চোতালত আপোন হৈ উঠিব। সেই আপোন হ'ব খোজা সম্পৰ্কটো তাইৰ পৰিশীলিত মনৰ দৃষ্টিত অতি অশ্লীল যেন লাগি গ'ল। তাইৰ যি বিষাদ, তাৰ লগত তেজীমলা'ৰ বিষাদৰ এটা গভীৰ সাহচৰ্য আছে। তাইৰ বিষাদৰ ৰূপটো হ'ল,

মানুহৰ আও মানুহৰ ভাও
নবুজো মানুহ নীতি,
নিয়ম পাতিলে ভাঙিব আকউ
ই কোন দেশৰ ৰীতি।

এই বিষাদ যেন তেজীমলাৰ বিষাদৰ দূৰ-দূৰণিৰ প্ৰতিধ্বনি :

মানুহৰ নাও মানুহৰ ভাও
দেখি যে লাগিছে ভাল,
মানুহ মিতিৰ বৰ মৰমৰ
পাতিছে কিহৰ জাল ?

আনন্দচন্দ্ৰই এই বিষাদৰ আঁত ধৰিয়েই তেওঁৰ 'পাণেশই'ক সপোনৰ দেশৰ তেজীমলা'ৰ কাষ চপাই দিছে। তথাপি, পাণেশই' সৃষ্টিৰ অন্তৰালত যি কাব্যযুক্তি আছে, সি ইয়াক সপোনৰ দেশত বাট হেৰুৱাবলৈ নিদিয়ে। সেয়েহে কব পাৰি, এই কবিতাটোৰ পৰিমণ্ডল এনেকুৱা য'ত সপোন আৰু বাস্তৱে সাৰটাসাৰটিকৈ আছে।

'দেৱকন্যা মানৱী বেশেৰে' আৰু 'পাণেশই' যেনেকৈ গীতিকবিতাৰ অনুপম সুৰময়তাৰে উজ্জ্বল, 'চুমা' আৰু 'ছবি' কবিতা দুটা তেনেকৈ হিয়াৰ গাগৰি উপচি পৰা আৱেগৰ অপূৰ্ব ফটিকময় অভিব্যক্তি। কবিতা দুটি পাঠ কৰিলে ধাৰণা হয়, দুয়োটা কবিতা শেলীৰ 'লাভ্‌ছ ফিলজফি' পঠনৰ প্ৰত্যক্ষ পৰিণতি। প্ৰথমটো কবিতাত আছে, যদি কোনো ছোৱালীফুলে ল'ৰা-ফুলটোক এটি চুমা খাবলৈ কাৰ্পণ্য প্ৰকাশ কৰে, তেনেহ'লে তাই ক্ষমাৰ অযোগ্য হৈ ৰ'ব বোলা কথাষাৰ এটি মনোৰম সমিধান। গোলাপ-কুঁৱৰী

আৰু গোলাপ-কোঁৱৰ দুইৰো মনৰ উমান লৈ দিলে, বসন্তৰ বতৰা অনা প্ৰথম পখিলাটোৱে। আৰু, তাৰ পৰিণতি ঘটিল :

সাৰটাসাৰটি কৰি দুয়ো চুমা খালে ;
মনৰ মুকুলা কথা চুমাটিয়ে ক'লে।

* *

মুখতে মুখ দি এপ এটা চুমা খাওঁ।
হিয়াৰ আকুল তৃষ্ণা চুমাৰে গুচাওঁ,

শ্বেলীয়ে তেওঁৰ অমৰ কবিতাটোত মানৱীয় আবেগৰ বান্ধোন সোলোকা ৰূপটোৰ যিখন ছবি আঁকিছে, আগৰৱালাই সেই একেখন ছবিকেই আঁকি উলিয়াইছে। কিন্তু, তেওঁ সেই আবেগৰ আশ্ৰয়বস্তু হিচাপে লৈছে, শ্বেলীৰকবিতাটোৰ এটি মাথোন চিত্ৰকল্পত থকা দুপাহ ফুলক। তেওঁৰ কবিতাটোত আবেগখিনিহে মানুহৰ জীৱনৰ, ঘটনাটো কিন্তু ফুলৰ।

'ছবি' কবিতাটো জানিবা 'চুমা'ৰ পৰিপূৰক। দেশ আৰু সময়ৰ সীমাৰ ভিতৰত থাকি, ফুলৰ জীৱনৰ ঘটনাটোক মানুহৰ জীৱনলৈ যিমানখিনিলৈকে টানি আনিব পাৰি, ঠিক সিমানখিনিলৈকে টানি আনৰ প্ৰচেষ্টা আছে, এই কবিতাটোত আৰু ইয়াৰ চিত্ৰকল্পসমূহত আছে, 'লাভ্‌ছ্ ফিলজফি'ৰ পোনৰ খোজকেইটা :—

ইচ্ছা হয় দুচপৰা বগা মেঘ হ'ই
সাৰটাসাৰটি কৰি আকাশত গ'ই—
যেনুৱা বিজুলী যেন বৰযুণ হয়,
তটিনীৰ বোকোচাত সাগৰত লয়,
দুয়ো মিলি এক যেন প্ৰেম-উৎস বয়
প্ৰেম সাগৰত দুয়ো হ'ব পাৰোঁ লয়।

ইয়াৰ অন্তৰালত বাজি উঠিছে, শ্বেলীৰ কবিতাৰ—

The fountains mingle with the river
And the rivers with the occen,
The winds of heaven mix for ever
With a sweet emotion :

চৰণকেইটা চিত্ৰস্তনিত সংগীতৰ উচ্ছলিত কলগান। এইদৰেই আগৰৱালাই শ্বেলীৰ কবিতাৰ পাহিত জিলিকি থকা এটোপাল নিয়ৰক দুটোপাল কৰি দুটি মুক্তাৰ ৰূপত পৰিৱেশন কৰিছে। ইচ্ছা কৰা হ'লে, তেওঁ গতানুগতিক ৰীতিৰে এই বিদেশী কবিতাটো ভাঙি উলিয়াবও পাৰিলেহেঁতেন। কিন্তু, তেওঁ দেশ আৰু সময়ৰ সীমাৰ ঘেৰটো ভাঙিবলৈ টান পালে। নেভাঙি তেওঁ আমাক দুটা কবিতা দিলে—যি দুটা কবিতা একান্তভাৱে মৌলিকেই নহয়, নিটোল স্থাপত্য গুণেৰেও সমৃদ্ধ।

আমাৰ বোধেৰে, 'পদ্মমনি'ৰ শ্ৰেষ্ঠ কবিতা এই চাৰিটাই। মাথোন 'ফুলকোঁৱৰ' নামৰ দীঘলীয়া কবিতাটোৰ বাহিৰে বাকীকেইটা কবিতাৰ গাঁথনি যেনেকৈ শিথিল, সৌন্দৰ্যও, তেনেকৈ অগভীৰ। ফুল কোঁৱৰ'ৰ দুই এটি চৰণত ছন্দই উজুটি খাইছে যদিও গোটেই কবিতাটোৰ কল্পনা-আধাৰ নাটকীয় ৰূপৰ। সাহিত্যিক মাজিতা হিচাপে ইয়াৰ সৌন্দৰ্য 'পাণেশইত-কৈয়ো চৰা। অতি পৰিশীলিত ভাষাৰে চহকী হৈ "পণেশই" কাহিনী-কাব্যলৈ উত্তীৰ্ণ হৈছে। কিন্তু, 'ফুলকোঁৱৰ'ৰ ভাষাক চহা মুখৰ প্ৰকাশভংগীয়ে সুযোগ পালেই মাৰ্জিত সাহিত্যিক ভাষাক সিঞ্চিবলৈ পাহৰা নাই। লৌকিক মাজিতাৰ মিঠা সুৰটো গীতি কবিতাৰ তৰলিত প্ৰৱাহেও মাৰ নিয়াব পৰা নাই। এই কবিতাটোৰ বৈশিষ্ট্য এইখিনিতে।

'জিলিকনি'ৰ মৌলিক কবিতামূঠিৰ ভিতৰত নিঃসন্দেহে 'বলম' লেখত ল'বলগীয়া। এইটি জানিবা মহানগৰীত নিৰ্বাসিত কবিৰ অতীত দিনৰ মধুময় স্মৃতি ৰোমন্থন। এহাতে ই শৈশৱৰ ধূলি-মাকতিৰে ওমলা দিনৰ সাঁৱৰণী, আনহাতে পৃথিৱীত এটি গোপন চুকৰ এখন মনোৰম গাঁৱৰ সোঁৱৰণী। এই কবিতাটিৰ লগত তুলনা হ'ব পাৰে, ডিম্বেশ্বৰ নেওগৰ 'মোৰ গাওঁ'ৰ। দুয়োটা কবিতাতে আছে, এক বিস্ময়কৰ 'নষ্টালজিয়া'-বোধৰ অপূৰ্ব প্ৰকাশ। নেওগৰ কবিতাটোৰ প্ৰধান গুণ তাৰ মধুৰ গাম্ভীৰ্য। তুলনাত 'বলম'ৰ প্ৰধান গুণটো হ'ল, তাৰ নিবিড় উত্তাপ।

'জিলিকনি'ৰ বুকুত ঠাই পোৱা আৰু এটা কবিতাৰ সুৰৰ প্ৰৱাহে আমাক অবাক কৰি তোলে। কবিতাটো হ'ল, 'জোন'। বোৱতী স্মৃতিৰ দৰে ইয়াৰ সুৰৰ প্ৰৱাহ। ক'তো ঠেকা খোৱা নাই, ক'তো থমকি ৰোৱা নাই, আৰু ক'তোৱেই নিস্তৰংগ কবি-প্ৰসিদ্ধিয়ে আমনি কৰি যোৱা নাই—এই কবিতাটো সেই সকলোবোৰ বিৰল গুণেৰে মণ্ডিত।

নিঃসন্দেহে, আগৰৱালাৰ কবি-প্ৰতিভাৰ সঠিক মূল্য নিৰূপণ কেৱল মৌলিক কৰিতাখিনিৰ কষটি শিলতহে সম্ভৱপৰ আৰু আমি বিচাৰি পাইছোঁ অন্ততঃ ছটা কবিতা, যি কেইটা যুগান্তৰৰ কাৰণে অসমীয়া কাব্য-সাহিত্যৰ অক্ষয় সম্পদ হৈ ৰ'ব। এতিয়াহে আমি তেওঁৰ তথাকথিত ভাঙনি-কবিতাখিনিৰ, যিখিনিক আমি আলহী-কবিতা আখ্যা দিছোঁ, সেইখিনিৰ গুণাগুণ বিচাৰ কৰি চাবলৈ সমৰ্থ হৈছোঁ। কাৰণ, তেওঁৰ এইটো থূপৰ কবিতাখিনিৰ লগত মৌলিক কবিতামুঠিৰ সম্পৰ্ক অতি গভীৰ। বিচ্ছিন্ন ৰূপত বিবেচনা কৰি চালে, মাথোন এষাৰ কথাই যথেষ্ট: আনাৰ ভাষাত সিবোৰৰ তুলনা নাই। নিভাঁজ অসমীয়া ভাষাৰ নমুনা লাগে, সিবোৰতে আছে। মূলৰ কাব্যিক সৌন্দৰ্য প্ৰধানমানিও ব্যতিক্ৰম নোহোৱাকৈ 'কণাই-কণাই ল'বৰ মন' সিবোৰ পঢ়িলেই হ'ব। কিন্তু, সিবোৰৰ অন্য এটি মূল্য আছে মৌলিক কবিতাখিনিৰ লগত থকা সম্পৰ্কৰ পৰিপ্ৰেক্ষিতত। প্ৰথম কথাষাৰ হ'ল, এই আলহী-কবিতাখিনিয়ে আগৰৱালাৰ নন্দনতাত্ত্বিক ৰুচি-অৰুচি সম্পৰ্কে ভালেমান কথা শুন-হুশুনকৈ ক'ব খোজে। দ্বিতীয় কথাষাৰ হ'ল, ইবিলাকে তেওঁৰ কবি মনটো গঢ় লৈ উঠাত যে সহায় কৰিছিল, সেই বিষয়েও ভালেখিনি কথাৰ উমান দিয়ে।

ভাঙনি কৰিম বুলি তেওঁ কোনবোৰ কৰিতা বাচি লৈছিল? কাৰ কেনেকুৱা কবিতা নেভাঙি মাথোন ছাঁ লৈয়েই সন্তুষ্ট হৈ ৰ'ল? দেখা যায়, তেওঁৰ যুগৰ আনবোৰ কবিক ইংৰাজী কাব্যৰ যি কেইজন কবিয়ে যথেষ্ট উতলা কৰি তুলিছিল, তেওঁলোকৰ কাৰো প্ৰতি বিশেষ একো আগ্ৰহ নেদেখুৱালে। গ'ল্ডস্মিথ্, লংফেল', টমাচ গ্ৰে', চাৰ্লছ মেকে', চাৰ্লট ইলিয়ট ইত্যাদি কেইজনমান অনতি-খ্যাত আৰু অখ্যাত কবিৰ মাজতহে চানেকি-কবিতাৰ সন্ধেদ পালে। কোৱা বাহুল্য, এওঁলোকৰ কোনো-জনেই ৰমন্যাসিক কবি-গোষ্ঠীৰ ভিতৰত নপৰে। অতি বেচি, এওঁলোকৰ ভিতৰত মাথোন দুজনৰ কবিতাতহে ৰমন্যাসবাদৰ মেঘ-ধূৱলীয়া পোহৰচাটিৰ অকণমান উমান পোৱা যায়। বাকীসকলৰ কবিতাত পোৱা যায়, বৰ্ণনাৰ প্ৰাঞ্জলতা আৰু দুয়োমূৰে উপদেশৰ আঁচুফুল। আনহাতে ধাৰণা হয়, শ্বেলীৰ কবিতাই তেওঁৰ হৃদয়ত ভালকৈয়ে দোলা দি গৈছিল। তেওঁৰ 'জিলিকনি'ত দুটা কবিতা আছে, যি দুটাৰ অনুপ্ৰেৰণা শ্বেলীৰ পৰাই সংগৃহীত। এটা হ'ল, কৰ্তব্য, আনটো 'মেঘ'। প্ৰথম কবিতাটোত তেওঁ 'অ'ড্ টু ডিউটি'ৰ সাঁচটো সলাই মূলৰ কথাখিনি সম্পূৰ্ণ বেলেগ সুৰত পৰিৱেশন কৰিছে। শ্বেলীৰ বৰ্ণাঢ্য বৰ্ণনা আৰু সুৰৰ বিচিত্ৰ ব্যঞ্জনা ইয়াত নাই। দ্বিতীয়টো কবিতাত তেওঁ 'টু দ্য ক্লাউড্'ৰ জটিল চিত্ৰকল্পসমূহ সযতনে পৰিহাৰ কৰি নিৰলংকাৰ ভাষাৰে মাথোন উকা কথাখিনি কৈয়েই ক্ষান্ত হৈছে। প্ৰশ্ন উঠে, তেওঁ কিয় শ্বেলীৰ কবিতা ভাঙিবলৈ নল'লে? অনুবাদৰ অক্ষমতা তথা সীমাবদ্ধতা নে তেওঁৰ কবি-মানসৰ কিবা বিশেষ প্ৰৱণতা? খুব সম্ভৱ, তেওঁৰ কবি-মানস নিৰ্ভেজাল ৰমন্যাসবাদৰ প্ৰতি বিমুখ আছিল। তেওঁ ভাঙনি কৰা কবিতাৰ কবিৰ তালিকাখনলৈ চালেই এষাৰ কথা স্পষ্ট হৈ পৰে, তেওঁৰ হৃদয়ে প্ৰাক-ৰমন্যাসিক কবিসকলৰ লগতহে প্ৰাণৰ সাহচৰ্য বিচাৰি পাইছিল। যদিও তেওঁ সময়-ৰেখাৰ বিচাৰত অসমীয়া ৰমন্যাসবাদৰ প্ৰধান ত্ৰয়ীৰ উত্তৰ-সাধকহে আছিল, তথাপি তেওঁৰ মনৰ পানী-যুৰঁলিত পৰা ইংৰাজী ৰমন্যাসবাদৰ ছাঁটোৰ বিচাৰত পুৱাৰ ফালৰহে কবি—দুপৰৰ অথবা বিয়লিৰ নহয়।

তেওঁৰ মৌলিক কবিতাৰ ওপৰত পৰা বিদেশী কবিতাৰ অন্য এটি উল্লেখযোগ্য প্ৰভাব হ'ল, পৰবৰ্তী

কালৰ পিনত নাটকীয় সাঁচৰ আভাস। এই গুণটো তেওঁ আয়ত্ত কৰিছিল, গ'ল্ডস্মিথৰ 'দ্য হাৰমিট' কবিতাটো ভাঙি উলিওৱাৰ পাচৰ পৰা। তেওঁৰ 'কদমৰ কথা,' 'প্ৰণয়ৰ পৰিণাম' আৰু আগতে উল্লেখ কৰা 'ফুলকোঁৱৰ' পঢ়ি চালেই উমান পোৱা যায়, 'যোগী' কবিতাটোৰ লগত সেইকেইটা কবিতাৰ আংগিকৰ সাদৃশ্য কিমানখিনি। উল্লেখযোগ্য যে, তেওঁৰ কাব্যত যিমানে এই নাটকীয় গুণটোৰ প্ৰকাশ উজ্জ্বল হৈ আহিছিল, সিমানে তেওঁৰ কবিতাসমূহ উপদেশ নীতিকথাৰ জটাজালৰ পৰা মুকলি হৈ আহিছিল। এইখিনিতে এষাৰ কথা স্বীকাৰ কৰি থোৱা ভাল, উপদেশৰ আঁচুফুল দিয়াত তেওঁৰ যি পাৰদৰ্শিতা দেখা যায়, দোষ হওক, গুণ হওক, আন কোনোজন অসমীয়া কবিৰ ৰচনাতে তাৰ তুলনা পাবলৈ নাই। দোষ যদি হয়, তেনেহ'লে তাৰ লগত তুলনা হ'ব পাৰে, কথাষাৰ আখজা যেন লাগিলেও ৰজনীকান্ত বৰদলৈৰ উপন্যাসৰ প্ৰত্যক্ষ ৰূপৰ মন্তব্যসমূহৰ। সেই মন্তব্যসমূহ যেনেকৈ কাহিনীৰ লগত শিল্পগত-যুক্তিৰে সম্পৰ্কিত নহয়, আগৰৱালাৰ নীতিকথাৰ সাৰাংশও তেনেকৈ কাব্যবস্তুৰ লগত শিল্পগত-যুক্তিৰে সম্পৰ্কিত নহয়। দুয়োটাকে বাদ দিহে বৰদলৈৰ উপন্যাস আৰু আগৰৱালাৰ কবিতা পাগত উঠিছে বুলি ক'ব পাৰি।

আগৰৱালাৰ কবিতাসমূহৰ আংগিক দিশটোৰ সম্পৰ্কে দুটিমান কথা কৈ নথ'লে আলোচনা অসম্পূৰ্ণ হৈ ৰয়। স্বীকাৰ কৰিব লাগিব, তেওঁৰ কবিতাৰ ছান্দসিক ফালটো তুলনাত যথেষ্ট দুৰ্বল। ছন্দ-সজ্জাৰ পুঁজি বুলিবলৈ মাথোন তিনিটাহে: পয়াৰ, দুলড়ী আৰু চৌপদী। ইয়াৰে শেষৰটো মাথোন 'জীৱন-সংগীত' কবিতাটোতহে প্ৰয়োগ কৰিছে। পাহৰিছোঁ, ছবিৰো অকলশৰীয়া নিদৰ্শন এটি আছে: 'তুই'। কিন্তু, এই কবিতাটোত ছন্দই উজুটি খাইছে তেওঁৰ পয়াৰ আৰু দুলড়ীতো ছন্দপতনৰ যথেষ্ট উদাহৰণ আছে। কিন্তু, চৌপদীত তেওঁৰ সূক্ষ্মতম শ্ৰুতিবোধৰ প্ৰকাশ ঘটাটোও সমানে তাৎপৰ্যপূৰ্ণ। যি কি নহওক, সমগ্ৰ কবিতাৰাজি বিচাৰ কৰি চালে, এটা সিদ্ধান্তলৈ আহিবলগীয়া হয়: ছন্দশিল্পী হিচাপে তেওঁৰ যি ৰিক্ততা, তাৰ ক্ষতিপূৰণ প্ৰয়োজনতকৈয়ো অধিক পৰিমাণে পোৱা যায়, চিত্ৰশিল্পী হিচাপে তেওঁৰ অভাৱনীয় সফলতাত। হয়তো শ্বেলীৰ কবিতা ভাঙনি কৰাৰ প্ৰতি অনীহাৰ ইও এটি কাৰণ। তেওঁ নিজেও উমান পাইছিল, তেওঁৰ প্ৰতিভাৰ এই অসম্পূৰ্ণতাৰ কথা। তেওঁৰ 'যোগী' কবিতাটোৰ

এনে আন্ধাৰত ভূতে তোমাক দেখিলে
জীৱনৰ আশা নকৰিবা।

চৰণটোত জানো মুক্তৰ অনুপ্ৰাসৰ মধুৰ ঝংকাৰ আছে ?

For yonder faithless phantoom flies
To leave thee to thy gloom

এই চৰণ দুটাৰ মৌ মিঠা ৰিণি-ঝিনিখিনি যেন পাহিতে থাকি আহিল।

তেওঁৰ কবিতাৰ এই সীমাৱদ্ধতাৰ কথা স্বীকাৰ কৰি উঠিও ক'ব লাগিব, শব্দৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা আছিল অপৰিসীম। অভিধানত নোপোৱা অথচ চহা-জীৱনৰ জিভাত সদায় নাচি থকা বহুতো শব্দক তেওঁ কবিতাৰ কাৰেঙলৈ সুৰাগুৰি তুলি আনিছিল। তাৰ কেইটিমান দৃষ্টান্ত:

১। নেগাঁথিবি মলা অ' মোৰ পুতলা কুঁৱৰী
ছিকাচন্দ্ৰিয়া [ফুলকোঁৱৰ]

২। কোমল সুন্দৰী গোলাপ কুঁৱৰী
পাতত বাংচি মু'খনি থ'ই
[গোলাপকুঁৱৰী]

৩। এলাহ-নিহাজি থোৰাঁ বীৰ-বেশ গাত লোৱাঁ
নহ'বা মৰাৰ প্ৰায় জ্ঞানৰ সন্তান
[জীৱন সংগীত]

এই শব্দবোৰৰ অপূৰ্ব চিত্ৰধৰ্মিতাই নহয়, বিশুদ্ধ ধ্বনিৰ বিচাৰত মসৃণ মধুময়তাও অনস্বীকাৰ্য। আগৰৱালাই কিছুমান শব্দ প্ৰয়োগ কৰোঁতে ব্যাকৰণসন্মত বানানৰ পৰিশীলিত ৰূপৰ সলনি চহা মানুহৰ মুখৰ

ভাষাত ফুটি উঠা আখৰ-জোঁটনিৰ ৰূপহে গ্ৰহণ কৰাটো তাৎপৰ্যপূৰ্ণ। তেওঁৰ কবিতাত 'মালা' নাই—আছে 'মলা', 'নাম' নাই—আছে 'নাও'। উদাহৰণস্বৰূপে,

১। ৰজাৰ জীয়ৰী পৰমা সুন্দৰী পাঁচতুলী যাৰ নাও
[ ফুলকোঁৱৰ ]

২। মালতীৰ মলা তোৰ সাতসৰী
গুটিমালী তোৰ খাৰু
[ দেৱকন্যা মানৱী বেশেৰে ]

অকল ইমানেই নহয়, তেওঁ কিছুমান শব্দ আপোন প্ৰতিভাৰে গঢ়িও লৈছিল। তাৰ উদাহৰণ,

১। বাট-দেখুৱঁতী মোৰ প্ৰিয় সহচৰী
চিকমিক জিকমিক বিজুলী সুন্দৰী
[ মেঘ ]

২। মুখামুখি হ'লে লাজে মুখ ওমোলায়
[ চুমা ]

ইয়াৰ প্ৰথমটো যে 'দেখুৱাওঁতা'ৰ স্ত্ৰী-ৰূপ, নকলেও হ'ব। কিন্তু, আনটো শব্দ নিষ্পন্ন কৰাৰ কৰাৰ ৰীতিটো আনকি ইংৰাজ কবিসকলেও শিকিছে, মধ্যবিংশ শতিকাৰ দুৱাৰদলিতহে। Smoke আৰু Fog দুয়োটা মিলি যেনেকৈ মহানগৰীৰ আকাশত ওলমি থাকে ধোৱাঁলি Smog, ঠিক তেনেকৈ 'ওন্দোলায়' আৰু 'আমোলায়' দুয়োটা মিলি 'ওমোলায়'। এনেকুৱা সংকৰ-শব্দৰ ই যি ব্যঞ্জনা আনি দিয়ে, সি যে কবিতাক কিমান চহকী কৰি তোলে—নক'লেও হয়। আমাৰ কাৰণে তাৎপৰ্যপূৰ্ণ কথাষাৰ হ'ল, আনন্দচন্দ্ৰ তেনেকুৱা এগৰাকী কবি আছিল, যি জনে প্ৰয়োজন অনুসৰি নতুন শব্দ-নিৰ্মাণৰ বিষয়ত অতুলনীয় বিচক্ষণতা প্ৰদৰ্শন কৰিব জানিছিল।

সামৰণিত ক'বলগীয়া এইখিনিয়েই, তেওঁ কেৱল ভাঙনি-কোঁৱৰেই নহয়, মৌলিক কবিতাৰো এগৰাকী অসাধাৰণ প্ৰতিভাযুক্ত কবি। সেই কবিতাবোৰ আমাৰ সাহিত্যত ধ্ৰুপদী আৰু ৰমন্যাসিক মনোভংগীৰ বিৰল সংযোগৰ বিৰপ্ৰতৰ নিদৰ্শন। সিবোৰত যি অপূৰ্ব সংযমশীলতাৰ লগত অবাধ সৌন্দৰ্য-উন্মাদনাৰ জোনাকী-মেঘালী মিলন ঘটিছে, তাৰ তুলনা আমাৰ ভাষাত আন কাৰো কবিতাতেই পাবলৈ নাই। তেওঁৰ কবিতাই অসম্ভৱক সম্ভৱ কৰি দেখুৱালে, একেলগে কেনেকৈ প্ৰাঞ্জল আৰু ব্যঞ্জনাময় হ'ব পাৰে। নাইবা এইদৰেও ক'ব পাৰি, তেওঁৰ কবিতা একাধাৰে ৰৌদ্ৰকৰোজ্বল আৰু ধূপছায়া মণ্ডিত। সেয়েহে শত-বৰ্ষৰ ডেওনা পাৰ হৈ যোৱাৰ পাচত নতুনতৰ ক্ষমণহীন সমালোচনাৰ পোহৰত পঢ়ি চাই দেখিছোঁ, সিবিলাকৰ জেউতি চৰিলহে টুটা যে নায়েই।

জয়তু আনন্দচন্দ্ৰ

## 'কবিতা-খণ্ডৰ সূচী-পাত

# জিলিকনিৰ প্ৰথম প্ৰকাশকৰ নিবেদন

অসমীয়া সাহিত্য থাকে মানে 'জিলিকনি' লেখকৰ পৰিচয় নিদিলেও হ'ব। আজি তেওঁৰ উদাৰ হৃদয়ৰ আভাস দিবলৈহে প্ৰকাশকৰ এই যৎকিঞ্চিৎ নিবেদন।

সদৌ অসমীয়া ৰাইজৰ আদৰৰ জৰ্জ ইন্‌ষ্টিটিউচনৰ সহায়ৰ কাৰণে স্বত্ব আৰু উপস্বত্ব দান কৰা বাবে সুকবি ৰায়চাহাব শ্ৰীযুত আনন্দচন্দ্ৰ আগৰৱালা ডাঙৰীয়ালৈ স্কুলৰ হৈ এই শলাগৰ শৰাই আগ বঢ়াই কৃতজ্ঞতা প্ৰকাশৰ সুযোগ পাই মনত আনন্দ লভিলোঁ।

আজি কেবা বছৰৰ পৰা টেক্সটবুক কমিটিয়ে পুথিখনি অসমৰ স্কুলবিলাকত পাঠ্যস্বৰূপে চলিবলৈ মঞ্জুৰ কৰি আহিছে। আশা কৰোঁ স্কুলৰ কৰ্তৃপক্ষসকলেও এই পুথিখনি নিজ নিজ স্কুলত চলাই জৰ্জ-ইনষ্টিটিউচনৰ যৎকিঞ্চিত উপকাৰ কৰে। এয়ে তেখেতসকলৰ ওচৰত আমাৰ বিনীত প্ৰাৰ্থনা।

এইবাৰ পুথিখনিৰ কলেবৰ বঢ়াত আৰু দুমূ'ল্যতাৰ দিনত ছপাওঁতে আগতকৈ বেচি খৰচ পৰাত আমিও ইয়াৰ দাম যৎসামান্য বঢ়াবলৈ বাধ্য হলোঁ। তাক যেন অতিৰিক্ত বুলি ধৰা নহয় এই কথাও খাটিলোঁ।

পুথিখনি এইবাৰ সৰ্বাঙ্গসুন্দৰকৈ ছপোৱা হৈছে।

নিবেদক

জৰ্জ ইন্‌ষ্টিটিউচন
ডিব্ৰুগড ১৯২২ চন

শ্ৰীনীলমণি ফুকন,
হেডমাষ্টাৰ
জৰ্জ ইন্‌ষ্টিটিউচন

জিলিকনি এটি আহি পহুম বনত
স্বৰগৰ ৰহন ঢালিছে।
—হেম



## ঈশ্বৰ

[ Thou art O God, নামে ইংৰাজী কবিতাৰ ভাঙনি ]।

[ ১ ]

হে ঈশ্বৰ তুমি হোৱা জীৱন-পোহৰ,
দেখোঁ মানে আচৰিত বস্তু জগতৰ,
নিশাৰ জোনাকী হাঁহি দিনৰ পোহৰ,
তোমাৰ জেউতি মাথোঁ, চিন গৌৰবৰ।
জিলিকে জেউতি তয়ু যেই পিনে চাওঁ,
সুন্দৰ তোমাৰ সৃষ্টি মাথোঁ দেখা পাওঁ।

[ ২ ]

সুকণ্ডাৰ মাজে মাজে ৰঙা ডাৱৰৰ,
সন্ধিয়াৰ ৰঙা বেলি বিতৰে পোহৰ,
সোনোৱালী জিলিকনি চাই একে থৰে,
ভাবোঁ আমি সেই পিনে বাট স্বৰগৰে,
ৰঙালি বেলিৰ সেই কোমল কিৰণ,
উজ্জ্বল জেউতি প্ৰভু, তোমাৰ সৃজন।

[ ৩ ]

তৰা-বচা পাখিবোৰে নিশাৰ গুৰনি,
যেতিয়া ধৰেহি ঢাকি আকাশ অধৰনী,
পৰে যেন ক'লা এটি চৰাই ধুনীয়া,
গোট গায়ে গুটি ফুল সোণ বৰণীয়া।
স্বৰগৰ তৰা আৰু পবিত্ৰ আত্মাৰ,
অলেখ অসীম মহা মহিমা তোমাৰ।

[ ৪ ]

গাভৰু বসন্ত আহি হ'লে উপস্থিত,
তোমাৰ সুদৃষ্টি পৰি ফুলে ফুলনিত,
বসন্তৰ যত ফুল ধুনীয়া ধুনীয়া,
গোন্ধতে আমোল মোল নানা বৰণীয়া।
জিলিকে জেউতি তয়ু যেই পিনে চাওঁ
সুন্দৰ তোমাৰ সৃষ্টি মাথোঁ দেখা পাওঁ।

## নৱ-বৰ্ষ

[ ১ ]

নৱ বৰষৰ নবীন সঙ্গীত
উলাহ অধিৰ প্ৰাণ,
ভৱিষ্য আশাৰ মোহিনী প্ৰতিমা
শুনায় মধুৰ গান।

[ ২ ]

অসীম অনন্ত কালৰ সাগৰ,
জনম নজনা ঠাই।
মৰণ ক'ত নো সিও অগোচৰ,
—আগ-গুৰি একো নাই।

[ ৩ ]

অনন্ত সাগৰ গৰজিছে সদা,
ঢৌৰ ওপৰে ঢৌ,
তাৰে এটি ঢৌ মাৰ গ'ল আজি
কামৰ একোকে নৌ।

[ ৪ ]

চোৱাঁ চকু মেলি নবীন পুৱাত,
নিলীম আকাশ মাজে,
নবীন বছৰ অনন্ত পৰ্যত
জনমে সোণালী সাজে।

[ ৫ ]

আশাৰ প্ৰতিমা আদৰি সাদৰি
হিয়াত কৰি থাপন,
নৱ বৰষক নবীন উছাহে
আনো কৰি আৱাহন।

[ ৬ ]

পুৱতি নিশাৰ কুলিয়ে পুৱাতে
মঙ্গল-উৰুলি গাই
নৱ বৰষৰ দিলেহি জাননী
মলয়াৰ জুৰ বাই।

[ ৭ ]

হেঙুলী বেলিৰ নতুন কিৰণে
গগন উজ্জ্বল কৰে,
বনদেৱীসৱে ফল ফুল আনি
তোমাৰ যোগান ধৰে।

[ ৮ ]

ঘৰ-বাৰী মচি গৰু গা ধুৱাই
নতুন কাপোৰ লই,
নতুন ভোজেৰে ৰঙালী বিহুত
[ মানুহে ] আদৰি আনিছে গই।

[ ৯ ]

স্বৰগ, মৰত, প্ৰকৃতি, মানুহ,
সকলো আনন্দময়,
মেঘে মেঘে মিলি সাৱটাসাৱটি
জগত কবিতাময়।

[ ১০ ]

চাওঁতে চাওঁতে পল পল কৰি
দ্বাদশে মেলানি ললে,
শৰিৎ, সাগৰ, আকাশ, পৃথিবী
বিদায় সঙ্গীত গালে।

[ ১১ ]

চাওঁতে চাওঁতে এখোজ বঢালোঁ
মৰণ দেশৰ পিনে,
জীৱন-বুৰঞ্জী মেলি এবে চোঁৱা
হাৰিল জিকিল কোনে।

[ ১২ ]

ভাবি চোৱাঁ হেৰা দিবানে যাবলৈ
বিফলে বছৰ হায়।
ধূলি-ধেমালিতে থাকিবানে মজি
মানৱী জনম পাই ?

[ ১৩ ]

অসীম কৰ্তব্য কৰমী জীৱনে
পালিব পৱিত্ৰ ব্ৰত,
জগত পিতাৰ এনুৱা আদেশ
সকলো শাস্ত্ৰৰ মত।

[ ১৪ ]

নিমিষে নিমিষে যিবোৰ কৰম
কৰিছোঁ ধৰাতে ভাই,
নিমিষৰ বাতৰি নিমিষে পাইছে
জগত পিতাৰ ঠাই।

[ ১৫ ]

যি কামকে কৰোঁ যি ভাবকে ভাবোঁ,
যি কথাকে কওঁ ভাই,
তাৰে গুটি পৰি শস্য জন্মিব,
আনিব লাগিব দাই।

[ ১৬ ]
আঁহা আঁহা ভাই এৰি ধূলি-খেলা,
জীৱনৰ ধাৰ শুজোঁ
সময় তাকৰ বাট ভালেখিনি
সময়ৰ মোল বুজোঁ।

[ ১৭ ]
আমাৰ কাৰণে মহাত্মা সকলে
কঠোৰ তপস্যা কৰি,
জ্ঞান-সিন্ধু মথি যিবোৰ অমৃত
ৰাখিছে ভঁৰাল ভৰি।

[ ১৮ ]
সেই জ্ঞানামৃত ভোগ কৰি আঁহা
কৰ্ম সাধনাত লাগোঁ।
কৰ্তব্য কৰোঁতে ভকতি ফুলিব
প্ৰভুৰ আশিস্ মাগোঁ।

[ ১৯ ]
নতুন তেজেৰে' নতুন বলেৰে,
নতুন টঙালি লই,
প্ৰতি মুহূৰ্ত্তে আগবাঢ়োঁ ব'লা
অতীত সামৰি থই।

[ ২০ ]
অতীতৰ কথা অতীতৰ ব্যথা
ভবাৰ সকাম নাই,
সোণালী সুযোগ জানি বৰ্তমান
কামত ধৰোঁহি ভাই।

[ ২১ ]
ওপৰে ঈশ্বৰ দয়াময় পিতা,
তলত মানুহ ভাই,
বুকে সাহ বান্ধি ব'লাচোঁ সকলো
সাহ বিনা সিদ্ধি নাই।

[ ২২ ]
কুলু কুলু কুলু সততে তটিনী
সাগৰ উদ্দেশ্যে বয়
আমি কি থাকিম উদ্দেশ পাহৰি,
মায়াত বিভোল হই।

[ ২৩ ]
নীল আকাশত হাতীপটি মাজে
তৰাবোৰে পাতে থল,
সেই বুলি দেখোঁ তৰাই নকৰে
আপোন কক্ষৰ ভুল।

[ ২৪ ]
নতুন বছৰে দিছে সোঁৱৰাই
আমাক আপোন কাজে,
নতুন উছাহে হওঁ বোলা সৱে
বিজয়ী জগত সাজে।

[ ২৫ ]
সৌভাগ্য-বেলিৰ চোৰাঁ জিলিকনি
পোহৰে পূবত সোৱা
বিজয় পতাকা উকৰাই ব'লা
উলাহ সঙ্গীত গোৱা।

## আজি আৰু কালি

[ কবি Charle Mackyৰ 'To day and Tomorrow'' নামৰ ইংৰাজী কবিতাৰ ভাঙনি ]।

[ ১ ]
সৌভাগ্যই লাগ দিলে, যদি কেতিয়াবা,
ফুলে ফলে তোমাৰ বাটত,
কেতিয়া চাপবি তুমি সি ফুল গোটাবা ?
—আজি, হে'বা আজিৰ দিনত।

যদি দেখা ভবিষ্যত দুখৰ সপোন
সৌভাগ্যই এৰা দিব বুলি,
কাহানি বেজাৰ কৰি থাকিবা বিমান
—কালিলৈ, হে'ৰা অহাকালি

[ ২ ]

যিজনে কৰিলে হেৰা আমাৰ অন্যায়,
তেওঁ যদি দোষ গাত লই
ক্ষমা মাগে, কেতিয়ানো মৰষিবা দায় ?
—আজি হে'ৰা খেমা আজিয়েই
কঠোৰ কৰ্তব্য যদি কৰোঁতে পালন,
আলচিছা গালি দিবলৈ,
কেতিয়ানো গঞ্জনাৰ বুলিবা বচন ? -
—কালি, হে'ৰা অহা কালিলৈ।

[ ৩ ]

আমি যদি ধাৰে আনি সুশুজাওঁ ধাৰ,
ধাৰে দিয়া পৰে অভাৱত,
কেতিয়া কৰিবা সাধ্যমতে প্ৰতিকাৰ,
—আজি, হে'ৰা আজিৰ দিনত।
আমাৰ ধৰুৱা যদি শুজিবলৈ ধাৰ
অপাৰগ সৰ্বস্বান্ত হই।
কাহানি সাধিবা ধাৰ, লগাবা বিচাৰ ?
কালি, হে'ৰা অহা কালিলৈ।

বিমল আনন্দ আৰু সুকৰ্মৰ তেতু
নাথাকে মুহূৰ্তবোৰ ৰই,
ছেগ বুজি কাম কৰা সৌভাগ্যৰ হেতু
আজি হে'ৰা কৰা আজিয়েই।
ছেগ গ'লে ছেগ আৰু নাহে সতৰাই
শোক, দুখ, খং আৰু গালি
সঘনে আহিব পাৰে থ'বা আঁতৰাই,
কালিলৈ, হে'ৰা অহা কালি।

# মৰমৰ আই

( ১ )

কোনে মোক তুলি-তালি কৰিলে ডাঙৰ
মৌ-সনা মিঠা মাতে পাহৰি ভাগৰ,
কৰিছিল স্নেহ দুগালত চুমা খাই,
—তেওঁ মোৰ পূজনীয়া মৰমৰ আই।

( ২ )

চেনেহৰ চকু-পানী ধাৰেদি বোৱাই
কোনে মোক ৰাখিছিল বুকুত শুৱাই
টোপনিত লালকাল মুখখনি চাই,
—তেওঁ মোৰ পূজনীয়া মৰমৰ আই।

( ৩ )

কান্দিছিলোঁ যেবে নৰিয়াত দুখ পাই,
একেথিৰে কোনে মোৰ চকুলৈ চাই,
মৰোঁ বুলি কান্দিছিলে কাটি হুমুনিয়া ?
—তেওঁ মোৰ মৰমৰ আই পূজনীয়া।

( ৪ )

হৈছিলোঁ থিয় যেবে অ'ত ত'ত ধৰি,
পৰিলে কোনেনো গই ততালিকে লৰি,
নিচুকাইছিল মোক নাম-গুণ গাই ?
—তেওঁ মোৰ পূজনীয়া মৰমৰ আই।

( ৫ )

মোৰ প্ৰতি এনে যাৰ মৰম অসীম,
কেনেকৈ সিজনক মই পাহৰিম ?
চেনেহ ভকতি মোৰ বাঢোক সদাই,
তযু .চৰণত হেৰা মৰমৰ আই।

# শোক-সঙ্গীত

( ১ )

প্ৰাণৰ ভনীটি তই
ক'লৈনো গ'লি,
সাগৰৰ ঢউ যেন
ক'ত লীন হ'লি ?

( ২ )

দুদিন দুসাঁজ আছি
সংসাৰত খালি,
দুদিনলৈ বাপেকীৰ
ঘৰ পোহৰালি।

( ৩ )

আজলী বিজুলী তই
মেঘৰ মাজত,
দুদণ্ডলৈ পোহৰাই
লুকালি আঁৰত।

( ৪ )

ক'লৈ গ'লি কোন দেশে
ক'ত ঠাই ল'লি,
নুফুলে নে আৰু বাৰু
সৰা ফুল কলি।

( ৫ )

সি ঠাই কিমান দূৰ,
ক'ৰ নিজানত,
দুনাই কি দেখাদেখি
নহ'ব জগত ?

( ৬ )

বাপেকীৰ সংসাৰত
ফুৰিলোঁ হালেই,
বাঢ়িলোঁ আনন্দ মনে
আলো-লোৱা হ'ই।

( ৭ )

একেলগে পুথি ল'ই
পঢ়িবলৈ যাওঁ,
একেলগে আকাশলৈ
চিলা উৰা চাওঁ।

( ৮ )

একেলগে আমনিৰ
কুলিক সিঞৰোঁ,
বালি-ধূলি ল'ই হায়!
কত ৰং কৰোঁ।

( ৯ )

দুয়ো বহি চোতালত
কত নাম গাওঁ,
মেঘৰ বিজুলী দেখি
তধা লাগি চাওঁ।

( ১০ )

জহকালি জুৰ লওঁ
শীতল পাটীত,
জাৰকালি বহোঁ দুয়ো
ৰ'দ কাঁচলিত॥

( ১১ )

একেলগে বলমত *
নাদুৰি সাঁতুৰি
উঠি আহো বুৰ মাৰি
শেহত ভাগৰি।

( ১২ )

ভাবিছিলোঁ এইদৰে
সুখে দিন যাব,
কদাপিতো ভাই-ভনী
বিচ্ছেদ নহ'ব।

( ১৩ )

কিন্তু হায়! কালক নো
কোনে পতিয়ায়,
আজি যাক দেখোঁ সুখী
কালি কন্দুৱায়।

---

* বলম এখন সৰু নৈৰ নাম।

( ১৪ )

পল পল দণ্ড কৰি
কাল ব’ই যায়,
নিৰদয় কালে কাৰো
মুখলৈ নাচায়।

( ১৫ )

অমৰণ অভগন
আদি অন্তহীন,
কালৰ গৰ্ভত জীৱ
হ’ই যায় লীন।

( ১৬ )

কদম, কেতেকী, জুঁাই
গোলাপ. বকুল,
নিশা নিয়ৰত ফুলে,
আৰু যত ফুল।

( ১৭ )

কালৰ সাঙ্কেত-ধ্বনি
শুনি চমকিত,
উটি যায় মৰণৰ
ঢউ—ধেমালিত।

১৮ )

ঘুৰিছে সদাই হাঁয়।
কালৰ চকৰি,
লোৰ শিকলিৰে মুখ
বান্ধিব নোৱাৰি।

( ১৯ )

কালি বাম ৰজা হ’ব
কত মনে আশ,
কিন্তু কোনে জানিছিল
হ’ব বনবাস!

( ২০ )

দুৰন্ত শমনে আহি
হৰিলে এটিক,
হৰিলে প্ৰাণৰ মোৰ,
সাদৰী জনীক।

( ২১ )

ভনীটি পুষ্প-প্ৰাণ
নিলে উৰুৱাই,
‘যাওঁ’ বুলি গলি তই
ঘৰ উৰুঙাই।

( ২২ )

ঢাকিলে বিষাদ মেঘে
সুখৰ সংসাৰ,
বায়ু সাগৰক ভেদি
উঠে হাহাকাৰ।

( ২৩ )

অনন্তৰ এটি জীৱ
দুদিনলৈ আহি,
লুকাল অনন্ত গৰ্ভে
দুদিনলৈ হাঁহি।

( ২৪ )

ব’ল দুদিনীয়া স্মৃতি
বলম-কাবৰ,
দুহাত কাপোৰ বগা
মৰিশালি ঘৰ।

( ২৫ )

‘যাওঁ’ বুলি গ’লি তই
প্ৰাণৰ ভনীটি,
কান্দি মৰে পৰিয়ালে
নেচালি উলটি।

( ২৬ )

স'চাকৈয়ে গ'লি তই
মুদিলি নয়ন,
স'চাকৈয়ে ল'লি তই
অনন্ত শয়ন ॥

( ২৭ )

খন্তেকীয়া ছায়াবাজী
ধুলি ধেমালিৰ,
অন্ত হ'ল খন্তেকীয়া
হাঁহি মানৱীৰ।

( ২৮ )

হেৰা দীন নাথ তুমি
দয়াৰ আধাৰ,
পূৰোৱাঁ প্ৰাৰ্থনা এই
দীন অভাগাৰ।

( ২৯ )

সংসাৰ ফুলনি বাৰী
তোমাৰ বিহাৰ-থল
অকালে সৰিল এটি
তোমাৰ পবিত্ৰ ফুল।

( ৩০ )

তোমাৰ সন্তান প্ৰভু
তুমি নিছা কাঢ়ি,
সুখৰ ঠাইত ৰাখি
দিবা শান্তি বাৰি।

# সুখৰ ঠাই

("The Better Land" নামৰ
ইংৰাজী কবিতাৰ ভাঙনি— )

( ১ )

শুনিছোঁ সুখৰ ঠাই তোমাৰ মুখত
কোৱাঁ আই, কোৱাঁ সেই ঠাই ক'ত?
কোৱাঁ সি জেউতি ভৰা দেশ ক'ত বাৰু
আমি নো বিচাৰি তাক নাপাম নে আৰু?
কমলাৰ ফুল য'ত অলেখ ফুলিছে,
গছৰ ডালৰ মাজে জোনাকী নাচিছে,
তাতে নে সুখৰ ঠাই, কোৱাঁ মোক আই?
নহয় নহয় তাত সাদৰী সোণাই।

( ২ )

দীঘল পাতেৰে য'ত আছে বহু তাল,
ৰ'দৰ তাপত পকে খাজুৰ ৰসাল,
নীল সাগৰত থকা মাজুলীবোৰত,
সুন্দৰ সুগন্ধি নানা ফুল ফুলে য'ত,
ফুলাম পাখিৰে য'ত পক্ষীবোৰ উৰে,
শুৱলা মাতেৰে গীত গাই গাই ফুৰে,
তাতে নে সুখৰ ঠাই, কোৱাঁ মোক আই?
নহয় নহয় তাত সাদৰী সোণাই।

( ৩ )

তেন্তে কি সি ঠাই আই, দুৰ অতিশয়,
সোণালী বালিৰ মাজে নৈ য'ত বয়,
চৰিছে জেউতি য'ত পদ্মৰাগ মণি,
পোহৰে হীৰাই য'ত নিৰজন খনি,
পোৱাল বন্ধোৱা পাৰ নীল সাগৰৰ,
আছে য'ত শোভা কৰি মুকুতা-আকৰ,
তাতে নে সুখৰ ঠাই, কোৱাঁ মোক আই?
নহয় নহয় তাত সাদৰী সোণাই।

( ৪ )

চকুৰে নেদেখি সোণ, সি সুখৰ স্থান,
কাণেৰে নুশুনি তাৰ আনন্দৰ গান,
সপোনৰো অগোচৰ সি সুখৰ ঠাই,
ৰোগ, শোক, জৰা, মৃত্যু সি দেশত নাই,
বিনাশী কালৰ তাত অধিকাৰ নাই
আকাশৰ ওপৰত সি সুখৰ ঠাই;
আমাৰ সৌন্দৰ্য তাত বিৰাজে সদায়
চিৰ সুখ, চিৰ শান্তি, সাদৰী সোণাই।

## বলম

লাহে লাহে কত কথা মনোমাজে উদিছে,
অতীতৰ কত স্মৃতি অহাযোৱা কৰিছে।

বলমৰ দলঙত,
বহি মই হৰিষত,
এদিন সন্ধিয়া বেলা নিজতাল মনেৰে
প্ৰকৃতিৰ শোভা চাওঁ অতি হাবিয়াসেৰে।

কত ল'ৰালিৰ কথা,
অভিমান মনোব্যথা,
সমনীয়া বন্ধু লগে ৰংমনে ফুৰিলোঁ,
কত খেলা খেলি দিন আনন্দত থাপিলোঁ।

অতি হৰসিত হ'ই,
সমনীয়া লগ ল'ই,
পথা লনি-কানে নাচি-বাগি ফুৰিলোঁ
একে একে একে সকলোকে সুৰঁৰিব ধৰিলো।

এই বলমতে হাঁয়।
লগৰীয়া পাই,
নাদুৰি-সাতুৰি কত শত বুৰ মাৰিলোঁ,
কুলু কুলু কুলু মাত কতবাৰ শুনিলোঁ।

গাত ছকঠীয়া লই,
জাৰ কাতি কৰি থই,
মেজিৰ কাষত আহি কতবাৰ বহিলোঁ,
মাঘৰ বিহুৰ মেজি কতবাৰ দেখিলোঁ।

আৰু কত কি যে কথা,
লাগে যেন সাধু কথা,
পমি যায় হিয়া মোৰ বৰকৈ শুনিলে
আজিও হৰিষ লাগে সেইবোৰ শুনিলে

নিজম জোনাক নিশা,
অথবা হেঙুলী উষা
বাঁহীৰ মধুৰ মাত উজাগৰে শুনিলে,
অথবা বীণাৰ ধ্বনি শ্ৰৱণত পৰিলে,

প্ৰবাসী ঘৰত থাকি
মানসী পটত আঁকি,
তোমাৰ পাৰৰ ধুলি-ধেমালিক ভাবিলে
শৈশৱৰ সোঁৱৰণি মনোমাজে জাগিলে,

নাই পোৱা তেনে হৰ্ষ,
যদিও অনেক বৰ্ষ,
নিলগে নিলগে আছোঁ আঁতৰত সুখেৰে
চ্ছাহয় পুনৰায়-ফুৰোগৈ ঠগেৰে ।

দোল সাজি, নাদ খানি
লগৰী গোটাই আনি,
বালিমাহী খেদি যেন পুনৰায় লৰবোঁ,
সাঁতুৰি সাঁতুৰি যেন পাৰো মানে ভাগৰোঁ,

সোণালী ল'ৰালি কাল,
নাজানিলোঁ বেয়া ভাল,
ফুৰিছিলোঁ হাঁহি-মাতি মুকলিয়া মূৰেৰে,
বসন্তৰ পক্ষী যেনে দিন গ'ল সুখেৰে ।

তেতিয়াৰ সেই ঘাট,
গছ-লতা, বালি বাট,
সকলো চিনাকি মোৰ ভাল লাগে দেখিলে,
মোকো যেন ভাল পায় গছ-লতা সকলে ।

পুৱঁতি নিশাৰ হায় ।
সুখৰ সপোন প্ৰায়,
আকাশৰ খণ্ডা মেঘ এচপৰা যেনিবা,
সি সুখৰ দিন মোৰ গুচি গল কেনিবা ।

তেতিয়াৰে পৰা ন'ই,
তুমি কিন্তু আছা ব'ই
সাকৰা আমাৰ তুমি পথাৰক কৰিছা,
কাষৰ গাঁৱৰ তুমি উপকাৰ সাধিছা ।

কত মাহ, বৰ্ষ কত
ক্ৰমে ক্ৰমে হ'ল গত,
তুমি কিন্তু একেদৰে ধীৰে ব'ব লাগিছা,
বতাহৰ লগ পাই ঢৌ খেলা কৰিছা,

পৰ্বত জীয়াৰী ন'ই,
ভৈয়ামত বই ব'ই,
সজনে বিজনে কত লীলা খেলা কৰিছা,
কত পাৰ ভাঙি-পাতি ঘুৰি পকি ফুৰিছা ।

গাঁৱৰ ওচৰ পাই,
উলাহত ঠাই নাই,
এতিয়া বাৰিষা ন্যাও কত তুমি বইছা
বেপাৰীৰ বেপাৰৰ সহায়তা কৰিছা ।

সন্ধ্যাৰ সমীৰ আহি,
উৰাই ফুলৰ পাহি,
ভাগকৰা পথিকক প্ৰাণ জুৰি উৰিছে,
সন্ধ্যাৰ বাঙলী ছবি ন'ই বুকে পৰিছে ।

ইমান বছৰ গ'ল,
কত লৰচৰ হ'ল,
তুমি কিন্তু একে ভাবে কুলু কুলু ব'ইছা,
যত পাৰা সৰু মুখে বিভু গুণ গাইছা ।

লুইত নইৰ বান,
তোমাৰ লক্ষ্যৰ স্থান,
তালৈকে ধাউতি বাধি নিৰন্তৰ ব'ইছা ।
বাধা বিঘ্নি অতিক্ৰমি অবিৰাম চলিছা ।

মানৱ জীৱন হায় ।
মায়া ডোলে বান্ধ খাই,
থাকিব কিমান দিন লক্ষ্যস্থান পাহৰি,
দুদিনীয়া ছাঁয়াবাজীত ধেমালিত বাগৰি

তোমাৰ নিচিনা ক'ই,
আমিবো জীৱন ল'ই,
জগতৰ হিত সাধি পাৰিমনে চলিব,
বিভু গুণ গাই শেষে অনন্তত মিলিব ?

## জোন

নিশাৰ আন্ধাৰ ঠেলি জিলিকি জগত,
কোন তুমি শোভিছাহা আকাশী লোকত ?
কোন তুমি কাৰ দূত,
হোৱা ৰাতি আৱিৰ্ভূত,
ৰূপৰ পোহাৰ মেলা,
আকাশত কৰা খেলা,
কোন তুমি কোৱাঁ হেৰা স্বৰগবাসিনী,
কাৰ প্ৰভাৱত কৰা জোনাক যামিনী ?

মণিৰ মাদলি যেন,
সভাত কুঁৱৰী হেন,
তৰাৰ মাজত বহি,
মিচিকি মিচিকি হাঁহি,
ৰূপালী পোহৰ বাকি দিছা জগতত,
অশেষ তৰাৰ ৰাণী তুমি আকাশত।

দেখি তব মধু হাঁহি
পুখুৰীত ভেঁট পাহি,
সাজি পাৰি ওলাইত,
তোমাৰেহে মৰমত,
একেথাহে চাই থাকে তোমাকে থিয়াই,
তুমি দিয়া প্ৰতিবিম্ব পানীত পেলাই।

অকণি জোনাক লই,
জোনাকী বিতং হই,
নিজক কুৰূপ ভাবি
উৰি উৰি আঁহি নামি,
গছৰ ছায়াত গই জাকেবে সোমাই,
আন্ধাৰত ৰিণি ৰিণি পোহৰ বিলায়,
জিঁ জিঁ-জিঁ আৰাও কৰি,
কিবা এক সুৰ ধৰি,
জোনাই, তোমাক দেখি,
জিলিবোৰ মহা সুখী,
মন খুলি গায় সবে উলাহৰ গীত
জোনাকত জীৱ জন্তু হয় পুলকিত।

ফুলনিত নানা ফুল,
গোন্ধতে আমোল মোল
নিয়ৰে ধুৱায় পাহি,
জোনায়ে বিলায় হাঁহি,
ওলমে মুকুতা মালা আঁগত পাতৰ,
ফুল কুঁৱৰীৰ নাই পাৰ আনন্দৰ।

তিৰোতাই ল'ৰা ল'ই,
তোমাৰ মুখলৈ চাই,
তথা লাগি ৰ'ই ৰ'ই,
কত সাধু-কথা ক'ই,
ওমলায় প্ৰাণ পুত্ৰ হৃদয় ৰতনে,
মিঠৈ এটি দিয়া বুলি হৰষিত মনে।
কিনো বিতোপন সুখ,
দেখি গাওঁ মহা সুখ,
আমনি নালাগে মনে,
ঘুৰি চাওঁ ঘনে ঘনে,
কোনে নিৰমিলে কোৱাঁ তোমাক জোনাই
কাৰ জেউতিত থাকা আকাশ শুৱাই ?

আহা! সেই খনিকৰ,
কিমে কেনে মনোহৰ,
যি গঢ়িলে জোন তৰা,
সুবিশাল এই ধৰা,
বিনন্দ বিলাস যাৰ সৃষ্টি চৰাচৰ,
সত্য তেওঁ, শিৱ তেওঁ, মহান সুন্দৰ।

তেওঁৰেহে ফিৰিঙতি,
যত দেখোঁ সকলোটি,
পশু, পক্ষী, গছ, বন,
নৰ, নাৰী, জনগণ,
চামে চামে জীৱবোৰ আহে আৰু যায়,
উপজি তেওঁতে মাৰ যায় পুনৰায়।

বৰষা হে সুধাকাৰ,
সুধাৰাশি ঝৰঝৰ,
হাঁহিয়ে হঁহাই তুমি,
মানৱৰ কৰ্ম্ম ভূমি,
কৰা এই পৃথিৱীক ঠাই আনন্দৰ,
বৰষা কোমল, স্নিগ্ধ, প্ৰেমৰ পোহৰ।

## জীৱন সঙ্গীত

[ ১ ]

শোকৰ কবিতা ৰচি, দুধাৰি চকুলো মচি,
নক'বা জীৱন মিছা নিশাৰ সপোন,
অসাৰ স'ংসাৰ ভাই, ইয়াত সকাম নাই,
মোহময় মায়াময় সকলো মাথোন।

[ ২ ]

পুত্ৰ কন্যা পৰিবাৰ কোন তয়ু তুমি কাৰ
বুলি হেৰা অবাবত নকৰিবা বেজাৰ।
কলা-ঘুমটীয়া হ'ই, আতমা যে আছে ৰ'ই,
জানিবা মৰণ নাই এই আতমাৰ।

[ ৩ ]

অস্থায়ী মানৱ দেহা, কৰিম দুদিন বেহা,
কৃত্ৰিম দুদিন মাথোঁ সংসাৰ-হাটত,
দুদিনৰ অন্ত হ'লে, আয়ুস টুকাই গ'লে
সুন্দৰ দেহাৰ ঠাই শেষ শ্মশানত।

[ ৪ ]

চকু কাণ নাক যাব, হাড় ছাল নাশ পাব,
মাটিৰ মানুহ তুমি মাটিত মিলিবা,
অবিনাশী নিত্যধন, অমৰণ অতগন,
অনন্ত উন্নতিশীল আত্মা জানিবা।

[ ৫ ]

সদায় চকুলো টোকা, দুখত মগন থকা,
ভোগ-সুখ জীৱনৰ উদ্দেশ্য নহয়,
এনেভাৱে কাম কৰা দিনে যেন আগবাঢ়া
প্ৰতি দিনে খোজ যেন আগবঢ়াইছে যায়।

[ ৬ ]

পল পল দণ্ড কৰি, সময় গ'ইছে উৰি,
পাখি-লগা কাঁড়ৰ নিচিনা অবিৰাম,
বহু দূৰ আছে গতি, সময় তাকৰ অতি,
কৰিব লগীয়া আমি আছে বহু কাম।

[ ৭ ]

দিন মায়, আহে ৰাতি, আয়ুস গ'ইছে টুটি
লাহে লাহে চমু চাপি আহিছে মৰণ,
সংসাৰ যুজৰ ঠাই, ভৱৰ সকাম নাই,
কাচি-পাৰি যুঁজা সবে কৰি প্ৰাণ পণ।

[ ৭ ]

এলাহ-নিহালি খোৱা, বীৰ-বেশ গাত লোৱা,
নহ'বা মৰাৰ প্ৰায় জ্ঞানৰ সন্তান,
নহ'বা গৰুৰ দৰে খুচিলেহে খোজ ধৰে,
ৰণত বীৰেন্দ্ৰ বুলি হোৱা খ্যাতিমান।

[ ৯ ]

কল্পনা চকুৰে চাই যেনেকি সুন্দৰ পাই
নকৰিবা দূৰ ভবিষ্যক পতিয়ন,
অতীত মৰিল গ'ল, তাৰ কথা অন্ত হ'ল।
মনৰ পৰাই তাক কৰা বিসৰ্জ্জন।

[ ১০ ]

বিহকে আগত পোৱা, ভতালিকে কৰি যোৱা
জীৱন্ত জাগ্ৰত বৰ্ত্তমান সময়ত,
সাহক সাৰথি কৰা, কৰ্ত্তব্যৰ পাছে লৰা,
ঈশ্বৰ করুণাময় আছে ওপৰত।

[ ১১ ]

মহা মহা পুৰুষৰ চানেকিৰে জীৱনৰ,
আমিও কৰিব পাৰোঁ জীৱন গঢ়িত,
অভিনয় শেষ হলে আয়ু বেলি মাৰ গলে,
থ'ই যাব পাৰোঁ খোজ সময়-বালিত।

[ ১২ ]

কেতিয়াবা হ'ব পাৰে, কোনো দুৰ্ভগীয়া নৰে
জীৱন সমুদ্ৰ মাজে নাও বুৰ গ'ই
অঠাই পানীত পৰি, কক্ বক্ কৰি কৰি,
ঢটৰ কোনো যদি আহি পাৰ পাই,

[ ১৩ ]

দেখি সেই খোজবোৰ, হ'ব তাৰ আশা ঘোৰ,
সাহ কৰি খোজে খোজে খোজ ল'ব পাৰে।
তেনেহলে ব'লা ভাই, শুবৰ সকাম নাই,
অপূৰ্ব জেউতি চোৱা উন্নতিৰ শিৰে।

[ ১৪ ]

শিকাঁ সবে পৰিশ্ৰম, শিকাঁ হে নীতি-ধৰম,
নাভাবিবা সুখ-দুখ কিনো কপালত,
কৰ্তব্যৰ পাছে লৰাঁ, ক্ৰমাগত কাম কৰাঁ,
ফলাফল ফলদাতা বিভুৰ হাতত।

## সুখ

সুখ সুখ বুলি মানুহ বলিয়া
নেদেখে সুখৰ মুখ,
সুখ বিচাৰোঁতে পায় সংসাৰত
দুখৰ উপৰি দুখ।

দেখিও নেদেখা কিয় দিন-কণা,
সুখ হে হাতত আছে,
দিয়ে দিব পাৰে স্বাৰ্থ বলিদান
সুখ ফুৰে পাছে পাছে।

অকল নিজৰ নিমিত্তে নহয়
আমাৰ জীৱন ভাই,
পৰৰ কাৰণে খাটিব পাৰিলে
সংসাৰ সুখৰ ঠাই।

পৰৰ অভাৱ, পৰৰ দুখত,
হিয়া যদি পমি যায়।
পৰক আপোন কৰিব পাৰিলে,
সংসাৰত দুখ নাই।

শক্তি-সামৰথ পৰৰ সুখত
বিলাব পাৰিলে ভাই,
পৰৰ কাৰণে কান্দিব জানিলে
কান্দোনতো সুখ পায়।

সকলো আপোন যত নৰ-নাৰী,
কাক নো বুলিবা পৰ?

পৰম পিতাৰ সকলো সন্তান
পৃথিৱী আমাৰ ঘৰ।

গাই-গোটা পেটে ভঁৰাল নহ'বা
লোকৰ দুখলৈ চোৱাঁ,
মানুহৰ সেৱা, মানুহৰ পূজা,
পৱিত্ৰ ব্ৰতত লোৱাঁ।

'মই' 'মোৰ' বুলি নাথাকিবা মজি
মোহৰ জালত পৰি,
'মই 'মোৰ' ভাৱে তললৈ বুৰাব
নাপাব ৰক্ষাৰ তৰী।

সুখৰ দুখৰ মনেই কাৰণ
মনক কৰিবা থিত,
ত্যাগত লভিবা পৰম সন্তোষ,
সাধিবা লোকৰ হিত,

স্বাৰ্থৰ বাটত দুখৰ কাঁইট,
খোজে পতি বিন্ধে হুলে,
নিস্বাৰ্থৰ বাট, সেন্দুৰীয়া আলি,
সুগন্ধি কুসুম ফুলে।

যথাৰ্থ নিস্বাৰ্থ মৰমী জীৱন,
বিশ্ব প্ৰেমে ভৰপূৰ,
বিশ্বৰ সকলো ভাই-ভনী তাৰ
সুখৰ নপৰে ওৰ।

# মেঘ

( কবি Snellyৰ "The Cloud" নামে ইংৰাজী
কবিতাৰ ছাঁলৈ লিখা হৈছে )

পৃথিৱী জন্মভূমি পানীৰে তনয়,
পাখি নাই উৰি ফুৰোঁ আকাশত মই।
জীৱন উপায় কৃষি হয় মোৰপৰা,
সুজলা সুফলা মই কৰোঁ এই ধৰা।
পিয়াহত ফুল যায় ক্ষীণাই শুকাই,
নতুন জীৱন দিওঁ পানী কচিয়াই।
ৰ'দৰ তাপত যত কুঁহি ফুল পাত,
কলা ঘুমটিৰে শোৰে জাপি ধৰোঁ গাত।
ফুলকলি হাঁহি-জালি নাচে বতাহত,
ময়ে তাক হুঁহৰাওঁ মাকৰ বুকুত।
ৰঙা মুখে উষা দেৱী পূব আকাশত,
দিনৰ উদয় বাৰ্ত্তা জনায় লোকত,
মোৰ ওপৰত উঠি মিচিকাই হাঁহি
ভোটা-তৰাটিলৈ চাই চাই ধীৰে ভাহি।
বাট দেখুৱাতী মোৰ প্ৰিয় সহচৰী
চিকমিক্ চিকমিক্ বিজুলী সুন্দৰী।
বান্ধোঁ মই সূৰ্য্যাসন লোৰ লিকলিৰে,
ৰূপহী জোনক বান্ধোঁ, মুকুতা-মালাৰে।
মুকুট স্বৰূপে শোভোঁ পৰ্ব্বত শিৰত,
নবীন মুঁজাক হই ফুৰোঁ আকাশত।
বিস্তাৰিছোঁ ৰাজ্য মোৰ দেশ দেশান্তৰ,
পৰ্ব্বত ভৈয়াম আৰু নীল সাগৰত।
শতেক যোজন জুৰি কৃত অন্তৰীপ,
সেঁতু বান্ধি এক দ্বীপ-উপদ্বীপ।
পৃথিৱীৰ পৰা জন্মি পৃথিৱীতে পৰোঁ
নতুন জনম ল'ই আকাশত ফুৰোঁ।

# অসম

হে আই অসম, কোৱাচোন মোক,
কিয়নো সদায় দেখোঁ তয়ু শোক ?
কি কথা বেজাৰ মনেৰে ভাবিছা,
কিয়নো সদায় চকুলো টুকিছা ?
ওলমি পৰিছে মনোহৰ কেশ,
কিয় আই তোমাৰ মলিন বেশ ?
কিহৰ দুখত আমন-জিমন,
কিয়নো জননী, বিৰস বদন ?
মেঘালী মুখত হাঁহিৰ বিজুলী,
হ'ল বহু দিন নুফুলে উজলি।
ভুৱন মোহিনী সৌন্দৰ্য্যক হায়।
ঢাকি যে পেলালে বিষাদৰ ছাই
মোহিনী বীণত মধুৰে ঝঙ্কাৰ,
কোৱাঁ হেৰা আই ছিগিল কি তাঁৰ ?
লক্ষ কুৰি আছে তোমাৰ সন্তান,
লক্ষ কুৰি কণ্ঠে গাব তয়ু গান,
লক্ষ কুৰি জনে আই বুলি আহি
পূজিব ৰাতুল চৰণত পাহি।
ভাই অসমীয়া আইৰ দুখত,
এতিয়াও কিয় টোপনি জালত ?
এতিয়াও কিয় এলাহ পাটীত,
জ্ঞান-সভ্যতাৰ বহু দূৰণিত ?
সভ্য সনাতন ধৰ্ম্মক পাহৰি,
অন্ধ-বিশ্বাসক আঁকোৱালি ধৰি,
কৰিছাঁ খিয়াল বান্ধৱ বুকৰ
পাহৰি আপোন ভাইক লগৰ,
ইজনে সিজনে মিলা-প্ৰীতি নাই,
পাৰিলে আজিয়ে খুঁচি-মাৰি খায়।
চুকৰ ভেকুলী কানি-প্ৰাণ-খোলা
ওফন্দা ভেমত ডাঙৰীয়া বোলা,

বাতি জুহালত সাত হাল বোৱা
দিনত সোৱোপা দুপৰলৈ শোৱা,
ছিছাৰ উঁৰালী সন্তানক চাই,
দুৰদশা দেখি কান্দিছা কি আই,
তাতে কি হে বীণা নীৰৱ তোমাৰ,
হ'ল বহু দিন নহয় ঝঙ্কাৰ ?
বজোৱাঁ জননী, তোমাৰ ই বীণ,
জাগোক ই জাতি সকলোতে হীন।
লগে লগে গোৱাঁ উদ্‌গনি গীত,
নৈ গাঁও কৰি পৰ্বত ধ্বনিত।
দিগ-দিগন্তলৈ শব্দ উঠক,
নিৰ্জীৱ অসাৰ ই জাতি জাগক।
উন্নতিৰ হেতু সকলো লৰিছে,
হাতত বিজয় পতাকা শোভিছে।
নিৰ্জীৱ ই জাতিৰ ঘোৰ টোপনিত,
নাই কি এটোপা আৰ্যৰ শোণিত ?
জ্ঞান ভাৰতীয়ে মাতিছে চিঞঁৰি,
উঠাঁ অসমীয়া, নিদ্ৰা পৰিহৰি .
উঠাঁ অসমীয়া, চোৱাঁ চোৱাঁ চকু মেলি,
পোহৰে পূবত ভাগ্যৰ বেলি '
অতীত গৌৰৱ সুৰঁৰি ভাই,
উধাৰাঁ অসম দুখুনী আই।
সাহিত্য, সঙ্গীত, জ্ঞান, বিজ্ঞানত,
কৃষি, শিল্প আৰু বেহা বেপাৰত।
জনমভূমিৰ মুখ উজলাম,
ৰাখিম ধৰাত অসমীয়া নাম।
শুনা বহুদিন উঠাঁ অসমীয়া,
জগত জাগিছে উঠাঁচোঁ এতিয়া।
আহাঁ সকলোৱে কৰোঁ এই পণ,
দেশৰ কল্যাণ কৰিম সাধন,
দেশৰ কাৰণে লিখনী লিখিম,
দেশৰ কাৰণে স্বাৰ্থ তিয়াগিম।
জাতীয় প্ৰেমত সকলো মজিম,
জাতিৰ উন্নতি অৰম্ভে সাধিম।
আই অসমৰ গৌৰৱ বঢ়াম,
'জয় জন্মভূমি' সকলোৱে গাম,
প্ৰেম-ভকতিক হিয়াত থাপিম,
সত্য সনাতন ধৰ্ম আচৰিম।
নাকান্দিবা আই বীণা তুলি লোৱাঁ,
জাতীয় সঙ্গীত ঝঙ্কাৰত গোৱাঁ।
দুখৰ দীঘল ৰাতিটি পুৱাব,
পুৱাৰ সোণালী কিৰণ ওলাব।
নতুন তেজেৰে গাত বল পাই,
উঠিব তোমাৰ সন্তান জনাই।
জাগিব বীণৰ শুনি এই তান,
নতুন উছাহে তোমাৰ সন্তান

## ঈশ্বৰে ৰজাক কুশলে ৰাখক

[ ১ ]

ঈশ্বৰে ৰজাক কুশলে ৰাখক,
আমাৰ সম্ৰাট্ ভাৰতেশ্বৰক,
দিয়ক দীৰ্ঘায়ু ৰাজাধিৰাজক,
প্ৰজাক কল্যাণ সততে সাধক,
বহুদিন ৰাজ্য সুখেৰে কৰক,
ঈশ্বৰে ৰজাক কুশলে ৰাখক।

[ ২ ]

দশোদিশ বুৰি জয় জয় হ'ক,
ৰজাৰ গৌৰৱ মহিমা বাঢ়ক,
সুজ্ঞান সুবুদ্ধি মনত দিয়ক,
বিপদ-বিঘিনি উৰাই নিয়ক,
ৰাজ্য সুশাসন কুশলে ৰাখক।

[ ৩ ]

ৰজাৰো যে ৰজা সৰ্বশক্তিমন্ত,
অব্যক্ত ঈশ্বৰ প্ৰভু ভগৱন্ত,
আবৰি সাৰটি ভোকাৰ আঁৰত,
ৰাখক তেৱেঁই ৰজাক সুখত;
ন্যায়, ধৰ্ম, নীতি, ৰাজ্যত বাঢ়ক,
ঈশ্বৰে ৰজাক কুশলে ৰাখক।

[ ৪ ]

সুপ্ৰসন্না হ'ই ৰজাৰ ওপৰ,
দিয়ক ঈশ্বৰে এই শুভ বৰ,
সসাগৰা ৰাজ্য শান্তিময় হ'ক,
জ্ঞানৰ পোহৰ ৰাজ্যত পৰক
পূৰবে পশ্চিমে সকলো প্ৰজাৰ,
ৰাজ-ভক্তি ভৰা প্ৰাৰ্থনা হিয়াৰ,
একেবাহে সদা স্বৰ্গলৈ উঠক,
ঈশ্বৰে ৰজাক কুশলে ৰাখক।

# উপদেশ

হ'ব খোজা জ্ঞানী যদি লোক সমাজত,
লোৱাঁ মোৰ উপদেশ গাঁথি হৃদয়ত ,
সাৱধান, কথা ক'ব লাগিব যেতিয়া,
কাৰ কথা কাক ক'বা কিৰূপে কেতিয়া,
গমি চাবা, কিনো কথা ক'বা কেনেকই,
ক'বা সত্য প্ৰিয় কথা বুজি বাজি বই।
ভৰিৰে পিছল খালে নিজে দুখ পায়
জিভাৰ পিছলে দুখ আনৰ বঢ়ায়।
কথাৰ মূৰত ধঁচা, কথাতেই লেঠা
তিতা কথা ক'ই কাকো নিদিবাহে ব্যথা।
নিজৰ শলাগ, পৰনিন্দা, তিৰস্কাৰ,
আলাপত মিছাকথা কৰাঁ পৰিহাৰ।
বাক্যৰ দুখীয়া কোনো নাই জগতত,
নহয় খৰচ একো সাদৰী মাতত।

# আমাৰ গাওঁ

শুৱনি আমাৰ গাওঁ খন অতি,
শুৱনি গছেৰে ভৰা ,
ডাল ভৰি ভৰি ফলফুল লাগে,
কত পাওঁ ভল-সৰা,
শুৱনি আমাৰ ধাননি পথাৰ,
ধানেৰে উপচি পৰে ,
শুৱনি নদীৰ পানী-ভৰা ভৰা ঘাট,
মূদৈয়ে বেপাৰ কৰে।
চালত কোমোৰা , লাও জিকা, ভোল,
ভৰালত অহাধান,
গোহালিত গৰু, পুখুৰীত মাছ,
বাৰীত তামোল পাণ।
গছৰ ডালত শুৱনি চৰায়ে
শুৱলা সঙ্গীত গায় ,
শাকনিত শাক, ফুলনিত ফুল,
দেখিলে হিয়া জুৰায়।
ঘৰে ঘৰে বং ধেমালিৰ হাট
ঘৰে ঘৰে হাঁহি সুখ।
ঘৰে ঘৰে ভাল চেনেহা-চেনেহী,
ঘৰে ঘৰে দেখোঁ সুখ।
ভাৱনা-সবাহ গীত ভাল পোৱা,
মধুৰ মুৰুলী তান,
'দহোটাৰ কাম একে জনে কৰা,
চহাৰ সৰল প্ৰাণ।

# চহা আৰু পণ্ডিত

(ইংৰাজ কবি Grayৰ The shepher and the philosopher নামে ইংৰাজী কবিতাৰ ছাঁৰে দখা হৈছে।)

ভালেখিনি দিনৰ নগৰৰ পৰা, ।
আহিল এজন চহা ভূৰ্মন বৰা

ৰূপ যেন চুলি তাৰ বুঢ়া বয়সত,
জানিছিল বহু জ্ঞান সংসাৰ ঠেকত।
বাৰিষাৰ বৰষুণ কাতি কৰি থৈ,
পুৱাতে ওলাই যায় হাল কোৰ লৈ।
বোকা-পানী, জাৰ-জহ, মেঘৰ গাজনি,
হৃদিৰত কৰে খেতি একোকে নামানি।
মনত সন্তোষ সদা, নাজানে খিয়াল,
নাজানিলে দুৰাকাঙ্ক্ষা সকলোৰে ভাল।
সকলো উপকাৰী গাঁৱৰ মাজত,
সজনাম চুবুৰীয়া লোকৰ মুখত।
এজন পণ্ডিত বৰ শাস্ত্ৰত নিপুণ,
বহুকাল পঢ়ি পঢ়ি লভি বহু গুণ।
ভৰি দি এদিনাখন চহাৰ পঁজাত,
সুধিলে কি জ্ঞান তুমি লভিলা ইয়াত?
ধৰ্মশাস্ত্ৰ, ইতিহাস, ওঠৰ পুৰাণ,
দৰ্শন জ্যোতিষ, অঙ্ক, ভূগোল, বিজ্ঞান,
চকুৰ টোপনি খতি আদ্‌খিনি ৰাতি,
চাকি চাকি তেল পুৰি পঢ়ি পুথি-পাঁজি,
আৰ্জিলা বিদ্যা-বুদ্ধি জ্ঞান ধৰ্ম আৰু,
ভৱভূতি, কালিদাস, বুজিলানে বাৰু?
দেখিলানে নানা তীৰ্থ, বিচিত্ৰ নগৰ
গিৰি, নদী, মৰুধাৰৰ, সুনীল সাগৰ?
মানুহৰ ৰীতি-নীতি আৰু দেশাচাৰ
দেখিলানে কোৱাঁ বাৰু শুনো একাষাৰ?
চহাই উত্তৰ দিলে যুৰটি দোৱাঁই,
পুথি-পাঁজি পঢ়াশালি মই দেখা নাই।
কোনোদিন ফুৰা নাই দেশ বিদেশত,
বিদেশীৰ ৰীতি-নীতি মোৰ অবিদিত।
সভ্যতাৰ মুখা পিন্ধি মানুহে সঁচাই,
মানুহকে ছল কৰে দেখিছোঁ সদাই,
আমি যদি আমাকেই নোৱাৰোঁ জানিব,
নানা শাস্ত্ৰ পঢ়ি তেন্তে কি লাভ ঘটিব?
যিদৰে আৰ্জিলোঁ মোৰ অতি ক্ষুদ্ৰ জ্ঞান,
কওঁ বাৰু থাকালৈ দিবা মোৰ কাণ।

মৌ-মাখি বন কৰি উৰি উৰি যায়,
পৰিশ্ৰমী হ'বলৈ আমাক শিকায়।
জাৰ কালি খাবলৈ সাঁচে পকৰুৱাই,
ধন-ধান সাঁচিবলৈ আমাক শিকায়।
এই যে কুকুৰ মোৰ দুৱাৰদলিত।
তাৰ প্ৰভু-ভক্তি দেখি হওঁ আচৰিত,
চোতাল-আগৰ সো কঠালজুপিত,
কপৌ-কপৌৰনী জুৰি মাতে হৰষিত।
আহা! কেনে ভাল পোৱা অজ্ঞান দুটাৰ,
শিক্ষা দিয়ে প্ৰেম কিনো মতা-তিৰোতাৰ।
দেখিছাঁনে সোজনী কুকুৰা চৰাই,
ডৌকাৰ আঁৰত কেনে পোৱালি শুৱায়,
লাগিব নিদিয়ে জাৰ গাত পোৱালিৰ
আহা! কেনে মাতৃ স্নেহ সামান্য পক্ষীৰ।
যতেক চৰাই উৰি ফুৰে আকাশত,
চোৱাচোঁন সকলোৰে নিজৰ বাহত।
উমাই উমাই কেনে পোৱালি জগায়,
কত যত্নে টোপ আনি মুখত খুৱায়।
দলনিত চৰি ফুৰা শৰালি পক্ষীৰ,
পিতৃ-মাতৃ প্ৰতি-ভক্তি কিমান গভীৰ!
স্বভাৱৰ লীলা-খেলা চাই চাই চাই,
পকালোঁ মূৰৰ চুলি নানা শিক্ষা পাই।
উৰণ-বুৰণ আৰু গজন গমণ,
যত দেখোঁ সকলোটি হিতৰ কাৰণ।
যদি চাব জানা এই সুন্দৰ জগত,
শিক্ষাৰ বিষয় পাবা অনেক মহৎ।
অক্ষয় অমূল্য জ্ঞান ৰতনেৰে ভৰা
বিশ্ব-পুথি পঢ়া বিশ্ব-খনিকৰে কৰা।
একেটা ঘৰৰ চাল আকাশ মণ্ডল,
একেটা ঘৰৰ ভেঁটি এই ধৰাতল।
একেটা বেলিয়ে খিয়ে পোহৰ দিনত,
একে জোনে জিলিকায় নিশাৰ ভাগত।
একে বায়ু, একে পানী, আমাৰ আহাৰ,
একে তেজ একে মাংস দেহত আমাৰ।

কৰিছে সবাকে এক বিশ্ব-ধনিকৰ,
নৰ নাৰী পুত্ৰ কন্যা এক ঈশ্বৰৰ।
সবাকে পালিছে তেওঁ সমান স্নেহেৰে
জোনৰ জোনাক তেওঁ দিছে ঘৰে ঘৰে।
সবাকে বিলায় বায়ু ভেদাভেদ নাই,
সকলোৱে সমভাগে জুই পানী পায়।
পৃথিৱীয়ে দিয়ে শস্য বেলিয়ে পোহৰ,
কেনে সম দৰশন, দয়া ঈশ্বৰৰ।
কিয় তেন্তে দ্বন্দ-হাই ঈৰ্ষা পৰস্পৰ,
খোচা-খুচি হিংসা-বৈৰী দেখোঁ মানুহৰ ?
মানুহে ঘিণায় হায়! ভাই মানুহক ;
কপট ছলনা কৰি হয় প্ৰতাৰক।
ইতৰ প্ৰাণীৰ মাজে আছে অনেকৰ,
আছে হিংসা বৈৰী ভাব ক্ৰোধ সিইঁতৰ।
ভালুক কেশৰী বাঘ ঘোং জাৰণিত,
মহা ক্ৰুৰ সৰ্প জাতি আছে অগণিত।
আছে ডকা দিয়াচিলা, শেন হিংসুকীয়া,
মানুহৰ সেইবোৰ কিন্তু তলতীয়া।
সকলো প্ৰাণীৰ মাজে নৰশ্ৰেষ্ঠ কয়
হাঁয়! হাঁয়! নৰ কিয় পশুতুল্য হয় ?
এটুপি চকুৰ পানী, এষাৰি সাদৰী মাত
এখনি চেনেহী-হিয়া, এখনি সহায়-হাত।
পিচপৰা দুখীয়াই যায় আশা কৰি,
আগ-বঢ়া দুখীয়াই চায় জানো ঘূৰি ?
এজন ঈশ্বৰ পিতা আমি সকলোৱে,
ভাই-ভনী নৰ-নাৰী আছোঁ যতবোৰ।
নানা ৰূপে নানা নামে লোকে
পূজা কৰে পৰম ঈশ্বৰ ;
সকলো নদীৰ গতি যিৰূপে সাগৰ
সকলোৱে পূজা পায় বিশ্ব-ধনিকৰ।
পণ্ডিতে তবধ মাৰি চহাৰ কথাত,
হৰিষত ক'লে তাৰ ধৰি দুই হাত,—
ধন্য তুমি খেতিয়ক চহা গাওঁলীয়া,
ধন্য তুমি শিক্ষা দিলা কি মহামূলীয়া।
নেদেখিলা পঢ়াশালি, একো নপঢ়িলা
স্বভাৱৰ পৰা অতি সজ শিক্ষা দিলা।
যিবা বিদ্যা আৰ্জে লোকে পঢ়াশালি পাই,
যিবা শিক্ষা পায় লোকে শাস্ত্ৰ পঢ়ি চাই,
জানিব লগীয়া বহু বাহিৰেও তাৰ,
জ্ঞান-ৰত্ন পাব পাৰে যত্ন থাকে যাৰ।

# নীতি ৰত্নমালা

(সংস্কৃতৰ ভাঙনি)

[১]

অজৰ অমৰ তাৰ নিজৰ জীৱন,
জ্ঞানীয়ে কৰিব বিদ্যা ধন উপাৰ্জন,
চুলিত ধৰিছে যমে এতিয়াই নিব,
হেন মনে ভাবি তেওঁ ধৰ্ম আচৰিব।

[২]

জ্ঞাতি বন্ধু ভাগ কৰি যি ধন নলয়
যি ধনত চোৰ ডকাইতৰ নাই ভয়,
দানত নহয় ক্ষয়, বৰঞ্চ বৰ্দ্ধন,
হেন মহাধন বিদ্যা অমূল্য ৰতন।

[৩]

শৈশৱত বিদ্যা নিশিকিলে যিটো জন
যৌৱনত নকৰিলে ধন উপাৰ্জন,
বুঢ়া হৈ ধৰ্ম কৰ্ম নকৰিলে আৰু,
অন্তিমত কি কৰিব সিজনে নো বাৰু ?

[৪]

পণ্ডিত সুজন সৰ্ব গুণৰ আধাৰ,
দোষৰ আধাৰ তেওঁ বিদ্যা নাই যাৰ,
সিকাৰণে সহস্ৰ মূৰ্খ হন্তে,
একেজন জ্ঞানী শ্ৰেষ্ঠ জানিবা জগতে।

[৫]

বিদ্যা যাৰ আছে মাথোঁ পুথিৰ পাতত
ধন যাৰ আছে মাথোঁ পৰৰ হাতত ,
কাৰ্যকালে পোৱা টান হলে প্ৰয়োজন,
মিছা তাৰ সেই বিদ্যা মিছা তাৰ ধন ।

[৬]

নহ'লে নো ৰূপে কি কাম সাধিব,
স্বভাৱ নহ'লে ভাল কুলে কি কৰিব ?
কাৰ্য সিদ্ধি নহলে নো বিদ্যা কি কাৰণ ?
ভোগ নকৰিলে ধন মিছা উপাৰ্জন ।

[৭]

ফুলে এজোপা মাথোঁ সুফুল হাবিত
সুগন্ধে গোটেই হাবি কৰে আমোদিত ,
সিৰূপে সুপুত্ৰ যদি এটি পুত্ৰ জন্ম ধৰে
গোটেই বংশটো তাৰ গুণতে পোহৰ ।

[৮]

এটি মাত্ৰ গুণৱন্ত পুত্ৰ যদি ৰয়,
সিও ভাল শত মূৰ্খ একোৰে নহয় ,
একে চন্দ্ৰে জগতৰ অন্ধকাৰ হৰে,
অসংখ্যাত তৰাবোৰে কিবা গুণ ধৰে ?

[৯]

হ'লেও ৰূপহ ডেকা উত্তম কুলৰ
কদাপি নাপায় শোভা বিদ্যাহীন নৰ ,
যেনুৱা পলাশফুল দেখোঁতে সুন্দৰ,
গন্ধহীন বুলি কেৱে নকৰে আদৰ ।

[১০]

পিতা মাতা দুয়ো শত্ৰু বুলি নিন্দা পায়
নিজৰ স'ৰাক বিদ্যা যদি নিশিকায়
নোশোভে নিগুণী পুত্ৰ গুণী সমাজত,
যেনুৱা অশোভা বক হাঁহৰ মাজত ।

[১১]

প্ৰিয়তম বস্তু যেনে জীৱন নিজৰ,
জানিবা জীৱন তেনে সকলো জীৱৰ ,
সকলো জীৱক তাবি নিজৰ নিচিনা,
সকলোৰে প্ৰতি সদা কৰিবা করুণা ।

[১২]

এলাহ পৰম শত্ৰু জানিবা দেহৰ,
যাৰ পৰা সৰ্বনাশ হয় মানুহৰ ,
উদ্যমৰ দৰে বন্ধু নাই জগতত,
কেৱে ক'তো অৱসন্ন নহয় যিহত ।

[১৩]

ঋণ শেষ, অগ্নি শেষ আৰু ব্যাধি শেষ,
কৰিবা ই তিনি শেষ নাৰাখিবা লেশ ,
ৰাখা যদি লেশ মাত্ৰ বাকী ইসৱৰ,
ক্ৰমে ক্ৰমে বাঢ়ি যাৰ জানিবা ঠাৱৰ ।

[১৪]

ধন প্ৰাণ উছৰ্গিও কৰে জ্ঞানী জন,
সংসাৰৰ বিপন্নৰ উদ্ধাৰ সাধন ,
সময়ত সকলোৰে ঘটিব মৰণ,
সুকাৰ্যত হানি হলে সাৰ্থক জীৱন ।

[১৫]

দুদিনীয়া মলবাহী দেহা কৰি ক্ষয়,
যদি নিত্য নিৰমল যশোলাভ হয়,
তেনেহ'লে ভাবি চোৱা কি লাভ নহয় ?
মৰিলেও সুকাৰ্যৰ কীৰ্তি সদা ৰয় ।

[১৬]

গুণ আৰু শৰীৰৰ অনেক অন্তৰ,
তুলনাত উভয়ৰ প্ৰভেদ বিস্তৰ ,
ক্ষন্তেকীয়া ভাবি চোৱা দেহা মানুহৰ,
গুণবোৰ থাকে কিন্তু যুগ যুগান্তৰ ।

১৭
কোকিল সুন্দৰ হয় সুৰলা মাতত,
তিৰোতা সুন্দৰী হয় সতীত্ব গুণত,
বিদ্যাৱন্ত হ'লে হয় কুৰূপা সুন্দৰ
ক্ষমা গুণে তপস্বীক কৰে মনোহৰ।

[১৮]
নাথাকে মানিক সকলোটি পৰ্বতত,
নিমিলে মুকুতা-গজ সকলো গজত,
সকলো স্থানতে নাই সাধু মহাজন,
সকলো হাবিতে নাই সুগন্ধি চন্দন।

[১৯]
শান্তি তুল্য নাই কোনো তপস্যা সাধন,
কি আছে সন্তোষ তুল্য সুখৰ কাৰণ?
তৃষ্ণাৰ সমান ব্যাধি নাই যে শকত,
দয়াৰ সমান ধৰ্ম নাই জগতত।

[২০]
অস্থায়ী মানৱ-দেহা, অনিত্য বিভৱ,
চিৰকাল কেতিয়াও নাথাকে ইসব,
নিতৌ ওচৰ চাপি আহিছে মৰণ,
হেন জানি কৰা ধৰ্ম-কৰ্মৰ সাধন।

[ ২১ ]
পৰ-উপকাৰ ব্ৰত যাৰ হৃদয়ত,
পৰ-হিত চিন্তা হে'বা জাগিছে সতত,
তেনে সাধু পুৰুষৰ নহয় বিপদ,
খোজেপতি পায় তেওঁ সন্তোষ সম্পদ।

[ ২২ ]
গুণৱন্ত যিটোজন ধৰ্ম পৰায়ণ,
তেওঁৰে জানিবা হে'বা সাৰ্থক জীৱন।
কোনো গুণ নাই যাৰ অধৰমী জন,
নিষ্ফল জনম তাৰ নিষ্ফল জীৱন।

[ ২৩ ]
ক্ষমা, দয়া, প্ৰেম আৰু সৰলতা গুণে,
সেৱা নম্ৰভাৱে সত্য সাধ্বী বচনে,
স্বাৰ্থ পৰিহৰি কৰ্'া পৰ উপকাৰ,
তাতে বশ হ'ব হেৰা জগৎ সংসাৰ।

[ ২৪ ]
সুন্দৰ স্বভাৱে কৰে জানিবা নিশ্চয়,
স্বৰ্গ, মৰ্ত্য পাতালৰ সকলোকে জয়,
সজ আচৰণ যাৰ, চৰিত্ৰ সুন্দৰ,
অসাধ্য সাধন হয় সেই পুৰুষৰ।

[ ২৫ ]
হেলাতে জানিবা সৰ্ব কাৰ্য নষ্ট পায়,
দৰিদ্ৰ দশাত লোকে বুদ্ধি হেৰুৱায়,
নাথাকে নিজৰ মান পৰত মাগিলে,
কুল-কীৰ্তি নাশ পায় কুকৰ্ম্ম কৰিলে।

[ ২৬ ]
হাতৰ ভূষণ দান জানিবা ঠাৱৰ,
কণ্ঠৰ ভূষণ বাক্য সত্য মনোহৰ,
কাণৰ ভূষণ ধৰ্ম-শাস্ত্ৰৰ শ্ৰৱণ
অন্য গহনাত কোৰ্'া, কিবা প্ৰয়োজন?

[ ২৭ ]
মদমালে ইন্দ্ৰিয়ক নিশ্চয় বিপদ
ইন্দ্ৰিয়ৰ সংযমত মিলিব সম্পদ,
অন্তৰাত্মা বিবেকৰ মুখেদি ঈশ্বৰে,
যি আদেশ দিয়ে তাক পালিবা সত্বৰে,

[ ২৮ ]
ফলৱন্ত গছে নমে ফলৰ ভৰত,
গুণৱন্ত নম্ৰ হয় নিজৰ গুণত,
শুকান কাঠৰ দৰে নিগু'ণী যে হয়,
ভাঙিলেও সতকাই ভিৰকে নলয়।

[ ২৯ ]

সকলো ধৰ্মৰ সাৰ অৱশ্যে শুনিবা,
শুনি তাক হৃদয়ত ধাৰণ কৰিবা,
নকৰা আনৰ প্ৰতি এনে ব্যৱহাৰ,
অন্যে যি কৰিলে তুমি পাবাহে বেজাৰ।

[ ৩০ ]

সবাকে সমান দেখে সাধু মহাজনে,
নিগু‍ৰ্ণীকো কৰে সুখী দয়া বিতৰণে,
তাৰ সাক্ষী চোৰাঁ হেৰা. জোনৰ পোহৰ
পোহৰাই সৰু-বৰ সকলোৰে ঘৰ।

[ ৩১ ]

ই মোৰ আপোন আৰু ই যে মোৰ পৰ;
এনে ভেদ ভাৱ ক্ষুদ্ৰমতি মানুহৰ,
উদাৰ চৰিত্ৰ যাৰ, ধৰমী যিজন
পৃথিৱীৰ সকলোটি তেওঁৰ আপোন।

[ ৩২ ]

সকলো কামতে যাৰ অদম্য উত্তম
সাহ, বল, বুদ্ধি আৰু ধৈৰ্য-পৰাক্ৰম,
উছাহ শকতি যাৰ আছে এই ছয়,
কামত কৃতিত্ব তেওঁ লভিব নিশ্চয়।

# উন্নতি

শৰীৰৰ উন্নতিলৈ লাগে পৱিত্ৰতা
মানসিক উন্নতিৰ উপায় সততা।
স্বাৰ্থত্যাগ সমাজিক উন্নতিৰ মূল,
কি আছে মহৎ সেৱা ধৰমৰ তুল ?
সমাজৰ উন্নতিত স্বাৰ্থ পৰিহৰা
আধ্যাত্মিক উন্নতিৰ সেৱা-ধৰ্ম ধৰা,
সকলোকে নাভাবিলে নিজৰ আপোন.
জগতত সেৱা-ধৰ্ম নহয় সাধন।

তুমি আমি সকলোটি অংশ ঈশ্বৰৰ,
সাধ্যমতে কৰা হিত সকলো লোকৰ।
আনন্দৰ জিলিকনি পৰিব হিয়াত,
স্বৰগৰ পাৰিজাত ফুলিব ধৰাত।

# কৰ্তব্য

টোপনি জালত মই দেখিলোঁ সপোন,
ভাবিলোঁ মাধুৰীময় মানৱী জীৱন।
সাৰ পাই উঠি দেখোঁ সকলোটি ভুল,
কৰ্তব্য-সাধন মাথোঁ জীৱনৰ মূল।
উচৰ্গিব পাৰোঁ যদি ক্ষুদ্ৰ ই জীৱন,
মানুহৰ সেৱা আৰু হিতৰ কাৰণ,
ধৰমত মতি ৰাখি বলত সত্যৰ,
কৰোঁ যদি ৰাজ-সেৱা কল্যাণ দেশৰ,
কৰোঁ যদি প্ৰিয় কাৰ্য বিভুৰ সাধন,
বিভুত অচলা ভক্তি, সাৰ্থক জীৱন।

# ইচ্ছা তয়ু পূৰ্ণ হোক হেৰা দয়াময়

(কৱি charlotte Eliottৰ "Thy will be done" নামে ইংৰাজী কৱিতাৰ ভাঙনি)

[ ১ ]

জীৱনৰ খলা-বমা গন্তব্য বাটৰ,
ভালেখিনি নিলগত এৰি নিজঘৰ,
থাকোঁতে ফুৰোঁতে পিতা পৰম ঈশ্বৰ,
এনে মতি বুদ্ধি দিয়া হিয়াত দাসৰ,
অধমৰ ক্ষুদ্ৰ কণ্ঠে যেন সদা কয়,
ইচ্ছা তয়ু পূৰ্ণ হোক হেৰা দয়াময়।

[ ২ ]

যদিওবা বাট মোৰ নিজম আন্ধাৰ,
যদিওবা ভাগ্যহীন কৰোঁ হাহাকাৰ,
বিপদ বিঘিনি আৰু নানা আহুকালে
আগচিলে মন যেন থাকে নিজগালে,
অমিয়া বৰষা কথা কণ্ঠে যেন কয়.
ইচ্ছা তয়ু পূৰ্ণ হোক হে'বা দয়াময়।

[ ৩ ]

দুখৰ গধুৰ বোজা কান্ধে ভাৰ বই,
হুমুনিয়া কাটোঁ যেবে নিজানত মই,
মৰমৰ বন্ধুবোৰ কাকো ওচৰত,
নেদেখি সহায়-হাত কান্দো বেজাৰত,
তেতিয়াও ক্ষুদ্ৰ কণ্ঠে যেন মোক কয়
ইচ্ছা তয়ু পূৰ্ণ হোক হেৰা দয়াময়।

[ ৪ ]

ভাল পাওঁ যাক যিবা হৃদয় জুৰায়,
এক দেহ, এক প্ৰাণ, ভিন্ন-পৰ নাই,
অকস্মাতে তাকো নিয়া ঘৰ উদঙাই
ধন-জন, প্ৰিয় বস্তু ছায়াবাজী প্ৰায় .
সকলো তোমাৰ প্ৰভু, লীলা ৰসময়,
ইচ্ছা তয়ু পূৰ্ণ হোক হেৰা দযামৰ।

[ ৫ ]

বেজাৰ বা নৰিয়াত যদিস্যাৎ তায়।
অকালতে ইটো প্ৰাণ-পক্ষী উৰি যায়,
দুদিনীয়া সংসাৰৰ শোক তাপ ভুলি,
তথাপিও অধমৰ ক্ষুদ্ৰ কণ্ঠ তুলি,
কৰোঁ যেন গুণ-গান বিশ্বপতি জয়,
ইচ্ছা তয়ু পূৰ্ণ হোক হেৰা দয়াময়।

[ ৬ ]

যিবা দিয়া, যিবা নিয়া, সকলো তোমাৰ,
বুজিলো নাজানি কওঁ 'আমাৰ' 'আমাৰ'
আমাৰ অস্তিত্ব তোমাতেহে পায় লয়,
নদ-নদী সাগৰলৈ যেনে ৰূপে বয়,
নিষ্কাম কৰম-ব্ৰত যেন সিদ্ধি হয়,
ইচ্ছা তয়ু পূৰ্ণ হোক হেৰা দয়াময়

[ ৭ ]

হিয়া-ভেদী মোৰ ইচ্ছা নিজৰিণী বয়,
অতি সৰু ক্ষীণ, বাটতেই বয়,
দিয়া শক্তি দিনে দিনে যেন ব'ই গ'ই,
তয়ু ইচ্ছা মহাসিন্ধু তাতে পায় লয়
কুলু কুলু মাতে যেন ওৰে বাটে কয়
ইচ্ছা তয়ু পূৰ্ণ হোক হেৰা দয়াময়।

—(*)—

নাজানো ৰচিব আই প্ৰেম পুষ্পহাৰ
নাই ক্ষুদ্ৰ হৃদয়ত কবিত্ব সম্ভাৰ।
তলসৰা দুটিমান ভাৱৰ কুসুমে,
ভক্তিভাৱে দিলোঁ অৰ্ঘ্য চৰণ-পদুমে।

—ৰঘুনাথ—



# যোগী

( ইংৰাজ কবি Goldsmithৰ Hermit নামে ইংৰাজী কবিতাৰ ভাঙনি )

[ ১ ]

"এবাৰ উলটি চোৱাঁ, ধীৰ যোগীবৰ,
দিয়াঁ মোক দেখুৱাই বাট,
ৰিণিকি ৰিণিকি দেখোঁ চাকিৰ পোহৰ,
পামনে আশ্ৰয় আজি তাত?

[ ২ ]

"বাট হেৰুৱালোঁ মই অকলশৰীয়া
নচলে অৱশ ভৰি মোৰ,
অগাধ হাবিৰ মাজে আহিছোঁ দুখীয়া
আহি আছোঁ নপৰে যে ওৰ।

[ ৩ ]

"থিৰ হোৱাঁ, বাপা মোৰ," যোগীয়ে মাতিলে,
"এন্ধাৰত বাট নুবুলিবা,
এনে আন্ধাৰত ভূতে তোমাক দেখিলে,
জীৱনৰ আশা নকৰিবা।

[ ৪ ]

"দীন দুখী নিৰাশ্ৰয় পথিক জনৰ
হেতুমোৰ পঁজাৰ দুৱাৰ
ৰাখিছোঁ মুকলি সদা, ব'লা বন্ধুবৰ
ফলমূল কৰিবা আহাৰ।

[ ৫ ]

"ব'লা, আজি ৰাতি থাকাঁ যোগীৰ পজাঁত
পিবলৈ নিকা পানী দিম,
শুবলৈ পাবা কুশবন বিছনাত,
সাধ্যমতে অতিথি পূজিম।

[ ৬ ]

ভৈয়ামত চৰি ফুৰে হৰিণা হৰিণী,
কুলুকুলু নদী বই যায়।
বিৰিখত বহি বহি কপৌ কপৌৱনী
হৰিষত কত গান গায়।

[ ৭ ]

"নোৱাৰোঁ বধিৰ মই পশু পক্ষী প্ৰাণী
দয়া মোৰ সকলোৰে প্ৰতি,
শিকালে মৰম মোক পৰম জননী
সন্তান বৎসলা দয়াৱতী।

[ ৮ ]

"পৰ্বতৰ কাষৰৰ জাৰণিৰ পৰা
নিষ্পাপ আহাৰ থওঁ আনি,
পাবা মাথোঁ ফলমূল ভঁৰালত ভৰা,
কলহত নিজৰাৰ পানী।

[ ৯ ]

"হে পথিক দুখ শোক চিন্তা দিয়া এৰি
দুখ শোক মিছা মায়াজাল;
আকাশৰ তলে লাগে আহাৰ এফেৰি
নালাগেতো তাকো বহুকাল।"

[ ১০ ]

সৰগৰ নিয়ৰৰ টোপালৰ দৰে,
যোগীৰ বচন শেষ হ'ল,
পথিকে বিনীত ভাৱে প্ৰণামিয়া শিৰে
পাছে পাছে পঁজালৈ গ'ল।

[ ১১ ]

দূৰণিৰ জাৰণিৰ এচুক এজাৰ
যোগীৰ আশ্ৰম আছে তাত,
নিৰাশ্ৰয় দুখীয়াৰ ঠাই জুৰাবৰ
যিবা আৰু হেৰুৱাই বাট।

[ ১২ ]

চহকীৰ ভঁৰালৰ একো তাত নাই
পঁজা সৰু বৰতা থেৰৰ,
বাঁহৰ দুৱাৰ খনি ধীৰে মোকলাই
দুয়ো আহি সোমাল ভিতৰ।

[ ১৩ ]

সংসাৰ হাটৰ লোক কামে কাজে ফুৰি
বিহাদিছি গ'ল ঘৰলৈ,
সন্যাসীয়ে জুহালত জুইকুৰা ধৰি
আলহীক তোষে কথা কৈ।

[ ১৪ ]

নানাবিধ ফলমূল আৰু পানী লৈ
খাব দিছে কৰি সুযতন,
সন্তোষিছে নানাবিধ সাধুকথা কৈ
চিন্তাকুল পথিকৰ মন।

[ ১৫ ]

মিঁড়ালী পোৱালি এটি মিঁউ মিঁউ কৰি,
আহে যায় নেজ নচুৱাই,
পঁজাৰ চাৰিওকাষে নিস্তব্ধতা হৰি
জিলিবোৰে আছে গান গাই।

[ ১৬ ]

একোৰেই আলহীৰ হিয়া আকাশৰ
চিন্তা-মেঘ খেদাব নোৱাৰে,
বেজাৰেই জুৰি আছে তলি হৃদয়ৰ,
টুকিব চকুলো মাথোঁ পাৰে।

[ ১৭ ]

যতকে দমাব খোজে বেজাৰ বুকুৰ
ততকে ক্ৰমাৎ বাঢ়ি যায়,
যতকে নুমাব খোজে অগনি ঘৰৰ
তত তাৰ বাঢ়ে মাথোঁ কায়।

[ ১৮ ]

উচলি উঠিছে তাৰ বেজাৰ কিমান
গম পালে যোগীয়ে ইবাৰ,
"কিহেনো বেজাৰ দিছে তোমাক ইমান"
সুধিলে যোগীয়ে বাৰম্বাৰ।

[ ১৯ ]

"সম্পদৰ ছায়াবাজী সুখ হেৰুৱাই
তাতে কিয় কান্দিছা পথিক?
বন্ধুৰ বন্ধুতা নতু ঘুৰাই নাপাই
নতু কোনো নাপাই প্ৰেমিক?

[ ২০ ]

"( হায় ! ) সুভাগে মিলায় যিটো মনত সন্তোষ
খন্তেকীয়া ছিগি ভাগি যায়,
সপোনত ৰত্ন লভি পায় পৰিতোষ
সাৰ পালে হিয়া ভুকুৱায়।

[ ২১ ]

"চিৰকাল কেতিয়াও সমানে নেযায়
সুখ দুখ যেনে তেনে চকৰীৰ,
ঘূৰি আছে সংসাৰত দিন ৰাতি প্ৰায়
অকাতৰে সহিবাহে বীৰ।

[ ২২ ]

"বন্ধুতা, বন্ধুতা মাথোঁ নামতহে সাৰ
মোহ মাত্ৰ টোপনি জালত, -
ছায়া ইটো পাছে যায় অৰ্থ ক্ষমতাৰ
দুখীয়াক এৰি কান্দনত'।

[ ২৩ ]

"সুদিনত কত বন্ধু আহি গোট খায়,
দুৰ্দিনত উভটি নাচায়,
দুখীয়া হ'লেই হেনো বুঠীযাৰ প্ৰায়
কুঠীয়াক কোনে ভাল পায়?

[ ২৪ ]

"ভালপোৱা, ইও হায়! কথা ছলিওৱা,
গাভৰুৰ বিদ্ৰূপ মাথোন,
সংসাৰত ভালপোৱা বিচাৰি নোপোৱা
কেওঁ কাৰো নহয় আপোন।

[ ২৫ ]

"হেৰা ডেকা বাটৰুৱা, শোক এৰি দিয়াঁ,
এৰি দিয়াঁ স্নেহ তিৰোতাৰ,
ভালপোৱা তুমি যাক উবুৰাই হিয়া,
সিটো নাহে কাঁৰলৈ তোমাৰ।"

[ ২৬ ]

বীণৰ কোমল সুৰ ধীৰে ধীৰে ৰ'ল,
শেষ হ'ল যোগীৰ বচন,
দেখা পালে পথিকৰ শোকাৱেগ গ'ল
ৰঙা হ'ল লাজত বদন।

( ২৭ )

আচৰিত হই তেওঁ সৌন্দৰ্যক চায়,
কিনো ৰূপ ডেকাৰ মুখত,—
ৰূপহ জেউতি যেন পৰকাশ পায়
অৰুণ উদয় অকালত।

( ২৮ )

লাজুকী চাৱনী, ওখ বুকু মনোহৰ,
তবধ যোগীয়ে ঘনে চায়,
চিনাকী চিনাকী যেন সেই চকুজোৰ
কাহানিৰ স্মৃতি উজলায়।

( ২৯ )

পথিক নহয় ডেকা, কন্যা বিৰহিনী,
শোকে শেল বিন্ধিছে হিয়াক,
লগৰী হেৰাই কান্দে আজলী হৰিণী,
কোনে সমিধান দিব তাক।

( ৩০ )

'হেৰা যোগী, ক্ষমা কৰাঁ অচিনাকী মই,
হায়! মোৰ পৰি পদধূলি,
অপৱিত্ৰ হ'ল পঁজা" গাভৰুৱে কয়,
"দয়া কৰাঁ অভাগিনী বুলি।"

( ৩১ )

"সাধুৰ পুৰণি পঁজা, পৱিত্ৰ তোমাৰ,
হোমৰ গোন্ধেৰে ভৰা কায়,
হয় য'ত বেদ গান আৰম্ভে উষাৰ
স্বৰ্গ আৰু তুমি কৰা বাঁস।

( ৩২ )

"প্ৰেমত বলিয়া মই ঘৰ বাৰী এৰি,
লক্ষ্যহাৰা ফুৰিছোঁ লৰৰি,
বিচাৰোঁ জুৰণি হাঁয়, অতৃপ্ত বাসনা,
শান্তি মোৰ দিয়ে দূৰ কৰি।

( ৩৩ )

"আছিল দেউতা মোৰ ভৰলু-পাৰত
বিভৱ-বিভূতি সীমা নাই,
চম্পক ফুকন নাম জনা জগতত,
শুনিলে বাঘেও ভয় খায়।

( ৩৪ )

"একেজনী কন্যা মই বুঢ়া বয়সৰ,
সীমা নাই পিতাৰ স্নেহৰ,
সকতে ঢ্ৰকাল আই পিতাৰ যত্নত
নেদেখিলোঁ মুখকে দুখৰ।

( ৩৫ )

"চেনেহী পিতাৰ দুই বাহুৰ মাজত,
বহুদিন আছিলোঁ সুখত,
বকুল-তলত বহি লুইতৰ মাত,
শুনিছিলোঁ ভৰলু-মুখত।

( ৩৬ )

"মুকলি মূৰেৰে বাঢ়ি ঘৰত আমাৰ
পিন্ধি নিতে নন সাজ-পাৰ,
ভাবিছিলোঁ কোনো নাই মোৰ তুলনাৰ,
মই যেন সৌন্দৰ্যৰ সাৰ।

( ৩৭ )

"কত শত ডেকা আহি আমাৰ ঘৰত,
মোকে যেন ভুমি ভুমি চায়,
মোৰ হাঁহি, মোৰ মাত মোৰেই গানত,
সকলোটি যেন পমি যায়।

( ৩৮ ]

"কত শত লোকে আহি পিতাৰ আগত,
কতদিন শৰাই পেলালে,
একেজনী কন্যা ভাবি পিতাই মনত,
বিবাহৰ উত্তৰ নিদিলে।

[৩৯ ]

"মলিন মুখেৰে কত ডেকা গুচি গ'ল,
নিৰাশাৰ কাঢ়ি হুমুনিয়া,
তাৰ মাজে গুচি গ'ল সুন্দৰ কমল
পিতাক সাষ্টাঙ্গে প্ৰণামিয়া।

{ ৪০ [

"নিৰ্মল স্বভাৱ সেই সজ যুৱকৰ,
সম্পদ ক্ষমতা একো নাই,
জ্ঞান আৰু সজ গুণেৰে মণ্ডিত অন্তৰ
তাকেহে বিচাৰোঁ মই হায়।

[ ৪১ ]

"সংসাৰী চকুত তেওঁ দীন জগতত
মানস চকুত অতি চহকী হৃদয়,
বিদ্যাত পাৰ্গত তেওঁ শাস্ত্ৰত পণ্ডিত
কণ্ঠৰ কৌস্তভ মণি সভ্যতা বিনয়।

( ৪২ )

"কতবাৰ দিনটোত আহে আৰু যায়,
সেৱা কৰে পিতাৰ চৰণ,
তেওঁৰ হিয়াৰ দুখ দেখি মই হায়,
কৰিছিলোঁ বিদ্ৰূপ অকাৰণ।

[ ৪৩ ]

"শেৰত নসহি মোৰ বিদ্ৰূপৰ বাণ,
গগতেই মোক এৰি গ'ল,
ল'লেগৈ আশ্ৰয় তেওঁ হাবিত নিজান
নিজানতে শুনো মৃত্যু হ'ল।

[ ৪৪ [

"সুন্দৰ বদন সেই সাত্বী ডেকাৰ
সজ গুণ, সজ-আচৰণ,
মনত পৰিলে সেই সৰ্বস্ব হিয়াৰ—
শোকে শেলে বিন্ধে মোৰ মন।

[ ৪৫ ]

"সকলোটি মোৰ দোষ, সেইবাবে মই,
বিচাৰোঁ নিজান কানন,
বিচাৰোঁ যৈত্যাৰ ষ'ত চিৰকাললৈ
প্ৰাণনাথে মুদিলে নয়ন।

] ৪৬ [

"মুৰ থৈ কমলৰ সমাধি শয্যাত,
কমলৰ নাম মুখে লই,
কমল কমল বুলি মৰোঁ গই তাত
বাট কেনে দিয়া মোক ক'ই।"

[৪৭]

"নকৰঁা ঈশ্বৰ তেনে" যোগীয়ে মাতিলে
আঁকোৱালি গাভৰুক ধৰি,
হেৰোৱা 'কমল' সেই তোমাৰ আগতে,
মূৰ তুলি চোৱাঁ প্ৰাণেশ্বৰী।

[৪৮]

"প্ৰাণৰ প্ৰমীলা মোৰ হৃদয়ৰ ধন,
"স্নেহময়ী প্ৰেমৰ প্ৰতিমা',
দুয়োৰো গাঁথিম আজি আহাঁ প্ৰাণমন
এডালি ডোলতে প্ৰিয়তমা।

[৪৯]

"বহুদিন বিৰহৰ অগনি তাপত,
দগ্ধ প্ৰায় আছিল জীৱন,
মিলন মধুৰ ছায়া প্ৰেম নিজৰত
আকৌ উঠিল ধৰি ঠন।

[৫০]

"আহাঁ, আজি প্ৰাণে প্ৰাণে দুয়ো লগ খাওঁ
চিন্তা শোক যক দূৰলৈ,
নিছিগা জৰীৰে আহাঁ দুয়ো বান্ধ খাওঁ
প্ৰাণাধিকা আহাঁ কাষলৈ।"

[৫১]

"বিৰহৰ তাপ আৰু নালাগিব গাত,
মৰুভূমি নহ'ব ভ্ৰমণ,
খলা-বমা সংসাৰত গন্তব্য বাটত
সুখে আমি কৰিম গমণ।

[৫২]

"নহ'ব বচ্ছেদ আৰু নহ'ব নিশ্চয়,
দিন যাব প্ৰণয় সুখত,
দুখৰ দীঘল নিশা আজি অন্ত হয়,
সুখ বেলি টৌৱা পূৰুবত।"

## কদমৰ কথা

কলৈ যোৱা বাটৰুৱা,
ক্ষন্তেক ৰোঁৱাহি,
ক্ষন্তেক ছায়াত বহি
প্ৰাণ জুৰুৱাহি।
কোন কাহানিৰ স্মৃতি
মনত জাগিছে,
বিৰহৰ দুটি ঢউ
হিয়াত উঠিছে।
গোলাপ পাহিৰ দৰে
ৰাঙলী মুখীয়া,
স্বভাৱৰ দুটি শিশু
অজলা ধুনীয়া।
দুইয়ো দুইৰো ডিঙি
ধৰি আনন্দত,
জাপিটি মূৰত লৈ
বহাগী জহত।
আহি মোৰ ছাঁতে বহি
মালা গাঁথিছিল,
মালা গাঁঠি পিন্ধি কত
ৰঙ্ কৰিছিল।
তল-সৰা কোঁচ ভৰি
কদম চিকুন,
দুইয়ো দুইৰো আনি
তুষিছিল মন।
শুনা আহি বাটৰুৱা
কৰুণ কাহিনী
শুনিলে লাগিব ব্যথা
ব'ব চকুপানী।
আন্ধাৰ ওৰণি ঠেলি
যেতিয়া উৰাই,
বেলিৰ তিলক পিন্ধি
মুখ উলিয়াই,

পূব ফালে বসুধাক
ধীৰে পোহৰায়,
কাউৰী কুলিয়ে আহি
জগত জগায় ।
তেতিয়াই শিশু দুটি
মোৰ তললৈ
ধীৰে ধীৰে ধীৰে আহে
ধৰা ধৰিকৈ ।
কাষৰত সৰু নৈ
সোঁত বলি যায়,
ইপাৰত বহি দুয়ো
ঢউ খেলা চায় ।
পাত ফুল আনি দুয়ো
নদীত উটায়,
পাত ফুল উটি উটি
যোৱা দুয়ো চায় ।
বহুপৰ চাই চাই
লাহেকৈ নামিব,
লাহেকৈ জোবোৰা মাৰি
পানীক টুকিব ।
কেতিয়াবা বহুপৰ
নাতুৰি থাকিব,
শেষত ভাগৰ লাগি
পাৰলৈ উঠিব ।
মোৰ গাতে গা লগাই
পক্ষীৰ সঙ্গীত,
আনিছিল দুয়ো মিলি
হ'ই এক চিত্ ।
ল'ৰাটিৰ নাম 'সুখ'
সৰল বোপাটি,
সৌন্দৰ্যৰ খনি, নাম
"শান্তি" ছোৱালীটি ।
চাওঁতে চাওঁতে হেৰা,
বহাগৰ জহ,
দুয়ো অহা যোৱা কৰি
কটালেহি দহ ।
হৰিণা পোৱালি এটি
লগত আছিল,
দুয়ো মিলি ডিঙি ধৰি
চুমা খাইছিল ।
সন্ধিয়া বেলিকা যেবে
ৰঙামুৱা বেলি,
লাহে লাহে পচিমত,
পৰে গ'ই হালি ।
আকাশত সন্ধিয়াৰ
তৰাটি ওলায়,
তেতিয়াহে দুয়ো মিলি
ঘৰলৈ যায় ।
এদিন দুপৰ বেলা
বাৰিষা কালত,
সাঁতুৰি থাকোঁতে দুয়ো
কোবাল সোঁতত,
মেখেলাত জোঁট লাগি
"শান্তি" বুৰি যায়,
উঠালে অনেক কষ্টে
"সুখ" বপুৰাই ।
লাহে লাহে "সুখ" "শান্তি"
বাঢি বাঢ়ি গ'ল,
যৌৱনৰ ৰূপৰাশি
উজলি উঠিল ।
ক্ৰমে আৰু দুয়ো মিলি
একেলগে নাহে,
একেলগে একাসনে
নবহে নাহাঁহে ।
ক্ৰমে তিনি দিন গ'ল
কাকো নেদেখিলোঁ,
ঢোল খোল পানী ভোলা
আনক দেখিলোঁ ।

কেদিনমানৰ পাছে
উভয়ে আহিলে,
উভয়ে ছঁয়াত বহি
চকু-লো টুকিলে।
প্ৰিয়ে শান্তি, আজি মোক
দিয়াহে মেলানি,
নেদেখোঁ তোমাৰ আক
কোমল মুখনি।
এতিয়া তুমিতো হ'লা
আন এজনৰ,
সকলোকে সঁপি দিয়া
চৰণতে তেওঁৰ।
চৰাই পোৱালি যেন
একেটা বাহৰ,
একেলগে হাঁহি মাতি
হ'লোঁহি ডাঙৰ।
ভাবিছিলোঁ একেলগে
নিভউ থাকিম,
একেলগে জোৰ বান্ধি
উৰিম ফুৰিম।
নহ'ল সি আশা পূৰ,
হ'লোঁ অকলশৰ,
তোমাক কৰিলে বন্দী
সঁজাৰ ভিতৰ।
থাকিবা সঁজাত তুমি
মইনা হৈবেই,
মোৰ কথা ভাবি শোক
নকৰিবা দেই।
খুজিছোঁ মেলানি প্ৰিয়ে
অভাগায়ে যায়,
এই তাৰ শেষ দেখা,
বিদায়! বিদায়!
ডেকাৰ কৰুণ গীত
নীৰবে থাকিল,
নীৰৱে কোনোবা কালে
সবেগে সৰিল।
এজোৰ কেতেকী মোৰ
ডালত আছিল
অ' কেতেকী বুলি দুয়ো
তেতিয়া উৰিল।
শান্তিৰ কোমল মুখ
কান্দো কান্দো হ'ল,
মুখ ফুটি এটি কথা
মুখেদি নোলাল।
অন্তৰৰ তলি ফুটি
এটি হুমুনিয়া,
কাঢ়ি তাই বেজাৰত
হ'ল ঘৰমুৱা।
সেই দিন হন্তে হায়!
কত দিন হ'ল,
কত মাহ কত বৰ্ষ
আহি আহি গ'ল।
সেই মুখ দুই খনি
নেদেখিলোঁ আৰু,
দুখনি সুন্দৰ ছবি
কিনো হ'ল বাৰু?
মানৰ শিশুৰ সেই
খেলা দুদিনীয়া,
নহয় নহয় হেৰা
প্ৰেম যুগমীয়া
বহুদিন পাছে সৌ
গিৰি শিখৰত,
শুনিছিলোঁ শান্তি যেন
হোৱালীৰ মাত,
শুনিছিলোঁ কি যে এক
সুকৰুণ ধ্বনি,
বায়ু বোকোচাত উঠি
আহে ৰিণি-ৰিণি।

শুনিছিলোঁ কিযে এক
বিলাপ সঙ্গীত
হইছিল বন-পছু
চৰাই স্তম্ভিত।
এদিন পূৰ্ণিমা নিশা
এখনি প্ৰতিমা,
দেখিছিলোঁ বোধহয়
শান্তি অনুপমা।
চাইছিল অতীতৰ
পুৰণি স্মৃতিক,
ওমলা সুখৰ স'তে
ঠাই ভুখৰিক।
শুনিছিল তটিনীৰ
কুলু কুলু মাত,
ঘুৰি পুনু বহিছিল
মোৰেই ছাঁয়াত।
ভাবিছিল তাহানিৰ
'সুখ'ৰ সি কথা,
যত ভাৱে অন্তৰত
পায় তত ব্যথা।
হঠাৎ নিজম নিশা
নিজম পাৰত,
কোনহে সন্যাসী তুমি
ওলালা আগত?
গৈৰিক বসন পিন্ধি
তৰুণ কালত,
জঁটা বান্ধি যতি বেশে
ফুৰা কি বাবদ?
পূৰ্ণিমাৰ জোনাকত
দেখা পালে যতি
শোকত কাতৰা এটি
ৰমণী মূৰতি।
কাষ চাপি চিনি পালে
সেই মুখখনি,
সেই চকুহুৰি আহা!
কেনেনো শুৱনি।
সন্যাসীৰ গাৰ নোম
শিয়ঁৰি উঠিল,
ধমনীত যেন এক
তড়িত চলিল,
"তুমিয়েকি প্ৰিয়ে শান্তি,
দিয়া দৰশন।
তুমিয়েকি দিনে ৰাতি
জপা মোৰ ধন?"
"যি পছুক ধৰিছিলোঁ
মেৰাই মেৰাই
উভালি পেলালে তাক
কাল ধুমুহাই।
"সুখ মোৰ সংসাৰৰ
সুখ অন্ত হ'ল
সোণৰ সঁজাটি মোৰ
ভাগি ছিগি গ'ল।
ওপৰলৈ চোৱাঁ সুখ,
তৰাবোৰ ল'ই,
অসীম আকাশে হাঁহে
তলত ধৰাই।
আহাঁ সুখ, দুয়ো যাওঁ
সুখময় দেশে,
তটিনীয়ে কুলু কুলু
মাতে সি উদ্দেশ্যে
ই দেশত আমাসাৰ
নহয় মিলন
নোৱাৰিলোঁ ওলোতাৰ
মানুহৰ মন।"
"শান্তি বিনা সুখ নাই
সুখৰ মনত
তোমাকে বিয়ানি আছোঁ
এই জগতত।

জোনাক পূৰ্ণিমা নিশা
নিতাল জগত।
আছে মোৰ নাও ব'ঠা
নদীৰ ঘাটত।
আঁহা শান্তি উঠোঁ গই,
দুয়ো সি নাৱত,
বাৰিষা পানীৰে ভৰা
নদীৰ বুকুত,
উটি যাব নাও খনি
কোবাল সোঁতত.
পেলাব নি নিমিষতে
বৰ্হম পুত্ৰত।
নেদেখা নুশুনা কোনো
দুৰণি দেশত,
সুখেৰে থাকিম দুয়ো
সিন্ধুৰ পাৰত।
সমাজৰ শাসনৰ
পৰা নিলগত
মুকলিমুৰীয়া হৈ
থাকি নিৰলত।
দুখনি হিয়াৰ নৈ
একেখনি কৰি,
অনন্ত প্ৰেমত মজি
পূজিম শ্ৰীহৰি।
জ্যোতিৰ্ময় মূৰ্ত্তি সৌৱা
চোৱা প্ৰকাশিছে,
আঙুলি লৰাই শান্তি
মাতিব লাগিছে।"
বহু আশা কৰি দুয়ো
নাৱত উঠিল,
মেলি দিলে নাওখন
বেগেৰে চলিল।
কোবাল সোঁতত গৈ
ব্ৰহ্মপুত্ৰ পাই,
চাকনৈয়াত পৰি নাও
লুটি বাগৰ খায়।
ধৰাধৰি কৰি দুয়ো
পানীত লুকাল,
লুকাল সি পুনু আৰু
এবাৰো নোলাল।
অনন্তৰ দুটি জীৱ,
ক্ষুদ্ৰ দুটি প্ৰাণ,
অনন্ত গৰ্ভত গৈ
ল'লেগৈ স্থান।
হো হো কৰে কতবাৰ
বতাহ বলিল,
ঢৌৰ পাছত ঢৌ
কতনো উঠিল,
কতনো বহাগী জহ
আহি আহি গ'ল,
কদমৰ পাহি কত
ফুলিল, সৰিল।
চৰায়ে মধুৰ গান,
কতবাৰ গালে,
ই দুটি পৰাণে আৰু
মূৰ নুতুলিলে।
সোমাল যি নাও বুৰি
তটিনী ভিতৰ,
নুঠিল, তটিনী হ'ল
মৰিশালি ঘৰ।

# পানেশই

"Yet you may spy the fawn of play,
They hare upon the green,
But the sweet face of Lucy gray,
Will never more be seen."
—Wordsworth—

[ ৩পজাৰ অলপ কালৰ পাছতে পানেশইৰ মাকৰ মৃত্যু হয়। কেইমাহ মানৰ পাছতে বাপেকো ঢুকায়। বাপেকে মৰিবৰ সময়ত মাউৰী পানেশইক এজন ওচৰ-চুবুৰীয়া সহৃদয় মানুহক গঁতাই দি যায। তেওঁৱেই তুলি-তালি পানেশইক ডাঙৰ-দীঘল কৰে। সৰুৰে পৰা পানেশইয়ে তেওঁকে বাপেক, তেওঁৰ ঘৈণী-য়েকক আৰু পুতেকক ককায়েক বুলি জানিছিল। তেওঁ তেওঁৰ পুতেকৰ লগত পানেশইৰ বিয়া-পাতিব খুজিছিল। তাৰ পাছত— ]

ভৰ দুপুৰীয়া নিমাত সকলো
নিমাত গছৰ পক্ষী
দুছাতি এছাতি বতাহ বলিছে
উৰাই কেতেকী-সখী।
পানেশই গাভৰু ওলাই আহিছে
উলাহে নধৰে হিয়া,
মাহ-সৰিয়হ মেলি জুলি দিছে
ককাইদেৱেকৰ[1] বিয়া।
লাহৰী ভনীটি স্নেহৰ ককাইটি[2]
কতনো মনত খেলা,
বিয়াৰ ৰঙত হিয়া বাকি দিছে[3]
শতেক ভাবৰ মেলা।
বিয়াৰ সকামে ঘৰৰ সকলো
দিহাদিহি গুচি গ'ল ;
ঘৰৰ থীয়া চোতাল কাষত
পানেশই আইটি ৰ'ল।

ক'ৰ বুঢ়ীজনী আহিলি মাগিনী
মাহৰ একঠা খুজি :
আইচু পানেশই দিবনে কেনেকৈ
বিয়াৰ সমল[4] বুজি।
হায়! হায়! বুঢ়ী কি বাতিৰ দিলি
উলাহ ভাঙিলি কিয় ?
নিছিঙি ছিঙিলি[5] পদুমৰ কলি[6]
কিয়নো হ'লিহি থিয় ?
"ইয়েৰা পানেশই কাৰনো বিয়ালৈ
ইমান উধাতু হ'লি,
অত বাট আহিলোঁ একোকে নেপালোঁ
শুদা মুখে পঠিয়ালি।
জানিছনে তই ককায়েৰ দৰা
হ'ব তোকে বিয়াথন,
তাতেহে হবলা এমুঠি মাহকো
দিবলৈ ন গল মন।
থাক পানেশই যাওঁ বাৰু মই
নেচাওঁ এনেথন বিয়া,
নিলাজীৰ বিয়া চাওঁতাই চাব
যাৰ লাজ নাইকিয়া।"
"হায়! হায়! বুঢ়ি কিনো কথা ক'লি[7]
মুখৰ সপোন হৰি,
উৰৰা ব'ঠাৰে সাগৰ ফুৰোঁগৈ
পদুম পাতৰ তৰী।[9]
মানুহৰ আও মানুহৰ ভাও
নুবুজোঁ মানুহ-নীতি,[10]
নিয়ম পাতিলে ভাঙিব আকউ
ই-কোন দেশৰ ৰীতি।

পাঠান্তৰ : ১। ককাইদেৱৰ ২। সাদৰী ককাই। ৩ হিয়া বান্ধি দিব।

৪ বাৰতা ৫। হুফুলোতে ফুল, ৬। কলিতে ছিঙিলি ৭। ইয়েৰা পানেশইৰ পৰা এই কেইটা চৰণ নাই ৯। কলমৌ পাতৰ তৰী, ১০। নুবুজোঁ মানুহৰ নীতি

বাপেক স্নেহৰ হ'ব যে শহুৰ
ই কোন দেশৰ কথা,
প্ৰাণাধিকা আই হ'ব শাহু আই
কিমান সহিম ব্যথা ?
ককাইদেৱৰে সকবে পৰাই
উমলি হ'লোঁহি বৰ।
মানুহ সমাজ কোনটো সতেৰে
তাকেই স্বোৱামী কৰ!
নিঠুৰ মানুহ মেথাকোঁ লগত
নিজান ঠাইলৈ যাওঁ,
নীল সাগৰত নীলাকাশ তলে
বাই বাই ফুৰোঁ নাও।
পুৱতি নিশাতে আপোন মবেৰে
ধৰিম গীতৰ তান,
ফুলনি বাৰীৰ সুগন্ধ বিলাই[১১]
মলয়া তুষিব প্ৰাণ।
হেজাৰে হেজাৰে নাচি নাচি ঢউ
আহিব কাষলৈ মোৰ,
নাও বাই বাই ঢউ-খেলা চাই[১২]
দুখৰ পেলাম ওৰ।[১৩]
প্ৰতি ঢউ মুখে হেঙুলী বেলীয়ে
জেউতিৰ বিলাব পাহি,[১৪]
তাতে বগা মেঘে বঙা মুখ মেলি[১৫]
আঁকাশত থাকিব হাঁহি।[১৬]
তৰাৰ মাজত ৰূপহী জোনায়ে
ভুবন পোহৰ কৰি,
অমিয়াৰ ধাৰ বাকি দিব মুখে
মনৰ বিষাদ হৰি।"
এইবোৰ ভাবি ৰূপহী পাণেশই
ঘৰক আন্ধাৰ কৰি,
নীল সাগৰলৈ ঢাপলি মেলিলে[১৭]
পদুম পাতৰ তৰী।[১৮]

ইফালে ঘৰত মাক-বাপেকীয়ে
নেদেখি চেনেহী জী,
বিয়াকুল মনে আক তাক সোধে
আইটিৰ হ'লনো কি ?
ল'বা কি ছোৱালী সাগৰ পৰীয়া
সকলোৱে দেখি বোলে,
চোৱাঁহি জগত নীল সাগৰত
সোণালী প্ৰতিমা খেলে।
আথেবেথে গ'ই দেখি জীয়েকক
ইনাই বিনাই ক'লে—
"ঐ আই পাণেশই
মোৰ ঘাটে চপাই দিয়া নাও,
দুহাতে দুমুঠি দি যাম চাৰিমুঠি
গলত দি যাম হাৰ,
খাটলি পীৰাতে বহি ভাতে খাবা
বেটীয়ে ধৰিব আল,
ঐ আই পাণেশই।"
"খাটলি পীৰাত বহি নেখাওঁ ভাত
বেটীয়ে নধৰক আল,
উলটি যোৱাঁগৈ নাহিবা কাষলৈ
মোৰ ই দশাই ভাল।
জীয়াৰী তুলিলা যি লাগে কৰিলা
আজলী ছোৱালী পাই,
হ'ব খুজিছিলা তুমি যে শহুৰ
শাহু হ'বা নেকি আই ?
হেৰা ককাইটি যোৱাঁগৈ উলটি
এৰা ভনীটিৰ আশ;
ভনীটি থাকিব ভনীটি হৈয়েই
নকৰিব গৃহবাস।
যোৱা হে'বা আই যোৱাঁগৈ পিতাই
বোৱাৰী নেপাবা মোক,

১১। গোন্ধ উকৰাই, ১২। ঢউ গণি গণি ১৩। ঢউক পেলাম ওৰ। ১৪। এটি এটি চুমা দিব। ১৫। বঙা দাঁত মেলি। ১৬। দূৰতে হাঁহি মাৰিব। ১৭। বেগে গুচি গ'ল। ১৮। কলমৌ পাতৰ তৰী।

আঁতৰে আঁতৰে থাকিম ইদৰে
আৰু নকৰিবা শোক।*[১৯]
পূৰ্ণিমাৰ জোনে চাওঁতে চাওঁতে
মাৰিলে পানীত বুৰ,
ঢউ ঢউ মিলি ধৰাধৰি কৰি
ধৰিলে গানৰ সুৰ।
শ হাত দূৰৈত নীলিমাৰ মাজে
সোণালী পদুম পাহি,
পানীৰ মাজত[২০] ওলালে আকৌ[২১]
পাণেশই আইটি ভাহি।
আপোন মনেৰে আপোনাৰ ভাৱে
আপুনি সদায় ভোল;
গুণগুণ কৰি কত গান গায়
কোনেনো বুজিব মোল!
কত দিনা গ'ই সাগৰ পাৰত
চেনেহী বাপেক মাকে,[২২]
ক'নো বিনালে[২৩] পাণেশই নেচালে[২৪]
খুন্দা মাৰি ধৰে শোকে।
এদিন পুৱাতে সাগৰ দাঁতিতে[২৫]
এজোপা গছৰ মূলে,
দেখিলে মানুহে পাণেশই আই
অনন্ত কাললৈ শুলে।
দুই টঁাৰ কেশ পৰিছে দুফালে
নিয়ৰেৰে তিতি আছে,
কোমল মুখত জিকিমিকি কৰি
কণক কিৰণ নাচে।
নগৰে নিশাহ কপালত চোৱা
মৃত্যুৰ কলীয়া ৰেখ,
নিঠুৰ মানুহ শেষ হ'ল আজি
জীৱন-দিনৰ লেখ।
ৰূপহী আইটি অকালত হায়
বেজাৰত গ'ল মৰি,
সুগন্ধি গোলাপ নিজানত ফুলি
নিজানতে গ'ল সৰি।

১৯। "জীয়াৰী তুলিলা"ৰ পৰা এইখিনিলৈকে আনটো পাঠত নাই। এই গোটেই অংশৰ সলনি মাথোন এই স্তৱকটোহে আছে:
আজলী ছোৱালী / পাই ভাল কৰিলা /
সেথাকোঁ মানুহ মাজে,
আঁতৰে আঁতৰে / থাকিম ঐ নিলগে /
থামনো কোনটো লাজে।
২০। ওলালি আকৌ। ২১। ভুবন উজলি।
২২। সামৰী বাপেক মাকে। ২৩। কতনো বিনায়। ২৪। পাণেশই নেচায়। ২৫। সাগৰ পাৰৰ।

* গোটেই কবিতাটোতে আনটো পাঠত 'পাণেশই' শব্দটো 'পাণেসই' বুলি আছে।

# গোলাপ কুঁৱৰী

গোলাপ কুঁৱৰী ধীৰে হালি জুলি,
বেজাৰ মনেৰে চাইছা কিয়?
পুৱাৰ বাওলী, বেলিটিলৈ চাই,
নিয়ৰ চকুলো টুকিছা কিয়?
করুণ-চকুৱা ভোটা তৰাটিক
স্বৰগ-সখীক নাপাই দেখা,
বেলিটিলৈ চাই, মুখ ওফোন্দাই,
সানিছা মুখত বিষাদ-ৰেখা।
কোমল সুন্দৰী, গোলাপ কুঁৱৰী
পাতত বাংচি মুখনি থই,
জুৰ মলয়াৰ, কাণত হিয়াৰ,
গভীৰ দুখৰ কথাটি কই,
চকুলো টুকিলে, মুখ কেঁকুৰিলে,
কবিৰ কোমল বিদৰে প্ৰাণ,
ফুলনি গুৱনি ভুৱন-মোহিনী
শতুক নাভাবা বেলিক জান;

তোমাৰ প্ৰেমত হই উনমত
কিৰণৰ মলা হাতত ল'ই,
উলাহ মনেৰে বেলিটি আছিছে,
দিবলৈ ডিঙিত তোমাৰ অ'ই।
মুখখনি তুলি মিচিকাই ফুলি,
মৃদু হাঁহি মাৰি এবাৰ চোৱাঁ,
বতাহ-কটকী, আছে আহি ৰ'ই,
প্ৰাণৰ কথাটি তোমাৰ কোৱাঁ।
তুমি যে হাঁহিলে ফুলনিয়ে হাঁহে
গছ-লতিকাই আনন্দ পায়,
ভোমোৰাই আহি, ভুন্-ভুন্ কৰি
প্ৰেমৰ গীতটি নুবুজা গায়।
তোমাৰ হাঁহিত প্ৰণয়-নন্দিনী,
সুন্দৰীৰ মন প্ৰফুল্ল হয়,
তোমাৰ হাঁহিত স্বৰগৰ শোভা
ধৰাৰ মাজত প্ৰকাশ পায়।

# চুমা

আধা ফুটা দুটি সৰু গোলাপৰ কলি
আছিল নিলগে আনন্দত হালি জালি।
নিলগতে হাঁহে আৰু নিলগতে চায়,
মুখামুখি হ'লে লাজে মুখ আমোলায়।
কত ভাব কত কথা মনত নধৰে,
দুইৰো দুয়োৰ হেতু মন কিযে কৰে।
ইচ্ছা হয় গুচে যেন বিৰহৰ শীত,
ইচ্ছা হয় শুনে যেন মিলন সঙ্গীত।
ভোমোৰাক দেখি কলে গোলাপ কোঁৱৰে
"যোৱাঁ দেও কোৱা গ'ই কাতৰ অন্তৰে।
"বিৰহত মৰোঁ মই গোলাপ কুঁৱৰী,"
নুশুনি ভোমোৰা গ'ল গুঞ্জৰি গুমৰি।
পখিলাক দেখি ক'লে গোলাপ কুঁৱৰী,
"কোঁৱৰক মোৰ কথা কোৱাঁহে সাদৰি।
আৰু কত দিন হায়! থাকিম ইদৰে,
নেজানেকি তেওঁ মোৰ হিয়া কেনে কৰে?"
নুশুনি পখিলা গ'ল নিজ মনে উৰি,
আহিল বাসন্তী বায়ু ফুৰ্ ফুৰ্ কৰি।
দুইৰো কটকী হৈ দুইকো মিলালে,
আনন্দত দুয়ো যেন স্বৰ্গ ঢুকি পালে।
সাৰটা সাৰটি কৰি দুয়ো চুমা খালে,
মনৰ লুকুৱা কথা চুমাটিতে ক'লে।
স্বৰগৰ ভাষা চুমা প্ৰেমৰ বান্ধৱী,
প্ৰাণৰ কথাৰ ইটো অপূৰ্ব লেখনী।
প্ৰতেকতে আহাঁ সখি, দুয়ো চুমা খাওঁ,
নকৰা পলম আৰু পুৰি মৰি যাওঁ।
মুখতে মুখ দি এশ এটা চুমা খাওঁ
হিয়াৰ আকুল তৃষ্ণা চুমাৰে গুচাওঁ।

# গান

কিনো গান গালি তই স্বৰগ-কুঁৱৰী।
গান শুনি ভোল গলোঁ,
হেঁপাহেৰে ঘুৰি চালোঁ,
কেনিবাদি মাৰ গ'ল গানৰ লহৰী।
কত আশা কৰি হায়,
ৰ'ই ৰ'ই বাট চাই,
উভতি আহিলোঁ দেখি, উভতি আহিলোঁ।
দুনাই সি গীত গোৱা আৰু নুশুনিলোঁ।
অমিয়া মধুৰ গান,
ললিত বীণৰ তান,
আজিও কাণত মোৰ বাজিব লাগিছে
আজিও কি একেভাৱে বিভোল কৰিছে।
আজিও কুলিৰ মাত,
শুনি কিবা লাগে গাত,

শুনো, শুনো, শুনো যেন সি মধুৰ গান,
শুনো, শুনো, শুনো যেন সি বীণৰ তান।
বনৰ বিহগে উৰি,
নাচি নাচি ঠেও ধৰি,
কতনো জাতেৰে গায় আকুটা সঙ্গীত,
হুগুচে পিয়াহ কিন্তু অভাগাৰ চিত।
শুনাই এদিনা গান,
তইতো ভুলালি প্ৰাণ।
ললিত মধুৰ সুৰে বলিয়া কৰিলি,
চুম্বক শিলৰ দৰে মোক আকৰ্ষিলি।
নিতউ সন্ধিয়া বেলি,
একেথৰে আশা পালি,
একেবাহে সন্ধিয়াৰ তৰাটিলৈ চাই,
ভাবি থাকোঁ তোৰ গান শুনিম জুনাই।
ভাবি গুণি থাকোঁতেই,
হমুনিয়া কাঢ়োঁতেই,
দেখা দিলি অকস্মাৎ মানস মোহিনী,
শুনালি আকউ সেই মধুৰ ৰাগিনী।
তধা লাগি ৰ'ই ৰ'ই,
নেত্ৰ ভৰি চাব মই
যেতিয়া খুজিলোঁ তোৰ সুধা-মুখ খনি,
সাউৎকৰে অন্তৰ্দ্ধান হলি সুবদনী।
এই আছে এই নাই
মেঘত বিজুলী প্ৰায়,
মুহূৰ্ত্ততে একেবাৰে লুকালি আঁৰত,
এৰি মোক বিৰহৰ দাৰুণ তাপত।
বিৰহ কাতৰ হ'ই,
তোৰ কথা ভাবি মই,
তোৰ কথা সুধি ফুৰোঁ যাকে পাওঁ তাক,
সুধিলোঁ কথাকে তোৰ গছ লতিকাক।
ওপৰলৈ মুৰ তুলি,
সিইতেও হালিজুলি,
আঙুলিয়াই দেখুৱালে অনন্ত আকাশ,
তাতে কি আনন্দময়ি, কৰ তই বাস।

# ছবি

এখনি ছবিৰ বেঁকা মৰম চাৱনি
দেখি এটা কাঁড়ে বিন্ধে হৃদয়ৰ কেনি।
কিযে এক প্ৰেম ভাব আপুনি উথলি,
অৱশ অথিৰ দেহে চিন্তা জুই জ্বলি।
ছবিৰ প্ৰতিমা হল হিয়াত অঙ্কিত,
কৰিছে এতিয়া হায়! উত্ৰাৱল চিত।
সৌন্দৰ্য পিয়াসী হিয়া বিচাৰে সুন্দৰ,
সি ছবিৰ ওচৰত সৱে অসুন্দৰ।
পৃথিৱীৰ ৰূপ ৰাশি আহৰণ কৰি,
কোনেনো আঁকিলে সেই প্ৰতিমা সুন্দৰী ?
নোৱাৰোঁ ভুলিব সেই মৰম-চাৱনি,
নিতউ মনত পৰে লাৱনী মুখনি।
ছাটি ফুটি কৰি মাৰে কিমান সহিম
চকুৰ আগতে যেন ছবিটি ৰাখিম।
সি ছবি দেখিলে মোৰ প্ৰাণ জুৰ হয়,
শৰতৰ জোন যেন হিয়াত উদয়।
বসন্তৰ সমীৰণ ধীৰে ধীৰে বয়,
দুখনি পৰাণে যেন কত কথা কয়।
কোকিল কোকিলা আহি কু-উ কু-উ গায়,
আশোক মালতী আহি মিচিকাই চায়।
সি ছবি দেখিলে কত স্মৃতি আহে মনে,
আলিঙ্গন কৰে আহি সপোনে সপোনে।
ইচ্ছা হয় দুচপৰা বগা মেঘ হই,
সাৰটাসাৰটি কৰি আকাশত গই।
সৃষ্টিৰ সৌন্দৰ্য দেখি উৰোঁতে ফুৰোঁতে,
প্ৰকৃতিৰ প্ৰেম গীত শুনোতে শুনোতে।
যেনুৱা বিজুলী-মেঘ ৰৱযুগ হয়,
তটিনীৰ বোকোচাত সাগৰত লয়।
দুয়ো মিলি একে যেন প্ৰেম উৎস বয়।
প্ৰেম সাগৰত দুয়ো হব পাৰোঁ লয়।

## তই

নীল আকাশলই চাই কি মধুৰ নাম গাই,
কিনো বীণ বজালি চিকুণ,
নিজম কদম তলে, যমুনাৰ উপকূলে,
যেন বাঁহী গোপিনী মোহন।
নেজানো যে কি কাৰণে তোৰ প্ৰিয় দৰশনে
প্ৰাণ মোৰ কৰে উচাটন,
তই পাৰিজাত ফুল, ফুলিবৰ বিয়াকুল
ধৰা যেন নন্দন কানন।
মই যেন পুৰুতীৰ, নীলিম গগন থিৰ
শোভাকৰ তই ভোটা তৰা,
নিশাৰ স্বপ্নত সখি, থাকোঁ তোক সদা দেখি,
হিয়া মোৰ তোৰ ভাৱে ভৰা।
নিলগে নিলগে থাক, নিলগতে ভাল পাৱ,
নিলগতে হাঁহি যাৱ তই,
নেজান অন্তৰ মোৰ, কেনে কৰে হেতু তোৰ
ভাবি মৰোঁ তোৰ কথা মই।
ফুলনি পোহৰ কৰি লাখে লাখে ফুল ফুলি
একেটা জোনটি মাথোন চায়,
তৰাৰ মাজত বহি ৰূপালী জোনায়ে হাঁহি
সকলোকে অমৃত বিলায়।
ৰূপৰ উঁৱাল এই, জগত ফুলনি চাই,
তই কত পাৱ তিৰপিতি,
শান্ত ভৈটি পাহি দৰে, মই কিন্তু একেথৰে,
তোক চাই পাওঁ মহা প্ৰীতি

## প্ৰণয়ৰ পৰিণাম

### প্ৰথম দৃশ্য

( ১ )

পূৱাৰ আশাৰ তুমি সোণোৱালী বেলি,
মই দেৱ সূৰ্যমুখী ফুল,
দেখিলে তোমাৰ হাঁহি একেথিৰে চাওঁ,
আপোনাত আপুনিয়ে ভুল।

( ২ )

আহিনী সোণাই তুমি নীল আকাশত,
মই নাথ ক্ষুদ্ৰ ভৈটি পাহি,
তোমাৰ প্ৰেমত ময় ক্ষুদ্ৰ পৃথিৱীত
তয়ু ৰূপ চাই থাকোঁ হাঁহি।

( ৩ )

বাউলী হৈ পৃথিৱীৰ চাৰিও কাষৰে,
দেখোঁ মাথোঁ ছবিটি তোমাৰ,
দেৱ-কাননৰ ফুল কোটি ভৰা লই,
হোৱা কিয় বেগেতে আঁতৰ ?
নপলায় হেঁপাহ মনৰ।

( ৪ )

নিঠুৰ তোমাৰ হিয়া নুবুজিলা মোক,
এতিয়াও নাই পতিয়ন,
কিমান কোমল ফুল নুবুজিলা নেজানিলা,
নেজানিলা অভাগীৰ মন।
শুনিছিলোঁ হনুমন্তে বুকু ফালি দেখুৱালে,
ৰাম নাম লিখা অন্তৰত,
চোৱাঁ মোৰ বুকু ফালি, শাণিত কটাৰী আনি,
তয়ু নাম হিয়াৰ মাজত।

( ৫ )

অবলাৰ একো নাই দিছে হিয়া উদঙাই,
আনে মাথোঁ তোমাকে সদাই,
জানে মাথোঁ "তুমি মোৰ" "তুমি মোৰ" প্ৰিয় কথা,
"চিৰ দাসী তোমাৰেহে মই,"

### দ্বিতীয় দৃশ্য

( ১ )

প্ৰেমৰ বীণটি নাথ, লোৱাঁ হাতে তুলি,
বজুৱিলা মাত আই কিয় ?
"তুমিয়ে প্ৰাণৰ প্ৰাণ, তুমি বিনে নাই আন,"
প্ৰিয় গান নোগোৱানো কিয় ?

( ২ )

কথাটি শুনিলে নাথ তল মূৰ কৰা,
অভাগীক উত্তৰ নিদিয়া ;
কিয় নাথ, কিয় নাথ হ'লা এনে নিদাৰুণ
মই দিছোঁ উদঙাই হিয়া।

( ৩ )

সিৰে সিৰে, হাড়ে হাড়ে, তোমাৰ নামৰ অণু
শোণিত প্ৰৱাহে তয়ু নাম,
জগত ব্ৰহ্মাণ্ডময়, দেখিছোঁ তোমাৰ ৰূপ,
তয়ু গুণ গাওঁ, আৰু গাম।

( ৪ )

মুখৰে নিদিয়া মাত, এতিয়াও অভিমান
এতিয়াও কপট তোমাৰ।
নুবুজিলোঁ প্ৰাণ ধন, নুবুজিলোঁ তৱ মন,
নুবুজিলোঁ ভাব ছলনাৰ।

( ৫ )

কিয়বা ইমান ৰোষ, কিহত্তেবা পৰিতোষ,
চুলি ছিঙি কৰিছোঁ কাতৰ,
কিয় বা মলিন মুখ নেদেখোঁ মনত সুখ,
অভাগীক দিয়াঁহে উত্তৰ।

( ৬ )

কুসুম কোমলা নাৰী, সৰল কোমল হিয়া,
কিয় কৰা আলাই আথানি।
কটাম আতপে, তয়ু লতাটি লেৰেলি যায়,
আৰু দিবা কিমান পোৰণি।

( ৭ )

ৰাখিবা মনত প্ৰভু, এটি কথা ক'ব খোজোঁ
( মোৰ ) তুমি বিনে গতি নাই আন
"তোমাৰ সুখৰ হেতু, দিব পাৰোঁ অনায়াসে,
অনায়াসে ক্ষুদ্ৰ এই প্ৰাণ।"

তৃতীয় দৃশ্য

চোঁৰা নাম চোঁৰা আহি, তোমাৰ কুসুম পাহি,
যায় আজি ব'দত শুকাই,
তোমাৰ সুখৰ হেতু, কি কৰিছে চোঁৰা আজি
ঢোক মাৰি হলাহল খাই।
এদিনা, এদিনা নাথ কি কথাটি কইছিলোঁ
আজি তাক ভাবি চোঁৰাচোন,
"তোমাৰ সুখৰ বাবে দিব পাৰোঁ অনায়াসে,
অনায়াসে ক্ষুদ্ৰ এই প্ৰাণ।"
জগত চোঁৰাহি আজি, দিছে প্ৰাণ হাঁহি হাঁহি
ক্ষুদ্ৰ নাৰী স্বামীৰ কাৰণে,
স্বামীৰ সুখৰ হেতু, জনক জননী এৰি,
দিছে ভৰি মৰণ সোপানে।
মৰণত কিনো ভয়, যাওঁ শান্তি ধামলই,
যাওঁ আজি ত্যজি পৃথিৱীক,
কৰুণা-সাগৰ পিতা, স্নেহৰ কোলাত তয়ু,
দিয়া ঠাই হতভাগিনীক।
অ, আহিলানে, আহাঁ নাথ, শেষবাৰ চাই লওঁ
শেষবাৰ এটি চুমা খাওঁ,
তোমাৰ বুকুত নাথ মৰোঁ আজি মূৰ থই
খেমা অপৰাধ আজি যাওঁ।
লাজুকী তিৰোতা আজি, লাজ-কাজ কাতি কৰি,
আহাঁ নাথ, এল চুমা খাওঁ,
আহাঁ নাথ ওচৰলৈ, আহাঁ আৰু ওচৰলৈ,
হাতে হাত বান্ধি মৰি যাওঁ।
সংসাৰ মৰুত নাথ ভ্ৰমি বহু কষ্ট পালা,
অভাগীত নপালিলা সুখ,
সুখৰ বাটত তয়ু, আছিলোঁ কণ্টক মই,
আজি নাথ আঁতৰিল দুখ।
বিষেতো জুৰিলে দেহ, জীৱলীলা হ'ল শেষ,
মুখৰ কথাটি ৰোধ হ'ল,
জন্মে জন্মে তুমি নাথ, তুমি যেন স্বামী হোৱা
আৰু টা কথাটি বাজ হ'ল।

"মইনা" "মইনা" বুলি স্বামীয়ে কোলাত তুলি,
চিঞৰিলে কত শত বাৰ,
"মইনা" "মইনা" বুলি বাতুলৰ দৰে কান্দে,
মাত নাই আৰু মইনাৰ।
চাওঁতে চাওঁতে হায়! মইনাৰ মাত নাই
প্ৰাণ-পখী উৰি গুচি গ'ল,
চাওঁতে চাওঁতে হায়! সন্ধিয়াৰ ৰঙা বেলি
কাল সাগৰত বুৰ গ'ল।

## দেৱকন্যা মানৱী বেশেৰে

চুলিটাঁৰ তোৰ ভোমোৰা কলীয়া,
গাল গোলাপৰ পাহি,
দাঁত দুই পাৰি ডালিম গুটীয়া,
মন প্ৰাণ হৰা হাঁহি।
হৰিণী নয়ন তোৰ চকু দুটি,
সদায় আনন্দময়,
চঁপাৰ বৰণ মুখৰ জেউতি,
বিজুলী কোনোৰে কয়।
মুঠিতে লুকুৱা কঁকাল সুন্দৰ,
নখ মুকুতাৰ পান্তি।
আন্ধাৰ ঘৰত লখিমীৰ দৰে
জিলিকে সুৱৰ্ণ কান্তি।
মালতীৰ মলা তোৰ সাতসৰী
গুটিমালী তোৰ থাক,
খোপাত পিন্ধিছে বকুলৰ মলা,
হাতত গোলাপ আৰু।
দয়া কোমলতা হিয়াৰ দেৱতা
মুখ তোৰ স্নেহে ভৰা,
পূৱৰী নিশাৰ ফুলটিৰ দৰে,
সদায় লাজতে মৰা।
সকলো দেখিলোঁ থৰ লাগি চালোঁ
চাই চাই ভোল গলোঁ,
গভীৰ হিয়াৰ গভীৰ তলিত,
তোৰ ৰূপ সাঁচি থ'লোঁ।
হৃদয়ৰ বীণা বাজিল আকউ,
তন্ত্ৰীত পৰিল তান,
তোৰ লগে মিলি ক্ষুদ্ৰ কণ্ঠ তুলি,
কৰিলোঁ কতনা গান।
এইযে মাতিলে মইনাৰ মাত
কোকিলাৰ কণ্ঠ শুনো,
অনুপমা তোৰ ৰূপৰ মাধুৰী,
দেখি কত কথা গুণো।
অমৰাৱতীৰ কোন দেৱকন্যা,
বাট-পথ হেৰুৱাই,
মানৱ দেশত মানৱী বেশেৰে,
মানৱ গৃহ শুৱাই—
আছিল দুদিন, তোৰ চৰণত
হিয়া মোৰ দিলোঁ সঁপি,
তোৰ প্ৰতিমাকে ঘনে ঘনে চাওঁ
থাকোঁ তোৰ নাম জপি।
আছো মই সুখে ৰূপ মধু খাই,
এদিনা ক'লিহি "যাওঁ",
"নেলাগে সংসাৰ" মিচিকাই হাঁহি,
মাৰিলি তই উৰাও।
ক'লৈ যাৱ সোণ, এখন্তেক ৰ'বি,
নহ'বি নিদয়া অতি,
যাৱ যদি মোকো ল'ই যা লগতে,
থাকোঁ মই কাৰে সতি?
কান্দি কান্দি হায়! হলোঁ হাৰা শান্তি,
নেপালোঁ সাক্ষাৎ আৰু,
গ'লি প্ৰাণাধিকে, নেচালি উভতি,
গ'লি সঁচাকৈয়ে বাৰু।
দূৰ দূৰণিৰ দেৱতা লোকত,
বিহৰিছ তই সুখে,
আকাশৰ তলে সংসাৰ মৰুত,
দহি মৰোঁ মই দুখে।

ধৰমী জীৱন, পবিত্ৰৰ খনি,
নিৰমল তোৰ দেহা,
নীচ মোৰ মন, পাপ সংসাৰত,
কৰিছোঁ পাপৰ বেহা।
তই দেৱকন্যা, মই ক্ষুদ্ৰ নৰ,
কিন্তু এটি কথা কওঁ,—
তই মোৰ ধ্যান, তই মোৰ জ্ঞান,
তোৰেহে নামকে লওঁ।
তোৰহে নাম দিনে ৰাতি জপোঁ,
তোকে ভাবি ভাবি থাকোঁ।
জীম যত দিন তোকেহে ভাবিম,
হৃদয়ত কাকো নাকোঁ।
মহানিদ্ৰা আহি ধৰিব যেতিয়া,
চকু মুৰ মুদ খাব,
তেতিয়াও দেৱি, তোৰে নাম লই,
অভাগাৰ প্ৰাণ যাব।

## —ফুল কোঁৱৰ—

### প্ৰথম দৃশ্য

বহাগী ৰাতিত, শীতল পাটীত,
আগ চোতালত শুই,
সোণ-বৰণীয়া, জোনাকী পকৰা,
দেখি ফিৰিঙতি-জুই।
জোনাক নিশাত, মলয়াৰ বাত,
সাধুকথা শুনি শুনি,
শুলোঁ হৰিষত, আইৰ বুকুত,
কত কিবা যে গুণি গুণি।
দুখ সোঁৱৰণি, অতীত কাহিনী,
মনত পৰিলে হায়!
হিয়া ভাঙি ফুটি, হুমুনিয়া উঠি,
হিয়াতেই মাৰ যায়।

সেই ল'ৰা কাল, সুখৰ ভঁৰাল
ঘূৰি কি তুনাই পাম,
ঘূৰি কি হুনাই, ল'ৰাকাল পাই,
সাধুৰ মালিতা গাম?
সাধুত শুনিলোঁ, শুনি ভোল গলোঁ
বিমান ধোঁৱাত উঠি,
শ্ৰীফুল কোঁৱৰে, আছিল বঙেৰে,
'দিহিং-দিপাং' ফুৰি।
পূৰণি কালৰ, সেই মনোহৰ,
সাধুটি পৰিছে মনে,
দূৰণি দেশত, প্ৰবাসী ঘৰত,
আজি মোৰ ঘনে ঘনে।
মাউৰা কোঁৱৰ, সুখত ডাঙৰ,
অবতুত ডেকা হ'ল,
প্ৰিয় সহচৰ, মন্ত্ৰী পুতেকৰ,
লগত প্ৰবাসলৈ গ'ল।
"কাঠৰ পখী ধোঁৱা, জেউতি চৰিল,
উৰি যাওঁ উৰি যাওঁ কৰিল,
হুমাহৰ বাটকে গৈ একেদিনে,
বিশ্বনাথ নগৰত পৰিল"

### দ্বিতীয় দৃশ্য

পৰম পবিত্ৰ নদ ব্ৰহ্মপুত্ৰ,
বিশ্বনাথ পুণ্য স্থান,
মিলি দুই সখী, নানা দেশ দেখি,
কৰিলেহি অৱস্থান।
মনৰ হেঁপাহ, হিয়াৰ উলাহ,
নহল একোতে পূৰ,
মন্ত্ৰীৰ কোঁৱৰে, আপোন ধোঁৱাৰে,
উলটিল নিজ পুৰ।
মনৰ লগৰী, প্ৰিয় সহচৰ
নাপাই কোঁৱৰ ৰ'ল,

জাৰ হ'ল অন্ত, সুখৰ বসন্ত
আহি উপগত হ'ল।
ডেকালি জীৱন হেঁপাহ নতুন
হিয়া ভৰি কেনে কৰে,
প্ৰাণ-পতঙ্গত মৰম-বিলত
কাক বজ্ৰাব খবে।
মধুম-বিলাষ, চাৰিও কাষৰ,
বিচাৰি নাপালে থল,
কোনো বা দেশত নজনা লোকত,
ফুলিছে বিচৰা ফুল।
অমৃত বৰষা প্ৰাণ জুৰ কৰা
কোমল গীতৰ মাত,
জহৰ চেঁচনি, জাৰৰ উকলি
কৰিব হৃদয় শাঁত।
আকাশে বলায় চিলা উৰি যায়,
তুলি দিলি কিনো বাও'
ৰজাৰ জীয়াৰী, পৰমা সুন্দৰী
পাঁচতুলী যাৰ নাও।
ভোমোৰা-কলীয়া, চুলি দীঘলীয়া
গাল গোলাপৰ পাহি,
ওঁঠ সেন্দুৰীয়া, চকু পদুমীয়া,
মুকুতা বৰষে হাঁহি।
দেৱে যে নেদেখে, মনিচে নেদেখে,
নেদেখে ৰাজ্যৰ নৰে।
পালি পহৰীয়া, নিশাদুপৰীয়া
জাগি থাকে কেউ পাশে,
হেঙ্গোল ঝুকুৰে, দুৱাৰত ফুৰে
দুটি সখি থাকে কাষে।
এনেকো খুৰীয়া, জোন বৰণীয়া,
ভাবিলে কোঁৱৰে গুণি,
মনত হেপাহ, গুচাব পিয়াহ,
কাষ পৰা বুদ্ধি গুনি।
জানিলে কোঁৱৰে, লোক পৰম্পৰে,
মালিনী এজনী আছে,
পুৱা কি গধুলি, ফুল তুলি তুলি,
কুঁৱৰীক আনি যাচে।

নিৰাশাৰ মাজে, সোণোৱালী সাজে,
আশাৰ জেউতি আহি,
বিষাদ বদন, চিন্তাত মগন,
দিলেহি মধুৰ হাঁহি।
"কাঠৰ পখী ধোঁৱা, জেউতি চৰিল,
উৰি যাওঁ উৰি যাওঁ কৰিল,
নিমিষৰ ভিতৰত, গৈ ফুল কোঁৱৰে,
মালিনীৰ বাৰীতে পৰিল।
কাঠৰ পখী ধোঁৱাত উঠি ফুল কোঁৱৰে,
ভৰিৰে মাৰিলে টিপ',
সেউতী মালতী, তগৰ গুটিমালী,
সৱেও থাৰিলে শিপা।
কাঠৰ পখী ঘোঁৰাত উঠি ফুল কোঁৱৰে,
মুখেৰে বজালে শঙ্খ,
সেউতী মালতী, তগৰ গুটিমালী,
সৱেও ধৰিলে পোখা।
কাঠৰ পখী ঘোঁৰাত উঠি ফুল কোঁৱৰে,
সৱালৈ মাৰিলে শাল,
সেউতী মালতী, তগৰ গুটিমালী,
সৱেও মেলিলে ডাল।
কাঠৰ পখী ঘোঁৰাত উঠি ফুল কোঁৱৰে
সৱালৈ মাৰিলে দলি,
সেউতী মালতী, তগৰ গুটিমালী
সৱেও মেলিলে কলি।
কাঠৰ পখী ঘোঁৰাত উঠি ফুল কোঁৱৰে
সৱালৈ মাৰিলে শূল,
সেউতী মালতী, তগৰ, গুটিমালী,
সৱেও মেলিলে ফুল।"

## তৃতীয় দৃশ্য

ফুলনি বাৰীৰ কদম জুপিৰ
তলত কোঁৱৰ বঁহ'ল,
তগৰ, চম্পক, "ফুলি জকমক,
শোভা বিতোপন হ'ল।

ক্‌লিজা বকুল, শেৱালি পাকল,
অশোক কিংশুক ফুল,
ভোমোৰাকলীয়া, মধুতে বলিয়া,
সুগন্ধত বিয়াকুল।
কোকিল কোকিলা ধৰিলে শুৱলা
মধুৰ মোহন গান,
বা ৰিব্‌ ৰিব্‌ বা ৰিব্‌ ৰিব্‌
মলয়ে জুৰালে প্ৰাণ।
নুফুলা ফুলৰ, ফুল হ'ল বৰ,
শুকান ঠাৰিতো পাত,
ফুলনি বাৰীৰ, শোভা দেখি থিৰ,
পশু-পক্ষী হ'ল শাঁত।
ফুলনি বাৰীতে, থাকোঁতে কোঁৱৰে,
ইপাহি সিপাহি লেখি,
"বাটৰ বাটকুৱাই কৰে হৰি হৰি
ফুলৰ তিৰবিৰ দেখি।"
বাটৰ বাটকুৱাই ক'ই যায় বিতিয়াই
গাই যায় কত গীত,
ইয়েৰা মালিনী, তোৰে যে ফুলনি,
কিয় এনে সুশোভিত?
ই বোলে মালিনী, সি বোলে মালিনী,
তোৰে দশা ভাল হ'ল,
বাৰে বছৰীয়া, মৰা ফুলজুপি,
ফুলি তমস্কাৰ হল।
"মাৰৰ মুৰেখাঁতী মোৰ মুৰেখাঁতী,
বহিয়ে চিন্তিছোঁ হৰি।
ফুল যে মৰিবৰ, হ'ল বাৰে বছৰ,
হালোৱাই লুৰি গ'ল খৰি।
কোৱাই পুঠি-মাছ, নিলে বাই মালিনী,
চিলাই পুঠি মাছ নিলে।
সেউতী, মালতী, তগৰ গুটিমালী,
ফুলি জক্‌ মক্‌ দিলে।
বাটৰ বাটকৰাই, বিতিয়াই বিতিয়াই,
ফুলৰ গীতকে গালে,
থাকিব নোৱাৰি, নিজে ফুলবাৰী,
মালিনীয়ে গ'ই চালে।"

হাতত গাঁকুটি, কাষতে কৰণি,
ফুলনি বাৰীলৈ গ'ল,
ফুলনি সোমাই, মালিনী দিজাই,
ফুল দেখি থৰ হ'ল।
কিনো ঐ দেখিলোঁ। দেখি ভোলে গ'লোঁ।
চকু মোৰ থিৰ হ'ল,
আহিলা মো ক'ৰ পৰা, ডেকাদেও মন-হৰা,
শোভিলা কদম তল,
তোমাৰেযে ৰূপ, দেৱতা স্বৰূপ,
গুছালা পিয়াহ-ভোক,
দিজাই মালিনী, মোৰে ই ফুলনি,
দিবানে চিনাকি মোক?
দিবানে চিনাকি অ ফুলৰ চাকি,
কাৰনো ঘৰৰ তৰা,
কোন ভাগ্যৱতী, গুণৱতী সতী,
ফুকালে এনেটি ল'ৰা।
"হাতৰে আঙুলি, লিহিৰি-পিহিৰি,
চকু মৰগৰ তৰা,
দেও নে মনিচ, চিনিব নোৱাৰি,
আহাঁ বাক ক'ৰ পৰা?"
"মই বাটকৰা, অতি ভাগকৰা,
তোমাৰ ৰজাৰ পুৰী,
চাবৰ মনেৰে, মহা উলাহেৰে,
আহিলোঁ গোটেই ঘূৰি।
সহায় সাৰথি- বিহীন অতিথি
তোমাৰ ঘৰত আই,
খুজিছোঁ আশ্ৰয়, অভাগাক অই,
দিবানে একেৰি ঠাই?
তোকে বুলি যাওঁ, দিজাই মালিনী,
সম্বন্ধত বুলি যাওঁ আই,
লৰা ধপৰা কৰি, নিয়া ঘৰ কৰি,
তিনি সাঁজ ভাত খোৱা নাই।"
আলহীক লৈ, নিজ ঘৰলৈ,
মালিনী সোমাই গ'ল,
আইতা মালিনী আলহী নাতিনী,
সম্বন্ধত হুয়ো হ'ল।"

## চতুৰ্থ দৃশ্য

পুৱাতে মালিনী ফুল তুলি আনি,
ভৰালে দুখনি ডলা,
কৰি সুযতন, অতি বিতোপন,
গাঁথিলে ফুলৰ মলা।
"অ' আই মালিনী, সুধিছোঁ নাতিনী,
গাঁথিছ নো মলা কিয় ?
তোৰ মলাধাৰি, যেন সাতসৰী,
এনে মলা কাক দিয় ?"
"ৰজাৰ জীয়াৰী, ধন পাঁচতুলী,
কুমলীয়া আইদেউ,
তেওঁৰে কাৰণে গাথোঁ সযতনে,
লয় এই মলা তেওঁ।"
"ধন পাঁচতুলী, ৰজাৰ জী বুলি,
নিলগতে বুজ পাই,
আহিছোঁ মালিনী, ৰূপৰ কাহিনী,
কচোন এফেৰি আই।"
"অ মোৰ লাহৰী, ৰূপৰ বাতৰি,
কিনো সোধ তই মোক,
এনে ৰূপৱতী, সতী গুণৱতী,
বুজাব নোৱাৰোঁ তোক।
স্বৰগ ভৰমি, পতাল ভৰমি
"পিথৱী" ভৰমি আহি,
চাবি চকুমেলি, আই পাঁচতুলী,
কেনেকুৱা ফুলপাহি।
আকাশী বিজুলী, আই পাঁচতুলী,
পোহৰিছে ৰাজ-ঘৰ,
দেৱে যে নেদেখে, মনিচে নোদখে,
নেদেখে ৰাজ্যৰ নৰ।"
কোন খনিকৰে 'পত্তিমা' গঢ়িলে
গোট-গা হালধি সোণ,
হাতৰে আঙুলি চঁপা ফুলৰ কলি
মুখ পূৰ্ণিমাৰ জোন!

পুৱাতে সদায় সখীহঁত যায়
কুঁৱৰীৰ লগ ধৰি,
উষা চণ্ডী পূজি, মহেশক ভজি
আহে পুনু ঘৰাঘৰি।
"তেনেহ'লে আই, বকুল গোটাই,
মলা গাথোঁ মই কালী,
মোৰ মলাধাৰ, দিবি উপহাৰ
কি নো বাক্য কয় আজি।"
"নেগাঁথিবি মলা, অ' মোৰ পুতলা,
কুঁৱৰী চিকাচন্দিয়া,
লোকে গাঁথি দিলে, জানিব পাৰিলে,
কৰিব যে সিফলীয়া।
মাৰকো কটাব, নাতিকো কটাব,
কথাল'ই দিবি কাণ,
ফুল নুতুলিবি, মলা নেগাঁথিবি,
শুদাতে নিদিবি প্ৰাণ।"
"তোকে বুলি যাওঁ, দিজাই মালিনী,
সম্বন্ধত বুলি যাওঁ আই,
এপাহি ফুলকে গুঁঠিব খুজিছোঁ,
বাচ-বিচাৰ আছে নে নাই।
তোকে বুলি যাওঁ, দিজাই মালিনী,
সম্বন্ধত বুলি যাওঁ আই,
এই পাহ ফুলকে, গুঁঠিব খুজিছোঁ,
পাঁচতুলীৰ খোপালৈ চাই।
চাপৰ কাণে কটা, সিজু আই মালিনী
চাপৰ কাণে কটা সিজু,
এই পাহি ফুলকে দিবা পাঁচতুলীক,
খোপাত খায়ে যাব বিজু।
পিছলি পৰিব, কাঁহী আই মালিনী,
বাগৰি পৰিব কাঁহী।
এই পাহি ফুলকে, দিবা পাঁচতুলীক,
মিচিকাই পেলাব হাঁহি।"
এধাৰি দুধাৰি, গাঁথি কেবা ধাৰি,
মালিনী চকলৈ গলে,
মলাৰ সাজতে, কোঁৱৰে ছেগতে,
এধাৰি মিলাই থলে।

মালিনী আজলী, কিনো চতুৰালি,
বুজিব নাতিব ফাঁকি,
উঠি থাই-ৰ'ই, কুঁৱৰীক গ'ই
ভেটিলে ফুলৰ চাকি।

## পঞ্চম দৃশ্য

পাঁচতুলী :—
আহঁা মোৰ প্ৰিয় সখী, কণকা জোনাকী,
শুনা আজি সপোনৰ কথা কেই ফাঁকি,
লোক-মুখে শুনিছিলোঁ কুণ্ডিল ৰাজ্যৰ,
যত কথা, ফুলসিংহ ৰাজকোঁৱৰৰ,
আজানুলম্বিত বাহু, অতুল বিক্ৰম,
সৰ্ব-বিদ্যা-বিশাৰদ বহু গুণধাম,
কোমল বয়স ৰূপ, কন্দৰ্পক জিনি,
সূৰ্যৰ কৃপাত পালে গুণ সঞ্জীৱনী,
য'তে ভৰি দিয়ে ত'তে হয় বিকশিত,
হেজাৰে হেজাৰে ফুল ফল সুশোভিত।
শুকান গছতো মেলে কুঁহি কুঁহি পাত,
নুফুলা গছতো কলি হয় অসংখ্যাত,
কোকিলে কৰয় ৰাৱ, পঞ্চম ললিত,
ছয় ঋতু একালতে হয় প্ৰকাশিত।
আজি নিশা সপোনত দেখোঁ চমৎকাৰ,
বিচিত্ৰ ফুলনিবাৰী, কুঞ্জ শোভাকাৰ,
ফুলৰ মুকুট পিন্ধি মাজত ফুলৰ,
দেখিলোঁ এজন ডেকা অতি মনোহৰ,
তেওঁৰ ৰূপৰ কথা নহয় বৰ্ণন,
তথা লাগি কৰিছিলোঁ মই নিৰীক্ষণ।"
লাজত দোঁৱাই মুৰ থাকোঁতে ডেকাই,
ধৰিলে দুখন মোৰ হাতক জপাই,
বীণাৰ ঝঙ্কাৰ জিনি দিলে মিঠা মাত,
"নকৰা গাভৰু ভয়, হোৱাঁ তুমি শাঁত,
মোৰ নাম ফুলসিংহ কুণ্ডিল কোঁৱৰ,
তুমি মোৰ প্ৰিয়তমা হিয়াৰ মাজৰ;
হৰ-গৌৰী কৃপাবলে মঙ্গল মিলন,
হ'ব তোমাসাৰ শীঘ্ৰে শুভ বিয়াধন,
দুই হৃদয়ৰ হ'ব পবিত্ৰ বন্ধন,
হাঁহি মুখে প্ৰাণাধিকে কৰা সম্ভাষণ।"
সখী, চঁক খাই সাৰ পালোঁ মেলিলো নয়ন,
যি দেখিলোঁ সকলোটি হ'ল অদৰ্শন,
নাই সেই লতা-কুঞ্জ, শুৱনি ফুলনি,
নাই সেই প্ৰাণনাথ হিয়াৰ জুৰণি;
যেজাৰত চকু-পানী মছিলোঁ দুহাতে,
পাৰ্ট-গাভৰুৰ পৰা এক মনে-চিত্তে,
পূজিছোঁ দেৱাদিদেৱ শিৱৰ চৰণ,
পূজোঁ সেই আদ্য-শক্তি জগত-কাৰণ,
দিয়ে যেন ফুলসিংহ স্বামী কৃপাদানে,
শয়নে-সপোনে-জ্ঞানে ভাবোঁ যাক ধ্যানে,
দিন-নিশা সখী মোৰ এয়েহে কামনা,
হিয়াৰ মাজত আন নকৰোঁ ভাৱনা,
বিধি কি প্ৰসন্ন হ'ল দেখি দুৰ্ভাগিনী,
দয়াময়ী, ব্ৰহ্মময়ী, কল্যাণী জননী,
পূজাত সন্তুষ্ট হৈ দিব কি মিলাই,
মোৰ সেই প্ৰাণেশক পামনে সঁচাই?
সপোনৰ কথা ভাবি পাওঁ বৰ শোক,
ভাল মন্দ কেনে ফল কোৱাঁ ভাঙি মোক।

সখী :—
মহামায়া ভগৱতী তোমাত প্ৰসন্না,
অৱশ্যেই পূৰ্ণ হ'ব তোমাৰ কামনা।

## ষষ্ঠ দৃশ্য

আগৰ নিচিনাকই, দিজাই মালিনী গই,
ফুল আনি ভেটিলে আগত,
বিবিধ ৰূপৰ ফুল, গোন্ধতে আমোল মোল,
কুঁৱৰীয়ে চালে উলাহত।
এধাৰি সুধাৰিকই, কুঁৱৰীয়ে মলা লই,
দেখা পালে মলা কোঁৱৰৰে.
কিনো মলা বিতোপন দেখি ভোল গ'ল মন
গাঁথিলে নো কোন কাৰিকৰে?

"কত মলা দেখা পালোঁ কত মলা পিন্ধি চালোঁ,
মালা পিন্ধি হলোঁহি গাভৰু,
অনা সূতা গঁথা চাকি তাত কবিতাৰ ফাকি
পদখানি পঢ়ি চাওঁ বাৰু।"
এনে ভাবি লাহেকই, তাৰ পৰা উঠি গই,
পিটিকি, পিটিকি মলা চালে,
আহা! কিবা কাৰিকৰি মলাত কবিতা পঢ়ি
মনে মনে কিছু লাজ পালে।
ফুলনি পোহৰ কৰি ফুলিলে মালতী ফুল,
পছোৱা বতাহে কৰে সুগন্ধত বিয়াকুল,
তুমি ফুল পাঁচতুলী, ৰাজ-ফুলনিত ফুলি,
ৰূপগুণ যশস্যাৱে মুহিছা সংসাৰ,
কুণ্ডিল ৰাজ্যৰ মই, বজাৰ কৌতুক হই
হলোঁ উদ্ধাৰণ শুনি বাতৰি তোমাৰ,
দেখা কি নেপাম দেখি তোমাক এবাৰ।"
এবাৰ দুবাৰ পঢ়ি তিনিবাৰে শেষ কৰি
কিবা এটা ভাবিলে মনত,
বুদ্ধিমতী পাঁচতুলী, মলাধাৰি হাতে তুলি,
লিখি পদ দুফাঁকি ফুলত,
মালিনীক মাত দিলে, খং কৰি সুধি চালে,
কোনে সেই মলানো গাঁথিলে?
"কোন আছে আগগুৰি, এজনী মালিনী বুঢ়ী,
ময়ে গাথোঁ মালিনী মাতিলে,
"সঁচা কথা কবি আই, ন'হলে এৰণ নাই,
আজি তোৰ কটা যাব মূৰ।
সূতা বিনা মলা গঁথা, আগেয়েতো নাই দেখা
সঁচা কৰি কোনে গাঁথে তোৰ?"
মালিনীৰ ভং নাই, আতঙ্কত জীৱ যায়,
কঁপি ক'লে হাত যোৰ কৰি,—
"আছে জীৰ নাতি হায়, সিয়েই গাঁথিব পায়,
অভাগীক ক্ষেমিবা কুঁৱৰী।
এৰিছোঁ এবুৰি, এৰিছোঁ ছবুৰি,
এৰিছোঁ নদীৰ কুল,
থহুৱা মহুৱা, নাতি কুমলীয়া,
সিয়ে গাঁথিছিলে ফুল।"
"তাও কাপোৰবে গাঁঠি ঐ মালিনী,
তাও কাপোৰবে গাঁঠি,
তই বিয়ৈ-বাঁজী, জীয়েৰ কাঠবাঁজী,
ক'ত পালি জীৰ কুমলীয়া নাতি?
চাঁদ সুৰুযলৈ চাবি ঐ মালিনী
চাঁদ সুৰুযলৈ চাবি,
গ'ল দুই কাল, আছে একাল,
সত্যে সত্যে কথা ক'বি।
এনেকুৱা মলা আৰু আকউ নানিবি বাৰু
তোৰ দোষ ক্ষেমিলোঁ ইবাৰ,
মলা দিলোঁ ওলোটাই লই যাবি পুনৰাই
দিবি তাকে মলাধাৰি যাৰ।
নিছিভিবি নেভাভিবি বাটে-পথে নেপেলাবি
দিবি তোৰ নাতিক সুৰাই,"
এইবোৰ কথা ক'ই, পাঁচতুলী আইদেউ,
গ'ল গুছি ভিতৰ সোমাই।

## সপ্তম দৃশ্য

বিৰহৰ নিশা ঘোৰ অমানিশা
সোনকালে নুপুৱায়,
নিমিষে বছৰ দিনে যুগান্তৰ
এনেকুৱা লাগে হায়।"
ভাৱিছে কোৱঁৰে মালিনীৰ ঘৰে,
দেশ চাবলই আহি,
"প্ৰেম-চিটিকাত, পৰি অকস্মাৎ,
ভিত্তিত লগালোঁ- ফাঁহি।
বিৰহ বেদনা, প্ৰাণৰ যাতনা,
কাক ক'ম বুকু খুলি,
ৰাতি-দিনে মোৰ, জপ-মালা মোৰ,
ৰাজকন্যা- পাঁচতুলী।

কিনো কুক্ষণত, লোকৰ মুখত,
শুনিলো এনুৱা নাম,
ভাকে যেন শুনো, ভাকে যেন গুণো,
এৰিলোঁ সকলো কাম।
কি যাদু কৰিলি হেৰ পাঁচতুলী
অমিয়া বৰষা নাম,
হায়! কি কৰিলে, কি বুধি শিকিলে,
তোমাহেন নিধি পাম।
তোমাৰ কাৰণে সঁপিলো জীৱন
যি কৰে কপালে পাচে,
কৰিলে যতন মিলায় ৰতন
বিধিৰ বিধান আছে।"
বিষাদ বদনে সজল নয়নে
আক কি যে ভাবিছিলে—
এনেতে মালিনী ফুল-মলা আনি,
গাভে দলি মাৰি দিলে।
"অজলা নাতিনী মুবুজি মুগুনি,
দিলি এই মালাধাৰি,
কৰি তুতি নতি, আছিলোঁ বাপুটি,
কোনোমতে প্ৰাণে সাৰি।
অ মোৰ বাপুটি আক লাটি ঘটি
মালিনীক নকৰিবি,
ফুল নোগোটাবি মলা নাগাঁথিবি,
মোৰ প্ৰাণ নবধিবি।"
"নকৰিবি ভয় একণো সংশয়
আকতো নেগাথোঁ মলা,
ফুল নোগোটাওঁ নেগাঁথো মলাও
নোচোওঁ ফুলৰ ডলা।"
এই বুলি কই, আথে বেথে গ'ই
মলাধাৰি তুলি চালে,
মলাৰ ভিতৰে, ফুলৰ আখৰে,
চাবি পাখি কথা পালে।
"কান্দি মৰে পাৰী-পিয়া, পিয়াহত ফাটে হিয়া,
সাহৰি ভাবৰ তুমি দিয়া দৰশন,
সপোনত দথা পাই, তোমাকে আছোঁ খিয়াই,
শুচোৱা পিয়াহ মোৰ ৰাখাঁ হে জীৱন।"
মলাধাৰি লই শিতানত থই
বাৰে বাৰে পঢ়ি চালে,
কতবাৰ থলে কতবাৰ ললে
হাতত্তে স্বৰগ পালে।
মনৰ সন্তাপ বিৰহৰ ভাৰ
বোজা কিছু লঘু হ'ল,
নিৰাশ ডাৱৰ হিয়াৰ আকাশৰ
দক্ষিণে বাগৰি গ'ল।

## অষ্টম দৃশ্য

চাওঁতে চাওঁতে হায়! চকুত নিমিষ নাই
ৰঙা বেলি পূবে দেখা দিলে,
মালতী বকুল ফুল সুগন্ধত নাই তুল
মালিনীয়ে গোটাই আনিলে।
অমৰ বাঞ্ছিত ফুল, দেখি লোক হয় ভোল,
গাঁথিলে যতনে ফুল-মলা,
সুন্দৰ সুগন্ধি চাই নানাবিধ ফুল পাই,
আক আনি থলেহি এডলা,
বেলি দুপৰীয়া হ'ল বান্ধনী ঘৰলৈ গ'ল
মালিনী চকত জুই দিলে,
ছেগ বুজি লাহেকই ফুলবোৰ তুলি লই
মলাধাৰ কোঁৱৰে গাঁথিলে।
মলাত লিখিলে কথা, হিয়াৰ মৰম বেথা,
প্ৰেমিকৰ প্ৰণয়ৰ গীত,
আজলী মালিনী আই, কি বুজিবা তুমি হায়!
কোনে সহে বিৰহৰ গীত।
পদুলি মুখত গই একেথৰে ৰই ৰই
কোন আশাত বলিয়া,
আকুল পিয়াহ যাৰ কৰি আছে হাহাঁকাৰ
প্ৰেমৰ বাগীত মতলীয়া।
আগৰ নিচিনা কই দিজাই মালিনী গই
মলা আনি কুঁৱৰীক দিলে,

সুকুমাৰী পাঁচতুলী মলাবোৰ হাতে তুলি
পদ্য এটি মলাত দেখিলে—
"কোন কাৰেঙত গড়ৰ মাজত
আছাঁ পানীপিয়া মৰমীয়া,
বিচাৰি ডাৱৰে আকাশত ফুৰে
ক'ত পাম সমিধান দিয়াঁ।
তোমাৰ বিৰহে, হিয়া মোৰ দহে,
কাক ক'ম হিয়াৰ বিলাই;
কি কৰোঁ কলৈ যাম কি উপায়ে দেখা পাম
কোৰাঁ হেৰাঁ চেনেহী চৰাই।"
কুঁৱৰীয়ে মলা চাই মিছা খং দেখুৱাই
মলা আনি ওলোটাই দিলে,
আকাশী মেঘৰ দৰে গুজৰিলে বাৰে বাঁৰে
কিয় মলা আনৰ আনিলে।
মালিনী ভৰিত পৰি কাকুতি মিনতি কৰি
লাহেকই বিদায় মাগিলে,
ঘূৰি আহি ঘৰ পাই কোঁৱৰক লগ পাই
কত গালি কত শাও দিলে।
কোঁৱৰে নিমাতে ৰই মলাধাৰি তুলি লই
ওৰে দিন পৰি ভাৱনাত,
কোমল হাতেৰে লিখা, কোমল হিয়াৰ কথা
পালে মধু মিলন মলাত।
কোমল বীণাৰ তান কোমল কুলিৰ গান
কোমল কৌমুদী শৰতৰ,
হিয়াৰ মৰম ফুটি কবিতা কমল দুটি
কোমল করুণ বিৰহত—

"আকাশী ডাৱৰ তুমি হিয়া জপৰ ধন,
অগাধ তোমাৰ প্ৰেম, মুকলি তোমাৰ মন,
অসীম আকাশে উৰি মহা সুখে আছাঁ ফুৰি
বজাৰ সঁজাত বন্দী পানীপিয়া অকাৰণ,
কাৰেঙৰ ফুলনিত দিবা আজি দৰিশন।"

## নৱম দৃশ্য

আত অনন্তৰে শুনা অপূৰ্ব কাহিনী।
পাঁচতুলী ৰাজকন্যা ভুবন মোহিনী॥
কেঁচা সুৱৰ্ণৰ কান্তি দেহৰ বৰণ।
পদুমৰ দৰে অতি সুন্দৰ নয়ন॥
গোলাপৰ পাহি যেন গাল দুইখন।
সুমেৰু কুমেৰু জিনি ওখ দুটি স্তন॥
বতাহতে হালে যেন কঁকাল-মুঠীয়া।
চুলি চিকিমিকি ভোমোৰা কলীয়া॥
আঙুলি কি চাবা যেন কলি চম্পকৰ।
পোৱালৰ দৰে ৰঙা দুখনি অধৰ॥
হাঁহিলে মুকুতা চাবা দুই পাৰি দাঁত।
অমিয়া বৰষা অতি সুকোমল মাত॥
গজমতি হাৰ কৰে কণ্ঠত শোভন।
শিৰত ফুলৰ মালা হংসিনী গমন॥
হৰিশ্চন্দ্ৰ ৰজা থাকে নাগশঙ্কৰত।
পাঁচতুলী থাকে বিশ্বনাথ নগৰত॥
ছোৱালী কালৰে পৰা পূজে পশুপতি।
পূজে মহামায়া, উমা, চণ্ডী ভগৱতী॥
ঘৰতে গাভৰু হ'ল ষোল বছৰীয়া।
নাপাই আশাৰ ধন সদা অসুখীয়া॥
বিধাতা প্ৰসন্ন হ'ল ইমান দিনত।
দেখালে বাঞ্ছিত পতি নিশা সপোনত॥
দয়াময়ী ভগৱতী, দিলে শুভ বৰ।
পাঁচতুলী কুঁৱৰীৰ প্ৰসন্ন অন্তৰ॥
কণকা, জোনাকী সখী হৰিষ মনেৰে।
সজালেহি কুঁৱৰীক নানা সাজ-পাৰে॥
আঁচুৰিলে চুলিখিনি খোঁপা বান্ধি দিলে।
দিব্য গহনাৰে শৰীৰ শোভিলে॥
দুয়ো সখী আথে বেথে আনি নানা ফুল
গাঁথিলে বিচিত্ৰ মালা সুৰভি অতুল॥
ৰঙা বেলি অস্ত গ'ল পাচে পচিমত।
ওলাল পূৰ্ণিমা জোন নীল আকাশত॥

মন্দিৰত শঙ্খ ঘণ্টা বাজনা বাজিল ।
জোনাকত বসুন্ধৰা জিলিকি উঠিল ॥
আঁঠুকাঢ়ি ভৱানীক কৰি প্ৰণিপাত।
নানা ৰূপে স্তুতি-নতি কৰি অসংখ্যাত ॥
পাঁচতুলি গাভৰুৱে হৰষিত মনে।
ফুলনি চাবলৈ গ'ল গজেন্দ্ৰ গমনে ॥
লগতে জোনাকী সখী কণকাও গ'ল।
ফুলনিৰ শোভা দেখি আচৰিত হ'ল ॥
পাই যেন তৰুলতা নতুন যৌৱন।
হাঁহি আছে ফল-ফুলে অতি সুশোভন ॥
ৰচি পঁচি আছে ফুল সুফুলা গছত।
বসন্তৰ সমাগম যেন অকালত ॥
জুৰ জুৰ বয় বায়ু জুৰায় শৰীৰ।
কোকিলৰ কু-উ মাতে কৰিছে অস্থিৰ ॥
ফুলৰ সুগন্ধে মন প্ৰাণ হৰি নিয়ে।
সখী দুজনীক ধৰি ক'লে কুঁৱৰীয়ে।
নিশ্চয় বুজিছোঁ মোৰ প্ৰিয় প্ৰাণেশ্বৰ।
আছেহি লুকাই সখি, আঁৰত গছৰ ॥
সূৰ্যৰ পৰমভক্ত কুণ্ডিল কোঁৱৰ।
সূৰ্য হন্তে পালে তেওঁ এনে মহাবৰ ॥
য'তে ভৰি দিয়ে ত'তে ফুলে ফল-ফুল।
কোকিলে কুহৰে কৰে সুগন্ধে আকুল ॥

জোনাকী :

শুনা সখি, অদূৰত কি মধুৰ ধ্বনি।
মোহন বেণুৰ মাত, আহা! কিবা শুনি ॥
বাঁহীৰ শৱদে সখি, হ'লোঁ উনমত।
ব'লা সখি ব'লা সখি, বাঁহী বাজে য'ত

কণকা :—

সোৱা সখি, দেখাঁচোন অশোক গছত।
বজায় এজনে বাঁহী মোহন সুৰত ॥
আহাঁ সখি চোৰ ধৰোঁ আজি ফুলনিত
কুঁৱৰীয়ে অৱশ্যেই দণ্ডিব বিহিত ॥

## দশম দৃশ্য

নামি অশোকৰ পৰা চোৰ বপুৰাই।
প্ৰথমে লগালে মাত কুঁৱৰীলৈ চাই ॥
দেৱী কি মানৱী তুমি এই ফুলনিত।
কিবা সকামত আহি হ'লা উপস্থিত ॥
ৰূপহ জেউতি মোৰ চকুত ধৰিছে।
চিনাকি দিবানে দেৱী ত্ৰাস জনমিছে ॥

কণকা :—

"কোন তুমি ডেকাদেও ইমান ধুনীয়া।
কথাত জুৰায় হিয়া, হেৰা বিনন্দীয়া ॥
সুন্দৰ ডেকাৰ বেশে তুমি কি অৰুণ।
অকালত ফুলবাৰী কৰা সুশোভন ॥
তুমি আহি গছ-বন কৰিলা চিকুণ।
নুফুলা গছত ফুল ফুলালা নতুন ॥
ফুলনি পোহৰ কৰি উঠি অশোকত।
বাঁহীৰ শুৱলা মাতে, মোহিছা জগত ॥
এসুৰা জোনাক নিশা যমুনা পাৰত।
কৃষ্ণৰ মুৰুলী যেন মোহন সুৰত ॥
বাঁহীটি বজাই তুমি বিৰহী জনাৰ।
বিৰহ-বেদনা কিয় বঢোৱা হিয়াৰ ॥
ধন-পাঁচতুলী এওঁ বজাৰ জীয়ৰী।
আমি দুয়ো সখী নাম কণকা-জোনাকী ॥
ফুলনি চাবলৈ আহি অশোক গছত।
দেখিলোঁ তোমাক, কোৱাঁ কিয় ইমানত ॥

ফুলকোঁৱৰ :—

তুমিয়েকি পাঁচতুলী বজাৰ জীয়ৰী।
তুমিয়েকি প্ৰিয়তমা হৃদয়-ঈশ্বৰী ॥
তুমিয়েকি প্ৰাণাধিকে সৌন্দৰ্যৰ খনি।
তুমিয়েকি অন্ধলাৰ নয়নৰ মণি ॥
তুমিয়েকি প্ৰেম-সাগৰৰ ঔৰতৰা।
তোমাৰ কাৰণে হ'লোঁ, বিদেশত ভ্ৰমা ॥

মালিনীৰ নাতি হই মালিনীৰ ঘৰে।
ৰাজবেশ এৰি দেৰি, হজুৰাৰ দৰে॥
হিয়াৰ ওপৰ ধন বিচাৰি বিচাৰি।
মালিনীক সুধি পুছি তোমাৰে বাতৰি॥
তোমাৰে কাৰণে দেৱী প্ৰাণ কৰি পণ।
কৰিলোঁ তোমাকে মই হৃদয়ৰ ধন॥
সাধনাৰ ধন আজি পালোঁ দৰিশন।
প্ৰাণাধিকে লোৱাঁ মোৰ হিয়াৰ আসন।
মোৰ নাম ফুলসিংহ ৰজাৰ নন্দন।
চন্দ্ৰমুখ দেখি তয়ু সাৰ্থক জীৱন॥
কত দেশ ঘুৰি-পকি পালোঁ ই নগৰ।
কৰিলোঁ আশ্ৰয় মই মালিনীৰ ঘৰ॥
শুনিলোঁ তোমাৰ ৰূপ-গুণৰ কাহিনী।
মালিনীৰ মুখে হেৰা মানস মোহিনী॥
হলোঁ উন্মত্ত শুনি বাতৰি তোমাৰ।
কৰিলোঁ তোমাকে মোৰ জীৱনৰ সাৰ॥
নেভাবোঁ নিচিন্তো তোমা বিনে একো আন।
তোমাকেই সঁপি দিলোঁ মোৰ ক্ষুদ্ৰ প্ৰাণ॥
আশাত নিৰাশ যদি কৰিবৰ মন।
তোমাৰ আগতে মই ত্যেজিম জীৱন॥
কোৱঁৰৰ কথা শুনি ভাবিলে কুঁৱৰী।
কি কৰোঁ উপায় দিয়াঁ জগত ঈশ্বৰী॥
যৌৱন সোঁতত হাঁয়। জ্ঞান বুদ্ধি যায়।
আগ গুণি পাছ নুগুণিলে পাচে শোক পায়॥
শুনা প্ৰিয়তম মই কওঁ কথাসাৰ।
পাতিম পিতাক সুধি বিবাহ আমাৰ॥
পিতাৰ অজ্ঞাতে কোনো নকৰোহোঁ কৰ্ম।
পিতাক বেজাৰ দিলে হ'বহে অধৰ্ম॥
কথা শুনি ফুলসিংহে বুজিলে বচন।
শুভকাৰ্য শীঘ্ৰ কৰা শাস্ত্ৰৰ কথন॥
বেদৰ বিবাহ হয় অষ্টম প্ৰকাৰ।
গন্ধৰ্ব বিবাহ হয় ক্ষত্ৰিয় আচাৰ॥
গন্ধৰ্ব বিবাহ কৰা যদ্যপি আমাক।
নোদোৰিব কোনোজনে কুঁৱৰী তোমাক॥
সকলো দেৱক মই কওঁ সাক্ষী কৰি।
চন্দ্ৰসূৰ্য অগনিক মনত সুঁৱৰি॥
সত্যে সত্যে তুমি মোৰ প্ৰিয়া অৰ্দ্ধাঙ্গিনী।
সুখে দুখে তোমাকেহে কৰিম সঙ্গিনী॥
জানি শুনি মিছা কথা কয় যেই জন।
সহস্ৰ পুৰুষ তাৰ নৰক গমন॥
কৰিলোঁ প্ৰতিজ্ঞা মই নকৰাঁ নিৰাশ।
কৰিলে নিৰাশ মোৰ নিশ্চয় বিনাশ॥
কোঁৱৰৰ মিঠা মাত কুঁৱৰীয়ে শুনি।
হৰিষত ক'লে কিছুপৰ ভাবি গুণি॥
গন্ধৰ্ব বিবাহ হ'ব লাগিলে আমাৰ।
কৰাঁ হেৰা প্ৰিয়তম এনে অঙ্গীকাৰ॥
যদি তুমি ভাগ্যগুণে পোৱা ৰাজ্যধন।
মোৰ গৰ্ভত যদি ওপজে নন্দন॥
সত্য কৰাঁ তুমি তাক পাতিবা ভূপতি।
কুণ্ডিল ৰাজ্যৰ যেন হোৱে অধিপতি॥
কোঁৱৰে তথাস্তু বুলি কৰে অঙ্গীকাৰ।
পাতিলে গন্ধৰ্ব বিয়া ভেবে দুজনাৰ॥
দুযোৰে কণ্ঠত দুয়ো মালিকা পিন্ধালে।
আঙঠি হাতৰ দুয়ো সলনি কৰিলে॥
সখী চন্দ্ৰনীয়ে দিলে উৰুলি জোকাৰ।
নৱদম্পতীক দেখি আনন্দ অপাৰ॥
বৰষিলে পুষ্পৰাশি প্ৰেমগীত গালে।
সপোনত দেখা স্বামী দিঠকতে পালে॥
জোনায়ে ঢালিলে শিৰে অমিয়াৰ ধাৰ।
গছলতা ফল-ফুলে অতি জাতিষ্কাৰ॥
কুলিয়ে মাতিলে কু-উ আমনিৰ পৰা।
প্ৰমোদ ঘৰলৈ গ'ল দুয়ো কন্যা-দৰা।
বতাহে বিলালে আনি সুগন্ধৰ ভাৰ।
প্ৰকৃতিয়ে দিলে আনি প্ৰেম পুষ্পহাৰ॥
দুখনি হিয়াৰ নই একেধাৰা হই।
প্ৰেম সাগৰৰ পিনে যায় ধীৰে বই॥

## উপদেশ

হ'ব খোজা জ্ঞানী যদি লোক সমাজত,
লোৱা মোৰ উপদেশ গাঁথি হৃদয়ত।
সাৱধান, কথা ক'ব লাগিব যেতিয়া,
কাৰ কথা কাক ক'বা কিৰূপে কেতিয়া।
গমি চাবা কিনো কথা ক'বা কেনেকই,
ক'বা সত্য প্ৰিয় কথা বুজি-বাজি ৰ'ই।
ভৰিৰ পিছল হলে নিজে দুখ পায়,
জিভাৰ পিছলে কিন্তু আপদ ঘটায়।

## বাৰমাহ

বাৰমাহ বছৰত শুনা ল'ৰাহঁত।
বছৰৰ আগমাহ বিহু বহাগত॥
তাৰ পাচে জেঠ মাহ বাৰখৰ টান।
ৰ'দ আৰু পিয়াহত আতুৰ পৰাণ॥
আষাঢ়ত ৰাঁঠ লাগে দিন বাৰিষাৰ।
শাওণত বৰষুণ দিয়ে ধাৰাষাৰ॥
খেতি-বাতি ভৰপক আম কঁঠালৰ।
ভাদত জানিবা তিথি মহাপুৰুষৰ॥
আহিনত ৰোৱা শেষ কুঁৱলী কাতিত।
আঘোণত পকা ধান পথাৰ শোভিত॥
পুহ মাঘ জাৰকালি ধৰে টৈটুলাই।
মাঘৰ ভোগালি বিহু খেতিক চপাই॥
ফাগুনত দিয়ে জাৰ বতাহ সদায়।
চ'তত মাহৰ শেষ বছৰ বিদায়॥
গছ-লতা জক্ মক্ কুঁহি ফল পাত।
মাণিকী-মধুৰী-মউ কু-উ কু-উ মাত॥

[ উষা, ১ম বছৰ ]

## যত্ন কৰিলে ৰত্ন পায়

( ১ )

বহুদূৰ বাট দেখি ৰ'লা কিয় ল'ৰা,
মূৰ কপালত হাত থই?
কাঁইট দেখিয়ে কিয় চক খালা ল'ৰা,
নিছিঙি গোলাপ আছা ৰই?

( ২ )

পানী দেখি উলটিব খোজা কিয় ল'ৰা
নিছিঙি পদুম মনোহৰ?
বগা-ক'লা ডেউকাৰে সময় পখিলা
উৰি যায় চোৱা নিৰন্তৰ।

( ৩ )

সোণৰ শৈশৱ কাল গ'লে আৰু নাহে,
পখিলাই কাণে কাণে কয়,
ধেমালিত মজি ল'ৰা, সোণাময় দিন,
অবাবত নকৰিবা ব্যয়।

( ৪ )

যেতিয়া থাকিব কাম কৰিবলগীয়া,
কৰোঁ বুলি কৰিবা মনত,
ওপৰ টিঙত ভৰি দিব খোজে যিটো,
প্ৰথমে সি বগাব পৰ্বত।

( ৫ )

পৰ্বতৰ কাষৰত থিয় হৈ বাৰু,
একেথিৰে আকাশলৈ চাই,
থাকিলে সাৰটি হাত বিনা পৰিশ্ৰমে,
উঠিব কি পাৰে কোনোবাই?

( ৪ )

ঈশ্বৰে কৰিলে গাই, গাখীৰ যোগায়,
হাল বাই লওঁ বসদেৰে,
দয়া কৰি দয়াময়ে দিছে সকলোকে
ভোগ কৰোঁ আনন্দ মনে'ৰে

( ৫ )

ঈশ্বৰে কৰিলে পানী পিয়াহৰ হেতু,
গছ লতা দিয়ে ফলফুল,
আহা। কি দয়াৰ নিধি পৰম ঈশ্বৰ,
একোতে নহয় তয় তুল।

( ৬ )

যদিও পিছল খোৱা বাৰে বাৰে তুমি
হিয়া যেন নিৰাশ নহয়,
কৰা যত্ন বাৰে বাৰে হ'ব শেষকালে,
হেৰা ল'ৰা তোমাৰেই জয়।

( ৭ )

পৰ্বতৰ ওখ টিং দেখি হেৰা ল'ৰা,
উঠিবলৈ হেলা নকৰিবা,
দুখ নকৰিলে সুখ ক'ত পাবা ল'ৰা,
যত্ন কৰাঁ বস্তুক লভিবা।

## সৰু আইটি আৰু সৰু চৰাই

অ' সৰু চৰাই অ' সৰু চৰাই
মোৰ তা'ল যাবি,
পকা জামু পা'ৰি দিম শাৰী শাৰী
সোণৰ সঁজাত খাবি,
ফুটুকা ফুটুকী ফুল দিম আনি
তোক মই কোঁচ ভৰি,
অ' সৰু চৰাই আহচোন তই
ডেও দি দি ল'ৰি ল'ৰি।
অ' সৰু আইটি অ' সৰু আইটি
বৰ ভাল পাওঁ মই,
বা ৰিব ৰিব বা ৰিব ৰিব
মলয়া বতাহ বয়।
নেলাগে নেলাগে আইটি নেলাগে
সোণৰ সঁজাটি তোৰ,
গছৰ আগত পাতৰ আঁৰত
বাহ আছে সৰু মোৰ।
অ' সৰু চৰাই অ' সৰু চৰাই
কলৈ যাবি উৰি তই,

## ঈশ্বৰৰ কাৰ্যবিলাক

( ১ )

ঈশ্বৰে কৰিলে এই সুনীল আকাশ,
পথাৰত ঘাঁহ কুমলীয়া,
ঈশ্বৰে কৰিলে ফুল সুগন্ধেৰে ভৰা,
মনোহৰ নানা বৰণীয়া।

( ২ )

ঈশ্বৰে কৰিলে বেলি, বিতৰে পোহৰ,
সন্তোষিছে পশু পক্ষী নৰ,
ঈশ্বৰে কৰিলে জোন, অগণন তৰা,
ৰাতি হ'লে শোভা আকাশৰ।

( ৩ )

ঈশ্বৰে কৰিলে পাখী সুন্দৰ পাখিৰ,
শুৱলা মাতেৰে গীত গায়,
ডাৱৰৰ কাষলৈকে যদিও উধায়,
পোৱালিক পাহৰি নেযায়।

এটি ত্রুটি কৰি পাত যাব সৰি
জাৰকালি আহিলেই।
জাৰে হিমে বৰ দুখ হ'ব তোৰ
বাহুত থকাযে টান,
অ' সৰু চৰাই অ' সৰু চৰাই
কথালৈ কৰিবি কাণ।
অ' সৰু আইটি অ' সৰু আইটি
উৰি গুচি যাম মই,
যি দেশত কুঁহি পাত ফুল আছে
তেনেকুৱা দেশলই।
জাৰ হলে অন্ত আহিব বসন্ত
পচোৱা বলিব জুৰ,
তেতিয়া আহিম আকৌ নাচিম
ধৰিম গানৰ সুৰ।
অ' সৰু চৰাই অ' সৰু চৰাই
যাবি বাৰু কেনেকৈ,
পৰ্বত সাগৰ কত দেশান্তৰ
অকলৈ পাৰ হৈ।
আজলী পোৱালি অ' সৰু চৰাই
মোৰ তালৈ তই যাবি,
নহ'লে নিশ্চয় গ'ই গ'ই তই
স'চা বাট হেৰুৱাবি।
অ' সৰু আইটি অ' সৰু আইটি
মোৰ লগৰীয়া হ'বি,
পৰ্বত সাগৰ নদী সৰোৱৰ
ল'ই যাব পাৰ কৰি।
ব'দৰ পোহৰ সকলো দেশৰ
খাই গুচাবলৈ ভোক,
মুকলি মুৰীয়া সদায় সুখীয়া
তেৱেঁই কৰিলে মোক।

# নৱবৰ্ষ

( ১ )

নব বৰষৰ নবীন সঙ্গীত
কাণত হইছে ধ্বনি।
দূৰ ভবিষ্যৰ আশাৰ বেণুটি
শুনা যায় ৰিণি ৰিণি।

( ২ )

অসীম অনন্ত কালৰ সাগৰ
জনম নজনা ঠাই,
মৰণ ক'তনো সিয়ো অগোচৰ,
আগগুৰি একো নাই।

( ৩ )

অনন্ত সাগৰ গৰজিছে সদা,
ঢউৰ উপৰি ঢউ,
তাৰে এটি ঢউ মাৰ গ'ল আজি
কাজত একোকে নউ।

( ৪ )

আশাৰ মোহন মুৰতি আগত
হিয়াত কৰি থাপন,
নব বৰষক নবীন উছাহে
আনো কৰি আৱাহন।

( ৫ )

পুৰবতী নিশাৰ কুলিয়ে পুৱাতে
মঙ্গল উকলি গাই,
নব বৰষৰ দিলেহি জাননী
মলয়া চৌৰৰ লই।

( ৬ )

হেঙুলী বেলিৰ নতুন কিৰণে
গগন উজ্জ্বল কৰে,
বন-দেৱী সনে ফল-ফুল আনি
তোমাৰ যোগান ধৰে।

( ৭ )

ঘৰ-বাৰী মচি গৰু-গাই-ধুই
নতুন কাপোৰ লই,
নতুন সাজেৰে উৎসৱৰ মাজে
আদৰি আনিছে গই।

( ৮ )

স্বৰগ, মৰত, প্ৰকৃতি, মানুহ
সকলো আনন্দময়,
মেঘে মেঘে মিলি সাৰটা সাৰটি,
জগত কবিতামময়।

( ৯ )

চাওঁতে চাওঁতে পল পল কৰি
আদেশে মেলানি ল'লে,
সৰিৎ, সাগৰ, আকাশ, পৃথিৱী
বিদায় সঙ্গীত গালে।

( ১০ )

চাওঁতে চাওঁতে এখোজ বঢ়ালোঁ
মৰণ-দেশৰ পোনে,
জীৱন-বুৰঞ্জী মেলি এবে চোৱাঁ
হাৰিল জিকিল কোনে।

( ১১ )

নতুন তেজেৰে নতুন বলেৰে,
নতুন টঙালি লই।
প্ৰতি মুহূৰ্ত্ততে আগবাঢোঁ ব'লাঁ
'অতীত' নিদিওঁ ঠাই

( ১২ )

ওপৰে ঈশ্বৰ দয়াময় পিতা,
তলত মানুহ ভাই,
সাহে বুকু বান্ধি ব'লাচোঁ সকলো
জগত জিনিম গই।

( ১৩ )

কুল্ কুল্ কুল্ বইছে তটিনী
সদায় সিন্ধুৰ ফালে,
আমি কি মানৱ নিজ লক্ষ্যলই
নেযাম কোনোবা কালে?

( ১৪ )

নীল আকাশত হাতীপটি মাজে
তৰাই পাতিছে থুল,
সেই বুলি কোনো তৰাই নকৰে
আপোন লক্ষ্যৰ ভুল।

( ১৫ )

নতুন বছৰে দিছে সোঁৱৰাই
আমাক আপোন কাজে,
নতুন উৎসাহে হওঁ ব'লা সৱে
বিজয়ী জগত মাজে।

( ১৬ )

সৌভাগ্য বেলিৰ হিৰণ কিৰণ
পূৱত ফুটিছে সোৱা,
হাতত পতাকা লই ব'লা সৱে
উলাহ সঙ্গীত গোৱাঁ।

.........

# নিচুকনি

( ১ )

মাখিৰ মূৰে কাটি জয়ঢোল সাজিলোঁ।
পিপৰা ছালেৰে চাই,
এন্দুৰ কেৰ্কেটুৱাই নাচনখন ধৰিলে
উৰহে চাপৰি বাই।

( ২ )

বাঘৰে ছাগৰে হালখন জুৰিলো
কাৰ্শলা সাপৰে লাক,
ডালৰ হনুমন্তে আলি বাট কাটিলে
ভালুকে ডকালে গৰু।

( ৩ )

মৌ পিয়া চৰায়ে পৰ্বত লয় তুলি,
ঢোল যেন কণী পাৰে চুঙাৰ বাগুলি।

( ৪ )

বাঁহৰ আগত ভটীয়া বগলী,
চিলনী কি খাই জীয়ে ?
বেজীৰ আগত ৰান্ধোন বাঢোন,
উখানে কি কাপোৰ সীয়ে ?

( ৫ )

বাপুকণ ধুনীয়া পাটৰ চুৰীয়া,
মূৰত হেঙুলীয়া ছাতি,
বাটৰ বাটকৰাই বৈ বৈ সুধিলে,
কোন বিষয়াৰে নাতি ?
নাতিৰে নাতি জপনাৰ কাঠি,
লৰালে মাধুলী হাতী,
আমাৰ বাপু শুইছে গধূলি বেলিকা,
নাছিবি কাণখোৱা বাঢ়ি।

( ৬ )

গা হালি জালি কৰিছে আইদেউৰ,
হ'ল শয়নৰে বেলি,
চকু তিৰেবিৰে কৰিছে আইদেউৰ
লোৰাঁচি পাটিতে লেটি।

( ৭ )

আমাৰে মইনা শুব এ,
বাৰীতে বগৰী রুব এ।
বাৰীতে বগৰী পকি সৰিব
মইনাই বুটলি খাব এ।

# অতীত মাধুৰী

কিনো গান গালি তই স্বৰগ কুঁৱৰী।
গান শুনি ভোল গ'লোঁ,
হেঁপাহেৰে ঘূৰি চালোঁ,
কেনিবাদি মাৰ গ'ল গানৰ লহৰী।
কত আশা কৰি হায়।
ৰ'ই ৰ'ই বাট চাই,
উভতি আহিলোঁ দেৰি উভতি আহিলোঁ,
চুনাই সি গীত গোৱা আৰু নুশুনিলোঁ।
অমিয়া মাধুৰী গান,
ললিত বীণৰ তান,
আজিও কাণত মোৰ বাজিব লাগিছে,
আজিও কি একে ভাবে বিভোল কৰিছে।
আজিও কুলিৰ মাত
শুনি কিবা লাগে গাত,
শুনো শুনো শুনো যেন সি বীণৰ তান।
বনৰ বিহগে উৰি,
কতনো জাতেৰে গায়, আফুটা সঙ্গীত,
নুগুচে পিয়াহ কিন্তু অভাগৰ চিত।

শুনাই এদিনা গান,
তইতো ভুলালি প্ৰাণ,
ললিত মধুৰ সুৰে বলিয়া কৰিলি,
চুম্বক শিলৰ দৰে মোক আকৰ্ষিলি।
নিতউ সন্ধিয়া বেলি,
একে থৰে আশা পালি,
একেবাহে সন্ধিয়াৰ তৰাটিলৈ চাই,
ভাবি থাকোঁ তোৰ গান শুনিম দুনাই,
ভাবি গুণি থাঁকোতেই
হুমুনিয়া কাঢোঁতেই,
দেখা দিলে অকস্মাৎ মানস-মোহিনী
শুনালি আকৌ সেই মধুৰ ৰাগিণী।
তধা লাগি ৰ'ই ৰ'ই—
নেত্ৰ ভৰি চাম মই।
যেতিয়া খুজিলোঁ তোৰ সুধা মুখখনি,
সাউৎ কৰে অন্তৰ্ধান হলি সুবদনী।
এই আছে এই নাই,
মেঘত বিজুলী প্ৰায়,
মুহূৰ্ত্তে একেবাৰে লুকালি আঁৰত,
এৰি মোক বিৰহৰ দাৰুণ তাপত।
বিৰহ কাতৰ হ'ই,
তোৰ কথা ভাবি মই,
তোৰ কথা সুধি ফুৰোঁ যাকে পাওঁ তাক।
সুধিলে কথাটি তোৰ গছ-লতিকাক,
ওপৰলৈ মূৰ তুলি,
সিহঁতেও তালি-জুলি,
আঙুলিয়াই দেখুৱালে অনন্ত আকাশ,
তাতে কি আনন্দময়ি, তই কৰ বাস?

[প্ৰথম প্ৰকাশ—বিজুলী
পুনৰ্মুদ্ৰণ—আৱাহন
৪ৰ্থ বছৰ ১০ম সংখ্যা']

# প্ৰাৰ্থনা

(১)

মধুময় বলোক বতাহ,
মধুময় নদীৰ প্ৰবাহ।
মধুৰ শ্যামল বনৌষধি,
মধু হোক উষা দিনে ৰাতি।

মধু পৃথিৱীৰ ধূলিকণ,
মধু পিতৃ-মাতৃ গুৰুজন।
মধুময় দ্যুলোক-ভূলোক,
মধুময় সকলোটি হোক।

মধুময় বন বনস্পতি,
মধুময় ৰবিৰ জেউতি,
দিশে দিশে মধুৰ বৰ্ষণ,
মধু হোক সকলোৰে মন।

[ঋগ্বেদ ১ম অষ্টক, ৬ষ্ঠ অধ্যায়]

(২)

অসত্য অজ্ঞান নাশি দিয়াঁ সত্যজ্ঞান,
তিমিৰ বিনাশি প্ৰভো কৰা জ্যোতি দান।
মৃত্যু হন্তে নিয়া প্ৰভো অমৃতৰ ধাম,
হে সত্য অমৃত জ্যোতি তোমাক প্ৰণাম।

[বৃহদাৰণ্যক উপনিষদ ১ম অধ্যায়, ২য় মণ্ডল, ৩য় ব্ৰাহ্মণ।]
•ৰবৈচিলা—৩য় ভাগ, ব'হাগ ১৮৫৬ শক

# গীত

সাগৰে মাতিছে পানীৰ টোপালক
একেই আমাৰ অংশ,
তুমিযে মইযে একেই মাথোন
নোহো কোনো কাৰো বংশ।
জ্যোতিয়ে বোলে সৰু চাকি গছক
কোনো কাৰো নাহো পৰ,
তুমিযে মইযে একেই মাথোন
দুয়োৰে যে এক ঘৰ।
জীৱন বুলিলে দেহাধাৰী মাথোঁ
একেই পৰম প্ৰাণ,
ধাৰণা ধৰিছোঁ সেই মাতৰিশ্বা
উশাহৰ একেটি তান।
পূৰ্ণৰ লগত পূৰ্ণ যে তুমি
নেভাবিবা নিজে কম,
দুইটি পূৰ্ণ একেটি বিভূতি
ভাবিলেই পাবা গম।
ভগবান ভক্ত কথাও একেই
দুয়ো একে হৈ পৰে,
চাওঁতে মুহূৰ্তে ইফাল হিফাল
অজ্ঞানে নিলগ কৰে।
প্ৰত্যেক গোপীয়ে নিজতো দেখে
পৰত নেদেখে কেও,
তোমাৰ দেহৰ নোম কূপে কূপে
একে পৰিপূৰ্ণ তেওঁ।
তেওঁ আৰু তুমি বেলেগ নোহোৱা
চিঞৰা তেৰেঁই মই,
প্ৰতিধ্বনিয়ে তাকে শলাগিছে
বুলিছে তুমিয়ে' মই।

আৱাহন
৮ম বছৰ, ১২ শ সংখ্যা।

# আনন্দচন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী

প্ৰবন্ধ - খণ্ড

সংকলন আৰু সম্পাদনা:
শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

আনন্দচন্দ্ৰ আগৰৱালাৰ নাম স্মৰণ কৰিলে এনে এগৰাকী কোমল-কঠিনে গঢ়া পুৰুষৰ কথা মনলৈ আহে, যিজনে জীৱিকাৰ কাৰণে পুলিচ বিভাগৰ চাকৰি বাছি ল'লেও তাৰ দ্বাৰা তেওঁৰ কবি-কোমল অন্তৰ আৰু তথ্য বা তত্ত্ব অনুসন্ধানৰ মনোবৃত্তিৰ বিকাশত কোনো অন্তৰায়ৰ সৃষ্টি নহ'ল। যিজন নওৰংৰাম কেডিয়া আগৰৱালাই ভাগ্যৰ অন্বেষণত ১৮১১ চনত ৰাজপুতনাৰ 'চুৰু' নগৰ এৰি সুদূৰ পূবলৈ আহি তেজপুৰৰ গমিৰিত কাৰবাৰ আৰম্ভ কৰি এই দেশতে বস-বাস কৰি থলুৱা বাসিন্দা হৈ পৰিল, সেই নওৰংৰামৰ দ্বিতীয়া পত্নী সোণপাহীৰ পুত্ৰ কাশীৰামৰ (পত্নী ৰাধিকা) প্ৰথম পুত্ৰই হৈছে আনন্দচন্দ্ৰ আগৰৱালা। আনন্দচন্দ্ৰই যি কলংপুৰত ভূমিষ্ঠ হৈছিল, সেই কলংপুৰত নিধিৰাম কেওঁট (পিছত নিধি লিৱি ফাৰৱেল), লম্বোদৰ বৰা (১৮৬০-৯২), হৰিবিলাস আগৰৱালা (১৮৪২-১৯১৬) আদি বিখ্যাত লোকসকলে জন্ম গ্ৰহণ কৰিছিল, আৰু তেওঁ যি বংশত উপজিছিল সেই বংশৰ পুৰণি অসমীয়া পুথিৰ প্ৰথম প্ৰকাশক দেশ-হিতৈষী হৰিবিলাস আগৰৱালা কবি চন্দ্ৰকুমাৰ আগৰৱালা (১৮৬৭-১৯৩৮), অকালতে মৃত্যু-বৰণ কৰা কবি কৃষ্ণপ্ৰসাদ আগৰৱালা (১৮৭৫-৯৪), কবি, নাট্যকাৰ, গল্প-লেখক, সাংবাদিক আৰু বোলছবি প্ৰযোজক ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা (১৯০৩-৫১) আদিৰ বৰঙণিৰ দ্বাৰা আধুনিক অসমীয়া সাহিত্য সমৃদ্ধ হৈছে।

আনন্দচন্দ্ৰ আগৰৱালাই 'ধৰ্মপ্ৰাণা মাতৃদেৱীৰ মৰমিয়াল শিকনি আৰু বুজনি' লভি, হাইস্কুলীয়া জীৱনত বৰদেউতাক হৰিবিলাস আগৰৱালাৰ 'পুথি-ভঁৰালত থকা অনেক সাঁচি পুথি আৰু কাকত পঢ়ি', ছাত্ৰাৱস্থাত নবীনচন্দ্ৰ বৰদলৈ, ব্ৰজানন্দ বৰকাকতী আৰু কৃষ্ণপ্ৰসাদ আগৰৱালাৰ সংগ লাভ কৰি আৰু শেহত ১৮৯১ চনত কলিকতালৈ গৈ শৰাইঘটীয়া দলৰ সংস্পৰ্শলৈ আহি নিজৰ জীৱন গঢ়াৰ উপৰিও মাতৃভাষাৰ বেদীলৈ পূজাৰ অৰ্ঘ নিবেদন কৰি গ'ল। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে ১৮১০ শকৰ শ্ৰীকৃষ্ণৰ জন্মাষ্টমী তিথিৰ দিনা কলিকতাত থকা অসমীয়া ছাত্ৰসকলৰ 'জলপনীয়া ভোজৰূপী' এখন সন্মিলনেই হ'ল অসমীয়া ভাষা উন্নতি সাধনী সভাৰ জননী আৰু এই সভাই এক প্ৰবল 'সাহিত্যিক আন্দোলন'ৰ সূচনা কৰিলে। "কেঁচুৱা মাতৃভাষা কেনেকৈ ডাঙৰ-দীঘল হ'ব, কেনেকৈ সি পৃথিৱীৰ আন আন ধনী আৰু উন্নতিশীল ভাষাৰ সমান হৈ আপোন গৌৰব-বেলিৰ পোহৰ চাৰিওফালে পেলাই দুখীয়া আৰু এন্ধাৰ অসমৰ মুখ পোহৰাব পাৰিব, কেনেকৈ সি দুৰ্বল, ৰুগীয়া আৰু জীৰ্ণ অৱস্থাৰপৰা সবল, সুস্থ আৰু শকত অৱস্থা পাব, তাৰ উপায় সাধনেই" সভাৰ উদ্দেশ্য আছিল। চন্দ্ৰকুমাৰ আগৰৱালাৰ দ্বাৰা সম্পাদিত আৰু প্ৰকাশিত 'জোনাকী' কাকতে (১৮৮৯ চনৰ ৯ ফেব্ৰুৱাৰী) এটা সাহিত্যিক আন্দোলন সৃষ্টি কৰিলে। জোনাকীৰ মূলতে আছিল তিনি মূৰ্তি—চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী। "জোনাকী কাকতখনকে অ. ভা. উ. সা.ৰ সাৰথিসকলে চক্ৰবেহু পাতি তাতে আলম লৈ শৰাইঘটীয়া বিক্ৰমেৰে যুঁজি অসমীয়া ভাষাৰ বুৰঞ্জীত হাতীপটি হেন নতুন যুগ এটা সৃষ্টি কৰি পেলালে।" সেয়ে হ'ল নৱ-জাগৃতিৰ যুগ বা নৱন্যাসৰ যুগ।

আনন্দচন্দ্ৰ আগৰৱালাক সাধাৰণতে জোনাকী কোঁৱৰ বা কবি বোলা হয়, কিন্তু এই সুবুকী সুৰীয়া

কবিজনে যেতিয়াবেপৰা তথ্য বা তত্ত্ব অনুসন্ধানত আত্মনিয়োগ কৰিবলৈ ধৰিলে তেতিয়াবেপৰা তেওঁ কবিতা-কুঞ্জ এৰি গহন বনত সোমাল। গতিকে আনন্দচন্দ্ৰ আগৰৱালাৰ সাহিত্যিক জীৱনৰ দুটা পৰ্ব দেখা যায়। প্ৰথম পৰ্বত তেওঁ কবিতা দেৱীৰ উপাসক আছিল, আৰু এই পৰ্বৰ কবিতাসমূহ 'জিলিকনি' আৰু 'পত্ৰমনিত' ( বৰ্তমান প্ৰকাশ পাইছে ) সন্নিবিষ্ট কৰা হৈছে। জীৱনৰ দ্বিতীয় পৰ্বত তেওঁ অসমৰ প্ৰত্নতত্ত্ব, পুৰাবৃত্ত আৰু বাইকৈ প্ৰাচীন ভূগোলৰ চিন্তাত ব্যাপৃত হৈছিল। আৰক্ষী বিভাগৰ গধুৰ দায়িত্বত থাকি তেওঁ যে সাহিত্য, ভাষাতত্ত্ব, জাতিতত্ত্ব, পুৰাতত্ত্ব, পুৰাবৃত্ত আদি বিভিন্ন বিষয়ৰ ইমানখিনি প্ৰবন্ধ লিখিলে তাক ভাবিলে আচৰিত হ'ব লাগে।

"আনন্দচন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী'ৰ প্ৰবন্ধ খণ্ডত আগৰৱালাই জীৱনৰ বিভিন্ন সময়ত লেখা গদ্য ৰচনাসমূহ সন্নিবিষ্ট কৰা হৈছে। 'জোনাকী,' 'বিজুলী' আদি আলোচনীবপৰা আৰম্ভ কৰি 'জয়ন্তী'ৰ সময়লৈকে বিভিন্ন আলোচনীত প্ৰকাশিত প্ৰবন্ধসমূহত তেওঁৰ চিন্তাৰ ধাৰা প্ৰকাশ পাইছে। হাডচনে কৈছে যে প্ৰকৃত প্ৰবন্ধত লেখকৰ নিজা আৰু তেওঁৰ ব্যক্তিত্বৰ গভীৰ সাঁচ পোৱা যায় ('The true essay is essentially personal'—Hudson) আনন্দচন্দ্ৰ আগৰৱালাৰ প্ৰবন্ধসমূহতো তেওঁৰ ব্যক্তিত্বৰ সাঁচ পৰিলক্ষিত হয়।

আগৰৱালাৰ প্ৰবন্ধসমূহক বাইকৈ (১) প্ৰত্নতত্ত্ব বা পুৰাবৃত্তমূলক, (২) চিন্তা বা তত্ত্বমূলক, (৩) জাতিতত্ত্ব বিষয়ক আৰু (৪) সাহিত্য বিষয়ক,' এই চাৰি প্ৰকাৰে শ্ৰেণীবদ্ধ কৰিব পাৰি। মনোবৃত্তিৰ কালৰপৰা কবি হলেও প্ৰাচীন, পবিত্ৰ আৰু মহিমামণ্ডিত দেশৰ ইতিহাসৰ গন্ধ থেকি প্ৰাচীন অসমৰ ভূগোলৰ চিন্তাত ব্যাপৃত হৈ 'জিলিকনি'ৰ কবিৰ মন প্ৰত্নতত্ত্ব তথা পুৰাবৃত্তৰ প্ৰতি আকৰ্ষিত হ'ল। সেই কাৰণে ঋগ্বেদ, কালিকাপুৰাণ, যোগিনীতন্ত্ৰ আদি পুথি অধ্যয়ন কৰি প্ৰাচীন, কামৰূপ বা প্ৰাগজ্যোতিষৰো যে ইতিহাস প্ৰসিদ্ধ অতি প্ৰাচীন দেশ তাক সুপ্ৰতিষ্ঠিত কৰিবৰ কাৰণে তেওঁ যত্নপৰ হ'ল। অসম সাহিত্য সভাৰ পঞ্চদশ অধিবেশনৰ সভাপতিৰ অভিভাষণত তেওঁ অসমৰ প্ৰাচীনত্বৰ বিষয়ে কৈছে, "অসম দেশ, বিশেষকৈ অসমৰ পৰ্বতবিলাক অতি পুৰণি। পুৰাণ আৰু তন্ত্ৰত কামাখ্যাৰ যি বিৱৰণ আছে তাৰপৰা বোধ হয় কামাখ্যা পৰ্বতৰ মনোভৱ গুহাত আদি মানৱ-দম্পতী স্বায়ম্ভুব মনু আৰু গায়ত্ৰীৰ জন্ম হৈছিল। সেই নিমিত্তে কামাখ্যাক জগতাং প্ৰসূঃ ব্ৰহ্মযোনি বোলা হৈছে। * * * আমাৰ দেশখনেই ভাৰতৰ পূৰ্বপ্ৰদেশ। ইয়াক প্ৰাক্ বা প্ৰাচী দিশ বুলিও কয়। প্ৰাচী দিশৰ ভিতৰত অকল যে আমাৰ দেশখনেই পৰে এনে নহয়। ব্ৰহ্মদেশ আৰু হিমালয়ৰ পূৰ্বাংশও পৰে। * * অমৰকোষমতে দেৱৰাজ ইন্দ্ৰ প্ৰাচী দিশৰ অধিপতি। ০ ০ কালিকা পুৰাণে কামৰূপক সুৰালয় বুলি স্পষ্টকৈ কৈছে।" মুঠতে এই অভিভাষণত আগৰৱালাৰ গবেষণাৰ মূল কথাখিনি সংক্ষেপে পোৱা যায়।

প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে প্ৰত্নতাত্ত্বিক ৰজনীকুমাৰ পদ্মপতিয়েও (১৮৬৫-১৯৩৮) অসমৰ প্ৰত্নতত্ত্বৰ অনুসন্ধানত লাগি আছিল। তেওঁ অনেক যুক্তি আৰু প্ৰমাণেৰে দেখুৱাইছিল যে অসম 'বৈদিক স্বঃ বা স্বৰ্গৰাজ্যৰ ভিতৰত পৰিছিল', আৰু 'আমাৰ দেশখন আদিতে দেৱাবাস বা আৰ্যসকলৰ থকা ঠাই আছিল'। আনন্দচন্দ্ৰ আগৰৱালাই তেওঁৰ দৰে প্ৰাচীন অসমৰ গৌৰৱ প্ৰতিষ্ঠা কৰাত সততে আত্মনিয়োগ কৰিছিল।

অসমখনেই যে প্ৰাচী দেশ, ইলাবৃত্তবৰ্ষ যে ইয়াতেই, সৰস্বতী, দৃষদ্বতী আদি বেদোক্ত নদীবিলাক যে অসমতে, ব্ৰহ্মপুত্ৰৰ দ'তিৰ বিশ্বনাথৰ পূবে যে উমাৰ তপোৱন উমা-বন, বশিষ্ঠৰ আশ্ৰম যে প্ৰাগজ্যোতিষ বা গুৱাহাটীত, দক্ষৰ মায়াপুৰী যে কামাখ্যাত, দৰ্পণ পৰ্বত যে হাজোত, দেৱযান পন্থা যে অসমত, সদিয়াত যে একালত আৰ্য্য বসতি আছিল, কাৰৰূপেই

যে আৰ্য্য জাতিৰ আদি স্বৰ্গ, পথ্যাস্বস্তি পন্থা (পথ্যাস্বস্তি পন্থাৰপৰা পথ্যাৱতী পান্থ আৰু তাৰপৰা পথালিপাম) যে অসমতে, কোলভা শব্দৰ পৰাই যে কলিতা হৈছে, ঋগ্বেদোক্ত জীৱ-জন্তুবিলাকো যে অসমতে পোৱা যায়, বৈদিক যুগৰ উদ্ভিদো যে পুৰণি কামৰূপত আগৰপৰা আছে, বৈদিক যুগত ব্যৱহৃত ধাতু আৰু সাজ-পাৰ যে অসমতে আছে, ব্ৰহ্মদেশত যে আৰ্য জাতিৰ উপনিবেশ আছিল—ইত্যাদি কথা-বিলাক কালিকা পুৰাণ, যোগিনীতন্ত্ৰ, ঋগ্বেদ, বুৰঞ্জী আদি বিভিন্ন পুথিৰ উদ্ধৃতিৰে 'অসমৰ পুৰাবৃত্ত' নামৰ এলানী প্ৰবন্ধত বিশদভাবে আলোচনা কৰিছে। আৱাহনৰ ছটা সংখ্যাত প্ৰকাশিত 'কামৰূপৰ তীৰ্থ বিৱৰণ' নামৰ সুদীৰ্ঘ প্ৰবন্ধত 'পূবে পৰশুৰাম কুণ্ডৰপৰা পশ্চিমে কৰতোয়া নদী পৰ্যন্ত এই ভূখণ্ডত যি যি ভৌম তীৰ্থ আছে' সেইবোৰৰ সংক্ষিপ্ত বিৱৰণ দিয়াৰ উপৰিও কালিকা পুৰাণ, যোগিনী তন্ত্ৰ আদি বিবিধ পুথিৰপৰা উদ্ধৃতি দিছে, আন কি নন্দলাল দেৰ, 'পুৰণি ভাৰতৰ ভূ-পৰিচায়ক অভিধান' নামৰ পুথি-খনৰো ঠায়ে ঠায়ে উদ্ধৃতি আছে। 'তেজপুৰৰ পুৰাবৃত্ত' প্ৰবন্ধত নাটক পৰ্বত, শৃঙ্গাৰিকা বা শিঙ্গৰি পৰ্বত, বৃষস্কন্ধ পৰ্বত, ধনদা নদী, ভট্টাৰিকা নদী, দিকাৰিকা নদী, বৃদ্ধগঙ্গা নদী, পুণ্যক্ষেত্ৰ, উমাবন, মহাভৈৰৱ, ভৈৰৱী দেৱালয় আদিৰ কথা আলোচনা কৰিছে। 'তেজপুৰৰ পুৰণি কথা' প্ৰবন্ধত তেজপুৰৰ সংক্ষিপ্ত পুৰাবৃত্তৰ আভাস পোৱা যায়। 'গোৱালপাৰা জিলা আৰু কামৰূপ ৰাজ্যৰ সংক্ষিপ্ত বিৱৰণ' নামৰ পুস্তিকাত (অসম সাহিত্য সভাৰ নৱম ধুবুৰী অধিৱেশন উপলক্ষ্যে ছপা কৰি বিতৰণ কৰা হৈছিল) গোৱালপাৰাৰ এটা বুৰঞ্জীমূলক বিৱৰণ পোৱা যায়। পৌণ্ড্ৰবৰ্দ্ধন বা মহাস্থানগড় প্ৰবন্ধত মেজৰ জেনেৰেল চাৰ কানিংহামৰ প্ৰাচীন ভূগোল নামৰ পুথিত উল্লেখ থকা মহাস্থানগড় সম্পৰ্কে তেওঁ খুঁত ধৰি কৈছে যে বঙ্গদেশৰ বগুড়া নগৰৰ পৰা ৭ মাইল উত্তৰে কৰতোয়া নদীৰ পশ্চিম পাৰত থকা মহাস্থানগডেই আগৰ পুণ্ড্ৰবৰ্দ্ধন [আৰু "হিৱেনচাঙে পুণ্ড্ৰবৰ্দ্ধন অৰ্থাৎ মহাস্থানগড়ৰপৰা যাত্ৰা কৰি কৰতোয়া নদী পাৰ হৈ পুব মুখে আহি আহি ৬৩৯ খৃষ্টাব্দৰ ২০ ফেব্ৰুৱাৰী তাৰিখে প্ৰাগজ্যোতিষপুৰত উপস্থিত হৈ ভাস্কৰবৰ্মাৰ অতিথিস্বৰূপে কিছুদিন বাস কৰিছিল" (পৃঃ ৩৮২)। 'সোম, সৌম্য আৰু সৌমাৰ' প্ৰবন্ধত সৌমাৰ শব্দৰ লগত সোম বা সৌম্য শব্দৰ সম্বন্ধ কি তেওঁ তাক দেখুৱাইছে।

আগৰৱালাৰ জাতিতত্ত্ব বিষয়ক প্ৰবন্ধ কেইটা হ'ল 'মানসা নদী আৰু বডো জাতি', 'আমাৰ দেশৰ আদিবাসী মানুহ' আৰু 'মম্বা ভোট'। এই তিনিটা প্ৰবন্ধত তেওঁ বিভিন্ন উপজাতিৰ কথা আলোচনা কৰিছে। মান নামৰ প্ৰবন্ধটোও তথ্যপূৰ্ণ। মান জাতিৰ প্ৰসঙ্গত লিখিছে, "মান বা টালাইং জাতিৰ মানুহেই প্ৰথমে উত্তৰফালৰ পৰা আহি চালোনক খেদাই ব্ৰহ্মদেশত বসতি স্থাপন কৰে। 'মান' শব্দৰ অৰ্থ আদি মানুহ। তাৰ পাছে বৰ্মন জাতি উত্তৰৰপৰা আহে। চীন আৰু কাচিন, বাৰ্মিজ জাতিৰে দুটা ঠাল মাথোন। কাচিন আৰু চিংফোৰ গুৰি গছ একে। কাৰেণ জাতিৰ মানুহ-বিলাক চালোনৰ নিচিনা ব্ৰহ্মদেশৰ আদিবাসীলোক" (পৃঃ ৪৪৬)। 'ব্ৰহ্মদেশত অসমীয়া মানুহ' শীৰ্ষক প্ৰবন্ধত ব্ৰহ্মদেশত থকা অসমীয়া মানুহবিলাক কিদৰে বাৰ্মিজত পৰিণত হৈ 'অসমীয়া জাতীয়ত্বৰ চিন নথকা হৈ পৰিছে' তাক আলোচনা কৰিছে। 'ব্ৰহ্মযাত্ৰীৰ ডায়েৰী' প্ৰবন্ধত ব্ৰহ্মদেশৰ বিৱৰণ পোৱা যায়।

'সৃষ্টি-তত্ত্ব', 'কৰ্মফল-তত্ত্ব' আৰু 'পৰলোক-তত্ত্ব' এই তিনিটা চিন্তামূলক প্ৰবন্ধত তেওঁ বিষয়-বস্তু-সমূহ পুঙ্খানুপুঙ্খভাবে আলোচনা কৰিছে। সৃষ্টি-তত্ত্ব প্ৰবন্ধত তেওঁ পৰব্ৰহ্মৰ ৰূপ, সৌৰজগতৰ স্বৰূপ, পৃথিৱীত বিভিন্ন প্ৰাণীৰ সৃষ্টি, দেহ-তত্ত্বৰ কথা, জীৱৰ দেহান্তৰ ভ্ৰমণ আৰু পুনৰ্জন্মৰ কথা সুক্ষ্মভাৱে আলোচনা কৰিছে। সূৰ্যৰ স্বৰূপ প্ৰসঙ্গত লিখিছে, "জড় আৰু

জীৱ জগতৰ লগত সূৰ্যৰ সম্বন্ধ দেখি এতিয়াৰ বিজ্ঞানবিদ পণ্ডিতসকলে বিস্ময় মানিছে। বাস্তৱিক সৌৰজগতৰ স্ৰষ্টা বা সৱিতা সূৰ্যত ব্ৰহ্ম বিভূতিৰ অসামান্য বিকাশ দেখা যায়। তত্ত্বদৰ্শী ঋষিসকলে সূৰ্যত মহতী ঐশী শক্তিৰ প্ৰকাশ দেখি তেওঁৰ জড় আৱৰণৰ ভিতৰত ত্ৰিলোকৰ সৰ্বময় কৰ্তা আদিত্য দেৱতা অধিষ্ঠিত আছে বুলি ঘোষণা কৰিলে। * * সূৰ্যৰপৰা প্ৰাণ-শক্তি পৃথিৱীলৈ আহে" (৪৬০)। কৰ্মফল-তত্ত্ব প্ৰবন্ধত তেওঁ কৈছে, "আমি কৰ্মৰূপ যি বীজ ৰোওঁ তাৰ ফল এদিন নহয় এদিন ভোগ কৰিবই লাগিব। শুভ কৰ্মত শুভ ফল। অশুভ কৰ্মত ফল দুখ। এয়ে কৰ্মফলৰ সাধাৰণ নিয়ম" (৫৮১)। পৰলোক-তত্ত্ব প্ৰবন্ধত তেওঁ কৈছে, "কাৰ কেতিয়া মৃত্যু হয় সেইটো সাধাৰণতঃ আগতে সঠিককৈ জানিব পৰা নাযায়। অলপ অনুসন্ধান কৰিলে দেখা যাব যে, গুৰুতৰ কোনো শুভ বা অশুভ কাৰ্যতঃ ঘটিবৰ কিছু সময় পূৰ্বেই মানুহৰ মনৰ ভিতৰত তেনেকুৱা এটা ছায়াপাত হৈ থাকে" (৫২৩)। এই প্ৰসঙ্গত তেওঁ ব্ৰহ্মাণ্ড পুৰাণ, স্বৰোদয় আদিৰ পৰা অৰিষ্টম বা মৃত্যুৰ লক্ষণৰ উদ্ধৃতি দিছে। 'সেৱা-ধৰ্ম' প্ৰবন্ধত তেওঁ কৈছে যে 'জীৱাত্মা পৰমাত্মাৰ অংশ', 'তেওঁ সকলো নৰ-নাৰীৰ, সকলো জীৱ-জন্তুৰ সৃষ্টি কৰ্তা, পালন কৰ্তা, আৰু সংহাৰ কৰ্তা' আৰু আমি সকলোকে নিজৰ নিচিনা দেখিব লাগে'। 'জীৱৰ প্ৰতি প্ৰেম, জীৱৰ সেৱা, বিশেষকৈ মানৱৰ দৰিদ্ৰ নাৰায়ণৰ সেৱাতকৈ শ্ৰেষ্ঠ মহৎ কাম একো নাই' আৰু 'জন-সেৱাকে দাস্য-ভক্তি বোলে'। গীতা, কীৰ্তন, ঘোষা আদিৰ উদ্ধৃতিৰে তেওঁ সেৱা-ধৰ্মৰ তাৎপৰ্য ব্যাখ্যা কৰিছে।

'অসমীয়া ভাষাৰ প্ৰকৃতি আৰু বিশিষ্টতা', সংস্কৃতমূলক অসমীয়া ঘৰুৱা শব্দ' এই দুটা প্ৰবন্ধত তেওঁ অসমীয়া ভাষাৰ বৈশিষ্ট্য ফঁহিয়াই দেখুৱাৰ উপৰি সংস্কৃত-প্ৰাকৃত-অসমীয়া আৰু সংস্কৃত-অসমীয়া বঙলা শব্দৰ তালিকাও দিছে। 'অসমীয়া আখৰ আৰু আখৰ জোঁটনি সম্পৰ্কে' আৰু 'অসমীয়া আখৰ-জোঁটনিৰ নিয়ম' শীৰ্ষক প্ৰবন্ধত তেওঁ আখৰ-জোঁটনিৰ বিষয়ে স্পষ্ট মত দাঙি ধৰিছে। 'অসমীয়া সাহিত্যৰ উন্নতিত তেজপুৰীয়াৰ দান' আৰু 'অসমীয়া সাহিত্য সেৱকিনী' প্ৰবন্ধত সাহিত্যৰ বুৰঞ্জীৰ অনেক সমল আছে। 'সাহিত্যিক যৎকিঞ্চিৎ' প্ৰবন্ধত তেওঁ আসাম বা অসম নামৰ উৎপত্তি, অসমীয়া লিপি সৰলীকৰণ আৰু পুৰণি শব্দৰ প্ৰচলন সম্পৰ্কে আলোচনা কৰিছে। 'তন্ত্ৰশাস্ত্ৰ আৰু আমাৰ বৰ্ণমালা' প্ৰবন্ধততেওঁ কামৰূপী বা অসমীয়া আখৰৰ 'সৃষ্টি' সম্পৰ্কে আলোচনা কৰিছে। '৺লম্বোদৰ বৰা,' 'ৰায়ছাহাব ৺নাৰায়ণচন্দ্ৰ বৰুৱা,' 'অসম-গৌৰৱ ৺বেজবৰুৱাৰ পুণ্য স্মৃতিত' শীৰ্ষক প্ৰবন্ধ কেইটাও মূল্যৱান। তেওঁ 'অসম-কোষ' সঙ্কলনৰ আঁচনি বাস্তৱত ৰূপ দিবলৈ নেপালে।

'ঘৰুৱা জীৱনত ঘৈণীৰ কৰ্ত্তব্য' প্ৰবন্ধত তিৰোতাৰ প্ৰয়োজনীয় অনেক কথা আছে। 'আঙুলি কটপা' শীৰ্ষক, প্ৰবন্ধৰ কথাখিনিও তথ্যপূৰ্ণ। 'সীতা' নামৰ এলানী প্ৰবন্ধ 'আলোচনী' নামৰ আলোচনীৰ তেৰটা সংখ্যাত ওলাইছিল। উক্ত তেৰটা আধ্যাৰ লগতে আৰু তিনিটা আধ্যা সংযোগ কৰি (লোক অপবাদ শুনি সীতাক বাল্মীকিৰ আশ্ৰমলৈ প্ৰেৰণ) আগৰৱালাই ছপাখানাৰ কাৰণে যুগুত কৰা পাণ্ডুলিপিৰ নাম 'সীতাৰ বনবাস' দিয়াত আমিও সেই নামকে ব্যৱহাৰ কৰিলোঁ। 'অৰুন্ধতীৰ উপাখ্যান' প্ৰবন্ধত মেধাতিথিয়ে কন্যা অৰুন্ধতী আৰু শিষ্যবৰ্গক দিয়া উপদেশত (যেনে, বিদ্যাৰম্ভ, শৌচাচাৰ, সদাচাৰ, নিজকৰ্ম, পঞ্চযজ্ঞ আৰু সংস্কাৰ, চতুৰাশ্ৰম, ব্ৰহ্মচৰ্য, প্ৰাণায়াম, গায়ত্ৰী, বনৌষধিৰ দ্ৰব্যগুণ আদি) অনেক মূল্যৱান কথা আছে।

আনন্দচন্দ্ৰ আগৰৱালাৰ পুৰাবৃত্তমূলক প্ৰবন্ধ পঢ়িলে এনে ধাৰণা হয় যেন বিভিন্ন গ্ৰন্থ অধ্যয়ন কৰি আৰু নানান তথ্য বিশ্লেষণ কৰি তেওঁ কেতিয়াবা একোটা সিদ্ধান্তত উপনীত হয় আৰু কেতিয়াবা কোনো কথা অনুমান কৰে। তেওঁ যেন নিজ মতত অচল অটল।

আগৰৱালাৰ গদ্য-শৈলী সহজ, সৰল আৰু প্ৰাঞ্জল। তেওঁৰ ৰচনাত সংস্কৃত শব্দাৱলী বৰ বেছি পোৱা নেযায়। তেওঁৰ শব্দ-সম্ভাৰো কোমল। তেওঁ ৰচনাত কিছুমান পুৰণি শব্দ ব্যৱহাৰ কৰা দেখা যায়। যেনে,— (১) 'একসময়কালি আমাৰ অসম দেশক মানুহে 'সোণৰ অসম' বুলিছিল' (প্ৰঃ অঃ মাঃ), (২) 'ইমান বাট লৰি-ঢাপলি আহি' (ৰা, এ.), (৩) 'তাৰ পাছত তেওঁলোক দুয়ো সেই কাননৰ ভিতৰত থকা প্ৰমোদ ঘৰলৈ গ'ল আৰু তাতে হাঁইচ্ লাইচ্ কৰি ভালেমান দিন' (সী.ব), (৪) 'তেওঁৰ সেই ভোমোৰা-কলীয়া চিকুণ চো উঠা চুলি, গাত থকা ৰঙা পাটৰ কাপোৰ, ডিঙি আৰু মূৰত থকা ফুলৰ মালা জলত জুইৰ তাপত অলপো যোলান পৰা নাছিল, ইত্যাদি।

তেওঁৰ গদ্য কেনে সহজ সৰল আৰু প্ৰাঞ্জল তাক তলত উদ্ধৃতিসমূহে প্ৰমাণ কৰে। —

[ক] 'প্ৰকৃতিৰ কাম্য-কানন, পুণ্যশ্লোক ঋষিসকলৰ পবিত্ৰ তপোবন, দেৱাসুৰৰ লীলাভূমি, অনেক ধৰ্মবীৰ আৰু কৰ্মবীৰৰ কৰ্মক্ষেত্ৰ, ভৌম-স্বৰ্গ অসমৰ অতীত কীৰ্ত্তিমালা, বিস্মৃতিৰ আন্ধাৰ গৰ্ভত লুকাই আছে। খনিৰ অতল গৰ্ভত হীৰা থকাৰ দৰে, সাগৰৰ অতল তলিত থকা মুকুতাৰ দৰে, পুৰণি অসমৰ কীৰ্ত্তি কাহিনী পাহৰণি নৈদামৰ গভীৰ তলত সময়ৰ বালিত পোত খাই ক্ৰমে জহি খহি যাব লাগিছে। মাজে সময়ে একোখন শিলালিপিয়ে, দুই-চাৰিখন পুৰণি পুথিয়ে আৰু অগাধ অৰণ্যৰ মাজত বা নিৰ্জন পৰ্বতৰ দাঁতিত শিলৰ ভগা মূৰ্তি, ভগা মন্দিৰ, এৰা নগৰ আৰু গড়, ভগ্ন শিল, ভগা ইটাবোৰে হা-হুমুনিয়াহ কাঢ়ি বাটকৰাক পুৰণি অসমৰ অতীত গৌৰৱ সোঁৱৰাই দিয়ে। আত্মবিস্মৃত অসমীয়া জাতিক আগৰ কথা এবাৰ ভাবিবলৈ ইঙ্গিত দিয়ে' (অসমৰ পুৰাবৃত্ত)।

(খ) 'বিশ্বৰ কথা বা ভাৰতৰ কথা ভবাৰ আগেয়ে আমাৰ নিজৰ মাতৃভূমিৰ কথা ভাবিব লাগিব। আগেয়ে নিজৰ ক্ষুদ্ৰ নিজৰাক বৰ নৈৰ নিচিনা বোৱতী কৰিব পাৰিলে নিজৰাই নিজেই গৈ সাগৰত মিলিব পাৰিব। আমাৰ সকলো শক্তি স্বদেশ আৰু স্বজাতিৰ সেৱাত, অসমীয়া ভাষা আৰু উন্নতিৰ সেৱাত লগাব লাগিব। শক্তিৰ কথা সৃষ্টি কৰা। বিনাশ কৰা নহয়। যাৰ শক্তি আছে তেওঁলৈ কামো আছে। যাৰ প্ৰীতি আছে, তেওঁলৈ সেৱাৰ পাত্ৰও আছে। সৰুটি হৈ অৰ্থাৎ বিনয়ী, সংযমী আৰু সৰলচিত্তীয়া হৈহে সংসাৰত সৰকিব পাৰি। তেম আৰু অহঙ্কাৰেৰে, ভয়, এলাহ, হিংসা, পৰশ্ৰীকাতৰতাৰে উদ্গতি কৰিব নোৱাৰি। সেৱক হৈহে নায়ক হব পাৰি" (সভাপতিৰ অভিভাষণ)।

[৩] "আমাৰ দেশৰ শিতানত অভ্ৰভেদী গিৰিৰাজ হিমালয়। আমাৰ দেশৰ মাজেদি নদৰাজ মহাবাহু ব্ৰহ্মপুত্ৰ কত যুগ-যুগান্তৰৰপৰা বৈ আছে। আমাৰ দেশতে ভাৰতৰ অৰুণোদয় হয়। অসমীয়া জাতি জ্ঞান আৰু ধৰমত যেন হিমালয়ৰ দৰে উন্নত হয়, কৃষি, শিল্প বাণিজ্যত যেন শক্তিমন্ত হৈ ব্ৰহ্মপুত্ৰৰ নিচিনা বাহুবলী হয়। পুৰণি প্ৰাগজ্যোতিষৰপৰাই যেনেকৈ একালত ভাৰতে সভ্যতাৰ আলোক দেখিছিল, এতিয়াও যেন ইয়াৰপৰাই এইদৰে জ্যোতি প্ৰকাশিত হয়। সেই শুভ দিন, সেই বিতোপন দিন যেন সোনকালে আহে, ইয়াকেহে পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ" (অসমীয়া ভাষাৰ প্ৰকৃতি আৰু বিশিষ্টতা)।

সামৰণিত কওঁ যে আনন্দচন্দ্ৰ আগৰৱালাৰ প্ৰবন্ধ-সমূহ সঙ্কলন কৰা কামটো বৰ সহজ নহয়। ইয়াৰ মূলতে হৈছে পুৰণি আলোচনীৰ দুষ্প্ৰাপ্যতা। আমি অধিক চেষ্টা কৰা সত্ত্বেও আগৰৱালাৰ কেইটামান প্ৰবন্ধ সংগ্ৰহ কৰিব নোৱাৰিলোঁ। এই প্ৰবন্ধকেইটা হ'ল ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, শিষ্ট ভট্টাচাৰ্য আৰু শিশুপাল বধ, আৰু প্ৰাতকথাৰ (জোনাকী, ৩য় ভাগ), পোহৰ, শান্তি-নিকেতন আৰু অসমীয়াৰ শিক্ষা (জোনাকী, ৪ৰ্থ ভাগ); বোমান যুৱতীৰ দুটি ঘটনা (জোনাকী, ৫ম ভাগ); বামুণী কোঁৱৰ (জোনাকী, ৬ষ্ঠ ভাগ) আৰু সতীৰ পতি ভক্তি (বিজুলী, ৩য় ভাগ)।

আগৰৱালা আখৰ-জোঁটনিৰ প্ৰতি সচেতন আছিল। তথাপি বিভিন্ন আলোচনীত প্ৰকাশ হোৱা প্ৰবন্ধবোৰৰ আখৰ-জোঁটনি একেজাগি নহয়। সেইবোৰ যিমান দূৰ পৰা যায় একেধৰণৰ কৰিবৰ কাৰণে চেষ্টা কৰা হৈছে অৱশ্যে কোনো কোনো ঠাইত দুই ধৰণৰ আখৰ-জোঁটনিও পোৱা যাব। অসম সাহিত্য সভাই বৰ্তমান সময়ত প্ৰকাশ কৰা পুথিত ৰেফযুক্ত দ্বিত্ব ব্যঞ্জনবৰ্ণ বাদ দিছে। সেই নীতি ইয়াত মানি চলা হৈছে।

আগৰৱালাৰ প্ৰবন্ধসমূহৰ উদ্ধৃতিবিলাকৰ কেইটা-মানৰ আধাৰগ্ৰন্থ নোপোৱাত সেই কাম সম্পূৰ্ণ কৰিব পৰা নহ'ল। সংস্কৃত শ্লোকসমূহৰ বেছি ভাগ জগন্নাথ বৰুৱা কলেজৰ অধ্যাপক শ্ৰীভৱকৃষ্ণ মিশ্ৰ আৰু আংশিকভাবে অধ্যাপিকা শ্ৰীমতী কেশদা মহন্তই চাই দিছে। ইয়াৰ কাৰণে দুয়োকে ধন্যবাদ জনালোঁ। আনন্দচন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলীৰ প্ৰবন্ধ-সংগ্ৰহ কাৰ্যত অসম সাহিত্য সভাৰ প্ৰাক্তন সহকাৰী সম্পাদক অধ্যাপক শ্ৰীনন্দ তালুকদাৰ, ডিব্ৰুগড় কানৈ কলেজৰ অধ্যাপক শ্ৰীকল্যাণ বৰুৱা, অধ্যাপিকা শ্ৰীমতী দীপালী বৰুৱা, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি সমন্বয় সমিতিৰ সচিব শ্ৰীলীলা গগৈ, অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীনগেন শইকীয়া আৰু সহকাৰী সম্পাদক অধ্যাপক শ্ৰীপ্ৰসন্নৰাম দাস, শ্ৰীতিলকচন্দ্ৰ কাকতী (তেজপুৰ) আদিয়ে আমাক সহায় কৰিছে। ইয়াৰ উপৰি অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ৺নকুলচন্দ্ৰ ভূঞাৰ পুত্ৰ শ্ৰীমাধৱচন্দ্ৰ ভূঞাই "ভূঞা পুথি-ভঁৰালৰ" আলোচনী ব্যৱহাৰৰ কাৰণে সুবিধা দি কামটো আগবঢ়াত সহায় কৰিলে আৰু বালিগাওঁ মিলন মন্দিৰ পুথি-ভঁৰালীয়েও দুই এখন আলোচনী ব্যৱহাৰ কৰিবলৈ আমাক সুবিধা দিয়ে--এইসকলক আমাৰ আন্তৰিক ধন্যবাদ জনালোঁ।

শেহত অসম সাহিত্য সভাই আমাক এই কামৰ দায়িত্ব দিয়াৰ কাৰণে আমি কাৰ্য্য-নিৰ্বাহকক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

'ৰ'দালি'
নতুন পাৰা
যোৰহাট –১
১।১২।৭৫

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

# প্ৰবন্ধ-খণ্ডৰ সূচী-পাত

অসম সাহিত্য-সভাৰ পঞ্চদশ সন্মিলনৰ

# সভাপতিৰ অভিভাষণ

"প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ॥"
(কীৰ্তন —শঙ্কৰদেৱ)

হে পূৰ্ণ পৰমব্ৰহ্ম জ্যোতি স্বৰূপ, জগতৰ মাতা-পিতা, গুৰু, আত্মা তুমিযেই নিৰাকাৰ, নিৰ্গুণ, সাকাৰ, সগুণ, ত্ৰিগুণাত্মা জগৎ চৰাচৰক লৈ প্ৰত্যক্ষ পূৰ্ণ ৰূপে বিৰাজমান আছা। তোমাক বাৰম্বাৰ প্ৰণাম কৰোঁ। তুমি নিজগুণে আমাৰ সকলো অপৰাধ ক্ষমা কৰি শান্তি বিধান কৰা, মঙ্গল বিধান কৰা। তোমাৰ কৃপাত যেন এই সন্মিলনৰ কাৰ্য সুকলমে সমাধা হৈ সাফল্য হয়, এই প্ৰাৰ্থনা।

অসত্য অজ্ঞান নাশি দিয়া সত্য জ্ঞান।
তিমিৰ বিনাশি প্ৰভু দিয়া জ্যোতি দান॥
মৃত্যু হন্তে দিয়া প্ৰভু অমৃতৰ ধাম।
হে সত্য ধ্ৰুৱজ্যোতি তোমাক প্ৰণাম॥

**আৰম্ভণ** আদৰণী সমিতিৰ সভাপতি ডাঙৰীয়া, আইসকল আৰু সভাসদ বন্ধুসকল, আপোনাসকলক নমস্কাৰ কৰিছোঁ। অসম সাহিত্য সভাৰ এই অধিৱেশনৰ মোক সভাপতি পতাৰ বাবে আপোনাসকলৈ মোৰ আন্তৰিক শলাগ জনাইছোঁ। সন্মিলনৰ গধুৰ ভাৰখন মোৰ নিচিনা নিচলা নিশকতীয়াৰ পক্ষে বলে নোৱাৰা শিল যেন লাগিছে। বলে নোৱৰা শিলক পৰি নমস্কাৰ কৰি দূৰতে বিদূৰ হোৱাই বোধকৰো ভাল আছিল। কিন্তু ভাবি চালোঁ, এই অভাজনৰ ওপৰত দেশ মাতৃৰ ডাক পৰিছে। সেই ডাক শুনিলে কি কোনো সন্তানে হাত-সাৰটি নীৰৱে বহি থাকিব পাৰে? আপোনাসকলৰ আদেশ শিৰোধাৰ্য কৰি বিনীত ভাৱে মাতৃ-পূজাৰ বেদীৰ সন্মুখত থিয় হৈ আপোনাসকলৰ আশীৰ্বাদ মাগিছোঁ। তাহানি ছাত্ৰ অৱস্থাত এদিন লিখিছিলোঁ—

"যদিও বীণত মই নহওঁ পাৰ্গত,
যদিওবা কণ্ঠ মোৰ নিচেই কঠুৱা,
যদিওবা বাহু মোৰ নহয় শকত,
যদিওবা ভাৱ মোৰ নহয় সাকৰা,
তথাপি ই মুখে আই তয়ু গুণ গাম,
তোমাৰে কাৰণে এই বাহুৰে যুঁজিম,
তোমাৰ কাৰণে আই ই বীণ বজাম,
তোমাৰ কাৰণে আই লিখনী ধৰিম।
বজাই ই ক্ষুদ্ৰ বীণ তুলিম ৰাগিণী,
পৰিলে কাণত আই ই বীণৰ তান,
শুনিলে প্ৰাণৰ মোৰ আকুল বিননি,
কিজানি উঠেবা জাগি এটি সুসন্তান।"

ছাত্ৰ অৱস্থাত যি অদম্য উদ্যম, মহতী আশা বুকুত বান্ধি মাতৃভূমি আৰু মাতৃ-ভাষাৰ সেৱা কৰিম বুলি আশা কৰিছিলোঁ, কাৰ্যক্ষেত্ৰত সেইটো হৈ নুঠিল। বাহেকুৰি জঙ্গলেৰে ভৰা পুলিচ বিভাগত সোমাই ৩৫ বছৰ কাম কৰি যোৱা ১৯৩০ চনত অৱসৰ ললোঁ। জীৱনৰ যিখিনি উত্তম সময়, সেইখিনি এই দৰেই অতিবাহিত হ'ল। কেৱল মাজে-সময়ে দুটি এটি অলাগতিয়াল প্ৰবন্ধ লিখি হেঁপাহ পলুৱাইছিলোঁ। যদিও মই আশানুৰূপে মাতৃভাষাৰ সেৱা কৰিব

নোৱাৰিলোঁ, তথাপি বিহগী কবি শ্ৰীযুত ৰঘুনাথ চৌধাৰীদেৱৰ ভাষাৰে ক'বৰ মন যায়—

"মাতৃভাষা, তুমি মোৰ জীৱন দায়িনী,
সাহিত্যৰ অধিষ্ঠাত্ৰী জ্ঞান-প্ৰসৱিনী।
নেজানো পূজাৰ বিধি সৰল বন্দনা,
নোৱাৰোঁ ৰচিব তয়ু গীত আৰাধনা,
নেজানো গঢ়িব আহি প্ৰেম-পুষ্পহাৰ
নাই ক্ষুদ্ৰ হৃদয়ত কবিত্ব সম্ভাৰ।
তল-সৰা দুটিমান ভাবৰ কুসুম,
আনিছো পূজিব তয়ু চৰণ পদুম।"

অসম সাহিত্য সভাৰ পঞ্চদশ বছৰেকীয়া অধিবেশন মঙ্গলদৈ চহৰত পতাৰ কাৰণে অভ্যৰ্থনা সমিতিৰ সভাপতি, সভ্যসকল, স্বয়ং সেৱকসকল, মঙ্গলদৈ মহকুমাৰ ৰাইজ আৰু সুযোগ্য মহকুমাধিপতি বন্ধুবৰ শ্ৰীযুত কালিৰাম মেধি এম-এ ডাঙৰীয়াৰ শলাগ লওঁ। মঙ্গলদৈৰ এই শুভজাগৰণত সদৌ অসমে ৰং পাইছে। এই সাহিত্য সম্মিলনীৰ নিমন্ত্ৰণৰ সুযোগ লৈ মই সকলোৰে ওচৰতে-মূৰ দোঁৱাই মোৰ প্ৰীতি-সম্ভাষণ আৰু আন্তৰিক শ্ৰদ্ধা জনাইছোঁ। আশা কৰোঁ আপোনাসকলৰ পৰা বন্ধুত্বৰ প্ৰাণৰ পৰশ পাই কৃতাৰ্থ হ'ম।

আজি আমাৰ আনন্দৰ দিন। আজি চাৰিওফালৰ পৰা জাতি-বৰ্ণ নিৰ্বিশেষে অসম মাতৃৰ সন্তানসকলে মাতৃ-পূজাৰ অৰ্ঘ্য হাতত লৈ এই মঙ্গলদৈ চহৰত, এই সভামণ্ডপত উপস্থিত। বাণীৰ মন্দিৰত কোনো ভেদ-বৈষম্য নাই। অস্পৃশ্যতা নাই।

"সৌভাগ্যৰ দিন আজি সুখ আৱাহন
ভাই-বন্ধু চেনেহৰ অপূৰ্ব মিলন।"

* * * *

**মঙ্গলদৈ**

"মঙ্গলদৈ," এই নামটি সুন্দৰ, এই নামটিৰ লগত কোচ-ৰাজবংশৰ এগৰাকী ৰাজকুঁৱৰীৰ নাম গাঁথা আছে। বুৰঞ্জীৰ পৰা জনা যায় যে সপ্তদশ খৃষ্টাব্দৰ আগছোৱাত কোচবিহাৰৰ পৰা অসমৰ ফালে অহা ৰজা ৰঘুদেৱ নাৰায়ণে নিজৰ দেশত শান্তিৰে থাকিবলৈ তেওঁৰ মঙ্গলদৈ নামে জীয়েকক অসমৰ বুদ্ধি স্বৰ্গনাৰায়ণ বা চুচেংফা স্বৰ্গদেৱক সম্প্ৰদান কৰাত স্বৰ্গদেৱে তেওঁক অভয় দান কৰিলে। ৰজা ৰঘুদেৱ নাৰায়ণ অসম-গৌৰৱ শুক্লধ্বজ বা চিলাৰায়ৰ পুতেক। ৰঘুদেৱৰ দ্বিতীয় পুত্ৰ ধৰ্ম নাৰায়ণ আৰু তেওঁৰ বংশধৰসকলে বহুকাল দৰঙ্গত ৰাজত্ব কৰিছিল। দৰঙী ৰজাসকলৰ আশ্ৰয়ত অনেক বিদ্যাৱন্ত শাস্ত্ৰজ্ঞ ব্ৰাহ্মণ আৰু দৈৱজ্ঞ পণ্ডিত এই অঞ্চলত বাস কৰিছিল। ইয়াত সূৰ্য্যখড়ি দৈৱজ্ঞই লিখা "দৰঙ্গ ৰাজবংশাৱলী" পুথিখন গৱৰ্ণমেণ্টে প্ৰকাশ কৰিছে। ভৱানন্দ মিশ্ৰৰ "গোবিন্দ চৰিত," কবিৰাজ দৈৱজ্ঞৰ "শিয়াল গোঁসাইৰ পুথি" এতিয়ালৈকে ছপা হৈ ওলোৱা নাই। তেনেকুৱা ছপা নোহোৱা ভালেমান পুৰণি পুথি এইফালে আছে বুলি শুনিছোঁ। দৰঙ্গৰ এই খণ্ড ওজাপালিৰ নিমিত্তে প্ৰসিদ্ধ। সাধাৰণ লোকশিক্ষা আৰু আমোদৰ কাৰণে ওজা-পালি লাগতিয়াল।

এই মহকুমাৰ পশ্চিম সীমাত থকা নৈৰ নাম সুমঙ্গলা বা মঙ্গলা আছিল। এই চহৰৰ কাষেদি মঙ্গলদৈ নামেৰেও এখনি নদী বৈ আছে। বড়ো বা কছাৰী ভাষাত নদীক দি, দিয়া বা দৈ বোলে। যেনে দিখৌ, দিচাং, পগলাদিয়া, দৈপাং বা ত্ৰিশূলদৈ। "দৈ" শব্দটো "দেৱী" শব্দৰ অপভ্ৰংশ বুলিও বোধকয়। এই- মহকুমাৰ ভিতৰত ভৈৰৱকুণ্ড নামে প্ৰসিদ্ধ তীৰ্থস্থান আছে। সেই তীৰ্থ ওদালগুৰিৰ পৰা উত্তৰে ১০ মাইল দুৰৈত। বৌটা আৰু ধনশিৰি বা ধনিষ্ঠা বা ধনদা নৈ দুফালৰ পৰা কুল্ কুল্ সুৰে শিলৰ ওপৰেদি বৈ আহি যি ঠাইত লগ লাগিছে, সেয়ে ভৈৰৱকুণ্ড। "দৰঙ্গ-ৰাজ বংশাৱলী" পুথিত লিখা আছে যে যেতিয়া মহাৰাজ নৰনাৰায়ণ আৰু তেওঁৰ ভায়েক চিলাৰায়ে অসম আক্ৰমণ

কৰিবলৈ আহে, তেতিয়া তেওঁলোকে ভৈৰৱকুণ্ডৰ ওচৰত কিছুদিন বাস কৰি তাত এক নগৰ কৰাই-ছিল আৰু চণ্ডিকা দেৱীৰ মঠ সজাইছিল। ত্ৰিশূল দৈ বা দৈপাং নৈৰ পূৱে দেৱীৰ মঠ আছিল। উক্ত পুথিত আছে,—

"অনন্তৰে ভ্ৰামৰী কুণ্ডত গৈয়া পাইলা।
দো নদীৰ মুখে ৰাজা নগৰ সজাইলা॥
পৰ্বতৰ শিল আনি গড়ক নিৰ্মিলা।
চণ্ডিকা বেহাৰ হেন নগৰ কৰিলা॥
ত্ৰিশূলদৈৰ পূৰ্বে দেৱী গৃহ অনুপম।
* * * * *
মঠ আদি বহু যত্নে নৃপতি নিৰ্মিলা।
দেৱীৰ প্ৰতিমা আনি তাহাত থাপিলা॥"

ইযাত দো নদীৰ মুখ হৈছে ৰৌটা আৰু ধন-শিৰীৰ মুখ। ভৈৰৱ হৈছে— মহাভৈৰৱ, আৰু ভৈৰবী —ভ্ৰামৰী দেৱী। সেই বাবেই পুথিত ভৈৰৱ-কুণ্ড নুবুলি ভ্ৰামৰীকুণ্ড বোলা হৈছে। মঙ্গলদৈ মহ-কুমাৰ ভিতৰত কুকুৰা নামে যিটো পৰ্বত আছে তাৰ নাম পূৰ্বে ক্ৰৌঞ্চ পৰ্বত আছিল। কুকুৰাৰ উত্তৰে যি সাতখন পৰ্বত আছে তাক সপ্তৰ্ষি বোলে। ক্ৰৌঞ্চ পৰ্বতৰ অগ্নিদিশত যিটো "মাছ পুৰিখোৱা" নামৰ পৰ্বত আছে, তাৰ নাম পূৰ্বে দশাশ্বমেধ আছিল। এইবিলাক তীৰ্থক্ষেত্ৰ। ইয়াৰ বাহিৰেও কেইখনমান দেৱালয় আৰু সত্ৰ আছে।

**বীৰ-পূজা**

বন্ধুসকল! "A nation lives by the memory of its heroes" এই কথাষাৰ এখন ইংৰাজী কিতাপত পাইছিলোঁ। এটা জাতিৰ বীৰ-সকলৰ স্মৃতিয়ে সেই জাতিটোক জীৱন্ত কৰি ৰাখে। যি জাতিয়ে নিজৰ জাতীয় বীৰসকলক পাহৰি যায়, বীৰ-পূজা নকৰে, সেই জাতি ক্ৰমে ক্ৰমে ভূতপ্ৰায় হৈ অধোগতি প্ৰাপ্ত হয়। অসম মাতৃ বহুগৰ্ভা। ইয়াত কালে কালে অনেক ধৰ্মবীৰ আৰু কৰ্মবীৰে জন্ম গ্ৰহণ কৰি এই দেশক মহৎ, পবিত্ৰ আৰু ধন্য কৰি গৈছে। আজি এই শুভ-সন্মিলনত আহক আনি সকলোটিয়ে তেওঁলোকক স্মৰণ কৰোঁ। অসমৰ উজ্জ্বলতম নক্ষত্ৰ চিৰপূজ্য শ্ৰীমন্ত শঙ্কৰদেৱ প্ৰমুখ্যে যিসকল মহাপুৰুষে আমাৰ ভাষা আৰু সাহিত্যৰ হিৰন্ময় মন্দিৰ নিৰ্মাণ কৰি গ'ল, সেই পুণ্যাত্মাসকলৰ উদ্দেশ্যে আমাৰ ভক্তিৰ পুষ্পাঞ্জলি দিওঁ আহক। আনন্দৰাম ঢেকিয়াল ফুকন, আনন্দৰাম বৰুৱা গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা, লম্বোদৰ বৰা, সত্যনাথ বৰা, হেম-চন্দ্ৰ গোস্বামী আদি যি সকলে সেই মন্দিৰ মেৰামত কৰি ভাগিবলৈ নিদিয়াকৈ ৰাখিলে সেইসকলক স্মৰণ কৰোঁ আহক। অসমীয়া জাতি অগুণকাৰী নহয়। অগুণকাৰী হোৱা হ'লে তেওঁলোকে আজি অতকাল মহাপুৰুষসকলৰ তিথি পালন কৰি নাথাকিলহেঁতেন। কিন্তু, অকল ৩/৪ জন মহাপুৰুষৰ তিথি পালন কৰিলেই বীৰ-পূজা নহয়। অসমৰ প্ৰায় প্ৰত্যেক স্কুলতে সৰস্বতী পূজা পতা হয়। কিন্তু জাতীয় বীৰ-পূজা কেইখন স্কুলত হয়? অসমীয়া লৰা-ছোৱালী অসমীয়া জাতিৰ অমূল্য সম্পত্তি, জাতিৰ ভবিষ্যত আশা ভৰসাৰ থল। এই লৰা-ছোৱালী বিলাকৰ অন্তৰত শিশু কালৰ পৰাই স্বদেশানুৰাগ আৰু স্বজাতি প্ৰেমৰ বীজ বপন কৰিব লাগিব। সিহঁতক প্ৰকৃত মানুহ, প্ৰকৃত বীৰ কৰি তুলিবলৈ হলে, অসমীয়া জাতীয় বীৰসকলৰ স্মৃতি সভা পতা উচিত বুলি ভাবোঁ।

**অসম**

অসম দেশ আমাৰ মাতৃভূমি। শিশু সন্তানে যেনেকৈ মাকৰ পিয়াহ খাই মাকৰ কোলাত ডাঙৰ-দীঘল হয়, আমিও তেনেকৈ আমাৰ দেশমাতৃৰ অন্ন-পানী, ফল-ফুল, ৰ'দ, বতাহ-বৰষুণ উপভোগ কৰি তেওঁৰ কোলাত ডাঙৰ-দীঘল হৈ সুখেৰে বাস কৰিছোঁ। অসমৰ মাটি, অসমৰ পানী, ফল-ফুল শস্য, গছ-লতা এনেকি ঘাহঁ-বনবিলাকো আমাৰ প্ৰিয়। আমি এই দেশত উপজি এই দেশতে মৰিবলৈ বাঞ্ছা কৰোঁ। এই দেশত জন্ম লাভ কৰি আমি আমাৰ জীৱন

সাৰ্থক বুলি ভাবোঁ। আমি অসমীয়া বুলি জগতৰ আগত চিনাকি দি গৌৰৱ লাভ কৰোঁ। কিন্তু আমাৰ এই "স্বৰ্গতো অধিক জনমভূমি"ৰ নাম আগেয়ে অসম নাছিল। আহোম ৰাজত্বত আমাৰ দেশৰ নাম অসম হয়। শ্যাম বা স্বাম্ জাতিৰ ভিতৰত "টাই"- এটা সম্ভ্ৰান্ত পৰিয়াল। আহোমসকল সেই পৰিয়ালৰ লোক। আদিতে তেওঁলোকে চিনাকি দিওঁতে "আস্বাম" বা 'আশ্যাম' বুলি কৈছিল। সেই শব্দৰ লৈচু লৈ আমাৰ বাপুসকলে বিজয়ী চুকাফা ৰজা আৰু তেওঁৰ লগৰ সৈন্য-সামন্তবিলাকৰ প্ৰতি সংস্কৃতমূলক 'অসম' নাম প্ৰয়োগ কৰিলে। পাছে যিমান দূৰলৈকে আহোম ৰজাই দেশ অধিকাৰ কৰিলে, সিমান দূৰলৈকে দেশৰ নামো "অসমৰ দেশ" বা "অসম দেশ" বুলি জনাজাত হ'ল। আহোম বা অহমসকলক যে পূৰ্ব্বে অসম বোলা হৈছিল, সেইটো পুৰণি পুথি আদিৰ পৰাও জনা যায়।

'অসম" শব্দটো সংস্কৃত ভাষাৰ "অসমঃ" শব্দৰ অপভ্ৰংশ। বিশেষ্যত তাৰ অৰ্থ বুদ্ধ, আৰ্য্য, গুণাকৰ, জিতাৰি, মহাবল জ্ঞানী আৰু সম্ভ্ৰান্ত ডাঙৰ বংশৰ লোক বুজায়। বিশেষণত "অসমঃ" বুলিলে অতুল্য আৰু বিষম বুজায়।

"অসম" শব্দ ব্যৱহাৰ কৰাৰ পৰা আমাৰ দেশৰ বিষয়ে তিনিটা কথা মনত খেলায়। যেনেঃ– (১) প্ৰাকৃতিক সৌন্দৰ্য আৰু মাহাত্ম্যত এই দেশৰ সম বা সমান আৰু কোনো দেশ নাই, (২) ইয়াৰ ভূভাগ সকলো ঠাইতে সম বা সমতল নহয়, (৩) অতীত গৌৰৱত ইয়াৰ সমতুল্য দেশ বিৰল আছিল। ই আদি-স্বৰ্গ, সুৰালয় আৰু পুণ্যভূমি। এসময়ত ই এখন প্ৰতাপী সাম্ৰাজ্য আছিল।

ছশ বছৰীয়া – আহোম ৰাজত্বৰ অমৰ কীৰ্তি স্বৰূপে আমাৰ দেশে 'অসম' নামৰ মুকুট পিন্ধি জগতত জনাজাত হ'ল। কালত অহম জাতিৰ অন্যান্য কীৰ্তি-কলাপ লোপ পালেও "অসম" নামেই তেওঁলোকক চিৰস্মৰণীয় কৰি ৰাখিব। মোৰ বোধেৰে লোকে আমাৰ দেশক "আসাম" (আচাম) বুলিলেও আমি "অসম" লিখাহে উচিত। আমাৰ দেশৰে দুই এজন শিক্ষিত লোকৰ মুখে শুনিছোঁ যে "অসম" নামৰ পৰিবৰ্তে আৰু ইতিহাস পুৰাণ-প্ৰসিদ্ধ পুৰণি গৌৰৱমণ্ডিত প্ৰাগজ্যোতিষ বা কামৰূপ নাম চলাবলৈ চেষ্টা কৰিব লাগে। কিন্তু সেইটো মোৰ মত নহয়, অনেকৰ মত নহয়। আমি আমাৰ মৰমৰ মাতৃভূমিৰ যি নাম পাইছোঁ, তাকে মূৰ দোঁৱাই সাদৰে গ্ৰহণ কৰি, আগলৈকো গ্ৰহণ কৰি থকাই ভাল দেখোঁ। ইয়াৰ পৰা বিশেষ একো হানি নাই। গোলাপ ফুলক যদি আমি গোলাপ নুবুলি আন এটা নাম দিওঁ তেন্তে গোলাপৰ সুগন্ধত কিবা ব্যতিক্ৰম ঘটিব নে ?

স্বৰ্গীয় হৰকান্ত বৰুৱাৰ "অসম বুৰঞ্জী"ত 'অসম' নামৰ উৎপত্তিৰ বিষয়ে এইদৰে লিখা আছে,– "চুকাফা ৰজাদেৱে মটকক খৰিভাৰী ও বাৰীচোৱা কৰি কৌশলে ললে। বৰাহীক কাঠকটীয়া ও ৰান্ধনি চাংমাই ও ভৰালী ও জৰাধৰা ও বেজও কুকুৰাচোৱা, এনে বনুৱা কৰি ললে। এই বৰাহীয়ে এই ৰাজ্যত কোৱামেলা কৰিবলৈ ধৰিলে বোলে এই ৰজা প্ৰজাখন আহি আমাক ছলেৰে বহুৱা কৰি ললে, তথাপি আমাৰ মনে বিষম নালাগে। এইদৰে খাটিলুটি অহাযোৱাকৈ থাকিবৰ মনহে যায়। এতেকে ইহঁত দেও-সঁচ মানুহ। ইহঁতৰ সম কোনো নাই। ইহঁত অসম মানুহ। এইৰূপে ৰাজ্যত কৈ ফুৰোঁতে অসম নাম খ্যাত হ'ল দেখি তেতিয়াৰ পৰা ৰজা আৰু প্ৰজাসকলকো অসম বুলিলে। এই অসমৰে দেশ হ'ল কাৰণে 'অসমৰ দেশ' বোলে ও অহম জাতিও বোলে।"

স্বৰ্গীয় কাশীনাথ তামুলী ফুকনৰ বুৰঞ্জীতো সেই একে কথাই লিখা আছে।

**সোণৰ অসম**

অসমৰ মাটি অতিশয় উৰ্বৰা। ইয়াত মানুহৰ জীৱন ধাৰণৰ লাগতিয়াল সকলো প্ৰকাৰৰ শস্য, গছলতা, ফলফুল জন্মে। ইয়াৰ অৰণ্যত শাল, সোণাৰু, কহিৰ, নাহৰ, সৰল, পদ্ম আদি গছ পোৱা যায়। ইয়াৰ কোনো পৰ্বতত অগৰু পোৱা যায়। ইয়াৰ মৃগনাভি নেপাল, কাশ্মীৰ আদি দেশৰ মৃগনাভিতকৈ উৎকৃষ্ট বুলি শাস্ত্ৰত লিখা আছে। অসমৰ এৰি, মুগা, পাট, চাহ, ৰবৰ, কোমলচাউল জগৎবিখ্যাত। ব্ৰহ্মপুত্ৰৰ উত্তৰ কুলৰ প্ৰায় সকলো নদীতে আগৰ দিনত মানুহে সোণ কমাইছিল। সোণৰ নিমিত্তে অসম প্ৰসিদ্ধ আছিল। অতীজত ভুতস্থান বা ভোটান অসমৰ ভিতৰত আছিল। ভোটানত সোণৰ আৰু তামৰ খনি আছিল বুলি জনা যায়। অসমৰ মানুহে এতিয়াও 'ভোটৰসোণ' কোৱা শুনা যায়। এই দেশত লো তৈয়াৰ হৈছিল। চীন দেশৰ মানুহৰ বিশ্বাস যে বাৰুদ প্ৰথমে অসমত আবিষ্কাৰ হৈছিল। 'যুক্তি কল্পতৰু" পুথিত লিখা আছে যে অসম-কামৰূপৰ পূব-দক্ষিণ ফালে থকা মাতঙ্গ নামে ঠাইখন হীৰাৰ খনিৰ নিমিত্তে বিখ্যাত আছিল। নাগমাটি বা কয়লা, মাটিতেল বা কেৰাচিন তেল, পেট্ৰল, শিলচুণ, বালিচন্দা আদিৰ খনি আৰু লোণপুং অসমত আছে। অসম প্ৰকৃতিৰ কাম্য কানন। এজন মুছলমান ঐতিহাসিকে অসমৰ প্ৰাকৃতিক সৌন্দৰ্যত মুগ্ধ হৈ ইয়াক 'আস্মান' অৰ্থাৎ স্বৰ্গ বুলিছিল। আহোমসকলে যেতিয়া এইদেশ অধিকাৰ কৰে, তেতিয়া তেওঁলোকে ইয়াক 'সোণোৱালী বাগিচাৰ দেশ' (মুংদুন্ চুন্‌খাম্) আৰু 'সোণৰ সঁফুৰা' বুলিছিল। অতীজত এই দেশৰ পশ্চিমে এখন সাগৰ আছিল। গোৱালপাৰা জিলাৰ পশ্চিমাংশ, সুৰমা উপত্যকাৰ কিছু অংশ আৰু প্ৰায় গোটেইখন বঙ্গদেশ সেই সাগৰৰ গৰ্ভত আছিল। গাৰোপাহাৰ সেই সাগৰৰ এটা অংশ আছিল। তেতিয়া এই দেশ অতিশয় স্বাস্থ্যকৰ আছিল। সেইনিমিত্তে এসময়ত ইয়াক স্বঃ বা ভূস্বৰ্গ বোলা হৈছিল। আমাৰ মানুহে এতিয়াও এই দেশক 'সোণৰ অসম' বোলে।

প্ৰায় ৩০০ বছৰৰ আগেয়ে ট্ৰেভেৰ্নিয়াৰ ছাহাবে লিখি গৈছে,— "এছিয়াৰ ভিতৰত অসম দেশ এখন অতি উত্তম দেশ। কিয়নো এই দেশত মানুহে জীৱন ধাৰণ কৰিবলৈ যি যি বস্তু লাগতিয়াল, সেই সকলোবোৰেই জন্মে। এই দেশৰ মানুহে একো বস্তুৰ নিমিত্তে পৰদেশৰ ওচৰত হাত পাতিব নালাগে। এই দেশৰ মাটি অত্যন্ত সাৰুৱা। এই দেশত সোণ, ৰূপ, তীখা, সীহ আৰু লোৰ খনি আছে। আৰু ইয়াত এবিধ মঠঙ্গা ৰেছমী কাপোৰ অপৰিমিতৰূপে তৈয়াৰ হয়। এই দেশত এবিধ বৰ উত্তম ৰহণ দিয়া বোল পোৱা যায়, তাৰ ৰসেৰে কাপোৰ আদি বোলোৱা হয়, আৰু সিটাৰে কাঠৰ সঁজুলিবিলাক ৰং কৰা হয়। এছিয়া মহাদেশৰ ভিতৰত ই অতি উত্তম ৰহণ।"

"অসমা সুষমা কামৰূপা
জয়তু জননী ধৰিত্ৰী-দুহিতা,
স্বভাৱ কাম্য কামনা,
শ্যামলা স্বৰ্ণ শস্যমালিকা।"

**অসমৰ প্ৰাচীনত্ব**

অসম দেশ, বিশেষকৈ অসমৰ পৰ্বতবিলাক অতি পুৰণি। পুৰাণ আৰু তন্ত্ৰত কামাখ্যাৰ যি বিৱৰণ আছে তাৰ পৰা বোধ হয় কামাখ্যা পৰ্বতৰ মনোভৱ গুহাত আদি মানৱ-দম্পতী স্বায়ম্ভুৱ মনু আৰু গায়ত্ৰীৰ জন্ম হৈছিল। সেই নিমিত্তে কামাখ্যাক জগতাং প্ৰসূঃ ব্ৰহ্মযোনি বোলা হৈছে।

Encyclopaedia Britannica পুথিৰ দ্বিতীয় ভাগৰ ৭৬৮ পিঠিত লিখা আছে,—

"There is positive evidence that much of north and east of Asia has been land since the palaeozoic era"

অৰ্থাৎ প্ৰাথমিক যুগতে এশিয়া মহাদেশৰ উত্তৰ -পূবৰ ভাগেখিনি ঠাই স্থলত পৰিণত হৈছিল। আমাৰ অসম দেশখনো সেই স্থলভাগৰ ভিতৰত পৰে।

আদিম অৱস্থাৰ মানুহে ধাতুৰ ব্যৱহাৰ নাজানিছিল, শিলৰ অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰ কৰিছিল, পৰ্বতৰ গুহাত বাস কৰিছিল। আদিম অৱস্থাৰ মানুহে ব্যৱহাৰ কৰা শিলৰ কুঠাৰ, মুষল আদি অসম আৰু ব্ৰহ্মদেশত পোৱা হৈছে।

আমাৰ দেশখনেই ভাৰতৰ পূৰ্বপ্ৰদেশ। ইয়াক প্ৰাক্ বা প্ৰাচী দিশ বুলিও কয়। প্ৰাচী দিশৰ ভিতৰত অকল যে আমাৰ দেশখনেই পৰে এনে নহয়, ব্ৰহ্মদেশ আৰু হিমালয়ৰ পূৰ্বাংশও পৰে। "অমৰকোষ" মতে দেৱৰাজ ইন্দ্ৰ প্ৰাচী দিশৰ অধিপতি। "কৃষ্ণযজুৰ্বেদ"ৰ এটা মন্ত্ৰত লিখা আছে, — "প্ৰাচ্যাং দিশি ত্বমিন্দ্ৰাসি ৰাতা" অৰ্থাৎ হে ইন্দ্ৰ তুমি পূৰ্ব দিশৰ ৰাতা। উক্ত বেদতে লিখা আছে, "প্ৰাচ্যাং দেৱাঃ, প্ৰতীচিং মনুষ্যাঃ, উদীচিং ৰূদ্ৰাঃ।" অৰ্থাৎ ভাৰতৰ পূৰ্বাংশত দেৱতা, পশ্চিমাংশত মনুষ্যসকল আৰু উত্তৰ ফালে ৰূদ্ৰ। "কালিকা পুৰাণ" আৰু "ব্ৰহ্মাণ্ড পুৰাণে"ও কয় যে পূৰ্ব দিশেই ইন্দ্ৰদ্বীপ বা সুৰালয়। "কালিকা পুৰাণে" কামৰূপক সুৰালয় বুলি স্পষ্টকৈ কৈছে। "যোগিনীতন্ত্ৰ"ই কামৰূপৰ মানুহক দেৱ বুলিছে। এই দেশৰ কামাখ্যাপীঠত প্ৰজাপতি দক্ষৰ মায়াপুৰী আছিল। এই দেশৰে বিশ্বনাথত উমাবন আছে। ইয়াতেই ইন্দ্ৰাদি দেৱতাসকল আদিতে বাস কৰিছিল। এই পুণ্যভূমিতেই বশিষ্ঠাদি ঋষিমুনিসকলৰ আশ্ৰম আছিল। ইয়াত অনেক তীৰ্থস্থান আছে।

স্বায়ম্ভুৱ মনুৰ প্ৰিয়ব্ৰত আৰু উত্তানপাদ নামে পুতেক আৰু প্ৰসূতি নামে এজনী জীয়েক আছিল। প্ৰজাপতি দক্ষৰ লগত প্ৰসূতিৰ বিয়া হৈছিল। প্ৰিয়ব্ৰতৰ পুতেক আগ্নীধ্ৰ। ৰজা আগ্নীধ্ৰই স্বৰোচিত মনু নাম লৈ হিমালয় প্ৰদেশত ৰাজত্ব কৰিছিল। তেওঁ তেওঁৰ বিজয় নামে পুতেকক জয়ন্তীয়া পৰ্বতত প্ৰাগ্‌বিজয় বা প্ৰবিজয় নামে ৰাজ্যাভিষেক কৰাৰ কথা "মাৰ্কণ্ডেয় পুৰাণ"ৰ ৫৭ আধ্যাত লিখা আছে। এই প্ৰাগ্‌বিজয় পুৰী যে অসমৰ জয়ন্তীয়া পৰ্বতত আছিল, সেইটো বাবু নন্দলাল দে প্ৰণীত "The geographical Dictionary of Ancient and Medieaval India" পুথিৰ ১৫৯ পিঠিত লিখা আছে।

ইলা নামে বৈৱস্বত মনুৰ এজনী জীয়েক আছিল। ইলাৰ লগত চন্দ্ৰবংশী বুধৰ বিয়া হৈছিল। তেওঁলোকৰ পুতেকৰ নাম পুৰূৰৱা। উৰ্বশী পুৰূৰৱাৰ ভাৰ্যা। তেওঁলোকৰ বংশধৰ অমূৰ্তৰজাঃ নামে ৰজাই ত্ৰেতা যুগত প্ৰাগ্‌জ্যোতিষপুৰ নগৰ স্থাপন কৰি তাত ৰাজত্ব কৰাৰ কথা আদিকাণ্ড ৰামায়ণত আছে।

মহাকবি কালিদাসৰ "ৰঘুবংশ" কাব্যত ৰঘুৰ দিগ্বিজয় বৰ্ণনাত কামৰূপ আৰু প্ৰাগ্‌জ্যোতিষ এই দুয়োটা নামকে পোৱা যায়। কামৰূপৰ ৰজাই অনেক হাতী দি ৰঘুৰজাৰ লগত মিত্ৰতা কৰিছিল। এই ৰঘু ৰজা দাশৰথী ৰামচন্দ্ৰৰ উপৰি-পুৰুষ। তেওঁ ত্ৰেতা যুগৰ ৰজা। প্ৰাগ্‌জ্যোতিষৰ ৰজাই ৰঘুৰ যজ্ঞত বিশেষ সন্মান পাইছিল।

স্বৰ্গীয় দুৰ্গাদাস লাহিড়ী প্ৰণীত "পৃথিবীৰ ইতিহাস"ৰ দ্বিতীয় খণ্ডত লিখা আছে, "ত্ৰেতা যুগ হইতে আৰম্ভ কৰিয়া যুগে যুগে প্ৰাগ্‌জ্যোতিষ বা কামৰূপ ৰাজ্যেৰ মাহাত্ম্য-তত্ত্ব পৰিকীৰ্তিত হইয়া আসিতেছে। এক সময়ে কামৰূপ এক প্ৰকাণ্ড ৰাজ্য ছিল।"

শ্ৰদ্ধাস্পদ শ্ৰীযুত নগেন্দ্ৰনাথ বসু প্ৰাচ্যবিদ্যাৰ্ণৱ মহাশয়ৰ মতে এসময়ত কামৰূপৰ ভৌম নৃপতিসকলৰ ক্ষমতা পূবে প্ৰশান্ত মহাসাগৰৰ পৰা পশ্চিমে মগধৰ সীমালৈকে আৰু উত্তৰে হিমালয়ৰপৰা দক্ষিণে মাদ্ৰাজ প্ৰদেশৰ গঞ্জামলৈকে বিস্তৃত হৈছিল। প্ৰাগ্‌জ্যোতিষৰ শ্ৰীহৰ্ষবৰ্মাদেৱৰ ৰাজত্বৰ কালত অঙ্গ, ব , ওড্ৰ, কলিঙ্গ আৰু দক্ষিণ কোশল কামৰূপৰ

অধীনত আছিল। মহাভাৰতত গালৱ আৰু গৰুড়ৰ ভ্ৰমণ প্ৰসঙ্গত গৰুড়ে প্ৰাচী দিশৰ বৰ্ণনা কৰোঁতে কৈছিল— "এই প্ৰাচীদিশ স্বৰ্গৰ দুৱাৰ স্বৰূপ। এই পিনেই দক্ষ প্ৰজাপতিৰ জীয়েক অদিতি আদিৰ গৰ্ভত কশ্যপৰ ঔৰসত প্ৰজাসকলৰ উৎপত্তি হৈছিল। এই পিনে দেৱতাসকলে শ্ৰীলাভ কৰিছিল, যশ গৌৰৱ সম্পন্ন হৈছিল, আৰু এইপিনেই দেৱতাসকলে তপস্যা কৰিছিল। পূৰ্বকালত দেৱতাসকলে এই পিনে বাস কৰিছিল। এই নিমিত্তে ইয়াৰ নাম প্ৰাচী বা পূৰ্বদিশ হৈছে, আৰু পূৰ্বপুৰুষসকলৰ অধিকৃত বুলি বিখ্যাত। এই পিনে দেৱতাসকলে সুখাৰ্থী হৈ আটাইবিলাক কাম সমাধা কৰিছিল, এই পিনে ভূতভাৱন ভগৱান ব্ৰহ্মাই সমস্ত বেদগান কৰিছিল, এই পিনে সাৱিত্ৰী দেৱী সবিতাৰ মুখৰ পৰা উৎপন্ন হৈ ব্ৰহ্মবাদীসকলক আশ্ৰয় কৰিছিল, এই পিনে সূৰ্য্যদেৱে যাজ্ঞবল্কক যজুৰ্বেদবিলাক দান কৰিছিল, এই পিনে বৰুণদেৱে পাতাল আশ্ৰয় কৰি শ্ৰীলাভ কৰিছে, এই পিনে মিত্ৰ আৰু বৰুণৰ যজ্ঞকালত পুৰণি বশিষ্ঠৰ উৎপত্তি, প্ৰতিষ্ঠা আৰু নিধন হৈছিল, এই পিনে ওঁকাৰৰ দহ হেজাৰ পথ উৎপন্ন হৈছে, এই পিনে ধূমপায়ী মুনিসকলে আজ্যধূম পান কৰি থাকে, এই পিনে দেৱৰাজে দেৱতাসকলৰ নিমিত্তে যজ্ঞভাগ কল্পিত কৰিছে। এই পূৰ্বদিশেই ত্ৰিলোকৰ দ্বাৰ, স্বৰ্গৰ দ্বাৰ আৰু মোক্ষৰ দ্বাৰ।"

প্ৰায় পাঁচ হেজাৰ বছৰৰ পূৰ্বে কুৰুক্ষেত্ৰত মহাভাৰতৰ যুদ্ধ হৈছিল। সেই যুদ্ধলৈ প্ৰাগজ্যোতিষাধিপতি ভগদত্ত তেওঁৰ বৈনায়েক দুৰ্যোধনৰ ফলীয়া হৈ মহা আড়ম্বৰেৰে গৈছিল। কিন্তু তাৰ বহু পূৰ্বে এই দেশেই ইন্দ্ৰৰ কান্তা বনাদি মণ্ডিত আদিস্বৰ্গ আছিল। দেৱাসুৰৰ যুদ্ধত দেৱতাসকলে হাৰি ব্ৰহ্মদেশত গৈ আশ্ৰয় লৈ তাত নতুনকৈ স্বৰ্গৰাজ্য স্থাপন কৰিলত এই দেশ স্বৰ্গৰাজ্যৰ দুৱাৰ স্বৰূপ হৈছিল। স্বৰ্গভূমিৰ ৰজাৰ উপাধি ইন্দ্ৰ। প্ৰাগ্জ্যোতিষৰ ভগদত্ত তেওঁৰ সময়ৰ ইন্দ্ৰৰ সখিয়েক আছিল। 'কালিকা পুৰাণ' আৰু প্ৰায় সকলো পুৰাণতে প্ৰাগ্জ্যোতিষ নাম পোৱা যায়। গোটেইখন কালিকাপুৰাণ কামৰূপৰ কথাৰেই ভৰা। উক্ত পুৰাণৰ ৩৭ আধ্যাত লিখা আছে, ভগৱান বিষ্ণুৱে তেওঁৰ পুতেক নৰকক কৈছিল, 'কৰতোয়া নামে সত্যগঙ্গাৰ পূৱপাৰৰ পৰা ললিতকান্তা বা দিক্কৰবাসিনী পৰ্য্যন্ত এই সমুদায় ঠাই তোমাৰ ভৱন হব। তাত দেৱী মহামায়া জগৎপ্ৰসৱিনী যোগনিদ্ৰাই কামাখ্যাৰ ৰূপ ধাৰণ কৰি সদায় বিৰাজ কৰিছে, ব্ৰহ্মপুত্ৰ নদৰাজ লৌহিত্য বৈ আছে, পুণ্যভূমিৰ দশদিকপাল সকলেও নিজৰ নিজৰ ঠাইত অৱস্থান কৰি আছে, ইয়াত স্বয়ং মহাদেৱ, ব্ৰহ্মা আৰু মই (বিষ্ণু) সদায় থাকোঁ, চন্দ্ৰ-সূৰ্যও সততে ইয়াত বাসকৰে, ই অতি ৰহস্য ময় উত্তম স্থান, এই নিমিত্তে সকলো দেৱতাই ক্ৰীড়া কৰিবলৈ ইয়ালৈ আহে, ইয়াতে ভদ্ৰা নামে লক্ষ্মী থাকে, ই অতি গোপনীয় আৰু ভোগৰ ঠাই। পূৰ্বে ব্ৰহ্মাই ইয়াত অৱস্থান কৰি এটি নক্ষত্ৰ সৃষ্টি কৰিছিল। সেই নিমিত্তে ইন্দ্ৰপুৰীৰ নিচিনা এই পুৰীৰ নাম প্ৰাগজ্যোতিষপুৰ হ'ল।'

অসমৰ প্ৰাচীনত্বৰ বিষয়ে সৰহ কথা কৈ আপোনাসকলক আমনি কৰিবৰ ইচ্ছা নকৰোঁ। ৰায়বাহাদুৰ শ্ৰীযুত কনকলাল বৰুৱাৰ 'Early History of Kamrupa' পুৰণি অসমৰ এখন মূল্যবান ইতিহাস। সেই পুথি আৰু "অসমৰ পুৰাবৃত্ত" নামে মোৰ যি প্ৰবন্ধাৱলী "বাঁহী" কাকতত প্ৰকাশ হৈ গৈছে তাক পঢ়িলে এই সম্বন্ধে সকলো কথা জানিব পাৰিব। ইমান এখন প্ৰাচীন, পবিত্ৰ আৰু মহিমামণ্ডিত দেশৰ মানুহৰ ভাষাও যে প্ৰাচীন তাক বোধ কৰোঁ নকলেও হ'ব। সমগ্ৰ সভ্য জগতৰ আদি পুথি ঋগ্বেদত আৰ্য্যজাতিৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, শিক্ষা উৰা, কৃষি-কৰ্ম, জলবায়ু, গছলতা, পশু-পক্ষী আদিৰ যি বৰ্ণনা

আছে, সেইবিলাকৰ লগত আমাৰ দেশৰ ৰীতি-নীতি, আদিৰ এতিয়াও কিছু মিল দেখা যায়। ঋগ্বেদৰ নিয়মে এতিয়াও আমাৰ দেশত তিৰোতাই তাঁত-বাতি কৰে, কাপোৰ বয়, কেৰু-মণি পিন্ধে, মতা মানুহৰ সাজ-পাৰো বৈদিক যুগৰ নিচিনা। অনেক বৈদিক শব্দ আমাৰ ভাষাৰ শব্দাৱলীৰ মাজত অল্পাধিক ৰূপান্তৰিত ভাৱে চলি আছে। প্ৰাচীন কালৰ যিবিলাক শিলৰ মূৰ্তি আমাৰ দেশত পোৱা গৈছে, সেইবিলাকৰ বসন-ভূষণো বৈদিক সাহিত্যত লিখা বসন-ভূষণৰ লগত প্ৰায়েই মিলে। উপনয়ন বা লগুণদিয়নিত আৰু বিয়াত আমাৰ দেশৰ নামতীসকলে যিবিলাক নাম গায় তাতো বৈদিক ভাষা আৰু সভ্যতাৰ আভাস পোৱা যায়। বিশেষকৈ মন কৰিবলগীয়া এই যে কেৱল আমাৰ দেশতহে সম্বোধনত 'দেৱ" শব্দৰ ব্যৱহাৰ আছে। যেনে পিতাদেৱ, আইদেৱ, খুড়াদেৱ, খুড়ীদেৱ, পেহাদেৱ, পেহীদেৱ, ককাইদেৱ, বৌদেৱ, বাইদেৱ, ভিনিহীদেৱ, ইত্যাদি।

কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰ মতে—
"পৃথিব্যাং ভাৰতবৰ্ষে কামৰূপং সুৰালয়ম্।"

বৈদিক যুগৰ পৰা এতিয়ালৈকে অনেক হেজাৰ বছৰ অতীত হৈ গৈছে। ইয়াৰ ভিতৰত এই দেশলৈ নানা ঠাইৰ পৰা নানা জাতিৰ মানুহৰ সমাগম হৈছে, নৈসৰ্গিক কাৰণত আৰু ৰাজনৈতিক ঘাত-প্ৰতিঘাতত আৰু ধৰ্ম-বিপ্লৱত ইয়াৰ পৰা অনেক লোক আন ঠাইলৈ উঠি গ'ল, অনেক লোক আন ঠাইৰ পৰা ইয়ালৈ আহিল। আৰ্য আৰু অনাৰ্যৰ সংমিশ্ৰণত অনেক জাতি আৰু উপজাতি মিলি বৰ্তমান অসমীয়া জাতি গঠিত হৈছে। এতিয়াও বিদেশীৰ সোঁত প্ৰবল ভাৱে এইদেশৰ ফালে ব'ব লাগিছে। অসমীয়া ভাষা আৰু সাহিত্যৰ ভিতৰেদি, পাৰিলে ধৰ্মৰ বান্ধেদি বান্ধি, বিদেশীক আমাৰ ভিতৰত সুমুৱাই লৈ

**অসমীয়া জাতি**

অসমীয়া জাতিক সবল সুঠাম কৰিবলৈ চেষ্টা কৰিব লাগিব। উত্তৰ-বঙ্গৰ বাৰেন্দ্ৰ ব্ৰাহ্মণ আৰু কায়স্থসকলৰ পূৰ্বপুৰুষবিলাক অতীতত প্ৰাগ-জ্যোতিষত আছিল বুলি বিশ্বাস হয়। আমাৰ দেশৰ Highlander বা পৰ্বতীয়া লোকসকলে, আৰু Lowlander বা ভৈয়ামৰ লোকসকল, হিন্দু মুছলমান, বৌদ্ধ,খৃষ্টীয়ান, জৈন, শিখ, জড়োপাসক, সকলোবোৰ আমাৰ বুকুৰ বান্ধৱ অসমীয়া। পুৰণি কালত কামৰূপীয়া বুলিলে ভাটী আৰু উজনিৰে সৈতে সমগ্ৰ কামৰূপ ৰাজ্যৰ মানুহক বুজাইছিল, অসমীয়া বুলিলেও এতিয়া সেইদৰে স্বৰ্ণ-কোষৰ পৰা পৰশুকুণ্ডলৈকে এই গোটেই ভূখণ্ডৰ মানুহক বুজায়। এই ভূখণ্ডই এতিয়াৰ অসম দেশ। কিন্তু অসমৰ লগত শ্ৰীহট্ট অজীৰ্ণকাৰী হৈছে। কোৱা বাহুল্য যে 'অজীৰ্ণে বিষমং দোষম্।" আমি শ্ৰীহট্ট বিচ্ছেদ কামনা কৰোঁ।

অসমক সকলোপ্ৰকাৰে অসমীয়া বা অতুলনীয় কৰি ৰাখিবলৈ চেষ্টা কৰা প্ৰত্যেক অসমীয়াৰ কৰ্তব্য। সকলো অসমীয়াই মুঠ বান্ধি একতা সূত্ৰত আৱদ্ধ হৈ সমবেত চেষ্টা কৰিলেহে আমাৰ উন্নতি হ'ব। জাতীয় উন্নতিৰ বাবে লাগে ঐক্য, গভীৰ স্বদেশানুৰাগ আৰু স্বজাতিপ্ৰেম, লাগে অদম্য উদ্যম, একাগ্ৰতা, সেৱা পৰায়ণতা আৰু স্বাৰ্থত্যাগ, লাগে জাতিৰ বিশিষ্টতাৰ সন্ধান আৰু সেই বিশিষ্টতাক ফুলাই তুলিবলৈ একান্ত চেষ্টা।

এখন দেশৰ সকলো মানুহ এক ভাষাভাষী নহলে জাতীয়তা গঠন কৰা টান। আমেৰিকা সম্মিলিত ৰাজ্যত ইউৰোপৰ নানা দেশৰ নানা সম্প্ৰদায়ৰ মানুহে গৈ উপনিৱেশ স্থাপন কৰিছিল। কিন্তু তাৰ অধিকাংশ লোকৰ ভাষা ইংৰাজী হোৱাত বাকী বিলাকেও ইংৰাজী ভাষাকে গ্ৰহণ কৰি সকলোটি মিলি এক দেশী, একবেশী, এক ভাষাভাষী হৈ এটা প্ৰবল প্ৰতাপী জাতি গঠন কৰি পেলালে। আমাৰ দেশৰ সমথলত থকা মিৰি, মিকিৰ আৰু

নগাই অসমীয়া ভাষা লৈছে। অন্যান্য পৰ্বতীয়া জাতি আৰু চাহ-বাগিচাৰ বনুৱা আৰু আন আন দেশৰ পৰা অাঁহি ইয়াত নিজাপীকৈ থকা লোকসকলৰ ভিতৰত অসমীয়া ভাষা আৰু সাহিত্যৰ ভিতৰেদি ধৰ্ম আৰু জ্ঞান বিলাব লাগিব। সিহঁতক আমাৰ আপোন কৰিব লাগিব। অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ ওপৰত আমাৰ জাতীয় উন্নতি ঘাইকৈ নিৰ্ভৰ কৰিছে। আমাৰ ভাষা, সাহিত্য, ইতিহাস, নৃতত্ব, প্ৰত্ন-তত্ব, জ্যোতিষ-তত্ব, উদ্ভিদ-তত্ব, পশু-পক্ষীৰ তত্ব প্ৰভৃতি বিষয় সকলো অসমীয়াৰ, বিশেষকৈ আগলৈ উঠি অহা শিক্ষিত ডেকাসকলৰ আলোচনাৰ বিষয় হ'ব লাগে। বিশ্বব্ৰহ্মাণ্ডক বুজিবলৈ হলে এখন নিৰ্দিষ্ট সীমাবদ্ধ ঠাইত প্ৰথমে হাত দিব লাগিব। দূৰণিক ওচৰ কৰিবৰ উপায় হৈছে ওচৰৰ পৰা ক্ৰমে ক্ৰমে দূৰলৈ যোৱা। নিজৰ ভিতৰত এটা স্বাতন্ত্ৰ্যৰ অনুভূতি নহলে শক্তিৰ যথাৰ্থ বিকাশ হব নোৱাৰে। এই শক্তি কোনো এফালে বিকশিত হবলৈ আৰম্ভ কৰিলেই সি সকলো পিনেই ক্ৰমে বিকশিত হ'ব। পৰ্বতৰ ক্ষুদ্ৰ উঁহ বা নিজৰাৰ পৰাহে বৰ নৈৰ উৎপত্তি হয়। বিশ্বৰ কথা বা ভাৰতৰ কথা ভবাৰ আগেয়ে আমাৰ নিজৰ মাতৃভূমিৰ কথা ভাবিব লাগিব। আগেয়ে নিজৰ ক্ষুদ্ৰ নিজৰাক বৰ নৈৰ নিচিনা বেগৱতী কৰিব পাৰিলে নিজৰাই নিজেই গৈ সাগৰৰ লগত মিলিব পাৰিব। আমাৰ সকলো শক্তি স্বদেশ আৰু স্বজাতিৰ সেৱাত, অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিত লগাব লাগিব। শক্তিৰ কাম সৃষ্টি কৰা, বিনাশ কৰা নহয়। যাৰ শক্তি আছে তেওঁলৈ কামো আছে। যাৰ প্ৰীতি আছে, তেওঁলৈ সেৱাৰ পাত্ৰও আছে। সকটি হৈ অৰ্থাৎ বিনয়ী, সংযমী আৰু সৰলচিতীয়া হৈহে সংসাৰত সৰকিব পাৰি। ভেম আৰু অহঙ্কাৰেৰে, ভয়, এলাহ, হিংসা, পৰশ্ৰীকাতৰতাৰে উন্নতি কৰিব নোৱাৰি। সেৱক হৈহে নায়ক হব পাৰি। শক্তিৰ চৰ্চা এনে আত্মবিশ্বাস, আত্মসন্মান, স্বাৱলম্বন বা স্বাধীনতা। স্বাধীনতাই আনন্দ।

শ্ৰদ্ধাস্পদ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই প্ৰথম সংখ্যা 'বাঁহী'ত লিখিছিল,—"অসমৰ মাটি সাৰুৱা, অলপ আয়াসতে তাত নানা শস্য উৎপন্ন হয়, সেই দেখি ভাৰতবৰ্ষৰ আন ঠাইৰ পৰা আৰু ভাৰতৰ বাহিৰৰ পৰাও অসমলৈ মানুহ আহি সুচল পাই তাত বসতি কৰি থাকিছিল। ঘাইকৈ অসমত কামাখ্যা, পৰশুৰামকুণ্ড আদি অনেক তীৰ্থস্থান থকাৰ নিমিত্তে অসমলৈ তীৰ্থ কৰিবলৈ অহা বিদেশী মানুহেও উৰ্বৰা অসম এৰি নিজৰ কটুৰ দেশলৈ উভতি নগৈছিল। তাৰ উপৰিও এটা মস্কিল এই আছিল যে সেই কালত অসমলৈ অহা-যোৱা কৰা বাট বৰ দুৰ্গম আছিল, সেই বাবেও কোনো বিদেশী মানুহ এবাৰ অসমলৈ আহিলে পৰাপক্ষত তেওঁ অসম এৰি উভতি নিজৰ দেশলৈ যাবলৈ মন নে'মলিছিল। আগৰ কালত অসম-ৰজাসকলেও বিদেশী গুণাকৰ মানুহ পালে তেওঁলোকক মাটি-বাৰী, বিষয়-বাসনা দি অসমতে পাতি অসম দেশ চহকী কৰিছিল। পশ্চিমীয়া মানুহ স্বভাৱতে কষ্ট-সহিষ্ণু আৰু তীৰ্থৰত। সেই দেখি গুৰিতে পশ্চিমীয়া হিন্দুস্থানী মানুহ অসমলৈ যোৱাৰ লেখ সৰহ। কালক্ৰমত সেইসকলে অসমত বসতি কৰি অসমীয়া মানুহৰ সৈতে বিয়া-বাৰুৰ সম্বন্ধ কৰি অসমত থাকি অসমীয়া হৈছিল। তেওঁলোকৰ পো-নাতিসকলে যে অসমৰ অসমীয়াৰ লেখত ভালেমান পোহ দি তাক সৰহ কৰিলে এইটো ধুৰূপ। উড়িষ্যাৰ সৈতে আগৰ কালত অসমৰ সম্পৰ্ক প্ৰবল আছিল, পুৰীৰ তীৰ্থ জগন্নাথ ক্ষেত্ৰই তাৰ প্ৰধান কাৰণ। ইত্যাদি কাৰণত অসমীয়া মানুহ আৰু অসমীয়া ভাষাৰ সমৃদ্ধিত উড়িয়া মানুহ আৰু ভাষাৰ বৰঙণিৰ ভাগ সৰহ দেখিবলৈ পোৱা যায়। সেই দেখি আমি কব পাৰোঁ যে যাক আমি আজি অসমীয়া মানুহ বোলোঁ আৰু যি ভাষাক অসমীয়া ভাষা বোলোঁ, সেই দুয়ো অনেক জাতিৰ অনেক দেশৰ মানুহ আৰু ভাষাৰ সান-মিহলি হৈ হোৱা বস্তু। ভাৰতৰ আন

আন দেশতকৈ অসমত সমাজ বান্ধোন ঢিলা সোলোকা হোৱাৰ কাৰণো সেয়েই। কিন্তু আমি অলপ দকৈ ভাবি চালেই বুজিম যে যদিও বাৰ ঠাইৰ বাৰটা লৈ অসমীয়া ভাষা আৰু অসমীয়া জাতিৰ সৰহ ভাগ গঠিত, তথাপি সেইবোৰ লগলগাই বান্ধি একেটা কৰিবৰ নিমিত্তে অসমত এনে এটা ঘাই বান্ধোন আছে যে আন দেশত তেনে বান্ধোনৰ অনেক গুণে অভাৱ। সেই বান্ধোন অসমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰা সত্ৰবিলাক। সেই সত্ৰবিলাকৰ ধৰ্মৰ সূতাই অসমীয়া মানুহক একেডাল সূতাতে গুঠিছে, আৰু অসমত ওখ, মাজ আৰু তল থাপৰ মানুহক ধৰ্ম, নীতি, সদাচাৰৰ অখণ্ড নিয়মবিলাকৰ তলতীয়া কৰি ৰাখিছে। পৃথিৱীৰ আন দেশত এনে দৃশ্য আটকীয়া। সেই কাৰণৰ নিমিত্তেই হিন্দু ধৰ্ম প্ৰচাৰৰ ভাষা সংস্কৃত ভাষাত অসমীয়া ভাষাৰ সৰ্বাঙ্গ মজি আছে, আৰু সেই বাবেই কি বড়ো ভাষা, কি আহোম ভাষা, কোনো অনাৰ্য্য ভাষাই অসমীয়া ভাষাক সংস্কৃতৰ বুকুৰ পৰা কাটি নিব নোৱাৰিলে।"

**ভাষাৰ কথা**

ভাষা মানুহ জাতিৰ এটা অতি গৌৰৱৰ বস্তু, ঈশ্বৰৰ বিশেষ কৃপাত পোৱা এটা অমূল্য দান। ভাষা কি? ব্যাকৰণ শাস্ত্ৰৰ মতে যি অৰ্থ থকা মাতেৰে এজন মানুহে আন এজন মানুহৰ আগত নিজৰ মনৰ ভাব প্ৰকাশ কৰিব পাৰে, বা পৰস্পৰে পৰস্পৰৰ মনোভাব প্ৰকাশ কৰিব পাৰে, তাকে ভাষা বোলে। আদিতে মানুহে ঠাৰে চিত্ৰৰে বা আঁকি নিজৰ মনৰ ভাব আনক বুজাইছিল, তাৰ পাছত শব্দেৰে বুজাইছিল। ভাষাবিদ পণ্ডিতসকলে শব্দবিলাকৰ উৎপত্তিৰ কাৰণ চাৰিটা বুলি নিৰ্দেশ কৰিছে। যেনে, —

(১) অনুকৰণ — কাউৰীয়ে কাঁ কা বা কোৱা কোৱা কৰি উৰি যোৱাৰ নিমিত্তে তাৰ নাম হ'ল কাক, মেকুৰীয়ে মেঁও মেঁও কৰাৰ নিমিত্তে তাৰ নাম হ'ল মেকুৰী; জি জি কৰি মতা বাবে জিলি, কুউ কুউ বুলি মাতে গুণে কুলি; কু-কু-কু বুলি ৰাও কৰে গুণে কুক্কুট বা কুকুৰা। এই শব্দানুকৰণক মোক্ষমূলাৰে "Bow-wow Theory" নাম দিছে।

(২) ভাৱ-প্ৰকাশ বা অনুভূতি — যেনে উস্, আস্, ওঁ, ছি, ইত্যাদি। এনেকুৱা ভাৱ-প্ৰকাশক মোক্ষমূলাৰে 'pooh pooh theory' বুলিছে।

(৩) উপমা— যেনে, ভৰি গাৰ ভৰ পদৰ ওপৰত পৰা বাবে সৰু গাঁঠিৰ তলত চেপেটা ভাগক আমি ভৰি (foot) বোলোঁ।

গল-বিচনী — গৰুৰ ডিঙিৰ তলত বিচনীৰ দৰে ওলমি থকা ছালচটাক আমি গল-বিচনী বোলোঁ।

(৪) অনুৰূপোক্তি — ছাইমূৰা, পিতলচকুৰা, ইত্যাদি। কোনো কোনো পণ্ডিতৰ মতে সাঙ্কেতিক শব্দমূল অৰ্থাৎ যা, থা ইত্যাদি ধাতুবিলাকো শব্দৰ উৎপত্তিৰ এটা কাৰণ।

এক, দুই বা ততোধিক শব্দাংশৰ (syllable) সমষ্টিয়েই একোটা শব্দ। শব্দ, বিভক্তি আৰু বাক্য এই তিনিটা ভাষাৰ অঙ্গ। আদিতে প্ৰায় অধিকাংশ শব্দ এটা শব্দাংশৰ দ্বাৰাই গঠিত হৈছিল। এতিয়াও বড়ো ভাষাত Mono-syllableৰ প্ৰাধান্য দেখা যায়।

কথিত ভাষাক আমি সাধাৰণতঃ মাত বা দোৱান বোলোঁ। যদিও কোৱা ভাষা লিখিত ভাষাৰ মূল, তথাপি ভাষা-বিজ্ঞানে, এনে কি ব্যাকৰণেও লিখিত ভাষাকহে ভাষা বুলি স্বীকাৰ কৰে। চিত্ৰাত্মক ভাষাৰ পৰা ক্ৰমে বৰ্ণমালাৰ আবিষ্কাৰ হয়। বৰ্ণমালা আবিষ্কাৰ নোহোৱা পৰ্য্যন্ত ভাষা কেৱল কথিত অৱস্থাত আছিল। সেই অৱস্থাতেই বেদৰ ঋক্‌বিলাক ৰচিত হৈছিল। ঋষিসকলে মুখে মুখে আওৰাই ঋক্‌বিলাক গাইছিল।

ভাষা বাক্যৰ দ্বাৰা আৰু বাক্য শব্দৰ দ্বাৰা গঠিত হয়। লিখিত ভাষা প্ৰচলন হোৱাৰ আগেয়ে মানুহে যেনেতেনেকৈ শব্দ যোজনা কৰি মনৰ ভাব প্ৰকাশ কৰিছিল। কেতিয়াবা স্বভাৱতে মনৰ ভাব শ্লোক বা পদ্য [illegible] মুখৰ

পৰা ওলাইছিল। মানুহে সাধাৰণতঃ গদ্যতকৈ পদ্য ভাল পাইছিল।

এদিন বাল্মীকিয়ে গা-ধুবলৈ গৈ দেখিলে, চ'কৈ চকোৱা এহাল আপোন-হেৰোৱা হৈ সুখত বিভোল, এনেতে অকস্মাৎ নিৰ্দয় ব্যাধৰ কাঁড়ে এটিক বিন্ধিলে, চৰাইটি গছৰ ডালৰ পৰা ধুপ্‌চ্‌ কৰে মাটিত পৰিল, ব্যাধে ধৰি জোলোঙাত ভৰাই আকৌ ইটিলৈ কাঁড় টোঁৱালে, মহৰ্ষিৰ মনত বৰ দুখ লাগিল, তেওঁৰ অন্তৰৰ তলৰপৰা এটি শোকৰ বাণী ওলাল, –

"মা নিষাদ। প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ।
যৎ ক্ৰৌঞ্চ-মিথুনাদেকমবধীঃ কাম মোহিতম্‌॥"

সেয়ে জগতৰ আদি কবিৰ আদি শ্লোক। আমাৰ দেশৰ অতি পুৰণি পটন্তৰ, সাঁথৰ, মন্ত্ৰ আৰু বিয়া-সবাহৰ নামবিলাক লিখিত ভাষা প্ৰচলন হোৱাৰ পূৰ্বেই নিৰক্ষৰ মানুহৰ দ্বাৰাই ৰচিত হৈছিল।

কোৱা কথা নাপাহৰিবৰ কাৰণে আৰু দূৰৈৰ মানুহক জনাবৰ নিমিত্তে কিছুমান আঁক বা সাঙ্কেটিক চিনৰ আৱশ্যক হোৱাত আখৰ বা বৰ্ণৰ উদ্ভাৱন হ'ল। আখৰবিলাকে শব্দৰ উচ্চাৰণো বুজায়। 'ছান্দোগ্য উপনিষদত' আছে,–

'সৰ্বে স্বৰাঃ ইন্দ্ৰস্য আত্মানঃ।
সৰ্বে উষ্মানঃ প্ৰজাপতেৰাত্মানঃ।
সৰ্বে স্পৰ্শাঃ মৃত্যোৰাত্মানঃ'।

অৰ্থাৎ স্বৰবৰ্ণবিলাক ইন্দ্ৰই উদ্ভাৱন কৰে, প্ৰজাপতি সোম বা চন্দ্ৰই শ, ষ, স, হ, এই চাৰিটা উষ্মবৰ্ণ উদ্ভাৱন কৰে আৰু ভগৱান শিৱই ক আখৰৰ পৰা ব আখৰলৈকে স্পৰ্শবৰ্ণবিলাক উদ্ভাৱন কৰে।

ঋগ্বেদত আছে, – 'দেৱীং বাচমজনয়ন্ত দেৱাঃ।' দেৱতাসকলেই বাগ্দেৱীৰ অৰ্থাৎ ভাষাৰ জন্মদাতা। সেই ভাষাক গীৰ্বান বাণী আৰু তাৰ বৰ্ণমালাক ব্ৰাহ্মী আখৰ বোলে। গীৰ্বান বাণী বেদৰ ভাষা। সেই ভাষাক সংস্কাৰ কৰিলত তাৰ নাম হ'ল সংস্কৃত ভাষা। বাগ্‌ভট্টই কৈছে, 'সংস্কৃত স্বৰ্গিনাং ভাষা শব্দশাস্ত্ৰেষু নিশ্চিতা' অৰ্থাৎ সংস্কৃত স্বৰ্গবাসী দেৱতাসকলৰ ভাষা।

'সংস্কৃত দেৱতাবাণী কথিতা মুনিপুঙ্গবৈঃ' (কাব্য-চন্দ্ৰিকা)।

অৰ্থাৎ শ্ৰেষ্ঠ মুনিসকলে কৈ গৈছে যে সংস্কৃত ভাষা দেৱতাসকলৰ বাণী। দেৱনগৰ বা সুৰালয়ত উদ্ভাৱন হোৱা বাবে ব্ৰাহ্মী আখৰক দেৱনাগৰী বুলিও কোৱা হয়।

বৰ্ত্তমান কালৰ দেৱনাগৰী আখৰতকৈ ব্ৰাহ্মী আখৰৰ গঢ অলপ লৰ আছিল। ভাৰত সম্ৰাট অশোকৰ দিনত যিবিলাক খোদিত লিপি আবিষ্কৃত হৈছে, তাৰ কিছুমান আখৰ ব্ৰাহ্মী আৰু কিছুমানৰ আখৰ খৰোষ্টি বুলি পণ্ডিতসকলে স্থিৰ কৰিছে। ব্ৰাহ্মী আখৰ বাওঁ-ফালৰপৰা সোঁ ফাললৈ আৰু খৰোষ্টি আখৰ সোঁফালৰপৰা বাওঁ ফাললৈ লিখা হয়। ডাক্তৰ ভাণ্ডাৰকাৰ (Sir R.G. Bhandarkar, M A. PH D, K C. I E) মহোদয়ে তেওঁৰ 'A Peep into the Early History of India' পুথিৰ ১২ পিঠিত কৈছে, 'Brahmi is the earliest form of our modern Devanagari"। ব্ৰাহ্মী বা দেৱনাগৰী বৰ্ণমালা সম্পূৰ্ণ, সৰ্বাঙ্গ-সুন্দৰ আৰু বৈজ্ঞানিক প্ৰণালীত শ্ৰেণীবদ্ধ। এই বৰ্ণমালা আদিতে মুখে মুখে পুৰুষানুক্ৰমে চলি অহাৰ কথা প্ৰতিসাখ্য নামে স্বৰবিজ্ঞান শাস্ত্ৰত পোৱা যায়। লিখিত ভাষাৰ প্ৰচলন হলত মন্ত্ৰবিলাক প্ৰথমে তামৰ পাতত লিখা প্ৰথা আছিল। পাছে ভূৰ্জপত্ৰ, সাঁচিপাত, তালপাত, মাটিৰ পাত্ৰ আৰু শিলতো লিখা নিয়ম হয়। তুলাপাতৰ ব্যৱহাৰ ৩০০ মান বছৰৰপৰা হৈছে।

সপ্তম খৃষ্টাব্দত প্ৰাগ্‌জ্যোতিষাধিপতি ভাস্কৰবৰ্মাই হংসবেগ নামে কটকীৰ হাতত উত্তৰ

ভাৰতৰ সম্ৰাট শিলাদিত্যলৈ যিবিলাক উপঢৌকন পঠাইছিল, তাৰ লগত তেওঁ এখন সাঁচিপাতত লিখা পুথি পঠোৱাৰ কথা বুৰঞ্জীৰ পৰা জনা যায়। সেই পুথিখন আমাৰ দেশৰ 'ডাকভণিতা' বুলি অনেকে অনুমান কৰে। অতি প্ৰাচীন কালৰ পৰাই যে আমাৰ দেশত সাঁচিপাতৰ ব্যৱহাৰ আছিল, তাত সংশয় নাই।

বেদৰ ভাষা (গীৰ্বান বাণী) প্ৰচলিত সংস্কৃত ভাষাতকৈ কিছু কঠিন। বেদৰ ভাষাক ব্যাকৰণ মতে সংস্কাৰ কৰি ল'লত তাৰ নাম সংস্কৃত হয়। প্ৰাকৃত মানে ভাষাৰ প্ৰাকৃতিক অৱস্থা বা জনসাধাৰণৰ কোৱা ভাষা। সংস্কৃত বিদ্যাৱন্ত লোকৰ ভাষা। 'বিদ্বাংসো হি দেৱাঃ'। বিদ্যাৱন্ত লোকেই দেৱ। সেইবাবেই সংস্কৃতক দেৱভাষা বুলিও কোৱা হয়। প্ৰাচ্য পণ্ডিতসকলৰ মতে প্ৰাকৃত সংস্কৃতৰ পৰা ওলাইছে। পাশ্চাত্য পণ্ডিতসকলৰ মতে সংস্কৃতৰ দৰে প্ৰাকৃতৰো বৈদিক ভাষাই জননী। বোধ কৰোঁ পাশ্চাত্য পণ্ডিতসকলৰ মতেই ঠিক। কিয়নো, ঋগ্বেদত এনে কোনো কোনো শব্দ আছে, যাৰ ব্যৱহাৰ প্ৰাকৃতত আছে, কিন্তু সংস্কৃতত নাই। যেনে, 'কুশাৰ'। এই শব্দটো সংস্কৃতত নাই, কিন্তু প্ৰাকৃতত আছে। আমি কুশাৰক কুঁহিয়াৰ কওঁ, উত্তৰবঙ্গ আৰু শ্ৰীহট্টৰ মানুহে কুশিয়াৰ কয়।

পাশ্চাত্য পণ্ডিতসকলে পৃথিৱীৰ প্ৰধান প্ৰধান ভাষাবিলাকক কেবাটাও শ্ৰেণীত বিভক্ত কৰিছে। তাৰ ভিতৰত Indo-European ভাষা বিভাগেই ওখ আসন পাইছে। সেই বিভাগটোকে আকৌ কাণি ৯টা তলতীয়া ভাগত বিভক্ত কৰা হৈছে। সেই ৯টা ভাগৰ এটা ভাৰতীয় ভাষাৱলী। এই ভাৰতীয় ভাষাৱলীৰ ভিতৰত প্ৰধান হৈছে,- প্ৰাকৃত, পালী (পল্লীৰ ভাষা), সিংহলী, অসমীয়া, বঙলা, উড়িয়া, পঞ্জাবী বা গুৰুমুখী, কাশ্মীৰী সিন্ধী, গুজৰাটী, মহাৰাষ্ট্ৰী হিন্দী, উৰ্দু বা হিন্দুস্থানী, ভাৰ্ডিস্থানী, আৰু ৰোমাণী (এজাতি অযৱী মানুহৰ ভাষা)। যাইকৈ সংস্কৃত আৰু প্ৰাকৃতৰপৰা অসমীয়া ভাষা ওলাইছে।

অসম সাহিত্য-সভাৰ সপ্তম অধিৱেশনৰ সভাপতি স্বৰূপে শ্ৰদ্ধাস্পদ বেজবৰুৱা ডাঙৰীয়াই কৈছিল, "প্ৰাচীনত্বৰ হিচাপত অসমীয়া ভাষা, সাহিত্য আৰু লিপি ভাৰতৰ আন কোনো প্ৰাদেশিক ভাষা, সাহিত্য আৰু লিপিতকৈ তলখাপৰ নহয় বুলি মোৰ দৃঢ় বিশ্বাস। পোনতে খুব সম্ভৱ অসমত ব্ৰাহ্মীলিপি প্ৰচলিত আছিল। কামাখ্যাৰ মঠ-মন্দিৰ নিৰ্মাণ কৰা কালত এই লিপি ব্যৱহৃত দেখা যায়।'

অসমা সুষমা, কাম্যকাননা কামৰূপক, আমাৰ চেনেহী জন্মভূমি অসমক পুৰাণ আৰু তন্ত্ৰই 'দেৱীক্ষেত্ৰ' বুলিছে। 'কালিকা পুৰাণত আছে,—

"দেৱীক্ষেত্ৰং কামৰূপং বিদ্যতেঽন্যত্ৰ ন তৎসমম্।
অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে॥',

**অসমীয়া ভাষা**

কামৰূপ দেৱীক্ষেত্ৰ, ইয়াৰ নিচিনা ঠাই পৃথিৱীৰ কতো নাই, অৰ্থাৎ ই সকলো বিষয়ে অসমা, আন ঠাইত দেৱী বিৰলা, কিন্তু কামৰূপত ঘৰে ঘৰে দেৱী আছে।

প্ৰজাপতি দক্ষই তেওঁৰ জীয়েক সতীৰ বিয়াত হেনো এই দেশখন যৌতুক স্বৰূপে উচৰ্গি দিছিল।

'সৰ্বশ্ৰেষ্ঠ যথা বিষ্ণুৰ্লক্ষ্মী সৰ্বোত্তমা যথা।
দেৱীপূজা তথা শস্তা কামৰূপে সুৰালয়ে॥'
— কালিকা পুৰাণ।

সম্ভৱতঃ তান্ত্ৰিক দেৱীপূজা প্ৰথমে এই দেশতে আৰম্ভ হৈছিল। কিয়নো, কামৰূপৰ কামাখ্যাই মহামায়া আদ্যাশক্তিৰ মূল মূৰ্ত্তি বুলি 'কালিকা-পুৰাণত" লিখা আছে। প্ৰায় সকলো তন্ত্ৰ-শাস্ত্ৰ কামৰূপত ৰচিত হোৱা বুলি শুনা যায়।

দেৱীক্ষেত্ৰ বুলিয়েই নে কি আমাৰ ভাষা আৰু সাহিত্যৰ ওপৰত মাতৃজাতিৰ প্ৰভাৱ মুকলকৈ দেখা

যায়। আমাৰ ভাষাটোক স্বভাব-সুন্দৰী, বন-কুঁৱৰী ঋষি-কন্যাৰ লগত বিজাব পাৰি। সুন্দৰ সুন্দৰ বন-ফুল, ফুলৰ কলি, কুঁহিপাত, লতা, ধুনীয়া চৰাইৰ পাখি, এই স্বভাৱসুলভ বস্তুবিলাকেই ঋষিকন্যাৰ অনুকৰণ। কুশবনৰ বা কুঁহিলাৰ কঠ বা মৃগপছুৰ ছাল তেওঁৰ আসন। বনৰ ফল-মূল, গৰুৰ গাখীৰ আৰু নৈ বা নিজৰাৰ নিৰ্মল পানী, তেওঁৰ আহাৰ। সেৱা সংকাৰ তেওঁৰ ঘাই কৰ্ম। সচ্চিদানন্দ জ্যোতি-ৰ্ময় ব্ৰহ্মৰ উদ্দেশ্যে হোমৰ শুৱিত বহ্নি বেদ গান কৰা তেওঁৰ ধৰ্ম। মণি-মুকুতা লগোৱা সোণৰ বহু-মূলীয়া অলঙ্কাৰ বা শুণাৰ বন কৰা পাট-কাপোৰ তেওঁৰ গাত নাই। আমাৰ ভাষাটো বিদগ্ধ পণ্ডিতৰ কঠিন সংস্কৃতীয়া বাক্যালঙ্কাৰ নাই, দীঘল-ডাঙৰ দুৰ্বোধ্য শব্দাৱলীৰ আড়ম্বৰ নাই। আমাৰ ভাষা এনে কোমল, এনে মধুৰ, এনে শুৱলা আৰু স্বাভাৱিক যে সঁচাকৈয়ে তাক ঋষিকন্যাৰ নিচিনা, প্ৰকৃতি-সুন্দৰী, অসম-মাতৃৰ মধুৰ বাণী বুলিব পাৰি, থহটা কঠিন শব্দও মাতৃৰ মুখত পৰি নিমজ হৈছে। ইয়াক সঙ্গী-তৰ ভাষা বুলিব পাৰি। বাগ্দেৱী সৰস্বতী। তেওঁক—

> "বীণা পুস্তক ৰঞ্জিত হস্তে,
> ভগৱতী ভাৰতী দেৱী নমস্তে,"

এই বুলি নমস্কাৰ কৰা হয়। আমি সকতে আইৰ মুখৰ পৰা শিকিছিলোঁ:—

> "সৰস্বতী, সৰস্বতী,
> কণ্ঠে কলাপী, ভোগে বিলাপী,
> মকৰাৰ চন্দন,
> লোকে বোলে সৰস্বতী আমি বোলোঁ আই
> যিখিনি পাহৰোঁ দিবা সোঁৱৰাই।"

'আই,' এই মাতটো আমাৰ মনত মৌ-বৰষা যেন লাগে।

আমাৰ ভাষাক আমি মাতৃ-ভাষা বোলোঁ, পিতৃ-ভাষা নোবোলোঁ। আমাৰ দেশক্যো আমি মাতৃ-ভূমি কওঁ, পিতৃ-ভূমি বুলি নকওঁ। "জননী জন্ম ভূমিশ্চ স্বৰ্গাদপি গৰিয়সী।" এই কথাষাৰতো জননী আৰু জন্মভূমিক স্বৰ্গতকৈও শ্ৰেষ্ঠ বোলা হৈছে। মাতৃজাতি আমাৰ জননী। মাতৃ কুৰূপা হলেও সন্তা-নৰ মনত সুৰূপা। মাতৃৰ কোলাত মাতৃৰ পিয়াহ খোৱাৰ লগে লগে সন্তানে মাতৃৰ মুখৰপৰা প্ৰথমে ভাষা শিকে। সন্তানৰ আধাফুটা মাত মাতৃয়ে লাহে লাহে শুধৰাই নিয়ে, অমাতৰ মুখৰ মাত শুনি মাতৃয়ে অপাৰ আনন্দ পায়, ন ন কথা ন ন ভাৱেৰে, ন ন উপদেশেৰে মাতৃয়ে সন্তানক মানৱতাৰ কালে আগ-বঢ়াই নিয়ে। সৰু কালত মাকৰ মুখৰপৰা শুনা মাত কথা, নাম-গীত, সাধুকথা, সাঁথৰ, পটন্তৰ আদি চিৰজীৱনলৈ সন্তানৰ মনত ৰৈ যায়। সেইবিলাক শুনিবলৈ কেনে ভাল লাগে, আইয়ে সককালত সন্তানক যি সাঁচত গঢ়ি তোলে, সেই সাঁচ আজীৱন ৰৈ যায়। আইৰ পৰা সকতে শিকা মাত কথাই আমাৰ ভাষাৰ হিমেজু। এই দেশৰ লক্ষ লক্ষ মাতৃয়ে এই দেশত উপজি লক্ষ লক্ষ সন্তানক আজি কত হাজাৰ বছৰৰপৰা যি মাত কথা শিকাই গৈছে, এতিয়াও শিকাব লাগিছে, আগলৈকো শিকাই থাকিব, সেই মাত কথাই আমাৰ লাহৰী অসমৰ সুৱদী ভাষা। ভাষাৰ ওপৰত মাতৃজাতিৰ কিমান প্ৰভাৱ।

আমাৰ দেশৰ কিছুমান আইনাম, বিয়ানাম, বিহু-নাম, নিচুকনি গীত, গৰখীয়া গীত বা বনগীত, সাঁথৰ আৰু পটন্তৰ অতি পুৰণি। শ শ বছৰৰ আগৰ পৰা সেই নাম গীত আদিয়ে আজিলৈকে অসমীয়াৰ মনত সন্তোষ দি আহিছে। এইবিলাকৰ কিছুমান যে আইসকলৰ দ্বাৰা ৰচিত, তাত সংশয় নাই। কোন কাহানিবা কোন গাভৰুৰ মনত এইবিলাক ভাবৰ ঢৌ উঠিছিল, কোনে ক'ব? কিন্তু ফুল শুকা-লেও সুগন্ধ ৰৈ যোৱাৰ নিচিনাকৈ, তেওঁলোকে ইহ সংসাৰৰ লীলা-খেলা সামৰি গলেও, তেওঁলোকে ভাষাত প্ৰকাশ কৰি যোৱা ভাৱৰাশিয়ে— আজিও অসমীয়াৰ প্ৰাণত স্পন্দন তুলি আছে।

আমাৰ ভাষা যাইকৈ দেৱভাষা সংস্কৃত আৰু প্ৰাকৃতৰ পৰা ওলাইছে। সংস্কৃতৰ কঠুৱা শব্দাৱলী আমাৰ সেমেকা দেশত সেমেকি মাতৃৰ কোমল মুখত পৰি কেনে কোমল হৈ আমাৰ ভাষাত ঠাই পাইছে, তাৰ কেইটামান উদাহৰণ দিয়া গ'ল ঃ—

| সংস্কৃত | অসমীয়া |
|---|---|
| অঞ্জলিঃ | আঁজলি |
| অগ্ৰমাংসম্ | আগমঙহ |
| আৰ্য্যিকা | আই, আইতা |
| উদ্গাৰঃ | উগাৰ |
| উদ্ধানম্ | উধান |
| উলূখলম্ | উৰল |
| জ্যোৎস্নঃ | জোন |
| কপিঞ্জলঃ | কইৰ |
| কৰ্পটঃ | কাপোৰ |
| কুম্ভজলোকা | কুমজেলুকা |
| কৌপীনম্ | কপিং |
| গলগণ্ডঃ | গৰঁল |
| তল্লকম্ | ডলা |
| দিব্যালাৱণ্যৱতী | দিপ্‌লিপ্ |
| নপ্ত্ৰী | ভাতি |
| কচ্ছোটিকা | কাছুটি |
| কিম্ন | কিয়নো |
| ধুস্তৰঃ | ধুতুৰা |
| আস্বত (প্ৰাকৃত, অপভ্ৰংশ) | আঠুৱা |
| পৰ্য্যঙ্কঃ | পালেং |
| প্ৰায়শ্চিত্তম্ | পৰাচিত |
| শ্ৰেষ্ঠী | প্‌তিমাহ |
| প্লীহা | পিলা |
| ফুৎকাৰঃ | ফু |
| ব্যাঘ্ৰং | বাঘ |
| বভ্ৰম্ | বৰ (ভাঙৰ) |
| ভূমিকম্পনম্ | ভুইঁকঁপ |
| ৰৌদ্ৰঃ | ৰ'দ |
| ৱাঞ্জনম্ | আঞ্জা |
| স্তৱক | থোক |
| স্থালী | থালী |
| অৱবোধনী | ওৰণি |
| শ্লাঘা | শলাগ |
| বাঢ়ং | বাৰু |
| লঙ্ঘন | লঘোন |
| লৱঙ্গম্ | লং |
| শিজ্ঞনঃ | শেঙুন |
| শিৰস্থানম্ | শিতান |

আমাৰ ভাষাৰ 'ৱ' আখৰটোৰ উচ্চাৰণ সংস্কৃতৰ নিচিনা। বঙালীৰ 'ৱ' নাই। আমাৰ ভাষাত পদ্ম, ছদ্ম আদি ম-কাৰান্ত শব্দ উচ্চাৰণ কৰোতে শেষৰ 'ম' আখৰটো মাতোঁ। বঙালীয়ে পদ্মক পদ্দ, ছদ্মক ছদ্দ বুলি উচ্চাৰণ কৰে। কিন্তু আমাৰ উচ্চাৰণহে শুদ্ধ। প্ৰাকৃতত সকৰ্মক ক্ৰিয়াৰ আগত থকা কৰ্ত্তা কাৰক একাৰান্ত হয়। আমাৰ ভাষাতো সেয়ে হয়। যেনে, ৰামে ভাত খালে, বঙলাত— ৰাম ভাত খাইল। প্ৰাকৃতত মূৰ্দ্ধণ্য 'ষ' ৰ উচ্চাৰণ 'খ' ৰ নিচিনা হয়। আমাৰ ভাষাতো খিকল্পে 'খঁ' হয়। যেনে, মোৰ গাটো বিখাইছে। প্ৰাকৃতৰ দৰে আমাৰ ভাষাত দ্বিবচন নাই। শ, ষ, স এই তিনিও আখৰক আমি কণ্ঠৰ পৰা উচ্চাৰণ কৰোঁ। আন প্ৰায় কোনো জাতিয়ে তেনেকৈ উচ্চাৰণ নকৰে। আমাৰ ভাষাৰ ই এটা বিশিষ্টতা। সুদূৰ অতীতত যে আৰ্য্য জাতিয়ে দন্ত্য 'স' আখৰটো আমাৰ দৰে উচ্চাৰণ কৰিছিল, তাৰ প্ৰমাণ স্বৰূপে হিন্দু আৰু হিন্দুস্থান শব্দলৈ আঙুলিয়াব পাৰোঁ। সিন্ধু নদীৰ নামৰ পৰা 'হিন্দুস্থান' হৈছে। অগ্নিৰ উপাসক পাৰ্চী জাতিৰ 'জেন্দ-আৱেস্তা' প্‌থিত 'স'—ৰ উচ্চাৰণ 'হ' হোৱা পোৱা যায়। যেনে— অহুৰ মজদ (অসুৰ মহতৰ অপভ্ৰংশ) আমাৰ পৰ্বতীয়া জাতিবিলাকে আমাৰ নিচিনাকৈ শ, ষ, স, উচ্চাৰণ কৰিব নোৱাৰি এই তিনিওটাকে

'হ' বুলি মাতে। আহোমবিলাকেও তাকে কৰিছিল। আহোম ৰাজত্বত আমাৰ অনেক শব্দৰ শ, ষ, স, উচ্চাৰণৰ দোষত বিকৃত হৈ 'হ' হয়। যেনে পশু, পহু, বিষ, বিহ, শেষ শেহ, পিয়াস, পিয়াহ ইত্যাদি। আমাৰ পুৰণি পুথিবিলাকত এই বিকৃতি দেখা নাযায়। আমি চ, ছ, এই দুইকো সংস্কৃত 'স' আখৰৰ দৰে উচ্চাৰণ কৰোঁ। ইও এক বিশিষ্টতা।

সংস্কৃত ভাষাৰ ক্ৰিয়াপদ আৰু বিভক্তিৰ লগত আমাৰ ভাষাৰ কিছু সাদৃশ্য আছে।

| সংস্কৃত | অসমীয়া |
|---|---|
| কৰোমি | কৰোঁ |
| কৰিষ্যামি | কৰিম |
| কুৰু | কৰা |
| শৃণুহি | শুনাহি |

সংস্কৃত ভাষাৰ ইন্দ্ৰানী, ব্ৰহ্মানী, নাৰায়ণী বুলিলে ইন্দ্ৰ, ব্ৰহ্মা, নাৰায়ণৰ ভাৰ্য্যা বুজায়। আমাৰ ভাষাতো বৰুৱানী ৰাজখোৱানী, শইকীয়ানী, বুলিলে কোনো বৰুৱা, ৰাজখোৱা, শইকীয়াৰ ঘৈণীয়েক বুজায়। কিন্তু বঙ্গ ভাষাত কোনো ঘোষ, বসু, মিত্ৰ, গুহ আদিৰ ভাৰ্য্যাৰ বিষয়ে লিখিব লাগিলে ঘোষ-জায়া, বসু-জায়া বুলিহে লিখা দেখা যায়। কোনেও ঘোষণী, মিত্ৰনী বুলি নিলিখে আৰু নকয়।

সংস্কৃত ভাষাৰ 'সঃ' শব্দটো আমাৰ ভাষাত 'সি', ইংৰাজীত 'He' হয়। সংস্কৃতৰ 'সা' শব্দটো আমাৰ ভাষাত 'তাই', ইংৰাজীত 'she' হয়। কিন্তু বঙ্গ ভাষাত পুৰুষকো 'সে' আৰু তিৰোতাকো 'সে' বোলা হয়। সেই ভাষাত 'she' বুজাবলৈ আমাৰ দৰে কোনো সুকীয়া শব্দ নাই।

আমাৰ মানুহে সাধাৰণতঃ যিবিলাক সাজ-পাৰ ব্যৱহাৰ কৰে সেইবিলাকৰ নাম সংস্কৃতত পোৱা যায়। যেনে :—

| সংস্কৃত | অসমীয়া |
|---|---|
| মেখলা (under shirt) | মেখেলা |
| বৃহতিকা | বিহা |
| চোলঃ | চোলা |
| চেলম্ | চেলেং কাপোৰ |
| চোটীকা | চুৰীয়া |
| কৰ্ণিকা | কৰিয়া |
| গণ্ডুঃ | গাড়, গাৰু |
| তুলী | তুলী |
| নিচোলঃ | খনীয়া কাপোৰ |
| কচ্ছোটিকা | কাছুটি |
| কৌপিনম্ | কপিং |
| মণি (Neck ornament) | মণি |
| কৰ্ণেন্দুঃ | কেৰু |
| মশহৰী | মহৰী |
| নীশাৰঃ | নিহালী |

Negative বুজোৱা 'ন' টো সংস্কৃতৰ দৰে আমাৰ ভাষাটো ক্ৰিয়াৰ আগত বহে। যেনে, —

| সংস্কৃত | অসমীয়া |
|---|---|
| ন কৰোমি | নকৰোঁ। |

বঙলা ভাষাত সেই "ন" টো সদায় "না" ৰূপে ক্ৰিয়াৰ পাছত বহে। যেনে,- "আমি কৰি না"। আমাৰ ভাষাত "ন" যি ক্ৰিয়াৰ আগত বহে সেই ক্ৰিয়া পদৰ প্ৰথম আখৰৰ স্বৰবৰ্ণৰ ৰূপ ধাৰণ কৰে। যেনে :— খা ধাতু আকাৰান্ত হোৱাত তাৰ আগত বহা—"ন" টো "না" হয়। সেইদৰেই নাখাওঁ, নিগিলোঁ, নুসুমাওঁ, নোধোওঁ ইত্যাদি হয়। ক্ৰিয়াৰ প্ৰথম আখৰটো আকাৰান্ত হলে তাৰ আগৰ "না" টো বিকল্পে "নে" হয়। যেনে, — নাখাওঁ, নেখাওঁ, নাখাওঁ নেখাওঁ।

আমাৰ দাঁতি-কাষৰীয়া পৰ্বতীয়া জাতি বিলাকৰ ভাষা, আৰবী, ফাৰ্চী, হিন্দী, বঙলা আৰু ইংৰাজী ভাষাৰ অনেক শব্দ আমাৰ ভাষাত সোমাই থিতাপি লৈছে। তাৰপৰা আমাৰ শব্দ-সম্পদ বঢ়াত ভাষাৰ শ্ৰীবৃদ্ধি হৈছে, ভাষা শ্ৰীহীন হোৱা নাই। বঙলা ভাষাতকৈ হিন্দী আৰু কাশ্মীৰী ভাষাৰ লগত আমাৰ ভাষাৰ মিল বেছি।

আমাৰ দেশৰ পৰ্বতীয়া জিলাবিলাকত আমাৰ বৰ্ণমালা নচলাই ৰোমান (Roman) আখৰেদি বিদ্যা শিক্ষা দিয়া হৈছে। ৰোমান আখৰ আনৰ দেশৰ উৎপন্ন বস্তু নহয়। ইয়াৰ প্ৰচলন অস্বাভাৱিক বুলি বোধ হয়। ইয়াৰ দ্বা ৰ ভৱিষ্যৎ অসমীয়া জাতি (Assamese Nation) গঠন কৰাত বাধা জন্মিব বুলি আশঙ্কা কৰোঁ।

স্বৰ্গীয় লম্বোদৰ বৰা ডাঙৰীয়াই "জোনাকী"ত লিখিছিল,—

'আমাৰ ভাষা সংস্কৃতৰ পৰা ওলাইছে। সি কঠিন ভাষা, তাৰ অৰ্থ কঠিন, ব্যাকৰণ মতে শব্দ-গঠন কঠিন। আমি দেখাৰ ভিতৰত বেদৰ ভাষাই সংস্কৃতৰ আদি মূৰ্ত্তি। বেদৰ ভাষা অতি-কঠিন। এতেকে, তাৰ দ্বাৰাই সহজে কাম চলা টান। মানুহৰ ভাষা মেঘ বতাহৰ দৰে স্বাধীন আৰু পৰিবৰ্ত্তনশীল। তাক কোনেও বন্ধ কৰি একেদৰে ৰাখিব নোৱাৰে। তুমি যিমান শুদ্ধ অভিধান কৰা, যিমান ব্যাকৰণৰ কঠিন সূত্ৰ কৰা, যিমান লোকৰ মাজত শুদ্ধ ব্যাকৰণ, অভিধান আৰু সাহিত্য চলাই থাকা তোমাৰ ভাষা মেঘ বতাহৰ দৰে সদায় মুক্ত, চঞ্চল আৰু পৰিবৰ্ত্তনশীল হৈ থাকিবই থাকিব। তুমি ক'বা বোলে সকলোৱে "উষ্ট্ৰ" উচ্চাৰণ কৰিব লাগে, কিন্তু কোনোৱে উচ্চাৰণ কৰিব "উষ্ট", কোনোৱে "উষ্ট্ৰ" আৰু তাৰ পাছত "উট", শেষত "উট" কোৱা আৰু লিখা হব। তুমি কবা, বিদেশী শব্দ আমাৰ ভাষাত সুমাব নালাগে, কিন্তু তোমাৰ কথা কোনে শুনে? লোকে সোপাসোপে বিদেশী শব্দ সুমাবই। এই নিমিত্তে সংস্কৃততো "ইংৰেজ" শব্দ সোমাইছে। কঠিন ভাষা, কঠিন উচ্চাৰণ, কঠিন নিয়ম, কঠিন আৰু দীঘল শব্দ গুচাই মুকলি, উজু আৰু চুটক কৰাই মানুহৰ স্বভাৱ। এই দৰে কত উচ্চাৰণ লৰে কত আখৰ-যোটনি লৰে, কত নতুন শব্দ ওলায়, কত মূল আৰু উচ্চাৰণ হেৰায় তাকে ভাবিলে মনত ৰং আৰু বিস্ময় লাগে। ভাষাৰ এই গুণ নিন্দনীয় নহয়, বৰঞ্চে লিখিত ভাষাত সহজকৈ আৰু আৱশ্যক নোহোৱাত বিদেশী শব্দ সুমালে তাৰ পৰা হানি হয়"

ৰসায়ন-বিজ্ঞান, পদাৰ্থ-বিজ্ঞান, খনিজ-বিজ্ঞান, শৰীৰ-তত্ত্ব আদি বৈজ্ঞানিক বিষয়ৰ পুথি লিখিবৰ কাৰণে আমি কিছুমান শব্দ ন-কৈ আমাৰ ভাষাত গঢ়িব লাগিব। তাৰ নিমিত্তে অতি সোনকালে অসম সাহিত্য সভাই এখন পৰিভাষা সমিতি গঠন কৰি এই কাৰ্য্যটি হাতত ল'ব বুলি আশা কৰিলোঁ।

অসমীয়া ল'ৰা-ছোৱালীয়ে উচ্চ শিক্ষা পাবৰ নিমিত্তে তিনিটা ভাষা শিকিব লাগে। নিজৰ ঘৰ, সমাজ আৰু প্ৰদেশৰ বাবে মাতৃভাষা লাগে, ৰাজ কাৰ্য্য চলাবলৈ আৰু অন্যান্য দিশৰ শিক্ষিত লোকৰ লগত আলাপ কৰিবলৈ আৰু উচ্চ জ্ঞান লভিবলৈ ইংৰাজী শিকিব লাগে, আকৌ হিন্দুৰ ধৰ্ম শাস্ত্ৰাদি জানিবলৈ হিন্দুসন্তানে সংস্কৃত, মুছলমানৰ ধৰ্ম শাস্ত্ৰাদি জানিবলৈ মোছলেম্ সন্তানে আৰবী বা ফাৰ্চী শিকিব লাগে। সংস্কৃত আৰু হিন্দী ভাষাৰ বৰ্ণমালা দেৱ নাগৰী, ভাৰতবৰ্ষৰ অধিকাংশ লোকৰ ভাষা হিন্দী বা হিন্দুস্থানী। হিন্দুস্থানী ভাষাক উৰ্দ্দু বুলিও কয়। হিন্দীৰ লগত আৰবী আৰু ফাৰ্চী শব্দ মিহলাই ভাৰত সম্ৰাট আকবৰে উৰ্দ্দু ভাষা চলায়। সময়ত হিন্দী ভাষা সমগ্ৰ ভাৰতত ৰাষ্ট্ৰীয় ভাষা হ'ব বুলি আশা কৰা যায়। তেতিয়া দেৱনাগৰী বৰ্ণমালাই ভাৰতৰ Common Script (সৰ্ব সাধাৰণৰ লিখা আখৰ) হ'ব। আমাৰ লৰা-ছোৱালীয়ে সংস্কৃত শিক্ষা কৰোঁতে ইংৰাজী স্কুলত দেৱনাগৰী লিখিবলৈ আৰু পঢ়িবলৈ শিকে। আমাৰ ভাষাৰ প্ৰচলিত বৰ্ণমালাৰ পৰিবৰ্তে দেৱনাগৰী আখৰ চলালে আগলৈ আমাৰ মানুহে সংস্কৃত আৰু হিন্দী সাহিত্যৰ পুথি আদি পঢ়িবলৈ উজু পাব। আদিতে আমাৰ বৰ্ণমালাও ব্ৰাহ্মী বা দেৱনাগৰীৰ নিচিনাই আছিল। তুৰস্কৰ অনেক শ বছৰৰ পৰাই আৰবী আখৰৰ প্ৰচলন আছিল। এতিয়া গাজী কামাল পাশ্বাই তাত লেটিন

আখৰ চলাইছে। মোৰ বোধেৰে আমাৰ দেশতো বৰ্ণমালাৰ সলনি দেৱনাগৰী আখৰ চলোৱা বাঞ্ছনীয়।

স্বৰবৰ্ণৰ ঋ, ৯, ৠ, এই তিনিটা আখৰৰ ব্যৱহাৰ আমাৰ ভাষাত একেবাৰেই নাই, সংস্কৃততো প্ৰায় নাই বুলিলেই হয়। উচ্চাৰণলৈ চাই এই কেইটা আখৰক স্বৰ নুবুলি অৰ্দ্ধস্বৰ অৰ্দ্ধব্যঞ্জন বোলাহে উচিত হব। প্ৰাকৃত ভাষাত ঋ আৰু ৯ ৰ উচ্চাৰণ নাই। এতেকে ঋ, ৯, ৠ, এই তিনিটা অলাগতীয়া আখৰ আমাৰ বৰ্ণমালাৰ পৰা একেবাৰে উঠাই দিয়া ভাল দেখোঁ। আমাৰ ভাষাত ষ্ণ, ষ্ব, ঞ্চ, শু, হু, হ্ন, ত্র, ক্র, ক্ৰ এই দৰে নিলিখি সাধাৰণ নিয়মে লিখাৰ দিহা কৰিলে কোমল-বয়সীয়া লৰা-ছোৱালীখে লিখিবলৈ ভাল পাব বুলি বোধ হয়।

ভাষা ভাবৰ বাহন। ভাষাৰ সাজ পাৰ পিন্ধি ভাৱ ওলায়। ভাষা যেনিবা শৰীৰ, ভাব তাৰ আত্মা। ভাষাৰ দ্বাৰাই পৰস্পৰৰ মনোভাৱ সাল সলনি কৰি মানুহে সঙ্ঘবদ্ধ হৈ সমাজ পাতি বাস কৰে। সমাজ বিস্তাৰৰ লগে লগে স্বদেশ আৰু স্বজাতিৰ বিকাশ হয়, সাহিত্য সেই বিকাশৰ প্ৰধান সহায়ক। যি দেশ বা জাতি যেমান উন্নত, তাৰ সাহিত্যও সিমান উন্নত।

সাহিত্য কি? "সাহিত্যম্—মেলনম্। সহিতস্য ভাৱঃ ইত্যৰ্থ ষ্য প্ৰত্যয়েন নিষ্পন্নম্"— শব্দ-কল্পদ্ৰুম। সাহিত্য মানে সম্যক্ হিতঃ=সাহিত্যঃ, তস্য ভাৱঃ সাহিত্যঃ, এনেদৰেও অৰ্থ কৰিব পাৰি। লিখা পঢ়া আদি কাৰ্য্যৰ দ্বাৰাই জ্ঞানবিস্তাৰ কৰি জন-সমাজৰ হিত সাধন কৰাই সাহিত্য। সি যি হওক, "সাহিত্য" এই শব্দটোৱে এটা সমষ্টিৰ বা সংহতিৰ মিলন বুজায়। ৰচনাত প্ৰাণৰ কথা, হিতজনক আৰু আনন্দদায়ক কথা সুন্দৰকৈ ফুটাই লিখিব পাৰিলে সেই ৰচনা সাহিত্য হয়। সুন্দৰ ভাষা আৰু সুন্দৰ ভাৱ, বা মধুৰ ভাষা আৰু মধুৰ ভাৱ, এই দুয়োৰো মিলনেই সাহিত্য। সাহিত্য দুবিধ, গদ্য আৰু পদ্য। "কাব্যং ৰসাত্মকং বাক্যং"। কাব্য বুলিলে ছন্দ বা পদ্যত লিখা অনুভূতিমূলক ৰসাল কথা বুজায়। সাহিত্য ৰসাল হব লাগে। সত্যং শিৱং আৰু সুন্দৰং হব লাগে। অজ্ঞান আন্ধাৰত জ্ঞানৰ জোনাক দেখুৱাই হিত-বাদৰ বাটেদি মানৱতাৰ ফালে মানুহক আগবঢ়াই নিবৰ উদ্দেশে সাহিত্যিকে লেখনী চলায়, কৱিয়ে কৱি-তাৰ বীণ বজায়। সাহিত্যৰ ভিতৰত যাৱতীয় বিদ্যা চৌষষ্ঠি কলাত বিভক্ত হৈ আছে। যেনে,—

সঙ্গীত বিদ্যা, চিকিৎস বিদ্যা, ৰসায়ন-বিদ্যা, শিল্প বিদ্যা, নীতিশাস্ত্ৰ, অৰ্থশাস্ত্ৰ দৰ্শনশাস্ত্ৰ, শব্দ কোষ ব্যাকৰণ, ইতিহাস জ্যোতিষ ইত্যাদি।

ভাষা-শিক্ষাই প্ৰকৃত জ্ঞান-শিক্ষা নহয়, জ্ঞান শিক্ষাৰ উপায় মাথোন। ভাষা-শিক্ষা জ্ঞান-ভাণ্ডাৰৰ দুৱাৰ স্বৰূপ। যিৰূপ জ্ঞান আৰ্জিলে বুদ্ধিৰ বিকাশ হয় ভ্ৰম আৰু কুসংস্কাৰ দূৰ হয় আৰু জগতৰ প্ৰকৃত নিয়ম-প্ৰণালী জানি কৰ্তব্যাকৰ্তব্য নিৰূপণ কৰি নিজৰ আৰু জনসমাজৰ সৰ্বপ্ৰকাৰ হিত সাধন কৰিব পৰা যায় তেনেকুৱা জ্ঞানৰ শিক্ষা লাগে। তেনেকুৱা জ্ঞান-ৰত্নেৰে আমি আমাৰ সাহিত্য-ভাণ্ডাৰ পূৰ্ণ কৰিব লাগিব।

অসমীয়া সাহিত্য ভক্তি প্ৰধান সাহিত্য। এই সাহিত্যই অসম মাতৃৰ মুখত ভক্তিৰ জেউতি পেলাইছে। অসমীয়া সাহিত্যিকসকলে অভয়ৰ কৱচ পিন্ধি, সত্য আৰু অহিংসাক সাৰথি কৰি, সৰলতা আৰু সেৱা পৰায়ণতাৰ বাটেদি হিতবাদৰ বিমল কিৰণ বিকীৰণ কৰিছে।

"মানুহেই লগ মানুহেই সঙ্গ
মানুহেই পৰাৎপৰ,
এই যে পৃথিৱী স্বৰ্গতো অধিক,
মানুহৰ নিজাপী ঘৰ,
মানুহেই দেৱ, মানুহেই সেৱ,
মানুহ বিনে নাই কেৱ।
কৰা পূজা-অৰ্ঘ্য পাদোদক লৈ-
জয় জয় মানৱ দেৱ।"

এয়েই হৈছে অসমীয়া কবিৰ ৰাগিনী। সমূহ অসমীয়াক হিতবাদৰ ভাৱেদি অনুপ্ৰাণিত কৰি, সাম্য, মৈত্ৰী আৰু স্বাধীনতাৰ সেৱক কৰি, কৰ্মী, জ্ঞানী, ধৰমী কৰি, মানৱতাৰ ফালে ধীৰে ধীৰে আগবঢ়াই নিয়াই অসমীয়া সাহিত্যৰ লক্ষ্য, অসমীয়া সাহিত্যৰ বিশিষ্টতা। অসমীয়া সাহিত্যই অসমীয়াৰ প্ৰাণত ধৰ্ম আৰু জ্ঞানৰ, স্বদেশানুৰাগ আৰু স্বজাতিপ্ৰেমৰ যি বীজ অঙ্কুৰিত কৰিছে, সি যেন অজৰ অমৰ হৈ, ফলে ফুলে জাতিজ্যাৰ হৈ মহা মহীৰুহত পৰিণত হয়, আৰু সেই দিব্য কল্পতৰুৰ শীতল ছাঁয়াত যেন সকলো অসমীয়া একে মুঠি হৈ বহি, ধৰ্মভেদ, জাতিভেদ, সম্প্ৰদায়ভেদ পাহৰি, সমূহৰ হিতৰ কাৰণে দেশ জননীৰ বাণীৰ পূজাত প্ৰবৃত্ত হয়, ইয়াকেহে অনুক্ষণ কামনা কৰিছোঁ।

আমাৰ দেশৰ শিতানত অভ্ৰভেদী গিৰিৰাজ হিমালয় মহাযোগী মহাদেৱৰ দৰে দণ্ডায়মান হৈ আছে। আমাৰ দেশৰ মাজেদি নদৰাজ মহাবাহু ব্ৰহ্মপুত্ৰ কত যুগ যুগান্তৰৰ পৰা একেৰাহে বৈ আছে। আমাৰ দেশতে ভাৰতৰ অৰুণোদয় হয়। অসমীয়া জাতি জ্ঞান, বিজ্ঞান নীতি আৰু ধৰমত যেন হিমালয়ৰ দৰে উন্নত হয়, কৃষি, শিল্প, বাণিজ্যত যেন ব্ৰহ্মপুত্ৰৰ নিচিনা বাহুবলী হয়, অসমৰ তৰুণে দেশ-দেশান্তৰৰ পৰা ন ন জ্ঞানৰ, ন ন বিজ্ঞানৰ বন্তি আনি যেন অসমৰ মুখ উজ্জ্বল কৰে, নৈতিক আৰু আধ্যাত্মিক ভেটিৰ ওপৰত অসমক যেন নকৈ গঢ়ি তোলে। জ'পানৰ তৰুণসকলেই জাপানক গঢ়ি তুলিলে, চীনৰ তৰুণসকলেও চীনক নতুনকৈ গঢ়িব লাগিছে। অসমৰ তৰুণ কি হাত সাৱটি বহি থাকিব? অসমৰ মাতৃ-জাতি নাজাগিব নে? মাতৃজাতি জাগি উঠিলে আমাৰ মাতৃভূমি আৰু মাতৃভাষাৰ উন্নতিৰ স্ৰোত অতি বেগেৰে ব'ব। পূৰ্বৰ প্ৰাগজ্যোতিষৰ পৰাই যেনেকৈ একালত ভাৰতে আৰু জগৎবাসীয়ে জ্ঞান, ধৰ্ম আৰু সভ্যতাৰ অৰুণালোক দেখিছিল, এতিয়াও যেন ইয়াৰ পৰাই আগতকৈও বেছিকৈ সেই আলোক শতধা বিকীৰ্ণ হয়। বিশ্বৰ জ্ঞান-ভঁৰালত যেন অসমৰ দান লেখত লবলগীয়া হয়। অসমত যেন আমি শীঘ্ৰে এটি বিশ্ববিদ্যালয় স্থাপিত হোৱা দেখিবলৈ পাওঁ। ইয়াৰ নিমিত্তে যেন যথাবিহিত আন্দোলন চলি থাকে। গাঁৱে গাঁৱে পঢ়াশালি স্থাপিত হৈ অসমত প্ৰাথমিক শিক্ষা যাতে সোনকালে বাধ্যতামূলক হয়, আমি তাৰ নিমিত্তেও চেষ্টা কৰিব লাগে। কোনো অসমীয়া ল'ৰা ছোৱালী যেন নিৰক্ষৰ হৈ থাকিবলৈ নাপায়। কোৱা বাহুল্য যে সাধাৰণ শিক্ষা-বিস্তাৰ বা জ্ঞান-বিস্তাৰেই জাতীয় উন্নতিৰ মূল। আমাক লাগে জ্ঞান, বিবিধ জ্ঞান। সেই জ্ঞান আমাৰ মাতৃভাষাৰ ভিতৰেদি পাবৰ নিমিত্তে, আমি আমাৰ সাহিত্যক বিবিধ ৰত্ন মণিৰে বিভূষিত কৰিব লাগিব। বিবিধ জ্ঞান-বিজ্ঞানৰ পুথি আমাৰ ভাষাত লিখি প্ৰকাশ কৰিব লাগিব। লগে লগে ঠাই বুজি অসম সাহিত্য-সভাৰ শাখা-সভা আৰু পাঠাগাৰ বা পুথি-ভঁড়াল স্থাপন, পাঠক-সমাজ গঠন, লোক-শিক্ষাৰ কাৰণে বাতৰিকাকত আৰু আলোচনীৰ বহুল প্ৰচাৰৰ নিমিত্তে যথাসাধ্য সঙ্ঘবদ্ধ চেষ্টা কৰিব লাগিব। অসম উপত কাৰ ৬ খন জিলাত আমি যদি অন্ততঃ ৬০খন সাহিত্য-সভা পাতিব পাৰোঁ, তেনেহলেও অসম সাহিত্য সভাই সেই সভাবিলাকৰ পৰা বৰঙণি স্বৰূপে বছৰি ৬০০৲ টকা পাব পাৰে। আমাৰ শিক্ষিত ডেকাসকলে স্কুল-কলেজৰ বন্ধত যেতিয়া নিজৰ নিজৰ গাঁৱলৈ যায়, তেতিয়া তেওঁলোকে সাহিত্য-সভা আৰু পুথিভঁড়াল স্থাপন কৰিব পাৰে।' যেতিয়ালৈকে আমি এটা পাঠক-সমাজ (Reading public) গঠন কৰিব নোৱাৰোঁ, তেতিয়ালৈকে আমাৰ পক্ষে সভা-সমিতি স্থাপন কৰি সাহিত্যৰ আলোচনা কৰি থকা আৱশ্যক। অসমীয়া সাহিত্যৰ বহুল প্ৰচাৰত কথা-সাহিত্যই বৰ সহায়তা কৰে। সাধাৰণতঃ সাধুকথা, উপন্যাস, পৌৰাণিক উপাখ্যান আদি পঢ়িবলৈ মানুহৰ আগ্ৰহ বৰ বেছি। সাধাৰণৰ মন আকৰ্ষণ কৰিব পৰাকৈ উপাখ্যান আদি লিখিব পৰা সুচতুৰ, সুদক্ষ লেখক আমাৰ মাজত বিৰল।

আমাৰ ভাষাত popular-literature তৈয়াৰ কৰিবলৈ আমাৰ দেশৰ সুধীসকলৰ মনোযোগ আকৰ্ষণ কৰিব খোজোঁ। অসমীয়া পুথি প্ৰকাশ কৰা ভাল কোম্পানী বা পুথিৰ দোকানো আমাৰ দেশত অতিশয় কম। প্ৰকাশকৰ অভাৱত আৰু বাতৰি কাকতত জাননী নিদিয়াত অনেক সময়ত ভাল কিতাপো ভেঁকুৰা পৰি থাকে। বঙলা ৰামায়ণ, মহাভাৰত, ভাগৱত, পঞ্জিকা আৰু উপন্যাস হাজাৰে হাজাৰে আমাৰ দেশত বিক্ৰী হয়। সম্পূৰ্ণ অসমীয়া ৰামায়ণ, মহাভাৰত আৰু ভাগৱত সচিত্ৰ কৰি কঠিন শব্দৰ অৰ্থ দি ধুনীয়াকৈ প্ৰকাশ কৰিব পাৰিলে নিশ্চয় বিক্ৰী হ'ব। অসম সাহিত্য-সভাই এই কামটো হাতত লব পাৰে বিশুদ্ধ অসমীয়া পঞ্জিকা উলিয়াবৰ কাৰণেও সাহিত্য-সভাই পুৰস্কাৰ ঘোষণা কৰিব পাৰে।

শ্ৰদ্ধাস্পদ বেজবৰুৱা ডাঙৰীয়াই অসমীয়া ভাষাৰ বুৰঞ্জীক থাইকৈ তিনি ভাগত ভগাইছে। যেনে—

**অসমীয়া ভাষাৰ বুৰঞ্জী**

(১) প্ৰাক্‌বৈষ্ণৱ যুগ বা আদি যুগ,
(২) বৈষ্ণৱ যুগ বা শঙ্কৰী যুগ,
(৩) বৰ্তমান যুগ। তেখেতৰ বহুমূলীয়া অভিভাষণত এই তিনিও যুগৰ সম্যক আলোচনা আছে। তদুপৰি "বাঁহী" আৰু "জোনাকী"ত ওলোৱা তেখেতৰ 'অসমীয়া ভাষা' শীৰ্ষক প্ৰবন্ধাৱলী, স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামীদেৱে সঙ্কলন কৰা 'অসমীয়া সাহিত্যৰ চানেকী' আৰু "A Descriptive Catalogue of Assamese Manuscripts", শ্ৰীযুত দেবেন্দ্ৰ নাথ বেজবৰুৱাদেৱৰ 'অসমীয়া ভাষাৰ বুৰঞ্জী' আৰু শ্ৰীযুত দেৱানন্দ ভৰালীদেৱৰ 'অসমীয়া ভাষাৰ মৌলিক বিচাৰ' পুথিত অসমীয়া ভাষা আৰু সাহিত্যৰ বিষয়ে জানিবলগীয়া কথা আছে।

**শঙ্কৰী যুগ**

শঙ্কৰী যুগৰ বিষয়ে বেজবৰুৱা ডাঙৰীয়াই যি ভবিষ্যৎ বাণীও নাইছিল, তেখেতৰ মৌ-বৰষা ভাষাৰেই কোৱাৰ লোভ সামৰিব নোৱাৰিলোঁ। তেখেতে কৈছিল,—

'আকৌ ভবিষ্যৎ বাণী কৰোঁ, যে অসীম কালৰ অনন্ত সাহিত্য-গগণত এই শঙ্কৰী যুগৰ সাহিত্যৰ নীল শতদল, শঙ্কৰ-মাধৱৰ বিমল কিৰণত মহিমা-মণ্ডিত হৈ সদায় ঢল্ ঢল্ হৈ প্ৰফুল্লিত থাকিব। এই যুগেই অসমৰ Renaissance যুগ অৰ্থাৎ নৱজীৱন বা জাগৰণৰ যুগ। এই বেণাচেঞ্চ যুগৰ অসম, বিশাল বিৰাট মহিমা-মণ্ডিত অসম। অসমীয়া ভাষা আৰু সাহিত্যৰ জয়-জয় মৰ-মৰ অৱস্থা। মৌ মাখিয়ে ফুলৰ মৌ সংগ্ৰহ কৰি মৌ-কোঁহ সজাৰ দৰে এই যুগৰ সাহিত্যিকসকলে নানা ঠাইৰ নানা দেশৰ পৰা নানা সাহিত্যৰ পৰা উপাদান সংগ্ৰহ কৰি অসমীয়া ভাষা আৰু সাহিত্যৰ মৌ-কোঁহ প্ৰস্তুত কৰিছিল। পদ্য সাহিত্যৰ কথা এৰি দিলেও, এই যুগৰ 'কথা-গীতা', 'কথা-ভাগৱতে' অসমীয়া গদ্য সাহিত্যক পৃথিৱীৰ সেইকলীয়া গদ্য সাহিত্যৰ ভিতৰত অনুপম (Unique) আসন প্ৰদান কৰিছিল।"

বেজবৰুৱা ডাঙৰীয়াৰ এই উক্তিৰ লগতে ক'ব খোজোঁ যে প্ৰায় ৪০০ বছৰৰ আগেয়ে যেতিয়া ভাৰতৰ প্ৰায় কোনো প্ৰাদেশিক ভাষাত নাটক ৰচিত হোৱা নাছিল, তেতিয়া এই দেশত অঙ্কীয়া নাটবিলাক ৰচিত হৈছিল। এই অঙ্কীয়া নাটৰে 'পাৰিজাত হৰণ' নাটকখনক এজন বঙালীয়ে বঙ্গভাষাৰ এখন পুৰণি নাটক বুলি গৰ্ব কৰিছে। এই যুগতে আমাৰ ভাষাত গীত, নাট আৰু ধৰ্ম পুথিৰ বাহিৰেও বুৰঞ্জী, জ্যোতিষ, গণিত, বেজালী, 'হস্তী বিদ্যাৰ্ণৱ', চৰিত্ৰ বা বংশাৱলী, নৌ-বিদ্যা, ধনুৰ্বিদ্যা, ৰাজনীতি, ক্ৰীড়া-কৌতুক আদি নানা বিষয়ৰ পুথি ৰচিত হৈছিল। গণিতজ্ঞ পণ্ডিত শুভঙ্কৰ আৰু বকুল কায়স্থ এই দেশৰে লোক আছিল। বুৰঞ্জীত অসমীয়া ভাষাই ভাৰতীয় সকলো ভাষাতকৈ বেছি সন্মান পাইছে। অতীতৰ জ্ঞান লাভ কৰি ভবিষ্যতে কেনেকৈ উন্নতিৰ বাটত আগবাঢ়িব লাগিব, বুৰঞ্জীৰ এই শিক্ষাৰ মোল আমাৰ দেশৰ ডাঙৰ মানুহবিলাকে জানিছিল। এই দেশত বুৰঞ্জীৰ বহুল চৰ্চা আছিল।

অতি গৌৰৱময় শঙ্কৰী যুগৰ কথা কবলৈ গলে কোচ-ৰাজবংশৰ প্ৰদীপ অসমৰ বিক্ৰমাদিত্য মহাৰজা নৰনাৰায়ণলৈ মনত পৰি কৃতজ্ঞতাত আপোনা-আপুনি মূৰ দোঁ খায়। অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জীত এই পৰম বিদ্যোৎসাহী প্ৰজাবৎসল ধাৰ্মিক নৃপতিজনৰ নাম চিৰকাল সোণোৱালী আখৰেৰে লিখা থাকিব।

উনৈশ শতিকাৰ আৰম্ভৰ পৰা বৰ্তমান সময়লৈকে এই ছোৱা কালক বৰ্তমান বা আধুনিক যুগ বুলিব পাৰি। এই যুগতে খৃষ্টান জগতৰ জ্ঞান, ধৰ্ম আৰু সভ্যতাৰ আলোক আমাৰ দেশত পৰে। আমেৰিকান বেপ্‌টিষ্ট মিশ্যনৰ যত্নত আত্মাৰাম

**বৰ্তমান যুগ**

শৰ্মাই ইংৰাজীৰ পৰা অসমীয়ালৈ বাইবেল শাস্ত্ৰ অনুবাদ কৰে আৰু সেই পুথি ১৮১৩ খৃষ্টাব্দত শ্ৰীৰামপুৰৰ পৰা ছপা হৈ ওলায়। সেইখনেই অসমীয়া ভাষাৰ প্ৰথম ছপা পুথি। ১৮৩৯ খৃষ্টাব্দত ৰবিন্সন ছাহাবে শ্ৰীৰামপুৰৰ পৰাই অসমীয়া ভাষাৰ ব্যাকৰণ এখন লিখি ছপাই উলিয়ায়। সেইখনেই অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণ। ইয়াৰ পিচত উক্ত মিশ্যনে শিৱসাগৰত তখন ছপাখানা পাতি অসমীয়া ভাষাত ধৰ্ম-বিষয়ক ভালেমান পুথি প্ৰকাশ কৰে আৰু ১৮৪৬ খৃষ্টাব্দত প্ৰথম অসমীয়া আলোচনী অৰুনোদই উলিয়ায়। ১৮৬৮ খৃষ্টাব্দত উক্ত মিশ্যনৰ ব্ৰন্‌সন ছাহাবে লিখা অসমীয়া ইংৰাজী অভিধান ছপা হৈ ওলায়। সেইখনেই আমাৰ ভাষাৰ প্ৰথম ছপা অভিধান। অসমৰ আদালত আৰু পঢ়াশালিবিলাকত বঙলাৰ সলনি অসমীয়া চলাবৰ নিমিত্তে এই দেশত যি আন্দোলন হৈছিল, উক্ত মিশ্যনৰ পাদুৰী ছাহাবসকল সেই আন্দোলনৰ ঘাই গুৰিয়াল আছিল। এইবিলাক কাৰণত অসমীয়া জাতি আমেৰিকান বেপ্‌টিষ্ট মিশ্যনৰ ওচৰত চিৰকাল কৃতজ্ঞতা পাশত আবদ্ধ থাকিব।

কীৰ্তন, দশম, নামঘোষা, ভক্তিৰত্নাৱলী আদি পুৰণি পুথি সৰ্বপ্ৰথমে পৰম পূজনীয় হৰিবিলাস আগৰৱালা বৰদেউতাই ছপাই প্ৰকাশ কৰিছিল।

স্বৰ্গীয় মৌলবী ছাখাৱত আলি ছাহাবে প্ৰথমে অসমীয়া ভাষাত ইউক্লিডৰ ভূমি পৰিমাণ (geometry) লিখি ছপাইছিল। বৰ সুখৰ বিষয় যে আমাৰ মুছলমান ভাই-ভনীসকলে মাতৃভাষাৰ উন্নতিৰ নিমিত্তে ভালকৈ চেষ্টা কৰিছে। অসমত নিগাজীকৈ বসতি কৰা বিদেশী মুছলমানসকলক অসমীয়া ভাষা আৰু সাহিত্যৰ ভিতৰেদি অসমীয়া কৰি অসমীয়া জাতিৰ বুকুত সুমাই লবলৈ সকলো অসমীয়াই চেষ্টা কৰা উচিত।

১৮৩০ চনৰ পৰা ১৯৩০ চনলৈকে এই এশ বছৰৰ অসমীয়া সাহিত্যৰ এখন বিস্তৃত বুৰঞ্জী প্ৰণয়ন কৰিবৰ কাৰণে অসম উপত্যকাৰ স্কুলসমূহৰ সুযোগ্য ইন্সপেক্টৰ সাহিত্যিকপ্ৰবৰ শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামী দেৱে 'চন্দ্ৰধৰ বৰুৱা ট্ৰাষ্ট ফাণ্ডৰ' পৰা ২৫০ টকা পুৰস্কাৰ ঘোষণা কৰা বাবে তেখেতলৈ আন্তৰিক ধন্যবাদ জনাইছোঁ। এই পুথিখন প্ৰকাশ হলে বৰ্তমান যুগৰ অসমীয়া সাহিত্যৰ এখন মূল্যবান বুৰঞ্জী পাম বুলি আশা কৰিছোঁ। সঙ্গীত আৰু চিত্ৰ-বিদ্যাৰ কাৰণেও এইদৰে প্ৰতিযোগিতা পুৰস্কাৰ ঘোষণা কৰা ভাল দেখোঁ। উক্ত গোস্বামীদেৱেই তেখেতৰ স্বৰ্গীয়া কন্যা প্ৰতিভা দেৱীৰ নামে এটি ট্ৰাষ্ট ফাণ্ড খুলিছে। অসমীয়া মানুহৰ ভাষা, সাহিত্য, বুৰঞ্জী, কৃষ্টি আদি বিষয়ে যি ভাল বক্তৃতা দিব পাৰিব তেওঁ সেই ফাণ্ডৰ পৰা ১৫০্ টকাকৈ পুৰস্কাৰ পাব। এই মহৎ দানৰ বাবেও গোস্বামীদেৱৰ শলাগ লৈছোঁ।

বৰ্তমান যুগত অসমীয়া মহিলাৰ জাগৰণ দেখি বৰ সন্তোষ পাইছোঁ। কেবা গৰাকীও মহিলাই সাহিত্য ক্ষেত্ৰত সুনাম আৰ্জিছে। সাহিত্য সেৱকিনীৰ সংখ্যা বঢ়া দেখি আমাৰ ভবিষ্যৎ উজ্জ্বল বুলি আশা কৰিছোঁ। পূজনীয়া পদ্মাৱতী দেৱী ফুকননীৰ "সুধৰ্মাৰ উপাখ্যান" আমাৰ ভাষাত প্ৰথম ছপা উপন্যাস। ১৮১০ শকৰ ভোগালি মাঘৰ বিহুত শ্ৰদ্ধাপদ শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা ককাইদেৱে কলিকতাৰ কলেজত

পচা অৱস্থাতে "জোনাকী" কাকত উলিয়ায়। "জোনাকী" ওলোৱাৰ আগেয়ে আমাৰ লেখাৰুসকলৰ ৰচনাত বঙলাৰ প্ৰভাৱ ৰবকৈ দেখা গৈছিল। সেই সময়ৰ 'কবিতামালা", "চিন্তাতৰঙ্গিনী" আদি পুথি চালে ভাষাৰ অৱস্থা বুজিব পাৰিব। "জোনাকী" যুগৰ পৰা ভাষাৰ সুৰ বদলি আহিল। ভাষাই নিজৰ স্বাভাৱিক সাজ-পাৰ পিন্ধিবলৈ ধৰিলে। উক্ত আগৰৱালাদেৱেই ১৯১৮ চনত ডিব্ৰুগড়ৰপৰা সাপ্তিনীয়া বাতৰি কাকত 'অসমীয়া' উলিয়ায়। উক্ত কাকতৰ তিনদিনীয়া তাঙৰণো ওলাইছে। এইখনেই সৰ্বপ্ৰথম তিনদিনীয়া অসমীয়া কাকত। এই কাকত আগলৈ দিনেকীয়া হ'ব বুলি আশা কৰিছোঁ। "জোনাকী"ৰ দিনৰ লম্বোদৰ বৰা ডাঙৰীয়াই গদ্য সাহিত্যত অনুপম গঢ় দিলে।

যোৰহাটৰ পৰা অসমৰ প্ৰধান ধনী চাহ-ব্যৱসায়ী ৰায়বাহাদুৰ শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱা ডাঙৰীয়াই প্ৰকাশ কৰা "বাতৰি" কাকতখন শ্ৰীযুত নীলমণি ফুকনদেৱে দক্ষতাৰে সৈতে সম্পাদন কৰাত সেই কাকতৰ প্ৰচাৰ বাঢ়িছে। 'বাতৰি" সঁচাকৈয়ে পঢ়ি সন্তোষ লগা হৈছে। আমি "অসমীয়া" আৰু "বাতৰি" এই দুয়ো কাকতৰ শ্ৰীবৃদ্ধি কামনা কৰোঁ।

আমাৰ ল'ৰা-ছোৱালীবিলাকৰ কাৰণে "পখিলা" আৰু "অকণ" নামে দুখন মনমোহা কাকত ওলাইছে। আশা কৰোঁ অসমৰ ছাত্ৰ-শক্তিয়ে এই দুয়োখন কাকতক দীৰ্ঘায়ু কৰি ৰাখিব।

"আৱাহনে" অসমীয়া আলোচনীৰ গৌৰৱ বঢ়াইছে। দুখৰ বিষয়, এই বছৰ এই উত্তম কাকতখন ঠিক নিয়মমতে ওলাব পৰা নাই। "বাঁহী"ৰ সুৰ বদলিছে, "বাঁহীত" এতিয়া শঙ্খধ্বনি শুনিবলৈ পাইছোঁ। এই ধ্বনি তৰুণ অসমৰ উপযোগী হৈছে। "পশু পালন" এখন লাগতিয়াল কাকত।

অসমীয়া মহিলাসকলৰ ওচৰলৈ, "ঘৰ জেউতিয়ে" ঘৰ উজলা কৰি যোৱাত, দিপ্‌লিপ "কুঁৱৰী" আহিব লাগিছে বুলি আগজাননী পাই ৰং পাইছোঁ।

প্ৰতি শুক্লা তৃতীয়াত অসমৰ সাহিত্যাকাশত যেন "নৈ-জোন" ওলাই পোহৰ দি থাকে। প্ৰতি ৰঙা ন বিহুত "বৰদৈচিলা"ও যেন অসম-মাতৃৰ ঘৰলৈ বিহু খাবলৈ আহি আমাৰ ৰং লগাই থাকে।

বৰ সুখৰ বিষয় যে কলা কুশল সঙ্গীত-বীৰ শ্ৰীমান জ্যোতি প্ৰসাদ আগৰৱালাই চিত্ৰবনৰ পৰা অনেক পৰিশ্ৰম আৰু ধন খৰচ কৰি সৰ্বপ্ৰথমে অসমীয়াত "জয়মতী কুঁৱৰী" নাটকৰ সবাক চলচিত্ৰ উলিয়াই অসমৰ মুখ উজ্জ্বল কৰিছে, অসমীয়াৰ গৌৰৱ বঢ়াইছে। পৰমেশ্বৰে তেওঁৰ মনোবাঞ্ছা পূৰ্ণ কৰি তেওঁক দীৰ্ঘজীৱী আৰু তেওঁৰ এই চিত্ৰাভিনয় সাফল্যমণ্ডিত কৰক, এয়ে প্ৰাৰ্থনা।

নিভাঁজ পুৰণি অসমীয়া সুৰৰ গান গ্ৰামোফনৰ ৰেকৰ্ডত প্ৰকাশ কৰা বাবে শ্ৰীযুত মিত্ৰদেৱ মহন্ত দেৱলৈ শলাগৰ শৰাই আগবঢ়াইছোঁ।

'চন্দ্ৰকান্ত সন্দিকৈ হল", "নাৰায়ণী সন্দিকৈ ৰিচাৰ্চ ইন্‌ষ্টিটিউট্" আৰু চন্দ্ৰকান্ত অভিধানৰ বাবে দানশীল ৰায়বাহাদুৰ শ্ৰীযুত ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ ওচৰত অসমীয়া জাতি চিৰকৃতজ্ঞ থাকিব। তেখেতৰ কীৰ্তি যুগমীয়া হৈ ৰ'ব।

কাইথেলী অঙ্কৰ পুথি প্ৰকাশৰ বাবে শ্ৰীযুত দণ্ডিনাথ দত্তক শলাগিছোঁ।

সাহিত্যিক আৰু পুৰণি পুথি প্ৰকাশক পণ্ডিত শিৱনাথ ভট্টাচাৰ্য্য আৰু প্ৰতিভাশালী সাহিত্যৰথী বাগ্মী ডেকা উকীল স্বদেশ-প্ৰেমিক লক্ষ্মীধৰ শৰ্মা এম এ, বি-এলদেৱৰ এই বয়সত অকাল মৃত্যু হোৱাত দেশৰ বহু ক্ষতি হ'ল। তেওঁলোকৰ আত্মাৰ সদগতিৰ অৰ্থে ভগৱন্তৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ। আশা কৰোঁ লক্ষ্মীধৰৰ জীৱনী অলপতে ওলাব।

কলিকতা বিশ্ববিদ্যালয়ৰ এম, এ পৰীক্ষা পৰ্য্যন্ত বৰ্তমান যুগত অসমীয়া ভাষাই স্থান পাইছে। উক্ত বিশ্ববিদ্যালয়ে মাতৃ ভাষাৰ জৰিয়তে উচ্চশিক্ষা দিয়াৰ যি ব্যৱস্থা কৰিব খুজিছে সেই বিষয়ে আমাৰ সুধীবৃন্দৰ মনোযোগ আকৰ্ষণ কৰিব খোজোঁ। সাহিত্য,

গণিত, বিজ্ঞান আদি বিষয়ৰ উৎকৃষ্ট কিতাপ আমাৰ ভাষাত উলিয়াব পাৰিলে সেই ব্যৱস্থা মতে কাৰ্য কৰিবলৈ অসুবিধা নহব।

আমাৰ ভাষাত "অসম কোষ" নামে এখন পুথি লিখাই প্ৰকাশ কৰা উচিত। সেই পুথিৰ আগছোৱাত পুৰণি অসমৰ মানচিত্ৰ আৰু ইতিহাস-পুৰাণ-প্ৰসিদ্ধ ঠাইবিলাকৰ চমু বিৱৰণ থাকিব লাগে, আৰু শেষছোৱাত অসমৰ ধৰ্মবীৰ আৰু কৰ্মবীৰসকলৰ চমু জীৱনী থাকিব লাগে। এই কামটি কামৰূপ অনুসন্ধান সমিতিয়ে হাতত ল'ব পাৰে।

**অসম-কোষ**

অসমৰ উপত্যকাত সম্প্ৰতি তিনিটি লাগতিয়াল অনুষ্ঠান আছে। যেনে,—

(১) কামৰূপ অনুসন্ধান সমিতি (২) অসম সাহিত্য-সভা (৩) অসম গৱৰ্ণমেণ্টৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ। যাইকৈ অসমৰ পুৰণি তথ্য চৰ্চা কৰাই এই তিনিউটি অনুষ্ঠানৰ লক্ষ্য। বন্ধুবৰ শ্ৰীযুক্ত শৰৎচন্দ্ৰ গোস্বামীদেৱৰ মতত মত দি কব খোজোঁ যে "প্ৰত্নতত্ত্বৰ বিচাৰ 'অনুসন্ধান সমিতিৰ কাম হওক, অসম সাহিত্য সভাই ভাষা আৰু সাহিত্যৰ চৰ্চাত নিজ শক্তিৰ পৰিচালনা কৰক আৰু অধ্যাপক ভূঞাৰ বিভাগে বাছি লোৱা নিজ লাগতিয়াল কাম কৰি যাওক।" কামৰূপ অনুসন্ধান সমিতিৰ সুযোগ্য সভাপতি ৰায়বাহাদুৰ শ্ৰীযুত কনকলাল বৰুৱা ডাঙৰীয়াই "Journal of the Assam Research Society" নামে তিনিমহীয়া আলোচনী সম্পাদন কৰি তাত অসমৰ অনেক পুৰণি তথ্য প্ৰকাশ কৰা বাবে তেখেতৰ শলাগ লৈছোঁ।

**লাগতিয়াল অনুষ্ঠান**

গৱৰ্ণমেণ্টৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ডিৰেক্টৰ অক্লান্ত কৰ্মী কবিসাহিত্যিক অধ্যাপক ভূঞাদেৱে প্ৰশংসনীয় দক্ষতাৰে সৈতে কাম কৰি অলপ দিনৰ ভিতৰতে কেবাখনো মূল্যবান পুৰণি বুৰঞ্জী প্ৰকাশ কৰিছে। তেওঁৰ পৰা আমি অসমীয়া জাতিৰ এখন বিস্তৃত বুৰঞ্জী পাম বুলি আশা কৰিছোঁ। আত্মবিস্মৃত অসমীয়া জাতিক অতীত গৌৰৱ সোঁৱৰাই দি উন্নতিৰ বাটত আগুৱাবলৈ তেনেকুৱা এখন সুলিখিত বুৰঞ্জীয়ে নিশ্চয় উদ্‌গনি দিব। যি জাতিয়ে নিজৰ অতীত ইতিহাস আৰু সাহিত্য পঢ়ি গৰ্ব অনুভৱ নকৰে, সেই জাতিয়ে নিজৰ চৰিত্ৰৰ আলমকে হেৰুৱায়।

এই প্ৰদেশৰ নিমিত্তে গুৱাহাটী নগৰত এটি মিউজিয়ম বা যাদুঘৰ স্থাপিত হোৱা নিতান্ত বাঞ্ছনীয়। অসমৰ বাহিৰে ভাৰতৰ আন সকলো প্ৰদেশত মিউজিয়ম আছে। কোনো কোনো প্ৰদেশত একাধিক মিউজিয়ম থকাও জনা গৈছে। মিউজিয়মৰ যাই উদ্দেশ্য (১) আনন্দ, (২) লোকশিক্ষা, (৩) অনুসন্ধান আৰু (৪) আবিষ্কাৰ। নিজৰ দেশৰ অতীত গৌৰৱৰ বস্তুবিলাক দেখিলে স্বভাৱতে মনত আনন্দ লাগে। সেই বস্তুবিলাক চাই জাতিৰ উত্থান পতন বুজিব পাৰি। তাৰকৈ অনুসন্ধান কৰিলে সেইবিলাকৰপৰা অনেক পুৰণি তথ্য আবিষ্কাৰ কৰি ইতিহাস লিখিব পাৰি।

**মিউজিয়ম**

"অসম দেশ সুখ্যাতিৰ সমাধিক্ষেত্ৰ।" এই কথা এজন ইংৰাজ ডাঙৰ মানুহে লিখি গৈছে। খনিৰ অতল গৰ্ভত থকা হীৰাৰ দৰে, সাগৰৰ অতল তলিত থকা মুকুতাৰ দৰে, পুৰণি অসমৰ কীৰ্তিমালা পাহৰণি মৈদামৰ গভীৰ তলত, সময়ৰ বালিত পোত খাই, ক্ৰমে জহি খহি যাব লাগিছে। মাজে সময়ে একোখন তামৰ ফলিয়ে, একোখন শিলালিপিয়ে, দুই চাৰিটা পুৰণি মোহৰে, দুই চাৰিখন পুৰণি পুথিয়ে আৰু অগাধ অৰণ্যৰ মাজত বা নিৰ্জন পৰ্বতৰ দাঁতিত শিলৰ ভগা মূৰ্তি, ভগা মন্দিৰ, এৰা-নগৰ আৰু গড়ৰ ভগা-শিল, ভগা-ইটাবোৰে হা-হুমুনিয়াহ কাঢ়ি বাটৰুৱাক পুৰণি অসমৰ অতীত গৌৰৱ সোঁৱৰাই দিয়ে। দাৰ্শনিক কবি ভট্টাচাৰ্য ডাঙৰীয়াই মনৰ বেজাৰত গাইছে :—

"সিদিনা তোমৰ ভগা চিনবোৰে
নিজ স্বাধীনতা আনিলে মাতি,

গ্ৰীচকো ইদৰে ই চিনবিলাকে
লগালে সিদিনা একতাত গাঁথি।
তেন্তে তুচ্ছ বুলি নেভাবোঁ ই শিল
হৃদয় মাজৰ জপৰ ধন,
কৰিব এদিন অসম সন্তানে
পৰাণ প্ৰতিষ্ঠা ইয়াৰ সাধন।
o o o o o
সিদিনা বুৰঞ্জী কৰিব উদ্ধাৰ
আছে লিখা এই শিলৰ ভিতৰ,
চিয়াহীৰে লিখা নহয় পাতত,
যুগমীয় ইটো লিখা শোণিতৰ।"

আজি কালি পুথি-ভঁড়াল স্থাপনৰ নিমিত্তে প্ৰায় সকলো দেশতে এটা আন্দোলন চলিছে, যাতে পুথি-ভঁড়ালৰ যোগেদি দেশত শিক্ষা বিস্তাৰ হয়, জন সমাজত জ্ঞানৰ পোহৰ পৰে, সেই উদ্দেশ্যে নানা দেশত পুথি-ভঁড়াল সমিতি স্থাপিত হৈছে। য়ুৰোপ, আমেৰিকা আদি দেশত এনে কোনো স্কুল, কলেজ বা বিশ্ববিদ্যালয় নাই, যাৰ লগত একোটা লাইব্ৰেৰী নাই। সেইবিলাক দেশৰ দুখীয়া তৰপৰ মানুহৰ কাৰণে অতি কম দামত সুলভ সংস্কৰণৰ পুথি আৰু বাতৰি কাকত প্ৰকাশ কৰা হয়। বনুৱাবিলাকৰ কাৰণেও সিহঁতৰ উপযোগী পুথি-ভঁড়াল কাৰখানাবিলাকত ৰখা হয়। সমাজৰ সেকলো শ্ৰেণীৰ মানুহৰ মাজত শিক্ষা আৰু সভ্যতা বিস্তাৰ কৰাই পুথি-ভঁড়ালৰ ঘাই উদ্দেশ্য। আমাৰ অসমত আজিলৈকে পুথিভঁড়াল সমিতি স্থাপিত হোৱা নাই। গাঁৱলীয়া প্ৰাথমিক আৰু মজলীয়া স্কুলবিলাকৰ পুথি ভঁড়াল নাই, হাইস্কুলবিলাকত যি পুথি-ভঁড়াল আছে, সি নামতেহে সাৰ। সৰ্ব-সাধাৰণৰ কাৰণে গাঁৱলীয়া ঠাইত পাঠাগাৰ নাই বুলিলেই হয়। আমাৰ দেশত চলন্ত পুথি-ভঁড়াল (Travelling Public Library) আজিলৈকে স্থাপিত হোৱা নাই। আগৰ দিনত ওজা পালিয়ে ৰামায়ণ, মহাভাৰত, পুৰাণ আদি গাই

**পুথি-ভঁড়াল আৰু লোক-শিক্ষা**

শুনাইছিল। এতিয়া ওজা-পালিও নোহোৱাৰ নিচিনা হৈছে। কোনো কোনো গাঁৱত 'পাঠক উপাধিৰ মানুহ আছে, কিন্তু প্ৰকৃত পাঠক বিচাৰি পোৱা টান। আন কি আজি-কালি বিয়া বা গোপিনী সবাহত নাম গাবলৈ ভাল নামতী পোৱা নাযায়। গাঁৱলীয়া সত্ৰ, নামঘৰ, দেৱালয় আদিৰ অৱস্থা শোক লগা। ভাৱনা সবাহলৈ ইংৰাজী শিক্ষা পোৱা ডেকা সকলৰ শ্ৰদ্ধা কমি গৈছে। ভাৱনাত ভাৱৰীয়া সকলৰ নৃত্য-গীত, ভাও-ভঙ্গী আদিত যদি কিবা অৱনতি ঘটিছে, তাৰ বাবে শিক্ষিত সমাজ দায়ী নহয় নে? চাৰ্কাচৰ ক্লাউনতকৈ আমাৰ ভাৱনাত কোনো কোনো বহুৱাই বেছিকৈ মানুহক হঁহুৱাব পাৰিছিল। বহুৱাৰ ভিতৰতো স্বভাৱ কৱি আছিল। বঙ্গদেশত থিয়েটাৰ, চিনেমা আদি থকা সত্বেও যাত্ৰাভিনয়ৰ অৱনতি ঘটা নাই। সেই দেশৰ শিক্ষিত সমাজে যাত্ৰালৈ আওহেলা কৰা নাই। আনকি বঙালীয়ে তেওঁলোকৰ লুপ্তপ্ৰায় গাঁৱলীয়া নৃত্য (Folk-dance) পুনৰ চলাবলৈ আয়োজন কৰিছে, ছায়া-চিত্ৰৰ সহায়েৰে গাঁৱলীয়া মানুহক নানা সজ শিক্ষা দিয়াৰ উপায় কৰিছে, লাইব্ৰেৰী-সমিতি স্থাপন কৰি লাইব্ৰেৰী সম্বন্ধে গৱৰ্ণমেণ্টৰ দ্বাৰাই এখন আইন কৰাইছে। বঙ্গদেশত লোক শিক্ষাৰ নিমিত্তে আৰু নিবনুৱা সমস্যা সমাধানৰ নিমিত্তে নানা উপায় অৱলম্বন কৰা হৈছে। আমি আজিলৈকে "সদৌ অসম লাইব্ৰেৰী সমিতি" এখনকে স্থাপিত কৰিব পৰা নাই। অসমৰ লকেলবৰ্ড আৰু মিউনিচিপাল আইনত লাইব্ৰেৰীৰ কাৰণে দান দিবলৈ বিধান আছে। কিন্তু আমি সেই বিধানৰ সুবিধা ভোগ কৰিব পৰা নাই। তাৰ নিমিত্তে দায়ী নহওঁনে? যি গাঁৱত পঢ়াশালি নাই, সেই গাঁৱৰ নামঘৰতে পঢ়াশালি পাতিব পাৰি, পুথি-ভঁড়ালো স্থাপন কৰিব পাৰি। লোকশিক্ষাৰ নিমিত্তে বঙ্গদেশত সুন্দৰ সাহিত্য ৰচিত হৈছে। আমি কৰিছোঁ কি? 'ডাক-ভণিতা', 'কীৰ্তন' আৰু 'নাম-ঘোষা'ৰ বাহিৰে সমূহ ৰাইজৰ উপযোগী কোনো অমৰ গ্ৰন্থ আমি

প্ৰকাশ কৰিব পাৰিছোঁ নে? যিবা অসমীয়া ৰামায়ণ আৰু মহাভাৰত আছে, তাকো আমি নকৈ ছপাই উলিয়াব নোৱাৰাত আমাৰ মানুহে বঙলা ৰামায়ণ আৰু মহাভাৰত পঢ়িব লগাত পৰিছে, বঙালীৰ লগত দেখা হলে "আজ্ঞা" বুলি দুই চাৰি আধাৰ আধাফটা বঙলা কথাকৈ সভ্যালিৰ চিনাকি দিছে। গাঁৱলীয়া কোনো ডাকঘৰত সোমালে কি দেখিবলৈ পাওঁ? বঙলা কিতাপ, বঙলা কাকত অসমীয়াৰ নামে আহি আছে, কিন্তু অসমীয়া কাকত বা কিতাপ কদা-কচিৎহে দেখিবলৈ পোৱা যায়। অসমীয়া গাঁও এখনলৈ গলে ছোৱালীৰ গাত দেখিম বিদেশী গহনা, বিদেশী সাৰী, ৰিহা-মেখেলাৰ ব্যৱহাৰ, এৰী, মুগা, পাটৰ কাপোৰ কমি আহিছে।

> "যি দেশৰ তিৰোতাই একে ৰাতিতেই
> কপাহৰ সূতা কাটি কাপোৰ বয়
> এৰতীয়া কাপোৰেৰে বগুৱা সজায়,
> সি দেশত আজি তেনে বোৱা-কটা নাই,
> বিদেশী বসন পিন্ধি হইছে ধুনীয়া।
> সঁচাকৈয়ে আমি জানো সেই অসমীয়া?"

আগৰ চিৰা, সান্দহ, লোৱা-পিঠাগুৰি, কোমল চাউল, গুড় গাখীৰ, পিঠা-পনাৰ সলনি এতিয়াৰ গাঁৱলীয়াই চ'হ পানী, লুচি-পুৰীৰে আলহী সোধ, সকাম কৰে, তদ্ধপাৰ দৰে অনুকৰণৰ ফলত গাঁৱতো অলাগতীয়া লাহ-বিলাহৰ বস্তু সোমাইছে, বিলাসিতা বাঢ়িছে। এতিয়াৰ গাঁৱলীয়াৰ অৱস্থা —

> "বাহিৰলৈ চোৱা যদি বৰচুৰিয়াৰ ফেৰ,
> ভিতৰলৈ চোৱা যদি ঢকুৱাৰ বেৰ।"

অসমীয়া গাঁৱত আগৰ দৰে নিভাঁজ গাখীৰ, এঠা দৈ আজি-কালি পোৱা টান। আগৰ অসমীয়া ম'হ একোজনীৰ শিঙত চেলেং কাপোৰ মেলি দিব পৰা গৈছিল, এতিয়া তেনেকুৱা অসমীয়া ম'হ ক্ৰমে লোপ পাই আহিছে, গাঁৱত পকা তেল বিচাৰিলে পাবলৈ নাই, নেপালীয়ে গাখীৰ বেচে বিদেশী তেলীয়াই তেল বেচে, বিদেশী জালোৱাই মাছৰ মহল লয়, বিদেশী কুমাৰে চৰু-কলহ যোগায়, ধোবা, নাপিত, চমাৰ, কমাৰ বিদেশী। গাঁৱে গাঁৱে কেঞাৰ দোকান। প্ৰায় সকলো গাঁৱলীয়া ৰায়ত কেঞা-মহাজনৰ ধৰুৱা। এতিয়াৰ অসমীয়া ৰায়ত ধৰুৱা হৈ ওপজে, ধৰুৱা হৈয়ে মৰে, ধাৰৰ অন্ত নপৰে। স্বাস্থ্য-ৰক্ষা, সন্তান-পালন, প্ৰসূতীৰ চিকিৎসা আৰু ৰোগীৰ পৰিচৰ্য্যাৰ নিয়ম নজনাত অনেক প্ৰসূতি আৰু শিশু সন্তানৰ অকাল মৃত্যু ঘটিছে।

এই সাহিত্য-সন্মিলনীৰ লগত ধন-বিজ্ঞানৰো এখন শাখা-সন্মিলনী পতা ভাল দেখোঁ। তাত গৱৰ্ণমেণ্টৰ কৃষি, শিল্প, সমবায় সমিতি, স্বাস্থ্য আদি বিভাগৰ কৰ্মচাৰীসকলেও যোগ দিব পাৰে, অৰ্থনৈতিক সমস্যাৰ আলোচনা কৰিব পাৰে। সোণৰ অসমক দৰিদ্ৰতাই ঢাকি ধৰিছে। দিনকদিনে অসমৰ দৰিদ্ৰতা বাঢ়ি গৈছে। জীৱন-যুদ্ধত অসমীয়া-পাছ পৰি গৈছে।

**ধন-বিজ্ঞান**

আমাৰ দেশৰ আৰ্থিক দুৰৱস্থা দূৰ কৰিবৰ নিমিত্তে লুপ্তপ্ৰায় কুটীৰ শিল্পবিলাক উদ্ধাৰ কৰিব লাগিব। আমি স্বদেশী হ'ব লাগিব। যাৰ স্বদেশলৈ মৰম আছে, তেওঁ নিশ্চয় স্বদেশত উৎপন্ন বস্তু মাতৃৰ দান বুলি আগ্ৰহেৰে লব। আমাৰ সামাজিক শ্ৰাদ্ধ, বিয়া, পূজা, উৎসৱ আদিৰ খৰচো কমাব লাগিব। গাঁও-সংগঠনলৈ মন দিব লাগিব।

বন্ধুসকল, দেশৰ দৰিদ্ৰতা, অজ্ঞানতা গুচাবৰ প্ৰধান উপায় শিক্ষা। শাৰীৰিক, মানসিক, আধ্যাত্মিক আৰু আৰ্থিক উন্নতিৰ উপায় শিক্ষা— সাধাৰণ শিক্ষা বিস্তাৰ—জ্ঞানৰ বিস্তাৰ। জ্ঞানতকৈ

**সাহিত্য সভাৰ উদ্দেশ্য**

পবিত্ৰ আৰু ক্ষমতাৱন্ত বস্তু এই জগতত একো নাই শিক্ষাৰ দ্বাৰা জ্ঞান লাভ হয়। মাতৃ-ভাষা আৰু সাহিত্যৰ উন্নতি নহলে শিক্ষাৰ উন্নতি হব নোৱাৰে। আমাৰ ভাষা আৰু সাহিত্যৰ উন্নতিৰ ওপৰত আমাৰ জাতীয় উন্নতি ঘাইকৈ নিৰ্ভৰ কৰে। সাহিত্যই সমাজৰ শিক্ষক, জাতিৰ দাপোণ।

অসমীয়া ভাষা আৰু সাহিত্যৰ সৰ্বাঙ্গীন উন্নতি কৰাই অসম সাহিত্য-সভাৰ উদ্দেশ্য। এই সভা যে আমাৰ অতি মহৎ লাগতিয়াল অনুষ্ঠান আৰু জাতীয় উন্নতিৰ প্ৰধান সহায়ক, তাক কোৱা বাহুল্য। এই সভাক সহায়তা কৰা প্ৰত্যেক অসমীয়াৰ কৰ্তব্য। অসমীয়া মাত্ৰেই ইয়াৰ সভ্য হোৱা উচিত। এই সভাৰ লগতে আমাক এটি জাতীয় ধন-ভঁড়াল লাগে। আশা কৰোঁ আমাৰ গৱৰ্ণমেণ্ট আৰু লোকেলবোৰ্ডবিলাকৰ পৰাও আগৰ দৰে এই সভাই সাহায্য পাব।

আমাৰ কৰিবলগীয়া কাম বহুত আছে, ধনৰ অভাৱত কৰিব পৰা নাই। যেনে,—পুৰণি পুথি, গীত, সাঁথৰ, পটন্তৰ, ফঁকৰা আৰু সাধুকথাবিলাক সংগ্ৰহ কৰি প্ৰকাশ কৰা, মৌলিক আৰু শিশু-পাঠ্য পুথিৰ সংখ্যা বঢ়োৱা, গল্প সাহিত্যৰ উন্নতি কৰা, বিশ্বসাহিত্যত ঠাই পোৱা পৃথিৱীৰ জ্ঞানী লোকসকলৰ বহুমূলীয়া পুথিবিলাক অসমীয়ালৈ ভাঙি দেশত প্ৰচাৰ কৰা, শিশু পালন, প্ৰসূতিৰ চিকিৎসা, ৰোগীৰ পৰিচৰ্য্যা, সংক্ৰামক ব্যাধি নিবাৰণৰ উপায়, স্বাস্থ্য-ৰক্ষা, গো-পালন, কৃষি, বাণিজ্য আৰু ঘৰুৱা শিল্পৰ সৰু সৰু পুথি লিখি ৰাইজৰ মাজত বিলোৱা, আগৰ দিনৰ ক্ৰীড়া-কৌতুক বা খেল-ধেমালিৰ বিৱৰণ লিখি প্ৰকাশ কৰা ইত্যাদি। আখৰ-জোঁটনিৰ বেমেজালি আৰু স্কুলীয়া পাঠ-পুথিবোৰৰ ভুল শুধৰাবলৈ এখন সমালোচক সমিতি গঠন কৰি সেই সমিতিৰ মতামত কাতৰি-কাকতত প্ৰকাশ কৰাৰ দিহা কৰা ভাল।

"অসম সাহিত্য-সভা পত্ৰিকা"খন অকৌ প্ৰকাশ কৰা উচিত। সাহিত্য সন্মিলন বহাৰ আগতে বা পাছতে অন্ততঃ বছৰত এবাৰকৈও এই পত্ৰিকাখন উলিয়াব পাৰিলে আমাৰ শিক্ষিত সমাজে সন্তোষ পাব।

ৰায় বাহাদুৰ শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱা ডাঙৰীয়াই ৫০০০.০০ টকা দান কৰি তেখেতৰ স্বৰ্গীয় পিতৃদেৱতাৰ নামে যোৰহাটৰ "বিষ্ণুৰাম হলত" "বিষ্ণুৰাম লাইব্ৰেৰী" নামে সৰ্বসাধাৰণৰ কাৰণে এটি পুথি-ভঁড়াল খোলাত সদৌ অসমে ৰং পাইছে। তেখেতৰ এই মহৎ দানৰ বাবে আমি তেখেতলৈ গভীৰ কৃতজ্ঞতা আৰু ধন্যবাদ জনাইছোঁ। এইখিনিতে কৈ থওঁ যে তেখেতৰ বদান্যতাৰ গুণতে আমি "বাতৰি" কাকতখন পঢ়িবলৈ পাইছোঁ। আশা-কৰোঁ অসম বিশ্ববিদ্যালয় আৰু মিউজিয়মৰ কাৰণেও তেখেতে মুক্ত হস্তে দান কৰি অসমৰ গৌৰৱ বঢ়াব আৰু তেখেতৰ কীৰ্তি যুগমীয়া কৰিব।

আমাৰ দেশৰ বামুণ, গোসাঁই আৰু মহন্তৰ লৰাবিলাকৰ শিকাৰ কাৰণে অসম উপত্যকাত সংস্কৃত কলেজ নাই। অশিক্ষিত বামুণ বা গোসাঁইৰ প্ৰতি শিক্ষিত সমাজৰ শ্ৰদ্ধা কমি গৈছে। গাঁৱলীয়া সত্ৰ আৰু নামঘৰবিলাকৰ অৱস্থা ক্ৰমে শোচনীয় হৈছে। আমাৰ দেশৰ ভাষা, কৃষ্টি আৰু হিন্দু সমাজৰ বিশিষ্টতালৈ চাই অসমীয়া হিন্দুসকলে এনেকুৱা এখন গুৰুকুল বিদ্যালয় বিচাৰে য'ত গোসাঁই-মহন্তৰ ল'ৰাই সত্ৰাধিকাৰ হ'বৰ উপযোগী, আৰু পুৰোহিত বামুণৰ ল'ৰাই পৌৰহিত্য কৰিবৰ উপযুক্ততা লাভ কৰিব পাৰে। সেই বিদ্যালয়ত মাতৃ-ভাষা আৰু সংস্কৃত দুয়োকো শিকাব লাগে। তাত নাম-কীৰ্তন, ঘোষা, গীত, গায়ন বায়ন, নাট-ভাওনা, ভাগৱত পাঠ, নিত্য-নৈমিত্তিক সন্ধ্যা-গায়ত্ৰী আদিৰ পৰা জ্যোতিষ, আয়ুৰ্বেদ্য স্মৃতি, উপনিষদ, দৰ্শন আদিলৈকে শিক্ষা দিব পৰা ব্যৱস্থা লাগে। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মস্থান বৰদোৱা ধামত তেনেকুৱা এখন বিদ্যালয় স্থাপনৰ কাৰণে আমাৰ দেশৰ গোসাঁই মহন্তসকলৰ ওচৰত সবিনয়ে গোহাৰি কৰিছোঁ।

আমাৰ দেশৰ সকলো জান-জুৰি আৰু শাখা বা উপনৈবিলাকৰ পানী ব্ৰহ্মপুত্ৰত পৰি ব্ৰহ্মপুত্ৰৰ পানীৰ লগত মিলাৰ দৰে আমাৰ সকলো জাত-উপজাত মিলি অসমীয়া জাতি গঠিত হৈছে। 'Caste' বা জাতভকৈ 'Nation' বা জাতি যে বহুত ডাঙৰ এই কথা যেন আমি নাপাহৰোঁ। আমাৰ জাতৰ ক্ষুদ্ৰ ক্ষুদ্ৰ স্বাৰ্থবিলাক জাতিৰ কল্যাণৰ কাৰণে ত্যাগ কৰিব লাগিব। "To be united is to be

strong." "সংহতিঃ কাৰ্য্য সাধিকা"। জাত-কুল বিচাৰি কোনোৱে কোনো মানুহক ঘৃণাৰ নাপায়। কোনো ব্যৱসায় হীন নহয়। আমি সকলো অসমীয়া যেন এটা পৰিয়ালৰ, এটা জাতিৰ মানুহ, এক অদ্বিতীয় পৰমপিতাপৰমেশ্বৰৰ আৰু এক অসম মাতৃৰ সন্তান, এনে বিবেচনা কৰি, ঘৃণা, দ্বেষ, অস্পৃশ্যতা বৰ্জন কৰি, পৰস্পৰে পৰস্পৰৰ দুখত দুখী, সুখত সুখী হৈ মিলাপ্ৰীতিৰে আমাৰ মাতৃভূমি আৰু মাতৃ-ভাষাৰ সেৱাত প্ৰবৃত্ত হওঁ আহক। অসমৰ উন্নতি, অসমীয়া জাতিৰ উন্নতি আমাৰ লক্ষ্য হওক।

"দিব্য কল্পতৰু ছাঁত, শিপিনী বোৱাঁহি তাঁত,
কৃষক ৰোৱাঁহি ধান, বেপাৰী ধৰাহি 'মাম,
পণ্ডিত প্ৰচাৰা জ্ঞান, কৰি গোঁৱা স্তুতি গান,
উছাহ অগনি লই, মিলনৰ মন্ত্ৰ গাই,
মহাযজ্ঞ কৰা আয়োজন,
দিগ্বিজয়ী দেৱতা সাধন"।

বৰ্ত্তমান কালৰ সৰ্বশ্ৰেষ্ঠ অসমীয়া সহিত্যিক অসম-গৌৰব শ্ৰদ্ধাস্পদ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই তেওঁৰ অমৃতময়ী লেখনীৰে প্ৰথম বছৰৰ 'বাঁহী'ত অসমীয়া ভাষা আৰু সাহিত্যৰ বিষয়ে যি লিখিছিল তাকে মোৰ বক্তব্যৰ সামৰণি স্বৰূপে ক'ব খোজো। তেখেতে লিখিছিল —

**সামৰণি**

আপোনাসকলে সাৰোগতকৈ জানিব, অসমীয়া ভাষাৰ উন্নতি, অসমীয়া সাহিত্যৰ উন্নতি, অসমৰ উন্নতিৰ প্ৰথম ঢাপ। আমি একান্তমনে পৰিশ্ৰম কৰি তাৰ উন্নতিৰ অৰ্থে লাগি গলে নিশ্চয় আমাৰ যত্নই সুফল ফলিয়াবই। বঙ্গদেশৰ মানুহৰ লেখ সৰহ, আমাৰ দেশৰ লেখ তাকৰ, সেইবাবে আমি তেওঁলোকৰ সৈতে সমানে আগবাঢ়িব পৰা নাই, এনে বিধৰ কথা কৈ মনক প্ৰবোধ দিয়া সকলে জানিব যে সেই প্ৰবোধ মিছা, তাৰে আমাৰ গা নবয়। লেখত তাকৰীয়া মানুহেও লেখত সৰহীয়াতকৈ ডাঙৰ আৰু সৰহ কাম কৰিছে আৰু কৰিব পাৰে জাপান আৰু চীন, ইংলণ্ড আৰু ভাৰতবৰ্ষ, আমাৰ কথাৰ জলজলীয়া প্ৰমাণ। আমি মানুহ-মুৰা হলেই আমাৰ উন্নতিৰ প্ৰবল গতি কোনেও ৰোধ কৰিব নোৱাৰে। আমি হেকৰা মনুষ্যত্ব আকৌ লভিব পাৰিলে আমাৰ উন্নতিৰ প্ৰচণ্ড প্ৰতাপে আকৌ দিশ-বিদিশ তোলপাৰ লগাব। আমাৰ গাৰ পৰা মিছা ভেম গৈ তাৰ ঠাইলৈ প্ৰকৃত আত্ম-সন্মান আহিলে আমি এইদৰে মুজুৰা লাগি থাকিব নোৱাৰোঁ নিশ্চয় জানিব। এইবোৰ পাবৰ প্ৰধান উপায় জ্ঞান উপাৰ্জন, বিদ্যা উপাৰ্জন আৰু মাতৃভাষাৰ উন্নতি সাধন। স্বদেশ আৰু স্ব-জাতিৰ উন্নতি আৰু মঙ্গল-মন্দিৰৰ সিংহ-দুৱাৰ হৈছে মাতৃভাষা। এনে মাতৃভাষাৰ সেৱক হৈ প্ৰগাঢ় ভক্তিৰে তাৰ কুশলৰ অৰ্থে নিজৰ এই নশ্বৰ দেহৰ সকলো ক্ষমতা সমৰ্পণ কৰি আমি আশা-শুধীয়াভাৱে আমাৰ কৰ্তব্য কাম কৰি গ'লে নিশ্চয় অচিৰতে মঙ্গলৰূপী উন্নতিৰ কিৰীটিয়ে অসম আইৰ পৱিত্ৰ মুখ শোভা কৰিব, অসম দেশৰ হমুৰৰ পৰা সিমুৰলৈকে আকৌ সুখৰ সুশীতল সুমন্দ মলয়া পৱন ব'ব, আকৌ শান্তিৰ সুবিমল জেউতিয়ে অসম আকাশ পোহৰ কৰিব, আকৌ জ্ঞানৰ ওখ পতাকা অসম-আইৰ পৱিত্ৰ মন্দিৰৰ চূড়াত উৰিব, আকৌ অসমৰ সম্পদৰ বাতৰি মহাবাহু ব্ৰহ্মপুত্ৰই দেশ-বিদেশত আনন্দ মনেৰে বিলাই ফুৰিব, আকৌ অসমৰ লুপ্ত পুৰণি গৌৰৱ নীলাচলৰ পৱিত্ৰ শিখৰে অম্লান বদনে পূৰ পশ্চিম উত্তৰ দক্ষিণত প্ৰচাৰ কৰিব, স্বৰ্গৰ পৰা দেৱাঙ্গনাসকলে অসমীয়াৰ মূৰত পাৰিজাত পুষ্প বৃষ্টি কৰিব, আৰু আমিও আমাৰ ইহ জনম সফল কৰি নিজক ধন্য মানিমহঁক।"

বন্ধুসকল, এই বহুমূলীয়া বাণী সাৰোগত কৰি, আহক আমি সকলোটি মিলি কাৰ্যক্ষেত্ৰত আগবাঢ়োঁ। অসমৰ যোৱা চেন্সাচ্ ৰিপোৰ্টত অসমীয়া জাতিৰ ভৱিষ্যতৰ বিষয়ে মুলান ছাহাবে যি লেখিছে তালৈ মন কৰক। এতিয়া আৰু হাত-সাবটি বহি

থাকিবৰ সময় নাই। জোৰ পুৰি হাত পাইছেহি। প্ৰশ্ন উঠিছে, অসমীয়া জাতি তিষ্ঠিব পাৰিব নে? মই আশাবাদী। এই পৃথিৱী যোগ্যৰ ঘৰ। যোগ্য ওপৰলৈ উঠিব, অযোগ্য তললৈ খহি পৰিব। আমি প্ৰতিযোগিতাৰ বাটত আগবাঢ়ি নিজৰ যোগ্যতা দেখাব পাৰিলে, সময়ৰ লগত খোজ দি চলিব পাৰিলে, "গাই গোটা পেটে ভঁড়াল" নহৈ, দেশৰ মঙ্গলক নিজৰ মঙ্গল ভাবি, জাতিৰ উন্নতিক নিজৰ উন্নতি বুলি ভাবি একাগ্ৰতাৰে সৈতে আমাৰ কৰ্তব্য কৰি যাব পাৰিলে, নিশ্চয় আমি তিষ্ঠিব পাৰিম, আমাৰ যোগ্য আসন অধিকাৰ কৰি অসমৰ লুপ্ত গৌৰব ঘুৰাই আনিব পাৰিম। আশা কৰোঁ আমাৰ এই জীৱন-মৰণৰ সন্ধিস্থলত তৰুণ অসম জাগি উঠিব, আকৌ অসমৰ ইতিহাসৰ পুনৰাভিনয় হ'ব। "সাজু হ'বৰে হ'ল ডেকা লৰা, সাজু হ'বৰে হ'ল।'

আজি মই আপোনাসকলৰ ওচৰলৈ ভিক্ষাৰ জোলোঙা লৈ আহিছোঁ। অসম সাহিত্য-সভাৰ কাৰণে মোক ভিক্ষা লাগে। আঁচল পাতিছোঁ। ভিক্ষাং দেহি। ধন নহলে কোনো সজ কাম কৰিব নোৱাৰি। ধনৰ অভাৱত এই মহৎ জাতীয় অনুষ্ঠানটি অচল হৈ পৰিছে। যথাশক্তি ভক্তিৰে মাতৃপূজাৰ বেদীত আজি অলপ দক্ষিণা দান কৰক। মহৎ কামৰ মূল্য কি সেই কথা বহুতো কোৱা হ'ল। দেশে বিচাৰিছে কাম, দেশক লাগে দান। দান অতি ক্ষুদ্ৰ হলেও সাদৰে গৃহীত হব। দান দিয়ক। পুণ্য আৰ্জক, জাতীয় ধন-ভঁড়াল এটি খোলক। দেশৰ সেৱা কৰিম বুলি বাক্য দিয়ক। জাতীয় গৌৰৱ ৰক্ষা কৰক। দেশৰ সেৱা, ৰাইজৰ সেৱাই ঈশ্বৰৰ সেৱা। ৰাইজৰ আশীৰ্বাদেই ঈশ্বৰৰ আশীৰ্বাদ।

দিব্যলোকৰ পৰা দেৱতাসকলে, আমাৰ স্বৰ্গীয় পূৰ্বপুৰুষসকলে আমাক আশীৰ্বাদ কৰিছে,— 'বীৰোভৱ'। আকাশী বাণী শুনিছোঁ, 'উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্যবৰান্ নিবোধত'। এতেকে,—

'উঠা অসমীয়া চোৱা চকুমেলি
এলাহ পাটীত নেলাগে লাজ?
কণ্ডালি টোপনি ভাঙি উঠি বহা
পেলোৱা পেলোৱা টোকোনা সাজ।
নোহোৱা নিৰ্জীৱ পাৰিবা উঠিব
কলামলা হটো টোপনি-জাল,
একেছিপে উঠি ভূমিত ভৰি দি
প্ৰতিজ্ঞা টঙালি বান্ধা কঁকাল।
হাতত কোৰ লৈ প্ৰথমেই পোতা
এলাহ-শতুৰু গাতলৈ যোৱা,
জয়ৰ হুঙ্কাৰে কঁপাই জগৎ
কিৰীটি শিৰত লোৱা।
জীৱনৰ আহি থাপি অসমীয়া
উধাৰা দুখুনী অসম আই,
পূৰ্বৰ কাহিনী গৌৰৱা মাথোন
অভাৱ তোমাৰ একোৰে নাই।
উঠা অসমীয়া উঠা এই বাৰ
পিচ পৰি ৰ'লা নেলাগে লাজ?
জীৱন্ত উছাহে একে উশাহতে
লোৱাহিহে আহি বীৰৰ সাজ।'

আহাঁ সকলোৰে কৰোঁ এই পণ,
দেশৰ কল্যাণ কৰিম সাধন,
দেশৰ কাৰণে চকুৰে কান্দিম,
দেশৰ কাৰণে মুখেদি মাতিম,
দেশৰ কাৰণে লেখনী লিখিম,
দেশৰ কাৰণে স্বাৰ্থ তিয়াগিম,
জাতীয় প্ৰেমত সকলো মজিম,
জাতিৰ উন্নতি অৱশ্যে সাধিম,
সাহিত্য, সঙ্গীত, জ্ঞান, বিজ্ঞানত,
কৃষি, শিল্প বেহা-বেপাৰত,
জনমভূমিৰ মুখ উজলাম,
ৰাখিম ধৰাত অসমীয়া নাম,
আই অসমৰ গৌৰৱ বঢ়াম,
জয়তু অসমৰ সকলে।

আহক, আমি সকলোৱে মিলি, কণ্ঠত কণ্ঠ মিলাই, গগন-পৱন মুখৰিত কৰি, সমস্বৰে এবাৰ গাওঁ,-

'জয় অসমৰ জয়,'
'জয় অসমীয়া জাতিৰ জয়'
'জয় অসমীয়া ভাষাৰ জয়'।

মধুময় বলোক বতাহ, মধুময় নদীৰ প্ৰৱাহ,
মধুৰ শ্যামল বনৌষধি, মধু হোক উষা দিনে-ৰাতি।
মধু পৃথিৱীৰ ধূলি-কণা মধু পিতৃ-মাতৃ গুৰুজন,
মধুময় দ্যুলোক ভূলোক, মধুময় সকলোটি হোক।

মধুময় বন বনস্পতি, মধুময় ৰবিৰ জেউতি
দিশে দিশে মধুৰ বৰ্ষণ, মধু হোক সকলোৰে মন।

-ঋগ্বেদ, ১ম অষ্টক, ষষ্ঠ আধ্যা।

ওঁ শান্তিঃ শান্তিঃ শান্তিঃ ওঁ



অসম সাহিত্য-সভাৰ ষষ্ঠদশ বাৰ্ষিক সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ

# সভাপতিৰ অভিভাষণ

স্বাগতম্,

"যো দেৱোগ্নৌ যোহপ্সু
যো বিশ্বং ভুৱনমাবিৱেশ ।
যো ওষধীষু যো বনস্পতিষু
তস্মৈ দেৱায় নমো নমঃ॥"

মাতৃভাষাৰ সেৱক-সেৱিকিনীসকল আৰু দৰ্শকমণ্ডলী,

আজি আমাৰ পৰম সৌভাগ্য যে অসম মাতৃৰ গুণী-জ্ঞানী সন্তানসকলক, মাতৃ-পূজাৰ পূজাৰীসকলক এই প্ৰাচীন ইতিহাস-পুৰাণ-প্ৰসিদ্ধ প্ৰাকৃতিক সৌন্দৰ্য বিভূষিত পুণ্যভূমি শোণিতপুৰ, তেজোৱতী হাটকেশ্বৰপুৰ বা তেজপুৰ নগৰত, মহাবাহু লৌহিত্যৰ পাৰত, সেৱা-সৎকাৰ কৰিবলৈ সুযোগ পাইছোঁ। আপোনাসকলক এই জাতীয় যজ্ঞলৈ আহ্বান কৰি আনি যথাযোগ্যভাৱে আলপৈচান ধৰাত আমাৰ অক্ষমতাৰ বাবে অনেক দোষ ক্ৰটি হ'ব পাৰে। আশা কৰোঁ, নিজ উদাৰতা গুণে আমাৰ সকলো দোষ ক্ৰটি মাৰ্জনা কৰি আমাক বন্ধুত্বৰ প্ৰাণৰ পৰশ দি কৃতাৰ্থ কৰিব। তেজপুৰীয়া ৰাইজৰ হৈ আৰু সেই ৰাইজৰ দ্বাৰা গঠিত অভ্যৰ্থনা সমিতিৰ হৈ মই আপোনাসকলক নতশিৰে স্বাগতম্ সম্ভাষণ আৰু ওলগ জনাইছোঁ। আপোনাসকলক দুই দিনলৈ হলেও আমাৰ মাজত পাই আমি নিজক ধন্য মানিছোঁ। মঙ্গলময় পৰমেশ্বৰৰ শ্ৰীচৰণত প্ৰাৰ্থনা কৰিছোঁ তেওঁৰ কৃপাত আৰু আপোনালোকৰ সমবেত চেষ্টাত অসম সাহিত্য-সভাৰ এই ষষ্ঠদশ সন্মিলন যেন সাফল্যমণ্ডিত হয়।

আপোনাসকলে বোধ কৰোঁ জানে যে ইং ১৯১৭ চনৰ ডিচেম্বৰ মাহত বৰদিনৰ বন্ধত শিৱসাগৰত অসম এছোছিয়েছনৰ সন্মিলন হয়। সেই সুযোগতে শিৱসাগৰৰ সাহিত্যানুৰাগী লোকসকলে অসম এছোছিয়েছনৰ সভামণ্ডপত এখন সাহিত্য সন্মিলন পাতে। সাহিত্যিকপ্ৰবৰ ৰায়বাহাদুৰ শ্ৰীযুত পদ্ম নাথ গোহাঞি বৰুৱা এই সন্মিলনৰ সভাপতি আছিল। এই সন্মিলনৰ সুফল স্বৰূপে "অসম সাহিত্য সভা"ৰ জন্ম হয় আৰু ১৯১৮ চনৰ পৰা ৰীতি মতে সভাৰ কাৰ্য আৰম্ভ হয়। অসম এছোছিয়েছনৰ সন্মিলনৰ লগতে অসম সাহিত্য সভাৰ দ্বিতীয় সন্মিলন ১৯১৮ চনত গোৱালপাৰাত, তৃতীয় সন্মিলন ১৯১৯ চনত বৰপেটাত আৰু চতুৰ্থ সন্মিলন ১৯২০ চনত আমাৰ তেজপুৰ নগৰত বহে। প্ৰবীণ সাহিত্যিক প্ৰত্নতত্ত্ববিৎ পণ্ডিত হেমচন্দ্ৰ গোস্বামী এই চতুৰ্থ সন্মিলনৰ সভাপতি আছিল। আজি ১৫ বছৰৰ মূৰত আকৌ ইয়াত ষষ্ঠদশ সন্মিলন পাতিবলৈ পাই আমি নথৈ সন্তোষ পাইছোঁ। যোৱা বৰদিনৰ বন্ধতে সন্মিলন পাতিবলৈ যো-যা কৰা হৈছিল। দুখৰ বিষয়, নানা কাৰণত সেইটো হৈ নুঠিল। এই ইষ্টাৰৰ বন্ধত বঙালি চ'তৰ বিহুক আগত লৈ ১৮৬৭ শকক বিদায় দিয়াৰ লগে লগে এই সন্মিলন আহ্বান কৰা হ'ল। আগেয়েও ৫ম সন্মিলন যোৰহাট নগৰত ইষ্টাৰৰ বন্ধতে বহিছিল। অসম সাহিত্য-সভাৰ এই অধিৱেশনক ষষ্ঠদশ বোলা হৈছে যদিও প্ৰকৃতপক্ষে সভাৰ বয়স এতিয়া

১৮ বছৰ পাৰ হৈ গৈছে। ক'বলৈ গ'লে এই সভাই এতিয়া তৰুণ অৱস্থা পাইছেহি। শিশু অৱস্থাৰ পৰা যি সকল স্বদেশ-প্ৰেমিক লোকে এই সভাক তুলি-তালি বৰ্ত্তমান অৱস্থা পোৱাইছেহি, সেইসকল ধন্যবাদৰ পাত্ৰ, সেই সকলৰ ভিতৰত দান-শীল ৰায় বাহাদুৰ শ্ৰীযুক্ত ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ বদান্যতা আৰু দিহা পৰামৰ্শ আৰু অক্লান্ত কৰ্ম্মী সু-সাহিত্যিক শ্ৰীযুক্ত শৰৎচন্দ্ৰ গোস্বামীদেৱৰ অদম্য উত্তম আৰু কাৰ্যকুশলতা লেখত লবলগীয়া। আশা কৰোঁ অসম সাহিত্য সভাৰ বুৰঞ্জীত তেখেতসকলৰ নাম যাউতী-যুগীয়া হৈ থাকিব আৰু অসমীয়া মাত্ৰেই সকৃতজ্ঞচিত্তে তেখেতসকলৰ গুণ চিৰকাল সুঁৱৰিব।

অসমীয়া ভাষা আৰু সাহিত্যৰ সৰ্বাঙ্গীন উন্নতি কৰাই অসম সাহিত্য-সভাৰ ঘাই উদ্দেশ্য। সেই উদ্দেশ্য সাধনৰ অৰ্থে যোৱা ১৯১৮ চনৰ পৰা এতিয়া-লৈকে সভাই যি যি কাৰ্য কৰিছে তাৰ এটা চমু বিৱৰণ সভাৰ পত্ৰিকাত ওলাব বুলি আমি আশা কৰিছোঁ।

তেজপুৰ দৰং জিলাৰ সদৰ ঠাই। এই জিলাৰ মঙ্গলদৈ মহকুমাত যোৱা বছৰ সাহিত্য সম্মিলন বহিছিল।

সংস্কৃত দ্যোঃ+অঙ্গ শব্দৰ পৰা দৰং শব্দ উৎপত্তি হোৱা বুলি মনে ধৰে। "দ্যোঃ" শব্দৰ অৰ্থ স্বৰ্গভূমি। সায়নাচাৰ্যই অথৰ্ববেদৰ ভাষ্যত এঠাইত কৈছে—

"হিমবৎ শিবঃ প্ৰদেশ এব স্বৰ্গভূমিৰিতি প্ৰসিদ্ধঃ"। অৰ্থাৎ হিমালয় পৰ্বতৰ শীৰ্ষদেশেই স্বৰ্গভূমি। হিমালয়ৰ ঠাল-ঠেঙুলি স্বৰূপ অসমৰ পৰ্বতবিলাক হিমালয় বা দ্যোঃ অঙ্গ। হিমালয় প্ৰদেশৰ ভিতৰত অসমৰ দৰং জিলাও পৰে।

হিমালয় প্ৰদেশ বা দ্যোত কশ্যপ ঋষিৰ বৰ-পুতেৰ হিৰণ্যকশিপুৱে ৰাজত্ব কৰিছিল। দিতিৰ গৰ্ভত জন্ম লোৱা বাবে তেওঁক দৈত্য বোলে। নৰসিংহ বিষ্ণুৱে তেওঁক বধ কৰে। তেওঁৰ পুতেক মহাভক্ত প্ৰহ্লাদ। প্ৰহ্লাদৰ পুতেক বিৰোচন। বিৰোচনৰ পুতেক বলি। বলি মহাদানী আৰু বীৰ আছিল। বামন অৱতাৰত ভগৱান বিষ্ণুৱে তেওঁক ছলনা কৰি পাতাললৈ পঠাই দিয়ে। স্বৰ্গ-ভূমি পদতলত থকা ভূখণ্ডৰ নাম পাতাল। পাতালত ভোগৱতী গঙ্গা আছে। এই ভোগৱতী গঙ্গাৰ নাম পাছত ভোগলীয়া বোগলীয়া হৈ এতিয়া বৰাক বা কুশিয়াৰাত পৰিণত হৈছে যদিও বদৰপুৰৰ ওচৰত এতিয়াও এই নদীখনক বোগলীয়া বোলে, সুৰমা উপত্যকা আৰু চট্টগ্ৰাম বিভাগেই পৌৰাণিক যুগৰ পাতাল। চট্টগ্ৰাম জিলাত এতিয়াও পাতাল শঙ্কৰ নামে শিৱৰ দেৱালয় আছে। বলিৰ পুতেক বাণ পৰম শিৱভক্ত আছিল। তেওঁ শিৱক তপস্যা কৰি পিতৃৰাজ্য শোণিতপুৰ ঘুৰাই পাই তাত ৰাজত্ব কৰে। এই ৰাজ্য অতি পুৰণি আৰু প্ৰসিদ্ধ। ইয়াত প্ৰস্তৰ যুগৰ শিলৰ অস্ত্ৰ-সস্ত্ৰ পোৱা গৈছে।

শোণিতপুৰ ৰাজ্যৰ ভিতৰত এতিয়াও উত্তৰ লক্ষ্মীপুৰ মহকুমা, ইয়াৰ উত্তৰে থকা দফলা, অঁকা ভোটৰ পৰ্বত শাৰীও পৰিছিল। দফলা পৰ্বত শাৰীৰ মাজত নাটক নামে পৰ্বতত শঙ্কৰৰ মহাশ্ৰম আছিল। তাত তেওঁ নটৰাজৰূপে দেৱতা সকলৰে সৈতে নৃত্যসাধন কৰিছিল। নাটক পৰ্বতৰ নামনিত মানস সৰোবৰৰ নিচিনা এটি মনোহৰ সৰোবৰ আছে। তাৰ চাৰিফালৰ পৰা ভট্টাৰিকা (ভৰলী), দিক্কৰিকা (দিকৰাই), বৃদ্ধগঙ্গা (বুঢ়ীগাঙ্গ তাৰ চাৰিওফালৰ পৰা ভট্টাৰিকা (ভৰলী), দিক্কৰিকা (দিকৰাই), বৃদ্ধগঙ্গা (বুঢ়ীগাং) আৰু স্বৰ্ণবহা (বৰগাং) এই চাৰিখন নৈ বৈ আহি ব্ৰহ্মপুত্ৰত পৰিছে। "দ্যো" আৰু প্লৱ এই দুটা শব্দ লগ লাগি "দ্যোপ্লৱ" হৈ শেষত "দফলা" হৈছে বুলি বোধ হয়। "প্লৱ" বুলিলে এজাতি মানুহ বুজায়। সম্ভৱতঃ দফলাবিলাক মহাদেৱৰ অনুচৰ গুহ্যক আছিল। বৃদ্ধগঙ্গাৰ মুখত উমাবনত উমাই শিৱক স্বামীৰূপে পাবৰ কাৰণে তপস্যা কৰিছিল। শিৱই সেই বৃদ্ধগঙ্গাৰ মুখত যি ঠাইত উমাক দৰ্শন কৰিছিল সেই ঠাইকে বিশ্বনাথ

বোলে। "কালিকা পুৰাণত" আছে—

"বৃদ্ধ গঙ্গাজলস্যান্তস্তীবে ব্ৰহ্মসুতস্য বৈ।
বিশ্বনাথহ্বয়ো দেবঃ শিৱলিঙ্গসমন্বিতঃ॥"

সেই ঠাই বাৰিষা পানীৰ তলত ডুবি থাকে। উমা-বনৰ বৰ্ত্তমান নাম উমা-টুমনি। বিশ্বনাথৰ বিশ্বশৈলত চণ্ডীৰ দেৱালয় আৰু উমা-টুমনিত উমাৰ দেৱালয় আছে। দক্ষ-যজ্ঞত সতীয়ে প্ৰাণ ত্যাগ কৰিলত বিষ্ণুৱে চক্ৰৰ দ্বাৰাই সতীৰ অঙ্গ খণ্ড বিখণ্ড কৰি পেলালে। সতীৰ পদ দুটি শোণিতপুৰ নগৰৰ দেৱী-কূটত, উৰু যুগল শিলঘাটৰ ওচৰৰ উড্ডিয়ান বা কাম-কূট পৰ্বতত এতিয়াৰ "কামাখ্যা" নামে দেৱালয় থকা ঠাইত আৰু স্তন দুটিৰ এটি বিশ্বনাথৰ চণ্ডী দেৱালয় থকা ঠাইত আৰু আনটি উমা দেৱালয় থকা ঠাইত পৰে। সেই বাবে সেইবিলাক ঠাই মহাপীঠ তীৰ্থ বুলি প্ৰসিদ্ধ।

পুৰাণ আৰু তন্ত্ৰৰ পৰা জনা যায় যে শোণিত-পুৰ নগৰত বাণৰজাৰ জীয়াৰী উমা দেৱীৰ মঠ আছিল, এই নগৰৰ পূবে দেৱীকূট তাৰ পূবে ৰুদ্ৰপদ আৰু কণ্বাশ্ৰম বা চ্যৱনমুনিৰ সিদ্ধাশ্ৰম আৰু সোমকুণ্ড, তাৰ পূবে বিশ্বনাথ আৰু উমাবন। বিশ্ব-নাথেই বাণ ৰজাৰ গুপ্তকাশী। তাত ন কোটি শিৱ-লিঙ্গ থকা বুলি প্ৰবাদ আছে। চ্যৱনমুনিৰ পালিতা কন্যা কণ্বকাই যি ঠাইত শিৱক স্বামীৰূপে পাবৰ কাৰণে তপস্যা কৰিছিল, তাতে ৰুদ্ৰপদ আছে। এই ৰুদ্ৰপদ ভোমোৰাগুৰি পৰ্বতৰ পূবে।

হৰিবংশ পুথিত লিখা আছে যে আহবনীয় (যজ্ঞৰ) অগ্নিয়ে শোণিতপুৰ ৰক্ষা কৰি আছিল। "কালিকা-পুৰাণত" লিখা আছে যে বাণাসুৰৰ নগৰ শোণিত-পুৰত অগ্নিদুৰ্গ বা অগ্নিগড় আছিল। এতিয়াও ইয়াৰ লুইতৰ দাঁতিৰ Observatory Hill বা "পদ্মপাৰ্ক" বোলা পাহাড়টোক অগ্নিপৰ্বত বোলে। বোধ কৰো তেজপুৰৰ এই নৈ কাষৰীয়া পৰ্বত বিলাকত একৰম-কালি সততে যজ্ঞাগ্নি জ্বলি আছিল। "কূৰ্ম-পুৰাণ" মতে এই আহবনীয় অগ্নি অহৰহ প্ৰজ্বলিত হৈ তেজ বিস্তাৰ কৰি থকাৰ নিমিত্তে নগৰখনৰ নাম তেজোৱতী আছিল। সেই পুৰাণে তেজোৱতীৰ যি ভৌগলিক স্থিতি নিৰূপণ কৰিছে তাৰ পৰা বুজা যায় যে তেজোৱতীয়েই শোণিতপুৰ। কালক্ৰমত তেজো-ৱতীৰ "তেজ" আৰু শোণিতপুৰৰ "পুৰ" লগ লাগি এই নগৰৰ নাম তেজপুৰ হয়।

বাণ ৰজাৰ উষা নামেৰে ভুৱনমোহিনী কন্যা আৰু ইন্দ্ৰদমন নামে এটি পুত্ৰ আছিল। ভগৱান শ্ৰীকৃষ্ণ আৰু ৰুক্মিণী দেৱীৰ নাতি অনিৰুদ্ধ কোঁৱৰক উষাৰ সখিয়েক চিত্ৰলেখা দেৱীয়ে যোগবিদ্যাৰ বলত সুদূৰ দ্বাৰকাৰ পৰা ইয়ালৈ লৈ আহে আৰু উষাৰ লগত মিলন কৰি দিয়ে। বাণ ৰজাই এই কথা জানিবলৈ পাই কোঁৱৰক বন্দি কৰি থয়। নাৰদৰ মুখে শ্ৰীকৃষ্ণই খবৰ পাই সসৈন্য শোণিতপুৰলৈ আহে। পাছে তুমুল ৰণ হয়। বাণ ৰজাই শিৱত শৰণ লয়। শৰণাগতক ৰক্ষা কৰিবৰ নিমিত্তে শিৱই আহি ৰণত যোগ দিয়ে। এই ৰণতে হৰিহৰ যুদ্ধ বোলে। শেষত উভয় পক্ষৰ ভিতৰত সন্ধি হয়, আৰু উষাক অনিৰুদ্ধ কোঁৱৰে বিয়া কৰাই দ্বাৰকালৈ লৈ যায়। যি ঠাইত এতিয়া তেজপুৰৰ কাছাৰী ঘৰ আছে, তাতে উষাৰ মঠ বা কাৰেং আছিল বুলি কিংব-দন্তিৰ পৰা জনা যায়। ইং ১৯০৬ চনত কাছাৰী ঘৰটো বঢ়াই ডাঙৰ কৰিবৰ নিমিত্তে ভেটিৰ মাটি খানোতে মাটিৰ তলত এটা পুৰণি শিলৰ ঘৰৰ ভগ্নাৱশেষ থকা জনা গৈছিল। বাণ ৰজাই স্থাপন আৰু পূজা কৰা মহাভৈৰৱ শিৱলিঙ্গ এই নগৰত আছে। শুনিবলৈ পাইছোঁ ইমান ডাঙৰ শিৱলিঙ্গ ভাৰতৰ আন কোনো প্ৰদেশত নাই। দেৱীকূটৰ আগৰ শিল আৰু ইটাৰে সজা মন্দিৰ ভাগি গ'ল। এতিয়া তাত মহাভাগা ভৈৰৱী দেৱীৰ দেৱালয় আছে। তেজপুৰৰ ভোমোৰাগুৰি পৰ্বতৰ পৰা অঁকা পৰ্বতৰ ভালুকপেঙ দুৰ্গলৈকে এটা অতি পুৰণি গড় আছে। এই গড়টো বাণ ৰজাই কৰোৱা বুলি প্ৰবাদ আছে। আকৌ ভৈৰৱকুণ্ডৰ পৰা তিব্বতৰ

লাছা নগৰলৈকে যিটো পূৰণি কলীয়া বাট আছে সেইটোও হেনো বাণ ৰজাৰ দিনৰ।

এই জিলাৰ উত্তৰ ফালৰ পৰ্বতত থকা অঁকা বিলাকে নিজক বাণৰজাৰ নাতি ভালুকৰ বংশধৰ বুলি কয় আৰু "ঋষ্য" জাতিৰ মানুহ বুলি চিনাকি দিয়ে। "ঋষ্য" শব্দটো "ঋক্ষ" শব্দৰ অপ-ভ্ৰংশ হব পায়। ঋক্ষ বুলিলে ভালুক বুজায়। কিন্তু আগৰ দিনত ঋক্ষ নামে এজাতি মানুহো আছিল। শ্ৰীকৃষ্ণৰ ভাৰ্যা জাম্বৱতী ঋক্ষকন্যা আছিল। যি ঠাইত ভালুকপেং দুৰ্গ আছে সেই পিনে অঁকা পৰ্ব-তলৈ যোৱা বাট আছে। তাক ভালুক দুৱাৰ বুলিও কয়। সম্ভৱতঃ বাণৰজাৰ নাতি ভালুকে কোনো কাৰণত এই ফালৰ ৰাজ্য হেৰুৱাই অঁকা পৰ্বতত আশ্ৰয় লৈছিল।

"কালিকাপুৰাণ"ৰ ৩৯ আধ্যাত লিখা আছে যে প্ৰাগ্‌জ্যোতিষৰ ৰজা নৰকৰ লগত শোণিতপুৰৰ বাণ-ৰজাৰ অত্যন্ত মিত্ৰতা হোৱাত পৰস্পৰে পৰস্পৰৰ ঘৰলৈ অহা-যোৱা কৰিবলৈ ধৰে, বাণৰজাৰ সং-সৰ্গত পৰি নৰকে শিৱভক্ত হৈ অনেক বেদ-বিৰুদ্ধ কাৰ্য কৰি দেৱ ব্ৰাহ্মণাদিক অত্যাচাৰ কৰি ৰাজ্যৰ পৰা খেদি দিয়ে, দেৱতাসকলক জিনি দেৱমাতা অদিতিৰ কুণ্ডল হৰণ কৰে, ৰূপে গুণে ধন্যা ষোলহাজাৰ দেৱ-কন্যাকো ধৰি আনি আটক কৰি ৰাখে। পাছে, শ্ৰীকৃষ্ণই নৰকক বধ কৰি তেওঁৰ পুতেক ভগদত্তক ৰজা পাতে। গিৰিৰাজ হিমালয়ৰ পৰা ওলোৱা কোকা নামে নদীৰ মুখত দিব্য বৰাহৰূপী বিষ্ণুৱে এক শ্ৰাদ্ধ যজ্ঞ কৰিছিল, তেওঁৰ ভাৰ্যা মহীময়ী ছায়াই এই যজ্ঞৰ পিণ্ড ভোজন কৰি গৰ্ভৱতী হয়, আৰু কিছুদিনৰ পিছত সেই যজ্ঞ ভূমিতে এটি পুত্ৰ সন্তান প্ৰসৱ কৰে।

"ততোঽস্যাঃ প্ৰাভৱৎ পুত্ৰোভৌমস্তনৰকাসুৰঃ।
প্ৰাগ্‌জ্যোতিষঞ্চ নগৰমস্য দত্তঞ্চ বিষ্ণুনা॥"

সেই পুত্ৰই ভৌম নৰকাসুৰ। ব্ৰহ্মপুৰাণ ২১৯ আধ্যা। বিষ্ণুৱে তেওঁক প্ৰাগ্‌জ্যোতিষপুৰ দান কৰে।

ভূমিৰ গৰ্ভত বা যজ্ঞভূমিত জন্ম হোৱা বাবে নৰকা-সুৰক আৰু তেওঁৰ বংশৰ ৰজাসকলক ভৌমনৃপতি বোলা হয়। কোকা নদী কৌশিকী বা কুশী নৈত পৰিছে। "বৰাহ পুৰাণ (১৪০ আধ্যা) মতে কোকা নৈৰ মুখত ভগৱান বিষ্ণুৱে বৰাহ অৱতাৰত ভূমি উদ্ধাৰ কৰি তাত যজ্ঞ কৰিছিল। সেই বাবে ঠাই-খনৰ নাম বৰাহ ক্ষেত্ৰ হয়। সাগৰৰ গৰ্ভৰ পৰা নকৈ ওলোৱা ঠাই গুণে সেই ভূখণ্ডক কৌশিকী কচ্ছ বুলিও কয়।

প্ৰায় পাঁচহেজাৰ বছৰৰ পূৰ্বে কুৰুক্ষেত্ৰত মহাভাৰতৰ যুদ্ধ হৈছিল। প্ৰাগ্‌জ্যোতিষাধিপতি ভগদত্ত কৌৰৱৰ পক্ষে সেই যুদ্ধলৈ গৈ যুদ্ধক্ষেত্ৰত প্ৰাণত্যাগ কৰে। তেতিয়া তেওঁৰ পুতেক বজ্ৰদত্তই পিতৃ সিংহাসন পায়। ভগদত্ত বা বজ্ৰদত্তৰ দিনতে শোণিতপুৰ ৰাজ্য প্ৰাগ্‌ জ্যোতিষ বা কামৰূপৰ অন্তৰ্ভুক্ত হৈছিল বুলি অনুমান কৰো। নৰক বংশৰ ৰজাসকলে অনেক শ বছৰ এই দেশত ৰাজত্ব কৰে। এই ৰজাসকলৰ যি যি তামৰ ফলি এই পৰ্য্যন্ত আবিষ্কাৰ হৈছে তাৰ পৰা জনা যায় যে তেওঁলোকে নিজক কোল-সুনু অৰ্থাৎ কোলৰূপী বিষ্ণুৰ সন্তান বুলি চিনাকি দিছিল। বৈদিক যুগত বংশৰ আদি-পুৰুষৰ নামৰ পাছত 'তা' বা 'তি প্ৰয়োগ কৰি বংশধৰসকলে চিনাকি দিয়াৰ প্ৰথা আছিল। সেইমতে কোল-সুনুসকল কোলতা বুলি জনাজাত হয় আৰু কালক্ৰমে "কোলতা" শব্দই "কলিতা" হোৱা বুলি বোধ হয়। "কোল" বুলিলে বৰাহ বা বৰাহৰূপী বিষ্ণু বুজায়, এজাতি মানুহো বুজায়।

মাননীয় ৰায় বাহাদুৰ শ্ৰীযুত কনকলাল বৰুৱা ডাঙৰীয়াৰ "Early History of Kamarupa" পুথিৰ ২৫ পিঠিত লিখা আছে।

It may also be supposed that as the earliest Aryan colonists in Assam were the Kalitas, the kings of Naraka line were probably Aryan Kaliitas."

প্ৰাগ্জ্যোতিষাধিপতি ভাস্কৰবৰ্মাৰ ৰাজত্ব কালত তেওঁৰ বংশৰ এজন ৰাজকোঁৱৰ এই তেজপুৰ অঞ্চলৰ শাসনকৰ্তা আছিল। তেওঁৰ তলত অনেক ম্লেছ বা মেছ সেনা আছিল। তেওঁৰ সাহ আৰু পৰাক্ৰম দেখি আৰু তৰামৰা ৰণতো তেওঁক শাল গছৰ দৰে অটল দেখি সকলোৱে তেওঁক "শালস্তম্ভ" বুলিছিল। ভাস্কৰ বৰ্মা চিৰকুমাৰ আছিল। অনুমান ৬৫০ খৃষ্টাব্দত তেওঁ স্বৰ্গী হয়। তেতিয়া অৱন্তীবৰ্মা নামে এজন ৰাজকোঁৱৰে প্ৰাগজ্যোতিষৰ সিংহাসন অধিকাৰ কৰে। শালস্তম্ভই তলে তলে সেই সিংহাসন পাবৰ কাৰণে যত্ন কৰে আৰু ছেগ চাই থাকে। তেওঁ তেজপুৰৰ দা ধৰা পুখুৰীৰ চাৰিওকাষে তেওঁৰ সৈন্যবিলাকৰ বাহৰ কৰি তাৰ নাম জয়স্কন্ধাৱাৰ ৰাখে আৰু তাৰ পৰা কিছু দূৰত হাটকেশ্বৰ নামে সোণ খটোৱা শিৱলিঙ্গ স্থাপন কৰি তাত নিতৌ শিৱপূজা কৰে। পাছে অনুমান ৬৫৫ খৃষ্টাব্দত তেওঁ দা ধৰা পুখুৰীত অস্ত্ৰ-শস্ত্ৰ ধাৰই লৈ সসৈন্যে গৈ প্ৰাগ্জ্যোতিষপুৰ অৱৰোধ কৰে আৰু অৱন্তীবৰ্মাক বধ কৰি নিজে ৰাজপাট অধিকাৰ কৰে। তেওঁ প্ৰাগ্জ্যোতিষপুৰৰ পৰা ৰাজধানী তুলি আনি তেজপুৰত পাতে আৰু তেওঁৰ ইষ্টদেৱতা হাটকেশ্বৰ শিৱৰ নামানুসাৰে ৰাজধানীৰ নাম হাটকেশ্বৰপুৰ ৰাখে। তেওঁৰ পিছত তেওঁৰ বংশৰ বিজয়, পালক, কুমাৰ, বজ্ৰদেৱ, শ্ৰীহৰ্ষবৰ্মা, দ্বিতীয় বলবৰ্মা, প্ৰালম্ভ, হৰ্জৰবৰ্মা, বনমাল বৰ্মা, জয়মাল বা বীৰবাহু, তৃতীয় বলবৰ্মা, দীপৰবৰ্মা, ত্যাগসিংহ আদি ২০ জন ৰজাই একাদিক্ৰমে কামৰূপত ৰাজত্ব কৰে। "দশ কুমাৰ চৰিতত" লিখা কলিন্দবৰ্মাও এই বংশৰে এজন ৰজা আছিল। এই সকলো ৰজাৰ দিনত হাটকেশ্বৰ বা তেজপুৰেই কামৰূপৰ ৰাজধানী আছিল কামেশ্বৰ শিৱ আৰু ভগৱতী মহাগৌৰী তেওঁলোকৰ উপাস্য দেৱতা হলেও তেওঁলোকে বিষ্ণু, সূৰ্য আদি দেৱতাকো পূজিছিল। অনুমান ৯৮৫ খৃষ্টাব্দত ৰজা ত্যাগসিংহ অপুত্ৰক হৈ মৰাত তেওঁৰ বংশৰ

৫

ব্ৰহ্মপালে ৰাজপাটত বহি তেজপুৰৰ পৰা ৰাজধানী আকৌ গুৱাহাটীলৈ তুলি নিয়ে। প্ৰায় ৩০০ বছৰ তেজপুৰ কামৰূপ সাম্ৰাজ্যৰ ৰাজধানী আছিল।

সংস্কৃত ভাষাত "হাটকম" বুলিলে সাণ বা সোণেৰে নিৰ্মাণ কৰা বস্তু বুজায়। "বামন পুৰাণত" হাটকেশ্বৰ নামে শিৱৰ উল্লেখ আছে। সম্ভৱতঃ হাটকেশ্বৰ শব্দই কালক্ৰমে হাৰপেশ্বৰ বা হাৰ্দ্ধপশ্বৰ (হৰৰূপেশ্বৰ?) বা হলেশ্বৰত পৰিণত হয়। তেজপুৰত হলেশ্বৰ নামে এখন শিৱৰ দেৱালয় আছে। আকৌ সেই নামেৰে এখন মৌজাও আছে এই নগৰৰ পৰা তিনিমাইলমান দূৰত কেতেকীবাৰী গাঁৱৰ তিনি মূনি বাটত অতি প্ৰাচীন কালৰ এটি প্ৰকাণ্ড শিৱলিঙ্গ থিয় দি আছে। তাৰ অলপ দূৰত এখন ওখ ঠাইত সেই শিৱলিঙ্গটিৰ শিলৰ বেদীখন আছে তাৰ ওচৰতে এটা পুখুৰী। এনে বোধ হয়, কোনোবা মানুহে ধন-সোণৰ আশাত কোনোবা কালতে সেই শিৱলিঙ্গটি বেদীখনৰ পৰা দাঙ্গি আনি বৰ্তমান ঠাইত থয়। এতিয়া বেদীৰ ভিতৰখন এটা নাদৰ নিচিনা দেখা যায়। ইয়াত হেনো ধন-সোণ আছিল। এই শিৱলিঙ্গটিৰ গাত মূৰ্তি কটা আছে। আৰু ভালকৈ চালে এনে অনুমান হয় যে তাৰ গাত সোণ খটোৱা আছিল আৰু কোনোবাই যেন সোণবিলাক ৰুকি নিলে। এই শিৱলিঙ্গটিক কোনোৱে হাটকেশ্বৰ আৰু কোনোৱে কেতকেশ্বৰ বুলি কয়। বোধকৰো এইটোৱেই শালস্তম্ভ ৰজাই স্থাপন কৰা হাটকেশ্বৰ শিৱলিঙ্গ। সি যি হওক, এই শিৱলিঙ্গটিক আকৌ পূৰ্বৰ শিলৰ বেদীখনত স্থাপন কৰি দেৱালয়টিৰ পুনঃ প্ৰতিষ্ঠা কৰা হিন্দু সমাজৰ কৰ্তব্য বুলি ভাবো। হলেশ্বৰ আৰু ভৈৰেশ্বৰ দেৱালয় দুখনো শালস্তম্ভ বা তেওঁৰ বংশৰ কোনো ৰজাই স্থাপন কৰা বুলি বিশ্বাস হয়। চাৰিদুৱাৰৰ কলীয়া গোসাঁইৰ দেৱালয় কোনে কেতিয়া প্ৰতিষ্ঠা কৰিছিল জানিব পৰা নাই।

তেজপুৰৰ ভোমোৰাগুৰি পৰ্বতৰ ওচৰৰ ব্ৰহ্মপুত্ৰৰ পৰা উজনি পৰ্বতৰ ভৈৰৱপাদলৈকে ব্ৰহ্মপুত্ৰৰ কাষৰ

সমুদায় ঠাই যুৰি হাটকেশ্বৰ নগৰ আছিল আৰু গোটেইখন পৰ্বতীয়া গাঁও সেই নগৰৰ অন্তৰ্ভুক্ত আছিল। এই গাঁওখনৰ প্ৰায় মানুহৰ ঘৰে ঘৰে খিবিলাক চটিয়া শিল, শিলৰ খুটা, লতা ফুল আৰু মূৰ্ত্তি থকা শিল দেখিবলৈ পোৱা যায়, সেইবিলাক উপৰুক্ত ৰজাসকলৰ দিনৰ হাটকেশ্বৰপুৰৰ দোল দেৱালয় আদিৰ ভগ্নাৱশেষ বুলি বিশ্বাস হয়। ভাস্কৰ বৰ্মাই অধিকাৰ কৰা গৌড়, কৰ্ণসুবৰ্ণ, তাম্ৰলিপি আদি প্ৰদেশবিলাকৰ ওপৰত শালস্তম্ভ, বিজয়, পালক, কুমাৰ আৰু বজ্ৰদেৱে ৰাজত্ব কৰে। বজ্ৰদেৱৰ পাছত অনুমান ৭৩০ খৃঃত শ্ৰীহৰ্ষ বৰ্মাদেৱে এই হাটকেশ্বৰ পুৰত কামৰূপ সাম্ৰাজ্যৰ ৰাজসিংহাসনত অভিষিক্ত হয়। তেওঁৰ অনেক হাতী, ঘোঁৰা, যুদ্ধৰ নাও আৰু বিৰাট সৈন্য-সামন্ত আছিল। তেওঁ মগধ, কোশল, উড়িষ্যা আৰু কলিঙ্গ যুদ্ধ কৰি গোদাবৰী নৈৰ পাৰত হাটকেশ্বৰ নামে শিৱলিঙ্গ স্থাপন কৰি তাত তেওঁ বিজয় পতাকা উৰাইছিল। তেওঁৰ কন্যা ৰাজ্যমতীক নেপালৰ ৰজা জয়দেৱে বিয়া কৰায়। জয়দেৱৰ এখন শিলালিপিত শ্ৰীহৰ্ষবৰ্মাক গৌড়, ওড্ৰ, কলিঙ্গ আৰু কোশল প্ৰদেশৰ অধিপতি বুলি যি কথা লিখা আছে, বুৰঞ্জীবিদ পণ্ডিতসকলে সেই কথা সত্য, বুলি স্বীকাৰ কৰিছে। এতেকে এতিয়াৰ অসম, বঙ্গ, বিহাৰ, আৰু উড়িষ্যা প্ৰদেশ, যুক্তপ্ৰদেশৰ পূৰ্বাংশ আৰু মাদ্ৰাজ প্ৰদেশৰ উত্তৰাংশ লৈ শ্ৰীহৰ্ষবৰ্মাদেৱে এখন বিশাল সাম্ৰাজ্য গঠন কৰি পূব ভাৰতৰ সম্ৰাট হৈ প্ৰায় বিংশতি বছৰ ৰাজত্ব কৰিছিল। পূবে সদিয়াৰ পৰশুৰাম কুণ্ডৰ পৰা পশ্চিমে অযোধ্যালৈকে, উত্তৰে হিমালয়ৰ পৰা দক্ষিণে বঙ্গোপসাগৰলৈকে তেওঁ কামৰূপ সাম্ৰাজ্যৰ সীমা বহলাব পাৰিছিল। তেতিয়াৰ কামৰূপ শৌৰ্যে-বীৰ্যে, ধনে সম্পদে, বিদ্যাই বুদ্ধিয়ে ভাৰতত অতুলনীয় আছিল। হাটকেশ্বৰ ৰাজ সভাৰ পণ্ডিতসকলৰ ভিতৰত কুমাৰিল ভট্টৰ নিচিনা এনে অপাৰ পণ্ডিত আছিল যে, জগতগুৰু শঙ্কৰাচাৰ্য্যই তেওঁৰ ওচৰত বাদত পৰাস্ত হৈ তেওঁক গুৰু মানি লৈছিল। শ্ৰীহৰ্ষবৰ্মাই কামৰূপৰ ইতিহাসত এটি উজ্জ্বলতম ৰশ্মি পেলাই গৈছে। তেজপুৰৰ ৰাজ কাৰেঙত উপজি, লৌহিত্যৰ পাৰত উমলি, ইয়াৰ অন্নজল খাই ডাঙৰ হৈ, এই তেজস্বী ভূপতিয়ে এই দেশক মহামহিমান্বিতা কৰি গৈছে। কিন্তু চিৰদিন কাৰো সমানে নেযায়। বিজয় লক্ষ্মী চঞ্চলা। ৭৫০ খৃষ্টাব্দত যেতিয়া শ্ৰীহৰ্ষবৰ্মা মগধত বাহৰ কৰি থাকে, তেতিয়া কনৌজৰ ৰজা যশোবৰ্মনে অনেক সৈন্য-সামন্ত লৈ তেওঁক তাতে আক্ৰমণ কৰেহি। দুয়ো পক্ষৰ ভিতৰত ভীষণ যুদ্ধ হয়। সেই যুদ্ধত শ্ৰীহৰ্ষবৰ্মা পৰাজিত আৰু নিহত হয়। তেতিয়াৰ পৰাই কামৰূপ সাম্ৰাজ্যৰ আয়তন ক্ৰমে ক্ৰমে সৰু হৈ আহে। তেওঁৰ পিছত তেওঁৰ পুত্ৰেক দ্বিতীয় বলবৰ্মা আৰু প্ৰালম্ভ ক্ৰমে ৰজা হয়। প্ৰালম্ভৰ পিছত তেওঁৰ পুতেক হৰ্জৰবৰ্মাই ৮২০ খৃষ্টাব্দৰপৰা ৮৩৫ খৃষ্টাব্দলৈকে ৰাজত্ব কৰে। ভৈৰৱপদৰ ওচৰত দুটা থিয় শিল আছে। তাৰ ওচৰত এটা প্ৰকাণ্ড শিলত হৰ্জৰবৰ্মাৰ আদেশ মতে ৮২৯ খৃষ্টাব্দত লিখা এখন লিপি এতিয়ালৈকে বিদ্যমান আছে। সেই লিপিত এই নগৰৰ নাম হাৰুপেশ্বৰপুৰ বুলি লিখা আছে। তেওঁ এই নগৰৰপৰা দিয়া এখন তামৰ ফলিও ওলাইছে। তাৰ পৰা জনা যায় যে তেওঁ দাঁতি-কাষৰীয়া পৰ্বতীয়া জাতিবিলাকক বশ কৰি ৰাখিছিল। তেওঁ খনোৱা হজৰা পুখুৰীয়ে আজিলৈকে তেওঁৰ স্মৃতি বহন কৰি আছে। তেওঁৰ ঔৰসত আৰু তাৰাদেৱীৰ গৰ্ভত বনমালদেৱৰ জন্ম হয়। বনমাল বীৰপুৰুষ আছিল। তেওঁ ৰজা হৈ তেওঁৰ ৰাজ্যৰ সীমা দক্ষিণে সমুদ্ৰৰ পাৰলৈকে বহলাইছিল আৰু উত্তৰ বঙ্গ তেওঁৰ শাসনৰ তলত আছিল। তেওঁৰ এখন তামৰ ফলিৰ পৰা জনা যায় যে তেওঁ ত্ৰিস্ৰোতা (তিস্তা) নৈৰ পশ্চিম পাৰলৈ থকা চন্দ্ৰপুৰী বিষয়ৰ অন্তৰ্গত বৰ্ত্তমান মাজে গাঁৱক

কিছুমান মাটি এজন ব্ৰাহ্মণক দান কৰিছিল। এই তামৰ ফলিত এই নগৰৰ এটি সুন্দৰ বৰ্ণনা আছে "Early History of Kamarupa" পুথিত সেই বৰ্ণনাৰ কথা সুন্দৰকৈ লিখা আছে।

নৱম শতিকাৰ মাজ ভাগত এই তেজপুৰ নগৰৰ অৱস্থা কেনে উন্নত আছিল সেই বৰ্ণনাৰ পৰা ভালকৈ বুজিব পাৰি। ইয়াত যে অনেক দেৱ-মন্দিৰ আছিল তাত কোনো সংশয় নাই। অকল বামুনী পৰ্বততে সাতোটা মন্দিৰ আছিল। সেই পৰ্বতত মন্দিৰবিলাকৰ যি ভগ্নাৱশেষ আছে, তাক দেখিলে বিস্ময় মানিব লাগে। এই ভগ্নস্তূপৰ মাজত নটৰাজ শিৱৰ মূৰ্তি দেখা পোৱা গৈছিল। তেজপুৰৰ প্ৰায় সকলো বিলাক পৰ্বতত আগৰ দিনৰ মঠ-মন্দিৰবিলাকৰ ধ্বংশাৱশেষৰ চিন দেখিবলৈ পোৱা যায়, শিল আৰু ইটাৰে মন্দিৰবিলাক সজা হৈছিল। শিল বিলাক কাটি তাৰ ওপৰত ধুনীয়াকৈ ফুল কাটিছিল। দেৱ-দেৱীৰ মূৰ্তি সাজিছিল আৰু ডাঙৰ ডাঙৰ বিতোপন স্তম্ভ তৈয়াৰ কৰিছিল। শিলৰ এনে কাৰু-কাৰ্য্য দেখি ইয়াত ভাস্কৰ-বিদ্যাৰ যে কিমান উন্নতি হৈছিল সেইটো বুজিব পাৰি। দুখৰ বিষয় এতিয়া ইয়াত শিলাকুটী নোহোৱাৰ নিচিনাই হ'ল। আকৌ ইয়াত কেতিয়াবা ভাস্কৰ-বিদ্যাৰ অনুশীলন হব নে? ইয়াৰ কাছাৰী ঘৰৰ টোলত অনেক পুৰণি কীৰ্ত্তিৰ চিন শিলৰ ভগ্নাৱশেষ চাৰিওফালে সিচঁৰতি হৈ পৰি আছিল। তাৰে কিছুমান কাৰুকাৰ্য্যময় শিল আঁত-ৰাই নি ছাহাববিলাকৰ বঙলাত ৰাখিছে আৰু কিছুমান ক'ল পাৰ্কত থৈছে।

বুৰৈ নৈৰ আগালিত দফলা পৰ্বতত শিল আৰু ইটাৰে নিৰ্মাণ কৰা এটা প্ৰকাণ্ড দুৰ্গৰ ভগ্নাৱশেষ আছে। তঁকা দফলাৰ পৰ্বততো আগৰ দিনৰ কীৰ্ত্তিৰ চিন পোৱা যায়।

দ-পৰ্বতীয়া গাঁৱত এটি অতি পুৰণি শিলৰ মন্দিৰৰ যি দোৱাৰ (Lintel) বা দুৱাৰমুখ আছে তাৰ কাৰুকাৰ্য্য দেখিলে বিমোহিত হ'ব লাগে। প্ৰত্নতত্ত্ব-বিতাৰ্থৰ বাবু ৰাখালদাস বন্দ্যোপাধ্যায়ে সেই দুৱাৰ মুখ দেখি লিখি গৈছে—

"The artist's sense of proportion, the beautiful symmetry of the figures and ornamental devices and the excellence of execution tend to prove that the door lintel belongs to the same period as the great schools of sculpture which existed at Pataliputra and Benares in the 5th and 6th centuries A D"

এই মহকুমাত আগৰ দিনৰ ৰজাসকলে খনোৱা এহেজাৰ মান পুখুৰী আছে। তাৰ ভিতৰত হৰ্জৰ বৰ্মাই খনোৱা হজৰা পুখুৰীয়েই আটাইতোৰতকৈ ডাঙৰ। এই পুখুৰীত এতিয়া ধোঁৱা-দোৰৰ যেলা চকৰ পাতিছে। কলংপুৰ মৌজাত দীপৰবৰ্মাই খনোৱা দীপৰা পুখুৰীক দ্বিতীয় ডাঙৰ পুখুৰী বুলিব পাৰি। সেই পুখুৰীৰ পাৰবিলাক ইটাৰে বন্ধোৱা আছিল আৰু তাত ইটাৰ খটখটিও আছিল। ইটাবিলাক মানুহে নি অন্ত কৰিলে। ভূমিকম্পত পুখুৰীটোও বাম হ'ল। বাৰভূঞাৰ বংশৰ টেটোনে কৰোৱা আলি আৰু পুখুৰী অদ্যাপিও ছয় দুৱাৰত আছে। গমিৰিৰ বটলাগড আৰু পুখুৰীয়ে আজিলৈকে এগৰাকী বীৰ নাৰীৰ স্মৃতি বহন কৰি আছে।

অনুমান ১১২৫ খৃষ্টাব্দত বঙ্গদেশৰ ৰজা ৰাম-পালে কামৰূপ জয় কৰিবৰ নিমিত্তে তেওঁৰ সেনাপতি বৈদ্যদেৱক কামৰূপলৈ পঠায়। তেতিয়া ধৰ্মপালৰ পুতেক জয়পালে কামৰূপত ৰাজত্ব কৰিছিল। বৈদ্যদেৱে জয়পালক বধ কৰি ভগদত্তৰ বংশৰ তিঙ্গ-দেৱ নামে এজন কোঁৱৰক কৰতলীয়া ৰজা পাতি গুচি যায়। এনেতে ৰামপালৰ মৃত্যু হয় আৰু তেওঁৰ পুতেক কুমাৰপাল বঙ্গদেশৰ ৰজা হয়। তেতিয়া তিঙ্গদেৱে কুমাৰপালক কৰ নিদি নিজক স্বাধীন নৃপতি বুলি ঘোষণা কৰে। কুমাৰপালে আকৌ বৈদ্যদেৱক কামৰূপলৈ পঠায়। ১১৩১ খৃষ্টাব্দত বৈদ্যদেৱৰ লগত তিঙ্গদেৱৰ যুদ্ধ হয়। সেই যুদ্ধত তিঙ্গদেৱৰ মৃত্যু হয়। বৈদ্যদেৱে কামৰূপ অধিকাৰ কৰি নিজে ৰাজ্য শাসন

কৰে। পিচত তেওঁৰেই কামৰূপৰ ৰজা হয়। তিঙ্গদেৱৰ মৃত্যুৰ লগে লগে কামৰূপত নৰকাসুৰৰ বংশধৰসকলৰ ৰাজত্ব শেষ হয়। প্ৰায় ছহেজাৰ বছৰ এই বংশৰ ৰজাসকলে আমাৰ দেশত ৰাজত্ব কৰিছিল। তিঙ্গদেৱে স্থাপন কৰা তিঙ্গেশ্বৰ শিৱৰ দেৱালয়ৰ ভগ্নাৱশেষ এতিয়ালৈকে ভৈৰৱপদৰ ওচৰত আছে। সেই ভগা দেৱালয়টিকে এই প্ৰসিদ্ধ ৰাজবংশৰ শেষ ৰাজৰ শেষ স্মৃতি বুলি তেজপুৰে আজিলৈকে বুকুত লৈ আছে।

বৈস্তদেৱে কামৰূপ ৰাজ্যৰ নামনি খণ্ডতহে ৰাজত্ব কৰিছিল। উজনিত আমাৰ এই ফালে ৰজা ধৰ্মপালৰ নাতি সোমপাল নামে এজন কোঁৱৰে কণ্যকা গাঁৱত ৰাজধানী পাতি ৰাজত্ব কৰিছিল বুলি "কামৰূপৰ বুৰঞ্জী" পুথিত লিখা আছে। কণ্যকা এখন সমৃদ্ধিশালী গাঁও আছিল। জীয়া ভৰলী নৈয়ে সেই গাঁও খন ভাঙিলে। সোমপালৰ পিচত তেওঁৰ পুতেক ভালুকাপেং বা ৰামচন্দ্ৰ কোঁৱৰে প্ৰতাপ সিংহ নাম লৈ ৰজা হয়। তেওঁ প্ৰতাপগড় নামে দুৰ্গ কৰায় আৰু সেই দুৰ্গৰ পৰা উত্তৰে দফলা পৰ্বতলৈকে আৰু দক্ষিণে বিশ্বনাথ নগৰলৈকে গড় বন্ধায়। তেওঁৰ ৰাজছত্ৰত মীন অঙ্কিত কৰা বাবে তেওঁক মীনাঙ্ক বুলিও কয়। উমাটুমনিত তেওঁৰ দিনৰ শিলালিপি আছে আৰু শিলৰ চক্ৰবেহু, বাঘ-খেল আদিও আঁকা আছে। তেওঁৰ ৰাজধানী লৌহিত্যপুৰ এতিয়াৰ বিশ্বনাথ নগৰত আছিল, সৈন্য-সামন্তবিলাক প্ৰতাপগড়ত আছিল।

এই বংশৰ ৰজাসকলৰ নাম তলত লিখা গ'ল —

আৰিমত্ত বা গজাঙ্ক
|
ৰত্নসিংহ বা শুকৰাঙ্ক
|
শুকালাঙ্ক বা শুক্ৰৰাঙ্ক
|
মৃগাঙ্ক

মৃগাঙ্ক বা জোঙ্গালবলহু অপুত্ৰক অৱস্থাত কছাৰীৰ লগত ৰণ কৰি কলং নৈত ডুবি মৰাত পঞ্চদশ খৃষ্টাব্দৰ মাজছোৱাৰ পৰা এই অঞ্চলত কিছুকাল বাৰভূঞাই শাসন কৰে। নগাঁও জিলাত জোঙ্গালবলহুৰ এটা গড আছে। বাৰভূঞাৰ পিচত ইন্দ্ৰবংশী আহোম আৰু শিৱবংশী কোচৰজাসকলে ইয়াত ৰাজত্ব কৰিছিল।

আৰিমত্তৰ জন্ম কাহিনী কামৰূপৰ বুৰঞ্জীত যি দৰে লিখা আছে তাৰ পৰা এনে বোধ হয় যে লৌহিত্য বংশৰ কোনো ব্ৰাহ্মণে তেওঁৰ মাক চন্দ্ৰপ্ৰভাক ব্ৰহ্মপুত্ৰত গা ধুই থাকোতে দেখা পাই হৰণ কৰি কামাখ্যালৈ লৈ যায় আৰু তাতে সেই ব্ৰাহ্মণৰ ঔৰসত আৰিমত্তৰ জন্ম হয়। আমাৰ এই অঞ্চলত লৌহিত্য বংশৰ নাগাক্ষ নামে এজন ব্ৰাহ্মণ ৰজাই শকাদিত্যৰ শকৰ ৩০০ বছৰ মানৰ পাছত ৰাজত্ব কৰাৰ কথা বুৰঞ্জীত পোৱা যায়। এই জিলাত নাগশঙ্কৰ নামে যিটো শিৱৰ দেৱালয় আছে সেইটো নাগাক্ষ ৰজাই প্ৰতিষ্ঠা কৰে। সেই দেৱালয়ৰ ওচৰতে তেওঁৰ ৰাজধানী আছিল। তেওঁৰ বংশৰ কেইবা জনাও ৰজা হৈ যোৱাৰ পিচত সেই বংশৰ নাশ হ'ল।

এই নগৰৰ পৰা ৩২ মাইল পশ্চিমে শৃঙ্গাটক বা শিঙৰি পৰ্বত আছে। তাত এসময়ত ঋষ্যশৃঙ্গ মুনিয়ে আশ্ৰম পাতি কিছুদিন বাস কৰিছিল বুলি প্ৰবাদ আছে। সেই পৰ্বতৰ দাঁতিত গোপেশ্বৰ নামে শিৱৰ দেৱালয় আছে। দেৱালয়ৰ মন্দিৰটি চটিয়া শিল আৰু ইটাৰে ধুনীয়াকৈ সজা। তাত শিৱচতুৰ্দ্দশীত বছৰি উৎসৱ হয় আৰু মেলা বহে। "কালিকা পুৰাণত" - আছে—"শৃঙ্গাটকং সমাৰোহ্য পূজয়েৎ লিঙ্গশঙ্কৰম্"॥

তেজপুৰৰ পৰা ১৪ মাইল উত্তৰ পূবে নন্দিকেশ্বৰ, তাৰ পূবে সৌভাগ্যমাধৱ, তাৰ পূবে নাগশঙ্কৰ দেৱালয় আছে। কলাবাৰীত বৰকালিকা বা কালী, গহপুৰত খন্দি, কলংপুৰত কল্যাণী, বিশ্বনাথত বিশ্বেশ্বৰ, কমলেশ্বৰ, উমা, চণ্ডী, নৃসিংহ, খাণ্ডেশ্বৰ,

মুক্তিনাথ, বাসুদেৱ, সূৰ্য্যমাধৱ, গণেশ, কালভৈৰৱ, সিদ্ধেশ্বৰ, চণ্ডেশ্বৰ, অন্নপূৰ্ণা আদি দেৱালয় আছে। ইয়াৰ ভৈৰৱী দেৱালয়ৰ ওচৰৰ বাণ্ডৰদেৱ পৰ্বতত হৰিহৰ নামে এজন ভূঞাই এটি শিৱমন্দিৰ প্ৰতিষ্ঠা কৰি বাৰভূঞা ৰাজ্য পুনৰ উদ্ধাৰ কৰিবৰ কাৰণে তপস্যা কৰিছিল। মোৱামৰীয়া বিদ্ৰোহত তেওঁ মোৱামৰীয়াৰ পক্ষে যুদ্ধ কৰি প্ৰাণ হেৰুৱায়।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে এই জিলাৰ বৰগাং নৈৰ পাৰত গাংমৌ সত্ৰ স্থাপন কৰি তাত ছমাহমান বাস কৰিছিল। মহাপুৰুষ মাধৱদেৱৰ পিতৃ পিতামহৰ ঘৰ গহপুৰ মৌজাত আছিল। দক্ষিণপাট সত্ৰ স্থাপন কৰা শ্ৰীশ্ৰীবনমালীদেৱে কলাবাৰীত জন্ম গ্ৰহণ কৰিছিল। তাত অসম ৰজাই কৰোৱা দৌল ,আৰু পখুৰী আছে। এই মহকুমাৰ ভিতৰত ভালেমান সত্ৰ আছে আৰু ইয়াৰ প্ৰায়বিলাক নৈত আগেয়ে মানুহে সোণ কমাইছিল। 'কালিকা পুৰাণত' এই নৈবিলাকৰ মাহাত্ম্য লিখা আছে। দিকৰাই নৈৰ আগালিত লোণা-পুং থকা জনা যায়। ভোট, অঁকা আৰু দফলা থকা পৰ্বতবিলাকত কৃষ্ণসাৰ পহু, অগৰু চন্দন আৰু নানাবিধ মুল্যবান গছ আছে। আহোম ৰাজ-বংশৰ প্ৰদীপ মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱে বিশ্বনাথত বাহৰ কৰি কিছুদিন বাস কৰিছিল আৰু তেওঁ তাত এক দৰবাৰ পাতিছিল। ইংৰাজ গৱৰ্ণমেণ্টে এই দেশ অধিকাৰ কৰি এই অঞ্চলৰ সদৰ ঠাই প্ৰথমতে বিশ্বনাথত পাতিছিল। কেইবছৰ মানৰ পাচতহে তেজপুৰ সদৰ ঠাই হয়। এয়ে তেজপুৰৰ অতি সংক্ষিপ্ত পুৰাবৃত্ত।

অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ অৰ্থে বৰ্তমান যুগত তেজপুৰে নো কি কৰিছে সেই সম্বন্ধে অলপ কোৱা উচিত বুলি ভাবিলোঁ। আশা কৰোঁ আপোনালোকে যেন শুনি আমনি নেপায়।

১৮৩৫ খৃষ্টাব্দত পোনপ্ৰথমে অসমৰ গুৱাহাটী আৰু শিৱসাগৰ নগৰত ইংৰাজী স্কুল স্থাপিত হয়। এই মহকুমাৰ কলংপুৰ মৌজাৰ সুতাৰ গাঁৱৰ নিধিৰাম কেওঁট নামে এটি ল'ৰা শিৱসাগৰত ইংৰাজী পঢ়িবলৈ গৈ সেই ঠাইৰ আমেৰিকান বেপ্‌টিষ্ট মিশ্যনৰ পাদ্ৰি ছাহাবসকলৰ সংসৰ্গত পৰি তাতে খৃষ্টান ধৰ্ম গ্ৰহণ কৰি নিধি লেভি ফাৰৱেল নাম লয়। ১৮৪৬ খৃষ্টাব্দত উক্ত মিশ্যনৰ ছাহাবসকলে "অৰুনোদই" নামে এখন মাহেকীয়া সচিত্ৰ কাকত উলিয়ায়। ফাৰৱেল সেই কাকতৰ এজন প্ৰধান লেখক আছিল। ব্ৰন্‌চন্ ছাহাবক অসমীয়া ইংৰাজী অভিধান লিখাত তেওঁ সহায়তা কৰিছিল, আৰু তেওঁ নিজেও খৃষ্টান ধৰ্ম সম্বন্ধে কেবাখনো সৰু সৰু কিতাপ লিখি প্ৰকাশ কৰিছিল।

শ্ৰদ্ধাস্পদ লক্ষ্মীকান্ত বৰকাকতী ডাঙৰীয়াই ১৮৭৪ খৃষ্টাব্দত বিশ্বনাথৰ পৰা 'আসাম দৰ্পণ' নামে এখন মাহেকীয়া কাকত উলিয়াইছিল।

পৰম পূজনীয় হৰিবিলাস আগৰৱালা বৰদেউতাই ১৮৮১ খৃষ্টাব্দত পোনপ্ৰথমে 'কীৰ্ত্তন,' 'দশম,' 'নামঘোষা', 'ভক্তিৰত্নাৱলী', 'গুণমালা' 'ভটিমা', 'বৰগীত', 'সীতাসয়ম্বৰ নাটক' আৰু 'গুৰুচৰিত্ৰ' পুথি সাঁচিপাতৰ পৰা নকল কৰাই কলিকতাত ছপাই প্ৰকাশ কৰে, 'প্ৰয়োগ ৰত্নমালা ব্যাকৰণ' আৰু 'বিপুঞ্জয় স্মৃতিও' পাছত ছপাই উলিয়ায়। পৰমহংস শিৱনাৰায়ণ স্বামীৰ "সাৰনিত্যক্ৰিয়া" পুথিখন তেওঁ নিজে অসমীয়া ভাষাত অনুবাদ কৰি ছপাই বিনামূল্যে বিতৰণ কৰে। তেওঁ লিখা 'লম্বোদৰ বৰাৰ জীৱনী' 'উষা' কাকতত ওলাইছিল তেওঁ আৰু শ্ৰদ্ধাস্পদ জয়দেৱ শৰ্ম্মা প্ৰমুখ্যে ইয়াৰ কিছুমান ভদ্ৰলোকে মিলি Assam Central Press নামে এটি মুদ্ৰাযন্ত্ৰ ইয়াত স্থাপন কৰি ১৯০০ খৃষ্টাব্দত ইংৰাজী আৰু অসমীয়া ভাষাত সাদিনীয়া বাতৰিকাকত আৰু আলোচনী ৰূপে 'অসম-বন্তি' উলিয়ায়। গুৱাহাটীৰ মথুৰা মোহন বৰুৱাই সেই কাকত সম্পাদন কৰে। কেইবছৰ মানৰ পাছত সেই কাকত আৰু প্ৰেছ ৰায়বাহাদুৰ শ্ৰীযুত পদ্মনাথ গোহাঞি বৰুৱাৰ হাতলৈ

আছে। তেওঁৰ যত্নত 'অসম-বন্তি' এতিয়ালৈ ধিমিক ধামাককৈ জ্বলি আছে। তেওঁ এই উষাৰ নগৰৰ পৰাই 'উষা' নামে এখন মাহেকীয়া আলোচনী কাকত উলিয়াইছিল।

শ্ৰদ্ধাস্পদ শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা ককাই দেৱে কলিকতাত পঢ়া অৱস্থাতে ১৮৮৯ চনৰ ৯ ফেব্ৰুৱাৰী তাৰিখে জোনাকী কাকত উলিয়ায়। প্ৰথম বছৰত তেওঁৱেই এই কাকতৰ সম্পাদক আছিল। 'জোনাকীয়ে' বৰ্ত্তমান অসমীয়া সাহিত্যক যি গঢ় দিলে সাহিত্যিকসকলে জানিছে। তেওঁ 'প্ৰতিমা' আৰু 'বীণবৰাগীৰ' চিনাকি নিদিলেও হ'ব। তেওঁৱেই 'অসমীয়া' কাকতৰো জন্মদাতা আৰু পৃষ্ঠপোষক। তেওঁৰ চেষ্টাতেই ইমান দিন 'বাঁহী' কাকতখন জীয়াই আছে।

স্বদেশ হিতৈষী দাৰ্শনিক কবি শ্ৰদ্ধাস্পদ শ্ৰীযুত কমলাকান্ত ভট্টাচাৰ্য ডাঙৰীয়াই লিখা "চিন্তানল", "চিন্তাতৰঙ্গ" 'কঃ পন্থাঃ', আদি কিতাপ আৰু সাময়িক কাকতত ওলোৱা বিবিধ প্ৰবন্ধাৱলী আপোনাসকলে পঢ়িছে। তেওঁ কলিকতাত থাকোতে 'অসম-হিতৈষী" নামে এখন কাকতৰ সম্পাদক আছিল। তেওঁৰ বয়স এতিয়া চাৰিকুৰি বছৰৰ ওপৰ হ'ব পায়। কিন্তু এতিয়াও তেওঁ লেখনী চলায়েই আছে। ইং ১৯২৮ চনত যোৰহাটত বহা সাহিত্য সন্মিলনৰ তেওঁ সভাপতি আছিল। শ্ৰদ্ধাস্পদ লম্বোদৰ বৰাই অসমীয়া গল্প সাহিত্য কেনে মধুৰ হব পাৰে তাৰ আহি দেখুৱাই গ'ল। তেওঁৰ 'জ্ঞানোদয়' আৰু 'ল'ৰাবোধ' আমাৰ দেশৰ পঢ়াশালিত চলিছিল। তেওঁ লিখা 'সমাজ-দৰ্পণ' নাটক ছপাহৈ নোলাল। তেওঁ লিখা প্ৰবন্ধ 'জোনাকী', "আসাম-বন্ধু" 'আসাম-তৰা' আৰু 'আসাম-নিউজ' কাকতত ওলাইছিল। তেওঁ তেজপুৰত তিনি কি চাৰি বছৰমানহে ওকালতি কৰিবলৈ পালে। নিষ্ঠুৰ কালে তেওঁক অকালতে ইহ সংসাৰৰপৰা লৈ গ'ল। তেওঁ স্থাপন কৰি যোৱা "অসমীয়া ভাষাৰ আলোচনী" সভাখন এতিয়ালৈকে "অসমীয়া ভাষাৰ উন্নতি" সাধিনী সভা নামে জীয়াই আছে।

কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাই ৰচনা কৰা "বিদ্যাসাগৰ" আৰু "বছা-ফুল" দুখন সুন্দৰ কিতাপ। "অসম ছাত্ৰ সভা" স্থাপন কৰি আৰু অন্যান্য দেশহিতকৰ কামত প্ৰাণপনে খাটি এই স্বদেশ প্ৰেমিক ডেকাজন ডেকা বয়সতে স্বৰ্গী হল।

স্বদেশ-প্ৰাণ লক্ষ্মীধৰ শৰ্মাৰ কথা কবলৈ গলে শোক লাগে। তেওঁ অসামান্য প্ৰতিভা লৈ জন্মগ্ৰহণ কৰিছিল। তেওঁ লিখা বিবিধ প্ৰবন্ধাৱলী গোটাই ছপাব পাৰিলে এখন ডাঙৰ মূল্যবান পুথি হব।

তেওঁ ব্যৰ্থতাৰ 'দান' ছপা হৈছে, নিৰ্মলা নাটক হাতে লিখা অৱস্থাতে আছে। তেওঁ সকলো দেশহিতকৰ কামতে আগৰণুৱা আছিল।

ইয়াৰ মিউনিচিপেলিটিয়ে লম্বোদৰ বৰা, চন্দ্ৰনাথ শৰ্মা আৰু লক্ষ্মীধৰ শৰ্মাৰ নামে তিনিটা আলিৰ নাম থৈছে। চাৰি দুৱাৰৰ চন্দ্ৰনাথ, নদুৱাৰৰ লক্ষ্মীধৰ, আৰু ছয় দুৱাৰৰ লম্বোদৰ তিনিটি বন্ধু আছিল।

শ্ৰদ্ধাস্পদ শ্ৰীযুত ৰজনী কুমাৰ পদ্মপতিয়ে একেৰাহে প্ৰত্নতত্ত্বৰ অনুসন্ধানত লাগি আছে। তেওঁৰ "পুৰণি অসমৰ ভুমুকি" এখন মুল্যবাণ পুথি।

বন্ধুবৰ শ্ৰীযুত দণ্ডিনাথ কলিতা তেজপুৰৰ এজন নামজলা, সাহিত্যিক আৰু কবি। তেওঁ লিখা সাধনা, ফুল, সাতসৰী, সতীৰ তেজ, ৰহঘৰা, বগৰ, বহুৰূপী, দীপ্তি, সতী-কাহিনী প্ৰদীপ, কৰ্মবীৰ চন্দ্ৰনাথ আৰু সাহিত্য মুক্তাৱলী আদি পুথিবিলাক আপোনাসকলে পঢ়িব পায়।

স্বদেশ-প্ৰেমিক শ্ৰীযুত মহাদেৱ শৰ্মাই কলিকতাৰ পৰা 'অৰুণ' নামে লৰাছোৱালীৰ উপযোগী এখন মাহেকীয়া কাকত উলিয়াইছিল। অৰুণ পাব্লিচিং হাউচৰ পৰা এখনৰ পাছত এখনকৈ ভালেমান কিতাপ প্ৰকাশ কৰিছিল। তেওঁৰ বুদ্ধদেৱ, মহম্মদ চৰিত, শিশু ৰামায়ণ, সাবিত্ৰী আদি পুথি পঢ়ি বাইজে সন্তোষ

পাইছে। তেওঁৰ সহধৰ্মিণী শ্ৰীযুক্তা কুঞ্জলতা দেৱীয়েও দুখন কিতাপ লিখি উলিয়াইছে।

স্বদেশ-ভক্ত শ্ৰীযুত অমিয় কুমাৰ দাস 'অসমীয়া' কাকতৰ সম্পাদক আছিল। এতিয়া তেওঁ "বাঁহীৰ" সম্পাদক। তেওঁ মহাত্মা গান্ধীৰ সাহিত্য অসমীয়া ভাষাত লিখি পুথিৰ আকাৰে প্ৰকাশ কৰি সকলোৰে ধন্যবাদৰ পাত্ৰ হৈছে।

শ্ৰীযুত বসন্ত কুমাৰ বৰুৱাই 'বেগনাৰৰ সাধু,' 'বুকাৰ ৱাশ্বিংটন' আৰু 'ভাৰত যুৱতী' লিখি তেওঁৰ সাহিত্য প্ৰতিভাৰ চিনাকি দিছে।

শ্ৰীযুত গুণাভিৰাম শৰ্মাই ৰহস্য কাহিনী, আৰবৰ সাধুকথা আৰু ডাক্তৰ স্যাৰ প্ৰফুল্লচন্দ্ৰ ৰায়ৰ জীৱনী লিখি সাহিত্য ক্ষেত্ৰত সুনাম আৰ্জিছে।

অসম মাতৃৰ সুযোগ্য সন্তান সাহিত্য ৰথী ৰায় বাহাদুৰ শ্ৰীযুত পদ্মনাথ গোহাঞিবৰুৱাই এই তেজপুৰতে বিয়া কৰাই মাটি বাৰী লৈ নিগাজি ভাৱে বসতি কৰি আৰু আজীৱন সাহিত্য সেৱা কৰি সাহিত্য ক্ষেত্ৰত বছৰে বছৰে ন ন সুগন্ধি ফুল ফুলাই দেশক আমোদিত কৰি আছে। তেওঁৰ পৰিচয় দিবলৈ যোৱা মোৰ পক্ষে ধৃষ্টতা হব।

এই নগৰত যিটো সুন্দৰ টাউন হল আছে সেইটো তেজপুৰীয়া ৰাইজৰ বৰঙণিৰে সজা হয়। মহাৰাণী ভিক্টোৰীয়া ভাৰতেশ্বৰীৰ হীৰক জুবিলী উৎসৱৰ বাবে যি টকা উঠোৱা হয়, তাৰ পৰা কিছু টকা খৰচ কৰি উক্ত টাউন হলত 'ভিক্টোৰীয়া জুবিলী লাইব্ৰেৰী' নামে জুবিলীৰ সোঁৱৰণি স্বৰূপে সৰ্বসাধাৰণৰ কাৰণে এটা পাঠাগাৰ স্থাপন কৰা হয়। এই লাইব্ৰেৰীত ইংৰাজী, বঙলা, অসমীয়া অনেক পুথি আছে। বাতৰি কাকত আৰু আলোচনীও ইয়াত পঢ়িবলৈ পোৱা যায়।

তেজপুৰৰ বাণ থিয়েটাৰ হল তেজপুৰবাসীৰ অন্যতম কীৰ্তি। ইয়াত হাতে লিখা অৱস্থাত অভিনীত হোৱা কেইখনমান নাটক উক্ত থিয়েটাৰৰ কতৃৰ্পক্ষই পাছে ছপা কৰোৱা হৈছিল।

বন্ধুসকল, সাধাৰণ শিক্ষা বিস্তাৰ আৰু দেশাত্মবোধ জগোৱাত বাতৰি কাকত আৰু আলোচনীয়ে বৰ সহায়তা কৰে। আমাৰ দেশত আগেয়ে দিনীয়া বা দুদিনীয়া বাতৰি কাকত নাছিল। বৰ সুখৰ বিষয় যে এই ১৮৫৭ শকৰ ভিতৰতে যোৰহাটৰ পৰা দৈনিক "নগৰৰ কথা,' 'দৈনিক বাতৰি' আৰু দুই দিনীয়া 'অসম' আৰু তিনিদিনীয়া 'অসম ৰাইজ' কাকত ওলায়। এই কাকতবিলাকৰ পৃষ্ঠপোষক আৰু সম্পাদক সকল অশেষ ধন্যবাদৰ পাত্ৰ। গুৱাহাটীৰ পৰা মাদিনীয়া ডেকা-অসম' আৰু 'প্ৰতিভা," নগাঁৱৰ পৰা শিশুপাঠ্য মাহেকীয়া 'অৰুণ' ওলোৱাত, আৰু মহিলাসকলৰ কাৰণে 'লখিমী' ওলাব বুলি শুনি আমি সন্তোষ পাইছো।

এই শকতে অসমীয়া ভাষাৰ গঠন আৰু ক্ৰমোন্নতি বিষয়ে এখন গভীৰ গৱেষণাপূৰ্ণ পুথি লিখি অধ্যাপক শ্ৰীযুত বাণীকান্ত কাকতিদেৱে কলিকতা বিশ্ববিদ্যালয়ৰপৰা 'ডক্টৰেট' উপাধি পোৱাত সদৌ অসমে পৰম আনন্দ পাইছে। ডক্টৰ কাকতিদেৱৰ এই সন্মানত অসমীয়া মাত্ৰেই গৌৰব বোধ কৰিছে। এই সন্মিলনেও আনন্দ প্ৰকাশ কৰি তেখেতক সম্বৰ্দ্ধনা কৰিব বুলি আশা কৰিলোঁ। তেখেতৰ এই অমূল্য পুথিখন ছপা হলে, অসমীয়া ভাষাৰ যুৱতীৰ এটি উজ্জ্বল আৰু গৌৰৱময় আধ্যা প্ৰকাশ পাব।

কলাবিশাৰদ শ্ৰীমান জ্যোতিপ্ৰসাদৰ অপূৰ্ব জান জয়মতী কথা-ছবি এই বছৰতে ৰাইজৰ আগত দেখুৱা হৈছে। তেওঁৰ 'শোণিত-কুঁৱৰী' আৰু 'কাৰেঙৰ লিগিৰী' নাটকৰ অভিনয় অনেকে দেখি সন্তোষ পাইছে। তেওঁ অসমীয়া গীতত নিভাঁজ অসমীয়া সুৰ দি পুৰণি-কলীয়া ৰাগ ৰাগিনী উদ্ধাৰ কৰি আমাৰ সঙ্গীতত যুগান্তৰ আনিছে। তেওঁ কিছুমান সুন্দৰ জাতীয় গান ৰচনা কৰিছে।

অসমৰ কেবা ঠাইতো এই বছৰৰ ভিতৰত পাঠাগাৰ স্থাপিত হোৱা শুনি ভাল লাগিছে। বিশেষ সন্তোষৰ বিষয় এই যে অসম উপত্যকাৰ ছাত্ৰসকলৰ

সুযোগ্য ইন্সপেক্টৰ শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামীদেৱে চলন্তা পুথি-ভঁৰালৰ দিহা কৰিছে।

এই বছৰত সাহিত্য সভাৰ সংখ্যাও বাঢ়িছে বুলি শুনি আমি ভাল পাইছোঁ। অসম সাহিত্য সভাই গাঁৱৰ শাখা সাহিত্য সভাবিলাকৰ বছৰেকীয়া বৰঙণি ১০৲ টকাৰ ঠাইত ৬৲ টকা কৰা উচিত বুলি ভাবোঁ। সুসাহিত্যিক শ্ৰীযুত ডিম্বেশ্বৰ নেওগদেৱে সম্পাদন আৰু আৰু প্ৰকাশ কৰা 'কাব্য-প্ৰতিভা' এই বছৰৰ এখন লেখত লবলগীয়া শ্ৰেষ্ঠ পুথি।

শ্ৰীযুত সৰ্বেশ্বৰ শৰ্মা কটকীদেৱে অসমৰ শিলৰ ফলিবিলাকৰ লিপি সংগ্ৰহ কৰি পুথিৰ আকাৰত প্ৰকাশ কৰা বাবে আমি তেখেতলৈ এখন শলাগৰ শৰাই আগবঢ়াইছোঁ।

শ্ৰীযুত কুমুদেশ্বৰ বৰঠাকুৰদেৱে তিনিটা চিনেৰে পৃথিৱীৰ ভালেমান ভাষাৰ আখৰ লিখিব পৰা যি সহজ উপায় উদ্ভাৱন কৰিছে, সেই বাবে তেওঁ শলাগৰ পাত্ৰ।

ছবছৰীয়া ছোৱালী শ্ৰীমতী সাধনা আইদেউৰ গান চেনোলা ৰেকৰ্ডত উঠিছে। তেজপুৰৰ এই সৰু ছোৱালীটিৰ মধুৰ মাত আৰু সঙ্গীতৰ প্ৰতি ৰাপ দেখি আশা কৰা যায় যে উপযুক্ত শিক্ষা পালে সঙ্গীত বিদ্যাত তেওঁ আমাৰ দেশৰ গৌৰৱ বঢ়াব।

সঙ্গীত বুলিলে নৃত্য গীত আৰু বাদ্য এই তিনিওকে বুজায়। নৃত্যৰ বিষয়ে আমাৰ দেশত সাঁচি পাতত লিখা শ্ৰীহস্তমুক্তাৱলী নামে এখন পুৰণি পুথি আছে। এই দেশৰ শুভঙ্কৰ কৱিয়ে পুথিখন ৰচনা কৰিছিল। কামৰূপ অনুসন্ধান সমিতিৰ পুথি-ভঁৰালত এই পুথি আছে। ইয়াক শীঘ্ৰে ছপা কৰা উচিত। যি নটৰাজক লৈ ভাৰতৰ আন আন প্ৰদেশে গৌৰৱ কৰিছে, যাৰ নৃত্য উদয় শঙ্কৰে দেশে-বিদেশে দেখুৱাই যশস্যা আৰ্জিছে, সেই নটৰাজ শঙ্কৰৰ মহাশ্ৰম এই জিলাৰ নাটক পৰ্বতত আছিল।

আমাৰ দেশৰ পুৰণি আৰু আধুনিক বাছকবনিয়া গীতবিলাক সংগ্ৰহ কৰি সুৰলিপিৰে সৈতে ছপোৱা উচিত। ভাত ভাল ভাল জাতীয় সঙ্গীতো থাকিব লাগে।

আমাৰ পুৰণি পুথিবিলাকত বিমানবিলাক বাদ্য যন্ত্ৰৰ নাম পোৱা যায় তাৰ অনেক বিলাক এতিয়া লুপ্ত হৈছে। সুখৰ বিষয় ইয়াৰ ৰাণ নাট্যমন্দিৰত শ্ৰীমান জ্যোতিপ্ৰসাদ আগৰৱালা আৰু শ্ৰীযুত বিষ্ণুপ্ৰসাদ ৰাভা আদিয়ে টোকাৰী, বীণ, কৰতাল, ঢোল, খোল, মৃদঙ্গ, ডবা, শঙ্খ আদি দেশী বাদ্যৰ লগত হাৰ্মনিয়মৰ সামঞ্জস্য ৰাখি অসমীয়া ঐক্যতান বাদনৰ সৃষ্টি কৰিদৰ্শক বৃন্দক মুগ্ধ কৰি সকলোৰে শলাগ পাইছে।

মহামহোপাধ্যায় আচাৰ্য্য ধীৰেশ্বৰ কৱিৰত্নৰ বহুমূলীয়া পুথি "বৃত্তমঞ্জৰী" আজিলৈকে প্ৰকাশ নোহোৱাত ৰাইজে বেজাৰ পাইছে।

অসমৰ পৰ্বতীয়া জিলাবিলাকত ৰোমান আখৰৰ পৰিবৰ্তে আমাৰ অসমীয়া আখৰেদি যাতে শিক্ষা দিয়া হয় তাৰ বাবে আমি আন্দোলন কৰা কৰ্তব্য।

আমাৰ বৰ্ণমালাৰ সংস্কাৰ, বৈজ্ঞানিক শব্দৰ পৰিভাষা সংকলন, আৰু পাঠ্যপুথিবিলাকৰ সমালোচনাৰ বাবে অসম সাহিত্য-সভাই বেলেগ সমিতি স্থাপন কৰি শীঘ্ৰে কাৰ্য কৰিব বুলি আশা কৰিলো।

অসম উপত্যকাৰ সকলো চৰকাৰী আৰু চৰ-কাৰৰ সাহায্য পোৱা স্কুলবিলাকত যাতে এক-মাত্ৰ অসমীয়া ভাষাই শিক্ষাৰ বাহন হয় তাৰ বাবেও আমি আন্দোলন কৰা উচিত।

অসমৰ গুৱাহাটী নগৰত বিশ্ববিদ্যালয়, মিউজিয়ম আৰু হাইকৰ্ট স্থাপন কৰা নিতান্ত আৱশ্যক। সম্প্ৰতি কটন কলেজত অসমীয়া ভাষা আৰু সাহিত্য সম্পৰ্কে এখন সুকীয়া চিয়াৰ ( Chair ) শীঘ্ৰে স্থাপিত হোৱা উচিত। অসমৰ মাজ ঠাই চিত্ৰলেখাৰ জন্ম-ভূমি এই তেজপুৰত চাৰুশিল্প বা কলাবিদ্যা আৰু সঙ্গীত শিক্ষাৰ কাৰণে এখন বিদ্যালয় (School of Art and Music ) হোৱা বাঞ্ছনীয়। চিত্ৰকলাৰ

নিমিত্তে অসম সাহিত্য সভাই বছৰি একোটা পুৰস্কাৰ ঘোষণা কৰাও ভাল দেখোঁ।

আমাৰ আইসকলে সৰু সৰু লৰা ছোৱালীক নাম-গুণ গাই, সাধুকথা কৈ নিচুকায়, শুৱায়। শিক্ষিতা মহিলাসকলে সাধুকথাৰ পুথি লিখি প্ৰকাশ কৰিব পাৰে। বুঢ়ী আইসকলৰ মুখে সৰু কালত শুনা অনেক সাধুকথা এতিয়াও অপ্ৰকাশিত হৈ আছে।

অসমৰ গাঁৱে গাঁৱে যাতে অসমীয়া পঢ়াশালি স্থাপিত হয়, মৌজায় মৌজায় যাতে সাহিত্য সভা আৰু পুথি-ভঁৰাল পতা হয়, কোনো লৰা-ছোৱালী যাতে পঢ়াশালিৰ অভাৱত নিৰক্ষৰ হৈ থাকিব নলগা নাপায়, আমি সকলোৱে মিলি তাৰ নিমিত্তে চেষ্টা কৰিব লাগে। গাঁও-সংগঠন, কুটীৰ শিল্পৰ পুনৰুদ্ধাৰ, অস্পৃশ্যতা বৰ্জন, সমবায় সমিতি স্থাপন, স্বদেশী গ্ৰহণ আদি কাৰ্যৰ দ্বাৰা আমাৰ আৰ্থিক আৰু সামাজিক অৱস্থাৰ উন্নতি হ'ব। অন্যান প্ৰদেশৰ পৰা আহি অসমত নিগাজিকৈ বসতি কৰা বস্তুৱা আৰু পমুৱাবিলাকক আমাৰ ভাষাৰ ভিতৰেদি জ্ঞান আৰু ধৰ্ম শিক্ষা দি সিহঁতক আমাৰ আপোন কৰি অসমীয়া জাতিক সবল সুঠাম কৰিব লাগিব। দেশৰ পৰা দৰিদ্ৰতা আৰু অজ্ঞানতা দূৰ কৰিবলৈ যত্ন কৰিব লাগিব।

আমাৰ ভাষা, সাহিত্য, কৃষ্টি, স্বাতন্ত্ৰ্য আৰু জাতীয়তাৰ ওপৰত বিপদ-ডাৱৰে দেখা দিছে, বিপদৰ মুহা বলিছে। আমাৰ এই সংকটৰ কালত আমি জাতিভেদ, ধৰ্মভেদ, সম্প্ৰদায়ভেদ পাহৰি সকলো অসমীয়া সংঘবদ্ধ হৈ, এলাহ অদূয়া, পৰশ্ৰীকাতৰতা, ভেম, ভয়, সংশয় এৰি, আত্মবিশ্বাস আৰু আত্মবলত বলীয়ান হৈ ঈশ্বৰক চিন্তি অদম্য উৎসাহেৰে দেশ-মাতৃকাৰ সেৱাত,বাণীৰ পূজাত প্ৰবৃত্ত আহক, আমাৰ ভাষা আৰু সাহিত্যৰ শত্ৰু শকত হলেও আমি সজাগ হৈ বিপদ-ধুমুহাক ঠেলি আঁতৰাব লাগিব। অসমৰ লগত শ্ৰীহট্ট জিলাক সাঙুৰি দিয়াত অসমে উন্নতিৰ বাটত আশানুৰূপে আগুৱাব পৰা নাই, বাটত উজুটি খাইছে। শ্ৰীহট্টক অসমৰ পৰা বাজ কৰিবৰ সময় হ'ল।

অসম সাহিত্য-সভা অসমীয়া জাতিৰ এটি মহৎ লাগতিয়াল অনুষ্ঠান। এই সভাৰ নিজৰ এটি মুদ্ৰাযন্ত্ৰ থকা আৱশ্যক। কিন্তু সভাৰ বৰ্তমান আৰ্থিক অৱস্থা বৰ শোচনীয়। ইয়াৰ অৱস্থা টনকিয়াল কৰিব লাগিব। এই সম্বন্ধে মোৰ এটি কথা মনত পৰিছে। যোৱা নৱেম্বৰ মাহত কাশীৰ হিন্দু বিশ্ববিদ্যালয়ৰ বাবেঁ একলাখ টকা আৱশ্যক হোৱাত সেই বিশ্ববিদ্যালয়ৰ ধন তোলা কমিটিৰ সম্পাদক ভি, এ, সুন্দৰম নামে এজন ডেকাই যেতিয়ালৈকে এই একলাখ টকা তুলিব নোৱাৰে তেতিয়ালৈকে তেওঁ প্ৰায় উপবাস কৰিম বুলি ওলাই যায়। ভাৰতৰ লক্ষ লক্ষ ছাত্ৰ, হেজাৰ হেজাৰ শিক্ষক আৰু দেশহিতৈষী লোকসকলৰ ওচৰত তেওঁ এই বুলি গোহাৰি জনালে যে প্ৰত্যেকেই যেন বছৰি এটকা কৰপুৰ্ত্তি উক্ত বিশ্ববিদ্যালয়ৰ সহায়ক হয়। কোৱা বাহুল্য যে অলপ দিনৰ ভিতৰতে তেওঁ একলাখ টকা উঠাব পাৰিলে। অসমৰ তৰুণ দলৰ ভিতৰৰ পৰা সুন্দৰমৰ দৰে যদি আন্তৰিকতাৰে কাম কৰিব পৰা কোনো অক্লান্তকৰ্মী ত্যাগী দেশ-সেৱক ওলায়, তেন্তে বছৰি এটকা দিবলৈ গাত লোৱা অন্ততঃ কুৰি হেজাৰ মানুহৰ পৰা কুৰি হেজাৰ টকা তুলিব পাৰিব বুলি মোৰ বিশ্বাস হয়।

এই শকৰ পুণ্য মাঘ মাহত আমাৰ মহামান্য প্ৰজাৰঞ্জক দয়ালু সম্ৰাট পঞ্চম জৰ্জৰ তিৰোভাৱ হোৱাত গোটেই সাম্ৰাজ্যৰ ওপৰত শোকৰ ছাঁ পৰে। এই মহান কৰ্তব্যপৰায়ণ সম্ৰাটৰ মহাপ্ৰয়াণত সকলো নৰনাৰী প্ৰজাই মৰ্মান্তিক শোক পাইছে। আমি আমাৰ আন্তৰিক শ্ৰদ্ধাপূৰ্ণ সহানুভূতি আৰু সমবেদনা সন্তপ্ত ৰাজ-পৰিয়াললৈ জ্ঞাপন কৰিছোঁ আৰু লগে লগে আমাৰ নতুন সম্ৰাট মহামান্য অষ্টম এডোৱাৰ্ড মহোদয়ৰো সুদীৰ্ঘ শান্তিময় জীৱন কামনা কৰি ৰাজভক্তিৰে মূৰ দোৱাইছোঁ।

এই শকৰ ৩ ফাগুন দেওবাৰ অসমীয়া ৰাইজৰ কাৰণে এটি বৰ দুৰ্দিন। সেই দিনা অসম আকাশৰ উজ্জ্বল তৰা, সঙ্গীতজ্ঞ, প্ৰধান সাহিত্যিক লোকপ্ৰিয় জননায়ক কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈদেৱে দেশবাসীক শোকসাগৰত ডুবাই নিত্যধামলৈ প্ৰয়াণ কৰিলে। আশা কৰোঁ দেশবাসীয়ে তেখেতৰ স্মৃতি ৰক্ষাৰ যুগুত ব্যৱস্থা কৰিব।

এই শকতে অসম সাহিত্য সভাৰ ভূতপূৰ্ব সভাপতি সুসাহিত্যিক ধৰ্মপ্ৰাণ অমৃতভূষণ অধিকাৰী ঠাকুৰদেৱে ইহলীলা সম্বৰণ কৰাত আমি দাৰুণ শোক পাইছোঁ।

বন্ধুসকল, আমাৰ সুখ-দুখ, হৰ্ষ-বিষাদ, আশা-আকাঙ্ক্ষাৰ ভালেখিনি কথা কলোঁ। আপোনাসকলক আজি অনেক দিনৰ মূৰত আমাৰ মাজত পাই আমি যে কি আনন্দ পাইছোঁ, তাক কোৱা বাহুল্য। এনে সুযোগ সততে নঘটে। এই সুযোগৰ আলম লৈ আনন্দত উতলা হৈ যিবিলাক কথা কলোঁ তাত কোনো বঢ়া-টুটা বা হীন-ডেটি দোষ পালে যেন মাৰ্জ্জনা কৰে। আমাৰ এই মিলন, এই বন্ধুতা যেন সুফলদায়ক হয়। আমাৰ পূজাৰ সময় উপস্থিত হৈছে। সুযোগ্য পুৰোহিত উপস্থিত আছে। তেখেতক বৰণ কৰি পূজা আৰম্ভ কৰা যাওক। এজন উদীয়মান তৰুণ কৱিৰ ভাষাৰে সামৰণিত মাথোন কওঁ।

মাতৃ মন্দিৰত, আজি মহাপূজা সাজুহোৱাঁ পুৰোহিত
মন্ত্ৰৰ ধ্বনিত, গগন পৱন, কৰা তুমি মুখৰিত
আগত তোমাৰ, সহস্ৰ পূজাৰী, সাধক সেৱক যাত্ৰী,
সকলোৱে আজি, পূজিব আহিছে, সোণৰ অসম মাতৃ।
আজিৰ পূজাত, নাই ভেদাভেদ, জাতি অজাতিৰ চিন,
স্পৃশ্য অস্পৃশ্যৰ, সম অধিকাৰ, নাই ভিন ধনী দীন।

* * * * * *

পূজাৰ লগন, চাপিছে ওচৰ, সকলোটি সাজু হোৱাঁ
হিয়াৰ তেজেৰে, হোমানল জ্বালি, দেৱতা আশীষ লোৱা
মাভৈ মাভৈ মন্ত্ৰে, কৰা পুৰোহিত, দশোদিশ নিনাদিত,
সহস্ৰ শত্ৰুক, বিপুল উদ্যমে, কৰা সবে পৰাজিত।
স্বৰ্গতো অধিক, জনম ভূমিৰ, জিলিকিছে উচ্চ শিৰ,
উজলি উঠিছে, হাঁহি হাঁহি মুখ, নিৰুপমা জননীৰ।
বিশ্বৰাণী হই, জেউতি বিলাব, সিদিন দূৰত নাই
শঙ্কৰ মাধৱে, দিছে শুভবৰ, আজি যে আমালৈ চাই।
অনন্ত শয্যাৰ, নাৰায়ণ উঠি, হ'ল সো জ্যোতিষ্মান্
শঙ্খ চক্ৰ ধৰি, ৰাখিব আমাক, হোৱাঁ সবে আগুৱান।

শুভমস্তু



# অৰুন্ধতীৰ উপাখ্যান

## প্ৰথম আধ্যা

**অৰুন্ধতীৰ জন্ম :**—অৰুন্ধতী মেধাতিথি নামে এজন ঋষিৰ কন্যা। মহৰ্ষি বশিষ্ঠই তেওঁক বিয়া কৰিছিল। আগৰ জন্মত তেওঁ লোক-পিতামহ ব্ৰহ্মাৰ মানস-কন্যা আছিল। তেতিয়া তেওঁৰ নাম আছিল সন্ধ্যা। বশিষ্ঠই তেওঁক বিয়া কৰি নিজৰ আশ্ৰমলৈ আনিলত তেওঁৰ পূৰ্বৰ নামানুসাৰে সেই আশ্ৰমৰ নাম সন্ধ্যাচল হয়। সন্ধ্যাচল আশ্ৰম মানস নামে এটা পৰ্বতত আছিল। সেই পৰ্বতটো পুৰণি কামৰূপ বা প্ৰাগ্‌জ্যোতিষ ৰাজ্যৰ ভিতৰত।

ব্ৰহ্মাৰ মানসী কন্যা সন্ধ্যাই চন্দ্ৰভাগ পৰ্বতত তপস্যা কৰিছিল। এই চন্দ্ৰভাগ পৰ্বত কামৰূপ ৰাজ্যৰ ঈশান কোণত। ইয়াকে শ্বেত পৰ্বত বুলিও কয়। ই গিৰিৰাজ হিমালয়ৰ পূব প্ৰান্তত, তিব্বত দেশৰ পূবে। শদিয়া অঞ্চলৰ তেজু নামে ঠাইৰ পৰা জাৰ কালি পূব ফালে চালে বৰফেৰে ঢাক খাই থকা যি শুকুলা পৰ্বতৰ টিং দেখা যায় সেয়ে চন্দ্ৰভাগ পৰ্বত। আমাৰ মানুহে তাক চন্দ্ৰগিৰি বোলে। "মৎস্য পুৰাণৰ" ১১২।১১৩ আধ্যাত লিখা মতে হিমালয়ৰ পূব অংশৰ নাম সুমেৰু, চন্দ্ৰভাগ বা শ্বেতগিৰি সেই সুমেৰুৰে শিখৰ।

"কালিকা পুৰাণ"ৰ ২০-২২ আধ্যাৰ পৰা জনা যায় যে সন্ধ্যাই চন্দ্ৰভাগ পৰ্বতত তপস্যা কৰিবলৈ যোৱাত ব্ৰহ্মাৰ আদেশমতে বশিষ্ঠই তালৈ গৈ সন্ধ্যাক তপস্যাৰ নিয়ম শিকাই দিছিল। বশিষ্ঠই সেই পৰ্বতৰ নামনিত বৃহৎ লোহিত সৰোবৰ নামে এটি মনোৰম্য সৰোবৰৰ পাৰত সন্ধ্যাক অকলৈ আমনজিমনকৈ বহি থকা দেখা পাইছিল। চন্দ্ৰভাগা নামে এখন নদী সেই সৰোবৰৰ পৰা ওলাই পশ্চিম-দক্ষিণৰ পৰ্বতমালা ভেদ কৰি কল্ কল কৰে দক্ষিণ সমুদ্ৰলৈ বৈ গৈছে। সেই সৰোবৰৰ পানী শীতল আৰু পবিত্ৰ। তাত স্নান কৰিলে প্ৰাণী নীৰোগ আৰু দীৰ্ঘায়ু হয়।

পশ্চিম ভাৰতৰ পঞ্জাৱত যিখন চন্দ্ৰভাগা নদী (Chenab) আছে, সেইখন বেলেগ চন্দ্ৰভাগা। আমি যি চন্দ্ৰভাগাৰ কথা কৈছোঁ, সি ভাৰতৰ পূব প্ৰান্তত এতিয়াৰ ব্ৰহ্মদেশৰ ভিতৰত, তাৰ বৰ্তমান নাম চিন্দৱিন (Chindwin)। অসম দেশৰ পূবে ব্ৰহ্মদেশৰ ভিতৰেদি এই নৈখন বৈ গৈ ভাৰত মহাসাগৰত পৰিছে। আগেয়ে আমাৰ মানুহে এই নৈখনকে শ্ৰীলৌহিত্য বা শ্ৰীলুইত বুলিছিল (কামৰূপ-অনুসন্ধান সমিতিয়ে প্ৰকাশ কৰা 'পুৰণি অসম বুৰঞ্জী' পুথিৰ তৃতীয় আধ্যাত আছে যে সপ্তদ্বীপেশ্বৰ সগৰ ৰজাই দাটি-চুলি খুৰাই নডা-মুৰা কৰি পূৰ্বদিশলৈ খেদি পঠিয়া নড়া ৰজাৰ দেশ শ্ৰীলৌহিত্যৰ সমীপত)। পঞ্জাৱত ইৰাৱতী (Ravi) নদী আছে, ব্ৰহ্মদেশতো ইৰাৱতী নদী আছে। পশ্চিম ভাৰতত ভাগীৰথী গঙ্গা আছে। পূব ভাৰততো স্বৰ্গঙ্গা বা স্বৰ্ণদী (এতিয়াৰ সোৱণশিৰী নৈ) আছে। চন্দ্ৰভাগা পৰ্বতৰ নামনিত বৃহৎ লোহিত সৰোবৰৰ পাৰত পূৰ্বে দেৱতাসকলে সভা পাতিছিল। চন্দ্ৰদেৱতাই তেওঁৰ গদাৰ আগেদি সেই সৰোবৰৰ পাৰ ভাঙি তাৰ পানী ধাৰেৰে বোৱাই দিয়াত সুৰজ্যেষ্ঠ ব্ৰহ্মাই সেই পানীধাৰৰ নাম "চন্দ্ৰভাগা" ৰাখে চন্দ্ৰভাগা নদীৰূপে বৈ গৈ দক্ষিণ সমুদ্ৰত পৰিছে।

গঙ্গাৰ নিচিনা বিবিধ গুণৱতী চন্দ্ৰভাগা নৈ সেই পৰ্বত-প্ৰধান চন্দ্ৰভাগাৰ পৰা এইদৰে উৎপন্ন হ'ল।

বশিষ্ঠই সন্ধ্যাক সেই নিৰ্জন পৰ্বতত বৃহৎ লোহিত সৰোৱৰৰ পাৰত দেখা পাই সুধিলে,—"তুমি ইয়াত অকলৈ বহি কি ভাবিছা ? তোমাৰ ইচ্ছা কি ?" তেতিয়া সন্ধ্যাই ক'লে, "দেৱ, মই তপস্যা কৰিবৰ নিমিত্তে এই নিৰ্জন মনোৰম্য ঠাইলৈ আহিছোঁ, মই ব্ৰহ্মাৰ মানসী কন্যা, মোৰ নাম সন্ধ্যা। মুনিবৰ, মই তপস্যাৰ নিয়ম নাজানো, যদি উচিত বুলি ভাবে, তেন্তে মোক কৃপা কৰি উপদেশ দিয়ক"। তেতিয়া বশিষ্ঠই গুৰুৱে শিষ্যক শিক্ষা দিয়াৰ দৰে সন্ধ্যাক মৰমেৰে সদুপদেশ দি তপস্যাৰ নিয়ম-প্ৰণালী শিকাই দিলে। বশিষ্ঠই এই বুলি উপদেশ দিলে।

"পৰমং যো মহত্তেজঃ পৰমং মহতপঃ।
পৰমো যঃ সমাৰাধ্যো বিষ্ণুমনসি ধীয়তাম্ ॥
ধৰ্মাৰ্থকামমোক্ষানাং য একস্তদিকাৰণম।
তমেকং জগতামাদ্যং ভজস্ব পুৰুষোত্তমম ॥
শঙ্খচক্ৰগদাপদ্মধৰং কমললোচনম্।
শুদ্ধস্ফটিকসঙ্কাশং ৰুচিন্নীলাম্বুদচ্ছবিম্ ॥
গৰুড়োপৰি শুক্লাব্জে পদ্ম সনগতং হৰিম্।
শ্ৰীবৎসবক্ষসং শান্ত বনমালাধৰং পৰম্ ॥
কেয়ূৰকুণ্ডলধৰং কিৰীট মুকুটোজ্জ্বলম্।
নিৰাকাৰং জ্ঞানগম্যং সাকাৰং দেহধাৰিণম্ ॥
নিত্যানন্দঃ নিৰালম্বং সূৰ্য্যমণ্ডলমধ্যগম্।
মন্ত্ৰেণানেন দেৱেশং বিষ্ণুং ভজ শুভানন ॥
ওঁ নমো বাসুদেৱায় ওঁ নিত্যন্তেন সন্ততম।
তপস্যামাৰভেৎ মৌনী তত্ৰৈতান্নিয়মন শৃণু ॥"

অৰ্থাৎ যি পৰম মহৎ জ্যোতিস্বৰূপ, যি পৰম মহৎ তপস্যাস্বৰূপ সেই পৰমাৰাধ্য পৰম বিষ্ণুক মনে মনে চিন্তা কৰিবা, এক মাথোন যি ধৰ্ম, অৰ্থ, কাম, আৰু মোক্ষৰ আদি কাৰণ, জগতৰ আদি সেই অদ্বিতীয় পুৰুষোত্তমক ভজনা কৰা, শঙ্খ-চক্ৰ-গদা-পদ্ম-ধাৰী, কমললোচন, বুকুত শ্ৰীবৎসধাৰী, বনমালী কেয়ূৰ-কুণ্ডল-কিৰীট-বলয়াদি ভূষণেৰে ভূষিত, গৰুড়ৰ পিঠিত শ্বেতশতদলত আসীন, সূৰ্যমণ্ডলৰ মধ্যস্থিত, নিৰ্মল স্ফটিকসন্নিভ বা নীলোৎপল শ্যামল মূৰ্তি, সাকাৰ আৰু নিৰাকাৰ, নিত্যানন্দময় আৰু আনন্দশূন্য জ্ঞানগম্য দেৱেশ্বৰ বিষ্ণুৰ এই ৰূপ হৃদয়ত ধাৰণ কৰি, "ওঁ নমো বাসুদেৱায় ওঁ" এই মন্ত্ৰেৰে ভজনা কৰা। সততে এই মন্ত্ৰ জপ কৰি মৌনী তপস্যা আৰম্ভ কৰা। মৌনী তপস্যা যে কেনেকুৱা তাৰ কথা কওঁ, শুনা। মৌনব্ৰত অৱলম্বন কৰি স্নান আৰু পূজা কৰিবা। প্ৰথম ছদিন একো আহাৰ নকৰিবা, কেৱল, পৰ্ণজল পান কৰি থাকিবা, তাৰ পাছত তিনি দিন নিৰম্বু উপবাস, এই ধৰণে তপস্যা সমাপ্ত হলে দশম দিনৰ পৰা প্ৰতি তৃতীয় দিনা যৎকিঞ্চিৎ ভোজন কৰিব পাৰিবা। গছৰ বাকলি পৰিধান,যথাসময়ত ভূমিত শয়ন, মনৰ একাগ্ৰতা আৰু চিত্তৰ সংযম, এইবিলাকেই তপস্যাৰ অঙ্গ। ইয়াৰ নাম মৌনী তপস্যা। ইয়াৰ দ্বাৰা অবিলম্বে ব্ৰতৰ ফল পোৱা যায়। এনেকুৱা তপস্যাৰ দ্বাৰাই একান্ত মনে মাধৱক চিন্তিবা। তাতে তেওঁ প্ৰসন্ন হৈ তোমাৰ মনোবাঞ্চা পূৰ্ণ কৰিব। এইদৰে বশিষ্ঠ মুনিয়ে সন্ধ্যাদেৱীক তপশ্চৰ্যা শিক্ষা দি তাৰ পৰা নিজৰ আশ্ৰমলৈ গুচি গ'ল।

সন্ধ্যাই বৃহৎ লোহিত সৰোবৰৰ পাৰত বশিষ্ঠই শিকাই দি যোৱা মতে একান্ত মনেৰে তপস্যা কৰিবলৈ আৰম্ভ কৰিলে। তেওঁ মৌনব্ৰত অৱলম্বন কৰি একাগ্ৰতাৰে একান্ত ভক্তিৰে সৈতে গোবিন্দক পূজা কৰিবলৈ ধৰিলে। হৃদয়ত বিষ্ণুৰ ৰূপ ধাৰণ কৰি 'ওঁ নমো বাসুদেৱায় ওঁ' এই মন্ত্ৰ জপ কৰিবলৈ ধৰিলে। তেওঁৰ অদ্ভুত তপস্যা দেখি সকলোৱে বিস্ময় মানিলে। পাছে তেওঁ যি ৰূপে ভগৱন্তক চিন্তা কৰিছিল সেইৰূপেই জগৎপতি বিষ্ণুৱে তেওঁক দেখা দিলে বিষ্ণুৰ জ্যোতিৰ্ময় ৰূপে তেওঁৰ চকুত চাত মাৰি ধৰিলে। তেওঁ ভয়তে চকু মুদি পেলালে। তেতিয়া ভগৱন্ত বিষ্ণুৱে তেওঁক দিব্যজ্ঞান,

দিব্য বাক্য আৰু দিব্য চকু দান কৰিলত তেওঁ বিষ্ণুক সেৱা কৰি এই বুলি স্তুতি কৰিবলৈ ধৰিলে—

'জ্ঞানগম্য, পৰাৎপৰ, ন-স্থূল, ন-সূক্ষ্ম, যাৰ নিৰাকাৰ ৰূপ যোগীসকলে অন্তৰত ধ্যান কৰে, সেই হৰিক মই নমস্কাৰ কৰোঁ। যাৰ শিৱ, শান্ত, নিৰ্মল, নিৰ্বিকাৰ, জ্ঞানাতীত স্বপ্ৰকাশ ৰূপ প্ৰকাশ-কাৰক সূৰ্যসন্নিভ আৰু তমঃ পাৰত অৱস্থিত, সেই প্ৰসন্নমূৰ্তিক মই নমস্কাৰ কৰোঁ। যি এক শুদ্ধ, দীপ্তি-মন্ত, মনোহৰ, চিত্তানন্দময়, অনলাত্মক, পাপহাৰী প্ৰসন্ন-ৰূপ নিত্যানন্দময়, সৎ আৰু শ্ৰীদায়ক সেই হৰিক মই নমস্কাৰ কৰোঁ। যাক তত্ত্ববিদ্যাৰ দ্বাৰা জানিব পাৰি, আত্মৰূপে ধ্যান কৰিব পাৰি, যি সাৰাৎ-সাৰ, সৰ্বব্যাপী, পাৱনৰ পাৱন, সেই অব্যক্ত হৰিক মই নমস্কাৰ কৰোঁ। যোগীসকলে যাৰ নিত্য, অজৰ, অব্যয় সৰ্বব্যাপক ৰূপক অষ্টাঙ্গ সমাধিৰ দ্বাৰা চিন্তা কৰে, আৰু জ্ঞানযোগৰ দ্বাৰা যাক পাই পৰম পদ লাভ কৰে, সেই হৰিক মই নমস্কাৰ কৰোঁ। যি নিৰাকাৰ হৈয়ো সাকাৰ শুদ্ধৰূপে গৰুড়ৰ ওপৰত বহি নীল নীৰদৰ নিচিনা কলেৱৰেৰে চতুৰ্ভুজত শঙ্খ, চক্ৰ, গদা, পদ্ম ধৰি ভক্তৰ হিত সাধন কৰে, সেই যোগযুক্ত হৰিক মই নমস্কাৰ কৰোঁ। পৃথিৱী, পানী, অগ্নি, বায়ু আকাশ, কাল আৰু দিঙ্মণ্ডল যাৰ ৰূপ, সেই হৰিক মই নমস্কাৰ কৰোঁ। যি প্ৰকৃতি আৰু পুৰুষ দুইৰো নিয়ন্তা, সেই অব্যক্তৰূপ গোবিন্দক মই নমস্কাৰ কৰোঁ। যি স্বয়ং পঞ্চ মহাভূত, যি স্বয়ং আকৌ সেই ভূতবিলাকৰ গুণ, আৰু যি পৰাৎ-পৰ জগতৰ আধাৰ, সেই হৰিক মই বাৰম্বাৰ নম-স্কাৰ কৰোঁ। যি কাৰণৰ কাৰণ, যি দিব্যামৃত জ্ঞান-বিভূতি প্ৰদান কৰে, যি সকলো লোকৰ অন্তৰত মোহান্ধকাৰ জন্মায় আৰু স্বপ্ৰকাশৰূপ, সেই পৰাৎ-পৰ হৰিক মই বাৰম্বাৰ নমস্কাৰ কৰোঁ। যাৰ চৰণৰ পৰা পৃথিৱী, চকুৰ পৰা সূৰ্য, মনৰ পৰা চন্দ্ৰ, মুখৰ পৰা অগ্নি আৰু নাভিৰ পৰা অন্তৰীক্ষ উৎপন্ন,—এই দৰে সমস্ত বিশ্ব ব্ৰহ্মাণ্ড যাৰ প্ৰপঞ্চ, তুমিয়েই সেই হৰি, তোমাক মই বাৰম্বাৰ নমস্কাৰ কৰোঁ। হে হৰি, তুমি পৰাৎপৰ পৰমাত্মা, তুমিয়েই শব্দ-ব্ৰহ্ম, তুমিয়েই পূৰ্ণব্ৰহ্ম আৰু ব্ৰহ্ম-জ্ঞান বিষয়ক বিবিধ পৰম তত্ত্ববিদ্যা। যি জগদীশ্বৰৰ আদি-মধ্য-অন্ত নাই, সেই বাক্যমনৰ অতীত পূৰ্ণব্ৰহ্মক মই কি ৰূপে স্তুতি কৰিম? ব্ৰহ্মাদি দেৱতাসকলে আৰু তপোধন মুনিসকলে যাৰ অনন্তৰূপ জানিব নোৱাৰে, মই তেওঁক কেনেকৈ বৰ্ণনা কৰিম? হে প্ৰভু, তুমি, নিৰ্গুণ, নিৰঞ্জন। মই এজনী অজলী তিৰোতা, মই তোমাৰ গুণাৱলী কেনেকৈ জানিম? হে অখণ্ড চৈতন্যময় অদ্বিতীয় পূৰ্ণব্ৰহ্ম, তুমি সৰ্বভূততে গূঢ়ৰূপে বৰ্তমান। হে জগন্নাথ, তোমাক নমস্কাৰ কৰোঁ।"

শ্ৰীহৰি নাৰায়ণে সন্ধ্যাৰ ভক্তিত তুষ্ট হৈ কলে, "সন্ধ্যা, তোমাৰ তপস্যা আৰু স্তুতিত মই পৰম প্ৰীতি লাভ কৰিছোঁ। এতিয়া তোমাক কি বৰ লাগে বোলা, যি বৰ পালে তোমাৰ ইষ্ট-সিদ্ধি হয় সেই বৰকে প্ৰাৰ্থনা কৰা।" তেতিয়া সন্ধ্যাই কলে, "হে দয়াময়, যদি মোৰ তপস্যাত প্ৰসন্ন হৈছা তেন্তে এই বৰ দিয়া যেন জনমে জনমে তোমাৰ চৰণত মোৰ অচলা ভক্তি থাকে আৰু মই যেন ঘূৰি জনমত পতিব্ৰতা আদৰ্শ ৰাখি সতী সাধ্বী নাৰীসকলৰ শিৰোমণি বুলি খ্যাতি লাভ কৰিব পাৰোঁ, নিজৰ স্বামীৰ বাহিৰে আন কাৰো ওপৰত যেন মোৰ সকাম দৃষ্টি নপৰে। মোৰ আৰু স্বামীৰ যেন একে মতি হয়, যি পুৰুষে পৰৰ তিৰুতাক কাম ভাৱে চাব, তাৰ যেন পুৰুষত্ব নষ্ট হয় আৰু সকলো পুণ্য ক্ষয় হৈ যায়।" বিষ্ণুৱে "তথাস্তু" বুলি ক'লে যে এই চন্দ্ৰভাগ পৰ্বতৰ নামনিৰ ভৈয়ামত চন্দ্ৰভাগা নদীৰ পশ্চিম পাৰত মহৰ্ষি মেধাতিথিৰ আশ্ৰম আছে। তেওঁ তাত জ্যোতি-ষ্টোম যজ্ঞ আৰম্ভ কৰিছে, তুমি তনুত্যাগ কৰিলে তোমাৰ সূক্ষ্ম শৰীৰ সেই যজ্ঞৰ অগ্নিৰ দ্বাৰাই মেধা-তিথিৰ শৰীৰত সোমাই তেওঁৰ ৰেতস্থ হ'ব, তুমি তেওঁৰ কন্যাৰূপে জন্ম লাভ কৰি তোমাৰ মনোমত স্বামী লাভ কৰি পতিব্ৰতা গুণত সতীৰ আদৰ্শ হ'বা"। ইয়াকে কৈ

নাৰায়ণে সন্ধ্যাক স্পৰ্শ কৰা মাত্ৰেই তেওঁ প্ৰাণত্যাগ কৰিলে অগ্নিয়ে তেওঁৰ স্থুল ভৌতিক শৰীৰটো দগ্ধ কৰি বিষ্ণুৰ আদেশমতে বিশুদ্ধ সূক্ষ্ম শৰীৰটোক সূৰ্যমণ্ডলত স্থাপন কৰিলে। সূৰ্যই সন্ধ্যাৰ সূক্ষ্ম শৰীৰটোক পিতৃসকলৰ আৰু দেৱতাসকলৰ প্ৰীতিৰ উদ্দেশ্যে দুভাগ কৰি নিজৰ ৰথত স্থাপন কৰিলে। সেই শৰীৰৰ উৰ্দ্ধভাগ প্ৰাতঃসন্ধ্যা আৰু অধোভাগ সায় সন্ধ্যা হ'ল। সূৰ্যোদয়ৰ পূৰ্বে যেতিয়া অৰুণোদয় হয়, তেতিয়া দেৱতাসকলৰ প্ৰীতিদায়িনী প্ৰাতঃ সন্ধ্যাৰ উদয় হয়, আৰু সূৰ্য অস্তমিত হলে পিতৃসকলৰ আনন্দদায়িনী সায়ং সন্ধ্যা উদিত হয়। ইয়াৰ পিচত বিষ্ণুৱে সন্ধ্যাৰ সূক্ষ্ম শৰীৰটোক পুৰোডাশময় অৰ্থাৎ পিঠাৰ নিচিনা কৰি যজ্ঞৰ আহুতি স্বৰূপে তপোধন মেধাতিথিৰ যজ্ঞৰ অগ্নিত স্থাপন কৰিলে। যজ্ঞীয় পিঠাৰ গন্ধ মেধাতিথিৰ নাকে মুখে সোমাল। ইয়াৰ কিছু কালৰ পিচত মেধাতিথিৰ কন্যাৰূপে সন্ধ্যাৰ পুনৰ্জন্ম হ'ল। মুনিবৰ মেধাতিথিয়ে সোণবৰণীয়া এই কন্যাটিক যজ্ঞীয় অৰ্ঘ জলেৰে স্নান কৰাই আনন্দ মনেৰে নিজৰ কোলাত লৈ অৰুন্ধতী নাম ৰাখিলে। সেই কন্যাই কোনো কাৰণতে ধৰ্মৰোধ নকৰে অৰ্থাৎ ধৰ্মবিৰুদ্ধ কাৰ্য নকৰে বুলি তেওঁৰ এই নাম ৰখা হ'ল। মুনিবৰৰ ভাৰ্যাই এই কন্যাৰত্নটি পাই অতি মৰমেৰে পিয়াহ খুৱাই লালন-পালন কৰিলে। তেওঁ ছোৱালীটিক কেতিয়াবা 'অৰুণ' কেতিয়াবা 'অণু' বুলি মৰমতে পমি যোৱা যেন হল। *জয়ন্তী, ৮ ফাগুন, ১৮৫৯ শক, ১ম বছৰ ৪ৰ্থ সংখ্যা।

## দ্বিতীয় আধ্যা

সন্ধ্যাই তনুত্যাগ কৰাৰ আগতে মহৰ্ষি বশিষ্ঠক স্বামীৰূপে পাবৰ কাৰণে মনে মনে কামনা কৰিছিল। বশিষ্ঠই তেওঁক তপস্যাৰ নিয়মাদি শিকাই দি নিজৰ আশ্ৰমলৈ ঘূৰি গৈছিল। তেওঁৰ আশ্ৰম চন্দ্ৰভাগাৰ পশ্চিমে কিছু দূৰত দিক্ষু বা দিখৌ নৈৰ আগালিত আছিল। কিন্তু বানপানীত সেই আশ্ৰম তল যোৱাত তেওঁ দিখৌ নৈৰ পাৰে পাৰে ভটিয়াই গৈ কামৰূপ ৰাজ্যৰ মানসাচলত নতুনকৈ আশ্ৰম পাতি বাস কৰিছিল। দিখৌ নৈক "বাশিষ্ঠী গঙ্গা" বোলে। বশিষ্ঠই এই নৈক ভৈয়ামলৈ বোৱাই আনিছিল। "যোগিনী তন্ত্ৰত" আছে,—"তীৰ্থশ্ৰেষ্ঠা দিক্ষুনদী পূৰ্বাস্যাং গিৰিকন্যকা"। এসময়ত এই দিখৌ আৰু দিকৃৰং ( দিক্ৰৱবাসিনী ) নদী দুখন পুৰণি কামৰূপ ৰাজ্যৰ পূব সীমা আছিল।

**বশিষ্ঠৰ সন্ধ্যাচল আশ্ৰম**

অতি পূৰ্বে দিক্ষু বা দিখৌ নৈৰ নাম ইক্ষু আছিল। "ব্ৰহ্মাণ্ড পুৰাণৰ" উনপঞ্চাশ আধ্যাত লোহিত আৰু ইক্ষু নদীৰ নাম পোৱা যায়। বৰো বা কছাৰী জাতিৰ ৰাজত্বৰ কালত "ইক্ষুৰ" আগত "দি" যুক্ত হৈ নদীখনৰ নাম "দিক্ষু" হয়। 'দিক্ষু" নামেই পাছত "দিখৌ" হয়। বৰো ভাষাত "দি', 'দিয়া, 'দৈ" বুলিলে পানী, নদী বুজায়। যেনে, দিহিং' দিখৌ, দিচাং, দৈয়াং, দৈশিংৰা, কালদিয়া, পগলাদিয়া ইত্যাদি।

কামৰূপ অনুসন্ধান সমিতিয়ে প্ৰকাশ কৰা "পুৰণি অসম বুৰঞ্জী" পুথিৰ ৬ পিঠিত লিখা আছে যে "পূৰ্বে বশিষ্ঠ মুনিয়ে দিখৌ নদীৰ আগাৰিত এক বাৰাণসী তুল্য পৱিত্ৰ ক্ষেত্ৰ নিৰ্মাণ কৰিবৰ ইচ্ছা কৰিলে, নদীকো বাশিষ্ঠী গঙ্গা নাম দিবলৈ ইচ্ছা কৰিলে, নৈৰ উজনি দেশত জলৰ সমীপতে দুই ক্ৰোশ পৰিমাণ স্থানত এক হাজাৰ শালগ্ৰাম পুতিলে, মধ্যতে লক্ষ্মীনাৰায়ণ শালগ্ৰামক পুতিলে, চৌপাশে কুশ, তুলসী, আমলখি, অশ্বত্থ আদি কলে। এই প্ৰকাৰ কৰি পুৰশ্চৰণ কৰিবলৈ আৰম্ভিলে। পাছে ইন্দ্ৰদেৱতাই নিস্তৰ লোক তৰি স্বৰ্গলৈ যাব হেন জানি মেঘক আজ্ঞা কৰিলে। বৃষ্টি কৰাই নদীকো বঢ়াই বশিষ্ঠকো স্থানকো বুৰাই পূজাৰ সামগ্ৰীকো উটাই নিলে"। বশিষ্ঠই কোপ কৰি ইন্দ্ৰক শাও দি কামৰূপলৈ গ'ল।

"কালিকা পুৰাণৰ" পৰা জনা জায় যে কামৰূপৰ মানস পৰ্বতত বশিষ্ঠই আশ্ৰম পাতি বাস কৰিছিল। নগাঁও জিলাৰ কলং নৈ অতি পূৰ্বে দিখৌৰে সুঁতি আছিল। দিখৌ আৰু দিহিং সমান্তৰালভাৱে দুই বাই-ভনীৰ দৰে মাজুলীৰ দক্ষিণে বৈছিল, তেতিয়া লৌহিত্য নদ মাজুলীৰ উত্তৰেহে বৈছিল, পাছে লৌহিত্যৰ ঘাই সুঁতি মাজুলীৰ দক্ষিণে বৈ দিহিং আৰু দিখৌক মাজতে ছিঙি নিজৰ সুতি টোক ডাঙৰ কৰিলে। পিতৃবধী আৰিমত্ত ৰজাৰ শৰটো কলং নৈত পেলাবৰ পৰা আগৰ দিখৌৰ সেই অংশৰ নাম "কলঙ্ক" শব্দৰ পৰাই কলং নাম হোৱা বুলি এটা প্ৰবাদ আছে। সি যি কি নহওক, কলং নৈ যেতিয়া দিখৌৰ সুঁতি আছিল, সেই সুঁতিযেই বশিষ্ঠ কামৰূপলৈ ভটিয়াই আহিছিল।

"যোগিনীতন্ত্র' পুথিত মানস ক্ষেত্রৰ নাম পোৱা যায়, কিন্তু মানসাচলৰ উল্লেখ নাই। সেই পুথিত আছে,—

"কন্যাশ্ৰমং মহাক্ষেত্ৰং যত্ৰ ৰুদ্ৰপদদ্বয়ম্ ।
একাম্ৰকং পৰং ক্ষেত্ৰং যত্ৰ নাগাক্ষশঙ্কৰঃ ॥
মানসং ক্ষেত্ৰকঞ্চৈব যত্ৰ বিশ্বেশ্বৰো হৰঃ।
নাটকাৰণ্যকঞ্চৈব চম্পকাৰণ্যকস্তথা ।
পিচ্ছিলা বা দক্ষিণতো গৌতমস্য মহাফলা ॥"

য'ত ৰুদ্ৰপদ দুটি আছে, সেয়ে কন্যাশ্ৰম মহ'ক্ষেত্ৰ, য'ত নাগাক্ষ শঙ্কৰ (নাগশঙ্কৰ) আছে, সেয়ে একাম্ৰক পৰম ক্ষেত্ৰ, য'ত বিশ্বেশ্বৰ (বিশ্বনাথ) হৰ আছে, সেয়ে মানসক্ষেত্ৰ। মানসক্ষেত্ৰৰ উত্তৰে নাটকাৰণ্য, তাৰ পূবে চম্পকাৰণ্য, চম্পকাৰণ্যৰ দক্ষিণে গৌতম মুনিৰ মহাফলা পিছলা নৈ।

ইয়াৰপৰা বুজা গ'ল যে দৰং জিলাৰ ন-দুৱাৰ অঞ্চলৰ বিশ্বনাথ মৌজাই মানসক্ষেত্ৰ। বিশ্বনাথত বিশ্বেশ্বৰ হৰৰ লিঙ্গ আছে। তাতে কন্যাশ্ৰম আৰু কন্যাকা গাঁও আছিল। কন্যাশ্ৰমকে চ্যৱন মুনিৰ সিদ্ধাশ্ৰম বুলিও কয়। ন-দুৱাৰৰ নাগশঙ্কৰ মৌজাত নাগশঙ্কৰ দেৱালয় আছে, সেই মৌজাই একাম্ৰক ক্ষেত্ৰ। মানস ক্ষেত্ৰ বা বিশ্বনাথৰ দক্ষিণ-পশ্চিম নগাঁও জিলাৰ মাজেদি কলং নৈ বৈ গৈ জাগীত কপিলী-গঙ্গাৰ লগত মিলি গুৱাহাটীৰ ওচৰৰ কাজলীমুখত ব্ৰহ্মপুত্ৰত পৰিছে। কাজলীমুখৰ বাওঁফালে গুৱাহাটীৰ পাৰে কাজল (কজ্জল) পৰ্বত থকা। নিমিত্তে সেই ঠাইৰ নামে কাজলীমুখ হৈছে। "কালিক-পুৰাণত" কজ্জল পৰ্বতৰ উল্লেখ আছে।

"কালিকা পুৰাণৰ" ৭৯ আধ্যাত লিখা আছে যে, কপিলী গঙ্গাৰ মুখৰ পৰা পূব মুখে গৈ থাকিলে দমনিকা নামে নদী পোৱা যায়, সেই নদী পাপৰ দমন-কাৰিণী, কিন্তু তাৰ পানী অতিশয় কৃষ্ণবৰ্ণ। সেই নদীৰ পূবে বৃদ্ধা নামে নদী আছে তাৰ পানীত গা-ধুলে গঙ্গাস্নানৰ নিচিনা ফল পোৱা যায়। তাৰ পূব-উত্তৰ ফালে যমুনাৰ নিচিনা ফল দিব পৰা দিব্য যমুনা নামে নৈ আছে, তাত এমাহ স্নান কৰিলে পৰম সৌভাগ্য লাভ হয়। এই নদীবিলাক কপিল-গঙ্গাত পৰিছে। দিব্য যমুনাৰ কাষতে দুৰ্জয় নামে পৰ্বতত ভৈৰৱদেৱ আৰু শৰভৰূপী মহাভৈৰৱ নামে প্ৰসিদ্ধ মধ্যখণ্ড আছে। তাতে ভৈৰৱগঙ্গা আৰু ভৈৰৱ সৰোৱৰ আছে, মানুহে তাত স্নান কৰিলে শিৱলোকলৈ গতি কৰে। দুৰ্জয় পৰ্বতৰ দক্ষিণ-পূবফালে বৰাশন নামে নগৰ, সেই নগৰৰ দক্ষিণে ক্ষোভক (ডবাক) নামে আৰু এখন নগৰ (সম্ভৱতঃ ডবাক বা ডবকা শব্দটো ভুলক্ৰমে ক্ষোভক হৈছে), ক্ষোভক নগৰৰ দক্ষিণে ক্ষোভক (ডবাক ?) নামে মহাশৈল, সেই পৰ্বতৰ এটা ৰক্তশিলাত দেৱীৰ স্থান, তেওঁ পঞ্চযোনি স্বৰূপা, তেওঁৰ নামে তাত পাঁচোটা পুখুৰী আছে, তাত সদায় দুৰ্গা দেৱী থাকে। সেই ক্ষোভক পৰ্বতৰ পূবে কান্তা নামে নদী উত্তৰৰ পৰা দক্ষিণলৈ বৈ গৈছে। সেই পৰ্বতৰ নামনিত মহাকুণ্ড নামে এটি দিব্য কুণ্ড আছে। দেৱীৰ দক্ষিণ পূব ফালে হেৰুক

নামে শিৱলিঙ্গ আছে। ক্ষোভক পৰ্বতৰ ঈশান কোণত যিটো ওখ পৰ্বত আছে সেয়ে বশিষ্ঠৰ সন্ধ্যাচল, তাকে মানসাচল বুলিও কয়। তাৰপৰা বশিষ্ঠই উগ্ৰতাৰা আদি দেৱীক শাও দিছিল। সেই পৰ্বতত তেওঁ মহাকুণ্ড নিৰ্মাণ কৰি তাত স্নান আৰু তাৰ জল পান কৰিছিল। সেই অমৃত কুণ্ডৰ পৰা সন্ধ্যা নামে নদী ওলাইছে। তাত গা ধুলে মানুহ দীৰ্ঘ জীৱী আৰু নীৰোগ হয়। সেই নদীৰ পূবে ললিতা নামে এখন মনোহাৰিণী নৈ দক্ষিণ ফালে বৈ গৈছে, ললিতা নদীৰ পূব পাৰে ভগৱান নামে এক পৰ্বত আছে, ভগৱান বিষ্ণু লিঙ্গ ৰূপে তাত বিৰাজ কৰিছে।

ওপৰত উল্লেখ কৰা দনিকা বৃন্ধা আৰু দিব্য যমুনা নদীৰ বৰ্তমান নাম কিলি, বৰপানী আৰু যমুনা। এই তিনিওখন নৈ কপিলীত পৰিছে। ভৈৰৱ গঙ্গাক আজিকালি যোগীজান আৰু ভৈৰৱ সৰোৱৰক যোগী-জান বিল বোলে। যোগীজানৰ পৰ্বতটোৱেই ক্ষোভক (ডবাক?) পৰ্বত বুলি বোধ হয়। ভগৱান পৰ্বতক আজিকালি মানুহে বুঢ়াগোসাঁইৰ পৰ্বত বোলে। ক্ষোভক বা ডবকা পৰ্বতৰ ঈশান কোণত ৮ মাইলমান দূৰত যিটো ওখ পৰ্বত আছে যাৰ কুণ্ডৰ পৰা "আকাশী গঙ্গা" নামে নদী বৈ আহিছে সেয়ে বশিষ্ঠৰ সন্ধ্যা-চল বা মানস পৰ্বত বুলি বোধ হয়। আকাশী গঙ্গাই 'কালিকাপুৰাণত লিখা সন্ধ্যা নদী হ'ব পাৰে।

শ্ৰীযুত ৰাজমোহন নাথ বি ই, এচিষ্টেণ্ট ইঞ্জি-নিয়াৰ মহাশয়ে বিস্তৰ পৰিশ্ৰম আৰু মনোযোগেৰে সৈতে নগাঁও জিলাৰ কপিলী আৰু যমুনা উপত্য কাত ভ্ৰমণ কৰি সেই অঞ্চলৰ পুৰাণ-প্ৰসিদ্ধ ঠাইবিলাক নিজে পৰিদৰ্শন কৰি কিছুমান মূল্যবান তথ্য গ্ৰহণ কৰি কামৰূপ অনুসন্ধান-সমিতিৰ পত্ৰিকাত প্ৰকাশ কৰিছে। সেই বাবে তেওঁ সকলোৰে ধন্য-বাদৰ পাত্ৰ। তেওঁৰ লিখাৰ পৰা জনা যায় যে নগাঁও জিলাৰ ডবকাৰ পৰা উত্তৰ পূবে ৮ মাইল দূৰত পাৰখোৱা নামে গাঁৱৰ ওচৰত যিটো ১৩০৭ ফুট ওখ পৰ্বত আছে, যাক সৰ্বসাধাৰণে 'আকাশী গঙ্গা' বোলে সেইটোৱেই বশিষ্ঠৰ সন্ধ্যাচল বা মানসাচল। সেই পৰ্বতৰ ওপৰত তেওঁ ৩টা কুণ্ড দেখা পাইছিল। তিনিওটা কুণ্ডৰপৰা পানী ওলাই ধাৰেৰে দুটা শিলৰ মাজেদি বাগৰি ত্ৰিভঙ্গ ভাৱে নাচি নাচি গৈ পৰ্বতৰ তলৰ এটা কুণ্ডত পৰিছে, তাৰ পৰা আকৌ নদীৰূপে ভৈয়ামলৈ বৈ গৈছে, এই নদীক আকাশীগঙ্গা বোলে, এই নদীখনেই পৌৰাণিক সন্ধ্যা, তাৰ পাৰত আগৰ দিনৰ শিলৰ ষাঁড় গৰু আৰু নন্দীৰ প্ৰতিমূৰ্তি আছে, বাসুদেৱ, লক্ষ্মী, সৰস্বতী আৰু গণেশ আদিৰো শিলৰ মূৰ্তি আছে, ডবকা পৰ্বতৰ ৰক্তশিলাত যি দেৱীৰ থান আছে, সেই দেৱীৰ নাম কমলা, সেই পৰ্বতৰ পূব থকা বুঢ়ীগঙ্গা নৈৰ নামেই আগেয় কান্তা আছিল, সন্ধ্যা-চল কুণ্ডৰ পৰা ওলোৱা আকাশী গঙ্গাই আগৰ গঙ্গা নদী, সন্ধ্যাচলৰ পূবে হৰিণা নামে যি খন মনোহাৰিণী নৈ আছে, সেযে আগৰ ললিতা নদী। শ্ৰীযুত নাথ মহাশয়ৰ এই লিখাৰ পৰা আকাশীগঙ্গা নামে জলপ্ৰপাত থকা পৰ্বতটোৱেই প্ৰকৃত সন্ধ্যা বুলিব নোৱাৰি। তাত বশিষ্ঠই কুণ্ড নিৰ্মাণ কৰি সম্ভৱতঃ কিছুকাল আছিল। কাৰণ কামাখ্যা পীঠত বশিষ্ঠৰ যে এটা কুণ্ড আছিল, সেই কথাও কালিকা পুৰাণত আছে। এতেকে গুৱাহাটীৰ ওচৰৰ বশিষ্ঠা-শ্ৰমত বশিষ্ঠৰ এটা কুণ্ড থাকিলেও তাক সন্ধ্যাচল বোলা অনুচিত। এই প্ৰসঙ্গতে কওঁ যে যোগীজান অঞ্চলত যমুনা নদীৰ ওচৰত থকা দুৰ্জয় পৰ্বতৰ গুৰিত খৃষ্টাব্দৰ একাদশ, দ্বাদশ শতিকাত কামৰূপত ৰাজত্ব কৰা পাল ৰজাসকলৰ ৰাজধানী দুৰ্জয় নগৰ আছিল বুলি শ্ৰীযুত নাথ মহাশয়ে যি মত প্ৰকাশ কৰিছে, সেইটো সঁচা বুলি আমাৰ মনে নধৰে। দুৰ্জয়া নামে পৰ্বত থকা বাবেই তাৰ ওচৰত দুৰ্জয়া নগৰ থকা বুলি স্থিৰ কৰা ঠিক নহয়। নগাঁও জিলাৰ কলিয়াবৰ অঞ্চলৰ শিলঘাটত

এখন পুৰণি নগৰৰ ভগ্নাৱশেষ আছে। সেই ঠাই লৌহিত্যৰ পাৰত। সেই অঞ্চলত কামাখ্যা, দশভূজা দুৰ্গা, নৰসিংহ, মাধৱ আদি দেৱালয় আৰু বুঢ়া বুঢ়ীৰ গড় আদি দুৰ্গ আছে। পাল ৰাজবংশৰ ৰজা ৰত্নপালৰ বৰগাঁৱত পোৱা তামৰ ফলিত লিখা আছে যে, দুৰ্জয়া নগৰ লৌহিত্যৰ পাৰত। য'ত এতিয়া শিলঘাট চাহ বাগিচা আছে, তাত আগৰ নগৰৰ অনেক ভগ্নাৱশেষ দেখিবলৈ পোৱা যায়। শ্ৰীযুত নাথে এবাৰ এই কলিয়াবৰ অঞ্চল পৰিদৰ্শন কৰি এই সম্বন্ধে অনুসন্ধান কৰিব পাৰে।

এইবিলাক প্ৰত্নতত্ত্ব কথা ইমানতে এৰি আকৌ অৰুন্ধতীৰ ওচৰলৈ যোৱা যাওক। অৰুন্ধতীয়ে মেধাতিথিৰ আশ্ৰমত ডাঙৰ দীঘল হৈ যি যি শিক্ষা পাইছিল সেইবিলাক জানিব লগীয়া।

* জয়ন্তী, ২১ ফাল্গুন ১৮৫৯ শক, ১ম বছৰ ৫ম সংখ্যা।

## তৃতীয় আধ্যা

চন্দ্ৰভাগা নদীৰ পশ্চিম পাৰে মুনিবৰ মেধাতিথিৰ পবিত্ৰ তপোবন। তাত নানা জাতিৰ ফুলবিলাকে ফুলি ৰমক্-জমক্ হৈ থাকে। বট, আশথ, বেল, আমলখি, অশোক, শাল, শিলিখা, তাল, তমাল, নাৰিকল, খাজুৰ, অৰ্জুন, আম, কঁঠাল, জামু, নেমু দেৱদাৰু, পাৰিজাত, পলাশ, বকুল, বগৰি, অগৰু, চন্দন, পুন্নাগ, শমীধ, সৰল, নাগেশ্বৰ, কাঞ্চন, চম্পা, মহানিম, শেৱালি আদি নানা তৰহৰ গছবিলাক আছে। নানা জাতিৰ মৃগ আৰু পশুবিলাকেৰে সেই পুণ্য ঠাই ভৰা। সৰু সৰু পৰ্বতীয়া নৈবিলাক শিলনিৰ মাজেদি কুল্, কুল্ কৰে বৈ আহি চন্দ্ৰভাগাত পৰিছে। ঠায়ে ঠায়ে পৰ্বতৰ মাজত সৰোৱৰ আছে। তাত পদুম ফুল ফুলি থাকে। অনেক বনৰীয়া হাঁহ, শৰালি আদি জলচৰ পক্ষী তাত পৰে। এনে মনোৰম্য তপোবনৰ মাজত মহৰ্ষি মেধাতিথিৰ পুণ্যাশ্ৰম।

**অৰুন্ধতীৰ বিত্তাবস্ত**

আশ্ৰমৰ সম্মুখত মনোহাৰিণী চন্দ্ৰভাগা নৈ। আশ্ৰমত শাৰী শাৰীকৈ অনেক পৰ্ণঘৰ আছে। সেই পঁজাবিলাকত ব্ৰহ্মচাৰী ঋষিকুমাৰবিলাক থাকে। ওচৰতে মহৰ্ষিৰ থকা ঘৰ, দেৱালয় আৰু পঢ়াশালি আশ্ৰমৰ পশ্চিমে সৰু বৰ অনেক পৰ্বত শাৰী বান্ধি থিয় দি আছে। সেই ফালে বেলি মাৰ যোৱা চাবলৈ ভাল। চন্দ্ৰভাগাৰ পাৰৰ শিলনিত বহি আশ্ৰমবাসীয়ে জিৰণি লয়। এনে বিনন্দবিলাস তপোবনত দেৱী অৰুন্ধতী ডাঙৰ দীঘল হবলৈ ধৰিলে।

'যথা চন্দ্ৰকলা শুক্লপক্ষে নিত্যং বিবৰ্দ্ধতে।
যথা জ্যোৎস্না তথা সাপি প্ৰাপ বৃদ্ধিমৰুন্ধতী ॥
সা প্ৰাপ্তে পঞ্চমে বৰ্ষে চন্দ্ৰভাগাং তদা গুণৈঃ
তাপসাৰণ্যমপি সা পবিত্ৰমকৰোৎ সতী।'

—( কালিকা পুৰাণম্ )

শুক্লপক্ষৰ চন্দ্ৰকলা যেনেকৈ নিতৌ এক এক কলাকৈ বাঢ়ি যায় আৰু লগে লগে জোনাকো যেনেকৈ বৃদ্ধি পায়, সেইদৰে অৰুন্ধতীও ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে আৰু লগে লগে তেওঁৰ ৰূপ লাৱণ্যৰ জেউতিও চৰি আহিল। অৰুন্ধতীয়ে যেতিয়া পাঁচ বছৰত ভৰি দিলে, তেতিয়া সেই সতীয়ে নিজ গুণে চন্দ্ৰভাগা নদী আৰু তপোবনক পবিত্ৰ আৰু আমোদিত কৰিবলৈ ধৰিলে। তেওঁ পুৱাতে উঠি পিতৃ-মাতৃক সেৱা কৰি তেওঁলোকৰ লগত নিতৌ চন্দ্ৰভাগাত স্নান কৰিবলৈ যায়, সূৰ্যক তৰ্পণ আৰু নমস্কাৰ কৰে, তপোবনৰ ফুলনিৰ পৰা ফুল, তুলসী, কুশ আদি ছিঙি এটি কুকিত ভৰাই আনি বাপেকক দিয়েহি। প্ৰায়েই আবেলি পৰত মাকৰ লগত তপোবনত ফুৰিবলৈ যায়। মাকে তেওঁক গছ-লতা আৰু বনৌষধিবিলাকৰ নাম কৈ দিয়ে। আশ্ৰমত চৰা পশু-পক্ষীবিলাকৰ নামো শিকাই দিয়ে। তপোবনৰ শোভা চাই চাই লৰি-ধাপৰি নানা ৰং ধেমালি কৰি তেওঁ উমলি ফুৰে, ধেমালিৰ চলতে মাকে তেওঁক অনেক সজ কথা শিকায়। পুৱা আৰু সন্ধিয়া

তেওঁ মাক বাপেকৰ কাষত বহি 'ওঁ স্বাহা' বুলি হোমাগ্নিত আহুতি দিয়ে। ৰাতি শোৱাৰ আগেয়ে মাকে সাধুকথা কৈ তেওঁক নীতি-শিক্ষা দিয়ে।

যেতিয়া অৰুন্ধতীৰ বয়স পাঁচ বছৰ উকলি হয় বছৰত সোমাল, তেতিয়া মহৰ্ষি মেধাতিথিয়ে শুভ বাৰ, তিথি আৰু নক্ষত্ৰ চাই এদিন তেওঁৰ আশ্ৰমৰ মণ্ডপত অৰুন্ধতীৰ বিদ্যাৰম্ভৰ দিন ঠিক কৰি তেওঁৰ ভাৰ্যাক ক'লে, যে পুত্ৰৰ দৰে কন্যাকো বিদ্যাশিক্ষা দিয়া উচিত, সুশিক্ষা পালে ছোৱালীয়ে আগলৈ সু-গৃহিণী আৰু সুমাতা হৈ শান্তিৰে ঘৰ চলাব পাৰিব, স্বামীক আৰু ঘৰোৱাহকে সুবাটে চলাব পাৰিব আৰু সন্তান-সন্ততিকো প্ৰকৃত মানুহ কৰাব পাৰিব। তেওঁৰ আশ্ৰমৰ দেৱালয়ৰ মণ্ডপৰ ভিতৰত এখন বেদী তৈয়াৰ কৰাই ঠাইখন গোবৰ মাটিৰে লিপাই পৰিষ্কাৰ কৰালে, বেদীৰ চাৰিওফালে কল-পুলি পোতাই ফুল আৰু পাতেৰে সুশোভিত কৰাই ধূপ-ধূনা জ্বলালে। মাহ, প্ৰসাদ, ক্ষীৰ, মিঠৈ আৰু কল-কুঁহিয়াৰ আদিৰে নৈবেদ্য সজালে আৰু বেদীত এখন শৰাইৰ ওপৰত তেওঁ নিজ হাতে লিখা এখন পুথি, এটা মহী-চুঙা, এডাল খাগৰিৰ কাপ, এখন কাঠৰ ফলি আৰু এডোখৰ খড়িমাটি থ'লে। আশ্ৰমৰ ব্ৰহ্মচাৰীবিলাকে আহি নিজ নিজ ঠাইত বহিল। মাকে অৰুন্ধতীক গা ধুৱাই নতুন কপাহী কাপোৰ পিন্ধাই কপালত চন্দনৰ ফোঁট দি মণ্ডপলৈ আনিলে। পাছে সকলোৱে যথাৰীতি ঈশ্বৰোপাসনা কৰি মাহ প্ৰসাদ আদি ভোজন কৰিলে। তেতিয়া অৰুন্ধতীয়ে সেৱা কৰি সকলোৰে আশীৰ্বাদ ল'লে। মহৰ্ষিয়ে "সিদ্ধিৰস্তু" বুলি অৰুন্ধতীক হাতে লিখা পুথিখন, মহীচুঙা, কাপ, ফলি আৰু খড়িমাটি উপহাৰ স্বৰূপে দি ক'লে, "আই অৰুণা আজিৰ পৰা তোমাৰ বিদ্যাৰম্ভ হ'ল, তুমি মন দি বিদ্যা শিক্ষা কৰিবা, বিদ্যা বিনা মানুহে হিতাহিত ধৰ্মাধৰ্ম জানিব নোৱাৰে, বিদ্যাহীন মানুহ পশুৰ সমান, বিদ্যাশিক্ষাৰ পৰা নানা বিষয়ৰ জ্ঞান আৰ্জি গুণৱতী হৈ সুখে-সন্তোষে দিন নিয়াব পাৰিবা। জ্ঞানতকৈ পবিত্ৰ আৰু ক্ষমতাৱন্ত বস্তু একো নাই। বিদ্যাই মানুহৰ অনুপম ৰূপ। বিদ্যা এনে অমূল্য গুপ্তধন যে তাক চোৰে চুৰ কৰি নিব নোৱাৰে, অগ্নিয়ে পুৰিব নোৱাৰে, বিদ্যা যিমানে দান কৰা যায়, সিমানে বাঢ়িহে যায়, টুটি নাযায়, বিদ্যাই পৰম সুখ-সম্ভোগ দিয়ে আৰু যশস্যা বঢ়ায়। বিদ্যাই গুৰুৰ পৰম বন্ধু। বিদ্বান মানুহে সকলো ঠাইতে সকলোৰে ওচৰত আদৰ-সন্মান পায়। বিদ্যা সকলো নৰনাৰীৰ ভূষণ। যি পিতৃ-মাতৃয়ে নিজৰ সন্তানক বিদ্যা-শিক্ষা নিদিয়ে তেওঁলোক তাৰ শত্ৰু। উত্তম কুলত জন্মিলেও, সুন্দৰ ৰূপ থাকিলেও, বিদ্যাহীন মানুহে গন্ধহীন পলাশ ফুলৰ দৰে সমাজত শোভা নাপায়। এশ মূৰ্খ সন্তানতকৈ এটি গুণৱন্ত পুত্ৰ বা এটি গুণৱতী কন্যা যদি হয় সিও ভাল, এক চন্দ্ৰই জগতৰ অন্ধকাৰ হৰি জোনাক দিয়ে, লক্ষ লক্ষ তৰাবোৰে নোৱাৰে। যি বিদ্যা শিক্ষা কৰি গুণী, জ্ঞানী আৰু ধাৰ্মিক হয়, তাৰ জীৱন সাৰ্থক। জীৱনৰ আগছোৱাই বিদ্যা শিক্ষাৰ উপযুক্ত সময়। আই অৰুণা, তুমি মন দি লিখা পঢ়া শিকিবা। তোমাৰ আয়েৰাই প্ৰথমে তোমাক কলা আৰু বাৰমতৰা শিকাব। ফলিত খড়িমাটিৰে আখৰ লিখিব পৰা হলে কলাপাতত আখৰ লিখিবা। মই সম্প্ৰতি মুখে মুখে তোমাক উপদেশ দি থাকিম," ইয়াকে কৈ মহৰ্ষিয়ে শাৰীৰিক উন্নতিৰ বিষয়ে কিছু উপদেশ দিলে তেওঁ ক'লে—'শৰীৰমাদ্যং খলু ধৰ্ম সাধনম্।" ধৰ্ম কৰ্ম কৰিবলৈ শৰীৰেই আদি মূল, ৰুগীয়া মানুহে কি কাম কৰিব? তাৰ পক্ষে তাৰ শৰীৰটোৱেই এখন মহাভাৰ হৈ পৰে। শৰীৰৰ লগত মনৰ সম্বন্ধ আছে, গা বেয়া হলে মনো বেয়া হয়। সুস্থ শৰীৰ আৰু সুস্থ মনেৰেহে ধৰ্ম কৰ্ম সুকলমে কৰিব পাৰি। আমাৰ শৰীৰত যি বায়ু, পিত্ত আৰু কফ আছে, তাৰ কোনো এটাৰ প্ৰভাব কম বা বেছি হলে শাৰীৰিক ৰোগ হয়। আমাৰ গাৰ ছালখন দুতৰপীয়া; ওপৰৰ ছালখনক

ৰাখি-ছাল আৰু তলৰ ছালখনক ঘাই ছাল বোলোঁ। ঘাই ছালৰ তলত তেজ-মঙহ থাকে। উভয় ছালতে বেজিৰ আগতকৈও সৰু সৰু শ শ বিন্ধা আছে। এই বিন্ধাবিলাকেদি ঘামৰ লগত আমাৰ গাৰ মলি বাহিৰ হৈ যায়। ইয়াৰ বাহিৰেও প্ৰত্যেক ভাল নোমৰ গুৰিত একোটা বিন্ধা আছে, এই বিন্ধাবিলাকেদি এবিধ তেলেতীয়া বস্তু আমাৰ গাৰ পৰা বাহিৰ হয়। এই বিন্ধাবিলাকক লোমনাদ বোলে। আমি গা ধুই গাটোক নিকাকৈ নাৰাখিলে ধূলি-মাকতিৰ লগত ঘামৰ মলি আৰু সেই তেলেতীয়া বস্তু লগলাগি এই বিন্ধাবিলাকৰ মুখ বন্ধ কৰিব আৰু সেয়ে হ'লেই মুৰত উকি আৰু গাৰ ছালত খৰ, খহু, বেচু আদি বেমাৰ হ'ব। এতেকে শৰীৰ নিৰ্মল ৰাখিবৰ নিমিত্তে নৰিয়া নহলে নিতৌ ভালকৈ ঘঁহি-পিহি গা ধুব লাগে। নখ, চুলি, হাত, ভৰি আদি শৰীৰৰ সকলো অংশ আৰু পিন্ধা কাপোৰ কানি, শোৱা বিচনা আদি যাতে মলিয়ন নহয়, তালৈ চকু ৰাখিব লাগে, কাপোৰবিলাক খাৰণি পানীত সিজাই ভালকৈ আছাৰি খুকুচি ধুই মেলি শুকাব লাগে, বিচনা আৰু উলৰ কাপোৰ ঘনাই ৰ'দত দিব লাগে, ৰ'দৰ তাপে ৰোগৰ বীজাণু নষ্ট কৰে। শুৱৰ সময়ত হাত-ভৰি, ভালকৈ ধুই বিচনাত পৰিব লাগে। নখ সৰুকৈ কাটিলে নখত মলি জমিব নোৱাৰে। মূৰৰ চুলিবিলাক নিতৌ কণি-কাঁকৈৰে আঁচুৰিলে মূৰত মলি বন্ধ হ'ব নোৱাৰে আৰু চুলিৰ গুৰিও শকত হ'ব। মূৰত মলি হ'লে ওকণীয়ে বাহ লৈ মূৰৰ তেজ শুহি খাব আৰু চুলি সৰি মূৰটো টপা হ'ব পাৰে। খলিহে আধাগুন্দা তিল আৰু খিলা, ওটেঙাৰ বীজ বা ঢোঁৰ, ওলট কম্বল (গৰখীয়া কড়াই) বা শতমূলৰ শিপা আৰু মাটিমাহৰ বীজলেৰে মূৰ ধুলে পৰিষ্কাৰ হয়। তিনি বা চাৰি দিনৰ মূৰত এবাৰকৈ এই বীজলেৰে মূৰ ধুব লাগে। দাঁতত মলি জমা হ'লে সেই মলিৰ পৰা দাঁত-পোক হ'ব। দাঁত বেয়া হলে পেটৰ অসুখ হয়। দাঁতবিলাক ধুই মাজি নিকাকৈ ৰাখিলে আৰু দাঁতেৰে ভালকৈ চোবাই লাহে ধীৰে আহাৰ খালে অজীৰ্ণ আদি ৰোগ নহয়। যতবাৰ আহাৰ কৰা যায় ততবাৰ দাঁত মাজি পানীৰে কুল-কুলিয়াই মুখ ধুব লাগে। দাঁতৰ মাজত কোনো খোৱা বস্তু সোমাই থাকিলে খৰিকাৰে খুঁচি উলিয়াই পেলাব লাগে। তাকে নকৰিলে সেই খোৱা বস্তু দাঁতৰ মাজত পচিব আৰু তাৰ পৰা দুৰ্গন্ধ ওলাব, দাঁতৰ গুৰিত পূঁজ জন্মিব, দাঁতত পোক হ'ব, দাঁত বিষাব আৰু অকালত সৰি পৰিব পাৰে। অতি চেঁচা বা অতি তপত পনীয়া বস্তু দাঁতত লগাব নেলাগে। অতি মিঠা খাদ্যও দাঁতলৈ অপকাৰী, পেটলৈয়ো অপকাৰী। তেনেকুৱা খাদ্যৰ পৰা দাঁতৰ ক্ষয় হয়, পেটতো অজীৰ্ণ হয়। যি মানুহে সদায় ধঁপাত খায়, তাৰ দাঁতত হালধীয়া কঁৰাল বন্ধ হৈ দাঁত বেয়া কৰে। যি সদায় মাংস খায় তাৰ দাঁতৰ মাজত মাংসৰ আঁহ সোমাই থাকি দাঁতৰ ক্ষয় সাধন কৰে। ৰাগিয়াল বস্তু মাত্ৰেই দাঁতলৈ বেয়া। খাদ্য বস্তু চোবাই গুৰি কৰি খাবৰ নিমিত্তে ঈশ্বৰে আমাক দাঁত দিছে। এতেকে আমি যি খাওঁ তাক ভালকৈ দাঁতেৰে চোবাই লাহেধীৰে খাব লাগে। ৰাতিপুৱা শুই উঠি প্ৰথমে মুখত ধৰে মানে এমোকোৰাকৈ পানী ভৰাই লৈ প্ৰত্যেকটো চকুত ১০ বাৰকৈ চেঁচা পানী ছাটি মাৰিব লাগে। ইয়াকে কৰিলে চকুৰ দৃষ্টি শক্তি ভালে থাকিব। মহানিম, কদম, খদিৰ, কংবীৰ, বট, বকুল, অৰ্জুন, যুথী, জাতী, কংগ্ৰা, আকণ্ড, জামু, অপামাৰ্গ শিৰীষ, ডিমৰু, ভোট এৰা, সোৰা, মালতী আদি গছৰ ঠালি দাঁতোনৰ নিমিত্তে ভাল। এনেকুৱা ঠালিৰ এটা মূৰ কুঁচিৰ নিচিনা মিহি আৰু কোমল কৰি লৈ তাৰে দাঁত ঘঁহিব লাগে। খড়িমাটিৰ গুৰি, গোবৰ-খুটিৰ ছাই বা কাঠৰ এঙাৰৰ গুৰি, ইয়াৰ যেই সেই এবিধৰ লগত অলপ কৰ্পূৰ আৰু লোণৰ গুড়ি

মিহলাই লৈ মিহিকৈ পিহি পাতলীয়া কাপোৰেৰে ছাকি লৈ দাঁত মাজিলে নিকা হ'ব।

ৰাতিপুৱা শুই উঠি দাঁত মাজি ভালকৈ মুখ নুধুলে মানুহ সংযমী হ'ব নোৱাৰে। মুখ ধোৱাৰ আগতে হাতৰ আঙুলিবিলাক চেঁচা পানীত জুবুৰিয়াই লৈ সেই আঙুলিৰ মূৰত পানী সানিব লাগে, মূৰৰ ওপৰত আঙুলি বুলাব লাগে, পাচে গামোছাৰে মূৰ আৰু মুখ হাত মছি মূৰৰ চুলি আঁচুৰিব লাগে। যি ফালে বেলি ওলায় আৰু যি ফালে বেলি মাৰ যায়, সেই ফালে মুখ কৰি পৰাপক্ষত মল-মূত্ৰ ত্যাগ কৰা অনুচিত। গোবৰ এঙাৰ, উঁই-হাফলু, হালবোৱা ভূমি, গোপচাৰ, বাট, পদূলি, ঘাট আৰু পানীৰ ওপৰত, পৱিত্ৰ ঠাই বা থকা ঘৰৰ ওচৰত আৰু যি যি গছৰ ফল মানুহে খায় তেনে গছৰ তলত মল-মূত্ৰ ত্যাগ কৰিব নেপায়। মানুহে থকা ঘৰৰ পৰা ২০, ২২ হাতমান আঁতৰত গাত খানি ল'ব লাগে, গাঁতৰ ওচৰত শুৰি মাটি বা বালি দ'মাই থব লাগে, গাঁতত মল-মূত্ৰ ত্যাগ কৰি সেই মাটি বা বালি তাৰ ওপৰত পেলাই তাক এনেকৈ ঢাকি আহিব লাগে যাতে তাৰ পৰা দুৰ্গন্ধ নোলায় আৰু তাত মাখি পৰিব নোৱাৰে। এই সম্বন্ধে মেকুৰীৰ পৰা শিক্ষা পাব পাৰি। মেকুৰীয়ে তাৰ নখেৰে এটা গাঁত খানি লৈ সেই গাঁতত মল ত্যাগ কৰি গাঁতটো পুতি থৈ আহে। পুখুৰীৰ পাৰত বা পানীখোৱা নাদৰ ওচৰত মলত্যাগ বা প্ৰস্ৰাৱ কৰিলে সেইবিলাকৰ পানী দূষিত আৰু ব্যৱহাৰৰ অযোগ্য হয়। মাখিয়ে মলৰ ওপৰত কণী পাৰিবলৈ ভাল পায়। মলৰ দুৰ্গন্ধত চাৰিওফালৰ বতাহ দূষিত হয়। সেই দূষিত বায়ু নাকত সোমালে স্বাস্থ্য বেয়া হয়। নিৰ্মলতাই গা ভালে ৰাখিবৰ ঘাই উপায়। নিৰ্মলতাই মানুহক দেৱতুল্য কৰে। মাটি-পানী লৈ শুচি হ'বৰ কাৰণে পানীৰ মাজৰ পৰা মাটি নানিবা, দেৱালয়, উঁই-হাফলু, এন্দুৰৰ গাঁত, মৰিশালি বা কোনো অপৱিত্ৰ ঠাইৰ পৰা মাটি নানিবা। মল-মূত্ৰ ত্যাগ কৰিলে অৱশ্যে মাটি-পানী লৈ শুচি হ'ব লাগিব। ৰ'দত দিয়া শুকান জৰজৰীয়া মাটিৰে হাত ধুলে হাতৰ দুৰ্গন্ধ গুচিব। বৰ্তমান কালত ফেনিলা (চাবোন) ব্যৱহাৰ কৰা হয়। ৰাতি সোনকালে বিচনাত পৰিব লাগে আৰু পুৱা সূৰ্যোদয়ৰ পূৰ্বেই বিচনা এৰিব লাগে। সেমেকা বা দুৰ্গন্ধ ঠাইত শোৱা অনুচিত। কোনোৱেই যেন পশ্চিমফালে শিতান কৰি নোশোৱে। শোৱা খাট বা চাং বেৰত নলগাকৈ বেৰৰ পৰা অলপ আঁতৰত হ'ব লাগে। কিয়নো, বেৰেদি মকৰা, চিকৰা, সাপ, বিছা, চেলা আৰু জেঠি আদি বগাই বিচনালৈ আহিব পাৰে। ৰাতি আঁঠুৱা তৰি শুব লাগে। শোৱনি ঘৰৰ ভেটিটো ওখ, শুকান, ফৰ্‌কালীয়া হব লাগে। দিনত শুলে গা-বেয়া হয়। কোমল বিচনাত শুই টান বিচনাত শোৱাহে ভাল। ৰাতিপুৱা সূৰ্যোদয়ৰ পূৰ্বেই জ্যোতিস্বৰূপ পূৰ্ণব্ৰহ্ম ঈশ্বৰক স্মৰণ কৰি শুই উঠি মল-মূত্ৰ ত্যাগ কৰি হাত-মুখ ধুই স্নান কৰা উচিত। তাৰ পৰা স্বাস্থ্যৰ উন্নতি হয়। ঋষিসকলে প্ৰাতঃস্নানৰ বৰ প্ৰশংসা কৰে। প্ৰাতঃস্নান কৰিলে শৰীৰ পৱিত্ৰ আৰু মন প্ৰফুল্ল হয়"।

* জয়ন্তী, ৩০ চ'ত ১৮৫৯ শক, ১ম বছৰ বঙালি বিহু সংখ্যা।

## চতুৰ্থ আধ্যা

শৌচাচাৰ (১)

মহৰ্ষি মেধাতিথিয়ে আশ্ৰমৰ ছাতৰশালিত অৰুন্ধতীক ওচৰতে বহুৱাই ব্ৰহ্মচাৰী ঋষিকুমাৰবিলাকক কলে:—

"যি কাৰ্য কৰিলে দেহ শুচি বা শুদ্ধ হয়, তাক শৌচাচাৰ বোলে। শৌচাচাৰৰ দ্বাৰাই স্বাস্থ্যৰ উন্নতি হয়। দেহত বল বাঢ়ে। শৌচ দুবিধ, বাহ্যিক বা দৈহিক আৰু আন্তৰিক। মাটি, পানী অগ্নিসেৱা, গাত বং লগোৱা আৰু প্ৰাণায়াম,

এইবিলাকৰ দ্বাৰা, বাহ্যিক শৌচ আৰু ভাব শুদ্ধিৰ দ্বাৰাই আন্তৰিক শৌচ হয়। স্নান আৰু আচমন বাহ্যিক শৌচৰ যাই কাম। "আচম্য তু ততঃ পশ্চাৎ স্নানং বিধিবদাচৰেৎ"। পুৱাতে শুই উঠি মল-মূত্ৰ ত্যাগ কৰি আচমন কৰিব অৰ্থাৎ ভৰি, হাত, মুখ, দাঁত আদি ধুব, আচমনৰ পাচত যথাবিধি স্নান কৰিব। "অস্নাত্বা নাচৰেৎ কৰ্ম জপহোমাদিকিঞ্চন"। স্নান নকৰাকৈ জপ, হোম, পূজা আদি নকৰিব। "শৌচাচাৰ বিহীনস্য সমস্তা নিষ্ফলাঃ ক্ৰিয়াঃ"। অৰ্থাৎ শৌচাচাৰ বিনা সকলো ধৰ্মক্ৰিয়া নিষ্ফল হয়।

'নৈৰ্মল্যং ভাৱশুদ্ধিশ্চ বিনা স্নানং ন জায়তে।
তস্মাৎ মনোবিশুদ্ধ্যাৰ্থং স্নানমদৌ বিধীয়তে॥'

স্নান বিনা নিৰ্মল ভাৱশুদ্ধিও নজন্মে, এতেকে মনৰ শুদ্ধিৰ নিমিত্তেও আদিতে স্নান কৰা উচিত। প্ৰাতৰুত্থান আৰু প্ৰাতঃস্নান শৰীৰৰ নিমিত্তে অতি হিতকৰ। সুস্থ আৰু বলী মানুহে নিতৌ পুৱাতে শীতল পানীৰে স্নান কৰা উচিত। অধিক পৰিশ্ৰমৰ পাছত, বৰকৈ ভোক লগাত বা পেট ভৰাই আহাৰ কৰাৰ পাছত স্নান কৰা অনুচিত। "প্ৰাতঃ সূৰ্যোদয়াৎ প্ৰাক্কালঃ, প্ৰাতঃস্নায়াৰুণ কিৰণ গ্ৰস্তাং প্ৰাচীমবলোক্য স্নায়াৎ"। অৰ্থাৎ পুৱা পূব ফালে মুখ কৰি প্ৰাতঃস্নান কৰিব।

স্নানৰ আগেয়ে গাত সৰিয়হৰ তেল ঘঁহিব লাগে। তেল ঘঁহিলে গাৰ ছাল নিমজ আৰু কোমল হয়। আৰু জাৰত গা নাফাটে। ভৰিৰ বুঢ়া আঙুলিৰ নখত তেল দিলে চকুৰ দৃষ্টি শক্তি ভালে থাকে। তিলৰ তেল মূৰত সানিলে মগজু জুৰ থাকে। নাৰিকলৰ তেল মূৰত লব পাৰে। নাকৰ বিন্ধা, কাণৰ বিন্ধা আৰু নাভিত সৰিয়হৰ তেল দিব। দেওবাৰে কোনো তেল গাত সানিব নালাগে। স্নানৰ সময়ত গামোচাৰে গা ভালকৈ ঘঁহিব লাগে, যাতে গাত সনা তেল উঠি যায়। নৈ বা পুখুৰীত নামি গা ধোওঁতে তাৰ পানী গিলিব নালাগে, কাৰণ সেই পানীত ৰোগৰ বীজাণু থাকিব পাৰে, গা ধোওঁতে পানীত সাঁতুৰিলে আৰু বুৰিয়ালে অঙ্গচালনা হয় আৰু আনন্দও পোৱা যায়। অঙ্গচালনাৰ দ্বাৰা শাৰীৰিক উন্নতি হয়। সকলো ল'ৰা-ছোৱালীয়ে সাঁতুৰিবলৈ আৰু বুৰিয়াবলৈ শিকা উচিত। নাভিৰ সমান দ লৈ নামি গা ধুবা। বুৰ মাৰোঁতে কাণ দুখন তুলাৰে আৰু নাকৰ বিন্ধা হাতেৰে বন্ধ কৰি থব লাগে। কাণৰ ভিতৰত কেনেবাকৈ পানী সোমাই থাকিলে কাণৰ বেমাৰ হ'ব পাৰে। জাৰ কালি সাঁতুৰিলে পেটত ঠাণ্ডা লাগি পেটৰ অসুখ হ'ব পাৰে। মাঘ আৰু ফাগুন এই দুমাহত পাৰিলে নিতৌ প্ৰাতঃস্নান কৰা ভাল। শিশু, বুঢ়া ও দুৰ্বল মানুহে মূৰটো চেঁচা পানীৰে তিয়াই গাটো তপত পানীৰে ধোৱা ভাল, যদি তাকো কৰিব নোৱাৰে তেন্তে অন্ততঃ গামোচা এখন পানীত জুবুৰিযাই চেপি লৈ গাটো মচিব পাৰে। শাস্ত্ৰত আছে,—

"অত্যন্ত মলিনঃ কায়ো নৱছিদ্ৰসমন্বিতঃ
স্ৰৱত্যেষ দিৱাৰাত্ৰৌ প্ৰাতঃ স্নানং বিশোধনম
মনঃ প্ৰসাদজননং ৰূপসৌভাগ্যবৰ্দ্ধনম্।
শোকদুঃখপ্ৰশমনং গঙ্গাস্নানবদাচৰেৎ॥

অৰ্থাৎ মানুহৰ শৰীৰত চকু, কাণ, নাক, মুখ, মল আৰু মূতৰ দুৱাৰে সৈতে নখন দুৱাৰ আৰু অসংখ্য লোমৰ গুৰিয়ে গুৰিয়ে বিন্ধা আছে। চকুত ফেচ্‌কুৰি, নাকত শেঙুন, কাণত কণামাকৰি, মুখত লেলাৱতি আৰু থুই থাকে। আহাৰ, পানী আৰু বায়ুৰ লগত এইবিলাক দুৱাৰ আৰু বিন্ধাই দি শৰীৰত মলি সোমাই শৰীৰটোক অত্যন্ত মলিয়ন কৰে। দিন আৰু ৰাতিৰ ভিতৰত কত অহিতাচৰণ হৈ থাকে। প্ৰাতঃস্নানৰ দ্বাৰা সেইবিলাকৰ শোধন হয়। প্ৰাতঃস্নান কৰিলে মন প্ৰসন্ন হয়, ৰূপ সৌভাগ্য বৃদ্ধি পায় আৰু শোক-দুখৰ শান্তি হয়। প্ৰাতঃস্নান যদি

সংক্ষিপ্তকৈ কৰা হয়, তেন্তে দুপৰীয়া স্নান ভালমতে কৰাই বিধি। গধূলি তপত পানীৰে ভৰি-হাত ধুই তিতা গামোছাৰে গাটো মচিলেই মাৰ্জন স্নান হয়। স্নান কৰোঁতে পূৰ্ণব্ৰহ্ম পৰমেশ্বৰক স্মৰণ কৰিবা। যি মানুহে সন্ধ্যোপাসনা কৰি গায়ত্ৰী মন্ত্ৰ জপ কৰে তাৰ গাত পদুম পাতত পানীৰ দৰে পাপ লিপিত খাই থাকিব নোৱাৰে। অন্য একো নকৰিলেও যদি কেৱল ওঁ (প্ৰণৱ) মন্ত্ৰ প্ৰেমভক্তিৰে জপ কৰি তেজোময় জ্যোতিস্বৰূপ পৰমাত্মাক ধাৰণ কৰে, তেন্তে সুবুদ্ধি উদয় হ'ব, অজ্ঞান আন্ধাৰ মনৰ পৰা আঁতৰি জ্ঞান-জ্যোতি প্ৰকাশ পাব। জপ কৰাৰ পূৰ্বে মুখ জপাই ওঁ মন্ত্ৰ মনে মনে উচ্চাৰণ কৰোঁতে নাকৰ্ দ্বাৰা নিশাহৰ বায়ু টানি ল'ব লাগে, তাৰ পাছত ওঁ মন্ত্ৰ সেই শ্বাস-প্ৰশ্বাসৰ দ্বাৰা মুখ জপাই জপ কৰিব লাগে, এইদৰে এক বা অধিক বাৰ জপ কৰিলে যেনেকৈ শ্বাস ঢুকায় যাব, পুনৰায় ওপৰত কোৱামতে শ্বাস টানি লব আৰু পুনৰায় মন্ত্ৰ জপ পূৰ্বৰ দৰে কৰিব লাগে। এইদৰে যতবাৰ ইচ্ছা যায়, তত বাৰ কৰিবা। যি অৱস্থাতে বা যি ঠাইতে হওক ইচ্ছা হলেই জপ কৰিবা। ইয়াৰ নিমিত্তে কোনো নিৰ্দিষ্ট আসন বা স্থানভেদ নাই। উশাহ নিশাহ নাকেদি ল'ব লাগে।

স্নান কৰোঁতে সদায় নিজৰ গামোছা ব্যৱহাৰ কৰিব লাগে। আনৰ গামোছাৰে গা মচিব নালাগে। আন মানুহে পিন্ধা-কাপোৰ পিন্ধিব নালাগে। কাৰ গাত কি ব্যাধি আছে কব নোৱাৰি। পৰৰ পুখুৰীত স্নান কৰিব লাগিলে প্ৰথমতে সেই পুখুৰীৰ পৰা পাঁচ চপৰা মাটি উঠাই পাৰত থবা, তাৰ পাচে স্নান কৰিবা। স্নানৰ সময়ত জলৰূপী ব্ৰহ্মক "ওঁ নমো নাৰায়ণায়" এই মন্ত্ৰ মাতি নমস্কাৰ কৰিবা আৰু সূৰ্যৰ ফালে চাই "ওঁ তৎসৎ" বা "ওঁ সংগুৰু" "পূৰ্ণ পৰব্ৰহ্ম জ্যোতি স্বৰূপায় নমঃ" বুলি নমস্কাৰ কৰি স্নান কৰিবা। আগেয়ে মূৰত চেঁচা পানী ঢালিবা। মূৰত চেঁচা পানী ঢালি ইচ্ছা হলে গাটো তপত পানীৰে ধুব পাৰা।

মানুহে কেতিয়াও নাঙঠ হৈ স্নান বা শয়ন নকৰিব, এখন মাথো বস্ত্ৰ পিন্ধি স্নান, ভোজন বা দেবাৰ্চনা নকৰিব। স্নান কৰোঁতে গামোচাৰে গা ঘঁহিবা। চুৰিয়া বা মেখেলা আৰু গামোচা এই দুখন বস্ত্ৰেৰে স্নান কৰিবা। বহুত বস্ত্ৰ পিন্ধি বা ফটাকানি পিন্ধিও গা ধোৱা অনুচিত।

"স্ৰোতসাং স'মুখো মজ্জেৎ যত্ৰাপঃ প্ৰবহন্তি বৈ।
স্থাৱৰেষু গৃহেচৈব সূৰ্যসংমুখে আপ্লৱেৎ।"

নদীত গা ধুবলৈ গলে, যি ফালৰ পৰা পানীৰ সোঁত বৈ আহিছে, সেই সোঁতৰ ফালে মুখ কৰি গা ধুবা, ঘৰত বা বাৰীত গা ধুব লাগিলে, সূৰ্যোদয়ৰ ফালে মুখ কৰি গা ধুবা। ঘৰৰ চোতালত বা দুৱাৰ মুখত গা ধোৱা অনুচিত। যি আতুৰ লোক স্নানৰ আসক্ত তেওঁ গামোচা তিয়াই সেই গামোচাৰে গাটো মচিলেই স্নান কৰা হ'ব। ইয়াক কায়িক বা মাৰ্জন স্নান বোলে।

শাস্ত্ৰত ন বিধ স্নানৰ উল্লেখ আছে। যথা— (১) নিত্য (২) নৈমিত্তিক (৩) কাম্য (৪) ক্ৰিয়াঙ্গ (৫) মলাপকৰ্ষণ (৬) মাৰ্জন (৭) আচমন (৮) অৱগাহন (৯) দিব্য। নিত্যে ৰাতিপুৱা বা দুপৰীয়া যি স্নান কৰা যায়, তাক নিত্য স্নান বোলে। কোনো শৱ, বিষ্ঠা আদি অশুচি বস্তু, বা কোনো ৰজস্বলা তিৰোতা বা সংক্ৰামক বেমাৰী চুলে, বমি কৰিলে বা চুৱা-পাতনি আদি গৰকিলে, যি স্নান কৰি শুচি হব লাগে, তাক নৈমিত্তিক বোলে। দৈৱজ্ঞসকলে কোনো নক্ষত্ৰযোগ বা চন্দ্ৰসূৰ্যৰ গ্ৰহণ লগাত যি স্নানৰ বিধি দিয়ে, তাক কাম্য স্নান বোলে। নিষ্কামী মানুহে কাম্যস্নান নকৰিব। জপহোমাদি আৰু কোনো দেৱতাৰ পূজাৰ কাৰণে বা অতিথি সেৱাৰ কাৰণে যি স্নান কৰা যায়, তাক ক্ৰিয়াঙ্গ স্নান বোলে। শাৰীৰিক মলি গুচাবৰ কাৰণে ফেনিলা আদিৰে যি স্নান কৰা হয়, তাক মলাপকৰ্ষণ স্নান বোলে। কেৱল তপত বা চেঁচা পানীত গামোচা তিয়াই গাটো মচিলে মাৰ্জন স্নান হয়। ৰাতিপুৱা শুই উঠি আহাৰৰ আগত

বা পাচত আৰু জপ হোম আদি কৰিবৰ নিমিত্তে আধি যে ভৰি, হাত, দাঁত, মুখ আদি ধোওঁ, তাকে আচমন স্নান বোলে। নদী বা পুখুৰীৰ পানীত অন্ততঃ নাভিপৰ্য্যন্ত দলৈ নামি যি স্নান কৰা যায়, তাৰ নাম অৱগাহন স্নান। সৰ্বাঙ্গত ৰভ লগালে বা বৰষুণৰ পানীৰে গা ধুলে দিব্য স্নান হয়। নাদ বা খালৰ পানীতকৈ নিজৰাৰ পানী নিজৰাৰ পানীতকৈ সৰোবৰৰ পানী, সৰোবৰৰ পানীতকৈ গঙ্গাদি তীৰ্থৰ পানী বেচি পৱিত্ৰ। গঙ্গাৰ পানী সকলো তীৰ্থৰ পানীতকৈ উত্তম।

যোগী যাজ্ঞবল্ক্যৰ মতে যি ওপৰত লিখা মতে নিত্য নৈমত্তিক আদি স্নান কৰিবলৈ অসমৰ্থ, তেওঁ তলত লিখা সাত প্ৰকাৰৰ মন্ত্ৰস্নানাদি কৰিব পাৰে। যথা— (১) ব্ৰাহ্ম বা বা মান্ত্ৰ (২) ভৌম (৩) আগ্নেয় (৪) বায়ব্য (৫) দিব্য (৬) বৰুণ (৭) মানস। "ওঁ আপোহিষ্ঠা ময়োভুব" ইত্যাদি মন্ত্ৰ গাই কুশৰ দ্বাৰাই গালৈ পানী ছটিয়ালে ব্ৰহ্মস্নান হয়। মৃদৰ পৰা ভৰিলৈকে গাত ভস্ম সানিলে আগ্নেয় স্নান হয়। গৰুৰ খুৰাৰ আগেদি যি ধূলি উৰে তাক গাত সানিলে বায়ব্য স্নান হয়। দিব্য স্নানৰ কথা আগেয়ে কোৱা হৈছে। অৱগাহন স্নানক বাৰুণ স্নান বোলে। গঙ্গাদি মৃত্তিকাৰ তিলক লোৱাক ভৌম স্নান বোলে। কোনো কোনোৱে নৈৰ পাৰত পলসুৱা মাটি গাত সানি কিছুপৰ ৰ'দত থাকি পাচে গা-ধুই পেলায়। ইও এবিধ ভৌম স্নান। ঈশ্বৰ চিন্তা কৰি একাগ্ৰভাৱে ঈশ্বৰত আত্মনিবেদন কৰিলে মানস স্নান কৰা হয়। মানস স্নানক যৌগিক স্নান বুলিও কয়।

আহাৰ কৰি উঠিয়েই গা-ধুলে অজীৰ্ণ হয়। ৰাতি দুপৰত গা-ধোৱা অনুচিত।

"মহানিশা তু বিজ্ঞেয়া মধ্যমং প্ৰহৰদ্বয়ম্ ।

তস্যাং স্নানং ন কৰ্তব্যং কাম্যনৈমিত্তিকাদৃতে ॥

দৰ্ভোদকৰে অৰ্থাৎ পানীত কুশ পেলাই গা-ধুলে পাপ নষ্ট হয়। সৰ্বৌষধি জলেৰে বা পুষ্পজলেৰে গা ধুলে শৰীৰৰ ৰোগ দূৰ হয়। তিল বা বগা সৰিয়হৰ তেল গাত সানি গা-ধুলে সৌভাগ্য আৰু মেধা শক্তি বাঢ়ে। পানীত সোণ পেলাই থৈ সেই পানীৰে গা-ধুলে মঙ্গল হয়। শাস্ত্ৰত আছে—

"স্নানং পৱিত্ৰং মাঙ্গল্যং তথা কাঞ্চন বাৰিণা"।

নিত্যস্নানৰ ভিতৰত প্ৰাতঃস্নানেই উত্তম। প্ৰাতঃস্নান বা আচমান নকৰিলে মানস স্নান সিদ্ধ নহয়।

"ভবেত্তু মানসস্নায়ী যো বাহ্যাভ্যন্তৰঃ শুচিঃ।"

"স্নাতদেহেন্দ্ৰিয়মনঃ তৎস্নানং মানসং ভবেৎ।"

"নামসংকীৰ্তনং বিষ্ণোৰ্নৰঃ কুৰ্য্যাদকৈতবাৎ।

সদৈৱ চেৎ মহাস্নানং শৰীৰসুখকাৰণম্ ॥"

বাহ্য ও আভ্যন্তৰ শুচি হলেও মানস স্নান হয়। মানস স্নানৰ নিমিত্তে বাক্য, মন ও দেহেন্দ্ৰিয়বিলাকক সংযত কৰি একাগ্ৰভাৱে ঈশ্বৰ চিন্তা কৰিব লাগিব। প্ৰেমভক্তিৰে সৈতে একান্তমনে ঈশ্বৰৰ নাম কীৰ্তন কৰিলে মহাস্নান কৰা হয়। যিমান দূৰলৈকে হৰি নামৰ ধ্বনি যাব, সিমানলৈকে আকাশ, বতাহ, জল, স্থল, পৱিত্ৰ হ'ব। তোমালোকে একেলগে বহি হাত চাপৰি বজাই পদূৰা আৰু গধূলি হৰিৰ নাম কীৰ্তন কৰিবা, তেনেহলে সকলো পাপ দূৰ হ'ব, সুখ ও শান্তি লাভ কৰিবা।

"তৰ্পনন্তু শুচিঃ কুৰ্য্যাৎ প্ৰত্যহং স্নাতকো দ্বিজঃ।

দেৱেভ্যশ্চ ঋষিভ্যশ্চ পিতৃভ্যশ্চ যথাক্ৰমম্ ॥"

স্নান কৰি শুচি হৈ দেৱ, ঋষি আৰু পিতৃসকলৰ তৰ্পণ কৰিব লাগে। তিতা কাপোৰেৰে নাভি পৰ্য্যন্ত জলত নামি থিয় হৈ কিম্বা তিতা কাপোৰ সলাই শুকান বস্ত্ৰ পিন্ধি এটা ভৰি জলত আৰু এটা ভৰি বামত থৈ বহি পূব ফালে মুখ কৰি উভয় হাত অঞ্জলিবদ্ধ কৰি যথাবিহিত মন্ত্ৰ পাঠ কৰি এক আঁজলি সতিল পানীৰে দেৱ আৰু ঋষিসকলক আৰু তিনি আঁজলি সতিল পানীৰে পিতৃসকলক তৰ্পণ কৰিব। অধিকন্তু জগতৰ সকলোৰে মঙ্গল কামনা কৰি সকলোৱেই তৃপ্তি লাভ কৰোক বুলি "ওঁ অব্ৰহ্মস্তম্ব

পৰ্য্যন্ত জগৎ তৃপ্যতু" এই মন্ত্ৰ মাতি তিনি আঁজলি সতিল জল ভূমিত দি তৰ্পণ কৰিব। তৰ্পণৰ ক্ৰিয়া বাহুল্য নকৰি কেৱল তলত লিখা মন্ত্ৰটো মাতি বিশ্বৰ সকলোৰে তৃপ্তিৰ উদ্দেশ্যে তিনি আঁজলি জল ভূমিত দি সংক্ষিপ্তকৈ কৰিব পাৰে।

"ও আব্ৰহ্মভুবনাল্লোকা দেবৰ্ষিপিতৃমানৱাঃ।
তৃপ্যন্তু পিতৰ সৰ্বে মাতৃমাতামহাদয়ঃ॥
অতীত কুলকোটীনাং সপ্তদ্বীপনিবাসিনাম্
ময়া দত্তেন তোযেন তৃপ্যন্তু ভুবনত্ৰয়ম্॥"

তৰ্পণৰ পাচত আকৌ আচমন কৰি কুশৰ দ্বাৰাই গাৰৈ পানী ছতিয়াই অঙ্গমাৰ্জন কৰিব। পাচে, "আপো হিষ্ঠা" ইত্যাদি মন্ত্ৰ মাতি আপোমাৰ্জন কৰি ওঁকাৰ ও ব্যাহৃতি (ভূৰ্ভুবঃস্বঃ) সংযুক্ত বেদমাতা গায়ত্ৰী জপ কৰিব। তাৰ পাচত মৌনভাৱে অঘমৰ্ষণ কৰি গায়ত্ৰী ও "তদ্বিষ্ণো পৰমং পদং" আদি মন্ত্ৰ পঢ়ি ওঁ বুলি হৰিক স্মৰণ কৰিব, পাচত গায়ত্ৰী জপ কৰি মূৰত পানী লব, তাৰ পাচত একাগ্ৰতাৰে সৈতে সূৰ্যনাৰায়ণৰ উদ্দেশ্যে অৰ্ঘ্য অৰ্থাৎ জলাঞ্জলি দিব। তাৰ পাচত পাৰৰৈ উঠি সংযত চিত্তেৰে কুশাসনত বহি প্ৰাণায়াম কৰি সাবিত্ৰীৰ ধ্যান কৰিব। ইয়াকে সন্ধ্যা বোলে। সত্ত্ব, ৰজঃ ও তমঃ এই ত্ৰিতত্ত্ব সম্ভূতা ঐশ্বৰী শক্তি। পূব ফালে মুখ কৰি ৰাতিপুৱা ৰক্তবৰ্ণা, দুপৰীয়া কৃষ্ণবৰ্ণা ও সন্ধিয়া শুক্লবৰ্ণা গায়ত্ৰীৰ ধ্যান কৰি সন্ধ্যা উপাসনা কৰিবা। এহেজাৰ, এশ আঠ বা দহবাৰ গায়ত্ৰী জপ কৰিব লাগে। তাৰ পাছত বৈদিক মন্ত্ৰেৰে সূৰ্যনাৰায়ণৰ অৰ্থাৎ সূৰ্য মণ্ডলত থকা ব্ৰহ্মজ্যোতিৰ উপাসনা কৰিবা।

"ওঁ খখোল্কায় শান্তায় কাৰণত্ৰয়হেতবে।
নিবেদয়ামি চাত্মানং নমস্তে জ্ঞানৰূপিনে॥
ত্বমেব ব্ৰহ্ম পৰমমাপো জ্যোতি ৰসোঽমৃতম্।
ভূৰ্ভুবঃস্বঃ ত্বমোঙ্কাৰঃ সৰ্বো ৰুদ্ৰঃ সনাতন॥"

এই স্তৱ পাঠ কৰি পুৱা দুপৰীয়া আৰু সন্ধিয়া সূৰ্যদেৱক নমস্কাৰ কৰিবা। এইদৰে যথাবিধি সন্ধ্যোপাসনা সমাপ্ত কৰি ঘৰলৈ আহি আকৌ আচমন কৰিবা। পাচে যথাবিধি অগ্নি জ্বলাই হোম কৰিবা। ঈশ্বৰক নমস্কাৰ কৰি বিবিধ ফল-মূলাদি উপহাৰ নিবেদন কৰিবা। তাৰ পাছত গুৰুদেৱত সেৱা কৰি অধ্যয়ন আদি কাৰ্যত নিযুক্ত হ'বা।

সূৰ্যদেৱক অৰ্ঘ্য দিয়াৰ নিয়ম কওঁ, শুনিবা। এটা পাত্ৰত (তামৰ হলে ভাল) পানী ভৰাই তাত কৰবীৰ আদি ফুল, ৰঙা চন্দন, দুৰ্বা, তিল, তুলসী আৰু আৰৈ চাউল দি দুয়ো হাতেৰে ধৰি দাঙি লৈ কৃতাঞ্জলি হৈ সূৰ্যৰ ফালে মুখ কৰি তলত লিখা মন্ত্ৰ গাই সেই পাত্ৰৰ পানী ওপৰলৈ নিক্ষেপ কৰিবা।

ওঁ নমো বিৱস্বতে ব্ৰহ্মণ ভাস্বতে বিষ্ণুতেজসে।
জগৎ সৱিত্ৰে শুচয়ে, সৱিত্ৰে কৰ্মদায়িনে॥
এহি সূৰ্য সহস্ৰাংশো তেজোৰাশে জগৎপতে।
অনুকম্পয় মাং ভক্তং গৃহাণাৰ্ঘং দিবাকৰ॥

অৰ্ঘ্য দিয়াৰ পাচত তলত লিখা মন্ত্ৰ গাই সূৰ্যনাৰায়ণক প্ৰনাম কৰিবা —

"ওঁ নমঃ সবিত্ৰে জগদেকচক্ষুষে
জগৎ প্ৰসূতি স্থিতিনাশ হেতবে।
বিৰিঞ্চিনাৰায়ণ শঙ্কৰাত্মনে
ত্ৰয়ীময়ায় ত্ৰিগুণাত্মনে নমঃ।"

আই অৰুণা তোমাৰ মুখত সদায় হাঁহি দেখি ভাল পাওঁ। তুমি সদাই ৰংমনেৰে থাকিবা দেই। হাঁহি থাকিবা, যিমান পাৰা হাঁহিবা। য'তে ত'তে বোকাই বালিয়ে লেটি লৈ নেথাকিবা। কঠত বা পীৰাত বহিবা। আশ্ৰমৰ শিলনিত বহিবা। পোন হৈ বহিবা, আঠু সাৱটি বা কুঁজা হৈ নবহিবা। খোজ কাঢোতে পোন হৈ যাবা, থিয় হওঁতেও পোন হৈ থাকিবা। বেৰত আঁউজি নবহিবা। ৰ'দ ল'বা, নৈৰ পাৰত ফুৰিবা। মল-মূত্ৰ ত্যাগৰ ইচ্ছা হলে কেতিয়াও দমন কৰিবলৈ চেষ্টা নকৰিবা। যেতিয়াই প্ৰস্ৰাৱৰ বেগ হয়, তেতিয়াই প্ৰস্ৰাৱ কৰিবা।

য'ত প্ৰস্ৰাৱ কৰিবা তাত অলপ পানী ঢালি দিবা; তেনেহলে প্ৰস্ৰাৱৰ পচি দুৰ্গন্ধ নোলাব। থকা ঘৰৰ ওচৰত প্ৰস্ৰাৱ নকৰিবা। কোনো বস্তু খোৱাৰ আগেয়ে হাত মুখ ধুবা। যিখন পাতত খাবা তাকো ভালকৈ পানীৰে ধুই ল'বা। খোৱা ঠাই ডোখৰ আগেয়ে পানী দি মচি ল'বা। তেতিয়া ধুলি উৰি খোৱা বস্তুত নপৰিব খোৱাৰ সময়ত যাতে খোৱা বস্তুৰ ওপৰত মাখি নপৰে তালৈ দৃষ্টি ৰাখিবা। মাখিৰ গাত নানা ৰোগৰ বিহ লাগি থাকে। মাখি পৰিলে সেই বিহ খোৱা বস্তুত লাগি যায় আৰু তাক খালে পেটলৈ বিহ যায় আৰু পেটৰ অসুখ হয়। এতেকে, খোৱা বস্তুত মাখি পৰিলে তাক নাখাবা। সকলো খোৱা বস্তুকে ঢাকি থব লাগে। বাহী আৰু গেলা বা পচা বস্তু কেতিয়াও নাখাবা। ফল-মূল আদিও তপত পানীত জুবুৰিয়াই ধুই লৈহে খাবা। হোমৰ ধোঁৱাত মহ মাখি আদি আঁতৰ হয়। এনে কিছুমান ৰোগ আছে, যাৰ বিহ জীৱাণুৰূপে পানী, উদ্ভিদ ও প্ৰাণীৰ পৰা উদ্ভৱ হয়। তেনেকুৱা কোনো ৰোগৰ জীৱাণু আমাৰ শৰীৰত কেনেবাকৈ সোমাবলৈ পালে, সেই ৰোগৰ বিহ আমাৰ তেজৰ লগত মিহলি হৈ ৰোগ জন্মায়। হোমৰ ধোঁৱাই, অগ্নিৰ তাপে আৰু সূৰ্যৰ কিৰণে ৰোগৰ বীজাণু নষ্ট কৰে, ঠাই শুদ্ধ কৰে। * জয়ন্তী—১ম বছৰ, ২০ মে ১৯৩৮, ১ম বছৰ, ৯ম সংখ্যা।

## পঞ্চম আধ্যা

### শৌচাচাৰ (২)

মহৰ্ষি মেধাতিথিয়ে শৌচাচাৰৰ বিষয়ে আকৌ এই বুলি উপদেশ দিলে :—

শৌচাচাৰৰ দ্বাৰা স্বাস্থ্যৰ উন্নতি হয় আৰু শাৰীৰিক শক্তি বাঢ়ে। ৰোগ হলেই জানিব লাগিব যে কোনো এটা প্ৰাকৃতিক নিয়ম লঙ্ঘন কৰা হৈছে। প্ৰাকৃতিক নিয়মবিলাক পৰমেশ্বৰেই অস্তিত্বৰ অভিব্যক্তি ভৌতিক দেহৰ ভিতৰত আৱদ্ধ থকা জীৱবিলাক তেওঁৰেই অংশ। সেই নিমিত্তে প্ৰাকৃতিক নিয়ম পালন কৰা জীৱৰ ধৰ্মকাৰ্য বুলি নিৰ্দেশ কৰা হৈছে আমাৰ এই তেজ-মঙহ, হাড়-ছাল থকা দেহটোক অন্নময় কোষ বোলে। অন্ন, পানী, জুই, বতাহ আৰু আকাশৰ অণুৰ পৰা উপাদান সংগ্ৰহ কৰি এই কোষটো সৃষ্টি কৰা হৈছে। সমুদায় উপাদান পদাৰ্থ অতি ক্ষুদ্ৰতম সজীৱ অণুৰ দ্বাৰাই গঠিত। সজীৱ অণুবিলাকো সজীৱ পৰিমাণুৰ সমষ্টি। এটি ধূলি-কণাত অসংখ্য সজীৱ অণু বৰ্তমান আছে। জীৱাণুতকৈ সূক্ষ্ম এনে সজীৱ পৰমাণু আছে যাক আমি চকুৰে মনিব নোৱাৰোঁ। এনেকুৱা অগণ্য অণুপৰমাণুৰে বায়ুমণ্ডল ভৰা আমাৰ দেহ আৰু আন সকলো বস্তু সেই অণু-পৰমাণুৰ সমষ্টি মাথোন। আমি চাৰিওফালে যিবিলাক বস্তু দেখিবলৈ পাওঁ, সেই সকলোবিলাকতে এনেকুৱা অসংখ্য অণু আছে। প্ৰত্যেক বস্তুৱেই অহৰহ অসংখ্য অণু গ্ৰহণ কৰিব লাগিছে আৰু অসংখ্য অণু ত্যাগ কৰিব লাগিছে। আমাৰ দেহৰ আৰু সৃষ্ট সকলো পদাৰ্থৰ লগত এনেকুৱা অণুবিলাকৰ বিনিময় অহৰহ চলি আছে। যদি আমি সুস্থ থাকিব খোজোঁ, তেন্তে বিশুদ্ধ অণু গ্ৰহণ আৰু অবিশুদ্ধ অণু ত্যাগ কৰা কৰ্তব্য। পৃথিৱীত যি যি ধাতু আৰু বাষ্প আছে সূৰ্যমণ্ডলতো সেইবিলাক আছে। সূৰ্যৰ এটা নাম হংসঃ। "হং" বুলিলে হানি বা ক্ষয় আৰু "সঃ" বুলিলে সঞ্চয় বুজায়। সূৰ্যৰ কিৰণৰ লগত অসংখ্য অণু আহি আছে, সেই আছে। আমি শ্বাস লওঁতে "সঃ" অৰ্থাৎ অণু বা শক্তি সঞ্চয় কৰোঁ, আকৌ শ্বাস এৰোঁতে অণু ত্যাগ কৰোঁ। যি অণু ত্যাগ কৰোঁ সি শৰীৰৰ নিমিত্তে অলাগতীয়া, যি অণু সঞ্চয় কৰোঁ তাত অম্লজান থকা বাবে সি লাগতিয়াল। আহাৰ-পানী খাই আমি জীৱন ধাৰণ কৰোঁ। জুই জ্বলাবলৈ যেনেকৈ খৰি লাগে, পেটৰ অগ্নিৰ নিমিত্তেও আহাৰ-পানী লাগে। আহাৰ পানীক পেটৰ অগ্নিয়ে পুৰি

লাগতিয়াল অংশক তেজত পৰিণত কৰে, অলাগতীয়া অংশ মল-মূত্ৰ ঘাম ৰূপে উলিয়াই দিয়ে। আমি যি আহাৰ-পানী খাওঁ, সি পৱিত্ৰ হোৱা উচিত। আমি যি বতাহ শ্বাসৰ দ্বাৰাই লওঁ, সি পৱিত্ৰ হোৱা উচিত। সকলো বস্তুৱেই হয়তো জীৱনী শক্তি লাভ কৰিছে। নতুবা জীৱনীৰ হ্ৰাস হেতু মৃত্যুৰ ফালে আগ বাঢ়িছে, হয়তো গঠন কাৰ্য চলিছে, নতুবা ধ্বংস কাৰ্য আৰম্ভ হৈ'ছে। পৱিত্ৰ খাদ্যই জীৱনী শক্তি বঢ়ায়। ৰ'দ পৰা ঠাইত হোৱা তেজাল ফল-মূল, শাক-পাচলি, শস্যাদিত জীৱনী বা খাদ্যপ্ৰাণ থাকে। আমি সেইবিলাক খাই জীৱনী শক্তি বঢ়াওঁ। দ্ৰব্য গুণৰ কথা পাছে লাহে লাহে জানিব পাৰিবা। গৰুৰ গাখীৰ অতি উত্তম আৰু পৱিত্ৰ খাদ্য। গাখীৰৰ পৰা মাখন আৰু মাখনৰ পৰা ঘিউ হয়। ঘিউ আৰু মাখন ভাতৰ লগত খাবা। ঘেঁহু আৰু যৱ ধানৰ চাউলৰ গুৰিক আটাগুৰি বোলে। আটাগুৰিৰ পিঠা বলকাৰক। মগু, মাটি, বুট আৰু মটৰ মাহৰ ডালিত ঘিউৰ ফোৰণ দি খাবা। গুড় ভাল হলেও অধিককৈ খালে পেটৰ অসুখ হয়। পকা কল, কুঁহিয়াৰ, খাজুৰ, সুমথিৰা টেঙা, বেল, মধুৰি আম, জামু, বগৰি, পনীয়ল, লেটেকু, অমিতা, নেমুটেঙা আৰু ডালিম, পেটলৈ ভাল। মগুমাহৰ গাজী অলপ লোণ আৰু আদাৰে সৈতে খাবা। বুটমাহ তিয়াই কোমলাই লোণ আৰু আদাৰে খাব পাৰা। তেজাল শাক-পাচলি আৰু আলুগুটিৰ আঞ্জা খাবা। জলপানৰ নিমিত্তে কোমল চাউল, চিৰা, মুড়ি, আখৈ, দৈ গাখীৰ, গুড় ভাল। গেলা, পঁচা আৰু বাহী খাদ্য অপৱিত্ৰ। মাংস অপৱিত্ৰ, কাৰণ তাৰ জীৱন নাই, সেই বাবে গেলিবলৈ আৰম্ভ হৈছে। মাংস খোৱাৰ পৰা দেহ পুষ্ট হলেও উদ্ভিদ-ভোজীৰ দেহতকৈ অধিক ৰুগীয়া হয়, মাংসভোজীৰ গাৰ ঘা সোনকালে নুশু কায় আৰু জ্বৰ হলেও জ্বৰৰ তাপ উদ্ভিদ ভোজীৰ দেহতকৈ অধিক ৰুগীয়া হয়। মাংসভোজীৰ গাৰ ঘা সোনকালে নুশুকায় আৰু জ্বৰ হলেও জ্বৰৰ তাপ উদ্ভিদ ভোজীতকৈ বেছি হয়। সদায় মাংস খোৱা মানুহৰ গাত বিবিধ বাতৰোগ হয়। কানি, ভাং, মদ আদি ৰাগীয়াল বস্তু অপৱিত্ৰ আৰু শৰীৰৰ পক্ষে অনিষ্টকাৰক। আমি যি শ্বাস ত্যাগ ক'ৰোঁ, সি অপকাৰী। তাৰ দ্বাৰা বায়ু দূষিত হয়। শ্বাস ত্যাগ কৰোঁতে আমাৰ দেহৰ ভিতৰৰপৰা ক্ষয় হোৱা অণুবিলাক বাহিৰ হয়। নিৰ্মল বতাহৰ লগত সেই অণু আঁতৰ হৈ নগলে আকৌ শ্বাস লোৱাৰ সমষ্টত আমাৰ দেহত সোমাই স্বাস্থ্য বেয়া কৰিব। শোৱনিঘৰত ৰাতিও যাতে বতাহ চলাচল কৰিব পাৰে তাৰ দিহা কৰা উচিত। অপথ্য বা গুৰুপাক বস্তু ভোজন, কোষ্ঠবদ্ধতা মল-মূত্ৰৰ বেগ ধাৰণ, দিবা নিদ্ৰা, ৰাতি জাগৰণ আৰু শুক্ৰক্ষয় এই ছটা কাৰণত শৰীৰত ৰোগ হয়। ৰ'দৰ পোহৰ, নিৰ্মল বায়ু, নিৰ্মল পানী, পুষ্টিকৰ অথচ লঘু আৰু পৰিমিত আহাৰ, অঙ্গচালনা আৰু জিৰণি, এই ছটা শৰীৰৰ বলদায়ক আৰু অতি লাগতিয়াল বস্তু।

দেহৰ ওপৰ ভাগ স্নানাদিৰ দ্বাৰা উত্তমৰূপে পৰিষ্কাৰ কৰি ৰাখিব লাগে। হাত-ভৰি বা দেহৰ যি কোনো অংশ অপৱিত্ৰ বোধ কৰিলেই ধুই পেলাব লাগে। আহাৰৰ পূৰ্বে আৰু পাচে আচমন কৰিবা। হাত-মুখ নোধোৱাকৈ কেতিয়াও কোনো বস্তু নাখাবা। চকুৰ পৰা অন্ন-ব্যঞ্জন উলিয়াওঁতে কাঠ বা লো আদি ধাতুৰ হেতাৰে বা নাৰিকলৰ কোৰোকাৰে উলিয়াব লাগে। হাত লগাব নালাগে। পিন্ধা কাপোৰ-কানি নিতৌ ধুই পখালি নিকা কৰিব লাগে। আগেয়ে কৈ আহিছোঁ যে শৌচ দুই প্ৰকাৰ, বাহ্য শুদ্ধি আৰু আভ্যন্তৰ শুদ্ধি। আভ্যন্তৰ শুদ্ধিৰ নিমিত্তে ঈশ্বৰোপাসনা কৰিব লাগে, সৎসঙ্গ আৰু সৎগ্ৰন্থ পাঠ কৰিব লাগে। নিষ্কৰ্মা হৈ থাকিব নালাগে। এলাহ দেহৰ পৰম শত্ৰু, উদ্যোগ পৰম মিত্ৰ। যাৰ দেহ অপৰিষ্কাৰ, পিন্ধা কাপোৰ-কানি অপৰিষ্কাৰ, তাৰ ওচৰৰ বায়ু অপৱিত্ৰ অণুৰে ভৰি থাকে। এতেকে তাৰ ওচৰত থকা মানুহবিলাকক সেই বিষাক্ত

বায়ুৱে আক্ৰমণ কৰিব পাৰে। মলিয়ন মানুহ, মলিয়ন কাপোৰ, মলিয়ন ঘৰৰ বিষাক্ত বায়ুৰপৰা ওচৰ চুবুৰীয়াৰো অমঙ্গল হয়। এতেকে সকলো মানুহেই শৌচাচাৰৰ নিয়ম পালন কৰা উচিত।

সূক্ষ্ম শৰীৰৰ পৱিত্ৰতা দেহীৰ বাসনা আৰু সঙ্কল্প আদিৰ ওপৰত নিৰ্ভৰ কৰে। যদি দেহীৰ বাসনা আৰু সঙ্কল্প অপৱিত্ৰ হয়, তেন্তে তাৰ অকল যে সূক্ষ্ম শৰীৰেই অপৱিত্ৰ হয় এনে নহয়, স্থুল শৰীৰৰ অন্নময় কোষো অপৱিত্ৰ হয়। ই স্থুল শৰীৰৰ লগত সূক্ষ্ম শৰীৰৰ ঘনিষ্ঠ সম্পৰ্ক আছে। সেই নিমিত্তে শৰীৰ বেয়া হলে মনো বেয়া হয়, মন বেয়া হলে শৰীৰো বেয়া লাগে। কু-সংসৰ্গ আৰু কু চিন্তাৰ পৰা সূক্ষ্ম শৰীৰৰ অনিষ্ট হয়। এতেকে অসৎ সঙ্গ পৰিত্যাগ কৰিবা আৰু মনলৈ কোনো কুচিন্তা আহিবলৈ নিদিবা।

"আচম্য প্ৰযতো নিত্যমূভে সন্ধ্যে সমাহিতঃ।
শুচৌদেশে জপঞ্জপ্যমুপাসিত যথা বিধিঃ॥"

দিন আৰু ৰাতিৰ সন্ধি সময়ক সন্ধ্যা বোলে। উভয় সন্ধ্যাত অৰ্থাৎ পুৱা আৰু সন্ধিয়া এই দুয়ো সন্ধ্যাতেই সংযতভাৱে আচমন কৰি নিতৌ পৱিত্ৰ ঠাইত বহি একাগ্ৰতাৰে সৈতে যথাবিধি জপ্য জপ কৰি ঈশ্বৰোপাসনা কৰিবা আৰু ঈশ্বৰৰ নাম কীৰ্তন কৰিবা। "সায়ং প্ৰাতস্তথা হোমং কুৰ্বীত নিয়তাত্মাবান।" নিয়তাত্মা হৈ সন্ধিয়া আৰু পুৱা হোম কৰিব লাগে।

জ্ঞান, তপস্যা, অগ্নি, আহাৰ, মাটি, মন, পানী উপানহ (খৰম বা পানৈ), বায়ু, কৰ্ম, সূৰ্য আৰু কাল, এইবিলাকে, মানুহক পৱিত্ৰ কৰে। সত্যৰ দ্বাৰা মন, শৌচৰ দ্বাৰা শৰীৰ আৰু জ্ঞানৰ দ্বাৰা বুদ্ধি শুদ্ধ হয়।

আমাৰ গোটেই গাটো জুখিলে ওজনত যিমান হ'ব, তাৰ দুই তৃতীয়াংশ পানী। ইয়াৰ ভিতৰত কিছু পানী আমি খোৱা ফল মূল আৰু আহাৰৰ পৰা উৎপন্ন হয়। যিমান পৰা যায়, সিমান পানী খোৱা ভাল। পানীয়ে নাড়ীৰ ভিতৰৰ মলবিলাক ধুই নিয়ে। পুৱা শুই উঠি আচমন কৰিয়েই পানী খাব লাগে। ৰাতি শুবলৈ যোৱাৰ আগতো পানী খাব লাগে। এটা তুলসীৰ পাত চোবাই খাই পানী খোৱা ভাল। ভোজন কৰোঁতে বা ভোজন কৰি উঠিয়েই অতি কম পৰিমাণে পানী খাবা। বেচিকৈ খালে আহাৰ জীৰ্ণ নিয়াবলৈ টান হ'ব। আহাৰ কৰাৰ ভালেখিনি সময়ৰ পাছত পানী খাবা। এজন মানুহে দিনে দুসেৰ পৰ্য্যন্ত পানী খাব পাৰে। যি পুখুৰীত গৰু-মহ আদি জন্তু নামি চৰে বা পানী খায় আৰু মানুহে কাপোৰ কানি, কাঁহী-বাটি আদি ধোৱে, তাৰ পানী খোৱা অনুচিত। যি পুখুৰীত গোবৰ-জাবৰ পৰি, মৰা জন্তু আৰু গছ-বন পচি ভেৰণি হৈছে, তাৰ পানী কেতিয়াও নাখাবা। তেনেকুৱা পানীত নানা তৰহৰ পোকে কণী পাৰে। সেই পানী খালে আমাৰ পেটলৈ সেই কণী গৈ পেটত পেলু হ'ব পাৰে। সন্নিপাত জ্বৰ, জহনী, গ্ৰহণী আদি সংক্ৰামক বেমাৰ পানীৰ দোষত হয়। চেঁচা পানী তপতাই উতলালে সেই পানীত কোনো ৰোগৰ জীৱাণু থাকিলে মৰি যাব। পাছে সেই পানী নিকা কাপোৰেৰে ছাকি এটা কলহত থৈ চেঁচা হ'লে খাব পাৰে। পানী ঘোলা হলে তাত অলপ ফিট্‌কিৰি পেলাই থলে পানীৰ মলিবিলাক তলত গৈ জমিব। তেতিয়া ওপৰত ফট্‌ফটীয়া পানীখিনি লাহেকৈ আন এটা পাত্ৰত বাকি লৈ কাপোৰেৰে ছাকি এটা মাটি কলহত বাকি জুইৰ ওপৰত থৈ তপতাবা, উতল আহিলে নমাই থবা, পাছে চেঁচা হলে পানী খাবৰ উপযুক্ত হয়।

তোমালোকে য'তে ত'তে থুই বা পিক্ নেপেলাবা। ঘৰৰ বেৰত, মজিয়াত বা চোতালত থুই, পিক্, খেকাৰ, শেঙুন- আদি পেলালে, সেইবিলাক শুকাই সেই ঠাইৰ বতাহৰ লগত উৰি আমাৰ নিশাহৰ লগত শৰীৰৰ ভিতৰলৈ যাব। যক্ষ্মা ৰোগীৰ থুই এইদৰে সুস্থ মানুহৰ শৰীৰলৈ গ'লে তাৰো সেই

ৰোগ হ'ব পাৰে। আমি কাহিলে বা হাঁচিয়ালে বা খেকাৰ শেঙুন পেলালে তাৰ অতি সূক্ষ্ম কণাবিলাক আমাৰ চাৰিওফালে উফৰি পৰে। তাত কোনো ৰোগৰ জীৱাণু থাকিলে আন মানুহৰ গাৰৈ যাব পাৰে। এতেকে থুই খেকাৰ আদি পেলাবৰ কাৰণে এটা কলপটুৱাৰ দোনা বা বহল মুখৰ বাহৰ চুঙা ৰাখিব লাগে। পাছে সেই দোনা বা চুঙা আঁতৰ কৈ পেলাব লাগে। কাহিব লাগিলে মুখত এখন গামোচা বা উৰ্মাল লোৱা ভাল। থকা, শোৱা, আৰু ৰন্ধা-বঢা কৰা ঘৰবিলাক সাৰি পুছি মচি-কাচি নিকাকৈ ৰাখিব লাগে। ঘৰৰ চুকে-কোণে মকৰাৰ জাল, আলাঞ্চু, কেঁচুমটা, ধূলি আদি জমিবলৈ দিব নালাগে। গোবৰ মাটিৰে ঘৰ মচিলে ঘঁহত ধূলি নহয়। অনেক ৰোগৰ জীৱাণু ধূলি কণাৰ লগত থাকে আৰু নিশাহত আমাৰ শৰীৰৰ ভিতৰলৈ সোমায় ৰোগ জন্মায়। ধূলি-কণা খাদ্যৰ লগত আমাৰ পেটলৈ গলেও ৰোগ হব পাৰে। যি ঘৰৰ ভিতৰত ৰ'দৰ পোহৰ নপৰে আৰু নিৰ্মল বতাহ চলাচল নকৰে, সেই ঘৰত ৰোগৰ জীৱাণুবোৰে বাহ লয়। বাটৰ ধূলি, বোকা, গোবৰ-জাবৰ, আদি খচকি আহিলে ভৰি-হাত ধুইহে ঘৰৰ ভিতৰলৈ সোমাৱা উচিত। ঘৰ সাৰোঁতে যিবোৰ জাবৰ ওলায়, সেইবোৰ ঘৰৰ আঁতৰ কৰি পশ্চিমফালে য'ত ৰ'দ পৰে, তেনেকুৱা ঠাইত পেলাই পুৰিব লাগে। ঘৰৰ চোতালৰ পৰা পানী বৈ যাবলৈ নলা কাটি দিব লাগে, যাতে পানী জমি গেৰেকণি নহয়। পানী জমি থকা ঠাইত মহে কণী পাৰে, সেই কণীৰ পৰা পোৱালী জগি মহৰ সংখ্যা বাঢ়ে, মহে কামুৰিলে এবিধ জ্বৰ হয়। পানী জমা হোৱা ঠাইত মাটি-তেল ঢালিলে মহৰ কণীবিলাক ঘোলা হয়, তাৰ পৰা পোৱালি নজগে। থকা ঘৰৰ পৰা নিলগত গৰুৰ গোহালী সাজিব লাগে। খাদ্য আৰু পানীৰ দোষত অনেক ৰোগ হয়। ৰোগ হলে অৱশ্যে চিকিৎসা কৰিব লাগিব। সকলো অৱস্থাতে সন্তোষ মনেৰে থাকিব লাগে মনৰ প্ৰফুল্লতাৰ পৰা ৰোগৰো কিছু উপশম হয়। থকা ঘৰৰ ওচৰত শেৱালি, মহানিম, বেল, তুলসী আদি গছ থাকিলে আৰু সুগন্ধি ফুলৰ গছ কলে বতাহ নিৰ্মল হয়। স্নান কৰি গাত চন্দন সানিব পাৰে। স্নান নকৰাকৈ কোনো অনুলেপন গাত লগোৱা অনুচিত।

ঈশ্বৰোপাসনাৰ মন্ত্ৰবিলাক শুদ্ধকৈ গাব লাগে। মন্ত্ৰৰ শব্দবিলাক এনেকৈ গঁথা যে শুদ্ধমতে মন্ত্ৰ মাতিলে তাৰ উচ্চাৰণৰ দ্বাৰা শক্তিৰ উৎপত্তি হয়। শব্দবিলাক পৰিবৰ্তন কৰিলে বা ভুলকৈ উচ্চাৰণৰ কৰিলে শক্তিৰো পৰিবৰ্তন বা হানি ঘটে। মন্ত্ৰ শক্তিৰ উদ্বোধক। যি মানুহে কোনো মন্ত্ৰ মাতি উপাসনা কৰে তাৰ জীৱন সুভাৱে পৰিচালিত হোৱা উচিত। নতুবা মন্ত্ৰ সাধনত তাৰ অনিষ্ট হ'ব। মন্ত্ৰ চিঞৰি চিঞৰি মাতিব নালাগে, মনে মনে অৰ্থ বুজি উচ্চাৰণ কৰিলেই তাৰ শক্তি উৎপন্ন হ'ব। কাৰণ, সি স্থূল দেহৰ গ্ৰাহ্য নোহোৱাত কেৱল সূক্ষ্ম দেহতেই পূৰ্ণৰূপে ক্ৰিয়া কৰে। যিবিলাক মানুহে শুদ্ধকৈ মন্ত্ৰ গাব নোৱাৰে বা মন্ত্ৰৰ অৰ্থ বুজি নাপায়, সেইবিলাকে কেৱল ওঁ মন্ত্ৰ জপ বা ঈশ্বৰৰ নাম-কীৰ্তন কৰিব পাৰে। * জয়ন্তী, ৫ জুন ১৯৩৮ ১ম বছৰ ১০ম সংখ্যা।

## ষষ্ঠ আধ্যা

### সদাচাৰ

মুনিবৰ মেধাতিথিয়ে শিষ্যবিলাকক সদাচাৰৰ বিষয়ে উপদেশ দিলে। অৰুন্ধতীয়ে তেওঁৰ ওচৰত বহি শুনি আছিল। তেওঁ ক'লে—"সৎ শব্দঃ সাধুবাচকঃ। তেষাং আচৰণং যস্তু সদাচাৰ স উচ্যতে।" অৰ্থাৎ সৎ শব্দই সাধু বুজায়, সাধুসকলৰ যি আচৰণ তাকে সদাচাৰ বোলে। মানুহে সমাজ পাতি বাস কৰে। প্ৰত্যেক মানুহে নিজৰ আৰু সমাজৰ উন্নতিৰ নিমিত্তে সাধু-সকলে যিবিলাক নীতি নিয়ম চলাই গৈছে, সেই-বিলাক মানি চলা উচিত। সজ আচৰণ ভদ্ৰতাৰ

লক্ষণ। ডাঙৰ মানুহৰ ঘৰত জন্মিলে বা ৰমকৃজমকৃকৈ বহুমূলীয়া বস্ত্ৰালঙ্কাৰ পিন্ধিলেই ভদ্ৰ নহয়। আচৰণৰ দ্বাৰাহে ভদ্ৰ নে অভদ্ৰ বুজা যায়। ভদ্ৰ হব খুজিলে নিস্বাৰ্থ হব লাগিব। নিজৰ দৰে আনৰো সুখ-দুখ বুজিব লাগিব। নীতি বুলিলে মানুহবিলাকৰ পৰস্পৰ আৰু ইতৰ জন্তুৰ প্ৰতি আচৰণ বুজায়। নীতি ধৰ্মৰ ওপৰত প্ৰতিষ্ঠিত। ধৰ্মনীতিৰ উদ্দেশ্য নিজৰ আৰু আন সকলো জীৱৰ মঙ্গল সাধন। সদাচাৰ ধৰ্মৰ সাৰ। সদাচাৰত ধৰ্ম, ধৰ্মৰ পৰা আয়ুস বাঢ়ে, কীৰ্তি লাভ হয়। যাৰ পৰা সকলো প্ৰভাৱ অৰ্থাৎ উন্নতি প্ৰচাৰ হয়, সেয়ে ধৰ্ম। ধাৰণ ধৰ্মৰ শক্তি। যি ধাৰণ-সংযুক্ত অৰ্থাৎ জন-সমাজৰ ৰক্ষাৰ উপযোগী সেয়ে ধৰ্ম। ধৰ্মই সকলোকে ধৰি আছে। প্ৰাণীৰ অহিংসাৰ নিমিত্তে ধৰ্মৰ প্ৰচাৰ হৈছে। যি সকলোকে আত্মবৎ ভাৱে, সকলোৰে সুহৃদ আৰু হিত সাধনত ৰত থাকে, তেওঁ সাধু। ধৰ্ম-শাস্ত্ৰৰ ঘাই উপদেশ "আত্মা এক", সকলোৰে প্ৰাণ একেই বস্তু। সকলোৰে ভিতৰত সেই এক অংশ বিদ্যমান। জগতত দেহ আৰু মন আছে। এই সকলো দেহ আৰু মন পৰস্পৰৰ লগত আত্মৰূপ একেগছ সূতাতে গঁথা আছে। যেতিয়ালৈকে সকলো দেহ আৰু মন আন আন দেহ আৰু মনৰ লগত দেখাত ইন্দ্ৰিয় জ্ঞানেদি বেলেগ হলেও এক অখণ্ড চৈতন্যৰ দ্বাৰা অনুপ্ৰাণিত বুলি বুজিব পৰা নাযায়, তেতিয়ালৈকে সিহঁতৰ যথাৰ্থ সম্পৰ্ক উপলব্ধি নহয়। তোমালোকে এইটো নিশ্চয়কৈ জানি থবা যে এক অদ্বিতীয় পৰমেশ্বৰ সকলোৰে পিতা। আমি সকলো মানুহ, সকলো প্ৰাণী তেওঁৰ সন্তান। এক আত্মা সকলো জীৱতে আছে, প্ৰত্যেক জীৱাত্মা সেই পৰমাত্মাৰ অংশ। যেনেকৈ এক বিন্দু জলত জলৰ সমুদায় উপাদান বৰ্তমান, তেনেকৈ ঈশ্বৰ প্ৰত্যেক পৰমাণুত পূৰ্ণভাৱে বৰ্তমান আছে। তেওঁ সৰ্বব্যাপী আৰু সকলোৰে অন্তৰাত্মা। তেওঁ সৰ্বজ্ঞ, চেতন স্বৰূপ, ইয়াকে জানি কাকো হিংসা নকৰিবা, কাৰো অনিষ্ট নকৰিবা। পৰৰ উপকাৰ কৰিলে পণ্য আৰু অপকাৰ কৰিলে পাপ হয়। আনে যিৰূপে ব্যৱহাৰ কৰিলে তুমি বেয়া পোৱা, তুমিও আনৰ প্ৰতি তেনে ব্যৱহাৰ নকৰিবা। যি ৰূপ আচৰণৰ দ্বাৰা আত্ম-প্ৰসাদ লাভ কৰা যায় সেই ৰূপ আচৰণ কৰিবা।

যিবিলাক গুণৰ দ্বাৰাই মানুহৰ ভিতৰত ঐক্য বা মিল হয়, সেই বিলাকক দৈৱী সম্পদ বোলে। যথা— অভয়, চিত্ত-শুদ্ধি, জ্ঞান-যোগ, ইন্দ্ৰিয়-সংযম, যজ্ঞ, বেদাদি অধ্যয়ন, তপস্যা, সৰলতা, অহিংসা সত্য, প্ৰেম, অক্ৰোধ, পৰনিন্দাত্যাগ, সকলো জীৱলৈ দয়া, দান, নিৰ্লোভ, কু-কাৰ্যলৈ লাজ, অচঞ্চলতা, উদ্যম, ক্ষমা, ধৈৰ্য, শৌচাচাৰ, শিষ্টাচাৰ আৰু নিয়ম।

যিবিলাক দোষৰপৰা মানুহৰ ভিতৰত অমিল আৰু অপ্ৰীতি হয় সেইবিলাকক আসুৰিক সম্পদ বোলে। যথা--দম্ভ, দৰ্প, অভিমান, ক্ৰোধ, লোভ, নিৰ্দয়তা, অজ্ঞানতা, হিংসা, খলতা। লোভৰ পৰাই কাম, ক্ৰোধ আৰু মোহৰ উৎপত্তি হয়।

পৰশ্ৰীকাতৰ পৰদ্ৰোহী যিটো জন,
পৰনিন্দা কৰে পৰদোষ দৰশন,
মুখত মিচিকি হাঁহি হিয়াত গৰল,
তেনুৱা দুৰ্জন লোক জানিবাহা খল।

খল-স্বভাৱৰ মানুহেই টুটকীয়া হয়। আগৰ বুঢ়ালোকে কৈ গৈছে, "নাগনি নহলে জুই নজ্বলে, টুটকীয়া নহলে গাঁও নাভাগে।" নীচ মানুহে আনৰ তিলমান দোষ দেখিলেও তাকে ডাঙৰ কৰি ৰটি ফুৰে, কিন্তু নিজৰ বেলমান দোষ থাকিলেও নেদেখে। আত্মা জ্ঞান সকলো জ্ঞানতকৈ শ্ৰেষ্ঠ। যি সকলোকে আত্মবৎ দেখে, তেওঁৰ হৃদয়ত সাম্যভাৱ জাগি উঠে। আত্ম-জ্ঞানৰ প্ৰভাৱত তেওঁ ব্ৰহ্ম-পদ লাভ কৰে। পৰস্পৰৰ প্ৰতি সহানুভূতিৰ দ্বাৰা মানুহৰ ভিতৰত মিলন হয়, সমাজত ঐক্য সাধন কৰিব পৰা হয়। সাধুলোকৰ এটি প্ৰধান গুণ হৈছে সত্যবাদিতা। "মই উপজিবৰ পৰা কেতিয়াও মিছা কথা কোৱা নাই"— এই আৰাৰ কথা সাধুসকলৰ প্ৰিয় বাক্য। বাস্তৱিকতে যি জীৱনত কোনো দিন মিছা কোৱা

নাই, তেওঁ সাধু পুৰুষ হ'বই হ'ব। কথাই কথাই শপত খাব নাপায়। প্ৰতিজ্ঞা কৰিলে তাক ৰক্ষা কৰাই পুৰুষাৰ্থ। পৰম ব্ৰহ্ম সত্য আৰু পুণ্যস্বৰূপ। ব্ৰহ্মানুসৰণ কৰিবলৈ হলে সত্যবাদী হোৱা নিতান্ত আৱশ্যক।

'সত্যাই সাধুৰ ধৰ্ম, ধৰ্ম সনাতন,
সত্যকেহে সেৱা কৰে যিজন সুজন।
সত্যাই পৰম গতি, সত্য ধৰ্ম তপ;
ব্ৰহ্ম সনাতন সত্য,—সত্য যোগ জপ।"

দেহ, মন আৰু বাক্যক আশ্ৰয় কৰি মানুহে কৰ্ম কৰে।

শুভাশুভ ফলং কৰ্ম্ম মনোবাক্‌দেহসম্ভৱ'।
কৰ্ম্মজা গতয়ো নৃণামুত্তমাধমমধ্যমাঃ॥

দেহ, মন আৰু বাক্যৰপৰা উদ্ভৱ হোৱা কৰ্মই শুভাশুভ ফল উৎপন্ন কৰে, আৰু সেই কৰ্মফলৰ পৰাই মানুহৰ উত্তম, অধম আৰু মধ্যম গতি লাভ হয়।

মনৰপৰা সকলো তৰহৰ ভাৱৰ উৎপত্তি হয়। এতেকে মনক সংযত কৰিব লাগিব। মন সদায় বাসনাৰ অনুগামী। মন যাতে বাসনাৰ দাস নহয়, তাৰ চেষ্টা কৰিব লাগিব। আমাৰ চকু, কাণ, নাক, জিভা, আৰু ছাল এই পাঁচোটাক জ্ঞানেন্দ্ৰিয় বোলে, পায়ু, উপস্থ, হাত, ভৰি আৰু বাক্য, এই পাঁচোটাক কৰ্মেন্দ্ৰিয় বোলে, মনক একাদশ ইন্দ্ৰিয় বা ইন্দ্ৰিয়বিলাকৰ ৰজা বোলে।

মনক জয় কৰিব পাৰিলে অৰ্থাৎ নিজৰ অধীনত ৰাখিব পাৰিলে বাকী দহোটা ইন্দ্ৰিয়ক সংযত কৰিব পাৰি। এতেকে মনঃ-সংযমত যত্নবান হোৱা কৰ্তব্য। যেতিয়া মনটো কু-বাটে যাব খুজিব, তেতিয়া তাক ওভোতাই সুবাটলৈ আনিব লাগিব। আত্ম-সংযমৰ এয়ে যাই উপায়। ইয়াক মনোদণ্ড বোলে। দ্বিতীয় উপায় বাক্‌দণ্ড। কথা কোৱাৰ পূৰ্বে হিতাহিত বিচাৰ কৰি কথা ক'ব লাগে। মুখত যি আহে তাকে ক'ব নাপায়। কথা যিমান কম কোৱা যায় সিমানেই ভাল। মনৰ সংকল্প আৰু মুখৰ বাক্য যাতে ব্যৰ্থ নহয়, তাৰ নিমিত্তে বাক্‌সংযম আৰু মনঃ-সংযমৰ সাধনা আৱশ্যক। মনঃ-সংযমৰ প্ৰশস্ত উপায় সংকল্প ৰক্ষাৰ সাধনা। আগৰ বুঢ়ালোকে কৈ গৈছে, 'কথাৰ মূৰত বঁটা পায়, কথাৰ মূৰত কটা যায়'। শাস্ত্ৰত আছে,—

"সত্যং ব্ৰুয়াৎ প্ৰিয়ং ব্ৰুয়াৎ মা ব্ৰুয়াৎ সত্যমপ্ৰিয়ম্।
প্ৰিয়ং চ নানৃতং ব্ৰুয়াৎ এষ ধৰ্মঃ সনাতনঃ॥"

সঁচা কথা কবা, প্ৰিয় কথা কবা, অপ্ৰিয় কথা সত্য হলেও নক'বা, মিছা কথা প্ৰিয় হলেও নকবা, এয়ে সনাতন ধৰ্ম। তৃতীয় উপায় কায়দণ্ড। ভৌতিক দেহৰ ইন্দ্ৰিয়বিলাকক দমন কৰি ৰখা আৱশ্যক। সেই নিমিত্তে বাল্যকালৰে পৰা সংযম অভ্যাস কৰিব লাগে। দেহ অভ্যাসৰ দাস। তপস্যাৰ দ্বাৰা অভ্যাস কৰাই দিলে দেহক অভ্যস্ত বাটেদি চলাবলৈ আৰু টান নহ'ব।

গুৰুজন ও তত্ত্বজ্ঞানী সাধুসকলৰ পূজা, শৌচাচাৰ, সৰলতা, ব্ৰহ্মচৰ্য আৰু অহিংসা, এইবিলাকক শাৰীৰিক তপস্যা বোলে।

কাবো উদ্বেগজনক নহয়, এনেকুৱা সত্য আৰু প্ৰিয় আৰু হিতকৰ বাক্য আৰু যথাবিধি বেদাদি শাস্ত্ৰ অধ্যয়ন, এইবিলাকক বাচিক তপস্যা বোলে।

আত্ম-প্ৰসাদ বা অন্তৰাত্মাৰ পৰিতোষ, সৰ্বত্ৰ সমদৰ্শন, মৌন (বাক্য-নিয়মন), ইন্দ্ৰিয়সংযম, অক্ৰূৰতা, আৰু ভাৱসংশুদ্ধি (আনৰ লগত অকপট ব্যৱহাৰ), এইবিলাকক মানসিক তপস্যা বোলে। যি মানুহে সকলো জীৱৰ প্ৰতি দয়া প্ৰকাশ কৰে, তেওঁৰ মঙ্গল হয়, যিৰূপ ব্যৱহাৰ নিজৰ পক্ষে কষ্টজনক, তেনেকুৱা ব্যৱহাৰ কাকো কৰা উচিত নহয়। মন, বাক্য আৰু কায়দণ্ডৰূপ তিনি দণ্ড বা লাখুটি ধাৰণ কৰিলে ন্যায় পৰায়ণতা আৰু সজ চৰিত্ৰ লাভ কৰি সুখে-সন্তোষে সংসাৰত চলিব পাৰিব। সকলো পাপৰ মূল ঘৃণা, তাৰ ফল দুখ। অৱশ্যে পাপক ঘিণ কৰিবা, কিন্তু পাপীক ঘিণ নকৰিবা মানুহে মানুহক কেতিয়াও ঘিণাব নাপায়।

নিস্বাৰ্থ প্ৰেমৰপৰা আমাৰ আত্মত্যাগৰ বাসনা জন্মে আৰু সৰ্বসাধাৰণৰ হিতসাধন কৰিবলৈ প্ৰবৃত্তি হয়। এতেকে তেনেকুৱা প্ৰেমেই ধৰ্মৰ মূলস্বৰূপ। তাৰ দ্বাৰাই ঐক্য লাভ হয়। ঘৃণা পাপৰ মূল। ইয়াৰ পৰা ভেদ বা পৃথক ভাৱৰ উৎপত্তি হয়। যাক আমি ভাল পাওঁ, তাৰ নিমিত্তে ত্যাগ স্বীকাৰ কৰোঁ, এই ত্যাগ স্বীকাৰত আনন্দ পোৱা যায়। যথাৰ্থ আনন্দ ত্যাগৰ পৰা পোৱা যায়, সেয়ে আত্ম-প্ৰসাদ, জীৱাত্মাৰ আনন্দ। গ্ৰহণত যি আনন্দ পোৱা যায়, সি দেহৰ।

ঈশ্বৰ ৰজা, পিতৃ-মাতৃ, শিক্ষাদাতৃ, জ্ঞানী আৰু ধৰমীলোক আৰু বুঢ়ালোকসকল মানুহৰ পূজনীয় গুৰু। ঈশ্বৰলৈ প্ৰেম থকাৰ নিমিত্তেই আমি তেওঁৰ সাধনা আৰু উপাসনা কৰোঁ, তেওঁৰ প্ৰিয় কাৰ্য কৰিবলৈ ইচ্ছা কৰোঁ। প্ৰহ্লাদ আৰু ধ্ৰুৱৰ দৰে ভক্ত হবলৈ বাঞ্ছা কৰোঁ। যাৰ ঈশ্বৰলৈ শ্ৰদ্ধা ভক্তি নাই, সি জীৱন ধাৰণ কৰা অসাৰ্থক। তাৰ পদে পদে পৰাভৱ দেখা যায়। ৰজা যদি ন্যায়পৰায়ণ আৰু প্ৰজাবৎসল হয়, দুষ্টক দমন আৰু সন্তক পালন কৰি শান্তি ৰক্ষা কৰে, তেন্তে প্ৰজাসকলে অৱশ্যে তেওঁক ভক্তি কৰিব।

দেশৰ হিত সাধন কৰা আৰু জাতীয় গৌৰৱ ৰক্ষা ৰাজভক্তিৰ নিচিনা সদ্‌গুণ বুলি জানিবা। দেশৰ সকলো মানুহৰে স্বদেশানুৰাগ আৰু স্বজাতি প্ৰেম থকা উচিত। সকলোৰেই স্বদেশৰ নিমিত্তে আৱশ্যক হলে প্ৰাণ দিবলৈকো কুণ্ঠিত হোৱা উচিত নহয়। জাতীয় উন্নতি সকলোৰে গুটীয়া আৰু পাৰিবাৰিক উন্নতিৰ ওপৰত নিৰ্ভৰ কৰে। জাতীয় গৌৰৱ ৰক্ষা কৰিব খুজিলে দেশৰ লোকসমূহৰ সুখত সুখী, দুখত দুখী হব লাগিব, সমূহৰ উন্নতি বা অৱনতিক নিজৰ বুলি বোধ কৰিব লাগিব।

ল'ৰা-ছোৱালীবিলাক সম্পূৰ্ণৰূপে পিতৃ-মাতৃৰ আজ্ঞানুবৰ্তী হোৱা উচিত। পিতৃ-মাতৃক আৰাধ্য দেৱতাস্বৰূপে যথাসাধ্য সেৱা শুশ্ৰূষা কৰা, শ্ৰদ্ধা ভক্তি কৰা সন্তানৰ কৰ্তব্য। পিতৃ-মাতৃৰ দৰে শিক্ষা-গুৰুও পূজ্য। তেওঁ মান্য আৰু সেৱা লাভৰ উপযোগী। বহুদৰ্শন আৰু অভিজ্ঞতাৰ পৰা বুঢ়া-লোকসকলে যি জ্ঞান আৰ্জি লৈছে, সেয়ে তেওঁলোকৰ সাঁচতীয়া ধন। তেওঁলোকে সেই জ্ঞান নিজৰ ইচ্ছামতে উপযুক্ত শ্ৰদ্ধাবান ধীৰ শিক্ষাৰ্থীক দান কৰে। এতেকে, তেওঁলোকক উপযুক্ত সন্মান দেখুৱা উচিত। জ্যেষ্ঠ ভ্ৰাতা পিতৃৰ দৰে মান্য। তোমালোকে মন দি 'ৰামায়ণ' পঢ়িবা। শ্ৰীৰামচন্দ্ৰৰ পিতৃ মাতৃৰ প্ৰতি ভক্তি, ভ্ৰাতৃ স্নেহ, দাম্পত্য প্ৰেম, প্ৰজা বাৎসল্য আদি সদ্‌গুণবিলাকৰ অধিকাৰী হবলৈ চেষ্টা কৰিবা। তেওঁক জীৱনৰ আদৰ্শ কৰিবাঁ।

গুৰুজন আহিলে উঠি গৈ সেৱা-সৎকাৰ কৰি বহিবলৈ আসন দিবা, নম্ৰভাৱে তেওঁলোকৰ আগত প্ৰীতি-জনক কথা কবা। যাবৰ সময়ত তেওঁলোকৰ পাচে পাচে অলপ দূৰ গৈ তেওঁলোকক আগবঢ়াই থৈ নমস্কাৰ কৰি উভতি আহিবা। তেওঁলোকক কোনো কথাত বেজাৰ নিদিবা।

গুৰু বা মান্যজনৰ আগত হাত-ভৰি মেলি বা ঠেংৰ ওপৰত ঠেং তুলি বা ভৰি নচুৱাই নাথাকিবা। আলাপত নিজৰ প্ৰশংসা বা পৰৰ নিন্দা নকৰিবা, দম্ভ, অভিমান বা কঠুৱা ব্যৱহাৰ পৰিত্যাগ কৰিবা। শত্ৰুও যদি তোমালোকৰ ঘৰলৈ আহে, তেন্তে তাৰ লগত মিত্ৰৰ দৰেই ব্যৱহাৰ কৰিবা।

আঁকৰা, অজলা, বলিয়া, বিৰূপ, অঙ্গহীন, দীন-দুখীয়া বা বুঢ়া-মানুহ দেখিলে উপহাস বা ইতিকিং নকৰিবা। ভৰিৰে আসন টানি আনি বহা অনুচিত।

মান্যৱন্ত লোকৰ আগত তামোল, ধপাত আদি নাখাবা, বা মুখত কোনো বস্তু চোবাই কথা নাপাতিবা, খেকাৰ শেঙুন বা থুই নেপেলাবা, কাহ বা হাঁচি আহিব খুজিলে অলপ আঁতৰ হৈ যাবা। দাঁত কৰচিব বা নিজৰ দেহত নিজে তাৰণা কৰিব নেপায়। সদায় পোন হৈ বহিবাঁ, পোন হৈ খোজ কাঢ়িবাঁ, কুঁজা হৈ নুফুৰিবাঁ।

মেলত বা সমাজত বহি ফুচ্‌ফুচাই কথা কোৱা, বা সুহুৰি মৰা, বা বৰকৈ ঢেকঢেকাই হঁহা অনুচিত। এজনে কৈ থাকোঁতে কথা নকবা, তেওঁৰ কথা শেষ হ'লে তোমাৰ কথা ক'বা। কেতিয়াও নখ নাকা-মুৰিবা, কথা পাতোতে কাণ, মূৰ, নাক আদি নেটানিবা বা নখজুৰাবা, মুখত আঙুলি নুসুমাবা। কোনো নিলাজ মাত মুখেদি নামাতিবা। কোনো তিৰোতাৰ মুখলৈ একেথিৰে চাই নাথাকিবা। তিৰোতা সকলক মাতৃজাতি বুলি সদায় মান্য কৰিবা। অকস্মাতে নাকত ধৰি নাটানিবা, ভূমিত নখেৰে আখৰ নিলিখিবা, দুই হাত একেলগ কৰি নিজৰ মূৰ নখজুৰাবা, নিজৰ অঙ্গ প্ৰত্যঙ্গৰ দ্বাৰা কেতিয়াও কোনো ৰূপ অবিহিত, বা বেয়া আচৰণ নকৰিবা। দৈহিক, মানসিক আৰু বাহ্যিক পৰিশ্ৰমৰ পাছত মাজে মাজে জিৰণি লবলৈ নাপাহৰিবা। সন্ধিয়া পৰত ভোজন, ৰমণ, নিদ্ৰা, চিন্তা, অধ্যয়ন, আদান-প্ৰদান, তঁাত সূত বোৱা অনুচিত। উত্তম-ৰূপে বিচাৰ কৰি কথা কবা, নভবা নিচিন্তাকৈ হঠাৎ উত্তৰ নিদিবা। শত্ৰুৰ গুণ দেখিলেও গ্ৰহণ কৰিবা, গুৰুৰ দোষ দেখিলেও বৰ্জন কৰিবা। ২।৪ জন লোক শুই থাকিলে তাৰ ওপৰেদি দেই নাযাবা, গুৰুজনৰ ছাঁত ভৰি নিদিবা, নীচ মানুহো যদি ঘৰলৈ আহে, তাক অনাদৰ নকৰি বহিবলৈ দিবা, তামোল-পাণ জল আদি দি কুশল প্ৰশ্ন কৰিবা, কিবা মাগিবলৈ আহিলে সমৰ্থ হলে দান কৰিবা, অপাৰগ হলে মিঠা কথাৰে সমিধান দিবা। সদায় একে সময়ত আহাৰ আৰু বিশ্ৰাম কৰিবা। সদায় একে সময়ত হাত মুখ ধুই শুচি হৈ পূব মুখে বা উত্তৰ মুখে বহি বাক্য-সংযম কৰি প্ৰফুল্ল মনেৰে অন্ন ভোজন কৰিবা। একাদশী, পূৰ্ণিমা, অমাৱস্যা আৰু আন নিষিদ্ধ দিনত লঘোন দিব লাগে। অসমৰ্থ হ'লে ফল মূল, গাখীৰ বা হৱিষ্যান্ন খাব পাৰে। দেওবাৰে মাছ, মাংস আৰু লোণ খাব নাপায়। অন্য মানুহে খাই পাতত এৰা অন্ন বৰ্জন কৰিবা। চুৰা মুখে কথা পতা, হহাঁ বা পঢ়া অনুচিত। ভগা শয্যা বা পাত্ৰ বৰ্জন কৰিবা। এখন মাথোন বস্ত্ৰ পিন্ধি ভোজন নকৰিবা। কোনো কাৰণত মূৰ্খত আঙুলি সুমুৱালে, সেই হাত নোধোৱাকৈ নাথাকিবা। বিনা কাৰণত ঘনে ঘনে মূৰ তিয়াব নাপায়। মূৰ ধোৱাৰ পাচত মূৰত তেল নাসানিবা। খোজ কাঢ়ি গৈ থাকোঁতে, থিয় হৈ মলমূত্ৰ ত্যাগ কৰা বা কোনো খাদ্য খোৱা অনুচিত। বাটেদি যাওঁতে কোনো দেৱালয়, মঠ, মন্দিৰ দেখা পালে নমস্কাৰ কৰিবা। বাটত কোনো সাধু সজ্জনক, গুৰুজন বা বুঢ়ামানুহ লগ পালে নমস্কাৰ কৰিবা। লৰা, ছোৱালী, কণা, কুঁজা, খোৰা বা বলিয়া মানুহ আৰু বুঢ়া মানুহ তিৰোতা আৰু মান্যৱন্তজনক বাট এৰি দিবা। চুলি বা পোক আদি থকা অন্ন, কুকুৰ-মেকুৰী আদিয়ে খোৱা বা সুঙা অন্ন আৰু মাখি পৰি থকা অন্ন নাখাবা। হঠাৎ কোনো অশুচি বস্তু দেখিলে বা চুলে সূৰ্য্যদৰ্শন কৰিবা, দক্ষিণ কাণ চুবা। ৰ'দত বাট বুলিব লাগিলে কাণ দুখন ঢাকি পাগুৰি মাৰি গ'লে বা এখন গামোচা বা চেলেং কাপোৰেৰে, কাণ, মূৰ আৰু গলধন, ঢাকি গ'লে ৰ'দে পীড়িব নোৱাৰে। ক্ষুদ্ৰই হওক বা গুৰুতৰেই হওক, শৌচৰ সময় উপস্থিত হলে কেতিয়াও পলম নকৰিবা। দেহ, মন, আৰু বাক্য পৱিত্ৰ ৰাখি ৰাতি সোনকালে শুবলৈ যাবা, ব্ৰহ্মমূহূৰ্ত্তত শয্যা ত্যাগ কৰিবা।

"ষড়্‌দোষাঃ পুৰুষেনেহ হাতব্যা ভূতিমিচ্ছতা।
নিদ্ৰা, তন্দ্ৰা, ভয়ং, ক্ৰোধং, আলস্যং দীৰ্ঘসূত্ৰিতা॥

নিদ্ৰা, তন্দ্ৰা, ক্ৰোধ, ভয়, এলাহ আৰু হেমাহি এই ছটা দোষ এৰিব নোৱাৰিলে কোনো মানুহে বিভূতি লাভ কৰিব নোৱাৰে।

"উদ্যমেন হি সিধ্যন্তি কাৰ্য্যানি ন মনোৰথৈঃ।" উদ্যম কৰিলেহে কাৰ্য সিদ্ধি হয়, কেৱল ইচ্ছা কৰিলেই নহয়।

* জয়ন্তী, ২০ জুলাই ১৯৩৮, ১ম বছৰ ১৩শ সংখ্যা।

## সপ্তম আধ্যা

### নিত্যকৰ্ম, পঞ্চযজ্ঞ আৰু সংস্কাৰ

চাওঁতে চাওঁতেই অৰুন্ধতীয়ে আঠবছৰ পাৰ হৈ নবছৰত ভৰি দিলে। ইয়াৰ ভিতৰতে তেওঁ লিখিব পঢ়িব পৰা হ'ল। তেওঁৰ হাতৰ আখৰ-বিলাক ধুনীয়া, গোট গোট, মুকুতাৰ নিচিনা। তেওঁ গণিত আৰু চিত্ৰবিদ্যাও অলপ শিকিলে, মাটিৰ সুন্দৰ সুন্দৰ পুতলা সাজি তেওঁ খেমালি কৰে। মাকে তেওঁক ৰন্ধা-বঢ়া শিকায়, আখৈ, চিড়া, লাড়ু, পিঠা আদি কৰিবলৈও শিকায়, সূতা কাটি কাপোৰ ববলৈ, গীত গাবলৈ আৰু বীণ বজাবলৈ শিকায়। যেতিয়া অৰুন্ধতীয়ে গা ধুই চুলি আঁচুৰি চন্দনৰ ফোঁট লৈ ঈশ্বৰোপাসনা কৰি ফুলৰ মালা, ফুলৰ মুকুট আৰু খাৰু পিন্ধি ওলাই অহা বেলিটোৰ ফালে মুখ কৰি, চন্দ্ৰ-ভাগাৰ পাৰৰ শিলত বহি বীণ বজাই গীত গায়, তেতিয়া তেওঁক এগৰাকী বন-কুঁৱৰী বা স্বৰগৰ অপেশ্বৰী যেন দেখা যায়।

মহৰ্ষি মেধাতিথিয়ে ব্ৰহ্মচাৰী ঋষিকুমাৰ-বিলাকৰ দৰে অৰুন্ধতীকো ধৰ্ম-নীতি শিক্ষা দিছিল। এদিন এজন বুঢ়া মানুহ ভোকত কলমলাই মহৰ্ষিৰ বহাত আহি ওলাইছিল। সি দুদিন একো খাবলৈ পোৱা নাছিল। তেতিয়া দুপৰীয়া সময়। অৰুন্ধতীয়ে খাবলৈ বাহিছিল মাথোন। এনেতে বুঢ়াজনে বাহিৰৰ পৰা "আই, ভোকত প্ৰাণ যায়" বুলি কোৱা শুনি ততালিকে তেওঁ ওলাই আহিল, আৰু নিজৰ ভাগৰ ভাত-আঞ্জাখিনি আনি বুঢ়াজনক খাবলৈ দিলে; বুঢ়াৰ ভোক নুগুচাত মহৰ্ষিয়ে তেওঁৰ ভাৰ্য্যাৰ ভাগৰ ভাতখিনিও দিবলৈ কলে, অৰুন্ধ-তীয়ে আনন্দ মনেৰে সেইখিনিও আনি বুঢ়া-জনক দিলেহি। বুঢ়াই পেট ভৰাই খাই অৰুন্ধ-তীক পাৰে মানে আশীৰ্বাদ দি গুচি গ'ল। অৰুন্ধতী ইমান মৰমিয়াল যে পোহনীয়া পছ-চৰাই-বিলাককো নিতৌ অন্ন দিয়ে, ফুলনিৰ ফুল পুলি-বিলাকতো পানী দিয়ে। অৰুন্ধতীয়ে ৰামায়ণ পঢ়ে। ভাল ভাল শ্লোকবিলাক দিনে ২।৩ টাকৈ আওৰায়।

ব্ৰহ্মচাৰী শিষ্যবিলাকে পাল পাতি লৈ আশ্ৰমৰ সকলো কামকে কৰে। পালমতে কোনোৱে খেতি কৰে, কোনোৱে গৰু চৰায়, কোনোৱে ধান বানি চাউল উলিয়ায়,- কোনোৱে পানী কঢ়িয়ায়, কোনোৱে খৰি লুৰি আনে, ফল-মুল, ফুল, তুলসী, বেলপাত, কুশ আদি আনে, দেৱালয় আৰু ছাত্ৰশালি সাৰি-পুচি মচি চফা কৰে, বিদ্যাশিক্ষাও কৰে। মহৰ্ষিৰ তলত আৰু কেইবা-জনো ঋষিয়ে শিক্ষকৰ কাম কৰে। তেওঁলোকে বেদ, উপনিষদ, বেদাঙ্গ (শিক্ষা, কল্প, নিৰুক্ত, ছন্দ আৰু ব্যাকৰণ), গণিত, আৰু ফলিত জ্যোতিষ স্মৃতি পুৰাণ আৰু ইতিহাস, দৰ্শন, শব্দকোষ, আয়ুৰ্বেদ, ধনুৰ্বেদ, গন্ধৰ্ববেদ (সঙ্গীত শাস্ত্ৰ), কৃষি আৰু শিল্পবিদ্যা, ধৰ্মনীতি আৰু অৰ্থনীতি আদি শিক্ষা দিয়ে। আমি যি সময়ৰ কথা লিখিছোঁ, তেতিয়া এতিয়াৰ দৰে বৰ্ণভেদ নাছিল। ব্ৰহ্মচাৰী-বিলাকৰ ভিতৰত যাৰ যি বিষয়ে ৰাপ বেছি, তেওঁক সেই বিষয়ে শিক্ষা দিয়া হৈছিল। যাতে প্ৰত্যেক ব্ৰহ্মচাৰীয়ে নিজৰ অভিৰুচি মতে যি কোনো এটা বিদ্যা শিকি আগলৈ উপযুক্ত গৃহস্থ হৈ নিজৰ আৰু সমাজৰ হিত-সাধন কৰি সুখেৰে জীৱিকা নিৰ্বাহ কৰিব পাৰে, সেয়ে শিক্ষাৰ উদ্দেশ্য আছিল। তেতিয়াৰ দিনত কোনো ব্যৱসায়কে হীন বুলি ধৰা নহৈছিল। ব্ৰহ্মচাৰীবিলাকে সকলো কাম কৰে। সেইবাবে তেওঁলোকৰ জাত নগৈছিল। ৰ'দ, বতাহ, জুই, পানী আৰু ভূমিৰ নিচিনাকৈ এই আশ্ৰমৰ বিদ্যাপীঠৰ দুৱাৰ সকলোলৈকে মুকলি। যাতে সকলো ল'ৰা-ছোৱালীয়ে জ্ঞান আৰু ধৰ্ম লাভ কৰি মানৱত্বৰ বিকাশ কৰিবলৈ সুযোগ পায়, সেই উদ্দেশ্যে এই আশ্ৰম স্থাপন কৰা হৈছিল।

আশ্ৰমৰ ব্ৰহ্মচাৰীসকলৰ নিত্যকৰ্মৰ পদ্ধতি এই—পুৱা ব্ৰহ্মমুহূৰ্ত্তত জাগৰিত হৈ এই বুলি ঈশ্বৰক স্মৰণ আৰু প্ৰণাম কৰে—

ওঁ নমস্তে নমস্তে বিভো বিশ্বমূৰ্তে
নমস্তে নমস্তে চিদানন্দ মূৰ্তে
নমস্তে নমস্তে মমাভীষ্ট মূৰ্তে
নমস্তে নমস্তে মনোতীত মূৰ্তে।

মনে মনে গুৰুদেৱক প্ৰণাম কৰি সেই দিনৰ কৰ্তব্য কৰ্মবিলাক চিন্তা কৰে॥ পাছে শয্যাৰপৰা উঠি পৃথিৱীক নমস্কাৰ কৰি দক্ষিণ ভৰিটো আগেয়ে মাটিত পেলাই চকু-মুখ ধুই তলত লিখা মন্ত্ৰটো মাতি এটা তুলসীৰ পাত চোবাই এবাতি পানী খায়—

ওঁ লোকেশ চৈতন্যময়াধিদেৱ
মঙ্গল্য বিষ্ণো ভবদাজ্ঞয়ৈৱ
হিতায় লোকস্য তৱ প্ৰিয়াৰ্থং
সংসাৰযাত্ৰামনুৱৰ্তয়িষ্যে।

পাছে এলোটাকৈ পানী লৈ মূত্ৰপুৰীষ ত্যাগ কৰিবলৈ যায়। তাৰ পাচত মাটি-পানী লৈ হাত-ভৰি ধুই শুচি হৈ দিনত সূৰ্য, ৰাতিত চন্দ্ৰ বা তৰা, বা সেইবিলাক সম্ভৱ নহলে অগ্নি দৰ্শন কৰি দাঁত-মুখ ধোৱে। মল-মূত্ৰ ত্যাগ কৰোঁতে দিনত উত্তৰ মুখে আৰু ৰাতি দক্ষিণ মুখে কৰে। পূব ফালে বা উত্তৰ ফালে মুখ কৰি দন্ত-ধাৰন কৰি দাঁতোনৰ কাঠ আঁতৰকৈ পেলায়। দাঁত-মুখ ধোৱা হলে গাত সৰিয়হৰ তেল মালিচ কৰি, মূৰত তিল বা নাৰিকলৰ তেল সানি স্নান কৰিবলৈ যায়, লগত চুৰিয়া, গামোচা, অলপ তিল, ফুল, কুশ, দূৰ্বালৈ যায়, চতুৰ্দশী, অষ্টমী, পূৰ্ণিমা, অমাৱস্যা আৰু আন আন নিষিদ্ধ দিনত গাত তেল নাসানে, প্ৰাতঃস্নানৰ পাছত সন্ধ্যা তৰ্পণ কৰি সূৰ্যোদয় পৰ্যন্ত গায়ত্ৰী জপ কৰে, স্নান কৰিবলৈ অশক্ত হ'লে তিতা গামোচাৰে গাটো মচি মন্ত্ৰস্নান কৰি সন্ধ্যোপাসনা কৰে। কেশ-সংস্কাৰ, আদৰ্শ দন্তধাৰন, অঞ্জনধাৰণ আৰু তৰ্পণ ৰাতিপুৱা বেলাতেই কৰে, তেতিয়াই দধি, দূৰ্বা, জলকুম্ভ, সবৎসা ধেনু, বৃষভ, আধৈ, মৌ, বগা ফুল আদি মঙ্গল-দ্ৰব্য দৰ্শন বা স্পৰ্শন কৰে, সূৰ্যোদয়ত হোম কৰে, অগ্নিত আহুতি দিয়ে, পাছে গুৰু বন্দনা কৰি নৈবেদ্য ভোজন কৰি ছাত্ৰশালিলৈ গৈ বিদ্যা শিক্ষা কৰে, তলত লিখা মন্ত্ৰটো গাই গুৰুদেৱক প্ৰণাম কৰে—

ওঁ অজ্ঞানতিমিৰান্ধস্য জ্ঞানাঞ্জনশলাকায়া।
চক্ষুৰুন্মীলিতং যেন তস্মৈ শ্ৰীগুৰৱে নমঃ॥
ওঁ অখণ্ডমণ্ডলাকাৰং ব্যাপ্তং যেন চৰাচৰং
তৎপদং দৰ্শিতং যেন তস্মৈ শ্ৰীগুৰৱে নমঃ।
ওঁ ত্বমেব মাতা চ পিতা ত্বমেব
ত্বমেব বন্ধুশ্চ সখা ত্বমেব।
ত্বমেব বিদ্যা দ্ৰবিণং ত্বমেব
ত্বমেব সৰ্বং মম দেৱদেৱ॥

দুপৰীয়া ব্ৰহ্মচাৰীবিলাকে আকৌ স্নান কৰে. হাতত কুশ লৈ নাভিলৈকে পানীত নামি বুৰ মাৰি সাঁতুৰি গা-ধোৱে, দুপৰীয়া সন্ধ্যোপাসনা আদি কৰি আহি ভোজন কৰে, কোনো অতিথি আহিলে অতিথিক আগেয়ে ভোজন কৰাই পাছত নিজে খায়, অতিথি নহলে কিঞ্চিৎ অন্ন অগ্নিত দিয়ে। ভোজনৰ আগতে আৰু ভোজন কৰি উঠি যথাবিধি আচমন কৰে, চূণ নলগোৱাকৈ তাম্বোল-পাণ খাই বা এটা তুলসী পাত বা এচকল আদা চোবাই মুখুদি কৰে, তাৰ পাছত অন্ততঃ এশ গজ খোজ কাটি আহি বাওঁফালে কাতি হৈ বিছনাত পৰি অলপ সময় জিৰণি লৈ ছাত্ৰশালিলৈ গৈ বিদ্যা-শিক্ষা কৰে, তাৰ পাছত অঙ্গ চালনা বা খেল-ধেমালি কৰে। "সূৰ্য-নমস্কাৰ" নামে এবিধ ব্যায়াম আশ্ৰমৰ সকলোৱে কৰিব লাগে। গধূলি হলে মাৰ্জন স্নান কৰি সায়ং সন্ধ্যা আৰু হোম কৰিব লাগে, মন্ত্ৰ-জপ, স্তৱ, নাম-কীৰ্তনো কৰিব লাগে, অতিথি আহিলে সেৱা-সৎকাৰ কৰিব লাগে, পাছত ভোজন

কৰি খাট আৰু চাঙৰ ওপৰত বিছনা পাৰি শিতানৰ ফালে পূৰ্ণকুম্ভ হৈ হাত-ভৰি ধুই শুব লাগে। পশ্চিম ফালে শিতান নকৰে। ব্ৰহ্মচাৰীসকলে "ওঁ সংগুৰু" বা "ওঁ তৎসৎ" এই মন্ত্ৰ জপ কৰে, জপ অন্ত হলে এচলু পানী লৈ "ওঁ পৰমাত্মনে নমঃ" বুলি পানীচলু মাটিত পেলাই জপ বিসৰ্জন কৰে। স্ফটিক, তুলসী, ৰুদ্ৰাক্ষ বা পদ্মাক্ষৰ দ্বাৰা জপমালা তৈয়াৰ কৰি লয়।

দিনৌ ব্ৰহ্মচাৰীবিলাকে ব্ৰহ্ম-যজ্ঞ, দেৱ-যজ্ঞ, পিতৃ-যজ্ঞ, নৃ-যজ্ঞ আৰু ভূত-যজ্ঞ, এই পাঁচোটা যজ্ঞ কৰে। ব্ৰহ্ম-যজ্ঞৰ বাহ্যক্ৰিয়া বেদাদি শাস্ত্ৰ অধ্যয়ন আৰু অধ্যাপন। "বেদ" শব্দৰ অৰ্থ জ্ঞান। অজ্ঞানীক যথা-সাধ্য জ্ঞান দান কৰিবৰ নিমিত্তে এই যজ্ঞ কৰা হয়। ইয়াক ঋষি-যজ্ঞ বুলিও কয়। দেৱ-যজ্ঞত হোম (হৱন) কৰা হয়। পিতৃ-যজ্ঞৰ ঘাই কাম তৰ্পণ আৰু শ্ৰাদ্ধ। নৃ-যজ্ঞত দীন-দুখীয়াক আৰু অতিথি অভ্যা-গতক যথাশক্তি অন্নদান কৰা হয়। ভূত-যজ্ঞত নিজে আহাৰ কৰাৰ আগতে পক্ষীবিলাকৰ কাৰণে ভূমিত অন্নত্যাগ কৰা হয় আৰু আহাৰৰ পাছত কুকুৰ-মেকুৰী আদি পশু আৰু পৰুৱা-পিপৰা আদি কীট-পতঙ্গৰ কাৰণে অন্ন ৰখা হয়। এই পঞ্চযজ্ঞ সকলোৱে কৰা উচিত। ঈশ্বৰোপাসনা, হোম, স্বাধ্যায় আৰু পঞ্চযজ্ঞ অলঙ্ঘনীয় নিত্যকৰ্ম।

অধ্যাপনং ব্ৰহ্মযজ্ঞঃ পিতৃযজ্ঞস্তু তৰ্পণম্।
হোম দৈবো বলিৰ্ভৌতো নৃযজ্ঞোঽতিথিপূজনম্ ॥—মনু।
অহিংসা সত্যমস্তেয়ং শৌচমিন্দ্ৰিয় সংযমঃ।
দমঃ ক্ষমাৰ্জবং দানং সৰ্বেষাং ধৰ্মসাধনম্ ॥

অহিংসা, সত্য, অস্তেয় ( চুৰ নকৰা ), শৌচ ( পৱিত্ৰতা ), ইন্দ্ৰিয় সংযম, দম, ক্ষমা, সৰলতা আৰু দান-এইবিলাক সকলো নৰ-নাৰীৰ বিহিত ধৰ্ম।

ধৰ্মশাস্ত্ৰত যিবিলাক ক্ৰিয়াকাণ্ডৰ কথা আছে, তাৰ ভিতৰত সংস্কাৰবিলাক প্ৰধান। কাৰণ, তাৰ দ্বাৰা ওপজা সন্তান দোপত-দোপে বয়সৰ লগে লগে সংস্কৃত হৈ সৎকাৰ্যৰ অধিকাৰী হয়। সংস্কাৰ দহোটা। যথা—(১) গৰ্ভাধান, (২) পুংসবন, (৩) সীমন্তোন্নয়ন, (৪) জাতকৰ্ম, (৫) নামকৰণ, (৬) অন্নপ্ৰাসন, (৭) চূড়া-কৰণ, (৮) কৰ্ণবেধ, (৯) উপনয়ন, (১০) বিবাহ। তিৰুতাৰ ঋতু উপস্থিত হসে গৰ্ভাধান, গৰ্ভস্পন্দনৰ পূৰ্বে তৃতীয় মাহত পুংসবন, গৰ্ভাধানৰ ষষ্ঠ কিম্বা অষ্টম মাহত সীমন্তোন্নয়ন, সন্তান প্ৰসৱ হলে জাত-কৰ্ম, প্ৰসৱৰ একাদশ দিনত নামকৰণ, ষষ্ঠ মাহত অন্নপ্ৰাসন কৰাৰ বিধি আছে। পাছে আপোনাৰ কৌলিক নিয়মানুসাৰে চূড়াকাৰ্য বা কৰ্ণবেধ কৰা বিধেয়। ব্ৰাহ্মণৰ ৮ বছৰৰ পৰা ১৬ বছৰলৈকে, ক্ষত্ৰিয়ৰ একাদশ বছৰৰ পৰা ২২ বছৰলৈকে আৰু বৈশ্যৰ দ্বাদশ বছৰৰ পৰা ২৪ বছৰলৈ উপনয়নৰ কাল। বেদাদি অধ্যয়ন শেষ কৰি গাৰ্হস্থ্যাধিকাৰৰ উপযোগী হবৰ উদ্দেশ্যে আৰু এবিধ সংস্কাৰৰ বিধি আছে। তাৰ নাম সমাবৰ্তন। সমাবৰ্তনত ছাত্ৰ জীৱ-নৰ অন্ত পৰে। পাছে ছাত্ৰই বিবাহ কৰি গৃহী হয়। গুৰুৰ আশ্ৰমত উপনয়নৰ পৰা সমাবৰ্তনলৈকে থাকি ছাত্ৰই বিদ্যা-শিক্ষা কৰে। পুৰুষৰ ২৪ বছৰৰ পাছত ও তিৰোতাৰ ১৬ বছৰৰ পাছত বিবাহ হোৱা উচিত। অন্নপ্ৰাসনত শিশুক কঠিন অন্ন ভোজন কৰিবলৈ দিয়া হয়। উপনয়নত শিশুৱে গুৰুৰ পৰা যজ্ঞ-সূত্ৰৰ লগত গায়ত্ৰী লাভ কৰি দ্বিজ হয়। উপনয়নৰ সংস্কাৰেই ছাত্ৰ-জীৱনৰ আৰম্ভণ। শ্ৰাদ্ধ আৰু সংস্কাৰবিলাকক নৈমিত্তিক কৰ্ম বোলে। শ্ৰাদ্ধত পৰলোকলৈ যোৱা পিতৃ-মাতৃক শ্ৰদ্ধা জনোৱা হয়। যাৰ উপনয়ন হোৱা নাই বা হ'ব নোৱাৰে, তেওঁ সন্ধ্যা-গায়ত্ৰীৰ পৰি-ৱৰ্তে "ওঁ সংগুৰু" বা ওঁ তৎসৎ বা কেৱল "ওঁ" (প্ৰণৱ) মন্ত্ৰ বা গুৰুৱে দিয়া আন মন্ত্ৰ জপ কৰিব পাৰে।

মহৰ্ষিয়ে শিষ্যবিলাকক এদিন ক'লে যে ঈশ্বৰ মঙ্গলময়, আনন্দময়, আমি সকলোটি তেওঁৰ সন্তান। আমি সদায় আনন্দমনেৰে থাকিব লাগে। "সন্তুষ্টস্য সদা সুখম্" অসন্তোষীয়া মানুহৰ সুখ নাই। শোক চিন্তাই মানুহক দুৰ্বল কৰে। এতেকে সৰ্বতোভাৱে

শোক পৰিত্যাগ কৰি আনন্দ মনেৰে থকা উচিত।

"শান্তিতুল্যং তপো নাস্তি ন সন্তোষাৎ পৰং সুখম্।
ন তৃষ্ণায়াঃ পৰো ব্যাধিৰ্ন চ ধৰ্মো দয়া সমঃ॥"

কৰ্মই মানুহৰ দেৱতা, কৰ্মৰ পৰাই মানুহৰ শুভা শুভ হৈ থাকে, কৰ্মই সৰ্বলোক প্ৰাপ্তিৰ কাৰণ। কৰ্মৰ গুণতে বন্ধু-বান্ধৱ পায়। এতেকে মনত ৰাখিবা কৰ্মৰ দ্বাৰাই মানুহে সুখ-দুখ লাভ কৰে।

"সুখস্য দুঃখস্য ন কোহপি দাতা,
পৰো দদাতিতি কুবুদ্ধিৰেষা।
অহং কৰোমিতি বৃথাভিমানম,
স্বকৰ্মসূত্ৰেগ্ৰথিতো হি লোকাঃ॥"

সকলোৰে স্বকৃত কৰ্মমুসাৰে সুখ, দুখ ভোগ কৰি থাকে। দুখ কৰিলেই সুখ পায়। উদ্যোগ বিনা কোনেও সম্পদ লাভ কৰিব নোৱাৰে। নিজক অজৰ অমৰ যেন ভাবি বিদ্যা আৰু অৰ্থ উপাৰ্জন কৰিবা আৰু মৃত্যুৱে চুলিত ধৰি আছে যেন ভাবি ধৰ্মাচৰণ কৰিবা। সকলোৰে সুখ পাম বুলি কৰ্ম কৰে। কিন্তু জ্ঞান ও ধৰ্ম বিনা কোনেও প্ৰকৃত সুখ পাব নোৱাৰে।

"স জীৱতি গুণা যস্য ধৰ্মো যস্য স জীৱতি।
গুণধৰ্মবিহীনস্য জীৱনং নিষ্প্ৰয়োজনম্॥"

গুণৱন্ত ও ধৰ্মপৰায়ণ লোকৰেই জীৱন সাৰ্থক। যাৰ গুণো নাই ধৰ্মও নাই, তাৰ জীৱন নিষ্ফল। জীৱন ক্ষন্তেকীয়া কিন্তু গুণী মানুহৰ কীৰ্তি যাউতি-যুগীয়া। "কীৰ্তিৰ্যস্য স জীৱতি"। ঈৰ্ষাপৰায়ণ, ঘৃণাৱন্ত অসন্তোষীয়া, খঙাল, লুভীয়া, ভয়াতুৰ আৰু পৰৰ ওপৰত খোৱা পৰাধীন, এই সাতবিধ মানুহৰ জীৱন দুখতেই যায়। বিপদত ধৈৰ্য, সম্পদত সংযম, সভাত বাগ্মিতা, সংগ্ৰামত বিক্ৰম, জ্ঞান আৰ্জিবলৈ ধাউতি, ধৰ্মলৈ মতি, জীৱলৈ দয়া, ঈশ্বৰলৈ ভক্তি, আচৰণত নম্ৰ আৰু সৰলতা, কথা কোৱাত সভ্যতা আৰু প্ৰিয়-বাদিতা, কাৰ্যত উদ্যম, এই বিলাক মহৎলোকৰ গুণ।

সুখৰ লালসাত মানুহে দুষ্কৰ কাৰ্য্য কৰে, মানুহৰ চিত্তত লোভ উপস্থিত হলে, ক্ৰোধ প্ৰবল হৈ উঠে, তেতিয়া হিতাহিত জ্ঞান লোপ পায়। মানুহে লোভৰ বশত হিংসা আদি গৰ্হিত কাৰ্য কৰে। মোহ, মায়া, মাৎসৰ্য, অভিমান, ৰাগ, দ্বেষ, মিথ্যাচৰণ— এই সকলো লোভৰ পৰা উৎপন্ন হয়, এতেকে লোভ পৰিত্যাগ কৰিবা।

"লোভাৎ ক্ৰোধঃ প্ৰভৱতি লোভাৎ কামঃ প্ৰজায়তে
লোভাৎ মোহশ্চ নাশশ্চ লোভঃ পাপস্য কাৰণম্"

পৰৰ বস্তুক মাটিৰ চপৰা যেন ভাবিবা, নিদিলে পৰৰ বস্তু অতি সামান্য হলেও গ্ৰহণ নকৰিবা।

সকলো প্ৰাণীলৈ দয়া, ইন্দ্ৰিয়-সংযম, সকলো বস্তুক অনিত্য, বুদ্ধি, সৰ্বত্ৰ সমদৰ্শন আৰু সকলো হিতসাধন, এইবিলাক মানুহৰ পৰম শ্ৰেয়ঃ। দান পৰম ধৰ্ম। মানুহে অৱশ্যে শক্তিমতে অনাথ আতুৰক দান কৰিব, ক্ষুধাতুৰক অন্ন, তৃষ্ণাতুৰক পানী, বস্ত্ৰহীনক বস্ত্ৰ দি সহায় কৰিব আৰু ভয়ভীত প্ৰাণীৰ প্ৰাণ ৰক্ষা কৰিব আৰু শৰণাগতক আশ্ৰয় দিব। সমাজৰ হিতৰ নিমিত্তে ভূমিদান আৰু গোদান কৰিলে পুণ্য হয়। কিন্তু সকলো দানতকৈ অন্নদান শ্ৰেষ্ঠ আৰু গোদান কৰিলে পুণ্য হয়। কিন্তু সকলো দানতকৈ অন্নদান শ্ৰেষ্ঠ।

"সৰ্বেষামেব দানানাং অন্নং শ্ৰেষ্ঠমুদাহৃতম্"॥

অন্নৰ পৰা প্ৰাণীবিলাকৰ প্ৰাণ বল, তেজ, বীৰ্য, ধৃতি, স্মৃতি প্ৰতিষ্ঠিত হয়। সাধুসঙ্গ অতি মহৎ পুণ্য ই সকলো তীৰ্থতকৈ বেছি ফলদায়ক। তীৰ্থসেৱা কৰিলে সময়ত তাৰ ফল পাব পাৰে, কিন্তু সাধু সঙ্গে ততালিকে সুফল দিয়ে।

"ত্যজ দুৰ্জন-সংসৰ্গং ভজ সাধু-সমাগম।
কুৰু পুণ্যমহোৰাত্ৰং স্মৰ নিত্যমনিত্যতাম্॥"

তোমালোকে দুৰ্জনৰ সঙ্গ ত্যাগ কৰি সাধুলোকৰ সঙ্গত থাকিবা। এই সংসাৰত ধন, জন, জীৱন, যৌৱন সকলো অনিত্য বুলি জানি সততে পুণ্য কাম কৰিবা।

"সত্যং দমঃ তপঃ শৌচং সন্তোষশ্চ ক্ষমাৰ্জৱম্।
জ্ঞানং শমো দয়া দানমেষ ধৰ্মঃ সনাতনঃ॥

সত্য, আত্ম-সংযম, তপস্যা, শৌচ, সন্তোষ, ক্ষমা, সৰলতা, জ্ঞান, শম, দয়া, দান—এইবিলাকেই সনাতন ধৰ্ম। মনৰ আৰু ইন্দ্ৰিয়বিলাকৰ একাগ্ৰতা সাধনেই তপস্যা। "কৰ্মেন্দ্ৰিয় নিয়মিলে তাৰ নাম দম, জ্ঞানেন্দ্ৰিয় নিয়মিলে তাৰ নাম শম।"

"স স্বদেশো যত্ৰ জীৱ্যতে"—অৰ্থাৎ য'ত উপজি জীৱিকা নিৰ্বাহ কৰা হয়, সেয়ে স্বদেশ। স্বদেশক নিজৰ পিতৃ-মাতৃৰ দৰে ভাল পাব লাগে। সেই দেশৰ সকলো লোকক নিজৰ ভাই-ভনীৰ দৰে ভাবি সাধ্যমতে সকলোৰে হিতসাধন কৰিব লাগে। স্বদেশৰ সেৱাই ঈশ্বৰৰ সেৱা। স্বদেশক বন্দনা কৰিবা।

"নমো মাত্ৰে জগদ্ধাত্ৰে স্নেহমূৰ্ত্যৈ নমো নম
জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰিয়সী॥"

* জয়ন্তী, ২০ আগষ্ট ১৯৩৮, ১ম বছৰ ১৫ শ সংখ্যা

## অষ্টম আধ্যা

### চতুৰাশ্ৰম

মহৰ্ষি মেধাতিথিয়ে এদিন ছাত্ৰশালিত শিষ্যবিলাকক কলে— "মানুহে দেহ লাভ কৰি দেহ ত্যাগ কৰালৈকে যিখিনি সময় পৃথিবীত জীয়াই থাকে, সেইখিনি সময়ক চাৰি ভাগত ভগোৱা হৈছে। যথা—বাল্য, যৌৱন, প্ৰৌঢ় আৰু বাৰ্দ্ধক্য কাল। জন্মৰ পৰা ৩০ বছৰলৈকে মানুহৰ বাঢ়ন দিন, ৩০ বছৰৰ পৰা ৬০ বছৰলৈকে এই ছোৱা কালত দেহ প্ৰায় একেদৰে থাকে, ৬০ বছৰৰ পৰা ক্ৰমে বল শক্তি টুটি আহে, তাৰ পাচত দেহ ক্ষীণ হৈ আলৰ বুঢ়া হয়। জীৱৰ ক্ৰমবিকাশৰ কাৰণে ঋষিসকলে জীৱনৰ প্ৰত্যেক ছোৱা কালক একোটা আশ্ৰম বুলিছে। সেই চাৰিটা আশ্ৰম এইঃ—

(১) ব্ৰহ্মচৰ্য বা ছাত্ৰ-জীৱন, (২) গাৰ্হস্থ্য বা গৃহী জীৱন,(৩) বানপ্ৰস্থ-নিৰ্জন বাসৰ সময়, আৰু (৪) সন্ন্যাস বা সৰ্বত্যাগী অৱস্থা। ইয়াৰ কোনো আশ্ৰমতে মানুহে অপৰ আশ্ৰমৰ কাৰ্য কৰা অনুচিত। ছাত্ৰ-জীৱন শিক্ষাৰ সময়। এই সময়ত জীৱন যুদ্ধৰ উপযোগী জ্ঞান আৰু ধৰ্ম শিক্ষা কৰিব লাগে। জ্ঞানী সকলক প্ৰণিপাত, জিজ্ঞাসাবাদ আৰু সেৱা-শুশ্ৰূষা কৰি তেওঁলোকৰ পৰা জ্ঞান শিকিব লাগে। ছাত্ৰাৱস্থাত বানপ্ৰস্থ সন্ন্যাস অৱলম্বন কৰা অনুচিত। প্ৰত্যেক আশ্ৰমৰেই নিৰ্দিষ্ট কৰ্তব্য আৰু আনন্দ আছে। সেই কৰ্তব্য যথাবিধি অনুষ্ঠান কৰিলে জীৱাত্মাৰ ক্ৰমবিকাশ সুশৃঙ্খলা মতে সাধিত হ'ব। উপনয়নৰ পৰাই ছাত্ৰ-জীৱন আৰম্ভ হয়। উপনয়ন নহলেও ছবছৰৰ পৰা লৰা-ছোৱালীৰ বিদ্যাৰম্ভ হোৱা উচিত। ল'ৰা-ছোৱালীৰ মন কঁঠালৰ এঠাৰ নিচিনা, যতে লগোৱা যায় তাতে লাগি ধৰে, জানিবা কুমাৰ মাটিৰ বোকা, কুমাৰে ইচ্ছামতে তাৰে চৰু, কলহ, থালী আদি গঢ়ে। কুমলীয়া বাঁহ বেঁকা হলে তপতাই পোনাব পাৰি। শুকান বাঁহ বেঁকা হ'লে তাক পোনাব নোৱাৰি। ছাত্ৰ-জীৱনত লৰা-ছোৱালীবিলাকে কিছুমান গুণ আয়ত্ত কৰি চৰিত্ৰ গঠন কৰা কৰ্তব্য। সিঁহত কষ্ট সহিষ্ণু হোৱা উচিত। সিঁহতৰ পিন্ধা-উৰা সৰল আৰু সামান্য অথচ নিকা হব লাগে। আহাৰ লঘু অথচ সাৰুৱা আৰু পৰিমিত হোৱা উচিত। শাৰীৰিক অঙ্গ-চালনা, নিৰ্দোষ খেল-ধেমালি কৰিলে দেহ সবল হ'ব। পেটত্ ভোক লাগিব। লৰা-ছোৱালীক মৰমেৰে ধেমালিৰ লগত সাধুকথা কৈ প্ৰথমে শিক্ষা দিব লাগে। সিঁহতক বং ধেমালি কৰি হাঁহিবলৈ দিব লাগে। অকাৰণত ভয় খুৱাব বা বেজাৰ দিব নালাগে। প্ৰত্যূষতে শোৱাৰ পৰা উঠি মল-মূত্ৰ ত্যাগ কৰি হাত-মুখ ধুই স্নানাহ্নিক কৰাৰ অভ্যাস কৰাব লাগে। শৌচাচাৰ আৰু সদাচাৰ শিকাব লাগে। যথেষ্ট পৰিশ্ৰম কৰা কৰ্তব্য। ভোগ-বিলাস আৰু আলস্য দূৰ কৰা উচিত। শাৰীৰিক পৰিশ্ৰম, সহিষ্ণুতা, গুৰুজনৰ আজ্ঞানুৱৰ্তিতা, নম্ৰতা, কৰ্ম-তৎপৰতা আৰু একাগ্ৰতা-এইবিলাক গুণ ছাত্ৰৰ নিৰ্মিত্তে অতিশয় লাগতিয়াল। আগলৈ ডাঙৰ হৈ যাতে কাৰ্য-

দক্ষ হ'ব পাৰে, এই নিমিত্তে পৰিশ্ৰম কৰি জ্ঞান আৰু ধৰ্ম অৰ্জন কৰা আৰু চৰিত্ৰ গঠন কৰা কৰ্তব্য। গুৰুজনৰ বহুদৰ্শনৰ পৰা জ্ঞানৰ দ্বাৰা পৰিচালিত হৈ আত্মোন্নতি সাধনৰ নাম আজ্ঞানুৱৰ্তন। ধৰ্মশাস্ত্ৰ নিয়মাদি পালন কৰাৰ নাম নিয়মানুৱৰ্তন। গুৰুজনৰ আজ্ঞানুৱৰ্তন কৰিলে তেওঁলোকক ভক্তি কৰা হয়। আজ্ঞানুৱৰ্তনৰ ফলত প্ৰথম বয়সত অনেক কষ্টৰ পৰা ৰক্ষা পোৱা যায়। যি ল'ৰাই অজ্ঞানুৱৰ্তন কৰিব জানে, সি পাছত শাসন কৰিবৰ উপযুক্ত হয়। নম্ৰতা গুণত তাৰ শীঘ্ৰে উন্নতি হয়। যি ল'ৰাই প্ৰাণ গলেও মিছা কথা নকয় তাৰ চৰিত্ৰ ভালে থাকে। কি চিন্তাত, কি কথাত, কি কাৰ্যত, সকলো অৱস্থাতে ছাত্ৰ-জীৱনক পৱিত্ৰ ৰখা উচিত। কু চিন্তাই কু-কাৰ্যৰ জাননী। নিষ্কৰ্মা হৈ থাকিলে সঙ্গ দোষত কুচিন্তা আহিব পাৰে।

"মনসা চিন্তয়ন্ পাপং কৰ্মণা নাভিৰোচয়েৎ।
তৎ প্ৰাপ্নোতি ফলং অসেত্যেবং ধৰ্মবিদো বিদুঃ॥"

মনে মনে পাপ-কাৰ্য চিন্তা কৰিলে, যদিও আৰু কৰিবলৈ ইচ্ছা নকৰে, তথাপি পাপ হয়, আৰু তাৰ ফল ভুঞ্জিব লাগিব, ধৰ্মজ্ঞসকলে ইয়াক ভালকৈ জানে। সূৰ্যৰ কিৰণে যেনেকৈ অন্ধাৰ নাশ কৰে, বিবেকৰ কথা মতে চলিলে মানুহৰ দুখ-বিপদ দূৰ হয়।

ছাত্ৰ-জীৱনত পুৰুষ আৰু তিৰীৰ ভেদ চিন্তা কৰা অনুচিত, বৃথা চিন্তাও মনত ঠাই দিয়া অনুচিত। ছাত্ৰ ব্ৰহ্মচাৰী, ব্ৰহ্মচৰ্য পালন আৰু মনঃ-সংযমেই তাৰ ঘাই কৰ্তব্য। মনক নিজৰ আয়ত্তত ৰাখিব প্যাৰিলে নিশ্চয় উন্নতি লাভ কৰিবা। ছাত্ৰ-জীৱনত বিয়া কৰা অনুচিত। ছাত্ৰ-জীৱনৰ শিক্ষা শেষ কৰি উপযুক্ত বয়সত বিয়া কৰি গৃহস্থ হ'ব লাগে। সকলো আশ্ৰমৰ ভিতৰত গৃহস্থাশ্ৰমেই উত্তম আৰু অতি আৱশ্যকীয়। কাৰণ, গৃহস্থই অন্য আশ্ৰমৰ মানুহবিলাকক পোহ-পাল দিব লাগে। শাস্ত্ৰত আছে, —

"যথা বায়ুং সমাশ্ৰিত্য সৰ্বে জীৱন্তি জন্তবঃ।
তথা গৃহস্থমাশ্ৰিত্য বৰ্তন্তে ইতৰাশ্ৰমাঃ॥"

যেনেকৈ বায়ুক আশ্ৰয় কৰি জীৱ-জন্তু জীয়াই আছে, তেনেকৈ গৃহস্থক আশ্ৰয় কৰি অন্য আশ্ৰমৰ মানুহবিলাকে প্ৰাণ প্ৰৱৰ্তন কৰিছে।

সমাজ আৰু পৰিয়ালৰ উন্নতি উপযুক্ত গৃহস্থৰ ওপৰত নিৰ্ভৰ কৰে। সজ স্বামী, সজ পিতা, সজ প্ৰভু, সজ স্বভাৱ, দেশৰ লোকসকলৰ শিৰোমণি। গৃহেই নিস্বাৰ্থতা, সহানুভূতি, প্ৰেম, দয়া, মিতাচাৰ পৱিত্ৰতা, সাহায্যকাৰিতা, বিজ্ঞতা, ন্যায়, সেৱাপৰায়ণতা আৰু ধৰ্মপ্ৰাণতা শিক্ষা কৰিবৰ উপযুক্ত স্থান—এইবিলাক গুণৰ পৰাই সমদৰ্শী আৰু সুদক্ষ হয়। গৃহীৰ যিবিলাক সজ গুণ থাকিলে উত্তম গৃহস্থ হোৱা যায়, সন্ন্যাসীৰ সেইবিলাক গুণ থাকিলে তেওঁক সাধু বোলা যায়। গৃহস্থাশ্ৰম ধৰ্মশিক্ষাৰ উপযুক্ত ক্ষেত্ৰ। এই আশ্ৰমত থাকিয়েই ধৰ্ম, অৰ্থ, কাম, মোক্ষ, এই চতুৰ্বৰ্গ লাভ কৰিব পৰা যায়। যি গৃহস্থাশ্ৰমৰ গুৰুভাৰ বহন কৰিবলৈ টান পায়, আশ্ৰমৰ কৰ্ত্তব্য নকৰি কাপুৰুষৰ দৰে অকালত সন্ন্যাসী বা যতী হয়, সি অধম পাপী।

যেতিয়া কোনো গৃহস্থৰ বয়স ভাটি দিব, গাৰ বল শক্তি টুটি আহিব, নিজৰ লৰাক গৃহস্থালিৰ সকলো কৰ্ত্তব্য-কৰ্মৰ ভাৰ বৰৰ উপযুক্ত দেখিব, যেতিয়া তেওঁ নাতি-নাতিনীৰ মুখ দেখিবলৈ পাব, তেতিয়া তেওঁৰ লৰাৰ কান্ধত গৃহস্থালিৰ ভাৰ দি নিজৰলীয়া হৈ কিছু নিৰ্জনত আত্মচিন্তা, শাস্ত্ৰালাপ কৰি, অলপ বয়সীয়া লৰা-ছোৱালীবিলাকক সদুপদেশ দি উপযুক্ত কৰিলেই তৃতীয় আশ্ৰমৰ কাৰ্য সম্পন্ন হব। অৱশেষত আলৰ বুঢ়া হলে চতুৰ্থ আশ্ৰমত সোমাই ধ্যান ধাৰণা আৰু পূজাদি কৰি ঈশ্বৰত আত্মসমৰ্পণ কৰি দিন নিয়াব লাগে। বিষয় বাসনাক মনত ঠাই দিব নালাগে। পৰমাত্মাৰ উপাসনা কৰি গৃহস্থ ধৰ্মত থাকিলেই সকলো আশ্ৰমৰ ধৰ্ম পালন আৰু সিদ্ধি হয়। নিজৰ ঘৰ এৰি অৰণ্যলৈ যাবৰ আৱশ্যক নাই।

"যথা নদীনাং সর্বে সমুদ্রে যান্তি সংস্থিতি ।
তথৈবাশ্রমিনঃ সর্বে গৃহস্থে যান্তি সংস্থিতি ॥"

যেনেকৈ সকলো নদ-নদীয়ে সমুদ্ৰত গৈ স্থিতি লয়, তেনেকৈ সকলো আশ্ৰমৰ লোকে গৃহস্থত আশ্ৰয় লয়, গৃহস্থৰ কুশল কামনা কৰে। অগ্নি-কার্য, অতিথিসেৱা, পঞ্চযজ্ঞ, দান, উপাসনা পৰিয়াল প্ৰতিপালন, এইবিলাক গৃহস্থৰ সংক্ষিপ্ত ধৰ্ম। সকলো আশ্ৰমৰ লোকেই লৰা-ছোৱালী, মুনিহ-তিৰোতা, সকলোৱেই হোমাগ্নিত আহুতি দিব পাৰে। কুণ্ডত বা মাটিৰ বা ধাতুৰ ধূপদানিত অগ্নি জ্বলাই ৰাতিপুৱা আৰু গধূলি সময়ত ঠাই আৰু দ্ৰব্যাদি পৰিষ্কাৰ কৰি শ্ৰদ্ধা আৰু ভক্তিৰে আহুতি দিব। সাধকে নিজৰ সুবিধা মতে আন সময়তো আহুতি দিব পাৰে। অগ্নি জ্বলাবলৈ আম আৰু বেল গছৰ খৰি ভাল। তেনে কাঠ নেপালে যি কাঠ পোৱা যায় তাৰেই জুই ধৰিব। তাকো নেপালে গোবৰ খুঁটিৰ জুইত আহুতি দিব পাৰে। ঈশ্বৰ ভাৱগ্ৰাহী। শ্ৰদ্ধা আৰু ভক্তিৰে যিহকে আহুতি দিয়ে, তেওঁ তাতে তুষ্ট হৈ গ্ৰহণ কৰে। গৰু বা মহৰ ঘিউ, মিষ্টান্ন, গুৰ বা চেনি, তিল, ধূপ ধুনা, চন্দনাদি সুগন্ধি বস্তু, দ্ৰাক্ষা (কিচ্‌মিচ্‌), মেৱা, কল আদি ফল, মাহ্‌-প্ৰসাদ, এইবিলাক নৈবেদ্য আহুতিত দিব। যদি ইয়াৰ কোনো বস্তুৰ অভাৱ হয়, তেন্তে যি পোৱা যায়, তাকে যথা-শক্তি দিব।

অন্তৰ্যামী পূৰ্ণ পৰব্ৰহ্ম জ্যোতিঃস্বৰূপ অগ্নি-ব্ৰহ্ম মাতা-পিতাক লৰা-ছোৱালী, তিৰী-মুনিহ সকলোৱে শ্ৰদ্ধা ভক্তিৰে "ওঁ" এই প্ৰণৱ মন্ত্ৰ মাতি "স্বাহা" বুলি আহুতি দিব, বিনা মন্ত্ৰেৰে আহুতি দিলেও তেওঁ গ্ৰহণ কৰিব। আহুতি দিবৰ সময়ত শ্ৰদ্ধা ভক্তিৰে কব—"হে অন্তৰ্যামী পূৰ্ণ ব্ৰহ্ম জ্যোতিঃস্বৰূপ ভগৱান! জগতৰ মাতা-পিতা গুৰু! আমি আপোনাৰ বস্তু আপোনাক ভক্তি-শ্ৰদ্ধাৰে, নিবেদন কৰিছোঁ আপুনি কৃপা কৰি গ্ৰহণ কৰক। আমি এগছ সামান্য তৃণকো উৎপন্ন কৰিব নোৱাৰো। আমাৰ কি বস্তু আছে যে আপোনাক দিম। আপুনি জগত চৰাচৰক নানা তৰহৰ বস্তু দি পালন কৰিছে। হে অন্তৰ্যামী গুৰু, মাতাপিতা। আপুনি নিজ গুণে কৃপা কৰি আমাৰ শান্তি বিধান কৰক।" অগ্নিত আহুতি দিওঁতে তলত লিখা মন্ত্ৰ মাতি আহুতি দিব—

ওঁ বৰদে দেৱী পৰম জ্যোতিঃ ব্ৰহ্মণে স্বাহা।
ওঁ চৰাচৰ ব্ৰহ্মণে স্বাহা।
ওঁ পৰম পৰব্ৰহ্ম জ্যোতিঃস্বৰূপায় স্বাহা।

এই তিনিমন্ত্ৰ তিনিবাৰকৈ বা পাঁচ বাৰকৈ মাতি আহুতি দিব। কিন্তু প্ৰত্যেক মন্ত্ৰত তিনি-বাৰকৈ আহুতি দিয়া বিধি নহয়। বৰঞ্চ ইচ্ছা হলে অধিক বাৰ আহুতি দিব পাৰে।

যজ্ঞাহুতি সমাপ্ত হলে "ওঁ শান্তিঃ ওঁ" এই মন্ত্ৰ তিনিবাৰ মাতি অলপ জল অৰ্পণ কৰি যজ্ঞ সমাপ্ত কৰিব। তাৰ পাচত নিৰাকাৰ, সাকাৰ আৰু অখণ্ডকাৰ পূৰ্ণ পৰব্ৰহ্মক মনে মনে শ্ৰদ্ধা ভক্তিৰে পূৰ্ণৰূপে প্ৰণাম কৰি পৰমানন্দে আনন্দ-ৰূপে থাকিব।

## সাৰ নিত্যক্ৰিয়া

সূৰ্যৰ পৰা প্ৰাণধাৰা বাহিৰ হৈ সৌৰ জগতৰ সকলোতে প্ৰাণ সঞ্চাৰ কৰিছে। সূৰ্যৰ ৰশ্মিত আৰোগ্যকাৰিণী জীৱনী শক্তি আছে। সূৰ্যৰ তাপ আৰু পোহৰে ৰোগৰ বীজ নষ্ট কৰে। এই তাপ আৰু পোহৰৰ ফলতে সকলো জীৱৰ জন্ম আৰু বৃদ্ধি হয়। লৰা-ছোৱালী, তিৰী-মুনিহ, সকলোৱেই নিতৌ ৰাতিপুৱা স্নান কৰি পৱিত্ৰ হৈ সূৰ্যাৰ্ঘ দিয়া উচিত। এটা পাত্ৰত জল, তিল, আৰৈ চাউল, ৰঙা চন্দন, কৰবীৰ বা জবা আদি ফুল, তুলসী, কুশ বা দুৰ্বা ভৰাই ওলাই অহা

সূৰ্যৰ ফালে মুখ কৰি সেই পাত্ৰটো দুই হাতেৰে মুৰৰ ওপৰলৈ তুলি ধৰি যথাবিধি মন্ত্ৰ মাতি, কিম্বা ওঁ নমো ভগৱতে শ্ৰীসূৰ্য নাৰায়ণায় নমঃ বুলি, কিম্বা কেৱল ওঁ উচ্চাৰণ কৰি অৰ্ঘ দিব। ফুল, চন্দন আদি নেপালে কেৱল জলেৰেই অৰ্ঘ দিব পাৰে। অৰ্ঘ দিয়াৰ পাছত তলত লিখা মন্ত্ৰ মাতি বা বিনা মন্ত্ৰে শ্ৰদ্ধা ভক্তিৰে সূৰ্যনাৰায়ণক প্ৰণাম কৰিব :—

"ওঁ নমঃ সবিত্ৰে জগদেক চক্ষুষে
জগৎ প্ৰসূতি স্থিতি নাশ হেতবে।
ত্ৰয়ীময়ায় ত্ৰিগুণাত্মধাৰিণে
বিৰিঞ্চি-নাৰায়ণ-শঙ্কৰাত্মনে ॥"

ভক্তিৰে সৈতে পত্ৰ, পুষ্প, জল দি কিছু সূৰ্যনাৰায়ণৰ উদ্দেশে উপহাৰ দিয়া যায়, তাকেই তেওঁ সন্তোষেৰে গ্ৰহণ কৰে। যি ঘিউ কিম্বা তিলৰ তেলেৰে বন্তি জ্বলাই আদিত্যক অৰ্চনা কৰে, তেওঁৰ চকু বেয়া নহয়, তিলেৰে অগ্নিত আহুতি দিলে আৰু তিলৰ তেলেৰে বন্তি জ্বলালে ঘৰ পবিত্ৰ হয়, পাপ মলিনতা দূৰ হয়। তিলৰ লাডু বা পিঠা খাই থাকিলে মুৰৰ চুলি নপকে। সূৰ্যোদয়ৰ পৰা সূৰ্যাস্তলৈকে সূৰ্যৰ ফালে মুখ কৰি ওঁ মন্ত্ৰ যপ কৰি থাকিলৈ আদিত্য-ব্ৰত পালন কৰা হয়। এই ব্ৰত পালন কৰিলে মহাপাতকো নষ্ট হয়। যাৰ চকুৰ বেমাৰ আছে, তেওঁ এই ব্ৰত পালন নকৰিব।

"যথাগ্নিৰগ্নৌ সংক্ষিপ্তঃ তথাত্মা পৰমাত্মনি।
ব্ৰহ্মৰূপং মহাপুণ্যং ওমিত্যেকাক্ষৰং জপেৎ
অকাৰশ্চ তথোকাৰো মকাৰশ্চাক্ষৰত্ৰয়ম্
ইত্যেতদক্ষৰং ব্ৰহ্ম পৰমোঙ্কাৰ সংজ্ঞিতম্ ॥'

অৰ্থাৎ অগ্নিত অগ্নি নিক্ষেপ কৰিলে যেনে এক হৈ যায়, সেইৰূপে জীৱাত্মা পৰমাত্মাৰ লগত এক কৰিব পাৰিলে ঐক্যজ্ঞান জন্মে। সাধকে মহা-পুণ্যদায়ক ব্ৰহ্মৰূপী "ওঁ" এই একাক্ষৰ মন্ত্ৰ জপ কৰিব। 'অকাৰ, উকাৰ আৰু মকাৰ' এই তিনি আখৰ মিলি ওঙ্কাৰ হয়। ওঙ্কাৰ পৰব্ৰহ্মস্বৰূপ। এই ওঙ্কাৰকে প্ৰণৱ মন্ত্ৰ বোলে। সকলো নৰ নাৰীয়ে এই মন্ত্ৰ জপ কৰা উচিত।

"আত্মাৰ দ্বাৰাই সৰ্বভূততে আত্মদৰ্শন কৰিবা, সকলোকে সমান চকুৰে চাবা, তোমালোকৰ লগত আনৰ বিন্দুমাত্ৰও পাৰ্থক্য আছে, এনেকুৱা ভাব মনলৈ নানিবা, ঈশ্বৰক সৰ্বভূতৰ আত্মা বুলি জানি আৰু তেওঁ সৰ্বভূততে সততে অৱস্থান কৰিছে, ইয়াকে মনে প্ৰাণে বুজি, দান, মান, মৈত্ৰী, আৰু সমদৰ্শিতাৰ দ্বাৰা সৰ্বভূতৰ অৰ্চনা কৰিবা, নিষ্কাম-ভাৱে সকলোৰে হিত সাধন কৰিবা, এয়েই সকলো নৰ-নাৰীৰ অৱশ্য কৰ্তব্য।" ( মনু ১২-১২৫ )

* জয়ন্তী ২০ চেপ্তেম্বৰ ১৯৩৮, ১ম বছৰ ১৭শ সংখ্যা।

## নৱম আধ্যা
### ব্ৰহ্মচৰ্য

মহৰ্ষি মেধাতিথিয়ে শিষ্যবিলাকক ব্ৰহ্মচৰ্যৰ বিষয়ে উপদেশ দিওঁতে কৈছিল —

আহাৰৰ লগত ধৰ্মজীৱনৰ অতি ওচৰ সম্বন্ধ আছে। সত্ত্ব, ৰজঃ, তমঃ এই তিনি গুণ প্ৰকৃতিৰ পৰা সকলো প্ৰাণীয়ে লাভ কৰিছে। খাদ্যৰ গুণা গুণত এই তিনিগুণৰ বঢ়া-টুটা ঘটে। যি আহাৰ খালে আয়ুস, উৎসাহ, বল, আৰোগ্য, সুখ আৰু তৃপ্তি পোৱা যায়, সেই ৰসাল স্নিগ্ধ, সাৰুৱা অথচ লঘু আৰু ৰুচিকৰ আহাৰ সাত্ত্বিকলোকৰ প্ৰিয়। অতি কেহা, অতি তিতা, অতি টেঙা, অতি লুণীয়া, অতি মিঠা, অতি জলা, অতি তপত, অতিকৈ ভজা বা পোৱা আৰু অধিক মচলা দিয়া আহাৰ, যাক খালে পেটত পোৰণি উঠে আৰু চকুৰ পানী ও নাকৰ পানী ওলায় আৰু খোৱাৰ পাছত গা গধুৰ লাগে, ৰাজসিক লোকে তাক খাই ভাল পায়। বাহী, চেঁচা কৰ্কৰা, দুৰ্গন্ধি বা আনে খাই এৰা অন্ন শুকান বা

গেলা মাছ, মাংস, উগ্র জলা, উগ্র টেঙা, আঞ্জা, এনেকুৱা আহাৰ তামসিক লোকে খাই তৃপ্তি পায়।

"মদ্যমদেয়মপেয়মগ্রাহ্যং" অর্থাৎ মদ কাকো দিব নেপায়, মদ কোনেও খাব নেপায়, মদ কোনেও গ্রহণ কৰিব নাপায়। মদ, ভাং কানি আদি কোনো ৰাগীয়াল বস্তু ঔষধৰ বাহিৰে এনেই নাখাবা। ৰাগীয়াল বস্তুৱে ৰজো আৰু তমো গুণ বঢ়ায়, স্বাস্থ্যও বেয়া কৰে। সদায় মদ খোৱা মানুহৰ যকৃতত ফোঁহা হৈ মৃত্যু ঘটায়।

"প্রকৃতি সবাৰো মাতা উৎপত্তিৰ স্থান,
বীর্যদাতা পিতা ব্রহ্ম কৰে গর্ভধান।
যদ্যপি চিদংশে জীৱ শুদ্ধ অবিকাৰ,
দেহে থাকে তথাপিতো সুখ দুঃখ তাৰ।"

সত্ব, ৰজঃ, তম এই তিনি গুণ প্রকৃতিৰপৰা অভিব্যক্ত হৈ দেহীক দেহত আবদ্ধ কৰি থৈ নিজৰ কর্মানুসাৰে সুখ, দুখ মোহ আদিত সংযুক্ত কৰি ৰাখে। সত্বগুণ সুখকৰ, ৰজো গুণে বিষয়-বাসনা বঢ়ায়, কর্ম-শক্তি জন্মায়, তমোগুণে মানুহক এলেহুৱা কৰি মোহ বা ভ্রান্তি জন্মায, তমোগুণ অজ্ঞানৰপৰা উদ্ভৱ হয়। সাত্বিক, ৰাজসিক আৰু তামসিক লোকবিলাকক তেওঁলোকৰ কর্ম্মৰ পৰা চিনিব পাৰি। যশ, মান, অর্থ, সম্পদ আদিৰ প্রতি আকাঙ্ক্ষা নকৰি, পৰৰ হিতার্থে, জগতৰ হিতার্থে, নিজৰ তথা সর্বস্ব, আন কি জীৱন পর্যন্ত উচর্গা কৰাই সাত্বিক কর্ম্ম। সর্বত্র সমদর্শন ও নিস্বার্থভাৱে সকলোৰে হিত সাধন কৰাই সাত্বিক লোকৰ জীৱনৰ ঘাই কাম। ধন, মান, যশ, ক্ষমতা, আদিৰ আশাত যি কর্ম্ম কৰা যায়, সি ৰাজসিক কর্ম্ম। পৰৰ অনিষ্ট কৰি হলেও নিজৰ স্বার্থ সাধনৰ কাৰণে যি কার্য কৰা হয় সি তামসিক। সেই অজ্ঞান তামসিকে নাজানে যে—

"ভোগঃ পৰোপতাপেন পুংসাং দুঃখায় ন স্থিৰঃ।
পানমপ্যসৃজঃ ক্ষিপ্রং স্বপীড়ায়ৈ জলোকসাম্॥"

অর্থাৎ পৰক দুখ দি যি সুখ পায়, সি দুদিনতে অন্ত হৈ শেষত দুখৰ কাৰণ হয়, যেনে:— জোকে পৰৰ দেহৰপৰা তেজ শুহি খাই খাই পাছে অজীর্ণ ৰোগত সোনকালে মৰি যায়।

গুৰুপাক খাদ্য আহাৰ কৰিলে সহজে পেটত জীণ নাযায়, জীণ নগলে পেটৰ অসুখ হয়। মাছ, মাংস খাই এৰাঁগাখীৰ খালেও পেটৰ অসুখ হয়। অন্নাদি ভোজন কৰোঁতে পানী কমকৈ খাব লাগে। মানুহৰ পেটত যিমানখিনি ভোক লাগে, তাৰ অর্দ্ধেক খাদ্যৰ দ্বাৰা, এক চতুর্থাংশ পানীৰ দ্বাৰা পূৰাই বাকী চতুর্থাংশ বায়ু চলিবলৈ খালিকৈ থ'ব লাগে। খাদ্যৰ গুণাগুণে মানুহৰ প্রকৃতিত মিলি ক্রিয়া কৰি থাকে। সেই ক্রিয়াবিলাকৰ পৰা সত্ব, ৰজঃ আৰু তম এই তিনিগুণ প্রভাৱান্বিত হয়। যি খাদ্য লঘু, সহজে জীণ যায় অথচ বলকাৰক, যি খালে শৰীৰ সুস্থ আৰু পুষ্ট হয়, মন পৱিত্র থাকে, সত প্রবৃত্তি আৰু সত বুদ্ধিৰ বিকাশ হয়, চিত্ত প্রসন্ন হয়, সেয়ে সুখাদ্য।

আমি যি কিছু খাদ্য খাওঁ, পেটত পৰা মাত্রকে তাক পাকস্থলীৰ অগ্নিয়ে পৰিপাক কৰে, যিখিনি অসাৰ আৰু দেহৰ নিমিত্তে অলাগতিয়াল, সেইখিনি মলমূত্র ৰূপে ওলাই যায়, বাকী সাৰ বস্তুখিনিয়ে দেহৰ ভিতৰত ৰস ৰূপ ধাৰণ কৰে, পাছে ৰস পৰিপাক হৈ ৰক্তত পৰিণত হয়, ৰক্তৰ পৰা মাংস হয়, মাংসৰ পৰা মেদ, মেদৰ পৰা অস্থি, অস্থিৰ পৰা মজ্জা আৰু মজ্জাৰ পৰা শুক্র তৈয়াৰ হয়। শুক্রকে বীর্য বোলে। আধাসেৰ ৰক্তৰপৰা এক বিন্দু শুদ্ধ বীর্য উৎপন্ন হয়। এই বীর্যক ধাৰণ কৰি ৰখাকে ব্রহ্মচর্য বোলে। কিন্তু ব্রহ্মচর্যৰ শ্রেষ্ঠ অর্থ হৈছে ব্রহ্মত বিচৰণ অর্থাৎ ভগৱানৰ ওচৰত সম্পূর্ণ নিৰাকাৰ, সাকাৰ, অখণ্ডাকাৰ পৰিপূর্ণৰূপে তেজোময় পৰম্ আত্মাক অন্তৰত প্রেম আৰু ভক্তিৰে ধাৰণ কৰা আৰু সকলোতে ব্রহ্ম আছে, এইদৰে সদায় বোধ কৰাৰ নাম ব্রহ্মচর্য। যি ব্রহ্মচর্য কৰে তেওঁক ব্রহ্মচাৰী বোলে। বীর্যই জীৱনৰ জীৱনীশক্তি, প্রাণৰ অৱলম্বন। শক্তি,

সামৰ্থ, উদ্যম, উৎসাহ, মেধা, প্ৰতিভা, এই সকলোৰে মূল বীৰ্য। সযতনে বীৰ্য ৰক্ষা কৰিলে তাৰপৰা মস্তিষ্কত ওজঃ ধাতু ব ব্ৰহ্মতেজ উৎপন্ন হয়। শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক উন্নতি কৰিবলৈ ব্ৰহ্মচাৰী হব লাগিব। বীৰ্যস্তম্ভন নকৰিলে ব্ৰহ্মচৰ্য সিদ্ধি নহয়। বিদ্যাৰ্থীয়ে ছাত্ৰ-অৱস্থাত কেতিয়াও বীৰ্য ক্ষয় নকৰিব। বীৰ্য ত্যাগ কৰিলে শৰীৰ ক্ষীণাই যাব, বল-শক্তি টুটি যাব মনত উৎসাহ নোহোৱা হব, বুদ্ধি আৰু সাহ কমি যাব, কাম কৰিবলৈ অসমৰ্থ হ'ব, অসৎ বিষয়লৈ আসক্তি হ'ব। অকালত বীৰ্য ক্ষয় কৰি শৰীৰক দুৰ্বল কৰিলে, সেই শৰীৰক ব্যাধিয়ে আক্ৰমণ কৰিব, শৰীৰ ৰুগীয়া আৰু অকৰ্মণ্য হব, স্মৰণ শক্তি কমি যাব, শেষত যক্ষ্মা ৰোগ হব পাৰে।

কুঁহিয়াৰত যেনেকৈ ৰস থাকে, বীৰ্যও আন আন ধাতুৰ লগত মিহলি হৈ গোটেই শৰীৰত ব্যাপ্ত হৈ থাকে। কোনো কাৰণত শৰীৰৰ স্নায়ুবিলাক উত্তেজিত হলে আৰু মনলৈ চঞ্চলতা আহিলে বীৰ্য কোষলৈ আহে। কোষৰ পৰা বীৰ্যপাত হয়। যেনে— অপৰিমিত আৰু উত্তেজক খাদ্য খোৱা, অনিদ্ৰা, অতিনিদ্ৰা, দিবানিদ্ৰা বা ৰাতি জাগৰণ, অন্য মানুহৰ লগত একে বিছনাত শোৱা, একেবাৰে শাৰীৰিক পৰিশ্ৰম নকৰি এলেহুৱা অৰু নিষ্কৰ্মা হৈ থকা বা অনিয়মিত ব্যায়াম কৰা, ৰাগীয়াল বস্তু খোৱা, ধুনপেচ মাৰি ফুৰা, কপিং বা লেংটি নিপিন্ধা, কুদৃশ্য, কুসঙ্গ, কু-আলাপ, কু-চিন্তা, বেয়া পুথি পঢ়া বা চিত্ৰ চোৱা, অশ্লীল নৃত্যগীত ইত্যাদি। ব্ৰহ্মচাৰী আৰু ব্ৰহ্মচাৰিণীসকলে এইবিলাক ত্যাগ কৰিব। প্ৰত্যেকে অকলৈ একোখন বিছনাত শুব। মাছ, মাংস নহৰু পনৰু, ধঁপাত আৰু কোনো ৰাগীয়াল বস্তু নেখাব। অলপ ভোক ৰাখি ৰাখি দিনটোৰ ভিতৰত তিনিবাৰ আহাৰ কৰিলেই শৰীৰৰ পক্ষে যথেষ্ট। একাদশী, অমাৱস্যা, পূৰ্ণিমা আৰু অন্যান্য বিশেষ পৰ্বদিনত লঘোন দিয়া আৱশ্যক। যি সম্পূৰ্ণৰূপে উপবাস কৰিব নোৱাৰে তেওঁ ফল-মূল, গাখীৰ, গাজীমাহ, মোহনভোগ আদি কম পৰিমাণে খাব পাৰে। দেওবাৰে লোণ নাখাব। নিজৰ বিছনাৰ বাহিৰে আনৰ বিছনাত বহা বা আনে ব্যৱহাৰ কৰা কাপোৰ পিন্ধা অনুচিত। ছঘণ্টাৰ বেছি শুব নালাগে। চুৰিয়াৰ তলত লেংটি মৰা ব্ৰহ্মচাৰীৰ নিমিত্তে বৰ আৱশ্যক। নিতৌ ৰাতিপুৱা এৱাৰ আৰু গধূলি এবাৰ নিৰ্দোষ খেল ধেমালি বা ব্যায়াম কৰা উচিত। "সূৰ্য নমস্কাৰ" এবিধ উত্তম ব্যায়াম। সকলোৱে প্ৰাণায়াম কৰা উচিত, আৱশ্যক নহলে কোনো তিৰোতাৰ মুখলৈ নাচাবা। কোনো তিৰোতাৰ লগত কথা পাতিলে তললৈ দৃষ্টি ৰখা ভাল। তিৰোতাসকলক সদায় সন্মান কৰিবা। কায়িক, বাচনিক আৰু মানসিক তপৰ কথা আগেয়ে কৈ আহিছোঁ। কথা যিমান কম কোৱা যায় সিমান ভাল। বাক্ সংযমে মানসিক শক্তি আৰু তেজ বঢ়ায়। সদায় সম আৰু দম অভ্যাস কৰিবা।

জ্ঞানেন্দ্ৰিয় নিয়মিলে তাৰ নাম শম।
কৰ্মেন্দ্ৰিয় নিয়মিলে তাৰ নাম দম॥

সদায় শাৰীৰিক বা মানসিক কোনো এটা কামত লিপ্ত থাকিবা, মানুহৰ মন কেতিয়াও খালী হৈ থাকিব নোৱাৰে, খালী হৈ থাকিলে কুচিন্তা আহি সোমাব পাৰে। এতেকে সজ চিন্তা, সজ সঙ্কল্প, সজ পুথি পাঠ, ব্যায়াম, প্ৰাণায়াম, জপ, তপ, ঈশ্বৰোপাসনা আদিত মনটোক নিযুক্ত ৰাখিব লাগে। সজ-জীৱন গঠন কৰাত সৎসঙ্গ প্ৰধান সহায়ক। তাৰ পাছত সাধনা। সুদৃঢ় সঙ্কল্পই সাধনাৰ ঘাই অৱলম্বন। সঙ্কল্পৰ দৃঢ়তাৰ ওপৰত সাধনাৰ সফলতা নিৰ্ভৰ কৰে। "মন্ত্ৰৰ সাধন কিম্বা শৰীৰ পতন" এনে সঙ্কল্পৰ দ্বাৰাই ধ্ৰুৱ, প্ৰহ্লাদ আদি ভক্তসকলে সিদ্ধি লাভ কৰিছিল। "আত্মানং বিদ্ধি"—আত্মাক জানা। আত্মজ্ঞান, আত্মবিশ্বাস, আত্মমৰ্যদা কি জানিবলৈ, প্ৰকৃত মানুহ হবলৈ, জ্ঞানী আৰু ধাৰ্মিক হবলৈ চেষ্টা কৰা।

আহাৰ, নিদ্ৰা, ভয় এলাহ, মৈথুন এইবিলাক প্ৰবৃত্তি মানুহ আৰু পশু উভয়ৰে সাধাৰণ ধৰ্ম, কেৱল জ্ঞান আৰু ধৰ্মহীন মানুহ পশুৰ সমান।

এতিয়া আকৌ বীৰ্যধাৰণৰ বিষয়ে অলপ কওঁ শুনিবা।

মৰণং বিন্দুপাতেন জীৱনং বিন্দুধাৰণাৎ।
তস্মাদতি প্ৰযত্নেন কুৰুতে বিন্দুধাৰণম্ ॥
জায়তে ম্ৰিয়তে লোকো বিন্দুনা মাত্ৰ সংশয়।
এতদ্জ্ঞাত্বা সদাযোগী বিন্দুধাৰণমাচৰেৎ ॥
(শিৱসংহিতা)

অতিৰিক্ত বিন্দুপাত অৰ্থাৎ শুক্ৰ ক্ষয় মৃত্যুৰ কাৰণ হয়, বিন্দুধাৰণেই জীৱন, এতেকে ব্ৰহ্মচাৰী সাধকে অতি যত্নে বিন্দুধাৰণ কৰিব।

ৰেতঃ বা বীৰ্যৰ ধৰ্ম সুখ প্ৰদান কৰা। যেতিয়া বীৰ্যপাত হয় তেতিয়া বীৰ্যই কৈ যায় যে "মোক ধৰ্ম সুখ দিয়া, সেই নিমিত্তে যদিও মোক অনৰ্থক ত্যাগ কৰিছা, তথাপি মই তোমাক সুখ দি আহিলোঁ, তুমি মোক ৰখাহেঁতেন মই তোমাক সদায় সুখ দিলোঁহেঁতেন।" গৃহস্থসকলেও অনৰ্থক বীৰ্য নষ্ট নকৰি ব্যৱহাৰিক ও পাৰমাৰ্থিক কাৰ্য উত্তমৰূপে সমাধা কৰি পৰমানন্দে থাকিব পাৰে। তেওঁলোকে যদি ঈশ্বৰৰ নিয়মানুসাৰে নিজৰ ভাৰ্যাৰ ঋতুৰক্ষা আৰু সন্তান উৎপত্তিৰ নিমিত্তে মাহেকত কিম্বা পখেকত এবাৰকৈ বীৰ্য ত্যাগ কৰে আৰু পৰমাত্মাত প্ৰেম ভক্তি ৰাখে, তেন্তে তেওঁলোকৰ ব্ৰহ্মচৰ্য নষ্ট নহয়। সপোনত বীৰ্যপাত হলেও ব্ৰহ্মচৰ্য নষ্ট নহয়। কিন্তু নিজে ইচ্ছা কৰি সদায় ৰেতঃ নষ্ট কৰা নিতান্ত অকৰ্তব্য। ঋষিসকলৰ মতে গৃহস্থই মাহেকত এবাৰ মাথোন বীৰ্য ত্যাগ কৰা বাঞ্ছনীয়। "মাহত এবাৰ বছৰত বাৰ, তাৰো ভাল যদি কমাব পাৰ।" ৰজস্বলা তিৰোতাই চতুৰ্থ দিনত শুদ্ধি লাভ কৰে, ছয় দিনৰ পাছত দেৱাৰ্চনাৰ যোগ্যা হয়। ৰজস্বলা হোৱাৰ পৰা প্ৰথম ছদিন বৰ্জন কৰি গৃহস্থই নিজৰ ভাৰ্যাৰ লগত সহবাস কৰিব পাৰে। সাধাৰণতঃ নাৰীৰ প্ৰথম ষোল দিনেই ঋতুকাল। অষ্টমী, চতুৰ্দশী, পূৰ্ণিমা আৰু অমাৱস্যা তিথিত স্ত্ৰী সঙ্গ নকৰিব। যুগ্ম ৰাতিত অৰ্থাৎ ঋতুৰ ষষ্ঠ, অষ্টম, দশম আদি ৰাতিত সহবাস কৰিলে পুত্ৰ আৰু অযুগ্ম ৰাতিত অৰ্থাৎ পঞ্চম, সপ্তম, নৱম আদি ৰাতিত কন্যা জন্মে। সহবাসৰ পাছত পেট ভৰাই গাখীৰ বা পানী খাব আৰু স্নান কৰি শুচি হব। সহবাসৰ সময়ত ভাৰ্যাৰ বাওঁ নাকেদি আৰু পুৰুষৰ দক্ষিণ নাকেদি শ্বাস চলিলে বন্ধ্যা নাৰীও পুত্ৰৱতী হয়। কিন্তু সহবাসৰ আৰম্ভত পুৰুষৰ দক্ষিণ নাকেদি শ্বাস চলি অন্তত বাওঁ নাকেদি শ্বাস চলিলে গৰ্ভধাৰণ নহয়। আকৌ যদি স্ত্ৰী পুৰুষ দুয়োৰে একে ফালৰ নাকেদি শ্বাস চলে, তেনেহলে গৰ্ভ নহয়। ক্ষিতিতত্ত্বৰ উদয়ত গৰ্ভধাৰণ হলে পুত্ৰ, জলতত্ত্বৰ উদয়ত কন্যা আৰু অগ্নিবায়ু বা ব্যোমতত্ত্বৰ উদয়ত গৰ্ভধাৰণ হলে গৰ্ভপাত হয়, কিম্বা সন্তান জন্মিলেও সৰহ দিন জীয়াই নাথাকে। মানুহৰ শৰীৰত কোনো সময়ত তত্ত্বৰ উদয় হৈ থাকে, তাক জানিবৰ উপায় "স্বৰোদয়" শাস্ত্ৰত লিখা আছে।

শাৰীৰিক ব্যায়াম আৰু প্ৰাণায়ামৰ দ্বাৰা দেহ সৱল ও টান হয়, দৈহিক তেজৰ ভিতৰত এটা স্বাভাৱিক সামঞ্জস্য ৰক্ষিত হয়, এই অৱস্থা ব্ৰহ্মচৰ্য ৰক্ষাৰ অনুকূল। ভোজন সম্বন্ধে নিৰ্লোভ আৰু সংযত নহলে ব্ৰহ্মচৰ্য ৰক্ষা কৰা টান হয়। ব্ৰহ্মচৰ্য, অহিংসা, সত্য, অস্তেয় আৰু অপৰিগ্ৰহ, এই পাঁচোটা ব্ৰতৰ নাম নিয়ম। ব্ৰহ্মচৰ্য প্ৰতিষ্ঠা হলে বীৰ্য লাভ হয়, মস্তিষ্কৰ শক্তি প্ৰবল হয়, মহতী ইচ্ছা শক্তিৰ বিকাশ হয়। অহিংসা বুলিলে কায়-মনোবাক্যে কোনো প্ৰাণীক হিংসা নকৰা বুজায়। যেতিয়া তোমালোকৰ হৃদয়ত দৃঢ়ৰূপে অহিংসা প্ৰতিষ্ঠিত হব তেতিয়া আনেও তোমালোকৰ ওচৰত বৈৰিতা ত্যাগ কৰিব। সদায় সত্য কথা ক'বা, সত্যআচৰণ কৰিবা আৰু সত্য বস্তুৰ অনুসন্ধান ও চিন্তা কৰিবা। পৰৰ হিতৰ নিমিত্তে বাক্য ও মনৰ যি যথাৰ্থ ভাৱ, তাকে সত্য বোলে। অস্তেয় বুলিলে চুৰ নকৰা

বুজায়। চুৰ কৰা যেনে অসৎ কাৰ্য, পৰিগ্ৰহ অৰ্থাৎ আনৰ কোনো বস্তু লোৱাও তেনে অসৎ কৰ্ম। যি আনৰ পৰা কোনো উপহাৰ গ্ৰহণ কৰে বা ভেটী খায়, তেওঁৰ মনৰ ওপৰত উপহাৰ দাতাৰ মনে কাৰ্য কৰে, কাজে কাজেই যি তাক গ্ৰহণ কৰে, তেওঁৰ মনৰ স্বাধীনতা নষ্ট হৈ যায়, তেওঁ কিনা গোলামৰ দৰে অধীন হৈ পৰে। মুঠতে লোভ পৰিত্যাগ কৰাক অপৰিগ্ৰহ বো'ল। শৌচ বুলিলে শুচিতা বা পৱিত্ৰতা বুজায়। আগেয়ে কৈ আহিছোঁ যে শৌচ দুই প্ৰকাৰ, বহিঃশুদ্ধি আৰু চিত্তশুদ্ধি। পানী, মাটি আদিৰে দেহ আৰু ঘৰ-চোতাল শুদ্ধ কৰা হয়, সেইটো বাহিৰ শুদ্ধি। অসৎ চিন্তা, অসৎ সঙ্কল্প, দম্ভ, অভিমান লোভ, হিংসা আদিয়ে অন্তৰক মলিয়ন কৰে। এইবিলাক পৰিত্যাগ কৰিলে চিত্ত শুদ্ধি বা ভিতৰুৰ শুদ্ধি হয়,। মুঠতে শৌচৰ দ্বাৰা সত্ত্বশুদ্ধি, মনৰ প্ৰফুল্লভাৱ, একাগ্ৰতা, ইন্দ্ৰিয়জয় আৰু আত্মদৰ্শনৰ যোগ্যতা লাভ হৈ থাকে। নিতান্ত লাগতিয়াল বস্তুৰ বাহিৰে অতিৰিক্ত বস্তুৰ উপভোগৰ পৰা নিবৃত্ত থাকি যথাপ্ৰাপ্ত বস্তুতেই তৃপ্তি অনুভৱ কৰাৰ নাম সন্তোষ। সন্তোষৰ দ্বাৰা চিত্ত প্ৰশান্ত হলে আত্মচিন্তাৰ উপযোগী হয়। অসন্তোষীয়া মানুহৰ মনত সুখ নাই, মন অস্থিৰ হৈ থাকে। দুৰাকাঙ্ক্ষা ত্যাগ কৰিবা। যি বস্তু লাভ কৰিবৰ নিমিত্তে ভোক-পিয়াহ, জাৰ-জহ, খ দুখ, লাভ-লোকচান, জয়-পৰাজয় আদি শান্ত ভাৱে সহি নেৰা-নেপেৰা চেষ্টা বা সাধনা কৰা যায় তাৰ নাম তপস্যা। তপস্যাৰ নিমিত্তে সুদৃঢ সঙ্কল্প ও অধ্যৱসায়ৰ আৱশ্যক। সংযমমূলক ব্ৰতাচৰণ আদিও তপস্যা। ঈশ্বৰ-সেৱা বোধে জন-সেৱা, স্বদেশ আৰু সমাজৰ সেৱা কৰা শ্ৰেষ্ঠ তপস্যা। তপস্যাৰ দ্বাৰা সিদ্ধি লাভ হয়। "বেদ" শব্দৰ অৰ্থ জ্ঞান। বেদাদি যি শাস্ত্ৰৰ জ্ঞান আৰু ধৰ্মৰ কথা আছে, তাক অধ্যয়ন কৰাক স্বাধ্যায় বোলে। অৰ্থ বুজি মন্ত্ৰ জপ কৰাও স্বাধ্যায়। ঈশ্বৰ-প্ৰণিধান বুলিলে ঈশ্বৰলৈ একান্ত ভক্তি বুজায়। এই ভক্তিৰ দ্বাৰা অভীষ্ট লাভ কৰা যায়। ভক্তি শ্ৰদ্ধাৰে ঈশ্বৰত চিত্ত সমৰ্পণ কৰি তেওঁৰ উপাসনা কৰিবা। সকলোৱে যম আৰু নিয়ম পালন কৰা উচিত।

প্ৰেম আৰু অহিংসাই জীৱনক মধুৰ কৰে, সজ চৰিত্ৰ আৰু সদাচাৰে জীৱনৰ সৌন্দৰ্য বঢায়, স্বাৰ্থত্যাগ আৰু সেৱাপৰায়ণতাই জীৱনক মহৎ কৰে। মহৰ্ষি যাজ্ঞবল্ক্যই কৈছে,—

"অহিংসা সত্যমস্তেয়ং শৌচমিন্দ্ৰিয়নিগ্ৰহঃ।
দানং দমো দয়া ক্ষান্তিঃ সৰ্বেষাং ধৰ্মসাধনম্।"

অহিংসা, সত্য, অস্তেয় (চুৰ নকৰা), শৌচ, ইন্দ্ৰিয়জয় (শম), দান, দম, দয়া, ক্ষমা এইবিলাকৰ সাধন সকলোৰে ধৰ্ম। মহৰ্ষি মনুৱে কৈছে,—

সকলো আশ্ৰমৰ লোকেই অতি যত্নেৰে সৈতে দহোটা লক্ষণ বিশিষ্ট যি ধৰ্ম তাৰ সেৱা কৰিব। সেই দহোটা এই :—

"ধৃতিঃ ক্ষমা দমোঽস্তেয়ং শৌচমিন্দ্ৰিয়নিগ্ৰহঃ।
ধীৰ্বিদ্যা সত্যমক্ৰোধো দশকং ধৰ্মলক্ষণম্॥

ধৈৰ্য, ক্ষমা, দম, অস্তেয় (চুৰ নকৰা), শৌচ, ইন্দ্ৰিয়জয়, ধী, বিদ্যা, সত্য, আক্ৰোধ (অহিংসা)। এইবিলাক সকলো মানুহৰ সাধাৰণ ধৰ্ম। এইবিলাক পালন কৰিলেহে মানুহক মানুহ বুলিব পাৰি। মহৰ্ষি অত্ৰিয়ে কৈছে :—

যমান্ সেৱেত সততং ন নিত্যং নিয়মান্ বুধঃ।
যমান্ পতত্যকুৰ্বাণো নিয়মান্ কেৱলান্ ভজন্॥

পণ্ডিত লোকে সদায় "যমৰ" অনুষ্ঠান কৰিব, নিতৌ "নিয়মৰ" অনুষ্ঠান নকৰিলেও হ'ব, যি "যমৰ" অনুষ্ঠান নকৰি কেৱল মাথোন "নিয়মৰ" অনুষ্ঠান কৰে, তেওঁ পতিত হয়। কাৰণ কেৱল সন্ধ্যাহ্নিক যজ্ঞ আদি কৰাক ধৰ্ম নোবোলে। সেইবিলাক ধৰ্ম লাভৰ উপায়, ধৰ্ম নহয়।

* জয়ন্তী, ৫ ডিচেম্বৰ ১৯৩৮, ১ম বছৰ ২১শ সংখ্যা।

## দশম আধ্যা

### প্ৰাণায়াম (১)

মহৰ্ষি মেধাতিথিয়ে এদিন তেওঁৰ আশ্ৰমৰ ঋষি-কুমাৰবিলাকক প্ৰাণায়ামৰ বিষয়ে উপদেশ দিলে। তেওঁৰ কাষতে অৰুন্ধতীয়ে বহি শুনি আছিল। তেওঁ ক'লে—

আমাৰ গোটেই শৰীৰ-যন্ত্ৰটোক যি শক্তিয়ে চলাইছে, তাৰ নাম প্ৰাণ। এক প্ৰাণেই সকলো প্ৰাণীৰ শৰীৰত ক্ৰিয়া কৰে। আমি যে উশাহ-নিশাহ লৈ জীয়াই আছোঁ, সি প্ৰাণ শক্তিৰে ক্ৰিয়া। এই প্ৰাণশক্তিয়েই বায়ুৰ সাহায্যত শৰীৰৰ নানা ঠাইত অৱস্থান কৰি কাৰ্য কৰিছে। স্থান ভেদে শৰীৰৰ ভিতৰৰ সেই বায়ুৰো বেলেগ বেলেগ নাম আছে। যেনে— প্ৰাণ, অপাণ, সমান, উদান, ব্যান, নাগ, কুৰ্ম, কৃকৰ, দেৱদত্ত, ধনঞ্জয়। ইয়াৰ ভিতৰত প্ৰথম পঞ্চ বায়ুৰ ভিতৰত হৃদয়ত প্ৰাণ বায়ু, গুহ্যত অপাণ বায়ু, নাভিত সমান বায়ু, কণ্ঠত উদান বায়ু, আৰু সৰ্ব্বশৰীৰ ব্যাপি ব্যান বায়ু অৱস্থান কৰিছে। প্ৰাণ আৰু অপাণ বায়ুৰ সংযোগক প্ৰাণায়াম বোলে। আকৌ, শ্বাস প্ৰশ্বাসৰ স্বাভাৱিক গতি ভঙ্গ কৰি যোগ-শাস্ত্ৰৰ নিয়মমতে বায়ুধাৰণ কৰাৰ নামো প্ৰাণায়াম। আচলতে প্ৰাণায়ামৰ অৰ্থ প্ৰাণৰ সংযম।

শৰীৰত যত প্ৰকাৰৰ প্ৰাণৰ ক্ৰিয়া আছে, তাৰ ভিতৰত হাওঁফাওঁৰ ক্ৰিয়াই অতি সহজে গম পোৱা যায়। সি চলি আছে বাবেই অন্যবিলাক শক্তি চলি আছে। হাওঁফাওঁক বায়ুকোষ বা বায়ু লোৱা যন্ত্ৰ বুলিব পাৰি। কলিজাক বেঢ়ি বুকুৰ গাঁতত এযোৰ হাওঁফাওঁ থাকে। শ্বাস লওঁতে সেই হাওঁফাওঁ ফুলি উঠে, শ্বাস এৰোঁতে ফুলা জামৰি চেপেটা হয়।

বায়ু এবিধ মহাভূত, কেবাটাও সূক্ষ্ম ভূতৰ সমষ্টি, তাৰ ভিতৰত যৱক্ষাৰজান, অম্লজান আৰু অঙ্গাৰাম্লজান প্ৰধান। শ্বাস লওঁতে নিৰ্মল বায়ুৰ লগত যি অম্লজান হাওঁফাওঁলৈ যায়, সি শৰীৰৰ ৰক্ত পৰিস্কাৰ কৰে, প্ৰাণৰ শক্তি বঢ়ায়, প্ৰাণময় কোষৰ পুষ্টিসাধন কৰে। প্ৰাণায়াম কৰিলে যথেষ্ট পৰিমাণে বিশুদ্ধ বায়ু হাওঁফাওঁলৈ যায়, অবিশুদ্ধ অঙ্গাৰাম্লজান বায়ু উশাহত ওলাই যায়

সদায় নাকেদি উশাহ-নিশাহ ল'ব লাগে, মুখেদি ল'ব নালাগে। নাকেদি শ্বাস ললে বায়ু উপযুক্ত ৰূপে শুদ্ধ, তপত আৰু সেমেকা হৈ হাওঁফাওঁলৈ যায়। বায়ুৰ লগত ধূলি আদি থাকিলে নাকৰ বিন্ধাত থকা নোমত লাগি ৰয়। অন্ন যেনে পাকস্থলীৰ খাদ্য, বায়ুও তেনেকৈ হাওঁফাওঁৰ খাদ্য।

প্ৰাণৰ প্ৰকৃত তত্ত্ব জানি তাক সংযম কৰিবৰ চেষ্টাই প্ৰাণায়ামৰ প্ৰকৃত অৰ্থ। প্ৰকৃতিক বশীভূত কৰি শক্তি লাভ কৰা প্ৰাণায়ামৰ উদ্দেশ্য। প্ৰাণায়াম আৰু যোগ সাধনত সিদ্ধি লাভ কৰিব খুজিলে প্ৰথমতে চৰিত্ৰগঠন কৰিব লাগিব। আগেয়ে যি যম আৰু নিয়মৰ কথা কৈ আহিছোঁ, তাক পালন কৰিলে চৰিত্ৰগঠন কৰিব পাৰিবা। সকলো বেয়াৰ গুৰিত লোভ আৰু স্বাৰ্থপৰতা থাকে। এই দুই বস্তুৱে মানুহক পশু তুল্য কৰে। ভয় আৰু দুৰ্বলতা ডাঙৰ পাপ। নায়মাত্মা বলহীনেন লভ্যঃ'। সাহ আৰু উদ্যম বিনা কোনো কাৰ্য সিদ্ধি নহয়।

যোগাভ্যাস কৰোঁতে আসন অৰ্থাৎ বহাৰ প্ৰণালীও জানিব লাগে। যোগশাস্ত্ৰও অনেক প্ৰকাৰ আসনৰ কথা লিখা আছে। কিন্তু পদ্মাসন, সিদ্ধাসন, উগ্ৰাসন আৰু স্বস্তিকাসনেই শ্ৰেষ্ঠ। যাৰ যি আসনত বহিলে সুবিধা হয়, তেওঁ সেই আসনতে বহা উচিত। আসনৰ বিষয়ে কেৱল ইয়াকে জানি ৰখা উচিত যে ঠিক পোন হৈ বহিবা, ৰাজহাড় ভাল পোন হৈ থাকে, কুঁজা হব নেলাগে, বুকু ডিঙি আৰু মূৰ যেন সৰল ভাৱে থাকে। বুকু যদি তলৰ ফালে দোঁ খায়, তেন্তে আধ্যাত্মিক চিন্তা কৰা সম্ভৱ নহব। আসন সিদ্ধ

হলে নাড়ীশুদ্ধি কৰিব লাগিব। তেনেহলে প্ৰাণায়াম কৰিবলৈ শক্তি পাবা, বায়ু জয় কৰিবলৈ সক্ষম হবা। প্ৰাণায়ামৰ দ্বাৰা যেতিয়া মন নিৰ্মল হয়, মনলৈ একাগ্ৰতা আহে, তেতিয়া মন ব্ৰহ্মত স্থিৰ হয়। সোঁও হাতৰ বুঢ়া আঙুলীটোৰে সোঁও-ফালৰ নাকৰ বিন্ধাটো টিপা মাৰি বন্ধ কৰি ধৰি বাওঁফালৰ নাকৰ বিন্ধাইদি যথাশক্তি বায়ু গ্ৰহণ কৰিবা, পাছে ততালিকে কনিষ্ঠা আৰু অনামিকা আঙুলীৰে বাওঁ নাকৰ বিন্ধাটো বন্ধ কৰি ধৰি সোঁওঁ নাকৰ পৰা বুঢ়া আঙুলিটো গুচাই সেই সোওঁ নাকেদি ধীৰে ধীৰে বায়ু ত্যাগ কৰিবা। আকৌ সোওঁ নাকেদি যথা শক্তি বায়ু গ্ৰহণ কৰি বুঢ়া আঙুলীৰে সেই নাকটো বন্ধ কৰি ধৰি বাওঁ নাকৰ পৰা আঙুলী গুচাই সেই নাকেদি বায়ু ত্যাগ কৰিবা। এই দৰে দহৰ পৰা কুৰি বাৰলৈকে এটা নাকেদি বায়ু টানি লৈ আনটো নাকেদি উলিয়াই দিবা সোওঁ নাকেদি বায়ু টানি লৈ বাওঁ নাকেদি উলিয়াবা, আকৌ বাওঁ নাকেদি টানি লৈ সোওঁ নাকেদি উলিয়াবা। নিতৌ পুৱা, দুপৰীয়া আৰু মাজনিশা, এই চাৰি সময়ত উক্ত ক্ৰিয়া ১০ বা ২০ বাৰকৈ অভ্যাস কৰিলে এমাহৰ ভিতৰত নাড়ী শুদ্ধি হব। ইয়াকে আৰম্ভ অৱস্থা বোলে। ইয়াৰ পিচত প্ৰাণায়াম সাধনত অধিকাৰ হয়। এই নাড়ীশুদ্ধিৰ ক্ৰিয়াটো অতি উজু। এই ক্ৰিয়া কৰোঁতে অৰ্থাৎ বায়ু বা শ্বাস গ্ৰহণ কৰোঁতে আৰু ত্যাগ কৰোঁতে "ওঁ তৎসৎ" বা "ওঁ সৎগুৰু" বা কেৱল "ওঁ" এই প্ৰণৱ মন্ত্ৰ বা নিজৰ গুৰুৱে দিয়া আন কোনো পবিত্ৰ মন্ত্ৰ মনে মনে মাতিব লাগে।

নাকৰ দ্বাৰা যি বায়ু বাহিৰৰ পৰা ভিতৰলৈ টানি লোৱা হয়, তাৰ নাম পূৰক, সেই বায়ুক নাকেদি যেতিয়া বাহিৰলৈ এৰি দিয়া হয়, তাৰ নাম ৰেচক, বায়ুক নাকেদি ভিতৰলৈ টানি নি যিমান সময় দেহৰ ভিতৰত থমাই ৰখা যায়, সেই অৱস্থাক কুম্ভক বোলে। তোমালোকে একে নিশাহতে এক, দুই তিনিকৈ যিমানলৈকে পাৰা গণিবাচোন। তাতো কুম্ভক হয়। "হৈ গুড়ু" খেলোতে কুম্ভক হয়। নাকেদি বাহিৰলৈ উলিয়াই দিয়া শ্বাসক নিশাহ বুলি কোৱা হয়। উশাহে বায়ু উলিয়াই, নিশাহে ভিতৰলৈ নিয়ে। উশাহ নিশাহ লওঁতে বা ৰেচক আৰু পূৰক কৰোতে মনে মনে "ওঁ" মন্ত্ৰ জপ কৰিব লাগে। মমত এনেকুৱা ভাৱ কৰিবা যেন শ্বাসৰ লগত তলে তলে "ওঁ" মন্ত্ৰ বাহিৰলৈ গৈছে আৰু ভিতৰলৈ আহিছে। ইয়াৰ পৰা দেখিবা গোটেই শৰীৰটো ক্ৰমাৎ যেন সাম্য ভাৱলৈ আহিছে।

আমাৰ শৰীৰত যিবিলাক নাড়ী আছে, তাৰ ভিতৰত ইড়া, পিঙ্গলা আৰু সুষুম্না, এই তিনি ডাল নাড়ী প্ৰধান। সুষুম্না নাড়ী মূলাধাৰৰপৰা উৎপন্ন হৈ নাভিমণ্ডলত যি ডিম্বাকৃতি নাড়ী চক্ৰ আছে, তাৰ ঠিক মাজেদি ওলাই তালুৰ ব্ৰহ্মৰন্ধ্ৰলৈকে গৈছে, সুষুম্নাৰ বাওঁফালৰ নাকৰ বিন্ধালৈকে আৰু পিঙ্গলা নাড়ী দক্ষিণ ফালৰ নাকৰ বিন্ধা লৈকে গৈছে। মেৰুদণ্ডৰ বা ৰাজহাড়ৰ ৰন্ধ্ৰৰ ভিতৰেদি সুষুম্না নাড়ী ব্ৰহ্মৰন্ধ্ৰলৈ আৰু মেৰুদণ্ডৰ দুই কাষেদি পিঙ্গলা আৰু ইড়া নাড়ী দুডাল নাকলৈ গৈছে। ইড়া চন্দ্ৰ স্বৰূপা, পিঙ্গলা সূৰ্য স্বৰূপা, সুষুম্না চন্দ্ৰ, সূৰ্য আৰু অগ্নি স্বৰূপা, সত্ত্ব, ৰজঃ, তম, এই ত্ৰিগুণযুক্ত আৰু ফুলি থকা ধুঁতুৰা ফুলৰ নিচিনা শুভ্ৰ। বাওঁ নাকত ইড়া আৰু দক্ষিণ নাকত পিঙ্গলা বিদ্যমান। ইড়াত চন্দ্ৰ আৰু পিঙ্গলাত সূৰ্যৰ অধিষ্ঠান। গুহ্যৰ ওপৰত আৰু লিঙ্গৰ তলত অৰ্থাৎ গুহ্যদ্বাৰ আৰু লিঙ্গ, এই উভয়ৰ ঠিক মাজত মূলাধাৰ পদ্ম আছে।

বুকু, ডিঙি আৰু শিৰ সদায় এক ৰেখাত ঠিক সৰল ভাৱে ৰাখি, পূব বা উত্তৰ ফালে মুখ কৰি প্ৰাণায়াম কৰিবলৈ বহিবা। প্ৰাণায়াম কৰোঁতে চকুৰ দৃষ্টি দুই ভ্ৰূৰ মাজলৈ বা নাকৰ আগটোলৈ ৰাখিবা। প্ৰাণায়াম সাধনৰ ক্ৰিয়াটো এই—

প্ৰথমে সোঁ হাতৰ বুঢ়া আঙুলীৰে নাকৰ সোঁ ফালৰ বিন্ধাটো বন্ধ কৰি নাকৰ বাওঁফালৰ বিন্ধাই দি ধীৰে ধীৰে বায়ু পূৰণ কৰিবা। তাৰ পিচত অঙ্গুষ্ঠ, অনামিকা আৰু কনিষ্ঠ আঙুলিৰে নাকৰ দুয়োটা বিন্ধা বন্ধ কৰি মনতে ভাবিবা যেন তুমি স্নায়ু প্ৰৱাহটোক ক্ৰমাৎ তললৈ পঠিয়াইছা আৰু সুষুম্নাৰ মূল ঠাই মূলাধাৰ পদ্মত আঘাত কৰিছা, পাছে বুঢ়া আঙুলিটো (অঙ্গুষ্ঠ) উঠাই লৈ নাকৰ দক্ষিণ বিন্ধাই দি ধীৰে ধীৰে বায়ু ৰেচক কৰিবা অৰ্থাৎ উলিয়াই দিবা। তাৰ পিচত নাকৰ বাওঁ বিন্ধাটো অনামিকা আৰু কনিষ্ঠ আঙুলিৰে বন্ধ কৰি ৰাখিয়েই নাকৰ দক্ষিণ বিন্ধাইদি ধীৰে ধীৰে বায়ু পূৰণ কৰিবা আৰু আগৰ নিচিনাকৈ নাকৰ দুয়োটা বিন্ধা বন্ধ কৰি কুম্ভক কৰিবা। পাছে অনামিকা আৰু কনিষ্ঠ আঙুলি উঠাই লৈ বাওঁ নাকেদি ৰেচক কৰিবা। যেতিয়া ৰেচক কৰা হয়, 'ওঁ' মন্ত্ৰ ৪ বাৰ জপ কৰোঁতে কৰোতে বায়ু ত্যাগ কৰিব লাগে, যেতিয়া পূৰক কৰা হয়, ৮ বাৰ 'ওঁ' মন্ত্ৰ জপি বায়ু বাহিৰৰ পৰা ভিতৰলৈ টানিব লাগে আৰু যেতিয়া কুম্ভক কৰা হয়, তেতিয়া সেই মন্ত্ৰ ১৬ বাৰ জপিব লাগে। ক্ৰমে অভ্যাসৰ দ্বাৰাই এই সংখ্যা দুগুণ তিনিগুণ, বা চাৰিগুণলৈকে বঢ়াব পাৰিবা। যেতিয়া ৰেচকত ১৬ বাৰ মন্ত্ৰ জপ কৰিব পাৰিবা, তেতিয়া পূৰকত ৩২ বাৰ আৰু কুম্ভকত ৬৪ বাৰ জপ কৰিব লাগিব। ৰেচকৰ দ্বিগুণ পূৰক আৰু পূৰকৰ দ্বিগুণ কুম্ভক হব লাগিব। মন্ত্ৰৰ সংখ্যা যিমান জপ কৰিলে সহজে হয়, কোনো কষ্ট নহয়, ক্ৰমশঃ কাৰ্যসিদ্ধি হয়, সেই পৰিমাণ সংখ্যাহে জপ কৰা উচিত। কুম্ভকৰ সময়ত জপ নহয়, সেইখিনি সময়ত সাধক ভাৱত থাকে। ৰেচক, পূৰক আৰু কুম্ভকৰ জ্ঞানপক্ষত অৰ্থ এই যে মনৰ বৃত্তি যেতিয়া বাহ্য বিষয়ত বিস্তীৰ্ণ আৰু চঞ্চল হৈ থাকে, সেই অৱস্থাৰ নাম ৰেচক, যেতিয়া মনক বাহিৰৰ পৰা সঙ্কোচ কৰি আনি অন্তৰত পূৰ্ণ পৰ ব্ৰহ্ম জ্যোতি স্বৰূপ গুণত সংযুক্ত কৰা যায়, সেই অৱস্থাৰ নাম পূৰক, আৰু যেতিয়া তুমি আৰু পৰমাত্মা অভেদ যুক্তস্বৰূপ হ'বা, সেই অৱস্থাক কুম্ভক বুলি জানিবা। মুঠতে অজ্ঞান অৱস্থাৰ নাম ৰেচক, জ্ঞান অৱস্থাৰ নাম পূৰক আৰু বিজ্ঞান অৱস্থাক কুম্ভক বুলি জানিবা। স্বপ্নাৱস্থা ৰেচক, জাগৰিত অৱস্থা পূৰক আৰু সুষুপ্তি (টোপনি) অৱস্থাক কুম্ভক বুলি জানিবা। এক অদ্বিতীয় ঈশ্বৰ অখণ্ডাকাৰে সকলোৰে বাহিৰে ভিতৰে পূৰ্ণৰূপে বিৰাজমান আছে। সেই সাৰাৎসাৰ নিৰাকাৰ সাকাৰ ৰূপে বিৰাজিত পূৰ্ণ পৰব্ৰহ্ম জ্যোতিস্বৰূপ অখণ্ডাকাৰ আত্মা গুৰুক হৃদয়ত ধাৰণ কৰা, পৰম্পৰ মনৰ সকলো প্ৰকাৰ ভ্ৰম যাব আৰু শান্তি পাবা।

"প্ৰাণ" শব্দই বায়ু আৰু "আৰুয়াম" শব্দই নিৰোধ বুজায়। প্ৰাণায়াম সাধন কৰোঁতে কুম্ভক কৰিলে অৰ্থাৎ কুম্ভত পানী ভৰোৱাৰ দৰে বায়ু আকৰ্ষণ কৰি পেটত ভৰালে প্ৰাণ-বায়ু নিৰোধ হয়, শ্বাস প্ৰৱাহিত নহয়। এই নিমিত্তে প্ৰাণায়াম কৰিলে মানুহ দীৰ্ঘায়ু আৰু নীৰোগ হয়। প্ৰাণায়াম সাধনত সাধকৰ শৰীৰৰ সকলো অংশ যথোপযুক্তৰূপে সাম্য অৱস্থালৈ আহে তেওঁৰ দেহত সুন্দৰ জ্যোতি হয় আৰু তাত এক প্ৰকাৰ সুগন্ধ অনুভূত হয় আৰু স্বৰ সুমধুৰ হয়, তেওঁৰ জঠৰাগ্নি উদ্দীপ্ত হয়, ভোক লাগে, গাত বল পায়, মনতো উৎসাহ জন্মে। যোগ সাধনত নিশ্চয় সিদ্ধি হয়, এনে জ্ঞানেৰে নিয়মমতে সাধনা কৰিলে নিশ্চয় সিদ্ধিলাভ হয়। এতেকে বিশ্বাসেই সিদ্ধিৰ প্ৰধান কাৰণ। সিদ্ধিৰ দ্বিতীয় কাৰণ শ্ৰদ্ধা। শ্ৰদ্ধাৱন্তজনেহে বিদ্যা আৰ্জিব পাৰে। সিদ্ধিৰ তৃতীয় কাৰণ গুৰুপূজা। চতুৰ্থ কাৰণ সৰ্বত্ৰ সমদৰ্শন আৰু সকলোৰে হিতকামনা। পঞ্চম কাৰণ জিতেন্দ্ৰিয়তা। ষষ্ঠ কাৰণ পৰিমিত সাত্বিক ভোজন। সপ্তম কাৰণ একাগ্ৰতা। *

* টোকা — আধুনিক পাশ্চাত্য শিক্ষা পোৱা ডেকাই আৰ্য ঋষিসকলৰ উপদেশলৈ কাণ নিদিয়ে। সেই নিমিত্তে জনাওঁ যে প্ৰাণায়ামক ইংৰাজীত Deep breathing বোলে। এই সম্বন্ধে "The School

of Health" নামৰ এখন পুথিত এজন ইংৰাজ ডাক্তৰে লিখিছে—

"It is an excellent habit to practise deep breathing for five or ten minutes twice a day By this means the lungs are thoroughly aired and the blood is purified as well. Deep breathing-taking pure fresh air, of course, is a panacea for weak lungs It is one of the best forms of exercises. The vital capacity may be increased by breathing exercises *

* জয়ন্তী, ১ বহাগ, ১৮৬১ শক, ২য় বছৰ ৬ষ্ঠ সংখ্যা।

## একাদশ আধ্যা

### প্ৰানায়াম (২)

প্ৰাণায়াম দুবিধ — সগৰ্ভ আৰু অগৰ্ভ। জপধ্যান যুক্ত যি প্ৰাণায়াম সেয়ে সগৰ্ভ আৰু তাৰ বিপৰীত হলে অগৰ্ভ প্ৰাণায়াম হয়। যি জপধ্যানযুক্ত প্ৰাণায়াম কৰিব নোখোজে, তেওঁ অগৰ্ভ প্ৰাণায়াম কৰিব পাৰে। যি প্ৰাণায়াম ৩৬ মাত্ৰাযুক্ত তাক শ্ৰেষ্ঠ, যি ২৪ মাত্ৰাযুক্ত তাক মধ্যম আৰু যি প্ৰাণায়াম ১৩ মাত্ৰাযুক্ত তাক অধম বোলা হয়।

প্ৰাণায়াম সাধন কৰিলে মানুহ দেৱতুল্য হয়। তাকে ভালমতে কৰিবলৈ হ'লে প্ৰথমে উপযুক্ত স্থান আৰু বিহিত কাল, তাৰ পিচত পৰিমিত সাত্ত্বিক আহাৰ তাৰু অৱশেষত নাড়ীশুদ্ধি আৱশ্যক। এই চাৰিটা ঠিক হলে প্ৰাণায়াম অভ্যাস কৰিবা। সাধনাৰ নিমিত্তে এটা বেলেগ গোসাঁইঘৰ থকা উচিত। সেই ঘৰটো পৱিত্ৰ ৰাখিব লাগিব। স্নান নকৰাকৈ, শৰীৰ আৰু মন শুদ্ধ নকৰাকৈ সেই ঘৰত কোনো নোসোমাব। ঘৰটোৰ চাৰিওফালে ফুল আৰু তুলসীৰ গছ থাকিব লাগে। ঘৰৰ ভিতৰত আনন্দদায়ক চিত্ৰ-পট আৰু ৰঙা, বগা, নীলা, হালধীয়া ৰঙৰ ফুল, বেলপাত, তুলসী, দূৰ্বা এটা ঘৰত বা কৰণিত বা এখন ঠগীত সজাই থব লাগে। গধুলি পুৱা সেই ঘৰত ধূপ-ধুনা আৰু বন্তি জ্বলাব লাগে আৰু হোমাগ্নিত আহুতি দিব লাগে। সেই ঘৰত কোনো প্ৰকাৰ অপৱিত্ৰ চিন্তা যেন নহয়। অশুচি গাৰে যেন কোনো মানুহ তাত নোসোমায়। এনেকুৱাকৈ পৱিত্ৰ ৰাখিলে সেই ঘৰটো সত্ব গুণেৰে পূৰ্ণ হব। তাত সোমালেই মনলৈ শান্তি আহিব। চাৰিওফালে পৱিত্ৰ চিন্তাৰ পৰমাণু সদায় স্পন্দিত হৈ থাকিলেই সেই ঠাই পৱিত্ৰ জ্যোতিৰে পূৰ্ণ হব। তেনেকুৱা পৱিত্ৰ ঘৰত মূৰ, ডিঙি আৰু বুকু সৰল ভাবে ৰাখি পূব বা উত্তৰ ফালে মুখ কৰি স্থিৰ ভাৱে আসনত বহিবা। এই আসন যেন অতি ওখও নহয় বা অতি চাপৰো নহয়। কুশৰ ওপৰত পহুৰ ছাল পৰি তাৰ ওপৰত এখন বস্ত্ৰ পাৰি বহি মনক একাগ্ৰ কৰিবা, মন আৰু ইন্দ্ৰিয়বিলাকৰ ক্ৰিয়া সংযত কৰিবা, দৃষ্টি নাসাগ্ৰত ৰাখি প্ৰশান্ত চিত্ত নিৰ্ভীক আৰু ব্ৰহ্মচাৰীব্ৰত পৰায়ণ হৈ সাধনা কৰিবা। জগতৰ সকলো সুখী হওক, সকলোৱে শান্তি পাওক, সকলোৱে আনন্দে পৰমানন্দে থাকক, এনেকুৱা পৱিত্ৰ চিন্তাৰ সোঁত বোৱাই দিবা। পাছে বুজিব পাৰিবা যে এনেকুৱা শুভ ভাৱনাই স্বাস্থ্য লাভৰ উজু উপায়। যি এনেকুৱা বেলেগ গোসাঁই ঘৰৰ দিহা কৰিব নোৱাৰে, তেওঁ আন কোনো নিৰুপদ্ৰৱ ঠাইত বহি সাধনা কৰিব পাৰে। মাঘৰ পৰা বহাগলৈ, আকৌ ভাদৰ পৰা আঘোণলৈ এই আঠমাহ যোগানুষ্ঠানৰ নিমিত্তে ভাল সময়।

যিসময়ত পিঙ্গলা নাড়ীত অৰ্থাৎ নাকৰ দক্ষিণ বিন্ধাইদি বায়ু চলিব, সেই সময়ত ভোজন কৰিলে সহজে জীণ যায়, অজীৰ্ণ ৰোগত কষ্ট পাব নেলাগিব, আৰু যি সময়ত ইড়া নাড়ীত অৰ্থাৎ নাকৰ বাওঁ ফালৰ বিন্ধাইদি বায়ু চলিব, তেতিয়া অধ্যয়ন কৰিবা। বাওঁ নাকে বায়ু চলিলে শুভ কাম আৰু সোঁ নাকে বতাহ চলিলে ক্ৰুৰ বা টান কাম কৰা

উচিত। ভোজন কৰাৰ অলপ পাচতে বা অত্যন্ত ভোকৰ সময়ত যোগাভ্যাস নকৰিবা। প্ৰথমে যোগাভ্যাস কৰোঁতে পুষ্টিকৰ খাদ্য, যেনে,— গাখীৰ, মাখন, ঘিউ, ক্ষীৰ, আদি খোৱা উচিত। যোগাভ্যাস কৰোঁতে অলপ অলপকৈ দিনটোত ৩।৪ বাৰ ভোজন কৰা কৰ্তব্য। নিতৌ যথানিয়মে যথাসময়ত কুম্ভক কৰিবা তাৰ দ্বাৰা বায়ু ধাৰণ কৰিবৰ শক্তি উৎপন্ন হয়। প্ৰাণায়াম কৰোঁতে গা ঘামিলে, ৰাজহাড় কঁপিলে, আৰু ভূমিত্যাগ হোৱা যেন বোধ কৰিলে জানিবা যে প্ৰণায়াম সিদ্ধি হৈছে। নিয়মমতে প্ৰাণায়াম সাধন কৰিলে সৰ্বৰোগ ক্ষয় হয়। আত্মশক্তি জাগৃত হয় আৰু দিব্য জ্ঞান লাভ হয়, সাধকৰ মনত পৰমানন্দ জন্মে আৰু তেওঁ সুখী হয়। কিন্তু অনিয়ম আৰু বায়ুৰ ব্যতিক্ৰম হলে, মূৰ কামুৰিব, হেঁকটি আহিব, কাহ, উদ্‌ফাই আৰু চকু কাণৰ ৰোগ হ'ব পাৰে। প্ৰতিদিন ইড়াত (বাওঁ নাকত) পূৰক, সুষুম্নাত কুম্ভক আৰু পিঙ্গলাত (সোওঁ নাকত) ৰেচক, আৰু পিঙ্গলাত পূৰক, সুষুম্নাত কুম্ভক আৰু ইড়াত ৰেচক, এইৰূপে প্ৰাণায়াম কৰা কৰ্তব্য। পূৰকৰ দ্বাৰা দেহৰ পুষ্টিসাধন আৰু পিত্তৰ সাম্যাৱস্থা ঘটে। কুম্ভকৰ দ্বাৰা পেটৰ ভিতৰত শ্বাস স্তম্ভন কৰিলে অৰ্থাৎ শ্বাস থমাই ৰাখিলে মানুহৰ আয়ুস বৃদ্ধি হয়। ৰেচকে দেহৰ সকলো পাপ মলিনতা ধুই উলিয়াই পেলায়। ৰাতি চন্দ্ৰনাড়ী (বাওঁ নাক) বন্ধ ৰাখি সূৰ্যনাড়ীত (দক্ষিণ নাকেদি) শ্বাস চলালে আৰু দিনত সূৰ্যনাড়ী বন্ধ কৰি চন্দ্ৰনাড়ীত (বাওঁ নাকেদি) শ্বাস চলালে গা ভালে থাকে।

হঠযোগীয়ে পুৱা শোৱাৰ পৰা উঠিয়েই নাকেদি পৰিষ্কাৰ শীতল পানী পি খায়, তাৰ পৰা গোটেই দিনটো মস্তিষ্ক শীতল হৈ থাকে, কেতিয়াও পানী (ছৰ্দি) নালাগে। নাকেদি পানী পি খোৱা একো টান কাম নহয়। নাকটো পৰিষ্কাৰ চেঁচা পানীত ডুবাই ডিঙিৰ ভিতৰলৈ পানী টানিব লাগে, ক্ৰমে ক্ৰমে পানী আপোনা-আপুনি ভিতৰলৈ যাব।

কাহ বা উদ্‌ফাই প্ৰবল হলে বা বুকু, পিঠি কাষলতিৰতল আদিত কোনো কাৰণে বেদনা বোধ কৰিলে, তত্তালিকে যিফালৰ নাকৰ বিন্ধাইদি শ্বাস চলিছে বুলি জানিবা, সেই ফালৰ বিন্ধাটো বন্ধ কৰি আনফালৰ বিন্ধাটোৱেদি শ্বাসৰ গতি পৰিবৰ্তন কৰি দিবা, তাকে কৰিলে অলপ সময়ৰ পাছৰ পৰাই আৰোগ্য বোধ কৰিবা। নিতৌ এই ক্ৰিয়া এমাহমান কৰিলে উদ্‌ফাই ভাল হব। অলপ তুলা এডোখৰ পৰিষ্কাৰ কটাকানিৰে মেৰাই এটা সৰু টুপলিৰ নিচিনা কৰি সি লৈ সেই টুপলিটো নাকৰ এটা বিন্ধাত সুমাই ঠিলা মাৰি থলে শ্বাস আনটো বিন্ধাই দি চলিব। নাকৰ যিটো বিন্ধা বন্ধ কৰিবৰ ইচ্ছা হয়, সেই কালে কাতি হৈ শুই কাষলতিৰ তলত এটা গাৰু লৈ হাতৰ বুঢ়া আঙুলিৰে নাকৰ সেইটো বিন্ধা টিপি ধৰি কিছুপৰ ভৰি মেলি পৰি থাকিলে সেই বিন্ধাই দি শ্বাস চলা বন্ধ হ'ব, আনটো বিন্ধাইদি চলিব।

চকু ভালে ৰাখিবলৈ হলে ৰাতি মাটি তেলৰ চাকিৰ পোহৰত লিখা-পঢ়া নকৰিবা। এৰাগুটি, তিল বা সৰিয়হৰ তেলৰ চাকিৰ পোহৰ ভাল। নিতৌ পুৱা শুই উঠিয়েই প্ৰথমে মুখৰ ভিতৰত এমোকোৰাকৈ চেঁচা পানী ভৰাই লৈ আন পানী হাতত লৈ ২০ বাৰ চকুলৈ ছাটি মাৰিবা। তাৰ পিছত মুখৰ ভিতৰৰ পানী উলিয়াই পেলাবা। নিতৌ আহাৰৰ পিচত আচমন কৰোঁতে অন্ততঃ ৭ বাৰ চকুলৈ পানী ছটিয়াবা। যেতিয়াই মুখ-হাত ধুবৰ প্ৰয়োজন হয়, তেতিয়া চকু আৰু কপালো ধুবা। গা ধুবৰ সময়ত ভৰিৰ বুঢ়া-আঙুলিৰ নখত সৰিয়হৰ তেল দিবা, নাভিত, নাক আৰু কাণৰ বিন্ধাটো তেল দিবা। সেউজীয়া গছ-লতা বননিৰ দৃশ্য চকুলৈ ভাল। চকু ৰঙা পৰিলে ত্ৰিফলাৰ ক্বাথ কৰি তাৰ পানী ভালকৈ ছাকি লৈ তাৰে চকু ধুবা আৰু কেঁচা হালধীৰ ৰসত এডোখৰ নিকা কাপোৰ তিয়াই

লৈ তাৰে চকু মচিবা।

যদি কোনো সাধকে কাক-চঞ্চুৰ নিচিনা অৰ্থাৎ জিভা আৰু ওঁঠ দুখন কোঁচাই কাউৰীৰ ঠোঁটৰ নিচিনা কৰি লৈ তাৰ দ্বাৰাই শীতল নিৰ্মল বায়ু সেৱন কৰে, তেন্তে তেওঁ অনেক ব্যাধিৰ পৰা নিষ্কৃতি পাব। এই ক্ৰিয়া কোনো ডাঙৰ নৈৰ পাৰত বা মুকলি ঠাইত কৰি নিৰ্মল সৰল (জলীয় বাষ্পযুক্ত) বায়ু সেৱন কৰিলে গাৰ ভাগৰ, পোৰণি, জ্বৰ আৰু আন ব্যাধি ভাল হয়। যি সাধকে তালুৰ মুৰত জিভাখন ৰাখি প্ৰাণ-বায়ু সেৱন কৰে, অৰ্থাৎ মুখেদি বিশুদ্ধ বায়ু টানি নাকেদি উলিয়াই দিয়ে, তেওঁৰ গাৰ ৰোগবিলাক ক্ৰমে নাইকিয়া হয়।

যি সাধকে নাকৰ আগটোত দৃষ্টি স্থাপন কৰি প্ৰাণায়াম সাধন কৰে, তেওঁ শুদ্ধ জ্যোতি দেখা পাব। ইয়াকে কিছুদিন সাধন কৰিলে এই জ্যোতি চিৰ-স্থায়ী হৈ থকা দেখিব। মাটিত চিৎ হৈ শয়ন কৰি দুই ভ্ৰূৰ মাজত দৃষ্টি স্থাপন কৰি সাধনা কৰিলেও দিব্যজ্যোতি দেখিবলৈ পাবা। সূৰ্য, চন্দ্ৰ আৰু অগ্নিৰ যি জ্যোতিয়ে অখিল জগতক প্ৰকাশ কৰে, সেই জ্যোতি ব্ৰহ্মাৰেই বুলি জানিবা। সেই জ্যোতি আমাৰ দেহতো আছে। নাকৰ আগত দৃষ্টি স্থাপন কৰি প্ৰাণাযাম কৰোঁতে দেখিবলৈ পাবা যেন প্ৰত্যেক লোমকূপৰপৰা সেই জ্যোতি ওলাইছে যেন অখণ্ড জ্যোতিৰ মাজত দেহ ভাহি আছে।

জিভাৰ দ্বাৰাই বিশুদ্ধ বায়ু আকৰ্ষণ কৰি কুম্ভকৰ যোগেদি ধীৰে ধীৰে পেটৰ ভিতৰলৈ যিমান পাৰে বায়ু টানি নি পাছে দুই নাকৰ বিন্ধাই দি উলিয়াই দিয়াক শীতলী কুম্ভক বোলে। সদায় এই শীতলী কুম্ভক অভ্যাস কৰিলে অজীৰ্ণ, শ্লেষ্মা, পিত্তবাতৰ ৰোগ ক্ৰমাৎ ধ্বংস হয় আৰু গাৰ ৰক্ত পৰিষ্কাৰ হয়।

নিতৌ শুই উঠিবৰ সময়ত যি ফালৰ নাকেদি শ্বাস চলে, সেই ফালৰ হাতৰ তলুৱাৰে মুখমণ্ডল ভালকৈ মোহাৰি শয্যাৰ পৰা নামিবা। ইয়াৰ পৰা মুখৰ ছাল সোটোবা-সোটোৰ নহয়, মুখৰ শ্ৰী ভালে থাকে। উপাসনাৰ সময়ত শুকুলা, নীলা, হালধীয়া আৰু ৰঙা বৰ্ণৰ জ্যোতি ধ্যান কৰিলে দেহৰ সকলো বিকাৰ নষ্ট হয়। ৰং বা বৰ্ণ, তাপ আৰু পোহৰে সকলো দেহীৰ দেহত ক্ৰিয়া কৰে। নীলা আৰু সেউজীয়া ৰং শান্তিদায়ক, চকুৰ তৃপ্তিকৰ। ঋষি-সকলে বগা বৰ্ণক সাত্বিক, ৰঙা বৰ্ণক ৰাজসিক, হালধীয়াক ৰাজসিক, আৰু তামসিক আৰু ক'লা বৰ্ণক তামসিক বুলিছে। আন্ধাৰ খোঁটাসিত বস্তিৰ পোহৰ ৰঙা কৰি থাকিলে মানুহৰ মনটো খিট্‌খিটীয়া আৰু চঞ্চল হয়। মহ আৰু মাখিয়ে হালধীয়া আৰু নীলা ৰং ভাল নাপায়। সিইঁতে তেনেকুৱা ৰং দেখিলে আঁতৰ হয়। যি ঘৰত বেমাৰী মানুহ থাকে, সেই ঘৰত নীলা চন্দ্ৰতাপ আৰু সেউজীয়া আঁৰ কাপোৰ থাকিলে বেমাৰীয়ে আৰাম বোধ কৰিব। ক'লা ৰঙে আন আন ৰঙতকৈ বেছি পৰিমাণে তাপ আক-ৰ্ষণ কৰে, বগা ৰঙে কম আকৰ্ষণ কৰে।

কপালৰ আগত পূৰ্ণিমাৰ জোনৰ নিচিনা জ্যোতি ধ্যান কৰিলে আয়ুস বাঢ়ে।

যেতিয়া মল-মূত্ৰ ত্যাগ কৰিবলৈ যাবা, তেতিয়া যি পৰ্যন্ত মল বা মূত্ৰ বাহিৰ হৈ নাযায়, সেই পৰ্যন্ত দুয়ো পাৰি দাঁত একেলগ কৰি অলপ জোৰেৰে চেপি ধৰি থাকিবা বা এডোখৰ লো কামুৰি থাকিবা। ইয়াৰ পৰা দাঁতৰ গুৰি টান হ'ব আৰু বহু দিন-লৈকে দাঁত ভালে থাকিব।

গা বেয়া কৰিলে অৰ্থাৎ গাত জ্বৰ উঠা যেন বোধ কৰিলে, সেই সময়ত যি ফালৰ নাকেদি শ্বাস চলে সেইটো নাক বন্ধ কৰি আনটো নাকেদি শ্বাস চলাবা আৰু পাৰিলে পঁচতীয়াৰ শিপা এডাল হাতত বান্ধিবা ইয়াকে কৰিলে গা ভাল পাবা।

আহাৰৰ পিচত ভৰি দুটা পাছলৈ নি মাটিত বা পাটত পেলাই সেই ভৰি হালৰ ওপৰত নিতৌ দুখনমান তামোল খোৱাৰ সময়লৈকে বহি থাকিলে বাত-বেমাৰ ক্ৰমাৎ ভাল হয়।

দুই ভ্ৰূৰ মাজত আৰু মনৰ ঊৰ্দ্ধভাগত যি ওঙ্কাৰময় জ্যোতি বৰ্তমান আছে, সেই জ্যোতিক ব্ৰহ্মজ্যোতি হেন জ্ঞান কৰি সাধকে ধ্যান কৰিব। ইয়াকে তেজোধ্যান বা জ্যোতিৰ্ধ্যান বোলে। জ্যোতি-যেই তেজ, তেজেই চেতনা, চেতনাই জ্ঞান, জ্ঞানেই ব্ৰহ্ম। জীৱ-চৈতন্য এক অখণ্ড চৈতন্যময় পূৰ্ণব্ৰহ্মৰ অংশ মাথোন।

জীৱাত্মা আৰু পৰমাত্মা, এই উভয়ৰ ঐক্য থাকিলেও অজ্ঞানবশতঃ পৃথক্ বুলি বোধ হয়। অজ্ঞানতা যেতিয়ালৈকে থাকে, তেতিয়ালৈকে এই পাৰ্থক্য বোধ থাকে। ব্ৰহ্মৰ লগত ঐক্য ভাৱ উপস্থিত নহলে, "সৰ্বং খল্বিদং ব্ৰহ্ম" অৰ্থাৎ চৰাচৰ সকলোকে ব্ৰহ্মময় নেদেখিলে, মুক্তি নহয়। যাৰ দ্বাৰা আত্মাক সচ্চিদানন্দময় জ্যোতিস্বৰূপ পূৰ্ণ পৰব্ৰহ্মৰ লগত অভিন্ন বুলি চিন্তা কৰা হয়, সেয়ে মহাযোগ। অগ্নিত অগ্নি নিক্ষেপ কৰিলে যেনেকৈ এক হৈ যায়, কলহৰ পানী নৈত বাকিলে যেনেকৈ এক হৈ যায়। ঘটাকাশ ঘট ভাঙিলে যেনেকৈ অনন্ত আকাশৰ লগত এক হৈ যায়, তেনেকৈ জীৱাত্মাক পৰমাত্মাৰ লগত যোগ কৰিব পাৰিলে অভেদ ঐক্য জ্ঞান জন্মে। এই অদ্বৈত জ্ঞানেই মুক্তিৰ উপায়—

"ইদং বা নেব কিঞ্চিদাসীৎ।
সদেব সৌম্যেদমগ্ৰ আসীদেকমেবাদ্বিতীয়ং ॥
স বা এষ মহানজ আত্মাঽজৰোঽমৰোঽমৃতোঽভয়ঃ।
সতপোঽতপ্যত সতপস্তপত্বা ইদং সৰ্বমসৃজত যদিদং কিঞ্চ ॥

অৰ্থাৎ এই জগৎ পূৰ্বে একোৱেই নাছিল। এই জগত উৎপত্তিৰ পূৰ্বে কেৱল একে অদ্বিতীয় সৎস্বৰূপ পৰব্ৰহ্ম আছিল। তেওঁ জন্মবিহীন, মহান আত্মা, তেওঁ অজৰ, অমৰ, নিত্য আৰু অভয়। তেওঁ বিশ্বসৃজনৰ বিষয়ে আলচিলে, তেওঁ আলচি এই সকলো যি কিছু সৃষ্টি কৰিলে।

যদি তোমালোকে সুখ-শান্তি পাব খোজা, পাপৰ পৰা পৰিত্ৰাণ পাব খোজা, তেন্তে পৰব্ৰহ্মৰ উপাসনা কৰা, তেওঁৰ প্ৰিয়কাৰ্য কৰা, সেৱা আৰু ত্যাগৰ দ্বাৰা সকলোৰে হিতজনক কৰ্ম কৰি মানৱ জন্ম সাফল কৰা,

বিশ্বামিত্ৰ ঋষিয়ে গায়ত্ৰী মন্ত্ৰ ৰচনা কৰি ব্ৰহ্মোপাসনা পদ্ধতি প্ৰচাৰ কৰি এই উপদেশ দিলে যে "সেই সৃষ্টিস্থিতি প্ৰলয়কৰ্তা পৰব্ৰহ্মাক সূৰ্যক অন্তৰ্যামী ভাবি গায়ত্ৰী জপৰ দ্বাৰা তিনিসন্ধ্যা উপাসনা কৰিব লাগে। "সূৰ্য" বুলিলে বিশ্ব-ব্ৰহ্মাণ্ডৰ সকলোকে যি প্ৰসৱ কৰিছে তেওঁক বুজায়। সেই কাৰণে গায়ত্ৰী মন্ত্ৰত সূৰ্যক সবিতা বোলা হৈছে আৰু সূৰ্যৰ তেজঃ বা জ্যোতিক ভৰ্গদেৱ বোলা হৈছে। মহাত্মা মনুৰ মতেও প্ৰণৱ, ব্যাহৃতি আৰু গায়ত্ৰী, এই তিনিওৰ দ্বাৰাই ব্ৰহ্মক উপাসনা কৰিব লাগে। ঋষিসকলৰ মতে সূৰ্যৰ উদয় কালত পৰমেশ্বৰক সৃষ্টিকৰ্তা বুলি, মধ্যাহ্নত পালনকৰ্তা বুলি আৰু সূৰ্যৰ অন্তকালত প্ৰলয়কৰ্তা বুলি উপাসনা কৰিব লাগে।

"স যশ্চায়ং পুৰুষে যশ্চাসাবাদিত্যে স একঃ।"
যি এই পুৰুষত, যি সৌ আদিত্যত, তেওঁ এক ॥

"তদন্তৰস্য সৰ্বস্য তদু সৰ্বস্যাস্য বাহ্যতঃ।"
তেওঁ সকলোৰে অন্তৰত, তেওঁ সকলোৰে বাহিৰতো আছে।

"তমেব বিদিত্বাতিমৃত্যুমেতি নান্যঃ পন্থা বিদ্যতেঽয়নায়।"

সাধকে কেৱল তেওঁক জানিয়েই মৃত্যুক অতিক্ৰম কৰে—তাৰ বাহিৰে মুক্তিলাভৰ অন্য পন্থা নাই।

"আদিত্যান্তৰ্গতং যচ্চ জ্যোতিষাং জ্যোতিৰুত্তমং।
হৃদয়ে সৰ্বজন্তুনাং জীৱভূতঃ স তিষ্ঠতি ॥
হৃদাকাশে চ যো জীৱঃ সাধকৈৰুপবৰ্ণ্যতে।
স এবাদিত্যৰূপেন বাহিৰ্নভসি ৰাজত ইতি ॥
পাষাণ মণিধাতুণাং তেজোৰূপেন সংস্থিতঃ।
বৃক্ষৌষধি তৃণানাঞ্চ ৰসৰূপেন তিষ্ঠতি ॥
—যোগী যাজ্ঞবল্ক্যঃ।

সূৰ্য-মণ্ডলৰ অন্তৰ্গত যি জ্যোতিৰ মাজত শ্ৰেষ্ঠ জ্যোতি, তেৱেঁই প্ৰাণীবিলাকৰ অন্তৰত জীৱৰূপে অৱ-

স্থান কৰে। যাক সাধকসকলে শাস্ত্ৰানুসাৰে হৃদয়াকাশত থকা জীৱ বুলি বৰ্ণনা কৰে, তেৱেঁই বহিৰাকাশত সূৰ্যনাৰায়ণৰূপে বিৰাজমান। পাথৰ, মণি আৰু ধাতুৰ মাজত তেৱেঁই তেজোৰূপে আৰু বৃক্ষ, ঔষধি আৰু তৃণৰ মাজত ৰসৰূপে আছে।

"আদিত্যে ব্ৰহ্ম ইত্যেষা নিষ্ঠাহ্যুপনিষৎসু চ।
ছান্দোগ্যে বৃহদাৰণ্যে তৈত্তিৰীয়ে তথৈব চ॥"
—যোগী যাজ্ঞবল্ক্যঃ।

আদিত্যক উপাস্য ব্ৰহ্ম বুলি উপাসনা কৰিবলৈ ছান্দোগ্য, বৃহদাৰণ্যক আৰু তৈত্তিৰীয় উপনিষদত লিখা আছে। যোগশাস্ত্ৰত আছে—

"চিদাত্মা সৰ্বদেহেষু জ্যোতিৰূপেণ ব্যাপকঃ।
তজ্জ্যোতিঃ চক্ষুৰগ্ৰেষু গুৰুনেত্ৰেণ দৃশ্যতে॥"

চিদাত্মা জ্যোতিঃ ৰূপে সকলো দেহতেই পৰিব্যাপ্ত হৈ আছে। গুৰুনেত্ৰ বা জ্ঞানচকুৰ দ্বাৰা চকুৰ আগত তাক দেখা পোৱা যায়। যেনেকৈ গাখীৰত মাখন, ফুলত সুগন্ধ আৰু কাঠত অগ্নি নিহিত থাকে, তেনেকৈ দেহৰ ভিতৰত জীৱাত্মা অধিষ্ঠিত আছে।

ঈশ্বৰে এই জগৎ সৃষ্টি কৰি স্বয়ং তাতে প্ৰবিষ্ট হৈ আছে। সেই বাবে তেওঁক বিষ্ণু বোলে।

"বিষ্ণৌ প্ৰতিষ্ঠিতং বিশ্বং
বিষ্ণু বিশ্বে প্ৰতিষ্ঠিতঃ।
বিশ্বেশ্বৰমজং বিষ্ণু—
সন্ধ্যাধ্যায়ন্ বিমুচ্যতে॥"

বিষ্ণুতেই বিশ্ব প্ৰতিষ্ঠিত আছে, বিষ্ণুও বিশ্বত প্ৰতিষ্ঠিত আছে। সেই বিশ্বেশ্বৰ ভগৱান বিষ্ণুক সদায় ধ্যান কৰিলে সংসাৰ-বন্ধনৰ পৰা মুক্ত হ'ব পাৰি।

অহং ব্ৰহ্ম পৰং জ্যোতিৰ্বিষ্ণুৰিত্যেব চিন্তয়ন্।
সূৰ্যেন্দুব্যোম্নিবহ্নৌচ জ্যোতিৰেকং ত্ৰিধাস্থিতম্॥"

"ময়েই জ্যোতিৰ্ময় পৰব্ৰহ্মস্বৰূপ বিষ্ণু," সাধকে এই বুলি মনতে ভাবিব, এক জ্যোতিয়েই তিনিভাগত বিভক্ত হৈ সূৰ্য, চন্দ্ৰ আৰু অগ্নিত অৱস্থান কৰিছে।

সাধকে মহাপুণ্য ব্ৰহ্মৰূপী "ওঁ" এই প্ৰণৱ মন্ত্ৰ জপ কৰি এই বুলি ব্ৰহ্ম চিন্তা কৰিব—

"অহং ব্ৰহ্ম পৰং জ্যোতিঃ স্থূলদেহবিবৰ্জিতম্।
অহং ব্ৰহ্ম পৰং জ্যোতিঃ জৰামৰণবৰ্জিতম্॥
অহং ব্ৰহ্ম পৰং জ্যোতিঃ পৃথিব্যামলবৰ্জিতম্।
অহং ব্ৰহ্ম পৰং জ্যোতিঃ বাস্পাকাশবিবৰ্জিতম্॥
অহং ব্ৰহ্ম পৰং জ্যোতিঃ সূক্ষ্মদেহবিবৰ্জিতম্।
অহং ব্ৰহ্ম পৰং জ্যোতিঃ স্থানাস্থান বিবৰ্জিতম্॥
অহং ব্ৰহ্ম পৰং জ্যোতিঃ গন্ধমাত্ৰ বিবৰ্জিতম্।
অহং ব্ৰহ্ম পৰং জ্যোতিঃ ৰূপমাত্ৰ বিবৰ্জিতম্॥
অহং ব্ৰহ্ম পৰং জ্যোতিঃ শব্দতন্মাত্ৰ বিবৰ্জিতম্।
অহং ব্ৰহ্ম পৰং জ্যোতিঃ বাক্‌পাণ্যাদি বিবৰ্জিতম্॥
অহং ব্ৰহ্ম পৰং জ্যোতিঃ শ্ৰোত্ৰত্বক্‌পৰিবৰ্জিতম্।
অহং ব্ৰহ্ম পৰং জ্যোতিঃ জিহ্বাঘ্ৰাণ বিবৰ্জিতম্॥
অহং ব্ৰহ্ম পৰং জ্যোতিঃ ব্যানোদান বিবৰ্জিতম্।
অহং ব্ৰহ্ম পৰং জ্যোতি অজ্ঞান পৰিবৰ্জিতম্।
দেহেন্দ্ৰিয়-মনো-বুদ্ধিপ্ৰাণাহঙ্কাৰবৰ্জিতম্॥
নিত্যশুদ্ধ বুদ্ধিৰ্যুক্তমহনানন্দমদ্বয়ম্।
অহং ব্ৰহ্ম পৰং জ্যোতিঃ জ্ঞানৰূপো বিমুক্তয়ে॥
(গৰুড় পুৰাণম্)।

পৰব্ৰহ্ম নাম-ৰূপ-ক্ৰিয়াহীন। তেওঁ সৰ্বব্যাপী, অনন্ত। এই অখিল বিশ্ব-ব্ৰহ্মাণ্ডই তেওঁ। এই পৰিদৃশ্যমান চৰাচৰ জগতেই তেওঁৰ ৰূপ।

ইয়াৰ পিচত মহৰ্ষিয়ে শৰীৰৰ ছয় চক্ৰৰ বিষয়ে উপদেশ দি অৰুন্ধতীক প্ৰাণায়াম সাধন কৰিবলৈ শিকালে। এনেতে এজন বৈৰাগীয়ে আহি টোকাৰী বজাই তলত লিখা গীতটো গাই শুনালে—

সাগৰে মাতিছে পানীৰ টোপালক
একেই আমাৰ অংশ।
তুমিয়ে মইয়ে একেই মাথোন
নোহোঁ কোনো কাৰো বংশ॥
জ্যোতিয়ে বোলে সৰু চাকি গছক
কোনো কাৰো নোহোঁ পৰ।
তুমিয়ে মইয়ে একেই মাথোন
দুয়োৰো যে একে ঘৰ॥

জীৱন বুলিলে দেহধাৰী মাথো
একেই পৰম প্ৰাণ।
ধাৰণা কৰিছোঁ সেই মাতৰিশ্বা
উশাহৰ একেটি তান ॥
তোমাৰ আমাৰ একতে জনম
এক যে আত্মা প্ৰাণ।
ঘূৰি পকি চাই একেটি তীৰ্থত
সকলোটি জগ খাম ॥
পূৰ্ণৰ জগত পূৰ্ণ যে তুমি
নেভাবিবা নিজে কম।

* জয়ন্তী, ১ চ'ত, ১৮৬০ শক, ২য় বছৰ ৫ম সংখ্যা।

## দ্বাদশ আধ্যা
### গায়ত্ৰী

মহৰ্ষি মেধাতিথিয়ে শিষ্যবিলাকৰ আগত গায়ত্ৰী-তত্ত্ব ব্যাখ্যা কৰিলে। তেওঁ ক'লে—

"গায়ন্তং ত্ৰায়তে যস্মাৎ গায়ত্ৰী তু ততঃস্মৃতা"

অৰ্থাৎ যি মন্ত্ৰ গাই মানুহে এই ভৱসাগৰৰ পৰা ত্ৰাণ পাব পাৰে, তাৰ নাম গায়ত্ৰী। উপনয়নত গুৰুৱে শিষ্যক এই তাৰক মন্ত্ৰ দিয়ে। মহৰ্ষি বিশ্বামিত্ৰই গায়ত্ৰী মন্ত্ৰ ৰচনা কৰি কৈছিল যে, সূৰ্যৰ অন্তৰ্যামী আদিত্য বা ভৰ্গ নামৰ যি ব্ৰহ্ম-জ্যোতি সেই জ্যোতিয়েই তেজ, তেজেই চেতনা, চেতনাই জ্ঞান, জ্ঞানেই পৰব্ৰহ্ম, এতেকে এই মন্ত্ৰ জপ কৰি সৃষ্টি-স্থিতি প্ৰলয়কৰ্তা পৰব্ৰহ্মক সকলোৱে উপাসনা কৰিব লাগে। সূৰ্যৰ উদয় কালত পৰমেশ্বৰক সৃষ্টিকৰ্তা বুলি মধ্যাহ্নত পালনকৰ্তা বুলি আৰু অস্তকালত প্ৰলয়কৰ্তা বুলি এই মন্ত্ৰ গাই নিতৌ তিনিবাৰকৈ উপাসনা কৰিব লাগে। এই উপাসনাক সন্ধ্যোপাসনা বোলে। গায়ত্ৰী জপ কৰিলে মনৰ মলিনতা, পাপ, তাপ দূৰ হয়, সু-বুদ্ধিৰ উদয় হয়।

"গায়ত্ৰীং জপতে যস্তু ত্ৰিকালং সাধকঃ সদা।
স লিপ্যতে ন পাপেন পদ্মপত্ৰমিবাম্ভসা ॥"

যি নিতৌ তিনিসন্ধ্যা গায়ত্ৰী জপ কৰে, তেওঁৰ গাত পদুম পাতৰ পানীৰ নিচিনাকৈ পাপ লিপিত থাই থাকিব নোৱাৰে। যেনে সত্যতকৈ শ্ৰেষ্ঠ ধৰ্ম একো নাই, তেনে গায়ত্ৰীতকৈ পৱিত্ৰকাৰক একো নাই। "দুৰ্ল্লভা সৰ্বমন্ত্ৰেষু গায়ত্ৰী প্ৰণৱান্বিতা।" সকলো মন্ত্ৰৰ ভিতৰত প্ৰণৱ অৰ্থাৎ ওঙ্কাৰযুক্ত গায়ত্ৰী মন্ত্ৰই দুৰ্ল্লভা।

"গায়ত্ৰী বেদজননী গায়ত্ৰী পাপনাশিনী।
গায়ত্ৰ্যাস্তু পৰং নাস্তি দিৱি চেহচ পাৱনম্ ॥"
(যাজ্ঞবল্ক্য সংহিতা)

গায়ত্ৰী বেদৰ জননী আৰু পাপনাশিনী, ইয়াতকৈ পৱিত্ৰ বস্তু ইহলোক বা পৰলোকত নাই।

গায়ত্ৰীৰ দেৱতা সৱিতা অৰ্থাৎ জগত প্ৰসৱ কৰোঁতা পৰমেশ্বৰ। সূৰ্যৰ অন্তৰ্গত ব্ৰহ্মজ্যোতিক আচলতে সৱিতা বোলা হৈছে। জননাৰ্থক সূ-ধাতুৰ পৰা "সূৰ্য" শব্দৰ উৎপত্তি হৈছে। এতেকে সূৰ্য বুলিলে যি এই বিশ্বব্ৰহ্মাণ্ডৰ সকলোকে জন্মাইছে তেওঁকহে বুজিব লাগিব।

আদিত্যান্তৰ্গতং যচ্চ জ্যোতিষাং জ্যোতিকত্তমম্।
হৃদয়ে সৰ্বভূতানাং জীৱভূতং স তিষ্ঠতি ॥
হৃদব্যোম্নি তপতি হেষ বাহ্য সূৰ্যস্য চান্তৰে।
অগ্নৌ বা ধূমকেতৌচ জ্যোতিশ্চিত্ৰকৰূপঃ যঃ ॥
প্ৰাণীনাং হৃদয়ে জীৱৰূপতয়া য এব ভৰ্গস্তিষ্ঠতি।'
স এব আকাশে আদিত্য মধ্যে পুৰুষৰূপেন
বিদ্যতে ॥
(যাজ্ঞবল্ক্য সংহিতা)

যি জ্যোতিৰ প্ৰভাত সকলো তামসিক ভাৱ দূৰ হয়, সেই সকলো জ্যোতিৰ শ্ৰেষ্ঠ জ্যোতিক সূৰ্যৰ অন্তৰ্গত বুলি ভাবিবা, সেই উত্তম জ্যোতিয়েই সকলো জীৱৰ হৃদয়ত জীৱ বা চেতনাৰূপে বাস কৰে। বাহ্য সূৰ্যৰ অন্তৰ্গত যি জ্যোতি আকাশত প্ৰকাশ পায়, সেই জ্যোতিয়েই হৃদয়াকাশত জীৱৰ অন্তৰাত্মা প্ৰকাশ পায়। কি অগ্নিত, কি ধূমকেতুত, কি নক্ষত্ৰা-

দিতো যি জ্যোতি উজ্জ্বল হৈ আছে, সেই জ্যোতি বা ভৰ্গদেৱতাই প্ৰাণীবিলাকৰ হৃদয়তো জীৱৰূপে স্থিতি হৈ আছে, তেৱেঁই বহিৰ্জগতৰ অন্তৰত বিৰাট পুৰুষৰূপে থাকি জগতক সচেতন কৰি আছে।

যি অখণ্ড সত্তাই অসুজ্জ্বল বা অচেতন বস্তুক সচেতন কৰে, ক্ৰীড়াৰ উপযুক্ত কৰে, যাৰ ক্ষমতাত উজ্জ্বলতা আৰু শোভা প্ৰকাশ পায়, তেওঁকেই ব্ৰহ্ম-জ্যোতি বা ভৰ্গ বোলে।

পুৰাণ শাস্ত্ৰত আছে যে সূৰ্যনাৰায়ণে সাতোটা ঘোঁৰাই টনা ৰথত উঠি এই বিশ্বব্ৰহ্মাণ্ডত বিচৰণ কৰে। আচলতে সেই সাতোটা ঘোঁৰা সূৰ্যকিৰণৰ সাতোটা ৰং বা বৰণ। ৰঙা, নীলা আৰু পৰস্পৰে মিলালে বাকী ৪ টি মিহলি ৰং উৎপন্ন হয়। যেনে—ৰঙা আৰু হালধীয়া ৰং মিহলালে কমলা ৰং, ৰঙা আৰু নীলা ৰং মিহলালে পাতল বা বেঙেনা-কলীয়া ৰঙা ৰং, হালধীয়া আৰু নীলা ৰং মিহলালে হৰিৎ বা সেউজীয়া ৰং, পৰস্পৰৰ বিকৃত মিলনত কৃষ্ণ-নীলা ৰং উৎপন্ন হয়। এই সাতোটা ৰং সূৰ্যৰ কিৰণৰ পৰা বিকশিত হয়। আকাশত ইন্দ্ৰধনু ওলালে এই সাতোটা ৰং দেখিবলৈ পোৱা যায়। ৰাতি পুৱাতে যেতিয়া সূৰ্যোদয় হয়, তেতিয়া তেওঁ ৰঙা হৈ ওলায়। তেওঁৰ ৰঙা ৰশ্মিত ৰজঃ শক্তি থাকে। সেই ৰশ্মিৰ উত্তাপে উত্তেজনা বা প্ৰবৃত্তি জন্মায়। সেই ৰশ্মিৰ প্ৰভাৱত গছ-বন আদি পজে। য ত সূৰ্যৰ ৰঙা ৰদ নপৰে তাত গছ-বন নগজে চেঁচুকত গছ-বনে গা কৰিব নোৱাৰে। দুপৰীয়া নীলাকাশৰ পৰা যি নীলা ৰশ্মি পৃথিৱীলৈ আহে, তাৰ দ্বাৰা প্ৰাণী-জগতৰ পুষ্টি সাধিত হয়। সন্ধিয়াৰ সূৰ্যৰ কিৰণে শক্তি সংকুচিত কৰে, সূৰ্যদেৱে তেওঁৰ তেজ তেতিয়া আকৰ্ষণ কৰি লয়। যি ঠাইত কেৱল মাথোন সন্ধিয়াহে সূৰ্যৰ কিৰণ পৰে, আন সময়ত নপৰে, তাত গছ-বন ভালকৈ নগজে, গজিলেও গা কৰিব নোৱাৰে। সন্ধিয়াৰ ঈষৎ হালধীয়া আৰু বগা ৰশ্মিয়ে ভাগৰুৱা জীৱক জিৰণি লবলৈ ইঙ্গিত দিয়ে। সন্ধিয়া গছৰ পাতবিলাক লেৰেলা পৰাৰ নিচিনা হয়। সূৰ্যৰ ৰঙা ৰশ্মি জনন শক্তি সম্পন্ন, উত্তাপক আৰু উত্তেজক, জুইৰ নিচিনা ৰঙা ৰশ্মিবিলাক ৰজোগুণৰ দ্বাৰা সৃষ্টি ক্ৰিয়াৰ মূল কাৰণ হৈছে। সূৰ্যৰ স্বচ্ছ নীলা বা সেউজীয়া ৰশ্মিবিলাক পোষণ কাৰক, তাপ সমতা-কাৰী, স্নিগ্ধ আৰু সত্ত্বগুণাধাৰ, ৰজঃ, সত্ত্ব, তমঃ এই তিনিগুণৰ দ্বাৰাই প্ৰকৃতিয়ে জগতৰ সকলো পদাৰ্থৰ গতি বা কম্পন জন্মায়। ৰজোগুণৰ শক্তি আকৰ্ষণ, তাৰ দ্বাৰাই স্ৰজন হয়। তামোগুণৰ শক্তি বিকৰ্ষণ, তাৰ দ্বাৰাই সংহাৰ হয়। সত্ত্বগুণৰ শক্তি সঙ্কৰ্ষণ অৰ্থাৎ আকৰ্ষণ আৰু বিকৰ্ষণ বা সাম্যাৱস্থা। ৰজোগুণক ইচ্ছা শক্তি বা সৃষ্টি, সত্ত্বগুণক ক্ৰিয়া শক্তি বা পালন আৰু তমোগুণক জ্ঞানশক্তি বা লয়তত্ত্ব বোলে। এতেকে সূৰ্যৰ ৰঙা, নীলা আৰু বগা বৰণৰ পৰা ইয়াক জনা যায়ঃ—

ৰঙা — ৰজঃ — ইচ্ছাপ্ৰবৃত্তি — সৃষ্টি।
নীলা — সত্ত্ব — ধৃতি — ক্ৰিয়া স্থিতি।
বগা — তমঃ — নিবৃত্তি — জ্ঞান — লয়।

বেদ মতে গায়ত্ৰীৰ ৰূপ আদিত্য-জ্যোতি। সূৰ্য অৰ্থাৎ সূৰ্যৰূপী বিষ্ণু গায়ত্ৰী মন্ত্ৰৰ দেৱতা। এৱেঁই পুৰুষ-সূক্তৰ সহস্ৰশীৰ্ষা পুৰুষ। দ্যুলোক এওঁৰ শিৰ, চন্দ্ৰ-সূৰ্য এওঁৰ চকু, দিশবিলাক এওঁৰ কাণ, বেদ এওঁৰ বাণী, বায়ু এওঁৰ প্ৰাণ, বিশ্ব এওঁৰ হৃদয়, পৃথিৱী চৰণ, এওঁ সকলো ভূতৰ অন্তৰাত্মা। এই বিশ্বৰূপৰ চৰণ, হাত, বুকু, মুখ, কাণ, শিৰ আদি অসংখ্য। 'একং ৰূপং বহুধা যঃ কৰোতি', —অৰ্থাৎ এৱেঁই একৰূপকে বহু ৰূপ কৰে। বেদত আছে যি প্ৰত্যক্ষ দেৱ আদিত্য আকাশমণ্ডলত উদিত হৈ সকলোৰে দৃষ্টি গোচৰ হৈ থাকে, তেৱেঁই সেই অনাদিনিধন পৰম পুৰুষ। যি সেই আদিত্য-ৰূপী বিষ্ণুক পৰিত্যাগ কৰি অন্যৰ উপাসনা কৰে, সি অন্ধতমস্ নামে অধোলোকলৈ গতি কৰে।

নিতৌ সূ অৰ্থাৎ স্ৰজন বা সৱন কৰাৰ নিমিত্তে সবিতা, আদান হেতু অদিতা, পৱন হেতু পাৱন,

আপ্যায়ন হেতু আপঃ এইবিলাক ৰূপেৰে ভগৱান সূৰ্যৰূপী বিষ্ণুয়ে জগতৰ কাৰ্য-নিৰ্বাহ কৰি আছে। এই সৱিতৃ দেৱৰ অন্তৰ্গত ভৰ্গ নামে ব্ৰহ্ম জ্যোতি-য়েই দেহৰ ভিতৰত থকা জীৱ। "ছান্দোগ্য উপ-নিষদত" আছে যে সেই হিংণ্ময় পুৰুষৰ লোম, কেশ আৰু নখৰ আগ-পৰ্যন্ত সোণৰ নিচিনা উজ্জ্বল, তেওঁৰ চকু পুণ্ডৰীক অৰ্থাৎ পদুমৰ নিচিনা ৰঙচুৱা। পুৰাণ শাস্ত্ৰত আছে,—

"সৱিতৃমণ্ডলমধ্যৱৰ্তী নাৰায়ণঃ সৰসিজাসন সন্নিবিষ্টঃ। কেয়ূৰবান কনককুণ্ডলবান কিৰীটীহাৰী হিৰন্ময়ৱপুৰ্ধৃতশঙ্খচক্ৰঃ॥

সূৰ্যই যেনেকৈ সঙ্কোচন আৰু সম্প্ৰসাৰণ এই দুবিধ স্পন্দনক্ৰিয়াৰ দ্বাৰাই জগতৰ প্ৰাণ-প্ৰবাহৰ স্পন্দনগতি নিয়ন্ত্ৰণ কৰিছে। আমাৰ দেহতো একেকৈ হৃৎপিণ্ডৰ সেই দুবিধ ক্ৰিয়াই প্ৰতি উশাহ-নিশাহৰ লগে লগে দেহৰ অণুপৰমাণুবিলাকক স্পন্দিত কৰি আছে। আদিত্যান্তৰ্গত ব্ৰহ্মজ্যোতি আৰু আমাৰ হৃদয়জ্যোতি অভিন্ন। উপনিষদত আছে, "য এবৈষ আদিত্যে পুৰুষস্তমেবাহমুপাস।" আদিত্যৰূপ শৰীৰত যি হিৰন্ময় পুৰুষ, তেওঁক ঈশ্বৰ বুলি জানি উপাসনা কৰিবা। সূৰ্য কেৱল মাথোন জড় বায়ৱীয় তেজোময় পিণ্ড নহয়, আচলতে জীৱদেহৰ অভ্যন্তৰত যেনেকৈ সূক্ষ্মতত্ত্বময় জীৱাত্মা, সূৰ্যদেহৰ অন্তৰ্য্যামী তেনেকৈ সূৰ্য্য-আত্মা নামে দেহী আছে। আধিদৈৱিকৰূপে তেওঁ সৱিতা দেৱতাৰূপে উপাস্য, গায়ত্ৰীৰ জ্যোতিধ্যানৰ ধ্যেয় মূৰ্তি।

আদিত্যই জগতৰ প্ৰাণ। সূৰ্যৰ ৰশ্মিত সকলো প্ৰাণ সংযুক্ত আছে। সূৰ্যৰ সহস্ৰ সহস্ৰ কিৰণে জীৱ-জগতক জীয়াই ৰাখিছে। সূৰ্যৰ ৰশ্মিকে অৱ-লম্বন কৰি প্ৰাণ শক্তি অবিৰত জীৱ দেহত প্ৰৱেশ কৰি আছে। যোগীসকলে যোগ বিদ্যাৰ দ্বাৰাই সেই প্ৰাণ প্ৰৱাহ আকৰ্ষণ কৰি নিস্তেজ বা মৰা মানুহৰ দেহত প্ৰাণ-সঞ্চাৰ কৰে, তাপ আৰু পোহৰ ব্যৱহাৰ কৰি ৰোগ ভাল কৰে। আদিত্যৰ পৰাই প্ৰাণৰ অভিব্যক্তি। উৰণ, বুৰণ, গজন, ভ্ৰমণ, এই চাৰিওবিধ প্ৰাণীয়েই সূৰ্যৰ ৰশ্মিৰপৰা প্ৰাণ-ৰস অনুগ্ৰহণ কৰি জীয়াই থাকে, মৰিলে আকৌ সেই প্ৰাণজ পদাৰ্থ সূৰ্যৰ ৰশ্মিত লীন হয়।

স্থূল দৃষ্টিৰে চালে সূৰ্যৰ ব্ৰহ্মৰ প্ৰতীক দিব্য-দৃষ্টিৰে চালে সূৰ্যৰ তেজোময় পিণ্ড বা মণ্ডলৰ ভিতৰৰ জ্যোতি বা আদিত্যদেৱেই বিষ্ণু বা নাৰায়ণ, আধ্যা-ত্মিক ভাৱে চালে সৰ্বব্যাপী অখণ্ড চৈতন্যময় আত্মজ্যোতি বুজায়। সেই আত্মজ্যোতিৰ কণামাত্ৰ জীৱৰ হৃদয়ত জ্ঞান বা বুদ্ধিৰূপে বস্তিৰ নিচিনাকৈ দিপ্তী পাইছে। জীৱাত্মা আদিত্যান্তৰ্গত সেই মহতো মহীয়ান, আত্মাজ্যোতিৰপৰা উৎপন্ন তাতেই স্থিতি আৰু কালত তাতেই লীন হয়।

সূৰ্য যেনে এই সৌৰজগতৰ সমষ্টিকেন্দ্ৰ, পৰমাত্মা তেনেকৈ চেতন জগতৰ সমষ্টিকেন্দ্ৰ। প্ৰাণী বিলাকৰ শ্বাস প্ৰশ্বাসৰ নিচিনাকৈ গ্ৰহণ অৰু ত্যাগৰূপ স্পন্দনক্ৰিয়া প্ৰকৃতিৰ মূলধৰ্ম্ম। সূৰ্য শক্তিয়েই এই ক্ৰিয়াৰ মূল আধাৰ। সূৰ্যৰ যি আলোক চন্দ্ৰমণ্ডলত পৰি প্ৰতিবিম্বিত হৈ পৃথিবীত আহে, সেই আলোক বা জোনাকত মনোময় কোষৰ উপাদান থাকে। উপাসকে যি যি বুদ্ধি-বৃত্তিৰ তেজত উপাসনা কৰে, ভগৱান সূৰ্যনাৰায়-ণেই সেই তেজঃ দিয়াৰ গৰাকী।

সূৰ্যৰ অগ্নিময় মণ্ডলত আৱৰ্তন উঠিলে এই পৃথিৱী সেই সৌৰোৎপাতত ক্ষুব্ধ হয়, পৃথিৱী যুৰি বিজুলীৰ সোঁত বয়। সূৰ্যৰ কিৰণ মালাই পৃথিৱীত পৰি নানা ৰূপ ধাৰণ কৰে। সূৰ্যৰ কিৰণত মেঘ হয়, বৰষুণ হয়, গছ-লতা বাঢ়ে, ফুল ফুলে, ফুলত গুটি হয়, শস্যাদি হয়। কিৰণৰূপ আকাশ কম্পনে আহি বায়ুত থকা আঙ্গাৰক অণু-বিলাকক বিচলিত কৰি বৃক্ষৰ দেহ গঠন কৰে। পৃথিৱীত যিবিলাক ধাতু বাষ্প বিদ্যমান, সূৰ্য মণ্ডলতো সেইবিলাক আছে। সূৰ্যৰপৰা পৃথিৱী আৰু পৃথিৱীৰ যাৱতীয় পদাৰ্থৰ উৎপত্তি হৈছে

সূৰ্যই আদি জ্যোতিঃ পুঞ্জ । সেইবাবে তেওঁক আদিত্য বোলে । গ্ৰহবিলাক তেওঁৰ সন্তান, আৰু চন্দ্ৰ আদি উপগ্ৰহবিলাক তেওঁৰ নাতি । সূৰ্যই আমাৰ এই সৌৰজগতৰ প্ৰতিষ্ঠাতা । "সৰ্বেষাং ভূতানং গোপয়িতা আদিত্যঃ ।" সূৰ্যৰ আকৰ্ষণত গ্ৰহবিলাক চলি আছে, তেওঁৰ আলোকত আলোকিত হৈছে । তেওঁ অগ্নিত, জলত, চন্দ্ৰত, পৃথিৱীত আৰু প্ৰাণীত সমভাৱে বিৰাজ কৰিছে। তেৱেঁই সেই বেদৰ সূক্ষ্ম, অব্যক্ত, অক্ষৰ, ব্ৰহ্মতেজঃ, যাক গায়ত্ৰী মন্ত্ৰত ভৰ্গ বুলি কোৱা হৈছে । তেৱেঁই প্ৰাণীৰ প্ৰাণ, মন আৰু বুদ্ধি । তেৱেঁই মূল তেজঃ, পাৰ্থিৱ সকলো তেজৰ আধাৰ, সকলো জ্যোতিৰ্ময় পদাৰ্থৰ জ্যোতি । সূৰ্যমণ্ডলৰ অভ্যন্তৰত থকা ভগৱান-আদিত্য সৃষ্টি, স্থিতি আৰু লয়ৰ সাক্ষাৎ বিধাতা— ব্ৰহ্মা, বিষ্ণু, শিৱাত্মক ব্ৰহ্মশক্তি । সূৰ্যৰ পৰা প্ৰাণ শক্তি পৃথিৱীলৈ আহে । অগ্নিত সেই শক্তি থাকে । নাৰ অৰ্থাৎ পানীত সেই শক্তিৰ বিকাশ হয় । সেই নিমিত্তে ব্ৰহ্মাক নাৰায়ণ বোলে। 'মনু-সংহিতাত' আছে,—

"আপো নাৰা ইতি প্ৰোক্তা বৈ নৰসূনৱঃ
তা যদস্যায়নং পূৰ্বং তেন নাৰায়ণং স্মৃতঃ ॥"

আপ অৰ্থাৎ জল নৰৰ অৰ্থাৎ পৰমাত্মাৰ অপত্য-স্বৰূপ, এই নিমিত্তে জলক নাৰা বোলা হৈছে, পূৰ্বে সৃষ্টি কৰ্তাই নাৰাক আশ্ৰয় কৰি অৱস্থান কৰিছিল, এই নিমিত্তে তেওঁক নাৰায়ণ বোলা হৈছে ।

পৰমেশ্বৰে সূৰ্যমণ্ডলত প্ৰাণৰ বীজ সিঁচি থৈছে । সূৰ্যৰ পৰা প্ৰাণ পৃথিৱীলৈ আহে। প্ৰাণৰ উপাদান ভূমি, পানী, অগ্নি, বায়ু-সূৰ্যৰ পৰা উৎপন্ন হৈছে । সূৰ্যই প্ৰাণৰূপে সকলোতে প্ৰৱিষ্ট হৈ আছে । সেই বাবে সূৰ্যক বিষ্ণু বোলে । জগতৰ প্ৰত্যেক জড়-পৰমাণুৱেই সেই মহামহিমাৰত্ন সূৰ্যৰ অবিকল অনুবিম্ব । প্ৰত্যেকটো অণুতে চেতনা আৰু জড় গাঁথি লাগি আছে । জীৱাত্মা মাত্ৰেই পৰমাত্মাৰ অংশ । সূক্ষ্মতকৈও সূক্ষ্ম, মহত্তকৈও মহৎ আত্মা সকলো প্ৰাণীৰ হৃদয়ত জীৱৰূপে আছে । আমাৰ বুদ্ধিৰূপ দাপোণত অখণ্ড চৈতন্য-ময় ব্ৰহ্মজ্যোতিৰ যি প্ৰতিবিম্ব পৰিছে, সেয়ে আমাৰ আত্মা । সেয়ে নিত্যজ্ঞান স্বৰূপ জ্যোতিৰ্ময় পৰমাত্মাৰ আভাস । পৰমাত্মাৰ জ্যোতিত সূৰ্যৰ জ্যোতিষ্মন্ত ।

গায়ত্ৰী মন্ত্ৰৰ দেৱতা সৱিতা আৰু ছন্দ গায়ত্ৰী হোৱাত ইয়াৰ নাম সাৱিত্ৰী গায়ত্ৰী হৈছে। ইয়াক ব্ৰহ্ম-গায়ত্ৰীও বোলে । কাৰণ এই মন্ত্ৰৰ দ্বাৰাই সাকাৰ সগুণ ব্ৰহ্মক উপাসনা কৰা হয় । 'উপাসনা' শব্দৰ অৰ্থ উপাস্যৰ সমীপস্থ হোৱা আৰু সেই অৱস্থাত তেওঁক চিন্তা বা ধ্যান কৰা আৰু তেওঁত আত্ম-নিবেদন কৰা সাধাৰণভাৱে পূজা অৰ্চনা, আৰাধনা, বন্দনা, ভজনা, সেৱা, জপ, স্তৱ, স্তুতি, নাম-কীৰ্তন, প্ৰাৰ্থনা আদিকো উপাসনা বা ভক্তি বোলে । মুঠতে সগুণ আকাৰ ব্ৰহ্মত মনোনিবেশ কৰাৰ নাম উপাসনা। সাকাৰ আৰু নিৰাকাৰ ব্ৰহ্ম বেলেগ নহয় । ভগৱান মূৰ্ত আৰু অমূৰ্ত, এই উভয়েই সত্য। কাঠ বা বাঁহ আদিত জুই জ্বলালে যেনেকৈ জুইৰ অস্তিত্ব ধাৰণা কৰা যায়, তেনেকৈ ঈশ্বৰৰ এই বিনন্দ বিলাস সৃষ্টি, তেওঁৰ বিভূতি দেখি, তেওঁক ধাৰণা কৰিব পাৰি । নিৰাকাৰ নিৰ্গুণ অব্যক্ত সৰ্বময় ঈশ্বৰ উপাসনাৰ বস্তু নহয় । উপাসনা কৰিবলৈ গলে উপাস্য পদাৰ্থৰ বোধৰ নিমিত্তে গুণৰ প্ৰয়োজন । গুণ নহলে মন কিহত একাগ্ৰ হ'ব ? সগুণ ব্ৰহ্ম, যাক ঈশ্বৰ বোলা যায়, তেৱেঁই উপাসনাৰ যোগ্য ।

গায়ত্ৰী মন্ত্ৰটো এই, —

"ওঁ তৎ সৱিতুৰ্বৰেণ্যং ভৰ্গো দেৱস্য ধীমহি ।
ধিয়ো য়ো নঃ প্ৰচোদয়াৎ ॥ ওঁ"

— ঋগ্বেদ, ৩য় অষ্টক, ৪ৰ্থ অধ্যায়, ৬২ সূক্ত, ১০ম ঋক্ । এই ঋক্‌টি যজুৰ্বেদতো আছে (৩।৩৫), আৰু সামবেদতো আছে (২।৮।১২) ।

"ওঁ" এই মন্ত্ৰটোক প্ৰণৱ বোলে। মহাত্মা মনুৰ মতে প্ৰণৱ আৰু ব্যাহৃতিৰে সৈতে গায়ত্ৰী জপ কৰিব লাগে। "ব্যাহৃতি" বুলিলে ভূঃ, ভুৱঃ, স্বঃ এই ত্ৰিলোক বুজায়। এতেকে গায়ত্ৰী মন্ত্ৰত প্ৰণৱৰ পাছত ভূঃ ভুৱঃ স্বঃ যোগ কৰি জপ কৰিবা। যথা, —

"ওঁ ভূর্ভুৱঃ স্বঃ তৎসবিতুৰ্বৰেণ্যং ভৰ্গোদেৱস্য ধীমহি। ধিয়ো য়ো নঃ প্ৰচোদয়াৎ ॥ ওঁ"

সায়নাচাৰ্যই এই মন্ত্ৰত ব্যাখ্যা এইদৰে কৰিছে— "যঃ সৱিতা (সূৰ্যঃ) নঃ (অস্মাকং) ধিয়ঃ (বুদ্ধিবৃত্তিঃ প্ৰচোদয়াৎ (প্ৰেৰয়েৎ ধৰ্মাৰ্থকামমোক্ষেষু ইতি) তৎ (তস্য সৱিতুঃ প্ৰসৱিতুৰ্দেৱস্য দ্যোতমানস্য সূৰ্যস্য তৎ সৰ্বৈৰ্দৃশ্যমানতয়া প্ৰসিদ্ধঃ) বৰেণ্যং (বৰণীয়ং শ্ৰেষ্ঠং সৰ্বৈঃ উপাস্যতয়া সম্ভজনীয়ং) ভৰ্গঃ (ভৰ্গসঃ কৰ্মণি দ্বিতীয়া, স্বয়ং জ্যোতিঃ পৰব্ৰহ্মাত্মকং তেজঃ পাপানাং তাপকং তেজোমণ্ডলং) ধীমহি (ধ্যায়েম, চিন্তায়মঃ বয়ং ইতি)।

"ওঁ" শব্দৰ অৰ্থ সৃষ্টি, স্থিতি, সংহাৰাত্মক ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰৰূপ ত্ৰিগুণবিশিষ্ট পৰব্ৰহ্ম যি সূৰ্যমণ্ডলৰ অভ্যন্তৰত জ্যোতিস্বৰূপ আদিত্যদেৱৰূপে বিৰাজ কৰিছে আৰু জীৱৰ হৃদয়ত জীৱাত্মাৰূপে প্ৰকাশ পাইছে।

"ভূর্ভুৱঃস্বঃ" অৰ্থাৎ ভূলোক বা পৃথিবী, ভুৱৰ্লোক বা অন্তৰীক্ষ, স্বৰ্লোক বা স্বৰ্গ, এই ত্ৰিলোকক যি প্ৰসৱ কৰিছে, সেই সৱিতা বা সূৰ্যদেৱৰ ভৰ্গ নামে বৰণীয় তেজঃ বা ব্ৰহ্মজ্যোতিক আমি ধ্যান কৰোঁ, যি ভৰ্গ বা ব্ৰহ্মজ্যোতিয়ে ধৰ্মাৰ্থকামমোক্ষৰূপ চতুৰ্বৰ্গ সাধনৰ উপযোগী ধিয়ঃ অৰ্থাৎ বুদ্ধিবৃত্তিবিলাক নিতৌ আমালৈ পঠাই আছে।

বহিৰ্জগতৰ ভূঃ ভুৱঃ আৰু স্বৰ্লোকৰ দৰে আমাৰ দেহতো তিনিলোক আছে। ভূলোকৰ অভ্যন্তৰত যেনেকৈ অগ্নি আছে, আমাৰ দেহৰ নাভিত জঠৰাগ্নি আছে। অন্তৰীক্ষত যেনেকৈ বায়ু আছে, আমাৰ হৃদ্‌পিণ্ডত প্ৰাণ-বায়ু আছে। স্বৰ্লোকত যেনেকৈ সূৰ্য-জ্যোতি আছে, আমাৰ শিৰতো জ্ঞান জ্যোতি আছে। এই তিনিলোকৰ জ্যোতিক প্ৰেম ভক্তিৰে এক অখণ্ডাকাৰ পূৰ্ণবিৰাটৰূপে ধ্যান কৰিলে জ্যোতিঃস্বৰূপ পূৰ্ণব্ৰহ্ম অখণ্ডাকাৰে জীৱাত্মা পৰমাত্মা অভিন্নৰূপে প্ৰকাশ পাব। বেদাদি শাস্ত্ৰত সূৰ্যনাৰা য়ণত সকলো দেৱতাৰ আৰু দেৱীৰ ধ্যান ধাৰণা কৰিবৰ বিধি আছে। ৰাতিপুৱা ব্ৰহ্মাৰূপে, দুপৰীয়া বিষ্ণুৰূপে আৰু গধূলি ৰুদ্ৰৰূপে, সূৰ্যনাৰায়ণক ধ্যান কৰিব লাগে। যথা,—

ৰাতিপুৱা—

"ওঁ নাভৌ ৰক্তবৰ্ণং চতুৰ্মুখং দ্বিভুজং অক্ষসূত্ৰ কমণ্ডলুকৰং হংসবাহনস্থং ব্ৰাহ্মণং ধ্যায়েৎ।"

দুপৰীয়া—

"ওঁ হৃদি নীলোৎপল-দলপ্ৰভং চতুৰ্ভুজং শঙ্খচক্ৰগদা-পদ্মহস্তং গৰুড়াৰূঢ়ং কেশৱং ধ্যায়েৎ।"

গধূলি—

"ওঁ ললাটে শ্বেতং দ্বিভুজং ত্ৰিশূল-ডম্বৰু— কৰমৰ্দ্ধচন্দ্ৰ - বিভূষিতং ত্ৰিনেত্ৰং বৃষভাৰূঢ়ং শম্ভুং ধ্যায়েৎ।"

যাৰ তৰ্পণত অধিকাৰ আছে, তেওঁ তৰ্পণ শেষ কৰি কৃতাঞ্জলি হৈ তলত লিখা মন্ত্ৰ মাতি গায়ত্ৰীৰ আৱাহন কৰিব :—

"ওঁ আয়াহি বৰদে দেৱি, ত্ৰ্যক্ষৰে ব্ৰহ্মবাদিনি।
গায়ত্ৰিচ্ছন্দসাং মাতৰ্ব্ৰহ্মযোনি নমোহস্তুতে ॥'

তাৰ পিচত গায়ত্ৰী ধ্যান (সামবেদ মতে)—

প্ৰাতঃ সন্ধ্যাৰ ধ্যান, —

"ওঁ কুমাৰীং ঋগ্বেদযুতং ব্ৰহ্মৰূপাং বিচিন্তয়েৎ।
হংসস্থিতাং কুশহস্তাং সূৰ্যমণ্ডল সংস্থিতাম্ ॥"

মধ্যাহ্ণ সন্ধ্যাৰ ধ্যান, —

"ওঁ মধ্যাহ্নে বিষ্ণুৰূপাঞ্চ তাৰ্ক্ষ্যস্থাং পীতবাসসীম।
যুৱতীঞ্চ যজুৰ্বেদাং সূৰ্যমণ্ডল সংস্থিতাম্ ॥"

সায়ং-সন্ধ্যাৰ ধ্যান, —

"ওঁ সায়াহ্নে শিৱৰূপাঞ্চ বৃদ্ধাং বৃষভবাহিনীং।
সূৰ্য্যমণ্ডল মধ্যস্থাং সামবেদসমাযুতাম্ ॥"

ধৰ্মশাস্ত্ৰত যিবিলাক দেৱ-দেৱীৰ উল্লেখ আছে, সেইবিলাক বিৰাট সূৰ্যনাৰায়ণৰে কল্পিত নাম মাথোন জ্ঞানীলোকে জানে যে সকলো কল্পিত দেৱ-দেৱীৰ নানা নাম জ্যোতিঃস্বৰূপ সূৰ্য নাৰাযণৰে। দেৱ-দেৱী বেলেগ বস্তু নহয়। ঈশ্বৰ এক আৰু অদ্বিতীয়। চাৰিবেদৰ মূল ব্ৰহ্মগায়ত্ৰী। ব্ৰহ্মগায়ত্ৰীৰ মূল "ওঁ" প্ৰণৱমন্ত্ৰ। সেই "ওঁ" মন্ত্ৰৰ মূল পূৰ্ণ পৰব্ৰহ্ম। জ্যোতিঃস্বৰূপ বিৰাট সূৰ্যনাৰায়ণ জগৎগুৰু জগদাত্মা। যদি কোনোৱে সন্ধ্যা আহ্নিক নকৰি কেৱল ব্ৰহ্ম গায়ত্ৰী জপ কৰে, তেন্তে তাৰ সন্ধ্যা আহ্নিক কৰাৰ ফল হয়। সন্ধ্যা আৰু ব্ৰহ্মগায়ত্ৰী দুইকো নকৰি যি কেৱল মাত্ৰ "ওঁ তৎসৎ" বা "ওঁ" মন্ত্ৰ ভক্তিৰে জপ কৰে, তাৰ সন্ধ্যা আহ্নিক আৰু ব্ৰহ্মগায়ত্ৰী দুয়ো জপ কৰাৰ ফল হয়। এই সকলো একো নকৰি যদি সূৰ্যনাৰায়ণৰ জ্যোতিৰ সন্মুখে ভক্তি-প্ৰীতিৰ পূৰ্ণৰূপে নমস্কাৰ কৰে, তাৰ উপাসনাৰ সকলো ফল লাভ হয় আৰু সি শান্তি পায়। "ওঁ" পূৰ্ণ ব্ৰহ্ম জ্যোতিঃ স্বৰূপ বিৰাট ভগৱানৰ নাম। বিৰাট পৰব্ৰহ্মৰ বিধিৰ অঙ্গ প্ৰত্যঙ্গৰ নাম বিধি দেৱতা আৰু দেৱী মাতা। তন্ত্ৰ আৰু পুৰাণত যিবিলাক দেৱদেৱীৰ নাম পোৱা যায়, সেই-বিলাকৰ পূজা বিবিধ মতে উপনয়ন হোৱা শ্ৰোত্ৰীয় (বেদজ্ঞ) ব্ৰাহ্মণেহে কৰিব পাৰে, আনে নোৱাৰে। কিন্তু সকলোৱে প্ৰণৱ মন্ত্ৰ জপ আৰু শ্ৰৱন কৰিব পাৰে আৰু সকলোৱেই ভগৱন্তৰ নাম, ৰূপ, গুণ আৰু লীলা কীৰ্ত্তন বা শ্ৰৱন কৰিব পাৰে। নাম-কীৰ্তন" বুলিলে ধৰ্ম শাস্ত্ৰ পঢ়া বা শুনা, ভগৱন্তৰ নাম লোৱা আৰু গীত গোৱা বুজায়। সকলোৱে বাল্যকালৰ পৰাই ঈশ্বৰোপাসনা কৰা উচিত। ইন্দ্ৰিয়ক সংযম কৰি সকলো প্ৰাণীকে আত্মসম ভাবি প্ৰেম আৰু সেৱাৰ দ্বাৰা নিষ্কাম ভাৱে সকলোৰে হিতসাধন কৰাই পৰমেশ্বৰৰ যথাৰ্থ উপাসনা।

ওঁ সেই সৱিতৃদেৱ কৰোহোঁ বন্দন।
(যিজনে) বুদ্ধি বৃত্তি আমালৈ কৰিছে প্ৰেৰণ॥
বৰণীয় জ্যোতি যাৰ সবে কৰো ধ্যান।
পৰম মঙ্গলময় কৰুণা নিধান॥

* জয়ন্তী ১ জেঠ ১৮৮১ শক, ২য় বছৰ ৮ম সংখ্যা

## ত্ৰয়োদশ আধ্যা

### বনৌষধি (১)

অৰুন্ধতীৰ মাক সত্যৱতীয়ে অৰুন্ধতীক দ্ৰব্য গুণ বিজ্ঞান আৰু বনৌষধিৰ বিষয়ে উপদেশ দিছিল। তেওঁৰ উপদেশৰ সাৰাংশ তলত চমুকৈ লিখা হ'ল।

সকলো প্ৰাণীৰ শৰীৰত বায়ু, পিত্ত আৰু কফ থাকে। এই তিনিওকে আয়ুৰ্বেদ শাস্ত্ৰই দোষ বোলে। বায়ু পিত্তাদিৰ দোষৰ সমতাক আৰোগ্য বোলা যায়। ইহঁত বাঢ়িলে বা টুটিলে শৰীৰৰ ৰোগ হয়। বনৌষধিৰ দ্বাৰাই অনেক ৰোগ ভাল কৰিব পৰা যায়। ত্ৰিফলা ত্ৰিদোষ নাশক।

ৰস (তেল), ৰক্ত, মাংস, মেদ, অস্থি, মজ্জা আৰু শুক্ৰ এইবিলাক পদাৰ্থক ধাতু বোলে, আৰু বিঠা, মুত, ঘাম আদিক মল বোলে। পিত্তৰ দ্বাৰা পৰিপাক কাৰ্য সাধিত হয়। পিত্ত বিকৃত হলেই ৰোগৰ কাৰণ হয়। জলা, তিতা আৰু কেহা বস্তুৱে পিত্তক প্ৰকুপিত কৰে, জলা, টেঙা আৰু লুণীয়া বস্তুৱে কফক প্ৰকুপিত কৰে। সেই বস্তুবিলাক বিপৰীত ৰূপে প্ৰয়োগ কৰিলে বায়ু পিত্তাদিৰ শান্তি হয়।

মধুৰ (মিঠা) বস্তুৱে শৰীৰৰ ৰস আৰু ধাতু বৃদ্ধি কৰে। মিঠা বস্তুৰ লগত টেঙা মিহলি হলে তৃপ্তিজনক হয়, সি অগ্নিৰ উদ্দীপক আৰু পাচক হয়। লুণীয়া ৰস শোষণকাৰী, পাচক আৰু ক্লেদ-জনক, দেহৰ শিথিলতা সম্পাদক আৰু সুহৃদৰ দৰে জীৱন ধাৰণৰ সহায়ক। কটু বা জলা ৰস অগ্নিদীপক, পাচক, স্থূলতা, আলস্য আৰু বিষদোষ নাশক। তিতা ৰস অগ্নিৰ উদ্দীপক, জ্বৰ আৰু তৃষ্ণা নাশক, শোধন আৰু শোষণ কাৰক। তিতা, কটু আৰু কেহা ৰস বায়ুবৰ্দ্ধক, মধুৰ, অম্ল আৰু লুণীয়া ৰস কফ কাৰক। অম্ল, কটু আৰু লুণীয়া ৰসে পিত্ত বৃদ্ধি কৰে।

চিকিৎসক, ঔষধ, পথ্য আৰু ৰোগীৰ পৰিচৰ্যা

এই চাৰিওটা চিকিৎসাৰ অঙ্গ । এই চাৰিওটা উত্তম হলে ৰোগীয়ে শীঘ্ৰে আৰোগ্য লাভ কৰিব পাৰে । ছোৱালীবিলাকে ৰনৌষধি, পথ্য আৰু পৰিচৰ্যা জানিব লাগে ।

গৰ্ভিনীয়ে কফজনক বস্তু খালে তেওঁৰ সন্তানো কফ প্ৰকৃতিৰ হয় , সেইদৰে বায়ুজনক বস্তু খালে সন্তান বায়ু প্ৰকৃতিৰ আৰু পিত্তজনক বস্তু খালে পিত্ত প্ৰকৃতিৰ হয় ।

অজীৰ্ণ আৰু মন্দাগ্নি ( আভোক ) সকলো ৰোগৰ কাৰণ । মন্দাগ্নি চাৰিবিধ । যথা—আম ( শাওঁ ), অম্ল ( টেঙাপানী অহা আৰু বুকু চযচমোৱা), ৰস আৰু বিষ্টম্ভ । বিষ্টম্ভ হলে পেটত অষ্ঠীলা হয় । কফ দোষত আম, পিত্ত দোষত অম্ল, আৰু বায়ু দোষত বিষ্টম্ভ জন্মে । আমাৱস্থাত দেহৰ ক্লিন্ন-ভাৱ, ৰমন বেগ আৰু অলসতা আদি হয় । এই অৱস্থাত বচ্ আৰু লোণেৰে সৈতে পানী খাই বমি কৰিব লাগে । অম্লাধিক্য হলে শুক্ৰাভাৰ্ৱ, ভ্ৰম, মূৰ্চা, তৃষ্ণা আদি উপসৰ্গ হৈ থাকে । এই অৱস্থাত শীতল পানী খাব আৰু নিৰ্মল জুৰ ৰতাহ লব লাগে । গুড়ে সৈতে পিপলী খালে অম্লপিত্ত নাশ পায় । ৰসাধিক্যত গা বেয়া লাগে, মূৰ গধুৰ হয়, ভোজনলৈ অনিচ্ছা জন্মে । এই অৱস্থাত দিনত শুব আৰু লঘোন দিব লাগে । বিষ্টম্ভাৱস্থাত শূল, অৰুচি, শৌচপেচাবৰ গোলমাল আদি উপসৰ্গ জন্মে । তেনে অৱস্থাত পেটত তপত পানীৰ সেক দিলে আৰু লোণ-পানী খালে উপকাৰ পাৰ ।

শাওঁ, অম্ল আৰু বিষ্টম্ভৰ প্ৰতিকাৰৰ নিমিত্তে হিং, ত্ৰিকটু (শুকান আদা, পিপলী আৰু জালুক ) আৰু সৈন্ধৱ লোণ মিহিকৈ পিহি পেটত লেপি বিছুনাত পৰি শুই থাকিলে সকলো প্ৰকাৰৰ অজীৰ্ণ ভাল হয় ।

অহিত ভোজনৰপৰা নানাবিধ ৰোগ জন্মে। এতেকে অহিত অন্ন পৰিহাৰ কৰিব । মৌৰে সৈতে তপত পানী খালে পেটত পৰিপাক হয়। বংশাঙ্কুৰ ( বাঁহ-গাজ ), দৈ আৰু মাছ বা মাংসৰ লগত এঙ্গা গাখীৰ খালে নিশ্চয় অজীৰ্ণ আৰু মন্দাগ্নি হব। শৰৎ, গ্ৰীষ্ম আৰু বসন্তত দৈ খোৱা ভাল নহয়, কিন্তু আন তিনি ঋতুত দৈ প্ৰশস্ত । গুড় আৰু দৈ বাতনাশক । শৰীৰৰ পুষ্ট, ইন্দ্ৰিয়ৰ সৰলতা, মনৰ প্ৰফুল্লতা আদি প্ৰাকৃতিক অৱস্থাক আৰোগ্য বোলা যায় । এনেকুৱা আৰোগ্যৱন্ত লোক আয়ু-ষ্মান্ হয় ।

প্ৰতিদিন ভোজনৰ আগত সৈন্ধৱ লোণ আৰু আদা খোৱা হিতজনক, অগ্নিৰ উদ্দীপক, ৰুচিজনক, জিভা আৰু কণ্ঠৰ শোধক ।

ভোজনৰ আদিতে ঘিউত ভজা ৰুটি আৰু তৰকাৰি, পাচত ভাত-আঞ্জা, তাৰ পাছে দৈ আৰু গুড় বা গাখীৰ চেনি আদি খাই 'মধুৰেণ সমাপয়েৎ' কৰিব লাগে ।

অতিশয় তপত অন্নই বল হানি কৰে। অতিশয় চেঁচা, বাহী বা শুকান অন্ন সহজে জীণ নাযায় । পেটত যিমান ভোক তাৰ চাৰিভাগৰ দুভাগ খাদ্যৰ দ্বাৰা, এভাগ পানীৰ দ্বাৰা পূৰাব বাকী ভাগটো বায়ু চলাচলৰ কাৰণে খালি ৰাখিব ।

ভোজনৰ আদিতে পানী খালে শৰীৰ ক্ষীণায় আৰু অগ্নিমান্দ্য হয় । ভোজনত মাজত অলপ পানী খালে অগ্নি প্ৰদীপ্ত হয় , ভোজনৰ শেষত পানী খালে শৰীৰ স্থূলতৰ হয়, কফ বৃদ্ধি হয়, এতেকে অলপ পানী খোৱা উচিত ।

ভোজন কৰি তত্তালিকে নিদ্ৰাত পৰিলে অগ্নিমান্দ্য হৈ কফ প্ৰকোপিত হয় । ভোজন কৰি যি এশ খোজ কাঢে তেওঁৰ পৰমায়ু বাঢে , শোৱাৰ আগেয়ে হাত, মুখ আৰু ভৰি ধুই শুব লাগে ।

ভোজনৰ পাচত তামোল খাই মুহুদি ( মুখশুদ্ধি ) কৰিব পাৰে। বুঢ়া তামোল বা চুপাৰি, খদিৰ আৰু চূণ, এই সকলো একেলগে খালে কফ, পিত্ত

আৰু বায়ুৰ সমতা হয়, মুখ সুগন্ধি হয়, মুখৰ কান্তি আৰু শৰীৰৰ সৌন্দৰ্য বাঢ়ে।

তামোল-পাণ খালে প্ৰথমে যি ৰস ওলায়, সি বিষতুল্য, দ্বিতীয়বাৰ চোবাওঁতে যি ৰস ওলায়, সি ভেদক আৰু দুষ্পাচ্য, তৃতীয়বাৰ চোবাওঁতে যি ৰস ওলায়, সি অমৃততুল্য গুণদায়ক আৰু ৰসায়ন। এতেকে প্ৰথম দুবাৰৰ পিক্ পেলাই দিব লাগে। বুঢ়া তামোল আৰু শুকান চুপাৰি অতিশয় গুণদায়ক আৰু ত্ৰিদোষ নাশক। খদিৰে কফ আৰু পিত্ত নাশ কৰে। চূণ বাতঘ্ন আৰু কফনাশক। অতিৰিক্ত তামোল খালে শৰীৰ, দৃষ্টি, কেশ, দাঁত, জঠৰাগ্নি, শ্ৰৱণশক্তি, বৰ্ণ, বল আদিৰ অপকাৰ হয়, বায়ু আৰু পিত্ত বৃদ্ধি হয়। যাৰ দাঁত দুৰ্বল, আৰু যাৰ চকুৰ বেমাৰ, বিষৰোগ, মূৰ্চ্ছাৰোগ, ক্ষয় ৰোগ বা ৰক্তপিত্ত আছে, তেওঁৰ পক্ষে তামোল খোৱা অনুচিত।

শোওঁতে প্ৰথমে অলপ সময় চিত হৈ, তাৰ পাচত তাৰ দুগুণ সময় দক্ষিণফালে কাতি হৈ, তাৰ পাচে তাৰ দুগুণ সময় বাওঁফালে কাতি হৈ শুব লাগে। বাওঁফালে নাভিৰ ওচৰত জঠৰাগ্নি আছে। এতেকে ভুক্ত বস্তু জীৰ্ণ নিয়াবৰ কাৰণে বাওঁফালে কাতি হৈ শুব লাগে।

তালপাত, কাপোৰ, ম'ৰা-পাখী আৰু বেতৰ বিচনীৰ বা পদ্ম পাতৰ বা আৰু চোঁৱৰৰ বা ত্ৰিদোষ নাশক।

যদি ৰাতিপুৱা উঠি এনে বোধ হয় যে, ৰাতি খোৱা আহাৰ জীৰ্ণ হোৱা নাই, তেন্তে শুণ্ঠি (শুকান আদা), সৈন্ধৱ লোণ আৰু শিলিখাৰ গুড়ি চেঁচা পানীৰে সৈতে খাব।

সদায় পুৱা বেলি ওলোৱাৰ আগতে পানী খালে ৰোগ আৰু জৰাৰপৰা মুক্ত হৈ দীৰ্ঘায়ু লাভ কৰিব পৰা যায়।

ৰাতিৰ শেষত নাকেদি পানী খোৱা অভ্যাস কৰিলে ধী শক্তি আৰু দৰ্শন শক্তি বাঢ়ে, মূৰ কামোৰণি নহয় আৰু নানা ৰোগৰপৰা মুক্ত হৈ থাকিব পৰা যায়।

ৰোগ উৎপন্ন হোৱা মাত্ৰেই চিকিৎসা কৰা কৰ্তব্য। তেল আৰু শলিতা থকাতো যেনেকৈ বতাহ লাগি চাকি নুমায়, তেনেকৈ আয়ুস থাকিলেও উপযুক্ত চিকিৎসাৰ অভাৱত অকালত ৰোগীৰ জীৱন ধ্বংস হয়। যেতিয়ালৈকে ৰোগীৰ উশাহ-নিশাহ চলি থাকে, তেতিয়ালৈকে চিকিৎসা চলি থাকিব লাগে।

বিৰুদ্ধ ভোজনৰ পৰা অজীৰ্ণ আৰু মন্দাগ্নি হয়। যেনে—মাছ বা মাংসৰ লগত এৰা গাখীৰ খালে বিৰুদ্ধ ভোজন হয়, ঘিউ আৰু মৌ, এই দুইকো একেলগে মিহলালে বিষতুল্য হয়, কৃশৰা অৰ্থাৎ খিচুৰীৰ লগত পায়স আৰু কলা খালে বিৰুদ্ধ ভোজন হয়। কাঁহৰ পাত্ৰত ঘিউ বা মৌ ১০ দিন থাকিলে তাক খোৱা নিষেধ।

শিলিখা (হৰিতকী), আমলখী আৰু ভোমোৰাৰ গুটি (বিভীতক বা বহেড়া), এই তিনিওৰে গুৰি সম পৰিমাণে লৈ মিহলি কৰিলে "ত্ৰিফলা-গুড়ি" হয়। "ত্ৰিফলা সৰ্বৰোগঘ্নী মধ্বাজ্য গুড়সংযুতা" অৰ্থাৎ মৌ, ঘিঁউ কিম্বা গুড়ৰ লগত ত্ৰিফলা খালে সৰ্বৰোগ নষ্ট হয়। শতমূল, আমৈলতা (গুড়ুচী বা গুলঞ্চ লতা), চিতা কিম্বা বিড়ঙ্গ, এইবিলাকৰ লগত ত্ৰিফলা বা ত্ৰিকটু খালেও সকলো প্ৰকাৰ ৰোগ নষ্ট হয়

আমলখী আৰু শিলিখা এই উভয়ৰে গুণ প্ৰায় একে, বিশেষ এই যে, আমলখী ৰক্তপিত্ত আৰু প্ৰমেহ নাশক, অতিশয় পুষ্টিকাৰক আৰু ৰসায়ন। প্ৰতিদিনে মৌ বা ঘিঁউৰে সৈতে ৪টা আমলখী খাই থাকিলে মানুহ দীৰ্ঘজীৱী হয়।

বৰ্ষাত সৈন্ধৱ লোণেৰে, শৰৎকালত চেনিৰে, হেমন্তত শুকান আদাৰ গুড়িৰে, শীতকালত পিপলীৰ গুড়িৰে, বসন্তত মৌৰে আৰু গ্ৰীষ্মকালত গুড়েৰে সৈতে হৰিতকী (শিলিখা) খাব লাগে। ইয়াক

ঋতু-হৰিতকী বোলে। ই দ্ৰব্য ব্যাধি বিনাশ কৰে। যাৰ পিত্ত প্ৰবল বা ৰক্তস্ৰাৱ হৈছে, যি অতিশয় দুৰ্ব্বল বা উপবাসী তেওঁ শিলিখা নাখাব।

শিলিখা চোবাই খালে অগ্নি বৃদ্ধি হয়, পিহি খালে মল শোধিত হয়, সিদ্ধ কৰি খালে মল বোধ হয় আৰু ভাজি খালে ত্ৰিদোষ নষ্ট হয়। শিলিখা লোণৰ লগত খালে কফ, চেনিৰ লগত খালে পিত্ত, ঘিউৰ লগত খালে বাতজ ৰোগ আৰু গুড়ৰ লগত খালে সকলো ৰোগ নষ্ট হয়।

আহাৰৰ লগত শিলিখা খালে বুদ্ধি আৰু বল বিকশিত হয়, পিত্ত, কফ আৰু বায়ু নষ্ট হয় আৰু মূত্ৰ, পুৰীষ আৰু শাৰীৰিক মলবিলাক বাহিৰ হৈ যায়। আহাৰৰ অন্তত শিলিখা খালে অন্ন-পানাদিজনিত বাত পিত্ত-কফৰ পীড়া আৰোগ্য হয়। নিতৌ পুৱা শুই উঠি এপোৱামান ত্ৰিফলাৰ পানী অলপ মৌ বা গুড় দি শুদা পেটতে খালে শৰীৰ ভালে থাকিব। আগ দিনা ৰাতি শিলিখা ৩টা, আমলখী তিনিটা আৰু ভোমোৰাৰ গুটি তিনিটা খুন্দি ঠেতেলাই লৈ এটা শিলৰ বা মাটিৰ পাত্ৰত পানী দি ভিজাই থব লাগে। পাছ দিনা পুৱা এখন নিকা ফটাকানিৰে পানীখিনি ছেকি লৈ খাব লাগে।

আমলখীৰ আঞ্জাও ভাতৰ লগত খাব পাৰে। সকলো খাদ্যৰ ভিতৰত গৰুৰ গাখীৰ উত্তম।

ক্বাথ তৈয়াৰ কৰিবলৈ হলে ক্বাথৰ দৰবত চাৰিগুণ পানী দি জাল দিব লাগে, যেতিয়া তিনি-ভাগ পানী টুটি গৈ এভাগ থাকিব তেতিয়া নমাই থ'ব লাগে।

কঁঠাল খাই যদি অজীৰ্ণ হয় তেন্তে কল খালে ভাল হব। কল খাই যদি অজীৰ্ণ হয়, তেন্তে লোণ পানী খাব লাগে। আম খাই অজীৰ্ণ হলে তপত গাখীৰ খাব লাগে। অধিক মিঠা বস্তু খোৱাৰ পৰা অজীৰ্ণ হলে লং চোবাই পানী খালে ভাল হব। মাছ, মাংস বা তেল খাই অজীৰ্ণ হলে কাঞ্জি খাব লাগে। শাক খাই অজীৰ্ণ হলে বেহুৱাৰ (সৰিয়হ) বাটি খালে ভাল হব। অন্ন খাই অজীৰ্ণ হলে যনী (যমানী) আৰু লোণ খাব লাগে। নাৰিকল বা তাল খাই জীণ নিয়াব নোৱাৰিলে এমুঠি চাউল চোবাই খাব লাগে। বেল খাই অজীৰ্ণ হলে নিমৰ গুটি চোবাই খালে ভাল হ'ব। খাজুৰ বা জামু খোৱাৰ পৰা অজীৰ্ণ হলে শুকান আদাৰ গুড়ি খাব লাগে। কমলা টেঙা খোৱাৰ পৰা যদি অজীৰ্ণ হয়, তেন্তে গুড় খালে ভাল হ'ব। নেমু টেঙা খোৱাৰ পৰা অজীৰ্ণ হলে সৰিয়হ বা খাৰলি খাব লাগে। ঘিউৰ অজীৰ্ণ নেমু টেঙাৰ ৰসে ভাল কৰে। দৈ গাখীৰক লোণে জীৰ্ণ নিয়ায়। মিঠা বা বগৰী খাই অজীৰ্ণ হলে তপত পানী খাব লাগে। অধিক আমলখী বা তিল খোৱাৰ পৰা অজীৰ্ণ হয়, তেন্তে লাই সৰিয়হে তাক জীণ নিয়াব। টিয়ঁহ খাই অজীৰ্ণ হলে গোলাপ জল খাব লাগে। খিচিৰি পেটত জীণ নগলে, সৈন্ধৱ লোণ খাব লাগে। মটৰ মাহ খাই অজীৰ্ণ হলে, শিলিখাৰ গুড়ি খালে ভাল হ'ব। কলাখাৰ বিবিধ অজীৰ্ণৰ ঔষধ।

অজীৰ্ণ ৰোগীয়ে ৰাতি শুবৰ সময়ত এবাটি তপত পানী আৰু পুৱা শুই উঠি মুখ ধুই এবাটি ত্ৰিফলা ভিজোৱা পানী বা চেঁচা পানী খোৱা উচিত।

শিলিখাৰ গুড়ি শুকান আদাৰ গুৰি আৰু অলপ সৈন্ধৱ লোণ একেলগে মিহলাই লৈ মুখত পেলাই পানীৰে খালে বৰকৈ ভোক লাগিব।

প্ৰতিপদত কোমোৰা, দ্বিতীয়াত বৃহতী, তৃতীয়াত পটোল, চতুৰ্থীত মূলা, পঞ্চমীত বেল, ষষ্ঠীত নিম, সপ্তমীত তাল, অষ্টমীত নাৰিকল, নৱমীত লাও, দশমীত কলমৌ শাক, একাদশীত উৰহী, দ্বাদশীত পুৰৈশাক, ত্ৰয়োদশীত বেঙেনা, চতুৰ্দশীত মাটিমাহ, পূৰ্ণিমা বা অমাৱস্যাত মাছ, মাংস খাব নাপায়। দেওবাৰে মাছ, মাংস মচুৰ, নিম, আদা আৰু ভজা পোড়া বস্তু আৰু লোণ খোৱা অনুচিত।

একাদশী, অমাৱস্যা, আৰু পূৰ্ণিমাত লঘোন

দিব লাগে। উপবাসত আশক্ত হলে পানী, ফল, মূল, গাখীৰ, ঘিউ আৰু আৱশ্যক হলে ৰাতি হবিষ্যান্নও ভোজন কৰিব পাৰে। হবিষ্যান্ন বুলিলে আৰৈ চাউল, আখৈ, কেঁচা মগু, তিল, যৱ, মটৰ, হেলচি শাক, সৈন্ধৱ লোণ, গৰুৰ গাখীৰ, গৰু-ঘিউ, আম, কঠাল, আমলখী, শিলিখা, কলা, জীৰা, তেতেলী, কুঁহিয়াৰ, কুঁহিয়াৰৰ ৰসৰ চেনি বুজায়।

মানুহৰ নিজৰ দোষত ৰোগ জন্মে। ৰোগ জন্মিলে ততালিকে ভাল বেজৰ দ্বাৰাই চিকিৎসা কৰাব লাগে। বেলিৰ পোহৰ, তাপ, পানী আৰু মাটিৰ দ্বাৰাই প্ৰাকৃতিক চিকিৎসা কৰি ৰোগ আৰোগ্য কৰিব পৰা যায়। বনৌষধিৰ দ্বাৰাই অনেক ৰোগীক নিৰাময় কৰিব পাৰি। যি মানুহৰ যি দেশত জন্ম আৰু বাস তাৰ পক্ষে সেই দেশত জন্মা বনৌষধিযেই উপকাৰী।

কোনো গছৰ মূল, কোনোৰ কন্দ, কোনোৰ পাত, কোনোৰ ফল বা গুটি, কোনোৰ ফুল, কোনোৰ ছাল, কোনোৰ বা সমুদায় অংশ ঔষধত লাগে। যেনে— চিতাৰ মূল, ওলৰ কন্দ, নিম আৰু বাহকৰ পাত, ত্ৰিফলাৰ ফল, ধাতকী বা ধাই ফুলৰ ফুল, খদিৰৰ সাৰ, ক্ষীৰী গছৰ অৰ্থাৎ বট, আশথ, পলাশ, যজ্ঞডিমৰু আৰু পাকৰি গছৰ ছাল ঔষধত লাগে। নিমৰ পাত নহলে ছাল লব পৰা যায়। বিড়ঙ্গ, পিপলী, গুড়, ধান, ঘিউ আৰু মৌৰ বাহিৰে সকলো দৰৱ নতুন হোৱা উচিত। প্ৰায় ঔষধতে মৌ লাগে মৌ নাপালে গুড় ব্যৱহাৰ কৰিব পাৰে।

জামু (ক'লা জামু বা বৰ জামু), শিমলু, বেডেলা (বড় সোণ বৰিযাল,) বগৰী আৰু বকুল, এই পাঁচবিধ গছৰ ছাল সমান পৰিমাণে চাঁচি লৈ একেলগে পানীত তিয়াই থলে, সেই পানীক 'পঞ্চকষায় জল' বা 'পাঁচ কেহা পানী' বোলে। ধান, মগুমাহ, তিল সৰধান, আৰু বগা সৰিয়হ, এই পাঁচোটাক 'পঞ্চশস্য' বোলে। যিবিলাক গছ-বন প্ৰায় সদায় ঔষধত লাগে, সেইবিলাকৰ সংস্কৃত আৰু অসমীয়া নাম আৰু গুণাগুণ ইয়াৰ পাছৰ আধ্যাত পঢ়িবলৈ পাব।

'অহিতো দেহজো ব্যাধিঃ হিতং অৰণ্যমৌষধম্।, দেহত জন্মা ব্যাধিয়ে মানুহৰ অনিষ্ট কৰে, কিন্তু অৰণ্যত জন্মা ঔষধে মানুহৰ হিত সাধন কৰে।

* জয়ন্তী ১ শাওন, ১৮৬১ শক, ২ য় বছৰ ১২শ সংখ্যা

## চতুৰ্দশ আধ্যা

### বনৌষধি—(২)

প্ৰায় সদায় গৃহস্থক লগা বনৌষধিবিলাকৰ নাম বৰ্ণমালা ক্ৰমে লিখা হৈছে—

**অনন্তমূল**—

সংস্কৃত নাম শাৰিবা, শ্যামলতা,। ই এবিধ নাহৰপতীয়া লতা। এই লতাৰ সকলো অংশ ঔষধত ব্যৱহাৰ হলেও মূলহে বেছি ফলদায়ক। "একং বা শাৰিবা মূলং সৰ্বব্ৰণবিশোধনম্।" ইয়াৰ মূলৰ ক্বাথ কৰি লগালে সকলো ব্ৰণ ভাল হয়। জিভাত ঘা হলে ইয়াৰ মূল ছাগলীৰ গাখীৰেৰে সৈতে চন্দনৰ নিচিনাকৈ বাটি লগালে সেই ঘা ভাল হয়।

উপদংশ বা গৰ্মী ৰোগৰ ঘা ইয়াৰ মূলৰ ক্বাথেৰে ধূলে শীঘ্ৰে শুকাই যায়। মূত্ৰকৃচ্ছ বা পেছাবৰ বেমাৰত ইয়াৰ মূলৰ ক্বাথ এক ছটাক পৰিমাণে পুৱা আৰু আবেলি খালে সেই বেমাৰ ভাল হয়। গৰ্মীৰ আৰু পাৰাৰ ঘাও উক্ত নিয়মে ক্বাথ কিছুদিন খালে ভাল হয়। বাত বেমাৰতো এই ক্বাথ কিছুদিন খালে উপকাৰ পাব।

অনন্তমূলৰ ক্বাথ কিছুদিন খালে প্ৰমেহ ৰোগো আৰোগ্য হয়। ক্বাথ তৈয়াৰ কৰাৰ নিয়ম—

দুতোলা আন্দাজ ইয়াৰ মূল থেঁতালি লৈ নতুন মাটিৰ চৰুত আধা সেৰ পানী দি তিয়াই থ'ব, পাছে কাঠ খৰিৰ জুইৰ ওপৰত চৰুটো থৈ দৰৱখিনি সিজাই আধাপোৱা থাকোঁতে নমাব, পাছে সেই পানী ছাকি লৈ ৰাতিপুৱা এক ছটাক আৰু আবেলি এক ছটাক

খাব লাগে। দৰৱ সিজোৱা পানীক ক্বাথ বোলে।

পূষ্যা নক্ষত্ৰযুক্ত দেওবাৰে অনন্তমূল উঠাই আনি ছাঁত শুকুৱাই আধাতোলা পৰিমাণে লৈ ঋতুৰ দিনৰ পৰা ৭ দিনলৈকে প্ৰতিদিনে এক বৰণীয়া গৰুৰ গাখীৰেৰে সৈতে "ওঁ বিষ্ণু" বুলি খালে বাঁজী তিৰুতাৰো গৰ্ভোৎপতি হব।

## অপৰাজিতা —

অপৰাজিতা লতা দুবিধ, এবিধৰ ফুল নীলা, তাক কৃষ্ণ অপৰাজিতা বোলে, আনবিধৰ ফুল বগা, তাক শ্বেত অপৰাজিতা বোলে। সংস্কৃত ভাষাত ইয়াৰ নাম বিষ্ণুক্ৰান্তা, গিৰিকৰ্ণী, আস্ফোটা, ভদ্ৰা ইত্যাদি। ইয়াৰ গুণ-শীতল, তিতা, পিত্তৰ উপদ্ৰৱ আৰু বিষদোষ নাশক, চকুলৈ হিতকৰ আৰু ত্ৰিদোষ সমতাকাৰী, শোথ আৰু কাহ নাশক।

শ্বেত অপৰাজিতাৰ মূল, পিপলী আৰু শুঠী (শুকান আদা) এইবিলাক দৰৱ পিহি লৈ শিৰত ভৰণ দিলে শিৰঃশূল নাশ পায়।

শ্বেত অপৰাজিতাৰ মূল, হালধি, আৰৈ চাউল, অপমাৰ্গ (আপাং বা বনশঠ) আৰু ত্ৰিকুট (শুকান আদা, জালুক আৰু পিপলী), এইবিলাক দৰৱ সমান পৰিমাণে লৈ মিহিকৈ শিলত বাটি বড়ি তৈয়াৰ কৰিব। এই বড়ি খালে বিসূচিকা (জহনী ৰোগ) নষ্ট হয়। এটা এটা বড়িৰ ওজন এমহা হলেই হ'ব।

শ্বেত অপৰাজিতাৰ মূল চাউলধোৱা পানীৰে সৈতে পিহি নস্য ললে ভূত-প্ৰেতাদিৰ উপদ্ৰৱ নাই-কিয়া হয়।

ৰৰকৈ মুৰ কামোৰণি হলে অপৰাজিতাৰ শিপা এডাল কাণত বান্ধিলে ভাল হয়।

পালজ্বৰত যিদিনা জ্বৰৰ পাল পৰে, সেইদিনা শ্বেত অপৰাজিতা কিংবা বক ফুলৰ পাত কিছুমান মোহাৰি টোপোলা বান্ধি লৈ পুৱাৰপৰা গোটেই দিনটো ঘ্ৰাণ লৈ থাকিলে পালজ্বৰ নুঠে।

কৃষ্ণ অপৰাজিতাৰ মূল কনিষ্ঠাঙুলীৰ এপাব পৰিমাণে লৈ এটা আৰু এফাল জালুকেৰে সৈতে মিহিকৈ বাটি এক ছটাক ছাগলীৰ বা একে বৰণীয় গৰুৰ গাখীৰৰ লগত মিলাই ঋতুৰ তৃতীয়, চতুৰ্থ আৰু পঞ্চম দিনত খালে বাঁজী তিৰুতাৰ বাঁজী দোষ গুচিব।

## অপমাৰ্গ —

অপমাৰ্গক আমাৰ মনুহে আপাং বোলে, কোনো লোকে ইয়াক বনশঠ বা ওভোতা শঠ বুলিও কয়। বাৰিষা এই ক্ষুদ্ৰ গছ গজি বাঢ়ে, জাৰকালি ইয়াৰ ফুল আৰু ফল হয়, তাৰ পাছে খৰত শুকাই যায়। ইয়াৰ গছ বগা, ৰঙা আৰু ক'লা, এই তিনি প্ৰকাৰৰ হলেও গুণ তিনিও বিধৰে একে। ইয়াৰ গুণ-তিতা, জ্বলা, আৰু কেহা, কফ, অৰ্শ, কণ্ডু দদ্ৰু আৰু বিষৰোগ নাশক।

ছৰ্দি লাগি শিৰঃপীড়া হলে আপাঙৰ চাউল মিহিকৈ বাটি নস্য ললে শ্লেষ্মা বাহিৰ হৈ শিৰঃ-পীড়াৰ উপশম হয়।

অৰ্শৰোগত ৰক্তস্ৰাৱ হলে আপাঙৰ চাউল চাৰি অনা পৰিমাণ লৈ চাউল ধোৱা পানীৰ লগত পিহি তিনি দিন খালেই ৰক্তস্ৰাৱ ভাল হ'ব।

অপমাৰ্গৰ শিপা চাৰি অনা পৰিমাণ লৈ ঘিউৰ লগত বাটি খালে অৰ্শৰ তেজপৰা আৰু যান্ত্ৰণা ভাল হয়।

কোনো তিৰোতাৰ অতিৰিক্ত ৰজঃস্ৰাৱ হলে দুই অনাৰ পৰা চাৰি অনা ওজনৰ আপাঙৰ শিপা আনি চেঁচা পানীৰে সৈতে বাটি খালে ৰক্তস্ৰাৱ বন্ধ হয়।

কুণ্ড (খহু) আৰু দদ্ৰু (খৰ) হ'লে আপাঙৰ ডাল পোৰা ছাই তিল বা নাৰিকলৰ তেলৰ লগত মিলাই লৈ লগালে অলপ দিনৰ ভিতৰতে আৰোগ্য লাভ কৰিব।

আপাঙৰ ৰস আৰু গৰু ঘিউ মিহলাই লৈ লগালে যি কোনো ঘা আৰোগ্য হয়।

আপাঙৰ পাত থেতেলাই লৈ কটা ঘাত বান্ধি দিলে ততালিকে তেজ পৰা বন্ধ হ'ব আৰু ঘাও শুকাব

বাঘী ৰোগত আপাঙৰ ডাল, পাত শিপা কিছুমান আনি ধপাত খোৱা হোকাৰ পানীৰে সৈতে বাৰে বাৰে প্ৰলেপ দি থাকিলে বাঘী বহি যাব।

শোথ ৰোগত আপাঙৰ শিপা, ডাল আৰু পাত আঠ তোলা পৰিমাণে লৈ আধাসেৰ পানীত সিদ্ধ কৰিব আধা পোৱা থাকোতে নমাই ছাকি লব, পাছে সেই ক্বাথ ৰাতিপুৱা আঠ তোলা আৰু গধূলি আঠ তোলা খাব। এই নিয়মে কেইদিনমান খালে ৰোগ আৰোগ্য হব।

অনিদ্ৰা ৰোগত ওপৰত লিখা নিয়মে আপাঙৰ ক্বাথ খালে সুনিদ্ৰা হয়।

দাঁতৰ বিষত আপাঙৰ শিপা চোবালে বা থেতেলাই লৈ বিষোৱা দাঁতৰ গুৰিত লগালে বিষ কমে।

পাল জ্বৰত আপাঙৰ পাত মোহাৰি লৈ শুঙি থাকিলে একে দিনেই জ্বৰ এৰিব। বগা আপাঙৰ শিপা দেওবাৰে উঠাই আনি সাতগছ এৰাঁ সূতাৰে কঁকালত বান্ধিলে পালজ্বৰ নুঠে।

অকাল প্ৰসৱৰ উপক্ৰম দেখিলে একে উশাহে এজোপা আফুলা আপাং গছ উভালি আনি গৰ্ভিনীৰ কঁকালত এডাল এৰাঁ সূতাৰ বতিয়াৰে বান্ধি দিব। তাকে কৰিলে অকাল প্ৰসৱ নিবাৰণ হ'ব।

গৰ্ভিনীৰ নাম কাঢ়ি আপাঙৰ মূল উভালিব, যদি একে টানেই সম্পূৰ্ণ মূলটো উভালিব পাৰে তেন্তে তত্তালিকে গৰ্ভিনীৰ সন্তান প্ৰসৱ হব।

**অমৃতা, অমৃত ফল বা মধুফল—**

ইয়াৰ ফল পকিলে বৰ সোৱাদ হয়। ই খোৱা বস্তু জীণ নিয়ায়। ইয়াৰ আঠা সানি মাংস বান্ধিলে সোনকালে সিদ্ধ হয়। কেচা অমৃতাৰ তৰকাৰী পেটলৈ ভাল। পকা অমৃতা লঘু, সোৱাদ, বলকাৰক, পাচক আৰু অগ্নিদীপক। নিতৌ ৰাতিপুৱা কুঁহিয়াৰৰ চেনিৰ লগত ৫/৬ টোপাল অমৃতাৰ আঠা খালে প্লীহা আৰু যকৃতৰ উপশম হয়। দাঁতৰ আলু উখহি বেদনা হলে অমৃতাৰ কিংবা ভোট-এৰাৰ আঠা সানিব। পকা অমিতাৰ শাহ মুখত সানিলে মুখৰ কান্তি আৰু লাৱণ্য বাঢ়ে।

**অৰ্জ্জুন—**

ইয়াক সংস্কৃতত বীৰবৃক্ষ আৰু ককুভ বুলিও কয়। ই কষায় (কেহা), কফ, পিত্ত, শ্ৰম, তৃষ্ণা নাশ কৰে, বায়ুক প্ৰকুপিত কৰে।

"ককুভঃ শীতলো ভগ্নক্ষতক্ষয়বিষাস্ৰজিৎ।
মেদোমেহব্ৰনান্ হন্তিতুবৰঃ কফপিত্ত হৃৎ॥

হাড় ভাগিলে অৰ্জ্জুন গছৰ ছাল আৰু নহৰু সমান পৰিমাণে লৈ পটাত বাটি ভগা হাড় যোৰাই লৈ তাৰ ওপৰত লিপি দি কাপোৰেৰে বান্ধি থলে ভগা হাড জোৰা লাগিব।

ক্ষত ৰোগত অৰ্জ্জুনৰ ছাল সিদ্ধ কৰা পানীৰে ক্ষত (ঘা) ধুলে সোনকালে আৰোগ্য হয়।

ক্ষয় কাহ বা যক্ষ্মাৰোগৰ নিমিত্তে অৰ্জ্জুনৰ ছাল মহৌষধ। ইয়াৰ ছাল ৰ'দত শুকাই সৈতে উত্তম-ৰূপে খুন্দি গুড়ি কৰিব, পাছত ছাকি লৈ বাহ কৰ পাতৰ ৰসত ভালকৈ ভিজাই ৰ'দত শুকুৱাব। এই দৰে সাতবাৰ বাহকৰ ৰসত তিয়াই শুকাই লব। পাছে সেই গুৰি চাৰি অনা পৰিমাণে লৈ কুঁহিয়াৰৰ চেনি আৰু মৌৰে ৰাতিপুৱা এপালি আৰু গধূলি এপালি এই নিয়মে কিছুদিন খালে যক্ষ্মাৰোগ আৰোগ্য হব। ৰক্তস্ৰাৱৰ ৰক্ত বন্ধ কৰিবলৈ অৰ্জ্জুন ছালৰ যথেষ্ট ক্ষমতা আছে।

ৰক্তাতীসাৰ (তেজশাওঁ পৰা গ্ৰহণী) ৰোগ হলে অৰ্জ্জুনৰ ছালৰ গুড়ি ছাগলীৰ গাখীৰেৰে সৈতে খালে সেই ৰোগ আৰোগ্য হয়।

হৃদ্‌ৰোগত অৰ্জ্জুনৰ ছালৰ ক্বাথ বা গুড়ি অলপ মৌৰে সৈতে ৬ দিন মান খালেই যথেষ্ট উপকাৰ পাব।

মূত্ৰৰোগ হলে অৰ্জ্জুনৰ ছালৰ ক্বাথ খালেই প্ৰস্ৰাৱ সৰল হব।

**অশ্বগন্ধা—**

ই এবিধ সৰু গছ। সংস্কৃতত ইয়াৰ ২৮টা নাম আছে, তাৰ ভিতৰত হয়গন্ধা, পুষ্টি-দা,

বলদা, বাতঘ্নী, শ্যামলা, কামৰূপিনী নামেই প্ৰধান। ইয়াৰ গুণ,— কটু (জলা), উষ্ণ, তিতা আৰু মদগন্ধি, বল আৰু শুক্ৰবৃদ্ধিকাৰক, বায়ু শ্বাস, কাহ, ক্ষয়, ব্ৰণ, আৰু জৰাব্যাধি নাশক। ইয়াৰ মূল অতিশয় বলকাৰক আৰু শুক্ৰবৰ্দ্ধক।

অশ্বগন্ধাৰ ক্বাথ তৈয়াৰ কৰি তাত চাৰিগুণ গাখীৰ দি ঘিউত পাক কৰি নিয়ম মতে কিছুদিন খালে বাত ৰোগ নষ্ট হয়। গাখীৰ আৰু ঘিউৰে সৈতে অশ্বগন্ধা সেৱন কৰিলে অশেষ ৰোগ নাশ পায়।

অশ্বগন্ধা, নাগবলা (গোৰক্ষ চাকুলিয়া) গুড় আৰু মাটিমাহ, এই বিলাক দৰব খাই থাকিলে নতুন ডেকাৰ নিচিনা ৰূপ আৰু যৌৱন হয়।

অশ্বগন্ধা, কুড়, পিপলী, জীৰা, কৃষ্ণজীৰা, যনী বচ, ত্ৰিকুট আৰু সৈন্ধৱ লোণ, এইবিলাক দৰৱ গুড়ি কৰি ব্ৰাহ্মী শাকৰ ৰসত ভাৱনা দিব, তাৰ পিছত সেই গুড়ি মৌ আৰু ঘিউৰে সৈতে ৭ দিন খালে মানুহৰ বুদ্ধি নিৰ্ম্মল হয়।

শৰীৰ দুৰ্ব্বল, শুক্ৰ পাতল, আৰু ইন্দ্ৰিয় শিথিল হলে, এভাগ অশ্বগন্ধাৰ মূল, এভাগ আফুলা শিমলুৰ মূল, এভাগ ভূমিকুষ্মাণ্ডৰ মূল সমান পৰিমানে লৈ একে লগে গুড়ি কৰি ছাকি লৈ নিতৌ ৰাতিপুৱা আধাতোলামান সেই গুড়ি অলপ গৰু-ঘিউ, গাখীৰ আৰু মৌ বা মিছিৰীৰে সৈতে কিছুদিন খালে চিৰ যৌৱন লাভ কৰিব পাৰিব। বাজীকৰণৰ ই শ্ৰেষ্ঠ ঔষধ।

ধাৰণা শক্তি নষ্ট হলে অশ্বগন্ধাৰ মূলৰ গুড়ি দুই অনা, বান্দৰ কেঁকোৰা লতাৰ গুটিৰ গুড়ি দুই অনা, ভূমিকুষ্মাণ্ডৰ গুড়ি দুই অনা, মুঠতে ছয় অনা একে লগে মিলাই লৈ অলপ মিছিৰী আৰু তপত পানী দি বাটি ৰাতিপুৱা কিছুদিন খালে বৰ উপকাৰ পাব।

বাঁজী তিৰুতাই ঋতুস্নান কৰি অশ্বগন্ধাৰ ক্বাথ অলপ গৰু-ঘিউৰে সৈতে কিছুদিন খালে গৰ্ভসঞ্চাৰ হ'ব। ক্বাথ তৈয়াৰী কৰাৰ নিয়ম—

দুতোলা অশ্বগন্ধাৰ মূল থেতালি লৈ এটা মাটিৰ চৰুত আধা-সেৰ পানী দি তিয়াই থব, পাছে কাঠ-খৰিৰ জুইৰ তাপত সিদ্ধ কৰি আধাপোৱা থাকোতে নমাব। ৰাতিপুৱা এক ছটাক আৰু গধূলি এক ছটাক খাব।

**অশোক —**

আয়ুৰ্বেদ শাস্ত্ৰত ইয়াৰ নাম আৰু গুণৰ বিষয়ে লিখা আছে,—

"অশোকো হেমপুষ্পশ্চ বঞ্জুলঃ তাম্ৰপল্লৱঃ।
কঙ্কেলিঃ পিণ্ডপুষ্পশ্চ গন্ধপুষ্পো নটস্তথা ॥
অশোকঃ শীতলস্তিক্তো গ্ৰাহী বৰ্ণঃ কষায়কঃ।
দোষাপচীতৃষাদাহ কৃমিশোষবিষাস্ৰজিৎ ॥"

অশোকৰ গুটি আৰু তাৰ ছাল স্ত্ৰীৰোগৰ প্ৰধান ঔষধ। শ্বেত, ৰক্ত, নীল আদি সকলো প্ৰকাৰ প্ৰদৰ ৰোগত অশোক মহৌষধ হলেও এনেবিলাক ৰোগত তা'ৰ ক্বাথ বা ক্ষীৰ তৈয়াৰ কৰি কিছুমান দিন নিয়ম মতে খালেহে ৰোগ আৰোগ্য হয়।

**ক্বাথ তৈয়াৰ কৰা নিয়ম —**

অশোকৰ ছাল দুতোলা থেতালি লৈ এটা মাটিৰ চৰুত আধাসেৰ পানী দি ভিজাই থব, পাছে কাঠ-খৰিৰ অঙঠাৰ জুইত সিদ্ধ কৰি আধাপোৱা থাকোতে নমাই ছাকি লৈ ৰাতিপুৱা এক ছটাক আৰু গধূলি এক ছটাক খাব লাগে।

**ক্ষীৰ তৈয়াৰ কৰা নিয়ম—**

এতোলা অশোকৰ ছাল থেতালি লৈ এটা চৰুত আধাপোৱা গৰু-গাখীৰ আৰু ডেৰ পোৱা পানীৰ লগত মিলাই কাঠৰ আঙঠাৰে জুইত সিদ্ধ কৰি আধা পোৱা থাকোঁতে নমাই ছাকি ললেই ক্ষীৰ তৈয়াৰ হয়। এই ক্ষীৰ ৰাতিপুৱা এক ছটাক আৰু গধূলি এক ছটাক খাব লাগে।

মুত্ৰৰোধ ৰোগত এটা অশোকৰ গুটি চেঁচা পানীৰে সৈতে মিহিকৈ বাটি বা পিহি খালে প্ৰস্ৰাৱ স্বাভাৱিক হয়।

যোনিদোষত অশোকৰ ক্কাথেৰে যোনি ধুলে প্ৰদৰাদিৰ বাবে হোৱা ঘা ভাল হয় আৰু ক্লেদ আদি গুচে।

**আকন —**

সংস্কৃতত ইয়াক আকন্দ, অৰ্ক, অলৰ্ক, ক্ষীৰ-পৰ্ণী, শুকফল বোলে। ইয়াৰ গছ দুবিধ, শ্বেত আৰু ৰক্ত। শ্বেত আকনক অলৰ্ক বোলে, ঔষধত এই বিধ আকনৰ ব্যৱহাৰ বেছি। ইয়াৰ গুণ,— কটু, উষ্ণ আৰু অগ্নিকাৰক, বাত, শোথ, ব্ৰণ, অৰ্শ, কুষ্ঠ, কণ্ডু আৰু কৃমিনাশক, কফদোষনাশক, উদৰ ৰোগত হিতকাৰী, বিষনাশক।

যিবিলাক শিশু-সন্তানৰ কফৰ দোষ আছে, সিহঁতৰ তুলী আৰু গাৰুত আকনৰ তুলা ভৰাই দিলে সিহঁতৰ সেই দোষ গুচিব। আকনৰ তুলা শ্লেষ্মা-ৰোগত বৰ উপকাৰী। বুকুত বা ডিঙিত শ্লেষ্মা জমিলে আকনৰ তুলা বান্ধিলে যথেষ্ট উপকাৰ হয় আৰু শ্লেষ্মা সৰল হৈ ওলাই যায়।

যাৰ হাঁফনি অৰ্থাৎ হাঁইফাঁই (উদফাই) ৰোগ আছে, তেওঁ আকনৰ শিপাৰ ছাল উত্তম ৰূপে গুড়ি কৰি আকনৰ আঠা মিহলাই ৰ'দত শুকাব, পাছে সেই বস্তুকে চিলিমত ভৰাই জুইৰ আঙঠা দি হুপিব, তাৰ ধোঁৱা খালে হাঁইফাঁই ভাল হ'ব।

বাত বেমাৰত বা আন কোনো কাৰণত গাৰ কোনো ঠাই ফুলি বিষালে আকনৰ পাতৰ নিমজ ফালে গৰু-ঘিউ সানি জুইৰ তাপত অলপ তপতাই লৈ উখহা ঠাইখিনি সেকিব লাগে আৰু সেকাৰ পাছত তাত আকনৰ পাত বান্ধি থব লাগে। তাকে কৰিলে আৰোগ্য হ'ব।

উপদংশ (গৰ্মী) ৰোগত আকনৰ পাতৰ ক্কাথ তৈয়াৰ কৰি তাৰে ক্ষত (ঘা) ধুলে ক্ষত শুকাই যায়। ক্কাথ তৈয়াৰ কৰাৰ নিয়ম:— দুই তোলা পৰিমাণ আকনৰ পাত আধা সেৰ পানীত সিদ্ধ কৰি কৰি আধাপোৱা থাকোতে নমাই থলে ক্কাথ তৈয়াৰ হয়।

প্লীহাৰোগত কিছুমান আকনৰ পাত ছিঙি আনি তাৰ ওজনৰ চাৰি গুণ সৈন্ধৱ লোণ দি এটা মাটিৰ ভাণ্ডাত ভৰাই ঢাকোন মাৰি ঢাকনীখনৰ চাৰিও ফালে মাটিৰ লেও দি গোবৰ ফুটিৰ জুইত এদিন এৰাতি ভাজিব লাগে, পাচে সেই ভজা ছাইখিনি এটা বটলত ভৰাব, দিনৌ ৰাতিপুৱা আৰু গধূলি দুই অনা পৰিমাণে সেই ছাই দৈ পানী বা ঘোলেৰে সৈতে খালে, প্লীহা যিমানেই কঠিন হওক, নিশ্চয় আৰোগ্য হ'ব। অম্লৰোগো ইয়াক খালে আৰোগ্য হয়।

বৃশ্চিকে (বিছা) দংশন কৰিলে কটাৰীৰ আগেদি তাৰ হুলটো উলিয়াই লৈ আকনৰ আঠা লগালে ততালিকে যন্ত্ৰণা নাইকিয়া হয়। বৰল, বিহ-পৰুৱা আদিয়ে কামুৰিলেও আকনৰ আঠা লগালে বিষ ভাল হয়।

এক ৰতি পৰিমিত আকনৰ শিপাৰ ছাল গুড়ি কৰি খালে আমাশয় (সাঁও পৰা) ৰোগ ভাল হয়।

আকনৰ আঠা আৰু সৈন্ধৱ লোণ একেলগে মিহলি কৰি বাতৰ ঠাইত লগাই মালিচ কৰিলে বাত বেদনা ভাল হয়, আৰু ফুল জামৰে।

আকনৰ হালধীয়া পকা পাতৰ ওপৰত ঘিউ সানি জুইত তপতাই লৈ তাৰ ৰস উলিয়াব লাগে। সেই ৰস কাণত ঢালি দিলে কাণৰ ভিতৰত হোৱা সকলো ৰোগ আৰু যন্ত্ৰণা দূৰ হয়।

শ্বেত আকনৰ শিপাৰ ছাল আধা তোলা পানীৰে বাটি খালে আৰু সাপে দংশন কৰা ঠাইত তাৰ আঠা লগালে সাপে খোৱা বিষ নষ্ট হয়।

**আগেচিতা, আগীয়াচিতা বা চিতা—**

ই এবিধ বৰ জাল থকা সৰু গছ। সংস্কৃতত ইয়াৰ একুৰি এটা নাম আছে, তাৰ ভিতৰত চিত্ৰা, চিত্ৰক, অগ্নি, পাচী, এই কেইটাই প্ৰধান। ইয়াৰ গুণ অগ্নিবৰ্দ্ধক, কুষ্ঠ, শোথ, কফ, বাত, অৰ্শ, গ্ৰহণী, কৃমি আৰু কণ্ডুনাশক। অন্য অনেক দৰবৰ লগত ইয়াক ব্যৱহাৰ কৰা হয়।

আগেচিতা, ত্ৰিফলা ( আমলখী, শিলিখা আৰু ভোমোৰা গুটি ), বেড়েঙ্গা ( সোণবৰিয়াল ), নিগুণ্ডী ( পঁচতীয়া ), বাসক ( তিতাঁবাহক ), পুনৰ্ণৱা, গুডুচী ( পদ্মগুলঞ্চ বা আমৈলতা ), বৃহতী আৰু শতাৱৰী ( শতমূল ), এইবিলাক দৰৱ ঘিউত পাক কৰি খালে সৰ্বৰোগ নাশ পায়।

আগেচিতা, নিমৰগুটি, গৰু-মূত, তিতাবাহক, আমৈলতা, শ্বেত্‌কপৰা ( বনজালুক ), চিৰতা, নিমপাত, ভৃঙ্গৰাজ আৰু ত্ৰিফলা, এইবিলাক দৰৱৰ ক্বাথ তৈয়াৰ কৰি মৌৰে সৈতে খালে অম্লপিত্তৰোগ নষ্ট হয়।

আগেচিতাৰ মূল কাঁজিৰে সৈতে বাটি ঘাঘী বা বিস্ফোটকত লেপি দিলে সেই ৰোগ বহি যায়।

ৰঙা আগেচিতাৰ গুডি দুই অনা, পিপলীৰ গুৰি দুই অনা, ডালিমৰ বাকলিৰ গুৰি দুই অনা, এই তিনিওকে ডালিমৰ ৰসৰ লগত মিলাই খালে গ্ৰহণী ৰোগ আৰোগ্য হয়, সাঁও পৰা ভাল হয়।

আগেচিতাৰ শিপা পানীৰে সৈতে বাটি এক ৰতি পৰিমিত এটি বড়ি তৈয়াৰ কৰি দেও, সোম আৰু মঙ্গল এই তিনিবাৰে দিনে এটিকৈ বড়ি খালে যকৃৎ আৰু প্লীহাৰ জ্বৰ ভাল হয়।

**আদা—**

সংস্কৃতত আদাক আৰ্দ্ৰক বোলে। ইয়াৰ গুণ, —কটু ( জলা ) লঘু, অগ্নিদীপক, কফ, বাত বিবন্ধ অৰ্থাৎ মলৰ কঠিনতা, শূল আৰু পিত্তনাশক, ৰুচিজনক আৰু বলকাৰক।

আদা আৰু সৈন্ধৱ লোণ ভোজনৰ আগতে খালে জিভা আৰু কণ্ঠৰ শোধন হয়, ভোক লাগে, খোৱাত ৰুচি জন্মে।

আদাৰ ৰস আৰু ছাগলীৰ গাখীৰ সমান পৰিমাণে মিহলাই লৈ নিতৌ ৰাতিপুৱা খালে সাত দিনৰ ভিতৰত প্লীহা নাশ হয়।

পানী নিদিয়াকৈ এক ছটাক আদাৰ ৰস বাহিৰ কৰি তাত অলপ মৌ মিহলাই খালে কাহ ভাল হয়।

আদা চন্দনৰ নিচিনাকৈ পিহি তাত অলপ ৰঙা চেনি দি ঘিঁউত ভাজি লৈ বড়ি তৈয়াৰ কৰি ২।৩ দিন খালে কাহ ভাল হয়।

আধা তোলা আদাৰ ৰসৰ লগত চাৰি অনা তিলৰ তেল, চাৰি অনা মৌ, এক ৰতি সৈন্ধৱ লোণ মিলাই লৈ জুইত অলপ তপত কৰি ধীৰে ধীৰে ২।৪ টোপা কাণত ঢালি দিলে কাণৰ ভিতৰত হোৱা সকলো ৰোগ ভাল হয়।

পুৰণি ঘিউত শুকান আদাৰ গুড়ি মিহলাই অলপ তপত কৰি মালিচ কৰিলে বাতৰোগৰ বেদনা কমে।

আদা আৰু নহক সমান পৰিমাণে লৈ পুৰণি ঘিউত দি তপতাব, পাছে বাতৰোগৰ বেদনাৰ ঠাইত মালিচ কৰি সেই দৰৱ লেপি দিলে বেদনা ভাল হয়।

এতোলা শুকান আদাৰ গুড়ি আৰু এতোলা যনীৰ গুড়ি এঁপোৱা তপত পানীত দুঘণ্টা ভিজাই থব। পাচে সেই পানী খালে অগ্নিমান্দ্য, অজীৰ্ণ আৰু পেটফুলা আৰোগ্য হয়।

সাধাৰণ ছৰ্দিকাহ হলে ২ তোলা পৰিমাণে আদাবটা আৰু এক তোলা মিছিৰী, আধা পোৱা তপত পানীত দি মিলাই লৈ এশোহা এশোহাকৈ তপতে তপতে খালে সেই ৰোগ ভাল হয়।

আদাৰ গুড়িৰে সৈতে গুড় মিহলাই অলপ অলপকৈ চেলেকি থাকিলে হিক্কৰোগ অৰ্থাৎ হিঁকটি অহা ভাল হয়।

* জয়ন্তী, ২য় বছৰ, ১৬ শাওণ ১৮৬১ শক, ১৩ শ সংখ্যা আৰু ১ ভাদ ১৮৬১ শক, ১৪শ সংখ্যা।

## চতুৰ্দশ আধ্যা

বনৌষধি ( ৩ )

**আমলখী—**

সংস্কৃত—আমলখী, শিৱা, শান্তা, ধাত্ৰী, অমৃতা ইত্যাদি। সকলো ফলতকৈ ইয়াৰ গুণ অধিক।

বেল আৰু তুলসী গছৰ নিচিনা আমলখীও পুণ্য গছ। ইয়াৰ গুণৰ কথা আয়ুৰ্বেদত বাহুল্যকৈ লিখা আছে। শিলিখা বা হৰীতকীৰ নিচিনাই ইয়াৰ গুণ বিশেষ এই যে, ই শুক্ৰকাৰক, ৰসায়ন, অম্ল ৰসযুক্ত আৰু মধুৰ। আমলখীয়ে বায়ু, পিত্ত আৰু কফ, এই ত্ৰিদোষ নাশ কৰে। ই বলকাৰক, ৰুচিকৰ, ৰক্তদোষনাশক। ভোজনৰ আদিত, মাজত বা অন্তত ইয়াক খোৱা প্ৰশস্ত। ইয়াক আঞ্জাৰ লগতো ৰান্ধি খাব পাৰি। আমলখী, হৰীতকী (শিলিখা) আৰু বহেড়া (ভোমোৰা গুটি) এই তিনিওৰ সংযোগক ত্ৰিফলা বোলে। ত্ৰিফলা সৰ্ব-ৰোগ-নাশক। নিতৌ ৰাতিপুৱা মুখ ধুই ত্ৰিফলা ভিজোৱা পানী নিয়মমতে খাই থাকিলে কোষ্ঠ-পৰিষ্কাৰ হয়, বায়ু, পিত্ত আৰু কফ নাশ হয় আৰু অম্লৰোগ হ'ব নোৱাৰে।

বহুমূত্ৰ ৰোগত দুই অনা আন্দাজ আমলখীৰ গুড়ি মৌৰে সৈতে কিছুদিন খালে সেই ৰোগ ভাল হয়।

শিৰঃৰোগত গৰু-ঘিউৰে সৈতে আমলখী শিলত বাটি মূৰত ভৰণ দিলে আৰোগ্য হয়।

শ্বেতপ্ৰদৰ ৰোগত শুকান আমলখী গুটি দুই অনা আন্দাজ লৈ শিলত পানী দি পিহি কুঁহিয়াৰৰ চেনিৰে সৈতে ৭ দিন খালে সেই ৰোগ ভাল হয়।

মূৰ কামোৰণিত চন্দনৰ নিচিনাকৈ আমলখী বাটি কপালত আৰু দুই কুমত প্ৰলেপ দিলে মূৰ-কামোৰা ভাল হয়।

নাকেদি তেজ পৰিলে শুকান আমলখী শিলত পানী দি পিহি লৈ ব্ৰহ্মতালুত ভৰণ দিলে তেজ পৰা বন্ধ হয়।

চকু নমা ৰোগত কেঁচা আমলখীৰ ৰস দিলে ভাল হয় আৰু চকুৰ জ্বালা-যন্ত্ৰণা দূৰ হয়।

হিঁকটি-অহা (হিক্কা) ৰোগত আমলখী থেতেলাই লৈ চৰুত ভিজাই থোৱা পানী আৰু মিছিৰী ভিজোৱা পানী একেলগে মিলাই অলপ শুকান আদাৰ গুড়ি আৰু মৌজোল দি খালে সেই ৰোগ ভাল হয়।

মেহৰোগত এক ছটাক কেঁচা আমলখীৰ ৰস আৰু এক ছটাক কেঁচা হালধিৰ ৰস অলপ মৌ দি কিছুদিন খালে সেই ৰোগ আৰোগ্য হয়।

মূত্ৰৰোধ ৰোগত শুকান আমলখী পানীৰে সৈতে বাটি নাভিৰ চাৰিওফালে লেপি দিলে প্ৰস্ৰাৱ হয়।

আমলখী, তিল, মানিমুনিশাক, ভৃংগৰাজ আৰু ব্ৰাহ্মী শাক খাই থাকিলে মানুহ এশ বছৰ পৰ্যন্ত জীয়াই থাকিব পাৰে।

প্ৰতিদিনে মৌ আৰু ঘিউৰে সৈতে ৪টা আমলখী খাই থাকিলে মানুহ এশ বছৰলৈ জীয়াই থাকিব পাৰে। মানিমুনি শাক আৰু ভূমি-কুষ্মাণ্ডৰ ৰস সেৱন কৰিলে অমৃত পানৰ নিচিনা ফল হয়।

ত্ৰিফলা, পিপলী, শুণ্ঠী (শুকান আদা), গুড়ুচী (আমৈলতা) আৰু শতমূলৰ শিপাৰ গুড়ি সমান পৰিমাণে লৈ বিড়ংগ আৰু ভৃংগৰাজৰ ৰসত ভাৱনা দি খালে সকলো ৰোগ নাশ পায়।

আমলখী, আমৈলতা আৰু ৰঙা চন্দন, এই-বিলাকৰ ক্কাথ মৌৰে সৈতে খালে সকলো বিধৰ জ্বৰ নাশ পায়।

আমলখী, হালধি, কেতেকী ফুল, পিপলী আৰু বচ এইবিলাক বস্তু গৰুৰ গাখীৰৰ লগত পিহি চকুত অঞ্জন দিলে সকলোবিধ চকুৰ বেমাৰ নাশ পায়।

আমলখীৰ গুড়ি, মৌ, তিল, আৰু ঘিউ একেলগে মিলাই এমাহ খালে মানুহৰ যৌৱন স্থিৰ থাকে। এই ঔষধে মানুহক বাগীশ্বৰ কৰিব পাৰে।

মৌ আৰু পানীৰে সৈতে আমলখী আৰু শিলিখাৰ গুড়ি সমান পৰিমাণে লৈ সদায় ৰাতিপুৱাতে খালে মানুহৰ বল-শক্তি সমানে বাঢ়ে আৰু নানা ৰোগ ভাল হয়।

**আমৈলতা—**

আমৈলতাক অমৰলতা, শগুণী (শতগুণী) লতা, গুলঞ্চ বা পদ্মগুলঞ্চ লতা বোলে। সংস্কৃতত, ইয়াৰ

৩৭টা নাম আছে, তাৰ ভিতৰত গুড়ুচী, পিত্তঘ্নী, সোমবল্লী, মধুপর্ণ, অমৃতবল্লী, অমৃতলতা, ৰসায়নী, জীৱন্তী আদি প্ৰধান। ইয়াৰ গুণ—কটু (জলা), তিতা, কষায় (কেহা), অগ্নিদীপক, ৰসায়ন, ধাৰক, উষ্ণবীৰ্য, লঘু, বলকাৰক, ত্ৰিদোষ-নাশক, আঁও, তৃষ্ণা, দাহ, মেহ, কাহ, পাণ্ডু, কামলা, কুষ্ঠ, বাতৰক্ত, জ্বৰ, কৃমি আৰু বমি নাশক। ইয়াক ঘিউৰে খালে বাত, গুড়েৰে খালে বিবন্ধ অৰ্থাৎ মলৰ কঠিনতা, চেনি বা মিছিৰীৰে খালে পিত্ত আৰু মৌৰে খালে কফ নাশ হয়, শুকান আদাৰ গুড়িৰে খালে আমবাত ভাল হয়।

পানী নিদিয়াকৈ আধা তোলা পৰিমিত আমৈ-লতাৰ ৰস বাহিৰ কৰি অলপ পিপলীৰ গুড়ি আৰু মৌ দি খালে অৰুচি আদি নষ্ট হয়।

আমৈলতা, শোকোতা (তিতা মৰাপাট গছৰ পাত), ক্ষেত্ৰপৰ্পটী (বেত্‌কপৰা), চিৰতা, মহানিমৰ পাত, শেৱালীৰ পাত, এইবিলাক দ্ৰব্যৰ প্ৰত্যেকটো সমান পৰিমাণে মুঠতে দুই তোলা লৈ এটা মাটিৰ চৰুত আধাসেৰ পানী দি সিদ্ধ কৰিব, যেতিয়া পানী ফুটি গৈ আধা পোৱা থাকিব, তেতিয়া নমাই দুপালি কৰি এপালি পুৱা আৰু এপালি গধূলি খাব। এই ঔষধ ৩।৪ দিন খালে জ্বৰ আৰোগ্য হয় (আয়ুৰ্বেদ মতে ৬৪ তোলাত ১ সেৰ)।

আফুলা আমৈলতাৰ শিপাৰ ছালৰ ৰস দেওবাৰে খালে পালি জ্বৰ ভাল হয়।

আমৈলতাৰ ৰস, প্ৰতিদিন একতোলা পৰিমাণে অলপ মৌৰে সৈতে কিছুদিন খালে মানুহৰ গাৰ চৰ্মৰোগ ভাল হয়। বাত বেমাৰত ইয়াৰ ক্বাথ কিছুদিন খালে সেই ৰোগ আৰোগ্য হয়। উপদংশ বা গৰ্মী বেমাৰৰ ঘা ইয়াৰ ক্বাথেৰে ধুলে শীঘ্ৰে শুকাই যায়।

পুৰণি জ্বৰত আমৈলতাৰ পাত ভাজি খালে বিশেষ উপকাৰ পোৱা যায়। পিত্তশূল ৰোগত আমৈলতা আৰু কুটজৰ ছালৰ গুড়ি সমান পৰিমাণে মুঠতে দুই তোলা লৈ কিছুদিন খালে সেই ৰোগ ভাল হয়।

আমৈলতা, শিলিখা আৰু আদা, এই তিনিবিধ দ্ৰব্য সমান পৰিমাণে লৈ চাৰিগুণ পানী দি সিজাই এগুণ বাকী ৰাখিব। পাছে সেই ক্বাথ এক এক পালিৰ দুতোলা পৰিমাণে লৈ অলপ মৌৰে সৈতে খালে অজীৰ্ণ ৰোগ আৰোগ্য হয়, বায়ু আৰু পিত্তৰ উপসম হয়।

আমৈলতাৰ ক্বাথ তৈয়াৰ কৰাৰ নিয়ম :— দুতোলা আমৈলতা থেতেলাই লৈ এটা মাটিৰ চৰুত আধাসেৰ পানী দি ভিজাই থব, পাছে কাঠ-খৰিৰ জুইৰ মৃদু তাপত (উমিজালত) সিজাব, যেতিয়া পানী টুটি গৈ আধাপোৱা থাকিব, তেতিয়া নমাই থলেই ক্বাথ তৈয়াৰ হ'ব। এই ক্বাথ পুৱা এক ছটাক আৰু গধূলি এক ছটাক এই নিয়মে কিছুদিন খালে বাত বেমাৰ ভাল হয়।

**ইন্দ্ৰযৱ—**

কুটজ গছৰ গুটিক ইন্দ্ৰযৱ বোলে। ইয়াৰ গুণ কটু (জলা) তিতা, শীতল, কফ, ৰক্তপিত্ত, দাহ, অতিসাৰ, জ্বৰ আৰু শূল নাশক। অনেক ঔষধত ইন্দ্ৰযৱ লাগে।

ধাতুদৌৰ্বল্যৰ পৰা স্বপ্নদোষ ৰোগ জন্মিলে ইন্দ্ৰযৱ গুড়ি কৰি এক অনা পৰিমিত লৈ চেঁচা পানীৰে সৈতে কিছুদিন খালে উক্ত ৰোগ আৰোগ্য হয়।

**এৰাগছ—**

এৰাগছৰ সংস্কৃত নাম এৰণ্ড। এৰাগুটিৰ তেলৰ চাকিৰ পোহৰ চকুলৈ ভাল। সেই তেল তপত গাখীৰৰ লগত খালে জুলাপ হয়। সেই তেলৰ গুণ,—গুৰু, অতিশ্লেষ্মাবৰ্ধক, বাতৰক্ত, গুল্ম, হৃদৰোগ আৰু জীৰ্ণজ্বৰ নাশক, পিত্তবৰ্ধক, অগ্নিদীপক, আম-বাত-নাশক।

**ৰঙা জাত এৰাৰ গুণ,—**

কটু, তিতা, উষ্ণ, কফ, কাঁহ আৰু বায়ু নাশক, ইয়াৰ মূলৰ গুণ, শূল, বায়ু আৰু কফনাশক, শুক্ৰ কাৰক।

এৰাগছৰ শিপাৰ ছাল আৰু কেঁচা হালধি সমান পৰিমাণে লৈ পটাত বাটি গাত সানিলে অতি সোনকালে খহু খজুৰতি ৰোগ আৰোগ্য হয়।

সৰু সৰু ল'ৰা-ছোৱালীক এৰা গছৰ কুঁহি পাৰ ভাজি খুৱালে কোষ্ঠ পৰিষ্কাৰ হয় আৰু কৃমি নাশ হয়।

কটা ঘাত এৰাগুটিৰ তেল দি নিকা কটা-কানিৰে বান্ধি দিলে তেজ পৰা বন্ধ হয় আৰু ঘাও শীঘ্ৰে শুকাই যায়। ভৰিৰ অঙ্গুলিত পানীয়ে খাই ঘা কৰিলে এৰাগুটিৰ তেল দিলে ঘা ভাল হয়। বাতৰ বেদনাত এৰাগুটিৰ তেলৰ লগত সৈন্ধৱ লোণ মিহলাই মালিচ কৰিলে ফুলা জামৰে, বেদনাও কমে।

ভোট-এৰা বুলি এবিধ এৰা গছ আছে, মানুহে তাক ঢাপত ৰোৱে। তাৰ আঠা লগালে দাঁতৰ আলু ফুলা আৰু বিষ ভাল হয়। তাৰ ঠানী ভাল দাঁতোন। তাৰে দাঁত মাজিলে দাঁত ভালে থাকে।

ওলোট কম্বল বা গৰখীয়া কড়াই—

ই তিৰোতা মানুহৰ বাধক বেমাৰৰ মহৌষধ। বাধক ৰোগত ইয়াৰ শিপাৰ ছাল চাৰি অনা পৰিমাণে লৈ ৩টা জালুকেৰেসৈতে বাটি ঋতু হোৱাৰ নিতৌ ৰাতিপুৱা ৭ দিন খালে সেই ৰোগ আৰোগ্য হয়।

**ঔ-টেঙা—**

সংস্কৃত ভব্য। ইয়াৰ গুণ— অম্ল, কটু, উষ্ণ, ৰুচিকাৰক, মধুৰ বাত আৰু কফ নাশক। ইয়াৰ শিপাৰ ৰস জুৰণি স্বৰূপে ব্যৱহাৰ কৰা হয়। ঔ-টেঙা ভাতত দি বা শাকত দি খোৱা যায়। তাৰ বীজৰ বিজলেৰে মূৰ ধোৱা হয়। কুমলীয়া ঔ-টেঙা বাত আৰু কফনাশক। পকা ঔ-টেঙা মধুৰ, অম্ল, ৰুচিকাৰক, শ্ৰমশূলনাশক, মুখশোধক

"ভব্যংস্বাদু কষায়াম্লং হৃদ্যমাস্যবিশোধনম্।
তদেব পক্বংদোষঘ্নং গুৰুগ্ৰাহিবিষাপহম্।

* জয়ন্তী, ভাদ, ১৮৬৯ শক, ২য় বছৰ ১৫ সংখ্যা



# সীতাৰ বনবাস

## প্ৰথম আধ্যা

(এই পুথিত যিবিলাক পদ্য আছে সেই সকলোবিলাক অসমীয়া ৰামায়ণ'ৰ পৰা তুলি আনি দিয়া হৈছে। —আ. আ)

সীতা জনক ৰজাৰ জীয়াৰী। সেইবাবে সীতাৰ আন এটা নাম জানকী। জনক ৰজাই মিথিলাত ৰাজত্ব কৰিছিল। আগৰ দিনত মিথিলা এখন প্ৰসিদ্ধ ৰাজ্য আছিল। নিমি নামে এজন ৰজাই এই ৰাজ্য প্ৰথমে স্থাপন কৰে। নিমিৰ পুতেক মিথি, আৰু মিথিৰ পুতেক জনক। জনক ৰজাৰ নামানুসাৰে তেওঁৰ পাছত হোৱা এই বংশৰ সকলো ৰজাকে

জনক বোলা হৈছিল।

যি সময়ত অযোধ্যাত মহাৰাজ দশৰথে ৰাজত্ব কৰিছিল, সেই সময়ত মিথিলাৰ ৰাজপাটত বহি জনক ৰজাই তেওঁৰ ৰাজ্য শাসন কৰিছিল। মিথিৰ পুত্ৰেক জনকৰ কেইবা পুৰুষৰ পাচতহে এইজন জনকৰ জন্ম হয়। এওঁ অতি শাস্ত্ৰজ্ঞ, পৰম ধাৰ্মিক জিতেন্দ্ৰিয় আৰু প্ৰজাবৎসল ৰজা আছিল। ঋষি-সকলে এওঁৰ তত্ত্বজ্ঞানত মোহিত হৈ এওঁক ৰাজৰ্ষি উপাধিৰে ভূষিত কৰিছিল। এই ৰাজৰ্ষি জনকৰ কন্যাই হৈছে জগত পূজনীয়া নাৰীকুলৰ ভূষণ সীতা দেৱী।

সীতাৰ জন্ম সম্বন্ধে ৰামায়ণত এই দৰে লিখা আছে যে এদিন ৰাজৰ্ষি জনকে যজ্ঞভূমিত হাল বাই থাকোঁতে তেওঁৰ নাঙ্গলৰ ফালৰ আগত এটি দীপ্-লিপ্ কন্যা-ৰত্ন উঠে। ৰজাই এই ৰূপ লাৱণ্যৱতী সৰ্ব-সুলক্ষণী কন্যাটিক দেখা পাই অতিশয় বিস্ময় মানিলে। তেওঁ ততালিকে সন্তানটিক কোলাত তুলি লৈ ঘৰলৈ উভতি আহিল আৰু বৰ মৰম আৰু যত্নেৰে সৈতে তুলি-তালি ডাঙৰ-দীঘল কৰিবলৈ ধৰিলে। ক্ষেত্ৰ শোধন কৰোঁতে নাঙ্গলৰ সীৰলুত উঠা বাবে ৰজাই সেই কন্যাৰ নাম সীতা ৰাখিলে। এই সম্বন্ধে অসমীয়া ৰামায়ণত এই দৰে লিখা আছে—

"জনক নৃপতি মনে হৰষিত ভৈলা।
মহা সুলক্ষণী কন্যা কোলে তুলি লৈলা॥
অন্তঃপুৰে গৈলা ৰাজা হুয়া ৰঙ্গমন।
দেখিলা কন্যাক পাচে মহাদই গণ॥
স্বামীক চাহিয়া পাচে হাসিয়া বুলিলা।
কাহাৰ কন্যাক প্ৰভু কাঢ়িয়া আনিলা॥
ইটো সুলক্ষণী কন্যা বৰ ৰূপৱতী।
অতি অদভুত লক্ষ্মী যেন মূৰ্ত্তিমতী॥
ৰাজাবোলে যজ্ঞভূমে পালোঁ কন্যা খানি।
মুখ্য মহাদৈক দিয়া বুলিলন্ত বাণী॥
তোমাকে দিলোঁহো তুলিবাহা কৰি যত্ন।
ভৈলন্ত হৰিষ দেৱী পায়া কন্যা ৰত্ন॥
পৰম দৰিদ্ৰে যেন পাইল নৱ নিধি।
কৰাইলন্ত সংস্কাৰ যেন বেদ বিধি॥
নাম থৈতে বিচাৰ কৰিলা মুনি যত।
উপজিলা কন্যা নাঙ্গলৰ সিৰলত॥
এতেকেসে তান সবে সীতা নাম থৈলা।
এহিমতে সীতা গোসাঁনীৰ জন্ম ভৈলা॥
জনক নৃপতি অতি তুলিলা যতনে।
তাহান দুহিতা সীতা বোলে সৰ্বজনে॥"

বয়সৰ লগে লগে সীতাৰ ৰূপ-লাৱণ্য বাঢ়িবলৈ ধৰিলে। সীতাৰ অপৰূপ ৰূপ আৰু সুন্দৰ স্বভাৱ দেখি লোকে এই বুলি কোৱা মেলা কৰিছিল যে এওঁ নিশ্চয় কোনোবা জ্যোতিৰ্ময়ী দেৱকন্যা,—কিবা কাৰণত পৃথিৱীত পৰি মানুহৰ জীয়াৰী হৈ জনক-পুত্ৰী শোভা কৰিছে। জনক ৰজাৰ ওচৰত সীতাই ধৰ্ম-শিক্ষা কৰিছিল, ঋষিসকলৰ ওচৰত আশ্ৰমৰ বৰ্ণনা শুনিছিল, ঋষি কন্যাসকলৰ লগত উমলিবলৈ আৰু তেওঁলোকৰ লগত তপোবনত ফুৰি মনোহৰ বন-ফুল গোটাই মালা গাঁথি পিন্ধিবলৈ বৰ ভাল পাইছিল। তাকে দেখি কোনো কোনো মহৰ্ষিয়ে কৈছিল, যে এইজনী ছোৱালীয়ে ভৱিষ্যতে স্বামীৰ লগত বন-বাস খাটিব লাগিব।

লাহে লাহে সীতা পাট-গাভৰু হ'ল। তেওঁৰ সৌন্দৰ্যৰ জেউতি ওলাই অহা ৰঙা বেলিৰ দৰে চৰিবলৈ ধৰিলে। ৰূপ-গুণে অনুপমা এই কন্যা ৰত্নটি কাৰ হাতত সমৰ্পণ কৰিব এই চিন্তাই জনক ৰজাক মাজে-সময়ে বিয়াকুল কৰিবলৈ ধৰিলে।

ৰাজৰ্ষি জনকৰ পূৰ্বপুৰুষ দেৱৰাতে দেৱতাসকলৰ পৰা এখন প্ৰকাণ্ড ধনু পাইছিল। সেই হৰ-ধনুখন মিথিলাৰ ৰাজভঁৰালত বৰ যত্নেৰে সৈতে ৰখা হৈছিল। এতিয়া সেই ধনুৰ কথা ৰাজৰ্ষিৰ মনত পৰিলত তেওঁ এই বুলি অঙ্গীকাৰ কৰিলে যে যি জন পুৰুষে এই ধনু ভাঙিব পাৰিব তেওঁৰে হাতত সীতাক সম্প্ৰদান কৰিব।

অলপ দিনৰ ভিতৰতে সীতাৰ ৰূপ গুণৰ কথা নানা দেশৰ মানুহে জানিবলৈ পালে আৰু লগে

লগে জনক ৰজাৰ 'অঙ্গীকাৰৰ কথাও চাৰিওফালে ৰাষ্ট্ৰ হ'ল। নানা দেশৰ ৰজাসকলে সীতাক বিয়া কৰিবৰ মনেৰে মিথিলাত আহি গোট খালে। কিন্তু যেতিয়া ধনুৰ শক্তি পৰীক্ষা কৰিবৰ নিমিত্তে তেওঁলোকক ধনুখন দেখুওৱা হল তেতিয়া তেওঁলোকে ধনু ভাঙক ছাৰি ধনুখন দাঙিবলৈকো সমৰ্থ নহল। তাতে তেওঁলোকে মনে মনে বৰ লাজ পালে। তেওঁলোক সকলোটিয়ে মিলি মিথিলা ৰাজ্য অৱৰোধ কৰি জনক ৰজাৰ লগত-ৰণ দিলে। এই যুদ্ধ এবছৰ চলিছিল। শেহত ৰজাসকল ৰণত ঘাটি গুচি গল। ইয়াৰ পাচত সাংকাশ্যা দেশৰ ৰজা সুধন্বাই সীতা আৰু হৰ-ধনুৰ কাৰণে জনক ৰজাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। সেই যুদ্ধত সুধন্বাৰ পতন হ'ল। তেওঁৰ ৰাজ্য জনক ৰজাই দখল কৰি সেই ৰাজ্যত নিজৰ ভায়েক কুশধ্বজক ৰজা পাতিলে।

কিছুদিনৰ পাছত ৰাজৰ্ষি জনকে এক আচৰিত যজ্ঞ পাতিলে। সেই যজ্ঞলৈ তেওঁ নানা দেশৰ ঋষি, মুনি আৰু পণ্ডিত ব্ৰাহ্মণসকলক নিমন্ত্ৰণ কৰিলে। যথাসময়ত ঋষি, মুনি, ব্ৰহ্মণসকল আহি উপস্থিত হলত যজ্ঞভূমিৰ অপূৰ্ব শোভা হল। মহৰ্ষি বিশ্বামিত্ৰও তেওঁৰ শিষ্যাদিক লগত লৈ এই যজ্ঞলৈ আহিছিল। মহৰ্ষি বিশ্বামিত্ৰ অহা শুনি জনক ৰজাই তেওঁৰ পুৰোহিত শতানন্দ আৰু পূজাৰীসকলক লগত লৈ আগবাঢি গৈ পদূলি মুখতে পাদ্য—অৰ্ঘেৰে তেওঁক পূজা কৰি আদৰি আনিলে। মহৰ্ষিয়ে সকলোৰে কুশল বাতৰি লৈ আনন্দ মনেৰে তেওঁৰ আসনত বহিল। মহৰ্ষিৰ লগত যিবিলাক শিষ্যাদি আহিছিল তাৰ ভিতৰত দুটি অতি সুন্দৰ ডেকা লৰা আছিল। জনক ৰজাই সেই লৰা দুটিৰ ৰূপত বিমোহিত হৈ মহৰ্ষিক কলে যে আপোনাৰ লগত অহা এই দুটি লৰাৰ ৰূপ দেৱতাৰ নিচিনা, তেওঁলোকৰ গমন হাতীৰ নিচিনা, বিক্ৰম বাঘৰ নিচিনা, এওঁলোকে যৌৱনত ভৰি দিছে; দেখাত এওঁলোক দুয়ো যেন দুটি অশ্বিনীকুমাৰ। বোধ হয় এওঁলোকে ইচ্ছা কৰি দেৱলোকৰ পৰা মৰতলৈ আহিছে, হে মুনিৰাজ, এওঁলোকেনো কি সকামত ইমান দুৰ্গম বাট খোজ কাঢ়ি ইয়ালৈ আহিছে? এওঁলোকৰ হাতত দিব্য শৰাসন, এওঁলোকনো কোন ভাগ্যৱন্তৰ পুতেক? আকাশত জোন-বেলিৰ দৰে এওঁলোকে মোৰ নগৰখন অলঙ্কৃত কৰিছে, এওঁলোকৰ পৰিচয় শুনিবলৈ মোৰ বৰ আগ্ৰহ হৈছে, আপুনি কৃপা কৰি মোক সবিশেষ কওক। তেওঁৰ কথা শেষ হলত মহৰ্ষি বিশ্বামিত্ৰই সেই লৰা দুটিৰ বৃত্তান্ত এইদৰে কবলৈ ধৰিলে—

"হে ৰাজৰ্ষি, আপুনি যে এই দুজন কোঁৱৰক দেখিছে, এওঁলোক অযোধ্যাপতি মহাৰাজ দশৰথৰ পুত্ৰ। আপোনালোকে শুনিব পায় যে মহাৰাজ দশৰথে বৃদ্ধবয়সত ৪টি পুত্ৰ ৰত্ন লাভ কৰিছে। তেওঁৰ জ্যেষ্ঠা মহাদৈ কোশল্যাৰ গৰ্ভত এই কমললোচন ৰামচন্দ্ৰ, কৈকেয়ীৰ গৰ্ভত ভৰত আৰু সুমিত্ৰাৰ গৰ্ভত লক্ষ্মণ আৰু শত্ৰুঘ্ন নামেৰে দুটি যঁজা লৰা ওপজে। এওঁলোক সকলোটি প্ৰিয়দৰ্শন, গুণাকৰ, শাস্ত্ৰজ্ঞ আৰু ধনুবিদ্যাত পাৰ্গত। এওঁলোক যেনে শান্ত আৰু সুশীল তেনে অতি সাহিয়াল আৰু পৰাক্ৰমী। লক্ষ্মণে সকৰে পৰা ৰামৰ লগত আৰু শত্ৰুঘ্নে ভৰতৰ লগত থাকিবলৈ ভাল পায়। মাৰীচ, সুবাহু আদি ৰাক্ষসবোৰে মোৰ যজ্ঞত সদায় বিঘিনি জন্মাই থাকে। সিহঁতক বধ কৰিবৰ কাৰণে মহাৰাজ দশৰথক কৈ ৰাম লক্ষ্মণক মোৰ তপোবনলৈ আনিছিলোঁ। তেওঁলোক মোৰ লগত অযোধ্যাৰ পৰা খোজ কাঢি আহিল। বাটত তেওঁলোকৰ ভাগৰ লগাত সৰযূ নৈৰ পাৰত তেওঁলোকক মই বলা আৰু অতিবলা নামেৰে দুটা বিদ্যা শিকালোঁ। সেই বিদ্যাৰ বলত তেওঁলোকৰ ভোক-পিয়াহ আৰু ভাগৰ নাইকিয়া হ'ল। তাৰ পাছত গঙ্গা পাৰ হৈ আমি এখন ঘোৰ অৰণ্য পালোঁ। সেই অৰণ্যত তাড়কা নামেৰে এজনী ৰাক্ষসী আছিল। তাইৰ নিমিত্তে মানুহে নিৰাপদে যাতায়াত কৰিব নোৱাৰিছিল। ৰামৰ কাঁড়ত তাইৰ প্ৰাণবধ হ'ল। তাৰ পৰা আমি সিদ্ধাশ্ৰম নামে মোৰ আশ্ৰমলৈ

আহিলোঁ। মই ৰাম-লক্ষ্মণৰ কথামতে যজ্ঞ আৰম্ভ কৰিলোঁ। যজ্ঞৰ গোন্ধ পাই ৰাক্ষসবিলাকে আহি মহা উৎপাত কৰিবলৈ ধৰিলে। ৰামে ধনু-কাঁড়েৰে মাৰীচ বোলা ৰাক্ষসটোক বহুত দূৰলৈ খেদি পঠালে আৰু আন অনেক ৰাক্ষসক যুঁজত ঘটুৱাই বধ কৰিলে। তেতিয়া মই সুকলমে যজ্ঞ সমাপ্ত কৰি ৰাম-লক্ষ্মণক আশীৰ্বাদ কৰিলোঁ। তেওঁলোকে বিনীত ভাৱে প্ৰণাম কৰি মোৰ আদেশলৈ অপেক্ষা কৰিলে। হে ৰাজৰ্ষি, মোৰ যজ্ঞ শেষ কৰি আপোনাৰ এই মহাযজ্ঞ চাবৰ কাৰণে ৰাম, লক্ষ্মণ আৰু লগৰীয়া ঋষিসকলক লগত লৈ আপোনাৰ নগৰলৈ যাত্ৰা কৰিলোঁ। আপোনাৰ ঘৰত থকা প্ৰসিদ্ধ হৰ-ধনুৰ কথা মনত পৰিলত সেই ধনুৰ বৃত্তান্ত ৰাম-লক্ষ্মণৰ আগত কৈছিলোঁ। বাটত আহোঁতে ৰামচন্দ্ৰই অহল্যাক শাপৰপৰা মুক্ত কৰিলে। এতিয়া আপোনাৰ ৰাজ্যত আহি উপস্থিত হলোঁহি। আপোনাৰ হৰ-ধনুখন চাবলৈ এই দুইজন ৰাজকোঁৱৰে ইচ্ছা কৰিছে। আপুনি তেওঁলোকৰ ইচ্ছা পূৰ্ণ কৰক।"

বিশ্বামিত্ৰৰ মুখে ৰাজকোঁৱৰ দুজনৰ চিনাকি পাই জনক ৰজাই মনত বৰ সন্তোষ পালে। তেওঁ সেই গন্ধমালা বিভূষিত বিচিত্ৰ ধনুখন আনিবৰ কাৰণে মন্ত্ৰীসকলক আদেশ কৰিলে আৰু তেওঁৰ অঙ্গীকাৰৰ কথাও মহৰ্ষিক জনালে। সেই ধনুখন আঠোটা চকাৰ এখন গাড়ীৰ ওপৰত লোৰ মঞ্জুষাৰ ভিতৰত ৰখা হৈছিল। যথাসময়ত ধনুখন অনা হ'লত মহাতপা মহৰ্ষি বিশ্বামিত্ৰই ৰামচন্দ্ৰক কলে, "বোপা, তুমি এতিয়া এই শৰাসন চোৱা।" মহৰ্ষিৰ কথামতে ৰামচন্দ্ৰ ধনুৰ ওচৰলৈ আহিল আৰু মঞ্জুষা মেলি ধনুখন চাই কলে, "মই এই দিব্য ধনু হাতেৰে স্পৰ্শ কৰিলোঁ, এতিয়া ইয়াক উঠাব বা আকৰ্ষণ কৰিব লাগিব নে নালাগে কওক।" তেতিয়া জনক ৰজা আৰু মুনিৰাজ বিশ্বামিত্ৰই সম্মতি দিলত ৰামচন্দ্ৰই ধনুখন মাজতে ধৰি হেলাৰঙ্গে উঠালে। হাজাৰ হাজাৰ মানুহৰ দৃষ্টি ৰামৰ ওপৰত পৰিল। সকলোৱে দেখিলে, মহাত্মা ৰামচন্দ্ৰই ধনুত গুণ লগাই শৰাসন আকৰ্ষণ আৰু আস্ফালন কৰিবলৈ ধৰিলে। দেখোঁতে দেখোঁতেই ধনুখন মাজতে ভাগি দুডোখৰ হৈ গ'ল। তেতিয়া বজ্ৰপাতৰ দৰে ভয়ানক এটা শব্দ হ'ল। পৃথিৱী কঁপি উঠিল। এই ভীষণ শব্দত সকলো লোক মূৰ্চ্ছিত হল, কেৱল ৰাম, লক্ষ্মণ, জনক আৰু বিশ্বামিত্ৰ থিৰেৰে আছিল। এই সম্বন্ধে অসমীয়া ৰামায়ণত এইদৰে লিখা আছে,—

পাছে বিশ্বামিত্ৰ ঋষি বুলিলা বচন।
শুনিয়োক ৰাম ৰঘুকুলৰ নন্দন।।
ধনুখানি ভাঙ্গি বিহা কৰিও সীতাক।
উঠিয়ো সত্বৰে ৰাখিয়োক মোৰ বাক।।
শুনি ৰামচন্দ্ৰ উঠিলন্ত তাৰক্ষণে।
কঙ্কালত বস্ত্ৰ কাছিলন্ত ৰঙ্গমনে।।
ঋষিক প্ৰণামি চলিলন্ত ৰঘুবৰ।
দেখি হাসি তুলিলেক ৰাজা নিৰন্তৰ।।
বৰ বৰ বীৰে নপাৰিলে লাৰিবাক।
ভৈলোঁ লঘু লোকে বেঢ়ি হাসিলে আমাক।।

* * * * *

হাসিয়া চলন্ত ৰামচন্দ্ৰ মহাবল।
প্ৰত্যেক ভৰিত মহী কৰে টলবল।।
প্ৰমত্ত কেশৰী যেন যান্ত মহাশয়।
দেখি ৰাজাগণ ভৈল পৰম বিস্ময়।।
গুচিল সবাৰে হাসি বিবৰ্ণ বদন।
সীতা গোসাঁনীৰ মন ভৈগৈল প্ৰসন্ন।।
ধনুৰ নিকটে গৈয়া চাপিলন্ত ৰামে।
কৰে চিকি মিকি সুবৰ্ণৰ চিত্ৰ কামে।
বাম হাতে লীলায়ে ধৰিলা ধনুখান।
ক্ষেপিলন্ত আকাশক কতো দূৰ মান।।
পুনু বাম হাতে ধৰি পৰম নিপুণ।
নিমিষেকে ধনুত লগাইলে ৰামে গুণ।।
আগত থাপিলা নিয়া তুলি বাম ভৰি।
দিলা টান গুণত দক্ষিণ পাচ কৰি।।

টানন্তে ধনুৰ আগ পাছে নামি আইল।
দেখি সবে ৰাজাগণ মাথা চপৰাইল।।
বিশ্বামিত্ৰ মাথা তুলিলন্ত হাস্য কৰি।
ৰামৰ ভৰত থিৰ নুহি বসুন্ধৰি।।
ধনু টানিবাৰ দেখি হৰিষ সীতাৰ।
পৃথিৱী কম্পিতে চিন্তা ভৈল আৰবাৰ।
ভৰি থিৰ নভৈলে নপাৰে বল গাৰে।
পৃথিৱীক কাতৰ কৰিলা সীতা মাৰে।।
মাতৃ বসুমতী কৃপা কৰিযোক মোক।
থিৰ হুয়া প্ৰভু ৰাঘৱক ধৰিয়োক।।

* * * * * *

এহিমতে সীতা হুয়া আছন্ত আকুল।
পাছে ৰামচন্দ্ৰ জগতৰ আদি মূল।।
গুণগাচ এৰি দিয়া টঙ্কাৰ কৰিলা।
প্ৰচণ্ড শব্দে আতি ব্ৰহ্মাণ্ড লৰিলা।
দশোদিশ ব্যাপি প্ৰতিধ্বনি গৈলা ৰবে।
ত্ৰাস ভৈল সৰ্বজনে বোলে বজ্ৰ পৰে।।

* * *

চৰাচৰ লোক কম্পি কম্পি লৈল ঠাই।
সমাজৰ লোকৰ চেতন জ্ঞান নাই।।
কৰ্ণত হানিলা তাল হৃদয় শুকাইল।
পাছে কতোক্ষণে কথমপি ধাতু আইল।।
পাছে ৰামে গুণত ধৰিয়া বল দিল।
ঠাকোৰ কৰিয়া ধনু `মাজতে ভাঙ্গিল।
পুনৰপি প্ৰকম্পিত ভৈল ত্ৰিভূৱন।
প্ৰলয় মিলিল হেন বোলে সৰ্বজন।
মিথিলাৰ লোকমনে ভৈল পূৰ্ববত।
চেতন লভিয়া পাছে ৰাজাগণ যত।।
ৰামক নিৰখি মহা ভয় চিত্ত ভৈলা।
হেট মাথে চক্ষু মুদি মৰা যেন ৰৈল।।

* * * * *

ৰামচন্দ্ৰে ধনুখান ভাঙ্গি অপ্ৰয়াসে।
হাসি বসিলন্ত গৈয়া বিশ্বামিত্ৰ পাশে।।
ধৰিয়া ৰামক বিশ্বামিত্ৰ মুনিবৰ।
চুম্বন কৰিয়া প্ৰশংসিলা বহুতৰ।।
ধন্য ৰামচন্দ্ৰ তুমি বিক্ৰম তোমাৰ।
ৰহিল নিৰ্ম্মল যশ জুৰিয়া সংসাৰ।
ধনু ভাঙ্গিলন্ত ৰামচন্দ্ৰ মহাশয়।
আনন্দে নধৰে সীতা দেৱীৰ হৃদয়।।
পৰম প্ৰেমত নীৰ বহে নয়নৰ।
সুপ্ৰসন্ন বিধি বুলি উঠিলা সত্বৰ।।
সুবৰ্ণৰ পুষ্পমালা হাতে তুলি লৈলা।
বিষ্ণুক বৰিবে যেন লক্ষ্মী সাজ ভৈলা।।
সখীগণ মাজহন্তে বাজ ভৈলা সতী।
হৰৰ পাশক যেন চলিলা পাৰ্বতী।।
দিশ পাশ প্ৰকাশিয়া শৰীৰ জ্বলয়।
গজেন্দ্ৰৰ পাশে যেন হস্তিনী চলয়।।
ৰাজহংস জিনি আতি গতি লয়লাস।
চলি যান্ত ৰতি যেন মদনৰ পাশ।।
ৰাঘৱৰ নিকট চাপিয়া বৰ বালা।
সাদৰে মাথাত দিলা সুবৰ্ণৰ মালা।।
বৰিল ৰামক আনন্দৰ নাহি পাৰ।
চৰণত ধৰি কৰিলন্ত নমস্কাৰ।।
দেখি ৰামচন্দ্ৰে পাছে সীতাক আশ্বাসি।
আপোনাৰ পাশক চপাইলা প্ৰভু হাসি।।
প্ৰকাশন্ত সীতা সতী ৰাঘৱৰ পাশে।
চন্দ্ৰৰ পাশত যেন ৰোহিণী আকাশে।।

* * * * *

সমস্ত লোকৰ ভৈল আনন্দিত মন।
জয় জয় বুলি জোকাৰন্ত সৰ্বজন।।
আকাশত থাকি দেৱগণ অসংখ্যাত।
পুষ্প বৰিষিলা ৰাম সীতাৰ মাথাত।।
দুন্দুভি বজায়া দেৱে কৰে জয় জয়।
মুখ্য মুখ্য অপেচৰা কাছিয়া নাচয়।।
ত্ৰিজগত লোকৰ মিলিল মহোৎসৱ।
দশোদিশ ছানি মাত্ৰ শুনি জয় ৰৱ।।
সাৰ্থক লভিল বৰ মাৰ সীতা সতী।

ভৈলন্ত আনন্দ অতি জনক নৃপতি ॥

জনক ৰজাৰ মনত অপাৰ আনন্দ হ'ল। ইমান দিন জানকীৰ বিয়াৰ নিমিত্তে তেওঁৰ অন্তৰত যি ভয় আছিল, সেই ভয় এতিয়া আঁতৰিল। তেওঁৰ অঙ্গীকাৰ ৰক্ষা পালে। তেওঁ বিশ্বামিত্ৰৰ অনুমতি লৈ বেগী ৰথত অযোধ্যালৈ কটকীসকলক পঠালে। তেওঁলোকে অযোধ্যাত উপস্থিত হৈ মহাৰাজ দশৰথক হৰ ধনু ভঙ্গাৰ বৃত্তান্ত আৰু ৰাম লক্ষ্মণৰ কুশল বাতৰি জনালে। কটকীসকলৰ কথাত মহাৰাজ পৰম পৰিতুষ্ট হ'ল। তেওঁ অনেক সৈন্য-সামন্ত, ভৰত, শত্ৰুঘ্ন, কুল-পুৰোহিত বশিষ্ঠ আৰু অসংখ্য অনুচৰ লগত লৈ মিথিলালৈ আহিল। জনক ৰজাই দশৰথৰ আগমনত বৰ ৰং পালে আৰু আগবাঢ়ি গৈ যথানিয়মে তেওঁৰ অৰ্চনা কৰিলে। জনকৰ ভায়েক কুশধ্বজকো সাংকাশ্যা পুৰীৰপৰা অনোৱা হ'ল। জনকৰ উৰ্মিলা নামেৰে এজনী জীয়েক আছিল। কুশধ্বজৰ মাণ্ডৱী আৰু শ্ৰুতকীৰ্ত্তি নামেৰে দুজনী জীয়েক আছিল। যজ্ঞশেষ হলত সীতাৰ লগত ৰামৰ, উৰ্মিলাৰ লগত লক্ষ্মণৰ, মাণ্ডৱীৰ লগত ভৰতৰ আৰু শ্ৰুতকীৰ্তিৰ লগত শত্ৰুঘ্নৰ বিয়া ঠিক হ'ল।

* আলোচনী, চ'ত ১৮৩৭ ৭ম বছৰ ৬ষ্ঠ সংখ্যা

## *দ্বিতীয় আধ্যা ॥

"মহা মহোৎসৱ ভৈল প্ৰজাৰ কোৰ্হাল।
বহু বিধ শবদে কৰ্ণত হানে তাল ॥
মধুৰ মৃদঙ্গ ধ্বনি বিদ্যাধৰে বায়ে।
গন্ধৰ্বসকলে সুললিত গীত গায়ে ॥
মুখ্য মুখ্য বাছি অপেচৰা কৰে নাট।
নানা ছন্দে বিছন্দে চপয়া পঢ়ে ভাট ॥
নানা থানে নানা ৰঙ্গ নানা কৌতুহলে।
নানা কুটি নাটি লোকে কৰয় সকলে ॥
প্ৰজায়ে জুৰিল হাট ঘাট বাট মানে।
নানা বিধ ৰস মিলি আছে থানে থানে ॥
সৰ্বজ্ঞান জনক নৃপতি মহামতি।
দেৱ পিতৃ কৰ্ম যত কৰি সমাপতি ॥
দ্বিজ কন্যাগণ মাতি আনিয়া সমস্ত।
মঙ্গল আচাৰ কৰাইলন্ত যত যত ॥
লৌকিক বৈদিক ব্যৱহাৰ নিৰন্তৰ।
সমস্তে কৰাইলা ৰাজা বিধি বিদাম্বৰ ॥
আয়তী সকলে কৰি মঙ্গল বিধান।
চাৰি বৰ চাৰি কন্যা কৰাইলন্ত স্নান ॥
দিব্য বস্ত্ৰ অলঙ্কাৰে কৰাইলা ভূষণ।
হাতত দিলন্ত ফল কটাৰী দৰ্পণ ॥
মেনকা সুন্দৰী মহাদেই জনকৰ।
সঙ্গে লৈয়া দ্বিজ কন্যাগণ নিৰন্তৰ ॥
সীতা সতী উৰ্মিলা মাণ্ডৱী শ্ৰুতকীৰ্তি।
চাৰিৰো মঙ্গল আচৰিলা ভিনি ভিনি ॥
নানাবিধ বিভূষণে কৰাইলা ভূষিত।
কপালে তিলক দিলা কৰি সুললিত ॥
সিন্দুৰৰ মাজে দিলা চন্দন ধৱল।
সুবিচিত্ৰ কৰি দিলা নয়নে কাজল ॥
কুশধ্বজ মহামতি নৃপতি জনক।
অৰ্চিলন্ত বিধিৱতে চাৰি কুমাৰক ॥
দিলন্ত চাৰিকো বিহা মণ্ডপৰ তলে।
চাৰিৰ প্ৰকাশে সভাখান আতি জ্বলে ॥
বিবাহৰ লগ্ন আসি ভৈল অনন্তৰে।
জানি পাছে হৰিষে জনক নৃপবৰে ॥
কন্যা সম্প্ৰদানে কৰিবাক বসিলন্ত।
ৰামে সমে দেৱতাসবক অৰ্চিলন্ত ॥
বিশ্বামিত্ৰে বিধি পাঠ কৰন্ত হৰিষি।
ৰঙ্গে হোম কৰন্ত বশিষ্ঠ মহা ঋষি ॥
যেন অনুক্ৰমে বিধি আচৰিয়া তাক।
ৰামৰ লগত নিয়া বসাইলা সীতাক ॥
তিল কুশ ধৰিয়া জনক নৰনাথে।
উছৰ্গি সীতাক দিলা ৰাঘৱৰ হাতে ॥
সেহি সময়ত ভৈলা মহা মহোৎসৱ।

উৰুলি জোকাৰ বহুবিধ জয় ৰয় ॥
দেৱ মনুষ্যৰ বাদ্য একত্ৰে বাজয় ।
সিদ্ধ মুনিসকলেকুসুম বৰিষয় ॥
দেৱধ্বনি কৰন্ত সকলে দেৱগণ ।
নানা শুভ মঙ্গল ঘোষয় সৰ্বজন ॥
সমস্ত লোকৰ মহা মিলিল হৰিষ ।
জয় জয় ৰামধ্বনি শুনি দশোদিশ ॥
জনক নৃপতি আতি পূৰি মনোৰথ ।
অনেক যৌতুক দিলা সীতাৰ লগত ॥
হয় হস্তী দোলা দাসী দাস দেশ ।
মুকুতা মাণিক ৰত্ন দিলন্ত অশেষ ॥
দিব্য বস্ত্ৰ অলঙ্কাৰ সুবৰ্ণ ৰজত ।
ঘটপ্ৰৱা ধেনু উছৰ্গিলা শতে শত ॥
* * * *
উপস্থিত বহুলোকে উছৰ্গা কৰিল ।
যৌতুক সম্ভাৰে পুৰী মিথিলা ভৰিল ॥
অনন্তৰে লক্ষ্মণক জনক নৃপতি ।
উৰ্মিলাক বিবাহ দিলন্ত মহামতি ॥
লক্ষ্মণকো যৌতুক দিলন্ত বহুতৰ ।
তাত পাছে কুশধ্বজ ভ্ৰাতৃ জনকৰ ॥
নিজ জিউ মাণ্ডৱী সুন্দৰী মহাসতী ।
ভৰতক বিবাহ দিলন্ত মহামতি ॥
শ্ৰুতকীৰ্ত্তিক দিলা শত্ৰুঘনক উৎসুকে ।
অনেক যৌতুক দুইকো দিলন্ত কৌতুকে ॥
জনক নৃপতি কুশধ্বজ মহাসন্ত ।
দুইভাইৰ চাৰি কন্যা চাৰিকো দিলন্ত ॥
বস্ত্ৰ অলঙ্কাৰ পুষ্প তাম্বুল চন্দনে ।
যথাযোগ্য সমজ্যা ৰঞ্জিলা ৰঙ্গমনে ॥
জনক নৃপতি বৰ কন্যা আঠ জন ॥
পৰমান্নে পঞ্চামৃতে কৰাইলা ভোজন ॥
পুষ্প শয্যা মাজে পাছে কৰাইলা শয়ন
সুখে অনন্তৰে ভৈলা যামিনী যাপন ॥
কৰিলন্ত স্নান দান উঠি প্ৰভাতত ।
কৰাইলন্ত বাসি বিহা হৰিষে মনত ॥

দশৰথে মাতিলন্ত জনক ৰজাক ।
বৰকন্যা সমে বিহাই পঠায়ো আমাক ॥
ৰাজ্য হৈয়া আসি আছোঁ পাট পৰিহৰি ॥
শত্ৰু শঙ্কা লাগে চলি যাওঁ শীঘ্ৰ কৰি ॥
শুনি অন্তঃপুৰে গৈয়া জনক নৃপতি ।
সীতাক প্ৰবোধ বুলিলন্ত মহাসতি ॥
অযোনিকা তোমাক লভিলোঁ যজ্ঞভূমি ।
পিতৃৰ মাতৃৰ প্ৰয়তমা জীউ তুমি ॥
ত্ৰিভুৱনে নিৰুপমা তুমি মহাসতী ।
পৰম দুৰ্লভ অতি লভিলা সুপতি ॥
সতী নাৰীসকলৰ স্বামীসে ভূষণ ।
কদাচিতো নলঙ্ঘিবা ৰামৰ বচন ॥
মোৰ আশীৰ্বাদে তুমি হৈবা পতিব্ৰতা ॥
ছায়াঁৰ সদৃশ তুমি হৈবা অনুগতা ।
একচিত্তে সেৱা কৰিবাহা সৰ্বক্ষণে ॥
কৰিবা শুশ্ৰূষা শাশু শশুৰ চৰণে ।
অয়তেলা নকৰিবা দেৱৰ সৱক ॥
কৰিবাহা দায়া অতি সমস্তে জনক ।
তেবে তযু 'শুদ্ধ যশে জুৰিব সংসাৰ ॥
ইহ পৰলোকে সুখ মিলিবো তোমাৰ ।
নালাগে শিখাবে সবে জানাহা আপোন ॥
তোমাৰ সদৃশ আৰু নাহি ৰূপে গুণে ।
পাছে আসি মেনকা জনক-পুটেশ্বৰী ॥
কৰন্ত ক্ৰন্দন জানকীৰ গলে ধৰি ।
কাক লাগি এতমান কৰিয়ো জীয়াই ॥
ঘৰ-শুৱনীয়া কৈক যাহবে সীতা আই ।
সীতা সীতা বুলি নাম লৈবোহোঁ কাহাৰ ॥
তই গৈলে প্ৰাণ কেনে ৰহিব আমাৰ ।
আজি সৰ্ব শূন্য কৰি যাইবে মোৰ ঘৰ ॥
আনেসে আপোন ভৈল মই ভৈলোঁ পৰ ।
মোৰ বুকু শূন্য কৰি কোনে লৈয়া যায় ॥
থাকিবি কাহাৰ গৈয়া ঘৰক জুৱাই ।
কৌশল্যা বিহনী আছা কত ভগলাই ॥
আজি তান বুকু জুৰাইবেক তোক পাই ।

সীতায়ো কান্দয় মেনকাৰ ধৰি গলে ॥
কৰয় ক্রন্দন আৰ সুহৃদ সকলে ।
একত্রে কান্দয় মিথিলাৰ নাৰীনৰ ॥
অতিশয় উর্মি উথলিলা ক্রন্দনৰ ।
কৈক যাহা সীতা সীতা জীউ জনকৰ ॥
আজি শূন্য কৰিলাহা মিথিলা নগৰ ।
তই বিনে দুখত কাতৰ সর্বজন ॥
অযোধ্যা পুৰীৰ বিধি ভৈল সুপ্রসন ।
চক্ষুৰ লোতক মচি জনক নৃপতি ।
কৰিলন্ত দশৰথ ৰাজাত ভকতি ॥
বুলিলন্ত বিনয় ধৰিয়া তান হাতে ।
সীতা জীউখানি মোৰ সঁপিলোঁ তোমাতে ॥
জীউ বুলি প্রতিপাল কৰিবা বিহাই ।
বিহনীক বুলিবাহা আপুনি বুজাই ।
তুলিতালি বৰ কৰি দিলোঁ জানকীক ॥
আপুনি পালিবা কিবা বুলিবোঁ অধিক ।
অনন্তৰে দশৰথ উৎসুকে মনত ॥
চাৰি পুত্র চাৰি বধূ তুলি বিমানত ।
সুমন্ত্রে যোগাইলা ৰথ তাতে চড়িলন্ত ॥
অযোধ্যাক প্রতি শুভ ক্ষণে লৰিলন্ত ।

* * * *

চলিল আনন্দে দশৰথ মহামতি ॥
মিথিলাৰ লোক সমে জনক নৃপতি ।
আগ বঢ়াইবাক প্রতি গৈলা নৰেশ্বৰ ॥
হৰিষে চলিলা বিশ্বামিত্র মুনিবৰ ।

জনক ৰজাই কিছুদূৰ বাট গৈ তেওঁৰ চেনেহৰ প্রতিমা প্রিয়তমা কন্যাক চকুৰ পানীৰে বিদায় দি নিজৰ ঘৰলৈ উলটি আহিল। অযোধ্যা-পতিয়ে ঋষিসকলক আগ কৰি সৈন্য-সামন্ত আৰু পো-বোৱাৰীৰে সৈতে আনন্দ মনেৰে ৰাজধানীৰ ফালে যাবলৈ ধৰিলে। কিছুদূৰ যোৱাৰ পাছত মহা বলৱন্ত ভীমকায় পৰশুৰামে ৰামৰ বল-বিক্রমত ঈর্ষান্বিত হৈ তেওঁক বধিবলৈ সাজু হ'ল। কিন্তু শেষত তেৱেঁই ৰামৰ হাতত পৰাস্ত হৈ গুচি গ'ল। তাৰ পাছত বাটত আৰু কোনো দুর্ঘটনা নহ'ল। ইফালে অযোধ্যাৰ লোকসকলে ৰজা আৰু ৰাজকোঁৱৰসকল অহা শুনি নগৰখন অতি বিতোপনকৈ সজালে।

"দেখি নগৰীয়া লোকে ৰাজা আসিবাৰ ।
তেতিক্ষণে কৰিলে নগৰী জাতিস্কাৰ ॥
সাজি মাজি লিপিলা বিচিত্র গন্ধজলে ।
পতাকা তোৰণ ধ্বজা ৰঞ্জিলা চিৰলে ॥
তাম্বুল কদলী কইন ঠোক সমন্বিত ।
থানে থানে আলিপন কৰিলা ৰঞ্জিত ।
মুখত পল্লৱ কলে পাতি পূর্ণ ঘট ।
ঘৃতৰ প্রদীপ দিলা তাহাৰ নিকট ॥
দুৱাৰে দুৱাৰে দুলি থাপিলা প্রবন্ধি ।
লগাইলা বিচিত্র ধূপ অগৰু সুগন্ধি ॥
কুসুম চন্দন হাতে লৈয়া দুর্বাক্ষত ।
চড়িলন্ত নাৰীগণ গৃহ ওপৰত ।
অতি মনোহৰ পুৰী অযোধ্যা নগৰ ।
তাৰ মাজে যান্ত দশৰথ নৰেশ্বৰ ।
চাৰি পুত্র চাৰি বধূ যান্ত ৰঙ্গমনে ।
দুর্বাক্ষত পুষ্প বৰিষন্ত নাৰীগণে ।
উৰুলি জোকাৰ জয় অনেক মঙ্গলে ।
ভূমিত পৰিল পুষ্প শতেক সদলে ।
নগৰত মিলি গৈলা আনন্দ প্রচুৰ ।
পুত্রগণ সমে ৰাজা পাইলা অন্তঃপুৰ ॥
কৌশল্যা, সুমিত্রা সতী, সুন্দৰী কৈকেয়ী ।
কন্যাগণ সমে দীপ ঘট হাতে লই ॥
তিনি মহাদই নানা মঙ্গল আচাৰে ।
সিঞ্চি দুর্বাক্ষত পুষ্প উৰুলি জোকাৰে ॥
ভিন্নে ভিন্নে আসি পাচে তিনি পটেশ্বৰী ।
আপোনাৰ পুত্র বোহাৰীৰ হাতে ধৰি ॥
নানা ব্যৱহাৰে গৃহ কৰাইলা প্রবেশ ।
পুত্র-বধূ দেখি পাইলা আনন্দ অশেষ ॥
সীতাৰ দেখিয়া ৰূপ কৌশল্যা দেৱীৰ ।
অমৃতৰ পানে যেন জুৰাইল শৰীৰ ॥
চাৰি কুমাৰৰ বিহা ভৈল একবাৰে ।

দেখিয়া আনন্দ অতি মিলিল সবাৰে ॥
নানা নৃত্য গীত বাদ্য বাজন বজাইল।
ৰামক সীতাক লোকে দেখিবাক আইল ॥
দুহানৰ ৰূপ আতি দেখি বিপৰীত।
নয়ন ভৰিয়া যেন পিৱয় অমৃত ॥

*   *

নাৰী মিলিলন্ত যত কৌশল্যাৰ ঘৰ।
সীতাৰ ৰূপক কেহোঁ নোহে সমসৰ ॥
সীতাৰ প্ৰভাৱে মুখ মলিন সবাৰ।
পূৰ্ণচন্দ্ৰ উদয়ে নক্ষত্ৰে যেন তাৰ ॥
কাশ্যপক অদিতিক যেন সুৰপতি।
বাপক মাৱক নিতে কৰিলা ভকতি ॥
দেৱ দ্বিজ আৰধিয়া সন্তোষণ কৰি।
নিজ গুণে ৰঞ্জিলন্ত সমস্তে নগৰী।
চাৰি ভাই মিলি ধৰ্মপথ অনুসৰি।
হৰিষে আছন্ত নানা বিধ ভোগ কৰি ॥
মাতুলক দেখো ভৰতৰ ভৈল মন।
তুলত লৈলন্ত প্ৰাণ ভাই শত্ৰুঘন ॥
"ৰামৰ চৰণে দুই নমস্কাৰ কৰি
অনুজ্ঞা মাগিলা পাছে পুষ্পাঞ্জলি ধৰি ॥
প্ৰণামিলা বাপক আৰৰ নিজ মাৰ।
পাইলন্ত ভৰত গৈয়া যুদ্ধাজিত ঠাৰ ॥"

যুদ্ধাজিৎ কেকয় ৰজাৰ পুত্ৰেক, ভৰতৰ মোমায়েক হয়। ভৰতৰ মোমায়েকৰ ঘৰলৈ যোৱাত ৰাম-লক্ষ্মণে পিতৃৰ সেৱাত বিশেষকৈ মন দিলে। ৰামে পিতৃৰ আদেশমতে সকলো ৰাজ-কাৰ্যৰ তত্বাৱধান কৰিবলৈ ধৰিলে। তেওঁ নিজৰ ব্যৱহাৰ আৰু কাৰ্যৰ গুণত সকলো প্ৰজাৰ প্ৰিয় হৈ উঠিল। তেওঁ শাস্ত্ৰমতে পিতৃ-মাতৃ আৰু গুৰুজনৰ প্ৰতি যথাবিহিত কৰ্তব্য কৰ্ম আৰু প্ৰজাৰ হিতজনক নানা সৎকাৰ্য কৰিবলৈ ধৰিলে। ৰজা দশৰথ তেওঁৰ ব্যৱহাৰত অতিশয় সন্তুষ্ট হ'ল। ৰজাৰ কোঁৱৰসকলৰ ভিতৰত ৰামচন্দ্ৰ ৰূপ গুণে তৰাৰ মাজত চন্দ্ৰৰ দৰে শোভা পাইছিল। ৰাম যেনে প্ৰিয়দৰ্শন আৰু মিঠামুখীয়া আছিল, তেওঁ তেনে সত্যব্ৰত আৰু পৰাক্ৰমী আছিল। শাস্ত্ৰ আৰু শাস্ত্ৰবিদ্যাত তেওঁ যেনে পাৰ্গত আছিল। তেনেকৈয়ে বিনয় আৰু ক্ষমা তেওঁৰ চৰিত্ৰৰ প্ৰধান অলঙ্কাৰ আছিল। তেওঁ যেনে প্ৰজাপালক আৰু ৰাজ্যশাসনৰ বিবিধ উপায় সুন্দৰকৈ জানিছিল, সেই-দৰে সকলো বিষয়ে ধৰ্মকেহে জয়যুক্ত কৰিবলৈ প্ৰাণপণে চেষ্টা কৰিছিল।

ৰাম যেনে গুণাকৰ, সীতাও তেনে গুণৱতী আছিল। দুইৰো ভিতৰত মিলা-প্ৰীতিৰ সীমা নাছিল। ৰাম যেনে জানকীৰ জীৱন, সীতাও ঠিক সেই দৰে পতিপৰায়ণা আছিল। উভয়েই উভয়ৰ মন আৰু হৃদয় অধিকাৰ কৰিব পাৰিছিল। ৰামে আজৰি পালেই সীতাক নীতি-শাস্ত্ৰৰ উপদেশ শুনায়, আৰু তেওঁৰ লগত পতিব্ৰতা-ধৰ্মৰ আলাপ কৰি সময় কটাইছিল সীতাই কৌশল্যা প্ৰভৃতি শাহু-সকলক যৎপৰোনাস্তি ভক্তি কৰিছিল। তেওঁলোকৰ সেৱা-শুশ্ৰূষা কৰিবলৈ পালে তেওঁ মনত অপাৰ আনন্দ বোধ কৰিছিল। শাহুসকলেও সীতাক নিজৰ জীৰ দৰে মৰম কৰিছিল। সীতাৰ অলৌকিক ৰূপ আৰু পৱিত্ৰতাত ৰাজপুৰীৰ অপূৰ্ব শোভা হৈছিল। এই দৰে সুখে-সন্তোষে ৰাম আৰু সীতাৰ দিন যাবলৈ ধৰিলে, এনেতে তেওঁলোকৰ জীৱন-নাটত এটি নতুন অঙ্কৰ সূত্ৰপাত হ'ল।

* আলোচনী, বহাগ ১৮৩৭, ৭ম বছৰ ৭ম সংখ্যা

## তৃতীয় আধ্যা

ৰামৰ দিব্য গুণ আৰু পৰাক্ৰম দেখি বসু-মতীয়ে তেওঁক পতি কামনা কৰিলে। মহাৰাজ দশৰথেও ৰামক অনুপম গুণনিধান দেখি মনে মনে এই চিন্তা কৰিলে, —"মই এতিয়া বুঢ়া হলোঁ, আগৰ দৰে ৰাজ্য শাসন কৰিবলৈ অসমৰ্থ, এতিয়া ৰামক ৰাজপাটত বহুৱাই মোৰ পক্ষে বান-প্ৰস্থ অৱলম্বন কৰাই যুগুত, ৰামক যুৱৰাজ পাতি

ধৰৈ মোৰ একান্ত ইচ্ছা হৈছে, বোধকৰোঁ ৰাম আৰু প্ৰজাসকল এই কথাত অমান্তি নহব। ইয়াকে ভাবি তেওঁ এদিন পুণ্য মধুমাহত তেওঁৰ তলতীয়া ৰজা, সামন্ত আৰু ৰাজ্যৰ আন আন প্ৰধান লোকসকলৰ লগত পৰামৰ্শ কৰি ৰামৰ অভিষেকৰ বাতৰি নগৰত ঘোষণা কৰি দিলে। তেওঁ কলে,—"কালিলৈ চন্দ্ৰৰ লগত পুষ্যা নক্ষত্ৰৰ স্থিতি হ'ব, এনে শুভ দিনত এই শুভ কাৰ্য হ'ব লাগে। এতেকে এই সময়ৰ ভিতৰতে অভিষেকৰ নিমিত্তে লাগতিয়াল সকলো আয়োজন হৈ উঠিব লাগে, গুৰু বশিষ্ঠদেৱে ৰামৰ মঙ্গল আৰু ৰাজ্যলাভৰ নিমিত্তে সীতাৰে সৈতে তেওঁক ব্ৰত-উপবাস কৰি থাকিবলৈ কৈ আহক।" ৰজাৰ কথাত সকলো সভাসদে জয়ধ্বনি কৰি ৰজাক প্ৰশংসা কৰিবলৈ ধৰিলে।

ৰাম ৰজা হ'ব বুলি শুনি ল'ৰাৰপৰা বুঢ়ালৈকে সকলো নৰ-নাৰী, প্ৰজাৰ আনন্দৰ সীমা নোহোৱা হ'ল। অযোধ্যাপুৰী হাঁহি-ধেমালি সাজপাৰেৰে উৰি-যাওঁ উৰি-যাওঁ হ'ল। মানুহৰ উদুলি মুদুলি লাগিল।

"নিৰন্তৰে প্ৰজাগণে মনত কৌতুকে।
নগৰীক অলঙ্কৃত কৰিলা উৎসুকে।।
বিচিত্ৰ পতাকা ধ্বজ তুলিয়া ধৰিল।
হাট বাট পুষ্পে গন্ধে ধুপ আবৰিল।
জীৱন সাফল প্ৰজা বোলে নিৰন্তৰ।
ৰামচন্দ্ৰ হৈল আজি ৰাজ ৰাজেশ্বৰ।।
চিৰকাল জীৱ বুঢ়া ৰাজা দশৰথ।
যাহাৰ প্ৰসাদে সাফলিল মনোৰথ।।
সূৰ্যৰ বংশত ধন্য ভৈলা উতপতি।
ৰাঘৱক ৰাজ্য দিতে যাৰ ভৈলমতি।।
ৰাম অভিষেক শুনি সহৰিষ মনে।
নগৰী ভৰিল আসি আনো দেশী জনে।।
হাসো হাসো কৰে পুৰী অযোধ্যা সম্প্ৰতি।
নৃত্য গীত বাদ্যে যেন দেখি অমৰাৱতী।।"

কিন্তু এনে ৰাজ্যব্যাপী আনন্দৰ দিনত কেৱল মাথোন এজনী কুজী বুঢ়ী মানুহৰ ক্ষুদ্ৰ হিয়া থং আৰু বেজাৰত কাতৰ হ'ল। এই বুঢ়ীজনীৰ নাম মন্থৰা। তাই ৰাণী কৈকেয়ীৰ চিৰকলীয়া বান্দী। কৈকেয়ীয়ে বাপেকৰ ঘৰৰপৰা তাইক লগত আনিছিল। তাই কৈকেয়ীৰ বাহিৰে কাৰো ভাল দেখিব নোৱাৰিছিল। তাই যেতিয়া শুনিলে যে এলাগী কৌশল্যাৰ পুতেক ৰাম ৰজা হব আৰু লাগী কৈকেয়ীৰ পুতেক ভৰত ৰামৰ অধীনত থাকিব তেতিয়া তাই খঙত জ্বলি উঠিল। তাই কৈকেয়ীৰ শোৱনি-ঘৰৰ ওচৰলৈ গৈ এই বুলি চিঞৰিবলৈ ধৰিলে—"আজলী আই, উঠা, উঠা, সোনকালে উঠি আহাঁ, তোমাৰ সৰ্বনাশ হ'ল। তোমাৰ সুখৰ বেলি মাৰ যাব খুজিছে"। ৰাণী ওলাই আহি কি কৈছে বুলি সুধিলত মন্থৰাই আকৌ খঙেৰে কবলৈ ধৰিলে,—"হে দেৱী, তোমাৰ ঘোৰ সৰ্বনাশ উপস্থিত। মহাৰাজে ৰামক ৰাজ্যৰ ভাৰ দিব খুজিছে। মই অকস্মাৎ এই কথা জানিব পাৰি তোমাৰ ওচৰলৈ লৰি আহিছোঁ, কথাটো শুনিবৰেপৰা মোৰ গোটেই গাটো জ্বলি-পুৰি আছে তোমাকনো আৰু কি কম, তোমাৰ বিপদত মোৰ বিপদ, তোমাৰ সুখত মোৰ সুখ, তোমাৰ দুখত মোৰ দুখ, তুমি ৰাজকুঁৱৰী, ৰাজৰাণী তুমিনো ৰাজধৰ্মৰ মৰ্ম বুজিব পৰা নাই নে? তোমাৰ স্বামীয়ে মুখেৰেহে ধৰ্ম্মৰ কথা কয়। কাৰ্যত তেওঁ বিলক্ষণ শঠ। তেওঁৰ মুখখনি হে মিঠা,হিয়া কিন্তু নিদাৰুণ, আজি তেওঁ তোমাক কিছুমান মনোমোহা কথাৰে তুষ্ট কৰি দৰাচলতে কৌশলেৰে মনোবাঞ্ছা পূৰ্ণ কৰিব, তেওঁ ভৰতক মোমায়েকৰ ঘৰলৈ পঠাই দি এতিয়া এই নিষ্কণ্টক ৰাজত্ব ৰামক দিবলৈ সাজু হৈছে, শত্ৰুক বা সাপক উপেক্ষা কৰিলে যেনে হয়, দশৰথৰ হাতত তোমাৰ ল'ৰাৰো ঠিক তেনে দশা হৈছে। তুমি সেই পাপাত্মা ৰজাৰ মিছা বুজনিত আৰু লেবেলা সাদৰত ভোল গৈ আছঁ। ৰামক ৰজা

পাতি তোমাক তোমাৰ ল'ৰাৰে সৈতে বধ কৰিবলৈ তেওঁ ফিকিৰ পাতিছে। এতিয়াও সময় আছে। এতেকে যাতে তুমি ৰক্ষা পোৱা, তোমাৰ ল'ৰাও ৰক্ষা পৰে আৰু মইও বাচি থাকি তোমালোকৰ সুখ সন্তোষ দেখিবলৈ পাওঁ তাৰেহে এতিয়া চেষ্টা কৰিব লাগে"। সুন্দৰী কৈকেয়ীয়ে কুঁজী মন্থৰাৰ কথা শুনি হাঁহিবলৈ ধৰিলে। তেওঁ ৰামৰ অভিষেকৰ বাতৰি শুনি পৰম সন্তুষ্ট হৈ নিজৰ ডিঙ্গিৰপৰা বহুমূলীয়া সাত-সৰী হাৰ সোলোকাই মন্থৰাক দি কলে, —"আহা। মন্থৰা, তই আজি মোক কি সুখৰ বাতৰি দিলিহি। তোক এই সুসংবাদৰ অনুৰূপ বঁটা দিবলৈ মোৰ হাতত এতিয়া কোনো উপযুক্ত বস্তু নাই, মই মোৰ গৰ্ভত ওপজা ল'ৰা ভৰত আৰু কৌশল্যাৰ পুতেক ৰামক বেলেগ বুলি নেভাবোঁ, মোৰ মনত ভৰত যেনে ৰামো তেনে, এতেকে মহাৰাজে ৰামক ৰাজ্যভাৰ দিয়া শুনি মোৰ মনত অপাৰ আনন্দ হৈছে। তোক এতিয়া যি দান দিছোঁ তাৰ বাহিৰেও যদি তোক কিবা লাগে তেন্তে মোক ক, তোক যিহকে লাগে মই তাকে দিম।" কৈকেয়ীৰ কথাত কুটিলা মন্থৰাৰ খং আৰু বেজাৰ বেছিহে হ'ল। মন্থৰাই কৈকেয়ীৰ দান দলিয়াই পেলাই কৈকেয়ীক নানা তৰহৰ কথাৰে বুজাবলৈ ধৰিলে। তাই অলপ সময়ৰ ভিতৰতে ৰাণীৰ সৰল কোমল মনত বিহ ঢালিবলৈ সমৰ্থ হ'ল। ৰাণীৰ মন ঘূৰিল। ৰামক ৰাজ্যৰ পৰা খেদাই ভৰতক ৰজা পাতিবলৈ তেওঁৰ মন হ'ল। কি উপায়ে এই কাৰ্য্য সাধিব পৰা যাব তেওঁ তাৰ উপায় মন্থৰাক সুধিলে। মন্থৰাৰ এতিয়া উলাহ চাই কোনে? মন্থৰাই কলে,—"হে দেৱী, তোমাক এটি পুৰণি কথা সোঁৱৰাই দিওঁ, পূৰ্বকালত দেৱাসুৰৰ ৰণ লাগোঁতে তোমাৰ স্বামী মহাৰাজে তোমাক লগত লৈ সেই যুদ্ধলৈ গৈছিল, বৈজয়ন্ত ৰাজ্যৰ অধিপতি সম্বৰ নামে অসুৰৰ বিৰুদ্ধে আৰু দেৱতাৰ পক্ষে মহাৰাজে যুদ্ধ কৰিছিল, তুমুল যুদ্ধত মহাৰাজৰ শৰীৰ ক্ষত-বিক্ষত হোৱাত তেওঁ কাতৰ হৈ পৰিছিল, তুমি তেওঁক মূৰ্চ্ছিত দেখি যুদ্ধক্ষেত্ৰৰ পৰা আনি অতি যত্নেৰে সেৱাশুশ্ৰূষা কৰি ভাল কৰিলা, তেওঁ তোমাৰ সেৱাত তুষ্ট হৈ তোমাক দুটা বৰ দিবলৈ প্ৰতিশ্ৰুতি হয়, কিন্তু তেতিয়া তুমি বৰ নলৈ, যেতিয়া লবৰ ইচ্ছা হ'ব তেতিয়া ল'ম বুলি কৈছিলা, তেৱোঁ 'তথাস্তু' বুলি তোমাৰ কথাত সম্মত হয়। এতিয়া সেই দুটা বৰ লবৰ উপযুক্ত সময় হৈছে। এক বৰত ভৰতক ৰাজ্যাভিষেক আৰু আন বৰত ৰামৰ চৈধ্য বছৰ বনবাসৰ প্ৰাৰ্থনা কৰিবা। চৈধ্য বছৰৰ ভিতৰত ভৰতে সকলো প্ৰজাক হাত কৰি ৰাজ্য অটল ৰাখিব পাৰিব"। ৰাণীক এই দৰে উপযুক্ত উপদেশ দি মন্থৰা তাৰ পৰা আঁতৰ হৈ গ'ল। ৰাণী ৰোহ-ঘৰত সোমাল।

এফালে ৰজা দশৰথে ৰামৰ ৰাজ্যাভিষেকৰ আদেশ দি অন্তঃপুৰলৈ আহিল। তেওঁ পোনপ্ৰথমে তেওঁৰ প্ৰিয়তমা মহিষী কৈকেয়ীক এই আনন্দৰ বাতৰি দিবলৈ ইচ্ছা কৰি কৈকেয়ীৰ শোৱনি-ঘৰলৈ গ'ল। কিন্তু তেওঁক তাত দেখা নেপালে। ৰাণী ৰোহ-ঘৰত থকা বুলি দুৱৰীৰ মুখে জানিবলৈ। পাই ৰজা চিন্তাকুল হৈ তালৈকে গ'ল আৰু গৈ চাকৈয়ে ৰাণীক এখন মলিয়ন কাপোৰ পিন্ধি শুদা মজিয়াত পৰি কান্দি থকা দেখা পালে। ৰাণীৰ এনে অৱস্থা দেখি ৰজা বিচূৰ্তি হ'ল। তেওঁ ৰাণীক মৰম স্নেহ কৰি তেওঁৰ খোৰৰ কাৰণ সুধিলে। কিন্তু ৰাণীয়ে তেওঁৰ কোনো কথাৰ উত্তৰ নিদি কেৱল কান্দিবলৈ ধৰিলে। ৰজাই ব্যাকুলভাৱে অনেক কাকুতি-মিনতি কৰি সোধাত শেহত ৰাণীয়ে চকুলো টুকি টুকি যিবিলাক কথা ক'লে সেই বিলাক অসমীয়া ৰামায়ণৰপৰা তলত তুলি দিলোঁ।

"কৈকেয়ী বোলন্ত প্ৰভু বচন ধৰিয়ো।
যি কাৰ্য্যক বোলোঁ তাক শপত কৰিয়ো
হেন শুনি দশৰথ স্ত্ৰীবশ ভৈলা।
আপোন বধক লাগি গলপাশ লৈলা॥

ৰাজা বোলে প্ৰাণেশ্বৰী শুনিয়ো মনত।
ৰামত তোমাত পৰে প্ৰিয় আছে কত॥
ৰামক তেজিয়া আন যত মাগ বৰ।
হৃদয় কাটিয়া দিবোঁ পুণ্য নিৰন্তৰ॥
হেন সে আবুধি তই মিছা কৰ গহ।
কিনো মোত সাধিবি বেকত কৰি কহ॥
কৈকেয়ী বোলয় আপোনাৰ মত ৰাখি।
চন্দ্ৰ সূৰ্য বায়ু বসুমতী হৈবা সাক্ষী॥
সত্য এৰিলেতো যিবা আছে দোষ তাত।
তুমি সব সৃষ্ট দেৱ দেখাহা সাক্ষাত॥
পূৰ্বত নৃপতি মোক দুই বৰ দিল।
সুমৰিয়ো প্ৰভু তাৰ সময় মিলিল॥
শুনিয়ো গোসাঁই দশৰথ মহাৰাজ।
এই সব সাজে ভৰতক দিয়ো ৰাজ॥
ৰামত সম্প্ৰতি তুমি হৈয়োক নৈৰাশ।
চৌধ বৎসৰক লাগি দিয়ো বনবাস॥
ৰাজ্য এৰি গৈয়া ৰামে বঞ্চোক বনত।
কৰি যুৱৰাজ ৰাজ্যে থাপিও ভৰত॥
এই দুই বৰ দিয়া প্ৰভু যেবে।
পূৰ্ব অঙ্গীকাৰ তব সত্য হোৱে তেবে॥
এতেকে আমাৰ হোৱে চিত্তত সন্তোষ।
সত্যক এৰিলে জানা যেবে হোৱে দোষ॥
কৈকেয়ীৰ বচনত হৃদয় ভেদিল।
বাঘিনীক দেখি যেন মৃগ চমকিল॥
ভয় সন্তে নৃপতিৰ শিহৰিল গাৱ।
মৃতৰ স্বভাৱ ভৈল কম্পে হাত পাৱ॥
শোকে দুখে ৰাজাৰ মোহিত ভৈল চিত্ত।
বিমূৰ্চ্ছিত হুয়া ৰাজা পৰিলা ভূমিত॥
বিহ্বল ভৈলন্ত ৰাজা কম্পে কলেৱৰ।
পৰিলা অনাথ যেন ৰাজ ৰাজেশ্বৰ॥
কতোবেলি দশৰথে পাইলন্ত চেতন।
মহাক্ৰোধে কৈকেয়ীক বুলিলা বচন॥
শুন বোলোঁ পাপিষ্ঠী বধিতে ভৈলি মোক।
কুল বিনাশক লাগি বিহাইলোহোঁ তোক॥
ৰাম হেন পুত্ৰ মোৰ অতি শুদ্ধ মতি।
কৌশল্যাতোধিক তোত কৰয় ভকতি॥
ৰাম গুণে তুষি সৰ্বজনৰ উল্লাস।
কোন অপৰাধে তাঙ্ক দিবো বনবাস॥
শুদ্ধ চিত্ত ৰামৰ অনিষ্ট চিন্ত কিক।
মহা বৈৰী ভাৰ্যা আছে কোন ততোধিক॥
চৰণত ধৰোঁ তোৰ কৃপা কৰ মোক।
মকৰিবি দ্ৰোহ দায়া কৰ ৰাম পোক॥
মোৰ চিত্ত পৰীক্ষা কৰিলি পৰিহাস।
কৃপা কৰ মোক চৰণৰ ভৌলোঁ দাস॥
হেন বুলি চৰণত পৰিলা নৃপতি।
কৈকেয়ী নিষ্ঠুৰ বোলে নিকাৰুণ মতি॥
ত্ৰৈলোক্যত জানে সত্যব্ৰত দশৰথ।
আলজাল এৰি তুমি পালিয়ো শপত॥
সিৱি ৰাজা কপোতক অভয় দিলন্ত।
আপোনাৰ মাংস কাটি শেন তুষিলন্ত॥
সত্য পালি ৰামক সত্বৰে পঠাও বন।
নুহিবা তোমাৰ আগে তেজিবোঁ জীৱন॥
হা বুলি দশৰথ পৃথিৱীত লুটি।
হা ৰাম পুত্ৰ বুলি প্ৰাণ যাওক ফুটি॥
অতি সুচৰিত্ৰ ৰাম বনে যাইবি তই।
কেনে প্ৰাণ ধৰিবো কৌশল্যা সমে মই॥
যদি মোত দোষে লোক বৃদ্ধ গুৰুজন।
কেনে ৰাজ ৰাঘৱক পঠাইলন্ত বন॥
সত্য বোলোঁ প্ৰা’ ৰী এবোঁ ই বচন।
কৰিবে গৰিহা মোক আনো দেশী জন॥
স্ত্ৰীজিত ক্ৰূৰ ৰাজা নিকৰুণ মন।
শোক জালি ৰাঘৱক পঠাইলন্ত বন॥
পৰম দুষ্কৃতি মোৰ বৈল দেশ দেশ।
হেন জন বাদে মোৰ প্ৰাণ ভৈল শেষ॥
শিশুকালে ৰাঘৱৰ বৰ দুঃখ ভৈল।
ব্ৰহ্মচৰ্য আচৰন্তে কতো কাল গৈল॥
যেবে আসি মিলিল ৰাজ্যত উপভোগ।
বনবাস খাটিবেক কিনো বিধি যোগ॥

ছল পাশে কৰিলেক নৃপতিক বন্দি।
বামনে বলিক যেন নানা বোলে ছান্দি॥
খনো মূৰ্চ্ছা যান্ত খনো চেতনক পাইল।
অনেক বিষাদে তান ৰজনী পোহাইল॥

ৰাতি পুৱালত ৰামৰ ৰাজ্যাভিষেকৰ সকলো আয়োজন ঠিক হ'ল। বশিষ্ঠদেৱ আৰু ব্ৰাহ্মণসকল ৰাজসভালৈ আহিল। অভিষেক উৎসৱ চাবলৈ চাৰিওফালৰ পৰা লোকবিলাক আহিবলৈ ধৰিলে। ক্ৰমে শুভ ক্ষণ উপস্থিত হ'ল। আনন্দৰ বাজনা বাজি উঠিল। কিন্তু মহাৰাজক তেতিয়া সভালৈ নহা দেখি মন্ত্ৰী আৰু পুৰোহিতসকলে সুমন্ত্ৰক অন্তঃপুৰলৈ পঠালে।

"মন্ত্ৰী পুৰোহিত মিলি আলোচিল কাজ।
সুমন্ত্ৰক বুলিল জনায়ো মহাৰাজ॥
ৰবিৰ উদয় ভৈল নুয়ুয়াই হেলা।
ৰাম অভিষেকৰ লগ্নৰ হৈল বেলা॥
শুনিয়া সুমন্ত্ৰ হেন বচন বিশেষ।
অন্তেষপুৰ দুৱাৰত ভৈলন্ত প্ৰবেশ॥
জাগিয়োক প্ৰভু মন্ত্ৰীগণে পাৰে ৰায়
অভিষেক বেলা হৈল চলিয়োক গায়॥

* * * *

মন্ত্ৰীৰ বচন ৰাজা শুনিলা শ্ৰৱণে।
সুমন্ত্ৰ সমীপ চাপ বুলিলা সঘনে॥
কৈকেয়ীৰ বাক্য-বহ্নি দহে কলেৱৰ।
তোৰ বাক্য অমৃতে জুৰাইও নিৰন্তৰ॥
ৰাম মুখ দেখিলে হৈবেক নিৰ্বাণ।
ৰাম গুণ সাগৰক শীঘ্ৰ কৰি আন॥"

ৰামে জানকীৰ লগত কুশবনৰ কঠত অধিবাসৰ ৰাতিটো কটাই ৰাতিপুৱাৰ পূজা সেৱা কৰি বহি আছে, এনেতে সুমন্ত্ৰই গৈ তেওঁক নমস্কাৰ কৰি ৰাজাজ্ঞা জনালে। ৰাম আৰু সীতা উভয়েই ভাবিলে, মহাৰাজে হয়তো তেওঁক ৰাজ্যাভিষেকৰ কথাৰেই মাতি পঠাইছে। সি যি হওক ৰামে পিতাৰ আদেশ শুনা মাত্ৰকে সুমন্ত্ৰৰ লগত পিতাকৰ অন্তঃপুৰলৈ গল। কিন্তু মহাৰাজক শোকাকুল দেখি তেওঁ বিস্ময় মানিলে। তেওঁ আগেয়ে পিতাকৰ চৰণত সেৱা কৰি পাছে কৈকেয়ীক সেৱা কৰিলে। দশৰথে তেওঁক দেখিয়েই 'ৰাম' বুলি কৈ শোকত কাতৰ হৈ পৰিল। পিতাকৰ এনে অৱস্থা দেখি তেওঁ বিচুৰ্তি হ'ল। তেওঁ ব্যাকুলভাৱে কৈকেয়ীক সুধিলে, "আই, পিতাদেৱৰ কি হল? তেওঁৰ গা বেয়া নেকি? মই তেওঁৰ কিবা অপ্ৰিয় কাম কৰিলোঁ নো কি? তেওঁ দেখোন আজি মোৰ লগত আগৰ দৰে প্ৰফুল্ল মনেৰে কথা পতা নাই। আপুনি সকলো কথা ভাঙ্গি পাতি কৈ মোৰ চিন্তা দূৰ কৰক। মহাৰাজৰ এনে অৱস্থা দেখি মোৰ বুকু ফাটি গৈছে।" তেতিয়া নিলাজী কৈকেয়ীয়ে ক'লে,—"বোপা, মহাৰাজ তোমাৰ ওপৰত কোনো কাৰণত অসন্তুষ্ট নহয়, তেওঁৰ গাও ভালে আছে, কিন্তু তেওঁৰ মনত এফেৰা কথা আছে, তোমাৰ আগত কবলৈ ভয় কৰিছে, তুমি প্ৰাণাধিক প্ৰিয় পুত্ৰ, মহাৰাজে তোমাক অপ্ৰিয় কথা কবলৈ লাজ কৰিছে। সি যি হওক তোমাৰ পিতাদেৱে মোক বৰ দিবলৈ অঙ্গীকাৰ কৰি এতিয়া অবাবত শোক কৰিছে। বোপা, সত্যই ধৰ্মৰ মূল। এতিয়া তোমাৰ নিমিত্তে যাতে তোমাৰ পিতাদেৱে সত্য ভ্ৰষ্ট নহয় তুমি তাৰ উপায় কৰা। তুমি যদি তেওঁৰ অঙ্গীকাৰ পালন কৰিম বুলি গাত লোৱা তেন্তে তেওঁৰ সত্য ৰক্ষা পৰিব, আৰু মইও তোমাক তেওঁৰ অঙ্গীকাৰৰ কথা ক'ব পাৰো।"

কৈকেয়ীৰ কথা শুনি ৰামচন্দ্ৰই কলে,—'দেৱি আপুনি মোক ইমানবিলাক কথা কব নেলাগিছিল। মই পিতাৰ আদেশ পালে জীয়া জুইত বা সাগৰত জাপ মাৰি পৰিব পাৰোঁ।'আই, ৰজাৰ কি ইচ্ছা মোক কওক। মই তেওঁৰ আদেশ ভতালিকে পালন কৰিম, প্ৰতিজ্ঞা কৰি কৈছোঁ।" কৈকেয়ীয়ে কলে,—

শুন পুত্ৰ ৰাম ভই বোলোঁ তোক কাজ।
হেন আজ্ঞা কৰন্ত তোমাক মহাৰাজ॥

দেৱাসুৰ যুদ্ধ মহা মিলিল পূৰ্ব্বত।
দানৱে জিনিল দেৱতাক সমৰত॥
ইন্দ্ৰে নিলা নৃপতিক কৰিয়া সন্মান।
অসুৰক জিনিয়া আসিলা মোৰ থান॥
তোমাৰ বাপক সেৱা কৰিলো বিস্তৰ।
সিকালত ৰাজা মোক দিলা দুই বৰ॥
এক বৰ লৈলা ভৰতক দিবো ৰাজ।
তুমি বন যাইবাক খুজিলো আৰ কাজ॥
পিতৃ সত্য পালিতে আছয় যেবে মন।
ৰাজাৰ আদেশ ভৈল চলি যাইয়ো বন॥
ৰাজ্যৰ বাসনা এৰি চিৰ জটা ধৰ।
চৌধ বৰিষক লাগি বনবাস কৰ॥
শুনিয়া ৰামৰ ভৈল ৰাজ্যত নৈৰাশ।
হাস্য কৰি বোলন্ত যাইবোহোঁ বনবাস॥
ইসে কাৰ্য্যে মাৰ মোৰ দহে কলেৱৰ।
আপুনি আদেশ নকৰিলা ৰাজেশ্বৰ॥
ৰাঘৱে বোলন্ত মাত্ৰ বাক্য শুনিয়োক।
শীঘ্ৰে দূত পঠাই ভৰতক আনিয়োক॥
মাৰে প্ৰাণ ধৰিয়া আছন্ত মহাৰাজ।
অবিলম্বে ভৰতক আনি দিয়ো ৰাজ॥
বাপক আশ্বাস বুলি পালিবেক জন।
পিতৃদ্ৰোহী ৰাম হেৱা চলি যাওঁ বন॥
শুনিয়োক বাপদেৱ অজৰ নন্দন।
পিতৃদ্ৰোহী ৰাম হেৱা বোলয় বচন॥
অভাগিনী মাত্ৰ মোৰ প্ৰণামি চৰণে।
মই চলি যাওঁ হেৱা ঘোৰ তপোবনে॥
শুনিয়োক বাপ পৃথিৱীৰ নিজ নাহা।
বদনকমল দেখোঁ মাথা তুলি চাহা॥
দেখোঁহো দুৰ্লভ পুনৰপি দৰিশন।
আশীৰ্ব্বাদ কৰিয়োক চলি যাওঁ বন॥
কৈকেয়ী বোলে ৰাম বোলোহোঁ তোমাক।
যাৱে থকা তুমি তাৱে মৃতুলিৰ ঁাখ॥
লজ্জা ভৈল বিস্তৰ ৰাজাৰ মনদুঃখ।
তুমি সত্য পালিলে ৰাজাৰ হৈব সুখ॥
বুলিলি বচন হিত আনিবো ভৰত।
তুমি বন গৈলেহে ৰাজাৰ ৰহে সত॥
কৈকেয়ীৰ বাক্য শুনি নিষ্ঠুৰ স্বভাৱ।
হা ৰাম বুলি ৰাজা এৰিলন্ত গাৱ॥
ক্ষণেকতে ৰাজাৰ মোহিত ভৈল মতি।
আসনতে মূৰ্চ্ছা গৈল অযোধ্যাৰ পতি॥
দুখঃ দেখি ৰাজাৰ বুলিলা ৰামে কাজ।
কৈকেয়ীক বুলিলা এৰিয়া মুখ লাজ॥
আমাৰ নিষ্ঠুৰ বাপে নোবোলন্ত বাণী।
হেৰ হাত যোৰোঁ সুখে থাকিয়ো গোসাঁনী॥
মোত নুবুলিলা তুমি ভৰতৰ কাজ।
প্ৰাণ দিতে পাৰোহো আছোক ধনৰাজ॥"

ৰাম কৈকেয়ীৰ নিদাৰুণ কথাত অলপো দুখিত নহল। তেওঁ শেষত ইয়াকে কলে, "দেৱি, মই নিজ ইচ্ছাতে চৰিষ মনেৰে মৰমৰ ভাই ভৰতৰ কাৰণে ধন, বস্তু, ৰাজ্য, এনে কি মোৰ প্ৰাণ পৰ্য্যন্ত দিব পাৰোঁ। এতিয়া যি স্থলত স্বয়ং পিতৃদেৱে মোক ৰাজ্য এৰি যাবলৈ আদেশ কৰিছে, তেতিয়া আৰু কি কথা আছে, আপুনি মহাৰাজক প্ৰসন্ন কৰক। পিতৃ সেৱা বা পিতৃ-বাক্য ৰক্ষা কৰাতকৈ জগতত ডাঙৰ ধৰ্ম একো নাই। মই আজিয়েই জটা বাকলি পিন্ধি দণ্ডকাৰণ্যলৈ যাত্ৰা কৰিম, কেৱল জননী কৌশল্যা দেৱীক সান্ত্বনা আৰু সীতাৰ লগত এবাৰ সাক্ষাৎ কৰোঁতে যি অলপ পলম হ'ব। পূজনীয় পিতৃদেৱে নিজ মুখে আদেশ নকৰিলেও আপোনাৰ আদেশকে শিৰোধাৰ্য্য কৰি মই অৰণ্যলৈ যাবলৈ ওলালোঁ।"
এই কথা কৈ ৰামে—

"অচেতন পিতৃ পাৱ শিৰে ধৰিলন্ত।
কুটিলা কৈকেয়ীক নমস্কাৰ কৰিলন্ত॥
বাপৰ মাত্ৰৰ আগে পুষ্পাঞ্জলি ধৰি।
চলি গৈলা ৰাম মন আনন্দিত কৰি"।

লক্ষ্মণ আগৰেপৰা ৰামৰ লগত আছিল। ৰামৰ কথা শুনি লক্ষ্মণ খঙত জ্বলি উঠিল। *

* আলোচনী, জেঠ ১৮৩৮, ৭ম বছৰ, ৮ম সংখ্যা

## চতুৰ্থ অধ্যায়

লক্ষ্মণক লগত লৈ ৰাম মাকৰ অন্তঃপুৰলৈ গ'ল। তাত গৈ তেওঁলোকে—

"ব্ৰাহ্মণক দেখিলা দুৱাৰ পৰিহৰি।
দেৱতাক পূজি আছে স্বস্ত্যয়ন কৰি॥
তাসম্বাক প্ৰণাম কৰিলা বিদ্যমান।
পাছে প্ৰৱেশিলা গৈয়া কৌশল্যাৰ থান॥
বিষ্ণুক পূজন্তে দেখিলন্ত নিজ মাৱ।
দুই ভাই মিলি প্ৰণমিলা তান পাৱ॥
প্ৰণামোহোঁ হেৰা ৰাম আৱৰ লখাই।
কল্যাণে বঞ্চিয়ো কুখিৰৰ মোৰ আই॥
হেন শুনি কৌশল্যা ৰামৰ গলে ধৰি।
কুলৰ নন্দন বুলি অভিনন্দা কৰি॥
হাতে গাৱ মাজিলন্ত দিলন্ত আশীষ।
ধেনু বৎস পায়া যেন পৰম হৰিষ॥
শুন বাপ ৰাম মোৰ হৃদয় নন্দন।
দেৱৰ নিৰ্মাল্য হেৰা পিন্ধিও চন্দন
বাপৰ আজ্ঞায়ে তুমি হৈবা যুৱৰাজ।
জনক পালিবা বুজিবাহা ৰাজকাজ॥
আৱৰ পালিবা তুমি যত দ্বিজগণ।
পুত্ৰৱতে প্ৰজাক পালিবা সৰ্বক্ষণ॥
দেখিবা সকলো মাৱ মোহোৰ সমান।
শ্ৰাদ্ধ যজ্ঞ কৰিবা দিবাহা মহাদান॥
শুনি ৰামে বোলন্ত মাৱৰ মুখ চাই।
অথান্তৰ ভৈল বৰ নতু শুনা আই॥
উলট পালট ভৈল আমাসাৰ কাজ।
কৈকেয়ীৰ বোলে ভৰতক দিলা ৰাজ॥
বাক্যে বান্ধি নৃপতিক দুই বৰ মাগি।
আমি বন যাইবো চৌধ বৰিষক লাগি॥
আউৰ এক বৰ ভৰতক দিলে দেশ।
আমাক নিষ্ঠুৰ বাণী বুলিল অশেষ॥
ভৰতক লাগি তেজিলোহোঁ ধন জন।
পিতৃ-সত্য পালিবাক আজি যাইবোঁ বন॥
ৰাজ্যভোগ তেজিলোহোঁ কুটুম্বসকল।
চিৰ জটা ধৰিবোঁ পিন্ধিবোঁ বল্কল॥
হেন শুনি কৌশল্যাৰ মোহ ভৈলা মন।
গুৰিত ছেদিল যেন বৃক্ষ হোৱে ছন॥
ভূমিত পৰিল পাৱ সন্তাপিত ভাৱ।
পৰম বিকলে বিমূৰ্চ্ছিত ভৈলা মাৱ।
সন্তাপে পোৰন্ত যেন তৃণাত অগনি॥
অচেতনে পৰিলন্ত ৰামৰ জননী।
আথে-বেথে দুই ভাই তুলি ধৰি হাতে।
সুশীতল জল আনি ঢালিলন্ত মাথে॥
কদাচিতো মাৱৰ শৰীৰ নোহে থিৰ।
দুভাইৰো দেখিয়া নয়নৰ ঝৰে নীৰ॥"

* * * *

"পাছে কতোক্ষণে কৌশল্যাৰ প্ৰাণ আইল।
সঙ্ক্ষণ হুয়া মাৱে মাথা তুলি চাইল॥"

কৌশল্যাই চকু মেলি চাই নিজৰ অদৃষ্টক নিন্দা কৰি অনেক বিলাপ কৰিবলৈ ধৰিলে। নিমিষৰ ভিতৰতে ৰামৰ নিৰ্বাসনৰ বাতৰি অন্তঃপুৰৰ সকলোৰে জনাজাত হ'ল। চাৰিওফালৰ পৰা হাঁহাকাৰ শব্দৰ বাহিৰে আৰু একো শুনা নগল। লক্ষ্মণে থকাত ৰাম আৰু কৌশল্যাৰ সাক্ষাতে পিতাকৰ নিন্দা কৰিবলৈ ধৰিলে। তেওঁ ক'লে যে স্ত্ৰীপৰায়ণ ৰজাৰ আদেশ পালন কৰিব নেলাগে। ৰাম ৰাজ্যত থাওক, ৰামৰ বিপক্ষে যেয়ে থিয় হব, তাকে তেওঁ ধনু-কাঁড লৈ বধ কৰিব, তেওঁ সহায় থাকিলে কাৰ সাহ আছে যে ৰামৰ বিৰুদ্ধে আগ বাঢ়ে? ৰাম লক্ষ্মণৰ কথাত অসন্তুষ্ট হৈ তেওঁক অনেক সৎ উপদেশ দি ক'লে,—"পিতা প্ৰত্যক্ষ দেৱতা, পিতাই ধৰ্ম, পিতাই স্বৰ্গ, পিতাই পৰম তপ, পিতাক সন্তুষ্ট কৰিব পাৰিলে অপ্ৰত্যক্ষ সকলো দেৱতা সন্তুষ্ট হব, পিতৃ-আজ্ঞা আৰু পিতৃ-সত্য পালন কৰা পুত্ৰৰ নিতান্ত কৰ্তব্য, তাকে নকৰিলে অধৰ্ম হব। ভাই লক্ষ্মণ মোৰ ৰাজ্যাভিষেক নহল বুলি তুমি দুখিত নহবা, তুমি কাবো ওপৰত খং নকৰিবা। মাতৃ কৈকেয়ী

আমাৰ মাতৃ; তেওঁৰ নিন্দা কৰিব নেপায়; সত্য-বাদী ৰজাই তেওঁক বৰ দিলে, তেওঁ সেই বৰ গ্ৰহণ কৰিলে, তাত তেওঁৰ কোনো দোষ নাই। ভৰত আমাৰ ভাই, ভৰতে আমাৰ কোনো অপকাৰ কৰা নাই, তুমি ভৰতৰ অহিত চিন্তা নকৰিবা। মই বনলৈ নগলে পিতাৰ অঙ্গীকাৰ ৰক্ষা নপৰিব; তেওঁ সত্যভ্ৰষ্ট হব, সেই নিমিত্তে মই এতিয়াই বনলৈ যাবলৈ সাজু হৈছোঁ। মই যি বাট ধৰিছোঁ তাৰ পৰা কোনেও মোক ওলটাব নোৱাৰিব।" ৰামৰ কথাত লক্ষ্মণে লাজ পাই তলমূৰ কৰিলে। কৌশল্যা ৰামৰ শোকত জীয়াই নেথাকিব, ৰামৰ লগত তেওঁ বনলৈ যাব খোজাত, ৰামে তেওঁক অনেক প্ৰকাৰে বুজাবলৈ ধৰিলে। ৰামে কলে,— "পিতা আপোনাৰ স্বামী, দেৱতা আৰু গৰাকী, মই বনলৈ গলে মোৰ শোকত যাতে তেওঁ কাতৰ নহয়, আপুনি তাৰ চেষ্টা কৰিব লাগে, তেওঁৰ হিত সাধন কৰা আপোনাৰ কৰ্তব্য, স্বামী-সেৱাই হৈছে তিৰোতাৰ প্ৰধান ধৰ্ম, আপুনি পৱিত্ৰভাৱে তেওঁৰ সেৱা শুশ্ৰূষাত নিযুক্ত থাকক, তেওঁৰ বৰ্ত্তমানত আপুনি তেওঁক এৰি মোৰ লগত গলে আপোনাৰ অধৰ্ম হ'ব আৰু জগতত আপোনাৰ অখ্যাতি ৰ'ব। মই আপোনাৰ চৰণত ধৰি মাতিছোঁ মোক অৰণ্যলৈ যাবলৈ অনুমতি দিয়ক, আশীৰ্বাদ কৰক যেন পিতৃ-সত্য পালন কৰি চৈধ্যবছৰৰ মূৰত নিৰাপদে ঘূৰি আহি আপোনালোকৰ শ্ৰীচৰণত সেৱা কৰিবলৈ পাওঁ।" ৰামৰ কথাত কৌশল্যাই কোনো মতে শোক দমন কৰি চকু, মুখ ধুই দেৱপূজাৰ নিৰ্মালি দি ৰামক অনেক আশীৰ্বাদ কৰি বনলৈ যাবলৈ অনুমতি দিলে। ৰামে মাকৰ চৰণ বন্দনা কৰি লক্ষ্মণক লগত লৈ সীতাৰ অন্তঃপুৰলৈ গল।

ৰামৰ বনবাসৰ বাতৰি এতিয়ালৈকে সীতাৰ কাণত পৰাহি নাই। তেওঁ ৰাজ ধৰ্মৰ অনুৰূপ সেৱা-চৰ্য্যাদি কৰি উলাহত অধীৰ হৈ ৰামৰ নিমিত্তে বাটলৈ চাই আছিল। এনে সময়ত ৰামক বিষণ্ণ মনেৰে তলমূৰকৈ অহা দেখি তেওঁ উদ্বিগ্ন হৈ ৰামক বেজাৰৰ কাৰণ সুধিলে। সীতাক বৰ চিন্তাকুল দেখি ৰামে কলে,—"প্ৰাণাধিকে, পূজনীয় পিতাদেৱে মোক চৈধ্য বছৰৰ কাৰণে বনবাসী কৰিছে, যি নিমিত্তে মোৰ ভাগ্যত ৰাজ্যভোগৰ সলনি বনবাস ঘটিল, তাৰ কথা কওঁ, শুনা। পিতাদেৱে মহাৰাজে পূৰ্বে দেৱী কৈকেয়ীক দুটা বৰ দিবলৈ অঙ্গীকাৰ কৰিছিল। মোৰ অভিষে-কৰ সকলো আয়োজন ঠিক হ'লত কৈকেয়ীয়ে মহা-ৰাজক পূৰ্বৰ অঙ্গীকাৰৰ কথা সোঁৱৰাই দি সেই বৰ মাগিলে মহাৰাজ বৰ দিবলৈ মান্তি হ'ল। পাছে, এক বৰত মোৰ চৈধ্য বছৰলৈ বনবাস আৰু আন বৰত ভৰতক ৰাজ্যাভিষেকৰ আদেশ হল। উপস্থিত যৌৱৰাজ্যত ভৰতৰ অধিকাৰ। মই এতিয়াই অৰণ্যলৈ যাত্ৰা কৰিম। কেৱল তোমাৰ লগত সাক্ষাৎ কৰিবলৈ হে ইয়ালৈ আহিছোঁ, সেইবাবে তুমি মোক হাঁহি মুখে বিদায় দিয়া। মোৰ নিমিত্তে তুমি চিন্তা নকৰিবা। কল্যাণি, মই বনলৈ গলে তুমি ব্ৰত উপবাস কৰি দিন নিয়াবা। প্ৰতি দিন পুৱাতে শুই উঠি বিধি মতে দেৱপূজা সাধন কৰি পিতৃদেৱৰ চৰণত পূজা কৰিবা। আমাৰ আই কৌশল্যা বুঢ়ী হৈছে, বিশেষ, তেওঁ মোৰ নিমিত্তে বৰ সন্তাপ পাইছে, তেওঁ এতিয়া অতি দুখিনী, এতেকে, ধৰ্মলৈ চাই তেওঁক সেৱা-ভক্তি কৰিবা। আমাৰ মাতৃসকলৰ ভিতৰত সকলো-ৱেই আমাক অনেক মৰম-যত্ন কৰি লৈ-থৈ ডাঙৰ দীঘল কৰিছে, এতেকে তেওঁলোকক নিতৌ প্ৰণাম কৰিবা। প্ৰাণাধিক ভৰত আৰু শত্ৰুঘ্নক নিজৰ ভাই বা পুত্ৰৰ নিচিনা দেখিবা। ভৰত এতিয়া এই দেশৰ আৰু বংশৰ ৰজা, এতেকে, তুমি কদাচিতো তেওঁৰ অহিত নিচিন্তিবা। তুমি এইটো জানিবা যে সাধ্বী ব্যৱহাৰ আৰু যত্নেৰে সন্তোষ কৰিব পাৰিলে ৰজা সকল প্ৰসন্ন হৈ থাকে, তাৰ বিপৰীত ঘটিলে তেওঁ লোক কুপিত হয়। তেওঁলোকে নিজৰ ঔৰসৰ পুত্ৰকো অহিত আচৰণ কৰা দেখিলে তেওঁলোকক পৰিত্যাগ কৰে, কিন্তু সুযোগ্য হলে, নিলগীয়া মানুহেও

তেওঁলোকৰপৰা সমাদৰ পায়। জানকি, তুমি ৰজা ভৰতৰ কথামতে চলি সত্যব্ৰত ধাৰণ কৰি এই ঘৰতে থাকিবা আৰু এটা কথা তোমাক বিশেষকৈ কওঁ শুনিবা। ভৰতৰ আগত তুমি কেতিয়াও মোৰ প্ৰশংসা নকৰিবা। প্ৰিয়ে, মই এতিয়া অৰণ্যলৈ যাওঁ। তোমাক যিবিলাক কথা কলোঁ তাৰ যেন এটাও বিফল নহয়।"

ৰাম অহাৰ আগলৈকে সীতাই সুখৰ সপোন দেখি আছিল। তেওঁ ভাবিছিল, ৰাম ৰজা হৈ পিতৃ সিংহাসনত বহিব, তেওঁ ৰাজৰাণী হ'ব। কিন্তু নিমিষৰ ভিতৰত কি ঘোৰ পৰিৱৰ্ত্তন ঘটিল। ক'ত ৰাজ্যভোগ, আৰু ক'ত বনবাস! সীতাৰ মূৰত আকাশী স্বৰগ ভাগি পৰিল। কিন্তু তেওঁ সাধাৰণ তিৰোতাঁৰ দৰে দুখ-বেজাৰত বিতত নহল। এনে বজ্ৰ-বাতৰিকো তেওঁ আঁচল পাতি ধৰিলে। তেওঁ সাধাৰণ তিৰোতাৰ নিচিনা হোৱা হলে হিয়া-মূৰ ভুকুৱাই হুৱাও-ৰাওকৈ কান্দি খলক্ লগালেহেঁতেন। কৈকেয়ীক কত গালি-শপনি পাৰিলেহেঁতেন, নিজৰ কপালক বা বিধাতাৰ বিধিক কত নিন্দা কৰিলেহেঁতেন, হয়তো তেওঁ নিজৰ স্বামীকো অৰণ্যলৈ যাবলৈ নিদি ঘৰত ৰাখিবলৈ সাধ্যমতে চেষ্টা কৰিলেহেঁতেন। কিন্তু, সীতা তেনে প্ৰকৃতিৰ তিৰোতা নাছিল। তেওঁ পতিপ্ৰাণা, তেওঁ নিজক পাহৰি পতিৰ লগত একপ্ৰাণ বা একাত্ম হৈছিল। তেওঁ যে ৰাজৰাণী হব নোৱাৰিলে, সেইবাবে তেওঁৰ মনত অকণো বেজাৰ নাই, তেওঁৰ স্বামীয়ে পিতৃ সত্য পালনৰ নিমিত্তে অগাধ অৰণ্যলৈ যাবলৈ ওলাইছে, সেইবাবে তেওঁৰ মনত আনন্দহে হৈছে। তেওঁৰ মনত মাথোন এই দুখ যে তেওঁক কিয় ভৰতৰ আশ্ৰয়ত ঘৰত থাকিবলৈ কৈছে? ৰামে কি তেওঁক ইমান দিনেও ভালকৈ চিনিব নোৱাৰিলে? সেইবাবে মিঠামুখীয়া সীতাই স্বামীৰ কথা শুনি কবলৈ ধৰিলে:—

"প্ৰাণনাথ, তুমি মোক ইতৰ নাৰীৰ নিচিনা ভাবিহে ইমানবিলাক কথা কলা নে? হবলা? তোমাৰ কথা শুনি মই হাঁহি সামৰিব পৰা নাই। তুমি যি কথা কলাঁ, তোমাৰ নিচিনা অস্ত্ৰ-শস্ত্ৰত নিপুণ জ্ঞানী ৰাজকোঁৱৰৰ পক্ষে সি অতি অযোগ্য আৰু অখ্যাতিৰ কথা, তোমাক কম কি, এনেকুৱা কথা শুনিবলৈকো অসংগত যেন বোধ হৈছে। পিতৃ-মাতৃ, ভাই-বন্ধু সকলোৱেই নিজৰ নিজৰ কৰ্মফল ভোগ কৰি থাকে, কিন্তু ভাৰ্যাই কেৱল স্বামীৰ ভাগ্য ভোগ কৰি থাকে, এতেকে তোমাৰ ভাগ্যত যেতিয়া বনবাস হৈছে, মইও তোমাৰ লগত বনবাসিনী হম। কেৱল স্বামী হে তিৰোতাৰ ইহকাল আৰু পৰকালৰ গতি। প্ৰাণাধিক, তোমাৰ কথা নুশুনিলেঁ। বুলি তুমি মোৰ ওপৰত খং নকৰিবা। মই তোমাৰ ওচৰত এনে কোনো দোষৰ কাম কৰা নাই যে সেইবাবে তুমি মোক ঘৰত থৈ নিজে বনবাসী হ'বা। ৰাজপ্ৰাসাদ, স্বৰ্গৰ বিমান বা আকাশ গতিৰপৰাও বঞ্চিত হৈ স্বামীৰ চৰণ-ছায়াৰ আশ্ৰয় লোৱা মোৰ কৰ্ত্তব্য। পিতৃ-মাতৃৰ পৰাও মই এনে উপদেশ পাইছোঁ যে বিপদে-সম্পদে সদাই স্বামীৰ অনুসৰণ কৰা উচিত। এতেকে তোমাৰ লগত আজিয়েই মই নিৰ্জন নিবিড় অৰণ্যলৈ যাত্ৰা কৰিম। মোক ত্ৰৈলোক্যৰ ঐশ্বৰ্য নালাগে। ঘৰত মই যেনে সুখেৰে আছিলোঁ, অৰণ্যতো তোমাৰ লগত ফুৰিবলৈ পালে মোৰ মনত তেনে সুখ হ'ব। যি অৰণ্যত মধুগন্ধ বিৰাজ কৰিছে, যি ঠাই নানা বিধ মৃগ আৰু বাঘৰ আবাসভূমি, তেনে অৰণ্যত তাপসী হৈ তোমাৰ চৰণ সেৱা কৰিবলৈ মোৰ আগ্ৰহ হৈছে। মই তোমাৰ লগত নিশ্চয় বনলৈ যাম। হে মহাভাগ, তুমি মোক কোনো মতেই ভগ্নোত্তম কৰিব নোৱাৰিবা। মই তোমাৰ লগত ফল মূল খাই দিন নিয়াম। উত্তম খোৱা বস্তুৰ নিমিত্তে মই তোমাক কেতিয়াও আমনি নকৰোঁ। মই তোমাৰ আগে আগে হাবি-বন গৰকি ভাঙি কাট উলিয়াই যাম, তোমাৰ লগত বৰ গছ বা লতাকুঞ্জৰ তলত বহি জিৰাম, তোমাৰ আহাৰৰ পাছত তোমাৰ পাতত যি থাকে তাকে খাম। তোমাৰ লগত থাকি

পৰ্বত, নদী, সৰোবৰ আদিৰ শোভা নিৰ্ভয় মনেৰে চাই ফুৰিবলৈ মোৰ একান্ত বাসনা। তোমাৰ লগত মনৰ সুখেৰে হাঁহ, শৰালি আদি থকা পুষ্পিত পদ্মনি চাবলৈ আৰু তাত নামি নাদুৰিবলৈ মোৰ বৰ ইচ্ছা। হে কমললোচন, তোমাৰ লগত এই দৰে অৰণ্যত এশ বা হেজাৰ বছৰ থকাও শ্ৰেয়ঃ, কিন্তু তোমাক এৰি স্বৰ্গবাস কৰাও প্ৰাৰ্থনীয় নহয়। মই বান্দৰ, হাতী আদি থকা অৰণ্যৰ ভিতৰত তোমাৰ চৰণ-সেৱা কৰি তোমাৰ লগত থাকিবলৈ ইচ্ছা কৰিছোঁ। তোমাৰ লগত থাকিবলৈ পালে মই পৈতৃক ঘৰত থকাতকৈও সুখী হ'ম। তুমি অবিহনে মোৰ স্বৰ্গতো এন্ধাৰ, মোৰ পক্ষে জীয়াই থকাই টান। তুমি মোক ইয়াত এৰি নেযাবা। মোৰ লগত লগে তোমাৰ একো ভাৰ বোধ নহব। মোৰ পৰা তুমি একো আমনি নেপাবা।"

সীতাৰ কথা শুনি ৰামে তেওঁক এইদৰে বুজাবলৈ ধৰিলে—

"জানকি, বনবাসত বহুত দুখ, তাত সুখৰ লেশ মাত্ৰও নাই। তাত পৰ্বতৰ গহ্বৰত থকা সিংহৰ ভয়ঙ্কৰ গোঁজৰণি শুনিবলৈ পোৱা যায়, দুৰ্দান্ত হিংস্ৰক জন্তুবিলাক উন্মত্তভাৱে চৰি ফুৰে, সিহঁতে আমাক দেখিলেই খাবলৈ খেদি আহিব, নৈবিলাক মকৰ-কুম্ভীৰেৰে ভৰা আৰু পানীও ঘোলা, বনৰীয়া মহাকায় হাতীবিলাকেও সহজে পাৰ হ'ব নোৱাৰে। আকৌ, এনে গেজেপনি হাবি আছে, য'ত লতাজাল আৰু কাঁইটনিৰ নিমিত্তে বাট বুলিবলৈ টান হ'ব। দিনৰ দিনটো হাবিয়ে হাবিয়ে টলো-টলোকৈ ফুৰি ৰ'তে ৰাতি হ'ব ভাগৰত হেলাই-হেপাই, ভোকত কলমলাই, কোনো গছৰ তলত শুকান পাতৰ শয্যাত শুই গাৰ ভাগৰ গুচাব লাগিব আৰু তল-সৰা গছৰ গুটি বুটলি খাই পেটৰ ভোক গুচাব লাগিব। যথাশক্তি লঘোনে থাকি, জঁটাৰ ভাৰ বৈ, বাকলি-বস্ত্ৰ পিন্ধি দিনৌ দেৱতা, পিতৃ আৰু আগন্তুক বিধিমতে অৰ্চনা কৰিব লাগিব। প্ৰতিদিন তিনি বেলা গা-ধুই নিজ হাতে ফুল তুলি, বানপ্ৰস্থৰ দৰে যথাবিধি বেদীত উপহাৰ দিব লাগিব। অৰণ্যত বতাহৰ কোব বেচি, ভোক ঘৰকৈ লাগে। হে ভাবিনি, তাত নানা তৰহৰ বিষাল সাপবিলাকে বাট আগচি পৰি থাকে। তাত বিছা, ডাঁহ, মহ, চেৰেপা, ঘৰল, কোদো, জোক আদি নানা বিধ পোক-পতঙ্গ আছে। এইবিলাকৰ বাহিৰেও তাত শাৰীৰিক কষ্ট যথেষ্ট। এই নিমিত্তেই কৈছোঁ, বনবাসত অশেষ ক্লেশ। বনত থাকিবলৈ হ'লে ক্ৰোধ-লোভক বিসৰ্জন দি তপস্যাত মনোনিবেশ কৰিব লাগিব আৰু ভয়ৰ কাৰণ থাকিলেও নিৰ্ভয়ে দিন নিয়াব লাগিব। তুমি মহৎ বংশত উপজিছা, ৰজাৰ জীয়াৰী, ৰজাৰ বোৱাৰী, তুমি ধৰ্মপৰায়ণা, সুশীলা, তুমি সুখৰ কোলাত ডাঙৰ হৈছা, দুখ কাক বোলে নেজানা, তোমাক বনবাসে নুশুৱায়, বনত খোজেপতি বিপদৰ আশঙ্কা আছে। [মই বনৰপৰা উভতি নহালৈকে মোৰ অপেক্ষাত ঘৰত থাকি ধৰ্মানুষ্ঠানত ৰত থাকিলে মই সুখী হ'ম। এতেকে, তুমি বনবাসৰ বাসনা বিসৰ্জন দিয়া, মোৰ কথা শুনা।"

ৰামৰ কথা শুনি সীতাই চকু টুলটুলীয়া কৰি লাহে লাহে কলে,—"আৰ্য্যপুত্ৰ, বনবাসৰ বিষয়ে তুমি যিবোৰ দোষৰ কথা কলা, তোমাৰ স্নেহাধীনবশতঃ সেইবোৰকে এই মহৎ গুণ বুলিহে ভাবি লৈছোঁ। অৰণ্যত সিংহ, বাঘ, ভালুক, হাতী, গঁড় আদি অনেক হিংস্ৰক জন্তু আছে সচা, কিন্তু সেইবিলাকে তোমাক পূৰ্বে কেতিয়াও দেখা নাই, মোৰ বোধেৰে তোমাক দেখা মাত্ৰকে সিহঁত ভয়ত পলাব। মই জানো যে তোমাৰ ওচৰত থাকিলে দেৱৰাজ ইন্দ্ৰইও আমাক আক্ৰমণ কৰিব নোৱাৰিব। নাথ, তোমাৰপৰাই মই এনে উপদেশ পাইছোঁ যে পতিৰ অবিহনে পতিব্ৰতা তিৰোতাই প্ৰাণ ধাৰণ কৰিব নোৱাৰে। তুমি জানিবা যে তুমি নহলে মই এখিনো জীয়াই নেথাকোঁ। পূৰ্বে মই পিতৃৰ ঘৰত থাকোঁতে দৈৱজ্ঞ

সকলৰ মুখে শুনিছিলোঁ যে মোৰ ভাগ্যত বনবাস আছে। এতিয়া সেই বনবাসৰ সময় উপস্থিত। যেতিয়া মই জীয়াৰী আছিলোঁ, তেতিয়া এজনী সাধু শীলা তাপসীয়ে আহি আইৰ আগত মোৰ বনবাসৰ কথা কৈছিল। সি কি মিছা হ'ব পাৰে? প্ৰভু, তোমাৰ ওচৰত মই বাৰম্বাৰ বনলৈ যাবলৈ প্ৰাৰ্থনা কৰিছোঁ, অৰণ্যত তোমাৰ সেৱা-শুশ্ৰূষা কৰিবলৈ পালে, মই অপাৰ আনন্দ পাম। মই তোমাৰ সুখৰ যেনে ভাগী দুখৰো তেনে ভাগী। এতেকে, নাথ, তুমি এই দুখিনীক তোমাৰ লগত লৈ যোৱা।"

সীতাই বনলৈ যাবলৈ ইমান যে কাকুতি মিনতি কৰিলে তাৰ বাকী নাই। কিন্তু ৰাম কোনো মতেই মান্তি নহ'ল। সীতাৰ সকলো চেষ্টা বিফল হ'ল। চকুৰ পানীৰে সীতাৰ বুকু তিতি গ'ল। সীতাই কান্দি কান্দি কলে,—"প্ৰভু, মই তোমাৰ লগত বনলৈ যাম। তোমাৰ লগত তপস্যা, অৰণ্য বা স্বৰ্গলাভ যি ঘটিব লাগে ঘটোক, একোতে মই সঙ্কুচিত নহওঁ। তোমাৰ পাছে পাছে গ'লে মোৰ কোনো কষ্ট নহব, হাবি-তলীয়া বাট মোৰ মনত কুসুম-শয্যা যেন বোধ হ'ব, কুশ, কাশ, শৰ আৰু ইষিক আদি যিবোৰ কাঁইটীয়া গছ আছে, তোমাৰ লগত গ'লে সেইবোৰ মোৰ মনত তুলা আৰু পহুছালৰ নিচিনা কোমল বোধ হব, ধুমুহা বতাহত যিবোৰ ধুলি-মাটি উৰি আহি মোৰ গাত পৰিব, সেইবোৰক মই অতি উত্তম চন্দন বুলি জ্ঞান কৰিম। হাবিৰ মাজত শ্যামল দুবৰিৰ ওপৰত যেতিয়া শয়ন কৰিম, তেতিয়া খাটত পৰা তুলী আৰু বাঘনেজী ধৰ্ঙাতকৈও অধিক সুখ বোধ কৰিম। ফল-মূল আৰু পাত, অলপেই হওক বা অধিকেই হওক, তুমি নিজ হাতে যি দিবাহি তাকে মই অমৃত যেন সোৱাদ বুলি ভাবি ল'ম। তোমাৰ লগত থাকিবলৈ পিতৃ-মাতৃৰ বা ঘৰৰ কথা ভাবি মই উদ্বিগ্ন নহ'ম। তোমাৰ লগত বসন্তাদি ঋতুৰ ফল-মূল ভোগ কৰি সুখী হ'ম। সকলোকে বিসৰ্জন দি তোমাৰ লগত দূৰৈৰ অৰণ্যত থাকিম বুলি মই তোমাক অকণো আমনি নকৰোঁ, মোৰ নিমিত্তে তোমাক অলপো দুখ-বেজাৰ পাবলৈ নিদিওঁ। তোমাৰ লগত থাকিবলৈ পালেই মোৰ মনত স্বৰ্গসুখ আৰু তোমাক এৰি থাকিবলৈ হলেই মোৰ মনত নৰক ভোগ। এতেকে তুমি মোক তোমাৰ লগত লৈ যোৱা। অধিক কি কম, যদি তুমি মোক তোমাৰ লগত নিনিয়া, তেন্তে মই আজিয়েই বিহ খাই প্ৰাণ ত্যাগ কৰিম। প্ৰভু তুমি মোক এৰি গ'লে মই এক মুহূৰ্তও জীয়াই নেথাকোঁ।"

জানকীয়ে এইদৰে শোক-সন্তাপত কাতৰ হৈ বিলাপ আৰু পৰিতাপ কৰি ৰামক সাবট মাৰি ধৰি হুক্ হুক্ কৰে কান্দিবলৈ ধৰিলে, তেওঁৰ চকু-দুটিৰ পৰা ধাৰাসাৰে চকুৰ লো বৰলৈ ধৰিলে। ৰামে তেওঁক এনেকৈ বিলাপ কৰা দেখি তেওঁৰ চকুৰ পানী মচি দি কলে, — "দেৱি, তোমাক যন্ত্ৰণা দি মই স্বৰ্গও বাঞ্ছা নকৰোঁ। মোৰ ক'তো ভয়ৰ সম্ভাৱনা নাই। তোমাক ৰক্ষা কৰিবলৈ মোৰ সামৰ্থ্য থাকিলেও তোমাৰ আন্তৰিক ইচ্ছা কি জানিব নোৱাৰি ইমান পৰলৈকে তোমাৰ কথাত মান্তি হোৱা নাছিলোঁ। এতিয়া জানিলোঁ যে মোৰ লগত বনলৈ যাবলৈ তোমাৰ একান্ত ইচ্ছা। প্ৰথমতে তোমাক অৰণ্যলৈ নিবলৈ মোৰ ইচ্ছা নাছিল, কিন্তু দেখিলোঁ, তোমাৰ সংকল্প দৃঢ়, তোমাক মই বাধা নিদিওঁ। তোমাক মই মোৰ লগত যাবলৈ অনুমতি দিলোঁ। তোমাৰ সংকল্প অতি উত্তম আৰু আমাৰ বংশৰ অনুৰূপ। তুমি এতিয়া আমাৰ ধন-বস্তু, বসন-ভূষণ আদি সকলো বস্তু ব্ৰাহ্মণ আৰু দৰিদ্ৰবিলাকক দান কৰা, দাস-দাসীসকলকো বটা দিয়া; তাকে কৰি সোনকালে মোৰ লগত বনলৈ যাবলৈ ওলোৱা। আমি আজিয়েই অৰণ্যলৈ যাত্ৰা কৰিম"।

প্ৰেমৰ জয় হ'ল। সীতাৰ আনন্দ চাই কোনে? তেওঁ ততালিকে হৰিষ মনেৰে সকলো ধন-বস্তু

বিলাবলৈ ধৰিলে।

লক্ষ্মণে আগৰ পৰা শুনিলৈকে ৰাম আৰু সীতাৰ কথোপকথন শুনি আছিল। তেওঁ অতি কষ্টেৰে শোক দমন কৰি ৰামৰ চৰণত সেৱা কৰি ক'লে,— "প্ৰভু, যদি বনলৈ যোৱাই আপোনা-সকলৰ ঠিক হ'ল, তেন্তে আপোনাৰ এই সেৱক-কাকো লগত লৈ যাওক, মই ধনু-কাঁড় লৈ আপোনা-সকলৰ পাছে পাছে যাম।" ৰামে তেওঁক বনলৈ নেযাবৰ কাৰণে অনেক বুজালে, অনেক চেষ্টা কৰিলে, কিন্তু একোতে একো নহ'ল, লক্ষ্মণক কোনো মতে ঘৰত ৰাখিব নোৱাৰিলে। শেষত তিনিও জনৰে যোৱা ঠিক হ'ল। তেওঁলোকে তেওঁলোকৰ সকলো ধন-সম্পত্তি বিতৰণ কৰি পিতাকৰ ওচৰত বিদায় লবলৈ গ'ল। বাটত লোকে লোকাৰণ্য।

"ৰাজপথে প্ৰজা যত আছি অন্ত নাই।
চতুৰ্ভিতি বেঢ়িয়া ক্ৰন্দন কৰি যায়॥
নিৰন্তৰে প্ৰজা যত কান্দয় চৌপথে।
কিনো কৰ্ম কৰিলে নৃপতি দশৰথে॥
জানিলোঁ হো ইহাঙ্ক আপদে আসি পাইল।
সিকাৰণ প্ৰিয় পুত্ৰ বনক পঠাইল॥
আমি সব ৰামৰ লগতে চলি যাইবোঁ।
ইহান পাশতে গৈয়া নগৰী বসাইবোঁ॥
নিৰন্তৰে লৈয়া যাইবোঁ পুত্ৰ পৰিবাৰ।
ইটো শূন্য নগৰী কৈকেয়ীৰ হৌক সাৰ॥
ৰাজাৰ কুমাৰী তুলিলন্ত বাপে মাৱে।
প্ৰজাগণে দেখে সীতা বাস্ত ভূমি পাৱে॥
সুকোমলী সীতাদেৱীৰ ভূমিত চৰণ।
কিসক নভৈল বিধি আমাৰ মৰণ॥

ৰামে এই প্ৰকাৰ নানা কথা অনেকৰ মুখৰ পৰা বাটত যাওঁতে শুনিলে, কিন্তু সেইবিলাক কথাত তেওঁৰ মনত অলপো বিকৃতি নঘটিল। তেওঁ কাকো একো নকৈ পিতাকৰ ঘৰৰ ফালে যাবলৈ ধৰিলে।

## পঞ্চম অধ্যায়

দশৰথে ৰাম, লক্ষ্মণ আৰু সীতাক, দেখা মাত্ৰকে হুক্ হুক্ কৰি কান্দিবলৈ ধৰিলে। তেওঁ আসনৰ পৰা পৰা উঠি ৰামক সাবটি ধৰিবৰ মনেৰে এখোজ আগ বাঢ়োঁতেই তেওঁক শোকে খুন্দা মাৰি ধৰিলে তেওঁ মূৰ্চ্ছিত হৈ পৰি গ'ল। ৰাম আৰু লক্ষ্মণে তত-লিকে তেওঁক দাঙ্গি নি আসনত বহুৱাই বিচিবলৈ ধৰিলে। কৌশল্যা প্ৰভৃতি মহাদেৱীসকলে কান্দোনত খলক্ লগালে। সকলোৱেই 'হা ৰাম' বুলি বিলাপ কৰিবলৈ ধৰিলে। ৰাজপুৰী যেন শোক-সাগৰত তল গ'ল। অলপ বেলিৰ পাচত ৰজাৰ চেতন আহিল। তেতিয়া ৰামে তেওঁৰ চৰণ বন্দনা কৰি বনলৈ যাবলৈ বিদায় মাগিলে। ৰজাই চকুৰ পানীৰে প্ৰিয়তম পুত্ৰক বিদায় দিলে। কৈকেয়ীয়ে ৰাম, লক্ষ্মণ আৰু সীতাক বাকলি-বসন আনি পিন্ধিবলৈ দিলেহি। ৰাম আৰু লক্ষ্মণে তেতিয়াই সকলোৰে আগতে বাকলি-বসন পিন্ধি তাপসৰ বেশ ধাৰণ কৰিলে। ৰামৰ বেশ দেখি সীতাৰ চকু পানী ওলাল। সীতাই এখন বাকলি-বস্ত্ৰ ডিঙ্গিত মেৰাই আন এখন হাতত ওলোমাই ললে, পিন্ধিব নেজানি লাজত তল-মূৰ কৰিলে। তেতিয়া ৰামে তেওঁক পিন্ধাই দিব খোজাত বশিষ্ঠাদি গুৰু-জনে নিষেধ কৰি কলে যে সীতাই বাকলি বসন পিন্ধিব নেলাগে। দশৰথে চৈধ্য বছৰৰ জোখাই অনেক বহুমূলীয়া কাপোৰ আৰু অলঙ্কাৰ সীতাক দি আশীৰ্বাদ কৰিলে। শাহুসকলে সীতাক অল-ঙ্কাৰবিলাক পিন্ধাই দিলে। ৰাতিপুৱা ওলাই অহা বেলিৰ দীপ্তিত আকাশমণ্ডল যি দৰে সুশোভিত হয় সেই দৰে জোনাকীৰ অলঙ্কাৰৰ জেউতিৰ লগত তেওঁৰ কমনীয় কান্তিয়ে ৰাজপ্ৰাসাদক জোনাক কৰিলে। এনেতে দেৱী কৌশল্যাই সীতাৰ ডিঙ্গিত ধৰি মুখত চুমা খাই অতি মৰমেৰে ক'লে,— "ছি জনী তিৰোতাই পৰিয়ালৰ সকলোৰে প্ৰিয়পাত্ৰ

* আলোচনী, আহাৰ ১৮৩৮, ৭ম বছৰ, ৯ম সংখ্যা

হৈও আপদৰ দিনত স্বামীক সেৱা-শুশ্ৰূষা কৰিবলৈ বিমুখ হয়, সেই তিৰোতাকে সকলোৱে অসতী বুলি কয়। এনেকুৱা অসতীবিলাকৰ স্বভাৱ এইদৰে যে সিহঁতে স্বামীৰ সম্পদৰ দিনত সুখ ভোগ কৰে, কিন্তু বিপদৰ দিন আহিলে সিহঁত স্বামীৰ অগুণকাৰিণী হয়, তেতিয়া সিহঁতে স্বামীৰ আগত মিছা কথা কয়, অলপ কথাতে তেওঁৰ ওপৰত ৰোহ কৰি, বা ঠেহ পাতি, বা কঠুৱা মাত মাতি, তেওঁক হোৱাই-নোহোৱাই বিৰক্ত কৰে। কোনো কোনোৱে বা দুখৰ দিনত স্বামীক পৰিত্যাগ কৰি মাক-বাপেক বা আন মানুহৰ ঘৰলৈ গুচি যায়, সিহঁতৰ ধৰ্মজ্ঞান নাই, সিহঁতৰ গাত জগৰ হলেও সিহঁতে আসৈ মাতে। কিন্তু যিবিলাক তিৰোতাৰ চৰিত্ৰ নিৰ্মল, যাৰ ধৰ্মজ্ঞান আছে, সদাই সঁচা কথা কোৱা যাৰ অভ্যাস, যি গুৰুজনৰ উপদেশ মতে চলে, আৰু নিজৰ কুলৰ মৰ্যাদা ৰাখি চলিবলৈ যাৰ মনত সদায় আগ্ৰহ সেই সকল পতিব্ৰতা তিৰোতাই পতিকেহে পুণ্য-সাধনৰ পন্থা বুলি জানি সুখে-দুখে বিপদে-সম্পদে সৰ্বতিকাল তেওঁৰ অনুবৰ্তী হৈ থাকে। এতিয়া মোৰ ৰাম বনবাসী হৈছে, এই সময়ত এওঁ দুখীয়া নে চহকী তালৈ মন নকৰি তুমি তোমাৰ স্বামীক দেৱতুল্য ভাবি আদৰ কৰিবাঁ।"

জানকীয়ে কৌশল্যাৰ মুখে এনে ধৰ্মকথা শুনি তেওঁৰ আগত হাত যোৰ কৰি কলে,—"আই, আপুনি মোক যি আদেশ কৰিলে, মই অৱশ্যে তাক পালন কৰিম। স্বামীৰ প্ৰতি তিৰোতাৰ যি কৰ্তব্য তাক মই জানোঁ আৰু শুনিছোঁ। আপুনি মোক অসতী-বিলাকৰ নিচিনা নেভাবিব। চন্দ্ৰৰ ৰশ্মি যেনেকৈ চন্দ্ৰৰপৰা বেলেগ হব নোৱাৰে, মইও তেনেকৈ ধৰ্মৰপৰা বেলেগ নহওঁ। যেনেকৈ তন্ত্ৰী নো-হোৱা বীণ আৰু চকৰি নোহোৱা ৰথ থাকিব নোৱাৰে, তেনেকৈ শতপুত্ৰৰ জননী হলেও এক স্বামী অবিহনে তিৰোতাৰ সুখ নাই। পিতৃ-মাতৃ আৰু পুত্ৰই পৰিমিত বস্তুহে দিব পাৰে, কিন্তু স্বামীৰ বাহিৰে অপৰিমিত বস্তু দিওঁতা এই জগতত কোনো নাই। এতেকে তেনে স্বামীক নো মই কিয় আদৰ নকৰিম? আই, স্বামীয়েই মোৰ প্ৰধান ধৰ্ম, মই চিৰকাল তেওঁৰ আদেশ প্ৰতিপালন কৰি থাকিম, কেতিয়াও তেওঁক অসন্মান নকৰোঁ। মই জানো যে পতিহে মোৰ পৰম দেৱতা।"

"কোকিল শোভন হোৱে সুমধুৰ ৰাৱে।
নাৰীগণ শোভে পতিব্ৰতা ধৰ্মভাৱে॥
পুৰুষ শোভন হোৱে সদা বিদ্যাভাৱে।
তাপস শোভন হোৱে ক্ষমা অলঙ্কাৰে॥
শুনিয়োঁ গোসাঁনী বোলোঁ সীতা পৰবাসু।
জন্মে জন্মে ৰাম স্বামী তুমি হৈবা শাশু॥
কৌশল্যা শুনিলা হেন বচন কুশল।
হৰিষ বিষাদে পৰে নয়নৰ জল॥
ৰামৰ গলত ধৰি বুলিলা বিশেষ।
সীতাক ৰাখিবা যত্নে দিলা উপদেশ॥
সুকুমাৰ বাপ মোৰ লক্ষ্মণ কুমাৰ।
তাহাঙ্কো দেখিবা যেন নিজ কলেৱৰ॥
ৰাঘৱে বোলন্ত মাৱ তেজিয়োক চিন্তা।
লক্ষ্মণ ডাহিন বাহু ছায়া মোৰ সীতা।

* * *

কৌশল্যা মুঠিক ধৰি হানিলন্ত হিয়ে।
চাপিয়া ধৰিলা গৈয়া লক্ষ্মণৰ গ্ৰীৱে॥
শুন শুন বাপু মোৰ লক্ষ্মণ কোঁৱৰ।
সীতাক ৰাখিবা ভালে বনৰ ভিতৰ॥
লক্ষ্মণে বুলিলা বাণী যোৰ হাত কৰি।
চিন্তা তেজিয়োক মাৱ শোক পৰিহৰি॥
সীতাৰ নিমিত্তে মাৱ নকৰিবা ভয়।
ধনু ধৰি ৰাখিবোহোঁ লক্ষ্মণ দুৰ্জয়॥

* * *

শ্ৰীৰামে বোলন্ত মাৱ তেজিয়োক তাপ।
আশ্বাসিয়োঁ ভালে মোৰ দশৰথ বাপ॥
ভক্তিভাৱে তুমিও শঙ্কৰ সেৱাহৰি।
সত্বৰে আসিবোঁ মই বনবাস তৰি॥"

ৰামে জননী কৌশল্যাক প্ৰবোধ দি আন মাতৃসকলক হাত যোৰ কৰি নম্ৰভাৱে কলে,—"হে মোৰ মাতৃসকল, আপোনাসকলৰ লগত ইমান দিন একেলগে থকাত ভুলত বা অজ্ঞানতাৰ নিমিত্তে যদি মই কেতিয়াবা আপোনাসকলক কোনো কথাত বেজাৰ দিছোঁ, তেন্তে আপোনাসকলে যেন মোৰ দোষ মৰ্ষণ কৰে, এই প্ৰাৰ্থনা ।"

"সুবিনয় স্বৰূপ ৰামৰ শুনি বোল ।
স্ত্ৰীসব মাজে ভৈল ক্ৰন্দনৰ ৰোল ॥
ক্ৰৌঞ্চ সমূহে যেন নাদয় আকাশে ।
ক্ৰন্দনৰ উৰ্মি দশৰথৰ আবাসে ॥
ৰাম সীতা লক্ষ্মণে ৰাজাক নমিলন্ত ।
পুনু পুনু পাৱে ধৰি ধূলিক লৈলন্ত ॥
বন্দিলন্ত পাছত কৌশল্যা দেৱী মায় ।
অনন্তৰে নমিলন্ত সুমিত্ৰাৰ পায় ॥
চৰণ বন্দিলা লখাই বিনয় স্বভাৱে ।
বসাইলন্ত কোলাত সুমিত্ৰা নিজ মাৱে ॥
সাফল জনম মোৰ কল্যাণ সাধিলোঁ ।
কত জন্ম পুণ্যে মই হেন পুত্ৰ পাইলোঁ ॥
উদ্ধাৰিলি বংশক সাম্ফল উতপতি ।
জেষ্ঠ ভাইত ভৈল তোৰ ইমত ভকতি ॥
সীতা তোৰ মই সম ৰাম দশৰথ ।
অবিৰোধে চল বাপ কল্যাণৰ পথ ।"

তাৰ পাছত ৰাম, লক্ষ্মণ আৰু সীতাই ৰাজ পুৰীৰ সকলোৰে ওচৰত একে একে বিদায় লৈ ৰথত উঠিল । সুমন্ত্ৰই সাৱধি হৈ ৰথ চলাই দিলে । বায়ু বেগী ঘোঁৰাৰ গাত চাবুকৰ কোব পৰা মাত্ৰকে ঘৰ্ঘৰ শব্দৰে ৰথ যাবলৈ ধৰিলে । অযোধ্যাৰ প্ৰজা-সকলে অতি ব্যাকুলভাৱে ৰথৰ পাছে পাছে হাহা-কাৰ কৰি লৰ ধৰিলে । ৰামে এবাৰ পাছলৈ চাই দেখিলে যে নগৰৰ অসংখ্য লোক শোকাকুল হৈ তেওঁৰ পাছে পাছে আহিব লাগিছে । তেওঁ সেই লোকবিলাকক মৰমিয়াল কথাৰে উলটি যাবলৈ বাৰম্বাৰ অনুৰোধ কৰিলে । কিন্তু কোনেও তেওঁৰ কথালৈ কাণ নকৰা দেখি তেওঁ সুমন্ত্ৰক অতি বেগেৰে ৰথ চলাবলৈ ক'লে । তেতিয়া প্ৰজাসকলৰো খোজৰ বেগ আৰু আৰ্ত্তনাদ বেছি হল । কেইজন মান তপোনিষ্ঠ বুঢ়া বামুণে ৰথকৈ লৰিব নোৱাৰি করুণভাৱে বিলাপ কৰি যাবলৈ ধৰিলে । তেওঁ-লোকৰ বিননি শুনি ৰাম ৰথৰপৰা নামিল । তেওঁ সেই বামুণ কেইজনক সাক্ষাৎ কৰিবৰ মনেৰে সীতা আৰু লক্ষ্মণেৰে সৈতে লাহে লাহে খোজ কাঢ়ি যাবলৈ ধৰিলে । তমসা নদীৰ পাৰ পাওঁতে বেলি মাৰ গল । সুমন্ত্ৰই তাতে ৰথ ৰাখি ৰথৰ ঘোঁৰা-বিলাকক ঘাঁহ খাবলৈ দিলে । ৰামে নৈৰ পাৰৰ বননিত বহি সীতাৰ ফালে চাই লক্ষ্মণক কলে,—"ভাই, আজি আমাৰ বনবাসৰ প্ৰথম ৰাতি উপস্থিত, অযোধ্যাপুৰীলৈ মনত পৰি উৎকণ্ঠিত নহবা । বাপ, চোৰাঁচোন, গধূলি গোহালিত চৰাইবিলাকে নিজৰ নিজৰ বাহত গৈ আৰাও কৰিছে, বোধ হৈছে যেন আমাৰ অৱস্থা দেখি বনৰ চৰায়েও কান্দোন ধৰিছে । আজি পিতাৰ ৰাজধানী অযোধ্যাৰ নৰ-নাৰী সকলো প্ৰজা আমাৰ নিমিত্তে শোকত ব্যাকুল । পিতা, তুমি, মই, ভৰত আৰু শত্ৰুঘ্ন, আমাৰ এই কেইজনৰ ব্যৱহাৰত সকলো প্ৰজা আমাৰ বশত আছিল । মই পিতাদেৱ আৰু মাতৃদেৱীৰ কাৰণেহে বৰকৈ ভাবিছোঁ । মোৰ বোধ হয়, তেওঁলোকে দিনে-ৰাতিয়ে কান্দোতে কান্দোতে শেষত চকুৰে নেদেখা হবগৈ । ভাই, আজি নিশা আমি এই নৈৰ পাৰতে জুৰাম । যদিও ইয়াৰ হাবিত বনৰীয়া ফল-মূল অনেক আছে, তথাপি আজি কেৱল পানী খাই শুই থাকিম ।" লক্ষ্মণ আৰু সুমন্ত্ৰই গছৰ পাতেৰে এখন শয্যা ৰচনা কৰি দিলে । ৰামে সন্ধ্যা-বন্দনাদি কৰি সীতাৰ লগত সেই শয্যাত শুলে । অযোধ্যাৰপৰা ৰথৰ পাছে পাছে অহা প্ৰজাবিলাকেও ক্ৰমে ক্ৰমে আহি সেই ৰাতি নৈৰ পাৰত যেয়ে য'তে সুবিধা পালে তাতে ভাগৰত বাগৰ দিলে । সকলোৰে টোপনি আহিল । কেৱল লক্ষ্মণ আৰু সুমন্ত্ৰই বহি

বহি ৰামৰ গুণৰ কথা কৈ কৈ ৰাতিটো পুৱাই দিলে। অতি পুৱাতে, বনৰীয়া কুকুৰাই প্ৰথম ডাক দিওঁতেই, ৰামে শোৱাৰ পৰা উঠি লক্ষ্মণক কলে,—"ভাই লক্ষ্মণ, এই প্ৰজাবিলাকে গৃহধৰ্মও জলাঞ্জলি দি মোৰ নিমিত্তেই ইমান বাট লৰি-ঢাপলি আহি এতিয়া গছৰ তলে তলে ওৰঘোৰ টোপনিত পৰি আছে। আমাক ঘৰলৈ ওভতাই নিয়াই সিহঁতৰ ঘাই ইচ্ছা। এতিয়া ইহঁতে সাৰ নৌ পাওঁতেই আমি ৰথত উঠি বেগাবেগিকৈ ইয়াৰপৰা প্ৰস্থান কৰা উচিত। আমাৰ নিমিত্তে অনাহকত প্ৰজাবিলাকে কিয় কষ্ট পাব লাগিছে ?" ৰামৰ কথামতে তত্তালিকে ৰথ সজোৱা হ'ল। ৰাম, লক্ষ্মণ আৰু সীতা ৰথত উঠিল। সুমন্ত্ৰই বেগাই ৰথ চলাই দিলে। যেতিয়া ভালকৈ ৰাতি পুৱাল, তেতিয়া তেওঁলোক কোশল দেশৰ শেষ সীমাত গৈ উপস্থিত হ'ল, তাৰ পাছত বেদশ্ৰুতি নদী পাৰ হৈ দক্ষিণ-মুৱা হৈ ক্ৰমাৎ যাবলৈ ধৰিলে। কিছুদূৰ গৈ গোমতী আৰু স্যন্দিকা নদী পাৰ হ'ল, পাছে গধূলি বেলিকা তেওঁলোকে শৃঙ্গবেৰ পুৰ পালেগৈ, তাত গঙ্গা নদীৰ পাৰত এজোপা মনোহৰ ইঙ্গুদি গছ দেখা পাই সেই গছৰ তলতে ৰাতি থাকিবলৈ মন কৰিলে। সুমন্ত্ৰই সেই গছৰ ওচৰত ৰথ ৰাখিলে। তেওঁলোক তিনিওজনে ৰথৰপৰা নামি গঙ্গাৰ শোভা চালে। শৃঙ্গবেৰ পুৰত গুহ নামে এজন ৰজাই ৰাজত্ব কৰিছিল। তেওঁ জাতত চাণ্ডাল হলেও ৰামৰ প্ৰিয় সখি।

"শৃঙ্গবেৰ পুৰে বীৰ ইন্দ্ৰ সমসৰ।
গুহ নামে ৰাজা বৰ সুহৃদ ৰামৰ ॥
চাণ্ডালৰ ৰাজা তেহোঁ বাৰ্ত্তা পাছে পাইল।
মুখ্য মুখ্য পাত্ৰ লৈয়া ৰাম পাশে আইল।
দূৰন্তে ৰামক দেখি নমাইলেক মাথ
সাষ্টাঙ্গে প্ৰণামি মুৰিলেক যোৰ হাত ॥
কৰ্পূৰ তাম্বুল যত বিবিধ ভক্ষণ।
ৰামৰ আগত কৰিলেক উপসন ॥
আইস আইস গুহ বুলি ৰামে দিলা ৰাৱ।
সন্নিত চাপিলা গৈয়া বিনয় স্বভাৱ ॥
দুই বাহু মেলি ৰামে সাবটি ধৰিলা।
গ্ৰীৱত ধৰিয়া মাথে চুম্বন কৰিলা ॥
কিনো শুভদিন আজি দেখিলোহোঁ তোক।
এৰাইলোঁহো ক্ষণতেক হৃদয়ৰ শোক ॥
কুশল বাৰ্ত্তাক পুছি দিলন্ত সিদ্ধান্ত।
আদি অন্তে কহিলন্ত আপোন বৃত্তান্ত ॥
পৰিগ্ৰহ তেজিলোঁহো তাপসৰ ভাৱ।
অন্ন পান দ্ৰব্য যত ঠাৰক পঠাৱ ॥
ৰাকলি বসন ফলমূলে মোৰ আশ।
পালোঁ তোৰ আদৰ ঘোঁৰাক দিয়ো ঘাস ॥
সন্ধ্যা কৰিলন্ত ৰাম লখাই মগাবাৰে।
তৃণ শয্যা নিৰ্ম্মিলা লক্ষ্মণে গঙ্গা তীৰে ॥
তৃণৰ শয্যাত ৰামে মেলাইলন্ত গাৱ।
সীতাও চাপিলা গৈয়া সলজ্জিত ভাৱ ॥
সুমন্ত্ৰ লক্ষ্মণ গঙ্গাৰ কূলত।
তিনিজনে বিষাদিত বৃক্ষৰ মূলত ॥

* * *

তিনিকো পীড়িলে শোক জ্বলিয়া প্ৰচণ্ড।
কান্দন্তে পুহাইল ৰাত্ৰি উদিত মাৰ্ত্তণ্ড ॥
ৰাঘৱে বোলন্ত লখাই ঝাণ্টে চালগাৱ।
নিশা পৰভাত বুলি তেজিলেক ৰাৱ ॥
ময়ূৰৰ নাদে শুন পুৰিলেক বন।
ধনু কাণ্ড লৈয়ো ভাই কৰিয়ো গমন ॥
ৰামৰ বচন শুনি বিনীত লক্ষ্মণে।
ধনু তূণ খড়্গ আদি লৈলা তেতিক্ষণে ॥"

ৰামৰ অভিপ্ৰায়মতে গুহই এখন নাওঁ যোগাৰ কৰি দিলে। ৰাম, লক্ষ্মণ আৰু সীতা নাৱত উঠি বলৈ গল। এনেতে সুমন্ত্ৰই হাত যোৰ কৰি কলে,— "মই এতিয়া কি কৰিম্, আদেশ কৰক।" ৰামে সুমন্ত্ৰক ৰথ লৈ অযোধ্যালৈ উভতি যাবলৈ আদেশ দি কলে,—"তুমি পিতাক আৰু আইসকলক আমাৰ প্ৰণাম জনাবা - তেওঁলোকক আমাৰ কুশল বাৰ্ত্তাকি

দিবা, আমি অৰণ্যত সোৱাদ বনফল খাই খাই সুখেৰে আছোঁ বুলি কবা, আমাৰ নিমিত্তে যেন তেওঁলোকে চিন্তা বেজাৰ নকৰে। পিতা মহাৰাজক ক'বা যেন শীঘ্ৰে ভৰতক আনি ৰাজপদত স্থাপিত কৰে।" ৰামৰ আদেশ শুনি সুমন্ত্ৰই কান্দিবলৈ ধৰিলে। ৰামে তেওঁক অনেক ৰকমে বুজনি দি কলে,— আমাৰ ৰথযাত্ৰাৰ ইমানতে শেষ হ'ল,। ইয়াৰ পৰা আমি খোজ কাঢ়ি গৈ অগাধ অৰণ্যত সোমাম।" তাৰ পাচত ৰাম আৰু লক্ষ্মণে বৰ গছৰ আঠাৰে মূৰত জটা সাজি ঋষিৰ নিচিনা শোভা পালে। লক্ষ্মণে ৰামৰ আদেশ মতে সীতাক আগেয়ে নাৱত তুলি দি পিছে নিজে উঠিল। ৰামে গুহক সম্ভাষণ কৰি নাৱত উঠিল। নাৱৰীয়াইঁতে নাও মেলি দিলে।

"মাজ গঙ্গা পাইল গৈয়া লৈয়া নাওবাহী।
হাত যোৰে বোলন্ত গঙ্গাক সীতা চাহি॥
শুনিয়ো গোসাঁনী তুমি দেৱ নদী গঙ্গে।
আমি যিটো বোলোঁ তাক শুনিয়োক সঙ্গে॥
প্ৰণামোহোঁ গঙ্গা দেৱী হেৰ মোৰ হাত।
দশৰথ সুত ৰাম মোৰ প্ৰাণনাথ॥
ৰক্ষা কৰা মাৱ তাঙ্ক দুৰ্গতি তৰন্ত।
বনবাস খাটি আহি ৰাজ্যক কৰন্ত॥
লক্ষ্মণকো পালিবাহা আমাৰ দেৱৰ।
মোক ৰক্ষা কৰা সবে তৰোঁহো দুস্তৰ॥
অযোধ্যাক আসিলে কৰিবোঁ বহু মান।
তোমাৰ উদ্দেশ্যে দিবোঁ সহস্ৰ গোদান॥
সীতা স্তুতি কৰন্তে গঙ্গাৰ ভৈলা পাৰ।
প্ৰণামিয়া গঙ্গাক বনত পয়সাৰ॥
সীতা আগে চলে লখাই ধনুশৰ ধৰি।
পাচত চলন্ত ৰাম দুইকো ৰক্ষা কৰি॥"

ৰাম, লক্ষ্মণ আৰু সীতাই গঙ্গা পাৰ হৈ গলতো সুমন্ত্ৰই সিপাৰৰপৰা একেথিৰে তেওঁলোকৰ ফালে চাই আছিল, যেতিয়া তেওঁলোক দৃষ্টিৰ আঁৰ হল, তেতিয়া সুমন্ত্ৰই নিৰুপায় হৈ বেজাৰ মনেৰে চকুলো টুকি টুকি শূন্য ৰথ লৈ অযোধ্যালৈ উলটি গ'ল। ইফালে তেওঁলোকে অৰণ্যৰ মাজেদি গৈ গৈ সন্ধ্যা সময়ত এজোপা বট গছ পাই তাৰ তলতে ৰাতি থাকিল। ৰাতিপুৱা বেলি ওলোৱাত তেওঁলোকে যি ঠাইত গঙ্গা আৰু যমুনাৰ সংযোগ হৈছে সেই ঠাই লক্ষ্য কৰি হাবিয়ে হাবিয়ে যাবলৈ ধৰিলে। বাটত ৰামে সীতাক অনেক মনোহৰ ঠাই, পৰ্বত, নৈ, জুৰি আৰু বিবিধ ফুলৰ গছ দেখুৱাই ভাগৰ গুচাই লৈ গ'ল। সন্ধ্যা সময়ত তেওঁলোকে প্ৰয়াগৰ সমীপত ভৰদ্বাজ মুনিৰ আশ্ৰমত উপস্থিত হৈ তেওঁৰ চৰণ বন্দনা কৰিলে আৰু নিজৰ চিনাকি দিলে। মহৰ্ষি ভৰদ্বাজে তেওঁলোকক আশীৰ্বাদ কৰি খাবলৈ ফলমূল আৰু পানী দিলে, আৰু সমাদৰ কৰি আশ্ৰমত থাকিবলৈ ঠাই দিলে। তাৰ পাচত তেওঁ ৰামক কলে,—"গঙ্গা আৰু যমুনাৰ সন্ধিস্থলত মোৰ এই আশ্ৰম, এই ঠাই অতি নিৰ্জন, পবিত্ৰ আৰু ৰমণীয় তুমি তোমাৰ নিৰ্বাসনৰ চৈধ্য বছৰ ইয়াতে থাকি পৰম সুখে কটাব পাৰা।" ৰামে কলে,—"হে ভগৱন্ত, আপোনাৰ এই পবিত্ৰ আশ্ৰম আমাৰ ৰাজ্যৰ ওচৰত হোৱা বাবে আমাৰ মানুহবিলাকে আমি থকা গম পালে আমাক চাবলৈ ঘনাই আহিব পাৰে, এই নিমিত্তে ইয়াত থাকিবলৈ মোৰ মন নাই। য'ত থাকিলে জানকীয়ে মনৰ সুখেৰে দিন নিয়াব পাৰিব, আপুনি এনে কোনো ভাল নিৰ্জন আশ্ৰম দেখুৱাই দিয়ক।" ভৰদ্বাজে কলে যে তেওঁৰ আশ্ৰমৰ পৰা দহ ক্ৰোশ আঁতৰত চিত্ৰকূট নামেৰে এটা অতি সুন্দৰ আৰু নিৰ্জন পৰ্বত আছে, তাত তেওঁলোকে থাকিবলৈ ভাল পাব।

ৰাম, লক্ষ্মণ আৰু সীতা সেই নিশা মহৰ্ষি ভৰদ্বাজৰ আশ্ৰমত থাকিল। ৰাতিপুৱা তেওঁলোকে মহৰ্ষিক সেৱা কৰি তেওঁৰ উপদেশ মতে চিত্ৰকূট পৰ্বতৰ ফালে যাত্ৰা কৰিলে। যমুনা নদীৰ পাৰ পাই লক্ষ্মণে কাঠৰ এখন ভুৰ সাজিলে আৰু তাৰ ওপৰতে সীতা বহিবলৈ এখন আসনো তৈয়াৰ কৰিলে।

তেতিয়া ৰামে সীতাক সেই ভূৰত তুলি আসনত বহুৱালে। তাৰ পাচত ৰাম আৰু লক্ষ্মণ দুয়ো ভূৰত উঠি ভূৰখন মেলি দিলে। নৈৰ মাজু পালত সীতাই কৃতাঞ্জলি হৈ কলে,—"দেৱী যমুনা, স্বস্তি, আমি তোমাক পাৰ হৈছোঁ, তোমাৰ কৃপাত মোৰ স্বামীৰ ব্ৰত যেন সুকলমে সমাপ্ত হয়, ৰাম অযোধ্যালৈ প্ৰত্যাগমন কৰিলে, মই তোমাৰ নামে সহস্ৰ গোদান কৰিম আৰু তোমাক পূজা দিম। দেৱী. তোমাক প্ৰণাম কৰিছোঁ।" জানকীয়ে এই দৰে প্ৰাৰ্থনা কৰি থাকোতে ভূৰখন আহি যমুনাৰ দক্ষিণ পাৰত লাগিল। তেওঁলোকে ভূৰৰপৰা নামি পাৰত উঠিল। পাৰে পাৰে অলপ দূৰ গৈ তেওঁলোকে শীতল সেউজীয়া পাতেৰে শোভিত শ্যাম নামে এজোপা প্ৰকাণ্ড বট গছ দেখা পালে। জানকীয়ে সেই গছৰ গুৰিলৈ গৈ অভিবাদন কৰি কলে,— "হে বৰ গছ, তোমাক নমস্কাৰ কৰিছোঁ। তোমাৰ প্ৰসাদত মোৰ স্বামীৰ ব্ৰত যেন উদ্‌যাপন হয়। আমি যেন আকৌ উভতি আহি আৰ্য্যা কৌশল্যা আৰু সুমিত্ৰাক দৰ্শন কৰিবলৈ পাওঁ"। এই কথা কৈ সীতাই কৃতাঞ্জলিভাৱে সেই শ্যাম গছক প্ৰদক্ষিণ কৰিলে। পূণ্য সলিলা গঙ্গা-যমুনা আৰু বট গছৰ ওচৰত সীতাৰ এনে সৰল প্ৰাৰ্থনা তেওঁৰ সৰল হৃদয়ৰ কি সুন্দৰ চিনাকি। সীতাৰ প্ৰাৰ্থনা শুনি ৰামে লক্ষ্মণক কলে, — "ভাই, তুমি সীতাৰ আগে আগে সোমা, মই তোমালোকৰ পাছে পাছে ধনু-শৰ ধৰি যাওঁ। ভাই, সীতাৰ মনত যি যি বস্তুৱে আনন্দ দিব, এওঁ যি যি ফল আৰু ফুল লবলৈ ইচ্ছা কৰিব, তুমি ততালিকে তেওঁক সেই ফল-ফুল আনি দিবা।" সীতাই যাওঁতে যাওঁতে কোনো অভূতপূৰ্ব গছ, বন আৰু ফুলেৰে ৰমক্-জমক্ লতা-কুঞ্জ দেখা পালেই ৰামক তাৰ কথা সোধে। লক্ষ্মণে ৰামৰ ইঙ্গিত মতে ফুলৰ থোপা পিন্ধি ওলমি থকা বহু বিধ ৰমণীয় গছৰ ডাল ভাঙ্গি আনি সীতাক দি যাবলৈ ধৰিলে। এইদৰে তেওঁলোকে দিনৰ দিনটো বনে বনে ফুৰি সন্ধ্যা লগাত যমুনাৰ পাৰৰ এডোখৰ মনোহৰ ঠাইত ভোজন আৰু বিশ্ৰাম কৰিলে।

পাছ দিনা ৰাতিপুৱা তেওঁলোকে যমুনাৰ পবিত্ৰ পানীত যথাবিধি স্নানাদি কৰি চিত্ৰকূট পৰ্বতলৈ যাত্ৰা কৰিলে। চিত্ৰকূট পৰ্বত দেখিবলৈ অতি সুন্দৰ, তাঁৰ প্ৰাকৃতিক সৌন্দৰ্য অতি মনোৰম। তাত যথেষ্ট ফল-মূল আৰু ভাল পানী পোৱা যায়। ৰামে বসন্ত কালত অৰণ্য যাত্ৰা কৰিছিল। তেতিয়া গছলতাবিলাক নতুন পাত আৰু ফুলেৰে ৰমক্-জমক্। হাবিৰ মাজত মদাৰ গছৰ ফুলবোৰ জুই আঙ্গনিৰ দৰে জিলিকি আছিল। আম, জামু, বেল আদি গছবিলাকত ডাল ভৰি ভৰি ফুল আৰু কলি লাগিছিল। দোণ হেন ডাঙৰ মৌ বাহ বিলাক গছৰ ডালত ওলমি আছিল। কোনো ঠাইত কুলিৰ কু-উ মাত, কতোবা ম'ৰাৰ কেঁকা মাত, কতোবা সখীয়তীৰ 'সখিও' মাত, কতোবা কেতেকী চৰাইৰ মাত। বতাহৰ ছাটিত গোটেইখন অৰণ্য ফুলৰ সুগন্ধত মলমলাই গৈছিল। গছলতাবিলাকে ফুলৰ মালা পিন্ধি, পক্ষীবিলাকে শুৱলা গীত গাই, সমীৰণে সুগন্ধ বিলাই, জিলিয়ে পেঁপা বজাই, বসন্তৰ পূজা কৰিছিল। সীতাই ৰামৰ বাহুত ধৰি প্ৰকৃতিৰ বিচিত্ৰ শোভা চাই চাই আনন্দ মনেৰে যাবলৈ ধৰিলে। চিত্ৰকূট পৰ্বত দেখা পাই ৰামে ক'লে,—

"চিত্ৰকূট পৰ্বতক দেখিয়োক সীতা।  
পকা আমে গৌৰবৰ্ণ কৰিল চৌভিতা ॥  
ওপৰত মেঘ যেন দেখিতে শোভন।  
বাটিল নিকলি যেন পৃথিবীৰ স্তন ॥  
শিখৰ ওপৰে মন্দাকিনী শুক্ল জল।  
স্তনক ঢাকিয়া যেন বস্ত্ৰৰ আঞ্চল ॥  
সুৰভি শীতল বায়ু বহে বৃক্ষতলে।  
উপভোগ কৰিয়ো অমৃত সম ফলে।

*　*　*　*

পাৰিজাত মন্দাৰ চম্পক শাল তাল।
আম্ৰ জাম নাৰিকল তাম্বুল কঠাল ॥
তুমি সমে চিত্ৰকূটে হৈবোঁ আমি থিত।
গৌৰী মহাদেৱে যেন কৈলাশ শিখিত ॥
মৃগসব মাৰিয়া ভুঞ্জিবোঁ নিতে নিত।
অযোধ্যাৰ জন এবে ভৈলা অবিদিত ॥
এহি মতে নানা বন পৰ্বত এৰাইলা।
কথামতে জানকীৰ পথ পাসৰাইলা ॥
শিথিল গমনে ৰাম জানকী লক্ষ্মণে।
পৰ্বত নিকট গৈয়া পাইলা কতোক্ষণে ॥
দুয়ো ভাই তেতিক্ষণে পৰ্বত মূলত।
আশ্ৰয় নিৰ্মিলা মন্দাকিনীৰ কূলত ॥
বাসা দুই সাজিলা লক্ষ্মণ ৰঘুনাথে।
মাটি জল লৈয়া সীতা লিপিলন্ত হাতে ॥
ৰাঘৱে বোলন্ত যজ্ঞ কৰিবোঁ এখন।
কৃষ্ণসাৰ মৃগ মাৰি আনিয়ো লক্ষ্মণ ॥
জ্যেষ্ঠ ভাইৰ আদেশক শিৰে তুলি লৈয়া।
তেতিক্ষণে মৃগ মাৰি আনিলন্ত গৈয়া ॥
সীতায়ে ৰান্ধিলা ৰামে হুনি বহ্নি মুখে।
যজ্ঞ সমাপিয়া তিনি ভুঞ্জিলন্ত সুখে ॥"

পৰম ৰমণীয় চিত্ৰকূট পৰ্বতৰ ভৰি ধুৱাই এখন পৰ্বতীয়া নৈ কুল্-কুল্ সুৰে বৈ গৈছে। সেই নৈৰ দুয়ো পাৰে অনেক মৃগ আৰু পক্ষীবিলাক চৰি ফুৰে। ৰাম আৰু লক্ষ্মণে সেই নৈৰ দাঁতিত দুটা পঁজাঘৰ সাজি বাস কৰিবলৈ ধৰিলে। তেওঁলোকৰ পঁজাৰ কাষৰ নৈৰ ঘাটত শিলনি আছিল। সেই শিলনিত বহি গা ধুবলৈ আৰু তাত জুব লবলৈ সুবিধা হ'ল। ন ঘৰ লৈ ৰামে সীতাক কলে,— "জানকী, আজিৰপৰা আমি যিমান দিন ইয়াত থাকিম সিমান দিন তুমি এই অৰণ্যকে আমাৰ অযোধ্যাপুৰী, এই নৈ খনকে আমাৰ সৰযূ, এই পঁজাবোৰকে ৰাজ-প্ৰাসাদ বুলি ভাবিবা।"

সুমন্ত্ৰই শুদা ৰথ লৈ অযোধ্যালৈ উভতি আহি দেখিলে —

"নগৰত প্ৰজাগণ শোকত মলিন।
দিবসৰ তৰা যেন দীপিতি বিহীন ॥
শূণ্য যেন দেখে প্ৰজা নিশৱদ ভৈল।
কমল সঙ্কোচ যেন সূৰ্য অস্ত গৈল ॥
কুমুদ মলিন যেন দিব্য সৰোবৰে।
হৰিষ নকৰে প্ৰজা আযোধ্যা নগৰে ॥
শূন্য ৰথ দেখি সব কান্দিবাক লৈলা।
হা ৰাম লখাই সীতা এৰি কৈক গৈলা ॥"

ৰাম, লক্ষ্মণ আৰু সীতা বনলৈ যোৱাৰ ছয় দিনৰ দিনা ৰাতি মাজনিশা মহাৰাজ দশৰথে ৰামৰ নিমিত্তে বিলাপ কৰি কৰি প্ৰাণ এৰিলে। শোকৰ ওপৰত দাৰুণ শোক উপস্থিত হ'ল। ৰাম, লক্ষ্মণ বনত আছে, ভৰত, শত্ৰুঘ্ন গৈ মোমায়েকৰ ঘৰত আছে, তেওঁলোকে ৰজাৰ মৃত্যুৰ বাতৰি পোৱা নাই। কুলগুৰু বশিষ্ঠই ততালিকে মন্ত্ৰী, সেনাপতি আৰু ৰাজসভাৰ পণ্ডিতসকলৰ লগত পৰামৰ্শ কৰি ভৰতক শীঘ্ৰে আনিবৰ নিমিত্তে পাঁচজন কটকীক অতি বেগী ঘোঁৰাত কৈকেয় ৰাজ্যলৈ পঠালে।

"সবে বিমৰিষি পাছে কৰিলন্ত থিৰ।
তৈলদ্ৰোণী কৰি থৈল ৰাজাৰ শৰীৰ ॥"

কেইদিনমানৰ পাছত ভৰত আৰু শত্ৰুঘ্ন আহি অযোধ্যাত উপস্থিত হ'ল। পিতাকৰ মৃত্যু আৰু ৰাম, লক্ষ্মণ আৰু সীতাৰ বনবাসৰ কথা শুনি তেওঁলোকে শোকত কাতৰ হৈ অনেক বিলাপ কৰিলে। পাছে বশিষ্ঠদেৱৰ উপদেশমতে তেওঁলোকে পিতাকৰ শৰটো তেলৰ পৰা উঠাই চতুৰ্দোলত তুলি সৰযূ নৈৰ পাৰ'লৈ গ'ল। আৰু তাতে বিধিমতে সংকাৰ কৰিলে দহদিন যোৱাত এঘাৰ দিনৰ দিনা ভৰতে বাপেকৰ শ্ৰাদ্ধ কৰি অঁতাই ৰামক ৰাজ্যলৈ ওলটাই আনিবৰ মনেৰে ৰাজ্যৰ প্ৰধান প্ৰধান লোকসকলক আৰু মাতৃ কেইগৰাকীক লগত লৈ ৰামক বিচাৰি গ'ল। চিত্ৰকূট পৰ্বতত ৰামৰ লগত দেখা হ'ল। ৰামে ভৰতৰ মুখে পিতাক স্বৰ্গী হোৱা শুনি সীতা আৰু লক্ষ্মণেৰে সৈতে অশেষ বিলাপ কৰিলে। পাছে

শোক কিছু পাতলিলত ভৰতে তেওঁক অযোধ্যালৈ উভতি গৈ ৰাজপাট লবৰ কাৰণে অনেক কাকুতি-মিনতি কৰিলে। বশিষ্ঠাদি ব্ৰাহ্মণসকলে মন্ত্ৰী, সভাসদ আৰু মাতৃসকলে ৰামক ৰাজ্যলৈ যাবলৈ অনেক প্ৰকাৰে বুজালে আৰু বহুত অনুনয় কৰিলে। কিন্তু সত্যব্ৰত ৰামে কাৰো কথা নুশুনিলে। তেওঁ পিতৃ-সত্য পালন নকৰালৈকে অযোধ্যালৈ নাযায় বুলি খাতাং'ক কৈ দিলে আৰু তেওঁৰ অবৰ্ত্তমানত ভৰতকে ৰাজ্যশাসন আৰু প্ৰজাপালন কৰিবলৈ আদেশ দিলে। ভৰতে ৰামৰ দৃঢ় প্ৰতিজ্ঞা দেখি নিৰুপায় হৈ শেহত তেওঁৰ ওচৰত এই প্ৰাৰ্থনা কৰিলে—

"তোমাৰ দুইখানি পানৈ প্ৰভু দিয়ো মোক।
মাথাত ধৰিয়া তাক পাসৰিবোঁ শোক ॥
সেহি পানৈ জুৰি সিংহাসনত থাপিবোঁ।
তাকে ৰাজা পাতি সবে ৰাজ্যভাৰ দিবোঁ॥
তোমাৰ চৰণ সেৱা তাহাতে কৰিবোঁ।
বনবাস ব্ৰত যত গৃহতে ধৰিবোঁ॥
ভৰতৰ ভকতিক ৰাঘৱে দেখিল।
কুশৰ খৰম জুৰি পাছে তাঙ্ক দিল ॥"

তেতিয়া ভৰতে সেই খৰম যুৰি শিৰত তুলি লৈ, চকু-লো টুকি টুকি, ৰামৰ ওচৰৰ পৰা বিদায় ল'লে। ৰাম, লক্ষ্মণ আৰু সীতাই মাতৃসকলক আৰু বশিষ্ঠ আদি ঋষিসকলক প্ৰণাম কৰিলে। পাছে সকলোটিয়ে বিমৰ্ষ মনেৰে অযোধ্যালৈ উভতি গ'ল। ভৰতে নন্দি-গ্ৰামত থাকি ৰাজসিংহাসনত ৰামৰ খৰমযুৰি থৈ তাৰেপৰা ৰাজ্য-শাসন কৰিবলৈ ধৰিলে। *

*আলোচনী। শাওন ১৮৩৮,৭ম বছৰ ১০ম সংখ্যা

## ষষ্ঠ আধ্যা

"ৰামক ত্যজিয়া যেবে আসিল ভৰত।
শোকাকুল হুয়া ৰাম থাকিলা মনত॥
চিত্ৰকূট বনে সীতা লক্ষ্মণ সহিত।
কতো দিন আছে প্ৰভু স্থিৰ নুহি চিত্ত॥
লক্ষ্মণক সম্বুধি মাতিলা ৰঘুবৰে।
নপাৰোঁ ধৰিবে চিত্ত উতপাত কৰে॥
মহাদুঃখ দিলে আসি ভৰত ভৈয়াই।
নুমুৱা অগনি যেন জ্বালিল দুনাই॥
আমাক সুমৰি মনে সুখ নাই তাৰ।
এইস্থানে যেদি জানো আসে আৰুবাৰ।
মহা দুঃখ দিলে মোৰ আনি প্ৰজাগণ।
দেখি ভৰতৰ দুঃখ পোৰে মোৰ মন॥
ভৰত ভৈযাই যাৱে আসি নতু পাৱে।
ইথানক ছাড়ি আন দেশ যাওঁ তাৱে॥
এহি হৌক বুলি লক্ষ্মণ ভৈলা আগ।
পাছত চলন্ত ৰামচন্দ্ৰ মহাভাগ॥
লাসে লাসে সীতা সতী মাজত চলন্ত।
কতোক্ষণে চিত্ৰকূট বন ত্যজিলন্ত॥
নদীনদ বিশেষ গহন বনদেশ।
দল বিল এৰাইলন্ত নিকুঞ্জ অশেষ॥
নাহিকে প্ৰয়াস ৰাম হৰিষে চলন্ত।
দণ্ডক বনত গৈয়া প্ৰবেশ ভৈলন্ত॥
পাইলন্ত প্ৰথমে অত্ৰি ঋষিৰ আথান।
প্ৰণামিলা তিনিয়ো ঋষিক কৰি মান॥
অত্ৰি বৰ হৰিষ দেখিয়ো ৰাঘৱক।
পৰম সৌভাগ্য মোৰ আইলা আশ্ৰমক॥
০ ০ ০ ০
বিধিৱতে ফলে জলে পূজিয়া ৰামক।
পৰম সাদৰে পুছিলন্ত কুশলক॥
ঋষিত কহিলা ৰামে আপোন কুশল।
শুনিয়া ঋষিৰ মনে ভৈল কুতূহল॥
পাছে অভ্যন্তৰে ঋষি সীতাক পঠাইলা।
মুনিৰ ভাৰ্য্যাক গোসানীয়ে লাগ পাইলা॥"

অত্ৰি ঋষিৰ ঘৈণীয়েকৰ নাম অনসূয়া। তেওঁ মহা-ভাগা, পতিব্ৰতা আৰু সকলোৰে পূজনীয় তপস্বিনী। বৰ বুঢ়ী হোৱাত তেওঁৰ গাৰ ছাল শোটোৰা-শোটোৰ হৈছিল, মূৰৰ চুলিবিলাক মৰাপাটৰ নিচিনা বগা হৈছিল, তেওঁৰ ভৰিৰ খোজ থৰক-বৰক,

মুখখন হ'লে পকা থেকেৰাৰ নিচিনা ৰঙা। সীতাই এই তপস্বিনীক প্ৰণাম কৰি নিজৰ চিনাকি দিলে। তেতিয়া অনসূয়াই সীতাক আশীৰ্বাদ কৰি মৰমিয়াল কথাৰে ক'লে,—"তুমি যে সদাই ধৰ্ম পালন কৰা, এইটো বৰ সৌভাগ্যৰ বিষয় তুমি তোমাৰ মিতিৰ-কুটুম, সন্মান সমৃদ্ধি আৰু ৰাজ প্ৰাসাদ, এই সকলোকে বিসৰ্জন কৰি বনবাস ব্ৰতত দীক্ষিত ৰামৰ অনুগামিনী হৈছা, ইও বৰ সৌভাগ্যৰ বিষয়। স্বামী নগৰত বা অৰণ্যত য'তে থাকক, তেওঁ ভালেই পাওক বা বেয়াই পাওক, যি তিৰোতাই তেওঁকেহে পৰম প্ৰিয়তম বুলি ভাবে সেই তিৰুতাৰ তেৱেঁই পৰম দেৱতা। স্বামী ইহলোক আৰু পৰলোকৰ নিমিত্তে অক্ষয় তপস্যাৰ অনুষ্ঠান স্বৰূপ। স্বামীতকৈ তিৰোতাৰ আন কোনো বিশিষ্ট বন্ধু নাই। যিবিলাক অসতী তিৰোতাই নিজৰ ভৰণ-পোষণ, ধন-বস্ত্ৰ আৰু অলঙ্কাৰৰ নিমিত্তেহে স্বামীক প্ৰাণেশ্বৰ বোলে সিহঁতে এই বিলাক গুণ-দোষৰ কথা বুজিব নোৱাৰে। তেনেকুৱা দুশ্চৰিত্ৰা তিৰোতাবিলাক ধৰ্ম আৰু যশস্যা লাভৰপৰা বঞ্চিত হয় কিন্তু যিবিলাক তিৰোতা তোমাৰ নিচিনা গুণৱতী, তোমাৰ দৰে যিবিলাকৰ হিতাহিত জ্ঞান আছে, সেই পুণ্যৱতী কুললক্ষ্মীসকলে স্বৰ্গত পৰম সুখে থাকিবলৈ পায়। এতেকে তুমি সকলো বিষয়ে তোমাৰ স্বামীৰ সহ-ধৰ্মচাৰিণী হৈ থাকিবা, ছায়াৰ দৰে তুমি তেওঁৰ অনুগতা হ'বা।"

সীতাই অনসূয়াৰ কথা শুনি হাত যোৰ কৰি ধীৰে ধীৰে ক'লে,— "দেৱি, আপুনি যে উপদেশ দিলে পতিহে তিৰোতাৰ গুৰু, ই আপোনাৰ পক্ষে একো আচৰিত নহয়। স্বামী যে তিৰোতাৰ গুৰু সেই কথা মোৰ জনা আছে। স্বামী যদি দৰিদ্ৰ বা দুশ্চৰিত্ৰও হয়, তথাপি অকপটভাৱে তেওঁক ভক্তি কৰা, তেওঁৰ সেৱা-শুশ্ৰূষা কৰা আমাৰ নিচিনা তিৰোতাৰ কৰ্তব্য। কিন্তু যি স্বামী জিতেন্দ্ৰিয়, গুণাকৰ, দয়ালু আৰু ধৰ্মিষ্ঠ, যি পিতৃ মাতৃৰ সেৱাত অনুৰক্ত, তেওঁৰ প্ৰতি যে সমুচিত ব্যৱহাৰ কৰা নিতান্ত কৰ্তব্য, তাক বোধ কৰোঁ কবৰে সকাম নাই। মহা বলৱন্ত ৰামে আৰ্যা কৌশল্যাৰ প্ৰতি যেনেকুৱা ব্যৱহাৰ কৰে, কৈকেয়ী আৰু সুমিত্ৰাৰ প্ৰতিও ঠিক তেনেকুৱা ব্যৱহাৰকে কৰি থাকে। তেওঁ নাৰী মাত্ৰকেই মাতৃতুল্য জ্ঞান কৰি থাকে। মই যেতিয়া এই ভয়ঙ্কৰ বিজন বনলৈ আহেঁা, তেতিয়া মোৰ শাহু কৌশল্যাই আপোনাৰ নিচিনাকৈ মোক যি উপদেশ দিছিল, তাক মই মোৰ হৃদয়ত গাঁঠি ৰাখিছোঁ। মোৰ বিয়াত অগ্নি দেৱতাৰ সাক্ষাতত মোৰ আয়ে মোক যি উপদেশ দিছিল, তাকো মই পাহৰা নাই। পতি-সেৱাৰ বাহিৰে তিৰোতাৰ আন তপস্যা নাই, এই কথা মোৰ মিতিৰ-কুটুম বিলাকৰ পৰাও মই শুনি থৈছোঁ। সাবিত্ৰীয়ে পতি-সেৱা কৰি স্বৰ্গত বাস কৰিছে। আপুনিও তেওঁৰ দৰে স্বামী সেৱাৰ গুণত স্বৰ্গলৈ গতি কৰিব। এইদৰে সকলে সতী তিৰোতাই স্বামীসেৱাৰূপ নিজ পুণ্য কৰ্মৰ প্ৰভাৱত স্বৰ্গত পৰম সুখে থাকিবলৈ পাব।"

অনসূয়াই জানকীৰ কথাত পৰম সন্তোষ পাই তেওঁক সাবট মাৰি ধৰি তেওঁৰ মূৰ সুঙিলে আৰু মৰমৰ চিন স্বৰূপে তেওঁক দিব্য মালা, উত্তম কাপোৰ, বহুমূলীয়া অলঙ্কাৰ, অঙ্গৰাগ আৰু আপ্ৰূপগীয়া অনুলেপন দান কৰিলে। অনসূয়াই এই দৰে সীতাক আদৰ সম্ভাষণ কৰি সীতাৰ মুখে তেওঁৰ জন্ম আৰু স্বয়ম্বৰৰ কথা শুনিলে। পাছে, ৰাতি হোৱাত তেওঁ জানকীক ক'লে,— "সীতা, এতিয়া বেলি মাৰ গ'ল, চৰাইবিলাকে দিনৰদিনটো আহাৰ বিচাৰি ফুৰি এতিয়া নিজৰ নিজৰ বাহলৈ গৈছে, মুনিসকলে স্নান কৰি তিতা গাৰে পানীৰে কলহ হাতত ওলমাই লৈ আশ্ৰমলৈ উভতি আহিছে সো চোৱাঁ, আশ্ৰমৰ মৃগবিলাকে সিহঁতৰ গাৰ নোম পাৰি শুইছেহি, তৰা-বছা পাখিৰে নিশা আহি উপস্থিত হৈছেহি, পৃথিৱীক আন্ধাৰে ঢাকি ধৰিছে,

এতিয়া তুমি তোমাৰ স্বামীৰ ওচৰলৈ যোৱাঁ, তেওঁক সেৱা কৰ'াগৈ, তোমাৰ মধুৰ কথা-বাৰ্ত'াত বৰ সন্তোষ পালেঁা, এতিয়া তুমি মোৰ আগতে এই অলঙ্কাৰ আদি পিন্ধা , তোমাৰ শোভা দেখি মোৰ চকু জুৰা-ওক"। তেতিয়া দেৱকন্যাৰ নিচিনা দিব্য লাৱণ্যৱতী সীতাই অলঙ্কাৰ আদি পিন্ধি, অনসূয়াৰ ভৰিত পৰি সেৱা কৰি, তেওঁৰ আশীৰ্বাদ লৈ, ৰামৰ ওচৰলৈ গ'ল আৰু অনসূয়াই দিয়া বসন-ভূষণ আদি ৰামক দেখুৱালে। অনসূয়াৰ নিচিনা তপস্বিনীৰ প্ৰীতিদান সাধাৰণ মানুহৰ প'ক্ষ দুৰ্লভ। সেই বাবে ৰাম আৰু লক্ষ্মণ উভয়েই এই এই প্ৰীতিদান দেখি নথৈ আনন্দ পা'ল। সেই ৰাতি তেওঁলোক তিনিওজন মহৰ্ষি অত্ৰিৰ আশ্ৰমত থাকিল। ৰাতিপুৱা তেওঁলোকে পুৱাৰ কাৰ্য শেষ কৰি, মহৰ্ষিৰ ওচৰত বিদায় লৈ মহা ঘোৰ অৰণ্যত সোমাল। সেই মহাৰণ্যৰ মাজে মাজে তেওঁলোকে ঋষিসকলৰ আশ্ৰমবিলাক দেখা পালে। আশ্ৰমবিলাকৰ পৰা সদায় পুণ্য বেদধ্বনি উঠিব লাগিছে, হোমৰ ধোঁৱা বলিব লাগিছে, নানা বিধ পত্ৰ-পুষ্প সিচৰিত হৈ পৰি শোভা দিব লাগিছে। আশ্ৰমৰ ওচৰে ওচৰে পদুমনি পুখুৰী। চাৰিওফালে পৱিত্ৰ ফলৱন্ত গছবিলাক ফলৰ ভৰত দোঁ খাই আছে। তপোবনবিলাকত নানা বিধ পশু-পক্ষী নিৰ্ভয় মনেৰে চৰিব লাগিছে। প্ৰকৃতিৰ অপূৰ্ব শোভাই তেওঁলোকৰ মন মুহি পেলা'লে। ফলমূলাহাৰী, চিৰজটাধাৰী, দিব্যজ্ঞানী, পৱিত্ৰ স্বভাৱ ঋষিসকলে তেওঁলোকক দেখা পাই পৰম প্ৰীতিৰে সৈতে মঙ্গলাশীৰ্বাদ কৰিলে আৰু যথা-বিধি তেওঁলোকক সংকাৰ কৰিলে। এই পৰ্যন্ত তেওঁলোকৰ দিন অৰণ্যত ভালেৰেই গৈছে। মহা-বলী ৰামৰ বাহুবলৰ আশ্ৰয়ত থাকি এতিয়ালৈকে সীতাই বনবাসত বিশেষ কোনো কষ্ট পোৱা নাই। বৰঞ্চ বনৰ মনোহৰ শোভা দেখি দেখি সীতা ইমান বিমুগ্ধ হৈছিল যে অৰণ্যত ফুৰি থাকিবলৈ তেওঁৰ হেপাহ দিনক দিনে বাঢ়িহে গৈছিল। কিন্তু মানুহে ক'তো দুখ-বিপদৰ হাত সাৰিব নোৱাৰে বনবাসতো যে সময়ে সময়ে ভয়ঙ্কৰ বিপদে আহি আগুৰি ধৰেহি এদিন সীতাই সেইটো বঢ়িয়াকৈ বুজিব পাৰিলে। এদিন ৰাতিপুৱা ৰামচন্দ্ৰই মুনি-সকলক সম্ভাষণ কৰি সীতা আৰু লক্ষ্মণেৰে সৈতে অৰণ্যৰ ভিতৰত ফুৰিবলৈ গ'ল। তেওঁলোকে গৈ গৈ এনে এখন অগাধ অৰণ্যত সোমাল যে তাত চৰা-ইৰ মাত শুনিবলৈ নাই, কেৱল জিলীৰহে কাণ-তাল মৰা আৰাও শুনা যায়, সেই ঠাই বাঘ-ভালুক আদি হিংসুক জন্তুৰে ভৰা, ঠায়ে ঠায়ে গছ গছনি বিলাক বনৰীয়া হাতীয়ে গচকি ভাঙি থৈছে। কিছুমান দূৰ গৈ সেই অৰণ্যত তেওঁবিলাকে বিৰাধ নামে এটা বৰ ডাঙৰ, বৰ দীঘল, বিকৃত, বীভৎস মানুহখোৱা ৰাক্ষস দেখা পালে। ৰাক্ষসটোৱে ভয়ঙ্কৰ আটাহ পাৰি তেওঁলোকৰ ফালে খেদা মাৰি আহিল আৰু ততাতৈয়াকৈ সীতাক তাৰ কান্ধত তুলি লৈ ৰাম-লক্ষ্মণক বধিবলৈ সাজু হ'ল। তেতিয়া বিৰাধৰ লগত ৰাম-লক্ষ্মণৰ তুমামুয়া ৰণ লাগিল। ৰামৰ শৰত বিকল হৈ বিৰাধে সীতাক কান্ধৰপৰা নমাই মাটিত থৈ, তেওঁলোক দুটাক দুই হাতে ধৰি কান্ধত তুলি লৈ, গহীন অৰণ্যত সোমাল, সীতাই স্বামী আৰু দেৱৰেকৰ এনে বিপদ দেখি হাত তুলি কান্দি কান্দি ৰাক্ষসৰ পাছে পাছে বাউলী হৈ যাবলৈ ধৰিলে আৰু এই বুলি চিঞৰি চিঞৰি কবলৈ ধৰিলে,— "হেৰা ৰাক্ষস, ৰ'বা, ৰ'বা, তুমি নেযাবা, তুমি এই সত্যপৰায়ণ পৰম ধাৰ্মিক ৰাম আৰু লক্ষ্মণক নিনিবা, 'তেওঁলোকক এৰি যোৱা, তোমাক নমস্কাৰ কৰিছোঁ, তুমি তেওঁ-লোকৰ সলনি মোক লৈ যোৱা, মই চুলি ছিঙি কাতৰ কৰি মাতিছোঁ, মোৰ কথা শুনা।" ৰাম-লক্ষ্মণে সীতাৰ বিলাপ শুনি সেই ৰাক্ষসৰ হাত দুটা মুচৰি ভাঙি পেলালে আৰু তেতিয়া তাক মাটিত লৈ তৰোৱালেৰে কাটি ডোখৰ ডোখৰ কৰি এটা বৰ দ খালত এখালকৈ পুতি পেলালে।

"অনন্তৰে ৰামে ই বাক্য বুলিয়া
সীতাৰ গলে ধৰিল।
অনেক নির্ভয়, বচন বুলিয়া,
আশ্বাস তাঙ্ক কৰিল॥
দাৰুণ ৰাক্ষসে তোমাক হৰিলে
মিলিল পৰম দুঃখ।
তাহাঙ্ক মাৰিয়া, সন্তোষ লভিলোঁ,
দেখিয়া তোমাৰ মুখ॥
০ ০ ০
পাছে লক্ষ্মণক ৰাঘৱে বুলিলা
ৰাক্ষস ঐত অশেষ।
সীতা ৰক্ষা কৰি, ইটো বন এৰি
চলি যাওঁ আন দেশ॥
লক্ষ্মণ জানকী সমন্বিতে ৰাম
মনে বিমৰিষি চাইল।
কৰি নানা ৰঙ্গ ঋষি শৰভঙ্গ
আশ্ৰমক গৈয়া পাইল॥

ৰাম-লক্ষ্মণ আৰু সীতাই মহৰ্ষি শৰভঙ্গৰ চৰণ বন্দনা কৰিলে। মহৰ্ষিয়ে আনন্দ মনেৰে তেওঁলোকক থাকিবলৈ ঠাই আৰু খাবলৈ ফল-জল দিলে। ৰামে মহৰ্ষিক ক'লে— "হে তপোধন, আপুনি এই অৰণ্যৰ ভিতৰত এনে এডোখৰ ঠাইৰ কথা কওক য'ত আমি নীৰলে নিশ্চিন্ত মনেৰে থাকিব পাৰোঁ।"তেতিয়া শৰভঙ্গই কলে—"ৰাম, এই অৰণ্যত সুতীক্ষ্ণ নামেৰে এজন তেজস্বী, ধাৰ্মিক আৰু সংযতচিত্ত মহৰ্ষি আছে, তেওঁ তোমাৰ কল্যাণ বিধান কৰিব। এই যে কুসুম শোভিনী শীতল-সলিলা মন্দাকিনী পূব ফালে বৈ গৈছে, তুমি এই নৈৰ পাৰে পাৰে উজাই গৈ থাকিলেই তেওঁৰ পবিত্ৰ আশ্ৰমত ওলাবাঁগৈ। সেইটো বাটেদি তুমি তালৈ যোৱা। কিন্তু হে'ৰা নৰোত্তম, ইয়াত এখন্তেক বৈ যোৱাঁ। সাপে যেনেকৈ মোট সলাই জীৰ্ণত্বক পৰিত্যাগ কৰে, মইও সেইদৰে এতিয়া এই জীৰ্ণ দেহ-সজা ত্যাগ কৰিম। এতেকে তুমি অলপমান পৰ ইয়াতে বৈ মোৰ দেহান্তৰ চোৱাঁ।" এইকথা কৈ শৰভঙ্গই যথাবিধি অগ্নি সমাধান কৰি মন্ত্ৰ মাতি সেই অগ্নিৰ মাজত সোমাল। অগ্নিয়ে অলপ সময়ৰ ভিতৰতে সেই মহাত্মাৰ লোম, চুলি, তেজ, মঙহ, হাড়, ছাল সোপাকে পুৰি ছাই কৰি পেলালে। পঞ্চভৌতিক শৰীৰ পঞ্চভূতত লয় পালে। তেতিয়া শৰভঙ্গই অগ্নিৰ নিচিনা জ্যোতিৰ্ময় ৰূপেৰে অগ্নিৰাশিৰ পৰা উঠি জ্যোতিৰ্ময় ব্ৰহ্মলোকলৈ যাত্ৰা কৰিলে। তেওঁৰ আগৰ ৰূপ নাইকিয়া হ'ল। তেওঁ এইদৰে স্বৰ্গাৰোহণ কৰিলত দণ্ডক-বনৰ ঋষিবিলাকে তেওঁৰ আশ্ৰমলৈ আহি মহাতেজা ৰামৰ ওচৰত উপস্থিত হৈ দুৰন্ত ৰাক্ষসবিলাকৰ অত্যাচাৰৰপৰা তেওঁলোকক ৰক্ষা কৰিবলৈ প্ৰাৰ্থনা কৰিলে। তেওঁলোকে ৰামক এই বুলি ক'লে যে ৰজাই প্ৰজাৰ পালক আৰু ধৰ্মৰ ৰক্ষক, এতেকে তেওঁ ধৰ্মক ৰক্ষা কৰিব লাগে, বানপ্ৰস্থ ঋষিসকলে বনৰ ফল-মূল খাই, গছৰ বাকলি পিন্ধি, এই অৰণ্যত তপস্যা কৰে, ভয়ঙ্কৰ ৰাক্ষসবিলাকে আহি তেওঁলোকৰ পূজাত বিঘিনি জন্মায় আৰু তেওঁলোকক নিমৰ-মিয়াল ভাৱে বধ কৰি খায়, চিত্ৰকূটৰ অনেক ঋষিক আৰু আন অনেক ব্ৰাহ্মণক ৰাক্ষসবিলাকে বধ কৰি খালে। এই কথা কৈ ঋষিসকল ৰামৰ শৰণাগত হ'লত ৰামে তেওঁলোকক অভয় দি ক'লে.— "মই আপোনাসকলৰ আজ্ঞাধীন, মই পিতৃসত্য পালনৰ নিমিত্তে এই ঘোৰ দণ্ডকাৰণ্যত সোমাইছোঁহি, মই ইয়াত থকাত আপোনালোকৰ কোনো বিপদ হ'ব নোৱাৰে, যাতে আপোনাসকলে নিৰাপদে ধৰ্ম সাধন কৰিব পাৰে, সেই বিষয়ে মই প্ৰাণপণে সহায় কৰিম, আপোনাসকলৰ শত্ৰু ৰাক্ষসবিলাকক দেখা পালেই মই সংহাৰ কৰিম, আপোনালোকে মোৰ আৰু মোৰ ভাই লক্ষ্মণৰ বাহুবল দেখিবলৈ পাব।" ধৰ্মনিষ্ঠ ৰামে তপস্বীসকলক এইদৰে শান্তনা দি তেওঁলোকক লগত লৈ মহৰ্ষি সুতীক্ষ্ণৰ আশ্ৰমলৈ গ'ল।

ৰামে সুতীক্ষ্ণক দেখা পাই যথাবিধি সম্ভাষণ কৰি নিজৰ চিনাকি দিলে। তেতিয়া সেই ধাৰ্মিক-শ্ৰেষ্ঠ মহৰ্ষিয়ে ৰামৰ কথাত বৰ সন্তোষ পাই ৰামক তেওঁৰ আশ্ৰমতে থাকিবলৈ অনুৰোধ কৰিলে। কিন্তু ৰামে সেই আশ্ৰমত সৰহ দিন থাকিবলৈ ইচ্ছা নকৰিলে। তেওঁলোক সকলোটি সেই ৰাতি মহৰ্ষিৰ আশ্ৰমত থাকিল। পাচদিনা ৰাতিপুৱা ৰাম লক্ষ্মণ আৰু সীতাই গা ধুই দেৱাৰ্চনা কৰি, ওলাই অহা ৰঙ্গা বেলিৰ প্ৰণাম কৰি পৱিত্ৰ হৈ, সুতীক্ষ্ণৰ ওচৰলৈ গৈ নম্ৰভাবে ক'লে,—"হে ভগৱন্ত, আপোনাৰ কৃপাত আমি ইয়াত সুখেৰে আছিলোঁ, এতিয়া আমি যাব খোজোঁ, সেইবাবে আপোনাৰ অনুমতি প্ৰাৰ্থনা কৰিছোঁ, এই দণ্ডকাৰণ্যত থকা পৱিত্ৰ-স্বভাৱ ঋষি-সকলৰ মনোৰম আশ্ৰমবিলাক দৰ্শন কৰিবলৈ আমাৰ একান্ত ইচ্ছা হৈছে আৰু মুনিসকলেও আমাক সোনকালে ইয়াৰপৰা ওলাবলৈ কৈছে, বেচিকৈ ৰ'দ উঠিবলৈ নৌ পাওঁতেই জুৰাতে আমি তেওঁলোকৰ লগত যাবলৈ মন কৰিছোঁ আপোনাৰ অনুমতি পালেই যাব পাৰোঁ।" ৰামে এই কথা কৈ লক্ষ্মণ আৰু সীতাৰে সৈতে মহৰ্ষিৰ ভৰিত পৰি সেৱা কৰিলে। মুনিৰাজ সুতীক্ষ্ণই তেওঁলোকক আশীৰ্বাদ কৰি দণ্ডকাৰণ্যত ফুৰিবলৈ অনুমতি দি কলে,—"তোমালোক যোৱাঁ কিন্তু আশ্ৰম-বিলাক দৰ্শন কৰি আকৌ এবাৰ মোৰ ইয়ালৈ আহিবা।' ৰাম লক্ষ্মণে মহৰ্ষিৰ অনুজ্ঞা পাই সীতাৰে সৈতে মুনিসকলৰ লগত যাত্ৰা কৰিলে।

যিদিনাখন ৰামে ঋষিসকলৰ আগত ৰাক্ষস বধ কৰিবলৈ প্ৰতিজ্ঞা কৰিলে, সেই দিনাৰ পৰাই সীতাৰ মন নানা চিন্তাত আকুল হ'ল। সীতাৰ মনৰ কথা ৰামৰ আগত কবলৈ হেঁপাহ কৰি আছিল। আজি সুতীক্ষ্ণৰ আশ্ৰমৰপৰা যাওঁতে বাটত সুযোগ পাই সীতাই মৰমিয়াল মনোহৰ কথাৰে ৰামক কলে,—প্ৰাণেশ্বৰ, এটি কথা কওঁ, মোৰ দোষ হলে ক্ষমা কৰিবাঁ, তুমি যদিও অতি-শয় মহাত্মা, তথাপি তোমাৰ নিৰ্মল পৱিত্ৰ কাৰ্য্যত অধৰ্মৰ চেকা লাগিবৰ আগন্তুক হৈছে। মোৰ বোধেৰে তুমি এতিয়া কামজ ব্যসনৰপৰা নিবৃত্ত হলেই এই অধৰ্মৰ চেকা নেলাগিব। কামজ ব্যসন তিনিবিধ,—(১) মিছা কথা কোৱা, (২) পৰস্ত্ৰীগমন কৰা, আৰু (৩) বৈৰভাৱ নিচিন্তা প্ৰাণীক অকাৰণে বধ কৰা। প্ৰথম দুটা দোষে তোমাক কেতিয়াও ছুব পৰা নাই। তুমি তোমাৰ জীৱনত কোনো দিন মিছা কথা কোৱা নাই আৰু আগলৈকো যে নকৰাঁ তাক মই সুন্দৰকৈ জানোঁ। তুমি কোনো কাৰণত মনৰ ভিতৰতো পৰৰ তিৰোতালৈ কুভাৱ নকৰাঁ, পৰৰ তিৰোতাক যে তুমি সদাই মাতৃ তুল্য জ্ঞান কৰাঁ তাকো মই সুন্দৰকৈ জানোঁ। তোমাক সততে সত্যপৰায়ণ, জিতেন্দ্ৰিয় আৰু ধৰ্মিষ্ঠ বুলি জগতে জানে, ধৰ্ম আৰু সত্য সদাই তোমাত প্ৰতিষ্ঠিত। কিন্তু নাথ, বিনা জগৰত প্ৰাণীহিংসা ৰূপ যে ভয়ানক তৃতীয় ব্যসন, এতিয়া তোমাৰ সেই ব্যসনটো উপস্থিত হৈছে। তুমি দণ্ডকাৰণ্যত থকা ঋষিসকলক ৰক্ষা কৰিবৰ নিমিত্তে ৰাক্ষস-বিলাকক দেখা পালেই বধ কৰিবলৈ প্ৰতিজ্ঞা কৰিছাঁ, এই নিমিত্তে তুমি আৰু লক্ষ্মণ দুয়ো ধনু-শৰ আৰু তৰোৱাল লৈ ঘোৰ দণ্ডকাৰণ্যত ফুৰি-বলৈ ওলাইছাঁ। তোমাক এই কামলৈ অহা দেখি তোমাৰ ঐহিক আৰু পাৰলৌকিক সুখৰ বিষয়ে ভাবি মোৰ মন দোৰ্ঘোৰ চিন্তাত উগুল-থুগুল হৈছে। দণ্ডকাৰণ্যত ফুৰিবলৈ মোৰ ইচ্ছা হোৱা নাই। তাৰ কাৰণ কওঁ, শুনা। তোমালোকৰ লগত তৰোৱাল আৰু ধনু-শৰ আছে। বাটত ৰাক্ষস দেখা পালেই তোমালোকে অৱশ্যে তাৰ লগত ৰণ দিবাঁ আৰু তাৰ গাত শৰ মাৰিবাঁ, অথচ সেই ৰাক্ষসৰ লগত তোমাৰ কোনো বৈৰ-ভাৱ নাই। হে মহাবাহো, শৰাসন লগত থকিলে ক্ষত্ৰিয়ৰ তেজ বৰকৈ বাঢ়ে। এটি পুৰণি কথা কওঁ,

শুনাচোন। একৰ মকাসি এখন অৰণ্যত এজন পৰম জ্ঞানী, সত্যনিষ্ঠ, পৰিব্ৰাচাৰী মহাতপসী আছিল, ইন্দ্ৰই সেই তপস্বীৰ তপোবিঘ্ন কৰিবৰ মনেৰে তেওঁক এখন অস্ত্ৰ দি এই বুলি কৈ যায় যে, 'মই উভতি নাহো মানে তুমি এই অস্ত্ৰখন তোমাৰ লগত ভালকৈ ৰাখিবাঁ, যেন নেহেৰায়।' মুনিয়ে সেই অস্ত্ৰখন পাই তাৰ ৰক্ষাৰ নিমিত্তে বিশেষ যত্নবান হ'ল, আৰু যাতে ইন্দ্ৰৰ ওচৰত অবিশ্বাসী হ'ব নলগাত পৰে সেইবাবে তেওঁ অলৈ-তলৈ যাব লাগিলে অস্ত্ৰখন লৈহে গৈছিল, অস্ত্ৰ এৰি কলৈকো নগৈছিল, এই দৰে সদাই অস্ত্ৰ লগত লৈ হাবিত ফুৰোঁতে লাহে লাহে সেই মুনিৰ তপোনিষ্ঠা দুৰ হ'ল, তেওঁৰ স্বভাৱ ক্ৰমে উগ্ৰ হৈ উঠিল, তেওঁ সেই অস্ত্ৰেৰে দিনে অকাৰণত প্ৰাণীহত্যা কৰিবলৈ ধৰিলে, শেষত তেওঁ চিকাৰত ইমান বলিয়া হ'ল যে তেওঁ মহা তপস্বী শুচি মহা চিকাৰী হ'ল, তেওঁৰ সকলো তপস্যা নষ্ট পালে। শস্ত্ৰ লগত ৰখাৰ বাবেই এনে ঘটনা হবলে পালে। হে নাথ, মই তোমাক শিক্ষাদান কৰিছোঁ বুলি নেভাবিবাঁ। অস্ত্ৰ-শস্ত্ৰ লগত ৰাখিলে যে মানুহৰ চিত্ত বিকাৰ ঘটে, তাকেহে মই তোমাক সোঁৱৰাই দিলোঁ। তাকো মই তোমাক মোৰ হিয়াৰ দেৱতা বুলি ভাল পাওঁ আৰু পূজা কৰো শুনেহে কলোঁ। হে বীৰ, বিনা অপৰাধত কাকো বধ কৰা তোমাৰ উচিত নহয়। আতুৰক ৰক্ষা কৰিবৰ নিমিত্তেহে ক্ষত্ৰিয় বীৰৰ পক্ষে অৰণ্যত ধনু-শৰ ধৰাৰ আৱশ্যক। তুমি ক্ষত্ৰিয় হলেও এতিয়া বনবাসী তপস্বী। তপস্বীৰ কি শস্ত্ৰধাৰণ উচিত? তপস্বীক জানো ক্ষত্ৰিয় বীৰৰ পক্ষে অৰণ্যত ধনু-শৰ ধৰাৰ আৱশ্যক? তুমি ক্ষত্ৰিয় হলেও এতিয়া বনবাসী তপস্বী। তপস্বীৰ কি শস্ত্ৰধাৰণ উচিত? তপস্বীক জানো ক্ষত্ৰিয় ধৰ্মই শুৱায়? ক'ত তপস্যা আৰু ক'ত ক্ষত্ৰিয় ধৰ্ম। দুইৰো ভিতৰত আকাশ পাতল প্ৰভেদ। এতেকে আমাৰ পক্ষে এই উভয় প্ৰকাৰ ধৰ্ম পৰস্পৰ বিৰুদ্ধ হৈ পৰিছে। সেইবাবে তপোবনৰ যি ধৰ্ম তাকে তুমি পালন কৰাঁ। তুমি যেতিয়া অযোধ্যালৈ প্ৰত্যাগমন কৰিবাঁ, তেতিয়া আকৌ ক্ষত্ৰিয় ধৰ্ম আচৰণ কৰিবা। তেতিয়া তোমাক সেই ধৰ্মই শুৱাব। এতিয়া ৰাজ্য এৰি যিমান দিন অৰণ্যত তাপস-ব্ৰত ধাৰণ কৰি থাকিবাঁ, তিমান দিন তুমি শুদ্ধ চিত্তেৰে তপোবনৰ ধৰ্মানুষ্ঠান কৰাঁ। ধৰ্ম হলে অৰ্থ হয়, ধৰ্মৰ পৰা সুখ হয়, ধৰ্মৰ পৰা সকলোকে পোৱা যায়, সংসাৰত ধৰ্মই একমাত্ৰ সুখৰ বস্তু শাৰীৰিক সুখজনক উপায়েৰে ধৰ্ম লাভ নহয়। হে প্ৰিয়দৰ্শন, ত্ৰিভুৱনৰ সকলো বিষয় সূক্ষ্মৰূপে তোমাৰ বিদিত আছে। তোমাক ধৰ্মোপদেশ দিব পাৰে, এনে কোন আছে? মই কেৱল তিৰোতাৰ স্বাভাৱিক চপলতাৰ গুণত এই কেইষাৰ কথা কলোঁ। এতিয়া লক্ষ্মণৰ লগত বিচাৰ কৰি যি ভাল দেখা তাকে যেন সোনকালে কৰাঁ, এই প্ৰাৰ্থনা।"

পতিভক্তা মৈথিলীৰ কথা শেষ হলত ৰামে তেওঁক সাদৰী কথাৰে কলে,— 'শৰণাগতক ৰক্ষা কৰা ক্ষত্ৰিয়ৰ ধৰ্ম, ঋষিসকলে অৰণ্যত ফল-মূল খাই তপস্যা কৰে, তেওঁলোকে কাকো হিংসা নকৰে, এনে নিৰ্জু ধৰ্মিষ্ঠ ঋষিসকলক দুৰন্ত ৰাক্ষসবিলাকে নানা উপদ্ৰৱ কৰে আৰু চল পালেই বধ কৰি খায়, ঋষিসকলে নিজে আহি মোৰ শৰণাপন্ন হৈছে মই তেওঁলোকক ৰাক্ষসৰ অত্যাচাৰৰ পৰা ৰক্ষা কৰিম বুলি প্ৰতিজ্ঞা কৰিলোঁ। একেই ঋষিসকলৰ আগত প্ৰতিজ্ঞা, তাতে আকৌ সত্যই হৈছে মোৰ পৰম অভীষ্ট বিষয়। হেৰা সীতা, মোৰ প্ৰাণ থাকে মানে মই এই অঙ্গীকাৰ পালনৰ পৰা কোনো মতেই পৰাঙ্মুখ হব নোৱাৰোঁ, লাগিলে লক্ষ্মণেৰে সৈতে তোমাকো পৰিত্যাগ কৰিব পাৰো আৰু নিজৰ প্ৰাণ পৰ্যন্ত অকাতৰে ত্যাগ কৰিব পাৰোঁ, কিন্তু এবাৰ প্ৰতিজ্ঞা কৰি তাক কেতিয়াও ত্যাগ কৰিব নোৱাৰোঁ। ঋষিসকলে নকলেও যেতিয়া তেওঁলোকক ৰাক্ষসৰ হাতৰ পৰা ৰক্ষা কৰা মোৰ অৱশ্য কৰ্তব্য, তেতিয়া প্ৰতিজ্ঞা

কৰি কেনেকৈ তাৰ বিপৰীত আচৰণ কৰিম ? সি যি হওক, তুমি মোৰ মৰমত মোক যিবোৰ সত্য বধা ক'লা তাত মই অতি সন্তোষ পালোঁ। তোমাৰ কথাখিনিত, তুমি যি মহৎ বংশত উপজিছা তাৰ আৰু তোমাৰ অনুৰূপ হৈছে। তুমি মোৰ সহধৰ্ম্মিণী, মই তোমাক মোৰ প্ৰাণতকৈয়ো প্ৰিয়তম ভাবোঁ, তুমি এতিয়া মোৰ সঙ্কল্পত মান্তি হোৱাঁ।" ধনুৰ্ধাৰী মহানুভৱ ৰামে জনকনন্দিনী সীতাক এইদৰে সম্ভাষণ কৰি, লক্ষ্মণৰ লগত বিতোপন দণ্ডকাৰণ্যৰ নানা ঠাইত ফুৰি, ঋষিসকলৰ পবিত্ৰ আশ্ৰমবিলাক চাই ফুৰিবলৈ ধৰিলে। তেওঁলোকে একে একে সকলো ঋষিৰ আশ্ৰমত পদাৰ্পণ কৰিলে। কোনো আশ্ৰমত তেওঁলোক সম্পূৰ্ণ এবছৰ, কতোবা চাৰিমাহ, কতোবা দিনচেৰেক মাথোন আছিল। এইদৰে থাকোতে থাকোতে তেওঁলোকৰ দহ বছৰ অতীত হৈ গ'ল। তাৰ পাছত তেওঁলোকে মহৰ্ষি সুতীক্ষ্ণৰ আশ্ৰমলৈ উভতি আহি কেইদিনমান তাত সুখেৰে থাকি তাৰপৰা মহৰ্ষি অগস্ত্যৰ লগত সাক্ষাৎ-কৰিবৰ মনেৰে তেওঁৰ আশ্ৰমলৈ গ'ল। অগস্ত্যই তেওঁলোকক দেখা পাই আনন্দিত হ'ল আৰু ৰামৰ ফালে চাই কলে,— "হে ৰাম, তুমি যে সীতাৰে সৈতে মোক অভিবাদন কৰিবলৈ আহিছা, সেইবাবে মই তোমাৰ আৰু লক্ষ্মণৰ ওপৰত বৰ সন্তুষ্ট হৈছোঁ, তোমালোকৰ কুশল হওক। এতিয়া ইমান দূৰ দুৰ্গম বাট খোজ কাঢ়ি অহাত তোমালোকৰ অৱশ্যে ভাগৰ লাগিছে, জানকীও বিশ্ৰামৰ নিমিত্তে উত্ৰাৱল হৈছে, এওঁ অতি সুকুমাৰী, কেতিয়াও দুখভাগৰ সহ্য কৰা নাই, কেৱল পতিস্নেহত নানা দুখ-বিপদেৰে ভৰা অৰণ্যলৈ আহিছে। ৰাম সীতাৰ মন যাতে তুষ্ট থাকে, তুমি তাৰ দিহা কৰিবা। তোমাৰ, অনুগমন কৰি এওঁ অতি দুষ্কৰ কাৰ্য কৰিছে। হে ৰঘুনন্দন, সৃষ্টি কালৰেপৰা তিৰোতাবিলাকৰ প্ৰকৃতি এনেকুৱা যে তেওঁলোক সমৃদ্ধিশালী মানুহত অনুৰক্ত হয় আৰু দুৰাৱস্থাত পৰা মানুহক তেওঁলোকে অনাদৰ বা পৰিত্যাগ কৰে মহিলাসকলে বিজুলীৰ চঞ্চলতা, অস্ত্ৰৰ তীক্ষ্ণতা আৰু বায়ুৰ শীঘ্ৰতা অনুকৰণ কৰি থাকে। কিন্তু তোমাৰ এই ভাৰ্যাৰ গাত তেনেকুৱা কোনো দোষেই নাই। দেৱতাসকলৰ মাজত অৰুন্ধতীৰ দৰে এওঁ প্ৰশংসনীয়। তুমি এই সীতাক আৰু লক্ষ্মণক লগত লৈ যি দেশতে থাকা, সেই দেশৰে তোমালোক অলংকাৰ হবা।"

ৰামে মহৰ্ষি অগস্ত্যৰ কথা শুনি হাত যোৰ কৰি নম্ৰ ভাবে কলে, "হে মুনিৰাজ, আমাৰ গুণত যে আপুনি পৰিতুষ্ট হৈছে, সেইবাবে আমি ধন্য আৰু অনুগৃহীত হলোঁ। এতিয়া আপুনি কৃপা কৰি আমাক এনে এডোখৰ ঠাইৰ কথা কওক য'ত সহজে নিকা পানী আৰু যথেষ্ট ফলমূল পাব পাৰি। আমি তাত পঁজা সাজি কিছু কাল থাকিব খোজোঁ।"

ৰামৰ কথা শুনি ধৰ্মাত্মা মহৰ্ষিয়ে এখন্তেক চিন্তা কৰি কলে,— "বোপা, ইয়াৰপৰা দুই যোজনৰ বাটত পঞ্চবটী * নামেৰে এখন অতি সুন্দৰ ঠাই আছে। তাত ফল-মূল আৰু পানী যথেষ্ট পোৱা যায় আৰু নানাবিধ পশু-পক্ষী তাত বাস কৰে। তুমি তাত আশ্ৰম নিৰ্মাণ কৰি পিতৃসত্য পালি পৰম সুখেৰে কাল যাপন কৰাঁগৈ। মই তপৰ প্ৰভাৱত তোমাৰ আৰু দশৰথৰ সকলো বৃত্তান্ত জানিব পাৰিছোঁ। পঞ্চবটী-বন গোদাৱৰী নৈৰ পাৰত। তাৰ অলপ দূৰত পৰ্ব্বত আছে। সেই ঠাইৰ শোভা দেখি জানকীয়ে বৰ সন্তোষ পাব। অগস্ত্যৰ কথা শুনি ৰামে তেওঁৰপৰা বিদায় লৈ লক্ষ্মণ আৰু সীতাৰে সৈতে তেওঁক প্ৰদক্ষিণ কৰি পঞ্চবটীলৈ যাত্ৰা কৰিলে। কিছুমান বাট-যোৱাৰ পাছত তেওঁলোকে এটা ভয়ানক ডাঙৰ আৰু পৰাক্ৰমী শগুনক লগ পালে। শগুনটোৱে তেওঁলোকক সম্ভাষণ কৰি ৰামৰ ফালে চাই কলে,— "বোপা-

* 'পঞ্চবটী' বুলিলে অশ্বথ, বেল, বট, ধাত্ৰী আৰু অশোক এই পাঁচবিধ গছক বুজায়।

ৰাম, মোৰ নাম জটায়ু। মই তোমাৰ পিতা মহাৰাজ দশৰথৰ সখা হওঁ।" ৰামে জটায়ুক পিতৃসখা বুলি জানিব পাৰি প্ৰণাম কৰিলে। জটায়ুৱে তেওঁলোকক বাট দেখুৱাই লৈ গৈ পঞ্চবটী পোৱাই দিলে।

পঞ্চবটীক এখন সুন্দৰ ফুলনিবাৰী বুলিব পাৰি।। চাৰিওফালে নানা তৰহৰ গছ-লতাবিলাক ফুলেৰে ৰমক্-জমক্ হৈ আছে। বনৰ মাজত এখনি মনোৰম পদুমনি সৰোৱৰৰ শোভা পাইছে। কাষেদি গোদাৱৰী নৈ কুল্-কুল্ মাতেৰে বৈ গৈছে, নৈৰ দুয়ো পাৰে ফুলাম গছ। নৈৰ পানীত অলেখ হাঁহ, শৰালি, চাকৈ-চকোৱা, ডাউক, কনুৱা, বৰটোকোলা, শামুক-ভঙ্গা, কণামুচৰি আদি চৰাইবিলাকে খেমালি কৰিব লাগিছে। নৈৰপৰা অলপ দূৰত জাকে জাকে হৰিণাবিলাকে কুমলীয়া ঘাঁহ খাই চৰি ফুৰিছে। প্ৰফুল্ল তৰুশোভিত, ময়ূৰনাদিত, বহু কন্দৰবিশিষ্ট, পৰম মনোহৰ, অতি ওখ পৰ্বতবিলাক ক'লা মেঘৰ দৰে শোভা পাইছো। কুন্দি, কেতেকী আদি বিবিধ চৰাইবোৰে তৰলা মাতেৰে আবাও কৰি আছে। অৰণ্যত নানা জাতিৰ গছ, শাল, সোনাৰু, তাল, তমাল, বেল, বকুল, বট, পাকৰি, অশোক, কিংশুক, আম, আশথ, চম্পক, চন্দন, নাগেশ্বৰ, খাজুৰ, গমাৰী, গন্ধসৰৈ, চতিয়না, শমীধ ইত্যাদি গছবিলাকে বিবিধ বাঁহ, বেত, ঘাঁহ আৰু লতাই অৰণ্যৰ শোভা বঢ়াইছে। ৰামে প্ৰিয়তমা জানকীৰে সৈতে বনৰ অপূৰ্ব শোভা চাই লক্ষ্মণক এডোখৰ সুন্দৰ ঠাইত আশ্ৰম নিৰ্মাণ কৰিবলৈ ক'লে। লক্ষ্মণে আহল-বহলকৈ এটি উত্তম পঁজাঘৰ সাজি গোদাৱৰী নৈত নামি গা-ধুই অনেক পদুম ফুল আৰু বিবিধ ফল গোটাই আনিলে। তেওঁ সেই ফুলেৰে দেৱপূজা কৰি ৰামক পঁজাটি দেখুৱালে। ৰামে পঁজাটি দেখি বৰ সন্তোষ পাই আলিঙ্গন কৰিলে। পাছে, তেওঁলোকে হৰিষ মনেৰে তাত কিছু দিন বাস কৰিলে।

* আলোচনী, ভাদ ১৮৩৮, ৭ম বছৰ ১১ শ সংখ্যা

## সপ্তম অধ্যায়

পঞ্চবটী বনৰ প্ৰাকৃতিক সৌন্দৰ্য দেখি সীতাৰ মনত আনন্দৰ সীমা নোহোৱা হ'ল। নিৰ্জন বন, গছ-লতাবিলাক ফল-ফুলেৰে ভৰা, তাত নানা তৰহৰ চৰাইবিলাকে বাহ সাজি থাকে, অলপ দূৰত নীলা পৰ্বতৰ শাৰী, সময়ে সময়ে বনৰ ম'ৰা-চৰাইবিলাকে সীতাৰ চোতালত পৰি চালি ধৰি নাচেহি, কেতিয়াবা কেতিয়াবা বনৰ হৰিণাবিলাকে সীতাৰ পঁজাৰ চাৰিও কাষেৰে নিৰ্ভয় মনেৰে চৰিবলৈ আহে, ফুলাম পাখিৰে কতনো পখিলা ফুলৰ ওপৰত উৰি ফুৰে, পঁজাৰ ওচৰেদি কুসুমশোভিনী পুণ্যসলিলা গোদাৱৰী নৈ কল্ কল্ কৰে বৈ গৈছে। ৰামে মাজে সময়ে সীতাক লগত লৈ গোদাৱৰীত ভুব খেলায়, মাজে সময়ে সীতাৰে সৈতে পৰ্বতৰ টিঙ্গত উঠি বনভূমিৰ শোভা চায়। সীতাই অৰণ্যৰপৰা বিবিধ ৰূপহ ফুল গোটাই আনি মালা গাঁথি নিজেও পিন্ধে, ৰামকো পিন্ধায়। ৰামে আজৰি পালেই চোতালত পদ্ম-ছাল পাৰি সীতাৰ লগত বহি নানা বিষয়ৰ আলাপ কৰে।

এই দৰে তেওঁলোক তাত থাকোঁতে থাকোঁতেই লাহে লাহে সুন্দৰ শৰৎকাল অতীত হ'ল। হেমন্তকাল আহিল। ক্ৰমে হেমন্তকালো গৈ শীত আহি উপস্থিত হল। সূৰ্যৰ আৰু সেই তেজ নাই। বাতিপুৱা সেউজীয়া বননি নিয়ৰেৰে তিতি থাকে। তাত হেঙ্গুলীয়া বেলিৰ জিলিকনি পৰি বননিৰ অপূৰ্ব শোভা হয়। পুষ্পশূন্য অৰণ্যক নিশা হিম আৰু আন্ধাৰে ঢাকি ধৰে আৰু পুৱা কুঁৱলীয়ে ছাটি ধৰে। গছ-লতাবিলাকৰ পাত সৰি শোভা নাইকিয়া হল। পদুমনি পুখুৰীত আৰু পদুম-ফুল নাই, কেৱল পদুমৰ নলাবিলাক হে আছে। নৈৰ পানী অতিশয় চেঁচা হ'ল। ৰামে সীতা আৰু লক্ষ্মণক লগত লৈ, কি জহকালি কি জাৰকালি, সদাই অতি পুৱাতে উঠি নদীত নামি গা ধুইছিল। তেওঁ বিধি মতে তিনি বেলা স্নান, সন্ধ্যা, তৰ্পণ আৰু

সূৰ্যৰ স্তৱ, আৰু হোম যজ্ঞ কৰি তপস্বীৰ দৰে বাস কৰিছিল। ক্ষত্ৰিয় ধৰ্মৰ নিয়ম পালি কেতিয়াবা কেতিয়াবা তেওঁ বনৰ হৰিণ, বৰাহ আদি জন্তু বধ কৰি সেই জন্তুৰ পবিত্ৰ মাংস ভোজন কৰিছিল। তেওঁ আৰু লক্ষ্মণে উভয়ে শুকান কাঠ আনি ধুনি জলাই জাৰ গুচাইছিল। সীতাৰ লগত যিবোৰ কাপোৰ আছিল তাৰেই তেওঁ জাৰ গুচাব পাৰিছিল।

এদিন জাৰকালি ৰাতিপুৱা তেওঁ পৌৰ্বাহ্নিক কৰ্ম সমাধা কৰি নিশ্চিন্ত মনেৰে পঞ্জাত বহি কথা পাতি আছিল, এনেতে এজনী ৰাক্ষসী সেই অৰণ্যত ফুৰি ফুৰি হঠাৎ তেওঁলোকৰ আগত ওলালহি। তাই ৰাম, লক্ষ্মণৰ অনুপম ৰূপ দেখি বিমোহিত হৈ তেওঁলোকক পতি ভজনা কৰিবৰ মনেৰে তেওঁলোকনো ক'ৰ মানুহ, কেনেকৈ সেই ৰাক্ষসৰ দেশলৈ আহিল, ইত্যাদি কথা সুধিবলৈ ধৰিলে। ৰামেও নিজৰ সকলো বৃত্তান্ত চমুকৈ তাইৰ আগত কৈ তাইৰ পৰিচয় সুধিলে। তেতিয়া সেই ৰাক্ষসীয়ে ৰামক কলে,—"মোৰ নাম সূৰ্পনখা। মই লঙ্কাধিপতি ৰাক্ষস ৰাজ ৰাৱণৰ ভনীয়েক। বোধ কৰোঁ তুমি ৰাৱণৰ নাম শুনিব পোৱা। খৰ আৰু দূষণ নামেৰে যি দুজন মহাবলৱন্ত ৰাক্ষসে এই জনস্থান প্ৰদেশ শাসন কৰে, তেওঁলোকো মোৰ ককাই হয়। হেৰা পুৰুষোত্তম ৰাম, তোমাৰ নিচিনা সুপুৰুষ কতো দেখা নাই। তোমাক দেখা মাত্ৰকে তোমাৰ ৰূপত বিমোহিত হৈ মই তোমাক মোৰ স্বামী বুলি মনে মনে বৰণ কৰিছোঁ, তুমি চিৰকাল মোৰ স্বামী হৈ থাকাঁ, তোমাৰ চৰণত মোৰ মন প্ৰাণ সঁপি দিছোঁ, তোমাক মোৰ হৃদয়ত ৰজা পাতিছোঁ, মোক আশাত নৈৰাশ নকৰিবা। এই সীতা কোনো মতেই তোমাৰ যোগ্য নহয়। সীতাক লৈ কি কৰিবাঁ? সীতাক মই ভক্ষণ কৰিম। তুমি মোৰ কামনা পূৰ্ণ কৰাঁ। মই তোমাক বিবিধ মনোৰম্য বন আৰু পৰ্বত দেখুৱাই লৈ ফুৰিম, আৰু লাগিলে মোৰ ককাইদেৱ ৰাৱণক কৈ তোমাক এই জনস্থান প্ৰদেশৰ ৰজা পাতিম।" ৰামে কামাতুৰা সূৰ্পনখাৰ কথা শুনি হাঁহি হাঁহি কলে যে তেওঁৰ বিয়া হৈ গৈছে, সীতা তেওঁৰ প্ৰণয়তম ভাৰ্যা। তেওঁৰ আকৌ বিয়া হব নোৱাৰে। তাইৰ ইচ্ছা হ'লে লক্ষ্মণৰ ওচৰলৈ যাব পাৰে। তেতিয়া তাই লাজ কাজ এৰি লক্ষ্মণৰ ওচৰলৈ গৈ লক্ষ্মণক পতি কামনা কৰিলে লক্ষ্মণো তাইৰ কথাত মান্তি নোহোৱাত তাইৰ বৰ খং উঠিল। তাই মুখ মেলি 'হাও' কৰি সীতাক কামুৰি খাবৰ মনেৰে সীতাৰ ফাললৈ বেগ দি যাওঁতেই লক্ষ্মণে ততালিকে তাইৰ চুলিকোছাত ধৰি তৰোৱালেৰে ৰেপ মাৰি তাইৰ নাকটো আৰু কাণ দুখন গুৰি চপাই কাটি পেলালে। ফিৰফিৰ কৰে তেজ ওলাবলৈ ধৰিলে। তাইৰ গাৰ কাপোৰ তেজেৰে ৰঙা হ'ল। কেৱল তিৰীবধ পাপলৈ ঘিণ কৰিহে লক্ষ্মণে তাইৰ প্ৰাণ বধ নকৰিলে। তাই তেতিয়া কটা নাক-কাণ বুটলি লৈ "মৰিলোঁ ঔ" বুলি ভয়ানক আৰ্তনাদ কৰি যিখন অৰণ্যৰপৰা আহিছিল তালৈকে চাপলি ধৰিলে।

পঞ্চবটীৰ পৰা কিছু দূৰত খৰ আৰু দষণে চৈধ্য হেজাৰ ৰাক্ষস সেনাৰে সৈতে বাস কৰিছিল। সূৰ্পনখাই কান্দি কান্দি গৈ সিহঁতৰ আগত এই ঘটনাৰ কথা ক'লে আৰু তাইৰ কটা নাক-কাণ সিহঁতক দেখুৱালে। ভনীয়েকৰ দুৰ্দশা দেখি সিহঁত খঙত জ্বলি উঠিল। সিহঁতে তেতিয়াই চৈধ্যজন অতি পৰাক্ৰমী ৰাক্ষসক ৰাম, লক্ষ্মণ আৰু সীতাক বধিবৰ কাৰণে পঠালে। সূৰ্পনখাও সিহঁতৰ লগত গ'ল। কিন্তু ৰামৰ মৰ্মভেদী বাণৰ আগত সিহঁত তিষ্টিব নোৱাৰিলে। সেই চৈধ্যটা বীৰৰ সকলোটি যুদ্ধত মৰিল। তেতিয়া সূৰ্পনখাই উধাতু হৈ লৰি আহি খৰ-দূষণক বাতৰি দিলেহি। খৰ-দূষণে ততালিকে সকলো ৰাক্ষস সেনা লগত লৈ ৰাম-লক্ষ্মণৰ বিৰুদ্ধে যুদ্ধ-যাত্ৰা কৰিলে। তুমুল যুদ্ধ হল। সেই যুদ্ধত ৰামৰ শৰত সসৈন্যে খৰ-দূষণৰ পতন হ'ল। জনস্থান ৰাক্ষস শূন্য হ'ল। কেৱল অকম্পন নামেৰে এটা

আৰু সূৰ্পনখা কোনো মতে পলাই সাৰিল। সিহঁতে লঙ্কালৈ গৈ ৰাক্ষস-ৰজা ৰাৱণৰ আগত সকলো বৃত্তান্ত কলে। ভনীয়েক সূৰ্পণখাৰ বিলাই দেখি, জুইত ঘিউ ঢলাৰ দৰে, ৰাৱণৰ ক্ৰোধাগ্নি ভীষণৰূপে জ্বলি উঠিল। ৰাৱণৰ মূৰ্ত্তি দেখি অকম্পনে ভয়ত কৃতাঞ্জলি হৈ কঁপি কঁপি ৰাৱণক কলে,—"হে লঙ্কেশ্বৰ, ৰামৰ পৰাক্ৰমৰ কথা কি কম ? সকলো দেৱাসুৰ একেলগ হলেও ৰামক বধ কৰিব পাৰিব বুলি মোৰ মনে নধৰে। তথাপি তেওঁক বধিবৰ এটা উপায় আছে, বন্দীয়ে কওঁ, শুনক। সীতা নামে তেওঁৰ এজনী সৰ্বাঙ্গসুন্দৰী ত্ৰৈলোক্যমোহিনী ভাৰ্যা আছে। তেওঁ তিৰোতাসকলৰ ভিতৰত ৰত্ন স্বৰূপা। সেই ৰত্নালঙ্কাৰ ভূষিতাই যৌৱনত পদাৰ্পণ কৰিছে। দেৱী, গন্ধৰ্বী বা অপ্সৰী কোনো সেই সীমন্তিনীৰ তুল্য নহয়, মানৱী কেনেকৈ তেওঁৰ সমান হব পাৰে ? এই পৃথিৱীত তেওঁৰ ৰূপৰ তুলনা নাই। অপুনি মহাবনলৈ গৈ কোনো ৰকম কৌশলেৰে ৰামৰ সেই প্ৰাণাধিকা পৰমা সুন্দৰী ভাৰ্যাক অপহৰণ কৰক। ভাৰ্যাহীন হলে ৰামে কোনো মতেই জীয়াই নাথাকিব। সৰ্বসুলক্ষনী সীতাৰ শোকত ৰামে প্ৰাণত্যাগ কৰিব।"

অকম্পনৰ এই কথাখিনি ৰাৱণৰ মনত লাগিল। তেওঁ অলপ পৰ চিন্তা কৰি অকম্পনক কলে,—"বাৰু মই অকলৈ সাৰথিৰে সৈতে জনস্থানলৈ যাম আৰু সীতাক হেলাৰাঙ্গে এই মহাপুৰীলৈ আনিম।" এই কথা কৈ ৰাৱণ বিমানসদৃশ ৰথত উঠি প্ৰস্থান কৰিলে। সেই ৰথ অতি বেগেৰে চলি মেঘৰ মাজত জোনৰ দৰে শোভা পালে, পাচে ৰাৱণে বহু দূৰ গৈ লঙ্কাৰ সিপাৰে মাৰীচ নামেৰে এটা মায়াবী ৰাক্ষসৰ আশ্ৰমত উপস্থিত হ'ল। তেওঁ মাৰীচৰ লগত সীতা হৰণৰ বিষয়ে পৰামৰ্শ কৰি মাৰীচক তেওঁৰ ৰথত তুলি লৈ পঞ্চবটীৰ ফালে যাত্ৰা কৰিলে।

"শীঘ্ৰ বেগে গৈয়া ৰাঘৱৰ থান পাইল।
মাৰীচক ৰাৱণে বচন পুছিলাইল॥
দেখিয়ো কদলী বন ৰাঘৱৰ থান।
মৃগৰূপ ধৰি মোৰ সাধা বহু মান॥
ৰথে চড়ি ৰাৱণ লুকায়া ভৈল থিত।
মাৰীচ ৰাক্ষস তেৱে নামিল ভূমিত॥
ধীৰে ধীৰে যায় ভৰি নবাঢয় আগ।
কাটিবাক নেই যেন অষ্টমীৰ ছাগ॥
বিমৰিষ কৰয় মাৰীচ মহাবীৰ।
হৰি হৰি হৰুৱাইলো সুন্দৰ শৰীৰ॥
ৰাৱণ ৰাজাৰ আজি হিতপথ চাওঁ।
ৰামৰ হাতত পৰি স্বৰ্গে চলি যাওঁ॥
হেন ভাবি মাৰীচ ধৰিলে মৃগমায়া।
মনোহৰ বেশ শুদ্ধ সুবৰ্ণৰ কায়া॥
ৰজতৰ অৰ্দ্ধচন্দ্ৰ দুই পাৱে বলয়।
তাৰা সম থানে থানে মাণিক জ্বলয়॥
জাজ্বল্য সমান জ্বলে ৰত্নময় বুক।
থানে থানে প্ৰকাশয় সোণৰ ভুমুক॥"

নিশাচৰ মাৰীচে ৰাৱণৰ কথা মতে অতি অদ্ভুত মৃগৰ ৰূপ ধাৰণ কৰি ৰামৰ আশ্ৰমত চৰিবলৈ ধৰিলে। সেই সময়ত জানকী আশ্ৰমৰ ওচৰৰ কলবাৰীত আছিল। তেওঁ ফুল তোলাত ব্যগ্ৰ হৈ একোবাৰ অশোকৰ ওচৰলৈ, একোবাৰ কৰ্ণিকাৰৰ ওচৰলৈ, একোবাৰ বা আন ফুল গছৰ ওচৰলৈ গৈছিল। তেওঁ ফুল গোটাই ফুৰোঁতে ফুৰোঁতে হঠাৎ সেই মুক্তামণি-বিচিত্ৰাঙ্গ সুবৰ্ণময় মৃগক দেখা পালে। তেওঁ বিস্ময় মনেৰে একেৰাহে তাৰ ফালে চাবলৈ ধৰিলে। সিও সীতাৰ ফালে এবাৰ ৰ লাগি চাই বনভূমি জোনাক কৰি ইফালে সিফালে ডেও দি ধাঁহ খাবলৈ ধৰিলে। কেতিয়াবা সি থমক্ খাই ৰয়, কেতিয়াবা যায়, কেতিয়াবা আকো উভতি আহে, কেতিয়াবা বননিত শুই পৰে। সি মাজে মাজে একোবাৰ বনৰীয়া হৰিণাৰ জাকত গৈ সোমায়। তাক দেখি হৰিণাবোৰে তাৰ ওচৰলৈ আহি তাক শুঙ্গি চাই চাৰিওপিনে লৰি পলায়। স্বৰ্ণকান্তি সীতাই এই-অদ্ভুত স্বৰ্ণমৃগটি দেখি আনন্দত উত্ৰাৱল হৈ ৰামক চিঞৰি ক'লে,— হে'ৰা, আৰ্যপুত্ৰ

তুমি লক্ষ্মণক লগত লৈ বেগাই ইয়ালৈ আহাঁ, “ৰাম আৰু লক্ষ্মণ দুয়ো লৰি আহি সেই মৃগটোক দেখা পালে। লক্ষ্মণে মৃগটোক দেখিয়েই কোনো মায়াবী ৰাক্ষস বুলি শঙ্কা কৰি ৰামক ক'লে যে এনে ৰত্নময় দীপ্তিমন্ত মৃগ পৃথিৱীত ক'তো নাই, ই নিশ্চয় কোনোবা ৰাক্ষসৰ মায়া, সন্দেহ নাই। জানকীয়ে সেই মৃগৰ ৰূপ দেখি ইমান দূৰ মুগ্ধ হৈছিল যে তেওঁ লক্ষ্মণৰ কথাত বাধা দি ৰামক ক'লে,— “আৰ্যপুত্ৰ, এই সুন্দৰ মৃগটোৱে মোৰ মনক মুহি পেলাইছে, মহাবাহু, তাক ধৰি আনি মোক দিয়া আমি তাৰ লগত উমলিম, আমাৰ আশ্ৰমৰ চাৰিও কাষৰে অনেক মৃগ চৰিবলৈ আহে। সেইবিলাক দেখিবলৈ ভাল হলেও এইটোৰ নিচিনা ধুনীয়া মৃগ আমি পূৰ্বে কেতিয়াও দেখা নাছিলোঁ, তেজ, ক্ষমতা আৰু দীপ্তিলৈ চাই ইয়াক সকলো মৃগতকৈ শ্ৰেষ্ঠ বুলি বোধ হৈছে। ইয়াৰ সৰ্বাঙ্গ বিবিধ বৰ্ণেৰে বিচিত্ৰিত, ই সাক্ষাৎ ৰত্ন। ই চন্দ্ৰৰ দৰে এই বনভূমিক জোনাক কৰি আমাৰ আগত বিৰাজ কৰিছে। আহা! কি সৌন্দৰ্য! আহা! কি শ্ৰী! আহা! কি সুশোভন! এই অপূৰ্ব মৃগই মোৰ মনক আকৰ্ষণ কৰিছে। প্ৰাণনাথ, তুমি যদি ইয়াক জীয়াই জীয়াই ধৰি আনিব পাৰা, তেন্তে ই বৰ বিস্ময়ৰ বস্তু হ'ব। বনবাসৰ অন্তত আমি আকৌ যেতিয়া ৰাজ্য লাভ কৰিম তেতিয়া এই মৃগ আমাৰ অন্তঃপুৰত এটি শোভাৰ বস্তু হৈ থাকিব। প্ৰভো, ভৰত, তুমি, শাহুসকল আৰু মই, আমাৰ সকলোটিয়ে এই দিব্য মৃগ দেখি বিস্ময় মানিব। হে পুৰুষোত্তম, যদি এই মৃগক তুমি জীৱন্ত অৱস্থাত ধৰিব নোৱাৰা, তেনেহলেও ইয়াৰ ধুনীয়া ছালখন কামত লাগিব। ইয়াৰ সোণাময় ছালখন কুশাসনৰ ওপৰত পাৰি, তাত বহি, ভগৱন্তৰ পূজা কৰিবলৈ মোৰ বৰ হাবিলাষ হৈছে। স্বাৰ্থ সিদ্ধিৰ নিমিত্তে স্বামীক এই দৰে নিয়োগ কৰা তিৰোতাৰ পক্ষে উচিত নহয়। কিন্তু এই মৃগৰ বিচিত্ৰ দেহে মোৰ মনত ইমান যে বিস্ময় জন্মাইছে তাক আৰু কি কম ?”

জানকীৰ কথা শুনি ৰামে লক্ষ্মণলৈ চাই কলে,— “লক্ষ্মণ, তুমি কৈছা এইটো মায়ামৃগ, এইটো ৰাক্ষসৰ মায়া। যদি প্ৰকৃতপক্ষে সেয়ে হয় তেনেহলে তাক বধ কৰা কৰ্তব্য, আৰু যদি সি মায়াবী ৰাক্ষস নহৈ আচল মৃগহে হয়, তেনেহলেও তাক জীয়াই ধৰি আনি, কিম্বা তাক বধ কৰি তাৰ ধুনীয়া ছালখন আনি, সীতাৰ প্ৰাৰ্থনা পূৰণ কৰিম। এতেকে, মই এতিয়াই এই মৃগক ধৰিবলৈ যাও। এই মৃগৰ ছালখন সকলো মৃগৰ ছালতকৈ উত্তম। আজি নিশ্চয় ইয়াক ধৰিম বা বধ কৰিম। লক্ষ্মণ, মই যেতিয়ালৈকে মৃগয়াৰ পৰা উভতি নাহোঁ, তেতিয়ালৈকে তুমি জানকীক এই পঁজাত সাৱধানে ৰাখি থাকিবা। জানকীক অকলৈ এৰি কলৈকো নাযাবা।” এই কথা কৈ ৰামে ধনু-শৰ আৰু তৰোৱাল লগত লৈ সেই মৃগক ধৰিবলৈ গ'ল। লক্ষ্মণে ৰামৰ আদেশ মতে সীতাক ৰাখি থাকিল।

ৰামক ধনু-শৰ লৈ খেদি অহা দেখি মায়া মৃগই ভয়ত বিহ্বল হৈ পৰিল। ৰামে তাক পাছে পাছে খেদি নিলে। কেতিয়াবা সি ডেও দি দি আঁতৰ হৈ যায়, কেতিয়াবা ভমক কৰে আগতে ওলায় আকৌ হাবিৰ আঁৰত লুকায়। ৰামে তাক এনেকৈ লুকা-লুকি কৰি ফুৰা দেখি বহু দূৰলৈ খেদি লৈ গ'ল। খেদি খেদি শেষত ভাগৰ লাগিলত তেওঁ ছাঁ চাই এডোখৰ দূবৰিয়নিত বহিল। ছালৰ নিমিত্তে মৃগক কেৱল বধ কৰিবৰ ইচ্ছা থকা হলে ৰামে তাক অনায়াসে শৰ মাৰি বধিব পাৰিলেহেঁতেন। কিন্তু সীতাৰ মনত সন্তোষ লগাবৰ কাৰণে তেওঁ জীয়াই জীয়াই ধৰি আনিবলৈ চেষ্টা কৰিছিল। সেই নিমিত্তেহে সিও ৰামক ভুৰা দি বহু দূৰলৈ আনিব পাৰিলে। তেতিয়া ৰামৰ মনত সেইটো মায়ামৃগ বুলি সন্দেহ জন্মিল। তেওঁ আৰু পলম নকৰি এপাত সুতীক্ষ্ণ শৰ আকৰ্ণপূৰি সেই মৃগৈ

মাৰি পঠিয়ালে। এই শৰ তাৰ বুকুত লাগি বুকু-খন শালি ধৰিলে। সি কাকিনি তামোলৰ আগমান ওখলৈ এটা জাপ মাৰি মাটিত ঢাল খাই পৰিল, আৰু ৰামৰ নিচিনা মাতবে 'হা সীতা। হা লক্ষ্মণ।' বুলি ভয়ঙ্কৰ আটাহ পাৰি প্ৰাণ এৰিলে। ৰামে ওচৰলৈ গৈ দেখিলে যে সেইটো মৃগ নহয়,—এটা বিকট ৰাক্ষস পৰ্বতাকাৰ হৈ পৰি আছে। তেতিয়া তেওঁ আচৰিত হৈ এইবিলাক ৰাক্ষসৰ মায়া বুলি জানি লক্ষ্মণৰ কথালৈ সুঁৱৰি বিষন্ন মনেৰে নিজৰ পঁজাৰ ফালে যাবলৈ ধৰিলে।

ইফালে পতিপ্ৰাণা সীতাই স্বামীৰ মাতৰ নিচিনা সেই আৰ্তনাদ শুনি বৰ ব্যাকুল হ'ল।

"শুনিলন্ত সীতায়ে ৰামৰ থানে ৰাৱ।
স্বামীৰ বিপদ শুনি কম্পে হাত পাৱ॥
সজল নয়নে দেৱী চতুৰ্ভিতি চান্ত।
লক্ষ্মণক সম্বুধিয়া শীঘ্ৰে বুলিলন্ত॥
শুনিলা কি লখাই তুমি ৰাঘৱৰ বাণী।
কমন বিধিয়ে মৃগ মিলাইলেক আনি॥
হা হা প্ৰভু কিনো মই অকাৰ্য কৰিলোঁ।
দণ্ডকা বনত আমি স্বামীক মাৰিলোঁ॥
ঝান্টে কৰি চলা লখাই শুনা মোৰ বাক।
সত্বৰে ৰামৰ গৈয়া প্ৰাণখানি ৰাখ॥
তুমি সখা ভৈলে নযাইবন্ত যমপুৰ।
ঝান্টে চলাঁ ৰাখাঁ মোৰ শিৰৰ সিন্দুৰ॥
ভ্ৰাতৃত্ব ভকত তুমি লক্ষ্মণ কোঁৱৰ।
ৰামক মাৰয় হেৰাঁ ঘোৰ নিশাচৰ॥
আপদ কালত সবে হিতাহিত জানি।
স্বামী ভিক্ষা মাগোঁ বাপু মোক দিয়া আনি॥
ভয়ে চমকিলা যেবে জনকৰ জীউ।
হাত যোৰে লক্ষ্মণ আগত ভৈলা থিউ॥
ভয় পৰিহৰি দেৱী কৰিয়োক ৰঙ্গ।
ইটো ৰবিতলত ৰামৰ নাই ভঙ্গ॥

* * *

মিছা ৰাৱ শুনি দেৱী পঠোৱা আমাক।
কদাচিতো নুহিবে ৰামৰ হেন বাক॥
স্ত্ৰী যাতি কাৰণে তোমাৰ হেন ভয়।
মৃগ মাৰি আসিলন্ত নাহিকে সংশয়॥"

লক্ষ্মণে এই বুলি সীতাক সান্ত্বনা কৰিবলৈ ধৰিলে যে ৰামৰ কতো ভয় নাই, ৰামে এনেকৈ কেতিয়াও নিচিঁয়ৰে, এই পৃথিৱীত ৰামক কোনেও যুদ্ধত পৰাস্ত কৰিব নোৱাৰে, কোনো মায়াবী ৰাক্ষসে ৰামৰ স্বৰ অনুকৰণ কৰি তেওঁৰ অমঙ্গল সাধনৰ নিমিত্তে "হাঁ সীতা। হাঁ লক্ষণ।" আটাহ পাৰিলে, এতেকে সীতা দেৱী, নিশ্চিন্ত মনেৰে থিৰহৈ থাকক, ৰামে মৃগ মাৰি আশ্ৰমলৈ অলপতে আহিব, ৰাম নাহে মানে লক্ষ্মণে সীতাক অকলৈ কেতিয়াও এৰি যাব নোৱাৰে।

লক্ষ্মণৰ কথা শুনি খঙত সীতাৰ চকু দুটা হঠাৎ ৰঙা হৈ পৰিল। তেওঁ লক্ষ্মণক কঠুৱা মাতেৰে কবলৈ ধৰিলে'—"হেৰা নৃশংস, কুলনাশক। তই ৰামক মাৰি দয়া কৰি মোক ৰক্ষা কৰিব খুজিছ, তোৰ এনে দয়া মোক নেলাগে। বুজিলোঁ, বিপদ হলে তই ভাল পাৱ, সেই নিমিত্তে তই তেওঁৰ সঙ্কট দেখি এনেকুৱা কথা কৈছ। তোৰ নিচিনা ক্ৰুৰ মানুহৰ মনত যে বেয়া মতলব থাকিব, ই একো আচৰিত নহয়। তই নিতান্ত দুষ্ট, সেই দেখি ৰাম অকলৈ বনলৈ অহাত মোৰ আশাত তই তেওঁৰ অনুগামী হলি, কিংবা ভৰতৰ টিপমতে তই এনে কৰিছ। কিন্তু লক্ষ্মণ, তই বা ভৰতে যিটো মনত আলচিছ, সেইটো কেতিয়াও সিদ্ধ নহব, নিশ্চয় জানিবি। মই একমাত্ৰ পদ্মপলাশলোচন নীলোৎপলশ্যাম ৰামৰ সেৱকিনী, গৃহিণী। হাঁয়। হাঁয়। নেজানো ৰাম কি বিপদত পৰিছে। ৰামৰ কোনো কথা হ'ব লাগিলে মই তোৰ আগতে নিশ্চয় প্ৰাণত্যাগ কৰিম। ৰাম বিনে মই এখন্তেকো এই পৃথিৱীত জীয়াই নাথাকোঁ।"

ৰামৰ বিপদৰ আশঙ্কাত সীতা ইমান বিভত

হ'ল যে তেওঁৰ হিতাহিত জ্ঞান লোপ পালে, খং আৰু বেজাৰত তেওঁ দেৱৰেক লক্ষ্মণৰ সকলো গুণ নিমিষতে পাহৰি পেলালে, তেওঁ লক্ষ্মণক ৰামৰ মাহীয়েকৰ পুতেক মাথোন বুলি ভাবি অতি কঠোৰ কথা শুনালে। ৰামায়ণ ৰচিত হবৰ আজি কত শত বছৰ অতীত হ'ল, আজিও সীতাৰ এই কথা-খিনি সুঁৱৰিলে আমাৰ মনত বেজাৰ লাগে। বোধ কৰোঁ সীতাই ভাবিছিল যে ইমান টান কথা নকলে গুৰুবৎসল লক্ষ্মণে কেতিয়াও ৰামৰ আদেশ লঙ্ঘন কৰি ৰামৰ ওচৰলৈ নেযাব।

সীতাৰ এনে মৰ্ম্মভেদী কথা শুনি মুহামতি ধীৰ লক্ষ্মণো খং আৰু বেজাৰত অধীৰ হ'ল। কিন্তু তেওঁ অতি কষ্টেৰে মনৰ খং মনত মাৰ নিয়াই হাত যোৰকৈ সীতাক কলে,—"আই আপুনি মোৰ সাক্ষাৎ দেৱতা, সেই বাবে আপোনাৰ কথাৰ উত্তৰ কৰিবলৈ মোৰ ক্ষমতা নাই। কিন্তু আপুনি যে অযোগ্য কথা কলে সেইটো তিৰোতা মানুহৰ পক্ষে বিচিত্ৰ নহয়। আপোনাৰ কথা মোৰ পক্ষে অসহনীয় হৈছে। আপোনাৰ কথাই মোৰ দুয়োখন কাণত, জুইত ৰঙাকৈ তপতোৱা লোৰ শলাৰে বিন্ধাৰ দৰে বিন্ধি অসহনীয় ক্লেশ দিছে। সি যি হওক, বন-দেৱতাসকল মোৰ সাক্ষী। মই যথাৰ্থ কথাহে কৈছিলোঁ, তথাপি আপুনি মোক ইমান কঠোৰ কথা শুনালে। মই সদাই গুৰুজনৰ কথা পালন কৰি থাকোঁ। আপুনি স্ত্ৰীসুলভ দুষ্ট স্বভাৱৰ বশৱৰ্ত্তিনী হৈ মোৰ ওপৰত সন্দেহ কৰি মোক এনেকুৱা টান কথা শুনালে। দেখি, আপুনি যেতিয়া ইমান দিনেও মোক চিনিব নোৱাৰি আশঙ্কা কৰিলে, আপোনাক ধিক। নিশ্চয় আপোনাৰ বিনাশকাল উপস্থিত। ৰাম য'ত আছে, ময়ো তালৈকে গুলালোঁ। আপুনি কুশলে থাকক আৰু বন-দেৱতাসকলে আপোনাক ৰক্ষা কৰক। মই অমঙ্গলৰ চিন দেখিছোঁ। আকৌ ৰামেৰে সৈতে উভতি আহি যেন আপোনাক দেখা পাওঁ। এতিয়া বিদায়।"

লক্ষ্মণৰ কথা শুনি সীতাৰ চকুৰপৰা অবিৰল অশ্ৰুধাৰা পৰি বুকু তিতি গ'ল। সীতাই শোকত কাতৰ হৈ উচুপি উচুপি কান্দিবলৈ ধৰিলে। তেওঁ লক্ষ্মণক আৰু কোনো কথা ক'ব নোৱাৰিলে। লক্ষ্মণে তেওঁক কৃতাঞ্জলি হৈ প্ৰণাম আৰু সান্ত্বনা কৰি, বাৰম্বাৰ তেওঁৰ ফালে চাই চাই, ৰামৰ ওচৰলৈ বেগাই প্ৰস্থান কৰিলে। অভাগিনী সীতাই অকলৈ সেই দোৰ্ঘোৰ অৰণ্যৰ মাজত পঁজাৰ দুৱাৰ মুখত বহি চকুলো টুকি থাকিল।

'লক্ষ্মণে গৈলন্ত যেৰে ৰাঘৱৰ ভিতা।
ঘোৰ অৰণ্যত একেশ্বৰী ভৈলা সীতা॥
শ্ৰীৰাম লক্ষ্মণ যেৰে নাহিকন্ত পাশে।
কান্দন্তে আছন্ত স্বামী মৰণ তৰাশে॥
ধূলি ধূসৰিত আতি চান্ত চাৰি দিশা।
চন্দ্ৰ অবিহনে যেন অন্ধকাৰ নিশা॥
লক্ষ্মণ গৈলন্ত জানকীক দিয়া পিঠি।
ৰৱণীয়া ৰাৱণৰ পুৰাতেসে দৃষ্টি॥
বসিয়া আছন্ত সীতা সুনিৰ্ম্মল দেশে।
ৰাৱণ চলিল তথা ভিক্ষুকৰ বেশে॥"

* আলোচনী আহিন ১৮৩৮, ৭ম বছৰ ১২ শ সংখ্যা।

## অষ্টম আধ্যা

ৰাৱণে হাবিৰ আঁৰত লুকাই চোপাদি চল চাই আছিল। লক্ষ্মণে সীতাক অকলে এৰি ৰামক বিচাৰি গলত ৰাৱণে সুযোগ বুজি সন্ন্যাসী বামুণৰ বেশেৰে সীতাৰ প্ৰজাৰ ফালে এখুজি দুখুজিকৈ নিশব্দে আহিবলৈ ধৰিলে। তেওঁৰ মূৰত শিখা, ডিঙিত ৰুদ্ৰাক্ষৰ মালা, কান্ধত জাপি, কাৰলতিৰ তলত জোলোঙা, হাতত লাখুটি আৰু কমণ্ডলু আৰু ভৰিত পানৈ আছিল। তেওঁ সীতাক দেখি নিস্তব্ধ হৈ ৰ'ল। সীতাৰ মুখখন চকুৰ পানীৰে তিতি, নিয়ৰত তিতি থকা পদুম-ফুলৰ দৰে শোভা পাইছিল। শোকত

সন্তপ্তা হলেও তেওঁৰ শৰীৰৰ কান্তি কেঁচা সোণৰ দৰে জিলিকি আছিল। ভিক্ষুক-বেশী ৰাৱণে সীতাৰ অলৌকিক ৰূপত বিমুগ্ধ হৈ বেদধ্বনি কৰি সীতাৰ আগত থিয় দি নিলাজৰ দৰে সীতাৰ সৌন্দৰ্যৰ প্ৰশংসা কৰি ক'লে,—"হে শুভাননে, তোমাৰ নিচিনা লাৱণ্য-ৱতী সুন্দৰী ললনা পূৰ্বে কেতিয়াও মই দেখা নাছিলোঁ। মোৰ বোধেৰে তুমি কোনো দেৱকন্যা, এই অৰণ্যত ভয়ঙ্কৰ ৰাক্ষসবিলাক বাস কৰে, তুমি কেনেকৈ ইয়ালৈ আহিলা? ইয়াত নানাবিধ হিংস্ৰক জন্তু চৰি ফুৰে, ইয়াত অকলৈ থাকি তোমাৰ ভয় নেলাগে নে? হে বৰাননে, তুমি কোন? কাৰ ভাৰ্যা? ক'ৰপৰা কি সকামত আহি অকলৈ এই ৰাক্ষস থকা ভয়ানক দণ্ডকাৰণ্যত আছাঁহি? তোমাৰ ৰূপৰ জেউতিত এই বনভূমি পোহৰ হৈ আছে।"

সৰলা সীতাই সেই কপটী সন্ন্যাসীক দেখি সঁচা সঁচিকৈয়ে তেওঁক এজন সাধু ভিক্ষুক ব্ৰাহ্মণ বুলি অনুমান কৰিলে। তেওঁ মনতে এই বুলি ভাবিলে যে এই আগন্তুকজন অতিথি, তাতে আকৌ ব্ৰাহ্মণ, কোনো কথা নকলে এওঁ শাও দিব পাৰে। এখন্তেক চিন্তা কৰি সীতাই তেওঁক নিজৰ চিনাকি দিলে। যদিও সীতা শোকত কাতৰ আছিল তথাপি তেওঁ অতিথি সেৱা কৰিবলৈ নেপাহৰিলে। তেওঁ সেই ভিক্ষুকক বহিবলৈ আসন, আৰু ভৰি-হাত ধুবলৈ পানী দি ক'লে,—"বিপ্ৰ, অন্ন তৈয়াৰ আছে, আপুনি কুশাসনত বহক, এই পাদোদক গ্ৰহণ কৰক, ভোজনৰ পাচত ক্ষন্তেক বিশ্ৰাম কৰক, মোৰ স্বামী ভায়েক লক্ষ্মণেৰে সৈতে, মৃগয়ালৈ গৈছে। অলপতে তেওঁলোক উলটি আহিব। তেওঁলোকে আপোনাক যথাযোগ্য-মতে পূজিব।" সীতাই এইদৰে ভিক্ষুকক অভ্যৰ্থনা কৰি ৰাম লক্ষ্মণ অহাত পলম দেখি উৎকণ্ঠিত মনেৰে অৰণ্যৰ ফাললৈ চাবলৈ ধৰিলে। কিন্তু তেওঁ কেৱল চাৰিওফালে চকুৰে মণিব পৰালৈকে সেউজীয়া বনভূমিকেহে দেখিলে, ৰাম-লক্ষ্মণক দেখা নেপালে।

সীতাই ভিক্ষুকৰ পৰিচয় সোধাত ৰাৱণে গৰ্ৱ মাৰি ক'লে,—"জানকী, যাৰ প্ৰতাপত সুৰ, অসুৰ আৰু মানুহ ভয়ত থৰ থৰ কৰে কঁপি থাকে, মই সেই ৰাক্ষসৰাজ ৰাৱণ। সুন্দৰি, তোমাৰ নিচিনা ৰূপৱতী ত্ৰিভুবনত নাই। তোমাক দেখিবৰ পৰা মোৰ নিজৰ ভাৰ্যাবিলাকলৈ অলপো অনুৰাগ নোহোৱা হ'ল। সিহঁত তোমাৰ কেঞা আঙ্গুলী এটাৰো যোগ্য নহয়। তোমাৰ মঙ্গল হওক। সাগৰৰ মাজত পৰ্বতৰ ওপৰত লঙ্কা নামেৰে যিখন সোণৰ নগৰী আছে, সেই নগৰী মোৰেই। মই তাতে থাকোঁ। তুমি তালৈ গলে মোৰ লগত বিতোপন ফুলনিবাৰীত ফুৰিবলৈ পাবা। তাত এবাৰ ফুৰিবলৈ গলে তোমাৰ আৰু বনবাসলৈ ইচ্ছা নহব। তুমি মোৰ সকলো ৰাণীৰ ভিতৰত প্ৰধান পাটমাদৈ হ'বা, তেতিয়া সৰ্বাভৰণভূষিতা পাঁচ হেজাৰ দাসীয়ে দিনে তোমাৰ পৰিচৰ্যা কৰিব।"

ৰাৱণৰ কথা শুনি জানকীৰ বৰ খং উঠিল। তেওঁ সন্ন্যাসী বেশধাৰী ৰাৱণক অৱজ্ঞা কৰি ক'লে, "সত্যনিষ্ঠ, মহাবাহু, বিশাল হৃদয়, নৃসিংহ ৰামৰ হে মাথোন মই অনুগতা, যাৰ বদন পূৰ্ণচন্দ্ৰৰ নিচিনা, যাৰ কীৰ্তি অতি বিস্তৃত আৰু বাহুযুগল অতিশয় বিষাল, মই সেই ৰাজনন্দন ৰঘু-কুলতিলক জিতেন্দ্ৰিয় ৰামৰহে মাথোন সেৱকিনী, তই ছাগ হৈ সিংহৰ ভাৰ্যালৈ অভিলাষ কৰিছ। কিন্তু সূৰ্যৰ প্ৰভাৰ নিচিনা মোক তই পাবলৈ আশা নকৰিবি। হেৰ, দুষ্ট ৰাক্ষস, তই যেতিয়া ৰামৰ ভাৰ্যাক হৰি নিবলৈ মন কৰিছ, তেতিয়া তোৰ সৰ্বনাশ চমু চাপিছে বুলি জানিবি।" সীতাৰ কথা শুনি ৰাৱণে খঙত চকু পকাই কবলৈ ধৰিলে,—"আজলি, মই কুবেৰৰ বৈমাত্ৰ ভাই, মই পৰম প্ৰতাপশালী-দিগ্বিজয়ী লঙ্কেশ্বৰ ৰাৱণ, মৃত্যুক যেনেকৈ মানুহে ভয় কৰে, তেনেকৈ মোৰ ভয়ত বিতত হৈ, দেৱ, গন্ধৰ্ব, পিশাচ আদি সকলোৱেই সদাই পলাই ফুৰে। কোনো কাৰণত খং উঠি কুবেৰকো মই যুঁজত ঘটুৱাই ভাল-কৈয়ে এসেকা দিলোঁ তেতিয়াৰপৰা, তেওঁ ভয়াতুৰ

হৈ তেওঁৰ অতি হেপাহৰ থকা ঠাই পৰম সমৃদ্ধি-শালী লঙ্কানগৰী পৰিত্যাগ কৰি নিৰ্জন কৈলাশ পৰ্বতত লুকাই আছেগৈ। ভদ্ৰে, মই বলেৰে তেওঁৰ ইচ্ছাচাৰী পৰম সুন্দৰ পুষ্পক নামে বিমানখন কাঢ়ি আনিছোঁ। তুমি সেই বিমানত উঠি আকাশীপথত ইচ্ছামতে ফুৰি ফুৰিব পাৰিবা। মৈথিলি, মোৰ মুখত খং দেখিলে ইন্দ্ৰাদি দেবতাসকল ভয়ত দশো-দিশে পলায়। মই যত থাকোঁ বতাহো তাত ভয়ে ভয়ে প্ৰৱাহিত হয় আৰু সূৰ্যও মোৰ ভয়ত আকাশ মণ্ডলত চন্দ্ৰৰ দৰে নিস্তেজ হয়। অধিক কি, মই যত থাকোঁ আৰু ফুৰোঁ, তাত গছৰ পাতবিলাকো ভয়ত কঁপি থাকে আৰু বেগৱতী নদীবিলাকৰ পানীও লাহে লাহে ববলৈ ধৰে। সাগৰৰ পাৰত লঙ্কা নামেৰে মোৰ যিখনি সুন্দৰী পুৰী আছে, তাক দেখিবলৈ ইন্দ্ৰৰ অমৰাৱতীৰ নিচিনা, নগৰীৰ চাৰিও-ফালে দুৰ্জয় গড আছে, ভয়ঙ্কৰ নিশাচৰবিলাকে পালি-পহৰীয়া হৈ গড ৰাখি থাকে। তাৰ বাট পদূলিবিলাক বৈদূৰ্যময় আৰু ঘৰবিলাক স্বৰ্ণময়। তাত ৰাতি হলে অসংখ্য বন্তি জলি গোটেইখন নগৰী আলোক-মালাৰে বিভূষিত হৈ দিন যেন পোহৰ হয়। সাগৰৰ হিল্লোলত দীপাৱলীৰ প্ৰতিবিম্ববিলাক নাচি-বলৈ ধৰে। তাত সদাই মনোহৰ গান বাজনা শুনিবলৈ পাবা। সদাই আনন্দময় ভাওনা দেখিবলৈ পাবা। তাৰ ফুলনিবিলাকত অপূৰ্ব গছলতাবিলাক ফল-ফুলেৰে ৰমকজমক হৈ থাকে। দেখিলে বোধ হ'ব যেন চিৰবসন্ত তাত বিৰাজ কৰিছে। সাগৰৰ তৰঙ্গ-মালাৰ ছেৱে ছেৱে অলেখ চিকুণ চাম পাল-তৰা নাওঁ নাচি নাচি যোৱা দেখিবলৈ পাবা। ৰাজকুঁৱৰী জানকী, তুমি মোৰ লগত সেই নগৰীত থাকিবলৈ পালে তোমাৰ মনত কোনো দুখ বেজাৰ নেথাকিব। তাত মানুহৰ ভাগ্যত হব নোৱাৰা স্বৰ্গীয় দিব্য ভোগ ভুঞ্জিবলৈ পালে ৰামলৈকো তোমাৰ মনত নপৰিব। দশৰথ ৰজাই উপযুক্ত পুত্ৰ ভৰতক ৰজা পাতি অযোগ্য জেষ্ঠপুত্ৰ ৰামক ৰাজ্যৰ পৰা খেদি পঠাইছে। তুমি সেই ৰাজ্যভ্ৰষ্ট, দুৰ্ভগীয়া, চিৰজটাধাৰী, বনবাসী, তপস্বী ৰামৰ লগত এই দোৰ্ঘোৰ অৰণ্যত ফলমূল খাই ইমান দুখ-কষ্ট সহি কিয় থাকিবা? মই তোমাক ৰাজৰাজেশ্বৰী কৰি অময়া সুখত ৰাখিম। মই সকলো ৰাক্ষসবিলাকৰ অধিপতি হৈও নিজে তোমাক নিবলৈ তোমাৰ দুৱাৰ মুখত ভিখাৰীৰ বেশেৰে ওলাইছোঁহি। লঙ্কেশ্বৰ ৰাৱণ কিহৰ ভিখাৰী? দেৱি, তোমাৰ নিমিত্তে আজি মই ভিখাৰী। মোক কি ভিক্ষা লাগিছে? মোক তোমাকেহে লাগে। দেৱি, এতিয়া হাঁহিমুখে ওলোৱাঁ। মই তোমাক নিবলৈ ৰথ আনিছোঁ। আবোধি, মোৰ কথা নেপেলাবা। মোৰ কথা নুশুনিলে পাছে তুমি অনুতাপ কৰিবা। উৰ্বশীয়ে পুৰুৰৱাক পদাঘাত কৰি পাছে, হাঁয়! হাঁয়! কৰিব লগাত পৰি-ছিল। তোমাৰ ৰাম নৰ-মনিচ, যুদ্ধত মোৰ এটা আঙ্গুলিৰো যোগ্য নহয়। তোমাৰ সৌভাগ্যৰ গুণে হে মই স্বয়ং সমাগত হৈছোঁ। এতেকে মোক পতি-ভজনা কৰা।”

ৰাৱণৰ কথা শুনি সীতাৰ খঙ্গে চুলিৰ আগ পালেগৈ। তেওঁৰ চকুদুটা ৰঙ্গা হৈ উঠিল। তেওঁ কঁপি-জঁপি বাঘিনীৰ দৰে গৰ্জি ৰাৱণক কলে,—“তই পৰম পূজনীয় কুবেৰক ভাই বুলি চিনাকি দি কি গৰ্হিত কাম কৰিবলৈ আগ বাঢ়িছ? হেৰ নিলাজ ৰাৱণ। তোৰ নিচিনা দুৰ্মতি, পাপীষ্ঠ লোক যিবিলাক ৰাক্ষসৰ ৰজা, সেই ৰাক্ষসবিলাক তোৰ নিমিত্তে ধ্বংস হব। ইন্দ্ৰৰ ভাৰ্য্যা শচীকো হৰণ কৰি জীয়াই থাকিব পাৰ, কিন্তু ৰামৰ ভাৰ্য্যা মোক হৰণ কৰি কোনোৱেই স্বস্তি লাভ কৰিব নোৱাৰিব। হেৰ ৰাক্ষসকুলাধম, মোৰ নিচিনা তিৰোতাক কোনো ৰূপে অপমান কৰিলেও সেই পাপাত্মাই মৃত্যুৰ হাতৰ পৰা পৰিত্ৰাণ নেপাব। দুৰাত্মা, তই আৰু অলপ পৰ অপেক্ষা কৰ। ধনুৰ্ধাৰী ৰাম লক্ষ্মণেৰে সৈতে আহি পায়হিহে লাগে। তেওঁলোকে তোৰ উচিত দণ্ড বিধান কৰিব। হেৰ' পাপীষ্ঠ, তই অতি নীচ,

তোৰ চৰিত্ৰ অতি জঘন্য। মোক চুলে তই সবংশে ধ্বংস হবি। তই মোক অকলশৰীয়া দেখি হে জোকাব পাৰিলি। কিন্তু দেখিছোঁ ৰামৰ হাতত তোৰ নিস্তাৰ নাই।"

অগ্নিমূৰ্তি সীতাই দুৰাত্মা ৰাৱণক এইদৰে তিৰস্কাৰ কৰিলত ৰাৱণে নিৰ্দ্ধু ভিক্ষুকৰ বেশ পৰিত্যাগ কৰি ভয়ঙ্কৰ ৰাক্ষসৰূপ ধাৰণ কৰিলে। সীতাই ৰাৱণৰ মূৰ্ত্তি দেখি ধুমুহা বতাহত হলা কলগছৰ দৰে কঁপিবলৈ ধৰিলে। ৰাৱণে চকু পকাই দাঁত কৰটি সীতালৈ চাই খঙেৰে কলে, "জানকী, ত্ৰিভুবনবিখ্যাত স্বামী পাবলৈ যদি ইচ্ছা থাকে, তেন্তে মোৰ আশ্ৰয় ল, মইহে তোৰ উপযুক্ত পতি। তই নৰমনিচক ভাল পাবলৈ এৰি মোক চিৰকাললৈ ভজনা কৰ। ৰাৱণে এই কথা কৈয়েই ততালিকে গৈ সীতাক ধৰিলে। সি বাঁও হাতৰে সীতাৰ চুলি কোছাত আৰু সোঁও হাতেৰে ভৰি দুটাত ধৰি তেওঁক দাঙি তুলিলে, নিমিষতে এখন বায়ু বেগী সোণোৱালী ৰথ আহি পৰ্জ্জাৰ ওচৰত ৰ'লহি। সীতাই ৰাৱণৰ হাতৰপৰা এৰাবলৈ সাধ্যমতে চেষ্টা কৰিলে। কিন্তু কোনো মতেই মুক্তিলাভ কৰিব নোৱাৰি ৰামৰ উদ্দেশে চিঞৰিবলৈ ধৰিলে। ৰাম তেতিয়া ভালেখিনি আঁতৰত আছিল। তেওঁ সীতাৰ চিঞৰ শুনিবলৈ নেপালে। ৰাৱণে সীতাক ভবিয়াই ছুকিয়াই, গালি পাৰি, বলেৰে পথালি কোলাকৈ নি, ৰথত তুলি তৎক্ষণাৎ ৰথ চলাই দিলে। বিমান সদৃশ ৰথ অতিবেগে আকাশেদি যাবলৈ ধৰিলে। অভাগিনী-সীতাৰ মূৰত যেন আকাশী সৰগ ভাগি পৰিল। তেওঁৰ চকুৰ আগত সকলো আন্ধাৰ বোধ হ'ল। তেওঁ এই আকস্মিক বিপদত বিবুদ্ধি হৈ আতুৰৰ দৰে ৰামক চিঞৰি চিঞৰি মাতিবলৈ ধৰিলে, চিঞৰি চিঞৰি এই বুলি বিনাবলৈ ধৰিলে,— "হাঁ গুৰুবৎসল মহাবাহু লক্ষ্মণ। কাৰূপী ৰাক্ষসে যে মোক হৰি লৈ গৈছে তাক তুমি জানিবলৈ নেপালা। হাঁ ৰাম। তুমি ধৰ্মৰ নিমিত্তে সকলোকে ত্যাগ কৰি বনবাসী হৈছা। এতিয়া ধৰ্মই অধৰ্মক আক্ৰমণ কৰিছে, পাপে পুণ্যক দমন কৰিছে, তুমি দেখিবলৈ নেপালা। হে বীৰ। তুমি দৰ্পহাৰী, তুমি দুৰ্ব্বৃত্তক দমন কৰি ফুৰা, এই পাপাত্মা ৰাৱণকনো কিয় শাসন নকৰাকৈ আছা? অবিনীতৰ কৰ্মফল সচৰাই নফলে, শস্য পকিবলৈ হ'লে কালৰ সহকাৰিতাৰ আৱশ্যক হয়। হেৰ, ৰাক্ষসকুলাধম ৰাৱণ, তই কালৰ প্ৰভাৱত হতচেতন হৈ এই যে কুকাম কৰিলি ইয়াৰ নিমিত্তে তই ৰামৰ হাতত প্ৰাণান্তিক ঘোৰ বিপদত পৰিব লাগিব। হায়। হায়। ধাৰ্ম্মিক গুণাকৰ ৰামৰ ধৰ্ম পত্নীক ৰাক্ষসে বলেৰে ধৰি লৈ যায়। তেওঁক ৰক্ষা কৰিবলৈ কোনো সমৰ্থ নহল। হায়। ইমান দিনৰ মূৰত এতিয়াহে কৈকেয়ীৰ মনৰ কামনা পূৰ হ'ল। হাঁ। জনস্থান। হাঁ। পুষ্পিত কৰ্ণিকাৰসকল। তোলোকক নমস্কাৰ কৰিছোঁ, তোমালোক সকলোৱে যেন ৰামক কোঁৱা ৰাৱণে সীতাক হৰি লৈ গৈছে। হে গোদাৱৰী, তোমাক মই বন্দনা কৰিছোঁ, তুমিও শীঘ্ৰে ৰামক এই কথা ক'বা যে ৰাৱণে সীতাক হৰি লৈ গৈছে। এই অৰণ্যত যিসকল বনদেৱতা আছে, মই তেওঁলোক সকলোকে নমস্কাৰ কৰিছোঁ। তেওঁলোকেও যেন মোৰ স্বামী ৰামক মোৰ হৰণৰ বাতৰি কয়। এই অৰণ্যত মৃগ, পক্ষী আদি যিবিলাক প্ৰাণী আছে, মই তেওঁলোক সকলোৰে শৰণাপন্ন হৈছো, তেওঁলোক সকলোৱেই যেন ৰামক তেওঁৰ প্ৰিয়তমা ভাৰ্য্যাৰ হৰণ বাতৰি কয়। মোক যদি যমেও লৈ যায় আৰু মহাবাহু ৰামে তাক কেনেবাকৈ জানিবলৈ পায়, তেন্তে তেওঁ নিজ পৰাক্ৰমেৰে যমৰ হাতৰ পৰাও মোক উদ্ধাৰ কৰি আনিব।"

সীতাই এইদৰে বিলাপ কৰোঁতে হঠাৎ পক্ষীৰাজ জটায়ুক এজোপা গছৰ ওপৰত বহি থকা দেখা পালে। জটায়ুক দেখি সীতাই কান্দি কান্দি ক'লে, —"আৰ্য্য জটায়ু, চাওকচোন চাওক, এই পাপাত্মা ৰাক্ষসে মোক অকলৈ পাই নিৰ্দয় ভাৱে হৰি নিছে, আপুনি এই দুৰ্মতি নিশাচৰ ৰাৱণক বলে নোৱাৰিব,

এতেকে আপুনি ৰামক মোৰ হৰণৰ কথা যথাযথ জনাব আৰু লক্ষ্মণকো সকলো ঘটনা আগধৰি ভাঙি ক'ব। সীতাৰ এই হৃদয়াবিদাৰী বিলাপ শুনি জটায়ুৱে ওপৰলৈ চাই দেখিলে যে ৰাক্ষস-ৰাজ ৰাৱণে ৰামৰ ভাৰ্যা সীতাদেৱীক অপহৰণ কৰি আকাশেদি ৰথত তুলি লৈ গৈছে। জটায়ুৱে তাক তত্তালিকে আকাশলৈ উৰাও মাৰি ৰাৱণৰ লগত তুমূল ৰণ দিলে, নখ আৰু ঠোঁটেৰে আঘাত কৰি ৰাৱণৰ গা ক্ষতবিক্ষত কৰিলে ৰাৱণৰ ধনুখন আৰু ৰথৰ চূড়াভাঙ্গি পেলালে, ৰাৱণে ততনেপাই ৰথ ৰাখি সীতাক মাটিত নমাই থৈ ভালেখিনি পৰ জটায়ুৰ লগত যুঁজ কৰি জটায়ুৰ দুই পক্ষ আৰু দুই ঠেং তৰোৱালেৰে কাটি পেলালে, জটায়ু ৰক্তাক্ত দেহেৰে মৃতপ্ৰায় হৈ মাটিত পৰি মূৰ্ছৰ্ছ গ'ল। তাকে দেখি সীতাই জটায়ুৰ ডিঙ্গিত ধৰি হুকুহুক্ কৰে কান্দি ক'লে, — "হাঁয়! হাঁয়! মোৰ নিমিত্তে আপুনি নিজৰ প্ৰাণ দিলে, তথাপি মোক উদ্ধাৰ কৰিব নোৱৰিলে।" তেতিয়া ৰাৱণে সীতাক ধৰিবলৈ আগবঢ়াত তেওঁ এজোপা গছক লতাৰ দৰে দুই হাতেৰে বেষ্টন কৰি শকতকৈ ধৰি ক'লে, — "দূৰ হ পাপীষ্ঠ মোক নুছুবি।" ৰাৱণে বলেৰে টানি আঁজুৰি হে সীতাক সেই গছৰপৰা এৰুৱাই আনিব পাৰিলে। সীতাই নিৰুপায় হৈ বাৰম্বাৰ হাঁ ৰাম। হাঁ লক্ষ্মণ।' বুলি চিঞৰত খলক লগালে। ৰাৱণে সীতাক চুলিত ধৰি টানি চোঁচোৰাই নি ৰথত তুলি লৈ আকৌ ৰথ চলাই দিলে। সীতাৰ মূৰৰ আৰু ডিঙিৰপৰা পুষ্পমালা ছিগি মাটিত পৰি গ'ল। তেওঁৰ বিলাই দেখি আৰু বিননি শুনি গছ, লতা, পশু, পক্ষীবিলাকেও শোক কৰিবলৈ ধৰিলে, বতাহেও হুমুনিয়াহ কাঢ়িলে, সকলোৱে এই বুলি দুখ কৰিবলৈ ধৰিলে যে ৰাৱণে যেতিয়া ৰামৰ ভাৰ্যা সীতাক হৰি নিছে, তেতিয়া সত্য, দয়া, সৰলতা আৰু ধৰ্ম, সকলো পৃথিৱীৰ পৰা অন্তৰ্হিত হৈছে।

আকাশী পথেদি ৰাৱণৰ ৰথ অতি বেগেৰে যাবলৈ ধৰিলে। সীতাৰ মন চিন্তা, বেজাৰ আৰু ভয়ত অতিশয় কাতৰ হ'ল। তেওঁ ৰাৱণক কত ডাবি-হুকি দি চালে, কত গালি পাৰি চালে, কত কাকুতি মিনতি কৰিও চালে, কিন্তু, কোনোমতে মুক্তি লাভ কৰিব নোৱাৰিলে। ৰাৱণৰ পাষাণ হৃদয়ত সীতালৈ দয়া নজন্মিল। ৰাৱণে সীতাৰ কোনো কথালৈকে কাণ নিদিলে। সীতাই মুক্তিৰ একো উপায় নেদেখি হতাশ মনেৰে যাওঁতে যাওঁতে এটা পৰ্বতৰ টিঙত পাচোঁটা বান্দৰক বহি থকা দেখা পালে। সিহঁতে ৰামক এই ঘটনাৰ কথা কব পাৰিব এই আশাৰে—

যত অলঙ্কাৰ সীতা গাৰৰ কাটিল।
দেৱাঙ্গ বসনে তাক প্ৰবন্ধে বান্ধিল।।
পাঞ্চ বানৰক পৰ্বতত ভেন্ট পাইলা।
সবাৰে মাজক লাগি ক্ষেপিয়া পঠাইলা।।
শান্তি সীতা মই যেৱে হওঁ তত্বসাৰ।
ৰামৰ হাতক লাগি যাউক অলঙ্কাৰ।।
ৰাৱণে লক্ষিল দিশ নিহালন্তে কায।
ভূষণ পৰিল পাঞ্চ বানৰৰ মাজ।।
পাঞ্চগুটি বানৰে উৰ্দ্ধক লাগি চাইলা।
ৰাক্ষসৰ অঙ্গে কন্যা এক ভেন্ট পাইলা।।
আকাশে মেলিয়া যায় দীৰ্ঘ কেশ তাৰ।
মনত বিস্ময়ে তুলি লৈলা অলঙ্কাৰ।।
জটায়ুৰ প্ৰহাৰে বিহ্বল চিত্ত গৈল।
দক্ষিণ এৰিয়া ৰজা পূৰ্ব দিশে গৈল।।
ঋষ্যমুখ গিৰি পাইল পম্পা সৰোবৰ।
দিশ লক্ষি পাছে লঙ্কা গৈল লঙ্কেশ্বৰ।
নিজ মৃত্যু সীতা লইয়া ৰাৱণ চলয়।
অৰণ্য এৰাইয়া পাইল বৰুণ আলয়।।
অন্তৰীক্ষ গতি বীৰে সমুদ্ৰ এৰাইল।।
শীঘ্ৰ বেগে গৈয়া পাছে লঙ্কাপুৰী পাইল।।
ৰাজ্যত পশিয়া নিজ অন্তঃপুৰে গৈল।
নিৰ্জন থানত নিয়া জানকীক থৈল।।
ৰাক্ষসী লোকক তথা ৰক্ষণ বিহিল।
সীতাক চাহিবা ভালে উপদেশ দিল।।

যেৰে জানকীক আন পুৰুষে দেখয়।
তোমাকে তাইঁকে চাপি কাটিবো নিশ্চয়॥
হীৰা মণি মুক্তা সীতা যতেক মাগয়।
শঙ্কা এৰি দিবা আনি যি কিছু লাগয়॥
এহি বুলি ৰাজা নিজ মণ্ডপ পাইলেক।
মহাবীৰ আঠগোটা মতাই অনাইলেক॥
শুনা মহাবীৰগণ সাৱধান মনে।
ঝাণ্টে কৰি যাইঁ৷ তুমি দণ্ডকাৰ বনে॥
ৰাঘৱে মাৰিল মোৰ খৰদূষণক।
তাহাৰ ঘৰণী হৰি আনিলো ঘৰক॥
দুই ভাই মিলি কিবা আলোচয় কায।
বাৰ্তাক জানাহা গৈয়া দণ্ডকাৰ মাজ॥
মাৰিবাক পাৰা যেৱে আতি বৰ ভাল।
এতেকে পলায় মোৰ হৃদয়ৰ শাল॥
আঠকো পঠাওঁ আমি কাৰ্যক উপেখি।
মহাবীৰ মাজে তোমাসাক ভালে লেখি॥
নৃপতিৰ আদেশক শিৰে তুলি লৈল।
ৰাজ্যক প্ৰণামি আঠো বীৰ লৰি গৈল॥
আঠ গোটা নিশাচৰ পঠায়া ৰাৱণে।
কৃতকৃত্য ভৈলোঁ হেন মানিলেক মনে॥
অন্বেষণপূৰ্বক লাগি গৈল তেতিক্ষণে
সীতাক ৰাখয় দেখ ৰাক্ষসিনী গণে॥
সম্বুধিয়া সীতাক বোলয় লঙ্কেশ্বৰ।
দেখাঁ দেখাঁ জানকী মোহোৰ ধৌলিঘৰ॥"

ৰাৱণে সীতাৰ ইচ্ছা নথকাতো তেওঁক বলেৰে টানি আজুৰি নি ৰাজপুৰীৰ দিব্য ঘৰদুৱাৰবিলাক দেখুৱাবলৈ ধৰিলে। ৰজাৰ কাৰেং তলাতলি আৰু তাত অনেক ধুনীয়া ধুনীয়া খোঁটালী, তাৰ খুটাবিলাক বৰ ডাঙৰ আৰু দীঘল, হাতী-দাঁত, সোণ, স্ফটিক, ৰূপ আৰু বৈদূৰ্য্যৰে নিৰ্মিত, নানা চিত্ৰেৰে সুশোভিত, দেখিবলৈ অতি মনোহৰ, তাৰ মজিয়া মৰ্মৰ পাথৰৰ তৈয়াৰী, ভৰি দিলে ভৰি পিছলি যাব খোজে তাত সদায় সুমধুৰ দুন্দুভিবিলাক বাজি থাকে। ৰাৱণে সীতাৰ সৈতে সেই ৰাজপ্ৰাসাদৰ কাঞ্চনময় বি৷ সোপানবিলাকেদি উঠি তেওঁক নানা ৰত্ন সমন্বিত খোঁটালীবোৰ দেখুৱাবলৈ ধৰিলে। খোঁটালীবোৰৰ দুৱাৰমুখে দুৱাৰমুখে সোণৰ গুণাৰে গথাঁ মুকুতাৰ জাল ওলমি আছিল। হাজাৰ হাজাৰ ৰূপৱতী গাভৰু তিৰোতাই সাহতী সেওঁতা ফালি বিচিত্ৰ সাজ আৰু অলঙ্কাৰ পিন্ধি ৰজাৰ কাৰেং শোভা কৰি আছিল। বহু দূৰলৈকে শাৰী শাৰী ৰজাৰ কাৰেং, মাজে মাজে ফুলনিবাৰী, শ্যামল দুবৰিয়নি, লতাকুঞ্জ, পুখুৰী আৰু দীঘিকা, পুখুৰীত নানা তৰহৰ মাছ আৰু হাঁহবিলাক চৰি থাকে, ফুলনিৰ মাজে মাজে সুন্দৰ নিমজ আলিবাট, বাটৰ কাষে কাষে ঠায়ে ঠায়ে সোণৰ ৰূপৰ গছ, সেই গছবিলাকৰ ডালত মণি মুক্তা ওলমি আছে। কাৰেঙৰ একেবাৰে ওপৰত প্ৰমোদ-ভৱন, তাৰ পৰা নীলসাগৰৰ লহৰিলীলা দেখিবলৈ পোৱা যায়। পাপাত্মা ৰাৱণে এইদৰে নানা প্ৰলোভন দেখুৱাই সীতাক ভুলাবৰ চেষ্টা কৰি ক'বলৈ ধৰিলে,—'জানকী, ল'ৰা আৰু বুঢাবিলাকক বাদ দি যি উগ্ৰকৰ্ম্মা ৩২ কোটি ৰাক্ষস আছে, মই সিইঁত সকলোৰে প্ৰভু। অকল মোৰেই এহেজাৰ ভৃত্য আছে। এতিয়া মোৰ এই সকলো ৰাজ্যতন্ত্ৰ তোমাক গটালো। হেৰা বিশালাক্ষি, মোৰ জীৱন পৰ্য্যন্তও তোমাৰ অধীন। অধিক কি, তুমি মোৰ প্ৰাণতকৈও প্ৰিয়তমা। মৈথিলি, মোৰ অন্তঃপুৰত যিসকল ৰূপহী গাভৰু আছে, তুমি মোৰ ভাৰ্য্যা হৈ সকলোৰে ভিতৰত মুখ্যা পটেশ্বৰী হোৱা। যি কথা কলোঁ সি তোমাৰ পক্ষে বিশেষ হিতজনক। তুমি মোৰ কথাত মান্তি হোৱাঁ। অন্য ৰকম ইচ্ছা কৰি কি কৰিবা? তোমাৰ নিমিত্তে মই নিতান্ত সন্তাপ পাইছোঁ দেখি, তুমি প্ৰসন্ন হৈ মোক ভজা। এশ যোজন ব্যাপী এই লঙ্কাপুৰীক চাৰিওফালে সাগৰে বেঢ়ি আছে। কি দেৱতা, কি গন্ধৰ্ব, কি যক্ষ, কি ঋষি, এই বিলাকৰ ভিতৰত এনে কাকো দেখা নাই যিজন বীৰত্বত মোৰ সমকক্ষ হ'ব পাৰে। দৰিদ্ৰ, তপস্বী,

ৰাজ্যভ্ৰষ্ট, ক্ষুদ্ৰপ্ৰাণ মানুহ ৰামক লৈ কি কৰিবা? ৰামৰ আশাত নিৰাশ হোৱা। এতেকে এতিয়া ভাৰি চোঁৱা মইহে তোমাৰ উপযুক্ত স্বামী, মোক ভজাঁ। আজলি, যৌৱন চিৰস্থায়ী নহয়। এতেকে মোৰ লগত এই লঙ্কাপুৰীত ৰাজৰাজেশ্বৰী হৈ পৰম সুখে থাকাঁ। বৰাননে, ৰামক আৰু এই জনমত দেখিবলৈ নোপোঁৱা, যেনেকৈ কোনেও আকাশৰ বায়ুক ধনুৰ গুণেৰে আবদ্ধ কৰি, বা প্ৰদীপ্ত অগ্নিৰ নিৰ্ম্মল শিখাক হাতৰ মুঠিত ধৰি ৰাখিব নোৱাৰে, তেনেকৈ ৰামেও মনোৰথেদি ইয়ালৈ আহিব নোৱাৰে। শোভনে, এই জগতত এনে কাকো দেখা নাই, যিজনে নিজ বিক্ৰমেৰে মোৰ ঘৰৰ পৰা তোমাক লৈ যাব পাৰিব। এতেকে তুমি শোক চিন্তা এৰি এই সসাগৰা সমৃদ্ধিশালী লঙ্কা ৰাজ্য পালন কৰাঁ। মোৰ সকলো তোমাৰ আজ্ঞাকাৰী দাস হ'ব, আৰু মোকো যদি সেৱক বুলি গ্ৰহণ কৰাঁ, মইও তোমাৰ আজ্ঞাধীন হৈ থকিম। সকলোবিলাক দেৱতা বিশেষতঃ স্থাৱৰজঙ্গমাত্মক সমস্ত জগৎ তোমাৰ বশীভূত হ'ব। এতিয়া তুমি অভিষেকৰ পানীৰে গা ধুই ৰাজ আভৰণ পিন্ধি সন্তোষ মনেৰে সিংহাসনত বহি মোৰ তৃপ্তি বিধান কৰাঁ। পূৰ্ব জন্মত তোমাৰ যি অলপ দুষ্কৃতি আছিল, ইমান দিন বনত বাস কৰাত সি ক্ষয় হল। এতিয়া লঙ্কাত থাকি তোমাৰ পূৰ্ব জন্মৰ অৰ্জিত পুণ্যৰ ফল ভোগ কৰা। মৈথিলি, ইয়াত যিবিলাক দিব্য-মালা, দিব্য-গন্ধ, আৰু দিব্য ভূষণ আছে, মোৰ লগত থাকি সেইবিলাক উপভোগ কৰাঁ। মই কুবেৰক জিনি যিখন সূৰ্য-সদৃশ পুষ্পক বিমান আনিছোঁ তুমি সেই মনোবেগী সুবিপুল ৰমণীয় বিমানত মোৰ লগত উঠি যথা সুখে ভ্ৰমণ কৰাঁ। শুভাননে, সোণৰ পদ্মৰ নিচিনা তোমাৰ পৰম সুন্দৰ মুখখনি শোক নিয়ৰত মোলান হৈ আছে। ৰাৱণ সূৰ্যক দেখি তোমাৰ বদন কমল প্ৰফুল্ল হওক।"

ৰাৱণে এইদৰে বুজাই থাকোতে ধীৰাঙ্গনা সীতাই পূৰ্ণিমাৰ জোনৰ নিচিনা তেওঁৰ মুখখনি ৰিহাৰ আঁচলেৰে ঢাকি উচুপি উচুপি কান্দি আছিল। চিন্তা বেজাৰত তেওঁৰ শৰীৰ বিবৰ্ণ হৈ গ'ল। তেওঁ চকু মুদি নিজৰ স্বামী-গুৰুৰ ধ্যানত মগ্ন হ'ল। তাকে দেখি ৰাৱণে আকৌ ক'বলৈ ধৰিলে—"বৈদেহি, ধৰ্ম-লোপৰ আশঙ্কাত লজ্জিত নহবা, দেখা মই ঋষি সকলৰ উপদেশ আৰু বিধিমতেই তোমাক মোৰ প্ৰণয়িনী কৰিবলৈ আগ বাঢ়িছোঁ। এই চোৱাঁ, মই তোমাৰ ওচৰত আঠু লৈ মূৰ দোৱাইছোঁ, তোমাৰ দুটি চৰণ কমল মোৰ মূৰত থোৱা, মোক তোমাৰ প্ৰণয়-প্ৰসাদ দিবলৈ আৰু পলম নকৰিবা, আজিৰ পৰা মই তোমাৰ চিৰকলীয়া গোলাম হ'ম। ভাৰি-চোৱাঁ, দিগ্বিজয়ী ৰাৱণে এনেকৈ কোনো তিৰুতাকে মূৰ দোৱাঁই প্ৰণাম নকৰে!"

ৰাৱণে ইমানবিলাক কথা কৈ মনতে ভাৰিলে যে জানকী তেওঁৰেই হৈছে কিন্তু ৰাৱণৰ ইমান ফুচুলনিতো শোকতাপিতা জানকীৰ মন অচল অটল হৈয়ে থাকিল। তেওঁ ৰাৱণক তৃণ হেন জ্ঞান কৰি কলে—

"দশৰথ বধূ মই ৰামৰ ঘৰিণী
আসিযা মিলিলোঁ তোৰ কুল সংহাৰিণী॥
দীৰ্ঘবাহু স্বামী মোৰ দেহা বিতোপন।
সাক্ষাত দেৱতা মোৰ কমললোচন॥
পূৰ্ব অস্ত সূৰ্য যেৱে পশ্চিমে উদিত।
তথাপিতো জানকীৰ নলৰিব চিত্ত॥
বৰ্বৰ ৰাৱণ তই দুৰুজস কাজ।
আমাক লাঘৱ বাক্য পাপীষ্ঠ নিলাজ॥
আসন্ন কালত তোৰ বিনাশন বোধ।
সি কাৰণে মোক তই বোল অনুৰোধ॥
মোহোৰ একান্তপতি ৰাম প্ৰাণ নাথ।
চৰণে নুচুবোঁ পৰ পুৰুষৰ মাথ॥
শঙ্কৰ ব্ৰহ্মাত যদি পৈশস শৰণ।
তথাপিতো ৰাম হাতে তোহোৰ মৰণ॥
তোহোক ৰাখন্ত যদি দশ দিগপাল।

তথাপিতো ৰাম তোৰ হৈব যমকাল ॥
স্বামী আগে থাকন্তে আনিলি হৃস্তে যেৰে।
বিৰাধৰ মতে যম গৈলহস্তে তেৰে॥
নাৰীচোৰা পাপীষ্ঠ তোহোক শত ধিক।
এৰে তই বীৰ আসি বোলাৱস কিক॥"

*    *    *

কদাচিতো তোৰ বচনক নধৰিবোঁ।
হুহি মই নিৰাহাৰে পৰাণে মৰিবোঁ॥"

সীতাই আকৌ কলে—"হেৰ, ৰাক্ষস কুলাধম, এই দেহা স্বভাৱতে সংজ্ঞাহীন আৰু অস্থায়ী, ইয়াক বন্ধন বা আঘাত যি ইচ্ছা কৰিব পাৰ, প্ৰাণলৈ মই ভয় কৰা নাই, মোৰ প্ৰাণ যাওক, কিন্তু পৃথিৱীত মই নিজৰ এই অসতী ৰূপ কলঙ্ক থৈ নেযাওঁ। তই কোনো মতেই মোক বশীভূত কৰিব নোৱাৰ।" সীতাৰ কথা শুনি ৰাৱণে তেওঁক ভয় দেখুৱাই কলে—"মৈথিলি, মোৰ কথা শুন, মই বাৰমাহ অপেক্ষা কৰিম, এই সময়ৰ ভিতৰত যদি তই মোৰ অনুগতা নহ'ৱ, তেন্তে নিশ্চয় জানিবি যে মোৰ ৰান্ধনীহঁতে তোক খণ্ড খণ্ড কৰি কাটি তোৰ মঙহ মোৰ ভোজনত লগাব।" সীতাক এই কথা কৈ ৰাৱণে বিকট-ৰূপা ঘোৰদৰ্শনা ৰাক্ষসীবিলাকক এই বুলি আদেশ কৰিলে—

"স্বামীৰ সন্তাপ যেৰে নুগুচে মনত।
ৰাখিয়া থাকাঁহা নিয়া অশোক বনত॥
জনকৰ জীউ যেন হোৱয় সবস।
যেহেন হস্তিনী বন্য ক্ৰমে হোৱে বশ॥
ৰাৱণৰ বাক্য সবে শিৰে তুলি লৈল।
সীতা মাজ কৰিয়া ৰাক্ষসী লৰি গৈল॥
ত্ৰিভুৱনে সাৰ অতি অশোকৰ বন।
স্বৰ্গত যেহেম দেৱৰাজৰ ভুৱন॥
কল্পতৰু পাৰিজাত মন্দাৰ সন্তান।
সুবৰ্ণৰ বৃক্ষসৱ জ্বলে থানে থান॥
ত্ৰৈলোক্যত সাৰ যত বৃক্ষ নিৰন্তৰ।
সুনিৰ্মল জলে শোভে দিব্য সৰোবৰ॥
সুবৰ্ণৰ খাট খড়ি সুশোভিত ঘাট।
পুষ্পৰ সুৰভি গন্ধে সুগন্ধিৰ বাট॥
ৰাৱণৰ পুষ্পবন স্বৰ্গতো উপাম।
তাৰ মাজে বৃক্ষ এক শিংশপা যে নাম॥
সুবৰ্ণ মাণিক ভূমি তাহাৰ গুৰিত।
ৰাক্ষসিনী মাজে সীতা ভৈলা উপস্থিত॥

সীতা সেই অশোক বনত, বাঘিনীবিলাকৰ মাজত হৰিণীৰ দৰে, ৰাক্ষসীবিলাকৰ মাজত থাকিব লগাত পৰিল। তেওঁ ভয় আৰু শোকত বিহ্বল হৈ পৰম প্ৰিয় স্বামীৰ আৰু দেৱৰেকলৈ সদায় চিন্তা কৰি জীৱন্তে মৰাৰ দৰে দিন নিয়াবলৈ ধৰিলে।

* আলোচনী, আহিন ১৮৩৮, ৮ম বছৰ ২য় সংখ্যা।

## নৱম আধ্যা

"জীৱন্মৃতা ভৈলা সীতা অশোক কাননে।
ৰামৰ কাহিনী কহোঁ দণ্ডকাৰ বনে॥
মৃগৰূপ ৰাক্ষসক মাৰি ৰঘুবৰ।
উতপাত মন ৰাৱ শুনি ৰাক্ষসৰ॥
আথেবেথে চলিলন্ত আপোনাৰ থাব।
পাছত শৃগালে কান্দিলন্ত চণ্ডৰাৱ॥
ৰাঘৱে বোলন্ত মোৰ পোৰে সৰ্বগাব।
কান্দিলেক মায়ামৃগে মোৰ থানে ৰাৱ॥
শৃগালৰ ৰাৱ শুনি বিয়াকুল চিত্ত।
লখাই এৰি আছে জানো সীতাৰ সহিত॥
চিন্তা কৰি ৰামদেৱে শীঘ্ৰে চলি যান্ত।
পথত লক্ষ্মণ আসে তাঙ্ক দেখিলন্ত॥
হা। হা। লখাই কিনো তুমি কৰিলা আকাৰ।
সীতাক আসিলা এৰি ঘোৰ বনমাজ॥
কি কাজ কৰিলি তই লক্ষ্মণ ৰে বাপ।
সহিতে নপাৰো আৰো হৃদয়ৰ তাপ॥
কি কাৰণে ৰাপি তই আইলি মোৰ ভিতা।
ঘোৰ অৰণ্যৰ মাজে জানো মৰে সীতা॥"

লক্ষ্মণক অহা দেখা পাই ৰাম বিচুতি হ'ল। তেওঁৰ মূৰ ঘূৰি গ'ল, তালু শুকাই গ'ল, মুখৰ মাত

নোলোৱা হ'ল। তেওঁ কোনো মতে সীতাৰ কুশল বাতৰিটো সুধিলে, কিন্তু লক্ষ্মণে তেওঁক পঁজাত অকলে থৈ অহা শুনি শোক আৰু চিন্তাত ৰামৰ মন চাটি-ফুটি কৰিবলৈ ধৰিলে। দুয়োজনে বেগা-বেগিকৈ আশ্ৰমৰ ফালে খোজ ললে। বাটত ৰামে লক্ষ্মণক সুধিলে—'ভাই, তুমি কি নিমিত্তে সীতাক এৰি ইয়ালৈ আহিলা? মই যেতিয়া তোমাক বিশ্বাস কৰি সীতাৰ ওচৰত থৈ আহিলোঁ, তেতিয়া তুমি তেওঁক অকলৈ হাবিৰ মাজত এৰি আহিব নেলা-গিছিল। তোমাক দেখিবৰে পৰা মোৰ বাঁও চকু, বাঁও বাহু আৰু শৰীৰ বাঁও ফালে সঘনে লৰি আছে, শিয়ালবোৰে পাছৰ পৰা হোৱা দিছে, মৃগ আৰু পক্ষীবিলাকে সূৰ্যৰ ফালে মুখ কৰি ভয়ঙ্কৰ আৰাও কৰিছে, এই বিলাক দুৰ্নিমিত্তলৈ চাই বোধ হৈছে যে সীতাৰ কিজানি কিবা বিপদ ঘটিছে। ভাই, আমি কি সীতাক ভালে কুশলে থকা দেখি-বলৈ পামগৈ? মই ৰাজ্যভ্ৰষ্ট হৈ দণ্ডকাৰণ্যলৈ অহাত যি মোৰ দুখৰ সহায় হৈছিল, সেই তনুমধ্যমা চন্দ্ৰমুখী সীতা ক'ত? যাক এক মুহূৰ্তলৈ দেখিবলৈ নেপালে মোৰ প্ৰাণ যায় যায় যেন লাগে, সেই দেৱ-কন্যা সদৃশী প্ৰাণাধিকা সীতা ক'ত? যি অশেষ ক্লেশজনক বনবাসতো মোক আনন্দময় কৰি ৰাখি-ছিল, সেই প্ৰাণতকৈও প্ৰিয়তম আনন্দময়ী জানকী কি জীয়াই আছে? নেজানো, এতিয়া চাগৈ কি বিপদ ঘটিলে। হয়তো সীতাক কোনোবাই অকলৈ পাই হৰি নিছে, কিম্বা কোনোবা ৰাক্ষসে তেওঁৰ কোমল মাংস খাই পেটৰ ভোক গুচাইছে। লক্ষ্মণ সীতা যদি বাচি থাকে তেন্তে মই আকৌ আশ্ৰমলৈ যাম, আৰু তেওঁ যদি পৰলোকলৈ গমন কৰিছে, তেন্তে মইও প্ৰাণত্যাগ কৰিম। সীতা অবিহনে মোক দেৱতাসকলৰ প্ৰভুত্ব বা পৃথিৱীৰ ৰাজত্বও নেলাগে। মই আশ্ৰমলৈ গ'লে সীতাই যদি হাঁহি হাঁহি আহি মোক সম্ভাষণ নকৰে, তেনেহলে মই কেনেকৈ জীয়াই থাকিম? এতেকে লক্ষ্মণ, কোৱাঁচোন ভাই, জানকী জীয়াই আছেনে নাই, কোৱা।"

লক্ষ্মণে ৰামক একান্ত শোকাকুল দেখি কলে— "মই নিজে ইচ্ছা কৰি সীতাক এৰি আপোনাৰ ওচৰলৈ অহা নাই।" এইবুলি তেওঁ ৰামক আদ্যোপান্ত সকলো জনালে। তেতিয়া ৰামে ক'লে— "ভাই, সীতাই খঙৰ বেগত একাষাৰ টান কথা কলে বুলিয়েই তুমি মোৰ আদেশ লঙ্ঘন কৰি ইয়ালৈ আহিব নেলাগিছিল, তুমি সীতাৰ কথাতে আহি বৰ গৰ্হিত কাম কৰিলা।" এইদৰে কথাপাতি দুয়োজন আহি আশ্ৰমৰ ওচৰ পালেহি। আশ্ৰম দেখি তেওঁলোকৰ মন বৰ উকণ্ঠা লাগিল পঁজাৰ মেলা দুৱাৰ মেলাই আছে। ৰামে লৰি গৈ ভিতৰ সোমাই দেখিলে তাত জানকী নাই। সজ্জা পৰি আছে, সজাৰ ভিতৰত মইনা চৰাইটি নাই, কোনে মধুৰ মাতেৰে ৰামক সম্ভাষণ কৰিব? হেমন্তৰ সমাগমত পদুমনিৰ দৰে পঁজাটি নিতান্ত শ্ৰীহীন হৈ আছে। অজিন আৰু কুশবিলাক ইফালে সিফালে সিঁচৰিত হৈ পৰি আছে। ঘ'ৰে কুশাসন ততে পৰি আছে। শূন্য পজা দেখি ৰামৰ বুকুখন চিৰিং কৰে উঠিল। তেওঁ যিটো আশঙ্কা কৰিছিল সেয়ে কি সচাঁ হ'ল? তেওঁ ব্যাকুল হৈ লক্ষ্মণেৰে সৈতে পঁজাৰ চাৰিওফালে সীতাৰ অনু-সন্ধান কৰিলে, কিন্তু সীতাক কতো দেখা নেপালে। আনন্দময়ী নাই! আশ্ৰম নিৰানন্দ। পশু-পক্ষী নিৰৱ। ফুলনি মোলান পৰি আছে। গছ-লতা-বিলাকেও যেন সীতাৰ বিৰহত কান্দি আছে। ৰামে হতাশ মনেৰে কাতৰভাৱে জানকীক সম্বোধন কৰি চিঞৰ ধৰিলে। সেই নিৰ্জন অৰণ্যত ৰামৰ চিঞৰ বতাহৰ কোবত গৈ পৰ্বতত লাগি প্ৰতি-ধ্বনিত হ'ল। কিন্তু কোনো ফালৰ পৰা কোনেও উত্তৰ নিদিলে। তেতিয়া তেওঁ গভীৰ শোক সাগৰত নিমগ্ন হৈ এবাৰ এজোপা গছৰ গুৰিলৈ, এবাৰ আন এজোপাৰ গুৰিলৈ, একোবাৰ গোদাবৰীৰ পাৰৰ পদুমনিলৈ, একোবাৰ হাবিলৈ লৰি যাবলৈ ধৰিলে।

পাছে তেওঁ বলিয়াৰ দৰে বিতত হৈ গছ-লতা, পশু-পক্ষী যিহকে আগত দেখিলে তাকে এইবুলি সীতাৰ কথা সুধি ফুৰিবলৈ ধৰিলে— "হেৰা কদম, তুমি সেই কদমনিপ্ৰিয়া মোৰ প্ৰিয়া ক'ত আছে কব পাৰানে? যদি জানা, তেন্তে সেই শুভাননাৰ কথা মোক কৈ দিয়া। হেৰা বেল, বেলসদৃশস্তনি, পল্লৱৰ নিচিনা কান্তিমতী, পীতাম্বৰী সীতাক যদি ক'ৰবাত দেখিছা, তেন্তে কোৱা হেৰা অৰ্জ্জুন, প্ৰিয়াই তোমাক বৰ ভাল পাইছিল, সেই ক্ষীণতনু জনক নন্দিনী জীয়াই আছে নেকি কোৱা। হেৰা বনস্পতি, তুমি সকলো গছৰ প্ৰধান, মোৰ জানকীও সকলো ৰমণীৰ শ্ৰেষ্ঠ, এতেকে তেওঁৰ কি হ'ল কৈ দিয়া। তিলক, তোমাৰ ফুল প্ৰিয়াৰ বৰ আদৰৰ বস্তু, তেওঁ কলৈ গ'ল তুমি যদি জানা কোৱা। অশোক, তুমি শোক নাশক, এতেকে শোকাতুৰ ৰামক প্ৰিয়াৰ লগত সাক্ষাৎ কৰাই তোমাৰ নামটি সাৰ্থক কৰা। কৰ্ণিকাৰ, আজি তুমি পুষ্পিতা হৈ বৰ শোভা পাইছা, প্ৰিয়াই তোমাক বৰ মৰম কৰিছিল, তুমি যদি তেওঁক দেখিছা তেন্তে মোক কোৱাঁ। হেৰা ধুনীয়া পখিলা, তুমি ফুটুকা-ফুটুকি পাখি মেলি বন-ফুলৰ ওপৰত উৰি ফুৰিছা, তুমি ফুল ভাল পোৱা মোৰ প্ৰিয়াইও ফুল ভাল পায়, তুমি কোৱা মোৰ প্ৰিয়াক ক'ত দেখিলা? হেৰা চিকোণমৃগ, তুমি মৃগনয়না জানকীক অৱশ্যে জানা, এতিয়া কোৱাচোন তেওঁ কি মৃগীবিলাকৰ লগত মিলি শ্যামল ঘাঁহনিত উমলি ফুৰিছে? হেৰা মহাকায় গজ, মই বোধ কৰোঁ তুমি জানকীক চিনি পোৱা, তুমি বনে বনে চৰি ফুৰোঁতে তেওঁক ক'ৰবাত দেখিলানে? মোক কৈ দিয়া তোমাৰ একো ভয় নাই।" ৰামে এইদৰে অৰণ্যৰ মাজত ভ্ৰান্ত আৰু উন্মত্তৰ দৰে সকলোকে সীতাৰ কথা সুধি ফুৰিলে। কিন্তু কোনেও তেওঁক কোনো সম্বিধান নিদিলে। এবাৰ তেওঁৰ মনত এনে ভ্ৰম হল যেন সীতাই তেওঁক চকামকাকৈ দেখা দিয়েই আকৌ সাউৎকৰে গছৰ আঁৰত লকাল। সেই দেখি তেওঁ সেই মনেৰে তজা সীতাক সম্বোধন কৰি ক'লে—হেৰা প্ৰিয়ে, হেৰা কমললোচনে, তুমি কিয় লৰি পলাইছা? ৰবা এই যে মই তোমাক দেখিলোঁ, তুমি কি নিমিত্তে সৌ গছজোপাৰ আঁৰত লুকাই নমতা নোবোলাকৈ আছা? মই কাকুতি কৰি মাতিছোঁ তুমি তাতে ৰোৱা আৰু কলৈকো নাযাবা তোমাৰ নো বাৰু মোলৈ দয়া নাইনে? তুমিতো কেতিয়াও মোৰ লগত এনে কৰি বিদ্ৰুপ নকৰা। প্ৰিয়তমে, তোমাৰ গাৰ হালধীয়া পাটৰ কাপোৰ দেখি মই তোমাক চিনি পাইছোঁ। তুমি বেগদি যোৱাও মই দেখিছোঁ, এতেকে তোমাৰ অন্তৰত যদি মোলৈ মৰম আছে, তেন্তে যতে আছা ত'তে ৰৈ থাকা, আৰু এখোজো আগ নেবাঢ়িবা, আকৌ লুকাবলৈ মন নকৰিবা। মোৰ এই দাৰুণ ক্লেশৰ সময়ত তোমাৰ পৰিহাস নুশুৱায়। প্ৰিয়ে, যিবিলাক মৃগশিশুৰ লগত তুমি ৰং-ধেমালি কৰিছিলা, সেইবিলাকেও তোমাক নেদেখি চকু ঢুল-ঢুলীয়া কৰি চিন্তাত নিমগ্ন হৈছে।" কিছু সময়ৰ পাচত ৰামে নিজৰ ভ্ৰম বুজিব পাৰিলে। তেওঁ জানিলে সীতা সঁচাকৈয়ে নাই। তেওঁ মনতে ভাবিলে হয়তু কোনোবা ৰাক্ষসে সীতাক মাৰি খালে কিম্বা কোনোবাই হৰি নিলে। তেওঁ লক্ষ্মণলৈ চাই কাতৰ ভাৱে কলে, 'ভাই লক্ষ্মণ প্ৰেয়সীৰ কি হ'ল? তুমি কি প্ৰেয়সীক দেখিছা? হাঁ প্ৰিয়ে। হা ভদ্ৰে। হা সীতে। তুমি কলৈ গ'লা?" তেওঁ এইদৰে অনেক বিলাপ কৰিলে, কিন্তু সীতাৰ সাক্ষাৎ নাপালে। গভীৰ পলসত পৰি কোনোমতে উঠিব নোৱাৰা মহাগজৰ দৰে তেওঁ সীতাৰ শোকত একান্ত অৱসন্ন হৈ পৰিল। তেওঁৰ চকুৰ পৰা অবিৰল অশ্ৰুধাৰা পৰিবলৈ ধৰিলে। তেওঁৰ অৱস্থা দেখি শোকাকুল লক্ষ্মণে হাত জোৰ কৰি তেওঁক নানা সজ কথাৰে প্ৰবোধ দি কলে,—"আৰ্য্য, শোক পৰিত্যাগ কৰি ধৈৰ্য ধৰক, আপোনাৰ নিচিনা নৰশ্ৰেষ্ঠ পুৰুষ যদি শোক বেজাৰত কাতৰ হয়, তেন্তে অলপ ধতুৰা আন মানুহে কেনেকৈ সহ্য

কৰিব ? আপদে অগ্নিৰ নিচিনাকৈ সকলো প্ৰাণীকে স্পৰ্শ কৰে, কিন্তু আকৌ আঁতৰ হয়। জগত-মাতা সৰ্বলোক-নমস্কৃতা এই বসুমতীৰো কম্পন দেখিবলৈ পোৱা যায়। যি সূৰ্য, চন্দ্ৰ জগতৰ চকু আৰু সাক্ষাৎ ধৰ্মস্বৰূপ, সেই মহাবল চন্দ্ৰ সূৰ্যৰো গ্ৰহণ লাগে। হে বীৰ আপুনি আৰু শোক বেজাৰ নকৰিব। উৎসাহেৰে সৈতে আমি আকৌ সীতাক বিচাৰি যাওঁ ব'লক। উৎসাহী পুৰুষসকল সংসাৰত অতি দুষ্কৰ কাৰ্যতো অৱসন্ন নহয়।" তেতিয়া দুয়ো ভায়েকে মিলি আকৌ বন, উপবন, সৰোৱৰ গোদাৱৰীৰ পাৰ আৰু সীতাৰ গন্তব্য সকলো ঠাইতে তেওঁক বিচাৰিবলৈ ধৰিলে, কিন্তু ক'তো তেওঁৰ সন্ধান নাপালে। ৰামে অতি ব্যাকুল ভাৱে আদিত্য, বায়ু, গোদাৱৰী নৈ আৰু পৰ্বত-শাৰীক সীতাৰ বাতৰি সুধিলে। কিন্তু কাৰো পৰা একো উত্তৰ নাপালে। ৰামৰ শোকত শোকাকুল হৈ অৰণ্যৰ মৃগ-পশুবিলাকে চৰিবলৈ এৰি ৰামৰ ফালে ঘনাই চাবলৈ ধৰিলে। ৰামে সিহঁতক দেখি সুধিলে, — "সীতা ক'ত আছে ?" মৃগবিলাকে ৰামৰ কথা শুনি দক্ষিণ ফালে মুখ কৰি আকাশৰ ওপৰলৈ চালে। তাকে দেখি লক্ষ্মণে ৰামক কলে, — 'হে দেৱ, আপুনি সীতাৰ কথা সোধাত এই মৃগবিলাকে হঠাৎ দক্ষিণ ফালে মুখ কৰি যে আকাশলৈ চালে তাৰ পৰা অনুমান হয় যে আৰ্য সীতাক কোনোবাই দক্ষিণ ফালে লৈ গৈছে। এতেকে, ব'লক আমি সেইপিনে সীতাক বিচাৰি যাওঁ।" লক্ষ্মণৰ কথাত ৰাম মান্তি হ'ল। দুয়ো দক্ষিণ ফালে গ'ল। তেওঁলোক যাওঁতে যাওঁতে এঠাইত বাটৰ মাজত কিছুমান ফুল পৰি থকা দেখিলে। সেই ফুলবোৰ দেখি ৰামে ক'লে, — "লক্ষ্মণ, এই বিলাক বনফুল, মই চিনি পাইছোঁ, এই ফুল মই বৈদেহীক দিছিলোঁ, এই কথা কৈ ৰামে ফুলখিনি বুটলি ললে। তাৰপৰা, কিছু দূৰ গৈ ৰামে ইফালে সিফালে চাই ফুৰোতে মাটিত কোনো ৰাক্ষসৰ আৰু সীতাৰ ভৰি খোজৰ চিন দেখা পালে আৰু এখন ভগা ধনু, ৰথৰ ভগা চূড়া, জানকীৰ ডিঙিৰ পৰা ছিগি পৰা পুষ্পমালা আৰু চাৰিও ফালে তেজ পৰি থকা দেখিবলৈ পালে। তেওঁ লক্ষ্মণেৰে সৈতে সেই ঠাইডোখৰ ভালকৈ চালে, শতশলাকাযুক্ত এটি দিব্য ছত্ৰ মাটিত পৰি থকা দেখিলে, তাৰ দণ্ড ভগা, সোণখটোৱা অতি দীঘল ফলক বিহীন বাণবিলাক ইফালে সিফালে পৰি আছিল। এইবোৰ দেখি তেওঁলোকে ভাবিলে যে সীতাৰ নিমিত্তে হয়তো দুটা ৰাক্ষসৰ তুমুল যুদ্ধ হৈছিল, শেষত হয়তো এটা ৰাক্ষসে সীতাক হৰি নিলে কিংবা মাৰি খালে, নহয়তো সীতাই নিজেই আচানত প্ৰাণত্যাগ কৰিলে। তেওঁলোকে আৰু কিছুদূৰ গৈ এঠাইত পক্ষীৰাজ জটায়ুক তেজেৰে ৰাঙলি হৈ মাটিত পৰি থকা দেখা পালে। এই জটায়ুৰূপী ৰাক্ষসেই সীতাক মাৰি খালে বুলি ভাবি ৰামে তেওঁক বধিবৰ মনেৰে ধনু কাড লৈ আগ-বাঢ়ি গ'ল। এনেতে জটায়ুৱে তেজ বতিয়াই অতি কাতৰ ভাৱে ৰামক সীতাৰ হৰণৰ সকলো বৃত্তান্ত জনাই ক'লে, — 'বাপা, তেতিয়া মই যুঁজ কৰি কৰি ভাগৰিলোঁ, তেতিয়া ৰাক্ষসৰাজ ৰাৱণে তৰোৱা-লেৰে মোৰ ডেউকা দুখন কাটি পেলাই সীতাক ৰথত তুলি লৈ দক্ষিণফালে প্ৰস্থান কৰিলে, যি মুহূৰ্ততে ৰাৱণে সীতাক লৈ গৈছে, সেই মুহূৰ্তৰ নাম 'বিন্দ'। সেই ক্ষণত কোনো বস্তু হেৰালে তাক পুনৰায় পোৱা যায়, ৰাৱণে সেই কথা নাজানে। এতেকে বৰশীত লগা মাছৰ দৰে তাৰ বিনাশ হব, তুমি আকৌ জানকীক পাবা, তাত কোনো সংশয় নাই, ৰাৱণক যুদ্ধত বধ কৰি নিশ্চয় সীতাক উদ্ধাৰ কৰিব পাৰিবা।" এইখিনি কথা কৈ জটায়ুৱে আকৌ তেজ বতিয়াই প্ৰাণ এৰিলে। জটায়ুৰ মৃত্যুত ৰামে বৰ শোক পালে। তেওঁ আৰু লক্ষ্মণ দুয়ো মিলি এখন চিতা সাজিলে আৰু তাৰ ওপৰত জটায়ুক দুয়ো ধৰি তুলি অগ্নি ক্ৰিয়া কৰিলে।

তাৰ পাচত গোদাবৰীত নামি তেওঁলোকে স্নান আৰু তৰ্পণ কৰি সীতাক বিচাৰি দক্ষিণলৈ যাত্ৰা কৰিলে। ক্ৰমে জনস্থানৰ পৰা তিনিক্ৰোশ বাট গৈ তেওঁলোক ক্ৰোঞ্চ নামে এখন নিবিড় অৰণ্যত সোমাল, তাত সীতাক বিচাৰি নাপাই তাৰপৰা মতঙ্গ মুনিৰ আশ্ৰমলৈ গ'ল। সেই আশ্ৰম কানন বৰ দুৰ্গম আৰু ভয়ঙ্কৰ, তাত তেওঁলোকে গভীৰ গহ্বৰবিলাক দেখা পালে, সেইবিলাক গহ্বৰক দিনে ৰাতিয়ে সদায় আন্ধাৰে ঢাকি ৰাখে। তাত তেওঁলোকে সীতাক বিচাৰি ফুৰোঁতে এটা মহাকায় বিস্তৃত মেঘবৰণীয়া ৰাক্ষসক দেখা পালে, সেই ৰাক্ষসটোৰ মূৰ নাই, তাৰ চকু দুটা বুকুত, মুখখন পেটত, হাত দুখন বৰ দীঘল, দেখিবলৈ অতি ভয়ঙ্কৰ, তাৰ নাম কবন্ধ। সি জীয়াই জীয়াই বাঘ, ভালুক, সিংহ পশু ধৰি খায়। সি ৰাম-লক্ষ্মণক দেখা পাই বাট আগচি দুইহাত মেলি তেওঁলোকক ধৰি তেওঁলোকৰ কোমল মাংস খাবলৈ মন কৰিলে। তেতিয়া তেওঁলোকে তৰোৱালেৰে তাৰ হাত দুটা কাটি পেলালে, ফীঁ ফীঁ কৰে তেজ ওলাবলৈ ধৰিলে, যি মেঘৰ গাজনিৰ দৰে ভয়ানক আৰাৱ কৰি মাটিত পৰি গ'ল, তেজেৰে তাৰ গা ৰঙা হ'ল, সি তাৰ মৃত্যু ওচৰ চাপিল বুলি জানি ৰামলক্ষ্মণৰ পৰিচয় সুধিলে। তেওঁলোকেও নিজৰ চিনাকি দি তাক সীতাৰ কথা সুধিলে। সি ক'লে,—হে ৰঘুকুলতিলক, যি উপায়েৰে সীতাক উদ্ধাৰ কৰিব পাৰিব তাৰ উপায় কও শুনক। সন্ধি, বিগ্ৰহ, যান, আসন, সুহৃদ্ভেদ, মিত্ৰলাভ এই ছটা উপায়েৰে ৰজাসকলে সকলো বিষয় বিচাৰ কৰি থাকে। ইয়াৰ ভিতৰত দুৰ্দশাৰ সময়ত "মিত্ৰলাভ" বা "সমাশ্ৰয়" নামে যিটো উপায় তাৰ আশ্ৰয় লব লাগে। এতেকে আপুনি এতিয়া অন্যৰ লগত অৱশ্যে মিত্ৰতা কৰিব লাগিব। হে ৰাম, বান্দৰৰ ৰজা বালীয়ে ৰাজ্যৰ নিমিত্তে ভায়েক সুগ্ৰীৱক নিৰ্বাসিত কৰিছে। সুগ্ৰীৱে চাৰিজন বান্দৰক লগত লৈ, নিজৰ ঘৰবাৰী ভাৰ্যা পুত্ৰ সকলোকে এৰি, ঋষ্যমূখপৰ্বতত লুকাই আছে। আপুনি ইয়াৰ পৰা আজিয়েই মহাপৰাক্ৰমী সুগ্ৰীৱৰ ওচৰলৈ গৈ তেওঁৰ লগত মিত্ৰতা কৰক। ভৱিষ্যতে কোনেও কাৰো অনিষ্ট নকৰোঁ বুলি অগ্নি-দেৱতাৰ সাক্ষাতে তেওঁৰ লগত সখি বান্ধকগৈ। তেওঁৰ দ্বাৰা আপোনাৰ কাৰ্য্য সিদ্ধ হব।" এই বুলি কবন্ধে তেওঁলোকক ঋষ্যমূখলৈ যাবৰ বাট কেনি কৈ দিলে। অলপ সময়ৰ পাচতে কবন্ধৰ মৃত্যু হ'ল। মৃত্যুকালত কবন্ধৰ প্ৰাৰ্থনামতে ৰাম লক্ষ্মণে তাক খৰি দি এধাই পম্পা নদীক লক্ষ্য কৰি ঋষ্যমূখৰ ফালে যাবলৈ ধৰিলে, যাবৰ সময়ত পৰ্বতত মৌ যেন সোৱাদ ফল আৰু সুগন্ধি ফুল লাগি থকা অনেক সুন্দৰ সুন্দৰ গছ তেওঁলোকৰ চকুত পৰিল। তেওঁলোক পৰ্বতবিলাক বগাই গৈ পম্পাৰ পশ্চিম পাৰত উপস্থিত হ'ল। তাৰপৰা তেওঁলোকে শবৰী নামে এজনী বুঢ়ী তপস্বিনীৰ ৰমণীয় আশ্ৰম দেখা পালে। পাচে তেওঁলোকে সেই আশ্ৰমলৈ গৈ শবৰীক দৰ্শন কৰি পৰম প্ৰীতিলাভ কৰিলে। শবৰীয়েও তেওঁলোকক দেখা পাই প্ৰণাম কৰি পাদ্য আৰু আচমনীয় সকলোকে দি পূজা কৰিলে আৰু সেই মনোহৰ আশ্ৰমৰ যি যি ঠাইত ধাৰ্মিক মহৰ্ষি সকলে সত্য, তপস্যা, তত্ত্বজ্ঞান আৰু ব্ৰহ্মচৰ্য্যৰ বলত পৰমাত্মাৰ লগত নিজ আত্মাৰ সংযোগ কৰি নিষ্পাপ হৈ তনু-ত্যাগ কৰিছিল, সেই ঠাইবিলাক তেওঁলোকক দেখুৱালে। পাচে সেই চিৰজটাধাৰিণী তপস্বিনীয়ে তেওঁলোকৰ আগত হুতাশনত নিজকে আহুত কৰি জলন্ত অগ্নিপ্ৰতিম শৰীৰেৰে স্বৰ্গলৈ গতি কৰিলে। এইদৰে শবৰীয়ে নিজৰ তপস্যাৰ প্ৰভাৱত স্বৰ্গাৰোহণ কৰিলত ধৰ্মাত্মা ৰামে ভায়েক লক্ষ্মণেৰে সৈতে পম্পা সৰোৱৰ দৰ্শন কৰিলে। সৰোৱৰৰ পৰাই পম্পা নদী বৈ গৈছে।

"শ্ৰীৰাম লক্ষ্মণে চান্ত সৰোবৰ পম্পা।
চতুৰ্দ্দিশে বেঢ়ি আছে নাগেশ্বৰ চম্পা॥
দেৱ নাগকন্যা জাতি কনোৰ ধুস্তুৰ।

লৱঙ্গ মালতী গন্ধ সঞ্চৰয় দূৰ ॥
গুটিমালী টগৰ ৰায়ত্তি যুতি কুন্দ।
পাৰিজাত সন্তান চন্দন বুন্দা বুন্দ।।
মনৰ দৰ্পণ যেন সুনিৰ্ম্মল জল।
সূৰ্য্যৰ কিৰণ যেন ৰকত কমল।।
সুগন্ধ পৱন বহে মনত উল্লাস।
কুমুদ প্ৰকাশে পম্পা সৰোবৰ পাশ॥
জল-পদ্ম স্থল-পদ্ম দেখি জাতিজ্যাৰ।
শেৱালি নেৱালী পুষ্প দেখিলা অপাৰ ॥
মধুপায়ী চটক আকৰ ভৰিপুৰি।
ভ্ৰমৰা শৰদে মধু পীয়ে উৰি ফুৰি ॥

* * * * *

দুই ভাই লৰি গৈলা সুস্থিৰ গমনে।
পৰ্বতৰ কোল গৈয়া পাইলা তেতিক্ষণে॥
ঋষ্যমুখ পৰ্ব্বতত ক্ৰমে উঠিলন্ত।
দিব্য ফল পুষ্পচয় দেখিলা সমস্ত ॥
পৰ্ব্বতৰ নিকটত পন্থ ৰহি যান্ত।
নানা সৱ গুল্ম-লতা বৃক্ষ দেখিলন্ত।
নানাবিধ মৃগ পক্ষী দেখিলন্ত তথা।
পাঞ্চগুটী বানৰ বসিয়া আছে তথা।।

সুগ্ৰীৱে দুবৈৰপৰা ৰাম লক্ষ্মণক অহা দেখা পাই তেওঁৰ মন্ত্ৰী হনুমন্তক ভিক্ষুক বামুণৰ বেশেৰে তেওঁলোকৰ ওচৰলৈ পঠালে। হনুমন্তই আগবাটি গৈ তেওঁলোকৰ লগত চিনাকী হৈ তেওঁলোকক আনি সুগ্ৰীৱৰ লগত দেখা কৰালে। সুগ্ৰীৱে ৰামৰ লগত সখি বন্ধালে। হনুমন্তই ভিক্ষুক ৰূপ এৰি একুৰা জুই ধৰিলে আৰু ফুলেৰে যেই অগ্নিক অৰ্চনা কৰিলে। ৰাম আৰু সুগ্ৰীৱ উভয়ে অগ্নি প্ৰদক্ষিণ কৰি সখ্য স্থাপন কৰিলে। পাচে সুগ্ৰীৱ কলে—

"ৰাজ্য এৰি আসিলাহা অতি ঘোৰ বনে।
তোমাৰ ভাৰ্য্যাক হৰি নিলেক ৰাৱণে।।
সত্যে কৰি বুলিলোহোঁ শুনিয়োক মিতা।
ত্ৰিভুৱন বিচাৰিয়া আনি দিবো সীতা ।।"

ৰাৱণে সীতাক আকাশেদি লৈ যাওঁতে সীতাই যিবিলাক অলঙ্কাৰ কাপোৰত টোপোলা বান্ধি দলিয়াই পেলাইছিল, সুগ্ৰীৱে সেই টোপোলাটো পাই তালৈকে থৈ দিছিল, এতিয়া তেওঁ সেই টোপোলা মেলি অলঙ্কাৰবিলাক ৰামক দেখুৱালত ৰামে সেইবিলাক সীতাৰ বুলি চিনি পাই দুই হাত বুকুত সাৱটি ধৰি কান্দিবলৈ ধৰিলে। সুগ্ৰীৱে ৰামক সান্ত্বনা কৰি নিজৰ দুখ বিপদৰ কথা তেওঁৰ আগত ক'লে। ৰামে সুগ্ৰীৱৰ দুখত দুখিত হৈ বান্দৰৰ ৰজা বালীক বধ কৰিলে আৰু কিষ্কিন্ধ্যা ৰাজ্যত সুগ্ৰীৱক ৰজা পাতিলে। এনেতে বাৰিষা আহি উপস্থিত হ'ল। শোকাতুৰ ৰামে ভায়েক লক্ষ্মণেৰে সৈতে প্ৰস্ৰৱন-গিৰি নামে এটা পৰ্বতৰ প্ৰশস্ত গহ্বৰত বৰ্ষাকাল যাপন কৰিলে। পাচে বাৰিষা গৈ খৰালি পৰিলত সুগ্ৰীৱে সৈন্য সামন্ত গোটাই সীতাক বিচাৰিবৰ কাৰণে পূব, পশ্চিম, উত্তৰ, দক্ষিণ চাৰিওফালে সৈন্য পঠালে। দক্ষিণফালে যি জাক বণুৱা গৈছিল, তাৰ ভিতৰত বীৰবৰ হনুমন্ত আৰু অঙ্গদ আছিল। তেওঁলোকে গৈ গৈ সাগৰৰ পাৰত পক্ষীৰাজ জটায়ুৰ ভায়েক সম্পাতিৰ মুখে সীতাৰ বাতৰি পালে। সম্পাতিয়ে কলে,—

"আছন্ত লঙ্কাৰ মাজে অশোক বনত।
শোকাকুলা সীতা দেৱী শিংশপা মূলত।।
বেঢ়িয়া আছন্ত তৈত ৰাক্ষসিনী গণে।
জানিলোঁ সীতাক সুখে নেৰিব ৰাৱণে॥

তেতিয়া হনুমন্তই নিজ বিক্ৰমেৰে মহা তৰঙ্গশালী সাগৰ পাৰ হৈ দ্বিতীয় অমৰাৱতী-সদৃশ লঙ্কা নগৰীত গৈ উপস্থিত হ'ল।

আলোচনী, মাঘ ১৮৩৮, ৮ম বছৰ ৪ৰ্থ সংখ্যা।

## দশম আধ্যা

"সুবেল গিৰিৰ শৃঙ্গ অতি বিত্তোপন।
তহিতে পৰিল গৈয়া পৱননন্দন ॥

* * * *

তৰিলন্ত সাগৰ নভৈল কিছু শঙ্কা ।
সুবেলত বসি বীৰে দেখিলন্ত লঙ্কা ॥
সুবেলৰ নামি নগৰীক লাগি যান্ত ।
অনেক বনক হনুমন্তে দেখিলন্ত ॥

*　*　*　*

লঙ্কাৰ সমীপ বনে দিন গোট নিল ।
গোধূলিকা বেলা বীৰে পৰামৰিশিল ॥
এহে শৰীৰেৰে যেৱে প্ৰৱেশোঁ নগৰ ।
ৰাক্ষসে বান্ধিয়া ফুৰাইবেক ঘৰেঘৰে ॥
বিৰাল সমান সঙ্কুচিত কলেৱৰে ।
হনুমন্ত চডিলন্ত প্ৰাঞ্চীৰ উপৰে ॥
গোধূলিকা বেলা শ্ৰী দেখিলা লঙ্কাৰ ।
দ্বিতীয় অমৰাৱতী জগততে সাৰ ॥''

গধূলি, বেলি মাৰ গ'লত, হনুমন্ত লঙ্কাপুৰীত সোমাল। সেই সময়ত নিশাকৰে অসংখ্য কিৰণমালা বিকীৰণ কৰি অলেখ তৰাৰে সৈতে নীলাকাশত বিৰাজ কৰিছিল। হনুমন্তই ছদ্মবেশেৰে ৰাক্ষসবিলাকৰ ঘৰে ঘৰে সোমাই সীতাক বিচাৰি ফুৰিবলৈ ধৰিলে। তেওঁ লঙ্কাধিপতিৰ সপ্ততল পৰ্যন্ত ওখ স্ফটিক-নিৰ্মিত হিৰন্ময় অন্তঃপুৰৰ প্ৰত্যেক কক্ষত সোমাই অনেক নিদ্ৰামগ্না ৰত্নালঙ্কাৰভূষিতা পৰমা সুন্দৰী ৰমণীৰ বিধু-বদন দেখা পালে। কিন্তু তেওঁ ক'তো জানকীক দেখা নেপালে। তেওঁ জানকীক বিচাৰি সকলো ফুলনি, লতা-ঘৰ, চিত্ৰ-ঘৰ, শোৱনি-ঘৰ আৰু প্ৰমোদ-ঘৰলৈ গ'ল, কিন্তু, ক'তো সেই শোক মলিনা বিৰহ-বিধুৰা সীতাৰ দৰ্শন নেপালে। তেতিয়া তেওঁ বৰ চিন্তাত পৰিল। তেওঁ মনতে ভাবিলে যে হয়তো জানকী ইমান দিনলৈ জীয়াই থকা নাই, সুকুমাৰী জানকীয়ে পতিব্ৰতাৰ পৰম পবিত্ৰ বাটত অৱস্থিতি কৰাত হয়তো ৰাক্ষস-ৰাজে তেওঁক বিনাশ কৰিলে, কিংবা তেওঁ নিজেই ভয়ত বা শোকত প্ৰাণ এৰিলে। তেন্তে কি হনুমন্তৰ সকলো পৰিশ্ৰম বৃথা হ'ল? হনুমন্তই সীতাৰ অনুসন্ধান নকৰি কোন মুখে কিষ্কিন্ধ্যালৈ উলটি যাব? কিষ্কিন্ধ্যালৈ গ'লে সুগ্ৰীৱেই বা কি বুলিব? ৰামে যেতিয়া সীতাৰ কথা সুধিব তেতিয়া সীতাৰ দৰ্শন নেপালোঁ বুলি এই নিদাৰুণ বাতৰি বলে ৰাম কি আৰু জীয়াই থাকিব? তেওঁ ততালিকে জীৱন বিসৰ্জন কৰিব। ৰামৰ শোকত লক্ষ্মণো মৰিব। সুগ্ৰীৱেও তেওঁলোকৰ বাট ল'ব। হনুমন্তৰ তেন্তে আৰু জীয়াই থাকি লাভ কি? হনুমন্তই সীতাৰ সন্ধান নেপালে আৰু ঘৰলৈ মুখ নকৰিব। হনুমন্তই এখন প্ৰাচীৰৰ ওপৰত উঠি এই বুলি চিন্তা কৰিলে,—"যেতিয়ালৈকে সীতাৰ দৰ্শন নেপাওঁ, তেতিয়ালৈকে এই মহাপুৰীৰ সকলো ঠাইতে বাৰে বাৰে অনুসন্ধান কৰিম, মই কিষ্কিন্ধ্যালৈ প্ৰত্যাগমন নকৰিলে মোৰ আশাতে ৰাম-লক্ষ্মণাদি জীয়াই থাকিব, বিশেষতঃ উৎসাহেই উন্নতি লাভৰ মূল, উৎসাহেই সুখৰ আস্পদ, এতেকে মই ভগ্নোৎসাহ নহৈ যি যি ঠাইত অনুসন্ধান কৰা নাই, সেই সেই ঠাইলৈ গৈ আকৌ সীতাক বিচাৰিম, অদম্য উৎসাহেৰে যিটো কাম মানুহে কৰে, তাৰ সেই কাৰ্য সাফল্য হয়, এতেকে উৎসাহজনক দৃঢ় যত্নৰ আশ্ৰয় লৈ এই নগৰীৰ সকলো ঠাইতে তন্ন-তন্নকৈ সীতাৰ অনুসন্ধান কৰিম।" প্ৰাচীৰৰ ওপৰৰ পৰা হনুমন্তই লঙ্কাৰ চাৰিওফালে চকু ঘূৰাই চাই কিছু দূৰত ৰাৱণৰ অশোকৰ বন দেখা পালে। "এই বনলৈতো সীতাক বিচাৰি যোৱা নাছিলোঁ, এতেকে এই বনলৈ যোৱা যাওক" বুলি তেওঁ ৰাম-লক্ষ্মণ আৰু সীতাক মনতে নমস্কাৰ কৰি পৰম শোভনীয় অশোক-বনৰ ফালে যাত্ৰা কৰিলে, তেওঁ গছে গছে জপিয়াই বগাই গৈ অশোক বনৰ এঠাইত এজোপা বৰ ডাঙৰ শিংশপা-গছ দেখা পাই তাৰ ওপৰত পৰিল। তেওঁ সেই গছৰ তলত শুক্লপক্ষৰ ন-জোনৰ দৰে কৃশাঙ্গী মলিন-বেশা এজনী পৰমা সুন্দৰী গাভৰুক বহি থকা দেখা পালে, ৰাক্ষসবিলাকে তেওঁক বেঢ়ি আছে, তেওঁ ঘনে ঘনে হুমুনিয়াহ পেলাই আছে, তেওঁৰ পৰিধানত এখন ফটা মলিয়ন হালধীয়া পাট কাপোৰ, গাত কোনো অলংকাৰ নাই, শোক আৰু সন্তাপত

নিতান্ত কাতৰ হোৱাত তেওঁৰ চকুৰ পৰা দুধাৰ চকু-লো দুই গালেদি বৈ আছে, তেওঁক দেখি হনুমন্তৰ বোধ হ'ল তেওঁৰ ওচৰত যেন প্ৰীতি আৰু স্নেহৰ পাত্ৰ কোনো নাই, তেওঁৰ চাৰিওফালে কেৱল বিকট-বদনা ৰাক্ষসী, লগৰী হেৰুৱাই ৰাং-কুকুৰবিলাকৰ মাজত পৰা আজলী হৰিণীৰ দৰে তেওঁক বৰ ব্যাকুল দেখা গৈছিল। কৃষ্ণ-ভুজঙ্গীৰ দৰে তেওঁৰ বেণী বন্ধা দীঘল চুলিটাঁৰ মূৰৰপৰা কঁকালৰ তললৈকে ওলমি আছিল।

হনুমন্তই সেই কৃশাঙ্গী শোক-মলিনা গাভৰুক দৰ্শন কৰি তেওঁকেই সীতা বুলি মনে মনে স্থিৰ কৰিলে। পূৰ্ণিমাৰ জোনৰ নিচিনা সুন্দৰ মুখ, সেন্দুৰৰ নিচিনা ৰঙা ওঁঠ, হৰিণীৰ নিচিনা চকুযুৰিৰ ওপৰত সুন্দৰ চেলাউৰি, সুগোল পয়োধৰ-শালিনী দেৱীৰ শৰীৰৰ কান্তিত সেই ঠাইডোখৰ যেন জোনাক হৈ আছে। সেই সুতনু সৰ্বাঙ্গসুন্দৰীয়ে ব্ৰতধাৰিণী তপস্বিনীৰ দৰে মাটিত বহি ঘনে ঘনে হুমুনিযাহ কাঢ়িছে, যেন পুণ্য ক্ষয় হোৱাত আকাশৰ তৰা এটি হে মাটিত পৰি তিৰবিৰাই আছে। সূৰ্যৰ প্ৰভাৰ মেঘে ঢকাৰ দৰে, অগ্নিশিখাক ধোঁৱাই আবৃত কৰাৰ দৰে, অন্যায় ৰূপে অপহৃত ঐশ্বৰ্যৰ দৰে, নিষ্কাম আশাৰ দৰে, বিঘ্ন-ৰাশিপূৰ্ণা সিদ্ধিৰ দৰে, কলুষিতা বুদ্ধিৰ দৰে আৰু অমূলক অপবাদেৰে কলঙ্কিতা কীৰ্তিৰ দৰে তেওঁৰ অৱস্থা অতি নিষ্প্ৰভ আৰু শোচনীয়। ৰামে সীতাৰ যি যি লক্ষণ আৰু কাপোৰ আদিৰ কথা কৈছিল, হনুমন্তই সেই সকলোকে মিলাই চালে। জানকীৰ বিষয়ে তেওঁৰ মনত আৰু কোনো সন্দেহ নেথাকিল। সীতাৰ অলৌকিক পতি-প্ৰেম আৰু পতি-ভক্তিৰ কথা সুঁৱৰি হনুমন্তৰ দুই চকুৰ পৰা ধাৰ চকুলো বৈ গ'ল।

হনুমন্তই মনতে ভাবিলে যে এই দেৱীয়ে ৰাম আৰু লক্ষ্মণৰ পৰাক্ৰম বঢ়িয়াকৈ জানে, সেই নিমিত্তে তেওঁ বাৰিষাৰ গঙ্গাৰ দৰে একেবাৰে অধীৰ হোৱা নাই, স্বভাৱ, বয়স, চৰিত্ৰ, কুল আৰু সুলক্ষণ সকলো বিষয়ে এওঁ ৰামৰ অনুৰূপ। বিধাতাই দুয়োকো ভাল যোৰ কৰি স্ৰজি পঠালে। সেই গুণে দুয়োৰো ভিতৰত ইমান মিল, ইমান প্ৰেম। দুয়ো দুয়োৰে প্ৰতি ইমান অনুৰক্ত। সীতাৰ অৱস্থা দেখি হনুমন্তৰ মনত বৰ বেজাৰ লাগিল। হায়! পৃথিৱীৰ নিচিনা ধৈৰ্য-শালিনী যি সীতাক ৰাম-লক্ষ্মণে ৰক্ষা কৰি ফুৰিছিল আজি তেওঁক বিকৃত-দৰ্শনা ৰাক্ষসীবিলাকে গছৰ তলত ৰক্ষা কৰিছে! জনক ৰজাৰ স্নেহৰ জীয়াৰী, দশৰথ ৰজাৰ ঘৰ বোৱাৰী, লঙ্কাত বন্দিনী হৈ দুখ বেজাৰত, হিমত নলিনীৰ দৰে দিনক দিনে ক্ষীণাই-শুকাই গৈছে, চকু-লো টোকোঁতে দিন গৈছে! প্ৰিয়-বিৰহিতা চক্ৰবাকীৰ দৰে তেওঁৰ অৱস্থা শোক-লগা হৈছে। হনুমন্তই গছৰ ফেৰেঙনিত বহি পাতৰ আঁৰত লুকাই ভয়ঙ্কৰী ৰাক্ষসীবিলাকৰ ৰেহ-ৰূপ চাবলৈ ধৰিলে আৰু মনে মনে ৰাম-লক্ষ্মণ আৰু সীতাক আকৌ নমস্কাৰ কৰিলে। তেওঁ নিৰলে সীতাক লগ ধৰি কেনেকৈ তেওঁৰ লগত কথা পাতিব তাৰ উপায় চিন্তি থাকোঁতেই ৰাতি পুৱাই গ'ল। পুবে ৰূপে দেখা দিলে। তেতিয়া মাৰুতিয়ে বেদজ্ঞ অগ্নিহোত্ৰযাজী ব্ৰহ্মৰাক্ষসবিলাকৰ বেদধ্বনি শুনিবলৈ পালে, তাৰ পাচত মঙ্গল বাদ্য বজোৱা আৰু সুললিত গীত গোৱা শুনিবলৈ পালে। সেই গীত বাজনাৰ মাতত লঙ্কেশ্বৰৰ টোপনি ভাগিল। প্ৰবল প্ৰতাপী ৰাক্ষস-ৰাজে সাৰ পাই উঠিয়েই মনোহৰ সাজ-পাৰ পিন্ধি সীতাক চাবৰ মনেৰে এশ ৰূপহী গাভৰুক লগত লৈ পৰম ৰমণীয় অশোক-বনৰ ফালে উধাতু হৈ আহিল, কাৰণ খাওঁতে-শোওঁতে, উঠোঁতে-বহোঁতে, সকলো সময়তে তেওঁৰ ধাউতি কেৱল সীতাত আছিল। পৱন-নন্দন হনুমন্তই সেই ৰূপহী গাভৰুবিলাকৰ কাঞ্চী আৰু নূপুৰৰ শব্দ শুনিবলৈ পালে। তেওঁ দেখিলে যে অতি তেজস্বী ৰাক্ষস-ৰাজ গাভৰুবিলাকৰ মাজত সোমাই সীতাৰ ওচৰত আহি উপস্থিত। তেওঁ পাতৰ আঁৰত লুকাই ৰাৱণেনো কি কৰে তাকে গছৰ ওপৰৰপৰা চাবলৈ ধৰিলে।

ৰাৱণক দেখি জানকীৰ ভয় লাগিল। তেওঁৰ বুকু কঁপি উঠিল। তেওঁ আঠু সাৱটি ধৰি কান্দিব'লৈ ধৰিলে। ৰাৱণে দেখিলে যে সীতাই দুখৰ ভাৰত কাতৰ হৈ মাজ সাগৰত ভগা নাৱৰ দৰে বুৰো বুৰো হৈ আছে। তেওঁক শুদা মাটিত বহি থকা দেখি ৰাৱণৰ বোধ হ'ল যেন বনস্পতিৰ ডাল এটি-হে ভাগি মাটিত পৰি আছে। ৰামগতপ্ৰাণা সীতা ক্ৰমে ক্ষীণাই-শুকাই গৈছে। তেওঁ একমাত্ৰ স্বামী-গুৰুৰ ধ্যানত নিমগ্ন হৈ দিনে-ৰাতিয়ে কান্দি আছে। তেওঁক দেখিলে বোধ হয় যেন মহতী কীৰ্তি অৱসন্ন হৈছে, যেন আশা প্ৰতিহতা হৈছে, যেন পূৰ্ণিমাৰ চন্দ্ৰ তমোগ্ৰস্ত হৈছে, যেন প্ৰভাকৰৰ প্ৰভাক আন্ধাৰে ঢাকি ধৰিছে। উপবাসত, শোকত সন্তাপত, চিন্তাত আৰু ভয়ত তেওঁ নিতান্ত ক্ষীণ হৈছে। তপস্যাই তেওঁৰ একমাত্ৰ অৱলম্বন হৈছে। তেওঁ কাতৰভাৱে ইষ্টদেৱতাৰ দৰে ৰঘুকুলতিলক ৰামৰ চৰণত ৰাৱণৰ পৰাভৱ প্ৰাৰ্থনা কৰি দিন নিয়াইছে। ৰাৱণক ওচৰ চাপি অহা দেখি তেওঁৰ চকু খঞ্জত ৰঙা হৈ উঠিল।

ৰাৱণে ৰাক্ষসীবিলাকৰ মাজতে সীতাক এনে অৱস্থাত দেখা পাই কলে, —"হেৰা বিশালাক্ষি, মই তোমাক একান্ত আশা কৰিছোঁ, মোক নিৰাশ নকৰিবা, প্ৰিয়ে, তুমি মোৰ প্ৰধানা পাটমাদৈ হোৱা, তুমি নিশ্চয়ে জানিবা যে ৰাক্ষসবিলাকৰ ধৰ্মই এই যে সিহঁতে পৰস্ত্ৰী-গমন বা বলেৰে পৰস্ত্ৰী হৰণ কৰি থাকে। তথাপি মৈথিলি, মই তোমাক অকামা বুলি জানি স্পৰ্শ নকৰাকৈ আছোঁ। কিন্তু আৰুনো কিমান দিন এনেকৈ থাকিম? হে দেৱি তুমি মোক দেখি ভয় নকৰিবা, ভয়াতুৰ নহবা। প্ৰিয়ে, সকলো ভয়-শঙ্কা এৰি মোত বিশ্বাস কৰা আৰু মোৰ যথাৰ্থ প্ৰণয়িনী হোৱা। এনেকৈ আৰু শোক-সন্তাপ কৰি নাথাকিবা। এক বেণী, ভূমি-শয্যা, গভীৰ, চিন্তা, মলিন বসন, অনৰ্থক উপবাস, এইবিলাক তোমাৰ উপযুক্ত নহয়। মৈথিলি, তুমি মোক লাভ কৰি বিচিত্ৰ মালা, চন্দন, আৰু পুষ্পসাৰ, বিবিধ বসন-ভূষণ মহামূল্য নানাবিধ যান, আসন, শয্যা, গীত, বাজনা, আৰু নাচ উপভোগ কৰা। তুমি ৰমণী-ৰত্ন, তুমি এনে টোকোনা অৱস্থাত কিয় থাকিবা? এহে-জাৰ দাসীয়ে তোমাৰ আলপৈচান ধৰক, গোলাপ-জলেৰে গা ধুৱাই সুগন্ধি তেল সানি তোমাৰ মূৰ আঁচুৰি দিয়ক, তোমাক দিব্য সাজ পাৰ আৰু অলঙ্কাৰ পিন্ধাওক, তুমি স্বৰ্ণলঙ্কাৰ মণিমুক্তাখচিত স্বৰ্ণ-সিংহাসনত বহি সসাগৰা পৃথিৱীৰ ৰাণী হোৱাঁ। প্ৰিয়ে দিগ্বিজয়ী ৰাৱণক লাভ কৰি তুমি কেনেকৈ শুদা কাণে, শুদা হাতে থাকিবা? আবোধি, যৌৱন, নদীৰ সোঁতৰ দৰে এবাৰ গলে আৰু উভটি নাহে। হে শুভদৰ্শন, বোধ কৰোঁ ৰূপ-প্ৰস্তোতা বিধাতাই তোমাক সকলো সৌন্দৰ্যৰ আধাৰ কৰি নিৰ্মাণ কৰিলে, কাৰণ, আন কোনো ৰমণীৰ লগত তোমাৰ ৰূপৰ তুলনা নহয়। বৈদেহি, এনে কোন পুৰুষ আছে যাৰ মন তোমাক দেখি বিপথগামী নহব? মৈথিলি তুমি মোৰ ভাৰ্যা হোৱা। মোৰ যিবিলাক ভাৰ্যা আছে তুমি সেই সকলোৰে ভিতৰত মুখ্যা পটেশ্বৰী হৈ এই অতুল ঐশ্বৰ্যশালী ৰাজ্য ভোগ কৰা। মই ত্ৰিলোক মন্থন কৰি যিবিলাক ধন-ৰত্ন, মণি-মুক্তা আনি থৈছোঁ, সেই সকলোটি তোমাৰ। মই তোমাৰ প্ৰীতিৰ নিমিত্তে নানা নগৰমালাৰে বিভূষিত এই ভূ-মণ্ডল জয় কৰি জনক ৰজাক দান কৰিম। যুদ্ধত মোৰ প্ৰতিবল হয়, এনে কাকো দেখা নাই। ৰণত মই সুৰাসুৰবিলাকক বাৰম্বাৰ পৰাস্ত কৰি থৈছোঁ। এতেকে তুমি কৃপা কৰি হাঁহি-মুখে মোক ভজাঁ, দিব্য সাজ-পাৰ আৰু অলঙ্কাৰ পিন্ধা। তোমাৰ ইচ্ছা মতে তুমি ভূমি বা ধন দান কৰা। তুমি যি আজ্ঞা কৰিবা, মই তাকে ততালিকে পালন কৰিম। হে ভদ্ৰে, হে যশস্বিনি, তুমি মোৰ সমৃদ্ধি চোৱাঁ। হে সুভগে, জঁটা-বাকলি পিন্ধি বনে বনে গছৰ ফল মূল খাই ফুৰা তপস্বী ৰামক লৈ আৰু কি কৰিবা? ৰাম যে বিজয়ী হ'ব তাৰ কোনো উপায় নাই। ৰামে আৰু তোমাক দেখিবলৈ নেপায়। ৰামে তোমাক

মোৰ হাতৰ পৰা কেতিয়াও উদ্ধাৰ কৰিব নোৱাৰিব। দেৱি, কি তপস্যা, কি বল কি বিক্ৰম, কি ধন, কি তেজ, কি যশ, একোতেই ৰাম মোৰ- সমান হ'ব নোৱাৰে। সুকেশি, কুবেৰৰ যিবিলাক ধন-ৰত্ন আছে, তুমি মোৰ লগত মিলি সেইবিলাক উপভোগ কৰাঁ। নহলে, মই তোমাৰ সকলো বাঞ্চা পূৰ্ণ কৰিম আৰু তুমিও তোমাৰ সকলো মিতিৰ-কুটুম্বৰ বাঞ্ছা পূৰ্ণ কৰাঁ"।

ৰাৱণৰ অপমানজনক ঘিণ-লগা কথা শুনি সীতা খঙত জ্বলি উঠিল। তেওঁ মনৰ ভিতৰত পতিকেহে চিন্তা কৰি আছিল। তেওঁ অলপ দূৰত এডালি তৃণ ব্যৱধান ৰাখি লাহে লাহে এই বুলি উত্তৰ কৰিলে—"ৰাৱণ, মোৰপৰা তোৰ মনক নিবৃত্ত কৰ, তোৰ নিজৰ তিৰোতাবিলাকক তোৰ মনত ঠাই দে, মই এক পতিব্ৰতা, মোৰ দ্বাৰা এনে গৰ্হিত-কাম হ'ব নোৱাৰে।" সীতাই এইদৰে কৈ ৰাৱণৰ ফালে পিঠি দি আকৌ এই বুলি ক'বলৈ ধৰিলে—"মই পৰৰ ভাৰ্যা আৰু পতিব্ৰতা, তই মোক ইতৰ নাৰীৰ নিচিনা নেভাবিবি, তই সাধু-ধৰ্মলৈ দৃষ্টি ৰাখ, সাধু ব্ৰত আচৰণ কৰ। নিশাচৰ, যেনেকৈ তোৰ নিজৰ, তেনেকৈ পৰৰো ভাৰ্যাক ৰক্ষা কৰা তোৰ কৰ্তব্য। তোৰ যেতিয়া সদাচাৰ-বৰ্জিত বিপৰীত বুদ্ধি দেখিছোঁ, তেতিয়া বোধ হয় এই মহাপুৰীত কোনো সাধু মহাজন নাই, থাকিলেও তই সাধুজনৰ কথামতে নচলে। ৰজা দুৰ্নীতিপৰায়ণ আৰু অশিক্ষিত হ'লে অতি সমৃদ্ধিশালী ৰাজ্যও ধ্বংশ হয়। এক তোৰ দোষতে এই ৰত্নপূৰ্ণ লঙ্কা শীঘ্ৰে নষ্ট হ'ব। ৰাৱণ, ঐশ্বৰ্য বা ধনেৰে তই মোক প্ৰলোভিত কৰিব নোৱাৰ। সূৰ্যৰ ৰশ্মি যেনেকৈ সূৰ্যৰ বাহিৰে আন কাৰো নহয়, মইও তেনেকৈ এক ৰামৰ বাহিৰে আন কাৰো নহওঁ। সেই লোকনাথ ৰামৰ শোভন বাহুক উপাধান কৰি মই কোনটো লাজেৰে আন পুৰুষৰ বাহুক উপাধান কৰিম? ৰাৱণ, তই এতিয়া দুখুনীক ভালে ভালে ৰামৰ ওচৰত থৈ আহগৈ। যদি তোৰ নিজ্বা অধিকাৰ ৰক্ষা কৰিবলৈ ইচ্ছা আছে আৰু যদি নিজৰ বিনাশ বাসনা নকৰ, তেন্তে সেই শৰণাগত-বৎসল ৰামক প্ৰসন্ন কৰি তেওঁৰ লগত মিত্ৰতা কৰ। দেখ তই যদি ভক্তিভাৱে মোক লৈ গৈ ৰামক অৰ্পণ কৰ, তেন্তে তোৰ মঙ্গল হ'ব। তাকে নকৰিলে তই মহা বিপদত পৰিবি। সেই লোকনাথ ৰামৰ খং উঠিলে তেওঁৰ হাতত তোৰ কোনোমতেই নিস্তাৰ নাই বুলি জানিবি। ৰামৰ ক্ৰোধাগ্নি, মোৰ দুৰ্মুনিয়াহ বা পাই, প্ৰচণ্ডৰূপে জ্বলি উঠি স্বৰ্ণলঙ্কাক পুৰি ছাই কৰিব। বজ্ৰপাতৰ দৰে ৰামৰ ভয়ানক ধনুষ্টঙ্কাৰ অলপতে শুনিবলৈ পাবি। ৰাম-লক্ষ্মণৰ নামাঙ্কিত বাণবিলাকে জ্বালামুখী সাপৰ দৰে হাজাৰে হাজাৰে লাখে লাখে লঙ্কাত পৰি এই মহানগৰীৰ ৰাক্ষসবিলাকক সংহাৰ কৰিব। ইমান বাণ পৰিব যে লঙ্কাত তিলাৰ্দ্ধমানো ঠাই নেথাকিব। হেৰ অধম, সেই নৰসিংহ দুয়ো ভাই মৃগয়াৰ কাৰণে অৰণ্যলৈ গৈছিল। সেই ছেগতে তই কাপুৰুষৰ দৰে শূন্য আশ্ৰমত সোমাই মোক হৰণ কৰিলি। কুকুৰে যেনেকৈ বাঘৰ গোন্ধ পালে আগত থাকিব নোৱাৰে তইও তেনেকৈ ৰাম-লক্ষ্মণৰ দৰ্শন পোৱা হলে আৰু তাত সোমাব নোৱাৰিলিহেঁতেন। তই অতি ঘিণলগা কাম কৰিলি। এতিয়া তই কৈলাশলৈকে যা, বা ভয়ত পাতাললৈকে যা, বৰ ডাঙৰ গছ যেনেকৈ বজ্ৰপতিত পৰি যায়, তইও তেনেকৈ নিশ্চয় দাশৰথিৰ হাতত প্ৰাণ হেৰুৱাবি।"

বৈদেহীৰ সেই দাৰুণ কথা শুনি ৰাৱণ কোপিত হ'ল। তেওঁ সীতাক কলে, —"জানকি, মই যতকে মৰমিয়াল মিঠা কথাৰে তোমাক বুজাইছোঁ, তুমি ততকে কঠুৱা কথাৰে মোক অপমান কৰিছা। তুমি যেনেকুৱা কঠোৰ কথা মোক শুনালা, তালৈ চাই তোমাক এতিয়াই কাটি ছোৱা ছোৱা কৰা উচিত। কিন্তু মই মোৰ কথা মতে আৰু দুমাহ অপেক্ষা কৰিম। সুন্দৰি, তাৰ পাচত তুমি মোৰ শয্যা-ভাগিনী হ'ব লাগিব। দুমাহৰ পাছত যদি তুমি মোক স্বামী

বুলি নভজোঁ, তেন্তে ৰাক্ষসীহঁতে মোৰ ৰাতিপুৱাৰ ভোজনৰ নিমিত্তে নিশ্চয় তোমাক খণ্ড খণ্ড কৰি কাটি পেলাব।"

ৰাৱণৰ কথা শুনি সীতাৰ মনত ভয়ৰ সঞ্চাৰ নহ'ল। তেওঁৰ নিজৰ পাতিব্ৰত্যৰ তেজত আৰু স্বামীৰ বল-বীৰ্যত বিশ্বাস থকা বাবে তেওঁ গৰ্বিত বাক্যেৰে ৰাৱণক কলে,— "হেৰ অধম, মোৰ বোধেৰে এই লঙ্কাপুৰীত তোৰ হিতাকাঙ্খী কোনো নাই, তোৰ হিতাকাঙ্ক্ষী কোনোবা থকা হলে সি অৱশ্যে তোক এনে গৰ্হিত কাম নকৰিবলৈ উপদেশ দিলে-হেঁতেন। মই ধাৰ্মিক ৰামৰ ধৰ্ম-পত্নী। তোৰ বাহিৰে এই ত্ৰিলোকত এনে দুৰাত্মা কোন আছে, যি মোক পাপ কথা ক'ব পাৰে? তই অমিত-তেজা ৰামৰ ভাৰ্যাক যি পাপ কথা কলি, সেই বাবে তোৰ কতো পৰিত্ৰাণ নাই। তই কুভাৱে মোৰ ফালে যি দুটা চকুৰে চাইছ, তোৰ সেই বিকৃত চকু দুটা সৰি মাটিত পৰা নাই কিয়? হেৰ নীচ, মই ৰামৰ ধৰ্ম-পত্নী আৰু ৰজা দশৰথৰ বোৱাৰী। মোক কুকথা কৈ তোৰ জিভাখনেই বা ছিগি পৰা নাই কিয়? দেখ ৰাৱণ, মোৰ এনে তেজ আছে যে মই তোক শাপি ভস্ম কৰিব পাৰোঁ, কিন্তু ৰামৰ আজ্ঞা নাই, আৰু তাপস ব্ৰত পালি থকা বাবে এতিয়ালৈকে মই তোক ভস্ম নকৰাকৈ আছোঁ। তই মোক হৰণ আৰু গোপন কৰি কেতিয়াও ৰাখিব নোৱাৰিবি। তই যিখিনি কৰিলি, সেয়েই তোৰ মৃত্যুৰ নিমিত্তে যথেষ্ট হৈছে, তই নিজকে নিজে বীৰ আৰু কুবেৰৰ ভাই বুলি বখানিছ। তই প্ৰকৃত বীৰ হোৱা হলে কোনটো লাজেৰে ৰাম-লক্ষ্মণ নোহোৱাত শূন্য আশ্ৰমৰ পৰা মোক অসহায় অৱস্থাত হৰি আনিলিহেঁতেন।"

ৰাৱণৰ আৰু সহ্য নহ'ল। ৰাৱণে চকু ৰঙা কৰি কাল-ভুজঙ্গৰ দৰে ফোঁপাউৰিয়াই 'সীতাক এতিয়াই বধ কৰিম' বুলি গৰ্জি উঠিল আৰু খাপৰপৰা তৰোৱাল উলিয়াব খোজোঁতেই ধান্যমালিনী নামেৰে তেওঁৰ এগৰাকী ভাৰ্যাই মধ্যবৰ্তিনী হৈ নাৰীবধ হবলৈ নিদি নানা কথাৰে স্বামীক বুজাই বৰাই আনফালে লৈ গ'ল। পাছে ৰাৱণে খং মাৰ গ'লত সীতাক ৰখি থকা ৰাক্ষসীবিলাকক সীতা যাতে সোনকালে তেওঁৰ বশীভূত হয় সেই বিষয়ে সাধ্য মতে চেষ্টা কৰিবলৈ উপদেশ দি নিজৰ ভাৰ্যা-সকলক লগত লৈ অন্তঃপুৰলৈ গ'ল।

ৰাৱণ যোৱাৰ পাছত বিকৃত-মুখী ৰাক্ষসীবিলাকে সীতাক বেৰি ধৰি নানা প্ৰকাৰে উৎপীড়ন কৰিবলৈ ধৰিলে। কোনোজনীয়ে মিঠা মৰমিয়াল কথাৰে, কোনোজনীয়ে ধন আৰু ঐশ্বৰ্যৰ লোভ দেখুৱাই, কোনোৱে ৰাৱণৰ গুণ আৰু ক্ষমতাৰ কথা কৈ আৰু কোনোৱে নানা শাস্তি আৰু প্ৰাণ-দণ্ডৰ ভয় দেখুৱাই সীতাক বশীভূত কৰিবলৈ চেষ্টা কৰিলে। কিন্তু সীতাই কাৰো কথালৈ কাণ নিদিলে। তেওঁ ৰাক্ষসীবিলাকক কলে,— "মই কেতিয়াও ৰাক্ষসৰ ভাৰ্যা হ'ব নোৱাৰোঁ, ইচ্ছা হলে তহঁতে মোক কাটি-মাৰি খাব পাৰ, মই তহঁতৰ কথা ৰাখিব নোৱাৰোঁ। মোৰ স্বামী ৰাজ্যহীন, গৃহহীন, বনবাসী, তপস্বী, দৰিদ্ৰ হলেও তেৱেঁইহে মোৰ পৰমাৰাধ্য গুৰু, মই কেৱল তেওঁকেহে ধ্যান কৰি থাকিম।" এইবুলি তেওঁ অশোক গছৰ ডাল এটাত ধৰি স্বামীক চিন্তা কৰিবলৈ ধৰিলে" চকুৰ পানীৰে তেওঁৰ বুকু তিতি গ'ল। তেওঁ কাতৰ ভাৱে হুমুনিয়াহ পেলাই চকু-লো টুকি—'হাঁ ৰাম। হাঁ লক্ষ্মণ। হাঁ মোৰ শাহু কৌশল্যা আই। সুমিত্ৰা আই।' এইবুলি বিলাপ কৰিবলৈ ধৰিলে। নেজানো জন্মান্তৰত কি মহাপাপ কৰিছিলোঁ, যাৰ নিমিত্তে এতিয়া ইমান দুখ ভুগিছোঁ। মই ৰামৰ ভাৰ্যা, ৰাম মৃগ মাৰিবলৈ গৈছিল, ৰামৰ আটাহ শুনি লক্ষ্মণো পাছতে লৰি গৈছিল, এনে সময়তে দুৰ্জন ৰাৱণে আশ্ৰমত সোমাই মোক অকলৈ অসহায় অৱস্থাত পাই বলেৰে ধৰি, বিমানত তুলি আনিলে, তেতিয়া মই চিঞৰি চিঞৰি কতনো

কান্দিলোঁ, কতনো বিনালোঁ। মোৰ কান্দোন, মোৰ বিনন্নি ৰামে শুনিবলৈ নেপালে। এতিয়া মই লঙ্কাত বন্দিনী। ৰাক্ষসীবিলাকে মোক নিদাৰুণ তিৰস্কাৰ কৰিছে আৰু দুমাহ মাথোন বাকী আছে, দুমাহৰ মূৰতে ৰাৱণে মোক বধ কৰি খাব। এতিয়াই মোৰ দুখৰ সীমা নাই, আৰু নো কিমান যন্ত্ৰণা ভুঞ্জিম? এই ৰাক্ষসীহঁতে মোক দিনে ৰাতিয়ে থেকেচি আছে। তাইহঁতৰ অত্যাচাৰ কিমান সহিম? যি ৰামৰ আশাত ইমান দিন ইমান দুখ-বেজাৰকো সহি আছোঁ, সেই প্ৰাণনাথ ৰামকো দেখা নাপালোঁ. মোৰ হৃদয়খন শিলৰ নিচিনা কঠিন, নহলে নো ইমান দুখতো বিদীৰ্ণ নোহোৱাকৈ থাকে নে? যি ৰামক এখন্তেক নেদেখিলে মোৰ প্ৰাণ যায় যেন লাগে সেই ৰামৰ বিৰহত এই দহ মাহ জীযাই আছোঁ, মোৰ এই জীৱনত ধিক্। নিশাচৰ ৰাৱণক কামনা কৰা দূৰৰ কথা, তাক মই মোৰ বাওঁ ভৰিৰেও নোছোওঁ। অনাৰ্য ৰাক্ষসীহঁত, তহঁতৰ ওচৰত আৰু অধিক প্ৰলাপ বকিবৰ আৱশ্যক নাই। তহঁতে মোক কাটি ছোৱা-ছোৱা কৰ, বা জুইত পুৰি ছাই কৰ, তথাপি মই ৰাৱণক নভজোঁ। মই যে ইয়াত বন্দিনী হৈ আছোঁ, বোধকৰো ৰামে তাক জানিবলৈ পোৱা নাই। জানিলে কি সেই তেজস্বীয়ে এনে অপমান সহ্য কৰিব? মই ইয়াত আছোঁ বুলি ৰামে জানিবলৈ পালে আজিয়েই তেওঁ বাণ মাৰি লঙ্কাপুৰী দগ্ধ কৰিব, সাগৰকো শোষণ কৰিব, এনে কি, সেই নীচ ৰাৱণৰ নাম আৰু কীৰ্তি নাশ কৰিব। পাপীষ্ঠ ৰাৱণে যি সময় নিৰ্দিষ্ট কৰিছিল, সেই সময় চমু চাপি আহিছে, সি স্থিৰ কৰিছে সেই সময়ত মোক সংহাৰ কৰিব। পাপাচাৰী ৰাক্ষসবিলাকৰ অকাৰ্য বোধকৰোঁ একোৱেই নাই। মদ-মাংস খোৱা অনাৰ্য ৰাক্ষসহঁতে ধৰ্ম কাক বোলে নেজানে। প্ৰবৃত্তি সিহঁতৰ ধৰ্ম। নিৰ্দয় ৰাক্ষস-ৰাজে নিশ্চয় মোৰ মাংস তাৰ ৰাতিপুৱাৰ ভোজনত লগাব। প্ৰিয়-দৰ্শন ৰাম মোৰ ওচৰত নাই। মই কি উপায় কৰিম? আজি যদি এই ঠাইত কোনোবাই মোক এখন শাণিত অস্ত্ৰ বা এডোখৰ বিহ দিব পাৰে তেন্তে মই নিজেই মৰিব পাৰোঁ। ৰক্তিম লোচন ৰামক দেখিবলৈ নাপাই মই যে কি, মহাদুখত দিন নিয়াইছোঁ, ৰামে জানিবলৈ পোৱা নাই, জনা হলে পৃথিৱীৰ ভিতৰত অৱশ্যে মোক বিচাৰি উলিয়ালেহেঁতেন। কিজানি বা ৰামে মোৰ শোকত কাতৰ হৈ তনুত্যাগ কৰি দেৱলোকলৈ প্ৰস্থান কৰিলে, কিজানি বা ৰাম লক্ষ্মণ দুয়ো অস্ত্ৰ-শস্ত্ৰ দলিয়াই পেলাই মুনি-বৃত্তি অৱলম্বন কৰি অগাধ অৰণ্যত ফুৰি ফুৰিছে, কিজানি বা দুৰাত্মা ৰাৱণে ছল কৰি তেওঁলোক দুয়োকো বিনাশ কৰিলে। আকৌ ভাবিছোঁ ৰাম আত্মজ্ঞানী, জীৱন্মুক্ত, ৰাজৰ্ষি আৰু নিবৃত্তি ধৰ্মাৱলম্বী পুৰুষ। সেই বাবে ভাৰ্য্যাত তেওঁৰ প্ৰয়োজন নহবও পাৰে। চকুৰ আগত থকা বস্তুলৈ মানুহৰ মনত প্ৰীতি জন্মে, চকুৰ আঁতৰ হলে মনৰপৰা প্ৰীতি কমি যায়। কিন্তু কৃতঘ্ন বিলাকেহে প্ৰণয় বিসৰ্জ্জন কৰিব পাৰে, ৰামেতো কেতিয়াও প্ৰণয় পাহৰিব নোৱাৰে, আমাৰ প্ৰণয় যে অবিনাশী। সি যি হওক, মহাত্মা ৰামৰপৰা বিচ্ছিন্ন হৈ জীয়াই থকাতকৈ মোৰ পক্ষে মৰণেই মঙ্গল, ৰাক্ষসীহঁত, তহঁতে এতিয়াই মোক বধ কৰ, মই ৰাৱণত নভজো।"

সীতাৰ মুখে এনে ভয়ানক কথা শুনি কেইজনীমান ৰাক্ষসী ক্ৰোধাকুল হৈ ৰাৱণৰ ওচৰত গোচৰ দিবলৈ গ'ল, কেইজনীমানে সীতাক আজিয়েই মাৰি খাব বুলি ভয় দেখুৱালে। এনেতে ত্ৰিজটা নামেৰে এজনী বুঢ়ী ৰাক্ষসীয়ে টোপনিৰ পৰা সাৰপাই তাইহঁতক কলে,—"অনাৰ্যহঁত, তহঁতে নিজকে নিজে মাৰি কাটি খাইক, সীতাক খাব নোৱাৰ, মই আজি এটা অতি বেয়া সপোন দেখিছোঁ, ৰাক্ষসকুলৰ নাশ হব, ৰামে সীতাক উদ্ধাৰ কৰিব।" ৰাক্ষসীবিলাকে ভয় খাই সপোনৰ বৃত্তান্ত শুনিবৰ মনেৰে

ত্ৰিজটাক বেঢ়ি ধৰিলে। এনেতে সীতাৰ বাওঁ বাহু আৰু বাওঁ ঊৰু অকস্মাৎ কঁপিবলৈ ধৰিলে। তেওঁ আকৌ এইবুলি বিলাপ কৰিলে,— "প্ৰাণনাথ ৰামে যদি দুমাহৰ ভিতৰত মোক উদ্ধাৰ নকৰে, তেন্তে অস্ত্ৰ-চিকিৎসকে যেনেকৈ গৰ্ভত থকা শিশুক গৰ্ভদশাতে ছেদন কৰে অনাৰ্য ৰাৱণে তেনেকৈ নিশ্চয় মোক খণ্ড খণ্ড কৰি কাটিব। একেই স্বামীৰ বিৰহত মোৰ দুখ কুলাই-পাচিয়ে নধৰা হৈছে, তাতে আকৌ এই বধ-যন্ত্ৰণা ভোগ কৰিব লাগিব। দুমাহ চাওঁতে চাওঁতেই যাব। হা ৰাম, হা লক্ষ্মণ মহাসাগৰত ধুমুহাৰ কোবত বুৰিব খোজা নাৱৰ দৰে মই মহাসঙ্কটত পৰি আছোঁ। হা ৰাম, হা সত্যব্ৰত, হা দীৰ্ঘবাহো, হা পূৰ্ণচন্দ্ৰনিভানন হা জীৱলোকৰ হিতসাধক, তুমি কি এতিয়াও জনা নাই যে মই ৰাক্ষসৰ বধ্য হৈছোঁ? মই যে পতিৰ বাহিৰে আন দেৱতাক নাজানো, শাও দিবলৈ সমৰ্থ থাকিলেও মোৰ যে ক্ষমা আছে, মই যে ভূমিত শয়ন কৰি ধৰ্ম-নিয়ম প্ৰতিপালন কৰি আছো, আৰু মোৰ যে পতিব্ৰতা ধৰ্ম, এই সকলো কি বিফল হ'ল। মই তোমাৰ বিৰহত, মিলনত হতাশ হৈ নিতান্ত ক্ষীণ আৰু বিবৰ্ণ হৈছোঁ, তথাপি যেতিয়া তোমাৰ দৰ্শন নেপালোঁ তেতিয়া মোৰ এই সকলো ধৰ্মাচৰণ আৰু পাতিব্ৰত্য নিৰৰ্থক হ'ল। তুমি পিতৃ-আজ্ঞা পালি ব্ৰত সমাপ্ত কৰি বনৰপৰা উলটি গৈ অযোধ্যাৰ ৰজা হ'ব পাৰিবা। আৰু কোনো বিশাল-লোচনা সুন্দৰী ৰাজকুঁৱৰীক বিয়া কৰিব পাৰিবা। কিন্তু ৰাম! মই মোৰ বিনাশৰ কাৰণেই তোমাৰ প্ৰেমত বন্ধা থাকিলোঁ। মোৰ ব্ৰত আৰু তপস্যা দুয়ো বিফল হ'ল। অন্তিম কালত তোমাৰ শ্ৰীচৰণ দৰ্শন কৰিবলৈ নেপালোঁ। এতেকে মোৰ দুৰ্ভগীয়া জীৱনক ধিক্। এনে জীৱনত কোনো প্ৰয়োজন নাই। বিহ বা শাণিত অস্ত্ৰৰ সহায়েৰে মই প্ৰাণত্যাগ কৰিবলৈ ইচ্ছা কৰিছোঁ। কিন্তু মোক বিহ বা অস্ত্ৰ দিব পাৰে এনে কোনো ইয়াত নাই।"

অন্তৰৰ তলিৰপৰা ৰামক সুঁৱৰি সীতা দেৱীয়ে এই দৰে বিলাপ কৰি শিংশপা গছৰ তলত থিয় হ'ল। তেওঁ কেনেকৈ প্ৰাণত্যাগ কৰিব তাৰ উপায় চিন্তিলে। তেওঁৰ নিমিত্তে কি জগতত এডাল পঘা বা এডোখৰ জৰীও নাই! তেওঁৰ নিচিনা দুৰ্ভাগিনী আৰু কোন আছে? হঠাৎ তেওঁৰ মুখখন প্ৰফুল্ল হৈ উঠিল। তেওঁৰ নিমিত্তে জৰী নাই সঁচা, কিন্তু তেওঁৰ পিঠিত উলমি থকা দীঘল বেণী আছে। পাতিব্ৰত্যই এডালীয়া বেণী ৰখাৰ উদ্দেশ্য, সেই বেণীয়েই আজি তেওঁৰ পাতিব্ৰত্য ৰক্ষা কৰিব। শোক-তাপিতা সীতাই স্বামী গুৰুৰ চৰণ চিন্তি বেণী বন্ধা চুলিটাৰ হাতেৰে ধৰিলে। তেওঁ স্থিৰ কৰিলে যে এই বেণী ডিঙিত মেৰাই ফাঁহ লগাই প্ৰাণ এৰিব। এনে সংকল্প কৰি তেওঁ সেই গছৰ এটা ডালত ধৰি ৰাম-লক্ষ্মণ আৰু নিজৰ মিতিৰ-কুটুম সকলোকে সুঁৱৰি আত্মহত্যাৰ নিমিত্তে সাজু হ'ল। তেওঁ ৰাক্ষসবিলাক টোপনি যোৱালৈ অপেক্ষা কৰিলে। ৰাক্ষসীহঁতে ত্ৰিজটাৰ মুখে সপোনৰ বৃত্তান্ত শুনি ভয় খালে। তাইহঁতে সীতাক উৎপীড়ন কৰিবলৈ এৰি শুবৰ দিহা কৰিলে। *

* আলোচনী, চ'ত ১৮৩৮, ৮ম বছৰ ৬ষ্ঠ সংখ্যা।

## একাদশ আধ্যা

কপিবৰ হনুমন্তই অশোক বনলৈ ৰাৱণ অহাৰ পৰা সীতাই আত্মহত্যা কৰিবলৈ সঙ্কল্প কৰালৈকে সকলো ঘটনা গছৰ ওপৰৰপৰা মনে মনে চাই আছিল। নন্দন কাননত থকা সুৰসুন্দৰীৰ দৰে অশোক বনত সীতাক দেখি হনুমন্তই এই বুলি চিন্তা কৰিবলৈ ধৰিলে,— "হাজাৰ হাজাৰ বান্দৰে যাক বিচাৰি ফুৰিছে, মই তেওঁক দেখা পালোঁ, মোৰ জন্ম সাৰ্থক হ'ল, এই লঙ্কাপুৰীখনো ভালকৈ চাই ললোঁ, লঙ্কেশ্বৰ ৰাৱণৰো মহতালি দেখিলোঁ, এতিয়া মই সীতাদেৱীক আগেয়ে আশ্বস্ত কৰিম,

শোক আৰু সন্তাপত এওঁ আধামৰা হৈ আছে, এওঁক আশ্বাস নিদি গ'লে,—এওঁ পৰিত্ৰাণৰ উপায় নেদেখি নিশ্চয় প্ৰাণত্যাগ কৰিব, ৰাক্ষসীবিলাকৰ আগত আলাপ কৰাও অনুচিত, তাইইঁতে গম নোপোৱাকৈ কাৰ্য কৰিব লাগিব, তাকে এতিয়া কৰো কেনেকৈ? মই বিষম সঙ্কটত পৰিছোঁ, আজি শেহ নিশা মই যদি এওঁক আশ্বস্ত নকৰোঁ, তেন্তে এওঁ যে জীৱন ত্যাগ কৰিব, তাত কোনো সংশয় নাই। মই উলটি গ'লে ৰামে যেতিয়া মোক সুধিব, সীতাইনো মোৰ কথা কি ক'লে, তেতিয়া সীতাক সম্ভাষণ নকৰি গ'লে মইনো তেওঁক কি বুলি উত্তৰ দিম? আৰু যদি সীতাৰ লগত আলাপ নকৰিয়েই ৰজা সুগ্ৰীৱৰ ওচৰলৈ গৈ সসৈন্যে ইয়ালৈ আহোঁ, তেন্তে আমাৰ অহা বিফল হ'ব পাৰে, কাৰণ আমি আহি পোৱাৰ পূৰ্বেই সীতাই প্ৰাণ এৰিব পাৰে। এতিয়া ৰাক্ষসীইঁতৰ টোপনি আহিছে, তাইহঁতৰ নাকে ঘোৰ-ঘোৰাইছে, মোৰ কথা কবলৈ সুযোগ হৈছে।" মহাপ্ৰাজ্ঞ হনুমন্তই ইয়াকে ভাবিচিন্তি মধুৰ-মধুৰ মাতেৰে কেৱল সীতাই শুনিবলৈ পোৱাকৈ এই গীতটি গালে, —

"শ্ৰীমন্ত মহাৰাজা দশৰথ নাম।
তাহান তনয় শ্ৰেষ্ঠ ভৈলন্ত শ্ৰীৰাম॥
ৰাজা পাতিবাক দশৰথ সাজু ভৈলা।
ছোট মাতৃ কৈকেয়ী ৰাজ্যক কাটি লৈলা॥
শুভক্ষণে ভৰতক ৰাজ্য দিল মাগি।
ৰামক পঠাইলে ঘোৰ বনবাস লাগি॥
ভ্ৰাতৃক ভাৰ্যাক ৰামে তুলে কৰি নিলে।
বনমধ্যে জানকীক ৰাৱণে হৰিলে॥"

এই গীতটি গাই হনুমন্ত মৌন হৈ থাকিল। জানকীয়ে সেই প্ৰিয় গীতটি শুনি বিস্মিত হৈ চাৰিও-ফালে চাই কাকো কতো নেদেখিলে। তেতিয়া তেওঁ ওপৰলৈ চাই হনুমন্তক শিংশপা গছৰ ডাল এটাত কৃতাঞ্জলি কৰি ৰহি থকা দেখা পালে।

হনুমন্তই সীতাক নমস্কাৰ কৰি সুধিলে,— "আই, তুমি কোন? তুমি সৰ্বাঙ্গ সুন্দৰী হৈও মলিয়ন পাট কাপোৰ এখন পিন্ধি গছৰ ডালত ধৰি আমন জিমনকৈ আছা কিয়? তোমাৰ চকু দুটিৰপৰা ধাৰে ধাৰে চকুলো বৈ আছে কিয়? তুমি উচুপি উচুপি কান্দি আছা আৰু হুমুনিয়াহ পেলাইছা, তুমি ভূমি স্পৰ্শ কৰি আছা আৰু বাৰে বাৰে ৰামৰ নাম উচ্চাৰণ কৰিছা, কল্যাণি ৰাৱণে বলেৰে জনস্থানৰ পৰা যি সীতাক হৰি আনিছে, তুমি যদি সেই সীতাই হোৱা, তেন্তে মোক কোৱা, আই তোমাৰ মঙ্গল হওক, তোমাৰ শোকলগা অৱস্থা অলৌকিক ৰূপ আৰু তাপসীৰ নিচিনা বেশ দেখি মোৰ নিশ্চয় মনে ধৰিছে, তুমিয়েই ৰামৰ ভাৰ্যা।"

হনুমন্তৰ কথা শুনি সীতাই নিজৰ বৃত্তান্ত সংক্ষেপকৈ ক'লে। তেতিয়া হনুমন্তইও তেওঁক নিজৰ চিনাকী দি ৰাম লক্ষ্মণৰ কুশল বাৰ্তা কলে। ৰামলক্ষ্মণৰ লগত দেখা হ'লে যেনে হয়, সেই সময়ত সীতাৰ মনতো তেনে ৰং লাগিল। হনুমন্তই গছৰপৰা নামি সীতাক সেৱা কৰিলে।

"হনুমন্তে মাথাগোট পৃথিৱীত দিল।
ৰাম-লক্ষ্মণৰ কথা সীতাক কহিল॥
যি দেখিলা মৃগগুটি সুৱৰ্ণৰ কায়া
মৃগ নুই সিটো আই ৰাক্ষসৰ মায়া॥
আছিল মাৰীচ নামে এক নিশাচৰ।
ৰামক নিলেক সিটো বহু দূৰন্তৰ॥
তাহাৰ শৰীৰে প্ৰহাৰিলা বাণ ঘাৰ।
মৰন্তে কাটিলে সিটো ৰাঘৱৰ ৰাৱ॥
হেন শুনি তোমাৰ আসুখ কৰে বৰ।
লক্ষ্মণকো পঠাইলাহা বুলি অনুত্তৰ॥
লঙ্কেশ্বৰে দুয়ো ভাইক উপায়ে গুচাই।
তোমাক হৰিলে পাছে একেশ্বৰী পাই॥"

সীতাই হনুমন্তক মায়াবী ৰাৱণ বুলি আশঙ্কা কৰি-বলৈ ধৰিলে আৰু তেওঁৰ কথা কোনোমতে পতিয়াব

সুধুজিলে। তেতিয়া হনুমন্তই কলে,—

বাক্সস নোহোঁও আই হোঁও ৰামদূত।
তোমাক বিচাৰি আইলোঁ পৱনৰ সুত ॥
শঙ্কা পৰিহৰি মাৰ ভালমতে চাঁহা।
বাক্সস নোহোঁও ভালে সম্প্ৰত্যয় যাহঁ ॥

হনুমন্তই ৰাম লক্ষ্মণৰ ৰূপ গুণৰ কথা সীতাৰ আগত ক'লে। তেওঁলোকৰ লগত কেনেকৈ সুগ্ৰীৱৰ মিলন হ'ল, কেনেকৈ ৰামে বালীক বধ কৰি সুগ্ৰীৱক কিষ্কিন্ধ্যাৰ ৰজা পাতিলে, কেনেকৈ হনুমন্তই সম্পাতিৰ মুখে বাতৰি পাই সাগৰ পাৰ হৈ লঙ্কালৈ আহি সীতাক অশোক বনত বিচাৰি পালেহি, এইবিলাক কথাও হনুমন্তই সীতাক জনাই ৰামৰ নাম লিখা এটি সোণৰ আঙঠি সীতাৰ হাতত দিলে।

সীতাই ৰামৰ হাতৰ আঙঠিটো দেখি চিনি পাই হৰিষত শিৰত তুলি ললে, তেওঁৰ মনত বোধ হ'ল যেন তেওঁ তেওঁৰ স্বামীকেহে দেখা পাইছে। তেওঁ হনুমন্তৰ কথাত আৰু অবিশ্বাস কৰিব নোৱাৰিলে, তেওঁ স্বামী আৰু দেৱৰেকৰ কুশল বাতৰি শুনি আনন্দতে কান্দি পেলালে। লাজকুৱঁৰী গাভৰুয়ে হৰিষত হনুমন্তক শলাগ লৈ তেওঁক ৰাম লক্ষ্মণৰ বিষয়ে অনেক কথা সুধিলে আৰু নিজৰ দুখ-দুৰ্গতিৰ কথাও জনাই ক'লে,—"এই বছৰেক পূৰ হবলৈ নৌ পাওঁতেই ৰামক সোনকালে আহিবলৈ কবা, এই বছৰ পৰ্যন্ত মোৰ জীৱন, এতিয়া দহমাহত পৰিছে, কেৱল দুমাহ মাথোন বাকী আছে যদি ইয়াৰ ভিতৰতে মোক উদ্ধাৰ নকৰে তেন্তে মই নিশ্চয় প্ৰাণত্যাগ কৰিম, ৰাৱণৰ ভায়েক বিভীষণে, যাতে ৰাৱণে মোক নিৰ্যাতন নকৰে, এই নিমিত্তে তাক অনেক কাকুতি-মিনতি কৰি কৈছিল, কিন্তু সি সেই কথা নুশুনিলে, মোক ৰামৰ ওচৰত পোধাই দিবলৈ তাৰ ইচ্ছা নাই, মৃত্যু তাৰ ওচৰ চাপিছে। কপিবৰ, বিভীষণৰ জীয়েক সৰমাৰ মুখে মই এই কথা জানিবলৈ পাইছোঁ, সৰমা আৰু ত্ৰিজটাই মোৰ দুখ দেখি পৰ্তৌ কৰে। স্বামীয়ে মোক শীঘ্ৰে উদ্ধাৰ কৰিব বুলি মই আশা পালি আছোঁ, কাৰণ মোৰ অন্তৰাত্মা অতি পৱিত্ৰ, স্বামীৰো গুণ অনেক। উৎসাহ পৌৰুষ, বল, দয়া, কৃতজ্ঞতা, বিক্ৰম, প্ৰভাৱ, সকলো সদগুণ ৰামত বৰ্তমান। তেওঁ অকলৈ জনস্থানত চৈধ্য হাজাৰ ৰাক্ষসক বধ কৰিলে। ৰামৰ লগত এই দুৰ্জন ৰাক্ষসবোৰৰ তুলনাও নহয়। শচীয়ে যেনেকৈ ইন্দ্ৰৰ প্ৰভাৱ বঢ়িয়াকৈ জানে, ৰামৰ প্ৰভাৱো মোৰ সুন্দৰকৈ জনা আছে। মোৰ বিশ্বাস যে ৰামৰূপী সূৰ্য্যৰ শৰ-জালৰূপ কিৰণমালাই মোৰ শত্ৰু এই ৰাক্ষসস্বৰূপ পানীক শুহি পেলাব।" সীতাই এইবিলাক কথা কৈ ৰামৰ শোকত আকৌ উচুপি কান্দিবলৈ ধৰিলে।

সীতাৰ বিলাপ শুনি হনুমন্তই তেওঁক আশ্বাস দি কলে,—"আই, আপোনাৰ উদ্ধাৰৰ নিমিত্তে আৰু দুৰ্জন ৰাৱণৰ দণ্ডবিধানৰ নিমিত্তে যুদ্ধৰ সকলো আয়োজন ঠিক হৈছে, মোৰ মুখে বাতৰি পালেই মহতী সেনাৰে সৈতে ৰাম অবিলম্বে এই লঙ্কাপুৰীলৈ আহিব, ৰামে যে আপোনাৰ বিৰহত কি কষ্টত দিন নিয়াইছে তাক কৈ অন্ত কৰিব নোৱাৰোঁ। তেওঁৰ অন্তৰাত্মা আপোনাৰ ইমান দূৰ তন্ময়ত যে তেওঁক মহে খালে বা তেওঁৰ গাত পোক পৰুৱা বগালেও তেওঁ গম নোপোৱা হৈছে, তেওঁ সদাই ধ্যানত মগ্ন, সদাই শোকত বিহ্বল, আপোনাক দৰ্শন কৰিবলৈ তেওঁৰ একান্ত বাসনা। তেওঁ সদাই জাগি থাকে, অলপ টোপনিয়ে জোকাব খুজিলেই তেওঁ 'সীতা' 'সীতা' বুলি ব্যাকুল হৈ উঠে, সুন্দৰ ফুল বা ফল দেখিলেই হুমুনিয়াহ পেলায়। আই, আপোনাৰ দুখৰ নিশা পুৱাবলৈ ধৰিছে, আপুনি আৰু চিন্তা বেজাৰ নকৰিব। আপোনাক এটি কথা জনাওঁ। আপুনি যদি মান্তি হয়, তেন্তে আজিয়েই মই আপোনাক দুখৰ পৰা মুক্ত কৰিব পাৰোঁ। আপুনি মোৰ পিঠিত উঠক। মোৰ এনে শক্তি আছে

যে আপোনাক বোকোচাত লৈ মই হেলাবাঙে সাগৰ পাৰ হ'ব পাৰিম। হেৰি শোভনে, আপুনি মোৰ পিঠিত উঠক। মই আপোনাক সুকলমে নিৰামৰ ওচৰ পোৱাই দিম। চন্দ্ৰৰ লগত ৰোহিণীৰ দৰে, ৰামৰ লগত আপোনাৰ মিলন হ'ব। মই আপোনাক ইয়াৰ পৰা লৈ গলে মোক খেদি গৈ লগ ধৰিব পৰা কোনো ৰাক্ষস লঙ্কাত নাই। এতেকে আপুনি মোৰ পিঠিত উঠক। পলম নকৰিব। মোক আপোনাৰ পুত্ৰ বুলি ভাবিব।"

হনুমন্তৰ কথাত সীতা মান্তি নহল। সীতাই ভাবিলে যে হনুমন্তই সাগৰ পাৰ হওঁতে তেওঁ মূৰ্চ্ছিত হৈ পৰিব পাৰে, সেই অৱস্থাত তেওঁ হনুমন্তৰ পিঠিৰ পৰা কেনেবাকৈ বাগৰি অঠাই সাগৰত পৰিব পাৰে, কিম্বা ৰাক্ষসবিলাকে তেওঁক হনুমন্তৰ পিঠিত উঠি যোৱা দেখা পালে অস্ত্ৰ-শস্ত্ৰ লগত লৈ বিমানত উঠি বিস্তাশৰদে গৈ হনুমন্তৰ লগত যুদ্ধ কৰিব, নিৰস্ত্ৰ অৱস্থাত হনুমন্তই কেনেকৈ সিঁহতক ৰণত ঘটুৱাব? যুদ্ধত জয়-পৰাজয়ৰ একো নিশ্চয় নাই, যদি হনুমন্ত হাৰে, তেন্তে তেওঁ আকৌ ৰাক্ষসৰ হাতত পৰিব। যদিবা হনুমন্তই ৰাক্ষসক বধি তেওঁক উদ্ধাৰ কৰে, তেনেহলেও ৰামৰ যশোহানি হ'ব, সকলোৱে ক'ব যে ৰামে যুদ্ধ কৰি ৰাৱণক ঘটুৱাই নিজং তিৰোতাক নিব নোৱাৰিলে। ইয়াৰ বাহিৰেও হনুমন্তৰ পিঠিত উঠি যাবলৈ সীতাৰ প্ৰধান আপত্তি এই যে স্বামীত তেওঁৰ অচলা ভক্তি থকা বাবে তেওঁ স্বামীৰ বাহিৰে আন পুৰুষৰ শৰীৰ ইচ্ছা কৰি কেতিয়াও চুব নোৱাৰে। এই নিমিত্তে তেওঁ কলে—"বীৰবৰ, মোৰ স্বামীৰ বাহিৰে আন কোনো পুৰুষক মই চুবলৈ ইচ্ছা নকৰোঁ, দুৰ্জন ৰাৱণে মোক বলেৰে আনিছিল, তেতিয়া মই কি কৰিম? মোৰ কোনো স্বাধীনতা নাছিল, মই তেতিয়া চিন্তাত অনাথ আৰু বিৱশা আছিলোঁ। এতিয়া যদি ৰামে নিজে আহি মোক ইয়াৰ পৰা উদ্ধাৰ কৰি নিয়েহি তেন্তে তেওঁৰ উপযুক্ত কাৰ্য কৰা হব। কপিবৰ তুমি লক্ষ্মণ আৰু সুগ্ৰীৱেৰে সৈতে প্ৰিয়তম ৰামক শীঘ্ৰে ইয়ালৈ লৈ আহাঁগৈ। মই ৰামৰ শোকত কাতৰ হৈ ইমান দিন জীৱন্তে মৰাৰ দৰে আছোঁ, মোক সুখী কৰা। মোৰ পক্ষে এদিনেই এবছৰ যেন লাগিছে।"

হনুমন্তই সীতাৰ শুৱলা কথাখিনি শুনি পৰম সন্তুষ্ট হৈ তেওঁৰ বহুত প্ৰসংসা কৰিলে, আৰু তেওঁক অনেক বুজনি দি তেওঁৰপৰা বিদায় লবৰ মনেৰে ক লে,—

"অসংখ্যাত সেনায়ে সুগ্ৰীৱ কপিৰাজে।
সাগৰক তৰিব ভূষিত সব সাজে॥
শ্ৰীৰাম লক্ষ্মণ চপ কৰে আসিৱন্ত।
ৰাৱণক মাৰি ৰামে তোমাক নিবন্ত॥
যেন মতে ৰাঘৱৰ পতিয়াব চিত।
সঙ্কেত কহিয়ো আন জন অবিদিত॥"

সীতাই তেওঁৰ বনবাসৰ সময়ত ঘটা কোনো বিশেষ ঘটনাৰ কথা কৈ তেওঁৰ বিয়াত দশৰথ ৰজাই তেওঁক বৰ বোৱাৰী বুলি মৰমত দিয়া এটা উত্তম হীৰা-পতোৱা চূড়ামণি নিজৰ হাতৰ পৰা থহাই হনুমন্তৰ হাতত দি কলে,—"দূত, এই অভিজ্ঞান ৰামৰ অজ্ঞাত নহয়, তেওঁ ইয়াক দেখা মাত্ৰকে চিনি পেলাব।" হনুমন্তই সেই অভিজ্ঞান মণি ৰত্নটি লৈ শোকাকুলা সীতাৰ চৰণত প্ৰণাম কৰিলে। সীতাইও 'মঙ্গল হওক' বুলি তেওঁক আশীৰ্বাদ কৰিলে।

সীতাৰ ওচৰৰপৰা বিদায় লৈ হনুমন্তই ৰাৱণৰ বলাবল বুজিবৰ মনেৰে নানা বিধ তৰুলতাৰে ভৰা সেই মনোহৰ অশোকবন ভাঙিবলৈ ধৰিলে। লতাঘৰ আৰু চিত্ৰঘৰবিলাকো ভাঙি পেলালে, গছ আৰু কুঞ্জবিলাক হৰমূৰাই ভঙাত চৰাই-পহুবিলাকে কোহাল লগালে। ৰাক্ষসীবিলাকে ভয়ত লৰি গৈ ৰাৱণক জনালে যে কৰবাৰপৰা এটা ভীমকায় মহা পৰাক্ৰমী বান্দৰ আহি নগৰী ভাঙি চুন কৰিলে। তাইঁহতৰ কথা শুনি প্ৰবল প্ৰতাপী ৰাৱণ চিতাৰ জুইৰ দৰে জ্বলি উঠিল। তেওঁ তত্তালিকে বান্দৰটোক ধৰি আনিবৰ কাৰণে অনেক ৰাক্ষস-

সেনা পঠালে। হনুমন্তৰ লগত ৰাক্ষসসেনাৰ ৰণ লাগিল। ৰণত সেনাবিলাক আৰু ৰক্ষ নামে ৰাৱণৰ এজন কোঁৱৰ পৰিল। তেতিয়া ৰাৱণে তেওঁৰ প্ৰিয় পুত্ৰ মহাবীৰ ইন্দ্ৰজিৎ কোঁৱৰক অসংখ্য সেনাৰে সৈতে হনুমন্তক ধৰিবলৈ পঠালে। হনুমন্তই নিজেই ইচ্ছা কৰি ইন্দ্ৰজিতৰ জালত পৰি বন্দী হ'ল। তেতিয়া ৰাক্ষসবিলাকে তেওঁক ভালকৈ এপিটা দি বান্ধি-ছাটি চোঁচোৰাই নি ৰাজসভাত ৰাৱণৰ ওচৰত উপস্থিত কৰিলে। মাকতিক দেখা পাই ৰাৱণে খঙত চকু পকাই প্ৰধান সেনাপতি প্ৰহস্তক ক'লে, — "এই দুৰাত্মাক সোধাঁচোন, সিনো কোন, কৰ পৰা কি সকামত ইয়ালৈ আহিল আৰু কি নিমিত্তেনো সি মোৰ অতি হেপাহৰ অশোকবন ভাঙ্গি ছন কৰিলে ?" ৰাৱণৰ কথামতে প্ৰহস্তই সোধাত হনুমন্তই নিজৰ চিনাকি দি কলে যে তেওঁ ৰামৰ দূত, কেৱল লঙ্কেশ্বৰক চাবৰ নিমিত্তে তেওঁ সাগৰ পাৰ হৈ আহিছে। ৰাজসভাৰ মাজত হনুমন্তই ৰাৱণক যৎপৰোনাস্তি তিৰস্কাৰ কৰি ভালে ভালে ৰামৰ হাতত সীতাক শোধাই দিবলৈ অনুৰোধ কৰিলে। ৰাৱণে হনুমন্তৰ সজ কথালৈ কাণ নিদি তেওঁৰ প্ৰাণদণ্ডৰ হুকুম দিলে। ৰাজবিধি মতে দূত কেতিয়াও বাধ্য নহয়। ৰাজসভাত বিভীষণ নামেৰে ৰাৱণৰ এজন ভায়েক আছিল। বিভীষণ জ্ঞানী আৰু ধাৰ্মিক লোক। তেওঁ দূতক বধিবলৈ নিয়া দেখি ককায়েকক এনে অন্যায় কাম নকৰিবলৈ অনেক প্ৰকাৰে বুজালে। পাছে ৰাৱণে তেওঁৰ কথাত মান্তি হৈ প্ৰাণদণ্ডৰ সলনি এই আদেশ কৰিলে যে নেজেই হৈছে বান্দৰবিলাকৰ প্ৰিয় আৰু শোভাৰ বস্তু, এতেকে হনুমন্তৰ নেজত তেল সনা কাপোৰ মেৰিয়াই জুই লগাই দিয়া হওক। যেনে হুকুম তেনে কাম হ'ল। ৰাক্ষসবিলাকে হনুমন্তৰ নেজত জুই লগাই কিছুমান বাট লৈ ফুৰাই তেওঁক এৰি দিলে। তেওঁ ততালিকে এটা জাঁপেই এটা ঘৰৰ চালত পৰি সেই ঘৰটোত জুই দিলে আৰু চাওঁতে চাওঁতেই ইটো ঘৰৰ পৰা সিটো ঘৰত, সিটোৰ পৰা ইটোত জঁপিয়াই পৰি অলপ সময়ৰ ভিতৰতে গোটেইখন লঙ্কাপুৰীক অগ্নিমালাৰে সুশোভিত কৰিলে। বতাহ পাই জুই ধম্-ধম্ কৰে জ্বলি উঠিল। ৰাক্ষসবিলাকৰ ভিতৰত হাহাকাৰ লাগিল। চাওঁতে চাওঁতেই অমৰাৱতীৰ নিচিনা শুৱনী মহানগৰী মহা মৰিশালিত পৰিণত হ'ল।

এইদৰে হনুমন্তই সুশোভন লঙ্কানগৰীক পুৰি শ্ৰীহীন কৰি অশোকবনলৈ গৈ আকৌ এবাৰ বিমনা সীতাৰ লগত দেখা কৰিলে। সীতাক নিৰাপদে থকা দেখি তেওঁ সাগৰ পাৰ হৈ আন বান্দৰবিলাকৰ লগত মিলি মহা ৰঙেৰে কিষ্কিন্ধ্যালৈ গ'ল। তাত তেওঁ ৰাম-লক্ষ্মণক প্ৰণাম কৰি সীতাৰ বাতৰি ক'লে আৰু সীতাই দিয়া মণিৰ ৰত্নটি ৰামৰ হাতত দিলে। ৰামে সেই মণি চিনি পাই দুই হাতে বুকুৰ মাজত লৈ সীতাৰ শোকত কান্দি পেলালে। পাছে, তেওঁ হনুমন্তৰ মুখে আদ্যোপান্ত সকলো কথা শুনি বেগাবেগিকৈ অসংখ্য সেনাৰ সৈতে লঙ্কাৰ ফালে যাত্ৰা কৰিলে।

'সসৈন্যে শ্ৰীৰামে পাইলা সাগৰৰ তীৰ।
ৰামচন্দ্ৰে বোলন্ত সুগ্ৰীৱ মহাবীৰ॥
ইঠাৱতে সেনা ৰৌক থানথিত কৰি।
উপায় চিন্তিয়ো কেনে সাগৰক তৰি॥
সুগ্ৰীৱৰ বাক্যে গৈয়া সেনাপতি নীলে।
ভাগ ভাগ কৰিয়া সেনাক থান দিলে॥"

ইফালে লঙ্কাৰ পিনে ৰামক সসৈন্যে অহা শুনি ৰাৱণ বৰ চিন্তাত পৰিল। তেওঁ সকলো জ্ঞাতি বন্ধু আৰু পৰিষদবিলাকক তেওঁৰ ঘৰ-চ'ৰালৈ মতাই আনি বিপদত কি কৰা উচিত তাৰে আলচ পাতিলে। প্ৰধান সেনাপতি প্ৰহস্ত, ৰাৱণৰ ভায়েক ভীমকায় কুম্ভকৰ্ণ, মহাপ্ৰতাপী পুতেক ইন্দ্ৰজিত আৰু অনেক জ্ঞাতি আৰু সভাসদে ৰাৱণক কোনো সুপৰামৰ্শ দিব নোৱাৰিলে। তেওঁলোকে সাম, দান, ভেদ, দণ্ড এই চাৰিবিধ উপায়ৰ ভিতৰত শেষৰ উপায়টোকে শ্ৰেষ্ঠ বুলি কৈ অবিলম্বে ৰামৰ বিৰুদ্ধে

যুদ্ধ যাত্ৰা কৰাই উচিত বুলি কলে। কেৱল ধাৰ্মিক বিভীষণে ক'লে— "মহাৰাজ, আপুনি ধাৰ্মিক ৰামৰ ধৰ্মপত্নী, পতিব্ৰতা সীতাক বলেৰে হৰি আনি বৰ গৰ্হিত কাম কৰিছে। এতিয়া যদি আপুনি নিজে গৈ ৰামৰ সীতাক দি তেওঁৰ লগত সন্ধি নকৰে, তেন্তে এই সোণৰ লঙ্কাপুৰী সকলোবিলাক বীৰৰে সৈতে বিনষ্ট হব। সন্ধি, বিগ্ৰহ, যান, আসন, ভেদ, আশ্ৰয় বা মিত্ৰলাভ এই ছটা উপায়ৰ ভিতৰত মোৰ বোধেৰে প্ৰথম উপায় সন্ধিৰ আশ্ৰয় লোৱাহে যুগুত। মই আপোনাৰ চৰণত ধৰি মাঁতিছো, মোৰ কথা শুনক, ধন, ৰত্ন, বসন-ভূষণ, মণি-মাণিক্যৰে সৈতে আপুনি সীতাক নি ৰামৰ ওচৰত সমৰ্পণ কৰক, তাকে কৰিলে আমি ইয়াত সুখেৰে থাকিব পাৰিম। মহাৰাজ সুখ-ধৰ্মবিনাশক ক্ৰোধক বিসৰ্জন দিয়ক। কাম, ক্ৰোধ, লোভ, এই তিনিও ৰকমৰ তিনিখন দুৱাৰ। আপুনি প্ৰসন্ন হৈ মোৰ কথামতে ৰামৰ আশ্ৰয় লওক, ৰাক্ষসকুলক ৰক্ষা কৰক। অকাৰণত ৰামৰ লগত যুদ্ধ নকৰিব, ৰাম পৰম ধাৰ্মিক, তেওঁৰ পতিপ্ৰাণা ভাৰ্যাক হৰণ কৰাত আমাৰ অধৰ্ম হৈছে। অধৰ্মৰ জয় হব নোৱাৰে।"

অতি দৰ্পী দুৰ্জন ৰাৱণে বিভীষণৰ কথা নুশুনি, তেওঁক অপমানিত কৰি সভাৰ পৰা খেদাই দি ক'লে,— "বৰঞ্চ শত্ৰু বা খঙাল সাপৰ লগত বাস কৰা ভাল, মিত্ৰৰূপী শত্ৰুৰ লগত থকা উচিত নহয়, জ্ঞাতিয়েই জ্ঞাতিৰ শত্ৰু, কপটীয়া, চকু-চৰহা অগুণকাৰী জ্ঞাতি বিষধৰ সাপতকৈও বিষাল। মোৰ অভ্যুদয় এই দুষ্টৰ অসহ্য হৈছে। ই কুলৰ কলঙ্ক, ইয়াক ধিক্। ই মোৰ ৰাজ্যত থাকিব নোৱাৰে, ই এতিয়াই ওলাই যাওক।" বিভীষণে তেতিয়াই সাগৰ পাৰ হৈ ৰামৰ ওচৰলৈ গ'ল। দোষ দেখিলেও শৰণাগতক আশ্ৰয় দিয়া ৰামৰ স্বভাৱ ৰামে বিভীষণৰ বিষয়ে সকলো কথা জানিব পাৰি তেওঁক অভয় দি তেওঁৰ লগত মিত্ৰতা পাতিলে। তেওঁ সাধ্যমতে ৰামৰ সহায়তা কৰিবলৈ গাত ললে। ৰামে তেওঁৰপৰা ৰাক্ষসবিলাকৰ বলাবল জানিব পাৰি ৰাৱণক সংহাৰ কৰি তেওঁক লঙ্কাৰ ৰাজ-সিংহাসনত বহুৱাব বুলি প্ৰকাশ কৰিলে। পাছে, সুগ্ৰীৱৰ উপদেশ মতে সেনাপতি নলে বিচিত্ৰ-কৰ্মা বান্দৰবিলাকক লগত লৈ সাগৰত সেতু বান্ধিবলৈ ধৰিলে। বান্দৰ আৰু ভালুকবিলাকে মহাৰণ্যৰ পৰা অসংখ্য গছ আৰু শিল কঢ়িয়াই আনি সাগৰত পেলাবলৈ ধৰিলে। বনৰ চৰাইবিলাকেও বালিত সোঁটি লৈ পাখীত লাগি অহা বালিবোৰ সেতুৰ ওপৰত জোকাৰি দিবলৈ ধৰিলে। অলপ দিনৰ ভিতৰতে সুন্দৰ সেতু নিৰ্মিত হ'ল। নীল আকাশত হাতীপটিৰ যেনে শোভা হয়, তেনেকৈ সেই বিশাল দিব্য সেতুৱেও অপাৰ কলীয়া পানীৰ মাজত অপূৰ্ব শোভা পালে। এই অদ্ভুত সেতু দেখি সকলো প্ৰাণী বিমুগ্ধ হ'ল। বান্দৰ-বাহিনীৰ আগে আগে ৰামলক্ষ্মণ সেতুৰ ওপৰেদি গ'ল, তেওঁলোকৰ হাতত ধেনু-কাঁড়, লগত সখি সুগ্ৰীৱ আৰু বিভীষণ। ক্ৰমে সকলোবিলাক বান্দৰসৈন্য নল-সেতুৰ ওপৰেদি গৈ সাগৰ পাৰ হ'ল। পাছে, ৰজা সুগ্ৰীৱৰ আদেশমতে নানা বিধ ফল-মূলেৰে ভৰা সুবেল পৰ্বতত সৈন্যবিলাকে বাহৰ কৰি তাৰ চাৰিওফালে গড় বান্ধিলে আৰু অপূৰ্ব বেহু ৰচনা কৰি লঙ্কা নগৰী অৱৰোধ কৰি পেলালে। তেতিয়া অসংখ্য বান্দৰ সৈন্যই 'জয় ৰামচন্দ্ৰৰ জয়', 'জয় সুগ্ৰীৱৰ জয়' বুলি ঘনে ঘনে জয়ধ্বনি কৰিবলৈ ধৰিলে। কপি সৈন্যৰ কাণ-তালমৰা সিংহনাদ শুনি লঙ্কেশ্বৰ ৰাৱণৰ মনত ত্ৰাস জন্মিল। তেওঁ ৰামৰ সৈন্য বল জানি আহিবৰ কাৰণে দুজন বিচক্ষণ কটকীক ছদ্মবেশেৰে ৰামৰ ছাউনীলৈ পঠাই নিজে যুদ্ধৰ আয়োজন কৰিবলৈ ধৰিলে।

* আলোচনী, জেঠ ১৮৩৯, ৮ম বছৰ ৮ম সংখ্যা।

## দ্বাদশ অধ্যায়

লঙ্কাধিপতি ৰাৱণে কটকীৰ মুখে ৰামৰ সৈন্য-বল জানিবলৈ পাই, কি উপায়েনো ৰামক যুদ্ধ নকৰাকৈ

পৰান্ত কৰিব পাৰিব তাৰ উপায় চিন্তিবলৈ ধৰিলে। তেওঁ মনত এই বুলি ভাবিলে যে সীতাই তেওঁক ভজিলে ৰামৰ খং, লাজ আৰু বেজাৰৰ সীমা নাথাকিব, হয়তো তেওঁ আত্মঘাতী হৈ মৰিব, নতুবা ক'ৰবালৈ দেশান্তৰী হৈ গুচি যাব, কিন্তু ৰাম নমৰিলে বা ৰাম মৰিল বুলি সীতাৰ মনত বিশ্বাস জন্মাব নোৱাৰিলে, সীতাই কেতিয়াও তেওঁক নভজে। ইয়াকে ভাবি তেওঁ বিদ্যুৎজিহ্ব নামেৰে এটা মায়াপী দুষ্ট ৰাক্ষসক মতাই আনি ৰামৰ কটা মূৰ আৰু ধনুশৰ তৈয়াৰ কৰিবলৈ আদেশ কৰিলে।

"বিদ্যুৎজিহৈব সাজি যোগাইলেক মায়াশিৰ।
সত্যো কাটিয়াছে যেন বহয় ৰুধিৰ॥
তূণ-বান ধনু ছিন্ন ৰামৰ সকলে।
ৰাৱণক সাজিয়া দিলেক মায়া বলে॥
তাহাক প্ৰসাদ দিয়া নৃপতি ৰাৱণে।
অশোকা বনক গৈয়া পাইলা তেতিক্ষণে।
ৰাঘৱৰ শৰ-ধনু আঁৰ কৰি থৈল।
সম্বধি সীতাক পাছে বুলিবাক লৈল॥
সীতাক বেটিয়া আছে ৰাক্ষসিনী গণে।
ৰাৱণক দেখি পিঠি দিলা তেতিক্ষণে॥
গোসাঁনীক সম্বুধি মাতন্ত লঙ্কেশ্বৰ।
বচন আকলি সীতা মোক স্বামী বৰ॥
* * * *
যি গৰ্বত থাকি মোক কৰ অনাদৰ।
বাৰ্তা কহোঁ শুন তোৰ স্বামী দেৱৰৰ॥
সুগ্ৰীৱ সহিতে ৰামে সখিত্ব কৰিয়া।
সুবেল পৰ্বতে আইল সাগৰ তৰিয়া॥
দুৰ্ঘোৰ ভাগৰে বৰ প্ৰয়াসিত ভৈলা।
সৈন্যসমে ৰামচন্দ্ৰ পৰি নিদ্ৰা গৈলা॥
আগধৰি আমাৰ চৰিয়া লাগি আছে।
নিশ্চেষ্ট সৈনাৰ মোক জান দিলা পাছে॥
সেনাপতি প্ৰহস্তক আনিলোঁ হাক্কাৰি।
বানৰক ৰামক নিদ্ৰাত আসা মাৰি॥
আশেষ ৰাক্ষস লৈয়া সবে সঙ্কেততে।
প্ৰহস্তে দেখিলা গৈয়া সুবেল পৰ্বতে॥
নিশ্চেষ্ট সৈন্যৰ মাজে ৰাম আছে শুয়া।
প্ৰহস্তে কাটিলে মাথা হাতে খাণ্ডা লৈয়া॥
লক্ষ্মণৰ পিঠিত প্ৰহস্তে দিলা কৰি।
পূৰ্ব দিলে পলাইলা ৰামৰ পাশ ছাৰি॥
* * * *
বিপাকে পৰিল যত ভালুক বাণৰ।
ভয়ে সবে পলাই গৈলা দ্বীপ দীপান্তৰ॥
হেনমতে তোৰ স্বামী গৈলা যমপুৰ।
ৰাঘৱৰ আশাবন্ধ কৰিয়োক দূৰ॥
আবুধী বিবুধী সীতা কিছু নজানস।
মূঢ হুই আপোনাক পণ্ডিত মানস॥
এভো যোত ভজ মোৰ যত মহাদেৱী।
সবে থাকিবেক তোৰ চৰণক সেৱি॥
* * * *
সীতাৰ আগত থৈলা ৰাঘৱৰ শিৰ।
সত্যো কাটিলেক যেন বহয় ৰুধিৰ॥
সীতায়ে দেখন্ত চাৰু চন্দ্ৰমা বদন।
নীল আকুঞ্চিত কেশ কমল লোচন॥
চাৰু যে নিবিড উজলো দশন পঙ্কতি।
হাসো হাসো কৰে যেন চন্দ্ৰৰ জেউতি॥
* * * *
সত্যো কাটিয়াছে যেন বহয় ৰুধিৰ।
প্ৰত্যক্ষ দেখিলা সীতা ৰাঘৱৰ শিৰ॥
হনুমন্ত হাতে দিয়া পঠাইলা আপুনি।
শিৰত আশ্ৰয় দেখিলন্ত সেহি মণি॥
দেখিলন্ত আৰৱ ৰামৰ ধনু-বাণ।
শোক অগনিৰ তাপে নসহে পৰাণ॥
ৰামৰ শিৰক দেখি তেজে তোলবোল।
'হা প্ৰভু' বুলি সীতা চপাইলন্ত কোল॥
কণ্ঠ হৃদয়ত বান্ধে কণ্ঠ বান্ধে গলে।
লুটিয়া কান্দন্ত দেৱী হাকলে বিকলে॥
হা! হা! কৈকেয়ী, মোৰ পৰাণে নসহে।
সৰ্বনাশ কৰিলেক তোহোৰ কলহে॥

কিনো বিধি বিপাকত ৰাজাক খণ্ডিলে।
কিবা অপৰাধে আন প্ৰাণক দণ্ডিলে ॥
হৰি ! হৰি ! ৰাঘৱ মোহোৰ প্ৰাণেশ্বৰ।
গুণৰ মন্দিৰ ধীৰ প্ৰকৃতি সুন্দৰ।
এতকাল আছোহোঁ তোক সুমৰন্তে।
তুমি মৰিলাহা আমি নতুহো মৰন্তে ॥
তোমাৰ সমান বীৰ নাহি সাঙ্গে সাঙ্গে।
নিদ্ৰামৰণত কিনো মৰিলা বিপাঙ্গে ॥
ৰাজনীতি শাস্ত্ৰ তুমি পঢ়িলা বিশেষ।
কি কাৰণে নিদ্ৰা আশি গৈলা পৰদেশ ॥
আসন্ন কালত পণ্ডিতৰ বুদ্ধি নাশ।
ৰক্ষা নিচিন্তিয়া প্ৰভু ভৈলা সৰ্বনাশ ॥
আগৰ চন্দনে ভূষিলোহোঁ সৰ্বক্ষণে।
যিটো শৰীৰক খাইব শৃগাল শগুণে ॥
শুনহ ৰাৱণ মই পতিব্ৰতা নাৰী।
প্ৰমত্ত বচন তোৰ সহিতে নপাৰি ॥
তোহোৰ প্ৰসাদে যেবে স্বামী শিৰ পাওঁ।
প্ৰভুৰ লগতে তেবে অনুগামী যাওঁ ॥
হা হা ৰাম সুমৰন্তে সৰ্বলোক জীৱ।
তযু প্ৰাণেশ্বৰী মৰোঁ জনকৰ জীৱ ॥
বনবাসে যান্তে প্ৰভু মোক নেৰিলাহা।
তুমি মৰিলাহাঁ প্ৰভু মোক লৈয়া যাহাঁ ॥
গদাবাৰি লক্ষ্মণৰ ডাঙ্গিলন্ত পাত।
একেশ্বৰে গৈলে তাঙ্ক শুধিবন্ত মাত।
মোহোৰ হৰণ ৰাঘৱৰ বাৰ্ত্তা শুনি।
কেনমতে জীয় ভৈত কৌশল্যা গোসাঁনী ॥

সীতাই সেই মায়া শিৰটোক সঁচাকৈয়ে ৰামৰ কটামূৰ বুলি ভাবি হুবাও বাৰকৈ কান্দিবলৈ ধৰিলে আৰু নিজৰ কপালক দুখ দি ৰামৰ নিমিত্তে অনেক বিলাপ কৰি বাউলী হৈ ৰাৱণক কলে,— "হেৰা ৰাৱণ, তুমি ৰামৰ শৰটোৰ ওপৰত মোক থৈ সোনকালে একেঘাপতে তৰোৱালেৰে কাটি দুডোখৰ কৰাঁ। তোমাৰ ওচৰত মোৰ এই অনুৰোধ যে তুমি মোৰ স্বামীৰ শৰটো মোক আনি দিয়া, অভাগিনীৰ এই ফেৰা উপকাৰ কৰাঁ। হেৰা ৰাৱণ, আজি তুমি মোৰ স্বামীৰ মূৰৰ লগত মোৰ মূৰ আৰু তেওঁৰ শৰীৰৰ লগত মোৰ শৰীৰ সংযোগ কৰি দিয়াঁ। ৰাৱণ, আজি মই মোৰ মহানুভৱ স্বামীৰ অনুগমন কৰিম।"

সীতাই এইদৰে বিলাপ কৰি থাকোঁতে ইফালে এটা দুৱৰীয়ে আহি ৰাৱণক কলেহি, — "মহাৰাজৰ জয় হওক, সেনাপতি প্ৰহস্ত আৰু অমাত্যসকলে মহাৰাজৰ দৰ্শন পাবৰ কাৰণে দুৱাৰমুখত বৈ আছেহি।" ৰাৱণে সেই কথা শুনি বেগাবেগীকৈ অশোক বনৰ পৰা গুচি গ'ল। তেওঁ যোৱা মাত্ৰকে সেই মায়া-শিৰ আৰু শৰাসনো তাৰ পৰা নাইকিয়া হ'ল। এনেতে সৰমাই আহি সীতাক সেই মায়া-শিৰ আৰু শৰাসনৰ ৰহস্য ভাঙি কৈ মধুৰ মৰমিয়াল কথাৰে তেওঁক বুজনি দিলে।

সৰমাৰ বোলে শোক গুচিল সকলে।
খৰলগা ধান যেন বৰিষণ জলে ॥
সম্বুধি বোলন্ত তাইক জানকী গোসাঁনী।
দুৰ্গতি তাৰিণী সখী সুমধুৰ বাণী ॥
আকালৰ বন্ধু যেন সোদৰ বহিনী।
মোৰ হিত চিন্তি বিধি মিলাইলেক আনি ॥

সীতা আৰু সৰমাই এইদৰে কথন-মথন কৰি আছে, এনেতে তেওঁলোকে ৰামৰ সৈন্যবিলাকৰ সিংহনাদ আৰু শঙ্খ-ভেৰিৰ শব্দ শুনিবলৈ পালে। সেই উৎকট শব্দত দিঙ্মণ্ডল কঁপি উঠিল। ৰামৰ সৈন্য ক্ৰমে ক্ৰমে ওচৰ চাপি অহা যেন বোধ হ'ল। তেতিয়া সীতাই বুজিলে যে ৰণৰ জুই জ্বলি উঠিবৰ উপক্ৰম হৈছে। তেওঁ সৰমাৰ ডিঙিত সাৱট মাৰি ধৰি আনন্দতে কান্দি পেলালে।

ৰাৱণৰ মাতামহ বুঢ়া মাল্যবানে দুখিনী সীতাক ৰামৰ ওচৰলৈ পঠাই দি ৰামৰ লগত সন্ধি কৰিবৰ নিমিত্তে ৰাৱণক অনেক বুজালে। কিন্তু ৰাৱণে তেওঁৰ কথা দলিয়াই পেলালে। ৰাৱণ যুদ্ধৰ নিমিত্তে সাজু হ'ল।

সসৈন্যে ৰামে লঙ্কাপুৰী বেষ্টন কৰি বাঁদিৰ

পুত্ৰেক অঙ্গদক ৰামৰ ওচৰলৈ এই বুলি কৈ পঠালে যে যদি ৰাৱণে ভালে ভালে সীতাক তেওঁৰ ওচৰত অৰ্পণ কৰি তেওঁৰ শৰণাগত নহয়, তেন্তে তেওঁ শাণিত শৰেৰে লঙ্কাপুৰী ৰাক্ষসশূন্য কৰিব আৰু বিভীষণক লঙ্কাৰ ৰাজ সিংহাসনত বহুৱাব, এতিয়া ৰাৱণে সীতাক অৰ্পণ কৰিব খোজে নে যুদ্ধ কৰিব খোজে জানি আহিব লাগে। আজ্ঞামতে অঙ্গদে ৰাৱণৰ ৰাজসভাত উপস্থিত হৈ তেওঁক কলে, —'মই কোশল-ৰাজ ৰামচন্দ্ৰৰ কটকী, মোৰ নাম অঙ্গদ, পুৰুষোত্তম ৰামচন্দ্ৰই আপোনালৈ এই কথা কৈ পঠাইছে যে আপুনি যদি স-সন্মানে সীতাক সমৰ্পণ কৰি তেওঁৰ শৰণাগত নহয়, তেন্তে তেওঁ আপোনাক বধ কৰি লঙ্কাৰ আধিপত্য বিভীষণক দিব। ৰাৱণে সেইকথা শুনা মাত্ৰকে ঘৃতাহুতি হৈ অঙ্গদক ধৰি বধ কৰিবৰ নিমিত্তে মন্ত্ৰীসকলক আদেশ কৰিলে। চাৰিজন ভীমকায় ৰাক্ষসে ততালিকে অঙ্গদক বেঢ়ি ধৰিলে, কিন্তু তেওঁক ৰাখিব নোৱাৰিলে। তেওঁ নিৰাপদে নিজৰ বাহুবলে উলটি যাব পাৰিলে।

পাছে বান্দৰ আৰু ৰাক্ষসবিলাকৰ ভিতৰত ভয়ানক যুদ্ধ আৰম্ভ হ'ল। শঙ্খ, দুন্দুভি, ভেৰি, আৰু সিংহনাদৰ শব্দত পৃথিৱী, অন্তৰীক্ষ আৰু সমুদ্ৰ প্ৰতিধ্বনিত হ'ল। হাতীৰ ডেডাউৰি, ঘোঁৰাৰ হেঁহনি, ৰথৰ ঘৰ্ঘৰণি আৰু সৈন্যবিলাকৰ পদশব্দত ৰণভূমি ভয় লগা হৈ উঠিল। বৰষুণ বৰষাদি কাঁৰ বৰষিবলৈ ধৰিলে। ৰাক্ষসবিলাকে প্ৰচণ্ড গদা, শক্তি-শেল আৰু পৰশু লৈ বান্দৰবিলাকৰ প্ৰাণনাশ কৰিবলৈ ধৰিলে। মহাকায় বান্দৰবিলাকেও গছ, শিল আদি দলিয়াই শেলেৰে খুঁচি, আৰু দাঁতেৰে কামুৰি ৰাক্ষসবিলাকক বধিবলৈ ধৰিলে। এইদৰে ৰাক্ষস আৰু বান্দৰবিলাকৰ ভিতৰত ঘোৰ যুদ্ধ লগাত ৰণৰ থলী হাজাৰ হাজাৰ সৈন্যৰ তেজমঙহেৰে বোকাৰ নিচিনা হ'ল। জয় পৰাজয়ে উভয় পক্ষৰে আশ্ৰয় লবলৈ ধৰিলে। ভালেখিনি পৰ যুদ্ধ কৰাৰ পাচত ইন্দ্ৰজিত বীৰে, ৰাম-লক্ষ্মণক নাগ পাশেৰে বান্ধি পেলাই থৈ জয়ধ্বনি কৰি লঙ্কাপুৰীৰ ভিতৰ সোমাল। ৰাক্ষসবিলাকে আনন্দত ঘৰে ঘৰে বিজয় পতাকা আঁৰিলে। স্বয়ং ৰাক্ষসৰাজ ৰাৱণে আগবাঢ়ি আহি ইন্দ্ৰজিতক আলিঙ্গন কৰিলে আৰু তেওঁৰ বীৰত্বৰ শলাগ ললে। ৰাৱণৰ আদেশ মতে ত্ৰিজটাই ততালিকে সীতাক পুষ্পকৰথত তুলি যুদ্ধক্ষেত্ৰলৈ লৈ গ'ল আৰু আকাশৰ পৰা ৰাম-লক্ষ্মণক আঙুলিয়াই দেখুৱালে। সীতাই দেখিলে, — অনেক বান্দৰ সেনা নষ্ট হৈছে, বান্দৰ বীৰবিলাকে আমনজিমনকৈ ৰাম-লক্ষ্মণক বেঢ়ি ৰহি আছে, ৰাম-লক্ষ্মণক বাণে বিন্ধি থকা-সৰকা কৰিলে, দুয়ো বীৰ অচেতন হৈ শৰ শয্যাত পৰি আছে। ৰমণীৰত্ন জানকীয়ে তেওঁলোকক মৰা বুলি ভাবি কান্দোনত গছৰ পাত সৰালে। তেওঁ কান্দি কান্দি এই বুলি কবলৈ ধৰিলে, — "জ্যোতিষ জনা পণ্ডিত আৰু লক্ষণ চিনি-পোৱা জ্ঞাতী সকলে, মোক কৈছিল যে মই পুত্ৰৱতী আৰু আয়ুৱতী হ'ম, আগলৈ যাজ্ঞিক ৰজাৰ ৰাণী হ'ম। হায়! আজি মোৰ দুৰ্ভাগ্যৰ গুণে ৰামৰ মৃত্যুত জ্ঞানীসকলৰ কথাও মিছা হ'ব লগা হ'ল, তেওঁলোকে মোক সুলক্ষণী বুলিও কৈছিল।

সীতাৰ বিননিত ত্ৰিজটাৰ চকুৰ পান ওলাল। ত্ৰিজটাই সীতাক এই বুলি বুজালে "দেৱি! তুমি দুখ বেজাৰ নকৰিবা, তোমাৰ স্বামী সোৱা ৰাম জীয়াই আছে, তোমাৰ স্বামী আৰু দেৱৰ মৰা হলে এই পুষ্পক বিমানে তোমাক ধাৰণ নকৰিলেহেঁতেন, বিধৱাৰ ভাৰ পুষ্পকে নবয়, তোমাৰ গাত বিধৱাৰ কোনো লক্ষণ নাই। আৰো চোৱা, ৰাম-লক্ষ্মণ মৰা নাই, তেওঁলোকৰ তেনে অমঙ্গল হোৱা হলে, নিশ্চয় শুকিয়াল নোহোৱা নাৱৰ দৰে সৈন্যবিলাকে এই ৰণভূমিৰ চাৰিওকালে অনাই বনাই ভ্ৰমি ফুৰিলেহেঁতেন, চোৱাঁচোন, বান্দৰ বীৰবিলাকে নিৰুদ্বেগে ৰাম-লক্ষ্মণক ৰখি আছে। হেৰাঁ মৈথিলি, মই তোমাৰ আগত পূৰ্বে কোনো মিছা কথা কোৱা নাই

আৰু এতিয়াও নকও । ৰাম-লক্ষ্মণৰ যেনেকুৱা সৌম্য মূৰ্তি দেখিলোঁ, তাতে চাই মই নিশ্চয়কৈ কব পাৰোঁ যে এওঁলোকক পৰাস্ত কৰা সুৰাসুৰেৰে সৈতে ইন্দ্ৰৰো অসাধ্য । এওঁলোক দুয়ো শৰশয্যাত পৰি মূৰ্চ্ছিত হৈ আছে কিন্তু এওঁলোকৰ সৌন্দৰ্য্যৰ অলপো হানি হোৱা নাই, মুখৰ শ্ৰী অলপো বিকৃত হোৱা নাই । এওঁলোকৰ মুখ দেখিলে কোনেও কব নোৱাৰে যে এওঁলোকৰ দেহত প্ৰাণ নাই, খোৱাঁ থাকে মানে জুই আছে বুলি জানিবা । এতেকে হেৰাঁ মৈথিলি, তুমি এতিয়া এওঁলোকৰ কাৰণে শোক, মোহ আৰু দুখ নকৰিবা । ”

সীতাই ত্ৰিজটাৰ মুখে এই সজ কথাখিনি শুনি কলে,—“সখি, তোমাৰ কথাই সঁচা হওক ।” পাছে তেওঁলোক দুয়োজনী অশোক বনলৈ উভতি আহিল । সীতাৰ মন ৰাম-লক্ষ্মণৰ চিন্তাত ছাটিফুটি কৰিবলৈ ধৰিলে । তেওঁ তেওঁলোকৰ কল্যাণৰ নিমিত্তে আঁঠু কাটি একান্ত মনে ঈশ্বৰক স্তুতি কৰিবলৈ ধৰিলে ।

কিছুমান বেলিৰ পাছত ৰাম-লক্ষ্মণ সচেতন হ'ল । গৰুড়ে আহি তেওঁলোকক নাগপাশৰ বান্ধোনৰ পৰা মুক্ত কৰি দিলেহি । গৰুড়ৰ সুচিকিৎসাত তেওঁলোকৰ তেজ, বল, বীৰ্য, উৎসাহ, কান্তি বুদ্ধি, স্মৃতি আৰু জ্ঞান আগতকৈ দুগুণ বাঢ়িল । বান্দৰ সৈন্যবিলাকে তেওঁলোকক নিৰোগ দেখি মনৰ আনন্দত ঘনে ঘনে জয়ধ্বনি কৰিবলৈ ধৰিলে । আকৌ ৰণৰ বাজনা বাজিবলৈ ধৰিলে । শঙ্খৰ ধ্বনিয়ে দিঙ্মণ্ডল প্ৰতিধ্বনি কৰিবলৈ ধৰিলে । আকৌ তুমুল যুদ্ধ আৰম্ভ হ'ল । বান্দৰ সেনাৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰি ধুম্ৰাক্ষ বজ্ৰদংষ্ট্ৰ, অকম্পন, প্ৰহস্ত, কুম্ভকৰ্ণ, নৰান্তক, দেৱান্তক, ত্ৰিশিৰা, মহোদৰ, অতিকায়, কুম্ভ, নিকুম্ভ, মকৰাক্ষ, আদি ৰাৱণৰ প্ৰধান প্ৰধান সেনাপতিবিলাক এটা এটাকৈ ৰণত পৰি চিৰকাললৈ চকু মুদিলে । লঙ্কাত বীৰ বুলি-বলৈ কেৱল মাথোন ইন্দ্ৰজিৎ আৰু ৰাৱণ থাকিল । তেওঁলোকে কোনো বাৰ জয় লাভ কৰে, আকৌ কোনো বাৰ পৰাস্ত হৈ লঙ্কালৈ উভতি আহে । বান্দৰবিলাকে এবাৰ ৰণত জিকি অতি উৎসাহেৰে লঙ্কাত জুই লগাই দিলে, লঙ্কা আকৌ পুৰি শ্ৰীহীনা হ'ল । অতি দৰ্পী ৰাৱণে জানিলে যে জোৰ পুৰি হাত পালেহি তেওঁৰ পক্ষে লঙ্কা ৰক্ষা কৰা টান হ'ব, কিন্তু ইমানতো তেওঁ নিৰাশ নহল । লক্ষ লক্ষ বিধৱা ৰাক্ষসীৰ আৰ্ত্তনাদ আৰু লক্ষ লক্ষ পুত্ৰহীনা ৰাক্ষসীৰ হিয়াভেদি কান্দোনেও তেওঁক যুদ্ধৰ পৰা নিবৃত্ত কৰিব নোৱাৰিলে । তেওঁ মৰ সাহ দি ৰণসাগৰত জাঁপমাৰি পৰিল । তেওঁৰ বুদ্ধিমতে ইন্দ্ৰজিতে এদিন এজনী মায়া-সীতা তৈয়াৰ কৰাই ৰথত তুলি যুদ্ধৰ ঠাইলৈ লৈ গ'ল ।

“হনুমন্ত প্ৰমুখ্যে দেখয় বিপৰীত ।
সীতা গোসাঁনীক, লৈয়া আইল ইন্দ্ৰজিত ॥
মাৰুতি দেখন্ত ৰথে ৰাৱণ পুত্ৰৰ ।
শোকে দুঃখে জানকীৰ ক্লেশ কলেবৰ ॥
মনত বোলন্ত আৰ চেষ্টা নোহে ভাল ।
সীতাৰ বিপত্তি মোৰ হৃদয়ৰ শাল ॥
ইন্দ্ৰজিতে সম্বুধি হনুমন্তক বোলন্ত ।
আজি হেৰাঁ সমস্ত বৈৰক কৰো অন্ত ॥
লঙ্কাৰ অগনিকুণ্ড জনকৰ জীৱ ।
এতিক্ষণে শিৰছেদি নিকালিবোঁ জীৱ ॥
পাছে সুগ্ৰীৱক তোক সমৰত মাৰোঁ ।
ৰাম-লক্ষ্মণক মাৰি শল্যাক উদ্ধাৰোঁ ॥
সীতাৰ কেশত বাম হাতে ধৰিলেক ।
দক্ষিণৰ হাতে খান্দা লগত দিলেক ॥”

ইন্দ্ৰজিতে সেই মায়াসীতাক তৰোৱালেৰে কাটি দুডোখৰ কৰিলে । হনুমন্তই নিজৰ চকুৰ আগতে এই হৃদয়বিদাৰী দৃশ্য দেখি কান্দি কান্দি গৈ ৰামক জনালে । ৰাম-লক্ষ্মণ আৰু সুগ্ৰীৱ আদি বান্দৰসকলে এই অসহনীয় বাতৰি শুনি হাঁহাকাৰ কৰি কান্দিবলৈ ধৰিলে । তেতিয়া মহামন্ত্ৰি বিভীষণে

প্ৰকৃত ৰহস্য ভাঙি কৈ তেওঁলোকক আশ্বস্ত কৰিলে। বিভীষণে ক'লে,— "সীতাক বধ কৰা অসম্ভৱ, দুৰ্জন ৰাৱণে যিটো মতলবৰে সীতাক ৰাখি থৈছে, মোৰ জনা আছে, মই তেওঁৰ হিত চিন্তি সীতাক প্ৰত্যৰ্পণ কৰিবৰ নিমিত্তে কত যে অনুৰোধ কৰিলোঁ, তেওঁৰ চৰণত ধৰি কত যে অনুনয় বিনয় কৰিলোঁ, তাৰ সীমা নাই কিন্তু তেওঁ মোৰ কথালৈ কাণ নিদিলে, মোক তেওঁ অপমান কৰি খেদি পঠালে। তেওঁৰ প্ৰাণ থাকে মানে তেওঁ সীতাৰ আশা নেৰে। তেওঁ মুৱুৰে মানে বাব। এতিয়া মায়াপী ইন্দ্ৰজিতে মায়াময়ী সীতাৰ প্ৰাণ বধ কৰি বান্দৰবিলাকক মোহিত কৰি গৈছে। আজি ইন্দ্ৰজিতে নিকুম্ভিলা যজ্ঞভূমিত আভিচাৰিক মহাহোম সম্পন্ন কৰিব। সি যদি সেই হোম সুকলমে সমাধা কৰিব পাৰে, তেন্তে যি সুৰ সুৰ সকলোৰে অদৃশ্য হৈ উঠিব, তেতিয়া তাক বধ কৰা টান হ'ব। হেৰি পুৰুষোত্তম ৰাম, আপুনি এতিয়া শোক সন্তাপ এৰক। আপোনাক শোকাকুল দেখি সকলো সৈন্য অৱসন্ন হৈছে। এতেকে আপুনি সুস্থিৰ মনেৰে উৎসাহেৰে সৈতে এই বাহৰতে থাকক, মহাবীৰ লক্ষ্মণক কিছুমান সৈন্যৰে সৈতে মোৰ লগত এতিয়াই দিয়ক। আমি গৈ নিকুম্ভিলাত থাকিম। লক্ষ্মণে সুতীক্ষ্ণ শৰ মাৰি ইন্দ্ৰজিতৰ যজ্ঞত বিঘিনি জন্মাৱ লাগিব। তেতিয়াহে ইন্দ্ৰজিৎ বধ্য হ'ব। বীৰবৰ লক্ষ্মণ শানিত শৰে নিশ্চয় ইন্দ্ৰজিতৰ ৰক্তপান কৰিব পাৰিব। এতিয়া আৰু পলম কৰা উচিত নহয়। অতি সোনকালে লক্ষ্মণক মোৰ লগত যাবলৈ অনুমতি দিয়ক।

ৰামে বিভীষণৰ মুখে ইন্দ্ৰজিতৰ মায়াৰ প্ৰতাৰ জানিবলৈ পাই লক্ষ্মণক হনুমন্ত আৰু অসংখ্য বান্দৰ সেনাৰে সৈতে নিকুম্ভিলালৈ পঠালে। লক্ষ্মণৰ গা বৰ্মেৰে ঢকা, তেওঁৰ হাতত শৰাসন, তূনীত শৰ, আৰু পিঠিত বিশাল খড়্গ। তেওঁ ৰামৰ শ্ৰী পাদপদ্ম চুই তেওঁক অভিবাদন আৰু প্ৰদক্ষিণ কৰি বিভীষণৰ লগত নিকুম্ভিলালৈ যাত্ৰা কৰিলে। তেওঁলোকে যজ্ঞশালিত চোৰাংকৈ সোমাই যজ্ঞৰ সামগ্ৰী নষ্ট কৰি পেলালে। ইন্দ্ৰজিতে যজ্ঞ কৰিবলৈ আৰম্ভ কৰোঁতেই লক্ষ্মণে তেওঁৰ গালৈ সুতীক্ষ্ণ শৰ মাৰিবলৈ ধৰিলে। ইন্দ্ৰজিতেও তেতিয়া লক্ষ্মণৰ লগত যুদ্ধ কৰিলে। শেহত লক্ষ্মণ যুদ্ধত জিকিল। লক্ষ্মণে ইন্দ্ৰজিতক বধ কৰিলে। এই সংবাদ শুনা মাত্ৰকে ৰাৱণ মূৰ্চ্ছিত হৈ মাটিত পৰি গ'ল। কিছুমান পৰৰ পিছত যেতিয়া তেওঁৰ গালৈ চেতন আহিল তেতিয়া তেওঁ শোকত উন্মত্তৰ নিচিনা হ'ল। তেওঁৰ গৰ্বিত হিয়া যেন ভাগি পৰিল, তেওঁৰ কলিজাটো যেন কোনোবাই ছিঙি লৈ গ'ল। তেওঁৰ অমৰাগুটীয়া চকু দুটা স্বাভাৱিকতে ৰঙা, তাতে তেওঁৰ খং উঠিলে। সেই চকু জুৰিলৈ চাবকে নোৱাৰি। তেওঁৰ মূৰ্তি এনেয়ে ভয়ঙ্কৰ, তাতে খং উঠিলে তেওঁৰ মূৰ্তি দেখিয়ে চুৰ্তি হেৰায়। জলি থকা তেলৰ চাকিৰ পৰা তপত তেল টপ্ টপকৈ পৰাৰ নিচিনাকৈ তেওঁৰ চকুৰ লো পৰিবলৈ ধৰিলে। তেওঁ দাঁত কৰচি, চকুপকাই ভয়ানক অগ্নি মূৰ্তি ধাৰণ কৰিলে। তেওঁ জানিলে যে কালৰূপিনী জানকীয়েই এই সকলো অনৰ্থৰ মূল। ৰাৱণে সীতাক সংহাৰ কৰিবৰ মনেৰে ফাকৰ পৰা তৰোৱাল উলিয়াই অশোক বনলৈ লৰি গ'ল। তেওঁৰ হিতকাৰী মন্ত্ৰীসকলে 'মহাৰাজ, ক্ষান্ত হওক', "নাৰী বধ মহাপাপ, অতি গৰ্হিত কাম', 'মহাৰাজ, ক্ষন্তেক ৰওক' বুলি পাছে পাছে চিঞৰি নিষেধ কৰি গ'ল, কিন্তু তেওঁ নৰল। সীতাই নিলগৰ পৰাই ৰাৱণক চকু ৰঙা কৰি খঙেৰে তৰোৱাল দাঙি অহা দেখি জানিলে যে মৃত্যু তেওঁৰ ওচৰ চাপিছেহি, তেওঁৰ অন্তিমকাল উপস্থিত, আজি ৰাৱণ কৃতান্তৰ হাতত তেওঁৰ ৰক্ষা নাই, তেওঁ তেওঁৰ হৃদয়ৰ পৰম আৰাধ্য দেৱতা স্বামী গুৰু ৰামচন্দ্ৰৰ ৰূপ হৃদয়ত ধাৰণ কৰি ৰাৱণৰ তৰোৱালৰ ঘাপলৈ নীৰৱে অপেক্ষা কৰি থাকিল।

"অন্তকালে ৰাঘৱক সুমৰন্ত মাৰ।
আন গতি নাহিকে ৰামৰ হুটি পাৰ ॥"

এনেতে হঠাৎ ইন্দ্ৰজিতৰ মাক মন্দোদৰীয়ে আন আন মাদৈসকলক লগত লৈ হিয়ালিজিয়ালিকৈ কান্দি অশোক-বনলৈ আহি ৰাৱণক আগ ভেটি ধৰিলেহি। মন্দোদৰীয়ে ৰাৱণৰ ভৰিত ধৰি ক'লে,— "সীতাক কাটিলে জানো মোৰ ইন্দ্ৰজিত জীব? এতেকে হঠাৎ ক্ৰোধৰ বশীভূত হৈ নাৰী বধ মহাপাপ আৰু গৰ্হিত কাম কৰিব নেলাগে, যি লক্ষ্মণে ইন্দ্ৰজিতক বধ কৰিলে তেওঁক হে বধ কৰিব লাগে।" আন আন ৰাণী সকলেও অনেক ৰকমে বুজাই ৰাৱণক অন্তেষ-পুৰলৈ লৈ গ'ল। ৰাৱণে পুত্ৰ শোকত বিহ্বল হৈ ৰাম লক্ষ্মণক বধিবৰ মনেৰে নিজেই যুদ্ধলৈ ওলাল। ভালেখিনি পৰ যুদ্ধ কৰাৰ পাছত ৰাৱণে ছেগ বুজি এপাট সুতীক্ষ্ণ শক্তিশেল লক্ষ্মণৰ বুকুলৈ টোৱাই মাৰি পঠিয়ালে। আশীবিষ সদৃশ ৰাৱণৰ ঘোৰ শক্তি তেওঁৰ হাতৰ পৰা মুক্ত হৈ চাওঁতে চাওঁতেই মহাবলী নিৰ্ভিক লক্ষ্মণৰ বুকুৰ ওপৰত পৰি বুকুখন শালি ধৰিলে। লক্ষ্মণ মুৰ্চ্ছিত হৈ মাটিত পৰি গ'ল। ৰামচন্দ্ৰই দুয়ো হাতেৰে ধৰি টানি শেলপাট বুকুৰ পৰা বাহিৰ কৰি উলিয়াই আনিলে আৰু তেজেৰে ৰাঙলী লক্ষ্মণক আওজাই ধৰি বিলাপ কৰিবলৈ ধৰিলে। বান্দৰ বিলাকো শোকত কাতৰ হ'ল। নিমিষৰ ভিতৰতে সেই ৰণৰ থলীত হাঁহাকাৰ লাগি গ'ল। ইফালে ৰাৱণে ৰণত জিকি অতি হৰিষ মনেৰে জয়ধ্বনি কৰি ৰাজ পুৰীলৈ আহিল। পুৰীৰ ভিতৰত বিজয় দুন্দুভি বাজিবলৈ ধৰিলে। ৰাক্ষসবিলাকে আনন্দোৎসৱ পাতি মহাউলাহেৰে ঘৰে ঘৰে বিজয় পতাকা আৰিলে।

ৰামৰ সৈন্যবিলাকৰ ভিতৰত সুষেণ নামেৰে এজন সু-চিকিৎসক আছিল। তেওঁ লক্ষ্মণৰ নাড়ী পৰীক্ষা কৰি দেখিলে যে লক্ষ্মণৰ দেহত প্ৰাণ আছে, হাতৰ তলুৱা ৰঙা পদুমৰ পাহিৰ দৰে ৰঙা হৈয়ে আছে, চকুৰ জেউতিও-গুচা নাই। সুষেণে হনুমন্তৰ হতুৱাই বিশল্যকৰণী, সাৱৰ্ণ্যকৰণী সঞ্জীৱকৰণী, আৰু সন্ধানী নামেৰে চাৰিবিধ ঔষধ অনাই লক্ষ্মণক সোনকালে সুস্থ কৰিলে। লক্ষ্মণ নিৰোগ হ'লত ৰামে 'আহাঁ ভাই' আহাঁ' বুলি প্ৰাণাধিক ভায়েকক মৰমত আলিঙ্গণ কৰিলে, আৰু তেওঁ নিজে ৰাৱণক বধিবৰ কাৰণে সাজু হ'ল। বান্দৰ সৈন্যবিলাকে আকৌ সিংহ নাদ কৰি যুদ্ধলৈ ওলাল। ৰাৱণ মহা চিন্তাত পৰিল। তেওঁ 'মন্ত্ৰৰ সাধন কিম্বা শৰীৰ পতন' বাক্যকে সাৰোগত কৰি অবিলম্বে সাৰথিক ৰথ সজাবলৈ কলে, আৰু সেই দিনাই পৃথিৱীক 'অৰাম' বা 'অৰাৱণ' কৰিব বুলি প্ৰতিজ্ঞা কৰিলে। ৰাম-ৰাৱণৰ ভয়ঙ্কৰ যুদ্ধ চাবলৈ দেৱতা, গন্ধৰ্ব, সিদ্ধ, চাৰণ কিন্নৰ অপ্সৰা সকলোৱেই আহিল। দেৱৰাজ ইন্দ্ৰই নিজৰ ৰথখন ৰামক দিলে। ৰামে আনন্দমনেৰে সেই ৰথত উঠি সাৰথিক ৰথ চলাবলৈ কলে। এনেতে মহৰ্ষি অগস্ত্যই 'আদিত্য-হৃদয়' নামেৰে স্তোত্ৰ গাই ৰামক এটি কৱচ আৰু এখন ব্ৰহ্মাস্ত্ৰ দি ক'লে যে জগৎপতি সূৰ্যৰ সেই স্তৱৰ মাহাত্ম্যত তেওঁ যুদ্ধত জয়লাভ কৰিব আৰু ৰাৱণকো বধিব পাৰিব। ইফালে ৰাৱণৰ ৰথো ঘৰ্ঘৰ শব্দৰে আহি যুদ্ধক্ষেত্ৰত উপস্থিত হ'ল। ৰাম ৰাৱণৰ অপূৰ্ব ৰণৰ সাজ, ভয়ঙ্কৰ ধনুষ্টঙ্কাৰ আৰু কৃতান্তৰ নিচিনা সংহাৰ মূৰ্ত্তি দেখি সকলো জীৱ জন্তু তধা লাগিল। পাচে উভয়ৰ দ্বৈৰথ যুদ্ধ আৰম্ভ হ'ল। ৰাক্ষস আৰু বান্দৰ-বিলাকে ৰাম-ৰাৱণৰ যুদ্ধকাণ্ড দেখি বিস্ময় মানিলে দুয়োফালৰপৰা অসংখ্য শৰ বৰষিবলৈ ধৰিলে। দুয়োবীৰে পৰস্পৰৰ দক্ষিণ আৰু বাওঁফালে আশ্ৰয় লৈ একেৰাহে ছেদভেদ নোহোৱাকৈ সুতীক্ষ্ণ শৰ মাৰিবলৈ ধৰিলে। উভয়ৰ শৰাঘাতত আকাশ নীৰন্ধ্ৰ হৈ উঠিল। ভালেখিনি পৰ যুদ্ধ চলিল। জয় পৰাজয়ৰ একো মীমাংসা নহল। অৱশেষত ৰামচন্দ্ৰই খঙত অধীৰ হৈ মহামুনি অগস্ত্যৰ পৰা পোৱা এপাট অমোঘ ব্ৰহ্মাস্ত্ৰ ৰাৱণৰ পালৈ মাৰি পঠিয়ালে। সেই ব্ৰহ্মসাৰ শৰ নিক্ষিপ্ত হোৱা মাত্ৰকে বিজুলী বেগেৰে গৈ ৰাৱণৰ বুকুত লাগি বুকুখন ভেদি পিঠিয়েদি সৰকি ওলাই গ'ল। সেই শৰাঘা

ততে ৰাৱণৰ প্ৰাণ গ'ল। তেওঁ ৰথৰ পৰা গিৰিং কৰে মাটিত পৰি চিৰকাললৈ চকু মুদিলে। ৰাক্ষসবিলাকে ভয়ত বিতত হৈ চাৰিওফালে পলাবলৈ ধৰিলে। বান্দৰবিলাকে আনন্দ মনেৰে ৰাৱণৰ বধ আৰু ৰামৰ জয় বুলি আটাহ পাৰি চাপৰিবাই নাচিবলৈ ধৰিলে। হেজাৰ হেজাৰ বান্দৰৰ জয়-ধ্বনিত দশোদিশ কঁপি উঠিল। সেই সময়ত আকাশত দেৱ দুন্দুভি নিনাদিত হ'ল, সুগন্ধি জুৰ বতাহ বলি সকলোকে আমোদিত কৰিলে, অন্তৰীক্ষৰ পৰা পুষ্পবৃষ্টি নিপতিত হ'ল। দেৱতাসকলৰ আতঙ্ক দূৰ হ'ল, তেওঁলোকে ৰামৰ স্তৱ আৰু প্ৰশংসাবাদ কৰিলে। সকলোৰে ভয়ঙ্কৰ, অতি দুৰ্জন আৰু অধৰমী ৰাৱণৰ বিনাশত যেন দিঙ্মণ্ডল সুপ্ৰসন্ন আৰু আকাশমণ্ডল নিৰ্মল হ'ব, পৃথিৱীখন যেন মলয়াৰ সৌৰভত মলমলাই গ'ল, প্ৰভাকৰ যেন পূৰ্ণ প্ৰভাৰে প্ৰকাশিত হ'ল, সকলো প্ৰাণীয়ে শান্তি লাভ কৰিলে। সুগ্ৰীৱ আদি বান্দৰৰ বীৰসকলে অমিতবিক্ৰম ৰামক জয় জয় শব্দেৰে সম্বৰ্দ্ধনা কৰিবলৈ ধৰিলে।

বিভীষণে ককায়েক ৰাৱণক ধৰাসায়ী দেখি শোকত অধীৰ হৈ অনেক বিলাপ কৰিলে। মন্দোদৰী আদি ৰাৱণৰ ভাৰ্যাসকলে স্বামীৰ শোকত কাতৰ হৈ উন্মাদিনীৰ দৰে চুলি মেলি হিয়া-মুৰ ভুকুৱাই কান্দি কান্দি যুদ্ধৰ ঠাইলৈ আহিল। তেওঁলোকে ৰাৱণৰ ভৰিত পৰি ইনাই বিনাই কান্দিবলৈ ধৰিলে। ৰামেও কান্দোন সামৰিব নোৱাৰিলে। তেওঁ ৰাৱণৰ বল বাৰ্যৰ প্ৰশংসা কৰি বিভীষণক ক'লে, "মিত্ৰ, তুমি এতিয়া ককায়েৰাৰ শৰটোৰ সংকাৰ আৰু তিৰোতাসকলক সান্ত্বনা কৰা।" বিভীষণে যথাবিধি ৰাৱণৰ অগ্নিকাৰ্য সমাধা কৰি গা ধুই তিতা কাপোৰেৰে তৰ্পণ কৰিলে। পাচে ৰামৰ আদেশমতে লক্ষ্মণে বিভীষণক লঙ্কাৰ ৰাজ-সিংহাসনত বহুৱাই বিধিমতে তেওঁক ৰজা পাতিলে। বিভীষণৰ ৰাজ্যভিষেকত ৰামে পৰম প্ৰীতি লাভ কৰিলে। ৰামে বিভীষণ, সুগ্ৰীৱ, অঙ্গদ, হনুমন্ত, নল, নীল, সুষেণ আদি প্ৰধান প্ৰধান বীৰসকলক আলিঙ্গন কৰি হিয়াৰ আমন্দ আৰু কৃতজ্ঞতা প্ৰকাশ কৰিলে। বিভীষণক ৰজা পতাত লঙ্কাৰ সকলোটি সুখী হ'ল। পাছে ৰামে হনুমন্তক ক'লে,—"তুমি মহাৰাজ বিভীষণৰ আজ্ঞামতে লঙ্কাপুৰীত সোমাই জানকীৰ কুশল বাতৰি লৈ আহাঁগৈ, আমাৰো কুশল সম্বাদ জনাই, লঙ্কেশ্বৰ ৰাৱণ যুদ্ধত মৰাৰ কথা জনাবা। হে বীৰ, তুমি জানকীক এই প্ৰিয় সম্বাদ জনাই তেওঁৰপৰা প্ৰত্যুত্তৰ লৈ বেগাই আহিবা।" হনুমন্তই ৰামৰ আজ্ঞা মতে বিভীষণৰ পৰা বিদায় লৈ অশোক-বনলৈ যাত্ৰা কৰিলে। *

* আলোচনী, আহাৰ ১৮৩৯, ৮ম বছৰ ৯ম সংখ্যা।

## ত্ৰয়োদশ অধ্যা

"ৰাক্ষসী লোকৰ, মাজত জানকী,
আছন্ত মলিন বেশে।
পদ্মৰ পুষ্পৰ, মালাক যেহেনে,
বেঢ়িয়া আছয় কেশে

মাৰুতিয়ে সীতাক প্ৰণাম কৰি ৰামলক্ষ্মণৰ কুশল বাতৰি, ৰাৱণৰ বধ আৰু বিভীষণৰ ৰাজ্যাভিষেকৰ সম্বাদ জনালে। চন্দ্ৰমুখী সীতাই হনুমন্তৰ মুখে এই প্ৰিয় সম্বাদ শুনি অতি হৰষিত ক্ষন্তেক নীৰৱে থাকি ক'লে, "বোপা হনুমন্ত, তুমি মোক যি সুসম্বাদ দিলা, তাৰ অনুৰূপ তোমাক দান কৰি সুখী হ'ব পাৰোঁ, এনে কোনো বস্তু মই সংসাৰত দেখিবলৈ পোৱা নাই। ধন, সোণ, বিবিধ ৰত্ন, বা ত্ৰিলোকৰ ৰাজপাটো এই সুসম্বাদৰ যোগ্য প্ৰতিদান হ'ব নোৱাৰে।

হনুমন্তই সীতাৰ কথাত তুষ্ট হৈ ক'লে, "দেৱি, আপুনি অনুমতি কৰিলে মই এই বিকৃত বদনা ৰাক্ষসীবিলাকক বধ কৰি মোৰ মনৰ হেপাহ পলুৱাব পাৰোঁ, ইহঁতে আপোনাক ইমান দিন নানা প্ৰকাৰে নিৰ্য্যাতন কৰিলে, ইহঁতে ৰাৱণৰ

কথামতে আপোনাক সদায় গালি পাৰি শাও দি, ভয় দেখুৱাই, কেটেৰা-জেঙ্গেৰা কৰি ঠেকেচি থকা মই নিজে দেখি গৈছিলোঁ, আজি ইহঁতক চুলিত ধৰি চৰিয়াই, ভুকুৱাই, গুৰিয়াই, কামুৰি নাক-কাণ ছিঙ্গি নানা ৰকমে শাস্তি দি বধিবলৈ ইচ্ছা কৰিছোঁ, আপুনি মোৰ এই প্ৰাৰ্থনা পূৰ্ণ কৰোক, তাকে কৰিবলৈ পালে মই মোৰ যোগ্য প্ৰসাদ পালোঁ বুলি ভাবিম।"

দুখীয়াৰ দুখত কাতৰ হোৱা স্নেহময়ী সীতাদেৱী হনুমন্তৰ কথাত মান্তি নহল। সীতাই কলে, "এই ৰাক্ষসীবিলাক স্বতন্ত্ৰী নহয, সিহঁত ৰাৱণৰ দাসী, প্ৰভুৰ বশৱৰ্তিনী হৈ তেওঁৰ আজ্ঞামতেহে সিহঁতে মোৰ অনিষ্টাচৰণ কৰিছিল, এতেকে সিহঁতৰ নিমিত্তে ইমান দুখ বেজাৰ পাইছোঁ, কবলৈ গ'লে মই মোৰ কৰ্মফলহে ভোগ কৰিছোঁ, ইহঁতে ৰাৱণৰ আজ্ঞামতেহে মোক যন্ত্ৰণা দিছিল, এতিয়া সিহঁতে ভয়তে মোৰে শৰণাগত হৈছে। ইহঁতক বধ কৰা কথা মোৰ আগত আৰু নকবা। প্ৰভুৰ আজ্ঞামতে দাস-দাসীয়ে পাপাচৰণ কৰিলেও জ্ঞানী-লোকে সিহঁতৰ প্ৰত্যুপকাৰ নকৰে। এই নিয়ম মানি চলা সজলোকৰ কৰ্ত্তব্য। কাৰণ চৰিত্ৰই সাধুসকলৰ অলঙ্কাৰ। পাপকাৰী, অশুভকাৰী বা বধাৰ্হ লোক-বিলাককো দয়া কৰা আৰ্য্যজনৰ কৰ্তব্য। অপৰাধ নকৰে, এনে মানুহেই নাই। সেই দেখি সকলোৱে সকলোকে ক্ষমা কৰা যুগুত।"

সীতাৰ কথা শুনি হনুমন্তই ক'লে, "দেৱি, বুজিলো আপুনি গুণনিধি ৰামচন্দ্ৰৰ অনুৰূপ গুণৱতী উপযুক্তা সহধৰ্মিণী, এতিয়া মোক অনুমতি কৰক, মই তেওঁৰ ওচৰলৈ যাওঁ।" তেতিয়া সীতাই ক'লে, "বোপা, ভকতবৎসল স্বামীগুৰুৰ দৰ্শন পাবলৈ মোৰ মন বৰ উত্ৰাৱল হৈছে। তুমি স্বামীক কৈ মোক সোনকালে ইয়াৰ পৰা নিয়াব লাগে।" তেওঁৰ কথা শুনি মহামতি হনুমন্তই তেওঁৰ মনত হৰিষ লগাই কলে, "দেৱি, আজিয়েই আপুনি ৰামলক্ষ্মণক দেখা পাব, শচীয়ে দেৱৰাজ ইন্দ্ৰক দেখাৰ দৰে আপুনিও আপোনাৰ স্বামীৰ আজি দৰ্শন পাব।" এই কথা কৈ হনুমন্ত ৰামৰ ওচৰলৈ উভতি গ'ল।

ৰামে হনুমন্তৰ মুখে সকলো বৃত্তান্ত জানিবলৈ পাই হঠাৎ চকু ঢুলঢুলীয়া কৰি চিন্তাত নিমগ্ন হল, তেওঁ দীঘল কৈ এটা হুমুনিয়াহ পেলাই বিভীষণক ক'লে "মিত্ৰবৰ, সীতাক গা ধুৱাই উত্তম অলঙ্কাৰ আৰু সাজপাৰ পিন্ধাই মোৰ ওচৰলৈ শীঘ্ৰে আনিব লাগে।" ৰামৰ কথা মতে ৰাক্ষস-ৰাজ বিভীষণে বেগাবেগিকৈ অন্তেষপুৰলৈ গৈ আগেয়ে নিজৰ তিৰোতাসকলৰ দ্বাৰাই সীতালৈ সম্বাদ পঠালে, পাছে নিজেই হাতযোৰ কৰি বিনীত ভাৱে সীতাৰ ওচৰত উপস্থিত হৈ সীতাক ক'লে, "দেৱি আপোনাৰ মঙ্গল হওক, আপুনি শীঘ্ৰে গা ধুই দিব্য অলঙ্কাৰ আৰু সাজপাৰ পিন্ধি চৌদোলত উঠক, আপোনাৰ স্বামীয়ে আপোনাক চাবলৈ ইচ্ছা কৰিছে।"

বিভীষণৰ কথা শুনি সীতাই হৰিষত ক'লে, "ৰাক্ষসৰাজ, বিলম্ব কৰিবৰ আৱশ্যক নাই, গা ধুবলৈ গলে বিলম্ব হ'ব, মোক দিব্য সাজপাৰ না-লাগে, মই এই মলিন বেশেৰেই গৈ স্বামীৰ লগত সাক্ষাৎ কৰিব খোজোঁ।"

"বিভীষণে বোলে শুনিয়োক মাতা,
ৰামৰ বোল পালিয়োঁ।
শিৰস্নান কৰি অলঙ্কাৰ পিন্ধি
ৰামৰ পাশক যায়োঁ॥

তেতিয়া পতিপৰায়ণা সীতাই "তেন্তে সেয়ে হওক" বুলি গা-ধুবৰ দিহা কৰিলে।

কন্যাগণে আসি দেৱীক নোৱাইল,
সুবৰ্ণ ঘটৰ জলে।
সুগন্ধিত জলে শৰীৰ মাজিল
তৰুণী কন্যা সকলে॥
ৰতনে খচিত নানা অলঙ্কাৰ
বিভীষণে আনি দিলা।

জনক নন্দিনী পৰম হৰিষে
ৰামৰ বোলে পিন্ধিলা ॥
বস্ত্র অলঙ্কাৰে ভূষিত ভৈলন্ত,
উজ্জ্বলিত অঙ্গৰাগ।
চৌদোলে চড়িয়া ওৱাৰক দিলা
বিভীষণ তৈলা আগ ॥

সীতাদেৱীয়ে চৌদোলত উঠি বহু দিনৰ মূৰত আজি তেওঁৰ আৰাধ্য দেৱতা স্বামীগুৰুক চাবলৈ ওলাল। দুৰ্জন ৰাৱণৰ হাতৰপৰা তেওঁ যে কেতিয়াবা মুক্তি লাভ কৰি আকৌ স্বামীৰ মুখ দেখিবলৈ পাব এইটো তেওঁৰ সপোনৰো আগোচৰ আছিল। কিন্তু তেওঁ আজি সঁচা-সুচিকৈয়ে তেওঁৰ সেই প্ৰেমময় প্ৰাণেশ্বৰক চাবলৈ ওলাইছে। সীতাৰ হৃদয় সৰোবৰত আজি নানা ভাবৰ ঢৌৱে খৌকিবাখৌ লগাইছে। তেওঁ হৰষিত চকু-লো টুকি মনে-মনে দেৱতাসকলক প্ৰণাম কৰিলে। দুখুনী সীতাৰ দুখৰ ইমানতে অন্ত পৰিব নে চাগৈ?

চৌদোল ৰামৰ ওচৰ পাবলগা হওঁতেই বিভীষণ আগবাঢ়ি গ'ল।

"বিভীষণে ৰাম, আগত জনাইলা,
আনিলো সীতা গোসাঁনী।
আদেশ কৰিও প্ৰভু ৰঘুনাথ
আগত ভেটাও আনি ॥
এতেক বচন শুনি ৰামদেৱে,
ডাহিন বামক চাইল।
হৰিষ বিষাদ ক্ৰোধ শোক আসি
দুয়ো একে থানে ভৈল ॥
কতোক্ষণে ৰাম, ৰঘুৰ নন্দন,
তেজিলা দীৰ্ঘ নিশ্বাস।
বিভীষণ মিত্ৰ সীতাক সত্বৰে,
আনিয়ো আমাৰ পাশ ॥

এই কথা কৈ ৰাম আকৌ ঘোৰ চিন্তাত নিমগ্ন হ'ল। ধাৰ্মিক বৰ বিভীষণে ৰামৰ আজ্ঞা পোৱা মাত্ৰকে ততালিকে তাত থকা সকলো মানুহকে আঁতৰাবলৈ সেৱতিয়াবিলাকক আদেশ কৰিলে। সেৱতিয়াইঁতে বেতেৰে কোবাই বান্দৰ ভালুক আৰু ৰাক্ষসবিলাকক খেদাবলৈ ধৰিলে। তেতিয়া ধুমুহা বতাহত সাগৰৰ গাজনিৰ দৰে এটা হাই-উৰুমি উঠিল। সেই হাই-উৰুমিত ৰামৰ সপোন ভাগিল। তেওঁ বান্দৰাদি সৈন্য-বিলাকক কোবাই ঠেলি নিয়া দেখি খঙেৰে বিভীষণক ডাবি দি ক'লে,— "তুমি কি নিমিত্তে মোক উপেক্ষা কৰি এই লোকবিলাকক ক্লেশ দিছা? ইঁহত সকলো মোৰ আপোন, কি ঘৰ, কি কাপোৰ, কি বেৰ, এই বিলাক তিৰোতাসকলৰ আৱৰণ নহয়, এনেকৈ মানুহ খেদি তিৰোতাক আনিলেও আবৃৰত অনা নহয়। এইবিলাক বাহিৰা আড়ম্বৰ মাথোন। চৰিত্ৰই তিৰোতাৰ ঘাই আৱৰণ। বিপদ, নৰিয়া, যুদ্ধ, স্বয়ম্বৰ, যজ্ঞ আৰু বিবাহৰ সময়ত তিৰোতাক দেখিলে দোষ নহয়। এতিয়া এই সীতা বিপদত পৰিছে। এই সময়ত বিশেষকৈ মোৰ আগত এওঁক সকলোৱে চাব পায়, এতিয়া এওঁক চালে কোনো দোষ নহয়। এতেকে এওঁ চৌদোলাৰ পৰা নামি মোৰ ওচৰলৈ খোজ কাঢ়ি আহক। এইসকলো ৰাক্ষস আৰু বান্দৰে মোৰ আগতে এওঁক চাওক।

বিভীষণৰ মনত সন্দেহ উপস্থিত হ'ল।

"বিভীষণে চৌদোলৰ গুছাইল ওৱাৰ।
তৰাসে সীতাৰ নিকলিল লোহ ধাৰ ॥
জনক-জীৱনৰ নয়নৰ নীৰ বহে।
সবে কপিগণে দেখি পৰাণে নসহে ॥
মুখত কাপৰ দিয়া কান্দন্ত লক্ষ্মণ।
ভূমি চায়া কান্দত সুগ্ৰীৱ বিভীষণ ॥
বিভীষণ আগে সীতা যান্ত ভূমি পাৰে।
বুলন্তে দেখিয় ফুটি ৰুধিৰ বজাৰে ॥
অলঙ্কাৰ শব্দ ৰুন ঝুন কৰি ভাষে।
যেন লক্ষ্মী চলি যান্ত নাৰায়ণ পাশে ॥
লাজ পায়া গোসানী পৰম মহাশান্তি।
সঙ্কুচিত ভাৱে মাৱ গাৱতে লুকান্তি ॥

লৱণু পুতলী যেন সুকোমল গাৱ।
একোভিতি নচাই চলি যান্ত জগমাৱ॥
সীতাক দেখিয়া ৰাম অন্তৰ্গতে স্নেহ।
ক্ষণে সকৰুণ ক্ষণে নিকৰুণ দেহ॥
দুঃখ দেখি ৰামৰ চকুৰ পৰে পানী।
ক্ৰোধ কৰি পুনঃ তাক ধৰে টানি টানি॥
ধৰন্তে ধৰন্তে লোহ ধৰণ নযাই।
শোক দুঃখ ক্ৰোধ সব ভৈলা এক ঠাই॥
সমীপ চাপিলা দেৱী স্বামী শ্ৰীৰামৰ।
নমাতি থাকিলা ৰামে কৰি অনাদৰ॥
লাজে মাথা নতোলন্ত সঙ্কুচিত ভাৱে।
ডৰে দেৱী কাম্পন্ত কদলী যেন বাৱে॥
লাজ ভয় এৰিয়া স্বামীত বৰ স্নেহা।
আপোনাক শুদ্ধ জানি দৃঢ় কৰি দেহা॥
চিৰকাল দেখিবাক বৰ হাবিলাষে।
মুখ চাহি কটাক্ষে থাকিলা এক পাশে॥
সীতাক ৰাঘৱে চাহিলন্ত মাথা তুলি।
আৰকত নয়ন হিয়াৰ গুলগুলি॥
মহাক্ৰোধে বচন বুলিলা ৰঘুনাথে।
জনক জীয়াৰী হেৰঁা বোলোহোঁ তোমাতে॥
ৰাৱণক মাৰিয়া এৰাইলোঁ লোকবাদ।
তোমাক আনিলোঁ ৰাখি বংশৰ মৰ্য্যাদ॥
লোকে বুলিবন্ত ৰাম হাৰিল অন্তৰে।
সি কাৰণে তিৰী-বৈৰী নমাৰিলা ডৰে॥
নিন্দাক এৰাইলোঁ মই আপন বংশৰ।
কুৎসা বাণী এৰাইলোঁহোঁ সমস্ত লোকৰ॥
দৈৱ দোষে ৰাজা হৰি আনিলা তোমাক।
পৌৰুষতা বলে আমি মলিছিলোঁ তাক॥
ৰাঘৱৰ অভিপ্ৰায় ইঙ্গিতন্তে জানি।
ঘামিলা কম্পিলা গাৱ ডৰিলা গোসানী॥
শ্ৰীহানি ভৈলা মুখ মলিন সীতাৰ।
মেঘে যেন ঢাকিলেক চান্দ পূৰ্ণিমাৰ॥

ৰামে তেওঁৰ প্ৰিয়তমা কমললোচনা সীতাৰ ফালে এবাৰ মাথোন চায়েই অতিশয় কাতৰ হৈ পৰিল। কিন্তু তেওঁ তত্তালিকে আত্মসংযম কৰি সীতাক ক'লে,—

"শুন মাতোঁ জানকী তোহোত নাই কায।
প্ৰতিজ্ঞা সাফলি বিভীষণে দিলোঁ ৰাজ॥
প্ৰতিজ্ঞা সাফলিলোঁ মাৰুতি বীৰৰ॥
মনোৰথ সিদ্ধি ভৈলা সুগ্ৰীৱ মিত্ৰৰ॥
তোমাক লাগিয়া আমি নকৰিলোঁ কায।
পৌৰুষতা আচৰি গুচাইলোঁ সব লাজ॥
দশদিশ প্ৰসন্ন মেলিয়া চক্ষু চাহঁা।
তোমাক এৰিলোঁ সীতা যথা মন যাহঁা॥
কত কাল হৰি তোক ৰাখিলে ৰাৱণে।
তই শুদ্ধ ভাৱ হেন পতিয়াইব কোনে॥
সান্তোৰ মেলিব কোনে শিলা বান্ধি বুকে।
কমন মুখে আৰ সম্বৰিব তোকে॥
ৰাৱণৰ গৃহত আছিলা চিৰকাল।
পুনৰপি তোমাক নিবাক নুহি ভাল॥
তোমাক আনিলে বৰ কুযশ লভিবোঁ।
জন অপবাদ হেতু তোমাক নেনিবোঁ॥
* * * * *
স্বামীৰ বচন হেন শুনিয়া নিষ্ঠুৰ।
লাজে ভয়ে গোসাঁনী হিয়া ধুৰ ধুৰ॥
দুৰ্বাৰ বচন শালে শালিলেক হিয়ে।
ধীৰে ধীৰে বুলিলন্ত জনকৰ জীয়ে॥"

ৰামৰ কঠোৰ কথা শুনি সীতাৰ মূৰত যেন আকাশী চৰগ ভাগি পৰিল। ক্ষন্তেকৰ ভোজ খাওঁতা নাই। ক্ষন্তেকৰ ভিতৰেতে সীতাৰ সুখৰ সপোন ভাগি গ'ল। তেওঁ চকুৰ পানীৰে তিতি থকা মুখখন ৰিহাৰ আঁচলেদি মচি লাহে লাহে ৰামক কলে,—"হে বীৰ, তুমি মোক ইতৰ নাৰীৰ নিচিনা ভাবি হে ইমান কঠুৰা অবাচ্য কথা শুনালা! হে মহাবাহো, তুমি মোক যেনেকুৱা ভাবিছা, মই তেনেকুৱা নহওঁ। মই নিজৰ চৰিত্ৰৰ বিষয়ে শপত খাই কৈছোঁ, তুমি মোক বিশ্বাস কৰাঁ। তুমি নীচ প্ৰকৃতিৰ তিৰোতাৰ চৰিত্ৰ দেখি তিৰোতা জাতিকেই

আশঙ্কা কৰিছা। এইটো তোমাৰ পক্ষে অন্যায় হৈছে। তুমি মোক অনেক বাৰ পৰীক্ষা কৰি থৈছা, এতেকে এই আশঙ্কা পৰিত্যাগ কৰাঁ। প্ৰভো, দুৰ্জন ৰাৱণে মোক বলেৰে হৰি আনোঁতে চুইছিল হয়, কিন্তু তেতিয়া মই স্বৱশত নাছিলোঁ, মই ইচ্ছা কৰি পৰ পুৰুষৰ গা স্পৰ্শ কৰা নাই। নাথ, যি মোৰ নিজৰ আয়ত্তৰ অধীন, সেই মোৰ হৃদয়ধন তো কোনেও স্পৰ্শ কৰিব পৰা নাই। মোৰ চিত্ত চিৰকাল সমানে তোমাতে হে অনুৰক্ত আছে। কিন্তু মোৰ গা মোৰ বশীভূত নহয়। তাৰ ওপৰত মোৰ সম্পূৰ্ণ ক্ষমতা নচলে। বহুকাল আমি দুয়ো একেলগে থকাত আমাৰ পৰস্পৰলৈ যি অনুৰাগ বাঢ়িছে তালৈ চায়ো তুমি যদি মোক ইমান দিনে বুজিব নোৱাৰিলা, তেন্তে মই চিৰকালৰ নিমিত্তে মৰা পৰিলো। বীৰ, মোক পৰিত্যাগ কৰাই যদি তোমাৰ আন্তৰিক আছিল, তেন্তে তুমি যেতিয়া মোক বিচাৰি লঙ্কালৈ হনুমন্তক পঠাইছিলা, তেতিয়া নো কিয় সেই কথা মোলৈ কৈ নপঠালা? তুমি যদি তেতিয়া হনুমন্তৰ আগত মোক পৰিত্যাগ কৰাৰ কথা কলাহেঁতেন, তেন্তে তেতিয়াই মই প্ৰাণত্যাগ কৰিলোঁহেঁতেন, তোমাকো তেনেহলে নিজৰ জীৱনক সঙ্কটত পেলাই মিছাই যুদ্ধকৰি কষ্ট পাব নেলাগিলহেঁতেন। তোমাৰ বন্ধুসকলেও প্ৰাণ টাকি যুজি ইমান ক্লেশ পাব নালাগিলহেঁতেন। হে ৰাজেশ্বৰ, তুমি কেৱল ক্ৰোধৰ বশ বৰ্ত্তী হৈ লঘু মানুহৰ দৰে মোক আন সাধাৰণ তিৰোতাবিলাকৰ নিচিনা বিবেচনা কৰিলা, মোক জনকৰ জীয়াৰী বুলি সকলোৱে জানে হয়, কিন্তু দৰাচলতে মই পৃথিৱীৰ গৰ্ভৰ পৰাহে উপজিছোঁ। এতিয়া তুমি উপযুক্ত বিচাৰক হৈও মোৰ চৰিত্ৰ বা স্বভাৱৰ বিষয়ে সমুচিত বিচাৰ নকৰিলা। তুমি মোক সৰুতে বিয়া কৰিছিলা। হায়! তোমালৈ যে মোৰ ইমান ভক্তি আৰু ইমান প্ৰেম, এই সকলোকে তুমি পাছ কৰিলা"

এই কথা কৈ জানকীয়ে উচুপি উচুপি কান্দি দুখিত আৰু চিন্তিত লক্ষ্মণক কলে, "লক্ষ্মণ তুমি, মোক এখন চিতা সাজি দিয়াঁ, এতিয়া চিতাই মোৰ এই বিপদৰ ঔষধ। মিছা অপবাদৰ বোজা মূৰত লৈ মোৰ আৰু জীয়াই থাকিবলৈ ইচ্ছা নাই। মোৰ চৰিত্ৰত অবিশ্বাস কৰি স্বামীয়ে মোক সকলোৰে আগতে পৰিত্যাগ কৰিলে। এতিয়া মই জুইত জাঁপ দি এই দেহৰ অন্ত কৰিম।"

"হেন শুনি লক্ষ্মণে ৰামৰ ভিতি চাইল।
চক্ষুৰ নিমিষতে ৰাঘৱৰ আজ্ঞা পাইল॥
তেতিক্ষণে সুমিত্ৰাৰ হৃদয়-নন্দনে।
চিতাখন নিৰ্ম্মিলন্ত আগৰু চন্দনে॥"

চিতা প্ৰস্তুত হ'ল। চিতাৰ জুই জ্বলি উঠিল। কোনেও কালান্তক যমৰ নিচিনা ৰামক অনুনয় বা বিনয় কৰি বুজাবলৈ কিম্বা তেওঁৰ মুখৰ ফাল চাই কথা কবলৈকে সাহস নকৰিলে।

সীতাই—"হেট মাথে ৰাঘৱক, ফুৰি প্ৰদক্ষিণ কৰি
প্ৰনামি যুৰিলা দুই কৰ।
জন্মে জন্মে তুমি মোৰ, টীকৰ সুস্বামী হুইবা,
লক্ষ্মণেসে হইবন্ত দেৱৰ॥
দশৰথ নৃপতিসে, শ্বশুৰ হইবন্ত মোৰ,
কৌশল্যা হৈবন্ত মোৰ শ্বাশু।
হৰি হৰি গোসাঁনীক, দৰশন নভৈলোহোঁ
হেৰা মঁো সীতা পৰবাসু॥
হাতযোৰে ত্ৰিদশক, নমস্কাৰ কৰিয়া যে,
অগ্নিক কৰিয়া প্ৰণাম।
স্বপনে গিয়ানে মই আন কিছু নাজানোহোঁ,
অহৰ্নিশে সুমৰিলোঁ ৰাম॥
কায়বাক্য মনে পাপ নিমিষেকো নজানোহোঁ,
আছিলোহোঁ শান্তি পুণ্য ৰাখি।
হেন জানি অগ্নি মোক, উচিত ফলক দিবা,
তুমি দেৱ জগতৰ সাক্ষী॥"

এই কথা কৈ জানকীয়ে নিৰ্ভয় মনেৰে জ্বলন্ত অগ্নিক প্ৰদক্ষিণ কৰি জাঁপ মাৰি একেক্ষেবেই জুইৰ মাজত সোমাল। লৰা, বুঢ়া সকলোৱে জানকীক

এনেকৈ জুইৰ মাজত পৰা দেখি আচৰিত হ'ল। তপ্ত কাঞ্চনৰ নিচিনা উজ্জ্বলকান্তি সীতা সকলোৰে চকুৰ আগতে নিৰ্ভীকভাৱে জ্বলন্ত জুইত পৰিল। যজ্ঞত পূৰ্ণাহুতিৰ দৰে বিশালাক্ষী জনক-নন্দনীক প্ৰজ্বলিত হুতাশনৰ মাজত পৰা দেখি সকলোৱে বিস্ময় মানিলে। চিতাৰ অগ্নিয়ে জানকীক আৱৰি ধৰিলে। তাকে দেখি তাত থকা তিৰোতা-বিলাকে থিৰেৰে থাকিব নোৱাৰি ব্যাকুল ভাৱে "হায়। হায়!" কৰিবলৈ ধৰিলে। চাৰিও কালৰপৰা হাহাকাৰ শব্দৰ মহাৰোল উঠিল। সীতাই এই অলৌকিক কাৰ্য দেখি আৰু বান্দৰ ও ৰাক্ষসাদিৰ বিপুল আৰ্তনাদ শুনি ৰামৰ চকুৰ পানী ওলাল, তেওঁ মূৰে-কপালে হাত দি আমন-জিমনকৈ চিন্তা কৰিবলৈ ধৰিলে। এনেতে হঠাৎ আকাশবাণী হ'ল, "ৰাম, তুমি সকলোৰে কৰ্ত্তা আৰু জ্ঞানী সকলৰ শ্ৰেষ্ঠ হৈও অগ্নিৰ মাজত পৰা সীতাই উপেক্ষা কৰি আছা কিয়? এই সীতাক পতিব্ৰতা আৰু শান্তি বুলি আমি ভালকৈ জানোঁ, এওঁত কোনো পাপ নাই, তুমি এওঁক গ্ৰহণ কৰাঁ। আকাশবাণী শেষ হোৱা মাত্ৰকেই অগ্নি দেৱতাই মূৰ্তিমন্ত হৈ সকলোৰে মনত বিস্ময় জন্মাই সীতাক কোলাত লৈ চিতাৰপৰা নামি আহি ৰামৰ হাতত সমৰ্পণ কৰিলে। তেতিয়া সীতাৰ মুখৰ কান্তি যেন ওলাই অহা ৰঙা বেলিটোহে, তেওঁৰ শৰীৰত সোণৰ অলঙ্কাৰে তিৰবিৰাই আছিল, তেওঁৰ সেই ভোমৰাকলীয়া চিকুন ঢৌ-উঠা চুলি, গাত থকা ৰঙা পাটৰ কাপোৰ, ডিঙ্গি আৰু মূৰত থকা ফুলৰ মালা, জ্বলন্ত জুইৰ তাপত অলপো মোলান পৰা নাছিল। সৰ্বসাক্ষী অগ্নিয়ে সৰ্বাঙ্গ সুন্দৰী সীতাক ৰামৰ হাতত অৰ্পণ কৰি কলে, "ৰাম এইয়া তোমাৰ জানকী, এওঁত কোনো পাপ নাই, এই শুভা সতী জানকীয়ে বাক্য মন, বুদ্ধি আৰু চকুৰেও চৰিত্ৰক কলঙ্কিত কৰা নাই। নিৰ্জ্জন কাননত, তুমি ওচৰত নথকাত, এওঁ নিৰুপায় আৰু বিৱশা আছিল, সেই বাবে অতি দৰ্পী ৰাৱণে বলেৰে এওঁক ধৰি আনিব পাৰিছিল। যি দিন ধৰি ৰাৱণে এওঁক আনিছে, সেই দিনৰপৰা আজিকোপৰ্যন্ত তোমাৰ বিৰহত দুখে বেজাৰে জৰ্জ্জৰিত হৈ তোমা-কেহে ধ্যান কৰি নিৰ্জ্জনত দিন নিয়াইছিল। এওঁক ৰাৱণে অশোক বনত বন্দী কৰি থৈছিল, এওঁৰ ওচৰত নিজৰ আপোন বুলিবলৈ কোনো নাছিল। ভয়ঙ্কৰী ৰাক্ষসীবিলাকে পালি-পহৰিয়া হৈ এওঁক দিনে-ৰাতিয়ে ৰাখি আছিল, সেই অৱস্থাতো এওঁৰ চিত্ত তোমাতেহে অনুৰক্ত আছিল, তোমাৰ বাহিৰে কাকো এওঁ মনত ঠাই দিয়া নাছিল। এওঁক অনেক প্ৰকাৰে ডাবি-হুকি দি, ভয় খুৱাই আৰু প্ৰলোভন দেখুৱাই থকাতো এওঁ কোনোমতেই ৰাৱণক গ্ৰাহ্য নকৰিলে, কাৰণ এওঁৰ অন্তৰাত্মা তোমাতেহে মাথোন আসক্ত। এওঁৰ অন্তকৰণ বিশুদ্ধ, এওঁ নিষ্পাপা। এতেকে, মই তোমাক আজ্ঞা, কৰিছোঁ, তুমি এওঁক গ্ৰহণ কৰা, তুমি আৰু মনলৈ কোনো সন্দেহ নানিবা।"

অগ্নিদেৱৰ এই কথা শুনি ধৰ্ম্মাত্মা ৰামে ক'লে, "সীতাক শান্তী বুলি মই ভাল মতে জানো কিন্তু তেওঁ বহুকাল ৰাৱণৰ অন্তেষপুৰত বাস কৰিছিল, এই নিমিত্তে লোকৰ আগত তেওঁৰ পবিত্ৰতাৰ পৰীক্ষা হোৱা নিতান্ত আৱশ্যক। মই যদি পৰীক্ষা নকৰাকৈ জানকীক গ্ৰহণ কৰো, তেন্তে লোকে ক'ব যে দশৰথৰ পুতেক ৰাম কামুক আৰু নিৰ্বোধ। জনক জীয়ৰী মৈথিলী যে চিৰকাল মোতেহে অনুৰক্ত, তেওঁ যে সতী, এই কথা মোৰ সুন্দৰকৈ জনা আছে। এতিয়া এই পৰীক্ষাত সকলোৱে জানিলে যে সীতাৰ কোনো পাপ নাই। এই বিশালাক্ষীক তেওঁৰ নিজৰ পাতিব্ৰত্য তেজেই ৰক্ষা কৰি আছিল। ৰাৱণৰ সাধ্য কি যে এওঁৰ ওপৰত অত্যাচাৰ কৰে? মই নিশ্চয় জানো যে প্ৰদীপ্ত অগ্নিশিখাৰ নিচিনা জানকীক ৰাৱণে মনেদিও ধৰিব পৰা নাছিল। সূৰ্যৰ প্ৰভাৰ দৰে এই সীতাও মোৰপৰা বেলেগ

নহয়। সি যি হওক তেওঁ সকলোৰে সাক্ষাতত নিজৰ বিশুদ্ধতা জ্ঞাপন কৰিলে। এতিয়া মই আপোনাৰ হিতোপদেশ শিৰোধাৰ্য কৰি সীতাক সম্বৰণ কৰিম ” এই বুলি বিজয়ী ৰামচন্দ্ৰই সীতা দেৱীক সাদৰেৰে গ্ৰহণ কৰিলে। বহু দিনৰ বিৰহৰ পাছত প্ৰিয়া-সম্মিলনত ৰাম আকৌ সুখী হ'ল। তেতিয়া আকাশৰপৰা দেৱতাসকলে তেওঁলোকৰ মূৰত ফুল বৰষিবলৈ ধৰিলে। আকাশত দেৱ-বাদ্য দুন্দুভিৰ শব্দ শুনা গ'ল। শচী যেনেকৈ দেৱৰাজ ইন্দ্ৰৰ কাষত শোভা পায়, তেনেকৈ তেজ-ময়ী সীতাও মহাবল ৰামচন্দ্ৰৰ লগত মিলি অপৰূপ শোভা পালে। ৰাক্ষস আৰু বান্দৰ আদি সক-লোৱেই এই মিলন দেখি মহা আনন্দত জয় ধ্বনি কৰি থলক লগালে। ৰাক্ষসীবিলাকেও উলাহত উৰুলী দিলে। সীতাই ইমানবিলাক বিপদ-বিঘিনি পাৰ হই অৱশেষত দেৱদুৰ্লভ স্বামীৰ পবিত্ৰ চৰণ তলত আকৌ আশ্ৰয় পাই আনন্দত বিভোল হৈ কিছুমান পৰলৈ কোনো কথাকে ক'ব নোৱাৰিলে। তেওঁ প্ৰিয়তম প্ৰাণনাথে তেওঁক যি কঠোৰ ব্যৱহাৰ কৰিছিল, তেওঁ তাক একেবাৰে পাহৰি পেলালে। অতীতৰ দুৰ্ঘটনাবিলাক তেওঁৰ মনত সপোনৰ নিচিনা বোধ হ'ল। *

* আলোচনী, শাওন ১৮৩৯, ৮ম বছৰ ১০ম সংখ্যা।

## চতুৰ্দশ আধ্যা

ৰামে অযোধ্যা এৰিবৰ চৈধ্য বছৰ হৈ গ'ল। তেওঁৰ বনবাসৰ দিন উকলিল, পিতৃ-সত্য পালন কৰা হ'ল। সেই দেখি তেওঁ, সীতা, লক্ষ্মণ আৰু মিত্ৰবিলাকেৰে সৈতে অযোধ্যালৈ উভতি যাবলৈ মন মেলিলে। ৰাক্ষসৰাজ বিভীষণে পুষ্পক ৰথ আনি তেওঁক দিলেহি। ৰামে সেই হিৰণ্ময় মনো-গামী দিব্য বিমানত আগেয়ে সীতাক তুলি পাছে নিজে উঠিল। তেওঁৰ পাছতে লক্ষ্মণ উঠিল। পাছে বান্দৰ বীৰসকলেৰে সৈতে সুগ্ৰীৱ আৰু পাত্ৰমন্ত্ৰী-সকলেৰে সৈতে বিভীষণো ৰথত উঠিল। ৰথৰ ভিতৰত অলেখ সুন্দৰ খোঁটালী আছিল। ৰাম আৰু জানকী সন্মুখ ফালৰ এটা নিৰ্জন খোঁটালীত বহিল। সকলোবিলাক উঠিলত ৰামৰ আদেশ মতে সেই শৈলশিখৰাকৃতি হংসযুক্ত বিমান মহাশব্দেৰে আকাশতে উঠিল আৰু বায়ুবেগে যাবলৈ ধৰিলে। ৰামে সীতাক পৃথিৱীৰ নানা দৃশ্য আঙুলিয়াই দেখুৱাই যাবলৈ ধৰিলে। তেওঁ আকাশৰ ওপৰৰ পৰা ত্ৰিকূট পৰ্বতৰ ওপৰত থকা লঙ্কাপুৰীখন সীতাক দেখুৱালে, সমৰ-ভূমিৰ ঠাইখনো সীতাক চিনাই দিলে, সুবেল পৰ্বতত যি কোঁঠ মাৰিছিল তাকো দেখুৱালে।

"বিষম গহন, সাগৰ দেখাহঁা,
যাৰ নলক্ষিয়া পাৰ।
মন্দৰ সদৃশ, ঢেউ সব ৰাজে
স্বৰ্গসম একাকাৰ॥
আমাৰ কীৰ্ত্তিক, দেখিয়োক সীতা,
সাগৰে বান্ধিলোঁ সেতু।
এই পথে সব, সৈন্য পাৰ ভৈলা,
তোমাৰ কাৰ্যৰ হেতু॥
আমাৰ সেনাৰ কাঠগড়া দেখা,
বহল সাগৰ তীৰে।
এহিতো ঠাৱত, দৰশন ভৈলোঁ,
মিত্ৰ বিভীষণ বীৰে॥
কিষ্কিন্ধা নগৰী, দেখাহাঁ সুন্দৰী,
কৰিলোঁ অশক্য কায।
একপাট শৰে, বালীক বধিলোঁ,
সুগ্ৰীৱক দিলোঁ ৰাজ॥
ঋষ্যমূখ্য গিৰি, দেখাহাঁ জানকী,
পম্পা সৰোবৰ তীৰে।
তোমাক খোজন্তে, দৰশন এথা,
ভৈলোঁ হনুমন্ত বীৰে॥

সুগ্ৰীৱ সহিতে, পৰ্বত উপৰে,
আমাৰ ভৈল সখিত্ব ।
এহিতো থানত, দৰশন আৰো,
অথান্তৰ বিপৰীত ॥
কৰন্ধাসুৰৰ, বাহুক ছেদিলোঁ,
তাহাক মাৰি পেলাইলোঁ ।
এহিতো থানত, জটায়ু বীৰক,
আমি দৰশন পাইলোঁ ॥
কদলী বনক, দেখিয়োক সীতা,
জ্বলিলা শোকে আমাক ।
ঋষি বেশ ধৰি, ইঠাইত ৰাৱণে,
হৰিয়া নিলে তোমাক ॥
হেৰ বনখান, দেখিয়ো ইঠাৰে,
অশেষ কৰিলোঁ ৰণ ।
চৌদ্ধয় হাজাৰ, ৰাক্ষস মাৰিলোঁ,
ত্ৰিশিৰা খৰদূষণ ॥"

ৰামে সীতাক পঞ্চবটী বন, অগস্ত্য, শৰভঙ্গ, সুতীক্ষ আৰু অত্ৰি ঋষিৰ আশ্ৰম, চিত্ৰকূট পৰ্বত, সেই শ্যাম বট, পূণ্যসলিলা যমুনা আৰু গঙ্গা দৰ্শন কৰালে। সীতাই সেই সকলোকে ভক্তি ভাৱে প্ৰণাম কৰিলে। পাছে, বিমানখন চাওঁতে চাওঁতেই মহৰ্ষি ভৰদ্বাজৰ আশ্ৰমত উপস্থিত হ'ল। তেতিয়া সকলোটি ৰথৰ পৰা নামিল । ৰাম-লক্ষ্মণ আৰু সীতাই মহৰ্ষিক প্ৰণাম কৰিলে। মহৰ্ষিয়েও সকলোকে ভালমতে আদৰি সেই নিশা আশ্ৰমতে ৰাখিলে। হনুমন্তই ৰামৰ আদেশমতে আগবাঢ়ি নন্দী-গ্ৰামলৈ গৈ ৰজা ভৰতক ৰাম-লক্ষ্মণ আৰু সীতাৰ শুভাগমনৰ সম্বাদ দিলে। *

অযোধ্যাপতি ভৰতে হনুমন্তৰ মুখে শূৰ্পনখাৰ নাক-কাণ কটা, খৰ-দূষণৰ বধ, সীতা-হৰণ, বালী-ৰাৱণ-বধ, সীতাৰ অগ্নি-পৰীক্ষা আদি সকলো বৃত্তান্ত জানিবলৈ পাই, আৰু ৰাম, লক্ষ্মণ আৰু সীতা নিৰাপদে আহি প্ৰয়াগত থকা শুনি, আনন্দত অধীৰ হৈ হনুমন্তৰ ডিঙ্গিত সাৱট মাৰি ধৰিলে। তেওঁ তেতিয়াই ৰাজ্যব্যাপী আনন্দোৎসৱৰ ঘোষণা কৰিলে। বহুদিন শোক-ডাৱৰে ঢাকি থকা অযোধ্যাৰাজ্যত আকৌ আনন্দৰ পোহৰ পৰিল। ৰাতিৰ ভিতৰতে অযোধ্যাৰ আলি-পদূলিবিলাক সাৰি-পুচি, ফল-ফুল, লতা-বন, ফুলৰ-মালা, আথৈ আৰু বিচিত্ৰ পতাকাৰে সুশোভিত কৰা হ'ল। প্ৰজা সকলৰ ভিতৰত উলহ-মালহ লাগিল। তেওঁলোকে—

"সাজি মাজি পদূলি পদূলি কলে কল।
ৰত্ন-দীপ দিলে সুবৰ্ণৰ ঘটে জল ।।
লৱঙ্গ মালতীমালা সুগন্ধক কহে ।
সুৰভি শীতল অনুকূলে বায়ু বহে ॥
সুগন্ধি চন্দনে সুবাসিত দশোদিশ ।
কৌতূহলে লোকৰ লাগিল উসমিস ॥"

ৰাতি পুৱালত চাৰিওফালে মঙ্গলৰ বাজনা বাজিবলৈ ধৰিলে। ক্ৰমে ক্ৰমে প্ৰজাসকলে অতি উলাহেৰে নন্দীগ্ৰামৰ ফালে খোজ ললে।

"লাসবেশ কৰি নৰ-নাৰী সমুদায়।
ৰাম আসিবাৰ শুনি আথেবেথে যায়।"

নন্দীগ্ৰাম লোকে লোকাৰণ্য হ'ল। ভৰতে তেওঁৰ আগৰ তাপসবেশেৰেই ৰামৰ পানৈয়ুৰি মূৰত তুলি লৈ ৰাজ্যৰ প্ৰধান প্ৰধান লোকসকলেৰে সৈতে প্ৰাণাধিক ককায়েকক আগবঢাই আনিবলৈ গ'ল। অযোধ্যাৰ অসংখ্য প্ৰজা তেওঁলোকৰ পাছে পাছে ততাতৈয়াকৈ লব ধৰিলে । পাছে ৰামৰ দিব্য ৰথ আকাশত দেখা গ'ল । হনুমন্তই প্ৰথমতে দেখা পাই "সৌৱা, পুষ্পকৰথত ৰাম আহিছে" বুলি যেই কবলৈহে পালে, তেতিয়াই প্ৰজাসকলে একে থিৰে ৰামৰ ফালে চাই গিৰ্জনি মাৰি জয়ধ্বনি কৰিবলৈ ধৰিলে । সুমেৰু-শিখৰত সূৰ্যৰ দৰে পুষ্পক-বিমানত ৰামচন্দ্ৰ শোভা পাইছিল। চাওঁতে

* আলোচনী, ৮ম বছৰ ১০ম সংখ্যা। আলোচনীৰ আধ্যা ইমানতে শেষ হৈছে। পাছৰখিনি আনন্দচন্দ্ৰ আগৰৱালাৰ পাণ্ডুলিপিৰ পৰা অনা—সম্পাদক।

চাওঁতেই ৰথখন আহি ওচৰ পালেহি। ৰামে ৰথৰ ওপৰৰ পৰাই হৰিষ মনেৰে প্ৰজাসকলক চাবলৈ ধৰিলে। ভৰতে ৰামৰ ফালে চাই কৃতাঞ্জলি হৈ স্বাগত প্ৰশ্ন কৰিলে। ভৰতক খোজ কাটি অহা দেখি ৰামে পুষ্পকক মাটিত পৰিবলৈ আদেশ কৰিলে। তত্তালিকে পুষ্পক মাটিত পৰিল। তেতিয়া ভৰতে ৰথত উঠি পাদ্য আৰু অৰ্ঘ্যাদিৰে দণ্ডৱৎ হৈ ৰামক পূজা আৰু সেৱা কৰিলে। ৰামেও বহুদিনৰ মূৰত অতি স্নেহৰ ভায়েকক দেখা পাই সাৱট মাৰি ধৰি কোলাত তুলি ললে। পাছে ভৰতে সীতাদেৱীৰ ওচৰলৈ গৈ তেওঁক সেৱা কৰিলে আৰু প্ৰণত লক্ষ্মণকো সাদৰ সম্ভাষণ কৰিলে। তাৰ পিছত তেওঁ এজন এজনকৈ, সুগ্ৰীব অঙ্গদ, বিভীষণ আদিকো আলিঙ্গন কৰিলে। ৰামে শোক তাপিতা জননী কৌশল্যাদেৱীৰ ওচৰত উপস্থিত হৈ তেওঁৰ চৰণ বন্দনা কৰিলে, সুমিত্ৰা, কৈকেয়ী আৰু আন আন মাতৃসকলকো সেৱা কৰিলে। পাছে তেওঁ পুৰোহিতৰ ওচৰলৈ গ'ল। সেই সময়তে প্ৰজাসকলে হাতযোৰ কৰি কবলৈ ধৰিলে "হে মহাবাহো ৰামচন্দ্ৰ, আপোনাৰ মঙ্গল হওক।" ভৰতে মূৰতকৈ অনা খৰমযুৰি নিজে ৰামৰ ভৰিত পিন্ধাই দি কলে, "আৰ্য, আপুনি মোৰ আইৰ মান ৰাখি যি ৰাজ্য মোক গতাই দি গৈছিল, আজি মই সেই ৰাজ্য আপোনাক ঘুৰাই দিলোঁ, আজি মোৰ জন্ম সাৰ্থক আৰু মনোবাঞ্ছা পূৰ্ণ হ'ল, কিয়নো, অযোধ্যাৰাজক মই আকৌ অযোধ্যালৈ উলটি অহা দেখা পালোঁ, এতিয়া আপুনি ধন ভঁৰাল, অস্ত্ৰাগাৰ, খাৰ-ঘৰ, কাৰেং, ফুলনি, সৈন্য-সামন্ত, সকলোকে চাই লওক। আপোনাৰ তেজোবলেৰে মই সকলো বিভৱ দহগুণে বঢ়াব পাৰিলোঁ।" ৰামলৈ ভৰতৰ এনেকুৱা ভক্তি দেখি আৰু তেওঁৰ কথা শুনি সকলোৱে আনন্দতে কান্দি পেলালে। ৰামে হৰিষত ভৰতক কোলাত লৈ সসৈন্যে ভৰতৰ ঘৰলৈ গ'ল। তাতে চাৰিও ভায়েকে সুনিপুণ নাপিতৰ হতুৱাই নিজৰ নিজৰ জটবোৰ কটাই পেলালে, আৰু স্নান কৰি ৰাজঅলঙ্কাৰ আৰু পোছাক পিন্ধিলে। সীতাক শাহুৱেকসকলে গা ধুৱাই, চুলি আঁচুৰি বহুমূলীয়া ৰত্নালঙ্কাৰ আৰু দিব্যসাজপাৰ পিন্ধাই দিলে। পাছে, সাৰথি সুমন্ত্ৰই ৰথ আনিলে। ৰামচন্দ্ৰই সেই ৰথত উঠি দেৱৰাজ ইন্দ্ৰৰ দৰে অযোধ্যালৈ যাত্ৰা কৰিলে। ভৰতে ৰথৰ ৰশ্মি আৰু শত্ৰুঘ্নই ছত্ৰ ধৰিলে। লক্ষ্মণে ৰামৰ মূৰৰ ওপৰত শুকুলা চোৰঁৰেৰে বিছি বিছি গ'ল। তেওঁলোকৰ পাছে পাছে আন আন লোক সকলো মহা আড়ম্বৰেৰে অযোধ্যালৈ গ'ল। বিপুল শঙ্খ, প্ৰজাসকলৰ আনন্দ আৰু দুন্দুভি-ধ্বনিৰে সৈতে ৰামচন্দ্ৰ অযোধ্যাপুৰীত সোমাল। অযোধ্যাৰ লোকসকলে তেওঁক আৰু সীতাদেৱীক ৰত্ন-সিংহাসনত বহুৱাই যথাবিধি অভিনন্দন কৰিলে। পাছে মহৰ্ষি বশিষ্ঠ, বিজয়, জাবালি, কাশ্যপ, কাত্যায়ন, গৌতম, আৰু বামদেৱ,এওঁলোকে ৰামচন্দ্ৰক অভিষেক কৰালে। বশিষ্ঠদেৱে ৰামৰ মূৰত ৰাজমুকুট পিন্ধাই দিলে। অযোধ্যাত মহামহোৎসৱ হ'ল। সেই সময়ত পৃথিৱী, শস্যৱতী গছবিলাক, ফলৱন্ত আৰু ফুলবিলাক সুগন্ধি হৈ উঠিল। ৰামে অনেক দান-দক্ষিণা কৰিলে। কোনো ব্ৰাহ্মণ বা কোনো দৰিদ্ৰ লোক তেওঁৰ দানৰ পৰা বঞ্চিত নহল। তেওঁ সীতাদেৱীক এধাৰ জোনবৰণীয়া মুক্তাহাৰ উপহাৰ দিলে। সীতাই হনুমন্তৰ উপকাৰ সুঁৱৰি সেই মুক্তাহাৰ নিজে নিপিন্ধি স্বামীৰ সন্মতি লৈ হনুমন্তক দান কৰিলে। বীৰ বৰ হনুমন্তই সীতাৰ এই প্ৰীতিদানত পৰম পৰিতোষ লাভ কৰিলে।

অভিষেক হৈ গ'লত সুগ্ৰীৱ আদি বানৰসকলে ৰামৰপৰা বিদায় লৈ কিষ্কিন্ধ্যালৈ উভতি গ'ল। হনুমন্ত ৰামৰ লগত অযোধ্যাতে থাকিল। ৰাক্ষসৰাজ বিভীষণেয়ো তেওঁৰ লগৰ পাত্ৰমন্ত্ৰী আদিৰে সৈতে লঙ্কালৈ যাত্ৰা কৰিলে। ৰামে ৰাজ্যভাৰ গ্ৰহণ কৰি লক্ষ্মণক যুৱৰাজ পাতিব খুজিলে।

কিন্তু লক্ষ্মণ কোনো মতেই মান্তি নোহোৱাত ৰামে ভৰতক যুৱৰাজ পাতিলে।

ধাৰ্মিক ৰামে পুত্ৰৱতে প্ৰজাপালন কৰিবলৈ ধৰিলে। তেওঁৰ ৰাজত্বত প্ৰজাসকল ধৰমী, নীৰোগ আৰু সুখী হ'ল, দেশত চোৰ, ডকাইত আৰু ঠগ্ নোহোৱা হ'ল, মিছালি, বেশ্যালি, ফাকতি লোপ পালে, গাঁৱে গাঁৱে দেৱালয়, বিদ্যালয়, জলাশয়, দৰৱ শালি আৰু আলহি-ঘৰ স্থাপিত হ'ল, বনৰীয়া হিংসুক জন্তুৰপৰা ভয় নাইকিয়া হ'ল, ৰাজ্যৰ ভিতৰত অনেক আলি, দলং হোৱাত গতায়তৰ সুবিধা বাঢ়িল, অতি-বৃষ্টি বা অনাবৃষ্টি নোহোৱা হ'ল, মেঘে ইচ্ছামতে বৰষিবলৈ ধৰিলে, পথাৰত প্ৰচুৰ শস্য হবলৈ ধৰিলে, জ্ঞান, বিজ্ঞান, সঙ্গীত, কৃষি, শিল্প, বানিজ্য এই সকলোৰে উন্নতি হবলৈ ধৰিলে, প্ৰজাসকলে পৰম সুখ-শান্তিৰে নিজৰ নিজৰ বৃত্তি আচৰণ কৰি দিন নিয়াবলৈ ধৰিলে।

ৰামে অনেক মহাযজ্ঞৰ অনুষ্ঠান কৰিলে। তেওঁক অভিনন্দন কৰিবৰ নিমিত্তে নানা দেশৰপৰা অনেক ঋষি তেওঁৰ ৰাজসভালৈ আহিল। তেওঁলোকে ৰামৰ পূজাৰ্চ্চনাত সন্তুষ্ট হৈ তেওঁক ৰাৱণাদি ৰাক্ষসসকলৰ অদ্ভুত জন্ম-কথা শুনালে। পাছে মহাৰাজ ৰামচন্দ্ৰই ঋষিসকলক, আৰু ৰাজৰ্ষি জনক, কাশীৰাজ, কেকয়ৰাজ আদি ৰজাসকলক বিদায় দি ৰাজকাৰ্যত বিশেষকৈ মন দিলে। তেওঁ অনেক ৰকমে প্ৰজাসকলৰ শ্ৰীবৃদ্ধিসাধন কৰি এদিন সীতাক লগত লৈ তেওঁ অশোক-বনলৈ গ'ল।

## পঞ্চদশ অধ্যায়

এই অশোক-বন এখন মনোহৰ পুষ্প কানন, নানা তৰহৰ সুন্দৰ গছ, বন আৰু লতা কুঞ্জেৰে সুশোভিত, কোনো কোনো গছ-লতা বাৰমহীয়াকৈ ফুলি থাকে। কোনো কোনো গছ-লতাৰ পাতবোৰ সোণ বৰণীয়া। কোনো কোনোৰ পাত জুইৰ শিখি নাকৈ জিলিকে, তাত কত প্ৰকাৰৰ হাজাৰে হাজাৰে লাখে লাখে, ফুল ফুলি আৰু সৰি দশোদিশ সুগন্ধত আমোল মোল হৈ থাকে, ফুলৰ ওপৰত কলীয়া ভোমোৰা আৰু ফুটুকা-ফুটুকি পখিলাবিলাক উৰি ফুৰে, গছৰ ডালে ডালে আৰু লতা-কুঞ্জত পৰি নানা ৰকমৰ ধুনীয়াধুনীয়া চৰাইবিলাকে গুৱলা মাতেৰে আবাও কৰি থাকে। কাননৰ মাজেদি এখন ৰূপহী সৰু নৈ কুল্ কুল্ সুৰে ঘুৰি-পকি বৈ গৈছে, সেই নৈত নাও খেলাব পাৰি, নৈখনত সোণ ৰূপৰ নিচিনা মাছবিলাকে কমাই ফুৰে, চিকুণ চাম হেঙ্গুল হাইতাল খুউৱা, আৰু টিঙ্গত সোণ খটোৱা নাও-বিলাক ঠায়ে ঠায়ে পাৰত বন্ধা আছে। ঠায়ে ঠায়ে বিলৰ নিচিনা সুন্দৰ দীৰ্ঘিকাবিলাক নিৰ্মল পানীৰে পৰিপূৰ্ণ হৈ আছে। সেইবিলাক দীৰ্ঘিকাৰ চাৰিও পাৰ শিলেৰে বন্ধোৱা। সোপানবোৰ স্ফটিকেৰে সজা। সকলো দীৰ্ঘিকাতেই কমল, কুমুদ আৰু নানা-বিধ মাছ আছে, আৰু ৰাজহাঁহ, পানী হাঁহ, শৰালি, ডাউক আদি চৰাইবিলাক চৰি থাকে, পাৰে পাৰে সুন্দৰ স্ফটিকৰ আলি আৰু আলিৰ দুয়োকাষে শাৰী শাৰী মনোমোহা ফুলৰ গছ, লং, দালচেনি, ইলাচি আদি সুগন্ধি মচলাৰ গছো আছে, ঠায়ে ঠায়ে বহিবলৈ আসনো আছে। গোটেইখন কাননক চাৰিওফালে প্ৰাচীৰে বেঢ়ি আছে, কাননৰ ভিতৰত নিমজ সেউজীয়া দলিচাৰ নিচিনা ঘাঁহনিত নানা তৰহৰ ফুল সৰি থাকি নীলাকাশত তৰাবিলাকৰ দৰে তিৰ্বিৰাই থাকে। ঘাঁহনিৰ মাজে মাজে স্ফটিকেৰে সজা অপ্সৰাৰ প্ৰতিমূৰ্তি, অপ্সৰাৰ মুখেদি ফিৰ্ ফিৰ্ কৰি পানী ওলাই আকাশলৈ পানী-গছা উঠি পৰি যায়। ৰামে সীতাৰে সৈতে হাতত ধৰাধৰিকৈ এই মনোহৰ অশোক বনৰ শোভা চাই চাই এটি লতাঘৰত সোমাই কিছুপৰ বহিল। তাৰ পাছত তেওঁলোক দুয়ো সেই কাননৰ ভিতৰত থকা প্ৰমোদ ঘৰলৈ গ'ল আৰু তাতে হাইচ্ লাইচ্ কৰি ভালে-মান দিন পৰম সুখে থাকিল। পাছে, এদিন ধৰ্মাত্মা

ৰামচন্দ্ৰই সীতাৰ গাত গৰ্ভলক্ষণ দেখা পাই অপাৰ আনন্দ লাভ কৰিলে। তেওঁ সীতাক ক'লে, "জানকি, তোমাৰ গাত মই গৰ্ভৰ সকলো চিন দেখা পাইছোঁ, এতিয়া এই গা-ভাৰী অৱস্থাত তোমাৰ কি ইচ্ছা মোক কোৱাঁ, তুমি যিহকে খুজিবা মই তাকে দিম।" সীতাই লাজত তলমূৰ কৰি মৃদু হাঁহিৰে ক'লে, "প্ৰাণেশ্বৰ, এই সময়ত মোৰ এবাৰ পবিত্ৰ তপোবন-বিলাক চাই আহিবলৈ বৰ ইচ্ছা হৈছে। গঙ্গাৰ পাৰত থকা তেজস্বী ফলমূলাহাৰী ঋষিসকলৰ তপোবনত গৈ অন্ততঃ এৰাতি থাকিবলৈ পালেও মোৰ মনৰ হেঁপাহ পলায়।" ৰামে জানকীৰ এই সৰল আগ্ৰহপূৰ্ণ প্ৰাৰ্থনা শুনি ক'লে, "বৈদেহি, তুমি কালিলৈয়ে তপোবনলৈ যাত্ৰা কৰিব পাৰিবা, কোনো সংশয় নাই।" ৰামে এই কথা কৈ সীতাক অন্তেষপুৰলৈ পঠাই দি নিজে চ'ৰা-ঘৰলৈ গ'ল।

ৰামে চ'ৰা-ঘৰত বহি তেওঁৰ বন্ধু-বান্ধৱসকলেৰে সৈতে নানা বিষয়ৰ আলাপ কৰিবলৈ ধৰিলে। বিজয়, মধুমত্ত, মঙ্গল, ভদ্ৰ আদি বন্ধুসকলে নানা ৰকমৰ হাঁহি উঠা টেটুকুটীয়া কথা উলিয়াই তেওঁৰ মনত ৰং লগালে। পাছে কথা প্ৰসঙ্গত ৰামে ক'লে, "ভদ্ৰ, মোৰ, সীতাৰ, ভৰতাদিৰ বা মাতৃসকলৰ সম্বন্ধে প্ৰজাসকলে কি কোৱা মেলা কৰে, মই জানিব খোজোঁ, মোক কোৱাঁচোন। ৰজা সুবিচাৰক নহলে তেওঁ সকলোৰে ওচৰত নিন্দনীয় হয়।" ৰামৰ কথা শুনি ভদ্ৰই হাত যোৰ কৰি, ক'লে "মহাৰাজ, নগৰীয়াসকলে অনেক ভাল কথাহে কৈ থাকে, বিশেষকৈ আপুনি সাগৰত সেতু বান্ধি ৰাৱণক বধ কৰি সীতাক উদ্ধাৰ কৰি অনাৰ বিষয়েহে প্ৰজাসকলে অনেক কথন-মথন কৰি থাকে।" ৰামে ভদ্ৰৰ এই কথা শুনি, "কোনো কথা নুলুকাই, প্ৰজাসকলে আমাৰ সম্বন্ধে কোৱা ভাল বেয়া যি যি কথা শুনিছা সেই সকলো কথা মোৰ আগত কোৱাঁ, প্ৰজাসকলৰ মুখৰ পৰা ওলোৱা ভাল-বেয়া সকলো কথা শুনিবলৈ পালে মই তেওঁলোকৰ হিত সাধন কৰিব পাৰিম। নগৰত বা গাঁৱত প্ৰজাসকলে আমাৰ যদি কোনো অন্যায় কাৰ্যৰ কথা গল্প-গপা কৰে, তেন্তে তুমি তাত দুখিত নহৈ নিৰ্ভয় মনেৰে সেই সকলো কথা মোক বিশ্বাসত ক'ব লাগে। তেনেহলে মই অন্যায়ৰ প্ৰতিকাৰ কৰিব পাৰিম।" ৰামৰ কথা শুনি ভদ্ৰই হাত যোৰ কৰি ক'লে, "মহাৰাজ, বাটে-ঘাটে, হাট-বজাৰে, হাবিয়ে-পথাৰে নগৰীয়াবিলাকে যি যি ভাল-বেয়া কথা কৈ ফুৰে, মই বাৰু কওঁ শুনক। তেওঁলোকে আলাপত ইয়াকে কয় যে ৰামে অতি অদ্ভুত দুষ্কৰ কাম কৰিলে, সাগৰত সেতু-বন্ধ আমাৰ পূৰ্বপুৰুষসকলে কি দেৱতা, কি দানৱ কোনেও কেতিয়াও শুনা নাছিল, ৰামে দুৰ্জয় ৰাৱণক সসৈন্যে বিনাশ কৰিলে আৰু বান্দৰ, ভালুক ও ৰাক্ষসবিলাককো নিজৰ বশ কৰি পেলালে। ৰামে সমুখ সংগ্ৰামত ৰাৱণক সংহাৰ কৰি সীতাক উদ্ধাৰ কৰিলে, এতেকে ৰামৰ সমান বীৰ কোন আছে? কিন্তু ৰাৱণে যে সীতাৰ হাতত ধৰিছিল, সেইবাবে তেওঁ অলপো কুপিত নহৈ হেলাৰঙ্গে সীতাক আনি ঘৰ সুমালেহি, ৰাৱণে হেনো সীতাক বলেৰে টানি নি কোলাত বহুৱাইছিল, এনে স্থলতো ৰামৰ মনত সীতাসম্ভোগৰ সুখ কেনেকৈ জন্মিল? ৰাৱণে সীতাক লঙ্কাপুৰীলৈ লৈ গৈ তেওঁৰ অশোক-বনত বন্দিনী কৰি থৈছিল আৰু তাত ৰাক্ষসীবিলাকে ৰখি আছিল, তথাপি সীতালৈ ৰামৰ ঘিণ নালাগিল কিয়? এতিয়াৰ পৰা আমিও তিৰোতাৰ অপৰাধ সহি থাকিম, কাৰণ, ৰজাই যি কৰে প্ৰজাইও তাকে ভাল বুলি অনুবৰ্তন কৰে। মহাৰাজ, প্ৰজাবিলাকে এইদৰে নানা কথা কোৱা-মেলা কৰি থাকে।"

ভদ্ৰৰ মুখে এনেকুৱা কথা শুনি ৰামে বৰ কাতৰ হৈ সকলো সুহৃদবিলাকক সুধিলে, "প্ৰজাবিলাকে আমাৰ সম্বন্ধে এইদৰে কোৱা মেলা কৰা সঁচানে?" তেতিয়া সকলোৱে মুৰ দোঁৱাই ৰামক প্ৰণাম কৰি ক'লে "প্ৰজাবিলাকে, এনেবিলাক কথাকে কোৱা

মেলা কৰা আমিও শুনিছোঁ।" ৰামে তেওঁলোকৰ কথা শুনি তলমূৰ কৰিলে।

ৰামৰ মূৰত আকাশী সৰগ ভাগি পৰিল। সীতাৰ সম্বন্ধে লোকৰ এনেকুৱা বিশ্বাস শুনি তেওঁৰ মনত অতিশয় সন্তাপ লাগিল। তেওঁ তেওঁৰ সমনীয়া বন্ধুসকলক বিদায় দি লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্নক মাতি আনিবৰ কাৰণে দুৱৰীক আদেশ কৰিলে। তেওঁ নিজক অতি দুৰ্ভগীয়া বুলি ভাবি বেজাৰত চকুলো টুকিবলৈ ধৰিলে। পতিব্ৰতা জানকীৰ চৰিত্ৰ যে পৱিত্ৰ সেই কথা তেওঁ-জনা আছে। কিন্তু ওপৰৰ চকুৱা প্ৰজাসকলে যে সেই সীতাৰ মহত্ত্ব বুজিব নোৱাৰি তেওঁৰ চৰিত্ৰত কলঙ্ক সানিছে সেই বাবে তেওঁৰ মনত বৰ বিষাদ লাগিল। হাঁয়, এই কলঙ্ক কেনেকৈ মচা যাব? ৰামে চকুৰে ধুঁৱলী-কুঁৱলী দেখিবলৈ ধৰিলে। গোটেইখন সংসাৰ তেওঁৰ মনত আন্ধাৰ বোধ হ'ল। ৰামচন্দ্ৰই কুক্ষণত প্ৰজাপালনৰূপ কঠোৰ ব্ৰত ধাৰণ কৰিছিল। ৰাজ্যৰ অধিপতি হলে যথাযোগ্যমতে প্ৰজাপালন কৰিব লাগিব। প্ৰজাক সুখী কৰা ৰজাৰ ধৰ্ম। প্ৰজাৰ সুখতহে ৰজাৰ সুখ। এতিয়া প্ৰজাক সুখী কৰিবলৈ হলে পতিপ্ৰাণা সীতাক বিনা অপৰাধত পৰিত্যাগ কৰাৰ বাহিৰে নো কি উপায় আছে? কিন্তু ৰামে কোন প্ৰাণেৰে নো সেই পতিব্ৰতা শান্তি সীতাক বিসৰ্জন কৰিব? ৰামে সেই স্নেহৰ প্ৰতিমা প্ৰিয়তম জানকীক বিসৰ্জন কৰি কেনেকৈ জীয়াই থাকিব? হাঁয়! এই সময়ত ৰামৰ মৃত্যু নহল কিয়? ৰামৰ মনত নানা চিন্তাৰ ঢৌৱে থৌকি-বাথৌ লগাবলৈ ধৰিলে। ৰামে সীতাৰ শোকত বিহ্বল হৈ হুক্ হুক কৰে কান্দিবলৈ ধৰিলে। এনেতে দিব্যকান্ত কোঁৱৰ ভৰত, লক্ষ্মণ আৰু শত্ৰুঘ্ন আহি উপস্থিত হ'ল। তেওঁলোকক সাৱট মাৰি ধৰি নি আসনত বহুৱাই কলে, "তোমালোকৰ কুশল হওক, তোমালোকক মই যি আদেশ কৰিম তাক পালন কৰিবা। মোৰ ইচ্ছাত ব্যাঘাত নজন্মাবা।" এই কথা কৈ ৰামে সীতাৰ অপবাদৰ বিষয়ে প্ৰজাসকলে কোৱা কথাবিলাক ভায়েকহঁতৰ আগত ক'লে। তেওঁ লক্ষ্মণলৈ চাই কলে, "লক্ষ্মণ, মই মহাত্মা ইক্ষাকুসকলৰ বংশত জন্মলাভ কৰিছোঁ, সীতাও মহামতি জনকৰ পৱিত্ৰ বংশত উপজিছে। বিজন দণ্ডকাৰণ্যৰ পৰা ৰাৱণে কেনেকৈ সীতাক হৰি নিছিল আৰু মইও কেনেকৈ ৰাৱণক বধ কৰি সীতাক উদ্ধাৰ কৰি আনিছিলোঁ, তোমাৰ জনা আছে। তেতিয়াই মই ভাবিছিলোঁ, সীতা বহুদিন ৰাক্ষসৰ ঘৰত আছিল, তেওঁক নো মই কেনেকৈ গ্ৰহণ কৰোঁ। পাছে সীতাই আমাৰ বিশ্বাসৰ নিমিত্তে আমাৰ আগতে জুইৰ মাজত সোমাইছিল। তেতিয়া দেৱতাসকলে সীতাক নিষ্পাপিনী বুলি কৈছিল। মোৰ অন্তৰাত্মায়ো সীতাক শান্তি সুচৰিত্ৰা বুলি চিৰকালেই জানে। সেইবাবে মই সীতাক লৈ অযোধ্যালৈ আহিলোঁ। কিন্তু এতিয়া প্ৰজাসকলৰ মুখে এই ঘোৰ অপবাদৰ কথা শুনি মোৰ হৃদয় বিদীৰ্ণ হৈছে। সংসাৰত কীৰ্তি পূজনীয়, অকীৰ্তি নিন্দনীয়। অপযশৰ বোজা মূৰত লৈ সকলোৰে নিন্দাৰ পাত্ৰ হৈ জীয়াই থকাতকৈ মৰাই ভাল। লক্ষ্মণ, জানকীৰ কথা কি, মই অপবাদৰ ভয়ত নিজৰ জীৱন আৰু তোমালোককো পৰিত্যাগ কৰিব পাৰোঁ। এতিয়া ভাবি চোৱা, মই কি যে অকীৰ্তিৰূপ শোকসাগৰত পৰি ককবকাব লাগিছোঁ। মই জীৱনত কোনোদিন এনেকুৱা দুঃসহ যান্ত্ৰনা পোৱা নাছিলোঁ। এতেকে লক্ষ্মণ, তুমি কালিলৈ পুৱাতে সুমন্ত্ৰক কৈ ৰথ সজাই সেই ৰথত সীতাক তুলি লৈ যাবা আৰু দেশান্তৰত এৰি থৈ আহিবা। গঙ্গাৰ সিপাৰে তমসা নদীৰ পাৰত মহাত্মা বাল্মীকিৰ দিব্য আশ্ৰম আছে। তুমি সেই নিৰ্জন ঠাইত জানকীক বিসৰ্জন দি শীঘ্ৰে উলটি আহিবা, মোৰ আদেশ পালন কৰা। তুমি জানকীৰ সম্বন্ধে মোক একো নকবা, তেওঁৰ নিমিত্তে মোক কোনো অনুৰোধ নকৰিবা। তুমি এই বিষয়ে কোনো হকা-বধা কৰিলে মই বিষম বেজাৰ পাম। তোমালোকক মোৰ শপত দি কৈছোঁ তোমালোকে

এই বিষয়ে মোক কোনো কথাকে নকবা। এতিয়া যোৱা মোৰ কথামতে কাম কৰি মোৰ সন্মান ৰক্ষা কৰা। অলপ আগতে সীতাই মোক কৈছিল যে তেওঁ গঙ্গাৰ পাৰত থকা মুনিসকলৰ আশ্ৰমবিলাক দৰ্শন কৰিবলৈ যাব খোজে আৰু মইও তেওঁক পঠাম বুলি কৈছিলোঁ। এতিয়া তেওঁৰ সেই ইচ্ছা পূৰ্ণ হওক।" এইখিনি কথা কৈ ৰামে হুকহুককৈ কান্দিবলৈ ধৰিলে। পাছে চকুৰ পানী মচি হুমুনিয়াহ পেলাই ভায়েকসকলৰে সৈতে নিজৰ ঘৰলৈ গ'ল।

## ষোড়শ অধ্যায়

লক্ষ্মণৰ ৰাতি টোপনি নাহিল। তেওঁ ছাটি-ফুটি কৰি ৰাতিটো কটালে। ৰাতি পুৱালতে তেওঁ সুমন্ত্ৰক ৰজাৰ আদেশ জনাই সোনকালে ৰথ সজাবলৈ ক'লে। সুমন্ত্ৰই ৰথত ঘোঁৰা লগালে, আৰু সীতাৰ নিমিত্তে তাত এখন সুকোমল আসন পাৰিলে। তেতিয়া লক্ষ্মণে ৰাজভৱনলৈ গৈ সীতাৰ ওচৰত উপস্থিত হৈ কলে,— "দেৱি, আপোনাৰ প্ৰাৰ্থনামতে মহাৰাজে আপোনাক গঙ্গাৰ পাৰত থকা ঋষিসকলৰ আশ্ৰমলৈ লৈ যাবৰ কাৰণে মোক আদেশ কৰিছে, এতেকে আপুনি এতিয়াই যাত্ৰা কৰিব লাগে, মহাৰাজৰ আজ্ঞামতে আপোনাক মই ঋষিসকল থকা অৰণ্যলৈ লৈ যাম।" লক্ষ্মণৰ কথা শুনি সীতাৰ মনত বৰ ৰং লাগিল। তেওঁ আনন্দ মনেৰে নানা তৰহৰ মহামূলীয়া কাপোৰ আৰু অলঙ্কাৰৰ টোপোলা এটা বান্ধি লৈ লক্ষ্মণক কলে,— "বোপা মই ঋষিপত্নীসকলক এইবিলাক ধন-বস্তু দান কৰিম।" লক্ষ্মণে 'বাৰু' বুলি মুখেৰে কৈ মনে-মনে বৌৱেকৰ ভৱিষ্যত দুৰ্দশাৰ কথা ভাবি এটা হুমুনিয়াহ পেলালে। পাছে তেওঁ বৌৱেকক ৰথত তুলি অৰণ্যলৈ যাত্ৰা কৰিলে। ৰথ ঘৰ্-ঘৰ্ শব্দেৰে অতি বেগেৰে যাবলৈ ধৰিলে। এনেতে সীতাই লক্ষ্মণক কলে,— "বোপা, মই অমঙ্গল দৰ্শন কৰিছোঁ, মোৰ সোঁ চকুটো লৰিছে আৰু গাটো থক্-থক্ কৰে কঁপিছে, মোৰ হৃদয় মন যেন অৱসন্ন হৈ পৰিছে, মোৰ মনটো বৰ উকঙা লাগিছে। মুখটো শুকাইছে, চকুৰ আগত ধুৱঁলি-কুঁৱলী দেখিছোঁ, এই পৃথিৱীখন শূন্য যেন বোধ হৈছে। লক্ষ্মণ, কোৱাঁচোন, ককায়েৰা মহাৰজাৰ কোনো অমঙ্গল ঘটিছে নে কি? শাহুসকল ভালে আছে নে? নগৰৰ আৰু গাঁৱৰ সকলো প্ৰজা কুশলে আছেনে?" ইয়াকে কৈ সীতাই হাতযোৰ কৰি কাতৰভাৱে দেৱতাসকলক স্তুতি কৰিবলৈ ধৰিলে। পাছে, লক্ষ্মণেও সীতাক প্ৰণাম কৰি কলে,— "সকলো কুশলে আছে, আপুনি চিন্তা নকৰিব।" সেইদিনা ৰাতিটো তেওঁলোকে গোমতীৰ পাৰৰ আশ্ৰমত থাকি পাছদিনা দুপৰ বেলিকা পতিত-পাৱনী ভাগিৰথী গঙ্গাৰ পাৰত আহি উপস্থিত হ'ল। সিপাৰে ঋষিসকলৰ আশ্ৰম। লক্ষ্মণে গঙ্গাৰ পাৰ পাই শোকত বিহ্বল হৈ পৰিল, তেওঁ শোক দমাব নোৱাৰি হুক্-হুক্ কৰে কান্দিবলৈ ধৰিলে। লক্ষ্মণক এইদৰে কন্দা দেখি সৰলা সীতাই আচৰিত হৈ আথে বেথে সুধিলে,—"লক্ষ্মণ, তোমাৰ কি হৈছে? তুমি ইমানকৈ কান্দিছা কিয়? গঙ্গাৰ পাৰলৈ আহিবলৈ মোৰ বৰ হেঁপাহ, এতেকে এতিয়া আমাৰ আনন্দৰহে সময়, তুমি এই আনন্দৰ সময়ত কিয় শোক কৰিছাঁ? তুমি এনেকৈ কাতৰ নহবা, এতিয়া গঙ্গা পাৰ কৰি তপস্বীসকলক দৰ্শন কৰাব লাগে, মই তেওঁলোকক এইবোৰ বস্ত্ৰ আৰু অলঙ্কাৰ দান কৰি, মহৰ্ষিসকলক সেৱা কৰি আজি ৰাতি মাথোন আশ্ৰমত থাকি কালিলৈ আকৌ তোমাৰ লগত ৰাজধানীলৈ উলটিম। সেই পদ্মপলাশলোচন, পুৰুষোত্তম ৰামক শীঘ্ৰে দৰ্শন কৰিবৰ নিমিত্তে মোৰো মন উত্ৰাৱল হৈছে।" লক্ষ্মণে তেতিয়া চকুৰ পানী মচি নাৱৰীয়াবিলাকক মাতিলে। নাৱৰীয়াবিলাকে ততালিকে নাও আনি ঘাটত বান্ধিলে। সীতা আৰু লক্ষ্মণ নাৱত উঠিল। সুমন্ত্ৰই ৰথ আৰু ঘোঁৰা বান্ধি পাৰতে থাকিল। নাৱৰীয়াইতে সুকলমে তেওঁলোকক গঙ্গা পাৰ

কৰি দিলে। তেওঁলোকে সিপাৰ পাই বামলৈ উঠিল। তৎক্ষণে হাতযোৰকৈ থোকাথুকি মাতেৰে কান্দি কান্দি সীতাক কলে,—"দেৱি, ককাইদেৱ মহাৰাজে মোৰ হতুৱাই এই কাৰ্যটো কৰোৱাই মোক জগতৰ নিন্দাৰ পাত্ৰ কৰিলে, মোৰ হৃদয়ত যেন এপাত শেলেহে বিন্ধিছে, এনে কাৰ্যত নিযুক্ত হোৱাতকৈ মৃত্যু যন্ত্ৰণা আৰু মৃত্যুও এতিয়া মোৰ পক্ষে ভাল। আপুনি মোক ক্ষমা কৰক।" লক্ষ্মণক এইদৰে বিলাপ কৰা দেখি সীতাই বৰ ব্যাকুল হৈ কলে,— "লক্ষ্মণ, কি হৈছে, মই একো বুজিব পৰা নাই। তুমি সকলো কথা মোক ভাঙ্গি কোৱাঁচোন। তুমি ইমান ব্যাকুল হছা কিয়? ৰজাৰ কোনো অমঙ্গল হৈছে নেকি? বোপা, মই তোমাক ৰজাৰ শপত দি কৈছোঁ, তুমি কি নিমিত্তে ইমান কাতৰ হৈছা, মোক জানিবলৈ দিয়াঁ, পলম নকৰিবা, কোনো কথা নাভাবিবা। সকলো কথা মোৰ আগত খুলি কোৱা, মোৰ মনটো বৰ কেনেবা লাগিছে।" তেতিয়া লক্ষ্মণে তলমূৰকৈ বাষ্প গদ্-গদ্ কণ্ঠেৰে কলে,— দেৱি, আপোনাৰ নিমিত্তে আৰ্য ৰামৰ যি অপবাদ গাৱঁলীয়া আৰু নগৰীয়া প্ৰজাসকলে ৰটনা কৰিছে তেওঁ সভাৰ মাজত সেই অপবাদৰ কথা শুনিবলৈ পাই অতিশয় দুখিত আৰু অসহিষ্ণু হৈ মোক মাতি নি যিবিলাক কথা কলে, মই সেইবিলাক কথা মনৰ ভিতৰত লুকাই থৈছোঁ, সেইবিলাক কবলগীয়া কথা নহয়, সেইবাবে মই কবও নোখোজোঁ, কেৱল ইয়াকেহে নিবেদন কৰিব খোজোঁ যে আমাৰ সাক্ষাতে আপোনাৰ নিৰ্দোষিতা স-প্ৰমাণ হলেও ৰজাই কলঙ্কৰ ভয়ত আপোনাক পৰিত্যাগ কৰিছে। কিন্তু সেইবাবে আপুনি যে বাস্তৱিকে দোষী এই কথা কেতিয়াও মনলৈ নানিব। আপুনি যে শান্তী, সুচৰিত্ৰা এই কথা তেওঁ সুন্দৰকৈ জানে। কেৱল লোকাপবাদৰ কাৰণেহে তেওঁ এনে কাম কৰিছে। আপুনি পবিত্ৰ তপোবন চাবলৈ বৰ হেঁপাহ কৰিছিল। গৰ্ভাৱস্থাত আপোনাৰ বাঞ্ছা পূৰ্ণ কৰা অৱশ্য কৰ্তব্য। এই ছলতে আপোনাক আশ্ৰমৰ ওচৰত এৰি থৈ যাবৰ কাৰণে মোক তেওঁ আদেশ কৰিছিল। হাঁয়। এই নিষ্ঠুৰ আদেশ পালন কৰাৰ আগেয়ে মোৰ মৃত্যু নহল কিয়? আই, মই তেওঁৰ বশৱৰ্তী, মোৰ অপৰাধ মৰিষণ কৰিব। আপুনি আৰু শোক নকৰিব। সৌৱা মহৰ্ষি বাল্মীকিৰ পৰম পৱিত্ৰ তপোবন, তেওঁ আমাৰ পিতা দশৰথৰ পৰম বন্ধু। আপুনি সেই মহাত্মাৰ ওচৰত উপস্থিত হৈ তেওঁৰ আশ্ৰয়ত বাস কৰক। হৃদয়ত ৰামচন্দ্ৰক ধাৰণ কৰি আপুনি পতিব্ৰতা ধৰ্ম পালন কৰি থাকক। আপোনাৰ কল্যাণ হ'ব।" লক্ষ্মণে এইবুলি হুৰাওৰাওকৈ কান্দিবলৈ ধৰিলে।

লক্ষ্মণৰ নিদাৰুণ কথা শুনি জনক-জীয়াৰীয়ে বিচুৰ্তি হৈ এখন্তেক থিয় দি আছিল পাছে বেজাৰে খুন্দা মাৰি ধৰিলত তেওঁ হঠাৎ মূৰ্চ্ছিত হৈ মাটিত ধাচ্‌কৰে পৰি গ'ল, কিছু বেলিৰ পাছত তেওঁৰ গালৈ জ্ঞান আহিলত তেওঁ চকু দুটি ঢুল-ঢুলীয়া কৰি কাতৰ ভাৱে লক্ষ্মণক ক'লে,— "লক্ষ্মণ, নিশ্চয় বিধতাই মোক দুখ ভোগ কৰিবলৈকে মোৰ এই দেহাটো সৃষ্টি কৰিলে। সেইবাবে মোৰ সকলো দুখ আজি মুৰ্তিমন্ত হৈ ওলাইছেহি, পূৰ্বজন্মত কোনো মহাপাপ কৰিছিলো, কিংবা কোনো পতিব্ৰতা তিৰোতাক স্বামীৰ লগৰ পৰা বিলগ কৰাই বেজাৰ দিছিলোঁ, সেই নিমিত্তে আজি মোৰ এনে দশা। মই শুদ্ধাচাৰিণী আৰু পতিব্ৰতা হৈও স্বামীৰ দ্বাৰা বৰ্জিত হলো। পূৰ্বে ৰামৰ কাষত থাকি তেওঁৰ চৰণ সেৱা কৰিবলৈ পাই বনবাসৰ সকলো দুখেই মোৰ মনত সুখ যেন লাগিছিল, কিন্তু এতিয়া মই অকলৈ অকলৈ কেনেকৈনো তপোবনত থাকিম? দুখত কাতৰ হলে নো কাৰ ওচৰত গৈ দুখৰ কথাষাৰ কম? মুনিসকলে যেতিয়া মোক সুধিব 'কি দোষতনো মহাত্মা ৰাঘৱে পৰিত্যাগ কৰিলে', তেতিয়া মই কি বুলিনো তেওঁলোকক সমিধান দিম? মই এতিয়াই এই গঙ্গাৰ পানীত পৰি মৰিলোঁহেতেন কিন্তু মোৰ গৰ্ভত স্বামীৰ বংশধৰ সন্তান আছে, মই এতিয়াই প্ৰাণ এৰিলে মোৰ স্বামীৰ

বংশ লোপ পাব , সেইবাবেই মই নমৰি জীয়াই আছোঁ, লক্ষ্মণ, তোমাৰ গাত কোনো দোষ নাই। তুমি ৰাজাজ্ঞা পালন কৰিছা। তুমি এই দুখুনীক ইয়াতে পৰিত্যাগ কৰি অযোধ্যালৈ যোৱাঁগৈ। তুমি অযোধ্যা পাই শাহু-আইসকলৰ শ্ৰীচৰণত মোৰ সভক্তি প্ৰণাম জনাবা। পাছে ৰজাৰ কুশল বাতৰি লৈ তেওঁক অভিবাদন কৰি মোৰ হৈ কবা, "প্ৰভো, মই যে শান্তি, আপোনাৰ চৰণত যে মোৰ অচলা ভক্তি আৰু মই যে সদায় আপোনাৰ হিত কামনা কৰি থাকোঁ, এইবিলাক কথা অৱশ্যে আপোনাৰ জনা আছে। মই বেছকৈ জানিছোঁ, কেৱল মাথোন লোকনিন্দাৰ ভয়তহে আপুনি মোক পৰিত্যাগ কৰিছে। আপোনাৰ নিন্দা আৰু অপবাদ-ৰটনা নিবাৰণ কৰা মোৰ কৰ্তব্য। কাৰণ আপুনিয়েই মোৰ পৰম গতি।" "লক্ষ্মণ, তুমি সেই ধৰ্ম্মিষ্ঠ ৰজাক আৰু কবা, আপুনি সদাই প্ৰজাসকলক নিজৰ ভায়েক-ইতৰ নিচিনা দেখিব। যথাধৰ্ম্ম প্ৰজাপালনৰ দ্বাৰাই আপুনি পুণ্য আৰ্জি অক্ষয় কীৰ্তি ৰাখিব পাৰিব। মহাৰাজ, প্ৰজাসকলৰ মাজত আপোনাৰ যি কলঙ্ক প্ৰচাৰ হৈছে—তাৰ নিমিত্তে মই যিমান মৰ্ম্মান্তিক দুখ বেজাৰ পাইছোঁ, মোৰ নিজৰ শৰীৰৰ নিমিত্তে সিমান পোৱা নাই। যাতে এই অপযশ দূৰ হয়, অৱশ্যে আপুনি তাৰ দিহা কৰিব। নাৰীৰ পতিয়েই পৰম দেৱতা, পতিয়েই বন্ধু আৰু পতিয়েই গুৰু। এতেকে তুচ্ছ প্ৰাণ দিলেও যদি পতিৰ মঙ্গল হয়, তিৰোতাৰ পক্ষে তাকে কৰা কৰ্তব্য। বোপা লক্ষ্মণ, তুমি ৰামৰ ওচৰত মোৰ এই কথাখিনি ক'বা।" সীতাই এইবুলি কান্দি কান্দি আকৌ কলে, "বোপা, মই গৰ্ভৱতী, আজি তুমি মোৰ গৰ্ভলক্ষণবিলাক চাই যোৱাঁ।" তেতিয়া লক্ষ্মণে কান্দি কান্দি সীতাক প্ৰদক্ষিণ কৰি কলে, "দেৱি। আপুনি মোক ই কি কথা কৈছে? মই আজিলৈকে আপোনাৰ চৰণ দুটিৰ বাহিৰে আপোনাৰ মুখ কেতিয়াও দেখা নাই। এতিয়া এই নিৰ্জ্জন হাবিত, বিশেষকৈ ৰামচন্দ্ৰ ইয়াত নথকাত আপোনাৰ ফালে কেনেকৈ চাম?" সীতাক



এই কথা কৈ লক্ষ্মণে তেওঁক সেৱা কৰিলে আৰু চকু-লো টুকি টুকি গৈ নাৱত উঠিল। চাওঁতে চাওঁতেই নাওখন সিপাৰ পালেগৈ। তেতিয়া লক্ষ্মণে ৰথত উঠি অযোধ্যালৈ যাত্ৰা কৰিলে। চকুৰে মনিব পৰালৈকে লক্ষ্মণে সীতাৰ ফালে উভটি চাই গৈ আছিল। ইফালে সীতাইও গঙ্গাৰ সিপাৰৰ পৰা লক্ষ্মণৰ ফালে বাৰে বাৰে চাই আছিল। যেতিয়া লক্ষ্মণৰ ৰথ নেদেখা হ'ল। তেতিয়া সীতাই শোকত অধীৰা হৈ হুৰাও-ৰাওকৈ কান্দিবলৈ ধৰিলে। সীতাৰ কান্দোনত বনৰ হৰিণাইও ঘাঁহ খাবলৈ এৰি ৰ লাগি তেওঁৰ ফালে চাবলৈ ধৰিলে, মৈৰা চৰাইবিলাকেও নাচিবলৈ এৰিলে। সীতাই কান্দোনত খলক লগালে। অৰণ্যত ধৰি লুৰিবলৈ অহা কেইজনমান ঋষিৰ লৰাই কান্দোন শুনি লৰি আহি সীতাক ইনাই-বিনাই কান্দি থকা দেখা পালে। তেওঁলোকে সীতাক কোনো দেৱকন্যা বুলি ভাবি বেগা বেগিকৈ মৈ মহৰ্ষি বাল্মীকিক জনালে। মহৰ্ষিয়ে ধ্যান কৰি সকলো বৃত্তান্ত জানিবলৈ পাই ততালিকে সীতাৰ ওচৰলৈ গ'ল তেওঁৰ শিষ্যসকলো তেওঁৰ পাছে পাছে গ'ল। মহৰ্ষিয়ে গঙ্গাৰ পাৰত শোকাতুৰা সীতাক দেখা পাই মৰমিয়াল কথাৰে কলে, "আই, তুমি দশৰথ ৰজাৰ বোৱাৰী, ৰামৰ প্ৰিয়তমা পত্নী, আৰু ৰাজৰ্ষি জনকৰ জীয়াৰী, তুমি কুশলে আহিলানে? তুমি যে ইয়ালৈ আহিছা, মই যোগধৰ্ম্মৰ বলত ধ্যানৰ সাহায্যত জানিব পাৰিছোঁ। তোমাৰ অহাৰ কাৰণো মই জানিব পাৰিছোঁ। তুমি যে শান্তী, তাকো মোৰ জনা আছো। জানকি, তোমাৰ কোনো ভয় নাই। * * * তুমি আশ্ৰমলৈ আহিছা এতিয়া দুখ-বেজাৰ এৰি পেলোৱাঁ। আই, মোৰ এই আশ্ৰমৰ ওচৰতে তাপসীসকল বাস কৰিছে। তেওঁলোকে তোমাক সদাই পেটৰ জীৰ নিচিনাকৈ মৰম কৰি থুৱাই ধুৱাই ৰাখিব। এতিয়া তুমি নিশ্চিন্ত মনেৰে এই অৰ্ঘ গ্ৰহণ কৰাঁ আৰু নিজৰ ঘৰ যেন ভাবি মোৰ আশ্ৰমত থাকাঁহি।" জানকীয়ে মহৰ্ষিৰ কথা শুনি তেওঁৰ ভৰিত পৰি হাত কৰযোৰ কৰি ক'লে,

"তপোধন, আপোনাৰ বাক্য শিৰত তুলি ললোঁ।" এই কথা কৈ তেওঁ মহৰ্ষিৰ পাছে পাছে আশ্ৰমলৈ গ'ল। বাল্মীকিয়ে ঋষিপত্নীসকলৰ ওচৰলৈ গৈ জানকীক তেওঁলোকৰ হাতত গতাই দি ক'লে যে, "এই সীতা ৰামৰ ভাৰ্যা, দশৰথৰ বোৱাৰী, জনকৰ জীয়াৰী। এওঁ শান্তী সুচৰিত্ৰা, তথাপি স্বামীয়ে এওঁক বৰ্জন কৰিছে, এতেকে এওঁক আমি প্ৰতিপালন কৰা উচিত, এওঁ তোমালোক সকলোৰে পূজনীয়া, বিশেষ তোমালোকৰ গুৰু মইও আদেশ কৰিছোঁ, এতেকে তোমালোকৰ সকলোটিয়ে এওঁক অতি মৰমেৰে ৰাখিবা।" ঋষিপত্নীসকলে সীতাৰ লগত চিনাকি হৈ পৰম সন্তোষ লাভ কৰিলে। আৰু তেওঁক আগবঢ়াই নিলে। *

"সীতাৰ বনবাস'ৰ শেষৰ আধ্যাৰ পাণ্ডুলিপি উৱলি যোৱাত শেষৰ বাক্যটো কোনোমতে সম্পূৰ্ণ কৰা হ'ল।—সম্পাদক, ৰচনাৱলী



## ৰামায়ণৰ এছোৱা

১

**ৰাম বনলৈ যোৱা**—গুহ চণ্ডালৰ লগত ৰাম, লক্ষ্মণ, আৰু সীতাই ৰাজপুৰীৰ সকলোৰে ওচৰত একে একে বিদায় লৈ ৰথত উঠিল। সুমন্ত্ৰই সাৰথি হৈ ৰথ চলাই দিলে। বায়ুবেগী ঘোঁৰাৰ গাত চাবুকৰ কোব পৰা মাত্ৰকে ঘৰ্ঘৰ শব্দৰে ৰথ যাবলৈ ধৰিলে। অযোধ্যাৰ প্ৰজাসকলে অতি ব্যাকুলভাবে ৰথৰ পাছে পাছে হাহাকাৰ কৰি লৰ ধৰিলে। ৰামে এবাৰ পাছলৈ চাই দেখিলে যে নগৰৰ অসংখ্য লোক শোকাকুল হৈ তেওঁৰ পাছে পাছে আহিব লাগিছে। তেওঁ সেই লোকবিলাকক মৰমৰ কথাৰে উলটি যাবলৈ বাৰম্বাৰ অনুৰোধ কৰিলে। কিন্তু কোনে তেওঁৰ কথালৈ কাণ নকৰা দেখি তেওঁ সুমন্ত্ৰক অতি বেগেৰে ৰথ চলাবলৈ ক'লে। তেতিয়া প্ৰজাসকলৰো খোজৰ বেগ আৰু আৰ্তনাদ বেছি হ'ল। কেইজনমান তপোনিষ্ঠ বুঢ়া বামুণে ৰৰকৈ লৰিব নোৱাৰি কৰুণ ভাৱে বিলাপ কৰি কৰি যাবলৈ ধৰিলে। তেওঁলোকৰ বিননি শুনি ৰাম ৰথৰপৰা নামিল। তেওঁ সেই বামুণ কেইজনক সাক্ষাৎ কৰিবৰ মনেৰে সীতা আৰু লক্ষ্মণেৰে সৈতে লাহে লাহে খোজ কাঢ়ি যাবলৈ ধৰিলে। তমসা নদীৰ পাৰ পাওঁতে বেলি মাৰ গ'ল। সুমন্ত্ৰই তাতে ৰথ ৰাখি ৰথৰ ঘোঁৰাবিলাকক ঘাঁহ খাবলৈ দিলে। ৰামে নৈ পাৰৰ বননিত বহি সীতাৰ ফালে চাই লক্ষ্মণক কলে, "ভাই, আজি আমাৰ বনবাসৰ প্ৰথম ৰাতি উপস্থিত, অযোধ্যাপুৰীলৈ মনত পৰি তুমি উৎকণ্ঠিত নহবা। বাপা, চোৰাঁচোন গধূলি হোৱাত চৰাইবিলাকে নিজৰ নিজৰ বাহত গৈ আৰাও কৰিছে, বোধ হৈছে যেন আমাৰ অৱস্থা দেখি বনৰ চৰায়েও কান্দোন ধৰিছে। আজি পিতাৰ ৰাজধানী অযোধ্যাৰ নৰ-নাৰী, সকলো প্ৰজা আমাৰ নিমিত্তে শোকত ব্যাকুল, পিতা, তুমি, মই, ভৰত আৰু শত্ৰুঘ্ন, আমাৰ এই কেইজনৰ

ব্যৱহাৰত সকলো প্ৰজা আমাৰ বশত আছিল, মই পিতাদেৱ আৰু মাতৃদেৱীৰ কাৰণেহে বৰকৈ ভাবিছোঁ। মোৰ বোধ হয়, তেওঁলোকে দিনে-ৰাতিয়ে কান্দোতে কান্দোতে শেষত চকুৰে নেদেখা হবগৈ। ভাই আজি নিশা আমি এই নৈৰ পাৰতে জুৰাম, যদিও হাবিত বনৰীয়া ফল-মূল অনেক আছে, তথাপি আমি আজি কেৱল পানী খাই শুই থাকিম।"

লক্ষ্মণ আৰু সুমন্ত্ৰই গছৰ পাতেৰে এখন শয্যা ৰচনা কৰি দিলে। ৰামে সন্ধ্যা-বন্দনাদি কৰি সীতাৰ লগত সেই শয্যাত শুলে। অযোধ্যাৰপৰা ৰথৰ পাছে পাছে প্ৰজাবিলাকেও ক্ৰমে ক্ৰমে আহি সেই ৰাতি নৈৰ পাৰত যেয়ে যতে সুবিধা পালে তাতে ভাগৰত বাগৰ দিলে। সকলোৰে টোপনি আহিল, কেৱল লক্ষ্মণ আৰু সুমন্ত্ৰই বহি বহি ৰামৰ গুণৰ কথা কৈ কৈ ৰাতিটো পুৱাই দিলে।

অতি পুৱাতে বনৰীয়া কুকুৰাই প্ৰথম ডাক দিওঁতেই, ৰামে শোৱাৰ পৰা উঠি লক্ষ্মণক ক'লে, "ভাই লক্ষ্মণ, এই প্ৰজাবিলাকে গৃহধৰ্মও জলাঞ্জলি দি মোৰ নিমিত্তেই ইমান বাট লৰি-ঢাপলি আহি এতিয়া গছৰ তলে তলে ঘোৰ টোপনিত পৰি আছে। আমাক ঘৰলৈ ওভোতাই নিয়াই ইহঁতৰ ঘাই ইচ্ছা, এতিয়া ইহঁতে সাৰ নোপাওঁতেই আমি ৰথত উঠি ইয়াৰ পৰা বেগাই প্ৰস্থান কৰা উচিত। আমাৰ নিমিত্তে অনাহকত প্ৰজাবিলাকে কিয় কষ্ট পাব লাগিছে?" ৰামৰ কথামতে ততালিকে ৰথ সজোৱা হ'ল। ৰাম লক্ষ্মণ আৰু সীতা ৰথত উঠিল। সুমন্ত্ৰই বেগাই ৰথ চলাই দিলে। তেতিয়া ভালকৈ ৰাতি পুৱাল, তেতিয়া তেওঁলোক কোশল ৰাজ্যৰ শেষ সীমাত গৈ উপস্থিত হ'ল, তাৰ পিচত বেদশ্ৰুতি নদী পাৰ হৈ দক্ষিণমুৱা হৈ ক্ৰমাৎ যাবলৈ ধৰিলে, কিছু দূৰ গৈ গোমতী আৰু স্যন্দিকা নদী পাৰ হ'ল, পাছে গধূলি বেলিকা তেওঁলোকে শৃঙ্গবেৰ পুৰ পালেগৈ, তাত গঙ্গানদীৰ পাৰত এজোপা মনোহৰ ইঙ্গুদি গছ দেখা পাই সেই গছৰ তলতে ৰাতিটো কটাবলৈ মন কৰিলে। সুমন্ত্ৰই সেই গছৰ ওচৰত ৰথ ৰাখিলে। তেওঁলোক তিনিও জনে ৰথৰপৰা নামি গঙ্গাৰ শোভা চালে। শৃঙ্গবেৰ পুৰত গুহ নামে এজন ৰজাই ৰাজত্ব কৰিছিল। তেওঁ জাতত চাণ্ডাল হলেও ৰামৰ প্ৰিয় সখি।

কবিৰাজ মাধৱ কন্দলিৰ "ৰামায়ণত" আছে—

শৃঙ্গবেৰ পুৰে বীৰ ইন্দ্ৰ সমসৰ।
গুহ নামে ৰাজা বৰ সুহৃদ ৰামৰ॥
চণ্ডালৰ ৰাজা তেহোঁ বাৰ্ত্তা পাছে পাইল।
মুখ্য মুখ্য পাত্ৰ লৈয়া ৰাম পাশে আইল॥
দূৰতে ৰামক দেখি নমাইলেক মাথ।
সাষ্টাঙ্গে প্ৰণামি যুৰিলেক যোৰ হাত॥
কৰ্পূৰ তাম্বুল যত বিবিধ ভক্ষণ।
ৰামৰ আগত কৰিলেক উপাসন॥
আইস আইস গুহ বুলি ৰামে দিলা ৰাৱ।
সন্নিত চাপিল গৈয়া বিনয় স্বভাৱ॥
দুই বাহু মেলি ৰামে সাৱটি ধৰিলা।
গ্ৰীৱত ধৰিয়া মাথে চুম্বন কৰিলা॥
কিনো শুভদিন আজি দেখিলোহোঁ তাক।
এৰাইলোহোঁ ক্ষণতেক হৃদয়ৰ শোক॥
কুশল বাৰ্ত্তাক পুছি দিলন্ত সিদ্ধান্ত।
আদি অন্তে কহিলন্ত আপোন বৃত্তান্ত॥
পৰিগ্ৰহ ত্যজিলোহোঁ তাপসৰ ভাৱ।
অন্নপান দ্ৰব্য যত ঠাৱক পঠাৱ॥
বাকলি বসন ফলমুল মোৰ আশ।
পালোঁ তোৰ আদৰ ছোঁৱাক দিয়ো ঘাস॥
সন্ধ্যা কৰিলন্ত ৰাম লখাই মহাবীৰে।
তৃণশয্যা নিৰ্মিলে লক্ষ্মণে গঙ্গাতীৰে॥
তৃণৰ শয্যাত ৰামে মেলাইলন্ত গাৱ।
সীতাও চাপিলা গৈয়া সলজ্জিত ভাৱ॥
সুমন্ত্ৰ লক্ষ্মণ গুহ গঙ্গাৰ কূলত।
তিনিজনে বিবাদিত বৃক্ষৰ মূলত॥

তিনিকো পীড়িলে শোক জলিয়া প্ৰচণ্ড।
কান্দন্তে প্ৰহাইল ৰাতি উদিত মাৰ্তণ্ড॥
ৰাঘৱে বোলন্ত লখাই ঝান্টে চালগাৰ।
নিশা পৰভাত কুলি তেজিলেক ৰাৰ।
* * * *
ধনু কাণ্ড লৈয়ো ভাই কৰিও গমন॥
ৰামৰ বচন শুনি বিনীত লক্ষ্মণে।
ধনু তৃণ খড়্গ আদি লৈলা তেতিক্ষণে।"

ৰামৰ অভিপ্ৰায় মতে গুহই এখন নাও যোগাৰ কৰি দিলে। ৰাম, লক্ষ্মণ আৰু সীতা নাৱত উঠিবলৈ গ'ল, এনেতে সুমন্ত্ৰই হাতযোৰ কৰি ক'লে, "মই এতিয়া কি কৰিম আদেশ কৰোক।" ৰামে সুমন্ত্ৰক ৰথ লৈ অযোধ্যালৈ উভতি যাবলৈ আদেশ দি ক'লে,—"তুমি পিতাদেৱক আৰু আইসকলক আমাৰ প্ৰণাম জনাবা, তেওঁলোকক আমাৰ কুশল বাতৰি দিবা, আমি অৰণ্যত সোৱাদ ফল-মূল খাই সুখেৰে আছোঁ বুলি ক'বা, আমাৰ নিমিত্তে যেন চিন্তা বেজাৰ নকৰে, পিতা মহাৰাজক কবা যেন শীঘ্ৰে ভৰতক আনি ৰাজপদত স্থাপিত কৰে"

ৰামৰ আদেশ শুনি সুমন্ত্ৰই কান্দিবলৈ ধৰিলে। ৰামে তেওঁক অনেক প্ৰকাৰে বুজনি দি কলে, "আমাৰ ৰথযাত্ৰাৰ ইমানতে অন্ত পৰিল, ইয়াৰে পৰা আমি খোজ কাঢি গৈ অগাধ অৰণ্যত সোমাম।" তাৰ পিছত ৰাম আৰু লক্ষ্মণে বৰ গছৰ আঠাৰে মূৰৰ জটা সাজি ঋষিৰ নিচিনা শোভা পালে। লক্ষ্মণে ৰামৰ আদেশ মতে সীতাক আগেয়ে নাৱত তুলি দি পিছে নিজে উঠিল। নাৱৰীয়াইতে নাও মেলি দিলে।

ৰাম, লক্ষ্মণ আৰু সীতাই গঙ্গা পাৰ হৈ সিপাৰলৈ গলতো সুমন্ত্ৰই ইপাৰৰপৰা একে থিৰে তেওঁলোকৰ ফালে চাই আছিল। যেতিয়া তেওঁলোক গৈ হাবিৰ আঁৰ হ'ল, তেতিয়া সুমন্ত্ৰই নিৰুপায় হৈ বেজাৰ মনেৰে চকুলো টুকি টুকি শূন্য ৰথ লৈ অযোধ্যালৈ উলটি গ'ল। ইফালে তেওঁলোকে অৰণ্যৰ মাজেদি হাবি ভাঙি গৈ গৈ সন্ধ্যা লগাত এজোপা বটগছ পাই তাৰ তলতে ৰাতিটো কটালে। ৰাতিপুৱা বেলি ওলোৱাত তেওঁলোকে যি ঠাইত গঙ্গা আৰু যমুনাৰ সঙ্গম হৈছে সেই ঠাই লক্ষ্য কৰি হাবিয়ে হাবিয়ে যাবলৈ ধৰিলে। বাটত ৰামে সীতাক অনেক মনোহৰ ঠাই, পৰ্বত, নৈ, জুৰি আৰু বিবিধ ফুলৰ গছ দেখুৱাই, নানা কথা কৈ মনটো ভুলাই আৰু ভাগৰ পলুৱাই লাহে লাহে খোজ কঢ়াই লৈ গ'ল। সন্ধ্যা সময়ত তেওঁলোকে প্ৰয়াগৰ সমীপত ভৰদ্বাজ মুনিৰ আশ্ৰমত উপস্থিত হৈ তেওঁৰ চৰণত বন্দনা কৰিলে আৰু নিজৰ চিনাকি দিলে। মহৰ্ষি ভৰদ্বাজে তেওঁলোকক আশীৰ্বাদ কৰি খাবলৈ ফল-মূল আৰু পানী দিলে আৰু সমাদৰ কৰি আশ্ৰমত থাকিবলৈ ঠাই দিলে। তাৰ পিছত তেওঁ ৰামক কলে,—"গঙ্গা আৰু যমুনাৰ সন্ধিস্থলত মোৰ এই আশ্ৰম, এই ঠাই অতি নিৰ্জন, পৱিত্ৰ আৰু ৰমণীয়, তুমি তোমাৰ নিৰ্বাসনৰ চৈধ্য বছৰ ইয়াতে থাকি পৰম সুখে কটাব পাৰা।" ৰামে কলে,— "হে ভগৱন্ত, আপোনাৰ এই পৱিত্ৰ আশ্ৰম আমাৰ ৰাজ্যৰ ওচৰত হোৱা বাবে আমাৰ মানুহবিলাকে আমি ইয়াত থকা গম পালে আমাক চাবলৈ ঘনাই আহিব পাৰে, এই নিমিত্তে ইয়াত থাকিবলৈ মোৰ মন নাই, য'ত থাকিলে জানকীয়ে মনৰ সুখেৰে দিন দিয়াব পাৰিব, আপুনি কৃপা কৰি এনে কোনো ভাল আশ্ৰম দেখুৱাই দিয়ক।" ভৰদ্বাজে কলে যে তেওঁৰ আশ্ৰমৰপৰা দশ ক্ৰোশ আঁতৰত চিত্ৰকূট নামেৰে এটা পৰম ৰমণীয় আৰু নিৰ্জন পৰ্বত আছে, তাত তেওঁলোকে থাকি ভাল পাব।

ৰাম, লক্ষ্মণ আৰু সীতা সেই নিশা মহৰ্ষি ভৰদ্বাজৰ আশ্ৰমত থাকিল। ৰাতিপুৱা তেওঁলোকে মহৰ্ষিক সেৱা কৰি তেওঁৰ উপদেশ মতে চিত্ৰকূট পৰ্বতৰ ফালে যাত্ৰা কৰিলে। যমুনা নদীৰ পাৰ পাই লক্ষ্মণে কাঠৰ এখন ভুৰ সাজিলে আৰু তাৰ

ওপৰত সীতাক বহিবলৈ এখন আসনো তৈয়াৰ কৰিলে। তেতিয়া ৰামে সীতাক সেই ভুৰত তুলি আসনত বহুৱালে। তাৰ পিছত ৰাম আৰু লক্ষ্মণ দুয়ো ভুৰত উঠি ভুৰখন বাই লৈ গ'ল। নৈৰ মাজ পালত সীতাই কৃতাঞ্জলি হৈ কলে,— "দেৱী যমুনা, স্বস্তি, আমি তোমাক পাৰ হৈছোঁ, তোমাৰ কৃপাত মোৰ স্বামীৰ ব্ৰত যেন সুকলমে সমাপ্ত হয়, ৰাম অযোধ্যালৈ প্ৰত্যাগমন কৰিলে, মই তোমাৰ নামে সহস্ৰ গোদান কৰিম আৰু তোমাক পূজা দিম। দেৱী, তোমাক প্ৰণাম কৰিছোঁ।" জানকীয়ে এই দৰে প্ৰাৰ্থনা কৰি থাকোঁতে ভুৰখন আহি যমুনাৰ দক্ষিণ পাৰত লাগিল। তেওঁলোকে ভুৰৰপৰা নামি পাৰত উঠিল। পাৰে পাৰে অলপ দূৰ গৈ তেওঁলোকে শীতল সেউজীয়া পাতেৰে সুশোভিত শ্যাম নামে এজোপা প্ৰকাণ্ড বটগছ দেখা পালে। জানকীয়ে সেই গছৰ গুৰিলৈ গৈ অভিবাদন কৰি এই বুলি স্তুতি কৰিলে,— "হে বৰগছ তোমাক নমস্কাৰ কৰিছোঁ, তোমাৰ প্ৰসাদত মোৰ স্বামীৰ ব্ৰত যেন উদ্‌যাপন হয়, আমি যেন আকৌ উভতি আহি আৰ্য্যা কৌশল্যা আৰু সুমিত্ৰাক দৰ্শন কৰিবলৈ পাওঁ।" এই দৰে স্তুতি কৰি সীতাই কৃতাঞ্জলি ভাৱে শ্যাম গছক প্ৰদক্ষিণ কৰিলে। পুণ্যসলিলা যমুনা আৰু বটগছৰ ওচৰত সীতাৰ এনে সৰল প্ৰাৰ্থনা। তেওঁৰ সৰল হৃদয়ৰ কি সুন্দৰ চিনাকি। সীতাৰ প্ৰাৰ্থনা শুনি ৰামে লক্ষ্মণক কলে, "ভাই, তুমি সীতাৰ আগে আগে যোৱা, মই তোমালোকৰ পাছে পাছে ধনু-শৰ ধৰি যাওঁ, ভাই সীতাৰ মনত যি যি বস্তুৱে আনন্দ দিব, এওঁ যি ফল আৰু ফুল লবলৈ ইচ্ছা কৰিব, তুমি ততালিকে তেওঁক সেই ফল-ফুল আনি দিবা।" সীতাই যাওঁতে যাওঁতে কোনো অভুতপূৰ্ব গছ, বন আৰু ফুলৰে ৰমক্-জমক্ লতাকুঞ্জ দেখা পালেই ৰামক তাৰ কথা সোধে। লক্ষ্মণে ৰামৰ ইঙ্গিত মতে ফুলৰ খোপা পিন্ধি ওলমি থকা বহুবিধ ৰমণীয় গছৰ ডাল ভাঙ্গি আনি সীতাক দি যাবলৈ ধৰিলে। এই দৰে তেওঁলোকে দিনৰ দিনটো বনে বনে ফুৰি সন্ধ্যা লগাত যমুনাৰ পাৰত এডোখৰ মনোহৰ ঠাইত ভোজন আৰু বিশ্ৰাম কৰিলে।

পিছদিনা ৰাতিপুৱা তেওঁলোকে যমুনাৰ পবিত্ৰ পানীত যথাবিধি স্নানাদি কৰি চিত্ৰকূট পৰ্বতলৈ যাত্ৰা কৰিলে। চিত্ৰকূট পৰ্বত দেখিবলৈ অতি সুন্দৰ, তাৰ প্ৰাকৃতিক সৌন্দৰ্য্য অতি মনোৰম। তাত যথেষ্ট ফল-মূল আৰু ভাল পানী পোৱা যায়। ৰামে বসন্ত কালত অৰণ্য যাত্ৰা কৰিছিল। তেতিয়া গছলতাবিলাক নতুন পাত আৰু ফুলেৰে ধুনীয়া হৈ পৰিছিল। হাবিত মদাৰ গছৰ ফুলবিলাক জুই আঙ্গনিৰ দৰে জিলিকি আছিল। আম, জাম্, বেল আদি গছবিলাকত ডাল ভৰি ভৰি ফুল আৰু কলি লাগিছিল। নানা তৰহৰ টেঙ্গা গছবিলাক ফুলি গোটেইখন অৰণ্যত সুগন্ধ বিলাইছিল। দোন হেন ডাঙ্গৰ মৌ-বাহবিলাক গছৰ ডালত ওলমি আছিল। কোনো ঠাইত কুলিৰ কু-উ মাত, ক'তোবা ম'ৰাৰ কেঁকা মাত, ক'তোবা কেতেকী, সখিয়তী আৰু কৃষ্ণ চৰাইৰ মাত। ৰিব্ ৰিব্ কৰে পচোৱা বতাহ বলি সুগন্ধৰ সঁফুৰা মেলি দিছিল। গছবিলাকে ফুলৰ মালা পিন্ধি, পক্ষীবিলাকে শুৱলা গীত গাই, সমীৰণে সুগন্ধ বিলাই, জিলিয়ে পেঁপা বজাই, মৌমাখিয়ে গুণ-গুণাই বাসন্তীদেৱীৰ পূজা কৰিছিল। সীতাই ৰামৰ বাহুত ধৰি হাতে কাণে ফুলৰ আভৰণ পিন্ধি, খোপাত কপৌ ফুল মেৰাই বনকুঁৱৰীৰ দৰে প্ৰকৃতিৰ বিচিত্ৰ শোভা চাই চাই আনন্দ মনেৰে যাবলৈ ধৰিলে। চিত্ৰকূট পৰ্বত দেখা পাই ৰামে কলে,—

"চিত্ৰকূট পৰ্বতক দেখিয়োক সীতা।
ফল ফুলে সুশোভিত কৰিল চৌভিতা॥
ওপৰত মেঘ যেন দেখিতে শোভন।
বাঢ়িল নিকলি যেন পৃথিবীৰ স্তন॥
শিখৰ ওপৰে মন্দাকিনী শুক্ল জল।
স্তনক ঢাকিয়া যেন বস্ত্ৰৰ আঞ্চল॥

সুৰভি শীতল বায়ু বহে বৃক্ষ তলে ।
উপভোগ কৰিয়ো অমৃত সম ফলে ॥
পাৰিজাত মন্দাৰ চম্পক শাল তাল ।
আম জাম নাৰিকেল তাম্বুল কঠাল ॥
তুমি সমে চিত্ৰকূট হৈবো আমি থিত ।
গৌৰী মহাদেৱ যেন কৈলাশ গিৰিত ॥
মৃগ সব মাৰিয়া ভুঞ্জিবো নিতে নিত ।
অযোধ্যাৰ জন এবে ভৈলা অবিদিত ॥
এহি মত নানা বন পৰ্বত এৰাইলা ।
কথামতে জানকীৰ পথ পাসৰাইলা ॥
শিথিল গমনে ৰাম জানকী লক্ষ্মণে ।
পৰ্বত নিকট গৈয়া পাইলা কতোক্ষণে ॥
দুয়ো ভাই তেতিক্ষণে পৰ্বত মূলত ।
আশ্ৰম নিৰ্মিলা মন্দাকিনীৰ কূলত ॥
বাসা দুই সাজিলা লক্ষ্মণ ৰঘুনাথে ।
মাটি জল লইয়া সীতা লিপিলন্ত হাতে ॥
ৰাঘৱে বোলন্ত যজ্ঞ কৰিবোঁ এখন ।
কৃষ্ণসাৰ মৃগ মাৰি আনিয়ো লক্ষ্মণ ॥
জেষ্ঠ ভাইৰ আদেশক শিৰে তুলি লৈয়া ।
তেতিক্ষণে মৃগ মাৰি আনিলন্ত গৈয়া ॥
সীতায়ে ৰান্ধিলা ৰামে হুনি বহ্নি মুখে ।
যজ্ঞ সমাপিয়া তিনি ভুঞ্জিলন্ত সুখে ॥

পৰম ৰমণীয় চিত্ৰকূট পৰ্বতৰ ভৰি ধুৱাই এখন পৰ্বতীয়া নৈ কুল কুল সুৰে বৈ গৈছে । সেই নৈৰ দুয়ো পাৰে অনেক মৃগ আৰু পক্ষীবিলাক চৰি ফুৰে। ৰাম আৰু লক্ষ্মণে সেই নৈৰ দাঁতিত দুটা পঁজাঘৰ সাজি বাস কৰিবলৈ ধৰিলে। তেওঁলোকৰ পঁজাৰ কাষৰ নৈৰ ঘাটত শিলনি আছিল। সেই শিলনিত বহি গা ধুবলৈ আৰু জুই লবলৈ সুবিধা হ'ল । নঘৰ লৈ ৰামে সীতাক কলে—"জানকী, আজিৰ পৰা আমি যিমানদিন ইয়াত থাকিম, সিমানদিন তুমি এই অৰণ্যকে অযোধ্যাপুৰী, এই নৈ খনকে আমাৰ সৰযু, এই পঁজা ঘৰকে ৰাজপ্ৰাসাদ বুলি ভাবিবা ।"

সুমন্ত্ৰই শুদা ৰথ লৈ অযোধ্যালৈ উভতি আহি দেখিলে —

"নগৰত প্ৰজাগণ শোকত মলিন ।
দিৱসৰ তাৰা যেন দীপিতি বিহীন ॥
শূন্য যেন দেখে প্ৰজানিশবদ ভৈল ।
কমল সঙ্কোচ যেন সূৰ্য অস্ত গৈল ॥
কুমুদ মলিন যেন দিব্য সৰোৱৰ ।
হৰিষ নকৰে প্ৰজা অযোধ্যা নগৰে ॥
শূন্য ৰথ দেখি সবে কান্দিবাক লৈলা ।
হা ৰাম লখাই সীতা এৰি কৈক গৈলা ॥" *

*আৱাহন, বহাগ ১৮৫৫, ৪ৰ্থ বছৰ, ৭ম সংখ্যা ।



# যুধিষ্ঠিৰ আৰু নাগৰজাৰ আলাপ

## (মহাভাৰতৰ বনপৰ্ব)

এদিন ভীমে অকলৈ হিমালয়ৰ দাঁতিত ভ্ৰমণ কৰিছিল। নাগৰজাই তেওঁক দেখা পাই বন্দী কৰিলে। যুধিষ্ঠিৰে ভীমক বিচাৰি গৈ গৈ তাত উপস্থিত হ'ল । তেতিয়া নাগৰজাই যুধিষ্ঠিৰক প্ৰশ্ন কৰিলে,—

(১)

নাগ—ব্ৰাহ্মণ কোন ?

যুধি—সত্য, সৰলতা, দয়া, দান, ক্ষমা, আৰু তপস্যা, এইবিলাক গুণ যাৰ গাত আছে, তেওঁহে ব্ৰাহ্মণ।

নাগ—এইবিলাক গুণ কোনো কোনো শূদ্ৰৰোতো আছে।

যুধি—এইবিলাক গুণ যি শূদ্ৰত আছে, তেওঁ ব্ৰাহ্মণ, আৰু এইবিলাক গুণ যি ব্ৰাহ্মণৰ নাই, ব্ৰাহ্মণকুলত জন্মিলেও শূদ্ৰ।

নাগ—যদি চৰিত্ৰৰ বলত ব্ৰাহ্মণ হোৱা যায়, তেন্তে যি পৰ্যন্ত বয়সত চৰিত্ৰৰ কাৰ্য আৰম্ভ নহয়, সেই পৰ্যন্ত জাতি বিভাগ বৃথা।

যুধি—ঠিক্, বৃথা। কিয়নো মনুৱে কৈছে, "যেতিয়ালৈকে মানুহে বেদ অধ্যয়ন নকৰে, তেতিয়ালৈকে সি শূদ্ৰৰ নিচিনা হৈ থাকে।" মই আগতে কৈছোঁ, জাতি বৰ্ণ অভেদ। যি সুসংস্কৃত চৰিত্ৰ লাভ কৰিছে, তেৱেঁই ব্ৰাহ্মণ।

নাগ— তোমাৰ কথা সঁচা। অহিংসা, দান, দম, সত্য, তপস্যা আৰু ধৰ্মাচৰণহে শ্ৰেষ্ঠ, জাতি আৰু কুল নহয়।

(২)

নাগ— জ্ঞেয় বস্তু কি?

যুধি—সুখ-দুখ ৰহিত ঈশ্বৰ জ্ঞেয়।

নাগ—সুখ-দুখ ৰহিত কোনো বস্তু আছে নে?

যুধি—যেনেকৈ শীত আৰু গ্ৰীষ্ম এই উভয়ৰ সন্ধি স্থলত জাৰ আৰু জহ নলগা কোনো এক অনিৰ্বচনীয় অৱস্থা স্বীকাৰ কৰি লোৱা হয়, তেনেকৈ সুখ-দুখ বিহীন বস্তু অৱশ্যে স্বীকাৰ কৰি ল'ব লাগিব।

নাগৰজাই যুধিষ্ঠিৰৰ উত্তৰ শুনি সন্তোষ পাই ভীমক বন্দীশালৰপৰা মুকলি কৰি দিলে। তেতিয়া যুধিষ্ঠিৰে নাগৰজাক কলে, "আপুনি বেদ-বেদাঙ্গত পাৰ্গত, আপুনি মোৰ সংশয় দূৰ কৰোঁক।" নাগৰজা মান্তি হ'ল। যুধিষ্ঠিৰে প্ৰশ্ন কৰিলে,—

(৩)

যুধি—মানুহৰ সদ্গতিৰ উপায় কি?

নাগ—অহিংসা, দান, প্ৰিয় আৰু সত্যকথন

(৪)

যুধি—দান আৰু সত্য, অহিংসা আৰু প্ৰিয় ব্যৱহাৰ, ইয়াৰ ভিতৰত শ্ৰেষ্ঠ কোনটো?

নাগ—এইবিলাকৰ পৰিণামফলৰ পৰা শ্ৰেষ্ঠতা নিৰ্ণয় কৰিব পাৰিব। এইবিলাকৰ ভিতৰত যাৰ দ্বাৰা অধিকতৰ দেশৰ আৰু দহৰ হিত সাধিত হয়, তাকেই শ্ৰেষ্ঠ বুলি বুজিব লাগিব। এতেকে কোনো সময়ত দানতকৈ সত্য শ্ৰেয়, আকৌ কোনো সময়ত সত্যতকৈ দান বিশিষ্ট। সেইদৰেই সময় বিশেষে অহিংসাতকৈ প্ৰিয় ব্যৱহাৰ শ্ৰেষ্ঠ, আকৌ সময় বিশেষে প্ৰিয় ব্যৱহাৰতকৈ অহিংসা বিশিষ্ট।

যুধি—আত্মাই, কেনেকৈ শব্দ, স্পৰ্শ, ৰূপ, ৰস আৰু গন্ধ এই পাঁচোটা বিষয় ভোগ কৰে? সুখ-দুখ অনুভৱ কৰে?

নাগ—শৰীৰত থকা পাঁচ ইন্দ্ৰিয়ৰ ভিতৰত যিকোনো এটা ইন্দ্ৰিয় আৰু মন ও বুদ্ধি এই তিনিৰ সাহায্যত আত্মাই বিষয় ভোগ কৰিব নোৱাৰে। সুখ-দুখ অনুভৱ কৰিব নোৱাৰে। আকৌ এক মনে একে সময়তে বহুত বিষয়ত লিপ্ত হব নোৱাৰে। ইন্দ্ৰিয়বিলাকে ৰূপ ৰস আদি বিষয়ত সংযুক্ত হলে বুদ্ধি বা বিষয়-জ্ঞানৰ উৎপত্তি হয়। ইন্দ্ৰিয়বিলাক বিষয়ৰপৰা বিমুক্ত হলে বুদ্ধি লুপ্ত হয়। মনৰ সাহায্যতে এই সংযোগ আৰু বিয়োগ সাধিত হয়। এতেকে মনৰ সাহায্যতে বুদ্ধি উৎপন্ন হয়। বুদ্ধিয়ে সুখ-দুখৰ উৎপন্ন কৰিব নোৱাৰে, মনেহে পাৰে। সুখ-দুখৰ কাৰণ হৈছে মন। য'ত মন নাই, ত'ত বুদ্ধি বা বিষয় জ্ঞানো নাই, কাজে কাজেই সুখ-দুখৰো বোধ নাই।

নাগৰজাৰ কথা শুনি যুধিষ্ঠিৰে বৰ ৰং পাই ভীমক লগত লৈ প্ৰস্থান কৰিলে।*

*আৱাহন, আহিন ১৮৫৫ শক, ৪ৰ্থ বছৰ ১২শ সংখ্যা।



# আসামত আৰ্য্য-বসতি

হিমালয়ৰ উত্তৰে তিব্বত দেশ। আদিতে এই দেশত আৰ্য্যজাতি বাস কৰিছিল। এই দেশেই ব্ৰহ্মপুত্ৰ, সিন্ধু, গঙ্গা আদি ডাঙৰ নদীবিলাকৰ উৎপত্তিৰ ঠাই। শ্ৰীযুত দয়ানন্দ সৰস্বতী স্বামী ৰচিত বঙ্গভাষাত প্ৰকাশিত "সত্যাৰ্থ প্ৰকাশ" পুথিৰ পৰা জনা যায় যে অতীজত এই দেশৰ নাম 'ত্ৰিবিষ্টপ' আছিল, তাতে মানুহৰ আদি সৃষ্টি হৈছিল আৰু তাৰে পৰা আৰ্য্যজাতিয়ে আৰ্য্যাৱৰ্ত্তত আহি বাস কৰিছিল, দৃষদ্বতী নদীয়েই আৰ্য্যাৱৰ্ত্তৰ পূব সীমা আৰু ব্ৰহ্মপুত্ৰ নদীয়েই আগৰ দৃষদ্বতী নদী। তেওঁৰ মতে আৰ্য্যজাতি ইৰাণৰ ফালৰপৰা অৰ্থাৎ উত্তৰ পশ্চিম ফালেদি ভাৰতলৈ অহা কথাটো সত্য নহয়। তেওঁ কয় যে আদিতে আৰ্য্যসকলৰ ভিতৰত জাতিভেদ নাছিল, শ্ৰেষ্ঠৰ নাম আৰ্য বিদ্বান, দেৱ বা সুৰ আছিল, দুষ্টৰ নাম দস্যু বা দাস, অনাৰ্য (অনাড়ী) মূৰ্খ্য দৈত্য বা অসুৰ আছিল, বিদ্বান বা দেৱ আৰু অবিদ্বান বা অসুৰ এই দুইৰো ভিতৰত যেতিয়া সদায় যুদ্ধ-বিগ্ৰহ আৰু উপদ্ৰৱ হৈ থাকিবলৈ ধৰিলে, তেতিয়া আৰ্যসকলে তিব্বতত নাথাকি তাৰপৰা একেবাৰে এই দেশলৈ গুচি আহিল। "অমৰকোষ" মতে স্বৰ্গ বা দেৱলোকৰ এটা নাম "ত্ৰিবিষ্টপ" ত্ৰি =তিনিজন+বিষ্ট=সন্নবিষ্ট+প=পদ্ম, মিলি 'ত্ৰিবিষ্টপ" হোৱা অনুমান হয়। এই তিনিজন ব্ৰহ্মা, বিষ্ণু আৰু ৰুদ্ৰ শ্ৰীযুত যোগীন্দ্ৰ নাথ বসু সম্পাদিত সৰল কাশীৰাম মহাভাৰতত থকা পুৰণি ভাৰতবৰ্ষৰ মানচিত্ৰত তিব্বতক দেৱভূমি বুলি দেখুৱা হৈছে। তিব্বত ভ্ৰমণকাৰী Sven Hedin-ৰ "Trans-Himalaya" কিতাপৰপৰা জনা যায় যে, তিব্বতৰ মানুহে সেই দেশক "পদ", 'পু', বা "পা" বোলে। স্বান (Shan) ভাষাত "ফা" শব্দৰ অৰ্থ স্বৰ্গ। আমাৰ দেশৰ আহোম ৰজাবিলাকৰ নামৰ পাছত "ফা" শব্দ প্ৰয়োগ কৰা হৈছিল। স্বান ভাষাৰ এই "ফা" শব্দটো তিব্বতীয় "পা" শব্দৰে অপভ্ৰংশ হব পাৰে। সম্ভৱতঃ "পদ্ম" শব্দৰপৰা "পদ" হৈছে। তিব্বতৰ মঠবিলাকৰ দুৱাৰ মুখত "ওম মনিপদ্মে হুং" লিখা থাকে। তিব্বতৰ সন্যাসীয়ে সেই মন্ত্ৰ মাতি জপ কৰে। He(monk) remembers the gigantic characters in the quartzite "Om Mani Padme Hum," and he murmurs half dreaming the holy syllable

"Oh, thou jewel in the lotus, Amen."

Sven Hedin's Trans Himalaya, vol (II. p. 7)।

আৰ্যশাস্ত্ৰমতে মহাপ্ৰলয়ৰ পাছত যেতিয়া পৃথিৱী গোটেইখন পানীৰ তলত বুৰি আছিল, তেতিয়া নাৰায়ণৰ নাভিপদ্মত সৃষ্টিকৰ ব্ৰহ্মাৰ জন্ম হয়, সেই নিমিত্তে ব্ৰহ্মাৰ এটা নাম "পদ্মজন্ম।" তিব্বত পৃথিৱীৰ ভিতৰত এখন অতি ওখ ঠাই। সেই বাবে বোধ কৰো মহাপ্ৰলয়ৰ পাছত এই ঠাই ডোখৰ আগেয়ে জাগ দিছিল, আৰু তাতে আদি সৃষ্টি হৈছিল। তিব্বতৰ মানস সৰোৱৰক সেই দেশৰ মানুহে 'স্বং-ভৰং" বা "স্বৰিংপস" বোলে। বেদমতে জনা যায় যে আৰ্যজাতি আদিতে "সৰপস" নামে হ্ৰদৰ ওচৰত আছিল। পুৰাণমতে সেই হ্ৰদৰ নাম "বিন্দুসৰ"। বোধ কৰো মানসসৰোৱৰকে বেদত সৰপস আৰু পুৰাণত বিন্দুসৰ বুলিছে। ব্ৰহ্মপুত্ৰ বা দৃষদ্বতীক

"স্বৰ্ণপল্লাও" বোলে। এই নৈখন তিব্বত দেশৰ মাজেদি বৈ আহি হিমালয়ৰ পূব মূৰে দক্ষিণ মুৱা হৈ আস'মত সোমাই- আসামৰ মাজেদি বৈ গৈছে। তিব্বতৰ মানুহে এই নৈখনক "স্বান্‌পা," "স্বানপা" বা 'স্বাংপু' বোলে।

অতি পূৰ্বে ব্ৰহ্মদেশৰ নাম স্বৰ্ণভূমি আছিল বুলি প্ৰাচীন ভাৰতবৰ্ষৰ মানচিত্ৰৰ পৰা জনা যায়। স্বৰ্ণভূমিত থকাৰ নিমিত্তেই বোধকৰো Shan জাতিৰ নাম স্বন্ বা স্বান্ হ'ল। দৃষদ্বতী আৰু আপয়া' নদীৰ মাজত ভাৰতীয় আৰ্যসকলৰ প্ৰথম উপনিবেশ দেৱনিৰ্মিত "ব্ৰহ্মাৱৰ্ত্ত" দেশ আছিল। সেই দেশ বৰ্তমান দিহিং (দৃষং) আৰু দিপাং বা দিবাং (দিব+আপয়া') নদীৰ মাজত আছিল। এই সম্বন্ধে সবিশেষ বিৱৰণ পাছে লিখি জনোৱা হ'ব।

ভাগৱতৰ 'বলিছলন' আখ্যানত লিখা 'ত্ৰিপদভূমি' কথাষাৰে স্বৰ্গ, মৰ্ত্য আৰু পাতালক বুজাইছে। পূৰ্বে কৈ আহিছোঁ যে তিব্বত দেশখন দেৱভূমি অৰ্থাৎ স্বৰ্গৰ ভিতৰত। ই চীন সাম্ৰাজ্যৰ ভিতৰত এখন দেশ। চীন সাম্ৰাজ্যক ইংৰাজীত Celestial Empire বা স্বৰ্গৰাজ্য বোলে। স্বৰ্গখন, ত্ৰিপদ ভূমিৰ এপদ। "পদ" শব্দৰ এনে অৰ্থৰ পৰাও তিব্বতৰ নাম পদ হ'ব পাৰে। অমৰকোষৰ আকাশ পৰ্যায় শব্দৰ মাজত "বিষ্ণুপদ শব্দটো পোৱা যায়। যথা—

"দ্যোদিবৌদ্বে স্ত্ৰিয়ামভ্ৰং ব্যোমপুষ্কৰসম্বৰম্। নভোহন্তৰীক্ষং গগনমনন্তং সুৰবৰ্ত্ম'খম্। বিয়দ্বিষ্ণুপদং বাতু পুংস্যাকাশ বিহায়সী।" সি যি হওক তিব্বতীয়সকলে তেওঁলোকৰ দেশখনক পদ বা পু (Pod or Po) বোলে আৰু ব্ৰহ্মপুত্ৰক স্বানপু বা স্বাংপু (Tsanpo or Tsangpo) বোলে। ব্ৰহ্মপুত্ৰৰ যি অংশ তিব্বতৰ পৰা আবৰ পৰ্বতৰ মাজেদি বৈ আহিছে সেই অংশৰ বৰ্তমান নাম দিহং। সৰস্বতী নদীয়েই আৰ্যাবৰ্তৰ পূব সীমা আৰু দৃষদ্বতীয়েই যে ব্ৰহ্মপুত্ৰ এই কথা স্বামী দয়ানন্দ সৰস্বতীয়ে তেওঁৰ "সত্যাৰ্থ প্ৰকাশ" কিতাপত স্পষ্টকৈ কৈছে। "বিশ্বকোষ" অভিধানৰ ১৮২ পিঠিত লিখা আছে :—

"অতএব আৰ্যাবৰ্তেৰ পূৰ্বসীমা ব্ৰহ্মপুত্ৰ নদেৰ পূৰ্বপ্ৰদেশ ও বৰ্তমান আৰাকান ৰাজ্য প্ৰতিপন্ন হইতেছে।"

আসাম আৰু চট্টগ্ৰাম বিভাগৰ পূবে থকা পৰ্বতশাৰী (পাটকাই, লুচাই, মণিপুৰ, নগাপৰ্বত) হিমালয়ৰ পূব মুৰৰপৰা আৰাকানৰ কাষৰ সাগৰলৈকে বিস্তৃত হৈছে। এই পৰ্বত শাৰীক ভাৰতৰ স্বাভাৱিক পূৰ্বসীমা বুলিব পাৰি। ভাৰতৰ পশ্চিম ফালেও হিমালয়ৰ ঠাল ঠেঙুলি স্বৰূপে এশাৰী পৰ্বত (Suleiman Range) সিন্ধু নৈৰ পশ্চিমে এখন প্ৰাচীৰৰ নিচিনা হৈ আছে। এই দুশাৰী পৰ্বতক হিমালয়ৰ দুটা বাহু বুলিব পাৰি। এই দুই বাহুৰ মাজত আৰ্যাৱৰ্ত। হিমালয়ে যেন এই দুটা বাহু মেলি সাগৰক ঠেলি আছে।

মনুসংহিতাৰ দ্বিতীয় আধ্যাত ভাৰতত আৰ্যনিবাসৰ বিষয়ে এই দৰে লিখা আছে :—

"সৰস্বতী দৃষদ্বত্যোদেৱনদ্যোৰ্যদন্তৰম্। তং দেৱনিৰ্মিতং দেশংব্ৰহ্মাৱৰ্তং প্ৰচক্ষতে ॥ ১৭ ॥ তস্মিন্ দেশে আচাৰঃ পাৰম্পৰ্যক্ৰমাগতঃ। বৰ্ণানাং সান্তৰালানাং স সদাচাৰ উচ্যতে ॥ ১৮ ॥ কুৰুক্ষেত্ৰঞ্চ মৎস্যাশ্চ পাঞ্চালাঃ শূৰসেনকাঃ। এষ ব্ৰহ্মৰ্ষি দেশো বৈ ব্ৰহ্মাৱৰ্তাদনন্তৰঃ ॥ ১৯ ॥ এতদ্দেশপ্ৰসূতস্য সকাশাদগ্ৰজন্মনঃ। স্বং স্বং চৰিত্ৰং শিক্ষেৰন পৃথিৱ্যাং সৰ্বমানৱঃ॥ ০ ॥ হিমবদ্বিন্ধ্যয়োৰ্মধ্যং যৎ প্ৰাগ্বিনশনাদপি। প্ৰত্যগেৱপ্ৰয়াগাচ্চ মধ্যদেশঃ প্ৰকীৰ্তিতঃ ॥ ২১ ॥ আসমুদ্ৰাত্তু বৈ পূৰ্বাদাসমুদ্ৰাত্তু পশ্চিমাৎ। তয়োৰেৱান্তৰং গিৰ্য্যোৰাৰ্যাৱৰ্তং বিদুৰ্বুধাঃ ॥ ২২"

সৰস্বতী আৰু দৃষদ্বতী এই দুখন দেৱনদীৰ মাজত যিখন দেৱনিৰ্মিত দেশ আছে, তাকে ব্ৰহ্মাৱৰ্ত বোলে। এই দেশৰ চাৰিবৰ্ণৰ আৰু বৰ্ণসঙ্কৰ জাতিবিলাকৰ ভিতৰত যি আচাৰ পৰম্পৰাক্ৰমে চিৰকাল চলি আহিছে, তাকে সদাচাৰ বোলে। কুৰুক্ষেত্ৰ, মৎস্য,

পাঞ্চাল, (কান্যকুব্জ) আৰু শূৰসেনক (মথুৰা) এইবিলাক দেশ ব্ৰহ্মৰ্ষি দেশ, এই ব্ৰহ্মৰ্ষি দেশ ব্ৰহ্মাৱৰ্তৰপৰা বেলেগ। এইবিলাক দেশত ওপজা অগ্ৰজন্মা ব্ৰাহ্মণসকলৰ ওচৰত পৃথিৱীৰ সকলো মানুহে নিজৰ নিজৰ আচাৰ-ব্যৱহাৰ শিক্ষা কৰা উচিত। হিমালয় আৰু বিন্ধ্যা পৰ্বতৰ মাজত, বিনাশনৰ পূবে আৰু প্ৰয়াগৰ পশ্চিমে থকা দেশখনিক মধ্যদেশ বোলে যি ভূখণ্ড পূৰ্ব সাগৰৰপৰা পশ্চিম সাগৰলৈকে বিস্তৃত হৈ আছে আৰু দুয়োফালে পৰ্বতে বেৰি আছে, তাকে পণ্ডিতসকলে আৰ্যৱৰ্ত বুলি কয়।

মনুৱে আৰ্যাৱৰ্তৰ যি সীমা নিৰ্দ্ধাৰণ কৰিছে তাৰ দ্বাৰা বুজা যায় যে, আৰ্যাৱৰ্তৰ পশ্চিম সীমা হিমালয়ৰ পশ্চিম বাহু অৰ্থাৎ Suleiman Range গিৰিমালা আৰু সাগৰ অৰ্থাৎ এতিয়াৰ আৰব সাগৰ আৰু পূৰ্ব সীমা হিমালয়ৰ পূববাহু (পাটকাইৰ পৰা আৰাকানলৈকে গিৰিমালা) আৰু সাগৰ (বঙ্গোপসাগৰ)। যদি "তয়োৰেবান্তৰং গিৰ্য্যোঃ" মানে মনুসংহিতাৰ ভাষ্যকাৰসকলৰ মতে হিমালয়ৰ আৰু বিন্ধ্যাপৰ্বতৰ মাজৰ ঠাইখিনিকে আৰ্যাৱৰ্ত বুলি ধৰা যায়। তেন্তে বিন্ধ্যগিৰিৰ পূৰ্বত কোনো সাগৰ আৰ্যৱৰ্তৰ সীমাও ঠেক হৈ পৰে। বিন্ধ্যপৰ্বত মালা নৰ্মদা নদীৰ উত্তৰৰ পাৰে পাৰে প্ৰয়াগৰ প্ৰায় সমীপলৈকে বিস্তৃত হৈ আছে। মনুৰ শ্লোকত 'গিৰ্য্যোঃ' শব্দৰ আগত কোনো পৰ্বতৰ নাম নাই। অথচ মধ্যদেশৰ সীমা নিৰ্দ্ধাৰণ কৰোঁতে তেওঁ স্পষ্টকৈ কৈছে—"হিমবদ্বিন্ধ্যয়োৰ্মধ্যং" অৰ্থাৎ হিমালয় আৰু বিন্ধ্যাপৰ্বতৰ মাজৰ ঠাই। মধ্যদেশখন আৰ্যৱৰ্তৰ এটা ভাগ। সেই ভাগটো দুই পৰ্বতৰ মাজত থকাৰ নিমিত্তে তাক মধ্যদেশ বোলা হৈছে। মনুসংহিতাত আৰ্যাৱৰ্তৰ উত্তৰ সীমা নিৰ্দ্ধাৰণ কৰোঁতে কোনো পৰ্বতৰ নাম উল্লেখ কৰা নাই। তাৰ কাৰণ এয়ে হ'ব পাৰে যে, উত্তৰ দেশৰপৰাই আৰ্যজাতি এই দেশলৈ আহিছিল। মনুৰ মতে ব্ৰহ্মাৱৰ্তৰ মাজত সৰস্বতী আৰু দৃষদ্বতী নামেৰে দুখন নৈ বৈ গৈছে, সেই দুখন দেৱনদী অৰ্থাৎ দেৱলোকৰ পৰা অহা নদী, আৰু ব্ৰহ্মাৱৰ্ত দেশখনকো দেৱতাই নিৰ্মাণ কৰিছিল। তিব্বত যে আগৰ দিনৰ "দেৱলোক" বা স্বৰ্গ এই কথা পূৰ্বে কৈ আহিছোঁ। এতেকে এই দুখন দেৱনদীৰ উৎপত্তিৰ ঠাই তিব্বত হ'ব লাগিব। আৰু ব্ৰহ্মাৱৰ্তৰ দেশখনক "দেৱনিৰ্মিত" বোলাত এইটো বুজিব লাগিব যে সেই দেশখনো তিব্বতৰ সীমাত বা অতি ওচৰত হ'ব লাগিব। মহাভাষ্য আৰু পুৰাণৰ মতে আৰ্যাৱৰ্তৰ পূবে আদৰ্শ আৰু কিৰাতভূমি। গ্ৰীক ঐতিহাসিক টলেমিৰ মতে আদেইস্বৰ্গ (Adeisaga) আৰু কিৰাডিয়া (Kiradia) এই "আদৰ্শ" আৰু আদেই স্বৰ্গ কথাৰপৰা আদিস্বঃ বা আদিস্বৰ্গ বুজিব পাৰি। ব্ৰহ্মাৱৰ্তৰ উত্তৰে স্বৰ্গৰাজ্য।

দৃষদ্বতী নদীৰ চমু নাম "দৃষং"। যেনেকৈ দিকৰ বাসিনীৰ চমু নাম দিক্ৰং হ'ল, তেনেকৈয়ে দৃষদ্বতীৰ চমু নাম "দৃষং" হৈছিল। আৰৰ পৰ্বতত যিবিলাক নদী আৰু গাঁও আছে, প্ৰায় সেই আটাইবোৰ নামৰ পাছত অনুস্বাৰ আছে। যেনে—বটাং, মিচিং, কিবং, পদং, জিমং, পুগিং চিগং, ইত্যাদি। দৃষং শব্দই দিৰহং কৈ শেষত দিহং শব্দত পৰিণত হৈছে বুলি বিশ্বাস হয়। দিহং নৈয়েই ব্ৰহ্মপুত্ৰ, আৰু ব্ৰহ্মপুত্ৰ নদ তিব্বতৰ অৰ্থাৎ দেৱলোকৰপৰা বৈ আহিছে। সেই বাবে দিহং নৈক দেৱনদী বুলিব পাৰি। আৰৰ আৰু মিচিমি পৰ্বতৰ উত্তৰ সীমাত তিব্বত। পূৰ্বে ব্ৰহ্মপুত্ৰক 'স্বৰ্গঙ্গা' "আকাশীগঙ্গা" আৰু "মন্দাকিনী" ও বোলা হৈছিল।

ব্ৰহ্মহ্ৰদৰপৰা ওলোৱাৰ নিমিত্তে ব্ৰহ্মপুত্ৰ নদৰ নাম 'ব্ৰহ্মপুত্ৰ' হব পাৰ। মানস সৰোৱৰক তিব্বতৰ মানুহে স্বংভৱং (Tsomavang) বা স্বৰিংপস (Tsoringpocho) বোলে, এই কথা আগেয়ে কৈ আহিছোঁ। স্বংভৱং বা স্বমভং শব্দটো স্বয়ম্ভু শব্দৰ অপভ্ৰংশ যেন লাগে। ব্ৰহ্মাক স্বয়ম্ভু বোলা যায়। সেই বাবে মানস সৰোৱৰেই ব্ৰহ্মসৰোৱৰ বা ব্ৰহ্মহ্ৰদ হ'ব পাৰ।

এই মানস সৰোবৰ দৰ্শন কৰি SVEN HEDIN ছাহাবে তেওঁৰ Trans-Himalaya কিতাপত যি লিখিছে তাৰপৰা তলত লিখা কথাখিনি তুলি দিলোঁ :—

How can Man-sarowar and Kailas be the objects of divine honours from two religions so different as Hinduism and Lamaism, unless it is that their overpowering beauty has appealed to and deeply impressed the human mind and that they seemed to belong rather to heaven than to earth? Even the first view from the hills on the shore caused us to burst into tears of joy at the wonderful, magnificent landscape and its surpassing beauty The oval lake, somewhat narrower in the South than the North and with a diameter of about 15½ miles, lies like an enormous turquoise embedded between two of the finest and most famous mountain giants of the world, the Kailas in the North and Gurla Mandatta in the South, and between huge ranges above which the two mountains uplift their crowns of bright white eternal snow Yes, already I felt the strong fascination which held me fettered to the banks of the Manasarowar, and I knew that I would not willingly leave the lake before I had listened until I was weary to the song of its waves. We sat an hour and enjoyed the uncomparable beauty of the scene. A slight ripple ruffled the surface of the water, but in the middle the lake was as smooth as if oil had been poured on it. The Tibetans said that it was always smooth in the middle except when a storm raged."

মানস সৰোবৰৰ সৌন্দৰ্য্য বৰ্ণনাতীত। এই সৰোবৰৰ দক্ষিণ-পশ্চিমফালে গুৰ্লা মাণ্ডাত্ত (Gurla Mandatta) পৰ্বতৰ দুটি টিং দেখা যায়। এই পৰ্বতেই পুৰাণত লিখা গৌৰ-মন্দাক বা মৈনাক হ'ব পাৰে, পশ্চিম-উত্তৰ-পশ্চিমফালে "পিৰামিডৰ" আকৃতিৰ এটা পৰ্বত আছে, দক্ষিণে পুৰং-উপত্যকাৰ পাছফালে এশাৰী বৰফেৰে ঢকা পৰ্বতৰ টিং উত্তৰ-পশ্চিম ফালে সৰোবৰৰ দাঁতিত দুটা সৰু সৰোবৰ (Lagoons) আছে আৰু তাৰ পাছৰেপৰা শাৰী শাৰী পৰ্বতমালা আছে, এই পৰ্বতমালা Trans-Himalayaৰ পৰ্বত। এই পৰ্বতমালাৰ ভিতৰত, মণিত হীৰাৰ মাজলীৰ দৰে চিৰ তুষাৰাবৃত শুভ্ৰ কৈলাস পৰ্বত ধ্যানস্থ মহাযোগীৰ দৰে চিৰকাল জিলিকি আছে। তিব্বতৰ মানুহবিলাকে বৰফৰ পৰ্বতক গংৰিং বা গঙ্গি বোলে। গং বা গঙ্গ =বৰফ, ৰিং বা ৰা—পৰ্বত, আৰু গঙ্গু—হিম নদী। কৈলাস পৰ্বতক তেওঁলোকে গঙ্গি বোলে। 'কংৰিপস'ও বোলে। মানস সৰোবৰৰ উত্তৰে অলপ আঁতৰত পুণ্ডি পৰ্বতৰ শিং দুটা দেখিবলৈ পোৱা যায়। সূৰ্যৰ কিৰণ পৰি যেতিয়া বৰফেৰে ঢকা পৰ্বতৰ টিংবিলাক আৰু হিমনদীবিলাক তিৰবিৰাবলৈ ধৰে, তেতিয়া সেই শিলাময় হিমভূমি হিৰন্ময় হৈ পৰে, গঙ্গি অৰ্থাৎ চিৰতুষাৰাবৃত টিংবিলাক মানস সৰোবৰৰ চাৰিওফালে সোণালী পত্নমৰ পাহিৰ দৰে জিলিকি উঠে। সৰোবৰটি জানিবা সেই সেই স্বৰ্ণপদ্মৰ মাজৰ চকা, আৰু ব্ৰহ্মপুত্ৰ নদ জানিবা সেই পদ্মৰ নলা। ভাৱেহে আৰ্য ঋষিয়ে সূৰ্যক "হিৰণ্যৰেতাঃ," মানস সৰোবৰক "হিৰণ্যগৰ্ভ" আৰু ব্ৰহ্মপুত্ৰক "স্বৰ্ণপদ্মা" বুলিছে। মানস সৰোবৰ আৰু তাৰ চাৰিওফালৰ বৰফৰ পৰ্বত আৰু হিম নদীবিলাক থকা বিস্তোপন ঠাইডোখৰক ব্ৰহ্মাণ্ডৰ 'নাভিপদ্ম' বুলিব পাৰি। এই ঠাইৰ সৌন্দৰ্য তলত লিখা কথাৰে বৰ্ণাব পাৰি।

"A charm from the skies seems to hallow all these"

ব্ৰহ্মপুত্ৰক দৃষদ্বতী কোৱা হ'ল কিয়? আৰ্য জাতিৰ যিটো দল ব্ৰহ্মৰ্ষি বিষ্ণুৰ অধীনত তিব্বতৰ-

পৰা এই দেশলৈ আহে, সেই দলৰ লোকসকলে ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে ব্ৰহ্মপুত্ৰৰ গতিলৈ দৃষ্টি ৰাখি পূৰ্বাভিমুখে আহি আছিল। ব্ৰহ্মপুত্ৰই জানিবা তেওঁলোকক বাট দেখুৱাই আনি আছিল। সেই নিমিত্তেই বোধ কৰো তেওঁলোকে এই নৈখনৰ নাম দৃষদ্বতী থৈছিল। য'ত ব্ৰহ্মপুত্ৰ পূৰ্বাভিমুখে নগৈ আবৰ পৰ্বত ভেদ কৰি দক্ষিণলৈ বৈ আহিছে, সেই খিনিতে বোধকৰো আৰ্যজাতিয়েও পূবে নগৈ তিব্বতৰপৰা দক্ষিণলৈ নামি আহি দৃষদ্বতী, যমুনা, সৰস্বতী, আপয়া, শুতুদ্ৰী, আৰু দিকৰং নদ প্ৰৱাহিত, লোহিতৰ উত্তৰ পাৰৰ উত্তম ঠাইখিনিত উপনিবেশ স্থাপন কৰিছিল। দিহং নৈৰ পূবে যমুনা (Yamna) আৰু তাৰ পূবে সৰস্বতী (Sesseri) নৈ আছে।

ব্ৰহ্মপুত্ৰৰ উৎপত্তিৰ ঠাইত কেবাখনো হিমনদী (Glacier) মিলি ব্ৰহ্মপুত্ৰ হৈছে, য'ত এই হিম নদীবিলাক মিলি এখন নৈ হৈছে, ব্ৰহ্মপুত্ৰৰ সেইখিনিকে তিব্বতৰ মানুহে "মকুংমং খান-পু" বোলে। *

"আৰ্য" বুলিলে শ্ৰেষ্ঠ মানুহক বুজায় আৰ্য জাতি, এজাতি শ্ৰেষ্ঠ মানুহ আছিল। ভাৰতীয় পণ্ডিতসকলৰ মতে ঋ-ণ্যৎ কৰি "আৰ্য" শব্দ হৈছে। ঋ ধাতুৰ অৰ্থ যোৱা আৰু ব্যাপ্ত কৰা। "আৰ্য" শব্দৰ মূল অৰ্থ "অৰণীয় বা গন্তব্য" বুলি সায়নাচাৰ্যই কৈছে। পাশ্চাত্য পণ্ডিতসকলৰ মতে লাটিন ভাষাৰ অৰ্ ধাতুৰপৰা 'অৰ্য' আৰু অৰ্যৰ পৰা 'আৰ্য' হৈছে। অৰ্ ধাতুৰ অৰ্থ ভূমিকৰ্ষণ। তেওঁলোকৰ মতে আৰ্য জাতিয়ে কৃষি কাৰ্য কৰিছিল। আৰ্য বুলিলে বৈশ্যকো বুজায়। আদিতে আৰ্য জাতিয়ে কৃষি, গোপালন আৰু বাণিজ্য কৰি খাইছিল আৰু উত্তম উৰ্বৰাভূমি বিচাৰি নানা দেশলৈ গৈছিল।

আৰ্যসকল আদিতে উত্তৰকুৰু বা কুৰুত্তৰ নামে দেশত আছিল বুলি আজিকালিৰ পণ্ডিতসকলে স্থিৰ কৰিছে। উত্তৰ কুৰুৰ পৰা আহি তেওঁলোকে কিছুকাল সৰপস নামে হ্ৰদৰ ওচৰত বাস কৰিছিল। এই সৰপস হ্ৰদৰ নাম ঋক্‌সংহিতাত পোৱা যায়। পুৰাণত উল্লেখ কৰা বিন্দুসৰ আৰু এতিয়াৰ 'সৰী-কুল' হ্ৰদকে বেদত উল্লেখ কৰা 'সৰপস' বুলি ভাৰতীয় আৰু য়ুৰোপীয় অনেক পণ্ডিতে নিৰ্দেশ কৰিছে। SVEN HEDIN 'অৰ' 'Trans Himalaya" নামে কিতাপৰপৰা জনা যায় যে, তিব্বতৰ লামাসকলে মানসসৰোবৰকে 'ম্‌মভং' বা "ম্‌বিংপস" বোলে আৰু তেওঁলোকে তাতে আদি সৃষ্টি হৈছিল বুলি বিশ্বাস কৰে। ইয়াৰ পৰা অনুমান হয় যে বেদোক্ত 'সৰপস' বা পুৰাণোক্ত 'বিন্দুসৰ' মানসসৰোবৰৰে নাম। সি যি হওক, আৰ্যসকল সৰপস হ্ৰদৰ ওচৰৰ নদীৰ পাৰত সাত ভাগ হৈ বাস কৰিছিল। সেই ঠাই ডোখৰৰ নাম 'প্ৰত্নস্যোকস' অৰ্থাৎ পুৰণি ভেটি আছিল। মানস সৰোবৰৰ ওচৰৰ পুৰং উপত্যকাই প্ৰত্নস্যোকস হ'ব পাৰে। ঋগ্বেদত সৰস্বতী নৈক সপ্তধা, সপ্তাৱয়বা, সপ্তনদী বা সপ্তসিন্ধুবিশিষ্টা বুলি লিখা আছে। কিন্তু সেই সাতখন নদীৰ নাম ঋক সংহিতাৰ কোনো ঠাইত একেলগে উল্লেখ কৰা হোৱা নাই। ঋগ্বেদৰ প্ৰথম মণ্ডলত উল্লেখ কৰা সৰস্বতী নদীখন হিমালয়ৰপৰা ওলাই কুভা (কাবুল ?) নদীৰ লগত মিলি সিন্ধু (Indus) নৈত পৰিছে। প্ৰাচীন ভাৰতৰ যি মানচিত্ৰ আজিকালি ওলাইছে, তাত পঞ্জাব দেশকে 'সপ্তসিন্ধু' বা 'সপ্তনদী' বুলি দেখাইছে। ঋক সংহিতাৰ শেষাংশত উল্লেখ কৰা দ্বিতীয় সৰস্বতী নদীখন দৃষদ্বতী আৰু আপয়া এই দুখন নৈৰ মাজেদি বৈ গৈ শেষত আপয়াৰ লগত মিলি দৃষদ্বতীত পৰিছে বুলি ঋগ্বেদত লিখা আছে। 'বিশ্বকোষৰ' ১৬৯ পিঠিৰ তলত লিখা আছে—"ঋক সংহিতায় দুইটী সৰস্বতী নদীৰ নাম পাওয়া যায়। সংহিতাৰ প্ৰথমাংশে সিন্ধুৰ সহিত মিলিত সৰস্বতী এবং শেষাংশে দৃষদ্বতী ও আপয়া নদীৰ নিকটস্থ দ্বিতীয় সৰস্বতী উক্ত হইয়াছে।" এই সৰ-

* বাঁহী, বহাগ ১৮৪২ শক, বিষ্ণুপদ ১০ম বছৰ ১ম সংখ্যা।

স্বতীৰ লগত যমুনা নৈৰ নামটোও ঠায়ে ঠায়ে উল্লেখ কৰা আছে। অথৰ্ববেদত তিনিখন সৰস্বতী নদীৰ উল্লেখ আছে।

এতিয়া প্ৰশ্ন হ'ব পাৰে যে আৰ্যসকলে একাধিক নদীৰ নাম কিয় সৰস্বতী থলে? তাৰ উত্তৰত পাশ্চাত্য সু-পণ্ডিত ৰেগোজিনে তেওঁৰ ৰচিত 'বৈদিক ভাৰত (Vedic India) নামে পুথিত যি লিখিছে তাৰে এছোৱা তলত তুলি দিলোঁ :—

'After the Aryans had advanced a considerable distance eastward crossing river after river, they reached one which arrested their progress for a time Settlements arose along its course and it inherited the name that for some reason was dear and sacred to the Aryans For what reason? From ancient memories and association (?) For Saraswati is the exact Sanskrit equivalent of the old Iranian 'Haraquaiti', the Avestan name of the great river (modern Helmond) of Eastern Eran—Afghanistan and Kabul-where some of the separating Indo-Eranian tribes certainly sojourned before they summoned courage to face the stony wall of the Suleiman Range and tread its wild narrow passes. Was it not natural that they should have thus perpetnated the memory of what had long been home? This beautiful and natural solution is suggested by the results of latest researches, and confirmed from a most unexpected quarter by a curt mention in the Athawrveda(100)of thvee Sarasvatis a mention being long unexplained, has been another of the puzzles which confront scholars to every step. Probebly no explanation was needed at the timex of things which had not passed out of remembrance"— (Vedic India. A. Ragozin) p p. 268-69)।

তিব্বতৰপৰা আৰ্য জাতিৰ যিটো দল পশ্চিম মুখে গৈ ইৰাণ আদি ঠাইত বাস কৰিছিল সেই দলৰ মানুহেই আৱেস্তা গ্ৰন্থ ৰচনা কৰিছিল, আৰু যিটো দল পুব মুখে আহি ব্ৰহ্মাৱৰ্তত বাস কৰিছিল, তেওঁলোকে ঋক-সংহিতা ৰচনা কৰিছিল। "বিশ্ব-কোষৰ" ১৭৩ পিঠিত লিখা কথাৰপৰা জনা যায় যে, পূৰ্বকালে অহা আৰ্যসকলে আপয়া, সৰস্বতী আৰু দৃষদ্বতী নদী বোৱা ঠাইখিনিকে খুব ভাল দেখি তাত বহুকাল বাস কৰিছিল। অশ্মন্বতী নদীৰ পাৰত উপস্থিত হৈ আৰ্য ঋষিযে কৈছিল,—

"অশ্মন্বতী ৰীয়তে সং ৰভধ্বমুত্তিষ্ঠত প্ৰতৰতা সখায় অত্ৰা জহাম যে অসন্ন শেবাঃ শিবান্বয়-মুক্তবেমাভি বাজান্।"

(অশ্মন্ মানে পৰ্বত, আৰু অশ্মন্বতা মানে পৰ্বতৰ জীয়াৰী অৰ্থাৎ নৈ)

"অশ্মন্বতী বৈ আছে। হে সখিসকল, উঠা, উছাহ কৰা, নদী পাৰ হোৱা। যি কিছু অশান্তি আছিল, সকলো ইয়াতে থৈ যাওঁতক ব'লা এই নদী পাৰ হৈ উত্তম উত্তম অন্নৰ ঠাইলৈ আগবাঢ়িম।' এই নদী পাৰ হৈ গ'লেই দিব্য আপয়া, সৰস্বতী, যমুনা আৰু দৃষদ্বতী নৈ পোৱা যায়। এই সৰস্বতী কুভা আৰু সিন্ধু নৈৰ লগত মিলা সৰস্বতী নহয়। অগ্নিৰ উপাসক সাৰস্বতসকলে (ঋক ৩।৪।৮) এই পুণ্য-ভূমিত (ব্ৰহ্মাৱৰ্ত) আহি বাস কৰিছিল। আৰ্য-সকলে তেওঁলোকৰ নেতা বিষ্ণুৰ কথামতে চলি (ঋক্ ৭।১০০।৪) এই উপনিবেশ স্থাপন কৰি তাত বাস কৰিছিল। তাৰপৰা যাগ-যজ্ঞাদি কৰি বৈদিক ধৰ্ম প্ৰচাৰ কৰাই আৰ্যসকলৰ মূল-মন্ত্ৰ আছিল। আৰ্য-সকলৰ আগমনৰ আগেয়ে উক্ত নদী প্ৰৱাহিত দেশত কৃষ্ণবৰ্ণ দস্যুজাতি আছিল। আৰ্য জাতি আহিলত দস্যুজাতিৰ লগত তেওঁলোকৰ যুদ্ধ হয়। সেই যুদ্ধকে দেৱাসুৰ বা দেৱদানৱৰ যুদ্ধ বোলে। আবৰ পৰ্বতৰ সিয়াং নদীয়েই অশ্মন্বতী হ'ব পায়।

অগ্নিৰ উপাসক আৰ্য ঋষিয়ে ব্ৰহ্মাৱৰ্তত থাকোঁতে

গাইছিল— "দৃষদ্বত্যাং মানুষ আপয়ায়ং সৰস্বত্যাং ৰেবদগ্নে দিদীহি" (ঋক্ ৩।২৩।৪।) "হে অগ্নি, তুমি দৃষদ্বতী আপয়া আৰু সৰস্বতীৰ পাৰত থকা মানুহৰ ঘৰত দীপ্ত হোৱা।" "উত নঃ প্ৰিয়া প্ৰিয়াসু সপ্তস্বসা সুজুষ্টা সৰস্বতী স্তোম্যা ভূৎ।" (ঋক ৬।৬১।১০) "আমাৰ প্ৰিয় সাতভনীযুক্তা ঋষিসকলৰ সেৱিতা দেৱী সৰস্বতী যেন আমাৰ স্তুতি যোগ্যা হয়।"

এই ঋক্‌মন্ত্ৰৰ পৰা জনা যায় যে দৃষদ্বতী আৰু আপয়াৰ মাজত বা ওচৰত সৰস্বতী সপ্তভগ্নীযুক্তা অৰ্থাৎ সৰস্বতীৰে সৈতে সাতখন নদী ওচৰাওচৰিকৈ থকা ঠাইত আৰ্য জাতি আহি বাস কৰিছিল। কিন্তু এই সাতখন নদীৰ নামএকেলগে ঋক্ সংহিতাৰ কোনো মন্ত্ৰত উল্লেখ কৰা নাই। কোনো ঠাইত সৰস্বতীক সপ্তধা (ঋক্ ৬।৬১ ১২) আৰু সপ্তথী (ঋক্ ৭।৩৬।৬) অৰ্থাৎ সপ্তম স্থানীয়া এইদৰেও উল্লেখ কৰা অ ছে।" আৰ্য জাতি আহি "পৃথিব্যা অধিসানবি" অৰ্থাৎ পৃথিৱীৰ ওখ ঠাইত বাস কৰা জনা যায়।

কেষ্ঠা নৰঃ শ্ৰেষ্ঠতমা য এক এক আসয়। পৰমস্যাঃ পৰাৱতঃ" (ঋক্ ৫।৬১।১। হে শ্ৰেষ্ঠতম নৰ, তোমালোক কোন দূৰণি দেশৰপৰা একে একে আহি ওলাইছাহি?" ইয়াৰ পৰা বুজা যায় আৰ্যজাতিৰ পিতৃ-পুৰুষসকল বহু দূৰত আৰু ওখ ঠাইত আদিতে বাস কৰিছিল।

ব্ৰহ্মাবৰ্তদেশক মনুৱে "দেৱনিৰ্মিত" বোলাত বুজিব লাগিব যে তাত দেৱতাসকলে আৰ্যসকলৰ কাৰণে নগৰ নিৰ্মাণ কৰি দিছিল। "বিশ্বকোষৰ" পৰা জনা যায় যে আৰ্যসকলে শিল, ইটা আৰু লোৰে নগৰ নিৰ্মাণ কৰি দিছিল। নগৰৰ প্ৰধান বিষয়াক পুৰোহিত আৰু গাঁৱৰ প্ৰধান বিষয়াক গ্ৰামণী বোলা হৈছিল। গ্ৰামণীৰ ওপৰত ভৌম্য নামে বিষয়া আছিল আৰ্যসকলৰ নেতাৰ নামে যি নগৰ নিৰ্মিত হৈছিল তাত ডেকা, দস্যুৱা, ব্ৰহ্মচাৰী আৰু যুজাৰু-সকল বাস কৰিছিল। দিব্য পিতৃসকলে তেওঁলোকক নানা বিদ্যা শিক্ষা দিছিল। "বিশ্বকোষৰ" ১৬৫ পিঠিত লিখা আছে—"ঋগ্বেদে লিখিত আছে, ইন্দ্ৰ আৰ্যকে পৃথিবী দান কৰেণ (ঋক্ ৪।২৬।২) এবং দস্যু দিগেৰ সহিত যুদ্ধ কৰিয়া অনেক বাৰ তাহাদেৰ ৰক্ষা কৰিয়াছিলেন (ঋক্ ৩৪১), সেই সময় দাস বা দস্যুৰাই আৰ্যজাতিৰ প্ৰধান শত্ৰু ছিল, আৰ্যেৰা যজ্ঞ কৰিত, দস্যুৰা তাহাৰ অনিষ্ট উৎপাদন কৰিত (ঋক ১।৫১।৮)

ইন্দ্ৰই আৰ্যসকলক পৃথিৱী দান কৰি তাত সেই নামৰ নগৰ সাজি দিছিল আৰু তেওঁলোকৰ নেতা বিষ্ণুৰ নামেও ব্ৰহ্মচাৰী ছাত্ৰ আৰু যুজাৰুসকল থাকিবলৈ নগৰ সাজি দিছিল বুলি বোধ হয়, আৰু সেই বাবেই মনুসংহিতাত ব্ৰহ্মাৱৰ্তক দেৱনিৰ্মিত দেশ বুলি লিখা হৈছে। অকল এছোৱা পৃথিৱীকে দান কৰা হ'লে ব্ৰহ্মাৱৰ্তক মনুৱে দেৱনিৰ্মিত দেশ বুলি নকলেহেঁতেন।

অসমৰ উত্তৰ-পূব খণ্ডক আজিকালি "সদিয়া সীমান্ত প্ৰদেশ" বোলা হয়। এই সীমান্ত প্ৰদেশৰ মেপখন খুলি চালে তাত দিহিঙ্গৰপৰা লোহিতলৈকে যথাক্ৰমে এই কেইখন ধাই নদীৰ নাম পোৱা যায় --

(১) দিহং (দৃষং বা দৃষদ্বতী) (২) যমুনা (Yamna) (৩) ছেছেৰী বা সৰস্বতী (Sesseri) (৪) দিপাং বা দিবাং (Dibang) (৫) দিক্ৰং (Dikrang) (৬) কুণ্ডিল (Kundil) (৭) লোহিত বা জায়লচু (Lohit or Zayal-Chu)

ভাৰতৰ পশ্চিম প্ৰান্তৰ পাঞ্জাৱৰ দৰে এই পূব প্ৰান্তৰ সদিয়া অঞ্চলতো সাতখন নদী আছে। এই সাতখন নদীক সাত ভনী বুলিব পাৰি। সেই নিমিত্তে সৰস্বতীক সপ্তভগিনীযুক্তা আৰু সেই নদী প্ৰৱাহিত সদিয়া অঞ্চলক 'সপ্তনদ" বা "সপ্তসিন্ধু" ক'ব পাৰি। স=সপ্ত+দি=নদী+য়া=যুক্তা, মিলি সদিয়া নামটো হ'ব পাৰে। বৰো ভাষাত "দি" বা "দ্বিমা" বুলিলে নদীক বুজায়। দিহং নৈয়েই যে ঋগ্বেদৰ দৃষদ্বতী সেই কথা আগেয়ে কৈ আহিছোঁ। যমুনা নৈ খন হিমালয়ৰ পৰা ওলাই দিহং নৈত পৰিছে। সৰস্বতী নৈৰ নামটো আবৰৰ মুখত পৰি ছেছেৰী

(Sesseri) হ'ল, মিচিমীয়ে এই নৈ খনক Sarsei বোলে, কৰ্ণেল শ্যেক্সপিয়েৰে তেওঁৰ History of Upper Assam-অৰ মেপত এই নৈখনৰ নাম Sessei বুলি দেখুৱাইছে। সৰস্বতী এখন সৰু পৰ্বতীয়া নৈ। বাৰিষা এই নৈখন বৰ বেগেৰে বয়—আৰু খৰালি পানী কমি যায়। সেই বাবে আৰ্য ঋষিয়ে কৈছিল—

"বৰ্দ্ধ শুভ্ৰে স্তুবতে ৰাসি বাজান্ (ঋক্ ৭।৯৫।৬)। 'হে শুভ্ৰে। বৰ্দ্ধিত হোৱাঁ, যি স্তুৱ কৰে তাক অন্ন দিয়া।'"

সৰস্বতী নৈ দিপাং নৈৰ লগত মিলি দিহং নৈত পৰিছে। দিহং আৰু লোহিত নৈৰ মুখক আগেয়ে সাগৰ বা সিন্ধু বোলা হৈছিল। কাৰণ বৰ্ত্তমান সদিয়াৰ ওচৰৰপৰা মাজুলিলৈকে ব্ৰহ্মপুত্ৰৰ এই ছোৱা সাগৰ সদৃশ বহল আছিল। ধেমাজি আৰু চকুৱাখানাৰ অধিকাংশ ঠাই বৈদিক কালত ব্ৰহ্মপুত্ৰৰ গৰ্ভত আছিল। ধেমাজী এলাকাৰ বৰবিৰা বিল আৰু কানী বিলেই তাৰ চিনাকী দিয়ে। ব্ৰহ্মপুত্ৰ, আবৰ আৰু মিৰি পৰ্বতৰ ওচৰেদি বৈছিল। এতিয়াৰ বুটী-সুতি নৈ আগৰ ব্ৰহ্মপুত্ৰৰ ঘাই সুঁতি আছিল। দিপাং নৈৰ নামটি মেপত দিবাং (Dibang) বুলি দেখাইছে। কিন্তু বুৰঞ্জীত এই নৈ খনৰ নাম দিপাং বুলিহে লেখা আছে। আমাৰ মানুহেও দিপাং বুলিহে কয়। "আদি চৰিত্ৰ" পুথিত লিখা আছে—

"ভৈৰবী দিপাং ব্ৰহ্মপুত্ৰৰ মধ্যত।
মহা চক্ৰৱৰ্তী ৰাজা নামে আড়িমত্ত॥"

দিপাং নৈৰপৰা ভৈৰবী নদীলৈকে পূৰ্বে সৌম্য নামে এখন ৰাজ্য আছিল। বিক্ৰমাদিত্য প্ৰতাপাদিত্য বা প্ৰতাপ পুৰীয়া, ময়মত, আড়িমত্ত আদি ৰজাই সেই ৰাজ্যত ৰাজত্ব কৰিছিল। বক্তপুৰ আৰু বিশ্বনাথ সেই ৰাজ্যৰ প্ৰধান নগৰ আছিল। ভাস্কৰাচাৰ্যৰ মতে ভাৰতৰ পূৰ্বকালে এসময়ত সৌম্য, গান্ধৰ্ব, ৱাৰুণ আৰু নাগ ৰাজ্য আছিল। খৃষ্টীয় ত্ৰয়োদশ শতাব্দীত দিপাং আৰু লোহিতৰ মাজৰ ঠাইখিনিত চুতীয়া ৰজাই ৰাজত্ব কৰিছিল। ইংৰাজ ঐতিহাসিকসকলৰ মতে চুতীয়া জাতিটো কছাৰী বা বৰো জাতিৰে এটা ঠাল। বৰো বা বড়ো ভাষাত পানীক "দি" "দিয়া" বা "দৈ" বোলে।

যিবিলাক ঠাইত পূৰ্বে বৰো জাতীয় কছাৰী, বৰাহী, চুতীয়া, ডিমাচা, হোজাই, লালুং আদিয়ে ৰাজত্ব কৰিছিল বা বাস কৰিছিল, সেই ঠাইৰ নৈ-বিলাকৰ নামৰ লগত প্ৰায়েই 'দি", "দিয়া", বা "দৈ" শব্দটো পোৱা যায়। যেনে—দিবৰু, দিহিং, দিচাং, দৈয়াং, দিচৈ, দিক্ৰং, দিয়ামুলী, কালদিয়া, পগলাদিয়া ইত্যাদি।

আপয়া এখন দেৱনদী। আপয়া শব্দৰ অপভ্ৰংশ "আপা"। আবৰ পৰ্বতৰ প্ৰায় নদী আৰু গাঁৱৰ নামৰ শেষত অনুস্বাৰ থকা দেখা যায়। সেই নিমিত্তে সেই কালৰ মানুহে 'আপাক আপাং বুলিব পাৰে। যেতিয়া সদিয়া অঞ্চলত বৰো জাতীয় চুতীয়া ৰজাই ৰাজত্ব কৰিছিল তেতিয়া আপাং নামৰ আগত "দি" শব্দ যুক্ত হৈ নৈ খনৰ নাম সম্ভৱতঃ দিয়াপাং হৈছিল, আৰু সেই দিয়াপাং শব্দই পাছে দিপাং শব্দত পৰিণত হৈছে। আকৌ আপয়া নামটোৰ আগত আৰ্য জাতিয়ে "দিব" শব্দ প্ৰয়োগ কৰিও হয়তো নৈ খনক "দিবা-পয়া" বুলিছিল। সেই নামেই পাছে আবৰ চুতীয়াৰ মুখত পৰি দিপাং হ'ব পাৰে। দিব্ ঋগ্বেদৰ এজন দেৱতা। দিপাং নৈত কেবাখনো সৰু সৰু পৰ্বতীয়া নৈ আহি পৰিছে। সেই সৰু নৈবিলাকৰ এখনৰ নাম উদ্ৰী বা দ্ৰী (Dri), এই খন নৈয়েই ঋগ্বেদত উল্লেখ কৰা শুতুদ্ৰী নদী হ'ব পাৰে। দিক্ৰং নৈখন লোহিতৰ লগত মিলি দিহং নৈত পৰিছে। এইখন নৈয়েই ঋগ্বেদত উল্লেখ কৰা ক্ৰমু নদী হ'ব পাৰে। 'দিক্" ঋগ্বেদৰ এজন দেৱতা। সেই 'দিক্' শব্দ যুক্ত হৈ নৈখনৰ নাম দিক্ৰং হব পাৰে। যোগিনীতন্ত্ৰত উল্লেখ "দিক্ৰৰবাসিনী" নদীখন উত্তৰ লক্ষীপুৰৰ দিকৰং নৈ হব পাৰে। কুণ্ডিল নৈৰ নাম বৈদিক কালত কি আছিল ঠিক কৰিব পৰা নাই।' দিহিং নৈৰ

উজনী ছোৱাক "কয়েমপানী" বোলে। এইখন নদীও বেদৰ "ক্ৰম" নদী হ'ব পাৰে। দিখৌ বা দিক্ষু নদীয়েই বেদৰ "ৰক্ষু" নদী হ'ব পায়। পূৰ্বে কৈ আহিছোঁ যে বুঢ়ীসূঁতি নৈ অতীজত ব্ৰহ্মপুত্ৰৰ ঘাই সুঁতি আছিল। "জনাই" নামে এখন নৈ আবৰ পৰ্বতৰ পৰা ওলাই বুঢ়ীসুঁতি নৈত পৰিছে। এই 'জনাই' শব্দটো জহ্লাৱী শব্দৰ অপভ্ৰংশ বুলি বোধ হয়। ঋগ্বেদত জহ্লাৱী নামে এখন নৈৰ উল্লেখ আছে। বৈদিক কালত লোহিত নৈৰ (Zayal-Chu) নাম কি আছিল ঠিক কৰিব পৰা নাই। ৰামায়ণ আৰু পুৰাণত লোহিত সাগৰৰ উল্লেখ আছে। ক্ষত্ৰিয়ৰ দৰ্পচূৰ্ণ কৰোঁতা পৰশুৰামৰ হাতৰ ৰক্তাক্ত কুঠাৰখন এই নৈত সৰিপৰাৰ পৰা এই নৈ খনৰ নাম 'লোহিত' বা লৌহিত্য হব পায়। এই লোহিত নৈ খনেই বৰ্তমান পৰশুৰাম কুণ্ডৰ কাষেদি বৈ আহিছে। ব্ৰহ্মপুত্ৰৰ স্নানমন্ত্ৰত লৌহিত্য নামটো পোৱা যায়। সেই মন্ত্ৰত ব্ৰহ্মপুত্ৰক শান্তনুৰ কুলনন্দন বুলিছে। চন্দ্ৰবংশীয় শান্তনু ৰজাই জহ্লাৱীক বিয়া কৰাইছিল। কুণ্ডিল নৈৰ নামটোৰ লগত অদিতিৰ কুণ্ডলৰ সম্পৰ্ক আছে যেন বোধ হয়। কালিকা পুৰাণৰ মতে ভগৱান বিষ্ণু আৰু ভগৱতী পৃথিৱীৰ গৰ্ভত নৰকাসুৰৰ জন্ম হৈছিল, জনক ঋষিৰ দ্বাৰা তেওঁ প্ৰতিপালিত হৈছিল, শ্ৰীকৃষ্ণই নৰকক বধ কৰি অদিতিৰ কাণৰ কুণ্ডল উদ্ধাৰ কৰিছিল। সদিয়া অঞ্চলত পুৰণি "বিষ্ণু নগৰ" আৰু "পৃথিৱী নগৰৰ" ভগ্নাৱশেষ আজিলৈকে আছে। জনকমুখ বুলিও এখন ঠাই পাচিঘাটৰ ওপৰে দিহং নৈৰ পাৰত আছে। সম্ভৱতঃ জনক নামে কোনো ঋষি সেই ঠাইত আছিল।

আবৰ আৰু মিচিমিৰ দেশত অতীজত ভাৰতলৈ অহা আৰ্য জাতিৰ আদি উপনিবেশ "ব্ৰহ্মাৱৰ্ত" আছিল। আবৰ আৰু মিচিমিৰ মুখত পৰি ইমান-দিনৰ মূৰত বেদোক্ত নদী আৰু ঠাইৰ নামবিলাকৰ কিছু লৰচৰ হোৱা একো আচৰিত নহয়। কৰ্ণেল শ্বেক্সপিয়েৰৰ History of Upper Assam পুথিত লিখা আছে—

"No Knowledge is forthcoming as to when they (Abors) settled in these hills, which history shows had once a strong, thriving and almost civilized race dwelling in large cities along the outer ranges of hills now inhabited by Abors and Mishmiss"

"In the far eastern corner of the province beyond and far from Sadiya are signs that the Brahmaputra and Lohit rivers flowed in the far off part much closer to the foot of the Abor and Mishmi Hills, and Hannay states his opinion that it was the gradual changing of the river's course further and further south which led to the abandonment of the cities of Bishmaknagar and Prithivinagar."

লক্ষ্মীপুৰ জিলাৰ যি মেপ প্ৰথমে ছপা হৈ ওলাইছিল তাত দিপাং আৰু দিক্ৰং নৈৰ মাজত "বিছেন নগৰ" (Bishen Nagar) নামটো দেখিছিলোঁ। এই বিছেন নগৰেই আগৰ "বিষ্ণু নগৰ" হ'ব পায়। কৰ্ণেল শ্বেক্সপিয়েৰে কুণ্ডিল নৈৰ নামটোৰ পৰা বিছেন নগৰক বিদৰ্ভ দেশৰ ৰজা ভীষ্মকৰ নগৰ (কুণ্ডিল নগৰ) বুলি অনুমান কৰিছে। কিন্তু "বিছেন নগৰৰ" ভগ্নাৱশেষ দিপাং আৰু দিক্ৰং নৈৰ মাজত হে আছে, কুণ্ডিলৰ পাৰত নাই। আমাৰ গৱৰ্ণমেণ্টে যেতিয়া সদিয়া অঞ্চল দখল কৰে, তেতিয়া সেই অঞ্চল জৰিপ কৰায় আৰু স্থানীয় অনুসন্ধান আৰু কিম্বদন্তিৰ ওপৰত নিৰ্ভৰ কৰিহে মেপত নাম-বোৰ প্ৰকাশ কৰিছিল। মেজৰ হেনে চাহাবৰ ৰিপৰ্টতো "বিছেন নগৰ" নামহে লিখা আছে।*

ঋক্ সংহিতা (ঋক্ ৪।২৬।২) আৰু মনুসংহিতাৰ দ্বিতীয় অধ্যায়ৰ সপ্তদশ শ্লোকৰপৰা জনা যায় যে ইন্দ্ৰই আৰ্যসকলক থাকিবলৈ "দেৱনিৰ্মিত

* বাঁহী, জেঠ ১৮৩২ শক, ১০ম বছৰ ২য় সংখ্যা।

পৃথিৱী" দান কৰিছিল। এই "দেৱনিৰ্মিত পৃথিৱী নিশ্চয় এখন পৃথিৱী নামে নগৰ, আৰু সেই নগৰখন দেৱলোকৰ ওচৰৰ ব্ৰহ্মাৱৰ্তত আছিল। দৃষদ্বতী যমুনা, সৰস্বতী আপয়া আদি নদী প্ৰবাহিত দেশখনৰ নাম ব্ৰহ্মাৱৰ্ত আছিল। এই নদীবিলাক সুমেৰু বা সুৰলোকৰপৰা বৈ অহা নদী। ব্ৰহ্মাৱৰ্তৰ উত্তৰে হিমালয়ৰ পূব খণ্ড আৰু তিব্বত দেশ। তাকেই বোধ কৰোঁ আগেয়ে সুৰলোক বা দেৱভূমি বোলা হৈছিল। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে থকা অসমৰ এছোৱা সম্ভৱতঃ দেৱলোকৰ অধীনত আছিল।

ইংৰাজী ১৮৫৮ খৃষ্টাব্দত মেজৰ হেনে ছাহাবে কিছুমান মানুহ লগত লৈ সদিয়া অঞ্চলৰ পুৰণি নগৰ আৰু মন্দিৰাদিৰ ভগ্নাৱশেষবিলাক চাই ফুৰিছিল। তেওঁ দিপাং আৰু দিক্ৰং নৈৰ মাজত 'পৃথিৱী নগৰ' নামে এখন পুৰণি নগৰৰ ভগ্নাৱশেষ দেখা পাইছিল। সেই নগৰৰ মাটিৰ গড়টো ১৮ ফুট ওখ। উত্তৰ আৰু উত্তৰ-পশ্চিমফালে কেবা মাইললৈকে গড়টোৱে নগৰখন আগুৰি আছে। গড়খাৱৈ বৰ দ, নগৰৰ ভিতৰত কেইবাটাও বৰ ডাঙৰ পুখুৰী আছে। তেওঁ এটা পুখুৰী জুখি দীঘলে ২৮০ গজ আৰু পুতলে ৯০ গজ পাইছিল। পুখুৰীবিলাকত কটা শিলৰ খটখটি থকা ঘাট আছিল। নগৰত ইটাৰ বাট চ'ৰা (gateway) আৰু নগৰৰ পৰা দিক্ৰং নৈৰ ঘাটলৈকে এটা ওখ আলি দেখা পাইছিল, নৈৰ ঘাটত আগৰ শিল-সাঁকোৰ কটা শিলবোৰ ভাগি ছিগি পৰি আছিল, নগৰৰ ভিতৰত অনেক ইটা আৰু শিল ঠায়ে ঠায়ে দ'ম হৈ পৰি থকা দেখি তাত পূৰ্বে অনেক পকী-ঘৰ আছিল বুলি জানিব পাৰিছিল। মেজৰ হেনে ছাহাবৰ মতে এসময়ত এই গড়ৰ ভিতৰত এখন বৰ ডাঙৰ সমৃদ্ধিশালী আৰু বহু জনাকীৰ্ণ ৰম্যপুৰী আছিল। তেওঁ স্থানীয় অনুসন্ধানৰ দ্বাৰা সেই নগৰৰ নাম "পৃথিৱী নগৰ" বুলি জানিব পাৰিছিল।

উক্ত হেনে ছাহাবেই দিপাং আৰু দিক্ৰং নৈৰ মাজত পৰ্বতৰ দ'তিত এটা পৰ্বতীয়া দুৰ্গ দেখা পাইছিল। সদিয়াৰপৰা এই দুৰ্গটো ১৬ মাইল মান দূৰ হ'ব। দুৰ্গটো এডোখৰ সমান অথচ ওখ আৰু আহলবহল ঠাইত নিৰ্মিত। তেওঁ তাত এটা ওখ মাটিৰ গড় দেখা পাইছিল, গড়ৰ ভিতৰত সোমাই অলপ দূৰ গৈয়েই এখন শকত প্ৰাচীৰৰ ভগ্নাৱশেষ দেখা পাইছিল, প্ৰাচীৰৰ তলখন কটা শিলেৰে বন্ধোৱা আৰু ওপৰখন উত্তম ইটাৰে বন্ধোৱা, ইটাৰ প্ৰাচীৰখন ওখই ৫ ফুট হ'ব। প্ৰাচীৰৰ গাত যাঠি আৰু কাড় সৰকিব পৰা বিন্ধা আছিল, তাত পকী বাট-চ'ৰাৰ চিন আৰু দীঘে-পথালিয়ে যুৰি থকা ভালেমান প্ৰাচীৰ দেখা পাইছিল, কিন্তু এটাইবোৰ ভাগি খহি ইটাৰ দ'ম হৈ আছিল, প্ৰাচীৰৰ ভগ্নাৱশেষলৈ চাই তাত বহুত খোটালি আৰু স্তম্ভ থকা প্ৰকাণ্ড অট্টালিকা আছিল বুলি জানিব পাৰিছিল, এই গড় আৰু প্ৰাচীৰৰ চিনবিলাক ভালেমান ঠাই যুৰি আছিল। দিক্ৰং নৈৰ উপত্যকাত তেওঁ বহুত মাটিৰ ভগা-ছিগা চৰু-কলহ আদিৰ টুকুৰা দেখা পাইছিল। সেইবিলাক মাটিৰ বাচনৰ গঢ় এই দেশৰ চৰু-কলহৰ নিচিনা নহয়। কিন্তু পশ্চিম ভাৰতৰ বাচনৰ লগত প্ৰায় মিলে। তেওঁ অনুসন্ধান কৰি এই দুৰ্গৰ নাম "বিচ্ছেন নগৰ" বুলি জানিব পাৰিছিল। তেওঁ এই পৃথিৱী নগৰ আৰু বিষ্ণু নগৰৰ ভগ্নাৱশেষ পৰিদৰ্শন কৰি লিখা বিৱৰণী ইং ১৮৪৮ সনৰ Asiatic Society ৰ জৰ্নেলত ছপা হৈছিল। তেওঁৰ মতে এই দুয়োখন নগৰ একেজাতি মানুহেই খৃষ্ট ওপজাৰ সহস্ৰাধিক বছৰৰ পূৰ্বে নিৰ্মাণ কৰিছিল। দুয়োখন নগৰৰ ইটা, কটাশিল আদি একে ৰকমৰ আছিল। কিন্তু ইটাৰ গাঁথনিত কৰাল (mortar) নাছিল। পৃথিৱী নগৰ আৰু বিষ্ণুনগৰৰ নামেই তাত আৰ্যবসতিৰ চিনাকি দিয়ে।

যোগিনীতন্ত্ৰত লিখা আছে যে পৃথিৱীৰ গৰ্ভত আৰু বিষ্ণুৰ বীৰ্যত আদি নৰকাসুৰৰ জন্ম হৈছিল। জনক নামে এজনা ঋষিয়ে তেওঁক পোহপাল দি

ডাঙৰ কৰিছিল আৰু যুদ্ধবিদ্যা শিকাইছিল, পৃথিৱীৰ আদেশত তেওঁ কিৰাতবিলাকৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰিছিল, যুদ্ধত তেওঁ জয়লাভ কৰিলত বিষ্ণুৱে তেওঁক কামৰূপ ৰাজ্যখন দান কৰিছিল আৰু কামাখ্যা যোনিমণ্ডল থকা প্ৰাগজ্যোতিষপুৰত তেওঁক থাকিবলৈ দিছিল। এই বিষ্ণু সম্ভৱতঃ এজন ৰাজৰ্ষি আছিল, আৰু তেওঁৰ ভাৰ্যাৰ নাম পৃথিৱী আছিল। অতি পূৰণি কালত একেটা নামকে পুত্ৰপৌত্ৰাদি-ক্ৰমে ব্যৱহাৰ কৰাৰ ৰীতি চলি আহিছে। বাল্মীকিৰ ৰামায়ণৰ পৰা জনা যায় যে ৰাজৰ্ষি নিমিৰ পুতেকৰ নাম মিথি, মিথিৰ পুতেকৰ নাম জনক, জনকৰ নামানুসাৰে তেওঁৰ পাছত হোৱা এই বংশৰ সকলো ৰজাকে জনক বোলা হৈছিল, আদিজনকৰ কেইবা পুৰুষৰ পাছতহে জগতপূজ্য সীতাদেৱীৰ বাপেক ৰাজৰ্ষি জনকৰ জন্ম হৈছিল।

পুৰণি বিষ্ণুনগৰৰপৰা কিছু দূৰত পাচিঘাটৰ ওপৰে 'জনকমুখ' নামে এখন মনোৰম্য ঠাই আছে। তাৰ ওপৰে আবৰ মিৰি পৰ্বতৰ উত্তৰে নিমি বা নিমা ৰজাৰ দেশ বুলিও এখন ঠাই আছে। তিব্বতীয় ভাষাত সূৰ্যক নিমা বোলে। সম্ভৱতঃ জনকমুখত জনক নামে এজনা ঋষিৰ আশ্ৰম আছিল। অৱশ্যে তেওঁ জানকীৰ বাপেক ৰাজৰ্ষি জনক নহয়, ৰাজৰ্ষি জনকৰ বংশৰ লোক হলেও হ'ব পাৰে। কাৰণ, সদিয়াৰপৰা হিমালয়ৰ কাষে কাষে আৰ্যবসতি ক্ৰমে পশ্চিমৰ ফালে বিস্তাৰিত হৈ গৈ আছিল। ভাৰতৰ উত্তৰ পূব আৰু উত্তৰ পশ্চিমে দুয়ো ফালৰ পৰা অহা আৰ্যসকলৰ সম্ভৱতঃ মধ্য-দেশত মিলন হৈছিল। কামৰূপৰ কিৰাত বা কোচ কছাৰীবিলাকক নৰকাসুৰে দমন কৰিলত ব্ৰহ্মাবৰ্তৰ ৰাজৰ্ষি বিষ্ণুৱে তেওঁক সেই ৰাজ্যৰ ৰজা পাতিছিল আৰু তাত আৰ্য্য শাসন চলাইছিল।

সদিয়াৰ পৰা ১০ মাইল দূৰত দেওপানী নামেৰে এখনি সৰু নৈৰ পাৰত, এখন অতি পুৰণি আৰু পবিত্ৰ দেৱালয়ৰ ভগ্নাৱশেষ আছে। সেই দেৱালয় সকলো ভাৰতীয় আৰ্যৰ, বিশেষকৈ অসমীয়া মাত্ৰৰে নিতান্ত চাবলগীয়া তীৰ্থক্ষেত্ৰ। আমাৰ দেশৰ স্বদেশ-প্ৰেমিক উঠি অহা ডেকাসকলে আজৰি পালেই জাকে জাকে সেই তীৰ্থ দৰ্শন কৰিবলৈ যোৱা উচিত। আমাৰ গৱৰ্ণমেণ্টেও যাত্ৰীসকলৰ যাতায়তৰ কাৰণে সেই দেৱালয়লৈ এটি আলি বন্ধাই দিয়া উচিত। এই দেৱালয়তে ব্ৰহ্মৰ্ষিসকলে যজ্ঞ কৰিছিল আৰু বেদগান গাইছিল। এতিয়া দেৱালয় ভাগি-ছিগি গ'ল। দেৱালয়ৰ ভগ্নাৱশেষ মাথোন আছে। কিন্তু দেৱালয়ৰ শিলৰ ছয়কোণীয়া যজ্ঞবেদীখনক কালে একেবাৰে ধ্বংস কৰিব পৰা নাই। কালৰ কঠোৰ আঘাত, ৰ'দ বতাহ আৰু হিম বৰষুণৰ প্ৰকোপ সহিও নীৰৱে নিজান অৰণ্যত সেই যজ্ঞবেদীয়ে অতীজৰ এটা গৌৰৱ কাহিনী ক'বলৈ বাট চাই আছে। সেই পুণ্য কাহিনী শুনিবলৈ কোনো যাওঁতা নোলাবনে? সেই শিলৰ বেদীত যি লুপ্ত ঐতিহাসিক ৰত্ন আছে, তাক উদ্ধাৰ কৰি জননী জন্মভূমিৰ মুকুটত পিন্ধাওঁতা কোনো নাইনে? প্ৰতিধ্বনিয়ে সুধিছে 'নাই নে?' অসমীয়া কবিয়ে মনৰ বেজাৰত গাইছে —

উস্ পাহৰণি যেন ৰাক্ষসিনী
গিলিলি বহুত অসম গৌৰৱ।
কোনে উলিয়াব কোনেবা দেখাব
জন্মিছেনে এনে মহানুভৱ

আজি প্ৰায় চাৰি কুৰি বছৰ হ'ল মেজৰ হেনে ছাহাবে এজাক মানুহ লগত লৈ এই দেৱালয় চাবলৈ গৈছিল। তেওঁ দেৱালয়ৰ ভগ্নাৱশেষ দৰ্শন কৰি লিখা বিৱৰণ ইংৰাজী ১৮৪৮ চনৰ এচিয়াটিক চোচাইটিৰ জৰ্ণেলত ছপা হৈ ওলাইছিল। ইংৰাজ ঐতিহাসিক কৰ্ণেল শ্বেক্সপীয়েৰে তেওঁৰ Histo y of Upper Assam পুথিত লিখিছে।

"The Bhora-Bhoore temple Hannay and party found their way to, which lies 10 miles from Sadiya, the last 4 miles

being up the bed of the Dikrang river till a small stream, the Deopani, was reached Here they came on what is generally stated to be the most sacred spot in Assam."

মেজৰ হেনে ছাগাবৰ লিখাৰ পৰা জনা যায় যে এই দেৱালয়ৰ চৌ-মেৰে কটা শিলৰ প্ৰাচীৰ আছিল। প্ৰাচীৰৰ ভিতৰফাল ইটাৰে বন্ধোৱা আছিল, প্ৰাচীৰৰ ভিতৰখন এখন প্ৰশস্ত নিমজ শিলৰ চোতাল, চোতালৰ মাজত এখন ছয়কোণীয়া প্ৰকাণ্ড শিলৰ বেদী, বেদীৰ সন্মুখত নৈবেদ্য আদি থোৱা এটা পাথৰৰ ভেটি (Terrace), এই বেদীৰপৰা তিনিকুৰি খোজমান আঁতৰত আকৌ এখন পকা দেৱাল, আৰু দেৱালৰ বাহিৰে দ গড়খাৈৰ আছিল, বেদীৰ পশ্চিম মুখৰপৰা নদীৰ ঘাটলৈকে এটা ওখ আলি আছিল, বেদীৰ ওপৰত যে পূৰ্বে পকীঘৰৰ চাল আছিল, তাৰ চিন পোৱা গৈছিল। এই পৱিত্ৰ তীৰ্থক্ষেত্ৰ অগাধ অৰণ্যত পৰিণত হৈছে, প্ৰাচীৰত অনেক গছ গজিছে অসংখ্য বনৰীয়া হাতীয়ে গছৰ ডাল ভাঙি পাত খাওঁতে প্ৰাচীৰৰ শিলাখণ্ডবিলাক খহি পৰিব লাগিছে প্ৰাচীৰত হাতীয়ে গা ঘহাওঁতেও শিলাবিলাক এৰাই ভাগিছিগি মাটিত দ'ম লাগিছে। অনুসন্ধানত এই দেবালয়ৰ নাম "বৰ্হবহি" বা "বুঢা-বুঢী" বুলি তেওঁ জানিব পাৰিছিল।

আগেয়ে বেদৰ নাম 'ব্ৰহ্ম" আছিল, পাছে 'ব্ৰাহ্মী' হৈছে। "বেদস্তত্ত্বং তপো ব্ৰহ্ম।" বেদজ্ঞ ঋষিক ব্ৰহ্মৰ্ষি বোলে যিজন প্ৰধান ব্ৰহ্মৰ্ষিৰ তত্ত্বাৱধানত ঋত্বিকসকলে যজ্ঞ কৰিছিল তেওঁক ব্ৰহ্মা বোলা হৈছিল। ঋগ্বেদৰ সময়ত যজ্ঞবেদী ছয়-কোণীয়া আছিল। অগ্নিৰ উপাসক সূৰ্যসকলে যজ্ঞ বেদীক "বৰ্হিঃ" বুলিছিল। "বৰ্হিঃ" বুলিলে অগ্নিকো বুজায়। আকৌ "বৰ্হিঃ বাৰিতী" বুলিলে যজ্ঞ-স্থলীত থোৱা জলপূৰ্ণ ঘটৰ ভিতৰৰ কুশাদিক বুজায়। এই দেৱালয়টি আৰ্য্যসকলৰ দ্বাৰা স্থাপিত বুলি আমাৰ বিশ্বাস হয়। সম্ভৱতঃ ইয়াৰ নাম "বৰ্হিঃ বাৰিতী" বা "বৰ্হিঃশালী' আছিল। "ঐতৰেয় ব্ৰাহ্মণ" পুথিৰপৰা জনা যায় যে যজ্ঞ কৰাৰ আগেয়ে ঋত্বিকে প্ৰথমে হোমৰ জুই জ্বলায়। তাৰ পাচত প্ৰযাজ মন্ত্ৰাদি পাঠ কৰা হলে পশুবলি দিয়া হয়। সেই বলিৰ মাংসেৰে ঋত্বিকে হোম কৰি থাকে। যজ্ঞৰ শেষ ভাগত অনুযাজ মন্ত্ৰ গোৱা হয়। প্ৰথম মন্ত্ৰ বৰ্হিস্ দেৱতাৰ (যজ্ঞবেদীৰ) উদ্দেশে পঢ়া হয়, যথা—দেৱংবৰ্হিৰ্বসুবনে বসুধেয়স্য-বেতু।" অৰ্থাৎ ইয়াত যি ধন (বলি) ৰখা হ'ব হে ধনদেৱতা (অগ্নি) বৰ্হিস দেৱতাই তাক যেন গ্ৰহণ কৰে। এই দৰে এটা এটাকৈ মন্ত্ৰ পঢ়ি একাদশ-অনুযাজৰ নামে হোম দিয়াৰ বিধি আছে। অন্তত উপযাজ অঙ্গ। প্ৰযাজ বুলিলে যজ্ঞৰ প্ৰথম অঙ্গক বুজায়। অনুযাজ শব্দে শেষৰ অঙ্গ আৰু উপযাজ শব্দে সৰ্বশেষ অঙ্গক বুজায়।

ব্ৰহ্মাবৰ্তত স্বায়ম্ভুব মনুৱে ৰাজত্ব কৰিছিল। তেওঁৰ ভাৰ্য্যাৰ নাম শতৰূপা আছিল। তেওঁৰ কন্যা দেৱহুতিক কৰ্দম ঋষিয়ে বিয়া কৰিছিল। সৰস্বতী নৈৰ পাৰত কৰ্দমৰ আশ্ৰম আছিল। শ্ৰীমদ্ভাগৱতৰপৰা জনা যায় মনু থকা নগৰত ব্ৰহ্মাৰ যজ্ঞৰ বেদী আছিল। আদি বৰাহৰ কাৰণে তাত যজ্ঞ কৰা হৈছিল। আদি যজ্ঞ বৰাহকে বৰাহৰূপী বা কোলৰূপী বিষ্ণু বোলে। মনুৰ নগৰৰ নাম বৰ্হিষ্মাৰ্তী বা বৰ্হিঃবাৰিতী আছিল।

"পাছে মনু সুমঙ্গলে পশিলা নগৰ।
বৰ্হিষ্মাৰ্তী নাম যাৰ নাহি পটন্তৰ॥
বৰাহ প্ৰভুৱে পূৰ্বে ঝঙ্কাৰিলে গাৱ।
অসংখ্যাত লোম সৰি পৰিল সিঠাৱ॥
সেহি লোমে কুশ কাশি ভৈলেক বিস্তৰ।
এতেকেসে বৰ্হিষ্মাৰ্তী নাম নগৰৰ॥"

অসমীয়া শ্ৰীমদ্ভাগৱত, তৃতীয়স্কন্ধ।

ব্ৰহ্মাৱৰ্তত ভাৰতলৈ অহা আৰ্যদেৱ আৰু ব্ৰহ্মসকলৰ উপনিবেশ আছিল। ব্ৰহ্মাবৰ্ততে বৰ্হিষ্মাৰ্তী নগৰ আছিল। সম্ভৱতঃ বৌদ্ধযুগত সেই ঠাইৰ নাম

বহ্নিশালী, বা বৈশালি বা বৈশালি হৈছিল। অনেক কালৰ পাছত চুতীয়া জাতিয়ে সেই দেশ অধিকাৰ কৰে। চুতীয়াৰ দেউৰীয়েঃ বহ্নিদেৱালয়ত গিৰাছি-গিৰা (গিৰি জায়া আৰু গিৰিৰাজ বা বুঢ়াবুঢ়ী) দেৱতাক পূজিছিল বুলি জনা যায়। চুতীয়া ভাষাত বুঢ়াক "গিৰা" আৰু বুঢ়ীক 'গিৰাছি বোলে।

সদিয়াৰ কুণ্ডিল মুখৰপৰা ১০ মাইল পূবে দালপানী নামে এখন সৰু নৈৰ পাৰত তামেশ্বৰী দেৱালয়ৰ ভগ্নাৱশেষ আছে। মেজৰ হেনে ছাহাবে লিখা বিৱৰণৰ পৰা জনা যায় যে সেই দেৱালয়ত কামাখ্যা আৰু যোনি, শিৱ আৰু লিঙ্গ, এই উভয়ৰে পূজা হৈছিল, এই দেৱালয়ৰ বাটৰ মুখত ইন্দ্ৰৰ ঐৰাৱতৰ নিচিনা এটা শিলৰ-হাতীৰ মূৰ্তি আছিল, এতিয়া দাঁত দুটা নাই, মন্দিৰৰ আগত শিল আৰু ইটাৰে সজা বাট-চ'ৰা আছিল, বাট-চ'ৰাৰ গাত নানা তৰহৰ ফুল কটা আছিল, মন্দিৰৰ চাৰিওফালে ইটাৰ প্ৰাচীৰ, প্ৰাচীৰত হিন্দু অৱতাৰবিলাকৰ মূৰ্তি কটা আছিল, এই দেৱালয়ত ইটাৰ গাথনিত কৰাল ( Mortar ) দেখি তেওঁ অনুমান কৰিছিল যে এই দেৱালয়টো আগেয়ে উল্লেখ কৰা নগৰ আৰু দেৱালয়ৰ অনেক পাছে নিৰ্মিত হৈছিল। অতি পূৰ্বে এই দেৱালয়ৰ নাম তামেশ্বৰী বা তাম্ৰেশ্বৰী আছিল, ইয়াৰ ছাল তামৰ আছিল। তেওঁ সেই তামৰ ছালৰ কিছু চিন দেখা পাইছিল। সদিয়া অঞ্চলৰ অধিকখিনি ঠাই আজিলৈকে আবিষ্কৃত হোৱা নাই। পৰ্বতৰ নামনিৰ ওখ ঠাইখিনিত হে ওপৰত লিখা নগৰ আৰু মন্দিৰৰ ভগ্নাৱশেষ পোৱা গৈছিল। ভালকৈ অনুসন্ধান কৰিলে এইবিলাক ভগ্নাৱশেষৰ ভিতৰত বৈদিক কালৰ শিলালিপি আৰু তামৰ ফলি ওলাব পাৰে। দুখৰ বিষয় আজিলৈকে কোনেও ভালকৈ অনুসন্ধান কৰি চোৱা নাই।

These probably only reveal a small portion of what may still remain for the archaeologist when the jungle and forest which still cover so great a portion of Assam may be removed, as settlers and their cultivation gradually extend. (Col Shakespear's History of Upper Assam. P.2)

"এই দেৱালয় কোনে সাজিছিলে,
কাৰ নো হাতৰ ই পুৰণি চিন?
কোনে বান্ধিছিলে শিলৰ আৱাস,
পমি বা সি জাতি ক'ত হ'ল লীন?
এনে কাৰিকৰি শিল্পত খটোৱা,
অসভ্য আছিল নে সিজাতি সিদিন?
এই অসমৰ আৰ্যজাতিৰ,
পূৰ্ব পুৰুষৰ হয় বা ই চিন॥"

"ভাগৱত" এখন মহাপুৰাণ। পুৰাণত অনেক ৰূপক কথা থাকিলেও তাৰপৰা আমি প্ৰাচীন ভাৰতৰ ইতিহাস আৰু ভূগোলৰ কিছু কথা জানিব পাৰোঁ। ভাগৱতত মহাপ্ৰলয়ৰ উল্লেখ আছে। প্ৰলয়ত যেতিয়া প্ৰায় গোটেইখন পৃথিৱী জলমগ্ন হৈছিল, তেতিয়া ব্ৰহ্মাই দেৱতা আৰু ঋষিসকলৰ সৈতে ব্ৰহ্মাণ্ডৰ "নাভিপদ্মত অৰ্থাৎ" মানস সৰোৱৰৰ পাৰত বাস কৰিছিল। ব্ৰহ্মাই সেই পদ্মৰ।

"কৰ্ণিকাত বসি চান্ত সচকিত হুই
প্ৰলয়ৰ বায়ুৰে পদ্মকে কম্পায়॥
জলমাজে দেখি ইটো পদ্ম একেশ্বৰ।
ভাবে আৰ তলে আছে আধাৰ সুন্দৰ॥
এই বুলি পদ্মনালে পশি প্ৰজাপতি।
শতেক বছৰ বিচাৰিলা অবহিতি॥
নাপাই তাৰ অন্ত দুনাই উঠি আছিলন্ত।
পদ্মৰ উপৰে বসি বিস্ময়ে গুণন্ত॥
কতোক্ষণে 'তপ' 'তপ' শুনিলা বচন।
গাৱছালি তেতিক্ষণে চাইলা বহুমন॥
পাছে সাৱধান হুয়া বায়ু নিৰোধিয়া।
অনেক বছৰ তপ আছিলা তাপিয়া॥

তেবে বিধি হৃদয়ত ঈশ্বৰক পাইলা।
চক্ষু মেলি বাহিৰত সাক্ষাতে দেখিলা ॥
পদ্মৰ মৃণাল সম অনন্ত আসন।
তান কোলে বসিয়া আছন্ত নাৰায়ণ॥
মৰকত শিলাচয় গৌৰৱৰ কান্তি।
জিনি শ্যাম শৰীৰ প্ৰকাশ কৰে আতি॥
সন্ধ্যাৰ মেঘৰ ছায়াঁ জিনি পৰকাশ।
প্ৰভুৰ শৰীৰে জ্বলে দিব্য পীতবাস॥
সুবৰ্ণ কিৰিটী মাথে দেখি মনোহৰ।
অলকা তিলক সমে কপোল সুন্দৰ॥
* * * * *
যেন মৰকত শিলাময় যে নিৰ্মিত।
দুই ভিতি বান্ধ থৈয়া আছয় সতত"
( "দুই ভিতি বান্ধ" বোলাত Himalaya and Trans—Himalaya বুজিব পাৰি )।
"পুনু দেখিলন্ত বিধি পৰ্বতৰ নয়।
কিৰিটী সহস্ৰ শৃঙ্গ সমান জলয়॥
কণ্ঠত কৌস্তুভ মণি অতি চমৎকাৰ।
পৰ্বতৰ মাজে যেন ৰতন অপাৰ॥
আপাদ পৰ্য্যন্ত বনমালা মনোহৰ।
তাত পৰি গুঞ্জৰয় বেদ মধুকৰ॥
মৈনাক পৰ্যন্তে গিৰি জলে বেৰিচয়।
প্ৰলয়ৰ জলে ভগৱন্তো সেহি নয়॥
গিৰি বৃক্ষৰূপে দেখি নিহালি চাহন্ত।
পাছে প্ৰজাপতি হৰি বুলি জানিলন্ত॥
তেখনে জানিলা ঈশ্বৰৰ নাভিহন্তে।
পৰম শ্ৰীমন্ত পদ্ম আছে প্ৰকাশন্তে॥
আপুনি সহিতে আনো আছয় যতেক।
সমস্তকে সৃষ্টিকৰে দেখিল প্ৰত্যেক॥"
( এই 'শ্ৰীমন্ত পদ্মই' এতিয়াৰ পদ, বা ত্ৰিবিষ্টপ, তিব্বত দেশ। )
* * * * *
"জল গুচিলন্ত পদ্ম কৰিল প্ৰকাশ।
দেখিয়া ব্ৰহ্মাৰ মনে মিলিল উল্লাস॥
আকাশত ব্যাপি আছে বৃহত কমল।
* * * * *
এহি মনে চিন্তি আছে পদ্মকোষে বসি।
তাতে তিনিলোক বিভাগিলা মহাযশী॥"

অসমীয়া শ্ৰীমদ্ভাগৱত।

যদি ভাগৱতৰ কথা সঁচা হয় তেন্তে মহাপ্ৰলয়ৰ পাছত মানুহৰ আদি সৃষ্টি তিব্বতৰ মানস-সৰোৱৰৰ পাৰত হৈছিল। শ্ৰীমৎ দয়ানন্দ স্বামীৰ মতেও আদি-সৃষ্টি তিব্বতত হৈছিল। ভাগৱতৰ মতে ব্ৰহ্মাই প্ৰথমে শিৱক প্ৰজা সৃষ্টি কৰিবলৈ কৈছিল। কিন্তু ৰুদ্ৰই যিবোৰ প্ৰজা সৃষ্টি কৰিলে সেই "সমস্তৰে উগ্ৰ তীব্ৰ দুৰ্জ্জন স্বভাৱ" "ৰুদ্ৰে স্ৰজিলন্ত এহিমতে প্ৰজাচয় চতুৰ্ভিতি বেঢ়ি যেন জগত গিলয়।" যক্ষ, ৰক্ষ, দৈত্য গুহ্যক আদি ৰুদ্ৰৰ সন্তান হ'ল। তেতিয়া ব্ৰহ্মাই ৰুদ্ৰক তপস্যা কৰিবলৈ কৈ নাৰদ, অঙ্গিৰা, অত্ৰি, পুলস্তি, বশিষ্ঠ, ক্ৰতু, দক্ষ, ভৃগু, মৰীচি, পুলহ, ৰুচি আৰু কৰ্দমক প্ৰজা সৃষ্টি কৰিবলৈ আদেশ কৰিলে। কিন্তু এওঁলোকৰ কাৰো কাৰো ভাৰ্যা নাছিল। ব্ৰহ্মাৰ পুত্ৰে স্বায়ম্ভুৱ মনুৰ ঔৰসত শতৰূপাৰ গৰ্ভত দুটি ল'ৰা আৰু আহুতি, প্ৰসুতি আৰু দেৱহুতি নামে তিনিটি কন্যাৰ জন্ম হৈছিল।

ৰুচি প্ৰজাপতিত আহুতি বিহা দিলা।
কৰ্দম ঋষিত দেৱহুতিক থাপিলা॥
ব্ৰহ্মপুত্ৰ দক্ষত প্ৰসুতি নিবেদিলা।
যাহাৰ সন্তানে ইটো জগত ভৰিলা॥

প্ৰজাসকল থাকিবৰ নিমিত্তে মনুৱে ব্ৰহ্মাক এডোখৰ ভাল ঠাই খুজিলে। ব্ৰহ্মাই হিমালয়ৰ দাঁতিত এডোখৰ উত্তম ঠাইত মনুক থাকিবলৈ দিলে। সেই ঠাইত পাতাল-নিবাসী দৈত্যসকলৰ লগত ব্ৰহ্ম-পুত্ৰ সকলৰ যুদ্ধ হয়। সেই যুদ্ধত বিষ্ণুৰ হাতত দৈত্যৰাজ হিৰণ্যাক্ষৰ পতন হয়। হিৰণ্যাক্ষই কৈছিল—

পাতাল নিবাসী আমি যত দৈত্যগণ।
পূৰ্বতে আমাক বিধি দিছে ভূমিখণ্ড॥

আৰু চুৰিকৰি লৈয়া কৈক লাগি যাস।
মই দেখিবোহোঁ আজি কল্যাণে নযাস ॥

হিৰণ্যাক্ষই পাতালৰপৰা ব্ৰহ্মাৱৰ্ত্তলৈ যাওঁতে বাটত বৰুণ দেশ পাইছিল। মনুৱে ব্ৰহ্মাৱৰ্ত্তত ৰাজত্ব কৰাৰ কথা ভাগৱতত পোৱা যায়।

"স্বায়ম্ভুৱ মনু সিটো ব্ৰহ্মাৰ তনয় ॥
লোকত প্ৰখ্যাত মোৰ ভক্ত মহা শান্ত।
ব্ৰহ্মাৱৰ্ত্ত থাকি সবে পৃথিৱী পালন্ত ॥

ব্ৰহ্মাৱৰ্ত্তত পৃথিৱীনগৰ আৰু বিষ্ণুনগৰৰ বাহিৰেও বৰ্হিষ্মাৰ্তী নামে ৩ খন নগৰ আছিল বুলি ভাগৱতৰ পৰা যে জনা যায় সেই কথা আগেয়ে কৈ আহিছোঁ।

আসামৰ তামৰ ফলিবিলাকত আদিযজ্ঞ বৰাহৰ উল্লেখ আছে। ঋগ্বেদত যিবিলাক ঠাই আৰু নদীৰ নাম আছে তাৰ পৰা বোধ হয় যে আৰ্য জাতি সৰপস বা মানস সৰোৱৰৰ ওচৰৰপৰা ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে আহি ব্ৰহ্মপুত্ৰত উপনিৱেশ স্থাপন কৰিছিল। "ব্ৰহ্মপুত্ৰ" এই নামটোৰ পৰাই জনা যায়, ব্ৰহ্মপুত্ৰসকল এই নৈৰ পাৰত বাস কৰিছিল।

তিব্বত ভ্ৰমণকাৰী SVEN HEDIN ছাহাবে ব্ৰহ্মপুত্ৰৰ উৎপত্তিৰ ঠাইখিনি দৰ্শন কৰি লিখিছেঃ-

"The source of the Brahmaputra could not be embellished with a grander and more magnificent background. Holy and holy or thrice are these mountains, which from their cold lap give birth and sustenance to the river celebrated from time immemorial in legend and song, the river of Tibet and Assam, the river par excellence, the son of Brahma One generation after another of black Tibetans has in the course of thousands of years listened to its roar between the two loftiest mountain systems of the world, the Himalaya and the Trans-Himalaya and one generation after another of the various tribes of Assam has watered its fields with its life-giving floods and drunk of its blessed water But where the source lay no one knew * * * *

* * * Here it is, here in the front of three glacier tongues, that the river so revered by the Hindu tribes begins its course of some 1,800 miles through the grandest elevations of the world from which its turbid volumes of water roll first to the east, then southwards, * * * * over the plains of Assam The upper Brahmaputra, the Tsanpo, is truly the chief artery of Tibet, for within its drainage basin is concentrated the great mass of its population, while its lower course is surrounded by the most fruitful and populous province of Assam. The Brahmaputra is, therefore, one of the noblest rivers of the world, and few water-ways have a more illustrious descent and a more varied and more glorious career, for nations have grown up on its banks and have lived there, and their history and culture have been intimately connected with it since the earliest times of human records"

এই চিৰকল্যাণময় পৰম পৱিত্ৰ ব্ৰহ্মপুত্ৰ নদেই ঋগ্বেদৰ দৃষদ্বতী। এই নৈৰ পাৰে পাৰেই আৰ্যজাতি তিব্বতৰপৰা এই দেশলৈ আহি ব্ৰহ্মাৱৰ্ত্তত উপনিবেশ স্থাপন কৰিছিল। ইয়াৰ পাৰতে দেৱ-দানৱৰ যুদ্ধ হৈছিল।

" চিঞৰি কান্দিছে শুনা ব্ৰহ্মপুত্ৰে,
শিলনি ডৰাত নিৰলে বহি,
বিলাপে ই নদে সেই দিন ধৰি
আৰ্যৰ গৌৰৱ পাৰল খহি।
শুনি ই বিলাপ কুকৱাই কান্দিছে,
পানীৰ কাষৰ গছত পৰি,

মনৰ দুখেৰে হৃদয় বিদাৰি
আৰ্যৰ কাহিনী স্মৰণ কৰি।"*

আগেয়ে বেদৰ কথাবিলাক আৰ্যসকলৰ মুখে মুখে আছিল। তেওঁলোকে মুখে মুখে বেদ-গান গাইছিল। বেদৰ নাম প্ৰথমতে 'ব্ৰহ্ম' আছিল, পাছে 'ব্ৰাহ্মী' হৈছে। "বেদস্তত্ত্বং তপোব্ৰহ্ম" এই কথা অমৰকোষত লিখা আছে। আৰ্যসকলৰ ভিতৰত বিদ্যাৱন্তসকলক 'দেৱ' বোলা হৈছিল। বিদ্বাংসো হি দেৱাঃ'। এইটো "শতপথ ব্ৰাহ্মণৰ" বচন। বিদ্বান দেৱসকলৰ ভিতৰত যি বেদ ভালকৈ জানিছিল, তেওঁক ব্ৰহ্ম বা ঋত্বিক বোলা হৈছিল। ব্ৰহ্মসকলৰ ভিতৰত যি সমস্ত বেদ অতি ভালকৈ জানি তেওঁলোকৰ নেতা হৈছিল, তেওঁক 'ব্ৰহ্মা' বা ব্ৰহ্মাদেৱ বোলা হৈছিল। ব্ৰহ্মাৱৰ্তলৈ অহা আৰ্য জাতিৰ নেতাৰ নাম বিষ্ণু আছিল। তেৱেঁই প্ৰথমে ব্ৰহ্মা বা 'ব্ৰহ্মাদেৱ" নামে ব্ৰহ্মাৱৰ্তৰ ৰজা হৈছিল। বিষ্ণু নামে তেওঁ temporal ruler আৰু ব্ৰহ্মা নামে spiritual leader বা defender of faith হৈছিল। এই সম্বন্ধে E B. Havell-অৰ History of Aryan Rule in India পুথিৰ পৰা তলত লিখা কথা-খিনি তুলি দিলোঁ —"The idea of Vishnu, the preserver and king of the universe has its primitive roots in the ideal Aryan temporal ruler and spiritual leader who protected his people with his strong arm, upheld the Aryan law of righteousness and maintained the liberties of Aryan freemen "

দেৱসকলৰ ভিতৰত যাগ-যজ্ঞ, পানাহাৰ আদি বিষয়ে মতভেদ হোৱাত কাজিয়া লাগি তেওঁলোক দুটা দলত বিভক্ত হয়।

'সুৰাপৰিগ্ৰহাৎ দেৱাঃ সুৰাখ্যা ইতি বিশ্ৰুতা'।

"সোমৰস নামে সুৰাপান কৰা দেৱসকলৰ নাম সুৰ হ'ল।" সুৰাপান নকৰা আৰু হোমাগ্নিত আহুতি নিদিয়া দেৱসকলৰ নাম অসুৰ হ'ল। অসুৰ-সকলে শেষত লিঙ্গ-যোনিৰ বা শিৱ-শক্তিৰ পূজা চলায়। এতেকে মূলত সুৰাসুৰ উভয়েই দেৱ বা আৰ্য আছিল। কাজিয়া লাগি দুদল হোৱাৰ পাছত তেওঁলোকৰ ভিতৰত যি ৰণ-বিগ্ৰহ হয় তাকে পুৰাণত দেৱাসুৰৰ যুদ্ধ বোলা হৈছে।

সদিয়া অঞ্চলৰ দিবং আৰু দিকৃবং নৈৰ উপত্যকাক পদ বা পদ্ম, দিব্, পুষ্কৰ, নাভি বা যজ্ঞ বোলা হৈছিল। তাতে পুৰণি বিষ্ণু-নগৰ, পৃথিৱী-নগৰ আৰু বৰ্হিঃ দেৱালয়ৰ ভগ্নাৱশেষ আছে। এতিয়াও তাত থকা আবৰবিলাকক পদম আবৰ বোলে। এই ঠাইখনেই বোধ কৰোঁ আগৰ আদি স্বৰ্গ। হিমালয়ৰ পূব মূৰৰপৰা দিব্ বা দিবং নৈ ওলাইছে। হিমালয়ৰ এই পূব মূৰকে বোধ কৰোঁ মেৰু বোলা হৈছিল।

"পথ্যাস্বস্তি পন্থা" প্ৰবন্ধত সুন্দৰকৈ দেখুৱাইছোঁ যে উত্তৰ লক্ষীপুৰৰ সোৱণ-শ্ৰী নদীয়েই বেদত উল্লেখ কৰা সৰস্বতী নদী। সদিয়াৰ ছেছেৰী নৈ-খন বেদোক্ত সুসেঁামা হ'ব পাৰে। পূৰ্বে ভুলবশতঃ ছেছেৰী নৈয়েই সৰস্বতী হ'ব পায় বুলি লিখিছিলোঁ। এতিয়া অনেক অনুসন্ধান কৰি নিশ্চয় ৰূপে জানিব

* সৰস্বতী নদী— "বাঁহীত" ওলোৱা "অসমত আৰ্যবসতি" শীৰ্ষক প্ৰবন্ধত (৩ নং) সদিয়া অঞ্চলৰ ছোছৰী নৈয়েই বেদোক্ত সৰস্বতী নদী হ'ব পায় বুলি লেখা হৈছিল। এতিয়া অনেক অনুসন্ধান কৰি জানিব পাৰিছোঁ যে উত্তৰ লক্ষীপুৰৰ সোৱন-শ্ৰী নদীয়েই আগৰ দিনৰ ঋষি-মুনিসকলৰ পৰম পবিত্ৰ সৰস্বতী নৈ। সেই নৈৰ পাৰে পাৰে স্বৰ্গলোক বা তিব্বতৰপৰা অসমলৈকে পথ্যাস্বস্তি পন্থা নামে এটা বাট আছিল। পথ্যাস্বস্তি পন্থাকে আমাৰ মানুহে পথালিপাম বোলে। তিব্বতৰ পথ্যাস্বস্তি হ্ৰদ বা বিন্দু সৰোবৰৰপৰা এই সোৱন-শ্ৰী নৈখন ওলাইছে। আজিকালি উক্ত হ্ৰদৰ নাম পতালি বা পলটি থৈছে।— আ· আ· (বাঁহী ১০ম বছৰ, ১০ ম সংখ্যা পৃঃ ৩১৮) *বাঁহী— মাঘ ১৮৪২ শক, ১০ম বছৰ, ১০ম সংখ্যা)

পাৰিছোঁ যে সোৱন-শ্ৰী নদীৰ নামহে সৰস্বতী বা পথ্যাস্বস্তি আছিল। তিব্বতৰ পথ্যাস্বস্তি বা পলটি (Palte or Yeddo Croft) হ্ৰদৰপৰা সেই নৈখন ওলাইছে। তাৰ পাৰে পাৰে তিব্বতৰপৰা আমাৰ দেশলৈকে হিমালয়ৰ মাজেদি বৈদিক কালত এটা বাট আছিল। সেই বাটৰ নাম সুবৰ্ম বা পথ্যাস্বস্তি আছিল। সেই বাটেই বৈৱস্বত মনু বা বিষ্ণুৰ অধীনত দেৱ বা আৰ্যজাতি আমাৰ দেশলৈ আহিছিল। সদিয়াৰ দৃহং বা দিহং নৈয়েই বেদোক্ত দৃষদ্বতী নৈ। দৃষদ্বতী বা দিহং আৰু সৰস্বতী বা সোৱন-শ্ৰী নৈৰ মাজৰ বুঢ়ী সুঁতিৰ উত্তৰৰ মিৰি আৰু আবৰৰ পৰ্বতবিলাকক ব্ৰহ্মাৱৰ্ত বোলা হৈছিল।

পঞ্জাবৰ সিন্ধু (Indus) আৰু শতদ্ৰু (Sutlej) এই দুখনৰ নদীহে দেৱনদী অৰ্থাৎ তিব্বতৰপৰা বৈ অহা নদী। এই দুখনৰ বাহিৰে তাত আৰু দেৱ-নদী নাই। সদিয়া অঞ্চল যে সপ্তনদীযুক্তা আৰু সেই বাবেই সেই অঞ্চলৰ নাম সদিয়া হৈছে—সেই কথা আগেয়ে কৈ আহিছোঁ। সপ্তসিন্ধু বা সপ্তধী শব্দৰ পৰাই "সদিয়া" শব্দৰ উৎপত্তি হ'ব পায়।

'বিশ্বকোষৰ" লিখকে বেদোক্ত এই সৰস্বতী নৈৰ প্ৰকৃত স্থান নিৰ্ণয় কৰিব পৰা নাই। তেওঁ অসমৰ ফালে কোনো অনুসন্ধান কৰা নাই। তেওঁৰ দৰে আন আন প্ৰাচ্য আৰু প্ৰতীচ্য পণ্ডিতসকলেও বৈদিক নদী আদিৰ নাম আৰু ঠাইৰ বিষয়ে অসমৰ ফালে আজিলৈকে একো বিচাৰ কৰা নাই। তেওঁ-লোকে অসমক পাণ্ডৱবৰ্জিত অনাৰ্য অসুৰৰ দেশ বুলি এৰি গৈছে।

বিশ্বকোষৰ ১৭৩ পিঠিৰ তলৰ টোকাত লিখা আছে—"বেদে যে সপ্তনদীযুক্তা সৰস্বতীৰ উল্লেখ আছে, তাহা কুৰুক্ষেত্ৰেৰ উত্তৰাংশে প্ৰৱাহিতা "সপ্ত সৰস্বতী" হওয়া সম্ভৱ হইতে পাৰে। এখনও ঐ স্থানেৰ একটি তীৰ্থকে 'সপ্ত সৰস্বতী' বলা হইয়া থাকে।" দৰা-চলত "বিশ্বকোষৰ" লিখকে সৰস্বতী নদীৰ চিন উলিয়াব নোৱাৰি হতাশ হৈ ১৬৭ পিঠিত এইদৰে লিখিছে—" * কিন্তু এখন সৰস্বতী অন্তৰ্ধান হইয়াছেন, যে নদীৰ অতি পূৰ্বকালে বৰ্তমান গঙ্গানদী অপেক্ষা সমধিক পুণ্যসলিলা ও পূজনীয়া ছিলেন, এখন এই সৰস্বতী নদীৰ অস্তিত্ব কোথায়? কালে পৰ্বত, সাগৰ হইয়া যায়, সাগৰ আবাৰ বহু জনাকীৰ্ণ জনপদে পৰিণত হয়। প্ৰতিনিয়ত স্বভাবেৰ কত পৰিবৰ্তন ঘটিতেছে, কে তাহা নিৰ্ণয় কৰিতে সক্ষম? স্বাভা-বিক নিয়মানুসাৰে আৰ্য-ঋষিৰ হৃদয়-বিনোদিনী সৰ-স্বতী নদীৰ ত কি তাহাই ঘটিয়াছে! এখন কি সেই পুৰাতন নদীৰ চিহ্ন মাত্ৰ বিদ্যমান নাই?" আমি তেওঁৰ ভাষাতে কব খোজোঁ—

"শুখায় তটিনী হেৰ চিহ্ন থাকে তাৰ,
ক্ষত স্থান কভু নাহি শৰীৰে মিলায়।"

প্ৰিয় পাঠকসকল, সৰস্বতী নদী অন্তৰ্দ্ধান হোৱা নাই। তেওঁ সেই অতীজৰ বৈদিক কালৰ পৰা এতিয়ালৈকে একেদৰে একেভাৱে কুল কুল সুৰে বৈ আছে। কেৱল এতিয়া তেওঁৰ পাৰত পৱিত্ৰচেতা পুণ্যশ্লোক দেৱৰ্ষি আৰু ব্ৰহ্মৰ্ষিসকলৰ বেদ-গান শুনি-বলৈ পোৱা নাযায়। এতিয়া আৰু সেই নৈৰ পাৰত হোমাগ্নিৰ ধোঁৱা আৰু সুগন্ধ পাবলৈ নাই।

নাৰায়ণ পূজাৰ আসন-শুদ্ধিৰ মন্ত্ৰত লিখা আছে—"মেৰুপৃষ্ঠং ঋষিঃ সুতল ছন্দং কুৰ্মো দেৱতা আসনোপবেশনে বিনিয়োগঃ।" এই মন্ত্ৰৰপৰা বুজা যায় যে মেৰুৰ পিঠিত অৰ্থাৎ হিমালয়ত বা স্বৰ্গত ঋষি আছিল, তাৰপৰা ঋষি সুতললৈ নামি আহি সুতলত ছন্দঃ অৰ্থাৎ বেদৰ সংহিতা ভাগ ৰচনা কৰি-ছিল। সদিয়া অঞ্চলত দেৱপানী নৈৰ পাৰত যিটো বৰ্হিঃ (যজ্ঞশালা) দেৱালয়ৰ ভগ্নাৱশেষ আছে, তাতেই সম্ভৱতঃ বেদৰ ছন্দ ভাগ ৰচিত হৈছিল, তাতেই ব্ৰহ্মাই বেদ-গান গাইছিল আৰু ব্ৰহ্মৰ্ষিসকলক বেদ-গান গাবলৈ শিকাইছিল, তাতেই ব্ৰহ্মাই অগ্নিৰ উপা-সনা আৰু যজ্ঞ কৰিছিল। ঋগ্বেদত যিবিলাক দেৱতাৰ উল্লেখ আছে তাৰ ভিতৰত ইন্দ্ৰ, অগ্নি, সূৰ্য, চন্দ্ৰ,

ব্ৰহ্মা, বিষ্ণু, পৃথিৱী, দ্যু বা দৌঃ, দিক্, অৰুণ, বিশ্বকৰ্ম্মা, সৰস্বতী ( বাক্ ), বায়ু, বৰুণ, নদী, পৰ্বত, উষা, গঙ্গ ( হিমনদী ), কৃষি, ক্ষেত্ৰপতি, গো, পিতৃ, বাস্তুপতি ( গৃহদেৱতা ) আৰু বনস্পতি প্ৰধান। এই দেৱতাসকলৰ অধিকাংশৰে পূজা-সেৱা অসমীয়া হিন্দু সমাজত আজিলৈকে ঠায়ে ঠায়ে চলি আছে।

ঋক্ সংহিতাখনেই গোটেই সভ্যজগতৰ আদি পুথি। ব্ৰাহ্মণৰ গায়ত্ৰী এই ঋক্ সংহিতাৰে এটা ঋক্। এই প্ৰথম বেদৰ পৰাহে গায়ত্ৰীৰ মন্ত্ৰ আন আন বেদত সুমুৱা হৈছে বুলি 'বিশ্বকোষৰ'পৰা জনা যায়।

ঋক্ সংহিতা যে জগতৰ আদিগ্ৰন্থ সেই সম্বন্ধে "বিশ্বকোষৰ"পৰা তলত লিখা কথাখিনি তুলি দিলোঁ—

"যদি শাস্ত্ৰ মানিয়া চলিতে হয়, তাহা হইলে স্বীকাৰ কৰিতে হইবে, দ্বাপৰেৰ শেষভাগে কৃষ্ণ দ্বৈপায়ন প্ৰথমে বেদেৰ সংহিতা ভাগ সংগ্ৰহ কৰেণ। মোক্ষমূলাৰ প্ৰভৃতি ইউৰোপীয় পণ্ডিতগণ বলেন ঋগ্বেদেৰ ছন্দস্ ভাগ খৃষ্ট জন্মিবাৰ এক হাজাৰ বৎসৰ পূৰ্বে ৰচিত হয়। তাঁহাৰাও মুক্তকণ্ঠে স্বীকাৰ কৰিয়াছেন, এই ঋক্ সংহিতাই সমগ্ৰ সভ্য জগতেৰ আদি গ্ৰন্থ।"

—বিশ্বকোষ, ৪৭৮ পৃষ্ঠা।

"One thing is certain, there is nothing more ancient and primitive, not only in India, but in the whole Aryan World, than the hymns of the Rig-Veda." (Max Muller's Origin and Growth of Religion).

ঋক্ সংহিতাৰ কোনো কোনো ঠাইত দৃষদ্বতী আপয়া আৰু সৰস্বতী নদীৰ লগত যমুনা আৰু শুতুদ্ৰী নদীৰ নাম পোৱা যায়, আৰু সৰস্বতীক সপ্তনদী বা সপ্তসিন্ধু যুক্তা বুলি উল্লেখ কৰা আছে। সেই বাবেই বোধ কৰোঁ প্ৰাচ্য আৰু প্ৰতীচ্য পণ্ডিতসকলে পাঞ্জাবৰ শতদ্ৰু ( Sutlej ) আৰু যমুনাৰ মাজত দৃষদ্বতী আৰু সৰস্বতী নদী আছিল বুলি ভাবি লৈ পঞ্জাবৰ পঞ্চনদৰ লগত এই দুখন নদীক লগ লগাই পঞ্জাবক "সপ্তনদ" বা "সপ্তসিন্ধু" বুলি মত প্ৰকাশ কৰিছে। সেই মতেই প্ৰাচীন ভাৰতৰ যি মানচিত্ৰ আজিকালি ওলাইছে, তাত দৃষদ্বতী আৰু সৰস্বতীক শতদ্ৰু আৰু যমুনা নৈৰ মাজত বিন্দু চিন (dots) দি দেখুৱা হৈছে। যেপত সৰস্বতীক কুৰুক্ষেত্ৰৰ ওচৰেদি বৈ গৈ দৃষদ্বতীৰ লগত মিলি ৰাজপুতনাৰ বালিত মাৰ যোৱা যেন কৰি দেখুৱা হৈছে। কিন্তু সেই ঠাইত তেনে কোনো মৰা নদীৰ চিন নাই। যিখন নদী প্ৰকৃততে ৰাজপুতনাৰ বালিত লয় পাইছে তাৰ নাম ঘাগৰ। এই ঘাগৰ নদীৰে আগলিছোৱাক দৃষদ্বতী বুলি দেখুৱাইছে যেন পাওঁ। কোনো ঠাইত কোনো এখন নদী মৰিলে তাৰ চিন থাকে আৰু তাৰ ওচৰৰ মানুহে সেই নদীৰ নাম ক'ব পাৰে, কিন্তু যেপত দেখুৱা ঠাইত আপয়া, সৰস্বতী আৰু দৃষদ্বতী নামে নদী কোনো কালে আছিল বুলি স্থানীয় মানুহে কব নোৱাৰে আৰু তাত তেনে নদী থকাৰো কোনো চিন নাই। মনুৰ মতে কুৰুক্ষেত্ৰ ব্ৰহ্মৰ্ষি দেশৰ ভিতৰত, ব্ৰহ্মাৱৰ্ত, ব্ৰহ্মৰ্ষিদেশ আৰু মধ্যদেশ আৰ্যৱৰ্তৰ তিনিটা বিভাগ, দৃষদ্বতী আৰু সৰস্বতী নদী ব্ৰহ্মাৱৰ্ত দেশত, কুৰুক্ষেত্ৰৰ ওচৰত সৰস্বতী নৈক দেখুৱালে ব্ৰহ্মাৱৰ্ত দেশখন ব্ৰহ্মৰ্ষি দেশৰ ভিতৰত পৰে। মনুৰ মতে সেইটো হব নোৱাৰে। শ্ৰীমৎ দয়ানন্দ স্বামী সৰস্বতী পঞ্জাবৰ মানুহ আছিল। তেওঁ এজন প্ৰসিদ্ধ বেদজ্ঞ পণ্ডিত আছিল। পঞ্জাবত দৃষদ্বতী নদী থকা হলে তেওঁ কেতিয়াও ব্ৰহ্মপুত্ৰক দৃষদ্বতী বুলি নকলেহেতেন।

ঋক্ সংহিতা সভ্য জগতৰ আদি পুথি। এতেকে এই ঋক্ সংহিতাত আৰ্যজাতিৰ প্ৰসঙ্গত যি যি ঠাই আৰু নদ-নদী উল্লেখ আছে, স্বীকাৰ কৰিব লাগিব যে সেই ঠাই আৰু নদীৰ পাৰত আৰ্য জাতিৰ পূৰ্বপুৰুষ একালত বাস কৰিছিল।

ঋগ্বেদৰপৰা জনা যায় যে আৰ্য জাতি ভাৰতলৈ

অচাৰ আগেয়ে উৰ্দ্ধলোকত অৰ্থাৎ তিব্বতত সৰপস নামে হ্ৰদৰ পাৰত বাস কৰিছিল। সায়নাচাৰ্য্যৰ মতে "সৰঃ অপস্" শব্দৰ অৰ্থ বৈ থকা পানী। পথ্যাস্বস্তি বা বিষ্ণু সৰোৱৰেই সৰপস্ হ'ব পায়। কাৰণ, তাৰে পৰাই সৰস্বতী নৈ বৈ আহিছে। খ্ৰীষ্ট ওপজাৰ অনুমান চাৰিহাজাৰ বছৰৰ আগেয়ে আৰ্য্যজাতি সৰস্বতী নৈৰ পাৰে পাৰে পথ্যাস্বস্তি পন্থা নামে বাটেদি আমাৰ দেশলৈ আহিছিল। তেওঁলোকে যি যি নৈৰ পাৰত বসতি স্থাপন কৰিছিল সেইবিলাকৰ বৈদিক আৰু আধুনিক নাম তলত লিখা গ'ল।

| বৈদিক নাম | বৰ্ত্তমান নাম |
|---|---|
| সৰস্বতী | সোৱনশ্ৰী নদী, উত্তৰলক্ষীপুৰেদি বৈ গৈছে। |
| আপয়া | পভানৈ, আবৰ পৰ্বতৰপৰা আহি বুটীসুঁতিত পৰিছে। |
| জহ্লাৱী | জনাই নৈ, আবৰ পৰ্বতৰপৰা আহি বুটীসুঁতিত পৰিছে। |
| শুতুদ্ৰী | উত্তৰ লক্ষীপুৰৰ সুন্দৰী নৈ, নতু আবৰ পৰ্বতৰ দ্ৰী নৈ। |
| ৰসা | উত্তৰ লক্ষীপুৰৰ ৰঙা বা ৰঙ্গা নৈ |
| শৰ্য্যনাৱতী | হৰুনা বা দলনা নৈ। (উত্তৰ লক্ষীপুৰৰ মেপত দলং-মুখ চাওক) |
| গৌৰী | গৌলি নৈ, গৌলিৰৰ বা গালং আবৰ পৰ্বতৰপৰা বৈ আহি বুটীসুঁতিত পৰিছে। |
| শ্বেতয়াৱলী | আবৰ পৰ্বতৰ শিৱ তৰং নৈ। |
| দৃষদ্বতী | সদিয়া অঞ্চলৰ দৃহং বা দিহং নৈ। |
| যমুনা | সদিয়া অঞ্চলৰ যমুনা, (Jamuna) নৈ আবৰ পৰ্বতৰপৰা আহি দিহং নৈত পৰিছে। |
| শিফা | উত্তৰ লক্ষীপুৰৰ ছিপিমুখ হ'ব পায়। |
| দিব্ | দিবং নৈ, সদিয়া অঞ্চলত আছে। |
| দিক্ | দিক্ৰং নৈ। |
| অশ্মন্বতী | আবৰ পৰ্বতৰ শ্মিমং নৈ। |
| কুভা | সদিয়াৰ ওচৰৰ লোহিত নৈৰ নাম কুভা আছিল, খামতি আৰু শ্যানবিলাকে এই নৈখনক নাম-কুয়া বোলে, সিহঁতৰ ভাষাত 'নাম' বুলিলে নদী বুজায়, এতেকে নাম-কুয়া মানে কুয়া নদী। "কুয়া" শব্দটো কুভাৰ অপভ্ৰংশ। |
| ক্ৰমু | দিহিং নৈৰ নাম আগেয়ে ক্ৰমু আছিল। এতিয়াও এই নৈৰ উজনী ছোৱাক চিংফৌ আৰু খামতিবিলাকে "কৰেম পানী" বোলে। |
| য়ক্ষু | দিখৌ নৈ। কছাৰীৰ ৰাজত্বৰ কালত 'য়ক্ষু" শব্দৰ আগত "দি" শব্দটো যোগ কৰি নৈ খনৰ নাম দিয়ক্ষু বা দিক্ষু কৰা হৈছিল। কছাৰী বা বড়ো ভাষাত "দি" বুলিলে নৈ আৰু পানী বুজায়। |
| মেহৎনু | দৰং জিলাৰ পূৰ্বসীমাত থকা মেৰ বা মৰ নৈ হ'ব পায়। |
| স্বসোমা | সদিয়া অঞ্চলৰ ছেছেৰী নৈ। |
| বীৰপত্নী | দৰং জিলাৰ বৰই, বৰনৈ বা ভৈৰৱী হ'ব পায়। |
| বিপাট | দৰং জিলাৰ দিপোটা নৈ হ'ব পায়। |
| মৰুৎবৃধা | দৰং জিলাৰ মৰাভৰলী হব পায়। |
| কুলিশী | দৰং জিলাৰ কুলছি নৈ। |
| শ্বেতী | উত্তৰব্ৰহ্ম শ্বোৱেলী নৈ। |
| ইৰাৱতী | ব্ৰহ্মদেশৰ ইৰাৱতী। |
| সীতা | ব্ৰহ্মদেশৰ সীতাং নৈ। |

অসমত এনে অনেক ঠাই আছে, যিবিলাকৰ

নামৰ লগত বৈদিক ঋষিসকলৰ নামৰ মিল আছে।

মহৰ্ষি বেদব্যাসে গৰুড়ৰ মুখে ভাৰতৰ পূৰ্বদিশৰ যি বৰ্ণনা কৰাইছিল, "পুৰণি অসমত ভূমুকি" পুথিৰপৰা সেই বৰ্ণনা তলত চমুকৈ তুলি দিলোঁ :—

"সকলো লোকপ্ৰকাশক ভগৱান মৰীচিমালী যি-পিনে উদয় হয়, সাধ্যসকলে সন্ধ্যা কালত যিপিনে তপস্যা কৰিছিল, সেই প্ৰাচী দিশ দিন আৰু স্বৰ্গ পথৰ দ্বাৰস্বৰূপ। এই পিনেই দক্ষ প্ৰজাপতিৰ জী-য়েক অদিতি আদিৰ গৰ্ভত প্ৰজাসকলৰ উৎপত্তি আৰু বৃদ্ধি হৈছিল, এই পিনেই দেৱতাসকলে শ্ৰী লাভ কৰিছিল, পূৰ্বকালত দেৱতাসকল প্ৰথমে এই পিনে বাস কৰিছিল, এই ঠাই পূৰ্বপুৰুষসকলৰ অধি-কৃত বুলি বিখ্যাত। এই পিনে ভূতভাৱন ভগৱান ব্ৰহ্মাই সমস্ত বেদগান কৰিছিল, এই পিনে সাৱিত্ৰী-দেৱী সৱিতাৰ মুখৰপৰা উৎপন্ন হৈ ব্ৰহ্মবাদীসকলক আশ্ৰয় কৰিছিল, এই পিনে সূৰ্যদেৱে যাজ্ঞবল্ক্যক যজুৰ্বেদবিলাক দান কৰিছিল, এই পিনে হুতাশন পৰিতৃপ্ত হৈ আপোনাৰ প্ৰসূতি সোমৰস, ঘৃত আৰু দুগ্ধাদিস্বৰূপ জল উপভোগ কৰে, এই পিনে বৰুণদেৱে পাতাল আশ্ৰয় কৰি শ্ৰী লাভ কৰিছিল, এই পিনে মিত্ৰ আৰু বৰুণৰ যজ্ঞ-কালত পুৰণি বশিষ্ঠৰ উৎপত্তি, প্ৰতিষ্ঠা আৰু নিধন হৈছিল, এই পিনে ওঁকাৰৰ দহ-হাজাৰ পথ উৎপন্ন হৈছে, এই পিনে ধুমপায়ী মুনি-সকলে আদ্য ধুমপান কৰি থাকে, এই পিনে দেৱ ৰাজ দেৱতাসকলৰ নিমিত্তে যজ্ঞভাগ কল্পিত কৰিছে, আৰু এই পিনে হুতাশন ক্ৰোধান্বিত হৈ অহিতকাৰী কৃতঘ্ন মানৱ অসুৰবিলাকক সংহাৰ কৰে। এই পূৰ্বদেশেই ত্ৰিলোকৰ দ্বাৰ, স্বৰ্গৰ দ্বাৰ আৰু সুখৰ দ্বাৰ।"

এই বৰ্ণনাৰপৰা জনা যায় যে ভাৰতৰ পূৰ্ব-দিশত, স্বৰ্গৰ দুৱাৰ মুখত, ব্ৰহ্মাৱৰ্ত আছিল, তাতে অদিতি আদিৰ গৰ্ভত প্ৰজাসকলৰ উৎপত্তি আৰু বৃদ্ধি হৈছিল, তাতে ব্ৰহ্মাই সমস্ত বেদ গাই যাজ্ঞবল্ক্যক যজুৰ্বেদ দান কৰিছিল।

ঋগ্বেদ যে অসমৰ ব্ৰহ্মাৱৰ্তত ৰচিত হৈছিল, তাত সংশয় নাই। যজুৰ্বেদখনো সম্ভৱতঃ অসমত ৰচিত হৈছিল। আজিলৈকে প্ৰাগজ্যোতিষত ৰাজত্ব কৰা ৰজাসকলৰ যি কেইখন তামৰ ফলি পোৱা হৈছে, তাৰ পৰা জনা যায় যে ৰজাসকলে কেৱল যজুৰ্বেদী ব্ৰাহ্মণকহে ভূমি-দান কৰিছিল। এই সম্বন্ধে গেইট চাহাবৰ আসামৰ ইতিহাসৰ ২৯ পিঠিত এইদৰে লিখা আছে —

"It may be mentioned here that the people in whose favour the land grants were executed were all of them Yajurvedi Brahmans."

শ্ৰীযুত ৰজনী কুমাৰ পদ্মপতিৰ "পুৰণি অসমত ভূমুকি" পুথিৰ ৩৫ পিঠিত লিখা আছে—

"যজুৰ্বেদ অসমত প্ৰণীত হোৱাৰ চিন এতিয়াও পোৱা যায়। প্ৰায় গোটেইখন অসমৰ ক্ৰিয়া-কৰ্ম এতিয়ালৈকে যজুৰ্বেদ মতেই চলি আছে, মৰা মানুহৰ ভেটিও যজুৰ্বেদৰ নিয়মেৰেহে প্ৰস্তুত হয়। স্বৰ্গীয় ৰমেশ চন্দ্ৰ দত্ত আৰু ডাক্তৰ ৰাজেন্দ্ৰ লাল মিত্ৰই যজুৰ্বেদ নিয়মে মৰা মানুহৰ ভেটি প্ৰস্তুত প্ৰণালী লোপ হ'ল বুলি কৈছে। কিন্তু তেওঁলোক কোনেও কেতিয়াও অসমৰ ফালে একো নিবিচাৰে।"

কৃষ্ণ যজুৰ্বেদত লেখা আছে,—

"প্ৰাচীং দেৱাঃ, দক্ষিণং পিতৰঃ, প্ৰতীচিং মনুষ্যা, উদীচিং ৰুদ্ৰাঃ।"

অৰ্থাৎ হিমালয়ৰ পূব প্ৰান্তত দেৱসকল, দক্ষিণে পৰ্বতৰ দাঁতিত (ব্ৰহ্মাৱৰ্তত) পিতৃসকল, পশ্চিমে মনুষ্যসকল, আৰু উত্তৰে উৰ্দ্ধত ৰুদ্ৰসকল বাস কৰিছিল।

পুৰাণমতে ব্ৰহ্মাৰ পূবমুখৰ পৰা ঋগ্বেদ আৰু দক্ষিণ মুখৰ (ব্ৰহ্মাৱৰ্তৰ) পৰা যজুৰ্বেদ ওলাইছিল। হিমালয়ৰ দক্ষিণে দৃষদ্বতী বা দিহং আৰু সৰস্বতী যা সোৱনশ্ৰী নৈৰ মাজৰ ঠাইখিনিকে ব্ৰহ্মাৱৰ্ত বোলা হৈছিল। ব্ৰহ্মাৱৰ্তৰ পূবে অৰ্থাৎ দিহং নৈৰ পূবে সম্ভৱতঃ আদি স্বৰ্গ আছিল। ব্ৰহ্মাৱৰ্তত যজুৰ্বেদ

আৰু আদিস্বৰ্গত ঋগ্বেদ ৰচিত হৈছিল।

তিব্বতৰ উত্তৰ কূল অৰ্থাৎ ষানপু নদীৰ উত্তৰ পাৰকে সম্ভৱতঃ উত্তৰ কুৰু বোলা হৈছিল। তিব্বতৰ দক্ষিণ কূলৰ যি ছোৱা সৰস্বতী নৈৰ পশ্চিমে আছে তাৰ নাম হিৰণ্ময়বৰ্ষ আৰু যি ছোৱা সৰস্বতীৰ পূবে আছে তাৰ নাম ইলাবৃতবৰ্ষ আছিল বুলি বোধ হয়। আদি স্বৰ্গৰ পূবে য'ত এতিয়া ৰিমা নগৰ আছে সেই ফালে বোধ কৰোঁ ৰম্যক বৰ্ষ আছিল।

আমেৰিকা দেশৰ প্ৰত্নতত্ত্বজ্ঞ পণ্ডিত হপ্‌কিনছ ছাহাবে কৈছে— "Most of the Veda mantras were composed at a pl ıce far east of the Punjab" (১৩১৯ চনৰ জেঠ মাহৰ "ঢাকা ৰিভিউ" কাকতৰ ২য় ভাগ ৫০ পিঠি চাওক)।

* বাঁহী, চ'ত ১৮৪২ শক, ১০ম বছৰ ১২ শ সংখ্যা।



# অসমৰ পুৰাবৃত্ত

( ১ )

এই পৃথিৱীৰ সকলো মহাদেশতকৈ এছিয়া মহাদেশ বয়সত আৰু আকাৰত ডাঙৰ। এছিয়া মানৱ জাতিৰ আদি জন্মভূমি। তাৰ আৰু সভ্যতাৰ আদি নিকেতন, আৰু পৃথিৱীৰ প্ৰধান প্ৰধান ধৰ্ম প্ৰৱৰ্তক মহাপুৰুষসকলৰ জননী। আমাৰ পুণ্যভূমি ভাৰতবৰ্ষ এশিয়াৰ শ্ৰেষ্ঠ দেশ। ভাৰতবৰ্ষৰ আন এটা নাম জম্বুদ্বীপ। জম্বুদ্বীপৰ ভিতৰত আৰ্যবৰ্ত বা উত্তৰাপথ দাক্ষিণাত্য বা দক্ষিণাপথ, আৰু পূৰ্বোপদ্বীপ পৰে। এই ত্ৰিভূমি মিলি জম্বুদ্বীপ। ব্ৰহ্মদেশ পূৰ্বোপদ্বীপৰ অন্তৰ্গত, আমাৰ অসমৰ পূব সীমান্ত।

ভূতত্ত্ববিদ পণ্ডিতসকলে তেওঁলোকৰ সুবিধাৰ নিমিত্তে পৃথিৱীৰ জন্মৰ পৰা বৰ্তমান সময়লৈকে এই কালডোখৰক পাঁচোটা যুগত ভাগ কৰিছে। যেনে :—

(১) অতি পুৰণি (Archaeon or Eozoic)
(২) প্ৰাথমিক (Primary or Palaeozoic)
(৩) দ্বিতীয়ক (Secondary or Mesozoic)
(৪) তৃতীয়ক (Tertiary or Cainozoic)
(৫) আধুনিক (Post tertiary or Quoternary)।

আকৌ প্ৰত্যেক যুগৰ (Era) কিছুমান উপযুগত (Epoch) বিভক্ত কৰা হৈছে। তাৰ ভিতৰত তৃতীয়ক যুগৰ অন্তৰ্গত উপযুগবিলাক জানিলেই বৰ্তমান প্ৰবন্ধৰ পক্ষে যথেষ্ট হ'ব। তৃতীয়ক যুগৰ উপযুগবিলাকৰ নাম এই :— (১) ইয়োছিন (Eocene), (২) অলিগোছিন (Oligocene), (৩) মায়োছিন (Miocene) (৪) প্লায়োছিন (Pliocene)।

ভূতত্ত্বৰ আলোচনাত দেখা যায় যে প্ৰাথমিক (Primary) যুগৰ পূৰ্বে গোটেইখন পৃথিৱী মহাসাগৰৰ গৰ্ভত নিমগ্ন আছিল। কিন্তু যথেষ্ট প্ৰমাণ পোৱা যায় যে প্ৰাথমিক যুগৰ শেষ ভাগত এছিয়া মহাদেশৰ উত্তৰ আৰু পূব ফালৰ ভাগে খিনি ঠাই প্ৰথমে স্থলত পৰিণত হৈছিল। এনছাইক্লোপিডিয়া ব্ৰিটেনিকা (Encyclopaedia Britannica) পুথিৰ দ্বিতীয় ভাগৰ ৭৬৮ পিঠিত লিখা আছে।

"There is positive evidence that much of north and east of Asia has been land since the Palaeozoic or primary era.

আমাৰ পুৰাণবিলাকত (১) কৃত বা সত্য, (২)

ত্ৰেতা, (৩) দ্বাপৰ আৰু (৪) কলি, এই চাৰি যুগৰ কথা আছে। সত্য যুগৰ আগৰ অৱস্থাক পুৰাণে "একার্ণৱং ঘোৰমবিভাগং তমোময়ম্" বুলিছে। বাষ্পময় নীহাৰিকাৰ প্ৰথম গোট মৰা অৱস্থাত যেতিয়া সমস্ত ব্ৰহ্মাণ্ড অখণ্ড জলৰাশিত নিমগ্ন আছিল, তেতিয়া জলজ জীৱৰ সৃষ্টি আৰম্ভ হয়, আৰু তাৰ লগে লগে সত্য যুগৰ উদয় হয়। জলজ জীৱৰ পূৰ্ণ বিকাশ মাছত হয়। সেই নিমিত্তে সত্যযুগৰ প্ৰথম উপযুগত মৎস্য অৱতাৰ। পাছে, পাখীৰত সৰ বস্তুৰ দৰে পানী ঠায়ে ঠায়ে গোট মাৰি, পানীত পদ্মপাতৰ দৰে, বোকা মাটিৰ উৎপত্তি হোৱাত কূৰ্মজাতীয় উৎপত্তি হয়। সেই বাবে এই উপযুগৰ নাম কূৰ্ম অৱতাৰ। পাছে যেতিয়া ঠায়ে ঠায়ে মাটি টান হৈ উৰ্বৰা ভূমি ওলাল, আগ্নেয়গিৰীৰ উৎপাতত আৰু ভূঁইকঁপৰ জোকাৰণিত পানীৰ তলৰপৰা পৰ্বতবিলাক ওলাল, তেতিয়া ভূমিৰ ওপৰত তৰু তৃণ গজিল আৰু আৰু নানা প্ৰকাৰ পশু-পক্ষীৰ সৃষ্টি আৰম্ভ হ'ল। জলজ, পঙ্কজ, স্থলজ, বনজ জীৱবিলাকেৰে পৃথিৱী পূৰ্ণ হ'ল। কঠিন মাটি খানিব পৰা, আৰু বোকাত থাকিবলৈ ভাল পোৱা বৰাহৰ নামে এই উপযুগৰ অৱতাৰ বৰাহ হ'ল। তাৰ পাছে মহাকায় অদ্ভুত মূৰ্তিৰ জীৱবিলাকৰ জন্ম হ'ল। মৰ্কট অথবা মানৱাকৃতি জীৱবো সৃষ্টি হ'ল। জীৱন যুদ্ধত আত্ম-ৰক্ষা কৰিবলৈ শাৰীৰিক আৰু মানসিক উভয় শক্তিৰ আৱশ্যক। অৰ্দ্ধ-পশু অৰ্দ্ধ-নৰ অৱস্থাৰ মানুহক অন্যান্য জীৱৰ ওপৰত প্ৰভুত্ব কৰাৰ নিমিত্তে নৰসিংহ বোলা হ'ল। এতেকে এই উপযুগৰ অৱতাৰ নৰসিংহ।

বৈজ্ঞানিকসকলৰ তৃতীয়ক (Tertiary or Cainozoic) যুগৰ মায়োছিন (Miocene) উপযুগৰ আৰু পৌৰাণিক ত্ৰেতাযুগৰ আৰম্ভত পৃথিৱীত মানুহে দেখা দিলে। কিন্তু তেতিয়াও মানুহৰ পূৰ্ণ বিকাশ হোৱা নাই। সেই নিমিত্তে ত্ৰেতাযুগৰ প্ৰথম উপযুগৰ নাম বামন অৱতাৰ। তাৰ পাছৰ উপযুগত পৰশুৰাম অৱতাৰ। তেওঁৰ দিনত মানুহৰ পূৰ্ণ বিকাশ, কিন্তু প্ৰকৃতি ভয়ঙ্কৰ উদ্ধত আৰু নিমৰামিয়াল। এই সময়ৰ পৰা মানুহৰ ভিতৰত সংগ্ৰাম আৰম্ভ হ'ল। তাৰ পাছত "ৰাম' উপযুগত মানুহে জ্ঞান আৰু ধৰ্মৰ উন্নতি সাধন কৰে। এইখিনিতে কৈ থওঁ যে ঋগ্বেদত মৎস্য, কূৰ্ম, বৰাহ আদি অৱতাৰৰ কোনো উল্লেখ নাই

প্ৰাথমিক যুগত চৈতন্যৰ প্ৰথম বিকাশ বা জীৱ সৃষ্টিৰ আৰম্ভণ হয়। "কালিকা পুৰাণ"ৰ কামাখ্যা বিৱৰণত মধু-কৈটভৰ যিটো উপাখ্যান আছে তালৈ চালে কামাখ্যাৰ নীলাচল পৰ্বত আৰু অসম পৰ্বতমালা জলজ কীটবিলাকৰ অস্থি আৰু লেলাৱতিৰ পৰা ভূ সৃষ্টিৰ আদিতে গঠিত হোৱা বুলি অনুমান হয়। পাণ্ডুৰ বৰাহ শিলা বা কল্পশিলা অগ্ন্যুৎপাতত পানীৰ তলৰপৰা ওলালত মধুকৈটভৰ লীলা তাতে হয়। মধু-কৈটভৰ উপাখ্যানত কিছু বৈজ্ঞানিক সত্য থকা সম্ভৱ। কিয়নো, ভাৰত-সাগৰৰ লাক্ষাদ্বীপ আৰু মালদ্বীপ পোৱাল-পোকৰ অস্থিৰ পৰাই উৎপন্ন হৈছে।

এছিয়াৰ পূব আৰু উত্তৰ ফালৰ যিখিনি ঠাই প্ৰথমে মহাসাগৰৰ গৰ্ভৰপৰা ওলাইছিল, তাৰ ভিতৰত পূৰ্বোদ্বীপে সৈতে ব্ৰহ্মদেশ, তিব্বত, তাতাৰ, হিমালয়ৰ পূৰ্বাংশ আৰু অসম পৰ্বতমালাৰে (Assam Range) সৈতে অসম প্ৰদেশ, উত্তৰ ভাৰতৰ কিছু অংশ আৰু দাক্ষিণাত্য পৰে। মঙ্গলিয়াৰো কিছু অংশ পৰে। হিমালয়ৰ পশ্চিমাংশ আৰু উত্তৰ ভাৰতৰ অধিকাংশ ঠাই তৃতীয়ক যুগৰ শেষ ভাগত ওলায়।

আমাৰ শাস্ত্ৰকৰ্তাসকলে পৃথিৱীক ব্ৰহ্মাণ্ড বুলিছে। পৃথিৱীৰ জলময় অৱস্থাত সৃষ্টিকৰ্তা ব্ৰহ্মাই সেই জলক আশ্ৰয় কৰি অৱস্থান কৰিছিল।

"আপো নাৰা ইতি প্ৰোক্তা আপো বৈ নৰসূনবঃ।
তা যদস্যায়নং পূৰ্বং তেন নাৰায়ণঃ স্মৃতঃ॥"
—মনুসংহিতা ১।১০

আপ অৰ্থাৎ পানী নৰৰ অৰ্থাৎ পৰমাত্মাৰ সূনু অৰ্থাৎ পুত্ৰস্বৰূপ, এই নিমিত্তে পানীক নাৰা বোলা হৈছে। পূৰ্বে ব্ৰহ্মাই নাৰাক (পানীক) আশ্ৰয় কৰি

অৱস্থান কৰিছিল , এই বাবে তেওঁ নাৰায়ণ বুলি উল্লিখিত হৈছে ।

এই নাৰায়ণেই চৈতন্য । পানীত চৈতন্যৰ প্ৰথম বিকাশ ।

ঋগ্বেদত আছে, —

"বিশ্বতশ্চক্ষুৰুত বিশ্বতোমুখো, বিশ্বতোবাহুৰুত বিশ্বতস্পাৎ ।

সং বাহুভ্যাং ধমতি সং পতত্ৰৈঃ দ্যাৱাভূমি জনয়ন্ দেৱ একঃ ॥ ৩।৮১।১০মণ্ডল

যেনেকৈ কমাৰে নিজৰ বাহু দুটা আৰু ভতাৰ সহায্যত জুই জ্বলাই লৈ লোৰ নানা প্ৰকাৰ বস্তু তৈয়াৰ কৰে, তেনেকৈ যিজনৰ চাৰিওফালে চকু, চাৰিওফালে মুখ, চাৰিওফালে বাহু আৰু চাৰিওফালে ভৰি সেই অদ্বিতীয় পৰমেশ্বৰে এই দ্যাৱাভূমি সৃষ্টি কৰিলে ।

ইয়াৰপৰা বুজা যায় যে জলময় ব্ৰহ্মাণ্ডৰ প্ৰথমে দ্যৌ আৰু ভূমিৰ উৎপত্তি হয় । দ্যৌ শব্দৰ পাছত ভূমি বা পৃথিৱী শব্দ থাকিলে দ্বন্দ্ব সমাসত দ্যাৱা হয় । বোধ কৰো মেৰু বা পৰ্বতময় ঠাইক দ্যৌ আৰু মেৰুৰ নামনিৰ তৈয়াম ঠাইক পৃথিৱী বা ভূমি বোলা হৈছে , নতুবা হিমালয়ৰ উত্তৰৰ ঠাইক দ্যো আৰু দক্ষিণৰ ঠাইক ভূমি বা পৃথিৱী বোলা হৈছে আৰু এই দুয়োৰো মাজৰ হিমালয়ক অন্তৰীক্ষ বোলা হৈছে । অন্তৰে = মধ্যে + ঈক্ষ্যতে = দৃশ্যতে ইতি অন্তৰীক্ষঃ । আমাৰ দেশৰ ভগদত্ত বংশীয় নৃপতি-বিলাকক ভৌমনৃপতি বোলা হৈছিল ।

সকলো প্ৰাণীৰ জন্মৰ পাছত তৃতীয়ক যুগৰ মায়োছিন্ (Miocene) উপযুগত পৃথিৱীৰ শ্ৰেষ্ঠ জীৱ মানুহৰ সৃষ্টি হৈছিল বুলি বৈজ্ঞানিক পণ্ডিতসকলে অনুমান কৰে । "This surmise has received a strong confirmation by the actual discovery of relics of the Miocene man in Further India. Mr. Edward clodd says "Quite lately there have been discovered in an upper Miocene deposit in Further India, some clipped flint flakes of undoubted human workmanship" Thus, if man is proved to have existed in the Miocene Epoch in the Indian peninsula and Further India (both of which were connected by land in that period) it is equally certain that he also existed in the same epoch in SAPTASINDHU which has been proved by geologists to be the oldest life producing region in India, and in which, therefore, the evolution of animals, and the appearance of man must have been far earlier" (Vide Rig-Vedic India, page 23, by prof. Abinas chandra Das, M,A, B,L). Further India' ক আমি পূৰ্বোপদ্বীপ বোলো । তাৰ ভিতৰত ব্ৰহ্মদেশ আছে । 'সপ্তসিন্ধু' বা আৰ্য-জাতিৰ আদিস্বৰ্গ আমাৰ অসমতে । সেই সম্বন্ধে পাছে বহলাই লিখিম ।

এন্ছাইক্লোপিডিয়া বৃটেনিকা Encyclopaedia Britannica) পুথিত লিখা আছে :—

"The first appearance of man, though comparatively recent is positively so remote that an estimate between twenty and a hundred thousand years may fairly be taken as minimum"

অৰ্থাৎ অন্ততঃ কুৰি আৰু এশহাজাৰ বছৰৰ ভিতৰত এই পৃথিৱীত মানুহৰ প্ৰথমে জন্ম হয় ।

এছিয়াৰ কোনখিনি ঠাই যে মানুহৰ আদি জন্মভূমি আছিল সেই সম্বন্ধে নানা পণ্ডিতৰ নানা মত । আদি মানৱ-দম্পতি মেৰু বা পৰ্বতত আছিল । কোনো কোনোৰ মতে সেই মেৰুটো আল্টাই পৰ্বত, কোনো কোনোৰ মতে কিৱেন্লুন্ পৰ্বত, কোনোৰ মতে হিন্দুকুশ, কোনোৰ মতে তিব্বত, কোনোৰ মতে হিমালয় প্ৰদেশ বা ভূতস্থান ( ভোটান ) ইত্যাদি ।

আদিম মানৱ-দম্পতিৰ উৎপত্তিৰ বিষয়ে আমাৰ শাস্ত্ৰবিলাকত লিখা আছে যে ব্ৰহ্মাই নিজ দেহক দুই ভাগত বিভক্ত কৰি এভাগেৰে পুৰুষ আৰু আন ভাগেৰে নাৰী হৈছিল আৰু তেওঁলোকৰ সহযোগত বিৰাটৰ জন্ম হৈছিল ( মনুসংহিতা, ১ম আধ্যায়, ৩২ শ্লোক চাওক )। দেহৰ আধাখিনিৰ পৰাহোৱা নাৰীৰ নাম গায়ত্ৰী ( মৎস্য পুৰাণ, ৪র্থ আধ্যায়, ২৪ শ্লোক চাওক )। বিৰাটৰ ঔৰসত গায়ত্ৰী দেৱীৰ গৰ্ভত মনস নামে এজন পুৰুষৰ জন্ম হৈছিল। তেওঁৰ পৰাই মানুহৰ সৃষ্টি আৰম্ভ হ'ল। 'মহাভাৰত'ৰ শান্তি পৰ্বৰ ১৮২ আধ্যাত লিখা আছে, "মহৰ্ষিসকলে কৈ গৈছে যে 'মনস্' নামে এজন সৃষ্টি-স্থিতিপ্ৰলয়কৰ্তা পৰম দেৱতা আছে, তেৱেঁই সকলো সৃষ্টি কৰিছে।" ঋগ্বেদ সংহিতাৰ দশম মণ্ডলৰ ৯০ সূক্তক পুৰুষসূক্ত বোলে। উক্ত সূক্তৰ পঞ্চম ঋকত লিখা আছে,—

তস্মাদ্ বিৰাটজায়ত বিৰাজো অধিপুৰুষঃ।
স জাতো অত্যৰিচ্যতে পশ্চাদ্ভূমিমথো পুৰঃ॥
১০ম।৯০সূ।৫ঋ

"তেওঁৰ পৰা বিৰাটৰ জন্ম হ'ল, আৰু বিৰাটৰ পৰা পুৰুষ উৎপন্ন হ'ল, উৎপন্ন হৈ আগ-পাছ উভয় কালেই ভূমণ্ডল অতিক্ৰম কৰি বিস্তৃত হ'ল।" স্বয়ম্ভুৰ বা মনসদেৱৰ পুতেক স্বায়ম্ভুৱ মনু আৰু কন্যা শতৰূপা। স্বয়ম্ভুৱ মনুৱে মানুহৰ আদি জন্ম-ভূমি মেৰুত ৰাজত্ব কৰিছিল। শতৰূপাৰ লগত তেওঁৰ বিয়া হৈছিল। ভৃগু, পুলহ, পুলস্ত্য, ক্ৰতু, অঙ্গিৰা, মৰীচি, দক্ষ, ভৰ, অত্ৰি আৰু বশিষ্ঠ, এওঁলোকো মনসৰ পুতেক, স্বয়ম্ভু ব্ৰহ্মাৰ নাতি বা মানসপুত্ৰ।

বাইবেল শাস্ত্ৰমতে আদিম মানৱ, দম্পত্তিৰ নাম আদম আৰু ইভ। ঈশ্বৰে আদমক ঘোৰ নিদ্ৰাত অভিভূত কৰি তেওঁৰ গাৰপৰা এডাল কামি হাড় উলিয়াই লৈ মাংসৰ দ্বাৰা সেই ঠাই পূৰ কৰিলে আৰু সেই কামি-হাড় ডালেৰে এজনী তিৰোতা বনাই আদমৰ ওচৰলৈ আনিলে। তেতিয়া আদমে ক'লে, "ভাল হৈছে, এওঁ মোৰ অস্থিৰ অস্থি আৰু মাংসৰ মাংস, এওঁৰ নাম নাৰী হ'ব, কিয়নো এওঁক নৰৰপৰা লোৱা হৈছে। আদমে সেই নাৰীৰ নাম ৰাখিলে ইভ। আদ্ অৰ্থ আদি অম্ অৰ্থ আগমন কৰা। যি আদিতে আহিছিল বা সৃষ্ট হৈছিল, তেওঁক আদম বোলে। আদমৰ সতি-সন্তানকে আদমি ( ব্যক্তি বা Person ) বোলে।

আদিম অৱস্থাৰ মানুহে ধাতুৰ ব্যৱহাৰ নাজানিছিল, শিলৰ অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰ কৰিছিল, পৰ্বতৰ গুহাত বাস কৰিছল। বাবু ৰাখালদাস বন্দোপাধ্যায় প্ৰণীত 'বাঙ্গালাৰ ইতিহাস' ( প্ৰথম ভাগ ) পুথিৰ ৩ পিঠিত লিখা আছে, -

'ব্ৰহ্মদেশে নবাজীৱক বা তৃতীয়ক Cainozoic যুগেৰ অন্তৰ্গত বহ্বাধুনিক ( Pliocene ) উপযুগেৰ লুপ্তক স্তন্যপায়ী জীবেৰ অস্থিৰ সহিত আদিম মানৱ কৰ্তৃক ব্যৱহৃত প্ৰস্তৰনিৰ্মিত অস্ত্ৰ আবিষ্কৃত হইয়াছে ( Vide Noetling- Memoirs of the Geological Survey of India, Vol XXVIII. 1894 Pre-historic Times, Page 4o2 )।

উক্তপুথিৰ ৯ পিঠিত লিখা আছে।

"সম্প্ৰতি প্ৰেসিডেন্সি কলেজৰ অধ্যাপক, শ্ৰীযুত হেমচন্দ্ৰ দাসগুপ্ত, এম-এ, আসামে আবিষ্কৃত নূতন প্ৰকাৰেৰ দুইটি কুঠাৰ ফলকেৰ বিৱৰণ প্ৰকাশ কৰিয়াছেন" ( Vide Journal and Proceedings, Asiatic Society of Bengal. New Series Vol. 1X Page 291 )।

উক্ত পুথিৰ ১০ পিঠিত লিখা আছে,—

"সম্প্ৰতি শ্ৰীযুক্ত কগিন্ ব্ৰাউন আসামে এক নূতন ধৰণেৰ মুষলেৰ ( Groovede Hammer ) বিৱৰণ প্ৰকাশ কৰিতাছেন" ( Vide Journal and Proceedings. Asiatic Society of Bengal New Series. Vol X. Page 107 )।

আকৌ উক্ত পুথিত লিখা আছে—

"নব্য প্ৰস্তৰেৰ যুগে আদিম মানৱগণ ধাতুৰ ব্যৱহাৰ জানিতেন না।****আদিম মানৱগণ সৰ্বপ্ৰথমে সুবৰ্ণ সংগ্ৰহ কৰিবাৰ চেষ্টা কৰিয়াছিলেন।***সুবৰ্ণেৰ তাম্ৰ আবিষ্কৃত হইয়াছিল। মানৱজাতিৰ সৰ্বপ্ৰধান ধাতৱ অস্ত্ৰসমূহ তাম্ৰনিৰ্মিত।* পৃথিৱীৰ সৰ্বত্ৰ তাম্ৰেৰ যুগে এমন কি লৌহেৰ যুগে (Iron age) পৰ্যন্ত শিলানিৰ্মিত অস্ত্ৰেৰ ব্যৱহাৰ দেখিত পাওয়া যায়।"

স্বৰ্গীয় কৃষ্ণচন্দ্ৰ চৌধুৰী ডাঙৰীয়াই দৰং জিলাত চব্ ডেপুটি কলেক্টৰৰ কাম কৰোঁতে কিছুমান শিলৰ অস্ত্ৰ-শস্ত্ৰ সেই জিলাৰ চাৰিদুৱাৰ অঞ্চলত পাই অসম উপত্যকাৰ কমিচনাৰ মেলিটাছ্ ছাহাবক দিছিল। উক্ত ছাহাবে সেইবিলাক অস্ত্ৰ-শস্ত্ৰ বিলাতৰ মিউজিয়মলৈ পঠোৱা বুলি চৌধুৰী ডাঙৰীয়াই আমাক এদিন গুৱাহাটীত কৈছিল।

Rig-Vedic India (ঋগ্বেদৰ সময়ৰ ভাৰত) নামে পুথিৰ ২৩ পিঠিত লিখা আছে—

"In the Rig-Veda, we do-not find any mention of stone weapons, as the Rig-Vedic Aryans had long passed through those stages and were well acquainted with the use of iron, from which weapons and implements were made"

ঋগ্বেদত শিলৰ অস্ত্ৰ শস্ত্ৰৰ উল্লেখ নাই। কাৰণ, ঋগ্বেদৰ সময়ৰ আৰ্যবিলাকে অনেক কালৰ পূৰ্বেই প্ৰস্তৰ যুগৰ অৱস্থা পাৰ হৈ আহি লোৰ ব্যৱহাৰ জানি লোৰ অস্ত্ৰ-শস্ত্ৰ আদি ব্যৱহাৰ কৰিছিল।

অবিনাশ বাবুৱে তেওঁৰ "Rig-Vedic India পুথিত অনেক প্ৰমাণ প্ৰয়োগ কৰি লিখিছে যে ঋগ্বেদৰ সময়ত আমাৰ অসম-কামৰূপৰ পশ্চিম সীমাত এখন সাগৰ আছিল, উত্তৰ আৰু পূৰ্ববঙ্গৰ ভালেখিনি ঠাই আৰু শ্ৰীহট্টৰো কিছু অংশ সেই সাগৰৰ তলত ডুবি আছিল, বৰ্তমান ভাৰতৰ গঙ্গা উপত্যকা সেই সাগৰৰ গৰ্ভত আছিল, সাগৰৰ পানীয়ে গৈ হিমালয় পৰ্বতৰ কাষ পাইছিল, হিমালয়ৰ উত্তৰেও এখন সাগৰ আছিল। ইয়াৰপৰা জনা যায় যে বৈদিক কালত আমাৰ অসম দেশৰ উত্তৰে এতিয়াৰ দৰে হিমালয়ৰ পূৰ্বাংশ আছিল, পূবে ব্ৰহ্মদেশ, ব্ৰহ্মদেশৰ পূবে সাগৰ, পশ্চিমে আৰু দক্ষিণ পশ্চিমে সাগৰ, লুচাই পৰ্বতমালা, যাক তন্ত্ৰমতে কৌকিকা আৰু বেদমতে কীকট বোলা যায়, এতিয়াৰ দৰেই আছিল। ভাৰতৰ দাক্ষিণাত্যৰ লগত চট্টগ্ৰাম লগ লাগি আছিল। মানুহে বামেদি দাক্ষিণাত্যৰ পৰা খোজ কাঢ়ি চট্টগ্ৰামলৈ আহি তাৰপৰা কীকট লুচাই পৰ্বতৰ কাষে কাষে কাছাৰলৈ আহি তাৰপৰা অসমলৈ আহিব পাৰিছিল।

উক্ত "Rig-Vedic India" পুথিৰ ৮৪ পিঠিত লিখা আছে—

"There is geological evidence to prove that the Deccan was connected with Assam and Burma on the one hand, and South Africa on the other and extended as far south as Australia, forming a large continent by itself"

দাক্ষিণাত্যৰপৰা এক স্থলভাগে পূৰ্ব-আফ্ৰিকাক লগ লগাইছিল আৰু ব্ৰহ্মদেশ বা পূৰ্বোপদ্বীপৰপৰা এক স্থলভাগে অষ্ট্ৰেলিয়াক লগ লগাইছিল। ক'বলৈ গলে এছিয়াৰ এটা ঠেং অসমৰপৰা চট্টগ্ৰাম আৰু দাক্ষিণাত্য হৈ আফ্ৰিকা পাইছিল আৰু আন এটা ঠেং অসমৰপৰা পূৰ্ব উপদ্বীপ হৈ অষ্ট্ৰেলিয়া পাইছিল। অসম পৰ্বতমালাৰপৰা যেন এই দুটা ঠেং মেল খাই গৈছিল। কামাখ্যা মহাপীঠক সেই কালত এছিয়াৰ নাভি বুলিব পৰা গৈছিল। কোনো ডাঙৰ ভূমিকম্পত আৰু আগ্নেয়গিৰিৰ উৎপাতত ভাৰতৰ ভূমধ্য সাগৰখন শুকাই গ'ল, দাক্ষিণাত্যৰপৰা আফ্ৰিকালৈকে লগ লাগি থকা ভূমিখণ্ড সাগৰৰ পানীত তল গ'ল, অসম পৰ্বতমালা আগতকৈ কিছু চাপৰ হ'ল, গঙ্গাৰ উপত্যকা ওলাই পৰিল আৰু তাৰ মাজেদি গঙ্গা নৈ ব'বলৈ ধৰিলে, হিমালয়ে বৰ্তমান উচ্চতা লাভ কৰিলে, নেপাল

আৰু কাশ্মীৰৰ হ্ৰদ শুকাই গ'ল। এই ঘটনা বৈদিক কালৰ পাছত ঘটিছিল। এই ঘটনাৰ সময়তে বা পাছতে ভাৰতত এটা মহা জলপ্লাৱন হয়। "শতপথ ব্ৰাহ্মণ" আৰু পুৰাণ আদিত সেই জলপ্লাৱনৰ কথা লিখা আছে। কিন্তু ঋগ্বেদত তাৰ কোনো উল্লেখ নথকাৰপৰা বুজা যায় যে সেই নৈসৰ্গিক ঘটনাটো বৈদিক যুগৰ পাছত ঘটিছিল।*

[ ২ ]

আমাৰ অসম দেশখনেই ভাৰতৰ পূৰ্ব প্ৰদেশ। ইয়াতেই ভাৰতৰ অৰুণোদয় হয়। ইয়াক প্ৰাক্ বা প্ৰাচীদিশ্ বুলিও কোৱা হয়। প্ৰাচীদিশৰ ভিতৰত অকল যে আমাৰ দেশখন পৰে এনে নহয়, ব্ৰহ্মদেশ আৰু হিমালয়ৰ পূৰ্বাংশও ইয়াৰ ভিতৰত পৰে। হিমালয়ৰ উত্তৰে তিব্বত দেশ। সেই দেশক উত্তৰ কুৰু বা কিম্পুৰুষবৰ্ষ বোলা হৈছিল।

"অমৰকোষ" মতে দেৱৰাজ ইন্দ্ৰ প্ৰাচীদিশৰ অধিপতি। "কৃষ্ণ যজুৰ্বেদ"ৰ এটা মন্ত্ৰত লিখা আছে,-

"প্ৰাচ্যাং দিশি ত্বমিন্দ্ৰাসি ৰাজাঃ"

অৰ্থাৎ হে ইন্দ্ৰ, তুমি পূৰ্বদিশৰ ৰজা। উক্ত বেদতে "প্ৰাচ্যাং দেৱাঃ, প্ৰতীচিং মনুষ্যাঃ, উদীচিং ৰুদ্ৰাঃ" লিখা আছে। অৰ্থাৎ ভাৰতৰ পূৰ্বাংশত দেৱতাসকলৰ, পশ্চিমাংশত মনুষ্যসকলৰ আৰু উত্তৰ ফালে ৰুদ্ৰসকলৰ আবাস। "পিতৃণাং স্থানমাকাশং দক্ষিণা দিক্ তথৈব চ"। সুমেৰুৰ (হিমালয়ৰ) দক্ষিণে আকাশত (ভোট, আঁকা আৰু দফলা থকা পৰ্বতত) পিতৃসকল বাস কৰিছিল। আঁকাজাতি থকা পৰ্বতক আজিকালি আকা বা আকাহ পৰ্বত বোলা হয়। 'আকা' বা 'আকাহ' শব্দ 'আকাশ' শব্দৰ অপভ্ৰংশ হ'ব পায়। দফলা পৰ্বতমালাৰ ভিতৰতে শঙ্কৰৰ মহাশ্ৰম আদি কৈলাশ বা নাটক পৰ্বত আছে, নাটকৰ কাষতে এক দিব্য সৰোবৰ আছে, সম্ভৱতঃ সেইটোৱেই আদি মানস সৰোৱৰ, "কালিকা পুৰাণে" সেই সৰোৱৰকে "মানসসন্নিভং" বুলিছে আৰু বিশ্বনাথ অঞ্চলক মানসক্ষেত্ৰ বুলিছে। 'দফলা' শব্দটো 'দ্যৌ' আৰু 'প্লৱ' মিলি দোপ্লৱ হৈ তাৰ অপভ্ৰংশ বুলি বোধ হয়। দৰঙ্গ জিলাৰ 'দৰঙ্গ' নামটো দ্যোৰঙ্গ (দ্যোঃ+অঙ্গ) শব্দৰ অপভ্ৰংশ বুলি অনুমান কৰা যায়।

"বায়ুপুৰাণ" আৰু "ব্ৰহ্মাণ্ডপুৰাণ" মতে প্ৰাচী বা পূৰ্ব দিশেই ইন্দ্ৰদ্বীপ বা সুৰালয়। ইন্দ্ৰৰ আন এটা নাম প্ৰাচীপতি। "কালিকা পুৰাণে" আমাৰ দেশখনক "সুৰালয়" বুলিছে।

গ্ৰীক্ ঐতিহাসিক টলেমি (ptolemy) ছাহাবৰ মতে 'আদেইস্বৰ্গ' আৰ্য্যাৱৰ্তৰ পূবে। তেওঁ আদিস্বৰ্গকে "আদেইস্বৰ্গ বুলিছে।

প্ৰাচীদিশতে মেৰুপৰ্বত। মেৰুকে সুৰালয় বোলে। "অমৰকোষ" মতে ভাৰতৰ যি অংশৰ পূব আৰু দক্ষিণে সৰস্বতী নদী বৈ আছে, সেয়ে প্ৰাচীদেশ। আমাৰ দেশৰ স্বৰ্ণনদী বা সোৱণশিৰী নৈয়েই বৈদিক সৰস্বতী নদী। এই নৈখন ব্ৰহ্মপুত্ৰৰ লগত মিলি একে সুঁতি হৈ বোৱাত ব্ৰহ্মপুত্ৰকো সৰস্বতী বুলিব পাৰি। ব্ৰহ্মপুত্ৰৰ যি অংশ স্বৰ্ণনদীৰ লগত মিলা নাই সেই অংশ দৃশদ্বতী বা দিহং। আমাৰ দেশৰ উত্তৰকূল খণ্ড প্ৰাচীৰ ভিতৰত পৰে। 'ৰামায়ণত' এই প্ৰাচীকে "ইন্দ্ৰৰ কান্তা বনাদিমণ্ডিত পূৰ্বদিশ" বুলি লিখা আছে। বাবু ৰাখালদাস বন্দ্যোপাধ্যায়ৰ "বাঙ্গালাৰ ইতিহাস" (প্ৰথম ভাগ) পুথিৰ ২৯ পিঠিত লিখা আছে, —

"অনুমান ৩২৭ খৃষ্ট পূৰ্বাব্দে মাসিডনৰাজ দিগ্বিজয়ী আলেকজেন্দাৰ বা সেকেন্দৰ, পঞ্চনদ অধিকাৰ কৰিয়া বিপাশাতীৰে উপস্থিত হইয়াছিলেন। বিপাশাতীৰে, শিবিৰে, তিনি আৰ্যাৱৰ্তেৰ পূৰ্বপ্ৰান্তে অৱস্থিত "প্ৰাসিই" এবং "গঙ্গৰিডই" নামক দুইটি পৰাক্ৰান্ত ৰাজ্যেৰ অস্তিত্বেৰ কথা অবগত হইয়াছিলেন।"

* বাঁহী, ফাগুন ১৮৫৩ শক, বিংশ বছৰ ১১ শ সংখ্যা

উল্লিখিত "প্ৰাসিই" দেশখনেই আমাৰ প্ৰাক্, প্ৰাচী বা প্ৰাগ্‌জ্যোতিষ ৰাজ্য।

"মহাভাৰতত" গালৱ আৰু গৰুড়ৰ ভ্ৰমণ প্ৰসঙ্গত গৰুড়ে প্ৰাচী বা পূবদিশৰ বৰ্ণনা কৰোঁতে কৈছিল,—

"এই প্ৰাচী দিশ স্বৰ্গৰ দুৱাৰ স্বৰূপ। এই পিনেই দক্ষ প্ৰজাপতিৰ জীয়েক অদিতি আদিৰ গৰ্ভত কাশ্যপৰ ঔৰসত প্ৰজাসকলৰ উৎপত্তি আৰু বৃদ্ধি হৈছিল, এই পিনে দেৱতাসকলে শ্ৰীলাভ কৰিছিল, এইপিনে ইন্দ্ৰৰ অভিষেক সম্পন্ন হৈছিল, আৰু এই পিনেই দেৱতাসকলে তপস্যা কৰিছিল, পূৰ্বকালত দেৱতাসকল এই পিনে বাস কৰিছিল। এই নিমিত্তে ইয়াৰ নাম প্ৰাচী বা পূৰ্বদিশ হৈছে আৰু পূৰ্ব-পুৰুষসকলৰ অধিকৃত বুলি বিখ্যাত। এই পিনে দেৱতাসকলে সুখাৰ্থী হৈ আটাইবিলাক কাম সমাধা কৰিছিল। এইপিনে ভূতভাৱন ভগৱান ব্ৰহ্মাই সমস্ত বেদগান কৰিছিল, এই পিনে সাবিত্ৰী দেৱী সবিতাৰ মুখৰপৰা উৎপন্ন হৈ ব্ৰহ্মবাদীসকলক আশ্ৰয় কৰিছিল, এই পিনে সূৰ্যদেৱে যাজ্ঞবল্ক্যক যজুৰ্বেদবিলাক দান কৰিছিল, এই পিনে সোমৰসে বৰ পাই যজ্ঞত সুৰসকলৰ পেয় হৈছিল। এই পিনে হুতাশন পৰিতৃপ্ত হৈ আপোনাৰ প্ৰসূতি সোমৰস, ঘৃত আৰু দুগ্ধাদি-স্বৰূপ জল উপভোগ কৰে, এই পিনে বৰুণদেৱে পাতাল আশ্ৰয় কৰি শ্ৰী লাভ কৰিছে, এই পিনে মিত্ৰ আৰু বৰুণৰ যজ্ঞকালত পূৰণি বশিষ্ঠৰ উৎপত্তি, প্ৰতিষ্ঠা আৰু নিধন হৈছিল। এই পিনে ওঁকাৰৰ বহু হাজাৰ পথ উৎপন্ন হৈছে, এই পিনে ধূমপায়ী মুনিসকলে আজ্যধূম পান কৰি থাকে, এইপিনে বৰাহ আদি অনেক পশু-পক্ষী হৈছিল, এইপিনে দেৱৰাজে দেৱতাসকলৰ নিমিত্তে যজ্ঞভাগ কল্পিত কৰিছে, আৰু এইপিনে হুতাশন সমুদিত আৰু ক্ৰোধান্বিত হৈ অহিতকাৰী কৃতঘ্ন মানৱ অসুৰবিলাকক সংহাৰ কৰে। এই পূৰ্ব দিশেই ত্ৰিলোকৰ দ্বাৰ, স্বৰ্গৰ দ্বাৰ আৰু সুখৰ দ্বাৰ" (শ্ৰীযুত ৰজনীকুমাৰ পদ্মপতিৰ 'পূৰণি অসমত ভুমুকি' চাওক)।

প্ৰায় পাঁচ হাজাৰ বছৰৰ পূৰ্বে কুৰুক্ষেত্ৰত মহাভাৰতৰ যুদ্ধ হৈছিল। সেই যুদ্ধলৈ প্ৰাগ্‌জ্যোতিষাধিপতি ভগদত্ত তেওঁৰ সৈনায়েক দুৰ্যোধনৰ ফলীয়া হৈ গৈছিল। সেই সময়ত এই প্ৰাগ্‌জ্যোতিষ স্বৰ্গ-ৰাজ্যৰ দুৱাৰ স্বৰূপ আছিল। কিন্তু তাৰ বহু পূৰ্বে এই দেশেই ইন্দ্ৰৰ কান্তা আদিস্বৰ্গ আছিল। শ্ৰীহট্টৰ নিধনপুৰত পোৱা ভগদত্তবংশীয় প্ৰাগ্‌জ্যোতিষৰ ৰজা ভাস্কৰবৰ্মাৰ তামৰ ফলিত ভগদত্তক 'ইন্দ্ৰৰ সখা' বুলি লিখা আছে। স্বৰ্গৰাজ্যৰ ৰজাৰ উপাধি ইন্দ্ৰ। ভগদত্তৰ ৰাজত্ব কালত স্বৰ্গৰাজ্যখন তেওঁৰ ৰাজ্যৰপৰা দূৰত নাছিল বুলি বোধ হয়।

স্বায়ম্ভুৱ মনুৰ প্ৰিয়ব্ৰত আৰু উত্তানপাদ নামে দুজন পুতেক আৰু প্ৰসূতি নামে এজনী জীয়েক আছিল। প্ৰজাপতি দক্ষৰ লগত প্ৰসূতিৰ বিয়া হৈছিল। প্ৰিয়ব্ৰতৰ পুতেক আগ্নীধ্ৰ। ৰজা আগ্নীধ্ৰই স্বাৰোচিষ মনু নাম লৈ হিমালয় প্ৰদেশত ৰাজত্ব কৰিছিল। এওঁক দ্বিতীয় মনু বুলিও কয়। এই স্বাৰোচিষ মনুৱে বিজয় নামে তেওঁৰ এজন পুতেকক জয়ন্তীয়া পৰ্বতত প্ৰাগ্‌বিজয় বা প্ৰবিজয় নামে পুৰীত ৰাজ্যাভিষেক কৰাৰ কথা "মাৰ্কণ্ডেয় পুৰাণৰ" ৫৭ আধ্যাত লিখা আছে। এই প্ৰাগ্‌বিজয়পুৰী যে অসমৰ জয়ন্তীয়া পৰ্বতত আছিল সেইটো বাবু নন্দলাল দে এম্-এ, বি-এল প্ৰণীত "The Geographical Dictionary of Ancient India" (পুৰণি ভাৰতৰ ভু পৰিচায়ক অভিধান) পুথিৰ ১৫৯ পিঠিত লিখা আছে।

"হিমালয় প্ৰদেশ" বুলিলে হিমালয়ৰ ঠাল-ঠেঙুলি স্বৰূপ অসমৰ পৰ্বতবিলাককো তাৰ ভিতৰত ধৰিব লাগিব। মহাকবি কালিদাসে লিখা "অস্ত্যুত্তৰস্যাং দিশি দেৱতাত্মা হিমালয়ো নাম নগাধিৰাজ" পদৰ "দেৱতাত্মা" কথাটো বিশেষকৈ মন কৰিব লগীয়া।

ৰজা আগ্নীধ্ৰৰ আন এজন পুতেকৰ নাম ইলাবৃত আছিল। তেওঁ "মেৰুমধ্যমিলাবৃতং" অৰ্থাৎ মেৰু বা পৰ্বতৰ মাজৰ ইলাবৃত নামে এখন শস্যশ্যামলা উৰ্বৰা উপত্যকা ভূমিত ৰাজত্ব কৰিছিল। তেওঁৰ নামেই

তেওঁৰ ৰাজ্যৰ নাম ইলাবৃতবৰ্ষ হয়। এই ইলাবৃতবৰ্ষ আমাৰ অসম উপত্যকা বুলি বোধ হয়। কাৰণ, অসম উপত্যকাৰ চাৰিওকালে মেৰু বা পৰ্বত আছে। যেনে উত্তৰে ভোট, অ'কা, দফলা আদি থকা হিমালয় পাৰ্বত্য প্ৰদেশ, পূবে পাটকাই পৰ্বত, দক্ষিণে নগা, কাছাৰ, জয়ন্তীয়া, খাচিয়া, আৰু গাৰো পৰ্বতমালা, যাক Assam Range বা অসম পৰ্বতমালা বোলে। পশ্চিমে গোৱালপাৰাৰ পৰ্বত বিলাক। অসম-পৰ্বত-মালাৰ নাম সম্ভৱতঃ আগেয়ে বৰাহ পৰ্বত আছিল। উত্তৰ কাছাৰৰ এশাৰী পৰ্বতক এতিয়াও বৰাইল বোলে। "বৰাইল" শব্দটো বৰাহৰ আইল (আলি) শব্দৰ অপভ্ৰংশ। কাছাৰৰ বৰাক নদীৰ নামটো বৰাহাখ্য শব্দৰ অপভ্ৰংশ হব পায়। অসমৰ বৰাহী জাতিৰ আদি ঠাই বৰাহ পৰ্বত বুলি বোধ হয়।

"ইলা" শব্দৰ অৰ্থ ভূমি, পৃথিৱী, বসুন্ধৰা, গো অন্ন (শস্য)। অদিতিক্যো ইলা পৃথিৱী বোলে, দেৱ-মাতৃও বোলে। পুৰাণমতে অদিতি দক্ষৰ কন্যা, কশ্যপৰ ভাৰ্য্যা, ইন্দ্ৰাদি দেৱতাসকলৰ মাতৃ। "বাজসনেয় সংহিতা" আৰু "তৈত্তিৰীয় সংহিতাত" লিখা আছে, অদিতি বিষ্ণুৰ ভাৰ্যা। নৰকাসুৰৰ বাপেকৰ নাম বৰাহ-বিষ্ণু আৰু মাকৰ নাম পৃথিৱী, ভূমি বা বসুন্ধৰা বুলি পুৰাণত লিখা আছে। যি দেশত যি ৰজা হয়, সেই দেশখনক সেই ৰজাৰ কান্তা বা ভাৰ্যা বোলে আৰু দেশখনৰ নামেই ৰাজ্যলক্ষ্মী বা ৰাণীৰ নাম হয়। বৰাহ-বিষ্ণু চাৰি ঠেঙীয়া বৰা-গাহৰি নাছিল। বৰাহ পৰ্বতত থকা বা ৰাজত্ব কৰা বাবেহে তেওঁক বৰাহ-বিষ্ণু (বৰাহৰ প্ৰজাপালক) বোলা হৈছিল বুলি অনুমান কৰোঁ। বৰাহ-বিষ্ণু অদিতিৰ পুতেক ৰামন-বিষ্ণু বা তেওঁৰ বংশধৰো হ'ব পাৰে। জয়ন্তীয়াৰ ৰজাক এসময়ত বৰাহ-ৰাজ বোলা হৈছিল। অসমীয়া ৰামায়ণ ৰচোঁতা কবিৰাজ মাধৱ কন্দলিয়ে শ্ৰীমহামাণিক্য নামে এজন বৰাহ ৰজাৰ আদেশতহে সেই পুথি ৰচনা কৰিছিল বুলি তেওঁৰ ৰামায়ণত লিখা আছে। যথা—

"কবিৰাজ কন্দলি যে আমাকেসে বুলি কয়,
কৰিলোহোঁ সৰ্বজন বোধে।
ৰামায়ণ সুপয়াৰ, শ্ৰীমহামাণিক্য যে
বৰাহ ৰাজাৰ অনুৰোধে॥"

গুৱাহাটীৰ বশিষ্ঠাশ্ৰমৰ ওচৰত বশিষ্ঠৰ ভাৰ্যা অৰুন্ধতীৰ নামে যেনেকৈ এটা প্ৰকাণ্ড শিল আছে, তেনেকৈ নৰকাসুৰৰ মাক বসুন্ধৰাৰ নামেও নগাঁও জিলাৰ দক্ষিণ ফালে জয়ন্তীয়া পৰ্বতশাৰীৰ কাষত বসুন্ধৰী নামে এটা শৈল আছে।

ঋগ্বেদ মতে ভূমণ্ডলৰ যি খিনি ঠাই প্ৰথমে ভূমিত পৰিণত হৈছিল তাৰ নাম দ্যো আৰু ভূমি বা পৃথিৱী ('দ্যাৱভূমি', দিৱস্পৃথিব্যৌ, 'দ্যাৱাপৃথিৱী')। বোধ কৰো বৰাহ-বিষ্ণুৰ ভূমিখণ্ড অসুৰে অধিকাৰ কৰিলত তেওঁ তেওঁৰ সগৰ্ভা ৰাণীৰে সৈতে পলাই গৈ জনক ৰজাৰ ৰাজ্যত আশ্ৰয় লৈছিল।

আদিস্বৰ্গ অসমৰপৰা দেৱতাসকল যোৱাৰ অনেক কাল পাছে ৰাজৰ্ষি জনকৰ ঘৰত নৰকাসুৰৰ জন্ম হৈছিল। তেওঁ ৰামায়ণত উল্লেখ কৰা আদি নৰকাসুৰ।

ইলা নামে বৈৱস্বত মনুৰ এজনী জীয়েক আছিল। তেওঁক চন্দ্ৰবংশীয় বুধে বিয়া কৰিছিল। তেওঁৰ পুতেকৰ নাম পুৰুৰৱা। উৰ্বশী পুৰুৰৱাৰ ভাৰ্যা। তেওঁলোকৰ বংশধৰ অমূৰ্তৰজঃ নামে ৰজাই প্ৰাচী দিশত প্ৰাগজ্যোতিষপুৰ নামে নগৰ স্থাপন কৰি তাত ৰাজত্ব কৰাৰ কথা আদিকাণ্ড ৰামায়ণৰ ৩৪ আধ্যাত লিখা আছে। অমূৰ্তৰজঃ ৰজা কুশনাভৰ ভায়েক। বিশ্বামিত্ৰ ঋষি কুশনাভৰ নাতি। বিশ্বামিত্ৰ বশিষ্ঠৰ সমসাময়িক লোক। তেওঁলোক উভয়েই অনেক বেদমন্ত্ৰ ৰচনা কৰিছিল। বশিষ্ঠৰ আশ্ৰম গুৱা-হাটী বা প্ৰাগজ্যোতিষপুৰৰ সন্ধ্যাচলত আছিল, উৰ্বশী শৈলতো আছিল। উৰ্বশী শৈল আৰু কুণ্ড গুৱাহাটীৰ ভস্মাচল বা উমানন্দ পাহাড়ৰ ওচৰতে আছে।

গুৱাহাটী কৰ্মনাশা পাহাৰৰ লগত ত্ৰেতাযুগৰ সূৰ্য-বংশীয় ৰজা ত্ৰিশঙ্কুৰ উপাখ্যানৰ সম্বন্ধ আছে। ত্ৰিশঙ্কুৰ নিমিত্তেই কৰ্মনাশাৰ ওচৰতে বৈ যোৱা ব্ৰহ্মপুত্ৰৰ

পানী অপৱিত্ৰ হ'ল। "বায়ু পুৰাণৰ" ৮৮ আধ্যাত এই সম্বন্ধে বিস্তাৰিত লিখা আছে।

প্ৰাক্ বুলিলে অকল যে পূৰ্বদিশ বুজায় এনে নহয়। অতীত কালকো প্ৰাক্ বোলে। দিব শব্দৰপৰা দেৱ শব্দৰ উৎপত্তি হৈছে। দিব্ বুলিলে দীপ্তি বা জ্যোতিও বুজায়। "প্ৰাক্‌জ্যোতিষপুৰ" বুলিলে অতীত-কালৰ দেৱাবাস বুলিও বুজা যায়।

"The Devas were bright and shining gods, and the etymological meaning of the word supports this view, as it is derived from the root div, to shine" (Vide Rig-Vedic India, page 146.)

"ৰামায়ণ" আৰু "মহাভাৰতৰ" বাহিৰেও "বায়ু পুৰাণ", "মৎস্য পুৰাণ", "ব্ৰহ্মাণ্ড পুৰাণ", "অগ্নি-পুৰাণ", "গৰুড় পুৰাণ", 'মাৰ্কণ্ডেয় পুৰাণ" আদিত প্ৰাগ্‌জ্যোতিষৰ উল্লেখ আছে। পুৰাণবিলাকৰ ভিতৰত 'বায়ু পুৰাণেই" বেছি পুৰণি। "কালিকা পুৰাণত" লিখা আছে,—

'কৰতোয়া সত্যগঙ্গা পূৰ্বভাগাবধিশ্ৰিতা।
যাবল্ললিতকান্তাস্তি তাবদ্দেশং পুৰং তদা ॥
তত্ৰ দেৱী মহামায়া যোগনিদ্ৰা জগৎপ্ৰসূঃ।
কামাখ্যাৰূপমাদায় সদা তিষ্ঠতি শোভনা ॥
অত্ৰাস্তি নদৰাজোহয়ং লৌহিত্যো ব্ৰহ্মণঃ সুতঃ।
তত্ৰৈব দশদিক্‌পালাঃ স্বে স্বে পীঠে ব্যৱস্থিতাঃ॥
অত্ৰ স্বয়ং মহাদেৱো ব্ৰহ্মা চাহং সৰ্বদা।
চন্দ্ৰ সূৰ্যশ্চ সততংৰসতেহত্ৰৈৱ পুত্ৰক ॥
সৰ্বে ক্ৰীড়াৰ্থমায়াতা ৰহস্যদেশমুত্তমম্।
অত্ৰ শ্ৰীঃ সৰ্বতো ভদ্ৰা ভোগ্যমত্ৰ সদা বহু ॥
অত্ৰৈৱ হি স্থিতো ব্ৰহ্মা প্ৰাক্ নক্ষত্ৰং সসৰ্জহ।
ততঃ প্ৰাগ্‌জ্যোতিষাখ্যেয়ং পুৰী শক্ৰপুৰীসমা ॥"
—কালিকা পুৰাণ, ৩৭ আধ্যায়।

ভগৱান বিষ্ণুৱে তেওঁৰ পুতেক নৰকক কৈছিল,— "কৰতোয়া নামে সত্যগঙ্গাৰ পূব পাৰৰ পৰা ললিত-কান্তা বা দিকৰৱাসিনী পৰ্যন্ত এই সমুদায় ঠাই তোমাৰ ভৱন হ'ব। তাত দেৱী মহামায়া জগৎপ্ৰসবিনী যোগ নিদ্ৰাই কামাখ্যাৰ ৰূপ ধাৰণ কৰি সদায় বিৰাজ কৰিছে। ব্ৰহ্মপুত্ৰ লৌহিত্য নামে নদৰাজ তাতে বৈ আছে, এই পুণ্যভূমিত দশদিকপাল সকলেও নিজৰ নিজৰ ঠাইত অৱস্থান কৰি আছে, ইয়াত স্বয়ং মহাদেৱ, ব্ৰহ্মা আৰু মই (বিষ্ণু) সদায় থাকো, চন্দ্ৰ সূৰ্যও সততে ইয়াত বাস কৰে, ই অতি ৰহস্যময় উত্তম স্থান, এই নিমিত্তে সকলো দেৱতাই ক্ৰীড়া কৰিবলৈ ইয়ালৈ আহে, ইয়াতে ভদ্ৰা নামে লক্ষ্মী থাকে, ই অতি গোপনীয় আৰু ভোগৰ ঠাই। পূৰ্বে ব্ৰহ্মাই ইয়াত অৱস্থান কৰি এটি নক্ষত্ৰ সৃষ্টি কৰিছিল। সেই নিমিত্তে ইন্দ্ৰপুৰীৰ নিচিনা এই পুৰীৰ নাম প্ৰাগ্‌জ্যোতিষপুৰ হ'ল।

প্ৰাগ্‌জ্যোতিষ বুলিলে কৰতোয়াৰপৰা দিকৰ-বাসিনীলৈকে গোটেই ৰাজ্যখন বুজায়। কিন্তু এই ৰাজ্যৰ ৰাজধানী প্ৰাগ্‌জ্যোতিষপুৰ বুলিলে কামাখ্যা যোনিমণ্ডল বা যোনিপীঠ বা কুব্জিকা পীঠ নামে পাঁচ-ক্ৰোশ ঠাই বুজায়। "যোগিনী তন্ত্ৰত' লিখা আছে, "প্ৰাগ্‌জ্যোতিষ পুৰং খ্যাতং কামাখ্যাযোনিমণ্ডলং।"

প্ৰাগ্‌জ্যোতিষপুৰ নগৰখন লৌহিত্য নদৰ দুয়ো পাৰে পাঁচ ক্ৰোশ ঠাই জুৰি আছিল। সেই পাঁচ ক্ৰোশ ঠাইৰ বিষয়ে "যোগিনীতন্ত্ৰত" এইদৰে লিখা আছে—

আযোনিমহীপৰ্যন্তা যা বিন্ধ্যা গন্ধমাদনং।
পঞ্চক্ৰোশমিদং দেৱি সৰ্বেষামেৱ দুৰ্লভং ॥
ব্ৰহ্মাবিষ্ণুসুৰেশাদ্যৈঃ সেৱিতং পৰমাদ্ভুতং।
দেৱা মৰণমিচ্ছন্তি কা কথা মানুষেষু চ ॥
যোনিপীঠে মহেশানি পঞ্চক্ৰোশমিতে শিৱে।
যে গচ্ছন্তি শিৱাকাৰা যে মৃতান্তেহপুনৰ্ভৱাঃ ॥"

অৰ্থাৎ হাজোৰ মণিকূট পৰ্বতৰ পৰা উত্তৰ গুৱা-হাটীৰ মণিকৰ্ণেশ্বৰ পাহাৰলৈকে, আৰু গন্ধমাদন বা মহামায়া পৰ্বতপৰা গুৱাহাটীৰ নৱগ্ৰহ দেৱালয় থকা চিত্ৰাচল পৰ্বতলৈকে এই পাঁচ ক্ৰোশ ঠাই সকলোৰে পক্ষে দুৰ্লভ, ব্ৰহ্মা, বিষ্ণু আৰু ইন্দ্ৰাদি দেৱতা সকলে এই পৰম অদ্ভুত ঠাইখন সদায় সেৱা কৰি থাকে। মানুহৰ কথা নো কি ক'ম, দেৱতাসকলেও

এই ঠাইখনত মৰিবলৈ বাঞ্ছা কৰে। এই পঞ্চক্রোশ-ব্যাপী যোনিপীঠলৈ যি যায়, তেওঁ দেৱতুল্য হয়, আৰু যি তাত গৈ মৰে; তেওঁৰ আৰু পুণর্জন্ম নহয়।

কালক্রমে প্রাগ্‌জ্যোতিষ ৰাজ্যৰ নাম কামৰূপ হয়। কিন্তু কামৰূপৰ ৰাজধানীৰ নাম আগৰ প্রাগ্-জ্যোতিষপুৰেই থাকে। "কামৰূপ" নামৰ উৎপত্তিৰ বিষয়ে "কালিকা পুৰাণত" লিখা আছে,

"শম্ভুনেত্রাগ্নিনাদগ্ধঃ কামঃ শম্ভোৰনুগ্রহাৎ।
তত্র ৰূপং যতঃ প্রাপ কামৰূপং ততোহভৱৎ॥"

অর্থাৎ মহাদেৱৰ কোপানলত দগ্ধ হৈ কামে আকৌ তেওঁৰ অনুগ্রহত এই পীঠত আহি নিজ ৰূপ পায়, এই নিমিত্তে তেতিয়াৰে পৰা এই পীঠৰ নাম কামৰূপ হ'ল।

ইয়াতে উল্লেখ কৰা কামদেৱ স্বয়ম্ভু ব্রহ্মাৰ মানস পুত্র। ব্রহ্মাই মানুহ সৃষ্টি কৰিবৰ কাৰণে মনে মনে কামনা কৰাত তেওঁৰ মনৰপৰা কামদেৱৰ জন্ম হয়। তেওঁৰ মন মথিত কৰি উৎপন্ন হোৱা বাবে কামক মনোভৱ বোলে, মানুহক মদমত্ত কৰাৰ নিমিত্তে কামৰ আন এটা নাম মদন। সম্ভৱতঃ বেদোক্ত পুৰুষ বা বিৰাট, আৰু মহাভাৰতৰ "মনস" এৱেঁই হব পায়। কামা, কামিনী, কামদা, কান্তা, এইবিলাক কামখ্যাৰ নাম বুলি কালিকা পুৰাণত লিখা আছে।

ব্রহ্মাই কামক এই বুলি আদেশ কৰিলে,

"অনেন চাৰুৰূপেণ পুষ্পবাণৈশ্চ পঞ্চভিঃ।
মোহয়ন্ পুৰুষাং স্ত্রীশ্চ কুৰু সৃষ্টিং সনাতনীম্॥"
—কালিকা পুৰাণ, ১ম অধ্যায়।

'হে কাম, তুমি তোমাৰ এই মনোমোহন ৰূপেৰে আৰু হর্ষণ, ৰোচন, মোহন, শোষণ আৰু মাৰণ এই পুষ্পময় পঞ্চশৰেৰে তিৰী আৰু পুৰুষক মোহিত কৰি চিৰস্থায়িনী সৃষ্টি প্রৱর্তন কৰা'।

"জগৎসু কামৰূপস্তুং ত্বৎসমো নহি ৱিদ্যতে।
অতস্ত্বং কাম নাম্নাপি খ্যাতো ভৱ মনোভৱ॥"
—কালিকা পুৰাণ ১ম অধ্যায়।

'তুমি জগতত অসাধাৰণ কামৰূপ, তোমাৰ সমান কোনো নাই। এতেকে হে মনোভৱ, তুমি কাম নামে বিখ্যাত হোৱা'।

পৌৰাণিক কামদেৱৰ উপাখ্যানটো আচলতে এটা ৰূপক কথা। আদি মানৱ-দম্পতিৰ মনত যি কামভাৱৰ উদ্রেক হৈছিল, তাকে পুৰাণ-ৰচোঁতাই কামদেৱৰ উপাখ্যানৰূপে বর্ণনা কৰিলে বুলি বোধ হয়। এইখিনিতে কৈ থওঁ যে কামৰূপৰ কামাখ্যাতে মনোভৱ-গুহা আছে। তাতে আদি মানৱ-দম্পতীৰ উদ্ভৱ হৈছিল বুলি বোধ হয়।

কামৰূপৰ সীমাৰ বিষয়ে "যোগিনীতন্ত্রত" লিখা আছে।

"কামৰূপে মহাপূজা সর্বসিদ্ধিফলপ্রদা।
নেপালস্য কাঞ্চনাদ্রিং ব্রহ্মপুত্রস্য সঙ্গমং॥
কৰতোয়াং সমাশ্রিত্য যাবদ্দিক্কৰবাসিনীং।
উত্তৰস্যাং কঞ্জগিৰিঃ কৰতোয়া তু পশ্চিমে॥
তীর্থশ্রেষ্ঠা দিক্ষুনদী পূর্বস্যাং গিৰিকন্যকে।
দক্ষিণে ব্রহ্মপুত্রস্য লাক্ষায়াঃ সঙ্গমাৱধি॥
কামৰূপ ইতি খ্যাতঃ সর্বশাস্ত্রেষু নিশ্চিতঃ"॥
"ত্রিংশদ্‌যোজনবিস্তীর্ণং দীর্ঘেণ শতযোজনং।
কামৰূপং ৱিজানীহি ত্রিকোণাকাৰ মুত্তমং॥
ঈশানে চৈৱ কেদাৰো বায়ব্যাং গজশাসনঃ।
দক্ষিণে সঙ্গমে দেৱি লাক্ষায়া ব্রহ্মৰেতসঃ॥
ত্রিকোণমেৱং জানীহি সুৰাসুৰনমস্কৃতঃ।
তত্র যে মানৱাঃসন্তি তে দেৱা নাত্র সংশয়ঃ॥

ইয়াত উল্লেখ কৰা কাঞ্চাদ্রি পর্বতৰ বর্তমান নাম কাঞ্চনজঙ্ঘা। কঞ্জগিৰি ভোটানত হব পায়। দিক্ষু নদীক আজিকালি দিখৌ বোলে। শীতলাক্ষা নদীকে লাক্ষা বোলা হৈছে। কামৰূপৰ মানুহক যে তন্ত্রই দেৱ, দেৱতা, বা দেৱতাৰ সন্তান বুলি নিঃসংশয়ে কৈছে, সেইটো কথা বিশেষকৈ মন কৰিবলগীয়া।

"কামাখ্যাতন্ত্রত" লিখা আছে।

"ত্রিপুৰা কৌকিকাচৈৱ জয়ন্তী মণিচন্দ্রিকা।
কাছাড়ী মাগধী দেৱী অস্যামি সপ্তপর্বতাঃ॥"

ত্ৰিপুৰা, কুকি বা কীকট ( লুচাই পৰ্ব্বত ) জয়ন্তীয়া, মণিপুৰ, চন্দ্ৰনাথ ( চট্টগ্ৰাম ), কাছাড়ী (কাছাৰ) আৰু মাগধী ( আৰাকান ) এই সাতখন পৰ্বত্য ঠায়ো কামৰূপকামাখ্যাৰ ভিতৰত আছিল। ত্ৰিপুৰাক কিৰাতদেশ বুলিও কয়। "তাৰাতন্ত্ৰ"মতে ত্ৰিপুৰা কামৰূপৰ ভিতৰত। ভোটান আৰু অঁকা, দফলা আদি পৰ্বত কামৰূপৰ অঙ্গ। তিব্বতৰ মানুহে ভোটানক 'ধৰ্মাদেশ" বোলে। ভোটানৰ দক্ষিণে ধৰ্ম্মাৰণ্য। ভোটানত সোণ আৰু তামৰ খনি আছিল। কামৰূপৰ দক্ষিণপূবে থকা মাতঙ্গ পৰ্বতত হীৰাৰ খনি আছিল বুলি "যুক্তি কল্পতৰু" পুথিৰ ৯৬ পিঠিত লিখা আছে। এই সম্বন্ধে বাবু নন্দলাল দে এম, এ, বি,এল প্ৰণীত The Geographical Dictionary of Ancient and Mediaeval India ( পুৰণি ভাৰতৰ ভূ-পৰিচায়ক অভিধান ) পুথিৰ ১২৭ পিঠিত লিখা "মাতঙ্গ" শীৰ্ষক কথাখিনি চাওক।

"স্কন্দ পুৰাণৰ" কুমাৰিকা খণ্ডত লিখা আছে,—

"কামৰূপে চ গ্ৰামাণং নৱলক্ষাঃপ্ৰকীৰ্ত্তিতা" ॥

অৰ্থাৎ কামৰূপ ৰাজ্যৰ গাৱঁৰ সংখ্যা ৯ লাখ। বিষ্ণু পুৰাণ, বৃহৎ ধৰ্ম্ম পুৰাণ আদিত কামৰূপৰ উল্লেখ আছে।

উত্তৰে হিমালয়ৰপৰা দক্ষিণে বঙ্গসাগৰ পৰ্যন্ত, পশ্চিমে কৰতোয়া নদী আৰু ব্ৰহ্মপুত্ৰৰ লগত শীতলাক্ষাৰ সঙ্গম পৰ্যন্ত, আৰু পূবে ব্ৰহ্মদেশৰ পশ্চিম সীমালৈকে এসমস্ত কামৰূপ এখন প্ৰকাণ্ড আৰু প্ৰসিদ্ধ ৰাজ্য আছিল। ইয়াৰ উত্তৰ ফালৰ প্ৰায় বিলাক নদীতে আগৰ দিনত মানুহে সোণ কমাইছিল।

কামৰূপৰ ভিতৰত যি পাঁচ ক্ৰোশ ঠাই অতিশয় পবিত্ৰ আৰু সকলোৰে পক্ষে দুৰ্ল্লভ, তাৰ কথা আগেয়ে কৈ আহিছোঁ। সেই পাঁচ ক্ৰোশৰ ভিতৰতে আকৌ যিখিনি ঠাইত কামাখ্যাৰ নীলাচল বা কামগিৰি আছে, সেই ভূমিখণ্ড তাতোকৈ অধিক পবিত্ৰ। নীলাচলক হেমাদ্ৰি বা হেমন্তক পৰ্বতো বোলা হয়। তন্ত্ৰ আৰু পুৰাণ মতে সেইডোখৰ ঠাই পবিত্ৰতম। নীলাচলৰ তিনি শৃঙ্গৰ ভিতৰত পূবৰ শৃঙ্গটোক ব্ৰহ্মগিৰি বোলে। তাত অদিতি নন্দন সুৰজ্যেষ্ঠ ব্ৰহ্মা বা ধাতাৰ ভৱন আছিল। আজিকালি তাত ভুৱনেশ্বৰী দেৱীৰ মন্দিৰ আছে। তাৰ পাছত শৃঙ্গত য'ত এতিয়া কামাখ্যাৰ দেৱালয় আছে তাতে পূৰ্বে অদিতিনন্দন বিষ্ণুৰ ভৱন আছিল। তাতে আকৌ ব্ৰহ্মাৰ মনোৱতী নামে সভা বহিছিল। পশ্চিমফালৰ পাণ্ডু পৰ্বতত শিৱৰ ভৱন আছিল। কামাখ্যা দেৱালয়তে পুৰাণ প্ৰসিদ্ধ মনোভৱ গুহা বা দেৱযোনি আছে। তাক কামাখ্যাযোনি বুলিও কয়। পাণ্ডুৰ পূব কাষে বৰাহ শৈল বা চিত্ৰাবহ পৰ্ব্বত আছে। "যোগিনীতন্ত্ৰ'ত লিখা আছে,ঃ—

"তন্মধ্যে চ মহাদেৱী গিৰিৰ্নীলাচলোজ্জ্বলঃ।
ব্ৰহ্মাৰিষ্ণুশিৱাকাৰঃ সৰ্ব্বশক্তিময়ঃ পুনঃ ॥
তন্মধ্যে পৰমেশানি মনোভৱগুহা পৰা।
মনোভৱগুহামধ্যে ৰক্তপানীয়ৰূপিনী ॥
কোটিলিঙ্গসমাকীৰ্ণা কামাখ্যা কল্পবল্লৰী।
তত্তেজসা তু সংদীপ্তা মনোভৱগুহা সদা ॥
অস্যাঃ স্পৰ্শনমাত্ৰেণ লৌহো যাতি সুৱৰ্ণতাং।
চতুৰ্হস্তপ্ৰমাণানী সমন্তাৎ পৰ্ব্বতাত্মজে" ॥

* * * *

"কেশিদৈত্য বধাৰ্থায় যত্ৰ মে পূজনং কৃতং।
যুৱাভ্যাং তত্ৰ পশ্যন্তয়ং জাতং মে যোনিমণ্ডলং।
মমতেজঃসমুদ্ভূতং জানীহি যোনিমণ্ডলং।
সৰ্ব্বং সমুদ্ভৱস্থানং যোনিৰেৱং ন সংশয়ঃ ॥
জানীহি প্ৰকৃতিং দেৱযোনিং মে যাস্ত মাম।
সংপূজ্য যোনিংদেৱেশ সৃষ্টিং কুৰু যথাৰ্থতঃ।
সৰ্ব্বতোহপি ভয়ং ন স্যাত্তৱকাপি পিতামহ ॥
অধিষ্ঠানমস্তি মম তত্ৰপীঠে ন সংশয়ঃ।
জানীহি তদধিষ্ঠাত্ৰীৰূপং মেহত্তিসুশোভনং ॥"
"নক্ষত্ৰলোকান্নক্ষত্ৰমেকং তত্ৰ নিপাত্য চ।
শ্ৰেষ্ঠস্তজ্জ্যোতিষা দেৱ দৃষ্টা পীঠং তপঃ কুৰু ॥
যাৱৎ পশ্যসি জ্যোতিস্ত মিলিতে যোনিতেজসি।
তাৱৎকুৰু তপো ঘোৰং তদন্তেপাতকক্ষয়ং ॥"

ইয়াৰ ভিতৰত ভগৱতী কালীয়ে লোকপিতামহ ব্ৰহ্মাক কোৱা কথাখিনি বিশেষকৈ মন কৰিবলগীয়া। কালীয়ে কৈছে, এই যোনিমণ্ডল মোৰ তেজৰপৰা সমুৎপন্ন, ইয়াক সকলো নৰনাৰী উৎপত্তিৰ ঠাই বুলি জানিব, মোৰ যি প্ৰকৃতি, সেয়ে এই দেৱযোনি, তুমি এই যোনিমণ্ডল পূজা কৰি সৃষ্টি কৰা, হে পিতামহ তোমাৰ ক'তো একো ভয় নাই। কালীয়ে আকৌ কৈছে, নক্ষত্ৰলোকৰপৰা ধ্যানযোগত এটা নক্ষত্ৰ নমাই আনি সেই যোনিপীঠত পেলাই পীঠক উত্তম জ্যোতিসম্পন্ন দৰ্শন কৰি তপ কৰা। এই তপৰ ফলত আদি মানৱ-দম্পতীৰ উদ্ভৱ হয়। আদি মানৱৰ ওপজা ঠাইখিনিকে মনোভৱ গুহা বা দেৱযোনি বা কামাখ্যা যোনিমণ্ডল বোলা হৈছে বুলি বোধ হয়।

পুৰাণ আৰু তন্ত্ৰই যি কামাখ্যা যোনিমণ্ডল বা দেৱযোনিৰ অসীম মাহাত্ম্য বৰ্ণনা কৰিছে, তাৰ মূল বিচাৰি গলে ঋগ্বেদত উল্লেখ কৰা "যোনিং দেৱকৃতং" পোৱা যায়।

ঋগ্বেদত তৃতীয় মণ্ডলৰ ৩৩ সূক্তৰ চতুৰ্থ মন্ত্ৰত লিখা আছে,—

"এনা ৱৰং পয়সা পিন্বমানা
অনু যোনিঃ দেৱকৃতং চৰংতীঃ।
ন ৱৰ্ত্তৱে প্ৰসৱঃ সৰ্গতক্তঃ
কিংযুৰ্বিপ্ৰো নদ্যো জোহ্বীতি ॥'

"আমি এই পানীৰে ওফন্দি দেৱকৃত যোনি বা দেৱাবাসৰফালে বৈ গৈ আছোঁ, আমি যোৱাৰ উদ্যোগৰ পৰা নিবৃত্ত হব নোৱাৰোঁ। কি নিমিত্তে এই বিপ্ৰই (বিশ্বামিত্ৰই) বাৰে বাৰে আমাক (দুখন নৈক) আহ্বান কৰিছে?" এই নৈৰ দুখনৰ নাম শুতুদ্ৰী আৰু বিপাস। এই দুয়োখন নৈ দেৱযোনি প্ৰাগ্‌জ্যোতিষ-পুৰৰফালে বৈ গৈছে। পৌৰাণিক যুগত এই নদী দু-খনৰ নাম পৰিবৰ্তন কৰা হৈছে। খুব সম্ভৱ "কালিকা পুৰাণৰ" 'বৰ্ণাশা', "যোগিনীতন্ত্ৰৰ" 'বল্লভা' আৰু এতিয়াৰ বৰলিয়া নদীয়েই আগৰ বিপাস আৰু এতিয়াৰ হাজোৰ কাষেদি বৈ যোৱা চৈঁচা নৈয়েই বৈদিক শুতুদ্ৰী। এই সম্বন্ধে বিশেষ অনুসন্ধান নকৰাকৈ একো স্থিৰ কৰিব নোৱাৰি।

"Rig Vedic India" পুথিৰ ৩৬ পিঠিত ঋগ্বেদৰ উল্লিখিত শ্লোকটোৰ বিষয়ে এইদৰে লিখা আছে,

"Yoni here means griha or abodes Vide Yaska's Nighantu III-4) Yoni also means "water," and Devikrita Yoni may mean "water," made by the Gods," inther words, "the ocean", But the meaning that the rivers are advancing towards the "God-made home or region' of the Arya s seems more appropriate, as it is supporated by Manu who describes the original home of the Aryans as "Devanirmita Deca" or God fashined regions. All regions have been made by God, but the region specially made for the Aryans to live in has been described as "Devakritia Yoni" or "Devanirmita Deca".

এতেকে "দেৱকৃত যোনি" বুলিলে দেৱব্ৰহ্ম নাম ধাৰী আৰ্যজাতিৰ আদি নিকেতন মেৰু বা সুৰালয় বুলি বুজিব লাগিব। সুৰসকলৰ আদি জন্মভূমিকে আকৌ আদিস্বৰ্গ বা স্বঃ বোলে। যি ঠাইত সুখেৰে বাস কৰা যায় তাকে স্বঃ, সুবৰ্গ বা স্বৰ্গ বোলা যায়। "নিঘণ্টুৰ" মতে স্বঃ, পৃশ্নিঃ, নাকঃ, গৌঃ, বিষ্টপং আৰু নভঃ' এই ছটা আদিস্বৰ্গৰ নাম।

ভাস্কৰাচাৰ্যই লিখি গৈছে,—

"ৱসন্তি মেৰৌ সুৰসিদ্ধসংঘা,
ঔৰ্বে চ সৰ্বে নৰকাঃ স'দত্যাঃ ॥"

মেৰু পৰ্বতৰ টিঙত আৰু পিঠিত দেৱতা আৰু সিদ্ধ ঋষিসকল বাস কৰিছিল। তলৰ তপত নৰক ভূমিত দৈত্য-দানৱসকল বাস কৰিছিল। কামৰূপৰ ক্ষেত্ৰ পৰ্বতবিলাককে বোধ কৰোঁ মেৰু বোলা হৈছিল। "মেৰু" শব্দৰ অৰ্থ পৰ্বত।

ভাস্কৰাচাৰ্যৰ সিদ্ধান্ত শিৰোমণিত" এই কথাও লিখা আছে যে মেৰু পৰ্বতৰ উৰ্দ্ধশৃঙ্গত ব্ৰহ্মা,

আৰু শিৱৰ ভৱন আছিল, আৰু তাতকৈ চাপৰ অথচ তাৰ ওচৰৰ পৰ্বতবিলাকত ইন্দ্ৰ, অগ্নি, যম, কুবেৰ, বৰুণ, বায়ু, চন্দ্ৰ আৰু সূৰ্যৰ অষ্টভৱন আছিল। কামাখ্যাৰ নীলাচলৰ তিনি শৃঙ্গত ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ যে ভৱন আছিল, সেই কথা আগেয়ে কৈ অহা আহিছোঁ। কামৰূপৰ আন আন ক্ষেত্ৰ পৰ্বতত আনআন দেৱতাসকলৰ ভৱন আছিল।

"Rig-Vedic India" পুথিৰ ৩৬—৩৭ পিঠিত লিখা আছে, —

"That they (the Aryans) regarded the land as their original home would appear from the fact that the region between the Sarasvati and the sindhu (the Indus) was called the "God-fashioned region or source of life and production' (Devakrita yoni) The descriptive phrase occurs in Rig 111-33-4, where two rivers, Bipac and cutudri have been made to say that, swollen with water, they are advancing towards the "God-fashioned region"

This sentiment about the sacredness of the region was in a later age echoed by Manu in his celebrated Samhita in which the region between the Sarasvati and the Drishadvati has been described as the 'God-fashioned country' (Devanirmita desa) Further in Rig 11 41 16 the Sarasvati has been described as the best of mothers, the best of rivers, and the best of goddesses' and in Rig 17 of the same Sukta, this sacred river has been described to be the support of all (life) which probably means that all animals were evolved in the region of the Sarasvati"

সৰস্বতী, দৃষদ্বতী আদি বেদোক্ত নদীবিলাক আমাৰ এই অসমত আছে। সেইবিলাকক বিচাৰি সুদূৰ পঞ্জাৱলৈ যাবৰ প্ৰয়োজন নাই। "মনু-সংহিতাত" লিখা ব্ৰহ্মাৱৰ্তও আমাৰ দেশতে। কামৰূপৰ নীলাচল আদি ক্ষেত্ৰ-পৰ্বতবিলাকেই মেৰু বা সুৰালয়, কামাখ্যা-যোনি-মণ্ডলেই মানুহৰ বা দেৱ ব্ৰহ্ম নামৰ আৰ্য জাতিৰ আদি সূতিকাগাৰ (Cradle of mankind) বুলি বোধ হয়।

"অমৰ কোষত" "মেৰু" শব্দৰ পৰ্যয় শব্দবিলাকৰ নাম এইদৰে লিখা আছে:— "মেৰুঃ সুমেৰুৰ্হেমাদ্ৰী ৰত্নসানুঃ সুৰালয়ঃ।" "শব্দ কল্পদ্ৰুমৰ মেৰু শব্দৰ অৰ্থ পৰ্বত বুলি লিখা আছে। কামৰূপৰ ৰত্নপীঠতে প্ৰায় সকলো ক্ষেত্ৰ পৰ্বত আছে। ৰত্নপীঠকে ৰত্নসানু বুলিব পাৰি। পৰ্বতীয়া ভূ-ভাগক সানু বোলে। অতীজত অসমৰ পৰ্বতমালা এতিয়াতকৈ ওখ আছিল। এই পৰ্বতমালাত বৰফ পৰি সূৰ্য-কিৰণত এনে চিকমিকিয়া দেখা গৈছিল যে ঋষিসকলে সেই সৌন্দৰ্য বৰ্ণাবলৈ গৈ মেৰুক "কনক ৰত্নময়" বুলিছিল, হেমাদ্ৰিও বুলিছিল। "বায়ু পুৰাণত" আছে, "স এব পৰ্বতো মেৰুদেৱলোকঃ উদাহৃত"। সেই মেৰু পৰ্বতেই দেৱলোক বা সুৰালয় বুলি প্ৰসিদ্ধ।

স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ "আসাম বুৰঞ্জীৰ" ৯ পিঠিত লিখা আছে,—

"কৰতোয়া নদীৰপৰা স্বৰ্ণকোষ নদীলৈকে কামপীঠ। এই স্বৰ্ণকোষ এতিয়াৰ গুৱালপাৰা জিলা আৰু কোচবিহাৰৰ সীমা। স্বৰ্ণকোষৰ পৰা ৰূপিকা বা ৰূপহী নদীলৈকে ৰত্নপীঠ। ৰূপিকাৰপৰা ভৈৰৱী অৰ্থাৎ ভৰলী নদীলৈকে স্বৰ্ণপীঠ। আৰু ভৈৰৱীৰ পৰা দিকৰাই বা দিকৰবাসিনীলৈকে সৌমাৰ পীঠ। যি খণ্ডত এতিয়া কামাখ্যা দেৱালয় আছে, আৰু যি খণ্ড এতিয়া কামৰূপ বুলি প্ৰসিদ্ধ সেই খণ্ড কামপীঠৰ মাজত থকা যুক্তিসঙ্গত দেখা গলেও সেইৰূপৰ নাথাকিছিল।

আমাৰ গৱৰ্ণমেণ্টে প্ৰকাশ কৰা "কামৰূপ বুৰঞ্জী পুথিৰপৰা জনা যায়, (১) পূবে দিকৰবাসিনী নদী, পশ্চিমে শিলাঘাটৰ দুইমুনি শিলা, ইয়াৰ ভিতৰত সৌমৰ পীঠ, (২) পূবে দুইমুনি

শিলা। পশ্চিমে বৰসোণকোষ নদী; দক্ষিণে ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰ, ইয়াৰ ভিতৰত কামপীঠ, (৩) পূবে কলং নদী, পশ্চিমে কৰাইবাৰীৰ কৈলাসী নদী, এয়ে ভদ্ৰ পীঠ। (৪) পূবে বৰসোণকোষ নদী, পশ্চিমে মোৰঙ্গ ৰাজ্যৰ সীমৰ কুসুমা নদী,—ইয়াতে ৰত্নপীঠ।

এই পীঠবিলাকৰ সীমাৰ বিষয়ে যেয়ে যি কওক, কামৰূপৰ ক্ষেত্ৰ-পৰ্বতবিলাক থকা ঠাই খিনিক ৰত্নসানু বা ৰত্নপীঠ বোলাহে যুক্তিসঙ্গত হব। "কালিকা পুৰাণে" এই পীঠবিলাকৰ সীমা নিৰ্ণয় কৰা নাই। কৃষ্ণ যজুৰ্বেদত আছে, "সুবৰ্গো বৈ লোকঃ প্ৰত্নঃ" অৰ্থাৎ সুবৰ্গ বা আদিস্বৰ্গই পৃথিৱীৰ সকলো দেশতকৈ প্ৰাচীনতম ঠাই।

"পৃথিব্যাং ভাৰতবৰ্ষে কামৰূপং সুৰালয়ং।
সৰ্বমুক্তাৰ্থস্থানং কামাখ্যা যোনিমণ্ডলং॥" *

(৩)

সুখৰ বাতৰি লই উলাহে আহিছোঁ মই,
শুনক সকলো আহি পণ্ডিত সুজন,
আমাৰ ই জন্মভূমি দেৱতাৰ লীলাভূমি
আদিস্বৰ্গ সুৰালয় পূৰ্ণ তপোবন।

আমাৰ গৱৰ্ণমেণ্টে প্ৰকাশ কৰা "কামৰূপৰ বুৰঞ্জী" পুথিৰ ১৭-১৮ পিঠিত লিখা আছে,--

অযোধ্যা, মথুৰা, মায়া, কাশী, কাঞ্চি, অৱন্তিকা।
পুৰী, দ্বাৰাৱতী চৈব সপ্তৈব মোক্ষদায়িকা॥
এই কামৰূপকে মায়াপুৰী বোলে।"

মায়াপুৰী — মায়াপুৰীৰ লগত পুৰাণ-প্ৰসিদ্ধ দক্ষ যজ্ঞৰ সম্বন্ধ আছে। দক্ষৰ জীয়াৰী সতীক মহাদেৱে বিয়া কৰি লৈ যোৱাৰ পাছত দক্ষই মায়াপুৰীত এক মহাযজ্ঞ আৰম্ভ কৰে। দেৱ, ঋষি, মানুহ, সিদ্ধ, সাধ্য, বিদ্যাধৰ, গন্ধৰ্ব, যক্ষ, ৰক্ষ, নাগ আদি সকলোকে দক্ষই সেই মহাযজ্ঞত বৰণ কৰে। সকলোৱেই দক্ষৰ নিমন্ত্ৰণ ৰক্ষা কৰি সেই যজ্ঞলৈ আহে। কিন্তু মহাদেৱ কপালী, এতেকে তেওঁ যজ্ঞই নহয় বুলি, দক্ষই তেওঁক যজ্ঞলৈ নিমন্ত্ৰণ নকৰিলে। সতীয়ে তেওঁৰ স্বামীৰ এই অপমান সহ্য কৰিব নোৱাৰি প্ৰাণত্যাগ কৰে। পাছে শিৱই সতীৰ বিৰহত শোকাকুল হৈ সেই যজ্ঞভূমিলৈ আহি যজ্ঞ ধ্বংস কৰে, আৰু সতীৰ শৰটো কান্ধত লৈ বলিয়াৰ দৰে ঘূৰি ফুৰে। তেতিয়া বিষ্ণুৱে সুদৰ্শন চক্ৰেৰে সেই শৰটো খণ্ড খণ্ড কৰি পুণ্যতীৰ্থ কৰিবৰ মনেৰে পৃথিৱীৰ নানা ঠাইত সেই খণ্ডবিলাক পেলায়। এই পৌৰাণিক কাহিনীটো কূৰ্মপুৰাণত বিস্তাৰিতৰূপে লিখা আছে—

"কামৰূপে কামগিৰৌ ন্যপতৎ যোনিমণ্ডলম্।
তত্ৰৈব ন্যপতৎ ভূমৌ পৰ্বতো নাভিমণ্ডলম্॥
যাৱন্তৰং গতো ভৰ্গঃ সমাদায় সতীশৱম্।
প্ৰাচ্যেষু যাজ্ঞিকো দেশস্তাৱদেৱ প্ৰকীৰ্তিতঃ॥'
'পূৰ্বান্তে কামৰূপস্য দেৱী দিক্কৰবাসিনী।
তথা ললিতকান্তেতি যোগনিদ্ৰাপ্ৰগীয়তে॥
যত্ৰৈৱ পতিতং সত্যাঃ শিৰস্তত্ৰ বৃষধ্বজঃ।
উপৱিষ্টঃ শিৰোবীক্ষ্য শ্বসঞ্লোকপৰায়ণঃ॥
উপৱিষ্টে হৰে তত্ৰ ব্ৰহ্মাদ্যাস্তে দিৱৌকসঃ।
সমীপমাগতাঃ তস্য দূৰতঃ সাম্ভয়ন্ হৰম॥
দেৱানাগচ্ছতো দৃষ্ট্বা শোকলজ্জা-সমন্বিতঃ।
গত্বা শিলাত্বং তত্ৰৈব লিঙ্গত্বং গতবান্ হৰঃ॥
কালিকাপুৰাণ, অষ্টাদশ আধ্যায়।

কামৰূপৰ কামগিৰি বা নীলাচলত সতীৰ যোনিমণ্ডল পৰিল। তাৰ পূবফালে অলপ দূৰত ভূমিৰ ওপৰত সতীৰ নাভিমণ্ডল পৰিল। নাভিমণ্ডলত এতিয়া উগ্ৰ-তাৰা দেৱীৰ দেৱালয় আৰু যোনিমণ্ডলত কামাখ্যা দেৱীৰ দেৱালয় আছে।

মহাদেৱে সতীৰ শৰটো কান্ধত লৈ পূব দিশে যিমান দূৰ গৈছিল, সেই সমুদায় ঠাই যাজ্ঞিক দেশ বুলি পৰিকীৰ্তিত হ'ল।

কামৰূপৰ পূব প্ৰান্তৰ অধিষ্ঠাত্ৰী দেৱীৰ নাম দিক্কৰবাসিনী, তেওঁকে যোগনিদ্ৰা ললিতকান্তা বোলে। এই দিক্কৰবাসিনীৰ যি ঠাইত সতীৰ শিৰটো পৰিল, তাতে মহাদেৱে সেই মূৰটোলৈ চাই অত্যন্ত শোকত

* বাঁহী, বহাগ ১৮৫৪, একবিংশ বছৰ, ১ম সংখ্যা।

কান্তৰ হৈ মূৰ্চ্ছনিয়াহ পেলাই মূৰে-কপালে হাত দি বহি পৰিল। ব্ৰহ্মাদি দেৱতাসকলে আঁতৰৰপৰাই তেওঁক শান্ত্বনা কৰি ওচৰ চাপি গলত তেওঁ লাজ আৰু শোকত মূৰ তল কৰি সেই দিনেই শিলাহৈ লিঙ্গৰূপ ধাৰণ কৰিলে।

যজ্ঞক নাভি বোলে। দক্ষযজ্ঞৰ যজ্ঞকুণ্ডকো নাভি বোলা হৈছিল। বেদৰ কোনো মন্ত্ৰত মানুহৰ আদি জন্মস্থান বা আদি স্বৰ্গক নাভি যজ্ঞ বোলা হৈছে। সম্ভৱতঃ যি ঠাইত এতিয়া উগ্ৰতাৰা দেৱালয় আছে, আৰু পুৰাণমতে য'ত সতীৰ নাভি মণ্ডল পৰিছিল, সেই ঠাইতে দক্ষই মহাযজ্ঞ পাতিছিল। আগেয়ে কৈ অহা পাঁচ ক্ৰোশ ব্যাপি প্ৰাগ্‌জ্যোতিষপুৰৰ নামেই বোধকৰো মায়াপুৰী আছিল। বৰ্তমান কালৰ কোনো ঐতিহাসিকে মায়াপুৰী ভাৰতৰ উত্তৰ পশ্চিম ফালে কনখলত আছিল বুলি কয়। "কালিকা পুৰাণ" আৰু "যোগিনীতন্ত্ৰ"ৰ পৰা জনা যায়, গুৱাহাটীৰ পাণ্ডুৰ কাষতে ব্ৰহ্মকুণ্ড আৰু কল্পশিলা আছিল। এতিয়া ব্ৰহ্মকুণ্ডটো ব্ৰহ্মপুত্ৰৰ গৰ্ভত। হাজো মণিশৈলত স্বৰ্গদ্বাৰ বুলি এখন ঠাই আছে তাৰ পৰা দেৱহান গিৰি বা দেৱানগিৰিলৈকে আগৰ দিনত বাট আছিল। দেৱানগিৰিৰ পৰা হৰি পৰ্বত হৈ তিব্বতলৈ অহা যোৱা কৰিব পৰা বাট আছে। মঙ্গলদৈ মহকুমাৰ ওডালগুৰিৰপৰা অমৰাতল হৈ তিব্বতলৈ যোৱা সুন্দৰ বাট আছে। সেই বাটটোও এটা দেৱহান পন্থা। ভোটান হৰি পৰ্বতৰপৰা ওলাই পগলা দিয়া নৈ কামৰূপৰ মাজেদি বৈ গৈছে। পগলা-দিয়াকে হৰিপানী বোলে। বোধ কৰোঁ এইখন নৈয়েই বৈদিক হৰিয়ুপীয়া নদী। "কালিকা পুৰাণে" ইয়াক ভৈৰবী বুলিছে। বাৰিষা সঁচাকৈয়ে এওঁ ভীমা ভৈৰবী মূৰ্তি ধৰে। সি যি হওক, "বৃহৎ শিৱপুৰাণৰ" (প্ৰথম খণ্ড, ১৬ আধ্যায়ৰ) পৰা জনা যায় যে দক্ষৰ মায়াপুৰী কামৰূপ কামাখ্যাত আছিল। মায়াপুৰীতে তেওঁ মহাযজ্ঞ পাতিছিল।

দক্ষ-যজ্ঞত সতীয়ে তনু ত্যাগ কৰি আকৌ মহাদেৱক স্বামী লাভ কৰিবৰ কাৰণে গিৰিৰাজ হিমালয়ৰ ঘৰত জন্ম লয়। তেওঁৰ মাকৰ নাম মেনকা। বসন্ত কালত মৃগশিৰা নক্ষত্ৰত নৱমী তিথিৰ মাজনিশা তেওঁৰ জন্ম হয়। বাপেক হিমালয়ে তেওঁক "কালী" বুলি মাতিছিল। বন্ধু-বান্ধৱসকলে তেওঁৰ নাম 'পাৰ্বতী' ৰাখিছিল। পাছে, এদিন নাৰদ মুনিয়ে আহি তেওঁ লোকক পাৰ্বতীৰ পূৰ্বজন্মৰ কথা কলে আৰু এই জন্মতো হৰক পাবৰ কাৰণে পাৰ্বতীক তপস্যা কৰিবলৈ উপদেশ দি কলে যে তপস্যাৰ দ্বাৰা হৰক প্ৰসন্ন কৰিব পাৰিলে পাৰ্বতীৰ গাৰ বৰণ সোণৰ নিচিনা আৰু কান্তি বিজুলীৰ নিচিনা হ'ব আৰু তেতিয়াৰপৰা তেওঁৰ নাম "গৌৰী" হ'ব। নাৰদৰ উপদেশমতে পাৰ্বতীয়ে "ওঁ নমঃ শিৱায়" মন্ত্ৰ জপ কৰি শঙ্কৰৰ ৰূপ হিয়াত ধাৰণ কৰি তপোবনত গৈ তপস্যা কৰিবৰ নিমিত্তে মাকৰ অনুমতি খোজে। জীয়েকৰ কথা শুনি মাকে বিচুৰ্তি হৈ "উমা" (আই ঔ নেলাগে যাব) বুলি তপোবনলৈ যাবলৈ নিষেধ কৰে। তেতিয়াৰপৰা পাৰ্বতীৰ নাম 'উমা' হয়। জীয়েকে বৰকৈ ধৰাত গিৰিৰাজ আৰু মেনকাই তেওঁক তপোবনত গৈ তপস্যা কৰিবলৈ অনুমতি দিয়ে। পাছে হিমলয়ৰ নামনিত বৃদ্ধগঙ্গাৰ মুখত য'ত মহাদেৱে পূৰ্বে ওঠৰ বছৰ তপস্যা কৰিছিল, পাৰ্বতীয়ে সেই ঠাইতে কঠোৰ তপস্যা কৰে। তেওঁৰ তপস্যাত প্ৰসন্ন হৈ অৱশেষত হৰই তেওঁক দৰ্শন দিয়ে, তেওঁ গৌৰীৰূপ পায়, আৰু হৰ গৌৰীৰ মিলন হয়। পাছে তেওঁৰ শুভবিবাহ হয়। উমাৰ তপোবনৰ নাম "উমা বন" বুলি প্ৰখ্যাত হ'ল। আজি কালি উমাবনক উমা টুমনি বোলে। উমা-টুমনি এখন পৰম পৱিত্ৰ ৰমণীয় ঠাই। এই মনোৰম ঠাইডোখৰ ব্ৰহ্মপুত্ৰৰ দাঁতিত বিশ্বনাথৰ পূবে। তাত উমাৰ মন্দিৰ আছে। মন্দিৰটো আহোম ৰজাৰ দিনত তৈয়াৰ কৰা হৈছিল। উমাৰ এই কাহিনীটোৰ বিষয়ে সবিশেষ জানিব খুজিলে 'কালিকাপুৰাণ'ৰ ব্ৰহ্মাণ্ডপুৰাণৰ ৪৩ আধ্যা, 'জৈমিনি ভাৰত'ৰ ২১ আধ্যা, আৰু ত্ৰিকাণ্ডশেষ পঢ়ি চাব। উমা-টুমনিৰ

ওচৰতে বুঢ়ীগাং বা বৃদ্ধগঙ্গা, পশ্চিমে বিশ্বনাথ আৰু বিশ্বদেৱী বা চণ্ডীৰ দেৱালয় আছে। তাৰ পশ্চিমে শোণিত পুৰ বা তেজপুৰত উষা-মঠৰ ভগ্নাৱশেষ আছে। তাৰ পশ্চিমে "ভৈৰৱ পদ"। বিশ্বনাথেই বাণাসুৰৰ "গুপ্ত কাশী"। কালীয়ে ব্ৰহ্মাক কৈছিল—

"মম তেজসমুদ্ভূতং জানীহি যোনিমণ্ডলং ।
সৰ্বং মুত্তৰস্থানং যোনিৰেবং ন সংশয়ঃ ॥
জানীহি প্ৰকৃতিং দেৱযোনিং মে যান্তু নামকীং ।
সংপূজ্য যোনিং দেৱেশ সৃষ্টিং কুৰু যথাৰ্থতঃ ॥"
যোগিনীতন্ত্ৰ, পঞ্চদশ পটল

এই মন্ত্ৰটোৰ অৰ্থ এনে হয় যে — দ্যৌঃ (সুৰালয় বা মেৰু) নঃ (আমাৰ) পিতা (পালন কৰোঁতা) আৰু জনিতা (জনম দিওঁতা) অত্ৰ (ইয়াতে অৰ্থাৎ দ্যুলোক বা সুৰালয়তে) নাভিঃ (উৎপত্তি স্থান বা যজ্ঞভূমি) নঃ (আমাৰ) বন্ধুঃ (বন্ধুবান্ধৱসকল), অয়ম্ (এই মহী) (মহতী) পৃথিৱী (ভূমি—মেৰুৰ তলৰ সমভূমি) নঃ (আমাৰ) মাতা (অন্নদাত্ৰী) উত্তানয়োঃ (উপৰিস্থ বা উৰ্দ্ধত স্থাপিত) চম্বোৰিব (দুজন সেনাৰ নিচিনা—দৌ আৰু ভূমিৰ) অন্তঃ (মধ্যত) যোনিং (নৰ্মাণাশ্ৰয় বা আলয় আছে) অত্ৰ (যত) পিতা (স্বয়ম্ভু ব্ৰহ্মাই) দুহিতুঃ (জীয়েকৰ) গৰ্ভং (গৰ্ভ) আধাত (উৎপাদন কৰিলে)।

**কামাখ্যা নাভিমণ্ডল বা যজ্ঞজনপদ**

বৃহদাৰণ্যক উপনিষদত এটা শ্লোক আছে, তাৰ অৰ্থ এই—আদিমানৱ বিৰাটে নিজক দোছোৱা কৰি পতি আৰু পত্নীত পৰিণত হৈছিল, পাছে সেই পতি-পত্নীৰ সহযোগত মানুহৰ উৎপত্তি হ'ল আৰু সেই মানুহবিলাকৰ সতি-সন্তানৰ দ্বাৰা ক্ৰমে আকাশ বা আদিস্বৰ্গ পূৰ্ণ হৈ পৰিল।

আকাশ, ব্যোম, নাক, যজ্ঞ, নাভি, দ্যৌ, মেৰু, স্বঃ, সুৰালয় আৰু ইলা, এইবিলাক আদিস্বৰ্গৰ নাম বা আদিস্বৰ্গৰ ভিতৰৰ স্থান বিশেষৰ নাম বুলি বোধ হয়, বেদে দ্যৌ বা আদিস্বৰ্গক-পিতা অৰ্থাৎ পিতৃভূমি আৰু জনিতা বা জন্মভূমি বুলিছে। যেনে, "দ্যৌৰ্নঃ পিতা জনিতা।" "গোপথ ব্ৰাহ্মণ" পুথিত আছে—"ব্ৰহ্মা হ বৈ ব্ৰহ্মাণং পুষ্কৰে মসৃজে।" অৰ্থাৎ ব্ৰহ্মাই বা ব্ৰহ্মই বা সৃষ্টিকৰ্তা ব্ৰহ্মাই সুৰজ্যেষ্ঠ ব্ৰহ্মাক পুষ্কৰত সৃজন কৰিলে। সুৰজ্যেষ্ঠ ব্ৰহ্মাকে পৰমেষ্ঠী ব্ৰহ্মাও বোলে। "যোগিনীতন্ত্ৰ"ৰ উত্তৰ খণ্ডৰ ষষ্ঠ পটলত লিখা আছে যে পাণ্ডুশৈলৰ পূবে সপ্তধনুপ্ৰমাণ ত্ৰিলোকবিখ্যাত পৰমেষ্ঠী ব্ৰহ্মাৰ পুষ্কৰ নামে তীৰ্থ আছে। তাত স্নান কৰি পদ্মযোনি ব্ৰহ্মাৰ পূজা কৰি ব্ৰহ্মগিৰিলৈ গলে মানুহে মুক্তিলাভ কৰে। নীলাচলৰ যিটো পাহাৰত ভূৱনেশ্বৰী দেৱালয় আছে, তাৰ নাম ব্ৰহ্মগিৰি। কোল পৰ্বত বা বৰাহ শৈলৰ পশ্চিমে পাণ্ডুনাথ তাৰ বায়ুকোণত দ্বাদশ ধনু পৰিমিত ব্ৰহ্মকুণ্ড সৰোৱৰ। পূৰ্বকালত ব্ৰহ্মাই ইয়াত প্ৰথমে বাস কৰিছিল বুলি "যোগিনীতন্ত্ৰই" কয়। উক্ত তন্ত্ৰৰ উত্তৰ খণ্ডৰ সপ্তম পটলত ব্ৰহ্মাৰ পুষ্কৰটোকে মেৰু পুষ্কৰ বোলা হৈছে। "অমৰকোষ" মতে "মৰু" শব্দৰ অৰ্থ সুৰালয়। ভস্মাচল বা উমানন্দ পৰ্বতত আৰোহণ কৰোতে, "বৃষাচল নমস্তেঽস্তু ধৰ্মমাৰ্গ ত্ৰিপিষ্টপ। আৰোহয়ামি শিখৰং ভস্মকূট নমোঽস্তুতে ॥" এই মন্ত্ৰ গাব লাগে। এই মন্ত্ৰত লিখা "বৃষাচল" মানে বৃষধ্বজ পৰ্বত, "ত্ৰিপিষ্টপ" সেইটো এটা স্বৰ্গবাচক শব্দ। উমানন্দ আৰু উৰ্বশী শৈলৰ মাজেদি ব্ৰহ্মপুত্ৰৰ যি ধাৰ পানী বৈ গৈছে তাৰ নাম 'সৰস্বতী'। 'ভস্মাচলংস্পৃশা ধাৰা সা বিজ্ঞেয়া সৰস্বতী।" অশ্বক্ৰান্ত আৰু গোকৰ্ণৰ ওচৰত তিনি সুঁতি একলগ হৈ সৰস্বতী নৈৰ সঙ্গম হোৱা বুলি বৰাহপুৰাণৰ ১৭০ আধ্যাত লিখা আছে। উৰ্বশী চক্ৰতীৰ্থ আদি থকা শিলাময় দ্বীপটোকে যোগিনীতন্ত্ৰই মন্দৰগিৰি বুলিছে।

পণ্ডিত উমেশচন্দ্ৰ বিদ্যাৰত্ন প্ৰণীত "মানবেৰ আদি জন্মভূমি" নামে পুথিৰ ২৯৭-২৯৯ পিঠিত লিখা আছে,—

"অতি পূৰ্বে কোনও জনপদই ছিল না। পৰে সৃষ্ট্যাদৌ অনন্ত জলৰাশিগৰ্ভে স্ব বা দ্যৌৰ উৎপত্তি

হয়। তৎপৰ উহাৰ বহু কাল পৰে দক্ষিণ সাগৰগৰ্ভে পৃথিৱী বা ভাৰতবৰ্ষ স্থলে পৰিণত হইয়াছিল। এই দ্যো ও পৃথিৱীৰ সমবায় সম্বন্ধ পদাৰ্থেৰ নামই "দ্যাৱা পৃথিৱী" বা "ৰোদসী"। ইহাৰ জগতেৰ সকল মাতৃভূমি অপেক্ষা বৰ্ষীয়সী, তাই বেদ বহুমানপূৰ্বক বলিয়াছেন যে,—

"ৰোদসীদেৱপুত্ৰে প্ৰত্নেমাতৰা।"

—ঋক্ ৭।১৭।৬ম

এই দ্যো ও পৃথিৱী, পৃথিৱীৰ সকল নৰ-নাৰীৰ পুৰাতন মাতৃভূমি। এই উভয়স্থানেই দেবতাৰা জন্মগ্ৰহণ কৰিয়াছেন বলিয়া ইহাদেৰ বিশেষনান্তৰ "দেৱপুত্ৰে"।

"দ্যৌ বা স্বঃ যে সকলেৰ পূৰ্বে স্থলে পৰিণত হইয়াছিল, বেদে কি তাহাৰ কোনও প্ৰমাণ আছে? অবশ্যই আছে। মহামান্য ঋগ্‌বেদ তাৰ স্বৰেই বলিয়া গিয়াছেন যে—

"আপো হ যৎ বৃহতী বিশ্বমায়ান গৰ্ভং দধানাঃ।"

—ঋক্ ৭।১২১।১০ম

"যে অনন্ত জলৰাশি সমগ্ৰ ভূমণ্ডল ব্যাপিয়াছিল, উহা প্ৰথমে গৰ্ভ ধাৰণ কৰে। তথাহি

"পৰো দিৱা পৰএনা পৃথিব্যা
পৰো দেৱেভিৰসুৰৈঃ যদস্তি॥
কস্বিৎ গৰ্ভং প্ৰথমং দধ্রে আপঃ
যত্ৰ দেৱাঃ সমপশ্যান্ত ৱিশ্বে।"

—ঋক্ ৫।৮২।১০ম

"এই গৰ্ভই সকলেৰ প্ৰথম, অৰ্থাৎ প্ৰথম জনপদ। এই জনপদ, কি দ্যুলোক, কি এই পৃথিৱী, কি দেবতা, কি অসুৰগণ, ইহাদেৰ সৰ্বাপেক্ষাই শ্ৰেষ্ঠতম। যে স্থানে দেবতাৰা জগতেৰ সকল আদি নৰ-নাৰী, আদি পশু পক্ষী প্ৰভৃতি (বিশ্বে সকল) দেখিতে পাইয়াছিলেন।

"এই আদ্যুৎপন্ন জনপদেৰ নাম কি? তাহা কি বেদে বিবৃত হইয়াছিল। বেদ বলিতেছেন যে—

আপো মহিনা দক্ষং দধানা জনয়ন্তীৰ্যজ্ঞম্।

—ঋক্ ৮।১২১।১০ম

'সেই অনন্ত জলৰাশি নিজ শক্তিতে যে প্ৰথম গৰ্ভ ধাৰণ কৰে। অৰ্থাৎ সকলেৰ আদিতে সমুদ্ৰগৰ্ভে যে জনপদেৰ প্ৰথম উৎপত্তি হয়, উহাৰ নাম যজ্ঞ।

এই যজ্ঞ জনপদেৰই নামান্তৰ স্ব বা আদিস্বৰ্গ দ্যৌ। যদ্ বিবৃতং যজুৰ্ভাষ্যে—

"যজ্ঞো বৈ স্বঃ।"

"স্বৰ্গৰ নাম যজ্ঞ হইল কেন? যেহেতু দেৱতাৰা প্ৰথমে এই স্থানেই যজ্ঞৰ অনুষ্ঠান কৰেন। খুব সম্ভৱ তজ্জন্যই ইহাৰ নাম "যজ্ঞ" (অধ্বৰ) বা দেৱয়জন ভূমি। তৈত্তিৰীয় ব্ৰাহ্মণেও যজ্ঞ জনপদেৰ উল্লেখ আছে—

"এতৎ খলু বৈ দেৱানাম্ পৰাজিতমায়তনং যৎ যজ্ঞঃ।"

এই যে যজ্ঞ জনপদ ইহা দেৱতাদিগেৰ একটী অপৰাজেয় সুৰক্ষিত স্থান।

সৰ্বেষাং জনপদানাং মধ্যে পিতা দ্যৌৰেব প্ৰত্নঃ।"
তথাহি কৃষ্ণযজু:—

"সুবৰ্গো বৈ লোকঃ প্ৰত্নঃ।"

"সকল লোকে মধ্যে সুবৰ্গ বা আদিস্বৰ্গ দ্যৌই প্ৰত্ন বা পুৰাতন।"

যজুৰ্বেদৰ এজন ঋষিয়ে আন এজন ঋষিক প্ৰশ্ন কৰিছিল, "পৃচ্ছামি যত্ৰ ভুৱনস্য নাভিঃ"

এই ভূমণ্ডলৰ সকলো নৰ নাৰীৰ নাভি অৰ্থাৎ উৎপত্তি স্থান ক'ত?

উত্তৰত সিজন ঋষিয়ে কৈছিল,—

"অয়ং যজ্ঞো ভুৱনস্য নাভিঃ।"

এই যজ্ঞ বোলা ভূমিখণ্ডই পৃথিৱীৰ সকলো নৰ-নাৰীৰ নাভি বা আদিসূতিকাগাৰ।

"দ্যৌৰ্নঃ পিতা জনিতা নাভিৰত্ৰ"।ঋক্ ৩৩।১৩৪।১ ম

দ্যৌ আমাৰ পিতা (পিতৃভূমি) জনিতা (জন্মভূমি), তাৰতে আমাৰ নাভি (উৎপত্তি স্থান)।

পুৰাণ ৰচোঁতাই দক্ষযজ্ঞৰ সতী-কাহিনীৰ লগত "যজ্ঞ" আৰু "নাভিক" সান-মিহলি কৰি পেলালে।

ঋগ্বেদৰ সময়ৰ পৃথিৱীৰ ভৌগোলিক অৱস্থালৈ চালে আমাৰ কামৰূপকে সেই সময়ৰ পৃথিৱীৰ নাভি

বুলিব পাৰি। কিয়নো কামৰূপৰ পৰ্বতমালাৰ পৰাই দুটা ঠেঙৰ দৰে দুই ভূমিখণ্ডৰ এখণ্ড ভূমি ব্ৰহ্মদেশক লৈ অষ্ট্ৰেলিয়ালৈকে বিস্তৃত আছিল। "Rig-Vedic India' (ঋগ্বেদৰ সময়ৰ ভাৰত) নামে পুথিৰ ৮৪ পিঠিত লিখা আছে,—

"There is geological evidence to prove that the Deccan was connected with Assam and Burma on the one hand and South Africa on the other and extended as far south as Australia, forming a large continent by itself and completely cut off from Sapta Sindhu (the Punjab) by seas"

"কালিকা পুৰাণৰ" পঞ্চদশ আধ্যাত শিৱৰ লগত দুৰ্গা বা সতীৰ হিমালয়ত থকা সম্বন্ধে যি আলাপৰ কথা লিখা আছে, তাৰ পৰা সুন্দৰকৈ বুজা যায় যে মেৰু, হিমালয় আৰু কৈলাস বেলেগ বেলেগ পৰ্বত। মহাদেৱে দুৰ্গাৰ আগত প্ৰথমতে কৈলাস পৰ্বতৰ শোভা বৰ্ণনা কৰিলে, তাৰ পাছত হিমালয়ৰ সৌন্দৰ্য বৰ্ণালে, তাৰ পাছত মেৰু পৰ্বতৰ বিষয়ে এইদৰে কলে,—

**মেৰু পৰ্বত বা সুৰালয়**

"বাসৱস্য কুৱেৰস্য যমস্য বৰুণস্য চ।
অগ্নেঃ কৌণপৰাজস্য মাৰুতস্য হৰস্য চ॥
পুৰীভিঃ শোভিশিখৰঃ মেৰুমূচ্চৈ. সুৰালয়ম্।
ৰম্ভা শচী মেনকাদি ৰম্ভোৰুগণ সেবিতম্।
কিং ত্বমিচ্ছসি সৰ্বেষাং সাৰভূতং মহাগিৰিম্॥

ইন্দ্ৰ, কুৱেৰ, যম, বৰুণ, অগ্নি, নৈঋৎ, বসু আৰু মেৰুৰ পুৰীৰে যাৰ শিখৰবিলাক সুশোভিত, ৰম্ভা, শচী, মেনকা আদি দিব্য নাৰীসকলে যাক সেৱা কৰি থাকে, সেই দেৱতাসকলৰ আবাস ভূমি সৰ্বশ্ৰেষ্ঠ মেৰুপৰ্বতৰ ওখ টিঙত তুমি থাকিবলৈ ইচ্ছা কৰা নে?

পণ্ডিত উমেশচন্দ্ৰ বিদ্যাৰত্নৰ "মানবেৰ আদি জন্মভূমি" পুথিৰ ১৫৭ পিঠিত লিখা আছে, সুৰজ্যেষ্ঠ ব্ৰহ্মাৰ প্ৰথম ব্ৰহ্মলোক আদি স্বৰ্গৰ মেৰু পৰ্বত, দ্বিতীয় ব্ৰহ্মলোক ব্ৰহ্মদেশ বা বৰ্মা, আৰু তৃতীয় ব্ৰহ্মলোক উত্তৰ কুৰু।

সূৰ্য-সিদ্ধান্তৰ ভূগোলাধ্যায়ত আছে—
"মেৰুস্তাবানেব সুৰাশ্ৰয়ং।"
"উপৰিষ্টাৎ স্থিতা তস্য সেন্দ্ৰাদেৱা মহৰ্ষয়ঃ।"

মেৰু পৰ্বতৰ ওপৰত ইন্দ্ৰাদি দেৱতাসকলে মহৰ্ষি-সকলেৰে সৈতে বাস কৰিছিল। নাৰায়ণ পূজাৰ আসন শুদ্ধি মন্ত্ৰত "মেৰু পৃষ্ঠঃ ঋষিং" এই কথাষাৰ পোৱা যায়। কামৰূপৰ ক্ষেত্ৰপৰ্বত বিলাকেই বেদ আৰু পুৰাণাদিত উল্লেখ কৰা মেৰু পৰ্বত বুলি বোধ হয়। নীলাচলৰ ব্ৰহ্মগিৰিত থাকোতে সুৰজ্যেষ্ঠ ব্ৰহ্মাৰ মুখৰপৰা বেদমাতা গায়ত্ৰী বাহিৰ হৈছিল বুলি অনুমান কৰা যায়। কামৰূপ আৰু কামাখ্যাৰ মাহাত্ম্য বৰ্ণানলৈ চালে এই অনুমান সত্য বুলি প্ৰতীয়মান হয়। "কালিকা পুৰাণত' লিখা আছে যে বাৰাণসীত দেৱীক পূজা কৰিলে সম্পূৰ্ণ ফল পোৱা যায়। কিন্তু তাৰপৰা ক্ৰমে উজাই গৈ কৰতোয়া নদীৰ পানীত পূজা কৰিলে, তাৰ চতুৰ্গুণ ফল পোৱা যায়, নন্দীকুণ্ডত, জলপাই গুড়িৰ জল্পীশ দেৱালয়ত আৰু কমতাপুৰৰ সিদ্ধেশ্বৰী গোসাঁনীৰ দেৱালয়ত পূজা কৰিলে তাৰ চতুৰ্গুণ ফল লাভ হয়, লৌহিত্যৰ পানীত আৰু কামৰূপৰ জলে-স্থলে সৰ্বত্ৰতে তাৰ চতুৰ্গুণ ফল লাভ হয়।

"সৰ্বশ্ৰেষ্ঠো যথা বিষ্ণুৰ্লক্ষ্মীঃ সৰ্বোত্তমা যথা।
দেৱীপূজা তথা শস্তা কামৰূপে সুৰালয়ে।
দেৱীক্ষেত্ৰং কামৰূপং বিদ্যতেহন্যন্নতৎসমম্॥
অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে।
ততঃ শতগুণা প্ৰোক্তা কামাখ্যা যোনিমণ্ডলে॥
কামাখ্যায়াং মহামায়া পূজাং যঃ কৃতবান সুকৃৎ।
স চেহ লভতে কামান্ পৰত্ৰশিৱৰূপতাম্॥
ন তস্য সদৃশোহন্যোহস্তি কৃত্যং তস্য ন বিদ্যতে।
বাঞ্ছিতাৰ্থমবাপ্নোহ চিৰায়ুৰভিজায়তে।
বায়ুৰিব গতিস্তস্য ভাৱদন্যৈৰবাধিতা॥
সংগ্ৰামে শাস্ত্ৰবাদে বা দুৰ্জয়ঃ স চ জায়তে।

বৈষ্ণৱী তন্ত্ৰমন্ত্ৰেণ কামাখ্যা যোনিমণ্ডলে ॥
সকৃত্তু পূজনং কৃত্বা ফলং শতগুণং লভতে।
মূলমূৰ্তিঃ মহামায়া যোগনিদ্ৰা জগন্ময়ী ॥"

* * * *

"একৈৱ তু মহামায়া কাৰ্যাৰ্থং ভিন্নতাং গতা।
কামাখ্যা তু মহামায়া মূলমূৰ্তিঃ প্ৰগীযতে।

* * * *

এক এব যথা বিষ্ণুৰ্নিত্যত্বাদ্ধি সনাতনঃ।
জনানাম্মৰ্দ্দনাৎ সোঽপি জনাৰ্দন ইতি শ্ৰুতঃ ॥
তথৈব সা মহামায়া কামাৰ্থং সঙ্গতা দৌ গিৰৌ।
কামাখ্যেতি সদা দেবৈৰ্গদ্যতে সততং নৰৈ ॥

এই মাহাত্ম্য বৰ্ণনাত কামাখ্যাকে মহামায়া আত্মশক্তিৰ মূলমূৰ্তি বোলা হৈছে আৰু নৰ-নাৰীৰ সৃষ্টিৰ কাৰণে তেওঁ কামগিৰিত অৱস্থান কৰি কামাখ্যা নাম পাইছে। তেওঁ থকা কামগিৰি বা নীলাচলকে "দেৱ-কৃতং যোনি" বা দেৱযোনি বোলে।

**দেৱ বা সুৰ** আদিত্য, বসু, ৰুদ্ৰ, সাধ্য, বিশ্বদেৱ, মৰুৎ ভৃগু আৰু অঙ্গিৰা, এওঁলোক দেৱ বোলা হৈছিল। ইয়াৰ ভিতৰত আদিত্য, ৰুদ্ৰ, আৰু মৰুৎ এওঁলোক কশ্যপ ঋষিৰ পুত্ৰেক। ভৃগুৰ পৰা ভাগৱ আৰু অঙ্গিৰাৰপৰা আঙ্গিৰ-সকলৰ জন্ম হৈছিল। দেৱ আৰু ঋষিসকল একে বংশৰ পৰাই প্ৰাদুৰ্ভূত হৈছে। আদিতে সকলো দেৱকে অসুৰ বোলা হৈছিল। ঋগ্বেদৰ অতি পুৰণি মন্ত্ৰবিলাকত বৰুণ, সৱিতা, ইন্দ্ৰ, মৰুদগণ, ত্বষ্টা, ৰুদ্ৰ, মিত্ৰ প্ৰভৃতিকো অসুৰ বুলিহে আহ্বান কৰা হৈছিল। পাছে নানা কাৰণত তেওঁলোকৰ ভিতৰত মতবাদ হৈ তেওঁলোকৰ খেল ফাটি যায়। তেওঁলোক দুটা দলত বিভক্ত হয়। এক দলে ইন্দ্ৰৰ আনুগত্য স্বীকাৰ কৰি তেওঁৰ ফলীয়া হয়। তেওঁলোকে সুৰা অৰ্থাৎ সোমৰস পান কৰি সুৰ বা দেৱ নাম ললে। আন দলৰ নাম অসুৰ হ'ল। এই দুই দলৰ ভিতৰত বহুদিন সংগ্ৰাম চলি আছিল।

অদিতিৰ গৰ্ভত কশ্যপৰ যি ১২ জন পুত্ৰ হয়, তেওঁ-লোকক আদিত্য বোলে। অদিতিৰ ভনীয়েক দিতি দনু, মনু আদিকো কশ্যপে বিয়া কৰিছিল। দিতিৰ পুত্ৰবিলাকক দৈত্য, দনুৰ পুত্ৰবিলাকক দানৱ, মনুৰ পুত্ৰবিলাকক মানৱ বোলে। আদিত্যসকলৰ নাম এইঃ— (১) ধাতা (সুৰজ্যেষ্ঠ ব্ৰহ্মা) (২) ভগ, (৩) অৰ্য্যমা, (৪) বৰুণ, (৫) ত্বষ্টা, (৬) বিবস্বান (৭) সৱিতা (৮) শ্ৰীসূৰ্য, (৯) পুষা, (১০) মিত্ৰ, (১১) ইন্দ্ৰ, আৰু (১২) বিষ্ণু বা বামন বিষ্ণু।

**ক্ষেত্ৰ-পৰ্বত** ১৬৩৪ শকাব্দত মহাৰাজা ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ আদেশমতে তেতিয়াৰ কামৰূপীয়া পণ্ডিতসকলে পুৰাণ তন্ত্ৰাদি চাই প্ৰাগজ্যোতিষ পুৰৰ ক্ষেত্ৰ পৰ্বতবিলাকৰ এখন তালিকা প্ৰস্তুত কৰি উক্ত স্বৰ্গদেৱৰ হাতত অৰ্পণ কৰিছিল। ১৮৪৮ শকাব্দৰ বহাগ মাহৰ "বাঁহী" কাকতত উক্ত তালিকাখন ছাপা হৈছে। গৱৰ্ণমেণ্টে প্ৰকাশ কৰা "কামৰূপৰ বুৰঞ্জী" পুথিতো সেই তালিকাখনে ঠাই পাইছে। উক্ত তালিকাৰপৰা দেখা যায় যে কামৰূপৰ মেৰু বা পৰ্বতবিলাকতো বেদোক্ত প্ৰায় সকলোবিলাক দেৱতাই বাস কৰিছিল। সেই নিমিত্তে পুৰাণে কামৰূপক সুৰালয় বুলিছে। 'বায়ু পুৰাণত' আছে মেৰু পৰ্বতেই দেৱলোক। কামাখ্যাৰ নীলাচল পৰ্বতৰ যিটো ওখ টিং, তাৰ নাম ব্ৰহ্মগিৰি। তাত সুৰজ্যেষ্ঠ ব্ৰা ব্ৰহ্মৰ্ষিসকলেৰে সৈতে বাস কৰিছিল। তেওঁৰ সভাৰ নাম মনোৱতী। সেই সভা কামাখ্যাৰ মনোভৱ গুহা থকা কামগিৰিত বহিছিল। তাতে বিষ্ণুৰো ভৱন আছিল। পাণ্ডুশৈলত শিৱৰ ভৱন আছিল। "কামৰূপৰ বুৰঞ্জীৰ" ১৩১ পিঠিত লিখা আছে,—নীলাচলৰ পূৰ্বশৃঙ্গ ব্ৰহ্মা, তাতে ভুৱনেশ্বৰী, মধ্যশৃঙ্গ বিষ্ণু, তাতে কামাখ্যা আছে, পাণ্ডুনাথ য'ত আছে, সেই শৃঙ্গ শিৱ, শিৱশৃঙ্গৰ পূবে বৰাহ শিলা, কল্পশিলা।" কালিকা পুৰাণে বৰাহ

শিলা থকা পাহাড়টোক চিত্ৰবহ বুলিছে। কামাখ্যাতে বিষ্ণুপদ আছে। অশ্বক্রান্তৰ পূবে ইন্দ্ৰ পৰ্বত আছে। আজি কালি তাক আঁৰ পৰ্বত বোলে। তাৰ এছোৱা অতি পূবে ব্ৰহ্মপুত্ৰই ভাঙি নিলে। আগীয়াঠুটী পৰ্বতৰ নাম অগ্নি। "কালিকা পুৰাণে" তাকে অগ্নিমাল বুলিছে। তাত অগ্নিদেৱৰ ভৱন আছিল। ব্ৰহ্মগিৰি বা ভুৱনেশ্বৰী পাহাড়ৰ পূবে সমান মাটিৰ ওপৰত শুভাৱৰ্ত মনোহৰ কামাখ্যাৰ নাভিমণ্ডল। তাত উগ্ৰতাৰা দেৱীৰ দেৱালয় আছে। তাতে দেৱতাসকলে যজ্ঞ কৰিছিল। সেই বাবে সেই ঠাইক যজ্ঞ বুলিও কয়। উগ্ৰতাৰাৰ পূবে ভস্মকূট বা উমানন্দ। তাৰ দক্ষিণে যমৰ কৰ্পট পৰ্বত। তলয়া পৰ্বত কুবেৰৰ এক ভৱন আছিল। "কালিকা পুৰাণ" মতে হাজোৰ মণিকূটৰ পূবে দৰ্পণ পৰ্বতত যক্ষবিলাকেৰে সৈতে কুবেৰ বাস কৰিছিল। আগীয়াঠুটী বা অগ্নি পৰ্বতৰ সমুখত বৰুণ কুণ্ড, তাৰ কাষত কংসকৰ নামে যিটো পৰ্বত আছে, তাত বৰুণ দেৱতাৰ ভৱন আছিল। বৰুণাচলৰ পূবে বায়ুকূট পৰ্বত। তাতে বায়ুদেৱতাৰ গন্ধৱতী নামে সভা বহিছিল। বায়ুগিৰিৰ পূবে চন্দ্ৰকূট পৰ্বত। তাত সোম বা চন্দ্ৰদেৱতাৰ ভৱন আছিল। গুৱাহাটীৰ শ্ৰীসূৰ্য নামে আদিত্যৰ ভৱন আছিল। "কালিকা পুৰাণত" লিখা আছে, ব্ৰহ্মক্ষেত্ৰৰ অৰ্থাৎ ব্ৰহ্মগিৰি থকা কামাখ্যা পৰ্বতৰ পশ্চিমে ৰবিক্ষেত্ৰ নামে এখন পৱিত্ৰ ক্ষেত্ৰ আছে, তাত সূৰ্যদেৱ বাস কৰে, কামৰূপ মহাপীঠত যেতিয়া ব্ৰহ্মা, ইন্দ্ৰ, বৰুণ, আদি দেৱতা থাকেহি, তেতিয়া তেওঁলোকে শ্ৰীসূৰ্যক থাপনা কৰি পূজা কৰে, সেই নিমিত্তে ইয়াৰ নাম শ্ৰীসূৰ্য পাহাৰ বুলি প্ৰখ্যাত। তেজপুৰৰ অগ্নি পৰ্বতত এসময়ত অগ্নিদেৱ আৰু বিশ্বনাথ পাহাড়ত বিশ্বদেৱ আৰু অষ্টবসু আছিল বুলি বোধ হয়। "বায়ু পুৰাণত" লিখা আছে,—

তত্ৰাদিত্যস্য দেৱস্য দীপ্তমায়তনং মহৎ
মাসে মাসেহৱতৰতি তত্ৰ সূৰ্যঃ প্ৰজাপতিঃ ॥
তত্ৰাশ্ৰমো মহাপুণ্যঃ সিদ্ধসংঘনিষেৱিতঃ।
বৃহস্পতেঃ প্ৰমুদিতঃ সৰ্বকামগুণৈৰ্যুতঃ ॥

শ্ৰীসূৰ্য পাহাড়তে দেৱগুৰু বৃহস্পতিৰ মহা পুণ্যাশ্ৰম আছিল। তেওঁৰ লগত অনেক সিদ্ধ পুৰুষ বাস কৰিছিল। এই শ্ৰীসূৰ্যয়ে যাজ্ঞবল্ক্য ঋষিক যজুৰ্বেদ দান কৰিছিল।

"জৱাকুসুম সঙ্কাশং
কাশ্যপেয়ং মহাদ্যুতিং।
ধান্তাৰিং সৰ্বপাপঘ্নং
প্ৰণতোঽস্মি দিৱাকৰং ॥

এই মন্ত্ৰেৰে কশ্যপ আৰু অদিতিৰ পুতেক প্ৰজাপতি সূৰ্যকহে প্ৰণাম কৰা হয়, আকাশৰ সূৰ্যক নহয়।

বানৰসকল থকা টুক্ৰেশ্বৰী পাহাৰৰ নাম শুভাচল।

"বায়ু পুৰাণত" লিখা নক্ষত্ৰাধিপতিৰ মহোদয়া নামে সভা য'ত বহিছিল তাৰ নাম নক্ষত্ৰাচল। "কামৰূপৰ বুৰঞ্জীৰ" ১২৮ পিঠিত লিখা আছে, "অগ্নি পৰ্বতৰ পূবে চিলা পৰ্বত, চিলাৰ উত্তৰে বৰ পৰ্বতৰ নাম কালজোৰক, কালজোৰকৰ উত্তৰে কটা পাহাৰ, কটা পাহাৰৰ পূবে বৰখাল পৰ্বতৰ নাম নক্ষত্ৰাচল, তাৰ চাৰিকাষে চাৰিটা পৰ্বত আছে, তাৰো নাম সেই নক্ষত্ৰাচল।

গ্ৰহ বিপ্ৰসকলক বৈদিক কালত নক্ষত্ৰদেৱ বোলা হৈছিল।

গান্ধাৰী পৰ্বতত গন্ধৰ্ববিলাকৰ পুৰী আছিল। "কামৰূপৰ বুৰঞ্জীৰ" ১৩১ পিঠিত লিখা আছে, ব্ৰহ্মপুত্ৰৰ পূব-অগ্নি কোণে তিনি শৃঙ্গসমন্বিতে গান্ধাৰী পৰ্বত আছে। এক শৃঙ্গৰ নাম গৌৰী, এক শৃঙ্গ দুৰ্গা, এক শৃঙ্গ বেতাল। গান্ধাৰী পৰ্বতৰ পূবে পঞ্চকূট, বা গনেশ পৰ্বত আছে। তাৰ পঞ্চ শৃঙ্গ। এক শৃঙ্গ গৌতম, এক শৃঙ্গ ঘণ্টাকৰ্ণ, এক শৃঙ্গ ধূমাকৰ্ণৱতী, এক কুমাৰী, এক কিৰাতী। এই পৰ্বতত গৌতম ঋষি আৰু অনেক দানৱ আছিল।

নৈঋতাধিপতি বিৰূপাক্ষৰ সভাৰ নাম কৃষ্ণাঙ্গনা বা ৰক্ষোৱতী। "কালিকা পুৰাণত" লিখা আছে, সুকান্তৰ পূবে ৰক্ষকূট পৰ্বত, তাত ৰাক্ষসেশ্বৰ নিঋতি বাস কৰিছিল। আজিকালি ৰক্ষকূটক ৰাক্ষসিনী

পৰ্ব্বত বোলে। গুৱালপাৰাৰ ৰাক্ষসিনী পৰ্ব্বততো কিছুমান ৰাক্ষস বাস কৰিছিল।

গুৱাহাটীৰ যিটো পৰ্ব্বতৰ ওপৰত নৱগ্ৰহ দেৱালয় আছে, তাৰ নাম চিত্ৰাচল বা চিত্ৰকূট। তাৰ পূবে থকা কজ্জল বা কাজলী পৰ্ব্বতত বিদ্যাধৰ আদি দৈৱ-যোনি বাস কৰিছিল। কজ্জলৰ পূবে শুভ পৰ্ব্বত। তাতেই ইন্দ্ৰই শচীৰ সৈতে ক্ৰীড়া কৰিছিল। তাৰ পূবে কপিল গঙ্গা।

ব্ৰহ্মবলি পৰ্ব্বতক আজিকালি ব্ৰহ্মাৰ বোলে তাত ব্ৰহ্মবলি ঋষিৰ আশ্ৰম আছিল। সমান ঠাই দধিত দধি ঋষি আৰু নন্দীত নন্দি ঋষি আছিল।

গজ শৈল বা হাতীমূৰা পৰ্ব্বতত ৰুদ্ৰসকল বাস কৰিছিল।

হাজোৰ কেদাৰ পৰ্ব্বতৰ নাম মদনাচল। তাত শঙ্কৰৰ এক পুৰী আছিল। তাৰ কাষত দেৱতা-সকলৰ ক্ৰীড়া-কানন পৌষ্পক ক্ষেত্ৰ আৰু ভোগৱতী পুৰী আছিল।

গোকৰ্ণ—কামেশ্বৰৰ পৰ্বতৰ নাম গোকৰ্ণ।

গৰুড়াচল—মোকামৰ পৰ্বতৰ নাম গৰুড়াচল।

ছত্ৰাচল—নক্ষত্ৰাচলৰ ঐশান্যে।

নীলখাতপ—ছত্ৰাচলৰ দক্ষিণে।

দীৰ্ঘেশ্বৰী—নীলখাতপৰ দক্ষিণে। তাত দীৰ্ঘ-তমা ঋষিৰ আশ্ৰম আছিল।

মানসাচল—দীৰ্ঘেশ্বৰীৰ ঐশান্যে।

ক্ৰৌঞ্চপৰ্বত—কুৰুৱা পৰ্বত।

সপ্তৰ্ষি পৰ্ব্বত—কুৰুৱাৰ উত্তৰে থকা সাতখান পৰ্ব-তক সপ্ত ঋষি বোলে। মন্দাকিনী (ব্ৰহ্মপুত্ৰ) নদীৰ পাৰত এই সাতখন পৰ্ব্বতত সপ্তৰ্ষিৰ আশ্ৰম আছিল।

দশাশ্বমেধ—ক্ৰৌঞ্চপৰ্ব্বতৰ অগ্নি দিশে। আজি-কালি ইয়াৰ নাম "মাছ পুৰি খোৱা" পৰ্ব্বত।

মণিকৰ্ণেশ্বৰ—দশাশ্বমেধৰ পশ্চিমে এক যোজনৰ অন্তৰে "চাহবুৰুজ" যাক বোলে তাৰ নাম মণিকৰ্ণে-শ্বৰ। তাৰ পশ্চিমে "আ মুনি" আৰু "এ মুনি" নামে দুটি পৰ্ব্বত আছে। তাৰ পশ্চিমে গিৰিকাচল নামে তিনটি পৰ্বত আছে। তাত নাৰদ ঋষিৰ ভৱন বা দৌল আছিল।

চন্দ্ৰকূট—গিৰিকাচলৰ দক্ষিণে। তাত প্ৰজাপতি সোমৰ ভৱন আছিল।

অশ্বপৰ্বত—চন্দ্ৰকূটৰ দক্ষিণে। তাত অশ্বিনী-কুমাৰ দুজনৰ ঘৰ আছিল।

অশ্বক্ৰান্ত—অশ্বপৰ্বতৰ দক্ষিণে। দ্বাপৰত ভগৱান শ্ৰীকৃষ্ণই নৰকাসুৰক বধ কৰি এই পৰ্বতত অৱস্থান কৰিছিল।

গোদন্ত—অশ্বক্ৰান্তৰ বায়ুকোণে।

লোহিতেশ্বৰ—বায়ুকূটৰ পশ্চিমে। আজিকালি এই পাহাৰ "শৰাইঘাট বুৰুজ" বোলে। ইয়াত লোহিত ঋষিৰ আশ্ৰম আছিল।

কামধেনু পৰ্বত—হাতীমূৰা বা গজশৈল পৰ্বতৰ উত্তৰে আছে।

গণেশ—কামধেনু পৰ্বতৰ উত্তৰে। কাৰ্তিক কন্দুক পৰ্বতত আছিল।

ভৰদ্বাজ—কামধেনু পৰ্বতৰ উত্তৰে ভৰদ্বাজ পৰ্বতত ভৰদ্বাজ ঋষিৰ আশ্ৰম আছিল।

গন্ধমাদন—ভৰদ্বাজ পৰ্বতৰ উত্তৰে। ইয়াক মহা মায়া পৰ্বতো বোলে। ইয়াতে ভৃঙ্গেশ্বৰ দেৱালয় আছে। ইয়াতে এসময়ত ঋষিসকলৰ বদৰিকাশ্ৰম আছিল। ("বৰাহ পুৰাণৰ" ৪৮ আধ্যা চাওক।)

কণ্বাচল—কণ্বমুনিৰ আশ্ৰম গুৱাহাটীৰ ওচৰত আছিল।

গণেশ পৰ্বতৰ পূবে ভিবৰ পৰ্ব্বত। ভিবৰ পৰ্ব্ব-তৰ উত্তৰে চিত্ৰাচল। চিত্ৰাচলৰ পূবে ত্ৰিদশাচল। তাৰ চৌষষ্টি শৃঙ্গ। লৌহিত্যৰ কাষৰেদি যি শৃঙ্গ আছে, তাৰ নাম সোমলতা। ত্ৰিদশাচলত অনেক দেৱ আৰু ঋষিৰ আবাস আছিল। ত্ৰিদশাচলৰ পশ্চিমে মন্দাক, মন্দশৈল বা মন্ত্ৰাচল তাক এতিয়া ইটা খুলী বোলে। তাতে দৈত্যগুৰু শুক্ৰাচাৰ্যৰ আশ্ৰম আছিল। এতিয়া তাত শুক্ৰেশ্বৰ নামে শিৱৰ দেৱালয় আছে। মন্ত্ৰাচলৰ পশ্চিমে অগস্তি ক্ষেত্ৰ। তাতে

বোধ জনাৰ্দনৰ মূৰ্তি আছে। তাক কন্ধি পৰ্বতো বোলে।

ত্ৰিব পৰ্বত—ইয়াৰ নাম সম্ভৱতঃ ত্ৰিবৃষা। ত্ৰিবৃষা এজন বেদব্যাস। 'কামৰূপৰ বুৰঞ্জী'ত এই পৰ্বতটোৰ নাম ত্ৰিব্ বুলি লিখা আছে। তাত সুন্দৰী-শিলা আছে, একাদশ ৰুদ্ৰৰ শিৱলিঙ্গ আছে, দশ অৱতাৰ আৰু উৰ্বশীৰ মূৰ্তি শিলত কটা আছে। এই খোদিত মূৰ্তিবিলাক পৌৰাণিক যুগৰ হ'ব পাৰে। বেদত দশ অৱতাৰৰ কোনো উল্লেখ নাই। উৰ্বশী শৈলৰ উচ্চত চক্ৰতীৰ্থ, আদি বশিষ্ঠ আৰু অৰুন্ধতীৰ আশ্ৰম। তাৰ উত্তৰে উমানন্দ বা ভস্মাচল পৰ্বত। তাক বৃষাচল বা বৃষধ্বজ বোলে, কামেশ্বৰৰ শিৰ বুলিও কয়। যথা,—

"বৃষাচল নমস্তেঽস্তু ধৰ্মমাৰ্গ ত্ৰিপিষ্টপ।
আৰোহয়ামি শিখৰং ভস্মকূট নমোঽস্তু তে॥"
—যোগিনীতন্ত্ৰ, উত্তৰ খণ্ড।

"উমানন্দ নমস্তেঽস্তু পাৰ্বতী প্ৰীতিবৰ্দ্ধন।
নিৰ্বিঘ্ন যাতু মে সিদ্ধিকৰ্মাং পূজা কৃতোদ্যমে॥
জগন্নাথ প্ৰসাদাৎ শ্ৰীমৎ কামেশ্বৰং শিৱং।
অৰ্চ্চয়ামাস দেৱেশ আজ্ঞয়া তে মহেশ্বৰ।"
—যোগিনীতন্ত্ৰ, উত্তৰ খণ্ড।

উমানন্দৰ পশ্চিমে মাতঙ্গ নামে ক্ষেত্ৰ। তাত মাতঙ্গী দেৱীৰ নিবাস।

"তত্ৰস্থো মন্দৰং পশ্চোদ্দক্ষিনাভিমুখে তু।
স সৰ্বকুলমুদ্ধৃত্য ব্ৰহ্মলোকে মহীয়তে॥
নমো মন্দৰশৈলায় ৰিষ্ণুৰূপায় বেধসে॥
যোগিনীতন্ত্ৰ, উত্তৰখণ্ড।

উমানন্দৰ পশ্চিমে ব্ৰহ্মপুত্ৰৰ মাজত থকা শিলাময় পৰ্বতটোকে মন্দৰ পৰ্বত বোলা হৈছে। "কীৰ্ত্তনত লিখা "ধৰিলা মন্দৰ গিৰি প্ৰভু পৃষ্ঠ ভাগে" পদৰ মন্দৰ এইটো নে কি? মন্দৰৰ পশ্চিমে অশ্বক্ৰান্তৰ নামনিত "কূৰ্মমাধৱ" দেৱালয় আছে, অগস্তি ক্ষেত্ৰত থকা বৃদ্ধৰূপী জনাৰ্দন মূৰ্ত্তিৰ বিপৰীত ফালে লৌহিত্যৰ মাজত মন্দৰগিৰি।

লৌহিত্যৰ দক্ষিণ কূলত কোল বা বৰাহ পৰ্বত। তাৰ পশ্চিমে পাণ্ডুনাথ। তাৰ বায়ুকোণে দ্বাদশ ধনু পৰিমিত ব্ৰহ্মকুণ্ড সৰোৱৰ। তাৰ দক্ষিণে পাঁচ ধনু-প্ৰমাণ লৌহিত্য কুণ্ড। তাৰ দক্ষিণে অলপ দূৰত বিষ্ণু-কুণ্ড। তাৰ দক্ষিণে কিঞ্চিৎ নৈঋত কোণে একাদশ ধনু পৰিমিত শিৱকুণ্ড। পাণ্ডুনাথৰ নৈঋত কোণে ধৰ্মক্ষেত্ৰ। তাৰ দক্ষিণে অলপ দূৰত কোলক্ষেত্ৰ। ব্ৰহ্মগিৰিৰ উত্তৰে শ্ৰীকুণ্ড। তাৰ পূবে কনখল তীৰ্থ। তাৰ পূবে সপ্তধনু প্ৰমাণ ত্ৰিলোকবিখ্যাত পৰমেষ্ঠী ব্ৰহ্মাৰ পুষ্কৰ নামে তীৰ্থ। পুষ্কৰৰ নৈঋত কোণে কিঞ্চিৎ বাওঁফালে অষ্টবিংশতি ধনু পৰিমিত বদৰিকা-শ্ৰম তীৰ্থ। তাৰ ওচৰত নৰনাৰায়ণৰ আশ্ৰম আছিল। তাতে বিভাণ্ডক নামে মহেশৰ এক লিঙ্গ আছে। কামাখ্যাৰ নীলাচলত সৌভাগ্যৰ নামে এক সৰোৱৰ আছে। তাত ইন্দ্ৰাদি দেৱতাসকলে মিলি প্ৰজা-পতিৰ পূজা কৰিছিল।

নৱগ্ৰহৰ চিত্ৰকূট পৰ্বতত গালৱ মুনিৰ আশ্ৰম আৰু মানসা নদীৰ মুখত যোগীঘোপা পাহাড়ত তৃণবিন্দু ঋষিৰ আশ্ৰম আছিল। তৃণবিন্দু এজন বেদ-ব্যাস। অষ্টাবক্ৰ ঋষিৰ আশ্ৰম ইন্দ্ৰাচল বা নন্দন পৰ্বতত আছিল। আজিকালি তাক আঁৰ পৰ্বত বোলে।

কামৰূপৰ মদাৰতলা মৌজাত দেৱদ্বাৰ পৰ্বতত গোপেশ্বৰ শিৱৰ দেৱালয় আছে। গোপেশ্বৰৰ পূবে মদনাচলত কামদেৱৰ স্থান। এই মদনাচলকে মৎস্য-ধ্বজ পৰ্বত বোলে। "কলিকাপুৰাণত" লিখা আছে, 'মৎস্যধ্বজ এটা কুলপৰ্বত, ইয়াতে কামদেৱে মহাদেৱৰ নেত্ৰাগ্নিৰ দ্বাৰা দগ্ধ হৈ তপস্যাৰে বৃষধ্বজক প্ৰসন্ন কৰি পুনৰ্বাৰ নিজ ৰূপ পাইছিল, মৎস্যৰূপধাৰী বিষ্ণু সেই ঠাইতে অধিত্যকাত পৃথিৱীলৈ চাই অৱস্থিতি কৰিছে, সেই ঠাইতে দক্ষিণবাহিনী শাশ্বতী নদী আৰু কামসৰ নামে সৰোৱৰ আছে। দেৱ-দুৱাৰ পৰ্বতটো হিমালয়ৰ এটা ঠেংগুলি। আগেয়ে তাৰ নামে দেৱদাৰুবন আছিল। তাতে মদনৰ তপোবন

আছিল। "স্কন্দ পুৰাণত" ইয়াৰ উল্লেখ আছে।

হাজোৰ মণিশৈল বা মনিকূট পৰ্ব্বতত ঔৰ্ব ঋষিৰ আশ্ৰম আছিল। তাত হয়গ্ৰীৱ মাধৱৰ দেৱালয় আছে। তক্ষকাদি আৰু কিছুমান ক্ষেত্ৰ পৰ্ব্বত আছে। প্ৰবন্ধ দীঘল হ'ব বুলি সকলোবিলাকৰ নাম লিখা নহ'ল।

বৈদিক কালত পক্ষী বুলি এজাতি মানুহ আছিল। সিইঁতৰ অধিপতিৰ নাম গৰুড়। এই জাতি মানুহ ঘাইকৈ সাগৰৰ পাৰত গৰুড় বা গাৰো পাহাড়ত বাস কৰিছিল। সিহঁতে নাৱত পাল তৰি সাগৰত ফুৰিছিল। যেতিয়া সিইঁতৰ পাল তৰা নাওবিলাক বায়ু-বেগে সাগৰত চলে, তেতিয়া আঁতৰৰ পৰা সেই-বোৰক পক্ষীৰ নিচিনা দেখা গৈছিল। সম্ভৱতঃ গৰুড়ৰ বংশধৰসকলৰ নাম পাছে গউড় বা গৌড় হয়।

তক্ষক, সৰ্প বা নাগ নামে এজাতি মানুহ আছিল। সিহঁতে বাসুকীৰ অধীনত বাস কৰিছিল আৰু বিহ-কাঁড় ব্যৱহাৰ কৰিছিল। "নগ" অৰ্থাৎ পৰ্ব্বতত বাস কৰাৰ কাৰণে বোধ কৰোঁ সিহঁতক নাগ বোলা হৈছিল। "নগ্ন" শব্দৰ পৰাও নাগ হ'ব পাৰে।

ঋক্ষ বা ভালুক, বানৰ, যক্ষ, ৰক্ষ, গন্ধৰ্ব্ব কিন্নৰ, গুহ্যক আদি নামৰ একোজাতি মানুহ আছিল। জন্তুৰ স্বভাৱৰ লগত তুলনা কৰি ভিন্ন ভিন্ন প্ৰকৃতিৰ মানুহক ভিন্ন ভিন্ন নাম দিয়া হৈছিল বুলি বোধ হয়।

ঋগ্বেদৰ সময়ৰ আৰ্য্যজাতি আদিতে আমাৰ এই দেৱভূমি অসমতে আছিল বুলি বিশ্বাস হয়। ইয়াৰ পৰাই তেওঁলোকে পৃথিৱীৰ নানা ঠাইলৈ যায়। ঋগ্বেদত যি যি পশু-পক্ষী, গছ-লতা আৰু শস্যাদিৰ উল্লেখ আছে, সেই সকলোবিলাক আমাৰ দেশত পোৱা যায়। ঋগ্বেদৰ সময়ৰ জলবায়ুৰ লগত আমাৰ দেশৰ জল-বায়ু প্ৰায় মিলে। তাত আৰ্য-জাতিৰ যি যি আচাৰ-ব্যৱহাৰৰ কথা লিখা আছে তাৰ লগত আমাৰ অসমীয়া মানুহৰ আচাৰ-ব্যৱহাৰৰ কিছু সাদৃশ্য আছে। "ঋগ্বেদ আৰু অসম" প্ৰবন্ধত সেই বিষয়ে বহলাই আলোচনা কৰা হ'ব।

পুৰাণ আৰু তন্ত্ৰমতে —.

"অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে।
তত্ৰ যে মানৱাঃ সন্তি তে দেৱাঃ নাত্ৰ সংশয়" ॥*

( ৪ )

আৰ্য্যভট্টই তেওঁৰ "ভুৱনকোষত" কৈছে,—

" ক্ষৌণীং ভিত্বা মেৰুৰ্নিৰ্গত উভয়ত্ৰ তন্মূলে।
নিৱসন্তি দৈত্যাঃ দনুজঃ শিৰোভাগে সদা দেৱাঃ ॥"

অৰ্থাৎ অনন্ত জলৰাশিৰ গৰ্ভৰপৰা যেতিয়া ভূমিয়ে মূৰ উলিয়ালে তেতিয়া সঘনে ভূমিকম্প আৰু অগ্ন্যুৎপাত হোৱাত সেই ভূমি ভেদ কৰি দুফালে মেৰু বা পৰ্ব্বত ওলাই পৰিল। পাছে, সেই মেৰুত দেৱতাসকলে অৱস্থান কৰিলে আৰু মেৰুৰ তলৰ চাপৰ ভূমিত দৈত্য-দানৱ সকলে থাকিবলৈ ললে। আমাৰ অসমৰ উত্তৰে থকা হিমালয়ৰ পূৰ্ব্বাংশ আৰু তাৰ ঠাল-ঠেঙুলি স্বৰূপে গুৱালপাৰা, কামৰূপ আৰু দৰঙ্গৰ পৰ্ব্বতবিলাক মিলি মেৰু নামে প্ৰখ্যাত হৈছিল বুলি বোধ হয়।

" ভূগোল-মধ্যগো মেৰুৰুভয়ত্ৰবিনিৰ্গতঃ।"

এই মেৰু পৰ্বত ঋগ্বেদৰ সময়ৰ পৃথিৱীৰ মধ্যস্থলত। সেই সময়ত যে কামৰূপ পৃথিৱীৰ নাভিস্বৰূপ আছিল, সেই কথা আগেয়ে কৈ আহিছোঁ।

"মেৰুস্তাৱানেৱ সুৰাশ্ৰয়ঃ।" - সূৰ্যসিদ্ধান্ত।

ক্ৰমে লোকসংখ্যা বাঢ়িলত সমুদায় মেৰুতে দেৱতাসকলে গৈ আশ্ৰয় লৈছিল।

" অমৰকোষত " মেৰু শব্দৰ পৰ্য্যায় শব্দবিলাক এই দৰে লিখা আছে,—

মেৰুঃ সুমেৰুৰ্হেমাদ্ৰীৰত্নসানুঃ সুৰালয়।"

ইয়াৰপৰা দেখা যায় যে "মেৰুক যেনেকৈ সুমেৰু আৰু হেমাদ্ৰি বোলা হৈছে, তেনেকৈ ৰত্নসানু বা সুৰালয়ো বোলা হৈছে। সুৰালয় বুলিলে, সুৰ-লোক বা স্বৰ্গ-ভূমি বুজায়। "শব্দ-কল্পদ্ৰুম" অভিধানত সুমেৰুৰ বিবিলাক পৰ্যায় শব্দ লিখা আছে তাৰ ভিতৰত অমৰাদ্ৰি আৰু ভূস্বৰ্গ এই দুটা শব্দ পোৱা যায়।

---

বাঁহী, জেঠ ১৮৫৪ শ'ক, একবিংশ বছৰৰ ২য় সংখ্যা

সাধাৰণতঃ মেৰু বুলিলে পৰ্বত বা পৰ্বতীয়া ঠাই বুজায়। মেৰু শব্দটো মৰু শব্দৰ ৰূপান্তৰ বুলি বোধ হয়। "অমৰকোষ" মতে পৰ্বত আৰু নিৰ্জন ঠাইক মেৰু বোলে।

নাৰায়ণ-পূজাৰ আসন শুদ্ধিৰ বিনিয়োগ মন্ত্ৰত আছে,—

"মেৰু পৃষ্ঠ ঋষিঃ
সুতলং ছন্দ.
কূৰ্মো দেৱতা
আসনোপৱেশনে বিনিয়োগঃ

ইয়াত "মেৰুপৃষ্ঠ ঋষিঃ" কথাষাৰৰ পৰা বুজা যায় যে ঋষিসকল মেৰু বা সুৰালয়ত বাস কৰিছিল।

হাজোৰ মণিশৈলত থকা হয়গ্ৰীৱ মাধৱৰ পূজা-মন্ত্ৰত "সুমেৰুশ্চ পাদ-পীঠে পদ্মকল্পিতমানসং" এই কথাষাৰ আছে। তাত মেৰুকে সুমেৰু বুলিছে।

মানুহৰ আদি পিতা মনুৰ নাম মেৰুসাৱৰ্ণ বা মনুসাবৰ্ণি আছিল বুলি বেদ আৰু পুৰাণৰ পৰা জনা যায়। তেওঁ মেৰু বা সুৰালয়ত বাস কৰাৰ নিমিত্তেই মেৰুসাৱৰ্ণ নাম পাইছিল আৰু বৰ্ণৰ মানুহৰ আদি হোৱা বাবে তেওঁৰ নাম মনুসাবৰ্ণি হৈছিল। এই সম্বন্ধে অধ্যাপক মোক্ষমূলাৰে তেওঁৰ "Science of Language" পুথিৰ দ্বিতীয় ভাগত লিখিছে,—

"For some reason or other Manu the mythic ancestor of the race of man was called Savarni meaning possibly the Manu of all colours i. e. of all tribes and castes"

ভাস্কৰাচাৰ্য্যই লিখি গৈছে,—

"ৱসন্তি মেৰৌ সুৰসিদ্ধসংঘা
ঔৰ্বে চ সৰ্বে নৰবাঃ স দৈত্যাঃ।"

মেৰু পৰ্বতত দেৱতা আৰু সিদ্ধ ঋষিসকল বাস কৰিছিল আৰু বাড়ৱানল-প্ৰধান সমুদ্ৰময় (জলভূমি) নৰকত দৈত্য-দানৱসকল বাস কৰিছিল।

ইয়াৰ পৰা বুজা যায় যে পৰ্বতবিলাকত দেৱতাসকলৰ ঘৰ আছিল আৰু নামনিত চাপৰ পানী-বোকাৰ ঠাইত দৈত্য-দানৱসকলক থাকিবলৈ দিয়া হৈছিল। পুৰণি কামৰূপ ৰাজ্যৰ পশ্চিমাংশ (কৰতোয়াৰ পৰা প্ৰায় ভৈৰবচূড়া আৰু পগলা-টেকলৈকে) নৰকভূমি আছিল। এইছোৱা বাৰিষা পানীত তল গৈছিল। সেই নিমিত্তেই বোধ কৰো এই ছোৱাৰ নাম স্কন্দপুৰাণৰ (ৰেবা খণ্ডৰ ১৮২ অধ্যায়) মতে ভৃগুকচ্ছ হৈছিল। সাগৰৰ উপকূল ভূমিক কচ্ছ বোলে। সম্ভৱতঃ এই নৰকভূমিত ৰাজত্ব কৰাৰ নিমিত্তেই ভগদত্তৰ পিতৃ-পিতামহৰ নাম নৰকাসুৰ হৈছিল। "ৰামায়ণত" যিজন নৰকাসুৰৰ উল্লেখ আছে তেৱেঁই আদি নৰকাসুৰ হ'ব পাৰে। দ্বাপৰ যুগত শ্ৰীকৃষ্ণই যিজন নৰকাসুৰক বধ কৰিছিল। তেওঁ বোধ কৰো আদি নৰকাসুৰৰ পো বা নাতি। "শব্দকল্পদ্ৰুমত" স্বৰ্গ শব্দৰ অৰ্থ এইদৰে লিখা আছে,—

স্বৰ্গঃ—দেৱতানামালয়.। তৎপৰ্যায়—
স্বঃ, নাকঃ, ত্ৰিদিব, ত্ৰিদশালয়ঃ, সুৰলোকঃ,
দ্যোঃ, দ্যৌ ত্ৰিপিষ্টপম্। ইত্যমৰঃ।
মন্দৰঃ, অৱৰোহঃ, গৌঃ, ৰমতিঃ, ফলোদয়ঃ।
ইতি জটাধৰঃ। দেৱলোকঃ, স্বৰ্লোকঃ,
উৰ্দ্ধলোকঃ, সুখধাৰঃ, সৌৰিকঃ,
শক্ৰভুবনম্, দিব্যনম্। ইতি শব্দৰত্নাৱলী।

কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰই আমাৰ দেশখনক সুৰলোক বা সুৰালয় বুলিছে। ইয়াৰ ক্ষেত্ৰপৰ্বতবিলাকতে দেৱতাসকল আদিতে বাস কৰিছিল।

পণ্ডিত উমেশচন্দ্ৰ বিদ্যাৰত্নৰ "মানবেৰ আদি জন্মভূমি" পুথিত লিখা আছে যে স্বৰ্গ দুখন, আদিস্বৰ্গ বা স্বঃ আৰু নতুন স্বৰ্গ (ব্ৰহ্মদেশ) বা দিব্, স্বঃ, নাক্, দ্যো, ত্ৰিদশালয় আৰু সুৰালয় বা সুৰলোক, একমাত্ৰ আদি স্বৰ্গ বুজোৱা শব্দ।

দ্যো বা আদি স্বৰ্গ অসমত যেতিয়া দেৱ ব্ৰহ্ম নামধাৰী আৰ্য্যজাতি বাস কৰিছিল, তেতিয়া অদিতি-

নন্দন সূৰ্যই এই দেশ কিছুদিনৰ নিমিত্তে শাসন কৰিছিল। চন্দ্ৰ, বিষ্ণু, ইন্দ্ৰ, শিৱ আৰু যমেও পালমতে আদিস্বৰ্গত আধিপত্য কৰিছিল।

বেদত আছে,—

"দেবানাংস্তি এতৎ পৰমং জনিত্ৰং যৎ সূৰ্যঃ।"

ইতি শ্ৰুতেঃ ১।৫২।১০ মণ্ডলভাষ্যম্।

অৰ্থাৎ দেৱতাসকলৰ যি পৰম পৱিত্ৰ জন্মভূমি সেয়ে সূৰ্যৰ শাসনাধীন ঠাই।

"কালিকা পুৰাণ"ৰ ৭৮ আধ্যাত লিখা আছে যে ব্ৰহ্মক্ষেত্ৰৰ অৰ্থাৎ গুৱাহাটীৰ কামাখ্যাৰ পশ্চিমে আৰু মদনা নৈৰ পূবে যি ৰবিক্ষেত্ৰ আছে, তাত শ্ৰীসূৰ্য বাস কৰিছিল।

"কামৰূপে মহাপীঠে ব্ৰহ্মেন্দ্ৰবৰুণাদয়ঃ।
তদা নন্বাহ্বয়ে শৈলে শ্ৰীসূৰ্যোঽপি ব্যৱস্থিতঃ"॥

কামৰূপ মহাপীঠত যেতিয়া ব্ৰহ্মা, ইন্দ্ৰ, বৰুণ আদি দেৱতাসকল বাস কৰিছিল, তেতিয়া শ্ৰীসূৰ্য পাহাড়টো গুৱাহাটীৰ পৰা চহৰৰপৰা সাত মাইলমান পূবে আছিল। সূৰ্যৰ অধীনত থকাত আদিস্বৰ্গৰ নাম সৌৰিক হৈছিল।

মৎস্য পুৰাণৰ ৯৫ আধ্যাত মেৰু পৰ্বতৰ বৰ্ণনা আছে। তাৰ পৰা জনা যায় যে মেৰুৰ উত্তৰে কুৰুবৰ্ষ, পূবে ভদ্ৰাশ্ববৰ্ষ পশ্চিমে কেতুমালবৰ্ষ আৰু ভাৰতবৰ্ষ। মেৰু এখন পৰ্বতীয়া ঠাই। তিব্বতৰ পূৰ্বাংশক উত্তৰ কুৰু, চীনদেশক ভদ্ৰশ্ববৰ্ষ, তিব্বতৰ পশ্চিমাংশ আৰু তাতাৰক কেতুমলবৰ্ষ বুলি পণ্ডিতসকলে স্থিৰ কৰিছে। এতেকে আমাৰ অসম দেশেই মেৰু বা আদিস্বৰ্গ বুলি বুজা যায়।

"মেৰুমধ্যমিলাবৃতং"

মেৰু বা পৰ্বতৰ মাজত ইলাবৃত অৰ্থাৎ শস্য-শ্যামলা উৰ্বৰাভূমি। পঞ্চম স্কন্ধ শ্ৰীমদ্ভাগৱতৰ ১৬ আধ্যাত লিখা আছে, "এষাং মধ্যে ইলাবৃতং" অৰ্থাৎ মেৰুৰ মাজত ইলাবৃত। ইলা শব্দৰ অৰ্থ অন্ন বা শস্য। মহাৰাজ আগ্নীধ্ৰৰ এজন পুতেকৰ নাম ইলাবৃত আছিল। ইলাবৃতৰ ৰাজত্বৰ কালত তেওঁৰ নামানুসাৰে বৈদিক দ্যো বা আদিস্বৰ্গৰ নাম ইলাবৃতবৰ্ষ হয়।

"মহাভাৰতৰ" ভীষ্ম পৰ্বত আছে,

"তত্ৰ ব্ৰহ্মা চ ৰুদ্ৰশ্চ শক্ৰশ্চাপি সুৰেশ্বৰঃ,
সমেত্য বিৱিধৈৰ্যজ্ঞৈৰ্যজন্তেঽনেকদক্ষিণৈঃ॥"

সেই মেৰু পৰ্বতত ব্ৰহ্মা, ৰুদ্ৰ, ইন্দ্ৰ আদি দেৱতাসকলে মিলি অনেক দক্ষিণা দান কৰি যজ্ঞ কৰিছিল।

আদিস্বৰ্গত দেৱাসুৰসকল যেতিয়া বাস কৰিছিল তেতিয়া পৃথিৱীৰ ভৌগোলিক অৱস্থা কেনে আছিল তলত লিখা কথাখিনিৰ পৰা বুজিব পাৰি :—

"There is geological evidence to prove that in very early times, Southern India formed part of a large continent which extended from Burma and South China on the east, to East and South Africa on the west, and from the Vindhya hills on the north to Australia on the south, and it was probably not connected anywhere with western Asia, though there is reason to believe that it had some connection with the Eastern Himalayas through Assam. This continent was bounded on the north, as we have already seen, by a long stretch of sea extending from Assam to the southern coast of Sindh as it then was, and joined with the Erythrean sea or the Arabian sea.

* * * *

"Mr Ernst Haeckel thus writes about the ancient southern continent.

"This large continent of former times Sclater, an Englishman has called Lemuria from the monkey-like animals which inhabited it, is at the same time of great importance from being the cradle of the human race which in all likelihood here first developed out of anthropoid apes." Rig-Vedic India by prof. A. Ç. Das, M.A.B,L. pp. 91-97

অসমৰ পশ্চিম সীমাৰ পৰা আৰবসাগৰলৈকে

উত্তৰ ভাৰতত এখন সমুদ্ৰ আছিল। বৰ্ত্তমান গঙ্গা নদীৰ উপত্যকা সেই সাগৰৰ গৰ্ভত আছিল। অসমৰ পৰা দক্ষিণাত্য হৈ আফ্ৰিকালৈকে ভূমি লগ লাগি আছিল। আকৌ, অসমৰপৰা পূৰ্বোপদ্বীপ হৈ অষ্ট্ৰেলিয়ালৈকে ভূমি লগ লাগি আছিল। এই দক্ষিণ মহাদেশখনৰ ভিতৰৰে কোনো এখন ঠাই মানুহ জাতিৰ আদি জন্মভূমি হোৱাটো খুব সম্ভৱ। এয়েই আধুনিক কালৰ পাশ্চাত্য পণ্ডিত সকলৰ মত।

আমাৰ দৰং জিলাৰ "দৰং" নামটো "দ্যৌ+অয়ম্" মিলি দ্যোৰয়ম্ হৈ তাৰপৰা নতুবা "দ্যৌ+অঙ্গ" মিলি দ্যোৰঙ্গ হৈ তাৰ পৰা দৰং হোৱা অনুমান কৰা যায়। যি দফলা পৰ্বত মালাত শঙ্কৰৰ মহাশ্ৰম নাটক পৰ্ব্বত আছে আৰু বায়ু ঋষি আশ্ৰম বৃষস্কন্ধ বা গৰুচুকীয়া পৰ্ব্বত আছে, তান দফলা নামটো "দ্যোপুৰ" শব্দৰ অপভ্ৰংশ বুলি বোধ হয়। যজুৰ্বেদৰ মন্ত্ৰবিলাক বায়ু ঋষিয়ে সঙ্কলন কৰিছিল।

মহা জলপ্লাবনৰ পূৰ্বেই দেৱাসুৰৰ ভিতৰত মনোমালিন্য ঘটি ঘোৰ যুদ্ধ হয়। দৈত্যৰাজ বলিক দেৱতাসকলে বলে নোৱাৰি ছল কৰি আদিস্বৰ্গৰ অন্তৰ্গত শোণিতপুৰৰ পৰা নি অসম পৰ্ব্বতমালা (Assam Range) পাৰ কৰি পাতালত ঠাই দিয়ে। স্বৰ্গৰ পদতলত থকা ঠাইৰ নাম পাতাল। অসম পৰ্ব্বতমালাৰ দক্ষিণে থকা সুৰমা উপত্যকা আৰু চট্টগ্ৰাম বিভাগ পাতালত পৰে। বোগলীয়া বা বৰাক নদীয়েই পাতালৰ ভোগৱতী গঙ্গা। পাতাল শঙ্কৰ শিৱৰ দেৱালয় আৰু বাড়ৱাকুণ্ড চট্টগ্ৰামত আছে।

**দেৱাসুৰৰ যুদ্ধ**

বেদ আৰু পুৰাণত দেৱাসুৰৰ যুদ্ধৰ কথা লিখা আছে। কৃষ্ণ যজুৰ্বেদত আছে,—

"দেৱাসুৰাঃ সংযত্তা আসন্।"

দেৱাসুৰৰ ভিতৰত সংগ্ৰাম লাগিছিল।

"তান্ দেৱান্ অসুৰা অজয়ন্,

তে দেৱাঃ পৰিজিগ্যানা অসুৰাণাম্ বশ্যম্ উপায়ন্।"

পাছে যুদ্ধত অসুৰবিলাকে দেৱতাসকলক পৰাস্ত কৰিলে, দেৱতাসকলে অসুৰবিলাকৰ প্ৰজা হৈ অধীনতা পাশত বান্ধ খালে।

"মাৰ্কণ্ডেয় পুৰাণত" আছে,

"দেৱাসুৰমভূৎ যুদ্ধং পূৰ্ণমব্দশতম্ পুৰা।

মহিষেহসুৰাণামধিপে দেৱানাঞ্চ পুৰন্দৰে॥

তত্ৰাসুৰৈৰ্ম্মহাবীৰ্য্যৈৰ্দেৱসৈন্যং পৰাজিতম্।

জিত্বা চ সকলান্ দেৱান ইন্দ্ৰোঽভূৎ মহিষাসুৰঃ॥

পূৰ্ব্বকালত দেৱতা আৰু অসুৰবিলাকৰ ভিতৰত এশ বছৰব্যাপী ঘোৰ যুদ্ধ হৈছিল, তেতিয়া মহিষাসুৰ অসুৰবিলাকৰ আৰু পুৰন্দৰ দেৱতাবিলাকৰ আছিল, মহাবলী অসুৰবিলাকে দেৱসৈন্যক পৰাস্ত কৰি দেৱতাবিলাকক জিনিলত মহিষাসুৰ ইন্দ্ৰৰ সিংহাসনত বহি ইন্দ্ৰ হৈছিল।

"স্বৰ্গাৎ নিৰাকৃতাঃ সৰ্ব্বে তেন দেৱগণা ভুবি।

বিচৰন্তি যথা মৰ্ত্ত্যা মহিষেণ দুৰাত্মনা॥"

দুৰাত্মা মহিষাসুৰে ব্ৰহ্মাদি দেৱতাসকলক আদিস্বৰ্গৰপৰা খেদি উলিয়াই দিলত তেওঁলোকে ভুবলোকত (হিমালয়ত) গৈ মৰণ-ধৰ্মশীল অনাৰ্য্যবোৰৰ দৰে ঘূৰি ফুৰিবলৈ ধৰিলে।

দৰং জিলাত চাৰি দুৱাৰ, ন দুৱাৰ আৰু ছয় দুৱাৰ মহল আছে। এই মহলৰ দুৱাৰবিলাক গিৰিবৰ্ত্ম অৰ্থাৎ ভৈয়ামৰপৰা হিমালয়লৈ যোৱা একোটা বাট (pass)। আগৰ দিনত এই বাট বা দুৱাৰ বিলাকক "দেৱ পন্থা" বোলা হৈছিল। একোখন পৰ্ব্বতীয়া নৈৰ কাষে কাষে এই বাটবোৰ আছিল।

"পিতৃণাং দেৱতানাঞ্চ পন্থানৌ দক্ষিণোত্তৰৌ"

—বায়ু পুৰাণ। ৮৬-১ অ

দক্ষিণৰপৰা উত্তৰলৈ যাব পৰাকৈ পিতৃ আৰু দেৱতাসকলৰ পন্থা (বাট) আছিল।

"স্বৰ্গং যাহি পথিভিৰ্দ্দেৱযানৈঃ"—অথৰ্ব্ববেদ।

দেৱযান বাটেদি স্বৰ্গলৈ যোৱাহি।

"দেৱা যাত পথিভিৰ্দ্দেৱযানৈঃ।"

—ঋগ্বেদ। ৩৭।৪ম

হে দেৱতাসকল, তোমালোক দেৱযান বাটেদি যোৱাঁগৈ। অথৰ্ববেদত আছে, "যে পন্থানো বহুৱো দেৱযানা অন্তৰাত্মাৱাপৃথিৱী সঞ্চৰন্তি।"

দ্যৌঃ আৰু পৃথিৱীৰ ভিতৰত বহুত দেৱযান পন্থা বা সুৰবৰ্ত্ম আছে।

হাজোৰ স্বৰ্গ দুৱাৰৰ পৰা দেৱানগিৰিয়েদি আৰু দৰং জিলাৰ ওদালগুৰি অমৰাতলেদি দুটা প্ৰসিদ্ধ দেৱযান পন্থা আছে। সোৱনশিৰী বা স্বৰ্ণদীৰ পাৰে পাৰে আৰু দিহং, দিবাং আদি নৈৰ পাৰে পাৰেও তেনেকুৱা পন্থা বা বাট আছিল। দৰং জিলাৰ ছয় দুৱাৰ অঞ্চলত ব্ৰহ্মাথান নামে এখন নৈ আছে। এনে প্ৰবাদ আছে যে দেৱাসুৰৰ যুদ্ধত হাৰি সুৰজ্যেষ্ঠ ব্ৰহ্মা সেই নৈৰ পাৰে পাৰে হিমালয়ৰ দফলা পৰ্বতলৈ পলাই গৈছিল। এই ব্ৰহ্মাথান নৈৰ গুৰিত বাহুলি খোৰোং নামে এটা শিলৰ ঘৰ আছে।

ওপৰত যি মহিষাসুৰৰ কথা কোৱা হৈছে, তেৱেঁই "কামৰূপ বুৰঞ্জীত" লিখা মহীৰাঙ্গ বা মৈৰাঙ্গ দানৱ হ'ব পায়। স্বৰ্গীয় আনন্দ ৰাম ঢেকীয়াল ফুকনৰ "অসমীয়া লৰাৰ মিত্ৰ" পুথিৰ ৩৭ পিঠিত লিখা আছে—

'অতি পূৰ্বে গোটেই অসম দেশকে কামৰূপ বুলিছিল, আৰু তাক চাৰি পীঠ কৰি ভাগ কৰা হৈছিল, অৰ্থাৎ কামপীঠ, ৰত্নপীঠ, স্বৰ্ণপীঠ আৰু সৌমাৰপীঠ। এই কামৰূপত পূৰ্বৰে পৰা অনেক ৰাজবংশই ৰাজত্ব কৰি আহিছে। সকলোৰে আদিতে মহীৰঙ্গ দানৱ ৰজা আছিল। তেওঁৰ পিছত তেওঁৰ বংশৰে চাৰিজন ৰজা হলত নৰকাসুৰ, ভগদত্ত, প্ৰভৃতি নৰকৰ বংশৰে অনেক ৰজা হৈ কামৰূপ ক্ৰমে শাসন কৰে।"

স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ "অসম বুৰঞ্জীৰ" ৩০ পিঠিত লিখা আছে।

"কামৰূপৰ আদি ৰজা মহীৰঙ্গদানৱ আছিল। তেওঁৰ বিষয়ে একো কথা আমি নাজানো। পুৰাণেও বিশেষকৈ একো নকয়। এওঁৰ বংশৰ চাৰিজনা ৰজা হয়। এই বংশৰ পাছত নৰকাসুৰ কামৰূপৰ ৰজা হয়।"

স্বৰ্গীয় হলিৰাম ফুকনে বঙ্গলা ভাষাতে লিখা "আসামের ইতিহাস" পুথিত আছে,—

"কামৰূপে প্ৰথমে ব্ৰহ্মাৰ পুত্ৰ মহীৰঙ্গদানৱ ৰাজা হইয়াছিলেন। তাঁহাৰ ৰাজধানী গুৱাহাটীৰ অগ্নিকোণে দুই ক্ৰোশ অন্তৰে মৈৰোকা নামে পৰ্বতে ছিল। পৰে তাঁহাৰ পুত্ৰ হাটকাসুৰ, তৎপুত্ৰ সম্বৰাসুৰ, তদাত্মজ ৰত্নাসুৰ ৰাজা হন। পৰে শ্ৰীবিষ্ণু ৰত্নাসুৰকে বধ কৰিয়া নৰকাসুৰকে ৰাজা কৰেণ"।

"কালিকা পুৰাণৰ" পৰা জনা যায় যে নৰকাসুৰে কিৰাতৰাজ ঘটকাসুৰক বধ কৰি কামৰূপৰ ৰজা হয়। ৰত্নাসুৰৰ নাম বোধ কৰোঁ ঘটকাসুৰ আছিল। এতিয়া বড়ো বা কছাৰী জাতিকে পুৰাণে কিৰাত বুলিছে।

উত্তৰ কাছাৰত মাহুৰ নামে এখন ঠাই আছে। দৈয়াং নদী সেই ফালৰ পৰা বৈ আহিছে। "মাহুৰ" নামটো মহীষাসুৰ বা মহাসুৰৰ অপভ্ৰংশ হ'ব পায়। দৈয়াং নৈৰ নাম সম্ভৱতঃ দৈত্যাঙ্গ বা দৈত্যাং আছিল। জেন্দ আৱেস্তা পুথিত উল্লেখ কৰা দৈত্যা নৈ এইখনেই হ'ব পায়। কোনো কোনো পণ্ডিতৰ মতে দৈয়াং আৰু কপিলী নদীৰ মিলিত সুঁতিৰ নাম দৈত্যা নদী আৰু সেয়েই বেদোক্ত দৃষদ্বতী। উত্তৰ কাছাৰত দৈত্যহাজা নামেও এখন ঠাই আছে। নগাঁও আৰু উত্তৰ কাছাৰৰ সীমাত মৈৰং নামে এখন অতি পুৰণি নগৰৰ ভগ্নাৱশেষ আছে। সম্ভৱতঃ সেইখন মহীৰঙ্গৰ নগৰ আছিল।

"বামন পুৰাণ"ত আছে, —

"ততোঽসুৰা যথাকামং বিহৰন্তি ত্ৰিপিষ্টপে।
ব্ৰহ্মলোকে চ ত্ৰিদশাঃ সংস্থিতা দুঃখকৰ্ষিতাঃ।"

পাছে অসুৰবিলাকে ত্ৰিপিষ্টপ বা আদিস্বৰ্গত ইচ্ছামতে বিহাৰ কৰিবলৈ ধৰিলে, আৰু দেৱতাসকলে দুখে-বজাৰে জৰ্জৰিত হৈ ব্ৰহ্মলোকত গৈ আশ্ৰয় ল'লে।

"যোগিনীতন্ত্ৰই" কামৰূপক ত্ৰিপিষ্টপ বুলিছে।

এতিয়াৰ ব্ৰহ্মদেশ বা বৰ্মাক "বামন পুৰাণে" ব্ৰহ্মলোক বুলিছে। বৰ্মা নামটো ব্ৰহ্ম বা ব্ৰহ্মা শব্দৰ অপভ্ৰংশ। ৰামায়ণৰ কিষ্কিন্ধাকাণ্ডৰ ৪০ আধ্যাত ব্ৰহ্মদেশৰ উল্লেখ আছে। পণ্ডিত উমেশ চন্দ্ৰ বিদ্যাৰত্নৰ "মানবেৰ আদি জন্মভূমি" নামে পুথিৰ ১৫৪ পিঠিত লিখা আছে যে সুৰজ্যেষ্ঠ ব্ৰহ্মাৰ প্ৰথম ব্ৰহ্মলোক মেৰুপৰ্বত বা আদি স্বৰ্গ, দ্বিতীয় ব্ৰহ্মলোক ব্ৰহ্মদেশ বা বৰ্মা। দেৱতাসকলে এইদৰে ঠাই সলাই সলাই য'ত য'ত গৈ উপনিবেশ স্থাপন কৰিছিল, সেই সকলো ঠাইক পাছে দেৱভূমি বা স্বৰ্গ বোলা হৈছিল। "কৃষ্ণ যজুৰ্বেদৰ" মতে দেৱলোকৰ সংখ্যা বাঢ়ি বাঢ়ি ২১ খন হৈছিল। যথা—

"একবিংশতিবৈ দেৱলোকাঃ।

ব্ৰহ্মা, ইন্দ্ৰ আদি দেৱতাসকলে দেৱাসুৰৰ যুদ্ধত হাৰি দেৱযান বাটেদি গৈ আমাৰ দেশৰ উত্তৰে থকা হিমালয় পৰ্বতৰ পূৰ্বাংশত আশ্ৰয় লয়। তাতো সুখেৰে থাকিব নোৱাৰি তেওঁলোকে ক্ৰমে উজাই গৈ ব্ৰহ্মদেশত নতুনকৈ স্বৰ্গৰাজ্য স্থাপন কৰি নিৰাপদে বাস কৰে। সুৰজ্যেষ্ঠ ব্ৰহ্মাৰ নামানুসাৰে সেই দেশৰ নাম ব্ৰহ্মলোক ব্ৰহ্মদেশ হয়। তাতে ইন্দ্ৰৰ অমৰাৱতী নগৰ নিৰ্মিত হয়। আজিকালি অমৰাৱতীক অমৰাপুৰ বোলে। ব্ৰহ্মদেশৰ ভামো ("ব্ৰহ্মাৰ" অপভ্ৰংশ) নগৰত সম্ভৱতঃ ব্ৰহ্মাৰ পুৰী আছিল।

দেৱতাসকলে আদিস্বৰ্গ অসমৰ পৰা গৈ ব্ৰহ্মদেশত নতুনকৈ স্বৰ্গৰাজ্য স্থাপন কৰিলত এই দেশ স্বৰ্গৰ দুৱাৰ-স্বৰূপ হ'ল। আমাৰ সদিয়া সীমান্ত ভূমিক সেই স্বৰ্গৰ দুৱাৰমুখ বুলিব পাৰি। অদিতি নন্দন বিষ্ণুৱে দুৱাৰ ৰখীয়া হৈ দিবং নৈৰ উপত্যকাত নগৰ নিৰ্মাণ কৰি বাস কৰিছিল। "ঐতৰেয় ব্ৰাহ্মণ" পুথিত আছে, —

"বিষ্ণুবৈ দেৱানাং দ্বাৰপঃ,

স এব অস্মৈ এতদ্বাৰং বিবৃনোতি।"

বিষ্ণু দেৱতাসকলৰ দ্বাৰপাল বা দুৱৰী আছিল, তেৱেঁই আমাক ব্ৰহ্মলোকলৈ (ব্ৰহ্মদেশলৈ) যাবলৈ দুৱাৰ মেলি দিছিল অৰ্থাৎ বাট এৰি দিছিল।

"দিৱি অন্যঃ সদনং চক্ৰে উচ্চা

পৃথিব্যামন্যঃ অধি অন্তৰীক্ষে।"

পুষাই বিষ্ণুৰ নিমিত্তে দিৱলোকত ওখকৈ এখন নগৰ নিৰ্মাণ কৰিছিল, আৰু প্ৰজাপতি সোম বা চন্দ্ৰই পৃথিৱী নামে অন্তৰীক্ষত (হিমালয়ৰ দাঁতিত বিষ্ণুনগৰৰপৰা অলপ আঁতৰত) পিতৃসকলৰ নিমিত্তে এখন নগৰ তৈয়াৰ কৰিছিল।

ঋগ্বেদৰ (২।১৯।৭ম) পৰাও জনা যায় যে বিষ্ণুৱে স্বৰ্গক সমৃদ্ধিশালী কৰি পৃথিৱীৰ পূৰ্বদিশত বাস কৰিছিল। "কৃষ্ণ যজুৰ্বেদত" আছে, —

"সংৱৎসৰঃ খলু বৈ দেৱানামায়তনম্।

তস্মাৎ বৈ আয়তনাৎ দেৱা অসুৰান্ অজয়ন্॥"

সোম ৰাজ্য সংবৎসৰ দেৱতাসকলৰ আয়তন। সেই আয়তনৰ পৰা দেৱতাসকলে পাছৰ যুদ্ধত অসুৰবিলাকক জিনিব পাৰিছিল।

"বিষ্ণু পুৰাণত" লিখা আছে, —

"নক্ষত্ৰগ্ৰহবিপ্ৰাণাং বীৰুধাঞ্চাপ্যশেষতঃ।

সোমং ৰাজ্যে দধাৎ ব্ৰহ্মাযজ্ঞানাং তপসামপি॥"

ইয়াৰ পৰা বুজা যায় যে ব্ৰহ্মাই সংবৎসৰত সোমক ৰজা পাতিছিল। সেই সংৱৎসৰৰ নামেই পাছত সৌমাৰ হ'ব পাৰে। অসমৰ উত্তৰ-পূৱে সৌম্য নামে এখন ৰাজ্য আছিল বুলি ভাস্কৰাচাৰ্যই লিখি গৈছে। প্ৰজাপতি সোমক ব্ৰহ্মাই এই ৰাজ্যৰ প্ৰথম ৰজা পাতিছিল। তেৱেঁই চন্দ্ৰবংশৰ আদি পুৰুষ। "সৌম্যৰাষ্ট্ৰ" শব্দ "সৌম্যৰাট হৈও পাছে সৌমাৰ হ'ব পাৰে। স্বৰ্ণ বুজোৱা "সৌমেৰুকম" শব্দৰ পৰাও সৌমাৰ হ'ব পাৰে। সোমৰ নগৰৰ "পৃথিৱী নগৰ" বা "পিতৃনগৰ" আৰু বিষ্ণুৰনগৰৰ নাম "বিষ্ণুনগৰ আছিল। সদিয়া অঞ্চলৰ দিবং নৈৰ উপত্যকাত এই দুয়োখন পুৰণি নগৰৰ ভগ্নাৱশেষ আছে। নগৰৰ ঘৰবিলাক শিল আৰু ইটাৰে তৈয়াৰ কৰা হৈছিল।

কৰ্ণেল শ্যেক্সপীয়েৰ চাহাবৰ উজনি অসমৰ ইতিহাস (Col. Shakespear's History of Upper

Assam) পুথিত লিখা আছে,—

"No knowledge is forthcoming as to when they (Abors and Mishmis) settled in these hills which history shows had once a strong thriving and almost civilized race dwelling in large cities along the outer range of hills now inhabited by Abors and Mishmis

"In the eastern corner of the province beyond and far from Sadiya are signs that the Brahmaputra and Lohit rivers flowed in the far off past much closer to the foot of the Abor and Mishmi Hills, and Hannay states his opinion that it was the gradual changing of the river's course further and further south which led to the abandonment of the cities of Bishmaknagar and Prithiminagar"

এইখিনি কথাই সুদূৰ অতীজত যে সদিয়া অঞ্চলত আৰ্যবসতি আছিল আৰু তাত যে নগৰাদি আছিল তাক প্ৰমাণ কৰে। কিন্তু ইযাত যিখন নগৰৰ নাম "ভীষ্মকনগৰ" বুলিছে, প্ৰকৃতপক্ষে সেইখন ভীষ্মক ৰজাৰ নগৰ নহয়। তাৰ নাম আদিতে "বিষ্ণু নগৰ আছিল। লক্ষ্মীপুৰ জিলাৰ যি মানচিত্ৰ প্ৰথমে ছপা হৈ ওলাইছিল, তাত দিবাং নৈৰ মাজত যিখন পুৰণি নগৰৰ ভগ্নাৱশেষ আছে। তাক Bishnunagar (বিষ্ণুনগৰ) বুলিহে দেখাইছিল, ভীষ্মক নগৰ বোলা নাছিল। আমাৰ গৱৰ্ণমেণ্টে যেতিয়া সদিয়া অঞ্চল অধিকাৰ কৰে তেতিয়া সেই অঞ্চল জৰীপ কৰায় আৰু স্থানীয় অনুসন্ধান আৰু কিম্বদন্তীৰ ওপৰত নিৰ্ভৰ কৰিহে, যেপত নামবোৰ প্ৰকাশ কৰিছিল। মেজৰ হেনে ছাহাবৰ ৰিপোৰ্টতো এই পুৰণি নগৰখনৰ নাম "বিছেন নগৰ" বুলিহে লিখা আছে। কৰ্ণেল শোক্ষপীয়েৰে বোধ কৰোঁ সদিয়াৰ কুণ্ডিল নৈৰ নামটোৰ পৰা বিছেন নগৰক বিদৰ্ভ ৰাজ্যৰ ৰজা ভীষ্মকৰ নগৰ (কুণ্ডিল নগৰ) বুলি অনুমান কৰিছে। কিন্তু বিছেন নগৰৰ ভগ্নাৱশেষ দিবাং আৰু দিক্ৰং নৈৰ মাজতহে আছে, কুণ্ডিলৰ পাৰত নাই। বিদৰ্ভৰাজ ভীষ্মকৰ নগৰৰ নাম কোনোকালে "ভীষ্মক নগৰ" থকাৰ কথা কোনো পুৰাণত বা "মহাভাৰতত" বা "হৰিবংশত" পোৱা নেযায়। অতি পূৰ্বে সদিয়া অঞ্চলৰ ব্ৰহ্মপুত্ৰ লৌহিত্য আদি নৈবিলাক আৰব আৰু মিছিমি পৰ্বতৰ কাণেদি উক্ত পুৰণি নগৰৰ কাষেদি বৈছিল, পাছে, ক্ৰমে ক্ৰমে নৈৰ পলস পৰি ঠাই ওখ হৈ যোৱাত নৈয়ে বাট সলাই বৰ্তমান গতি ধৰিলে। অতি পূৰ্বে দিহিং আৰু দিখৌ নৈও সমান্তৰালভাৱে বৈ গৈছিল। নগাঁৰৰ কলং নৈ আগৰ দিখৌৰ সুঁতি, আৰু সোণাই নৈ আগৰ দিহিঙৰ সুঁতি।

"কালিকা পুৰাণ"ৰ ৩৮ আধ্যাত লিখা আছে যে বিষ্ণুৱে নৰকাসুৰক প্ৰাগজ্যোতিষপুৰ ৰাজ্যৰ ৰজা পাতি উত্তৰ পূব ফালে গৈ গিৰি দুৰ্গৰ মাজত কোনো সুগুপ্ত, বা নিৰাপদ ঠাইত নগৰ নিৰ্মাণ কৰি বাস কৰিলে, ঠাই অতি নিভৃত, সকলো বিষয়ে সুখকৰ আৰু দেৱ-মনুষ্যৰ অগম্য।

"ঐতৰেয় ব্ৰাহ্মণত" 'লিখা স্বৰ্গলৈ যোৱা বাটৰ মুখত স্বৰ্গৰ দুৱাৰ-ৰখীয়া স্বৰূপে বিষ্ণুৱে গিৰি-দুৰ্গৰ মাজত যি নগৰ নিৰ্মাণ কৰি বাস কৰিছিল সেয়ে "বিষ্ণু নগৰ।"

ইং ১৮৪৮ খৃষ্টাব্দত মেজৰ হেনে (Hannay) ছাহাবে কিছুমান মানুহ লগত লৈ সদিয়া অঞ্চলৰ পুৰণি নগৰ আৰু মন্দিৰ আদিৰ ভগ্নাৱশেষবিলাক চাই ফুৰিছিল। তেওঁ দিবাং আৰু দিক্ৰং নৈৰ মাজত "পিৰ্তিমি" নগৰ নামে এখন পুৰণি নগৰৰ ভগ্নাৱশেষ দেখা পাইছিল। সেই নগৰৰ মাটিৰ গড়টো ১৮ ফুট ওখ। উত্তৰ আৰু উত্তৰ পশ্চিম ফালে কেবা মাইল পৰ্যন্ত গড়টোৱে নগৰখন আঁগুৰি আছে। গড়ৰ খাৱৈ বৰ দ। নগৰৰ ভিতৰত কেবাটাও বৰ ডাঙৰ পুখুৰী আছে। এটা পুখুৰী জুখি দীঘলে ২৮০ গজ আৰু পুতলে ৯০ গজ পাইছিল। পুখুৰীবিলাকত কটা শিলৰ খটখটি থকা বাট আছে। নগৰলৈ সোমোৱা বাটত ইটাৰ বাট-চ'ৰা (gateway)

আৰু তাৰ পৰা দিক্ৰং নৈৰ ঘাটলৈকে এটা ওখ শিল-পৰা আলি দেখা পাইছিল, নৈৰ ঘাটত আগৰ শিল-সাঁকোৰ কটা শিলবোৰ ভাগি-ছিগি দ'ম হৈ পৰি আছে, নগৰৰ ভিতৰত অনেক ইটা আৰু শিল ঠায়ে ঠায়ে দ'ম হৈ পৰি থকা দেখি তাত পূৰ্বে অনেক পকীঘৰ আছিল বুলি জানিব পাৰিছিল। মেজৰ হেনে ছাহাবৰ মতে এসময়ত এই গড়ৰ ভিতৰত এখন বৰ ডাঙৰ সমৃদ্ধিশালী আৰু জনাকীৰ্ণ ৰম্যপুৰী আছিল। তেওঁ স্থানীয় অনুসন্ধানৰপৰা সেই নগৰৰ নাম "পিৰ্তিমিনগৰ" বুলি জানিব পাৰিছিল। সম্ভৱতঃ এইখনেই প্ৰজাপতি সোম বা চন্দ্ৰই পিতৃসকলৰ নিমিত্তে নিৰ্মাণ কৰা "পৃথিৱী নগৰ"। বেদত আছে—

"পিতৃণাং স্থানমাকাশং দক্ষিণাদিক্ তথৈবচ"— অৰ্থাৎ আকাশৰ (সুমেৰুৰ) দক্ষিণে পৰ্বতৰ দাঁতিত পিতৃসকলৰ আৱাসস্থান।

উক্ত হেনে ছাহাবেই দিবং আৰু দিক্ৰং নৈৰ মাজত পৰ্বতৰ নৈৰ দাঁতিত এটা গিৰি দুৰ্গ দেখা পাইছিল। সদিয়াৰপৰা এই দুৰ্গটো এভোখৰ সমান অথচ ওখ আৰু আহল-বহল ঠাইত নিৰ্মিত। তেওঁ তাত এটা ওখ মাটিৰ গড দেখা পাইছিল, গড়ৰ ভিতৰত সোমাই অলপ দূৰ গৈয়েই এখন শকত প্ৰাচীৰৰ তলখন কটা শিলেৰে বন্ধোৱা আৰু ওপৰখন উত্তম ইটাৰে বন্ধোৱা, ইটাৰ প্ৰাচীৰখন ওখই ৫ ফুট হ'ব, প্ৰাচীৰৰ গাত জাঠি আৰু কাঁড় সৰকিব পৰা বিন্ধা আছিল, তাত পকী বাট চ'ৰাৰ চিন আৰু দীঘে-পথালিয়ে ঘূৰি থকা ভালেমান প্ৰাচীৰ দেখা পাইছিল, কিন্তু আটাইবোৰ ভাগি ছিগি দ'ম হৈ আছিল, প্ৰাচীৰৰ ভগ্নাৱশেষলৈ চাই তাত বহুত খোঁটালি আৰু স্তম্ভ থকা প্ৰকাণ্ড আট্টালিকা আছিল বুলি জানিব পাৰিছিল, এই গড় আৰু প্ৰাচীৰৰ ভগ্নাৱশেষবোৰ ভালেমান ঠাই জুৰি আছিল। দিক্ৰং নৈৰ উপত্যাকাত তেওঁ বহুত মাটিৰ ভগাছিগা মাটিৰ-কলহ আদিৰ টুকুৰা দেখা পাইছিল। সেইবিলাক মাটিৰ বাচনৰ গঢ এই দেশৰ সাধাৰণ চৰু-কলহৰ নিচিনা নহয়। কিন্তু পশ্চিম ভাৰতৰ বাচনৰ লগত প্ৰায় মিলে। তেওঁ অনুসন্ধান কৰি এই গিৰি দুৰ্গৰ নাম "বিষ্টেন নগৰ" (বিষ্ণু নগৰ?) বুলি জানিছিল। তেওঁ এই নগৰ দুখনৰ বিষয়ে লিখা বিবৰণী ইং ১৮৪৮ চনৰ Asiatic Society ৰ জাৰ্ণেলত ছপা হৈছিল।

তেওঁৰ মতে এই দুয়োখন নগৰ একে জাতি মানুহেই খৃষ্ট ওপজাৰ সহস্ৰাধিক বছৰৰ পূৰ্বে নিৰ্মাণ কৰিছিল। দুয়োখন নগৰৰ ইটা, কটা শিল আদি একে নমুনাৰ। কিন্তু ইটাৰ গাঁথনিত তেওঁ এতিয়াৰ নিচিনা কঁৰাল (Mortar) দেখা নাছিল।

সদিয়াৰপৰা ১০ মাইল আঁতৰত, দেওপানী নামেৰে এখনি সৰু নৈৰ পাৰত, অতি পুৰণি আৰু পৱিত্ৰ দেৱালয় এখনৰ ভগ্নাৱশেষ আছে। মেজৰ হেনে ছাহাবৰ লিখাৰপৰা জনা যায় যে এই দেৱালয়ৰ চৌমেৰে কটা শিলৰ প্ৰাচীৰ আছিল, প্ৰাচীৰৰ ভিতৰ ফাল ইটাৰে বন্ধোৱা আছিল। প্ৰাচীৰৰ ভিতৰৰ মজিয়াখন এখন প্ৰশস্ত নিমজ শিলৰ চোতাল। চোতালৰ মাজত এখন ছয়কোণীয়া প্ৰকাণ্ড শিলৰ বেদী। বেদীৰ সম্মুখত নৈবেদ্য আদি থোৱা এটা পাথৰৰ ভেটি (terracc)। বেদীৰপৰা তিনি কুৰি খোজমান আঁতৰত আকৌ এখন পকা দেৱাল, আৰু দেৱালৰ বাহিৰে দ গডখাৰৈ। বেদীৰ পশ্চিম মুৰৰপৰা দেওপানী নৈৰ ঘাটলৈকে এটা ওখ আলি আছে। বেদীৰ ওপৰত যে পকী ঘৰৰ চাল অতি পূৰ্বে আছিল, তাৰ চিন পোৱা গৈছিল। এই পৱিত্ৰ পুৰণিকলীয়া মন্দিৰ এতিয়া অগাধ অৰণ্যৰ মাজত। মন্দিৰৰ প্ৰাচীৰত অনেক গছ-বন গজিছে। জাকে জাকে বনৰীয়া হাতীয়ে গছৰ ডাল ভাঙি খাওঁতে প্ৰাচীৰৰ শিলাখণ্ডবিলাক ক্ৰমে জহি-খহি যাব লাগিছে। প্ৰাচীৰত হাতীয়ে গা ঘঁহাওতেও শিলৰ চপৰাবিলাক এৰাই ভাগি-ছিগি মাটিত দ'ম লাগিছে। তেওঁ অনুসন্ধান কৰি এই দেৱালয়ৰ দেৱতাৰ নাম

"বুঢ়া-বুঢ়ী" বুলি জানিব পাৰিছিল।

এই মন্দিৰটোৰ বিষয়ে কৰ্ণেল শ্চেক্সপীয়েৰ ছাহাবে তেওঁৰ History of Upper Assam পুথিত লিখিছে,—

"The Bhura Bhoore temple which Hannay and Party found their way to which lies 10 miles from Sadiya, the last 4 miles being up the bed of the Dikrang river till a small stream, the Deopani, was reached. Here they came on what is generally stated to be the most ancient as well as the most sacred spot in Assam

সদিয়াৰ কুণ্ডিল নৈৰ মুখৰপৰা দহ মাইল পূবে দালপানী নামে এখন সৰু নৈৰ পাৰত তাম্ৰেশ্বৰী দেৱালয়ৰ ভগ্নাৱশেষ আছে। ইয়াৰ চাল তামৰ আছিল। এই দেৱালয়ৰ ঘাটৰ মুখত ইন্দ্ৰৰ ঐৰাৱতৰ নিচিনা এটা শিলৰ হাতীৰ মূৰ্ত্তি আছিল, সেই হাতীৰ দাঁত দুটা ৰূপৰ আছিল, এতিয়া দাঁত দুটা নাই, মন্দিৰৰ আগত শিল আৰু ইটাৰে সজা এটা বাট-চ'ৰা আছিল, বাট-চ'ৰাৰ গাত নানা তৰহৰ ফুল কটা আছিল, মন্দিৰৰ চাৰিওকালে ইটাৰ প্ৰাচীৰ আছিল, এই প্ৰাচীৰৰ গাত কটা হিন্দু দেৱ-দেৱীৰ মূৰ্ত্তিবিলাকলৈ চাই আৰু প্ৰাচীৰৰ ইটাৰ গাঁথনিত কঁৰাল (mortar) দেখি মেজৰ হেনে ছাহাবে ঠিক অনুমানকে কৰিছিল যে এই মন্দিৰ দেওপানীৰ মন্দিৰতকৈ অনেক পাছে নিৰ্মিত হৈছিল। কাৰণ, পৌৰাণিক যুগৰপৰা হিন্দু বিলাকে শিৱ, দুৰ্গা, ৰাম কৃষ্ণ, আদি যিবোৰ দেৱ-দেৱীৰ পূজা কৰি আহিছে, বেদত সেইবোৰৰ নাম-গন্ধ নাই আৰু বৈদিক কালত সেইবোৰৰ পূজাও নাছিল। সি যি হওক, শিল আৰু ইটাৰে নিৰ্মাণ কৰা অনেক পুৰণি নগৰ আৰু মন্দিৰাদিৰ ভগ্নাৱশেষ অসমত আছে।*

( ৫ )

"The Brahmanas relate that the Asuras as well as the Devas were the progeny of Prajapati, and both performed sacrifices and became powerful. But the Asuras having tried to establish their supremacy over the Devas, a conflict arose between them which lasted for a long time during which several bloody battles were fought The Aitareya Brahmana (1-3-3) says that at first there were fightings in the east, the west, the south and the north, in all of which Devas were defeated by the Asuras but when the fighting took place in the north east direction of Sapta-Sindhu, the Devas were victorious, and since then, this direction has been regarded as invincible. Hence when the Soma plant was brought for sacrifice, it became the custom among the Aryan worshippers of the Devas to take it out from the cart from that direction It is further related in the Brahmanas that as the Devas attributed their defeat to their having no king, they made Soma their king, and with the help of Soma, they became victorious in all directions'— "Rig-Vedic India" P 156.

অৰ্থাৎ বেদৰ ব্ৰাহ্মণ ভাগত আছে, দেৱতা আৰু অসুৰ উভয়েই এক প্ৰজাপতিৰ (কশ্যপৰ) সন্তান আৰু উভয়েই যজ্ঞাদি কৰিছিল আৰু ক্ষমতাশালী আছিল। কিন্তু অসুৰবিলাকে দেৱতাসকলৰ ওপৰত প্ৰভুত্ব কৰিবলৈ চেষ্টা কৰাত তেওঁলোকৰ ভিতৰত কাজিয়া লাগি যুদ্ধ হয়, সেই যুদ্ধ বহুদিনলৈকে চলি আছিল আৰু মাজে মাজে তয়াময়া ৰণ লাগিছিল। 'ঐতৰেয় ব্ৰাহ্মণ" পুথিৰপৰা জনা যায় যে প্ৰথমতে দেৱাসুৰৰ যুদ্ধ পূব ফালে হয়, পাছে পশ্চিম ফালে দক্ষিণে আৰু উত্তৰে হয়, আটাইবিলাক যুদ্ধতে দেৱতাসকল পৰাস্ত হয়, দেৱতাসকলে আদিস্বৰ্গৰ (সপ্তসিন্ধু) উত্তৰ পূবফালে গৈ আশ্ৰয়

* বাঁহী, আহাৰ ১৮৫৪ শক, ২১শ বছৰ ৩য় সংখ্যা।

জয় , তাতো অসুৰবিলাকে খেদি গৈ যুদ্ধ কৰে , কিন্তু এই যুদ্ধত দেৱতাসকলৰ জয় হয় , আৰু তেতিয়াৰপৰা উত্তৰ পূব দিশ অজেয় বুলি প্ৰখ্যাত হ'ল। সেই ফালে মুজৱৎ পৰ্বতত ( সম্ভৱতঃ মিজু মিছিমি পৰ্বতত) সোম গছ গজে । এই যুদ্ধজয়ৰ পাছৰপৰা দেৱতাসকলে সেই ফালৰপৰা অনা সোম ৰস যজ্ঞত লগোৱা নিয়ম কৰিলে । বেদৰ ব্ৰাহ্মণ পুথিত এনে কথাও লিখা আছে যে দেৱতাসকলে তেওঁলোকৰ ভিতৰত কোনো ৰজা নোহোৱাত তেওঁলোক যুদ্ধত হাৰিছিল বুলি জানি, তেওঁলোকে প্ৰজাপতি সোমক আদিস্বৰ্গৰ উত্তৰ-পূব ফালে ৰজা পাতি গিৰি দুৰ্গৰ মাজত সুৰক্ষিত নগৰ নিৰ্মাণ কৰি যুদ্ধ কৰাত সোমৰ সহায়ত তেওঁলোকে জয়লাভ কৰিছিল ।

আদিস্বৰ্গ অসমৰ উত্তৰ-পূব কোণত সদিয়াৰ অঞ্চল আছে । তাতে পুৰণি বিষ্ণু-নগৰ আৰু ৰজা সোমে পিতৃসকলৰ নিমিত্তে কৰা নগৰৰ ভগ্নাৱশেষ আছে । যি 'বুঢ়া-বুঢ়ী' দেৱালয়ৰ কথা আগেয়ে কৈ আহিছো সেইটো আদিতে দেৱতাসকলৰ যজ্ঞশালা আছিল বুলি বোধ হয় । কাৰণ, তাৰ ছয় কোণীয়া শিলৰ যজ্ঞবেদীখন এতিয়ালৈকে বিদ্যমান আছে । সেইটো স্বায়ম্ভুৱ মনুৰ বৰ্হিস্মতী নগৰৰ দেৱালয় হলেও হ'ব পাৰে । পৌৰাণিক যুগত যেতিয়া বৈদিক যজ্ঞ আৰু দেৱোপাসনাৰ পৰিবৰ্তে লিঙ্গ-যোনিৰ উপাসনা প্ৰৱৰ্তিত হয়, তেতিয়া এই দেৱালয় হৰ গৌৰীৰ মন্দিৰ হ'ব পাৰে । ছুতীয়া বা স্বতীয়া ৰজাৰ ৰাজত্বৰ কালত এই মন্দিৰকে হয়টো গিৰাছি গিৰা অৰ্থাৎ গিৰীশ গিৰিজাৰ দেৱালয়ৰূপেও ব্যৱহৃত হ'ব পাৰে । অসমৰ অনেক ঠাইত বুঢ়াবুঢ়ীৰ থান আছে । গুৱালপাৰা জিলাৰ দক্ষিণ শালমাৰা থানাৰ এলাকাত এখন বুঢ়া-বুঢ়ীৰ থান আছে । তাত বছৰি মেলা বহে । কামৰূপৰ বকো থানাৰ এলাকাতো তেনে এখন থানা আছে । নগাঁও জিলাত বুঢ়া-বুঢ়ীৰ গড় বুলি এটি অতি পুৰণিকলীয়া গড় আছে । বুঢ়া ডাঙৰীয়াৰ সেৱা পূজা অসমত এতিয়াও লুপ্ত হোৱা নাই । সি যি হওক "বুঢ়া-বুঢ়ী" দেৱালয়ৰ বিষয়ে ভালকৈ অনুসন্ধান কৰা আৱশ্যক । কৰ্ণেল শেক্সপীয়েৰ আৰু মেজৰ হেনে ছাহাবৰ মতে এই The most ancient as well as the most sacred spot of Assam, — অসমৰ অতি পুৰণি আৰু অতি পৱিত্ৰ থান । "কালিকা পুৰাণত" লিখা দেৱী দিক্কৰবাসিনীৰ মন্দিৰ এই দেৱালয়তে আছিল বুলি কোনো কোনোৱে অনুমান , কʼব কাৰণ এই মন্দিৰৰ ওচৰত দিকৰং নামে এখন সৰু নৈ আছে । বৈদিক ব্ৰহ্মা, ইন্দ্ৰ, বৰুণ, মিত্ৰ আদি দেৱতাৰ পূজা গুচাই পৌৰাণিক যুগত আন দেৱী-দেৱৰ পূজা চলোৱাত আগৰ মন্দিৰ আদিত মনেক পৰিৱৰ্তন ঘটিল । বৌদ্ধ যুগৰ ধৰ্ম-বিপ্লৱৰ পৰাই পৰিবৰ্তনৰ সোঁত বৈ আছিল । পৌৰাণিক যুগত তাৰ মাত্ৰা চৰিল । দেৱতাসকলে আদি স্বৰ্গ অসমৰ উত্তৰ পূবফালে সোমক ৰজা পাতি আৰু অদিতি-নন্দন বিষ্ণুক দুৱাৰখীয়া কৰি ব্ৰহ্ম দেশত গৈ বাস কৰিছিল । ব্ৰহ্মদেশৰ মানুহবিলাকে সিহঁতৰ নামৰ আগত মঙ্গ বা মং লিখে। মহাভাৰতৰ ভীষ্মপৰ্বত আছে।

"মঙ্গা ব্ৰাহ্মণ ভূয়িষ্ঠাঃ স্বকৰ্ম্মনিৰতা নৃপ ।"

ইয়াৰ পৰা বুজা যায় "মঙ্গ" নামে এজাতি ব্ৰাহ্মণ আছিল। যেতিয়া ব্ৰহ্মদেশত ব্ৰহ্মা আদি দেৱতাসকল বাস কৰিছিল, আৰু সেই দেশৰ নাম ব্ৰহ্মলোক আছিল, তেতিয়া তাত যে ব্ৰাহ্মণ নাছিল, সেই কথা হবই নোৱাৰে ।

"মগ" এই শব্দটো 'মঙ্গ" শব্দৰ অপভ্ৰংশ বুলি বোধ হয় । ব্ৰহ্মদেশৰপৰা মঙ্গ বামুণ গৈ বিহাৰত উপনিবেশ স্থাপন কৰিলত বিহাৰৰ নাম "মঙ্গ মদঃ" হৈ পাছে "মগধ" হোৱা বুলি অনুমান কৰা যায় । আমাৰ মণিপুৰীয়াবিলাকৰ ভিতৰত কিছুমান মগ বামুণ আছে । আগেয়ে আমাৰ মানুহে মণিপুৰক "মগলো" বুলিছিল, মণিপুৰৰ ৰাজকুঁৱৰী কুৰঙ্গনয়নীক "মগলো কুঁৱৰী বুলিহে কৈছিল ।

"লৌ" বা "লুং" বুলিলে ভূমি ( Land ) বুজায়। "মগলৌ" বুলিলে "মগৰ মূলক" বুলি জনা যায়। আৰাকানত থকা বৰ্মিজবিলাকৰ সাধাৰণতঃ মগ বোলা হয়। আমাৰ দেশৰ মিছিমিবিলাকৰ ভিতৰতো কিছুমান মং বামুণ আছে বুলি শুনিছো। খামটি আৰু শ্যানবিলাকে নিজক ইন্দ্ৰবংশী বুলি কয়। তেওঁলোকৰ পুৰোহিত বাপুসকলেও নামৰ আগত মং লিখে। কৰ্ণেল শ্যেক্ষপীয়েৰৰ মতে খামটিবিলাক আমাৰ অসমীয়া মানুহতকৈ বেছি সভ্য।

আদিপৰ্ব মহাভাৰতৰ ১২০ আধ্যাত লিখা আছে যে গন্ধমাদন পৰ্ব্বতত থকা ঋষিসকলে এসময়ত আদিস্বৰ্গ পাৰ হৈ ব্ৰহ্মলোকলৈ গৈছিল। এই ব্ৰহ্মলোক ব্ৰহ্মদেশ। গন্ধমাদন কামৰূপৰ এটা ক্ষেত্ৰ পৰ্ব্বত। বৰাহ পুৰাণৰ ৪৮ আধ্যাত লিখা আছে যে বদৰিকাশ্ৰম গন্ধমাদন পৰ্ব্বতত আছিল। তাত ঋষিসকলে সত্ৰ পাতিছিল আৰু তাৰ কাষেই মন্দাকিনী (ব্ৰহ্মপুত্ৰ) প্ৰৱাহিত হৈছিল।

প্ৰজাপতি সোমৰ ৰাজ্যৰ মানুহক সৌম্য বা সোমবংশী বুলিও কোৱা হৈছিল। যোগিনীতন্ত্ৰই আহোম জাতিক সৌম বা সৌমাৰ বুলিছে, ভোট আৰু দফলাক প্লাৱ বুলিছে। উত্তৰ ব্ৰহ্মৰ শ্যান জাতি থকা পৰ্ব্বতবিলাক আৰু আমাৰ খামটি থকা পৰ্ব্বত প্ৰজাপতি সোমৰ ৰাজ্যৰ ভিতৰত আছিল বুলি বোধ হয়। আহোম ভাষাত সোণক "খাম" আৰু মাটিক "টি" বোলে। "খামটি" শব্দৰ অৰ্থ স্বৰ্ণভূমি। পুৰণি ভাৰতৰ মানচিত্ৰত ব্ৰহ্মদেশক স্বৰ্ণভূমি বুলি দেখুৱাইছে। খামটি আৰু শ্যান দৰাচলতে একে জাতিৰ মানুহ। খামটিয়ে নিজক অশ্যম আৰু শ্যানে নিজক আশ্যাম বুলি চিনাকি দিয়ে। সম্ভৱতঃ আদিতে তেওঁলোক সামবেদী সৌম্য আছিল। পাছে বৌদ্ধধৰ্ম্ম গ্ৰহণ কৰি 'অসম' : নাম পায়। 'অসম :' শব্দৰ-অৰ্থ বুদ্ধ বা বৌদ্ধ। ("শব্দ কল্পদ্ৰুম" অভিধান চাওক)। তেওঁলোকে দন্ত্য স আথৰটোক আমাৰ দৰে উচ্চাৰণ নকৰে, বঙলা ভাষাৰ দৰেহে কৰে। তেওঁলোকৰ 'চোমদেও' বোধকৰো প্ৰজাপতি সোমদেৱ। অদিতিনন্দন ইন্দ্ৰই নতুন স্বৰ্গ ব্ৰহ্মদেশত অমৰাৱতী নগৰ স্থাপন কৰি ৰাজত্ব কৰিছিল। সেই সূত্ৰে তেওঁলোকে আহোমৰ দৰে নিজক ইন্দ্ৰবংশী বুলি চিনাকি দিব পাৰে। যোগিনীতন্ত্ৰ আৰু আহোম বুৰঞ্জীমতে আহোম স্বৰ্গদেৱসকল ইন্দ্ৰৰ বংশধৰ। শ্যান ৰাজ্যৰ কাষেদি ছিন্দৱিন্ নামে যিখন নৈ বৈ গৈছে, "কালিকা পুৰাণে" তাকে "চন্দ্ৰভাগা" বুলিছে হ'ব পায়। কিন্তু তাৰ পাৰৰ মানুহে তাক ছিন্দু-এঙও বোলে। আহোম ভাষাত "এঙও" বুলিলে "আছে" বুজায়। সম্ভৱতঃ সংস্কৃত ভাষাৰ "সিন্ধু অয়ম" কথাৰপৰা "ছিন্দুএঙও" হৈছে। এই নৈখনৰ নাম আচলতে "সিন্ধু" আছিল বুলি বোধ হয়। দেৱতাসকলে ব্ৰহ্মদেশত গৈ যিবিলাক বেদমন্ত্ৰ ৰচনা কৰিছিল। তাৰ কোনো কোনো মন্ত্ৰত সিন্ধু নামে নৈৰ নাম পোৱা যায়। ব্ৰহ্মপুত্ৰৰ নামনি ছোৱাৰ নামো সিন্ধু-সৰস্বতী আছিল।

নতুন স্বৰ্গ ব্ৰহ্মদেশত থাকোতেও দেৱতাসকলৰ ভিতৰত আত্মকন্দল উপস্থিত হোৱাত কিছুমান দেৱতাই তাত নাথাকি তিব্বতলৈ গৈ শ্যান্পু নদীৰ পাৰত বসতি কৰে। তেতিয়া তিব্বতকো স্বৰ্গভূমি বা ত্ৰিবিষ্টপ বোলা হয়। সেই ঠাই বিদ্যাচৰ্চাৰ কেন্দ্ৰ হৈ উঠিছিল আৰু তাৰ নাম উত্তৰ কুৰু হৈছিল। তাৰপৰা সোৱনশিৰী নৈৰ পাৰে পাৰে আমাৰ দেশলৈ গতায়াত কৰা যিটো বাট আছিল তাৰ নাম পথ্যাস্বস্তি পন্থা। *

( ৬ )

অদিতিনন্দন ব্ৰহ্মা, ইন্দ্ৰ আদি কিছুমান দেৱতাই আদিস্বৰ্গ অসম পৰিত্যাগ কৰি ব্ৰহ্মদেশত গৈ নতুন স্বৰ্গৰাজ্য স্থাপন কৰি বাস কৰিলত দৈত্য-দানৱবিলাকে আদিস্বৰ্গত থকা আন আন দেৱ-ব্ৰহ্মসকলৰ ওপৰত ভয়ানক অত্যাচাৰ কৰিবলৈ ধৰে। ঋগ্বেদৰ অনেক মন্ত্ৰত, বিশেষকৈ প্ৰথম মণ্ডলৰ ১১২ সূক্তত

* বাঁহী, শাওণ ১৮৫৪, ২১শ বছৰ ৪ৰ্থ সংখ্যা

সেই অত্যাচাৰ আৰু উপদ্ৰৱৰ কথা লিখা আছে। দৈত্য-দানৱবিলাকে ত্ৰিত নামে এজন দেৱতাক ধৰি নি জীয়াই জীয়াই এটা নাদত পেলাই দিছিল (ঋক্ ১৪।১০৫।১ম)। মহৰ্ষি অত্ৰিক পুৰি মাৰিবৰ মনেৰে এটা ঘৰত বন্দী কৰি থৈছিল (ঋক্ ৮।১১৬।১ম)। মহৰ্ষি অগ্নি-দেৱে অত্ৰি আৰু ভৰদ্বাজক দৈত্য-দানৱৰ অত্যাচাৰৰ পৰা ৰক্ষা কৰিছিল (ঋক্ ৫।১৫০।১০ ম)। বৈৱস্বত মনু আৰু বায়ুদেৱক সূৰ্যদেৱে পলুৱাই আদিস্বৰ্গৰপৰা পৃথিৱীলৈ অৰ্থাৎ ভূ-ভাৰতলৈ পঠাই দিয়ে (ঋক্-১।৯১।১৭ম)। মহৰ্ষি অগ্নিদেৱকো তেওঁ ভাৰতলৈ পঠাই দিয়ে (ঋক্ ৩।৮১।১৫ম)। কিছুমান দেৱতাই হিমালয় পাৰ হৈ তিব্বতৰ স্বানপু-নদীৰ পাৰত গৈ বসতি কৰে, কিছুমান হিমালয়ৰ কাষে কাষে গৈ ভাৰতৰ উত্তৰ পশ্চিম ফালে গৈ থিতাপি লয়, বৈৱস্বত মনুৱে অযোধ্যা নগৰ স্থাপন কৰে। অথৰ্ব বেদত অযোধ্যাৰ উল্লেখ আছে, যেনে—

"অষ্টচক্ৰা নৱদ্বাৰা দেৱানাং পুৰযোধ্যা।
তস্যাং হিৰণ্ময়ঃ কোশং স্বৰ্গো জ্যোতিষা বৃতঃ॥"

"ৰামায়ণৰ" আদিকাণ্ডতো আছে,—

"অযোধ্যা নাম নগৰী তত্ৰাসীং লোকবিশ্ৰুতা।
মনুনা মানৱেন্দ্ৰেণ যা পুৰী নিৰ্মিতা স্বয়ং॥"

অদিতি-নন্দন বিৱস্বানৰ পুতেকৰ নাম বৈৱস্বত মনু। সেই মানৱশ্ৰেষ্ঠ মনুৱেই দেৱপুঃ বা দেৱপুৰী অযোধ্যাৰ নিৰ্মাণকৰ্তা। বিৱস্বান্ সূৰ্যদেৱৰ ভায়েকৰ আৰু সূৰ্যবংশৰ আদি পুৰুষ।

অসুৰবিলাকৰ উপদ্ৰৱত আদি স্বৰ্গত থাকিব নোৱাৰি দেৱ-ব্ৰহ্মসকল নানা ঠাইলৈ গ'ল, কিছুমানে অসুৰক আনুগত্য স্বীকাৰ কৰি আদিস্বৰ্গতে থাকিল। তেওঁলোকে ইন্দ্ৰাদিক যি দৰে কাকুতি-মিনতি কৰি স্তুতি-প্ৰাৰ্থনা কৰিছিল তাৰ আভাস তলত দিয়া মন্ত্ৰ-বিলাকৰ পৰা বুজা যায়:—

"হে ইন্দ্ৰ, হে বৰুণ, আমি তোমালোক উভয়ৰে বুদ্ধি পৰামৰ্শমতে সদায় চলি থাকোঁ, তোমালোকে আমাক শৰ্ম (Home) অৰ্থাৎ থাকিবলৈ এডোখৰ ঠাই দিয়াঁ।" —ঋক্ (৮।১৭।১ম)

"হে ইন্দ্ৰ, হে অগ্নি, তোমালোকে যে আমাক নিৰাপদ ঠাইলৈ নিবা বুলি শপত খাইছিলা, এতিয়া সেই সত্য পালন কৰি আমাক কোনো চিনাকি ভাল ঠাইত নিৰাপদে থাকিবলৈ দিয়া। ঋক্ ৬।২১।১ম

"হে পূজনীয় ইন্দ্ৰ, পূষা, ভগ আৰু মৰুদগণ, আমি নিৰ্বিঘ্নে ইয়াৰপৰা যাবৰ নিমিত্তে আমাক উত্তম বাট দেখুৱাই দিয়াঁ।" —ঋক্ ৪।৯০।১ম।

"হে দেৱসকল, তোমালোকে আমাক আমাৰ কল্যাণৰ নিমিত্তে এই হিংসুকীয়া দৈত্যং-দানৱৰ ওচৰৰ পৰা আঁতৰাই লৈ যোৱাঁ আৰু আমাক থাকিবলৈ ঠাই দিয়াঁ।" —ঋক্ ১২।৬৩।১০ ম।

"হে আদিত্যসকল, তোমালোকে আমাৰ মঙ্গলৰ নিমিত্তে অতি সু-কৌশলে আমাক এই পাপীষ্ঠইতৰ ওচৰৰ পৰা আঁতৰাই লৈ যোৱাঁ।"
—ঋক্ ১৩।৬৩।১০ ম।

"হে অৰ্যমন, হে মিত্ৰ, তোমালোকে দেখুৱা বাট সুগম, নিষ্কণ্টক, আৰু উত্তম। হে আদিত্যসকল, তোমালোকে আমাক সেই বাটেদি লৈ যোৱাঁ, আমাক এনে উপদেশ দিয়া, যাৰ দ্বাৰা আমাৰ পৰিণামত ভাল হ'ব, আৰু আমাক এনেকুৱা ঠাইত থাকিবলৈ দিয়া যি ঠাইত সহজে কেৱে আমাক বিনাশ কৰিব নোৱাৰে॥" —ঋক্ ৬।২৭।২ ম।

"হে অগ্নিদেৱ, লোকে যেনেকৈ নাৱেদি নদী পাৰ হয়, তেনেকৈ তুমিও আমাক এই শত্ৰুবিলাকৰ মাজৰ পৰা নিৰাপদ ঠাইলৈ নি আমাক বিপদৰপৰা পাৰ কৰা।" —ঋক্ ৮।৯৭।১ম।

"ৰাজমাও অদিতি আৰু অৰ্যমাদেৱে আমাক এই শত্ৰুবিলাকৰ মাজৰপৰা সু-বাটেদি আন দেশলৈ লৈ যাওক।" —ঋক্ ৭।২৭।২ম।

"হে ইন্দ্ৰ, হে বিষ্ণু, তোমালোকে তোমালোকৰ বুদ্ধিকৌশলৰ দ্বাৰাই আমাক এই বিপদৰ পৰা সু-বাটেদি পাৰ কৰা।" —ঋক্ ১৬৯।৬ ম।

"হে ইন্দ্ৰ, কি ভাল, কি বেয়া, তোমাৰ সকলো

জনা আছে। তোমাক নো আৰু অধিক কি কম? তুমি আমাক এনে এখন ঠাইলৈ লৈ যোৱা, যি খন ঠাই আহল বহল আৰু নিৰাপদ আৰু আমাৰ পিতৃ-ভূমিৰ নিচিনা।' ঋক্ —৮।৪৮.৬ ম।

"হে দেৱসকল, তোমালোকে আমাক এই বাঘ আৰু ডকাইতবোৰৰ হাতৰপৰা উদ্ধাৰ কৰা।" —ঋক্ ৬।২৯।২ ম।

"হে আদিত্যসকল, তোমালোকে আমাক এই বাঘৰ মুখৰ পৰা মুক্ত কৰা।" —ঋক্ ১৪।৫৬।৭ম।

"হে আদিত্যসকল, হে বন্ধুসকল, আমি দক্ষিণো নাজানো, বামো নাজানো, পূবো নাজানো, পশ্চিমো নাজানো। তোমালোকে আমাক যলৈকে নিবা, আমি তলৈকে যাম। কিন্তু এই নতুন ঠাইত যেন আমাৰ কোনো ভয়ৰ কাৰণ নঘটে।" ঋক ১১।২৭।২ম

"যদিও আমি বেজাৰ মনেৰে আমাৰ পিতৃভূমি এৰি যাবলৈ ওলাইছো, তথাপি আমি ইয়াৰ বান্ধ (সম্বন্ধ) ছিঙিব নোৱাৰিম। যেতিয়া ইন্দ্ৰ, আৰু অগ্নিদেৱ আমাৰ লগত আছিছে, তেতিয়া আমি আমাৰ পৈতৃক বলবীৰ্য একেবাৰে নেহেৰুৱাওঁ। তেওঁ-লোক বুদ্ধিৰ অচল পৰ্বত। তেওঁলোকৰ লগত যাবলৈ পাই আমি সন্তোষ পাইছোঁ।" ঋক ৩।১০১। ১ম

"হে পূষা, তুমি আমাক এই বাটেদি পাৰ কৰি দিয়া। আমি যি ঠাইলৈ ওলাইছোঁ, তুমি আমাক সেই ঠাইলৈ লৈ যোৱা আৰু আমাক দুখ-যন্ত্ৰণাৰ-পৰা মুক্ত কৰা, আৰু তুমি আমাৰ আগে আগে ব'লা।" —ঋক্ ১।২২।১ম

"হে পূষা, তুমি আমাক শত্ৰুৰ ওচৰৰপৰা সু-বাটেদি আন নিৰাপদ ঠাইলৈ লৈ যোৱা, আমাৰ বাট সুগম হওক। হে পূষা, এতিয়া কি কৰা উচিত তাক তুমি জানা।" —ঋক ৭।৪২।১ম

"হে পূষা, তুমি আমাক উত্তম শস্য হোৱা ঠাইলৈ লৈ যোৱা, দেখিবা বাটত যেন আমাৰ আকৌ কোনো নতুন বিপদ নঘটে"—ঋক ৮।৪২।১ম

এইবিলাক মন্ত্ৰৰপৰা জনা যায় যে দেৱসকলে দলে দলে আদিস্বৰ্গ এৰি আন আন ঠাইলৈ গুচি যায়। আদিস্বৰ্গৰ পশ্চিমে এখন সাগৰ আছিল। সেই সাগৰ পাৰহৈ কিছুমান দেৱতাই ভাৰতৰ পশ্চিম ফালে যোৱাৰ বিষয়েও ঋগ্বেদত উল্লেখ আছে। যথাঃ—

"হে বন্ধুসকল, এই যে দেৱতাসকলে নাও তৈয়াৰ কৰিছে, সেই নাও অতি কৌশলেৰে তৈয়াৰ কৰা হৈছে, ইয়াত দোষ নাই, ইয়াত পানী সোমা-ৰৰ আশঙ্কা নাই, এই নাও আমাৰ কল্যাণদায়িনী মাতৃ অদিতিৰ নিচিনা। তোমাৰ কল্যাণৰ নিমিত্তে আমি ইয়াত উঠিম। ইয়াত ভয়ৰ কোনো কাৰণ নাই। আমি এই নাৱত উঠি অতি সুখে নিৰাপদে সাগৰ পাৰ হৈ স্বৰ্গৰপৰা পৃথিৱীলৈ যাম।"

—ঋক্ ১০।৬৩।১০ ম

"যেতিয়া আমি বৰুণদেৱৰ লগত নাৱত উঠি সাগৰৰ মাজেদি নাও বাই গৈছিলোঁ তেতিয়া সাগৰৰ তৰঙ্গত নাওখন হেন্দুলি হেন্দুলি যোৱাত আমি সুখ বোধ কৰিছিলো।"। —ঋক ৩।৮৮।৭ ম।

"বৰুণদেৱে অতি সুদিন চাই বশিষ্ঠক নাৱত তুলিছিল আৰু তেওঁৰ ৰক্ষাৰ নিমিত্তে ভাল দিহা কৰিছিল। বশিষ্ঠই জলক স্তুতি কৰিছিল। এই দৰে সমুদ্ৰ পাৰ হওঁতে কেইবা দিন আৰু কেইবা ৰাতিও লাগিছিল"। —ঋক্ ৪।৮৮।৭ ম।

অগ্নিদেৱ পূৰ্বে আদিস্বৰ্গত আছিল পাছে ভাৰতলৈ গৈছিল। কৃষ্ণ যজুৰ্বেদৰ এটা মন্ত্ৰত আছে। "হে অগ্নি, তুমি দ্যো বা আদিস্বৰ্গৰপৰা মানুহবিলাকক তুলি আনিলা"। ( ৭।১।৬ ম )

- ঋগ্বেদতো আছে।

'হে অগ্নি, তুমি যজ্ঞৰ হোতা আৰু সকলোৰে হিতকাৰী, তুমি দেৱতাসকলক স্বৰ্গৰপৰা মনুষ্যলোকলৈ ( ভাৰতলৈ ) আনিলা"। —ঋক্ ১।১৬।৬ ম।

বৈৱস্বত মনুৱে প্ৰথমতে ভাৰতৰ অযোধ্যা প্ৰদেশত ৰাজত্ব কৰ'ৰপৰা তেওঁৰ বংশধৰ আৰু প্ৰজাসকল মানৱ নামে জনাজাত হ'ল। সেই নিমিত্তেই বোধ কৰো কৃষ্ণ যজুৰ্বেদে কৈছে, প্ৰাচ্যাং

দেৱাঃ, প্ৰতীচি মনুষ্যাঃ"। বেদত এই কথাও লিখা আছে যে বৈৱস্বত মনু আৰু পুৰূৰৱাক দ্যো বা আদিস্বৰ্গৰপৰা অগ্নিদেৱে পৃথিৱীলৈ লৈ আহিছিল।

—ঋক্ ৪৩।১।১ ম।

পুৰূৰৱাৰ বংশধৰকে চন্দ্ৰবংশী বোলে।

কালক্ৰমে যেতিয়া ভাৰতৰ ভূমধ্য সাগৰখন শুকাই গ'ল, উত্তৰ ভাৰতৰ মাজেদি গঙ্গা নদী প্ৰৱাহিত হৈ গঙ্গাৰ উপত্যকা বাসৰ উপযোগী হ'ল তেতিয়া অযোধ্যাৰ ফালৰপৰা আৰ্যবসতি ক্ৰমে পূৰ্বলৈ বিস্তৃত হ'ল। "শতপথ ব্ৰাহ্মণ" পুথিত বিদেহ মাথৱৰ যিটো আখ্যান আছে, তাৰ পৰা জনা যায় যে অযোধ্যাৰ ফালৰপৰা ক্ৰমে কৰতোয়া নদীৰ পশ্চিম পাৰলৈকে আৰ্য-সভ্যতা বিস্তৃত হৈছিল। অযোধ্যাৰ ৰজাসকল প্ৰবল প্ৰতাপী হৈ উঠিছিল।

পুৰাণ আৰু তন্ত্ৰৰপৰা জনা যায় যে ত্ৰেতা-যুগত বাহু নামে এজন সূৰ্যবংশী ৰজাই অযোধ্যাত ৰাজত্ব কৰিছিল। শক, কাম্বোজ, হৈহয় আৰু তালজঙ্ঘ প্ৰভৃতি ক্ষত্ৰিয়বিলাকে লগ লাগি তেওঁৰ ৰাজ্য অধিকাৰ কৰিলেও তেওঁ সগৰ্ভা ৰাণীৰে সৈতে পলাই আহি ঔৰ্ব ঋষিৰ আশ্ৰমৰ ওচৰত আশ্ৰয় লয়। পাছে, মনৰ বেজাৰত বুঢ়াকালত তেওঁ তাতে স্বৰ্গী হয়। তেওঁৰ পুতেক সগৰে আদি স্বৰ্গৰ ভাৰ্গৱ ঋষিৰপৰা আগ্নেয়াস্ত্ৰ নিৰ্মাণ কৰাৰ নিয়ম শিকি লৈ ক্ষত্ৰিয়বিলাকৰ লগত ৰণ কৰি সিহঁতৰ অনেকক বধ কৰে, আৰু অনেক বিলাকক বন্দী কৰে। পাছে, বশিষ্ঠৰ উপদেশ মতে তেওঁ বন্দী ক্ষত্ৰিয়বিলাকৰ প্ৰাণ বধ নকৰি সিহঁতৰ ধৰ্ম হানি কৰি অৰ্থাৎ সিহঁতক বেদাচাৰ বিহীন ম্লেচ্ছ বুলি কিছুমানৰ চুলি কাটি, কিছুমানৰ ডাঢ়ি খুৰাই নানা শাস্তি কৰি পৰ্বতপাহাড়লৈ খেদি পঠায়। এই ক্ষত্ৰিয়বিলাকৰ কিছুমানে হিমালয় পাৰ হৈ উত্তৰলৈ যায়, কিছুমানে অৰণ্যত আশ্ৰয় লয়; আকৌ কিছু-মানে আদিস্বৰ্গ অসমৰ পূব আৰু দক্ষিণ সীমা পাৰ হৈ গুচি যায়।

ঔৰ্ব ঋষিৰ আশ্ৰম হাজোৰ মনিকূট পৰ্বতত আছিল। ভৃগুৰ সন্তান ভাৰ্গৱসকলৰ আশ্ৰম কাম ৰূপতে আছিল। ভাৰ্গৱে সগৰক আগ্নেয়াস্ত্ৰ নিৰ্মাণ কৰিবলৈ শিকোৱাৰ পৰা জনা যায় যে সুদূৰ অতীতত আমাৰ কামৰূপতে বাৰুদ আবিষ্কাৰ হৈছিল। ভাৰ্গৱে সগৰক আগ্নেয় মন্ত্ৰ শিক্ষা দিয়াৰ কথা "বায়ুপুৰাণত" আছে। যথা,—

"আগ্নেয় মন্ত্ৰং লব্ধাতু ভাৰ্গবাৎ সগৰো নৃপঃ।
জঘান পৃথিৱীং গত্বা তালজঙ্ঘান সহৈহয়ান"॥

অৰ্থাৎ মহাৰাজ সগৰে স্বৰ্গত ভাৰ্গৱৰপৰা আগ্নেয় মন্ত্ৰ শিকি (বাৰুদ কৰাৰ নিয়ম শিকি) পৃথিৱীলৈ গৈ তালজঙ্ঘ আৰু হৈহয় ক্ষত্ৰিয়বিলাকক সংহাৰ কৰিছিল।

অসমত যে বাৰুদ আবিষ্কাৰ হৈছিল সেইটো এখন 'পুৰণি এনছাইক্লোপিডিয়া ব্ৰিটেনিকা' পুথিত দেখা মনত পৰে। চীনদেশৰ মানুহৰ বিশ্বাস যে বাৰুদ প্ৰথমতে অসমত ওলাইছিল আৰু অসমৰ পৰাহে চীনে বাৰুদ তৈয়াৰ কৰিবলৈ শিকিলে।

পণ্ডিত হেমচন্দ্ৰ দেৱ গোস্বামী সম্পাদিত আৰু "কামৰূপ অনুসন্ধান সমিতিৰ" পৰা প্ৰকাশিত "পুৰণি অসম বুৰঞ্জী" পুথিৰ ১৮ পিঠিত লিখা আছে,—

"পূৰ্বে সপ্তদ্বীপেশ্বৰ সগৰ ৰজায়ে ম্লেচ্ছৰ ৰজা-সকলক নানান বৰ্গ চিহ্ন দি পৰ্বত পাহাড়লৈ খেদিলে, সেই লগৰে নৰা ৰজাকো চুলি ডাঢ়ি খুৰাই নৰামুৰা কৰি খেদিলে। এতেকেহে অদ্যাপিও নৰা ৰজা বোলে, দেশকো নৰা দেশ বোলে। সেয়েই পূৰ্ব-দেশত শ্ৰীলোহিত্যৰ সমীপত পৰ্বতৰ ৰজা হ'ল।"

মহাকবি কালিদাসৰ "ৰঘুবংশৰ" কাব্যৰপৰা জনা যায় যে অযোধ্যাৰাজ ৰঘুৰ লগত প্ৰাগজ্যো তিষৰ ৰজাৰ যুদ্ধ হৈছিল। ৰঘুৱে লোহিত্য নৈ পাৰ হৈ আহি প্ৰাগজ্যোতিষৰ ৰজাক ৰণত হৰুৱাই কৰ স্বৰূপে অনেক হাতী লৈ গৈছিল। এই ৰঘু দাশৰথি ৰামচন্দ্ৰৰ পূৰ্ব পুৰুষ। তেওঁ ত্ৰেতা-যুগত ৰাজত্ব কৰিছিল। প্ৰাগজ্যোতিষৰ ৰজাই ৰঘুৰ যজ্ঞত বিশেষ

সন্ধান পাইছিল।

অতি পূৰ্বকালৰে পৰা প্ৰাগজ্যোতিষ ৰাজ্য হাতীৰ নিমিত্তে বিখ্যাত আছিল। কুৰুক্ষেত্ৰৰ যুদ্ধলৈ যাওঁতে প্ৰাগজ্যোতিষাধিপতি ভগদত্তই একেজোৰ হাতীয়ে টনা ৰথত উঠিহে মহা আড়ম্বৰেৰে গৈছিল। প্ৰাগজ্যোতিষৰ যিজন ৰজাৰ লগত ৰঘুৰ যুদ্ধ হৈছিল তেওঁৰ নাম জানিব পৰা নাই। কিন্তু যি সময়ত মহাৰাজ দশৰথে অযোধ্যাত ৰাজত্ব কৰিছিল, সেই সময়ত মহীৰঙ্গদানৱৰ নাতি শম্বৰাসুৰ প্ৰাগ্‌জ্যোতিষৰ অধিপতি আছিল বুলি বোধ হয়। শম্বৰাসুৰ বৰ প্ৰতাপী ৰজা আছিল। তেওঁৰ লগত দেৱতাসকলৰ ৰণ লাগে। তেওঁ সেই ৰণত দেৱতাসকলক পৰাস্ত কৰি তেওঁলোকৰ নতুন স্বৰ্গ ব্ৰহ্মদেশ অধিকাৰ কৰি অমৰাৱতীৰ সিংহাসনত বহি ইন্দ্ৰ হৈছিল। দেৱতাসকলে গৈ দশৰথত শৰণ লৈছিল। ৰামায়ণৰ আদিকাণ্ডত আছে।

নমস্কাৰ কৰি ৰজা পুছিলন্ত কাজ।
ৰাজাক সাদৰি মাতিলন্ত দেৱৰাজ॥
শুনিয়োক নৃপতি আমাৰ প্ৰয়োজন।
হাৰিলোঁ ত্ৰিদশে আমি অসুৰতৰণ॥
মহাবলৱন্ত অতি অসুৰ দুৰ্মতি।
খেদায়া দেৱক কাঢ়ি লৈলা অমৰাৱতী॥
তুমি বিনে আমৰ সুহৃদ আন নাই।
আপদ কালত এবে হুয়োক সহায়॥
দেৱতাত অধিক তোমাৰ পৰাক্ৰম।
জগততো নৃপতি তোমাক কৰি সম॥
ৰণে জিনি সবে অসুৰক কৰি হত।
ত্ৰিদশ দেৱক ৰাজ্য স্থাপিয়ো স্বৰ্গত॥
অসুৰত হাৰি লাজ পাইলো দেৱগণ।
লৈলোহোঁ শৰণ অসুৰক কৰা ৰণ।
বিনয় বচন অতি শুনি বাসৱৰ।
প্ৰনতিপূৰ্বক মাতিলন্ত নৃপবৰ॥
হৈবোহোঁ সহায় ৰণে মাৰিবো অসুৰ।
প্ৰাণদান কৰিবোঁ ৰাখিবোঁ স্বৰ্গপুৰ॥
হেনশুনি বাসৱৰ হৰ্ষমন ভৈলা।
দেৱগণ সহিতে স্বৰ্গক চলি গৈলা॥
অনন্তৰে দশৰথ নৃপতি প্ৰধান।
সৈন্যসমে কৰিলন্ত স্বৰ্গক প্ৰয়াণ॥"

* * * * *

এই যুদ্ধত মহাৰাজ দশৰথৰ জয় হয়। তেওঁ অসুৰক জিনি দেৱতাসকলক আকৌ স্বৰ্গৰাজ্যৰ অধিকাৰ দিয়ে। ঋগ্বেদত শম্বৰাসুৰৰ উল্লেখ আছে। যথা,—

"মই আৰ্যক পৃথিৱী দান কৰিছোঁ। মই হব্যদাতা মানুহক বৃষ্টি দান কৰিছোঁ।" ঋক্ ৩।২৬ সূক্ত।৪ মণ্ডল।

এতেকে, শম্বৰাসুৰ কোনো কাল্পনিক মানুহ নহয়। শম্বৰাসুৰৰ পাছত বত্ৰাসুৰ বা ঘটকাসুৰ প্ৰাগ্‌জ্যোতিষৰ ৰজা হৈছিল। তাৰ পাছত বৰাহ-বিষ্ণুৰ পুতেক নৰকাসুৰে ঘটকক বধি প্ৰাগ্‌জ্যোতিষৰ সিংহাসন অধিকাৰ কৰে।

"Rig-Vedic India" পুথিৰ ৫৬০ পিঠিত লিখা আছে,—

"The immigration of the Aryans from Central Asia, or for the matter of that, Northern Europe, or the Arctic region, is equally a pure myth"

অৰ্থাৎ আৰ্যজাতি মধ্য এশিয়াৰপৰা বা য়ুৰোপৰ উত্তৰ ফালৰপৰা বা উত্তৰ মেৰুৰপৰা ভাৰতলৈ অহা কথাও এটা সাধুকথা মাথোন। উক্ত পুথিৰ ৫৬০ পিঠিতে আকৌ লিখা আছে,—

"The Rig-Vedic Aryans never emigrated to nor came from the Arctic region, as there is not even the shadow of a mention of such immigration in the Rig-Veda" অৰ্থাৎ ঋগ্বেদৰ আৰ্যসকল উত্তৰ মেৰুৰ (North polar region) পৰা অহা বা তালৈ যোৱাৰ বিষয়ে ঋগ্বেদত কোনো সূংসূত্ৰ নাই।

"All these evidences unmistakably point to the vast antiquity of the Rig-Veda and of Sapta Sindhu and go to

prove that the Aryans were autochthonous, and did not settle there as colonists from any country The conclusion is confirmed by the following observations made by Muir, the eminent Sanskrit Scholar —

"I must, however, begin with a candid admission that so far as I know, none of the Sanskrit books, not even the most eminent contain any distinct reference or allusion to the foreign origin of the Indians" Rig-Vedic India, p 62

"ঋগ্বেদিক ইণ্ডিয়া" পুথিৰ গ্ৰন্থকৰ্তাৰ লগত এটা কথাত আমাৰ মত মিলা নাই তেওঁ কৈছে, পঞ্জাব প্ৰদেশেই সপ্তসিন্ধু মেৰু বা আদিস্বৰ্গ, সেয়ে আৰ্য-জাতিৰ আদি প্ৰত্নোকঃ বা সুৰালয়। আমি কওঁ যে আমাৰ অসম প্ৰদেশহে আদিস্বৰ্গ, স্বঃ বা সুৰালয়।*

( ৭ )

বাইবেল ( Genesis, Chap. XI ) শাস্ত্ৰত লিখা আছে যে আদিতে গোটেই পৃথিৱীৰ ভাষা একে আছিল, উচ্চাৰণো একে আছিল, আৰু মানুহ-বিলাক পূবৰপৰাহে পশ্চিমৰ ফালে গৈ বসতি কৰিছিল। মুইৰ ( Muir ) ছাহাবে তেওঁৰ "Sanskrit Text Book" নামে পুথিৰ ২য় ভাগত লিখিছে,—"Mr. Elphinstone leaves it in doubt whether the Hindus weie autochthonous or a immigrant nation. As a justification of his doubt, he refers to the circunistances that all other known migrations of ancient date have proceded from east to west"

কৰ্জন (A Curzon) ছাহাবৰ মতে "India was the original country of the Aryan family from which its different branches emigrated to north-west and in other directions."

*বাঁহী, ভাদ ১৮৫৪ শক, একবিংশ বছৰ ৫ম সংখ্যা।

বঙ্গলা ভাষাত লিখা "বিশ্বকোষ", "পৃথিৱীৰ ইতিহাস" আৰু সন্তাৱত সামগ্ৰীৰ লিখাৰপৰা জনা যায় যে ভাৰতবৰ্ষই ঋগ্বেদৰ আৰ্যজাতিৰ আদি জন্মভূমি। আমাৰ মতে ভাৰতবৰ্ষৰ প্ৰাগজ্যোতিষ বা কামৰূপেই আৰ্যজাতিৰ আদিস্বৰ্গ, প্ৰত্নোকঃ।

হপ্‌কিনস্ (Hopkins) নামে আমেৰিকাৰ এজন সুবিজ্ঞ পণ্ডিতে কৈছে, "The Veda mantras were composed at a place far east of the Punjab" অৰ্থাৎ পঞ্জাবৰপৰা বহু দূৰ পূবে থকা প্ৰদেশতহে বেদৰ মন্ত্ৰবিলাক ৰচিত হৈছিল।

পঞ্জাবৰে আমাৰ দেশৰ মাজত যে এখন সাগৰ আছিল সেই কথা আগেয়ে কৈ আহিছোঁ। পঞ্জাবৰ পৰা বহু দূৰ পূবে আমাৰ এই অসম দেশ আছে। ঋগ্বেদৰ সময়ত, বিহাৰ আৰু যুক্তপ্ৰদেশ (অযোধ্যা খণ্ড বাদে) সাগৰৰ তলত আছিল। অক্সফোৰ্ড আৰু কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ সংস্কৃতৰ অধ্যাপক মেক্‌ডনেল আৰু কীথ্ ছাহাবৰ "Vedic Index of Names and Subjects" নামে পুথিত পঞ্চনদ বা পঞ্জাবৰ বিষয়ে এই দৰে লিখা আছে।

"Pancha-Nada—Pancha Nada, 'having 5 streams,' is not found until the epic period as the name of the Panjab, which has no designation in the earlier literature. The importance of the Panjab as the home of the Rig Veda has been greatly diminished by recent research, Hopkins, Pischel, and Geldner having on different grounds, shown reasons for believing that the Rig-Veda, at least in great part, was composed farther east."

ইয়াৰ পৰা বুজ যায় যে পঞ্জাবৰ পৰা বহু দূৰ পূবতহে ঋগ্বেদৰ অধিকাংশ মন্ত্ৰ ৰচিত হৈছিল।

ৱাৰেন্ (Warren) নামে এজন প্ৰত্নতত্ত্ববিৎ ছাহাবে কৈছে যে,—The question is answered the moment we say that in the

Hindu conception and tradition man proceeded from Meru His Edenlend was Ilavrita.

অৰ্থাৎ হিন্দুৰ শাস্ত্ৰ আৰু কিম্বদন্তীমতে মানুহৰ আদি জন্মভূমি মেৰু। মেৰুৰপৰা মানুহে নানা ঠাইত গৈ বসতি কৰে। ইলাবৃতবৰ্ষ হিন্দুৰ স্বৰ্গ।

"বায়ু পুৰাণত" আছে—"মেৰু মধ্যমিলাবৃতম্।" মেৰুৰ মাজত ইলাবৃত।

"অমৰ কোষ" মতে মেৰুকে সুৰালয় বোলে। পুৰাণ আৰু তন্ত্ৰই কামৰূপক সুৰালয় বুলিছে। সাধাৰণতঃ মেৰু বুলিলে পৰ্বতীয়া ঠাই বুজায়। শ্ৰীমৎ স্বামী দয়ানন্দ সৰস্বতীয়ে লিখা "সত্যাৰ্থ-প্ৰকাশ" পুথিত আছে যে অতীজত তিব্বত দেশৰ নাম ত্ৰিবিষ্টপ আছিল, তাতে মানুহৰ আদি সৃষ্টি হৈছিল, আৰু তাৰেপৰা আৰ্য জাতিয়ে আৰ্যাবৰ্তত আহি বাস কৰিছিল, দৃষদ্বতী নদীয়েই আৰ্যাবৰ্তৰ পূব সীমা আৰু ব্ৰহ্মপুত্ৰ নদেই আগৰ দৃষদ্বতী নদী। তেওঁৰ মতে আৰ্যজাতি ইৰাণৰ ফালৰপৰা অৰ্থাৎ উত্তৰ-পশ্চিম ফালেদি ভাৰতলৈ অহা কথাটো সত্য নহয়। তেওঁ আৰু কয় যে আদিতে আৰ্যসকলৰ ভিতৰত জাতিভেদ নাছিল, শ্ৰেষ্ঠৰ নাম আৰ্য, বিদ্বান, দেৱ বা সুৰ আছিল, দুষ্টৰ নাম দস্যু, দাস, অনাৰ্য (অনাড়ী) মূৰ্খ, দৈত্য, বা দানৱ আছিল, বিদ্বান বা দেৱ আৰু অবিদ্বান বা অসুৰ, এই দলৰ ভিতৰত সদায় যুদ্ধ বিগ্ৰহ হৈ থকাত আৰ্যজাতিয়ে তিব্বতত নাথাকি হিমালয় পাৰ হৈ ভাৰতবৰ্ষলৈ গুচি আহে। "ত্ৰিবিষ্টপ" এটা স্বৰ্গবাচক শব্দ। পুৰণি ভাৰতৰ মানচিত্ৰত তিব্বত দেৱভূমি বুলি দেখুৱা হৈছে। তিব্বত দেৱভূমি হলেও আৰ্যজাতিৰ আদি জন্মভূমি মেৰু নহয়। মই ইতিপূৰ্বে স্বামী দয়ানন্দৰ মত সমৰ্থন কৰি প্ৰবন্ধ লিখিছিলোঁ। কিন্তু এতিয়া অনেক অনুসন্ধান কৰি ধাৰণা হৈছে যে আমাৰ অসম দেশহে মানুহৰ বা দেৱ ব্ৰহ্ম নামৰ আৰ্যজাতিৰ আদি জন্মভূমি, স্বঃ, মেৰু বা সুৰালয়। ইয়াৰ পৰাহে আৰ্যজাতিয়ে পৃথিৱীৰ নানা ঠাইত গৈ বসতি স্থাপন কৰে। পাৰ্চি জাতিৰ জেন্দ আৱেস্তা পুথিত উল্লেখ কৰা দৈত্য নদীয়েই বেদৰ দৃষদ্বতী নদী হ'ব পায়।

"শব্দকল্পদ্ৰুম" অভিধানত "আৰ্য" শব্দৰ অৰ্থ এইদৰে লিখা আছে,—আৰ্যঃ—সৎকুলোদ্ভৱঃ। ইত্যমৰঃ। পূজ্যঃ। শ্ৰেষ্ঠঃ। বুদ্ধঃ। ইতি শব্দৰত্নাৱলী। স্বামী। বুদ্ধঃ। ইতি হেমচন্দ্ৰঃ।

আকৌ, উক্ত অভিধানত "অসমঃ" শব্দৰ অৰ্থ "বুদ্ধঃ" বুলি লিখা আছে। সেইটো শব্দৰত্নাৱলীৰ মত।

ঋগ্বেদত "অৰ্য" আৰু "আৰ্য" এই উভয় শব্দকে পোৱা যায়। পাণিনিৰ মতে "অৰ্যঃ স্বামিবৈশ্যয়োঃ" অৰ্থাৎ স্বামী বা প্ৰভু (landlord) আৰু বৈশ্য বা কৃষক (tenant)। এই "অৰ্য" শব্দৰ পৰা "আৰ্য" শব্দৰ উৎপত্তি হৈছে। ভাৰতীয় পণ্ডিতসকলৰ মতে ঋ-ণ্যৎ কৰি "আৰ্য" শব্দ হৈছে। "ঋ" ধাতুৰ লগত "ণ্যৎ" প্ৰত্যয় কৰি "আৰ্য" পদ সিদ্ধ হয়। ঋ ধাতুৰ অৰ্থ যোৱা আৰু ব্যাপ্ত কৰা। "আৰ্য" শব্দৰ মূল অৰ্থ" অৰণীয়া বা গন্তব্য" বুলি সায়নাচাৰ্যই কৈছে। পাশ্চাত্য পণ্ডিত-সকলৰ মতে লেটিন ভাষাৰ অৰ্ ধাতুৰ পৰা অৰ্য আৰু অৰ্যৰ পৰা আৰ্য হৈছে। "অৰ্" ধাতুৰ অৰ্থ ভূমিকৰ্ষণ। তেওঁলোকৰ মতে আৰ্য জাতিয়ে কৃষি-কাৰ্য কৰিছিল। আৰ্য বুলিলে বৈশ্যকো বুজায়। আদিতে আৰ্য জাতিয়ে কৃষি, গোপালন আৰু বাণিজ্য কৰি খাইছিল আৰু উত্তম উৰ্বৰা ভূমি বিচাৰি নানা দেশলৈ গৈছিল।

মাৰ্চডেন চাহাবৰ "ভাৰতবৰ্ষৰ ইতিহাসৰ" ৩২ পিঠিত লিখা আছে,—

"The very word Arya (Latin ara-re, to plough) meant at first "one who ploughs' a tillre of the soil, as opposed to Tura a Turanian or nomad or shepherd who wanders over the country."

(—Marsden's History of India for senior classes, page 32)

আর্য শব্দৰ অর্থ আদিতে ভূ-স্বামী বা ভূঞা আৰু কৃষক বা চহা আছিল। পাছত তাৰ অর্থ সৎকুলীয়া বিদ্যাৱন্ত শ্রেষ্ঠ লোক হয়। মনু-সংহিতাত আছে —

'কর্ত্তব্যমাচৰণ্ কালে অকর্ত্তবং অনাচৰণ্ ।
তিষ্ঠতি প্রকৃতচাৰে যঃ স আর্য ইতি স্মৃতঃ ॥"

যি কেৱল কর্তব্য কর্ম্ম কৰে, অকর্ত্তব্য কর্ম্ম নকৰে, আৰু যথার্থ সদাচাৰ-সম্পন্ন তেওঁৰ নাম আর্য ।

ঋগ্বেদমতে ইন্দ্রাদি দেৱতাৰ উদ্দেশ্যে যজ্ঞানুষ্ঠান কৰা লোক আর্য আৰু আর্যৰ বিৰুদ্ধে চলা যাগ-যজ্ঞ বিহীন লোক দস্যু বা দাস।

"ইন্দ্রই দস্যুবিলাকক বধ কৰি আর্যবর্ণক ৰক্ষা কৰিছে।" (ঋক্ ৩।৩৪।৯)।

অথর্ব বেদত আছে—

"প্রিয়ং মাং কৃণু দেৱেষু, প্রিযং ৰাজসু মাসুধ্ধ।
প্রিয়ং সর্বস্য পশ্যত উত শূদ্রে উত আর্যে॥"

অর্থাৎ তোমালোকে কেৱল দেৱতা আৰু ৰজাসকলৰ প্রতি প্রিয় ব্যৱহাৰ আৰু অনার্য-সকলৰ প্রতি অপ্রিয় ব্যৱহাৰ নকৰিবা। কি আর্য কি শূদ্র, সকলোকে সমান চকুৰে চাবা ।

এই মন্ত্রটোত বৈদিক ঋষিয়ে ব্রাহ্মা বা ক্ষত্রিয়ৰ নাম লোৱা নাই। কিয়নো বৈদিক যুগত এতিয়াৰ নিচিনা জাতিভেদ নাছিল। তেতিয়া দেৱ বা দেৱতা ৰজা, আর্য বা বৈশ্য আৰু দস্যু বা দাস এনে বর্ণভেদ আছিল। বৈদিক যুগৰ শেষছোৱাত ব্রাহ্মণ, ক্ষত্রিয়, বৈশ্য আৰু শূদ্র এই চাৰিবর্ণৰ প্রতিষ্ঠা হয়। দেবতাসকলে আদিস্বর্গ এৰি যোৱাৰ বহুকালৰ পাছত এই বর্ণ প্রতিষ্ঠা হয়। যিবিলাক মানুহে ব্রাহ্মণৰ অতিশয় আধিপত্য স্বীকাৰ নকৰিলে সেইবিলাকে ম্লেচ্ছ বা কিৰাত নাম পালে।

সংস্কৃত সাহিত্যত "আর্য" শব্দ ভাষা বিশেষৰ সংজ্ঞা, আৰু সেই ভাষাত কথা-কোৱাসকলৰ সংজ্ঞাৰূপেও ব্যৱহৃত হোৱা দেখা যায়, আৰু অনার্য ভাষাক ম্লেচ্ছ বোলা হৈছে। মনু-সংহিতাত (১০।৪৫) আছে,- "ম্লেচ্ছ ভাষা কোৱা লোক-বিলাক দস্যু বা দাস"। "শতপথ ব্রাহ্মণ" পুথিত আছে,— "সেই অসুৰবিলাকে দেৱভাষা (হে অৰয়ঃ হে অৰয়ঃ) উচ্চাৰণ কৰিব নোৱাৰি "হে অলবঃ হে অলবঃ' বুলি পৰাস্ত হৈছিল।"

"অর্থ সন্দেহজনক এনেকুৱা ভাষাই ম্লেচ্ছ ভাষা, এনে ভাষা যিবিলাকে ব্যৱহাৰ কৰে তেওঁ-লোকো ম্লেচ্ছ। এতেকে ব্রাহ্মণে ম্লেচ্ছ ভাষা ব্যৱহাৰ নকৰিব"

"ম্লেচ্ছ" সম্বন্ধে শব্দৰে লিখিছে,—

"ম্লেচ্ছবিলাক চৰাই পোহাত আৰু বন্ধাত বৰ পার্গত।"

"অমৰকোষ" মতে কিৰাত, শবৰ, আৰু পুলিন্দ ব্রাত্য-ম্লেচ্ছজাতিৰ ভিতৰত পৰে। মনুৰ মতে কিৰাত জাতি ক্ষত্রিয়।

কুমাৰিলভট্টই তেওঁৰ "তন্ত্রবার্তিকত" কৈছে যে আর্যৱর্তবাসী লোকবিলাক আর্য আৰু তেওঁ-লোকৰ ভাষাও আর্য ভাষা ।

পাশ্চাত্য পণ্ডিতসকলৰ মতে সংস্কৃত, গ্রীক, লেটিন, টিউটনিক, কেল্টিক, আদি ভাষা এটা মূল ভাষাৰপৰা উৎপত্তি হৈছে। তেওঁলোকে এই ভাষাসমূহক ইন্দো-য়ুৰোপীয় (Indo-Euro-hean) নামে অভিহিত কৰিছে। পণ্ডিতপ্রবৰ মোক্ষমূলাৰে এই ভাষাবিলাকক আর্যভাষা বুলিছে আৰু সেই আর্যভাষা কোৱা লোকবিলাকক আর্যজাতিৰ বংশধৰ বুলিছে। এই সমন্ধে ভাষা-তত্ত্ববিৎ পণ্ডিতসকলৰ বাদানুবাদ চলি আছে। মোক্ষমূলাৰে লিখিছে,--

"Aryans are those who speak Aryan language, whatever their colour, whatever their blood In calling them Aryans we predicate nothing of them except that the grammar of their language is Aryan"

জাতিতত্ত্ববিদৰ মতে আৰ্যজাতিৰ লোকসকল দীঘল ডাঙৰ, বগা, দীঘল-মুখীয়া, জোঙাল-নকা আছিল। জাৰ্মেণ পণ্ডিতসকলে কয় যে আদিম আৰ্যবিলাকৰ গঢ় জাৰ্মেণবিলাকৰ নিচিনা আছিল। ফৰাছী পণ্ডিতসকলে কয় যে আৰ্যসকল ফৰাছীৰ আকৃতিৰ আছিল। আৰ্যজাতিৰ আকৃতি কেনে আছিল, এই প্ৰশ্ন লৈ পণ্ডিতসকলৰ ভিতৰত ঘোৰ তৰ্কবাদ চলি আছে।

জাতিতত্ত্ববিদ পণ্ডিতসকলে যেনেকৈ আকৃতি-গত ভেদ* থাকিলেই কোনো জনসমূহক এক জাতি বা Race- অৰ অন্তৰ্গত বুলিব নোখোজে, বৈদিক আৰ্যসকলৰ ভিতৰত এনে আকৃতিগত ভেদ নাছিল। ঋগ্বেদত বশিষ্ঠ গোত্ৰীয় লোকসকল বগা আৰু কণ্ব গোত্ৰীয়বিলাক শাঁওবৰণীয়া বুলি লিখা আছে।

মানুহ ক'লা আৰু চুটি চাপৰ হলেই যে অনাৰ্য আৰু বগা দীঘল ডাঙৰ হলেই যে আৰ্য আমি এনে কথাত মান্তি হব নোৱাৰোঁ। ভাৰত-বৰ্ষৰ অনেক ব্ৰাহ্মণৰ গাৰ বৰণ ক'লা। সেই বুলি তেওঁলোকক অনাৰ্য বুলিব পাৰি নে? বিজুলি ছাহাবে পাশ্চাত্য পণ্ডিতসকলৰ মতকে সাৰোগত কৰি ভাৰতবাসী লোকবিলাকৰ আকৃতিগত জাতি-বিভাগ কৰিছে। য়ুৰোপৰ বগা জাৰ্মেণ কেথ্‌ট যদি আৰ্য হ'ব পাৰে, তেন্তে আমাৰ দেশৰ ক'লা শৰ্মণ কলিতানো কিয় আৰ্য নহব? পুৰাণমতে সুৰজ্যেষ্ঠ ব্ৰহ্মাৰ গাৰ বৰণ হালধীয়া আছিল। ঋগ্বেদৰ দেৱ-ব্ৰহ্ম নামধাৰী আৰ্যসকলৰ ভিতৰত বগা, গোমোঠা হালধীয়া আৰু শাঁও বৰণীয়া মানুহ যে আছিল সেই কথা উক্ত বেদৰ পৰাই জনা যায়। ঋষিসকলৰ ভিতৰত অধিকাংশকে বেদত দেৱ বোলা হৈছে। "বিদ্বাংসো হি দেৱাঃ।" বিদ্বান আৰু শ্ৰেষ্ঠ লোকসকলক দেৱ বোলা হৈছিল। মহাভাৰতত উল্লেখ কৰা প্ৰধান বীৰপুৰুষসকলৰ অধিকাংশৰ গাৰ বৰণ কৰ্পূৰৰ দৰে বগা কিম্বা কেঁচা সোণৰ নিচিনা হালধীয়া আছিল। কিন্তু শ্ৰীকৃষ্ণ, অৰ্জুন, দ্ৰৌপদী আৰু ব্যাস ক'লা আছিল। অনেক হেজাৰ বছৰ ভাৰতৰ নিচিনা তপত দেশত থাকি আৰু ইয়াৰ আদিবাসী মানুহৰ লগত সান-মিহলি হৈ ভাৰতীয় আৰ্যজাতিৰ বৰণ ক'লা হ'ল।

বৈদিক কালত পূজ্য, শ্ৰেষ্ঠ বা বিদ্বান লোকক "দেৱ" বুলি মতা ৰীতি আছিল। সেই "দেৱ" শব্দটোৰ ব্যৱহাৰ আমাৰ দেশত এতিয়ালৈকে চলি আছে। যেনে, পিতাদেৱ, আইদেৱ, খুড়াদেৱ, খুড়ীদেৱ, ককাইদেৱ, বোদেৱ, ভিনীহিদেৱ, বাইদেৱ ইত্যাদি। আমাৰ সমনীয়া মানুহে পৰস্পৰক সম্বোধন কৰোঁতেও প্ৰায়েই "দেও" বুলি কোৱা শুনা যায়। আমাৰ "আই" আৰু "আজো ককা" শব্দ দুটা বৈদিক "আৰ্যিকা" আৰু "আৰ্যকঃ" শব্দৰ অপভ্ৰংশ বুলি বোধ হয়।

দেৱ-ভাষা (সংস্কৃত) ইন্দো-য়ুৰোপীয় ভাষাবিলাকৰ জননী। বেদৰ দেৱসকলেই পাছত আৰ্য নামে জনাজাত হোৱাত তেওঁলোকৰ ভাষায়ো আৰ্যভাষা নাম পায়। এতেকে, আৰ্য-ভাষা-ভাষীসকলক আৰ্য বোলা অনুচিত নহয়। "বিশ্বকোষ" অভিধানৰ ১৮২ পিঠিত লিখা আছে, আৰ্যবৰ্তেৰ পূৰ্বসীমা ব্ৰহ্মপুত্ৰ নদেৰ পূৰ্বপ্ৰদেশ ও বৰ্তমান আৰাকান ৰাজ্য প্ৰতিপন্ন হইতেছে।"

(৮)

**দেৱ ভাষা**

দেৱ-ভূমি অসমত (যতিয়া দেৱতাসকল বাস কৰিছিল, যেতিয়া এই দেশ "পৃথিব্যাং ভাৰতবৰ্ষে কামৰূপঃ সুৰালয়ং" আছিল, আৰু এই দেশক মেৰু, দ্যৌ, স্বঃ বা আদিস্বৰ্গ বোলা হৈছিল, সম্ভৱতঃ তেতিয়া সেই দেশতে দেৱ-ভাষাৰ সৃষ্টি হয়। সমস্ত সভ্য জগতৰ আদিগ্ৰন্থ বেদ দেৱ-ভাষাত ৰচিত হয়। এই দেৱ-ভাষাকে বৈদিক কালৰ পাছৰ পণ্ডিতসকলে সংস্কাৰ কৰি আৰু ব্যাকৰণ

* বাঁহী, আহিন ১৮৫৪, একবিংশ বছৰ ষষ্ঠ সংখ্যা

ৰচি সংস্কৃত ভাষা কৰিলে। বেদৰ দেৱ-ভাষা প্ৰচলিত সংস্কৃত ভাষাতকৈ কিছু বেলেগ হলেও দেৱ-ভাষাৰ পৰা ওলোৱাৰ নিমিত্তে সংস্কৃত ভাষাকো দেৱ-ভাষা বোলা হয়। এই দেৱ-ভাষা সকলো আৰ্য-ভাষাৰ ( Indo-European Languages ) জননী।

বৰ্ণমালা উদ্ভাৱন হোৱাৰ আগেয়ে ঋষিসকলে বেদৰ মন্ত্ৰবিলাক মুখে মুখে ৰচনা কৰি নাম গোৱাৰ দৰে গাইছিল আৰু মুখে মুখে শিষ্যবিলাকক শিকাইছিল। শিষ্যবিলাকে মুখস্থ কৰা মন্ত্ৰবিলাক প্ৰশিষ্যবিলাকক শিকাইছিল। এই দৰে বহু কাললৈকে আমাৰ দেশৰ আই-নাম, বিহু-নাম, গৰখীয়া নাম আৰু সাধু পটন্তৰ আদিৰ দৰে, বেদৰ মন্ত্ৰবিলাক মুখে মুখে আওৰাই শিকোৱাৰ নিয়ম চলি আছিল। পাছে যেতিয়া দেৱলোকত বৰ্ণমালা আৱিষ্কাৰ হ'ল দেৱতাসকলে লিখা-পঢ়াৰ চৰ্চা কৰিবলৈ ধৰিলে, তেতিয়া সুৰজ্যেষ্ঠ ব্ৰহ্মাৰ আদেশমতে অগ্নি ঋষিয়ে ঋক্, বায়ু ঋষিয়ে যজুঃ, আৰু ব্ৰহ্মাৰ ভাষেক সূৰ্যদেৱে সাম মন্ত্ৰবিলাক সঙ্কলন কৰিলে। সেই নিমিত্তে বেদে কৈছে,-- 'অগ্নেঋৰ্চঃ, বায়োৰ্যজুষি, সামানি আদিত্যাৎ" মনুসংহিতাত আছে, —

"অগ্নিবায়ুৰবিভ্যস্তু ত্ৰয়ং ব্ৰহ্ম সনাতনম্।।
দুদোহ যজ্ঞসিদ্ধ্যাৰ্থমৃগ্যজুঃসামলক্ষণম্ ॥

অৰ্থাৎ সুৰজ্যেষ্ঠ ব্ৰহ্মাই যজ্ঞত স্তুতি মন্ত্ৰ পাঠ কৰি যজ্ঞানুষ্ঠান কৰিবৰ নিমিত্তে অগ্নি, বায়ু আৰু সূৰ্য মহৰ্ষিৰ দ্বাৰাই ঋক্, যজুঃ আৰু সাম নামৰ সনাতন অৰ্থাৎ অতি প্ৰাচীন তিনি বেদৰ মন্ত্ৰবিলাক সঙ্কলন কৰালে। বেদক ব্ৰহ্ম বোলে। উক্ত তিনিখন বেদৰ সহুকাল পাছে ব্ৰহ্মাৰ পুতেক অথৰ্বই অথৰ্ববেদ সঙ্কলন কৰিছিল। অগ্নিদেৱে ভূলোকৰ পৰা ঋগ্বেদ, বায়ুদেৱে ভুবলোকৰপৰা যজুৰ্বেদ আৰু সূৰ্যদেৱে স্বৰ্গলোকৰপৰা সামবেদ সংগ্ৰহ কৰিছিল বুলি বৈদিক সাহিত্যৰপৰা জনা যায়।

"বায়ু পুৰাণত" আছে, —

"ত্ৰেতাদৌ সংহিতা বেদাঃ।"

অৰ্থাৎ ত্ৰেতাযুগৰ আগছোৱাত বেদৰ সংহিতাখিনি সংগৃহীত হৈছিল।

যিজন দেৱৰ্ষি ব্ৰহ্মৰ্ষিয়ে প্ৰধান আচাৰ্যৰূপে বেদৰ মন্ত্ৰবিলাক সংগ্ৰহ কৰাই ভাগে ভাগে সম্পাদন কৰিছিল তেওঁক বেদব্যাস বোলা হৈছিল। ত্ৰেতাযুগৰপৰা দ্বাপৰ যুগৰ শেষলৈকে ২৮ জন বেদব্যাসৰ নাম পোৱা যায়। যথা,—

(১) সুৰজ্যেষ্ঠ ব্ৰহ্মা (২) বৈৱস্বত মনু (৩) উশনা-দৈত্য গুৰু (৪) বৃহস্পতি দেৱগুৰু (৫) সৱিতা-অদিতিৰ পুত্ৰ (৬) শিৱ (৭) দেৱৰাজ ইন্দ্ৰ (৮) বশিষ্ঠ উৰ্বশীৰ পুত্ৰ (৯) সাৰস্বত (১০) ত্ৰিধামা (১১) ত্ৰিবৃষা (১২) ভৰদ্বাজ (১৩) অন্তৰীক্ষ (১৪) বপ্ৰী (১৫) ত্ৰয্যাৰুণ (১৬) ধনঞ্জয় (১৭) কৃতঞ্জয় (১৮) ঋণজ্য (১৯) দ্বিতীয় ভৰদ্বাজ (১০) গৌতম (২১) উত্তম বা হৰ্যত্মা (২২) বেণ-ৰাজশ্ৰৱাৰ পুতেক (২৩) তৃণবিন্দু (২৪) ঋক্ষভাৰ্গৱ বা বাল্মীকি (২৫) শক্তি (২৬) পৰাশৰ (২৭) জাতুকৰ্ণ (২৮) কৃষ্ণ দ্বৈপায়ন ব্যাসদেৱ। (বিষ্ণুপুৰাণত চাওক)

যোগী যাজ্ঞবল্ক্যই কৈছে, —

"তপসা সুসমৃদ্ধস্য আদিস্বৰ্গাৎ স্বয়ম্ভুবঃ।
ওঁঙ্কাৰপূৰ্বা গায়ত্ৰী নিৰ্জগাম ততোমুখাৎ ॥"

অৰ্থাৎ সুৰজ্যেষ্ঠ ব্ৰহ্মা আদিস্বৰ্গত থাকোঁতে তেওঁৰ মুখৰপৰা ওঁঙ্কাৰযুক্ত গায়ত্ৰী মন্ত্ৰ বাহিৰ হৈছিল।

বেদৰ মন্ত্ৰবিলাক ভিন্ন ভিন্ন সময়ত ভিন্ন ভিন্ন ঠাইত ভিন্ন ভিন্ন ঋষিয়ে ৰচনা কৰিছিল। শাশ্বতী, প্লায়োগি, অপালা, ৰাত্ৰি আৰু ঘোষা নামে বিদ্যাৱতী মহিলাসকলেও বেদৰ মন্ত্ৰ ৰচনা কৰিছিল।

**বৰ্ণমালা** শব্দবিলাকৰ উচ্চাৰণ বুজাবৰ কাৰণে বৰ্ণ বা আখৰবিলাক সাঙ্কেতিক চিন।

"ছান্দোগ্যত" আছে'—

"সৰ্বেস্বৰা ইন্দ্ৰস্য আত্মনঃ,
সৰ্বে উষ্মাণঃ প্ৰজাপতয়েৰাত্মনঃ,
সৰ্বে স্পৰ্শা মৃত্যোৰাত্মনঃ।"

অৰ্থাৎ স্বৰবৰ্ণ চৈধ্যটা ইন্দ্ৰই উদ্ভাৱন কৰে, প্ৰজাপতি

সোম বা চন্দ্ৰই শ, ষ স, হ, এই চাৰিটা উষ্মবৰ্ণ উচ্চাৰন কৰে. আৰু ভগৱান শিৱই ক আখৰৰ পৰা ৱ আখৰ লৈকে এই স্পৰ্শবৰ্ণবিলাক উচ্চাৰন কৰে।

"ঋগ্বেদত" আছে,—

"দেৱীং বাচমজনয়ন্ত দেৱাঃ।"

দেৱতাসকলেই ৱাদেগবীৰ অৰ্থাৎ ভাষাৰ জন্মদাতা, এই ভাষাই গীৰ্বাণ বাণী (সংস্কৃত ভাষা) নাম পায়।

বাগ্‌ভট্টই কৈছে, —

"সংস্কৃতং স্বৰ্গিণাং ভাষা শব্দশাস্ত্ৰেষু নিশ্চিতা।"

সংস্কৃত স্বৰ্গবাসী দেৱতাসকলৰ ভাষা।

"সংস্কৃতং দেৱতাবাণী কথিতা মুনিপুঙ্গবৈঃ।"

কাৱ্য-চন্দ্ৰিকা।

শ্ৰেষ্ঠ মুনিসকলে কৈ গৈছে যে সংস্কৃত ভাষা দেৱতাসকলৰ বাণী।

আখৰবিলাক দেৱনগৰত উচ্চাৰিত হৈছিল, সেই বাবে বৰ্ণমালাৰ নাম দেৱনাগৰী হয়। বৰ্তমান কালৰ দেৱনাগৰী আখৰতকৈ আগৰ দিনৰ দেৱনাগৰী আখৰৰ গঢ় অলপ বেলেগ আছিল। ভাৰত সম্ৰাট অশোকৰ দিনৰ যিবিলাক খোদিত লিপি আৱিষ্কৃত হৈছে, তাৰ কিছুমানৰ আখৰ ব্ৰাহ্মী আৰু কিছুমানৰ আখৰ খৰোষ্ঠি বুলি পণ্ডিতসকলে স্থিৰ কৰিছে। ব্ৰাহ্মী আখৰেই আগৰ দেৱনাগৰী। আমাৰ পুৰণি সাঁচিপতীয়া পুথিৰ আখৰৰ লগত ব্ৰাহ্মী আখৰৰ লগত কিছু সাদৃশ্য আছে, অসাদৃশ্যখিনি তান্ত্ৰিক যুগত ঘটিছে বুলি বোধ হয়। ডাক্তৰ ভাণ্ডাৰকাৰ (Sri R G Bhandarkar, M.A.Ph D, K C I F,) মহোদয়ে তেওঁৰ "A Peep into the Early History of India" পুথিৰ ১২ পিঠিত কৈছে, Brahmi is the earliest fonm of our modern Devnagari."

আমাৰ অসমদেশৰ উত্তৰে হিমালয় পৰ্বতমালা আছে। হিমালয়ৰ উত্তৰে তিব্বতদেশ। 'তিব্বত' নামটো "ত্ৰিবিষ্টপ" শব্দৰ অপভ্ৰংশ হব পায়। ত্ৰিবিষ্টপ এটা স্বৰ্গবাচক শব্দ। আমাৰ দেশৰ

**দেৱযান পন্থা**

পৰা হিমালয়ৰ মাজেদি তিব্বতলৈ অহা যোৱা কৰা বাট আছিল। আমাৰ মানুহে সেই বাটবিলাক "দুৱাৰ" বোলে। এই দুৱাৰ বা গিৰিবৰ্ত্মবিলাক (passes) একোখন নৈৰ পাৰে পাৰে আছিল। বৈদিক কালত এই বাটবিলাকক সুৰবৰ্ত্ম বা দেৱযান পন্থা বুলিছিল।

পিতৃনাং দেৱতানাঞ্চ পন্থানৌ দক্ষিণোত্তৰৌ।"

—বায়ু পুৰাণ। ৮৬-১ অধ্যায়।

অৰ্থাৎ দক্ষিণে আমাৰ দেশৰপৰা উত্তৰে তিব্বতলৈকে হিমালয়ৰ মাজেদি দক্ষিণা-উত্তৰাকৈ পিতৃ আৰু দেৱতাসকলৰ যাতায়াত কৰা বাট আছিল। সেই বাটবিলাকক দেৱযান আৰু পিতৃযান বোলা হৈছিল।

অথৰ্ববেদত আছে,—

"স্বৰ্গংযাহি পথিভিৰ্দেৱযানৈঃ।"

দেৱযান বাটেদি স্বৰ্গলৈ যোৱাহি।

ঋগ্বেদত আছে,—

"যে তে পন্থা সৱিতঃ পূৰ্ব্যাসোঽৰেণৱঃ সুকৃতা অন্তৰীক্ষে।
তেভিৰ্নো অদ্য পথিভিঃ সুগেভী ৰক্ষা চ নো অধি চ ব্ৰুহি দেৱ॥"

—ঋক্ ১১।৩৫।১ম।

সৱিতাই অন্তৰীক্ষ অৰ্থাৎ হিমালয় প্ৰদেশৰ মাজেদি পূৰ্ব বাট বন্ধাই দিছিল।

**পথ্যাস্বস্তি পন্থা**

"কৃষ্ণ যজুৰ্বেদৰ" পৰা জনা যায় যে আগৰ দিনৰ চাৰিটা প্ৰধান দেৱযান আছিল। এই চাৰিটা বাটৰ ভিতৰত এটাৰ নাম পথ্যাস্বস্তি পন্থা আছিল। এই বাটেদি মানুহে ৰৰকৈ চলাচল কৰিছিল। "পথ্যাস্বস্তি," এগৰাকী বিদ্যাৱতী দেৱীৰ নাম। তেওঁ সেই বাটৰ মুৰত তিব্বতত বাস কৰিছিল। তিব্বতৰ পূৰ্বাংশৰ মাজেদি স্বানপু বা ব্ৰহ্মপুত্ৰ নদ বৈ আহিছে। সেই পূৰ্বাংশৰ নাম সম্ভৱতঃ উত্তৰ কুৰু আছিল। উত্তৰ কুৰুত অনেক দেৱৰ্ষি আৰু ব্ৰহ্মৰ্ষি বাস কৰিছিল আৰু সেই ঠাই জ্ঞান আৰু ধৰ্মৰ আলোচনাৰ নিমিত্তে বিখ্যাত আছিল।

বেদাচাৰ্য যাস্কই "পথ্যাস্বস্তিৰ" অৰ্থ এইদৰে ভঙাইছে ,—

পথ্যাস্বস্তিঃ পন্থাঃ অন্তৰীক্ষং তন্নিবাসা যস্য এষা।"

অৰ্থাৎ পথ্যাস্বস্তি অন্তৰীক্ষৰ এটা বাট।

"কৌষীতকী" বা শাঙ্খ্যায়ন ব্ৰাহ্মণ" পুথিত আছে,—

"পথ্যাস্বস্তিৰুদীচীং দিশং প্ৰাজানাৎ বাস্ বৈ পথ্যাস্বস্তিঃ। তস্মাৎ উদিচ্যাং দিশি প্ৰজ্ঞাতত্তৰা ৱাক্ উচ্যতে। উদঞ্চ উ এব বাচাং শিক্ষিতুং যো ৱা তত অগচ্ছতি তস্য বা শুশ্ৰূষন্তে ইতি স্মাহ। এষা হিং বাচং দিক্ প্ৰজ্ঞাতা।"

মুইৰ ছাহাবে উক্ত মন্ত্ৰৰ ইংৰাজী অনুবাদ এইদৰে কৰিছে ঃ—

"Pathyasasti (a goddess) knew the northern region. Now Pathyasasti is Vach (the goddess of speech is e, Saraswati) Hence in the northern region speech is better spoken, and it is to the north that men go to learn speech, it is said that men listen to the instructions of any one who comes from that quarter, for that it is renowned as the region of speech"

অৰ্থাৎ পথ্যাস্বস্তি এগৰাকী দেৱী। তেওঁ উত্তৰ দিশৰ বিষয় জানিছিল। পথ্যাস্বস্তি বাণী বা সৰস্বতী দেৱী। এই নিমিত্তে উত্তৰ ফালৰ মানুহে ভাষা ভালকৈ জানিছিল আৰু ক'ব পাৰিছিল, আৰু ভাষা শিকিবৰ নিমিত্তে মানুহ সেই উত্তৰ দিশলৈ যায়। এনে প্ৰৱাদ আছে যে মানুহে সেই ফালৰপৰা অহা কোনো লোকক লগ পালে তেওঁৰ ওচৰত গৈ উপদেশ লবলৈ ইচ্ছা কৰে। কাৰণ সেই ঠাই বাক্যৰ দিশ বুলি প্ৰসিদ্ধ আছিল। বিশ্বকোষত আছে—

"পথ্যাস্বস্তি উত্তৰ দিক্ জানেন। পথ্যাস্বস্তিই বাক্। উত্তৰ দিকেই বাক্য প্ৰজ্ঞাত বলিয়া কীৰ্তিত হইয়া থাকে। লোকেও উত্তৰ দিকে ভাষা শিখিতে যায়। এইৰূপ প্ৰবাদ আছে যে, যে লোক ঐ দিক্ হইতে আসিয়া থাকেন, সকলে 'তিনি বলিতেছেন' এই বলিয়া তাহাৰ (উপদেশ) শুনিতে ইচ্ছা কৰেন। কাৰণ এই স্থান বাক্যেৰ দিক্ বলিয়া খ্যাত। অত-এব দেখা যাইতেছে, বহুদিন হইতে লোকেৰ বিশ্বাস যে কাশ্মীৰই সৰস্বতীৰ স্থান, কাশ্মীৰই বেদোক্ত উদীচী প্ৰদেশ। এই স্থান হইতেই (বৈদিক সংস্কৃত) ভাষাৰ উৎপত্তি হইয়াছে। কিন্তু সৰস্বতীৰ পৰিবৰ্তে কাশ্মী-ৰেৰ শাৰদা নাম এখনও লোপ হয় নাই। এই সৰ-স্বতীৰ উপকূলেই আৰ্যজাতিৰ প্ৰথম উপনিবেশ অথবা বাস ছিল॥" বিশ্বকোষ, আৰ্য শব্দ। ১৬৮ পৃষ্ঠা। "বিশ্ব-কোষ" ত লিখা এই কথাখিনিৰ প্ৰতিবাদ কৰি পণ্ডিত উমেশচন্দ্ৰ বিদ্যাৰত্নই তেওঁৰ "মানবেৰ আদি জন্মভূমি" পুথিত কৈছে,—

"হিন্দুৰ কোন শাস্ত্ৰই এ কথা নাই যে কাশ্মীৰে কোনও দিন সৰস্বতী নামে কোনও নদী ছিল, আৰ উহাৰ তীৰ দেশেই মানবেৰ আদি জন্মভূমি। কিংবা আৰ্য জাতিৰ প্ৰথম উপনিবেশ। মহামতি মনু ব্ৰহ্মাবৰ্ত ও ব্ৰহ্মৰ্ষি প্ৰদেশৰ নাম লইয়াছেন, কিন্তু তৎকৰ্তৃক কাশ্মীৰেৰ নাম গৃহীত হয় নাই। বেদে উহাৰ কোনও নামেৰেই সঞ্চাৰ দেখিতে পাওয়া যায় না। সুতৰাং 'বিশ্বকোষ" উহা কোথায় পাইলেন, তাহা তিনিই জানেন। আৰ কাশ্মীৰে যে বৈদিক সংস্কৃত ভাষাৰ প্ৰথম সৃষ্টি হইয়াছিল ইহা আপেক্ষাও প্ৰমাদেৰ কথা আৰ কিছু হইতে পাৰে না। বেদই বলিতেছেন যে,

"দেৱীং ৱাচমজনয়ন্ত দেৱাঃ।"—ঋগ্বেদ।

দেৱতাৰাই দেৱবাণী সংস্কৃত ভাষাৰ সৃষ্টিকৰ্তা। কাশ্মীৰ দেৱভূমি বা কাশ্মীৰবাসীৰা দেৱতা নহেন। সুতৰাং কাশ্মীৰে যে গীৰ্বাণ বাণী সংস্কৃতেৰ সৃষ্টি হইয়াছিল ইহা বিপ্ৰলাপবিশেষ। বাগ্ ভট্টালঙ্কাৰ বলিতেছেন,—

"সংস্কৃতং স্বৰ্গিনাং ভাষা শব্দশাস্ত্ৰেষু নিশ্চিতা।"

কাব্যচন্দ্ৰিকাও বলিয়া গিয়াছেনযে সংস্কৃত স্বৰ্গবাসী দেৱগণেৰ ভাষা।

পক্ষান্তৰে কাশ্মীৰ প্ৰকৃত স্বৰ্গ নহে, সুতৰাং তদ্দেশে গীৰ্বাণ বাণীৰ প্ৰথম সৃষ্টি হইয়াছিল, ইহা

প্ৰকৃত কথা হইতে পাৰে না।

আমাৰ মনে কৰিযে "উদীচী" শব্দ দ্বাৰা কৌষিতকী মহান উত্তৰ কুৰুৰ কথা বলিতেছেন।

*   *   *   *

পথ্যাস্বস্তি কাহাকে কহে ? নিঘণ্টুৰ টীকাকাৰ দেৱৰাজ যজ্বা বলিতেছেন যে—"পদ্যতে তৎস্থানিভিৰিতি পন্থা অন্তৰীক্ষং তত্র ভৱা পথ্যা। সুশোভনা অস্তি ৰসবত্তয়া যস্যাঃ সা স্বস্তিঃ॥"

অৰ্থাৎ অন্তৰীক্ষবাসিনী স্বস্তি নাম্নী বিদুষীৰ নাম পথ্যাস্বস্তি। তিনি উত্তৰ দিক বা উত্তৰ কুৰু জনপদেৰ কথা অবগত ছিলেন। সৰস্বতীৰ ন্যায় তাহাৰও উপাধি "বাক" ছিল।"

অন্তৰীক্ষ বা হিমালয় প্ৰদেশৰ মাজেদি তিব্বতৰ পৰা আমাৰ দেশলৈ যাতায়াত কৰিবপৰা এটা দেৱযান বাটৰ নাম পথ্যাস্বস্তিপন্থা। সেই বাটৰ কাষত এটা হ্ৰদৰ পাৰত বাস কৰা এগৰাকী বিদুষী দেৱীৰ নাম পথ্যাস্বস্তি আছিল। আমাৰ দেশৰ স্বৰ্ণদী বা সোৱনশিৰী নৈৰ পাৰে পাৰে সেই বাটটো আছিল বুলি বোধ হয়। "পথ্যাস্বস্তি পন্থা" এই নামটো হেজাৰ হেজাৰ বছৰৰ পাছত পথ্যাৱতী পান্থত পৰিণত হৈ এতিয়া পথালিপামত ৰৈছে বুলি বোধ হয়। শব্দৰ এনেকুৱা বিকৃতি আমাৰ ভাষাত ঘটি থাকে। যেনে, ভোগৱতী শব্দটোক আমি ভোগালি বোলোঁ। এই খিনিতে ভোগালি মাঘৰ বিহুলৈ মনত পৰিল। কাছাড় জিলা পূৰ্বে পাতালৰ ভিতৰত আছিল। স্বৰ্গৰ পদতলত থকা ঠাইৰ নাম পাতাল। পাতালৰ ভোগৱতী গঙ্গাই বদৰপুৰৰ ওচৰত ভোগলীয়া বা বোগলীয়া (Boglia) নাম পাইছে। সেইখন নৈকে আকৌ কৰিমগঞ্জত কুশিয়াৰা বোলে। তিব্বতত ব্ৰহ্মপুত্ৰ বা স্বানপু নৈৰ এসোঁতা পানী আহি এটা হ্ৰদত পৰি হ্ৰদটোৰ পানী উপচি সোৱনশিৰী নদীৰূপে বৈ আহিছে। সেই হ্ৰদটোৰ বৰ্তমান নাম পাটলী বা পালটি সম্প্ৰতি ইয়াদো জ্ৰক্ট নামে ইয়াৰ এটা ইংৰাজী নাম বখা হৈছে। সেই হ্ৰদৰ নাম আদিতে পথ্যাস্বস্তি আছিল বুলি বোধ হয়। তাৰ পৰা সোৱনশিৰীৰ পাৰে পাৰে বাটটো আছিল।

অতি পূৰ্বে হিমালয়ত অনেক হিমনদী (Glacier) আছিল। হিমালয়ৰ পশ্চিমাংশত সাগৰো আছিল। সেইবাবে হিমালয়ক আপঃ বা আপস্থান বুলিও কোৱা হৈছিল। উত্তৰ লক্ষীপুৰৰ উত্তৰে আপাতানাং নামে এখন পৰ্বতীয়া ঠাই আছে। এই আপাতান নামটো "আপস্থানং" শব্দৰ অপভ্ৰংশ হ'ব পায়।*

( ৯ )

"মৎস্য পুৰাণৰ" ১১৩ আধ্যাত লিখা আছে যে সুমেৰু পৰ্বতৰ উত্তৰে উত্তৰ কুৰু, দক্ষিণে ভাৰতবৰ্ষ, পশ্চিমে কেতুমালবৰ্ষ ( ৰুছ তাতাৰ ) আৰু সুমেৰু মেৰু— পূবে ভদ্ৰাশ্ববৰ্ষ ( চীনদেশ )। "পদ্ম পুৰাণৰ" ১২৮ আধ্যাত আছে যে স্বৰ্গগঙ্গা সুমেৰু পৰ্বতৰ পৰা ওলাই ভাৰতবৰ্ষৰ মাজেদি বৈ গৈ দক্ষিণ সমুদ্ৰত পৰিছে। "বিষ্ণুপুৰাণ" আৰু স্কন্দ-পুৰাণে" মেৰু আৰু সুমেৰুক একে পৰ্বতমালাৰ লানি বুলিছে। আমাৰ বোধেৰেহিমালয়ৰ পূবাংশই সুমেৰু আৰু তাৰ ঠাল-ঠেঙুলি স্বৰূপ অসমৰ ক্ষেত্ৰ-পৰ্বতবিলাকেই মেৰু। পণ্ডিত উমেশচন্দ্ৰ বিদ্যাৰত্নই তেওঁৰ "মানবেৰ আদি জন্মভূমি" পুথিত কৈছে যে হিন্দুৰ সকলো পুৰণি-শাস্ত্ৰৰপৰা এইটো সুন্দৰকৈ জনা যায় যে মেৰু পৰ্বতেই দ্যৌ, স্বঃ, ইলা, আদি-স্বৰ্গ বা সুৰালয় আৰু সেয়েই মানৱৰ আদি জন্ম-ভূমি, সেই মেৰু পৰ্বত উত্তৰ মেৰু নহয়, তিব্বত, কাশ্মীৰ, বা পঞ্জাবৰ কোনো ঠাইত থকা বুলিও জনা নাযায়। তেওঁৰ মতে মঙ্গলিয়াৰ আল্টাই পৰ্বতেই মেৰু পৰ্বত, নামটো হেনো "ইলাস্থায়ী" শব্দৰ অপভ্ৰংশ। এইখিনিতে তেওঁৰ লগত আমাৰ মত মিলা নাই। আদিস্বৰ্গখন যে পৰ্বতীয়া ঠাই সেইটো বেদ আৰু পুৰাণাদিৰ পৰাই জনা যায়। পাশ্চাত্য পণ্ডিতসকলেও আদি স্বৰ্গক Mountainous region ( পৰ্বতীয়া-ঠাই ) বুলিছে। পাৰ্চি জাতিৰ ধৰ্মশাস্ত্ৰ

---

*বাঁহী, কাতি ১৮৫৪ শক, একবিংশ বছৰ ৭ম সংখ্যা

জেন্দ আবেস্তাই আদিস্বৰ্গক "মৌৰু" বুলিছে, প্ৰাচীন কালৰ গ্ৰীক্‌বিলাকে মেৰুক মেৰু বুলিয়েই কৈছিল, মিছৰৰ মানুহে "মেৰ" আৰু এছিৰিয়ানে "মেৰুথ্‌" বুলিছিল।

স্বৰ্গীয় দুৰ্গাদাস লাহিড়ী প্ৰণীত "পৃথিৱীৰ ইতিহাস" পুথিৰ দ্বিতীয় খণ্ডত পুৰণি কামৰূপ ৰাজ্যৰ বিষয়ে জানিবলগীয়া অনেক কথা আছে। তেওঁ লিখিছে যে "ত্ৰেতাযুগ হইতে আৰম্ভ কৰিয়া যুগে যুগে কামৰূপ বা প্ৰাগজ্যোতিষ ৰাজ্যেৰ মাহাত্ম্য-তত্ত্ব পৰিকীৰ্তিত হইয়া আসিতেছে।"

"মনুসংহিতাত" আছে, যি দেশত কৃষ্ণসাৰ পহু চৰি ফুৰে আৰু স্বাভাৱিকৰূপে মৰে সেয়ে যজ্ঞীয় দেশ। আমাৰ দেশৰ উত্তৰ ফালৰ পৰ্বতবিলাকত এতিয়াও কৃষ্ণসাৰ পহু জাক বান্ধি চৰি ফুৰে। কুশ, কাশ আদি যজ্ঞৰ লাগতিয়াল তৃণ-তৰু এই দেশত প্ৰচুৰ পৰিমাণে জন্মি থাকে। এই দেশৰ কস্তুৰী অতি উত্তম বুলি প্ৰখ্যাত। যথা,—

"কামৰূপোদ্ভৱা শ্ৰেষ্ঠা নেপালজাশ্চ মধ্যমা।
কাশ্মীৰ দেশসম্ভূতা কস্তুৰীহ্যধমা স্মৃতা॥"—ৰাজনিৰ্ঘণ্টম্

হিমালয়ৰ পূব প্ৰান্তত সৌমনস, সোমগিৰি, চন্দ্ৰগিৰি বা শ্বেত পৰ্বত আছে। মহাভাৰতৰ সভা আৰু মৎস্য পুৰাণৰ পৰা জনা যায় যে হিমালয়ৰ যি অংশ তিব্বতৰ পূবে আছে তাৰ নাম শ্বেতগিৰি। এই শ্বেতগিৰিয়েই কালিকা পুৰাণৰ চন্দ্ৰভাগ পৰ্বত হ'ব পাৰে। স্বান্, খামটি আদি থকা পৰ্বতবিলাক এই শ্বেতগিৰি বা সোমগিৰিৰে ঠাল ঠেঙুলি। সেই পৰ্বতবিলাকেই বুৰঞ্জীত লিখা স্বৰ্ণাদ্ৰি হ'ব পাৰে।

**সোমগিৰি বা শ্বেতগিৰি**

সুমেৰুৰ উত্তৰে আৰু নীল পৰ্বতৰ দক্ষিণে উত্তৰ কুৰু আছিল বুলি মহাভাৰতৰ ভীষ্মপৰ্বত লিখা আছে। তিব্বতৰ কুৱেন্‌লুন্ পৰ্বতমালাৰ পৌৰাণিক নামেই নীল পৰ্বত। এতেকে তিব্বতৰ ভিতৰত উত্তৰ কুৰু থকা বুলি মহাভাৰতৰপৰা জনা যায়। উত্তৰ কুৰু এখন স্বৰ্গভূমি। তিব্বত আৰু ভোটান মিলি আগৰ দিনত হৰিবৰ্ষ বা ভোটাঙ্গ নাম পাইছিল। তিব্বতৰ মানুহবিলাকে এতিয়া সিঁহতৰ দেশখনক "পদ" বা "পু" বোলে আৰু ভোটানক "ধৰ্ম্ম" দেশ বোলে। "ৰামায়ণৰ" কিষ্কিন্ধ্যা-কাণ্ডত উত্তৰ কুৰুৰ বিষয়ে এইদৰে লিখা আছে যে মৈনাস পৰ্বত অতিক্ৰম কৰি স্বৰ্ণপদ্মেৰে ভৰি থকা বৈখানস্ সৰোৱৰ পোৱা যায়, তাৰ পৰা গৈ শৈলোদা নামে এখন নৈ পোৱা যায়, সেই নৈৰ পাৰত পুণ্যৱন্ত লোকসকল থকা ঠাই উত্তৰ কুৰু আছে, তাত গন্ধৰ্ব, কিন্নৰ, সিদ্ধ, নাগ আৰু বিদ্যাধৰসকলে ৰূপলাৱণ্যৱতী ৰমণীসকলেৰে সৈতে পৰমানন্দে বাস কৰে, এই মণিময় আৰু সোণোৱালী বালি থকা দেশখনৰ ঠায়ে ঠায়ে হীৰা, বৈদূৰ্য্য, পদ্মৰাগ আৰু সোণৰ আকৰ আছে, মানুহবিলাক প্ৰিয়দৰ্শন আৰু তিৰুতাবিলাক অপ্সৰাৰ নিচিনা সুন্দৰী, তাত ক্ষীৰী নামে এবিধ গছৰপৰা ক্ষীৰ ওলায়, তাৰ মানুহে সেই অমৃত যেন ক্ষীৰ তৃপ্তিৰে খায়।

**উত্তৰ কুৰু**

ইয়াত উল্লেখ কৰা শৈলোদা নদীখন তিব্বতৰ স্বানপু নৈ বা ব্ৰহ্মদেশৰ শ্বেলৱিন্ নতুবা শ্বোৱেলী নৈ হ'ব পাৰে।

"ব্ৰহ্মাণ্ডপুৰাণৰ" ৪৮ আধ্যাত আছে যে ভাৰতবৰ্ষৰ উত্তৰে উত্তৰকুৰু আৰু তাৰ উত্তৰে সমুদ্ৰ। কালক্ৰমে উত্তৰকুৰু ক্ৰমাৎ হুহকি গৈ এতিয়াৰ কুৰিয়া (Korea) প্ৰদেশত বৈছিল বুলি অনুমান কৰোঁ।

"বিশ্বকোষ"ত লিখা আছে,—

"উত্তৰকুৰু সম্বন্ধে অনেকেৰ মতভেদ আছে। অধ্যাপক নাসেনেৰ মতে এই জনপদ তিব্বতেৰ মধ্যে, ব্ৰহ্মপুত্ৰ (সান্‌পু) নদেৰ উভয় তীৰে (Karte Von Alt Indien দেখ)। উইলফোৰ্ডেৰ মতে হিমালয়েৰ সানুদেশে, তিব্বতেৰ একটি নগৰ।

(Asiatic Researches, Vol. IX 63, 67 XIV, 387)। ভৌগোলিক সেন্ট মাৰ্টিন এই স্থানেৰ অস্তিত্ব স্বীকাৰ কৰেন না। তাঁহাৰ মতে, ইহা একটি কল্পিত স্বৰ্গ। কিন্তু এতন্নামক স্থান যে পূৰ্বকালে ছিল, তাহা নিম্নলিখিত প্ৰমাণগুলি পাঠ কৰিলে সহজেই স্বীকাৰ কৰা যায়। যথা,—

ঐতৰেয ব্ৰাহ্মণে ৮।১৪

"যে কে চ পৰেন হিমৱন্তং জনপদা উত্তৰকুৰব উত্তৰমদ্ৰা ইতি।"

"উত্তৰাংশ্চ কুৰুন্ পশ্যন্ পশ্যংশ্চৈব নগোত্তমান।
দেৱদানৱসজ্ঘৈশ্চ সেৱিতং হ্যমৃতাৰ্থিভিঃ॥"

মহাভাৰতেৰ মতে সুমেৰুৰ উত্তৰ ও নীল পৰ্বতেৰ দক্ষিণ পাৰ্শ্বে উত্তৰ কুৰু অৱস্থিত।

(ভীষ্ম পৰ্ব ৫ম অঃ)।

জৈনদিগেৰ অৰিষ্টনেমি পুৰাণান্তৰ্গত হৰিবংশে লিখিত আছে—

"নীলমন্দৰমধ্যস্থা উত্তৰাঃ কুৰবো মতাঃ।" ৫।১৬৬
'নীল ও মন্দৰ পৰ্বতেৰ মধ্যে উত্তৰ কুৰু।'

(বিষ্ণুপুৰাণ। ২।২।১৩)

* * *

"টেলেমি ওত্তৰকোৰ্হ (Ottarokorrha) নামক একটি জনপদেৰ উল্লেখ কৰিয়াছেন, উহা সংস্কৃত উত্তৰ কুৰু শব্দেৰ ৰূপান্তৰ মাত্ৰ। তাঁহাৰ মতে এই স্থান সেৰিকা (চীনে)ৰ কিয়দংশ (Ptolemy, Geog, VI, 16)।" "বিশ্বকোষৰ" মতে বৰ্তমান ৰুছ-তাতাৰ, তুৰ্কিস্থান আৰু তিব্বতৰ উত্তৰ-পশ্চিমাংশৰ নাম উত্তৰ কুৰু আছিল। অধিকাংশ পণ্ডিতৰ মতে ভাৰতবৰ্ষৰ উত্তৰে হিমালয়ৰ সিপাৰে তিব্বতত উত্তৰ-কুৰু আছিল।

আমাৰ ভাষাত "কুৰুৰা" বুলি এটা শব্দ আছে। পূব ফালৰপৰা চলা বতাহক আমি কুৰুৰা আৰু পশ্চিম ফালৰপৰা চলা বতাহক পচোৱা বোলোঁ। আমাৰ দেশৰ পূব ফালে বোধ কৰোঁ আগৰ কুৰুবৰ্ষ আছিল সেই নিমিত্তে কুৰুৰ ফালৰপৰা আমাৰ দেশৰ ফালে চলা বতাহক আমি কুৰুৰা কওঁ। আমাৰ দেশৰ পূবে ব্ৰহ্মদেশৰ শ্যান আৰু খামটি থকা পৰ্বতবিলাক আছে। ব্ৰহ্মদেশৰ উত্তৰে চীন আৰু তিব্বতৰ কিছু অংশ আছে। ভাস্কৰাচাৰ্য্যৰ মতে আমাৰ দেশৰ উত্তৰ-পূব ফালে সৌম্য বুলি এখন ৰাজ্য আছিল। সম্ভৱতঃ সেই ৰাজ্যৰ ভিতৰত মিচিমি, খামটি, চিংফো আৰু শ্যান্ আদি থকা পৰ্বতবিলাক পৰিছিল। সেই সৌম্য ৰাজ্যই বোধ কৰোঁ কুৰুবৰ্ষ নাম পাইছিল। জম্বুদ্বীপৰ ৯ খন বৰ্ষৰ ভিতৰত এখনৰ নাম কুৰুবৰ্ষ। কুৰুবৰ্ষৰ উত্তৰে উত্তৰ কুৰু। সোম বা চন্দ্ৰবংশীয় এজন ৰজাৰ নাম কুৰু আছিল। দেৱতাসকলে প্ৰজাপতি সোমক সৌম্যৰাজ্যৰ ৰজা পাতি সেই অঞ্চল অজেয় কৰিছিল। দেৱাসুৰৰ যুদ্ধত অসুৰবিলাক তাতে পৰাস্ত হৈছিল। শ্যাম বা শ্যান্ জাতীয় আহোম-বিলাকক "যোগিনীতন্ত্ৰই" সৌমাৰ সৌম্য আৰু চান্দ্ৰ বুলিছে। তেনে বোলাৰপৰা এনে অনুমান হয় যে তেওঁলোক আদিতে সৌম্য ৰাজ্যৰ প্ৰজা বা সোমদেৱৰ বংশধৰ আছিল। তেওঁলোকৰ চোমদেও মূৰ্তি প্ৰজাপতি সোমদেৱৰ বিগ্ৰহ হব পাৰে। সোমৰ ৰাজ্য দেৱৰাজ ইন্দ্ৰৰ অধীনৰ ৰাজ্য হোৱাত সোমৰ প্ৰজাই নিজক ইন্দ্ৰবংশী বুলিব পাৰে, আকৌ ব্ৰহ্মদেশত যেতিয়া ইন্দ্ৰাদি দেৱতাসকল আছিল, তেতিয়া তেওঁৰ কোনো সতি সন্তানৰ পৰাও আহোম জাতিৰ উদ্ভৱ হ'ব পাৰে। "কামৰূপ অনুসন্ধান সমিতিয়ে" প্ৰকাশ কৰা "পুৰণি অসম বুৰঞ্জীত" লিখা আছে যে বশিষ্ঠ মুনিৰ শাপত ইন্দ্ৰই ম্লেচ্ছত্বপ্ৰাপ্ত হৈ শ্যামা নামে বিদ্যাধৰীৰ গৰ্ভত এটি লৰা জন্মাই পাপৰপৰা মুক্তি পায়। এই লৰাটিয়েই "শ্যামজাতিৰ" শ্যাম শব্দৰ লগত শ্যামৰ সম্বন্ধ থকা দেখা যায়। এনে হ'ব পাৰে যে কোনো এসময়ত ইন্দ্ৰৰ কোনো বংশধৰে গিৰি বন-মণ্ডিত সুশ্যাম সৌম্যদেশত ৰাজত্ব কৰাত সেই শ্যামল ভূমিখণ্ডই তেওঁৰ কাম্যৰূপে "শ্যামা" নাম পায়। সদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰৰ কেঁচাইখাতী গোসাঁনীক

Eastern Kamakhya বা পূবৰ কামাখ্যা বুলিলেও আচলতে সেই দেৱীৰ নাম শ্যামা কালী আছিল। সেই অঞ্চলৰ পৰ্বতীয়া জাতিবিলাকেও সেই দেৱীৰ সেৱা-পূজা কৰিছিল।

পৰশুৰাম ত্ৰেতাযুগৰ অৱতাৰ। ত্ৰেতা আৰু দ্বাপৰৰ সন্ধিৰ সময়ত তেওঁৰ জন্ম হয়। অসমৰ পৰশুৰামকুণ্ড ভাৰত বিখ্যাত। ভাৰতবৰ্ষৰ সকলো প্ৰদেশৰপৰা তীৰ্থ-যাত্ৰী লোকে সেই তীৰ্থত স্নান কৰিবলৈ যায়। পৰশুৰামৰ দিনত আৰ্য জাতিক ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ এই চাৰি জাতিত বিভক্ত কৰি ব্ৰাহ্মণৰ আধিপত্য অন্যান্য জাতিৰ ওপৰত চলাবলৈ বিশেষ পুৰুষাৰ্থ কৰা হয়। কিছুমান ক্ষত্ৰিয়ই ব্ৰাহ্মণৰ অতিপ্ৰভুত্ব অস্বীকাৰ কৰি দুৰ্দমনীয় হোৱাত তেওঁ দুৰ্দান্ত ক্ষত্ৰিয়বিলাকক শাসন কৰি এই শিক্ষা দিছিল যে অত্যাচাৰীলোকে নিজৰ ক্ষমতাৰ অপব্যৱহাৰ কৰিলে তাৰ মঙ্গল নহয়।

**পৰশুৰামৰ অৱতাৰ**

স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ "আসাম বুৰঞ্জীত" আছে,—

"পুৰাণত এইৰূপে লিখা আছে বোলে ত্ৰেতা-যুগত জামদগ্নি ঋষিৰ পুত্ৰ পৰশুৰামে পিতৃৰ আজ্ঞাৰে আপোনাৰ মাতৃক বধ কৰিলত তাৰ প্ৰায়শ্চিত্তৰ কাৰণে নানা তীৰ্থ ভ্ৰমণ কৰিলে, তথাপি তেওঁৰ হাতৰ কুঠাৰ হাতৰপৰা খহি নপৰিল। পাছে তেওঁ তেওঁৰ পিতৃৰ উপদেশমতে এই দেশৰ উত্তৰ-পূব ফালৰ পৰ্বতত থকা ব্ৰহ্মকুণ্ডত স্নান কৰে। তাতেই তেওঁৰ সেই হাতৰ কুঠাৰ খহি পৰে। পৰশুৰামে সেই তীৰ্থৰ মহিমা জানি তাতে কিছুমান ব্ৰাহ্মণ সংস্থাপন কৰে, আৰু সকলোৰে উপকাৰৰ অৰ্থে কুঠাৰেৰে ৰেখা কৰি সেই কুণ্ডৰ জল ভটীয়াই লৈ যায়। তাৰে পৰা ব্ৰহ্মপুত্ৰ নদে এই দেশক দুভাগ কৰি ভটীয়াই বৈ আছে। সেই কুণ্ডৰ নামো পৰশুৰাম কুণ্ড নামে পৰিচিত হয়। সেই ব্ৰাহ্মণসকলে পৰশুৰামৰ আজ্ঞা অৱহেলা কৰাত সেইসকলক হীনচাৰী হবলৈ শাপ দিয়া হ'ল। সেই সকলেই এই দেশৰ হাবুঙীয়া ব্ৰাহ্মণ বুলি প্ৰসিদ্ধ। এই আখ্যানৰ দ্বাৰাই আৰ্য-সকলৰ দেশ অধিকাৰ আৰু ভ্ৰমণ আৰু ব্ৰাহ্মণৰ এক উপনিবেশ স্থাপন হোৱাৰ বিৱৰণ অৱগত হ'ব পাৰি।*

মিশ্‌মীবিলাকৰ মাজতো কেতবিলাকে বামুণ বুলি অভিমান কৰে। তাৰপৰা এইটো উপলব্ধি হয় যে সেই উপনিবেশৰ যিসকল ব্ৰাহ্মণে হীনাচাৰ অৱলম্বন কৰি উপবীত ত্যাগ কৰিলে, আৰু পৰ্বতীয়া অনাৰ্য জাতিৰে মিলিল, সেইসকলৰে এইসকল সন্তান। যিবিলাক নামনিৰ হাবুঙ্গ অঞ্চলত থাকিল, সেইসকলেই ব্ৰাহ্মণ হৈ থাকিল। মিশ্‌মীবিলাকৰ কোনো কোনো এনে কথা আছে যে সি সংস্কৃতমূলক। তাৰে এই কাৰণেই অনুমান হয়।"

সদীয়া অঞ্চলত আহোম-ৰাজত্বৰ দিনতো বামুণ আৰু কলিতা আছিল বুলি বুৰঞ্জীৰ পৰা জনা যায়। যেতিয়া আহোম ৰজাই সদীয়াৰ চুতীয়া ৰাজ্য অধিকাৰ কৰে, তেতিয়া তাৰ অনেক বামুণ আৰু কলিতাক নিজৰ ৰাজ্যলৈ তুলি আনে।

পৰশুৰামৰ হাতৰ কুঠাৰ খহি পৰা কাহিনীটো সতীকাহিনীৰ দৰে এটা পৌৰাণিক উপাখ্যান। "কালিকা-পুৰাণত" এই উপাখ্যানটো বিস্তাৰিতৰূপে লিখা আছে। আমাৰ বোধেৰে অসমৰ উত্তৰ পূব কোণত য'ত পৰশুৰামকুণ্ড আছে, সিমানলৈকে তেওঁ দেশ জয় কৰি গৈ তাতে বিষমৰূপে যুদ্ধত হাৰি তেওঁৰ হাতৰ পৰশু পেলাই তাৰ পৰা পলায়ন কৰিলে। কাৰণ ঐতৰেয় ব্ৰাহ্মণৰ পৰা জনা যায় যে আদিস্বৰ্গ অসমৰ উত্তৰ-পূব প্ৰান্তত দেৱতাসকলে প্ৰজাপতি সোমক ৰজা পাতি আৰু গিৰি দুৰ্গ নিৰ্মাণ কৰি এনে সুৰক্ষিত কৰিছিল যে দেৱাসুৰৰ যুদ্ধত তাতে অসুৰবিলাক বিষমৰূপে হাৰে আৰু তেতিয়াৰ পৰাই সেই অঞ্চল অজেয় বুলি প্ৰখ্যাত হৈছিল। দেৱতাসকলে নতুন স্বৰ্গভূমি ব্ৰহ্মদেশত নিৰাপদে বাস কৰিব পাৰিছিল।

পৰশুৰামে ব্ৰহ্মপুত্ৰ নদক আমাৰ দেশৰ মাজেদি বোৱাই অনাত বৈদিক কালৰ তীৰ্থাদি গুপ্ত হয আৰু বৈদিক ইন্দ্ৰাদি দেৱতাসকলৰ পূজা সেৱাও লোপ পায়। এই সমন্ধে "কালিকা পুৰাণৰ" ৮৩ আধ্যাত লিখা আছে, "মহাবলী পৰশুৰামে লোহিত সৰোৱৰৰ পাৰত উঠি কুঠাৰেৰে বাট কাটি ব্ৰহ্মপুত্ৰ নদক পূব ফালে বোৱাই আনিলে। পাছে তেওঁ হেমশৃঙ্গ বা স্বৰ্ণাদি ভেদ কৰি কামৰূপ পীঠৰ মাজেদি নৈখনক প্ৰৱাহিত কৰিলে। স্বয়ং ব্ৰহ্মাই নৈখনৰ নাম লোহিত থলে। লোহিত সৰোৱৰৰপৰা বৈ অহা বাবে লৌহিত্য নাম হ'ল। ব্ৰহ্মপুত্ৰই জলৰাশিৰ দ্বাৰা গোটেইখন কামৰূপ পীঠক বুৰাই পেলালে আৰু সকলো তীৰ্থ গোপন কৰি দক্ষিণ সাগৰৰ ফালে গতি কৰিলে। দিব্য যমুনা নৈ পূৰ্বত ব্ৰহ্মপুত্ৰৰে সৈতে একেলগেই বৈছিল, মাজতে ব্ৰহ্মপুত্ৰৰ লগ এৰি বাৰ যোজনৰ বাট গৈ আৰু লৌহিত্যৰ লগত মিলিছে।"

"ৰামায়ণৰ" পৰা জনা যায, ৰঘুকুলতিলক দাশৰথি ৰামচন্দ্ৰই মিথিলাত হৰধনু ভাঙি জনক-জীয়াৰী সীতাদেৱীক বিয়া কৰি উভতি আহোঁতে বাটত পৰশুৰামে আগ ' -টি তেওঁৰ লগত ৰণ কৰে। পাছে, ৰামচন্দ্ৰই পৰশু ামক এসেকা দি তেওঁৰ স্বৰ্গভূমিলৈ যোৱা বাট বন্ধ কৰাৰ উদ্দেশ্যে পূব দিশলৈ লক্ষ্য কৰি কাঁড মাৰিছিল। ইযাৰ পৰা বুজা যায় যে পূবে স্বৰ্গৰাজ্য আছিল।

"অমৰকোষ"ৰ পৰাও জনা যায়, ইন্দ্ৰ পূৰ্বদিশৰ অধিপতি আছিল। স্বৰ্গৰ ৰজাৰ উপাধি যে ইন্দ্ৰ, সেই কথা আগেযে কৈ আহিছোঁ।

১৮৩৮ শকৰ ভাদ মাহৰ "বাঁহী" কাকতত পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে লিখা "কলিতা ৰজা" শীৰ্ষক প্ৰবন্ধ ওলাইছিল। সেই প্ৰবন্ধৰপৰা জনা যায যে

**কোল-সুনু, কোলতা বা কলিতা**

আগৰ দিনত চেংলাই নৈৰ মুখত তুখন বিল আছিল। এখনৰ নাম দিহাদাৰুৱা আৰু আন খনৰ নাম দিবঙ্গায়া। চেঙ্গা বা চেংলাই বোলা নৈখন দুৰিয়া ( দুৰৱীয়া ? ) গোহাঞিৰ দেশৰপৰা বৈ আহি এই তুখন বিলত পৰি দিহং, দিপাং নাম লৈছিল আৰু কলিতা ৰজাৰ দেশৰপৰা বৈ অহা দিবং নৈত পৰিছিল। দিহং নৈত অনেক শিল আছে। সেই কাৰণে চেংলাই নৈৰ মুখলৈকে তাত নাও নচলে। কিন্তু দিবং নৈয়ে উজাই ৪০ দিন গলে চেংলাই নৈৰ মুখ পায়।

সম্ভৱতঃ এই চেংলাই নৈখনেই তিব্বতৰ স্বান্পু বা শ্যামপু নদী, আৰু দিহং আৰু দিবং নৈ স্বান্পুৰ পৰা ওলাইছে। চেংলাইকে চেমা ( শ্যামা ) নৈ বোলে।

দিবং নৈৰ পাৰত পুৰণি "বিষ্ণুনগৰৰ" ভগ্নাৱশেষ আছে। সেইখন বৰাহ-বিষ্ণুৰ স্থাপিত নগৰ। বৰাহ বিষ্ণুকে কোল-বিষ্ণু বোলে। "কোল" শব্দৰ অৰ্থ বৰাহ। নৰকাসুৰ কোল বিষ্ণুৰ সন্তান। তেওঁৰ বংশৰ ভাস্কৰবৰ্মাকে আদি কৰি যিবিলাক তামৰ ফলি এই পৰ্যন্ত ওলাইছে, তাত তেওঁলোকে নিজক "কোলসূনু" বুলি চিনাকি দিছে। সূনু বুলিলে পুত্ৰ (son) বুজায। মাছ'ডেন ছাহাবৰ "Histoiy of India fo1 Senio1 classes" পুথিৰ পৰা জনা যায যে বৈদিক যুগত বংশৰ মূল পুৰুষৰ নামৰ পাছত বংশধৰসকলে "তা" বা "তি" প্ৰয়োগ কৰি নিজৰ চিনাকি দিছিল। সেইমতে কোল-সূনুসকলে "কোল" শব্দৰ পাছত "তা" যোগ কৰি নিজৰ চিনাকি দিয়া সম্ভৱ, আৰু "কোলতা"শব্দৰ পৰাই "কলিতা" হৈছে বুলি মনে ধৰে। আমাৰ এই অনুমান সঁচা হলে কলিতা জাতিক বিষ্ণুবংশী বুলিব পাৰি। নৰকাসুৰৰ মাক "ভূমি" বা "বসুন্ধৰা" হোৱাত তেওঁলোকক "ভৌম" বোলা হয়। বৰাহ-বিষ্ণুৱে নৰকাসুৰক প্ৰাগ্‌জ্যোতিষৰ ৰজা পাতি নিজে গিৰিদুৰ্গৰ মাজত এখন সুগুপ্ত স্থানত পুৰী নিৰ্মাণ কৰি বাস কৰিছিল, সেই ঠাইখন সকলো বিষয়ে সুখকৰ আৰু দেৱতাসকলৰো অগম্য বুলি "কালিকা পুৰাণৰ" ৩৮ আধ্যাত লিখা আছে। সেই পুৰীৰ নামেই বিষ্ণুনগৰ।*

*বাঁহী, আঘোণ ১৮৫৪ শক, একবিংশ বছৰ ৮ম সংখ্যা।

( ১০ )

বৈদিক যুগত আদিস্বৰ্গ অসমৰ উত্তৰে হিমালয়ৰ পূৰ্ব্বাংশ আৰু তিব্বত আছিল, তাৰ উত্তৰে সাগৰ আছিল, চীন সাম্ৰাজ্যৰ গোবি মৰুভূমিয়েই সেই উত্তৰ সাগৰৰ চিনাকি দিয়ে। পূবে ব্ৰহ্মদেশ আৰু তাৰ পূবে সাগৰ আছিল। দক্ষিণে সাগৰ, শ্ৰীহট্ট জিলাৰ অধিকাংশ ঠাই আৰু কাছাৰখো জৈন্তাম-খণ্ডৰ কিছুমান ঠাই সেই সাগৰৰ গৰ্ভত আছিল, শ্ৰীহট্ট জিলাৰ হাৱৰবিলাকেই আগৰ সাগৰৰ চিন, "হাৱৰ" শব্দটো "সাগৰ" শব্দৰ অপভ্ৰংশ। কচ্ছ বা কচ্ছৰ বুলিলে সাগৰৰ পাৰৰ ঠাই বুজায়। পূৰ্ব বঙ্গৰ মানুহে এতিয়াও নৈৰ গৰাক "কাছৰ" বোলে। এতিয়াৰ কাছাৰ জিলা মহাভাৰতৰ সময়ৰ হিড়ম্ব-ৰাজ্য। আমাৰ দেশৰ কছাৰী জাতিৰ "কছাৰী" নামটো কচ্ছৰী শব্দৰ অপভ্ৰংশ বুলি বোধ হয়। অসমৰ পশ্চিমে গাৰো পৰ্বতৰ পশ্চিম প্ৰান্তৰপৰা পঞ্জাবৰ ওচৰলৈকে উত্তৰ ভাৰতত এখন ভূমধ্য-সাগৰ আছিল। বৰ্তমান গঙ্গাৰ উপত্যকাই আগৰ সেই সাগৰ। লুচাই বা কৌকিকা বা কীকট পৰ্বত চট্টগ্ৰাম আৰু আৰাকানৰ পৰ্বতমালাৰ লগত এক ভূমিখণ্ডই দাক্ষিণাত্যক লগ লগাই থৈছিল। দাক্ষিণা-ত্যৰপৰা পূব-আফ্ৰিকালৈকে ভূমি আছিল। মানুহে বামেদি দাক্ষিণাত্যৰপৰা খোজ-কাটি চট্টগ্ৰাম আৰু লুচাই পৰ্বতমালাৰ কাণে কাণে কাছাৰ আৰু মণি-পুৰলৈ যাতায়াত কৰিব পাৰিছিল। আমাৰ দেশৰ পশ্চিমে থকা ভাৰতীয় ভূমধ্য সাগৰখনেই পুৰাণত লিখা লোহিত সাগৰ হ'ব পায়। প্ৰায় গোটেইখন বঙ্গদেশ সেই সাগৰৰ তলত ডুবি আছিল। কাল-ক্ৰমে সাগৰৰ মাজত একোটা সৰু সৰু দ্বীপৰ উদ্ভৱ হয়। নবদ্বীপ বা নদীয়া সেই দ্বীপবিলাকৰে এটা। বাংলা দেশৰ "বাং" শব্দটোৰ অৰ্থ পানীত তল যোৱা ঠাই ( Bang—Tract of inundation )। মহাভাৰতত উল্লেখ কৰা সাগৰৰ পাৰৰ জলোম্ভৱ ভূমিয়েই এতিয়াৰ বঙ্গদেশৰ অধিকাংশ ঠাই ( সভা পৰ্ব চাওক )।

ঋগ্বেদৰ সময়ত আদিস্বৰ্গ এখন অতি ৰমণীয়, স্বাস্থ্যকৰ নাতিশীতোষ্ণ ঠাই আছিল। যি দেশৰ, সীমান্তত সাগৰ আছিল, সেই দেশ তেনে স্বাস্থ্যকৰ হবৰে কথা। তাত বছৰৰ ভিতৰত প্ৰায় ৫ মাহ মেঘে বৰষুণ দিছিল। বৰ্ষা, শৰৎ, হিম বা শীত, বসন্ত আৰু গ্ৰীষ্ম এই 'পাঁচোটা' ঋতুৰ উদয় হৈছিল।

ঋগ্বেদৰ মন্ত্ৰবিলাক যাইকৈ তলত লিখা ঋষি সকলে আৰু তেওঁলোকৰ গোত্ৰৰ আন আন ঋষি সকলে কালে কালে ৰচনা কৰিছিল।

বশিষ্ঠ, কণ্ব, বিশ্বামিত্ৰ, গৌতম, পৰাশৰ, অঙ্গিৰা, দীৰ্ঘতমা, অগস্ত্য, কামদেৱ, অত্ৰি, ভৰদ্বাজ, প্ৰিয়মেধ, কশ্যপ, বৃহস্পতি ত্ৰিত, উশনা, যম, বৈৱস্বত, মনু বৈৱস্বত, নাৰদ, পৰ্বত, গৰ্গ।

বিশ্বামিত্ৰৰ গোত্ৰৰ ঋষিসকলে নামৰ পাছত বৈশ্বামিত্ৰ, কণ্বগোত্ৰীয় সকলে কাণ্ব, কশ্যপ গোত্ৰীয়ই কাশ্যপ, অত্ৰি গোত্ৰীয়ই আত্ৰেয়, বৃহস্পতি গোত্ৰীয়ই বাৰ্হস্পত্য, অঙ্গিৰা গোত্ৰীয়ই অঙ্গিৰস, ভৃগু গোত্ৰীয়ই ভাৰ্গৱ আৰু গৰ্গ গোত্ৰীয়ই গাৰ্গ লিখিছিল। যেনে,—

মধুচ্ছন্দা বৈশ্বামিত্ৰ, মেধাতিথি কাণ্ব, গয় আত্ৰেয়, শংযু, বাৰ্হস্পত্য, জমদগ্নি ভাৰ্গৱ, চিত্ৰমহাবশিষ্ঠ, গৃৎ-সমদঅঙ্গিৰস, ইত্যাদি।

এই ঋষিসকলৰ অধিকাংশই আদিতে আমাৰ এই দেশতে বাস কৰিছিল বুলি জনা যায়। এই খিনিতে কৈ থওঁ যে অনেক ঋষিয়ে বংশানুক্ৰমে বংশৰ আদি পুৰুষৰ নাম লৈ সেই নামেৰে নিজৰ পৰিচয় দিছিল। অসমৰ বশিষ্ঠ আদিবশিষ্ঠ। "ৰামায়ণ" ৰ পৰা জনা যায় যে সীতাদেৱীৰ বাপেক পঞ্চম জনক আছিল। জগৎগুৰু শঙ্কৰাচাৰ্যৰ পাছত আজিলৈকে তেওঁৰ প্ৰধান মঠৰ অধিকাৰীসকলে নিজক শঙ্কৰাচাৰ্য বুলি চিনাকি দি আহিছে।

ঋগ্বেদ ৩য় মণ্ডলৰ ২৯ সূক্তত আছে,—

"ধিয়া চক্ৰে বৰেণ্যো ভূতানাং গৰ্ভমা দধে।
দক্ষস্য পিতৰং তনা॥ ঋক্ ৯॥

"নি ত্বা দধে বৰেণ্যং দক্ষস্যেলা সহস্কৃত।
অগ্নে সুদীতিমুশিজং ॥ ঋক্ ১০ ॥"

এই দুটা ঋক ৰমেশচন্দ্ৰ দত্তই তলত লিখা দৰে অনুবাদ কৰিছে আৰু টীকা লিখিছে :—"যে অগ্নি কৰ্মদ্বাৰা বৰণীয়, ভূতসমূহেৰ গৰ্ভৰূপে অৱস্থিত ও পিতা স্বৰূপ, দক্ষেৰ তনয়া সেই অগ্নিকে ধাৰণ কৰেন" ॥ ৯ ॥

"হে বল সম্পাদিত অগ্নি। তুমি উত্তম দীপ্তিযুক্ত, হব্যাভিলাষী ও বৰণীয়। তোমাকে দক্ষেৰ কন্যা ইলা ধাৰণ কৰিতেছে" ॥ ১০ ॥

"টীকা।—দক্ষেৰ তনয়া অৰ্থে 'বেদিৰূপাভূমি।" সায়ন। ইলা অৰ্থে 'ভূমি'। সায়ন। সেই ভূমি অগ্নিকে ধাৰণ কৰে অৰ্থাৎ বেদীত অগ্নি স্থাপিত হয়। বেদেৰ ৰুদ্ৰ অগ্নিৰ একটি ৰূপ তাহাও আমৰা জানি। পুৰাণে সেই ৰুদ্ৰকে দক্ষেৰ কন্যা উমা ধাৰণ কৰিলেন, অৰ্থাৎ হৰ-গৌৰীৰ বিবাহ হইল।"

স্বৰ্গভূমিৰ নাম আছিল ইলা। ইলাত দেৱতা সকলে যজ্ঞবেদী নিৰ্মাণ কৰি অগ্নিক স্থাপন কৰি যজ্ঞ কৰিছিল। প্ৰজাপতি দক্ষই ইলাত ৰাজত্ব কৰিছিল। বেদত অগ্নিৰ এটা ৰূপ ৰুদ্ৰ বোলা হৈছে। ৰুদ্ৰৰূপী অগ্নিক ইলা নামে ভূমিখণ্ডই বেদী-স্বৰূপে ধাৰণ কৰা কথাৰপৰাই পুৰাণ ৰচোঁতাই সতী-কাহিনীৰ নিচিনা এটি উপাখ্যান উলিযাই বেদৰ "দেৱকৃতং যোনিক" কামাখ্যা যোনি-মণ্ডল বুলি জন-সমাজত প্ৰচাৰ কৰিলে।

অথৰ্ববেদৰ এটা মন্ত্ৰত আছে,—'যি ৰুদ্ৰ দেৱতা অগ্নিত, যি পানীত, যি ঔষধ আৰু লতাদিতো আবিষ্ট আছে, যি এই বিশ্বভুৱন কল্পনা কৰিছে, সেই ৰুদ্ৰ দেৱতাক—সেই অগ্নি দেৱতাক নমস্কাৰ'—অথৰ্ব-সংহিতা, ৭-৮-৭-১।

স্বৰ্গীয় পণ্ডিত সত্যব্ৰত সামশ্ৰমীয়ে লিখি গৈছে,—

"প্ৰকৃতপক্ষে, তন্ত্ৰ ও পুৰাণ হইতেই প্ৰচলিত ৰূপ শিৱলিঙ্গ পূজাপদ্ধতিৰ উৎপত্তি, তন্ত্ৰ ও পুৰাণ যে অপেক্ষাকৃত আধুনিক, বিদ্বত সমাজ তাহাও অবিদিত নহে। বৈদিক কালে দৃশ্যমান প্ৰণালীৰ শিৱপূজা বোধ হয় কখনও কাহাৰও অন্তঃকৰণেও উদিত হয় নাই, যদি তাহা হইত তাহা হইলে কোন না কোন ঋকে তাহাৰ আভাস পাওয়া যাইত। বেদে যে শিৱ শব্দেৰ ব্যৱহাৰই নাই তাহাও নহে, বৰং উপাস্য দেৱতাবিশেষভাবে কুত্ৰাপি দেখা যায় না। সুতৰাং তদ্বিষয়ে স্তুতি বা নিন্দা কিছুৰই সম্ভাৱনা নাই।"

এইখিনি কথা নি উক্ত পণ্ডিতে প্ৰমাণ কৰি দেখুৱাইছে যে বেদৰ যি যি মন্ত্ৰত শিৱ শব্দ আছে, তাৰ অৰ্থ মঙ্গল, সুখকৰ, শোভন, কল্যাণ, ইত্যাদি। বেদত উল্লেখ কৰা "শিশ্নদেৱ" পদৰ প্ৰকৃত অৰ্থ ইন্দ্ৰিয় পৰাযণতা বাজে আন একো নহয় বুলি তেওঁ লিখি গৈছে।

"কালিকাপুৰাণত" যিটো কামদেৱৰ উপাখ্যান আছে তাৰ গুৰি বিচাৰি গ'লে ঋগ্বেদৰ দশম মণ্ডলৰ ১২৯ সুক্ত বুলি বুজিব পাৰি। তাত প্ৰজাপতি পৰ-মেষ্ঠীৰ মনত জীৱ সৃষ্টিৰ নিমিত্তে যি কামভাব মনত উদয় হোৱাৰ কথা আছে, সেয়ে পুৰাণৰ কামদেৱ আৰু ৰতি।

বেদত উল্লেখ কৰা "গৌৰী" শব্দৰ অৰ্থ বাকা, আৰু "সীতা" শব্দৰ অৰ্থ হাল বাওঁতে নাঙ্গলৰ ফালে খনা শিৰলু।

ঋগ্বেদৰ কোনো কোনো উপমাৰপৰা যে পাছত পৌৰাণিক উপাখ্যানবিলাকৰ সৃষ্টি হৈছে সেইটো ঋগ্বেদ আৰু পুৰাণ মিলাই চালে বুজিবপৰা যায়। ঋগ্বেদৰ পঞ্চম মণ্ডলৰ ম সুক্তৰ ট টীকাত ৰমেশচন্দ্ৰ দত্তই লিখিছে, "উপৰে শাঠ্যায়ন ব্ৰাহ্মণ হইতে যে উপাখ্যান উদ্ধৃত হইল তাহাৰ অধিকাংশই ঋগ্বেদ ৰচনাৰ বহুকাল পৰে কৰিত। উহাৰ অল্প অংশ যাহা ঋগ্বেদ ৰচনাকালে প্ৰচলিত ছিল তাহা একটি বৈদিক উপমা মাত্ৰ। কাষ্ঠই অগ্নিৰ মাতা, সেই কাষ্ঠ নিৰ্জীব অগ্নিকে লুকাইয়া ৰাখে, যজমান ঘৰ্ষণ কৰিলে সে অগ্নি জীৱিত হইয়া দৃষ্ট হয়। এইৰূপ একটি উপমা

হইতে কত বৃহৎ উপাখ্যান সৃষ্ট হইয়াছে"। পুৰোহিত-সকলৰ প্ৰাদুৰ্ভাৱৰ লগে লগে ঋগ্বেদৰ ব্যাখ্যাৰো অনেক পৰিৱৰ্তন ঘটিল। ৰমেশচন্দ্ৰ দত্তই ঋগ্বেদৰ ৪ৰ্থ মণ্ডলৰ ৫০ সূক্তৰ টীকাত লিখিছে যে অপেক্ষাকৃত আধুনিক গ্ৰন্থসমূহতো ঋগ্বেদৰ ঋকৃবিলাকৰ যিৰূপ ব্যাখ্যা কৰা হৈছে, তাৰপৰাই ভাৰতবৰ্ষত হিন্দু ধৰ্মৰ ক্ৰমশঃ পৰিৱৰ্তনৰ ইতিহাস কিছু পৰিমাণে দেখা পোৱা যায়।

আদিস্বৰ্গত অনেক পৰ্বত-পাহাৰ নদ-নদী, বৈৰাম আৰু অৰণ্য থকাৰ কথা ঋগ্বেদৰপৰা জনা যায়। তাত উল্লেখ কৰা মুজবৎ পৰ্বত সদিয়া অঞ্চলৰ মিজু মিচিমি পৰ্বত হ'ব পায়। কোনো কোনো মন্ত্ৰত পৰ্বতৰ উদ্দেশ্যে স্তুতি আছে। প্ৰথম মণ্ডলৰ ৫৬ সূক্তৰ ২য় ঋকত লিখা আছে যে, তিৰোতাসকলে পৰ্বতত উঠি ফুল চিঙ্গি আনিছিল। অসমৰ ক্ষেত্ৰ পৰ্বতবিলাকত যে আদিতে দেৱতাসকল বাস কৰিছিল আৰু সেই দেশেই যে দেৱাসুৰৰ নীলাভূমি আছিল, সেই কথা আগেয়ে কৈ আহিছোঁ।

ঋগ্বেদত যিবিলাক জীৱ-জন্তুৰ কথা লিখা আছে, তাৰ ভিতৰত সিংহ আৰু উট বাদে বাকী সকলো জন্তু এতিয়ালৈকে আমাৰ দেশত পোৱা যায়। অতি প্ৰাচীন কালত এই দেশত যে সেই দুবিধ জন্তু নাছিল, তাক কোনে কব পাৰে? যিবিলাক পূৰ্বণি মন্দিৰাদিৰ ভগ্নাৱশেষ এই পৰ্যন্ত আমাৰ দেশত আছে, তাৰ কোনো কোনোটোত শিলৰ সিংহ-মূৰ্তি থকা দেখা যায, সিংহৰ লগত মানুহে যুদ্ধ কৰাৰ মূৰ্তিও আছে। *

( ১১ )

**বৈদিক যুগৰ জীৱ-জন্তু**

পোহনীয়া জন্তুৰ ভিতৰত গো-জাতিৰ কথা ঋগ্বেদত বেছিকৈ পোৱা যায়। গাই গাখীৰ আৰু মাখন আৰ্য জাতিয়ে তৃপ্তিৰে খাইছিল, গোবৰ-খুটিৰে জুই ধৰিছিল, মাখন গলাই ঘি'উ কৰি সেই ঘি'উ হোমত লগাইছিল, ভোজনতো ব্যৱহাৰ কৰিছিল।

* বাঁহী, পুহ ১৮৫৪ শক, একবিংশ বছৰৰ ৯ম সংখ্যা

অগ্নিৰ মুখে সকলো দেৱতাই ঘিউ গ্ৰহণ কৰে বুলি তেওঁলোকে বিশ্বাস কৰিছিল আৰু সেই বাবে গাই-গৰুক অতি উপকাৰী আৰু পবিত্ৰ জন্তু বুলি ভাবিছিল। ঋগ্বেদত গৰী দেৱতাৰ উদ্দেশ্যে স্তুতি আছে। ষষ্ঠ মণ্ডলৰ ২৮ সূক্তত আছে,—

"গৰুবিলাকে যেন আমাৰ ঘৰলৈ আহি আমাৰ কল্যাণ বিধান কৰে, আমাৰ গোঠত যেন থাকে, আৰু আমাৰ প্ৰতি যেন প্ৰসন্ন হয়, ইয়াত নানা বৰণীয়া গৰুবিলাকৰ যেন পোৱালী বাঢ়ি গৈ থাকে, আৰু সদায় পুৱা সিহঁতে যেন ইন্দ্ৰৰ নিমিত্তে গাখীৰ দিয়ে।

ধেনুবিলাক যেন বিনষ্ট নহয়. চোৰবিলাকে যেন সিহঁতক অপহৰণ নকৰে, শত্ৰুৰ অস্ত্ৰবিলাক যেন সিহঁতৰ ওপৰত নপৰে। যিবিলাক ধেনু দেৱতাৰ উদ্দেশ্যে ৰখা হয়, সেইবিলাক যেন গোস্বামীৰ অধিকাৰৰপৰা কোনেও বিচ্যুৎ নকৰে।

ধূলি উৰাই যোৱা ৰণুৱা ঘোঁৰাবিলাক যেন সিহঁতৰ ওচৰত উপস্থিত নহয়, যজ্ঞত যেন গা'ই গৰুৱে বিশসনাদি (অৰ্থাৎ বলিদানাদি) সংস্কাৰপ্ৰাপ্ত নহয়। যাগানুষ্ঠানকাৰী মানুহৰ ধেনুবিলাক যেন নিৰ্ভয় মনেৰে আৰু মুকলিমূৰীয়াভাবে চৰি ফুৰে।

গোবিলাক আমাৰ ধনস্বৰূপ। ইন্দ্ৰই আমাক গো সমূহ দান কৰক। ধেনুবিলাকে হব্য শ্ৰেষ্ঠ সোমৰসৰ লগত খাবলগীয়া বস্তু প্ৰদান কৰক। হে মানুহবিলাক, এই সমূহ ধেনুবিলাকেই সেই ইন্দ্ৰদেৱতা, যাক আমি মনে চিতে কামনা কৰোঁ।

হে ধেনুসকল, তোমালোকে আমাৰ পুষ্টি বিধান কৰা, তোমালোকে আমাৰ ক্ষীণ আৰু কুৎসিৎ দেহক শ্ৰী যুক্ত কৰা। হে কল্যাণময় হাম্বাৰাও কৰা ধেনু-সকল, তোমালোকে আমাৰ ঘৰ সমৃদ্ধিসম্পন্ন কৰা। যজ্ঞ-শালিত তোমালোকে দিয়া প্ৰচুৰ পৰমান্নৰ শলাগ, লোৱা হয়।

হে ধেনুসকল, তোমালোক সন্তান-সম্পন্না হোৱা, তোমালোকে শোভন তৃণ খোৱা, আৰু সুগম সৰোবৰৰ

পানী খোৱা। চোৰ যেন তোমালোকৰ গৰাকী নহয় আৰু হিংসুক জন্তুবেও যেন তোমালোকক আক্ৰমণ নকৰে আৰু ৰুদ্ৰাস্ত্ৰ যেন তোমালোক থকা ঠাইৰপৰা দূৰৈত পৰে।

হে ইন্দ্ৰ, তোমাৰ বলাধানৰ নিমিত্তে ধেনুবিলাকৰ পুষ্টি প্ৰাৰ্থনা কৰোঁ আৰু সিহঁতৰ গৰ্ভাধানকাৰী বৃষভবো বল প্ৰাৰ্থনা কৰোঁ।"

"পণিবিলাকে গো সমূহৰপৰা তিনিবিধ দীপ্ত বস্তু পাই গুপ্ত কৰি থৈছিল। পাছে দেৱতাসকলে সেই তিনিওটা বস্তু পালে। তাৰে এটা ইন্দ্ৰই উলিয়ালে, এটা সূৰ্যই উলিয়ালে, দেৱতাসকলে কান্তিমন্ত অগ্নিৰপৰা অন্নৰ দ্বাৰাই আৰু এটা বস্তু উৎপন্ন কৰিলে।"

—ঋক্ ৪। সূক্ত ৫৮। মণ্ডল ৪

এই ঋকৰপৰা জনা যায়, গাখীৰৰপৰা ইন্দ্ৰই দৈ উৎপন্ন কৰিলে, সূৰ্যই ঘিউ উৎপন্ন কৰিলে, আৰু আন আন দেৱতাসকলে মিলি ক্ষীৰ উৎপন্ন কৰিলে।

ঋগ্বেদৰ সময়ত এতিয়াৰ দৰেই মানুহে বলদ (বলীৱৰ্দ) গৰুৰে হাল বাইছিল আৰু গাড়ী চলাইছিল। সময়ে সময়ে আৰ্যসকলে ষাঁড গৰু বধ কৰি তাৰ বন্ধা মাংস দেৱতাসকলৰ উদ্দেশ্য যজ্ঞত লগাইছিল। দেৱৰাজ ইন্দ্ৰ গোমাংস-প্ৰিয় আছিল। ঋগ্বেদৰ ষষ্ঠ, নৱম আৰু দশম মণ্ডলৰপৰা জনা যায় যে অতীজত আৰ্যজাতিয়ে গোমাংস ভক্ষণ কৰিছিল, কিন্তু তেওঁলোকে গাখীৰতী গাই বধ নকৰিছিল। বাঁজী-গাই কোনো কোনো সময়ত বধ কৰাৰ কথা পোৱা যায়। বৈদিক যুগৰ শেহ ছোৱাত গোমাংস একেবাৰে নিষিদ্ধ হয়। ঋগ্বেদৰ ষষ্ঠ মণ্ডলৰ ১৬ সূক্তৰ ৪৭ ঋকত বৃষভ আৰু ধেনু অগ্নিত আহুতি দিয়াৰ উল্লেখ আছে।

আৰ্যজাতিয়ে ম'হৰ গাখীৰ, মাখন আৰু ঘিউ খাইছিল আৰু সময়ে সময়ে ম'হৰ মাংসও খাইছিল। গাড়ী টনা আৰু হালবোৱা কামৰ নিমিত্তে তেওঁলোকে ম'হ বাখিছিল। ঋগ্বেদৰ পঞ্চম মণ্ডলৰ ২৯ সূক্তৰ ৭।৮ ঋকত আছে,—

'ইন্দ্ৰৰ মিত্ৰ অগ্নিয়ে ইন্দ্ৰৰ কাৰ্যত সহায়তা কৰিবৰ নিমিত্তে সোনকালে ৩০০ মহিষ পাক কৰিলে আৰু ইন্দ্ৰই বৃত্ৰক বধিবৰ নিমিত্তে মনুৰে দিয়া তিনি টেকেলি সোমৰস এবাৰতে পি খালে।

"হে ইন্দ্ৰ, যেতিয়া তুমি (তোমাৰ সৈন্যবিলাকেৰে সৈতে) ৩০০ ম'হৰ মাংস খাইছিলা, যেতিয়া ঐশ্বৰ্যশালী তিনি টেকেলি সোমৰস তুমি পি খাইছিলা, যেতিয়া বৃত্ৰক বধ কৰিছিলা, তেতিয়া তোমাক সকলো দেৱতাই যুদ্ধলৈ আহ্বান কৰিছিল।"

ঋগ্বেদৰপৰা জনা যায় যে আৰ্যবিলাকে উঠি ফুৰিবলৈ, গাড়ী আৰু ৰথ টানিবলৈ আৰু যুদ্ধ কৰিবলৈ ঘোঁৰা ৰাখিছিল। তেওঁলোকে কোনো সময়ত ঘোঁৰাৰ মাংসও খাইছিল। ঋগ্বেদত ঘোঁৰা মেলোৱা চকৰৰ (Race Course) নাম "আজি" বুলি লিখা আছে।

ঋগ্বেদত গাধ, ছাগ, মেৰছাগ, কুকুৰ আৰু মেকুৰীৰো উল্লেখ পোৱা যায়। আৰ্যজাতিয়ে ছাগ পুহিছিল, তাৰ মাংস আৰু গাখীৰ খাইছিল।

ঘোঁৰা, গাধ, মেৰছাগ এতিয়াও ভোটানত পোৱা যায়। ভুটীয়াবিলাকে বছৰি জাৰকালি সেই বিলাক জন্তু বেচিবৰ নিমিত্তে ভৈয়ামলৈ লৈ আহে।

ঋগ্বেদৰ ৮ম মণ্ডলৰ ৪৬ সূক্তত উট নামে জন্তুৰ উল্লেখ পোৱা যায়। যেনে,—

"হে বায়ু, যি (পৃথুশ্ৰৱা), উচথ্য আৰু বপু নামে ৰজাতকৈও অধিক বলৱন্ত, সেই ঘিউৰ নিচিনা শুদ্ধ ৰজাই যি অন্ন ঘোঁৰা, উট আৰু কুকুৰৰ পিঠিত বোজাই দি পঠাইছিল, সেই সকলো তোমাৰ অনুগ্ৰহত পাইছোঁ।" —ঋক ২৮

ইয়াৰপৰা বুজা যায়, কোনো দুৰণিবটীয়া ঠাইৰপৰা পৃথুশ্ৰৱা নামে এজন ৰজাই উট, ঘোঁৰা, আৰু কুকুৰৰ পিঠিত বোজা দিবলৈ ধান-চাউল পঠাইছিল। ঋগ্বেদৰ সময়ত আমাৰ দেশত উট আছিল নে নাই, এতিয়া কোৱা টান। ভুটীয়াবিলাকে

ঘোঁৰা, গাধ আৰু কুকুৰৰ পিঠিত মাল বোজাই দি আনে। সিহঁতৰ দেশত উট নাই।

ঋগ্বেদত হাতীৰ কথা পোৱা যায়। ইন্দ্ৰই বৃত্ৰক বধিবৰ নিমিত্তে বাণ হাতত লৈ মাকক সুধিলে, "আই, কোন মানুহ উগ্র বুলি বিখ্যাত?" মাকে কলে, "যি তোমাৰ শত্ৰুতা আকাঙ্ক্ষা কৰে, যি পৰ্বতত থকা বনৰীয়া হাতীৰ দৰে যুদ্ধ কৰে।"

—ঋক্ ৪।৫-৪৫ সূ। ৮ম

"হে অগ্নি, ব্যাধিৰ বিস্তীর্ণ জালৰ নিৰ্চিনা তোমাৰ তেজসমূহ প্ৰকাশ কৰা। ৰজাই যেনেকৈ অমাত্যেৰে সৈতে হাতীত উঠি যায়, সেইদৰে তুমিও ভয়-শূন্য তেজসমূহেৰে সৈতে যোৱাহি।

—ঋক্ ১-৪ সূ- ৪ৰ্থ।

ইয়াৰপৰা বুজা যায়, বৈদিক যুগত ৰজাসকলে হাতীত উঠি ফুৰিছিল।

ঋগ্বেদৰ আন কিছুমান মন্ত্ৰতো হাতীৰ উল্লেখ আছে। আমাৰ দেশ হাতীৰ নিমিত্তে চিৰকাল বিখ্যাত।

হৰিণা, শৰ, কৃষ্ণসাৰ, গন্ধকলাই, পহু, শিয়াল, ভালুক, সিংহ, বাঘ, মেঠন, বাংকুকুৰ, শহা, নেউল, বান্দৰ আদি জন্তুৰ নাম ঋগ্বেদত পোৱা যায়। সিংহ এতিয়া আমাৰ দেশত নাই, সম্ভৱতঃ বৈদিক কালত আছিল। এই দেশৰ অতি পুৰণি মন্দিৰাদিৰ ভগ্নাৱশেষত সিংহৰ মূৰ্তিও আছে। সাপ, বেং, মাছ আদি ঋগ্বেদৰ সময়ৰ দৰে এতিয়াও আমাৰ দেশত আছে।

ঋগ্বেদত তলত লিখা চৰাইবিলাকৰ নাম পোৱা যায়ঃ—

ম'ৰা (কে'ৰা বিধবো), শেন, ৰাজহাঁহ, পাতিহাঁহ দঁৰিক, কইৰ, টোঁৰাকোৱা, ফেঁচা, চাকৈচকোৱা, ভাটৌ, শগুন, শালিকা, ইত্যাদি। এই সকলোবিলাক চৰাই আমাৰ দেশত দেখিবলৈ পোৱা যায়। মোৰ বুঢ়ীআই (মাতামহী) প্ৰায় ৯০ বছৰ বয়সত স্বৰ্গী হৈছে। তেওঁৰ মুখে শুনিছিলোঁ, তেওঁ যেতিয়া জীয়াৰী হৈ আছিল, তেতিয়া ঝাকে ঝাকে ম'ৰা চৰাইবিলাকে কপাহ গছত পৰি কপাহৰ গুটি খোৱা তেওঁ দেখিছিল। আমাৰ মানুহে ম'ৰাবিলাক ধৰি ধৰি খাই এতিয়া নোহোৱাৰ নিচিনা কৰিলে।

বৈদিক যুগত উদ্ভিদ্‌বিলাক দুটা প্ৰধান ভাগত বিভক্ত আছিল। যথা,- (১) বীৰুধ (plant) আৰু (২) বনস্পতি (tree)। যিবিলাক বীৰুধ ঔষধত ব্যৱহাৰ হৈছিল সেইবিলা-

**বৈদিক যুগৰ উদ্ভিদ**

কৰ নাম 'ঔষধী'। 'plant'ক আমি "পুলি" বোলোঁ, সকলো বিধৰ গছ-লতাকে 'বৃক্ষ' বোলা হৈছিল। গছৰ যি ছোৱা মাটিৰ তলত থাকে তাক "মূল", গা ছোৱাক "কাণ্ড", ডালবিলাকক "শাখা" বোলা হৈছিল। যিবিলাক উদ্ভিদৰপৰা জোপা (bush) হয়, তাৰ বৈদিক নাম আছিল "স্তম্বিনীঃ", যি গছৰ গাৰপৰা বহুত ডাল আৰু ঠানি বাহিৰ হৈ গছ জোপাক জোপোহা কৰে, তেনেকুৱা গছৰ নাম "অংশুমতী"। যি গছৰ গাৰপৰা ডাল নোলায় আৰু গছজোপা পোন হৈ লেং-লেং কৰে বাঢি যায়, তেনেকুৱা গছৰ নাম "কাণ্ডিনী"। যেনে,— কাকিনি তামোল। আমাৰ "কাকিনি" শব্দটো কাণ্ডিনীৰ অপভ্ৰংশ হব পায়। যিবিলাক কাণ্ডিনী গছৰ তলৰপৰা ওপৰলৈকে ফেৰ মেলি ডাল-পাত ওলায়, তাৰ নাম আছিল "ব্ৰততি" আৰু যি লতা সাধাৰণতঃ মাটিতেই বগায়, তাৰ নাম আছিল "অলসালা"। ব্ৰততিক climber আৰু অলসালাক creeper বুলিব পাৰি। আমি অলসালাক আলসুৱা লতা বুলিব পাৰোঁ। কাঠ বুজাবৰ নিমিত্তে "কুমুক" আৰু "দাৰু" শব্দৰ ব্যৱহাৰ আছিল। "পৰ্ণ" শব্দই গছৰ পাত আৰু "বল্ক" (প্ৰাকৃত বক্ক) শব্দই বাকলি বুজাইছিল। গছৰ আঠা আৰু ৰসৰ নাম "নিৰ্যাস"। কিছুমান উদ্ভিদৰ বৈদিক আৰু আধুনিক নাম তলত লিখা হ'ল।

| | |
|---|---|
| অঙ্গশৃঙ্গী | শিঙ্গা |
| অপামাৰ্গ | অপাং |
| অমলা | আমলখী |
| অৰুন্ধতী | এবিধ লতা, তাৰ পাত সোণবৰণীয়া, গাত নোমৰ ফুল থাকে, তাৰ ৰস গৰুক খুৱালে গৰুৱে বেছিকৈ গাখীৰ দিয়ে। |
| অৰ্ক | আকণ |
| অলাবু | লাও |
| অবকা | অগৰা হ'ব পায়। |
| অশ্বগন্ধা | অশ্বগন্ধা |
| অশ্বত্থ | আঁহত |
| আদাৰ | আদা |
| অশোক | অশোক |
| উডুম্বৰ | ডিমৰু |
| উৰ্বাৰু | ঘিমৰু |
| উলূপ | উলুখেৰ |
| উশীৰঃ ( বিৰণ মূলম্ | বিৰিঙ্গা |
| এৰণ্ড | এৰা গছ |
| কৰ্কন্ধু | নৰা বগৰি বা আহোম বগৰি হ'ব পায় |
| কুমুদ | ভেঁট |
| কুশ | কুশ |
| কুশৰ | কুঁহিয়াৰ |
| কেশৰাজ | কেহেৰাজ |
| কাশালু | কেহেক |
| খদিৰ | খৈৰ গছ |
| খৰ্জুৰ | খাজুৰ |
| জম্বিৰ | জামিৰ |
| তিল | তিল |
| নাৰাচী | এবিধ বিহ গছ, তাৰ বিহ নাৰাচ অস্ত্ৰত লগোৱা হৈছিল। |

| | |
|---|---|
| পাটা | মৰাপাট |
| পূতিক | পুৰৈ |
| পলাশ | পলাশ |
| পিপ্পল | পিপলি |
| পীতুদাৰু, পূতুদ্ৰু | সৰল বা পদ্মগছ। |
| প্লক্ষ | পাকৰি |
| বদৰ | বগৰি |
| বিল্ব | বেল |
| বজ | বচ |
| বিম্ব | বিম্ব, কোৱাভাতুৰী |
| বিষাঙ্কা, বিষলজ্জা | বিহলঙনী |
| ভাঙ্গ | ভাং |
| মঞ্জিঠা | মজাঠি লতা |
| শফক | সফৰি আম, মধুৰি আম |
| শালুক | শেলুক |
| শমী | শমীধগছ |
| শিম্বল | শিমলু |
| শিংশপা | শিশু |
| শৃঙ্গাটক | শিঙ্গৰি |

এই উদ্ভিদবিলাক আমাৰ দেশত আগৰেপৰা আছে। শিশু আৰু খৈৰগছৰ কাঠেৰে বৈদিক যুগৰ মানুহে গাড়ীৰ চকা তৈয়াৰ কৰি লৈছিল। কুশ, কাশ, দুবৰি আদি যজ্ঞীয় তৃণ আমাৰ দেশত যথেষ্ট পৰিমাণে আছে। ঋগ্বেদৰ কেবাটাও মন্ত্ৰত শিমলু-গছৰ উল্লেখ আছে। আমাৰ দেশৰ দৰে শিমলুগছ বোধ কৰোঁ আন দেশত নাই। ঋগ্বেদত লিখা শ্বেতপদ্ম এই দেশৰ অনেক ঠাইত পোৱা যায়।

ঋগ্বেদত ধানৰ কথা স্পষ্টকৈ লিখা আছে। উক্ত বেদৰ ৪ৰ্থ মণ্ডলৰ ৫৭ সূক্তত কৃষিকাৰ্যৰ অধিষ্ঠাতৃ-দেৱতা ক্ষেত্ৰপতিৰ উদ্দেশ্যে স্তুতি আছে। আকৌ সেই সূক্ততে খেতিৰ কথা এই দৰে

**ধানৰ খেতি** লিখা আছে :—

"বলীৱৰ্দ ( বলদ ) বিলাকে সুখেৰে নাঙল বহন কৰক , মানুহবিলাকে সুখেৰে হাল বাই মাটি চহাওক,

নাঙলৰ ফালে সুখেৰে মাটি খানি যাওক।"—ঋক্ ৪।

"হে ইন্দ্ৰ, হে বায়ু, তোমালোকে আমাৰ এই স্তুতি-সেৱা লোৱাঁ, তোমালোকে দ্যুলোকত যি পানী সৃষ্টি কৰিছা, সেই পানীৰে এই পৃথিৱীক তিয়াই পেলোৱাঁ।"—ঋক্ ৫।

"হে সৌভাগ্যৱতী সীতা, তুমি অভিমুখী হোৱাঁ, আমি তোমাক বন্দনা কৰিছোঁ। তুমি আমাক সুন্দৰকৈ ধন-ধান দিয়া আৰু সুফল প্ৰদান কৰাঁ।" (ইয়াত "সীতা" শব্দৰ অৰ্থ হাল বোৱাত নাঙলৰ ফালে কৰা লোৰ বা সীৰলুয়ে বছৰে বছৰে যেন শস্য দোহন কৰে)। —ঋক্ ৬।

"ইন্দ্ৰই সীতাক গ্ৰহণ কৰোক, পূষাই তেওঁক চলাই লৈ যাওক, তেওঁ ফসলৱতী হৈ বছৰে বছৰে শস্য দোহন কৰোক।" —ঋক্ ৭।

"ফালবিলাকে সুখেৰে ভূমি কৰ্ষণ কৰোক অৰ্থাৎ মাটি ফালি নিয়ক, ৰথীয়াই (হালোৱাই) বলদেৰে সৈতে সুখেৰে গমন কৰোক, পৰ্জন্যই মধুৰ পানীৰে পৃথিৱী তিয়াওক, হে ইন্দ্ৰ, হে বায়ু, আমাক সুখত ৰাখা।" —ঋক্ ৮।

ইংৰাজী ভাষাত "Rice" বুলিলে ধান, চাউল আৰু ভাত তিনিওকে বুজায়। ঋগ্বেদত ধান আৰু চাউল উভয়কে ধান বোলা দেখা যায়। তৃতীয় মণ্ডলৰ ৩৫ সূক্তৰ তৃতীয় ঋক্ত বিশ্বামিত্ৰ ঋষিয়ে ইন্দ্ৰক এই বুলি স্তুতি কৰিছে যে "হে ইন্দ্ৰ, তোমাৰ ৰঙা ঘোঁৰা দুটা এৰি দিয়া, সিহঁতে ঘাঁহ খাওক, আৰু তুমিও এই দেৱযজন ঠাইত বহি ধান খোৱাঁহি।"

"ঋগ্বেদৰ অনেক মন্ত্ৰত ধানৰ কথা পোৱা যায়। কিন্তু চাউল বুজুৱা "ব্ৰীহি" শব্দৰ উল্লেখ নাই। ওপৰত উল্লেখ কৰা ঋকৰ টীকাত ৰমেশচন্দ্ৰ দত্তই লিখিছে, "ধান" শব্দ ঋগ্বেদে অনেক স্থানে ব্যৱহৃত হইয়াছে, আমি তাহাৰ অনুবাদ, 'ধান' কৰিয়াছি, কিন্তু অৰ্থ বোধহয় চাউল নহে, সায়ন যে 'ভৃষ্টযৱান' অৰ্থাৎ ভাজা যৱ অৰ্থ কৰিয়াছেন, তাহাই বোধহয় ঠিক"। দত্ত মহাশয়ে আৰু সায়নাচাৰ্যই ধানক যৱ বুলি টীকাত লিখাৰ ঘাই কাৰণ এই যে পঞ্জাৱত ধানৰ খেতি একেবাৰে নাছিল, সেই দেশ ধান-খেতিৰ অনুপযুক্ত, এতিয়া গৱৰ্ণমেণ্টে নৈৰপৰা খাল খানি পানী চলাৰ ব্যৱস্থা কৰাত পঞ্জাৱৰ কোনো কোনো ঠাইত অতি সামান্যৰূপে ধানৰ খেতি হৈছে বুলি শুনিবলৈ পাওঁ।

ঋগ্বেদৰ তৃতীয় মণ্ডলৰ ৫২ সূক্তত এজন ঋষিয়ে ইন্দ্ৰক দৈৰে সৈতে ধান খাবলৈ স্তুতি কৰাৰ কথা পোৱা যায়। তাত উল্লেখ কৰা ধান আমাৰ দেশৰ কোমল চাউল বুলি বোধ হয়। দৈ গাখীৰ, গুড় আৰু কোমল চাউল আমাৰ দেশৰ এটা উত্তম জলপান। এই কোমল চাউল অসমৰ বাহিৰে আৰু কোনো দেশত নাই।

ধান, মাহ, তিল, সৰিয়হ, কুঁহিয়াৰ আদিৰ খেতি এতিয়াৰ দৰে বৈদিক যুগতো হৈছিল। পঞ্জাৱত লোণৰ খনি থকা পৰ্বত আছে। তাত যথেষ্ট খনিজ লোণ পোৱা যায়। পঞ্জাৱত ঋগ্বেদ ৰচিত হোৱা হলে, উক্ত বেদত লোণৰ উল্লেখ থাকিলহেঁতেন। কিন্তু তাত লোণৰ নাম-গন্ধও নাই। ঋগ্বেদৰ আৰ্যজাতি আমাৰ দৰে খাৰ খোৱা আছিল

**বৈদিক যুগত ধাতুৰ ব্যৱহাৰ**

সোণ, ৰূপ, তাম, লো আৰু মণি-ৰত্নৰ কথা ঋগ্বেদত পোৱা যায়। বৈদিক যুগত মুনিহ-তিৰোতা উভয়েই সোণ ৰূপৰ বাখ-কৰা বা উকা অলঙ্কাৰ পিন্ধিছিল। ঋগ্বেদৰ 'নিষ্কগ্ৰীৱ' (নিষ্কেন সুৱৰ্ণেন অলঙ্কৃত গ্ৰীৱা) আমাৰ সোণৰ 'গলপতা' আৰু চাপকলি, "খাদি" (প্ৰাকৃত খাদ্দু) আমাৰ খাৰু, কৰ্ণেন্দু, কৰ্ণিকা আৰু কুণ্ডল এতিয়াৰ কেৰু, কৰিয়া আৰু থুৰীয়া। ঋগ্বেদত ডিঙিত পিন্ধা গহনাক 'মণি' বলিও লিখা আছে। আমি এতিয়াও মনি কওঁ। বেদৰ "অঞ্জি" আমাৰ অন্তী, "শিপ্ৰ" শিৰত পিন্ধা পাগ বা অলঙ্কাৰ। আমাৰ ভাষাত কোনোবা এখন পুথিত 'শিৰোপা'

আৰু 'পানৈ' শব্দ পচা মনত পৰে। পানৈ বুলিলে পাদুকা ( উপানহ ) বুজায়।

ঋগ্বেদৰ সময়ত আৰ্য জাতিয়ে সোণ আৰু ৰূপৰ মুদ্ৰা ব্যৱহাৰ কৰিছিল, লো, ইটা আৰু শিলেৰে ঘৰ সাজিব পাৰিছিল, শিল, ইটা আৰু মাটিৰে গড় মাৰি দুৰ্গ নিৰ্মাণ কৰিছিল, লোৰে অস্ত্ৰ-শস্ত্ৰ খেতিৰ লাগতিয়াল কোৰ কুঠাৰ, দা, কটাৰি নাঙলৰ ফাল আদি কৰি লৈছিল। কোনো কোনো যুঁজাৰু পুৰুষে লোৰ বৰ্ম পিন্ধি ৰণ কৰিছিল। সোণ, ৰূপ, তাম, লো আৰু মাটিৰ পাত্ৰৰ ব্যৱহাৰ আছিল। ইন্দ্ৰই দিবোদাসক ( শম্বৰক ) শিলেৰে নিৰ্মাণ কৰা নগৰ দান কৰাৰ কথা ঋগ্বেদত আছে ( ঋক্ ৪।০।৩০ সূ ।৪ৰ্থ )।

অসমত এতিয়ালৈকে যিবিলাক পুৰণি নগৰ, মন্দিৰ আদিৰ ভগ্নাৱশেষ আছে, তাত ইটা, চটীয়াকৈ কটা শিল, আৰু লোৰ খিলি থকা দেখা যায়।

**সাজ-পাৰ** আমাৰ দেশৰ মানুহে প্ৰায় সদায় ব্যৱহাৰ কৰা সাজ-পাৰৰ বৈদিক, সংস্কৃত আৰু আধুনিক নাম তলত লিখা হ'ল :—

| | |
|---|---|
| শিপ্ৰ | শিৰোপা, পাগ |
| চোলঃ | চোলা |
| চোটী, চোটীক | চুৰিয়া |
| চেলম্ | চেলেং |
| মেখলা | মেখেলা (underskirt) |
| বৃহতিক | বিহা |
| নিচোলঃ | পাছড়া, খনীয়া বা বৰকাপোৰ |
| নিশাৰঃ | নিহালী |
| গণ্ডুঃ | গাড়ু (pillow) |
| আস্তৃত (প্ৰাকৃত অথঅ) | আঠুৱা |
| কৰ্পটঃ | কাপোৰ |
| উপানহঃ | পানৈ (পাদুকা) |

পঞ্জাৱত বা ভাৰতৰ আন আন প্ৰদেশত চোলা, চুৰিয়া, চেলেং, বিহা, মেখেলা, নিহালী, গাৰু, আঠুৱা, এই নিচিনা শব্দৰ ব্যৱহাৰ থকা শুনা নাই।

প্ৰাকৃত শব্দ বেদত পোৱা যায়। অনেক প্ৰাকৃত শব্দ বেদত থাকিলেও তাৰ কোনো কোনো শব্দ সংস্কৃত ভাষাত পোৱা নাযায়। যেনে—"কুশৰ" এই শব্দটো বেদত আছে, কিন্তু সংস্কৃতত নাই। আমি কুশৰক কুঁহিয়াৰ কওঁ। সংস্কৃত ইক্ষু বা তাৰ অপভ্ৰংশ আখ্ শব্দৰ ব্যৱহাৰ আমাৰ ভাষাত নাই। বেদত শিমলু গছৰ নাম শিম্বল আৰু ধানৰ নাম ধান বুলি লিখা আছে, সংস্কৃত শাল্মলি বা ধান্য বুলি লিখা নাই। বেদত বাকলিক বল্ক বুলি লিখা আছে, বল্কল বুলি লিখা নাই, মানুহক মানুষ বুলি লিখা আছে। ব্ৰহ্ম, পূষা, ইন্দ্ৰ, বৰুণ আদি দেৱতাসকলৰ ভাৰ্যাক বেদত ব্ৰহ্মাণী, পূষাণী, ইন্দ্ৰানী বৰুণানী এই দৰে লিখা আছে। **বেদৰ ভাষা** আমাৰ ভাষাতো বৰুৱা, ৰাজখোৱা, শইকীয়া আদি উপাধিধাৰী লোকৰ ভাৰ্যাক বৰুৱানী, ৰাজখোৱানী, শইকীয়ানী বোলা হয়। বেদত যিবিলাক ক্ৰিয়া পদৰ ব্যৱহাৰ আছে, তাৰ প্ৰায় সকলোবিলাক আমাৰ ভাষাত ব্যৱহৃত হয়। ক্ৰিয়াপদৰ পাছত ব্যৱহাৰ কৰা "হি" প্ৰত্যয় আমিও ব্যৱহাৰ কৰোঁ। যেনে—

| | |
|---|---|
| শৃণুহি | শুনাহি |
| যাহি | যোৱাঁহি |

বৈদিক সংস্কৃত 'মি' প্ৰত্যয়ৰ ব্যৱহাৰ আমাৰ ভাষাত চন্দ্ৰবিন্দু স্বৰূপে আছে যেনে—

| | |
|---|---|
| কৰোমি | কৰোঁ |
| যামি | যাওঁ |

অনেক বৈদিক সংস্কৃত শব্দ আমাৰ ভাষাত অলপ পৰিবৰ্তিত হৈ চলি আছে। যেনে :—

| | |
|---|---|
| অসৌ | সৌ |
| ইমাং | ইমান |
| অগ্ৰমাংসম | আগমঙহ |
| অগ্নিকুক্কুট | কুকুহা |
| অলঙ্কমঃ | আলাঙ্কু |
| উৰুৰী | উৰুলী |

| | |
|---|---|
| উদ্গাৰঃ | উগাৰ |
| কৰণ্ডী | কৰণী |
| বৰলঃ | বৰল |
| কৰ্ণলতিকা | কাণবলতি |
| কুম্ভজলৌকা | কুমজেলুকা |
| কিন্ন | কিয়নো |
| জ্যোৎস্নঃ | জোন |
| গলগণ্ড | গৰল |
| দিক্কৰি | ডেকেৰী |
| চক | চক |
| স্থালী | থালী |
| বৰ্ত্ম | বাট |
| সিঞ্চন | সিচা |
| চত্বৰ | চোতাল |
| আট্টাল | আটাল |
| উদ্ধান | উধান |
| কুহেড়ী | কুঁৱলী |
| ডোৰম্ | ডোল |

বেদৰ "ভগৱন্ত" সংস্কৃতৰ "ভগৱৎ"। আমি সদায় "ভগৱন্ত" কওঁ, "ভগৱৎ" নকওঁ। বেদৰ 'সত্র' শব্দটো বিশেষ উল্লেখযোগ্য। কাৰণ, আমাৰ দেশত এতিয়াও বৈষ্ণৱ গোসাঁইসকলৰ সত্র আছে। এই শব্দ'টাৱে সুদূৰ বৈদিক যুগৰ লগত এতিয়ালৈকে আমাৰ সম্বন্ধ থকা বুজায়। *

( ১২ )

ঋগ্বেদত ইন্দ্রদেৱতাৰ উদ্দেশ্যে অনেক স্তুতি আছে। কালক্রমে ইন্দ্রৰ পূজা লোপ পালেও অসমীয়া মানুহে তেওঁক একেবাৰে পাহৰি পেলোৱা

**বৈদিক দেৱতা** নাই। আমাৰ দেশৰ বিয়া-নামত শুনিছোঁঃ—

"স্নান কৰি আইদেৱে কৰিলেক সাজ,
ইন্দ্রে আনি পেলাই দিছে ভূষণ দেৱাঙ্গ।
স্নান কৰি আইদেৱে দোঁৱাই আছে মাথ,
স্বৰ্গৰ পৰা দেৱগণে কৰে আশীৰ্বাদ।
স্নান কৰি আইদেৱে যোৰ কৰে হাত,
ইন্দ্রে আনি পেলাই দিছে পুষ্প পাৰিজাত।
স্নান কৰি আইদেৱে ইন্দ্রত মাগে বৰ,
জন্মে জন্মে মোৰ স্বামী হোক দামোদৰ।"

আকৌ, লগুণ দিয়নিৰ নামত আছে,—

আম খৰি বাম কলে পাতিলেক হোম,
মন্ত্র গাই অগ্নি জ্বালে বশিষ্ঠ বামুণ।
কৃষ্ণসাৰ মৃগৰ ছাল বিধিমতে আনি,
বৃহস্পতি গুৰু আহি পিন্ধিলে আপুনি।
বিধি চাই ব্রহ্মাই কৰন্ত অনুষ্ঠান,
সূৰ্যে আহি আপুনি গায়ত্রী দিলে দান।
নৱগুণ দিলে দেৱগুৰু বৃহস্পতি,
অজিন উত্তৰী যোগাইলন্ত সৰস্বতী।
পিন্ধাইলন্ত কপীন্ দেৱৰ মাতা আনি,
কাশ্যপে মেখলা বান্ধিলেক টানি টানি।
ইন্দ্রে আনি যোগাইলে বিচিত্র ছত্রখণ্ড,
স দৰে দিলন্ত আনি চন্দ্রে ব্রহ্মদণ্ড।
দিব্য কমণ্ডলু গোট ব্রহ্মা দিলে উঠি,
সপ্ত ঋষিগণে আনি দিলে কুশ মুঠি।
গৌৰৱে যোগালে অক্ষমালা ভগৱতী,
ভিক্ষাপাত্র দিলে আনি কুৱেৰ যক্ষপতি।
ভিক্ষা আনি দিলন্ত অম্বিকা বৰ নাৰী,
হলা যে বামুণ-বটু দিব্য ব্রহ্মচাৰী।
অদিতিৰ ঘৰত জন্মি বামুণ যে ভৈলা,
বৃহস্পতি গুৰু আসি যজ্ঞসূত্র দিলা।
চন্দ্র-সূৰ্য বায়ু-বৰুণ সবে হৈবা সাক্ষী,
ব্রহ্মচাৰীক লগুণ দিলে গুৰু বৃহস্পতি।"

এই নামত উল্লেখ কৰা বশিষ্ঠ বৈদিক যুগৰ এজন ঋষি। ঋগ্বেদত তেওঁৰ ৰচিত অনেক মন্ত্র আছে। তেওঁৰ আশ্রম এই অসমতে আছিল। কৃষ্ণসাৰ মৃগবেদ মতে অতি পৱিত্র জন্তু। দেৱগুৰু বৃহস্পতি, ব্রহ্মা বা ধাতা, সূৰ্য, সোম বা চন্দ্র, ইন্দ্র, মিত্র, বৰুণ, পূষা, ভগ, বায়ু, অগ্নি, ৰুদ্র, সৱিতা,

* বাহী, ফাগুন ১৮৫৪ শক, একবিংশ বছৰ ১১শ সংখ্যা

বিষ্ণু, দেৱমাতা অদিতি, বিৱস্বান, যম, ত্বষ্টা, অশ্বিনী কুমাৰ দুজন, বিশ্বদেৱসকল, উষা, নদী, পৰ্বত, পৃথিৱী, দ্যৌ, বনস্পতি, ক্ষেত্ৰপতি, বাস্তোষ্পতি, পৱমান সোম আদি দেৱতাৰ আৰু পিতৃসকলৰ উদ্দেশ্যে ঋগ্বেদত স্তুতি আছে। অশ্ব, অন্ন, গবী, ৰথ, দুন্দুভি, জ্যা, বৰ্ম, সাপ, অপঃ-বা পানী, শেন চৰাই আদিকো কোনো কোনো ঋষিয়ে স্তুতি কৰা উক্ত বেদত পোৱা যায়। আদিতে আৰ্য জাতিয়ে খাইকৈ অগ্নি, সৱিতা আৰু চন্দ্ৰমাৰ অৰ্থাৎ জ্যোতিৰ উপাসনা কৰিছিল, অদিতি-নন্দন ইন্দ্ৰাদিক পূজা কৰিছিল। যি বিষ্ণুৰ কথা ইয়াত উল্লেখ কৰা হৈছে, তেওঁ অদিতিৰ পুতেক বামন বিষ্ণু। বেদৰ ক্ষেত্ৰপতি, বনস্পতি, বাস্তোষ্পতি, নদী-দেৱতা, আদিৰ পূজা এতিয়াও আমাৰ দেশৰ কোনো কোনো ঠাইত চলি আছে। বেদৰ জল-দেৱতাকে আমি জলশায়ী দেৱতা কওঁ।

কোচবিলাকে কোনো পোহনীয়া জন্তু দেৱতাৰ উদ্দেশ্যে বলি নিদিয়াকৈ ভোজন নকৰিছিল, তেওঁলোকৰ উপাস্যাদেৱতাৰ ভিতৰত পূষা আৰু তেওঁৰ ভাৰ্যা যজ্ঞ প্ৰধান। তেওঁলোকে সূৰ্য, চন্দ্ৰ, তৰা, নদী,-দেৱতা, গিৰি-দেৱতা, বন-দেৱতা, আৰু মৃত পিতৃ-মাতৃৰ উদ্দেশ্যেও যাগ-যজ্ঞাদি কৰিছিল। যজ্ঞাদি কৰা-পুৰোহিতক দেউষি বোলা হৈছিল।

দেৱমাতৃ আদিতিৰ এজন পুতেকৰ নাম পূষা। তেওঁৰ পুতেকবিলাকক আদিত্য বোলা হয়। "দেউষি" শব্দটো "দেৱৰ্ষি" শব্দৰ অপভ্ৰংশ।

"বিশ্বকোষ" অভিধানৰ ১৭৫ পিঠিত লিখা আছে,-

"অতি পূৰ্বকালে আৰ্যজাতি একটী স্বতন্ত্ৰ জাতি মধ্যে পৰিগণিত ছিল। তৎকালে

**বৈদিক যুগত আৰ্যজাতিৰ আচাৰ ব্যৱহাৰ**

তাঁহাদেৰ জাতিভেদ বা বৰ্ণবিভাগ প্ৰথা প্ৰচলিত ছিল না। এই জাতীয় ঋষি, ৰাজা ও সামান্য ব্যক্তি সকলে ই আৰ্যনামে পৰিচিত ছিলেন। * * * প্ৰাচীন ঋক্‌সংসহিতায় ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, প্ৰভৃতি ত্ৰৈবৰ্ণিক সম্বন্ধীয় প্ৰসঙ্গ এককালে নাই। তৎকালে আৰ্য ও শূদ্ৰ কেবলমাত্ৰ এই দুইটী বৰ্ণবিভাগেৰ প্ৰসঙ্গ পাওয়া যায়। ক্ৰমে ক্ৰমে যতই আৰ্যদিগেৰ সংখ্যা বৃদ্ধি পাইতে লাগিল, ক্ৰমে যতই তাঁহাৰা নানা বিষয়ে উন্নতি লাভ কৰিতে লাগিলেন, সেই সময় বিশেষ ব্যক্তিকে কাৰ্যবিশেষে নিয়োজিত কৰিবাৰ জন্য তাঁহাদেৰ বৰ্ণবিভাগেৰ আৱশ্যাক হইয়াছিল। ঋক্‌সংহিতাৰ খিলঅংশে বৰ্ণবিভাগ সম্বন্ধে এইৰূপ নিৰ্দিষ্ট হইয়াছে :—

"ব্ৰাহ্মণোঽস্য মুখমাসীদ্বাহুঃ ৰাজন্যঃ কৃতঃ।
উৰু তদস্য যদ্বৈশ্যঃ পদ্ভ্যাং শূদ্ৰো অজায়ত॥"
( ঋক্‌১০।৯০।১২ )

ইহাৰ ( পুৰুষেৰ ) মুখ ব্ৰাহ্মণ, দুই বাহু ৰাজন্য হইল, যাহা উৰু, তাহাই বৈশ্য, দুই পা শূদ্ৰ হইল।

এতদ্ভিন্ন যজুৰ্বেদ, অথৰ্ববেদ ঐতৰেয়ব্ৰাহ্মণ প্ৰভৃতি প্ৰাচীন গ্ৰন্থে বৰ্ণবিভাগেৰ কথা পাওয়া যায়। এই বৰ্ণবিভাগ আজকালকাৰ জাতিভেদ-প্ৰথাৰ মত নয়, - তৎকালে কৰ্ম-বিভাগেৰ জন্য এই প্ৰথা অৱলম্বিত হইয়াছিল। কাৰণ তৎকালে ব্ৰাহ্মণ, ক্ষত্ৰিয় ও বৈশ্যেৰ মধ্যে পৰস্পৰেৰ সমান ক্ষমতা ছিল। সেই প্ৰাচীন কালে ব্ৰাহ্মণ, ক্ষত্ৰিয় ও বৈশ্য এই ত্ৰৈবৰ্ণিকেৰ মধ্যে কেহই উচ্চ বা নীচ ভাবে সম্বোধিত হন নাই। ঋগ্বেদ ৰচনা কালেৰ শেষে আৰ্যদিগেৰ মধ্যে ঋত্বিক্ বা পুৰোহিত, ৰাজপুৰুষ ও সাধাৰণ ব্যৱসায়ী শ্ৰমজীৱী, এই তিনটা ভিন্ন ভিন্ন শ্ৰেণী ছিল। তৎকালে এই ভিন্ন ভিন্ন শ্ৰেণীৰ লোকেৰ মধ্যে আহাৰাদি বা বিবাহাদি কাৰ্য নিষিদ্ধ ছিল না। তখন এই তিনিটী শ্ৰেণী পৃথক্ জাতিৰূপে গণ্য হয় নাই।"

প্ৰাচীন আৰ্যজাতিৰ ৰীতি-নীতি আৰু অৱস্থাৰ বিষয়ে ঋগ্বেদত এই দৰে লিখা আছে, —

আৰ্য সকলৰ ৰজা আছিল ( ১।৪০।৮,১।১৬ ১ ), ৰজাৰ অধীনত পুৰপতি, গ্ৰামণী বিষয়া আছিল ( ১।১৭৩।১০,১০।৬০।১১ ), তেতিয়া ৰজাই সাধাৰণৰ ওপৰত কৰ ধাৰ্য কৰিছিল ( ১।৭০।৫ ), সমূহৰ মত

লৈ ৰজাই সুনিয়মেৰে ৰাজ্যশাসন কৰিছিল (১।১।৭৩), ৰজাই পাত্ৰমন্ত্ৰীসকলেৰে সৈতে হাতীত উঠি ফুৰিছিল (৪।৪।১), তেওঁলোকৰ সোণৰ সাজ পিন্ধোৱা ঘোঁৰা (৪।১।৮), যুদ্ধৰ ঘোঁৰা আৰু অশ্বাৰোহী সৈন্য আছিল (৪।৩৮।৬), ডাঙৰ লোকসকলে স্তুতি শুনিবলৈ ভাল পাইছিল (১।২৭।১২), যুদ্ধৰ সময়ত সকলো ৰজা গোট খাইছিল (১০।৯৭।৬), ঋষিসকলে সংসাৰী হৈও যুদ্ধৰ সময়ত যুদ্ধ কৰিছিল (৬।২০।১), তেতিয়া ৰাজকন্যাৰ লগত ঋষিসকলৰ বিয়া হৈছিল (৫।৬১।৬), বীৰ পুৰুষৰ বৰ আদৰ আছিল (১।৩১।৬), তেতিয়াৰ সমাজত উত্তম, মধ্যম অধম এই তিনি শ্ৰেণীৰ মানুহ আছিল (৪।২৫।৮), মধ্যম বিধৰ মানুহে বেহা-বেপাৰ কৰি সুখেৰে দিন নিয়াইছিল (১।৭৯।১), তেতিয়া আৰ্যসকলে নানা প্ৰকাৰ কাম কৰিছিল। কোনো ঋত্বিক্ বা পুৰোহিত, কোনো স্তোতা বা কৰি, কোনো বেজ, কোনো সূতাৰ, কোনো কমাৰ, কোনো কুমাৰ, কোনো সোণাৰি, নাপিত, কোনো শিলাকুটী ইত্যাদি নানা জনে নানা কাম কৰিছিল, কোনোৱে অস্ত্ৰ-শস্ত্ৰ নিৰ্মাণ কৰিছিল, কোনোৱে নাও, ৰথ বা গাড়ী, তৈয়াৰ কৰিছিল (১।১৩০।৫, ৪।২ ১৪—১৬।২০ ৫।১০২।৮), তেতিয়া নগৰ আৰু গাওঁ ৰেলেগ আছিল (১।৪৪।১০,১০।১৪৬।১), আৰ্যসকলে লো, শিল আৰু ইটাৰে অনেক দুৱাৰ আৰু স্তম্ভ থকা পকীঘৰ সাজিব পাৰিছিল (৭।৪।৭।৪ ৩০।২,১।১১৩।৪,২।৪১।৫), শিল আৰু ইটাৰে ঘৰ, বাটচ'ৰাৰ, দলং আদি সাজিব পাৰিছিল (ৰাজসনেয় ১৩।৩১), অহা-যোৱাৰ কাৰণে সুন্দৰ আলিবাট (১।৫৮।১), আৰু দুৰ্গম ঠাইতো সুগম বাট তৈয়াৰ কৰিছিল (১।১১৬।২০), বাটৰ কাষত চকি-ঘৰ আৰু পান্থশালা সাজি ভাত খোৱা-লোৱা বস্তুৰ যোগাৰ ৰাখিছিল (১।১৬৬।৯), নানা ৰকমৰ ৰথ, যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ আৰু সাজ-সঁজুলি তৈয়াৰ কৰিব পাৰিছিল, যুদ্ধলৈ যাত্ৰা কৰোঁতে নিচান উৰাইছিল, দুন্দুভি বজাইছিল (ঋক্-প্ৰথমমণ্ডল চাওক), তিৰোতাসকলে অলঙ্কাৰ পিন্ধিবলৈ বৰ ভাল পাইছিল (১।৮৫।১), কাণত সোণৰ কেৰু (হিৰণ্যকৰ্ণ) ডিঙিত মণি মাদলি হাতত খাৰু আদি পিন্ধিছিল (১।১২২।১৪), মুকুতা বাখৰ আদিৰো ব্যৱহাৰ আছিল (১০।৪৪।১০), সোনাৰিয়ে (নিষ্ককাৰী) অলঙ্কাৰ গঢ়িছিল, তিৰোতাসকলে কাপোৰ বৈ লৈছিল (২।৩৮।৪), দুজনী তিৰোতাই লগ লাগি তাঁত বাতি কৰিছিল (২।৩।৬): তিৰোতাসকলে ৰন্ধা-বঢ়া কামো কৰিছিল। আৰ্যসকলে পো নাতিসকলেৰে সৈতে একেলগে বাস কৰিছিল আৰু একে চৰুতে পৰিয়ালৰ সকলোটিয়ে খাইছিল (১।১১৭।৬), তেতিয়া সকলো পুত্ৰই পিতৃসম্পত্তিৰ ভাগ পাইছিল (১।৭৩।৯), বিয়া নিদিয়া ছোৱালী বাপেকৰ ঘৰত থাকিলে সেই ছোৱালীয়েও পিতৃসম্পত্তিৰ ভাগ পাইছিল (২।১৭।৭) পিতাকৰ পুত্ৰ আৰু কন্যা দুয়ো বৰ্তমান থাকিলে পুত্ৰ ক্ৰিয়াৰ অধিকাৰী হৈছিল (৩।৫ ১।২), কাৰো পুত্ৰ নাথাকিলে জীৰ নাতিক পুত্ৰৰূপে লব পাৰিছিল (৩।৩১।১), তিৰোতাই স্বামীৰ লগত যজ্ঞ কৰিছিল (১।১৩১।৩), আৰু ৰথত উঠি অহা-যোৱা কৰিছিল (১।১৬৬।৫), ডেকেৰী ছোৱালী অবিবাহিতা অৱস্থাত অধিক বয়সলৈকে থাকিব পাৰিছিল আৰু সেই বাবে পিতৃ-মাতৃ গুৰুজনৰ কোনো আপত্তি নাছিল, বিয়াৰ সময়ত দৰাই সোণৰ অলঙ্কাৰ পিন্ধিছিল (৫।৬০।৪), কন্যায়ো অলঙ্কাৰ আৰু কেৰাধনো কাপোৰ পিন্ধিছিল (৮।২৬।১৩), আৰু ঋতুমতী হোৱাৰ পাছতেই কন্যাৰ বিয়া হৈছিল (১০।৮৫।২২), ভদ্ৰঘৰৰ সুন্দৰী কন্যাই নিজৰ মনোমত স্বামী বৰণ কৰিব পাৰিছিল। ১০।২৭।১২), বিয়াৰ পাছত কন্যাই স্বামীৰ ঘৰলৈ যাওঁতে যৌতুক পাইছিল (১০।৮৫।২০), স্বামীৰ মৃত্যু হলে বিধৱাই দেৱৰেকক কামনা কৰিছিল (১০।৪০।২), আৰু দেৱৰেক নহলে অন্য পতি গ্ৰহণ কৰিব পাৰিছিল (১।১২৪।৭), তেতিয়াৰ দিনত মানুহে বহুবিবাহ কৰিব পাৰিছিল (১।১০৫।৮), কিন্তু পুৰুষবিলাকে প্ৰায়েই এজনীহে বিয়া কৰিছিল (১ ১০৫ ২)। বৈদিক যুগত অৱৰোধ প্ৰথা নাছিল। ঋগ্বেদৰ দশম মণ্ডলৰ

১৭২ সূক্তৰপৰা জনা যায় যে তিৰোতাই অস্ত্ৰ-শস্ত্ৰ লৈ ৰথত উঠি স্বামীৰ লগত থাকি বিপক্ষৰ লগত যুদ্ধ কৰিছিল, মুদ্‌গলৰ ভাৰ্য্যাই এই দৰে যুদ্ধ কৰিছিল। ঋগ্বেদৰ সময়ত সঙ্গীতৰ সমাদৰ আছিল। তিৰী-পুৰুষে একেলগে নৃত্য-গীত কৰিছিল। বেদত দুন্দুভি, বেণু আৰু বীণাৰ উল্লেখ আছে। বৰ্ত্তমান কালত অনেকে কয়, "বেদপাঠ কৰিবলৈ তিৰোতাৰ আৰু শূদ্ৰৰ অধিকাৰ নাই।" কিন্তু তেওঁলোকে বোধ কৰোঁ নেজানে যে বিশ্ববাৰা, লোপামুদ্ৰা, ঘোষা আদি বিদ্যাৱতী মহিলাসকলে বেদৰ মন্ত্ৰ ৰচনা কৰিছিল। যমসংহিতাত আছে,—

"পুৰাকল্পেষু নাৰীনাং মৌঞ্জীবন্ধনমিষ্যতে।
অধ্যাপনঞ্চ বেদানাং সাবিত্ৰীবচনং তথা।"

অৰ্থাৎ পুৰাকালত তিৰোতাসকলৰ উপনয়ন হৈছিল, তেওঁলোকে বেদ অধ্যাপনা কৰিছিল আৰু গায়ত্ৰী পাঠ কৰিছিল।

বেদমন্ত্ৰ ৰচোঁতা কৰষ ঐলুষ ঋষি শূদ্ৰ আছিল, কক্ষীবান দাসীৰ পুত্ৰ আছিল, বেদৰ অনেক গাঁথা পাৰশৱ শূদ্ৰৰ দ্বাৰা ৰচিত, বৎসপ্ৰী, বন্দ্য আৰু সংস্কৃতি, এই তিনিজন শূদ্ৰইও বেদমন্ত্ৰ ৰচনা কৰাৰ কথা মৎস্যপুৰাণৰ ১৩২ অধ্যায়ত পোৱা যায়।

ঋগ্বেদৰ সময়ৰ আৰ্যজাতিৰ আচাৰ-ব্যৱহাৰৰ লগত আমাৰ অসমীয়া হিন্দুসমাজৰ আচাৰ-ব্যৱহাৰ প্ৰায় সম্পূৰ্ণৰূপে মিলে। ঋগ্বেদৰ "গ্ৰামণী" শব্দৰ পৰা বড়ো জাতিৰ "গ্ৰা", পৰ্বতীয়া মিৰি, দফলা আদিৰ "গাম" আৰু আমাৰ "গাঁওবুঢ়া" শব্দৰ উৎপত্তি হৈছে। ডাক্তৰ লেঠাম চাহাবৰ Ethnology of India পুথিৰ ৩৯ পিঠিত লিখা আছে,—

"The Bodo village are small communities of from ten to forty huts. The head of these communities is called Gra. It is the Gra who is responsible to the foreign Government for the order of the community and for the payment of its tribute. In case of perplexity, the Gras of three or four neighbouring communities meet in deliberations."

অৰ্থাৎ বড়ো জাতিৰ গাঁওবিলাক সৰু সৰু; প্ৰতিখন গাঁৱত দহ ঘৰৰপৰা চল্লিশ ঘৰ মানুহৰ বসতি, গাঁৱৰ মুখিয়ালজনক গ্ৰা বোলে, গাঁৱৰ শান্তি ৰক্ষা আৰু খাজনা তোলাৰ বাবে তেওঁই গৱৰ্ণমেণ্টৰ ওচৰত দায়ী, কোনো গোলমলীয়া বিষয় মীমাংসা কৰিবলৈ হলে ওচৰৰ তিনি বা চাৰিজন গ্ৰা গোটখাই মেল কৰে।

দুৰ্গম পৰ্বতীয়া ঠাইতো আৰ্য জাতিয়ে সুগম বাট তৈয়াৰ কৰি বাটৰ কাষে কাষে চকী-ঘৰ আৰু পান্থশালা নিৰ্মাণ কৰাৰ কথা ঋগ্বেদত পোৱা যায়। তেনেকুৱা এটা বাট হাজোৰ স্বৰ্গদ্বাৰৰপৰা ভোটানৰ মাজেদি তিব্বতলৈকে আছিল। সেই বাটটোৰ বিষয়ে কৰ্ণেল গ্বৰ্ডন পীয়েৰৰ উজনি অসমৰ ইতিহাসত লিখা আছে,—

"A picturesque feature in Bhootan are the old mediaeval forts built to control the trade route from Thibet and to guard against invasion on that side. These are well described by Mr. C. White in the report of his visit in 1905, and it would be interesting to know how this people got to know of the pattern of such defensive structures unlike what are found in the parts of India adjacent to their country and far more resembling some old-time European castle".

ঋগ্বেদৰ সময়ৰ আৰ্য জাতিৰ দৰে আমাৰ দেশৰ কলিতা জাতিৰ মানুহেও নানা কাম কৰে। কলিতাৰ ভিতৰত কৃষি, মহাজন বা মহন্ত (বৰ কলিতা) সোণাৰি, কমাৰ, কুমাৰ, ধোবা, নাপিত, নট, হালোৱা আদি নানা ব্যৱসায়ৰ মানুহ আছে। এই কলিতা জাতিৰ মানুহেই কোচ আৰু চুতীয়া (ৰতীয়া) জাতিৰ পুৰোহিতৰ কামো কৰিছিল।

প্ৰত্নতত্ত্ববিদ্ গেইট ছাহাবেও তেওঁৰ অসমৰ ইতিহাসত কলিতাবিলাকক আৰ্যজাতীয় বুলি লিখিছে।

জাতিতত্ত্ববিদ্ ডল্টন ছাহাবৰ মতে চন্দ্ৰ-সূৰ্য বংশৰ সন্তান-সন্ততিবিলাকে প্ৰথমতে আমাৰ এই অসম দেশৰ সৌন্দৰ্য দেখি মুগ্ধ হৈ ইয়াত উপনিবেশ স্থাপন কৰিছিল আৰু এই দেশৰ আৰ্য জাতিৰ বংশধৰ এই কলিতা জাতি চন্দ্ৰ বা সূৰ্যবংশীয়। আমি বোধ কৰোঁ কলিতাসকল কোল-সূনু অৰ্থাৎ কোলৰূপী বিষ্ণুৰ সতি-সন্তান। এই কলিতা জাতিটোৰ বিষয়ে পাছে বহলাই লিখিম।

ভোটানৰ ৰজা এজনৰ উপাধি দেৱৰাজ, এজনৰ ধৰ্মৰাজ, আৰু ৰাজসভাৰ সভ্য সাতজন (Dalton's Ethnology, page 96)। বৈদিক যুগৰ দেৱতা-সকলৰ অনুকৰণতে ভোটানত এতিয়ালৈকে দেৱৰাজ আৰু ধৰ্মৰাজ বা যম, আৰু সপ্তৰ্ষিৰ পৰিবৰ্তে সাতজন সভ্যৰে ৰাজ্য শাসন কৰা প্ৰথা চলি আছে। ভোটানৰ ৰজাসকলে তেওঁলোকৰ নামৰ পাছত "দেৱ" লিখা দেখা যায়।

বৈদিক যুগৰ আগছোৱাত অদিতি নন্দন বিষ্ণু কিছুকালৰ নিমিত্তে প্ৰজাপালক আছিল আৰু যম ধৰ্মপালক আছিল। পাছে ইন্দ্ৰ দেৱৰাজ আৰু শিৱ ধৰ্মৰাজ হৈছিল। দেৱৰাজক Temporal Ruler আৰু ধৰ্মৰাজক Spiritual Leader বোলে। *

( ১৩ )

জেকোলিয়ট নামে ফ্ৰান্সদেশৰ এজন পণ্ডিতে "Bible in India" নামে পুথিত লিখিছে, "পৃথিৱীৰ সকলো জাতিৰেই আদি থকা ঠাই ভাৰতবৰ্ষ। ভাৰতবৰ্ষই পৃথিৱীৰ সকলো জাতিৰ সাধাৰণ জননী। ভাৰত মাতৃয়েই তেওঁৰ সন্তানবিলাকক পাশ্চাত্য দেশৰ প্ৰান্তসীমা পৰ্যন্ত পঠাইছিল। ভাৰতেই আমাৰ ভাষা, সাহিত্য, আইন, নীতি আৰু ধৰ্ম প্ৰদান কৰি আমি যে ক'ৰপৰা উৎপন্ন হৈছিলোঁ, আমাৰ নো গুৰিডাল ক'ত, তাৰ অবিনশ্বৰ প্ৰমাণ ৰাখি দিছে। হে পুৰণি ভাৰতবৰ্ষ, সকলো মানৱ জাতিৰ আদি জন্মভূমি, মই তোমাক বন্দনা কৰোঁ, বাৰম্বাৰ অভিবাদন কৰোঁ। তুমিয়েই পুৰণি মাতৃ, চেনেহী ধাত্ৰী। শ শ শতিকাৰ পাশৱিক আক্ৰমণেও তোমাক পাহৰণিৰ মৈদামত পুতিবলৈ সমৰ্থ হোৱা নাই। ধৰ্মবিশ্বাস, প্ৰেম, কৱিতা আৰু জ্ঞানৰ জন্মভূমি, মই তোমাক নমস্কাৰ কৰোঁ।"

কৰ্ণেল টড্ ছাহাবে "ৰাজস্থান" পুথিৰ ৩২০ পিঠিত লিখিছে, "ভাৰতবৰ্ষই মানৱ জাতিৰ আদি বাসভূমি।"

স্যাৰ ৱাল্টাৰ ৰালে ছাহাবে "History of the World" পুথিত লিখিছে, "মহাজল প্লাৱনৰ পাছত ভাৰতবৰ্ষতে সৰ্বপ্ৰথমে মানুহ জাতিৰ বসতি হৈছিল।"

কৰ্ণেল অল্‌কটে লিখি গৈছে, "ভাষাবিৎ পণ্ডিত-সকলে সংস্কৃতৰ লগত য়ুৰোপৰ ভাষাবিলাকৰ তুলনা কৰি স্থিৰ কৰিছে যে আৰ্য-সভ্যতাহে ভাৰতৰপৰা য়ুৰোপত সোমাইছিল। তাতকৈ উৎকৃষ্ট নহলেও তাৰ সমান উপযুক্ত প্ৰমাণ আৰু অন্য প্ৰমাণৰ দ্বাৰাও সেইটো নিৰ্ণয় কৰা যায়। বেবিলনিয়া, মিছৰ, গ্ৰীছ, ৰোম আৰু য়ুৰোপৰ দৰ্শন আৰু ধৰ্ম আলোচনা কৰিলেও জনা যায় যে আৰ্যচিন্তা পুবৰপৰাহে পশ্চিমলৈ গৈছে" (Theosophist, March, 1881.)।

"India in Greece" নামে পুথিত পোকক্ ছাহাবে লিখিছে, "কত যুগ ধৰি ভাৰতবৰ্ষ ব্যাপি ধৰ্মযুদ্ধ চলিছিল, তাৰ নিমিত্তে কত সৈন্য-সামন্ত আৰু শিল্পীয়ে ভাৰত এৰি দূৰ-দেশান্তৰত গৈ আশ্ৰয় লব-লগাত পৰিছিল। সিবিলাকেই হিমালয় অতিক্ৰম কৰি উত্তৰফালে তিব্বত আৰু কাশ্মীৰলৈ আৰু দক্ষিণে লঙ্কালৈ গৈছিল। সিবিলাকেই সিন্ধুনদ পাছত থৈ য়ুৰোপৰ ফালে গৈ ভাৰতীয় শিল্প আৰু বিজ্ঞানৰ গুটি সিঁচি দিছিল। এই প্ৰৱল মানুহৰ সুঁতিটো ক্ৰমে গোটেই এছিয়া আৰু য়ুৰোপত বিস্তৃত হৈ পৰিছিল আৰু সমুদায় পৃথিৱীৰ নৈতিক শক্তি বঢ়াই মহৎ উপকাৰ সাধন কৰিছিল। * * মিছৰ আৰু

* বাঁহী, চ'ত ১৮৩৪ শক, একবিংশ বছৰ ১২শ সংখ্যা

গ্ৰীছৰ পুৰণি সভ্যতা, শিল্প আৰু সাহিত্য, ভাৰতীয় প্ৰাচীন সভ্যতা, শিল্প আৰু সাহিত্যৰ অনুৰূপ ঐতিহাসিক ঘটনা আৰু ধৰ্মানুষ্ঠানৰ লগত ভৌগোলিক প্ৰমাণ সংযুক্ত কৰিলে প্ৰতিয়া আৰু সন্দেহ নেথাকে যে ভাৰতবাসীসৱেই মিছৰ আৰু গ্ৰীছ দেশত উপনিবেশ স্থাপন কৰিছিল।"

'Theogony of the Hindus" নামে পুথিৰ ১৬৮ পিঠিত কাউণ্ট বোৰ্ণষ্টাৰ্ণ ছাহাবে লিখিছে, "আৰ্যাবৰ্ত্তত যে কেৱল ব্ৰাহ্মণ্য ধৰ্মৰে অভ্যুদয় হৈছিল, এনে নহয়, তাত আৰ্য জাতিৰ সমুন্নত সভ্যতাৰো জন্ম হৈছিল। সেই সভ্যতা ক্ৰমে ক্ৰমে পশ্চিমফালে ইথিওপিয়া, মিছৰ আৰু ফিনিছিয়া, উত্তৰে পাৰশ্য, কল্‌ডিয়া (বেবিলনিয়া), কলছিছ্‌ (কৃষ্ণসাগৰৰ পাৰ) আৰু তাৰপৰা গ্ৰীছ, ৰোম, আদি প্ৰদেশ, পূবে শ্যাম, চীন আৰু জাপান, আৰু দক্ষিণে লঙ্কা, যৱদ্বীপ, সুমাত্ৰা দ্বীপ আদি ঠাইত বিস্তৃত হৈ পৰিছিল।"

পাৰশ্য দেশৰ ধৰ্মশাস্ত্ৰত লিখা আছে যে পাৰ্ছিবিলাকৰ পূৰ্বপুৰুষ পূবফালৰ পৰ্বতীয়া জনপদৰ পৰা ক্ৰমে গৈ গৈ পাৰশ্য দেশত বসতি স্থাপন কৰিছিল (Theogony of the Hindus পুথি চাওক)।

অধ্যাপক হগ্ ছাহাবে 'Essays on the Parsees" পুথিৰ ২৮৭ পিঠিত লিখিছে, "ভাৰতৰ বৈদিক ধৰ্মৰ লগত পাৰশ্যৰ জোৰ আস্তাৰ ধৰ্মৰ মিল আছে। দেৱতাৰ নাম, গল্প, যাগ-যজ্ঞাদি প্ৰভৃতি অনেক বিষয়ত দুয়োধৰ্মৰ ঐক্য আছে। বেদৰ লগত পাৰ্ছিবিলাকৰ ধৰ্ম শাস্ত্ৰ জেন্দ আৱেস্তাৰ অনেক মিল আছে। অনেক বৈদিক দেৱতাৰ নাম কিঞ্চিৎ পৰিবৰ্তিত ৰূপে জেন্দ আৱেস্তাত পোৱা যায়। হিন্দু আৰু পাৰ্ছি উভয় জাতিৰেই ধৰ্মকাৰ্যত অগ্নিৰ প্ৰয়োজন, উভয় জাতিয়েই অগ্নিৰ উপাসনা কৰে। পাৰ্ছি ল'ৰাবিলাকৰ উপনয়নো হয়।"

ছাৰ বিলিয়াম্ জোন্সৰ মতে জিন্দ অভিধানৰ প্ৰত্যেক ১০টা শব্দৰ ভিতৰত ৬৷৭ টা নিখুঁত সংস্কৃত।

জাতি-তত্ত্ববিদ্ ডল্টন ছাহাবে লিখি গৈছে,—"মোৰ বিশ্বাস কামৰূপত অতি প্ৰাচীন কালতে আৰ্য নিবাস থকাৰ বহুত প্ৰমাণ আছে। কামৰূপৰ ৰজা ভগদত্ত মহাভাৰতৰ এজন প্ৰধান যোদ্ধা। দেশৰ অতি পুৰণি ৰীতি-নীতি, ভাষা-কৃষ্টি, কিম্বদন্তি পুৰাবৃত্ত আৰু নানা বিষয়ৰপৰা জানিব পাৰি যে কামৰূপত ক্ৰমান্বয়ে বৈদিক ধৰ্ম, তাৰ পাছত বৌদ্ধ শাক্ত (তান্ত্ৰিক) আৰু বৈষ্ণৱ ধৰ্ম চলিছিল। ধৰ্ম-বিপ্লৱৰ বহুত সংগ্ৰামৰ চিন কামৰূপত পোৱা যায়। পূৰ্ব কালৰ বহুত বৌদ্ধ মন্দিৰৰ ভেটিত বা ভগ্নাৱশেষৰ ওপৰত নিৰ্মিত হোৱা অশেষ শিৱ মন্দিৰ কামৰূপত পোৱা যায়, বহু মন্দিৰৰ অতীত কালৰ বিষয়ে মিছৰ দেশৰ ভূগৰ্ভনিহিত মন্দিৰবিলাকৰ কাল-নিৰূপণৰ পৰীক্ষা সুন্দৰৰূপে খাটে। কিয়নো, কামৰূপৰ বহুত মন্দিৰ বা তাৰ ভগ্নাৱশেষ মাটিৰ অনেক তলত পোৱা গৈছে।"

নগাৱঁৰ ডবকাৰ ওচৰত মঠৰগুৰি বোলা ঠাইত মাটিৰ বহুত তলত থকা এটা শিল আৰু ইটাৰে সজা মঠ ভুঁইকঁপত ওলাইছিল।

অনেক প্ৰাচ্য আৰু প্ৰতীচ্য পণ্ডিতৰ মতে জম্বুদ্বীপত আদি মানৱ-দম্পতীৰ জন্ম হৈছিল। ভাৰতবৰ্ষ জম্বুদ্বীপৰ এটা বৰ্ষ বা বিভাগ। জম্বুদ্বীপৰ মেৰু পৰ্বতৰ মাজৰ কিছুমান পাতাৰক সুমেৰু বা মেৰুমন্দৰ বোলে। মানুহৰ ৰাজহাৰডালক যেনেকৈ মেৰুদণ্ড বোলা হয়, তেনেকৈ জম্বুদ্বীপৰো মেৰুদণ্ড স্বৰূপ পৰ্বতৰ লানীটোক মেৰু বোলা হৈছে। জম্বুদ্বীপৰ ভিতৰত পূৰ্বোপদ্বীপ অৰ্থাৎ ব্ৰহ্মদেশ পৰে, ভাৰতৰ আৰ্যাবৰ্ত আৰু দাক্ষিণাত্যও পৰে। দাক্ষিণাত্যক সংস্কৃত ভাষাত তাম্ৰপৰ্ণী, তাম্ৰবৰ্ণ বা তাম্ৰদ্বীপ, পালীভাষাত তাম্বপন্নি আৰু গ্ৰীক্ ভাষাত তাপ্ৰবেন (Taprobane) বোলা হৈছিল। জম্বুদ্বীপৰ অন্যান্য অংশও আঠোটা দ্বীপত বিভক্ত আছিল। তাম্ৰপৰ্ণীৰে সৈতে জম্বুদ্বীপৰ ৯ টা দ্বীপ। কালক্ৰমে এই দ্বীপবিলাক লগ লাগে। ভূ-তত্ত্ববিদ্ পণ্ডিত-

সকলৰ মতে পশ্চিম ভাৰতৰ বিন্ধ্য আৰু আৰাৱলী পৰ্বতৰ শানীটো অসমৰ দক্ষিণ কূলৰ গাৰো, খাচীয়া জয়ন্তীয়া, কছাৰী, নগা, পাটকাই আৰু ব্ৰহ্মদেশৰ ইউমা পৰ্বতমালাৰ লগত লগ লাগি আছিল। পাছে ব্ৰহ্মপুত্ৰ-লৌহিত্য আৰু গঙ্গা আদি নৈয়ে আৰাৱলী আৰু গাৰো পাহাৰৰ মাজৰ পৰ্বত ক্ৰমে খহাই নি সাগৰত লীন কৰিলে। এই সম্বন্ধে কীন্ (Keene) ছাহাবে লিখি গৈছে:—

A study of the relief of the land leaves no doubt that the border chain of the peninsular plateau was formerly continued eastwards to the Garo Hills and the other high lands skirting the Brahmaputra valley on the east The now vanished intermediate range was evidently pierced and gradually swept into the Bay of Bengal by the Ganges and the Brahmaputra rivers, the gap so made is no less than 120 miles. The south Assam chain also, which runs east north-eastwards parallel with the eastern Himalayas, is geologically connected with the system consisting largely of the same tertiary sandstones and nummulitic limestones resting on older formation. (Vide Reclas' Universal Geography, Vol. III, page 22)

ব্ৰহ্মদেশৰ মানুহে বাজহাৰক ইউমা (Yoma) বোলে। ভূ-তত্ত্ববিদ পণ্ডিতসকলৰ মতে বৰ্তমান গঙ্গা-নদীৰ উপত্যকাত আগেয়ে এখন ভাৰতীয় ভূমধ্যসাগৰ আছিল। সেয়ে পুৰাণত লিখা লোহিতসাগৰ। সেই সাগৰ গাৰো পাহাৰৰ কাষলৈকে আছিল। বৰ্তমান গোৱালপাৰা জিলাৰ পশ্চিমাংশও সেই সাগৰৰ গৰ্ভত আছিল। বিন্ধ্য-আৰাৱলী আৰু অসম পৰ্বতমালা ব্ৰহ্মদেশৰ ইউমা পৰ্বতৰ সৈতে লগ লাগি জম্বুদ্বীপৰ মেৰুদণ্ডৰ দৰে থকাত সেই সম্মিলিত পৰ্বতৰ শানী-টোকে মেৰু বোলা হৈছিল। এই মেৰুৰ মাজৰ কাম-ৰূপৰ কামাখ্যা আদি পাহাৰবিলাকেই সুমেৰু। সুমেৰুৰ কামাখ্যা পৰ্বতৰ মনোভৱ গুহাত আদি মানৱ-দম্পতীৰ জন্ম হৈছিল বুলি বিশ্বাস হয়। এই কাম-ৰূপতে অদিতি, দিতি আদিৰ গৰ্ভত দেৱ, দৈত্য আদিৰ জন্ম হৈছিল। এই কামৰূপতেই দেৱাসুৰৰ লীলাভূমি আদি স্বৰ্গ সুৰালয় আছিল। দেৱাসুৰৰ যুদ্ধত হাৰি ব্ৰহ্মা, ইন্দ্ৰ আদি দেৱতাসকলে আদি স্বৰ্গৰপৰা খেদা-খাই ব্ৰহ্মদেশত গৈ নতুনকৈ স্বৰ্গৰাজ্য স্থাপন কৰি বাস কৰিছিল। তেতিয়া ইয়াত অসুৰৰ (দৈত্য-দানৱৰ) আধিপত্য হয়। হিমালয়ৰ পূৰ্বাংশত নাটক পৰ্বতত মহাদেৱ আছিল।

India and Jambu Island এই নামৰ এখন পুথি অলপতে ছপা হৈ ওলাইছে। শ্ৰীযুত অমৰনাথ দাস, বি-ই, এম-আই-ই, এসময়ত বঙ্গদেশৰ 'চিফ ইঞ্জিনিয়াৰ, আছিল। তেওঁ কামৰূপৰা অৱসৰ লৈ এই পুথিখন লিখিছে। তেওঁ অনেক যুক্তিৰ দ্বাৰা প্ৰমাণ কৰিছে যে ব্ৰহ্মা, ইন্দ্ৰ আদি দেৱতাসকল উত্তৰ ব্ৰহ্মত আছিল, ব্ৰহ্মদেশৰ ইৰাৱতী বা ইৰাৱতী নৈকে দেৱতাসকলে স্বৰ্গঙ্গা বুলিছিল, দক্ষৱতী বা নামইআও নদী বৰ্তমান কালত মাইটিং (Mytinge) নদীত পৰিছে, এই দক্ষৱতী নদীকে দেৱতাসকলে দৃষদ্বতী বুলিছিল, শ্বেৱেলী (Shweli) নদীক সৰস্বতী বুলিছিল, চিন্দৱিন (Chindwin) নদীৰ নাম চন্দ্ৰ-ভাগা, মণিপুৰৰ লগ-টাক হ্ৰদৰপৰা ওলোৱা মণিপুৰ নৈখন অতি পূৰ্বে চিন্দৱিন নৈত পৰিছিল, তেতিয়া সেই নৈখনৰ নাম বিতস্তা আছিল। উত্তৰ ব্ৰহ্মৰ মাণ্ডালে নগৰ ইন্দ্ৰৰ মহেন্দ্ৰালয় বা মাহেন্দ্ৰী নগৰ, অমৰাপুৰ আগৰ অমৰাৱতী, মাণ্ডালেৰ পাহাৰবিলাক সুমেৰু, মনিৱা (Monywa) নগৰ ব্ৰহ্মাৰ মনোৱতী পুৰী, কিন্দাত (Kindat) বায়ু দেৱতাৰ গন্ধৱতী পুৰী, তাজি (Thazi) অগ্নি দেৱতাৰ তেজোৱতী পুৰী, মৱাডুং (Mayadung) সোমদেৱতাৰ মহোদয়া-পুৰী আৰু হ্চিপ (Hsipaw) শিৱৰ যশোৱতী পুৰী আছিল। এই কিতাপখনৰপৰা জনা যায় যে মহাভাৰতৰ ঘটনা-

ৱলী উত্তৰ ব্ৰহ্মত আৰু ৰামায়ণৰ ঘটনাৱলী শ্যাম দেশত ঘটিছিল। ব্ৰহ্মদেশৰপৰা আৰ্য জাতিয়ে হিমালয়ৰ দক্ষিণ কাপেদি পশ্চিম মুখে গৈ গৈ-কুশীনদী পাৰ হৈ অযোধ্যা আৰু আগ্ৰা প্ৰদেশত উপনিবেশ স্থাপন কৰিছিল। ব্ৰহ্মদেশৰ মগৱি (Magwe) প্ৰদেশৰপৰা কিছুমান মঙ্গ বা মগ ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ই বিহাৰত উপনিবেশ স্থাপন কৰাত তেওঁলোকৰ উপনিবেশৰ নাম মগধ হয়। এই কিতাপৰ ২১৪ পিঠিত লিখা আছে,—

"The filling up of the Gangetic trough did not take many centuries as the trough was already very shallow, and the whole of the silt brought down by the southern Himalayan and the northern Vindhya rivers were deposited in it, nothing escaping into the deep sea, the Indus trough was deeper and the sea had to do the filling up of the lower area before the river began operations. The valley of the Ganges, therefore, offered fields for fresh colonization from the continent, and this took place mainly from the eastern end, that is, Upper Burmah or Jambudvipa, where a section of the Aryans had already found their way from Central Asia through Tibet and were about this time being driven out of Burmah again by its original Dasyu inhabitants, who took advantage of opportunity when the Aryans were weakened by great internecine Mahabharata war These colonists from the east jumped over Assam and found the United Provinces the best at the time which they named the Madhyadesa area. It is at this stage we find the Pauranic India In the Puranas, very recent additions have been mad eduring re-writing, but there is, so to speak, an undercurrent in these accounts, which describes Bharatvarsha at a time when the Aryan colonists, arriving through Burmah were finally established in Madhayadesa, and a fusion with the Vedic or Punjab Aryans had taken place."

অৰ্থাৎ গঙ্গোপত্যকাৰ সাগৰখন শুকাওঁতে বহু শতিকা লাগিছিল, হিমালয়ৰ দক্ষিণফালৰ আৰু বিন্ধ্য পৰ্বতৰ উত্তৰফালৰ নৈবিলাকৰ পলস পৰি পৰি সেই ঠাই ক্ৰমে বাম হৈ ভূমি ওলাই পৰে আৰু সেই ভূমিৰ মাজেদি গঙ্গা নদী বৈ তাক সাৰুৱা কৰে, তেতিয়া সেই উপত্যকা বাসৰ উপযোগী হোৱাত ঘাইকৈ পূব প্ৰান্তৰ উত্তৰ ব্ৰহ্মৰপৰা আৰ্য জাতিয়ে আহি অযোধ্যা আৰু আগ্ৰা প্ৰদেশৰ ঠাইখিনি অতি উত্তম দেখি তাত বসতি স্থাপন কৰি তাৰ নাম মধ্যপ্ৰদেশ ৰাখে। তাৰ পাছৰপৰাহে আমি পৌৰাণিক যুগৰ ভাৰতবৰ্ষ দেখিবলৈ পাওঁ। ব্ৰহ্মদেশৰ আৰ্যসকল আদিতে মধ্য এছিয়াৰপৰা তিব্বতেদি গৈ ব্ৰহ্মদেশত বাস কৰিছিল। পাছে তাৰ আদিবাসী দস্যুবিলাকৰ দ্বাৰা খেদাখাই আৰু মহাভাৰতৰ যুদ্ধত দুৰ্বল হৈ তেওঁলোক তাৰপৰা গুচি আহিব লগাত পৰিছিল। ব্ৰহ্মদেশৰপৰা আৰ্যজাতি আহি আগ্ৰা আৰু অযোধ্যা প্ৰদেশত অৰ্থাৎ মধ্যদেশত বসতি কৰাৰ পাছতহে আমি পৌৰাণিক অৰ্থাৎ পুৰাণত বৰ্ণনা কৰা ভাৰতবৰ্ষৰ মুখ দেখিবলৈ পাওঁ। বিন্ধ্যা আৰু হিমালয় পৰ্বতৰ মাজৰ ঠাইখিনিকে আৰ্যসকলে মধ্যদেশ বুলিছিল। পাছে, পঞ্জাৱত বসতি কৰা আৰ্য জাতিৰ লগত মধ্যদেশৰ আৰ্য জাতিৰ সান-মিহলি হৈছিল।
এই পুথিৰ পাতনিত লিখা আছে, —

"Except the Vedas which contain meagre geographical information, the other books, viz. the Puranas, Mahabharata, Ramayana, etc, were revised and were rewritten at a fairly recent period, probably 11 th to 13 th contury A D., with so great changes and

additions that thay have depreciated their value as reliable ancient accounts. Though it is certain that some of the Puranas at any rate, were extant, long before the Christian era, the later additions and changes introduced as the colonization of Aryans in India extended, and added to this the purpose of assimilating the identity of places in their new colony, named after places of hallowed memory in their previous colony, have made the accounts so obscure that it has rendered it very difficult, and in some cases impossible to sift the old accounts from the new."

দেৱাসুৰৰ যুদ্ধৰ কথা বৈদিক সাহিত্য আৰু পুৰাণবিলাকত পোৱা যায়। মাৰ্কণ্ডেয় পুৰাণত আছে, —

দেৱাসুৰমভূৎ যুদ্ধং পূৰ্ণমব্দশতম্ পুৰা।
মহিষেঽসুৰাণামধিপে দেৱানাঞ্চ পুৰন্দৰে ॥
তত্ৰাসুৰৈৰ্মহাবীৰ্যৈৰ্দেৱসৈন্যং পৰাজিতম্।
জিত্বা চ সকলান্ দেৱান্ ইন্দ্ৰোঽভূৎ মহিষাসুৰঃ॥

অৰ্থাৎ পূৰ্বকালত দেৱতা আৰু অসুৰবিলাকৰ ভিতৰত এশ বছৰ ব্যাপী ৰণ লাগিছিল। সেই ৰণত মহিষাসুৰ (মহীৰঙ্গদানৱ) অসুৰবিলাকৰ আৰু ইন্দ্ৰ দেৱতাসকলৰ অধিপতি আছিল। মহিষাসুৰে সকলো দেৱতাক জিনি ইন্দ্ৰৰ সিংহাসনত বহিছিল।

পদ্ম পুৰাণৰ সৃষ্টিখণ্ডত (১২-৩০ অ) আছে,--
ত্ৰৈলোক্যং বশমানীয় জিত্বা দেৱান্ সবান্ধৱান্।
দানৱা যজ্ঞভোক্তাৰঃ তত্ৰাসন্ বলৱত্তৰাঃ॥

অৰ্থাৎ দৈত্য-দানৱবিলাকে দেৱতাসকলক পৰাস্ত কৰি আদিস্বৰ্গত প্ৰবল হৈ থাকিল আৰু যজ্ঞ ভোগ কৰিবলৈ ধৰিলে।

বামন পুৰাণত আছে, —
ততোঽসুৰা যথাকামং বিহৰন্তি ত্ৰিপিষ্টপে।
ব্ৰহ্মলোকে চ ত্ৰিদশাঃ সংস্থিতা দুঃখকৰ্ষিতাঃ॥

পাছে দৈত্য-দানৱবিলাকে আদিস্বৰ্গত ইচ্ছামতে বিহাৰ কৰিবলৈ ধৰিলে আৰু দেৱতাসকলে দুখে-বেজাৰে কাতৰ হৈ ব্ৰহ্মলোকত অৰ্থাৎ ব্ৰহ্মদেশত গৈ আশ্ৰয় ল'লে।

এই শ্লোকত লিখা "ব্ৰহ্মলোক" শব্দৰ অৰ্থ যে ব্ৰহ্মদেশ ( Burmah ) সেইকথা পণ্ডিত উমেশ চন্দ্ৰ বিদ্যাৰত্নৰ "মানবেৰ আদিজন্মভূমি" পুথিৰ ৩৫২ পিঠিত স্পষ্টকৈ লিখা আছে। ব্ৰহ্মদেশ আৰু অসমৰ মাজত কোনো সাগৰ নাই, যি পাটকাই পৰ্বত-শাৰী আছে সি আলঙ্ঘনীয় ওখ নহয়, অসমৰ পশ্চিমসীমাত আৰু দক্ষিণেও শ্ৰীহট্টৰ কিছু অংশলৈকে সাগৰ আছিল, অসমৰ উত্তৰে হিমালয়ৰ পূৰ্বাংশ আছে, এনেস্থলত আদিস্বৰ্গ অসমৰপৰা ইন্দ্ৰাদি দেৱতা-সকল দেৱাসুৰৰ যুদ্ধত হাৰি ব্ৰহ্মদেশলৈ যোৱা কথা পতিয়াব পাৰি। তিব্বতৰ নাম আগেয়ে ভোটাঙ্গ আৰু হিমৱন্ত আছিল। পূৰ্বে চীনবিলাকে তাত বাস কৰিছিল। ভোটৰ পৰ্বতত কিৰাত আছিল। ভোটৰ পৰ্বত আৰু ভোটাঙ্গ পুৰণি প্ৰাগ্‌জ্যোতিষ ৰাজ্যৰ ভিতৰত পৰিছিল। প্ৰাগ্‌জ্যোতিষৰ ৰজা ভগদত্তৰ সৈন্য বাহিনীত অনেক কিৰাত আৰু চীন সৈন্য থকাৰ কথা "মহাভাৰতৰ" পৰা জনা যায়।

"India and Jambu-Island" পুথিৰ পাতনিত লিখা আছে,— "It has been shown that Jambudvipa Island was Burmah, at one time an island separted from India and China,"

যদি ব্ৰহ্মদেশেই জম্বুদ্বীপ হয়,তেন্তে আমাৰ অসম দেশখনো ব্ৰহ্মদেশৰ লগতে জম্বুদ্বীপৰ ভিতৰত পৰে, আৰ্যাবৰ্ত আৰু দাক্ষিণাত্য জম্বুদ্বীপৰ ভিতৰত নপৰে। কিন্তু যেতিয়া অসম আৰু ব্ৰহ্মৰপৰা আৰ্য জাতিয়ে গৈ আৰ্যাবৰ্ত আৰু দাক্ষিণাত্যত বসতি স্থাপন কৰিলে আৰু দাক্ষিণাত্য দ্বীপ গুচি আৰ্যাবৰ্তৰ লগত লগ লাগিল তেতিয়া পুৰাণ ৰচোঁতাসকলে এতিয়াৰ India বা ভাৰতবৰ্ষকো

জম্বুদ্বীপৰ অন্তৰ্গত কৰিলে। "আৰ্য্যাৱৰ্ত্ত" বুলিলে আৰ্য জাতিয়ে কোনো ঠাইৰ পৰা আহি বসতি স্থাপন কৰা ঠাই বুজায়। *

(১৪)

ৰামায়ণ, মহাভাৰত আৰু পুৰাণবিলাকত যক্ষ আৰু ৰক্ষ নামে দুজাতি মানুহৰ কথা পোৱা যায়। "India and Jambu-Island নামে পুথিৰ ২৮১ পিঠিত লিখা আছে :— "Arakan, called by the natives Rakhaing-pyi (Rakshangpuri) or land of Rakhaings, is applied to beings who had their abode in Meru, and were guards around the mansion of Indra."

অৰ্থাৎ আৰাকানৰ মানুহে সেই ঠাইক ৰাখাইং-পূই (ৰক্ষাঙ্গপুৰী) বোলে, ৰাখাইংবিলাক মেৰুত আছিল আৰু ইন্দ্ৰালয় বা সুৰালয়ৰ ৰখীয়া পৰীয়া কাম কৰিছিল।

উক্ত পুথিৰ ২৩৬ পিঠিত আছে :— "South west or Nairrita Kona, was sacred to Nirritis or Rakshasas, the name of their city is given as Rakshovati in Kurma Purana (chap 45), Krishnavati in Varaha Purana (chap 76) and Mugdhadvati in Linga purana (chap. 48)'

অৰ্থাৎ সুৰালয়ৰ দক্ষিণ-পশ্চিম দিশ বা নৈঋত কোণ নিঋতি বা ৰাক্ষসবিলাকৰ পৰম পবিত্ৰ থকা ঠাই আছিল, তেওঁলোকৰ পুৰীৰ নাম কূৰ্ম পুৰাণমতে ৰক্ষোৱতী, বৰাহ পুৰাণমতে কৃষ্ণাৱতী আৰু লিঙ্গ পুৰাণমতে মুগ্ধৱতী আছিল।

কামৰূপৰ কুব্জিকা পীঠ বা সুৰালয়ৰ দক্ষিণ পশ্চিমে গোৱালপাৰাত যিটো ৰক্ষোৱতী বা ৰাক্ষসিনী পৰ্বত আছে সেইটো উক্ত পীঠৰ প্ৰায় দক্ষিণ পশ্চিমে। তাৰ কাষেদি কৃষ্ণাই বা কৃষ্ণাৱতী নৈ বৈ আছে।

ফেয়াৰ ছাহাবৰ ব্ৰহ্মদেশৰ ইতিহাসত আৰাকানৰ ৰাখিয়াংবিলাকক আগৰ দিনৰ ৰক্ষ বা ৰাক্ষস বুলিছে (Phayre's History of Burmah, ch 5, p.41)। মেক্স আৰু বাৰ্থা ফেৰাৰ্স ছাহাবৰ ব্ৰহ্মদেশৰ ইতিহাসতো লিখা আছে, "Arakan was the home of the Rakhaings and Yakaings"— (Max and Bertha Ferrars' Burmah, p. 3)।

অৰ্থাৎ ৰাখাইং আৰু য়াকাইংবিলাকৰ থকা ঠাই আৰাকান। এই ৰাখাইং আৰু য়াকাইংবিলাকেই আগৰ দিনৰ ৰক্ষ বা ৰাক্ষস আৰু যক্ষ জাতিৰ বংশধৰ। সুৰালয়ৰ দিকপাল বা ৰখীয়া কৰা বাবেই ৰাক্ষস জাতিক ৰক্ষ বোলা হৈছিল।

কামৰূপ জিলাতো ৰাক্ষসিনী নামে এটা পৰ্ব্বত আছে। "কামৰূপৰ বুৰঞ্জী"ৰ ১৩০ পিঠিত এই পৰ্ব্বতটোৰ বিষয়ে এইদৰে লিখা আছে :—

"অনন্ত পৰ্ব্বতৰ নৈঋতি পৰ্ব্বতক ৰাক্ষস বোলে। তাত নৈঋতেশ্বৰ মহাদেৱ আছে।"

"In Arakana (Phayre's History of Burmah, ch. 5, P. 43) we find a remnant of the Mru tribe still exists, a chief of which is the founder of Dhinyavati at a period put at 2666 B.C, and he appears to agree with the Mura Daitya of Puranas, who was killed by Krishna." ("India and Jambu-Island," P. 282).

আৰাকানত ম্ৰু বুলি এজাতি মানুহ আছে, সিইতৰ পূৰ্ব্বপুৰুষ এজনে খৃষ্ট ওপজাৰ ২৬৬৬ বছৰৰ পূৰ্ব্বে ধিন্যাৱতী নগৰ স্থাপন কৰিছিল, তেৱেঁই পুৰাণত লিখা মুৰ দৈত্য হ'ব পাৰে, মুৰ নৰকাসুৰৰ প্ৰধান সেনাপতি আছিল, শ্ৰীকৃষ্ণৰ হাতত তেওঁৰ পতন হোৱাত তেওঁৰ কিছুমান সৈন্য পলাই গৈ আৰাকানত আশ্ৰয় ল'ব লগাত পৰে। ব্ৰহ্মদেশত যে আৰ্যজাতিৰ উপনিবেশ আছিল সেইটো ব্ৰহ্মদেশৰ ইতিহাসৰপৰা সুন্দৰকৈ জানিব পাৰি। ছাৰ এ, ফেয়াৰ ছাহাবে (Phayre's History of Burmah, ch. I. P. 5.) লিখিছে :—"That the Indians have arrived by a northern or

* বাঁহী, আহিন ১৮৫৫ শক, দ্বাবিংশ বছৰ ৬ষ্ঠ সংখ্যা

north-western route and not to have ascended from the delta of the Irrawadi is rendered certain from the history of Pegu."

অৰ্থাৎ ভাৰতীয় আৰ্যজাতি ব্ৰহ্মদেশৰ উত্তৰ বা উত্তৰ-পশ্চিম ফালেদি ব্ৰহ্মদেশলৈ যোৱা ঠিক বুলি পেগুৰ ইতিহাসৰপৰা নিশ্চয়কৈ ক'ব পাৰি, আৰ্যজাতি ঐৰাৱতী নৈৰ মুখেদি ব্ৰহ্মদেশত সোমোৱা নাছিল।

মেক্স আৰু বাৰ্থ ফেৰাৰ ছাহাবৰ ব্ৰহ্মদেশৰ ইতিহাসত আছে :—

"The Pohnas (Brahmans) were patronised by Kings of Burmah as astrologers and calendar makers, those settled in Burmah came at different parts of India but principally from Manipur. They strictly guarded their castes. * * * They teach and study Sanskrit after the Burman mode" (Max and Bertha Ferrar's History of Burmah, P. 158) ব্ৰহ্মদেশৰ ৰজাবিলাকে ব্ৰাহ্মণসকলক জ্যোতিষ গণনা আৰু পঞ্জিকা ৰচনাৰ বাবে উৎসাহ দি সমাদৰ কৰি ৰাজ্যত ৰাখিছিল, ব্ৰাহ্মণসকল ভাৰতৰ নানা ঠাইৰ পৰা, বিশেষকৈ মণিপুৰৰপৰা ব্ৰহ্মদেশলৈ গৈছিল। "মহাভাৰতৰ অশ্বমেধ পৰ্বৰপৰা জনা যায়, অৰ্জুনে অশ্বমেধ যজ্ঞৰ সময়ত সসৈন্যে মণিপুৰত উপস্থিত হওঁতে তেওঁৰ পুতেক বভ্ৰুবাহনে বামুণসকলক আগকৰি তেওঁৰ ওচৰত উপস্থিত হৈছিল। ইয়াৰপৰা বুজা যায় যে, "মহাভাৰত"ৰ সময়তো মণিপুৰত বহুত ব্ৰাহ্মণৰ বসতি আছিল।

"India and Jambu Island" পুথিৰ ২৯৯ পিঠিত আছে,—

"The power of the Brahmins was gradually lost by the introduction of Buddhism in Burmah, of the Pali language and literature, and finally by the radical reforms and the introduction of written Burman language by Anoaratha Soa in 1010 A.D. when the last batch of Sakadvipa Brahmans of the Brahmarsni region in Burmah left for Bengal"

ব্ৰহ্মদেশত বৌদ্ধধৰ্ম প্ৰচলন হোৱাত, পালিভাষা আৰু সাহিত্য চলাত, আৰু অৱশেষত আনোৱাৰথ ছৱা ৰজাই ১০১০ খৃষ্টাব্দত সমাজৰ আমূল সংস্কাৰ কৰি ব্ৰহ্মদেশৰ কোৱা ভাষাক লিখিত ভাষাৰূপে চলোৱাত, সেইদেশত ব্ৰাহ্মণসকলৰ প্ৰতিপত্তি ক্ৰমে লোপ পালত, শাকদ্বীপী ব্ৰাহ্মণৰ শেষ দলটোৱে সেইদেশৰ ব্ৰহ্মৰ্ষি প্ৰদেশ পৰিত্যাগ কৰি বঙ্গদেশলৈ উঠি যাব লগাত পৰিল।

ব্ৰহ্ম আৰু বঙ্গদেশৰ মাজত আমাৰ অসম দেশ। ব্ৰহ্মদেশৰ বামুণে অসম দেশখন জাপ মাৰি পাৰহৈ বঙ্গলৈ যোৱা নাছিল। অসমৰ পৰাহে বঙ্গত গৈ ব্ৰাহ্মণে বসতি স্থাপন কৰিছিল।

"India and Jambu-Island পুথিৰ ১৪৩ পিঠিত আছে,—

"Major Wilford (Major Wilford in Asiatic Researches, Vol. 9. P, 32 and P. 43) shows that Samba, son of Krishna, in order to cure himself of disease introduced a colony of Magas from Saka country who gave the name of the Country of Magadh, and that Behar seems to have risen into great note as the capital of the Magas from the time or Baliputra Rajas in 160 B C· to 640 A.D. This shows that a section of the Burmese, who are known in India as Magas, migrated to Behar at a very early date"

ইয়াৰ পৰা বুজা যায় যে ব্ৰহ্মদেশৰপৰা কিছুমান মগ মানুহে গৈ বিহাৰত মগধ ৰাজ্য স্থাপন কৰিছিল। এই মগবিলাক হেনো দৈৱজ্ঞ বলিৰ সতি-সন্তান।

ফেৰাৰ ছাহাবৰ ব্ৰহ্মদেশৰ ইতিহাসত আছে :—

"The Burmans formed into a nation by the union of Mongoloid tribes * * *;

The union of the tribes was accomplished gradually, under the influence of Aryan immigrants * * *. The Aryan settlers adopted themselves the name of Brahma, now written Mramma and pronounced Bama"

"India and Jambu Island" পুথিৰমতে আৰ্য জাতি হিমালয়ৰ উত্তৰফালৰ পৰা দুভাগ হৈ এভাগে উত্তৰ-পশ্চিম ফালে গৈ পঞ্জাৱত উপনিবেশ স্থাপন কৰে আৰু আনভাগে উত্তৰ-পূব ফালে গৈ ওপৰ ব্ৰহ্মদেশত উপনিবেশ স্থাপন কৰে। পাছে ব্ৰহ্মদেশৰ পৰা আৰ্যবিলাকে হিমালয় পৰ্বতৰ দক্ষিণ কাণে কাণে গৈ কুশী নদী পাৰ হৈ অযোধ্যা আৰু আগ্ৰা প্ৰদেশত বাস কৰে। শেষত দুয়োফালৰ আৰ্যসকল মিলি যায়। অধ্যাপক ইলিয়ট স্মিথ ছাহাবৰো হেনো এয়ে মত (Vide Scientific Am rican, May, 1920).

দেৱাসুৰৰ বহুকাল ব্যাপী যুদ্ধৰ ফলত পৰাজিত অসুৰসকলৰ অনেকে আদিস্বৰ্গ অসমৰপৰা হিমালয় পাৰ হৈ তিব্বতেদি পশ্চিম মুখে গৈ পঞ্জাব, ইৰাক, ইৰাণ আদি দেশত গৈ আশ্ৰয় লৈছিল। আকৌ পৰশুৰামে ২১ বাৰ ভাৰতবৰ্ষ ক্ষত্ৰিয়শূন্য কৰাৰ ফলতো এনে অনুমান হয় যে পৰাজিত ক্ষত্ৰিয়বিলাকে ভাৰতবৰ্ষ এৰি দূৰ-দেশান্তৰলৈ যাবলৈ বাধ্য হৈছিল। "বিষ্ণু পুৰাণ"ৰপৰা জনা যায় যে সগৰ ৰজাই অনেক পৰাজিত ক্ষত্ৰিয়ক চুলি কাটি নানা দণ্ড কৰি ভাৰত বৰ্ষৰপৰা বাহিৰ কৰি দিছিল।

"কথা সৰিৎ সাগৰ" (২য় খণ্ড, ১৮ অধ্যায়) পুথিত যোগন্ধৰায়ণে বাৎস ৰজাক কৈছিল যে উত্তৰ দিশ ম্লেচ্ছবিলাকে অপৱিত্ৰ কৰিছে, পশ্চিম দিশ সূৰ্যাস্তৰ ঠাই, দক্ষিণ দিশত ৰাক্ষসৰ বসতি, পূব দিশ ইন্দ্ৰৰ ৰাজ্য, সেইফালে সূৰ্য উদয় হয়, মন্দাকিনী গঙ্গা বয়, এতেকে পূব দিশ বাসৰ উপযোগী, তোমাৰ পূৰ্বপুৰুষসকলে পূৰ্ব দিশৰপৰাহে আৰম্ভণ কৰি ক্ৰমে দেশ জয় কৰি আহিছিল।

স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰ ডাঙৰীয়াৰ "অসম বুৰঞ্জীত"-আছে,—

"কামৰূপৰ দেশৰ মূল বিষয়ে পুৰাণত এই কথা প্ৰচলিত আছে, দক্ষৰ যজ্ঞত শিৱৰ ভাৰ্যা সতীয়ে শিৱনিন্দা শুনিব নোৱাৰি প্ৰাণত্যাগ কৰাত শিৱই সতীৰ দেহ মূৰত লৈ নানা ঠাইত ভ্ৰমণ কৰিছিল, পাছে সেই অৱস্থা গুচাবৰ নিমিত্তে বিষ্ণুৱে, চক্ৰেৰে সেই সতীদেহ খণ্ড খণ্ডকৈ কাটি দিয়াত তাৰে একাওন খণ্ড একাওন ঠাইত পৰে, য'তে য'তে অঙ্গ পৰিছিল ত'তে ত'তে পীঠ হ'ল, সেই দেহৰ গুপ্ত ভাগ নীলাচলত পৰে আৰু ইয়াৰ দেৱতাক কামাখ্যা বোলে। এই কামাখ্যা গুৱাহাটীৰ পশ্চিমে নীলাচল পৰ্বতত আছে। পাছে মহাদেৱ সতীৰ শোকত অধৈৰ্য হৈ তপস্যা কৰাত দেৱতাসকলে মন্ত্ৰণা কৰি কামদেৱক পঠাই শিৱৰ যোগ ভঙ্গ কৰে আৰু মহাদেৱে শাপ দি কামদেৱক ভস্ম কৰে। পাছে পুনৰায় সেই কামদেৱে যি ঠাইত নিজ ৰূপ পালে তাকে কামৰূপ বোলে। ("কামাখ্যা যাত্ৰা পদ্ধতি" চাওক।) ওপৰত কোৱা কাৰণৰ নিমিত্তে কামৰূপ অতি পুণ্য আৰু প্ৰসিদ্ধ ঠাই।

১৫

"কামৰূপৰ ওপৰত কোৱা বিৱৰণৰ পৰা এই কথা অনুমান কৰিব পাৰি। পূৰ্বৰ আৰ্যবিলাকৰ ঋষিবিলাকে যোগ চিন্তা কৰিছিল, সেইসকলে এই ভাৰতবৰ্ষৰ নানা ঠাইত তপস্যা আৰু যোগাভ্যাসৰ ঠাই বিচাৰি ফুৰি মুঠেই একাওনখন ভাল ঠাই পালে। সেইবিলাক আকৌ এনেৰূপে চাৰিওফালে আছে যে সকলোবিলাক চাওঁ বুলিলে ভাৰতবৰ্ষ প্ৰায় সমুদায় ভ্ৰমণ হয়। নৈসৰ্গিক শোভা আৰু স্থান-নিবিৰতা বিবেচনাই তপস্যাৰ স্থান নিৰ্ণীত হৈছে। সকলোবিলাক তীৰ্থৰ ঠাই চালেই এই বিষয় জানিব পাৰি।"

আমাৰ অনুমান হয়, মূল ঠাই কামাখ্যা পীঠৰ পৰা আৰ্যজাতিয়ে গৈ যি ৫১ ঠাইত উপনিবেশ স্থাপন কৰিছিল, সেয়েই পাছত ৫১ পীঠ বা তীৰ্থত পৰিণত হয়।

* বাঁহী, কাতি ১৮৫৫ শক, আবিংশ বছৰ—৭ম সংখ্যা

জাতিতত্ত্ব ডল্টন, (Dalton) ছাহাবৰ মতে চন্দ্ৰ-সূৰ্য বংশৰ সন্তান-সন্ততিসকলে প্ৰথমে আমাৰ এই অসম দেশৰ সৌন্দৰ্য দেখি মুগ্ধ হৈ ইয়াত উপনিবেশ স্থাপন কৰিছিল।

অত্ৰি-নন্দন সোম বা চন্দ্ৰ চন্দ্ৰবংশৰ আদি পুৰুষ। তেওঁ উজনি অসমৰ সৌমাৰত সৌম্য নামে এখন ৰাজ্য স্থাপন কৰি ৰাজত্ব কৰিছিল। তেওঁৰ বংশধৰ পুৰূৰৱা উৰ্বশীৰে সৈতে এই দেশতে আছিল। গুৱাহাটীৰ উৰ্বশী শৈলই আজি পৰ্যন্ত তাৰ চিনাকি দি আছে। পুৰুৰবাই যি ১৩ টা দ্বীপত আধিপত্য বিস্তাৰ কৰিছিল তাৰ কোনো কোনো দ্বীপ এতিয়াৰ ব্ৰহ্ম আৰু বঙ্গদেশৰ বুকুত সোমাইছে। চন্দ্ৰবংশীয় অমূৰ্তৰজঃ ৰজাই প্ৰাগজ্যোতিষপুৰ নগৰ প্ৰথমে স্থাপন কৰি তাত ৰাজত্ব কৰাৰ কথা ৰামায়ণত পোৱা যায়।

তেজপুৰৰ নগৰৰ পূবে ভট্টাৰিকা ভৈৰৱী, বা ভৰলী নৈৰ মুখত ভোমোৰাগুৰি পৰ্বতৰ ওচৰত মহামুনি চ্যৱনৰ সিদ্ধাশ্ৰম আছিল। তাত প্ৰজাপতি সোমৰ ঔৰসত পুলোমাৰ গৰ্ভত এটি দীপলিপ কন্যাৰ জন্ম হৈছিল। চ্যৱন মুনিয়ে সেই কন্যাটী তুলি-তালি ডাঙৰ-দীঘল কৰিছিল। কন্যাই সদাশিৱক তপস্যা কৰাত আশ্ৰমৰ নাম কন্যাশ্ৰম হয়। তাতে কন্যকা নামে প্ৰসিদ্ধ জনপদ আছিল। সদাশিৱ ৰুদ্ৰৰ পদযুগলৰ চিন আজিলৈকে যিটো শিলৰ ওপৰত আছে তাক "ৰুদ্ৰপদ" বোলে। এই সমন্ধে যোগিনীতন্ত্ৰত বিস্তাৰিতৰূপে লিখা আছে। স্বৰ্গীয় কেশৱ চন্দ্ৰ বৰুৱা, এল্-টি, ডাঙৰীয়াই "চ্যৱনাশ্ৰম"ৰ বিষয়ে লিখা এটা প্ৰবন্ধ ১৮৩৩ শকৰ পঞ্চম খণ্ড, ৪ৰ্থ সংখ্যা, "প্ৰভাত" কাকতত ওলাইছিল। সকলোৰে জানিবৰ নিমিত্তে সেই প্ৰবন্ধৰ কিছু কথা তলত তুলি দিলো।:—

"কন্যাশ্ৰমৰ ঠাই, উৎপত্তি আৰু মাহাত্ম্যৰ বিষয়ে যোগিনীতন্ত্ৰই কি কৈছে শুনক:—

ভাগৱতী গৌৰীৰ প্ৰশ্নৰ উত্তৰত ভগৱান ৰুদ্ৰই কৈছে, —"সোমস্য দুহিতা কন্যা চ্যৱনেন চ পালিতা।
শঙ্কৰেণ হৃতা পূৰ্বং গৌৰ্য্যাঃ শপ্তা ততঃ স্থিতা॥
অতঃ কন্যাশ্ৰমো নাম সৰ্বতীৰ্থময়ং শুভং।
ত্ৰৈলোক্যবন্দিতং ক্ষেত্ৰং যত্ৰ কন্যাশ্ৰমো প্ৰিয়ে॥"

এই আশ্ৰমৰ কন্যা কোন? উদ্ধৃত্তৰত শ্লোকৰ আদিতেই উনুকিয়াইছে যে চন্দ্ৰ কন্যা চ্যৱনমুনিৰ দ্বাৰাই প্ৰতিপালিতা হৈ সম্বৰ্দ্ধমান হোৱাত তাৰ পাছত শঙ্কৰে হৰণ কৰাত গৌৰীৰ দ্বাৰাই অভিশপ্তা হৈ তাতে থাকে। এই কাৰণেই কন্যাশ্ৰম সৰ্বতীৰ্থময় আৰু শুভপ্ৰদ। এই কন্যাশ্ৰম য'ত, সেই ক্ষেত্ৰ ত্ৰৈলোক্যবন্দিত।

"এতিয়া ভগৱতীৰ প্ৰশ্নমতেই আমাৰো মনত সহজেই এনে প্ৰশ্ন উঠে যে, এই কন্যা কেনেকৈ চন্দ্ৰকন্যা ৰূপে উৎপন্ন হ'ল? কেনেকৈ বা চ্যৱন মুনিয়ে পালন কৰিবলৈ পালে? কি কাৰণেই বাৰু মহাদেৱে হৰণ কৰিলে আৰু কি কাৰণেই বা গৌৰী-দেৱীয়ে শাপ দিলে? যথা—গৌৰ্য্যুবাচ

"কথং সোমস্য দুহিতা চ্যৱনেন চ পালিতা।
শঙ্কৰেণ হৃতা পূৰ্বং কিমৰ্থং শূলপাণিনা॥
কিমৰ্থং পাৰ্বতীদেৱী শশাপ চন্দ্ৰনন্দিনীং।
এতন্মে কাৰণং দেৱ কথয়স্ব জগৎপতে॥"

মহাদেৱে তাৰ উত্তৰত কয়,—

যৎ যৎ পৃষ্টং ত্বয়া দেৱী গোপ্যং পৰমদুৰ্লভং।
এতৎ সৰ্বমহং বক্ষ্যে শৃণুষ্ব নগনন্দিনী॥
ইতিহাস কথামেতাং শৃণুষ্বাৱহিতে প্ৰিয়ে॥
লোহিতস্যোত্তৰে তীৰে কিঞ্চিৎ বায়ব্য গোচৰে।
তত্ৰ তপ্তং তপঃ তীব্ৰং চ্যৱনোঽপি জিতেন্দ্ৰিয়॥
চ্যৱনস্য তপঃ জ্ঞাত্বা ইন্দ্ৰঃ ভীতো সমাকুলঃ।
ইন্দ্ৰঃ স্বৰ্গাভিন্মাং দেৱী পুলোমা নামাপ্সৰা।
প্ৰেৰয়ামাস তাং তীব্ৰং ব্ৰতভঙ্গং কুৰু দ্ৰুতং॥

"এই চ্যৱন মুনিৰ আশ্ৰম ক'ত তাৰ কিঞ্চিৎ আভাস প্ৰথমতেই দিছে। লৌহিত্যৰ উত্তৰ কূলত কিঞ্চিৎ বায়ুকোণত মহামুনিয়ে জিতেন্দ্ৰিয় হৈ থাকি উগ্ৰ তপস্যা আৰম্ভ কৰে। তেওঁৰ তপস্যাচৰণত ইন্দ্ৰই ভীত হৈ স্বৰ্গৰ অপ্সৰা পুলোমাদেৱীক তেওঁৰ ব্ৰতভঙ্গৰ কাৰণে স্বৰ্গৰপৰা প্ৰেৰণ কৰে। তাৰ পাছত—

পুলোমা তদ্বচঃ শ্ৰুত্বা চ বনাশ্ৰমমাগতা।
তত্ৰাশ্ৰমে সোমকুণ্ডে স্নাতুং চন্দ্ৰ সমাগতঃ।
তাং দৃষ্টা ক্ষোভয়ামাস তস্য বীৰ্য্যং চ ধাৰয়েৎ।
ক্ৰতমম্পৰস. কন্যা প্ৰাগ্ভূৰ্তা মহেশ্বৰী।
পুলোমাচ সমালিঙ্গ্য স্বীয় লোকে গতঃ শশী॥

"পুলোমা দেৱীয়ে ইন্দ্ৰৰ আজ্ঞামতে চ্যৱন মুনিৰ ব্ৰত ভঙ্গ কৰিবলৈ আহি হঠাৎ সেই ঠাইত চন্দ্ৰ দেৱতাক লগ পায়। চন্দ্ৰই তেওঁৰ কুণ্ডত স্নান কৰিবলৈ আহিছিল। ইন্দ্ৰই পুলোমাক পঠাই ব্ৰত-ভঙ্গৰ যি চেষ্টা কৰিছিল সেই চেষ্টা চ্যৱন মুনিৰ তপোবলৰ প্ৰভাৱত প্ৰতিযোগ তাড়িতৰ দৰে দূৰীভূত হৈ সেই সময়ৰ সেই আশ্ৰমবিহাৰী চন্দ্ৰ-দেৱতাৰ অনুযোগ তাড়িতৰ দৰে অনুপ্ৰাণিত হৈ পুলোমাৰ লগত চন্দ্ৰৰ সঙ্গম হোৱাত পুলোমাৰ গৰ্ভত এটি কন্যা হয়। পুলোমাই সেই কন্যাটী জন্ম হোৱা মাত্ৰকে আশ্ৰমত পেলাই থৈ গুচি যায়। চ্যৱন মুনিয়ে যোগবলত তেওঁৰ আশ্ৰমত চন্দ্ৰসম্ভূত এই কন্যাৰ উৎপত্তি অৱগত হৈ 'ৰক্ষিতব্যা' বুলি বিবেচনা কৰি যত্নেৰে লালন-পালন কৰে। কালক্ৰমত মুনিৰ আশ্ৰমত তেওঁৰ তত্বাৱধানত কন্যাটী ডাঙৰ দীঘল হয়। এদিন কদ্ৰদেৱে পৃথিৱী পৰ্যটন কৰি চ্যৱনা-শ্ৰমত এই দীপলিপ কন্যাটী দেখি মোহিত হৈ কন্যাক আলিঙ্গন কৰে। কমললোচনা কন্যাই তেওঁক শিৱ বুলি জানিব পাৰি তেওঁক দাসীভাৱে গ্ৰহণ কৰিবলৈ বৰ প্ৰাৰ্থনা কৰে। তেৱোঁ "তোমাৰ লগতেই মই" বুলি কৈ অন্তৰ্দ্ধান হয়। তন্ত্ৰত আছে,—

চ্যৱনেন তদা দৃষ্টা কন্যাং কমললোচনীং।
চন্দ্ৰস্য দুহিতা কন্যা ৰক্ষিতব্যা প্ৰযত্নতঃ।
পৃথিৱীং পৰ্যটন্ কদ্ৰঃ কনাকাং পৰিলোকয়ন্
তাং সমালিঙ্গ্য দেৱেশী স্থিতঃ তত্ৰাহমীশ্বৰঃ।
সদাশিৱং পৰিজ্ঞায় কন্যা কমললোচনী
কৃতাঞ্জলি তদা ভূত্বা প্ৰাৰ্থয়ামাস তং বৰং
প্ৰসীদ ভগৱন্ দেৱ দাসীভাৱেন গৃহ্যতাং॥

তেতিয়া কদ্ৰই কলে,— "তোমাৰ লগতে মই থাকিম"। এই বুলি কদ্ৰ অন্তৰ্দ্ধান হ'ল।

শিৱৰ অন্তৰ্দ্ধানৰ লগে লগে কন্যাকা আইৰ মনলৈ ঘোৰ বিষাদ আহিল, আন্ধাৰে তেওঁক আগুৰি ধৰিলে, তেওঁ মহাদেৱক সাক্ষাৎ পাবৰ কাৰণে আশ্ৰমৰ উত্তৰফালে কপোত পৰ্বতলৈ গৈ ঘোৰ তপস্যাচৰণ কৰিবলৈ ধৰিলে। তেওঁৰ এই তপস্যাৰ কাৰণেই চ্যৱনাশ্ৰমৰ অপৰ নাম কন্যকাশ্ৰম হয়।

'মহাদেৱ কন্যকাৰ উগ্ৰ তপস্যাৰ কাৰণে থিৰেৰে থাকিব নোৱাৰি কৈলাস এৰি আহিব লগাত পৰিল। সিফালে, ভগৱতীয়ে তেওঁক নেদেখি দিব্য দৃষ্টিৰে জানিব পাৰিলে যে তেওঁ কন্যাৰ লগতে আছে। তেতিয়া ভগৱতীয়ে কৈলাসৰপৰা নামি আহি কন্যকাক মহাদেৱৰ কথা সুধিলে। কন্যকাই কলে, বৰৱৰ্ণিনি আই মাতৃ, মহাদেৱক পতিৰূপে পাই পুনঃ তেওঁক পাবৰ আশাৰে ঘোৰ তপস্যা কৰিছোঁ। এই কথাত ভগৱতীৰ ক্ৰোধ উৎপন্ন হ'ল আৰু তৎক্ষণাৎ এই বুলি শাও দিলে 'শীঘ্ৰে জলৰূপী হোৱা'। এই কাৰণেই কন্যাৰ নদী ৰূপান্তৰ আৰু এয়ে আই ভৈৰৱীৰ উৎপত্তি। এই নিমিত্তেই আজিলৈকে আই ভৰলী নৈক পূজিবলৈ যাত্ৰীবিলাকে প্ৰথমেই তামোল-পান অৰিহণাৰে সৈতে নদীৰূপা ভৰলীক সেৱা-সৎকাৰ কৰিহে তাৰপৰা ভৈৰৱী মন্দিৰলৈ যায়।

ভৈৰৱস্ত প্ৰিয়া দেৱী ভৈৰৱী সা প্ৰতিষ্ঠিতা।
ভৈৰৱস্য পদদ্বয়ং যত্ৰ সংদৃশ্যতে প্ৰিয়ে॥

"কুমুদ আৰু কৌস্তুভ নামেৰে চ্যৱনৰ মানস পুত্ৰ দুজন আছিল। বাণ ৰজাৰ প্ৰশ্ন উপলুব্ধা কৰাৰ কাৰণে শিৱৰ কোপত "দুই মুনি শিলা" ৰূপে খ্যাতি-লাভ কৰিছে।

"যি চ্যৱন মুনিৰ আৱিষ্কৃত "চ্যৱনপ্ৰাস" মহৌষধৰ অনেকে সোৱাদ লৈছে, তেওঁৰ সেই ভক্তি-মুক্তি প্ৰদায়ক ক্ষেত্ৰ ব্ৰহ্মপুত্ৰৰ গতিৰ আগত পৰি আজি চিনকে নাইকিয়া হৈছেহি, কেৱল কদ্ৰপদেহে মাথোন চিনাকি দি আছে।

"এই কন্যাশ্ৰমৰ মাহাত্ম্যৰ বিষয়ে অন্যত লিখা আছে যে এনেকুৱা পৱিত্ৰ তীৰ্থ-ক্ষেত্ৰ আগেয়েও হোৱা নাই, আৰু আগলৈকো নহ'ব, সৌমাৰান্তৰ্গত এই হিল্লোল পীঠ ধনুৰ আকৃতি, ইয়াৰ আদি ভাগত ৰুদ্ৰপদ, মাজভাগত নাগাক্ষ নামে শিৱক্ষেত্ৰ, আৰু ইয়াৰ পূৰ্বভাগত বিশ্বেশ্বৰ (বিশ্বনাথ)। এই তিনি ক্ষেত্ৰ থকাৰ নিমিত্তে হিল্লোল পীঠ শ্ৰেষ্ঠ বুলি বৰ্ণিত হৈছে। এতিয়া দেখা গ'ল যে ব্ৰহ্মপুত্ৰই দি উজাই গলে ৰুদ্ৰপদৰপৰা আৰম্ভ কৰি বিশ্বনাথপৰ্যন্ত এই ঠাই ডোখৰ ধনুভিৰীয়া।

"ৰুদ্ৰপদেই কন্যাশ্ৰমৰ কীৰ্তি চিন। কন্যাশ্ৰমৰ অস্তিত্ব কিয়দংশ ব্ৰহ্মপুত্ৰৰ গৰ্ভত লীন পাইছে। এই কন্যাশ্ৰম ভোমোৰাগুৰি পৰ্বতৰ উজনিত থকা কপোতাচলৰ পৰা আৰম্ভ কৰি শিলঘাটৰ দুইমুনি শিলা পৰ্যন্ত ব্যাপী আছিল।"

তিব্বত দেশৰ মানুহবিলাকে তেওঁলোকৰ দেশখনক "পদ" বা "পু" বোলে। কোনো কোনো পণ্ডিতে তিব্বতক "বিষ্ণুপদভূমি" বোলে। তিব্বতৰ স্বান্‌পু বা শ্যাম্পু নদীক ব্ৰহ্মনদ বোলে, আমুনদ আৰু স্বৰ্ণপদ্মা বুলিও কয়। বাণভট্টৰ "হৰ্ষ-চৰিত" পুথিত লিখা আছে যে সৰস্বতী নৈ ব্ৰহ্মলোকৰপৰা ওলাই ক্ৰমে ভৈয়ামলৈ বৈ আহি মহানদ হিৰণ্যবহাত পৰিছে, হিৰণ্যবহা লোকপিতামহ ব্ৰহ্মাৰ পুতেক অৰ্থাৎ ব্ৰহ্মপুত্ৰ, তেওঁৰ পানী নিৰ্মল আৰু শীতল, তেওঁক মানুহে "সোণ" বোলে।

নগাওঁ জিলাত যিখন সোণাই নৈ আছে সেই নৈয়েদি অতি পূৰ্বে স্বৰ্ণদী বা সোৱনশিৰী আৰু ব্ৰহ্মপুত্ৰৰ মিলিত সোঁতা বৈছিল, সেই সোঁতাৰ নাম "সোণ" আছিল, পাছে "সোণাই" হৈছে। সোণ বা ব্ৰহ্মপুত্ৰ শিলঘাটৰ দুইমুনি শিলাৰ পূবেদি বৈছিল। তেজপুৰৰ ভোমোৰাগুৰি আৰু কপোত পৰ্বতৰপৰা শিলঘাটৰ দুইমুনি শিলালৈকে কন্যাশ্ৰম আৰু কন্যকা নামে প্ৰসিদ্ধ গাওঁ আছিল।

"হৰ্ষ-চৰিত" পুথিত আছে যে সোণ নৈৰ পশ্চিমে চ্যৱন ঋষিৰ আশ্ৰম আছিল, ভাৰ্গৱ বংশত তেওঁৰ জন্ম হৈছিল, তেওঁৰ পুতেক দধীচি মুনিয়ে সৰস্বতী নামে কন্যাক বিয়া কৰিছিল, দধীচিৰ সাৰস্বত আৰু বাৎস নামে দুটি লৰা হৈছিল, বাৎসৰ পৰা বাৎসায়ন পৰিয়ালৰ উৎপত্তি হয়, বাণভট্ট বাৎসায়ন আছিল। এই ভাৰ্গৱ পৰিয়ালেই "হৰিবংশ" পুথিৰ "কাশীবংশ।" দধীচি মুনিৰ অস্থিৰপৰাই দেৱতাসকলে বজ্ৰাস্ত্ৰ তৈয়াৰ কৰি দেৱাসুৰৰ যুদ্ধত জয়লাভ কৰিছিল।

শ্ৰীযুত ৰজনীকুমাৰ পদ্মপতিৰ "পুৰণি অসমত জুমুকি" পুথিত আছে,—

"অসমৰ বশিষ্ঠয়েই ঋক-প্ৰণেতা আদি বশিষ্ঠ আৰু যজুৰ্বেদ গোটেইখন অসমতে ৰচিত। যজুৰ্বেদ অসমত প্ৰণীত হোৱাৰ চিন এতিয়াও পোৱা যায়। প্ৰায় গোটেইখন অসমৰ ক্ৰিয়া-কৰ্ম এতিয়ালৈকে যজুৰ্বেদ মতেই চলি আছে, মৰা মানুহৰ ভেটিটিও যজুৰ্বেদৰ নিয়মেৰেহে প্ৰস্তুত হয়। স্বৰ্গীয় ৰমেশ চন্দ্ৰ দত্ত আৰু ৰাজেন্দ্ৰলাল মিত্ৰই যজুৰ্বেদৰ নিয়মে মৰা মানুহৰ ভেটি প্ৰস্তুত প্ৰণালী লোপ হ'ল বুলি কৈছে (Civilization in Ancient India, Vol I, P. 184), কিন্তু তেওঁলোক কোনেও কেতিয়াও অসমৰ ফালে একো বিচৰা নাই। সেই বুলি যে অসমত আন বেদৰ চলতি নাই এনে নহয়। লোমশ ঋষিয়ে যুধিষ্ঠিৰৰ আগত মন্দাকিনীৰ গুণ বৰ্ণাওঁতে কৈছে যে মন্দাকিনীৰ পাৰত মৰীচি, পুলহ, ভৃগু আৰু অঙ্গিৰাই সামগান কৰিছিল। গৰুড়ৰ পূব দিশৰ বৰ্ণনাতো ইয়াতে ব্ৰহ্মাই এটাইকেইখন বেদকে গোৱা পোৱা গৈছে। তান্ত্ৰিক ধৰ্মৰ উৎপত্তিৰ ঠাইও অসমেই বুলি সকলোৰে বিশ্বাস।"

* * *

"ঋষ্যশৃঙ্গ মুনিৰ পিতাক বিভাণ্ডক মুনিৰ আশ্ৰমৰ নাম পুণ্যাখ্য। যুধিষ্ঠিৰৰ তীৰ্থ ভ্ৰমণ কালত লোমশ ঋষিয়ে ঋষভ পৰ্বতৰপৰা সোৱা কাঞ্চপৰ পুণ্যাখ্য আশ্ৰম বুলি যুধিষ্ঠিৰক দেখুৱাইছিল

(মহাভাৰত, বনপৰ্ব, ১০৯ অধ্যা) সেই আশ্ৰম ঠাইত এতিয়া ভুটীয়া নগৰ পুনাথা।"

* * *

"ঋক্‌বেদৰ ৮ম মণ্ডল ৰচোঁতা ঋষি কণ্ব আৰু তেওঁৰ আশ্ৰম গুৱাহাটীৰ ওচৰতে ব্ৰহ্মপুত্ৰৰ দাঁতিৰ কোনো ঠাইতে বুলি আগেয়ে কৈ অহা হৈছে। এতিয়া কামৰূপ জিলাৰ বেছিভাগ ব্ৰাহ্মণেই কণ্ব মুনিৰ গোত্ৰ বুলি পৰিচয় দিয়ে, (Kamrup Gazetter) কিন্তু কি আচৰিত সেই ঋক্‌বেদ ৰচোঁতা দেৱৰ্ষি কণ্বৰেই যে এইবিলাক সন্ততি এইটি কোনেও টং কৰি মাচায়।"

মেজৰ হেনে (Major Hannay) ছাহাবৰ মতে খৃষ্ট ওপজাৰ অনেক শ বছৰৰ আগৰপৰাই কামৰূপত আৰ্য ক্ষত্ৰিয় ৰজাই ৰাজত্ব কৰিছিল। *

( ১৫ )

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ কীৰ্তনত আছে:—

আদি দৈত্য হিৰণ্যকশিপু বলিয়াৰ।
নৰসিংহ ৰূপে গিয়া বিদাৰিলা তাৰ॥
কৰিলা নিৰ্ভয় পাইল ত্ৰিদশে উল্লাস।
ভক্ত প্ৰহ্লাদক প্ৰভু কৰিলা আশ্বাস॥
বামনা স্বৰূপে অদিতিৰ বাক্য পালি,
ইন্দ্ৰক স্থাপিলা ছলে বলিক নিকালি॥
ভৈলাহা পৰশুৰাম নামে অৱতাৰ।
প্ৰদক্ষিণ কৰি ভূমি তিনি সাত বাৰ॥
ক্ষত্ৰিয়ক কাটিলা পৰশু কৰে ধৰি।
নিক্ষত্ৰিয় কৰিলা সমস্ত বসুন্ধৰী॥

এই তিনি অৱতাৰৰ লীলা-ভূমি আমাৰ এই অসম দেশ। কশ্যপ ঋষিৰ সন্তানসকলৰ ভিতৰত হিৰণ্যকশিপু জেষ্ঠ আছিল। তেওঁ হিমালয় প্ৰদেশত অৰ্থাৎ হিমালয়ৰ ঠাল-ঠেঙুলি স্বৰূপ অসমৰ পৰ্বত বিলাকত ৰাজত্ব কৰিছিল। বিনোদ বিহাৰী ৰায় প্ৰণীত "পৃথিবীৰ পুৰাতত্ত্ব' পুথিৰ দ্বিতীয় খণ্ডৰ ১৩০। ১৩২ পিঠিত লিখা আছে:—

হিৰণ্যকশিপু সৰ্বশ্ৰেষ্ঠ ছিলেন, তাই তিনি মাতামহ অপুত্ৰক দক্ষেৰ সিংহাসনে আৰোহণ কৰিয়াছিলেন। তিনি অতি অত্যাচাৰী ৰাজা ছিলেন। এজন্য অদিতি গৰ্ভজাত তাহাৰ বৈমাত্ৰেয় ভ্ৰাতা ইন্দ্ৰ প্ৰভৃতিৰ সহিত তাহাৰ বিশেষ বিবাদ উপস্থিত হইয়াছিল। ইন্দ্ৰ পক্ষীয় দেৱগণ ইন্দ্ৰকে জ্যেষ্ঠ স্বীকাৰ কৰিয়া লইয়া দক্ষ সিংহাসন তাহাৰ প্ৰাপ্য বলিয়া বিবাদে প্ৰবৃত্ত হইয়াছিলেন। কিন্তু কৃতকাৰ্য হইতে নাপাৰিয়া বিষ্ণুৰ শৰণ লইয়াছিলেন। বিষ্ণু তাহাৰ একজন যোদ্ধাকে যুদ্ধে প্ৰেৰণ কৰিয়া হিৰণ্যকশিপুকে বধ কৰিতে আদেশ দিয়াছিলেন। কিন্তু এই প্ৰেৰিত যোদ্ধা প্ৰহ্লাদ প্ৰভৃতি হিৰণ্যকশিপু নন্দনগণকে পৰাজিত কৰিলে স্বয়ং হিৰণ্যকশিপু তাহাকে যুদ্ধ ক্ষেত্ৰে হইতে বিতাৰিত কৰেণ। নৰসিংহ বিষ্ণু এই সংবাদ পাইয়া যুদ্ধক্ষেত্ৰে গমন কৰিলেন এবং হিৰণ্যকশিপুকে বধ কৰিলেন। পিতাৰ বধেৰ কথা মনে কৰিয়া প্ৰহ্লাদ বিষ্ণুৰ সহিত ঘোৰতৰ ৰোমহৰ্ষণ যুদ্ধ কৰিতে লাগিলেন। প্ৰহ্লাদ ঘোৰযুদ্ধে পৰাজিত হইয়া নাৰায়ণেৰ শৰণাপন্ন হইয়াছিলেন (কূৰ্মপুৰাণ, ১৬ অধ্যায়)। ইন্দ্ৰ ৰাজা হইলেন বটে, কিন্তু এই হইতে বৈমাত্ৰ ভ্ৰাতাদিগেৰ সহিত ৰাজ্য লইয়া সতত তাহাকে বিবাদ কৰিতে হইত। এই সময় সমস্ত লোক দুইদলে বিভক্ত হইয়াছিল। একদল সুৰ, আৰ এক দল অসুৰ। যাহাৰা ইন্দ্ৰেৰ পক্ষে থাকিলেন, তাহাৰা ইন্দ্ৰেৰ ঐশ্বৰ্য হইতে ঐশ্বৰ্যবান হইলেন, এবং অপৰদল ঐশ্বৰ্যচ্যুত হইয়া অসুৰ নামে খ্যাত হইলেন। পৰস্পৰ বিবাদে কখন সুৰদল জয়ী হইত, কখন অসুৰ দল জয়ী হইত। এই সময় হইতেই যাহাৰা বেদে অসুৰ নামে কথিত হইতেন, তাহাৰা সুৰ নামে কথিত হইলেন। কিন্তু অপৰ দল অৰ্থৎ অসুৰ দল তাহাদেৰ আৰাধ্য দেৱতাকে অসুৰ নামেই উপাসনা কৰিতেন। অগ্নিই এই মহৎ অসুৰ বা অহুৰ মজদৰা অসুৰ প্ৰধান (ঋগ্বেদ ২।১।৬ ঋক)। মত্তাদেৰ অসুৰ দলেই ছিলেন, এই জন্য ইন্দ্ৰাদিৰ সহিত যজ্ঞ ভাগ পাইতেন না। সুৰগণেৰ পুৰোহিত বৃহস্পতি। ইন্দ্ৰ তাহাৰ যজমান হইলেন। ঐতৰেয় ব্ৰাহ্মণে লিখিত আছে,—"দেৱগণ ইন্দ্ৰৰ জ্যেষ্ঠত্ব

* বাঁহী, আঘোণ ১৮৫৫ শক, দ্বাবিংশ বছৰ ৮ম সংখ্যা

ও শ্ৰেষ্ঠত্ব স্বীকাৰ কৰেণ নাই। ইন্দ্ৰ বৃহস্পতিকে বলিলেন, আপনি আমাকে দ্বাদাশহ দ্বাৰা যাজন করুন। বৃহস্পতি তাহাকে যাজন কৰিলেন। তখন দেবগণ তাহাৰ জ্যেষ্ঠত্ব ও শ্ৰেষ্ঠত্ব স্বীকাৰ কৰিলেন। তাহাতেই ইন্দ্ৰ দক্ষেৰ সিংহাসন পাইয়াছিলেন। অতএব অসুৰগণ আৰ্য এবং ইন্দ্ৰাদি দ্বাদশাদিত্যেৰ বৈমাত্ৰ ভ্ৰাতা ছিলেন।"

দক্ষৰ ৰাজধানী মায়াপুৰী যে কামৰূপৰ কামাখ্যা পীঠত আছিল সেই কথা "বৃহৎ শিৱ পুৰাণত" লিখা আছে।

হিৰণ্যকশিপুৰ বংশ তলত দিয়া গ'ল—




(হৰিবংশ পুথিৰ ৩য় আধ্যা)

তেজপুৰৰ উত্তৰৰ অঁকা পৰ্বতৰ অঁকাবিলাকে বাণৰ বংশ বুলি এতিয়াও চিনাকি দিয়ে। হিমালয়ৰ এই ছোৱাৰ নাম ক্ৰৌঞ্চ হব পায়।"— (পুৰণি অসমত ভূমুকি, পুথিৰ ৩৮ পিঠিত চাওক)।

অঁকাবিলাকে নিজক HRUSSO (হৃষ্য) বুলি কয়। এই "হৃষ্য" শব্দটো ঋষ্য, ঋক্ষ বা ঋক্ষত শব্দৰ অপভ্ৰংশ হ'ব পায়। ঋক্ষ বা ভালুক নামে এজাতি মানুহ আছিল। ঋক্ষৰাজ জাম্বৱন্তৰ জীয়েক জাম্বৱতীক শ্ৰীকৃষ্ণই বিয়া কৰিছিল। ঋক্ষৰাজে স্যমন্তমণি সেই বিয়াত যৌতুক দিছিল। অঁকাবিলাকৰ ভিতৰত এটা প্ৰবাদ আছে যে বায়ু আৰু নটাপুৰ নামে দুজন ৰজাই জীয়া-ভৰলী নৈৰ পাৰত ভালুকপোংৰ গিৰি-দুৰ্গত ৰাজধানী পাতি ৰাজত্ব কৰিছিল আৰু সিহঁত সেই ৰজা দুজনৰ সতি-সন্তান। ভালুকপোং দুৰ্গ থকা ঠাইখিনিক ভালুক-দুৱাৰ বুলিও কোৱা শুনা যায়। সম্ভৱতঃ এই দুৰ্গৰ নাম ঋক্ষগড় আছিল। পাছে ভালুক পোং হয়। ঋক্ষগড়ত থাকি ৰাজত্ব কৰা ৰজাসকলকো বোধ কৰোঁ ঋক্ষৰাজ বোলা হৈছিল। বায়ু আৰু নটাপুৰ, এই দুজন ৰজা বাণ ৰজাৰ বংশধৰ হলেও হ'ব পাৰে। "কামৰূপৰ বুৰঞ্জী" পুথিত লিখা আছে, 'সোমপালৰ পোষ্যপুত্ৰ (শিৱবীৰ্যে জন্ম) প্ৰতাপ সিংহ, তেওঁকে ভালুক পেঙও বোলে" (১৯ পিঠি)। "ধৰ্মপালৰ পুতেক বট্‌পাল, তেওঁৰ পুতেক সোমপাল, সোমপালে উজনিত বিশ্বনাথৰ কাষত কন্যাকা গাৰ'ত পাট কৰি ৰাজত্ব কৰিছিল।" উক্ত বুৰঞ্জীৰপৰা জনা যায় যে ধৰ্মপালৰ ভায়েক মণিচন্দ্ৰৰ খৈণীয়েক মৌনৱতীয়ে ধৰ্মপালক ৰণত জিনি কামৰূপ অধিকাৰ কৰিলত ধৰ্মপালে সপৰিয়ালে পলাই উজনি ফালে আহিছিল। তেওঁৰ পুতেক বট্‌পালে বিশ্বনাথত ৰাজত্ব কৰিছিল। তেওঁৰ পুতেক সোমপালে কন্যাকাত ৰাজধানী পাতিছিল। সোমপালৰ পোষ্যপুত্ৰ ভালুক পেং বা প্ৰতাপসিংহ বৰ প্ৰতাপী ৰজা আছিল। ধৰ্মপালৰ আগেয়ে নাগাক্ষ নামে এজন ৰজাই নাগশঙ্কৰ নামে ঠাইত ৰাজধানী পাতি ৰাজত্ব কৰিছিল।

তেজপুৰ চহৰৰ অগ্নি পৰ্বতত একৰমকালি আহবনীয় অগ্নি অহৰহ প্ৰজ্জলিত আছিল। সেই নিমিত্তেই এসময়ত ইয়াৰ নাম তেজোৱতীপুৰ আছিল। কালক্ৰমে সেই অগ্নি নুমাল আৰু লগে লগে অগ্নিহোত্ৰী ব্ৰাহ্মণো নাইকিয়াৰ নিচিনা হ'ল। অধ্যাপক শ্ৰীযুত বাণীকান্ত কাকতি এম-এ দেৱে "পুৰণি অসমীয়া সাহিত্য" নামে প্ৰবন্ধত লিখিছে,—

"বাণ ৰজা প্ৰহ্লাদৰ নাতি মহাবীৰ বলিৰ পুতেক আছিল। বিষ্ণুৱে বামন অৱতাৰত বলিক

হলন কৰি পাতাললৈ পঠাই দিলত, বাণ ৰজাই শিৱক তপস্যা কৰি শোণিতপুৰ ৰাজ্যখন আকৌ পায়। এজন বঙালী লিখকে প্ৰত্নতত্ত্বজ্ঞ বোলাব'ল বলি-নিৰ্বাসনক লক্ষ্য কৰি কৈছে যে শোণিতপুৰ পাতালত আছিল, তেজপুৰ হ'ব নোৱাৰে"। কিন্তু এইটো সাধাৰণ উপলুপ্তা স্বভাৱৰ কথা। 'হৰিবংশত' কথাৰ ছলতে এইটো স্পষ্ট উল্লেখ আছে যে শোণিত-পুৰ মনুষ্যলোকত আৰু তাক আহবনীয় (যজ্ঞৰ) অগ্নিয়ে ৰক্ষা কৰি আছিল। 'কৰ্মপুৰাণত' তেজো-ৱতীৰ যি ভৌগোলিক স্থিতি নিৰ্দেশ কৰিছে, তাৰ পৰা সহজে অনুমান হয়, ই শোণিতপুৰৰ ওচৰত, আৰু কালক্ৰমে দুয়োটা নাম লগ লাগি তেজপুৰ হল।

খৃঃ একাদশ শতিকাৰ আগছোৱাত কামৰূপত ৰাজত্ব কৰা ৰজা ৰত্নপালৰ যি খন তামৰ ফলি তেজপুৰৰ ৰৰগাৰ'ত পোৱা গৈছিল তাঁৰ ইংৰাজী অনুবাদ গেইট ছাহাবৰ অসমৰ ইতিহাসত ছাপা হৈছে। সেই অনুবাদৰ পৰা জনা যায় যে সেই কালতো অসমত Foremost Vedic Scholar আৰু আহবনীয় অগ্নিৰ উপাসক ব্ৰাহ্মণ পণ্ডিত আছিল। উক্ত ফলিৰ অনুবাদত আছে,—

"He had a son, Sadgangadutta, richly endowed with every virtue, who ever kept the holy fire burning in his house"
( Third plate, line 58, Verse 1 )

হিমালয়ৰ পূৰ্বাংশ পুৰণি কামৰূপৰ এটা অংশ আছিল। সেই হিমালয়ৰ ভোটানত যুধিষ্ঠিৰাদি পঞ্চ পাণ্ডৱৰ জন্ম হৈছিল।

অদিতি-নন্দন সূৰ্যদেৱৰ জন্ম আদি স্বৰ্গ'ত হৈছিল। গোৱাল পাৰাৰ শ্ৰীসূৰ্য পাহাৰত তেওঁৰ ভৱন আছিল। তেওঁৰ ভায়েক বিৱস্বান সূৰ্যবংশৰ আদি পুৰুষ। এতেকে দেখা যায় যে পুৰাণ-প্ৰসিদ্ধ চন্দ্ৰ আৰু সূৰ্য বংশৰ ঘাই গুৰি ভাল আমাৰ এই অসমতে আছিল। মেজৰ হেনে (Major Hannay) ছাহাবৰ মতে খৃষ্ট ওপজাৰ অনেক শ বছৰৰ আগৰ পৰাই কামৰূপত আৰ্য জাতীয় ক্ষত্ৰিয় ৰজাই ৰাজত্ব কৰিছিল। ব্ৰহ্মদেশৰ ইতিহাসৰপৰা জনা যায় যে তাত এসময়ত সূৰ্যবংশী ৰজাই ৰাজত্ব কৰিছিল। সেই সূৰ্যবংশী ৰজা আমাৰ ইয়াৰ পৰাই তালৈ গৈছিল।

"কপিল স্বৰূপে আৰো ভৈলা অৱতাৰ।
লুপ্ত ভৈল জ্ঞান তাক কৰিলা প্ৰচাৰ॥
তোমাৰ প্ৰসাদে যোগ জানি দেৱ হুতি।
তোমাৰ চৰণ চিন্তি লভিল মুকুতি।"

- কীৰ্তন, শঙ্কৰদেৱ

এই কপিলদেৱে অসমতে জন্মগ্ৰহণ কৰি এই দেশক পৱিত্ৰ কৰি গৈছে।

শ্ৰীযুত ৰজনীকুমাৰ পদ্মপতিৰ "পুৰণি অসমত ভুমুকি" পুথিত লিখা আছে,—

"কপিলী নামেৰে নৈ এখন কাছাৰ পৰ্বতৰ পৰা ওলাই নগাৱ'ৰ কলং নৈত পৰিছে। কালিকা পুৰাণে এইখন নৈৰ সম্বন্ধে ব্যাখ্যা দিয়ে যে 'ক' শব্দৰ অৰ্থ ব্ৰহ্মা, এই নৈ ব্ৰহ্মাৰ বিলৰপৰা ওলাইছে আৰু গঙ্গাৰ নিচিনা ফলদায়িনী, এই দেখি ইয়াৰ নাম কপিল গঙ্গা ( ৭৯ আধ্যা )। কালিকা পুৰাণে কোনো নৈ বা ঠাইৰ নাম সম্বন্ধে বিশেষ কৰি ব্যাখ্যা দিলেই বুজিব লাগে যে আচল কথাটি তেওঁ লুপ্ত কৰিছে। এই নামৰ উৎপত্তি সম্বন্ধে অসমৰ বৈষ্ণৱ ধৰ্ম প্ৰচাৰক শ্ৰীশঙ্কৰদেৱে কৈ গৈছে যে সগৰ ৰজাৰ ৬১ হেজাৰ পুত্ৰ বিনাশী পাতালবাসী কপিল মুনিৰ আশ্ৰম এই নৈৰ পাৰতে আছিল, সেই কপিল মুনিৰ নাম অনু-সাৰেই এই নৈৰ নাম কপিলী হয় ( ৰামচৰণ ৰচিত গুৰু-চৰিত্ৰ চাওক )। এইজন পুৰুষৰ কথাৰ ওপৰত আৰু বেছি কবৰ আৱশ্যক নকৰে। কপিলৰ নামেৰে পৰা কপিলি, এই কপিলিৰ পৰা জনা হ'ল, কাছাৰ পৰ্বতো পাতালৰ ভিতৰত। 'দেৱী ভাগৱতৰ' মতে এই ভাগৰ নাম ৰসাতল, নিবাত কৱচ দৈত্যসকলৰ বাসৰ ঠাই, আৰু ৰাজধানীৰ নাম হিৰণ্যপুৰ।"

পদ্মপতি ভাগৱতীয়াৰ মতে হিৰণ্যপুৰেই পাছত হিড়িম্বাপুৰ বা ডিমাপুৰ।

"হয়গ্ৰীৱ নামে আৰো ভৈলা অৱতাৰ,
তপ্ত সুবৰ্ণৰ বৰ্ণ শৰীৰ তোমাৰ।
তোমাৰ সুন্দৰ সিটো নাসিকাৰ হন্তে।
বাজ ভৈল চাৰি বেদ নিশ্বাস কাচুন্তে।"
—"কীৰ্ত্তন", (শঙ্কৰদেৱ)।

পুৰাণ আৰু তন্ত্ৰমতে বিষ্ণুৱে হয়গ্ৰীৱ অসুৰক বধ কৰি হয়গ্ৰীৱৰ প্ৰাৰ্থনামতে নিজে "হয়গ্ৰীৱ মাধৱ" নাম লৈ হাজোৰ মণিকূট পৰ্ব্বতত অৱস্থান কৰিছিল। তাত এতিয়ালৈকে হয়গ্ৰীৱ মাধৱৰ দেৱালয় বিৰাজ কৰিছে।

ভগৱান শ্ৰীকৃষ্ণই কেবাবাৰো অসমলৈ আহি তেওঁৰ ভৰিৰ ধূলি পেলাই এই দেশক পৱিত্ৰ কৰি থৈ যোৱাৰ কথা ইতিহাস আৰু পুৰাণত পোৱা যায়। এবাৰ তেওঁ সত্যভামা দেৱীৰে সৈতে প্ৰাগ্-জ্যোতিষ পুৰলৈ আহি নৰকাসুৰক বধ কৰি ভগদত্তক ৰজা পাতি অশ্বক্ৰান্তত কিছুদিন জিৰাইছিল। সেই-ছেগতে তেওঁ প্ৰাগজ্যোতিষপুৰৰপৰা ইন্দ্ৰৰ অমৰাৱতী-লৈ গৈ পাৰিজাত পুষ্পৰ গছ হৰণ কৰি আনি সত্যভামা দেৱীক উপহাৰ দিছিল। তেতিয়াৰ স্বৰ্গৰাজ্য-খন প্ৰাগ্জ্যোতিষ বা কামৰূপ ৰাজ্যৰ সীমান্ত আছিল। সম্ভৱতঃ ব্ৰহ্মদেশৰ অমৰাপুৰেই তেতিয়া ইন্দ্ৰৰ ৰাজ-ধানী অমৰাৱতী আছিল। স্বৰ্গৰাজ্যৰ ৰজাৰ উপাধি যে ইন্দ্ৰ আছিল, সেই কথা আগেয়ে কৈ আহিছোঁ। প্ৰাগজ্যোতিষাধিপতি ভাস্কৰবৰ্মাৰ এখন তামৰ ফলিত ভগদত্তক "ইন্দ্ৰৰসখা" বুলি লিখা আছে। তাৰপৰাও বুজা যায় যে সেইকালত ইন্দ্ৰৰ স্বৰ্গৰাজ্যখন ভগদত্তৰ ৰাজ্যৰ সীমাৰ পৰা বেছি দূৰত নাছিল।

ভগৱান শ্ৰীকৃষ্ণই আকৌ এবাৰ তেজপুৰ বা শোণিতপুৰলৈ আহি তেওঁৰ নাতি অনিৰুদ্ধ কোঁৱৰক উদ্ধাৰ কৰি উষাৰ লগত অনিৰুদ্ধৰ বিয়া পাতি দ্বাৰ-কন্যাক লগতলৈ দ্বাৰকালৈ উভতি গৈছিল।

"India and Jambu Island" পুথিৰ ১৬২ পিঠিত আছে:—

Brahma Purana (chap. 219) mentions that "Kaka river, flowing from the Himalayas, was obstructed in its course by stone-boulders which were removed by Vishnu in his form as Varaha and the river flowed by Kaka-mukha, where the place s cred to Vishnu is situated. Varaha's wife Mahi in the form of Chhaya bore a son at the place which is Bhauma Naraka Asura to whom Vishnu made a gift of Pragjyotishpura.' * * * Manas river has its tributary the Koko-loong river which may be Koka river.

অৰ্থাৎ "ব্ৰহ্মপুৰাণত" আছে যে কোকা নৈৰ মুখত বিষ্ণুৰ এখন পৱিত্ৰ থান আছে; বৰাহৰূপী বিষ্ণুৰ ভাৰ্য্যা মহীয়ে ছায়াৰূপে বিষ্ণুৰ লগত থাকি সেই থানতে এটি ল'ৰা ওপজায়, সেই ল'ৰাৰ নাম ভৌম নৰকাসুৰ হয়, বিষ্ণুৱে সেই ল'ৰাটিক প্ৰাগজ্যোতিষপুৰ দান কৰে।" ভাৰত আৰু জম্বুদ্বীপ পুথিৰ গ্ৰন্থকৰ্তাৰ মতে গোৱালপাৰা জিলাৰ যি কোকলুং নৈ মানসাত পৰিছে সেইখনেই "ব্ৰহ্মপুৰাণৰ" কোকা নৈ হ'ব পায় আৰু মানসাৰ মুখৰ "যোগী-যোপা তীৰ্থ" বা পচনীয়া গাওঁ, বা গোৱালপাৰা চহৰ নৰকাসুৰৰ ওপজা ঠাই হ'ব পাৰে।

বাৰিষা পানীত তলযোৱা পানী, বোকাৰ ঠাইক নৰক-ভূমি বোলা হৈছিল। যথা,—

"বসন্তি মেৰৌ সুৰ সিদ্ধ সংঘা
ঊৰ্দ্ধে চ সৰ্ব্বে নৰকাঃ সদৈত্যাঃ।"—ভাস্কৰাচাৰ্য।

মেৰু পৰ্ব্বতৰ পিঠিত দেৱতা আৰু সিদ্ধ ঋষি-সকল বাস কৰিছিল, আৰু বাড়ৱা নল প্ৰধান নৰক ভূমিত দৈত্য-দানৱসকল বাস কৰিছিল। গোৱালপাৰা জিলাৰ পশ্চিমাংশ বহু শতিকালৈকে পানীত তল যোৱা দ ঠাই আছিল। ধুব্ৰী পৰগনাৰ 'ধুব্ৰী' নামটোৱেই কয় যে তাত আগেয়ে পানীৰ ঘূৰ্ণি আছিল। নৰকভূমিত জন্ম হোৱা বাবেই সম্ভৱতঃ নৰকাসুৰৰ

নাম 'নৰক' বা ভৌম নৃপতি হৈছিল , ভূমিৰ পুত্ৰ বুলি ভৌম নাম পাইছিল । স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱাৰ মতে 'নৰক' শব্দৰ অৰ্থ শ্ৰেষ্ঠজন । "কালিকা পুৰাণৰ" মতে জনক ৰজাৰ যজ্ঞভূমিত নৰকাসুৰৰ জন্ম হৈছিল , উপজিয়েই লৰাটিয়ে কান্দি কান্দি মাটিত বাগৰি এটা মৰা মানুহৰ মূৰৰ ওপৰত নিজৰ মূৰটো থৈ উচুপি আছিল , সেই নিমিত্তে লৰাটিৰ নাম "নৰক" ৰখা হৈছিল । কিন্তু ব্ৰহ্মপুৰাণত এই কথা নাই । কৌশিকী বা কুশী নৈৰ পশ্চিম পাৰে জনক ৰজাৰ মিথিলা ৰাজ্য । এই কুশী নৈৰপৰা আৰম্ভ কৰি অসমৰ গাৰো পৰ্বতৰ পশ্চিম ভাগলৈকে এই ভূ-ভাগ জলাহ আছিল । পাছে ক্ৰমে ক্ৰমে বাসৰ উপযোগী হয় । "India and Jambu Island" নামৰ পুথিত লিখা আছে যে ব্ৰহ্মদেশৰ মিক্তিলা (Meiktila) নামৰ ঠাইখন হৈ ৰামায়ণৰ মিথিলা । সি যি হওক, অসুৰৰ উপদ্ৰৱত থাকিব নোৱাৰি নৰকাসুৰক মাকে সি জনক ৰজাৰ আশ্ৰয়ত ৰাখিছিল । ৰজাই নৰকক নিজৰ পুত্ৰৰ দৰে মৰম কৰি তুলি-তালি ডাঙৰ কৰিছিল আৰু ক্ষত্ৰিয়ৰ আচাৰ নীতি, কৰ্তব্য আদি শিক্ষা দিছিল । পাছে এই নৰকেই কিৰাত ৰাজ ঘটকক বধ কৰি কামৰূপৰ প্ৰবল প্ৰতাপী নৰপতি হৈছিল । আদিনৰকাসুৰৰ পাছত নৰকাসুৰ নামে কেবাজনো ৰজাই ৰাজত্ব কৰিছিল । শেষ নৰকাসুৰক শ্ৰীকৃষ্ণই বধ কৰাত তেওঁৰ পুতেক ভগদত্ত ৰজা হয় । ভগদত্ত মহাভাৰতত এজন প্ৰধান যোদ্ধা । ভগদত্তৰ পাছত তেওঁৰ পুতেক বজ্ৰদত্তই এই দেশত ৰাজত্ব কৰিছিল । "কামৰূপৰ বুৰঞ্জীৰ" (ক) পৰিশিষ্টত আছে "নৰকাসুৰে কম-বেছ ৮,৬৩,০০০ বৎসৰ ৰাজত্ব কৰে। তেওঁৰ পুতেক ভগদত্ত, তেওঁৰ পুতেক ধৰ্মপাল, তেওঁৰ পুতেক কৰ্মপাল; তেওঁৰ পুতেক পৃথিপাল । এইমতে ২২ পুৰুষ তেইশ পুৰুষত ৰজা সুবাহু । * * * ভিন্নবংশী দোম্বৰ অপৰ নাম জিতাৰিক্ ধৰ্মপাল নামে এজন ৰজা আহি সুবাহু ৰজাক ৰণত জিনি তেওঁ ৰজা হ'ল । সুবাহু ৰণত ঘাটি উত্তৰ দিশলৈ গ'ল । দোম্বৰ ৰজাৰ পাছত ৰজা হ'ল নাগশঙ্কৰ (নাগাক্ষ) । পিছে ভিন্নবংশী ৰজা জল্পেশ্বৰ, তেওঁকে পৃথু ৰজাও বোলে ।"

'কামৰূপৰ বুৰঞ্জীত" নৰকাসুৰৰ ৰাজত্বৰ যি সুদীৰ্ঘকাল লিখা আছে, সেইটো মন কৰিবলগীয়া কথা । ত্ৰেতা যুগত আদিনৰকাসুৰৰ জন্ম । "ৰামায়ণত" সেই নৰকাসুৰৰ উল্লেখ আছে । দ্বাপৰ যুগত যি জন নৰকাসুৰক শ্ৰীকৃষ্ণই বধ কৰে, তেৱেঁই শেষ নৰকাসুৰ ।

জল্পেশ্বৰ বা পৃথু ৰজাই জল্পাইগুৰিত জল্পীশ নামে শিৱৰ দেৱালয় স্থাপন কৰে । দৰং জিলাৰ নাগশঙ্কৰ দেৱালয়, নাগশঙ্কৰ বা নাগাক্ষ ৰজাৰ দিনত স্থাপিত হৈছিল । এওঁ তৃতীয় কিংবা ৪ৰ্থ শকাব্দৰ ৰজা ।

"কালিকা পুৰাণৰ" ৭৭ আধ্যাত লিখা আছে যে পূৰ্বে জামদগ্ন্যৰ ভয়ত ভয়াতুৰ হৈ কেতবিলাক ক্ষত্ৰিয়ই ম্লেছত্ব প্ৰাপ্ত হৈ জল্পীশ দেৱৰ শৰণাগত হৈছিল । সিহঁতে জল্পীশ দেৱক সেৱা-সংকাৰ কৰি, সদায় ম্লেচ্ছ ভাষাত কথা-বতৰা কৈ আৰু আৰ্য ভাষাক পৰিত্যাগ কৰি জল্পীশ দেৱক গোপন কৰি ৰাখিছিল । এই ম্লেচ্ছবিলাকেই পাছে "ম্লেচ্ছ" নামে জনাজাত হয় ।

গেইট চাহাবৰ অসমৰ ইতিহাসৰ ৮-৯ পিঠিত লিখা আছে , —

Hindu priests and warriors undoubtedly found their way to Assam at a very early date. The Indian king Samudra, who according to Forlong was ruling in Upper Burma in 105 A. D , must have proceeded thither through Assam, and so must the Hindus who led the Tchampas or Shans in their conquest of the mouths of the Mekong in 280 A. D.

চীন দেশৰ ইতিবৃত্তৰ পৰা জনা যায় ১৬৬ খৃষ্টাব্দত আৰ্য জাতিয়ে বৈশালি (Weisal) অৰ্থাৎ অসমৰ পৰা পৈ মালয় উপদ্বীপ আৰু যৱ-দ্বীপত ৰাজ্য স্থাপন কৰিছিল ।

কৰ্ণেল শ্যেক্সপিয়েৰৰ History of Upper Assam and Upper Burmah পুথিৰ (৭ পিঠি) পৰা জনা যায়, এখন তামৰ ফলিত লিখা আছে যে খৃষ্ট ওপজাৰ প্ৰায় ৫৭ বছৰ পূৰ্বে উজয়িনীৰ ৰজা বিক্ৰমাদিত্যই প্ৰাগ্‌জ্যোতিষ আক্ৰমণ কৰি সেই দেশত বৌদ্ধ ধৰ্ম চলাবলৈ পুৰুষাৰ্থ কৰিছিল। মগধৰাজ চন্দ্ৰগুপ্তৰ দিনত খৃষ্ট ওপজাৰ ৩১৬-২৯২ বছৰৰ পূৰ্বে প্ৰয়াগত যি স্তম্ভ নিৰ্মিত হৈছিল, তাৰ গাত কামৰূপ ৰাজ্যৰ নাম আৰু সেই ৰাজ্যলৈকে চন্দ্ৰগুপ্তৰ যশস্যা বৈ গৈছিল বুলি লিখা আছে।

সপ্তম খৃষ্টাব্দৰ আগছোৱাত ভাস্কৰবৰ্মাৰ ৰাজত্ব কালত সুবিখ্যাত চীন পৰিব্ৰাজক হিয়েনচাং প্ৰাগজ্যোতিষপুৰলৈ আহিছিল। তেওঁৰ ভ্ৰমণ বৃত্তান্তত লিখা আছে, "বৰ্ত্তমান ৰজা ভাস্কৰবৰ্মা নাৰায়ণ দেৱৰ বংশৰ, এই বংশৰ ৰজাই ৰাজপাট অধিকাৰ কৰিবৰেপৰা এহেজাৰ পুৰুষ হৈছে, ৰজাই বিদ্যা চৰ্চা কৰিবলৈ ভাল পায় আৰু ৰজাক দেখি প্ৰজাবিলাকৰো বিদ্যা-চৰ্চালৈ বৰ মন; আৰু পণ্ডিত, জ্ঞানী আৰু দক্ষ মানুহ দুৰণি দেশৰপৰা বিষয়-বাসনা বিচাৰি আৰু জ্ঞান আৰ্জিবলৈ এই দেশলৈ আহে।" এই খিনিতে কৈ থওঁ যে সেই কালত প্ৰাগ-জ্যোতিষপুৰত এখন বিশ্ববিদ্যালয় আছিল।

শ্ৰীহট্ট জিলাৰ পঞ্চখণ্ডত পোৱা ভাস্কৰবৰ্মাৰ তামৰ ফলিৰপৰা জনা যায়, ইন্দ্ৰৰ সখা ভগদত্তৰ বংশৰ ৰজাসকলে তিনিহেজাৰ বছৰ ৰাজত্ব কৰি মুক্ত হৈ যোৱাৰ পাছত পুষ্যবৰ্মাদেৱ কামৰূপৰ ৰাজ-পাটত উঠি ৰজা হৈছিল। "দেৱস্তুস্যং ক্ষিতীশ্বৰ পুষ্যবৰ্মাভূৎ" —এই কথা উক্ত ফলিত লিখা আছে। পুষ্যবৰ্মাৰপৰা ভাস্কৰবৰ্মালৈকে ১২ জন ৰজাই ৰাজত্ব কৰে। ৬৫০ খৃষ্টাব্দত ভাস্কৰবৰ্মা স্বৰ্গী হয়। অনুমান ৪ৰ্থ খৃষ্টাব্দত পুষ্যবৰ্মাই ৰাজত্ব কৰিছিল। ভাস্কৰবৰ্মাৰ পাছত অৱন্তী বৰ্মা, শালস্তম্ভ, বিজয়, পালক, কুমাৰ, ৰজদেৱ আৰু শ্ৰীহৰ্ষবৰ্মদেৱে এজনৰ পিছত এজনকৈ ৰজা হয়। শ্ৰীহৰ্ষবৰ্মাদেৱে এতিয়াৰ অসম, বঙ্গ, বিহাৰ আৰু উড়িষ্যা, উত্তৰ কোশল আৰু মাদ্ৰাজৰ উত্তৰ ভাগ তেওঁৰ ৰাজ্যৰ ভিতৰুৱা কৰি লৈছিল। তেওঁক পূৰ্ব ভাৰতৰ সম্ৰাট বুলিব পাৰি। তেওঁৰ পিছত বলবৰ্মা (দ্বিতীয়), প্ৰালম্ভ, হৰ্জ্জৰ বৰ্মা, বনমাল বৰ্মা, জয়মাল বৰ্মা বা বীৰবাহু, বলবৰ্মা (তৃতীয়)কামৰূপৰ ৰজা হয়। তৃতীয় বলবৰ্মাৰ পিছত ত্যিগ্‌দেৱ বা ত্যাগ সিংহলৈকে প্ৰায় এশ বছৰ কালৰ ৰজাৰ নাম পোৱা হোৱা নাই। "দশকুমাৰ চৰিত" পুথিত কলিন্দ বৰ্মা নামে ভগদত্ত বংশী এজন ৰজাই কামৰূপত ৰাজত্ব কৰাৰ কথা পোৱা যায়। ত্যিগ্‌দেৱ বা ত্যাগসিংহৰ স্থাপিত ত্যিগ্নেশ্বৰ নামে শিৱ-মন্দিৰৰ ভগ্নাৱশেষ এতিয়াও তেজপুৰত আছে। তেওঁৰ ৰাজত্বৰ কাল ৯৭০—৯৮৫ খৃষ্টাব্দ। তেওঁৰ পিছৰ ব্ৰহ্মপাল, ৰত্নপাল, পুৰন্দৰপাল, ইন্দ্ৰপাল, গোপাল, হৰ্ষপাল আৰু ধৰ্মপাল ৰজা হয়। ধৰ্ম-পালৰ ৰাজত্বৰ কাল ১০৩৫—১০৭৫ খৃষ্টাব্দ।

এতিয়াৰ মণিপুৰেই 'মহাভাৰত'ৰ মণিপুৰ ৰাজ্য। "বিশ্বকোষ" অভিধানত লিখা আছে,— "অৰ্জুন নাগ-কন্যা উলূপীকে বিবাহ কৰিয়াছিলেন সে এইদেশে (নাগাপৰ্বতে)। সেই সময়ে তিনি মণিপুৰে চিত্ৰাঙ্গদাৰও পাণি গ্ৰহণ কৰেণ, তাহাও এইখানে (বিশ্বকোষ, ৭৭ পিঠি, আজামী নাগা শব্দ চাওক)।

অৰ্জুনে উলূপীৰ পৰিচয় সোধাত উলূপীয়ে কৈছিল—

"ঐৰাৱত কুলে জাতঃ কৌৰব্যো নাম পন্নগঃ।
তস্যাস্মি দুহিতা, ৰাজন্ উলূপী নাম পন্নগী॥"
—মহাভাৰত, আদি পৰ্ব।

অৰ্থাৎ মোৰ পিতাৰ নাম নাগৰাজ কৌৰব্য, ঐৰাৱত বংশত তেওঁৰ জন্ম, মই সেই নাগৰাজৰ কন্যা; মোৰ নাম উলূপী।

পাছৰ কালত নগাপৰ্বতৰ পূব হাঁতিত ব্ৰহ্ম দেশৰ পশ্চিম সীমাত পং নামে যি ৰাজ্য স্থাপিত

হৈছিল, তাৰ "পং" নামটো "পন্নগ" শব্দৰ অপভ্ৰংশ বুলি বোধ হয়। *

( ১৬ )

স্বৰ্গীয় আনন্দ ৰাম ঢেকিয়াল ফুকনৰ 'অসমীয়া ল'ৰাৰ মিত্ৰ' পুথিত লিখা আছে, "অতি পূৰ্বে গোটেই অসম দেশকে কামৰূপ বুলিছিল, আৰু তাক চাৰি-পীঠ কৰি ভাগ কৰা হৈছিল, অৰ্থাৎ কামপীঠ ৰত্নপীঠ, স্বৰ্ণপীঠ আৰু সৌমাৰ পীঠ, এই চাৰি পীঠ। এই কামৰূপত পূৰ্বৰেপৰা অনেক ৰাজ-বংশে ৰাজত্ব কৰি আহিছে। সকলোৰে আদিতে মহীৰঙ্গ দানৱ ৰজা আছিল, তেওঁৰ পিছত তেওঁৰ বংশৰে চাৰিজনা ৰজা হ'লত নৰকাসুৰ, ভগদত্ত প্ৰভৃতি নৰকৰ বংশৰে অনেক ৰজা হৈ কামৰূপ ক্ৰমে শাসন কৰে। নৰক বংশৰ পিছত ক্ষেত্ৰিয় বংশ, তাৰ পিচত ব্ৰহ্মপুত্ৰৰ বংশ, তাৰ পিছত বাৰ-ভুঞা, তাৰ পিচত মুচলমানে ক্ৰমে ৰাজত্ব কৰে। শেষত শিৱবংশীয় বিশ্বসিংহ আৰু নৰনাৰায়ণ ক্ৰমে ৰজা হয়।"

ইয়াৰপৰা বুজা যায় যে ব্ৰহ্মপুত্ৰ বা- লৌহিত্য বংশৰ ৰজায়ো এসময়ত অসমত ৰাজত্ব কৰিছিল। স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ "আসাম বুৰঞ্জীত" আছে,—"এতিয়াৰ দৰং জিলাত নাগশঙ্কৰ নামে এক শিৱৰ দেৱালয় আছে। নাগাক্ষ নামে ৰজাই এই দেৱালয় প্ৰতিষ্ঠা কৰে। ওপৰত কোৱা নাগশঙ্কৰ ৰজাই যে এই নাগাক্ষ ৰজা এইটি বিশ্বাস কৰিবলৈ বহু কাৰণ পোৱা যায়। নাগশঙ্কৰ দেৱালয়ৰ ওপৰৰ প্ৰতাপপুৰ বা প্ৰতাপগড়ত এইজনা ৰজাৰ নগৰ থকা বুলি কয়। সেয়ে হ'লে, নাগশঙ্কৰ ৰজাৰ ৰাজধানী সেই ঠাইতে আছিল। শকাদিত্যৰ শকৰ তিনিশ বছৰমানৰ পাছত এইজনা ৰজা হয়। তেওঁৰ বংশৰ কেইৰাজনাও ৰজা হুই খোৱাৰ পাছত সেই বংশৰ নাশ হয়। এই বংশৰ ৰজাবিলাকে প্ৰায় ৪০০ বছৰ-মান ৰাজত্ব কৰে। কামৰূপৰ এই বংশৰ ৰজাবিলাক দৰংজিলাত থকা বুলি অনুভৱ হয়।" 'আদি চৰিত্ৰ' পুথিৰ মতে ভৈৰৱী বা ভৰলী আৰু দিপাং নৈৰ মাজত থকা বুলি বোধ হয়।" ওপৰত উল্লেখ কৰা "আসাম বুৰঞ্জীৰ" পৰা জনা যায় যে নাগশঙ্কৰ, ব্ৰহ্মপুত্ৰ বা লৌহিত্য বংশৰ ৰজা আছিল, তেওঁ জাতিত ব্ৰাহ্মণ আছিল, আৰু কামৰূপত যে ব্ৰাহ্মণ বংশৰো ৰজা হৈছিল এইটো নিশ্চয়। শকাদিত্যৰ শকৰ আৰম্ভতে দেৱেশ্বৰ নামে যিজন ব্ৰাহ্মণ ৰজাই ৰাজত্ব কৰিছিল, তেৱেঁই লৌহিত্য বংশৰ আদি ৰজা হ'ব পায়। দৰং জিলাৰ কলাবাৰী অঞ্চলত ৰজা-বাৰী বুলি যিখন এবাবাৰী জাৰণি আছে তাত দণ্ডী-বিপ্ৰ নামে এজন ৰজাৰ নগৰ আছিল বুলি প্ৰবাদ আছে। "যোগিনীতন্ত্ৰত" এইজন ৰজাৰ নাম পোৱা যায়। "আদি চৰিত্ৰ" পুথিৰপৰা জনা যায় যে এজন প্ৰতাপপুৰীয়া ৰজাই জীয়েকৰ স্বয়ম্বৰ পাতি ছিল। নানা ঠাইৰ ৰজাবিলাক স্বয়ম্বৰলৈ আহি-ছিল, ব্ৰহ্মনন্দন লৌহিত্যও আহিছিল, পিছে কন্যাই সুৰ্বণৰ মালা দি লৌহিত্যক বৰিলত ৰজাই তেওঁৰ লগত কন্যাৰ বিয়া পাতে। আমি সাধাৰণতঃ লৌহিত্য বা ব্ৰহ্মপুত্ৰ বুলিলে নদৰাজ মহাবাহু ব্ৰহ্মপুত্ৰ বুলি ভাবোঁ। ব্ৰহ্মপুত্ৰৰ স্নানমন্ত্ৰত এই দুয়োটা নাম পোৱা যায়। যেনে,—

"ওঁ ব্ৰহ্মপুত্ৰ মহাভাগ শান্তনোঃ কুলনন্দন।
অমোঘা গৰ্ভসম্ভূত পাপং লৌহিত্য মে হৰ ॥"

"লোহিত্য" নামে যে এক শ্ৰেণী ব্ৰাহ্মণ আমাৰ দেশত আছিল, এই কথাৰ সন্দেহ বোধ কৰোঁ অনেকে পোৱা নাই।

"Vedic Index of Names and Subjects by Prof. Macdonell and Keith' পুথিত লিখা আছে।—

"Lauhitya, 'descendent of Lohita', is the patronymic name of large number of teachers in the Jaiminiya Upanisad. Brah-

* বাঁহী, পুহ-মাঘ, ১৮৫৫ শক, দ্বাবিংশ বছৰ, ৯ম-১০ম সংখ্যা।

mana which clearly must have been the special object of study of the Lauhitya family. See Krisnadatta, Krsnarata Jayaka, Triveda, Krsnarata, Daksa, Jayanta, Palli gupta, Mitrabhuti, Yasasvin Jayanta, Vaipascit, Dardhajayanta, Vaipascita. Dardhajayanti. Vaipascita Dardhajayanti Drdhajayanta, Syamasujayanta, Satyasravas. A Lauhitya or Lauhikya is also mentioned as a teacher in the Sankhayana Aranyaka.

"Lohita", often occurring as an adjective meaning "red" is used as a neuter substantive in the Atharvaveda (xi-3-7) to denote a metal, presumably 'copper'. As a proper name it is found in Apastambe Srauta-Sutra, xxiv-9-7.'

অর্থাৎ 'লৌহিত্য' এইটো এটা কৌশিক উপাধি বা গোত্রৰ নাম; ইয়াৰ অর্থ লোহিতৰ বংশধৰ, "জৈমীনিয় উপনিষদ্ ব্রাহ্মণ" পুথিত অনেক লোহিত্য গোত্রৰ অধ্যাপকৰ নাম পোৱা যায়। লৌহিত্য পৰিয়ালৰ সেইখন যে বিশেষ অধ্যয়নৰ বিষয় আছিল সেইটো ইয়াৰপৰা স্পষ্টৰূপে জনা যায়। কৃষ্ণদত্ত, কৃষ্ণৰাত, জয়াক, ত্রিবেদ, কৃষ্ণৰাত দক্ষজয়ন্ত, পল্লীগুপ্ত, মিত্রভূতি. যশস্বীন্ জয়ন্ত, বিপশ্চিত দধিজয়ন্ত, শ্যামাজয়ন্ত, শ্যামাসুজয়ন্ত, সত্যশ্রব, এই ব্রাহ্মণসকল লৌহিত্য আছিল। "সাংখ্যায়ন আৰণ্যক" পুথিতো এজন লৌহিত্য অধ্যাপকৰ নাম আছে। 'লোহিত' এই শব্দটো প্রায়েই বিশেষণ স্বৰূপে ব্যৱহৃত হয়। তাৰ অর্থ ৰঙা, কিন্তু অথর্ববেদত এই শব্দটো বিশেষ্যৰূপে ক্লীবলিঙ্গত এবিধ ধাতু-বুজাবলৈ ব্যৱহাৰ কৰা দেখা যায়, সেই ধাতু তাম বুলি ধাৰণা হয়। "আপস্তম্বশ্রৌত-সূত্রত মানুহৰ নাম স্বৰূপে এই শব্দটো ব্যৱহাৰ কৰা হৈছে। 'আপস্তম্ব-শ্রৌত-সূত্র'ত দ্বিজন ব্রহ্মর্ষিৰ নাম 'লোহিত' বুলি লিখা আছে, তেওঁৰ বংশধৰসকলেই লৌহিত্য। সম্ভৱতঃ ব্রহ্মর্ষিৰ নামানুসাৰে তেওঁৰ আশ্রমৰ কাষৰ কুণ্ড বা সৰোৱৰৰ নাম লোহিত আছিল, আৰু সেই সৰোৱৰৰপৰা বৈ অহা নৈখনৰ পাৰত তেওঁৰ বংশধৰ লৌহিত্যসকল বাস কৰাৰ নিমিত্তে সেই নৈৰ নামো লৌহিত্য হয়।

স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ 'আসাম বুৰঞ্জী'ত লিখা আছে।—

"ভাৰতবৰ্ষৰ সকলো দেশৰ বিৱৰণ জানিবলৈ 'মহাভাৰত' এখনি প্রধান ইতিহাস। ব্যাসদেৱে ইয়াক ৰচনা কৰিছে, আৰু জনমেজয়ে ইয়াক বৈশম্পায়নৰ মুখে শুনিছিল। ইয়াক স্বীকাৰ কৰিলে ইয়াৰ ৰচনা কলি যুগৰ আদিতে যে হইছে, এনে এটা সিদ্ধান্ত কৰিব লাগে। সেয়ে হ'লে হিন্দু গণনানুসাৰে সেই ইতিহাসৰ সময় প্রায় ৫০০০ পাঁচ হেজাৰ বছৰ হইছে। সেই গ্রন্থত যি বিৱৰণ আছে সেইমতে এই দেশৰ স্বতন্ত্র নাম তেতিয়া থকা জনা গইছে। সেই কালৰ ভগদত্ত, বাণ, ভীষ্মক, ঘটোৎকচ প্রভৃতি এই দেশৰ ৰজা সকল আৰ্যসন্তান আছিল। * * * * * ভগদত্ত আৰু ভীষ্মক, দেৱীৰ উপাসক আছিল। এই কাৰণৰ দ্বাৰা প্রতীয়মান হয় যে সেই সময়ৰ পূৰ্বেই ইয়ালৈ আৰ্য জাতি আহিছে। বাণ ৰজাৰ দুহিতা উষাক কৃষ্ণৰ পৌত্র অনিৰুদ্ধে, ভীষ্মক ৰজাৰ কন্যা ৰুক্মিণীক কৃষ্ণে আৰু ভগদত্তৰ ভগিনী ভানুমতীক দুর্যোধনে বিবাহ কৰাৰ স্পষ্ট প্রমাণ মহাভাৰতত্তে পোৱা যায়। তেতিয়াৰ লোকসকলে যে আৰ্যধৰ্মকে অনেকে আশ্রয় কৰিছিল, তাত কোনো সংশয় নাই। মগধ দেশৰ অধিপতি জৰাসন্ধে যিবিলাক ক্ষুদ্র ক্ষুদ্র ৰাজ্য জয় কৰিছিল, তাৰ ৰজা সকলক এতিয়াৰ 'যোড়হাট' নামে প্রসিদ্ধ ঠাইত বন্দী কৰি ৰাখিছিল বুলি প্রবাদ আছে। পাণ্ডৱৰ ৰাজসূয় যজ্ঞৰ সময়ত ভীমে জৰাসন্ধক বধ কৰাৰ পাছত সেই বন্দী ৰজাসকলৰ মুক্তি লাভ হয়, আৰু সকলোবিলাক ৰজাই যুধিষ্ঠিৰৰ অধীনতা স্বীকাৰ কৰে।"

"বুদ্ধ অৱতাৰে বেদ পন্থ কৰি হয়।
বামানয় শাস্ত্রে মোহি আছা সর্বজন।"

—"কীর্ত্তন", শঙ্কৰদেৱ

ভোটান, নেপাল, তিব্বত, ব্ৰহ্ম, শ্যাম আৰু চীন দেশৰ বৌদ্ধসকলে আমাৰ দেশখনক বৈশালি (Weisali) বোলে। গেইট্‌ ছাহাবৰ "অসমৰ ইতিহাস" ১৫ পিঠিত লিখা আছে :—

"The Brahmaputra Valley is known to the Buddhists of further India as Weisali." এই "বৈশালি" শব্দৰ অৰ্থ সুৰালয় বা দেৱাবাস। উক্ত বৌদ্ধসকলৰ ধাৰণা যে কামৰূপৰ শ্ৰুতিপূৰ্ণ গহ্বৰত আৰু নীলাচলৰ ওচৰৰ গৃধ্ৰকূট (শগুণ চুটী) গুহাত বুদ্ধদেৱে তপস্যা কৰিছিল আৰু অন্তিম কালত গুৱাহাটীৰ ওচৰৰ দোজোপা শাল গছৰ তলত তনুত্যাগ কৰি মহা পৰিনিৰ্বাণ লাভ কৰে। কৰ্ণেল শ্বেক্সপিয়েৰৰ "উজনী অসমৰ ইতিহাস"ৰ ৭৩ পিঠিত লিখা আছে :—

"তিব্বত আৰু ভোটানৰ মানুহৰ বিশ্বাস যে বুদ্ধদেৱ কামৰূপত স্বৰ্গী হৈছিল। আকৌ, হাঙ্গেৰি দেশৰ সুবিজ্ঞ ভূ-পৰ্যটক Cosmo de Koros ছাহাবে কৈছে যে গুৱাহাটীৰ ওচৰৰ দোজোপা শাল গছৰ তলত বুদ্ধদেৱ স্বৰ্গী হৈছিল।"

গেইট ছাহাবে তেওঁৰ "অসমৰ ইতিহাসৰ" ২৫ পিঠিত লিখিছে যে "অসমত বুদ্ধদেৱ স্বৰ্গী হোৱা বুলি তিব্বতীয়াসকলৰ যিটো ধাৰণা, আছে সেই সমন্ধে কোনো ভাল প্ৰমাণ নাই।"

বাবু নন্দলাল দে এম-এ, বি-এল প্ৰণীত The Geographical Dictionary of Ancient India "(পুৰণি ভাৰতৰ ভূ-পৰিচায়ক অভিধান) পুথিৰ ৩১ পিঠিত লিখা আছে।

"Bhaktapura-Bhatgaon, the former Capital of Nepal. It was also called Bhagatapattana. Narendra Deva, King of this place, is said to have brought Avalokitesvara or Simhanatha-Lokesvara (Padmapani) from Putalaka-parvata in Assam to the city of Lalitapattan in Nepal to ward off the bad effect of a drought of twelve years, The celebrated shad-akshari (six lettered) mantra "Om Mani padme hum" so commonly used in Tibet is an invocation of Padmapani; it means 'the mystic triform Deity is in him of the Jewel and the Lotus' i.e. in Padmapani who bears in either hand a Jewel and a Lotus, the lotus being the favourite type of creative power with the Buddhists."

অৰ্থাৎ ভক্তপুৰ বা ভাটগাওঁ আগেয়ে নেপালৰ ৰাজধানী আছিল, ইয়াক ভকতপত্তনো বোলা হৈছিল, অসমৰ পুতলকা (পাতালক) পৰ্বতৰপৰা নেপালৰাজ নৰেন্দ্ৰদেৱে অৱলোকিতেশ্বৰ বা সিংহনাম-লোকেশ্বৰ (পদ্মপাণি) দেৱতাক নিয়াই ভাটগাৱঁত প্ৰতিষ্ঠা কৰিছিল, তেওঁৰ ৰাজ্যত ক্ৰমাগত বাৰবছৰ অনাবৃষ্টি হোৱাত তেওঁ সেই দেৱতাক কামৰূপৰপৰা নিয়াইছিল। তিব্বতৰ বৌদ্ধবিলাকে "ওঁ মণি পদ্মে হুং" বুলি যি বিখ্যাত ছয় আখৰীয়া মন্ত্ৰেৰে নিতৌ জপ কৰে, সেই মন্ত্ৰেৰে এই দেৱতাক আৱাহন কৰা হয়।

এই অৱলোকিতেশ্বৰ দেৱতাৰ বিগ্ৰহ পূৰ্বে কামৰূপৰ হাজোত আছিল। সেহ নিমিত্তেই বোধ কৰো ভোটান, তিব্বত আদি দেশৰ বৌদ্ধ তীৰ্থযাত্ৰী সকলে বছৰি জাৰকালি হাজোলৈ আহি মাধৱ দেৱালয়ত আৰু শিঙৰীৰ গোপেশ্বৰ দেৱালয়ত সেৱা-সৎকাৰ কৰেহি। সম্ভৱতঃ হাজো আৰু শিঙৰীত আগেয়ে বৌদ্ধ মন্দিৰ আছিল।

ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱাৰ "আসাম্ বুৰঞ্জীত" আছে—

"বৌদ্ধ ধৰ্মৰ প্ৰাদুৰ্ভাৱ যেতিয়া ভাৰতবৰ্ষৰ চাৰিওফালে হ'ল, সি সময়ত সেই ধৰ্মস্ৰোত ই দেশলৈকো প্ৰৱাহিত হৈছিল। তেতিয়া ই দেশত বৌদ্ধ ধৰ্মৰ বজাই ৰাজত্ব কৰিছিল। এই দেশত ঠায়ে ঠায়ে যি যি মন্দিৰ বা মন্দিৰৰ ভগ্নাৱশেষ বা মূৰ্তি আছে, তাত বৌদ্ধবিলাকৰ মূৰ্তিৰ গঢ় গঠন অনেক দেখি। বিশেষ গুৱাহাটীৰ উমানন্দৰ দেৱালয়ৰ দুইভৰ দাঁতিত যি মূৰ্তি আছে, আৰু সাক্ষী জনাৰ্দন

বোলে, সেই মূৰ্ত্তিৰ আকৃতি বৌদ্ধ মূৰ্ত্তিৰ আকৃতি সদৃশ। হাজোত হয়গ্ৰীৱ মাধৱ নামে যি দেৱালয় আছে, সেই দেৱতাক দৰ্শন কৰিবলৈ এতিয়াও ভোট-বিলাক আহে। সিঁহঁতে কয় বোলে এই দেৱতা সিঁহঁতৰ দেশৰপৰা আহিছে। মগধ দেশত বৌদ্ধ ধৰ্ম্মৰ সুবিখ্যাত অশোক নামে ৰজাই যেতিয়া সেই ধৰ্ম্ম আলোচনা কৰিবলৈ এক মহাসভা কৰে, যি সভালৈ চীন, তিব্বত, ব্ৰহ্ম প্ৰভৃতি দেশৰপৰাও লোক আহিছিল, সেই সভালৈ কামৰূপৰ পৰাও লোক গইছিল। এনে আশঙ্কা হ'ব পাৰে যে এই দেশত বৌদ্ধ ধৰ্ম্ম প্ৰবল হোৱা হলে তাৰ চিন থাকিল-হেঁতেন। কুতভে হলে মানুহৰ ধৰ্ম্মভাৱত এতিয়া বৌদ্ধ ধৰ্ম্মৰ একো চিন নেদেখি। কিন্তু সাধাৰণৰূপে হ'লে সেই ধৰ্ম্মৰ প্ৰাদুৰ্ভাৱৰ অনেক চিন পোৱা যায়। * * * * * * শঙ্কৰাচাৰ্য্যৰ সময়ৰপৰা যেতিয়া আকৌ হিন্দুধৰ্ম্ম উজ্জ্বল হই চলিবলৈ ধৰিলে তেতিয়া সেই ধৰ্ম্ম একেবাৰেই দেশৰ পৰা গুচিল। * * * বৌদ্ধ-ধৰ্ম্মাৱলম্বী পালবংশৰ ১৭ জনা ৰজাই কামৰূপত ৰাজত্ব কৰা জনা গইছে। তেওঁবিলাকৰ নাম এই—জয়ন্ত, চক্ৰপাল, ভূমিপাল, দক্ষপাল, প্ৰেমপাল, পক্ষপাল, চন্দ্ৰ-পাল, নাৰায়ণপাল, মধুপাল, ইন্দ্ৰপাল, সিংহপাল, কৃষ্ণ পাল, সুপাল, গন্ধপাল, মাধৱপাল, শ্যামপাল আৰু লক্ষ্মী-পাল। লক্ষ্মীপালৰ পাচত সুবাহু নামে এজনা ৰজা হই ১০৫ বছৰ ৰাজত্ব কৰে। এওঁ অপুত্ৰক থকাত তেওঁৰ মন্ত্ৰী সুমতি সিংহাসনত বহে। * * * বৌদ্ধ ধৰ্ম্মাৱলম্বী পালবংশৰ ৰজাই এই দেশত ৰাজত্ব কৰাৰ কথা জনা গইছে। এই কেইজনৰ মাজতেই যে কেইবা-জন বৌদ্ধ ধৰ্ম্মৰ ৰজা এইটো অসম্ভৱ নহয়।"

বোধ কৰোঁ পুষ্যবৰ্মাদেৱৰ আগেয়ে এই বৌদ্ধ-ৰজাবিলাকে কামৰূপত ৰাজত্ব কৰিছিল। সেই সময়ত উজনীৰ স্বৰ্ণপীঠত লৌহিত্য বংশৰ ৰজাই ৰাজত্ব কৰি-ছিল। সেই ৰজা শাক্ত আছিল। জাতিতত্ত্ববিদ ডল্টন ছাহাবে লিখি গৈছে :—

"মোৰ বিশ্বাস কামৰূপত অতি প্ৰাচীন কালতে আৰ্য্যনিবাস থকাৰ বহুত প্ৰমাণ আছে। কামৰূপৰ ৰজা ভগদত্ত মহাভাৰতৰ এজন প্ৰধান যোদ্ধা। দেশৰ অতি পুৰণি ৰীতি-নীতি, কিংবদন্তি, পুৰাবৃত্ত, ভাষা, কৃষ্টি আৰু নানা বিষয়ৰপৰা জানিব পাৰি যে কামৰূপত ক্ৰমান্বয়ে বৈদিক ধৰ্ম্মৰ পাছত বৌদ্ধ, আদিবৌদ্ধ, শাক্ত(তান্ত্ৰিক) আৰু বৈষ্ণৱ ধৰ্ম্ম চলিছিল। ধৰ্ম বিপ্লৱৰ বহুত সংগ্ৰামৰ চিন কাম-ৰূপত পোৱা যায়। পূৰ্বকালৰ বহুত বৌদ্ধ মন্দিৰৰ ভেটিত বা ভগ্নাৱশেষৰ ওপৰত নিৰ্মিত হোৱা অলেখ শিৱ মন্দিৰ কামৰূপত পোৱা যায়। বহু মন্দিৰৰ অতীত কালৰ বিষয়ে মিছৰ দেশৰ ভূগৰ্ভ নিহিত মন্দিৰ-বিলাকৰ কাল-নিৰূপণৰ পৰীক্ষা সুন্দৰৰূপে খাটে। কিয়নো, কামৰূপৰ বহুত মন্দিৰ বা তাৰ ভগ্নাৱশেষ মাটিৰ অনেক তলত পোৱা গৈছে।"

ৱিলছন (Wilson) ছাহাবে "বিষ্ণুপুৰাণৰ" ইং-ৰাজী অনুবাদৰ পাতনিত লিখিছে :—

"এইটো এটা আচৰিত কথা যে কামৰূপৰপৰাই বেদ আৰু পুৰাণোক্ত শাস্ত্ৰ আৰু তান্ত্ৰিক ধৰ্ম্ম ওলা-ইছে।" প্ৰায় সকলোবিলাক তন্ত্ৰ যে কামৰূপত ৰচিত হৈছিল তাত কোনো সংশয় নাই।

ইংৰাজী ১৮৩৯ চনত হেমিল্টন ছাহাবে এইদেশৰ বিৱৰণত লিখিছে,—

Assam is likened in old times to a sort of paphian land, the seat of promiscuous pleasures, loose manners and mystery, due to the rise of the Tantric form of Hinduism which the Brahmins inculcated in these wild parts and which enabled them through the worship of Kamakhya, goddess of desire, to share in sensual gratifications from which otherwise they would have been excluded') Vide p, 75, Col Shakespear's History of Upper Assam)

ডল্টন (Dalton), হেনে (Hannay) আদি, প্ৰত্নতত্ত্ববিদসকলৰ মতে আৰু অসমৰ চেন্সাছ ৰিপোৰ্টৰ

পাৰি এইটো জনা যায় যে সুদূৰ অতীতত যেতিয়া আৰ্যজাতিৰ ভিতৰত জাতিভেদ প্ৰথাৰ প্ৰচলন হোৱা নাছিল, অসমৰ কলিতা জাতি-সেই সময়ৰ আদিম আৰ্য ঔপনিবেশিকসকলৰ সতি-সন্তান। এই কথাই অসমৰ প্ৰাচীনত্ব সুন্দৰকৈ বুজায়।

ক্ষত্ৰিয় পিতা আৰু ব্ৰাহ্মণী মাতাৰপৰা যি সন্তান জন্ম হয়, সি জাতিত সূত হয়। পুৰাণ ইতিহাস পাঠ কৰা আৰু ৰথ চলোৱা সূত জাতিৰ ব্যৱসায় আছিল। ৰামায়ণ, মহাভাৰত আৰু পুৰাণবিলাকত সূত জাতিৰ কথা পোৱা যায়। এই পুৰণি সূত কুলীয়া মানুহ এতিয়ালৈকে অসমত আছে।

স্বৰ্গীয় বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায় প্ৰণীত "প্ৰবন্ধ পুস্তক"ৰ দ্বিতীয় ভাগত আছে:—

"যথায় এখন কামৰূপ" তথায় অতি প্ৰাচীন কালে এক আৰ্য ৰাজ্য ছিল। তাহাকে প্ৰাগ্‌জ্যোতিষ বলিত। বোধ হয়, এই ৰাজ্য পূৰ্বকালেৰ অনাৰ্যভূমি মধ্যে একা আৰ্যজাতিৰ প্ৰভা বিস্তাৰ কৰিত বলিয়া উহাৰ এই নাম। মহাভাৰতেৰ যুদ্ধে, প্ৰাগজ্যোতিষেৰ ভগদত্ত তাঁহাৰ ভগ্নীপতি দুৰ্যোধনেৰ সাহায্যে গিয়াছিলেন। বাঙ্গালাৰ অধিবাসী-তাম্ৰলিপ্ত, পৌণ্ড্ৰ, মৎস্য প্ৰভৃতি সেই যুদ্ধে উপস্থিত ছিল। তাহাৰা অনাৰ্য নামে গণ্য হইয়াছে। বাঙ্গালা যে সময়ে অনাৰ্যভূমি, সে সময়ে যে আসাম আৰ্যভূমি হইবে ইহা এক বিষম সমস্যা। কিন্তু তাহা অঘটনীয় নহে। এক সময়ে কামৰূপ ৰাজ্য অতি বিস্তৃত হইয়াছিল। কৰতোয়া ইহাৰ পশ্চিম সীমা ছিল। আধুনিক আসাম, মণিপুৰ, কাছাৰ, শ্ৰীহট্ট, ময়মনসিংহ, ৰংপুৰ, জলপাইগুড়ি, কোচবিহাৰ ইহাৰ অন্তৰ্গত ছিল।"

স্বৰ্গীয় ৰমেশ চন্দ্ৰ দত্তই তেওঁৰ "Civilization In Ancient India" পুথিত বঙ্কিম বাবুৰ লেখাকে সমৰ্থন কৰি কৈছে যে কৰতোয়া নদীৰ পূব পাৰৰ পৰাই শক্তিশালী কামৰূপ ৰাজ্য, এই ৰাজ্যৰ পৰিধি ২000 (দুহেজাৰ) মাইল। মাৰ্চডেন ছাহাবৰ ভাৰতৰ ইতিহাসত (History of India for Senior classes Vol, 1 by E Marsden, p 187) লিখা আছে, কুমাৰিল ভট্ট অসম দেশী ব্ৰাহ্মণ, তেখেত ৭৫০ খৃঃৰ সমসাময়িক লোক। এক ঈশ্বৰে জগত সৃষ্টি কৰি পালন কৰিছে, বেদৰ এই প্ৰাচীন ধৰ্মমতকেই তেখেতে বিহাৰ প্ৰদেশৰপৰা যাত্ৰা কৰি অগণিত বৌদ্ধধৰ্মীসকলক হিন্দুধৰ্মলৈ ঘূৰাই আনিছিল তেখেতে বৌদ্ধ আৰু জৈন ধৰ্মৰ ঘোৰ শত্ৰু হৈ ব্ৰাহ্মণসকলক ধৰ্মৰ গুৰু অধিকাৰ দান কৰিছিল। তেখেতে অনেক শাস্ত্ৰ লিখি থৈ গৈছে।"

জগৎগুৰু শঙ্কৰাচাৰ্য এই কুমাৰিল ভট্টৰ শিষ্য আছিল। "অসমদেশ সুখ্যাতিৰ সমাধি ক্ষেত্ৰ।" এই কথা এজন ইংৰাজ ডাঙৰ মানুহে লিখি গৈছে। কথা যাৰ আখৰে-আখৰে সঁচা। প্ৰকৃতিৰ কাম্য-কানন, পুণ্যশ্লোক ঋষিসকলৰ পৱিত্ৰ তপোবন, দেৱাসুৰৰ লীলাভূমি, অনেক ধৰ্মবীৰ আৰু আৰু কৰ্মবীৰৰ কৰ্মক্ষেত্ৰ, ভৌম-স্বৰ্গ-অসমৰ অতীত কীৰ্তিমালা, বিস্মৃতিৰ আন্ধাৰ গহ্বৰত লুকাই আছে। খনিৰ অতল গৰ্ভত থকা হীৰাৰ দৰে, সাগৰৰ অতল তলিত থকা মুকুতাৰ দৰে, পুৰণি অসমৰ কীৰ্তি-কাহিনী পাহৰণিমৈদামৰ গভীৰ তলত সমযৰ বালিত পোত খাই ক্ৰমে জহি খহি যাব লাগিছে। মাজে সময়ে একোখন শিলা লিপিয়ে, দুই-চাৰিটা পুৰণি মোহৰে, দুই চাৰিখন পুৰণি পুথিয়ে আৰু অগাধ অৰণ্যৰ মাজত বা নিৰ্জন পৰ্বতৰ দাঁতিত শিলৰ ভগা মূৰ্তি, ভগা মন্দিৰ, এৰা নগৰ আৰু গড়ৰ ভগা শিল, ভগা ইটাবোৰে—হাহুমুনিয়াহ কাটি বাটকৰাক পুৰণি অসমৰ অতীত গৌৰব সোঁৱৰাই দিয়ে, আত্ম-বিস্মৃত অসমীয়া জাতিক আগৰ কথা এবাৰ ভাবিবলৈ ইঙ্গিত দিয়ে।

আচাৰ্য চাৰ প্ৰফুল্লচন্দ্ৰ ৰায়ে ১৯১৯ চনত তেজপুৰত বহা অসম ছাত্ৰ সম্মিলনীৰ সভাপতিৰূপে বক্তৃতা প্ৰসঙ্গত কৈছিল: –

Your glorious motherland has the largest store of antiquity than any other country in India, Assam groans at the wei-

ght of the millions of ancient treasure lying in obscurity for your lack of interest. Every bit of stone has a message to deliver and is simply crying to be deciphered, and Assam wants but an Assamese Ruskin to bring these obscure jewels to light"

অৰ্থাৎ পুৰণি-তথ্যেৰে ভৰা অসমৰ দৰে আৰু এখন প্ৰদেশ ভাৰতত নোলাব। এই অনাদৃত ৰত্ন-ৰাজিৰ ভৰত অসম মাতৃয়ে আজি চিঞৰিব লাগিছে। সেই ৰত্নৰাজি তুলি লওঁতা নাই। প্ৰত্যেক শিলাখণ্ডই একোটা বাতৰি দিবলৈ বৈ আছে। তাক পঢ়িব জনা মানুহৰ মাথোন দৰকাৰ। এইবিলাক মাণিক পোহৰলৈ আনিবলৈ এতিয়া অসমত এজন অসমীয়া ৰাস্কিনৰ আৱশ্যক। তেওঁ আৰু কৈছিল,—

"Assam is a land whose glory in the past outdid all others. When Bengal had any civilization at all, Assam had a mighty empire."

অৰ্থাৎ অসমৰ প্ৰাচীন কীৰ্তিয়ে সকলো ঠাইক চেৰ পেলাইছিল। যেতিয়া বঙ্গদেশত সভ্যতাৰ নাম গোন্ধ নাছিল, তেতিয়া অসম এখন নিজে প্ৰতাপী সাম্ৰাজ্য আছিল।

এজন অসমীয়া কবিয়ে মনৰ দুখত গাইছে—

"কোৱা পাহৰণি, তোমাৰ পেটত,
কত নো ৰাখিছা বুৰঞ্জী সুমাই?
চিঙিলে এবাৰ মৰো পুৰি দেই,
কত জাতি কীৰ্তি খালা গিলি হায়।"

এইখিনিতে আকৌ মহাকবি ভৱভূতিৰ তলত লিখা শ্লোকটোলৈ মনত পৰিছে—

"পুৰা যত্ৰ স্ৰোতঃ পুলিনমধুনা তত্ৰ সৰিতাং।
বিপৰ্যাসং যাতো ঘনবিৰলভাবঃ ক্ষিতিৰুহাম্॥"

পূৰ্বে য'ত নৈৰ সোঁত বৈছিল, তাত এতিয়া চাপৰি হৈছে। য'ত নগৰ আৰু পৰ্বত আছিল, সেই ঠাই এতিয়া সাগৰত পৰিণত হৈছে, যি ঠাই আগেয়ে অটব্য অৰণ্য আছিল, তাত এতিয়া এটা জোপাও দেখিবলৈ নাই, আৰু য'ত গছ বন একো নাছিল, সেই ঠাই এতিয়া অগাধ অৰণ্যত পৰিণত হৈছে, যেন সকলো ওলট্ পালট্ হৈ গৈছে।

"কালস্য কুটিলাগতিঃ।"

"আই মোৰ অসম চেনেহী অসম,
মানুহৰ আদি ওপজা ঠাই,
আছিলা এদিন, জগৎবৰেণ্যা,
এতিয়া তোমাক পোচোঁতা নাই।" *

* বাঁহী, ফাগুন-চ'ত, ১৮৫৫ শক, দ্বাবিংশ বছৰ ১১শ-১২শ সংখ্যা।

# কামৰূপৰ তীৰ্থ-বিৱৰণ

( ১ )

আমি সাধাৰণতে পুণ্য স্থানাদিক তীৰ্থ বোলোঁ। কিন্তু হিন্দু শাস্ত্ৰমতে তীৰ্থ তিনি বিধ। যথা—[১] জঙ্গম বা অস্থাবৰ, [২] মানস আৰু তীৰ্থ [৩] স্থাবৰ বা ভৌম তীৰ্থ।

যাৰ বাক্যামৃত পান কৰিলে মানুহৰ মনৰ মলিনতা গুচে, মন শুদ্ধ হয়, এনে ব্ৰহ্মপৰায়ণ সাধু মহাজনৰ বা গুৰুৰ সদুপদেশপূৰ্ণ বাক্য শুনা আৰু জঙ্গম তীৰ্থ ধৰ্মশাস্ত্ৰ পঢ়াকে জঙ্গম তীৰ্থ বোলে। এতেকে সৎসঙ্গ, শ্ৰৱণ, কীৰ্তন, অধ্যয়ন, অধ্যাপন, সদালাপ আৰু সজ চিন্তাৰধাৰা জঙ্গম তীৰ্থত স্নান কৰা উচিত।

মানস তীৰ্থ কি? এই প্ৰশ্নৰ উত্তৰত অগস্তি ঋষিয়ে কৈছিল —

"সত্যং তীৰ্থং ক্ষমা তীৰ্থং তীৰ্থমিন্দ্ৰিয়ঃ নিগ্ৰহঃ।
সৰ্বভূত দয়া তীৰ্থং সৰ্বত্ৰাৰ্জৱমেব চ॥

দানং তীৰ্থং দমস্তীৰ্থং সন্তোষস্তীৰ্থমুচ্যতে।
ব্ৰহ্মচৰ্য্যং পৰং তীৰ্থং তীৰ্থঞ্চ প্ৰিয়বাদিতা ॥
জ্ঞানং তীৰ্থং ধৃতিস্তীৰ্থং পুণ্যং তীৰ্থমুদাহৃতম্।
তীৰ্থানামপি তত্তীৰ্থং বিশুদ্ধিৰ্মানসঃ পৰা ॥
এতত্তে কথিতং দেবি মানসং তীৰ্থ লক্ষণম্।"

সত্য, ক্ষমা, ইন্দ্ৰিয়, নিগ্ৰহ, **মানস তীৰ্থ** সকলো প্ৰাণীলৈ দয়া, সকলো ঠাইতে সৰলতা, দান, দম বা আত্ম-সংযম, সন্তোষ, ব্ৰহ্মচৰ্য্য, প্ৰিয়বাদিতা, জ্ঞান, ধৃতি, আৰু পুণ্য,—এইবিলাক মানস" তীৰ্থ। এই সকলোৰে ভিতৰত মনৰ বিশুদ্ধতাই শ্ৰেষ্ঠ তীৰ্থ। কিয়নো, চিত্ত শুদ্ধি নহলে বিষয়াসক্তি মুগুচে, বিষয় বাসনাত ডুব গৈ থাকিলে শান্তি লাভ কৰিব নোৱাৰি। সুকাৰ্য কৰি মনত যি আত্ম-প্ৰসাদ পোৱা যায়, তাকে পুণ্য বোলে।

জঙ্গম আৰু মানস তীৰ্থৰ নিমিত্তে সাধুসঙ্গ আৱশ্যক। সাধুসঙ্গৰ গুণত অন্তৰৰ মলিনতা দূৰ হয়, চিত্তবৃত্তিবিলাক নিৰ্মল হয়। গীতাৰ ১৬ আধ্যাত যিবিলাক দৈৱী সম্পদৰ কথা লিখা আছে, সেইবিলাকৰ অধিকাৰী হ'ব পাৰিলেও মানস তীৰ্থত স্নান কৰা হ'ব। সেই সম্পদ পাবলৈ হ'লে গীতাৰ ১৭আধ্যাত লিখা মতে শাৰীৰিক, বাচিক আৰু মানসিক তপস্যা কৰিব লাগিব। কাম, ক্ৰোধ আৰু লোভ, এই তিনিওটা ৰিপুক দমন কৰিব লাগিব।

সিদ্ধ মহাপুৰুষসকলৰ লীলাভূমি, পুণ্যাত্মা ঋষি-মুনি, সন্ত,-সাধুসকলৰ আশ্ৰম বা সত্ৰ, প্ৰসিদ্ধ দেৱালয়, মঠ বা মন্দিৰ, কৰ্ম্মবীৰ বা বীৰাঙ্গনাসকলৰ কৰ্ম্মক্ষেত্ৰ বা তেওঁলোকৰ ওপজা বা **স্থাৱৰ বা** মৰা ঠাই, প্ৰসিদ্ধ যুদ্ধক্ষেত্ৰ, পুণ্য- **ভৌম তীৰ্থ**। তোৱা নদ-নদী কুণ্ড, সৰোৱৰ, আদিক স্থাৱৰ বা ভৌম তীৰ্থ বোলে। সেইবিলাক ঠাই দৰ্শন কৰিলে তাৰ পৱিত্ৰ প্ৰভাৱ অনুভৱ কৰিব পাৰি। কোনো কোনো তীৰ্থ স্থানৰ নৈসৰ্গিক শোভাই দৰ্শকৰ মনত অনিৰ্বচনীয় আনন্দ দিয়ে। ভগৱদ্ভক্তি ৰসত মন আপ্লুত হয়। কোনো কোনো ঠাইৰ অতীত কীৰ্ত্তিৰ চিনবিলাকে পুৰণি স্মৃতি জগাই দিয়ে। স্থাৱৰ বা ভৌম তীৰ্থবিলাক অতীত গৌৰৱৰ জীৱন্ত ইতিহাস। কৰ্মবীৰ আৰু ধৰ্মবীৰসকলৰ যুগমীয়া স্মৃতিস্তম্ভ।

পুণ্যভূমি ভাৰতবৰ্ষত অনেক ভৌমতীৰ্থ আছে। সেই সকলোবিলাক চাব খুজিলে গোটেইখন ভাৰত ভ্ৰমণ কৰিব লাগিব। উত্তৰে মানস সৰোবৰৰপৰা দক্ষিণে ৰামেশ্বৰ সেতুবন্ধলৈকে, পূবে পৰশুৰামকুণ্ডৰপৰা পশ্চিমে দ্বাৰাৱতী বা দ্বাৰকাপুৰীলৈকে গোটেইখন ভাৰতবৰ্ষ ভৌম তীৰ্থেৰে ভৰা। এইবিলাক তীৰ্থ দৰ্শনৰ কাৰণে ভাৰত ভ্ৰমণ কৰিলে নানা বিষয়ৰ অভিজ্ঞতা আৰ্জিব পাৰি আৰু ভাৰতৰ নানা প্ৰদেশৰ লোকবিলাকৰ লগত দেখা সাক্ষাৎ আৰু আলাপ কৰি পৰস্পৰৰ ভিতৰত ভ্ৰাতৃভাৱ বঢ়াব পাৰি।

আমাৰ শাস্ত্ৰই এইবিলাক কাৰণতে কৈছে—

"তস্মাদ্ভৌমেষু তীৰ্থেষু মানসেষু চ নিত্যশঃ।
উভয়েষ্বপি যঃ স্নাতি স যাতি পৰমাং গতিম্ ॥"

অৰ্থাৎ ভৌম আৰু মানস এই উভয়বিধ তীৰ্থত যি নিতৌ স্নান কৰে তেওঁ পৰম গতি লাভ কৰে।

"ব্ৰহ্মপুৰাণ" আৰু আন কে'বাখনো পুৰাণ শাস্ত্ৰত তীৰ্থযাত্ৰাৰ বিধান আছে।

এজন বঙ্গালী কবিয়ে লিখিছে,

"ভাৰত আমাৰ, ভাৰত আমাৰ,
যেখানে মানব মেলিল নেত্ৰ,
ভাৰত আমাৰ ভাৰত আমাৰ
তুমি এশিয়াৰ তীৰ্থক্ষেত্ৰ"।

এই পৃথিৱীৰ ভিতৰত ভাৰতবৰ্ষ শ্ৰেষ্ঠ ভূমি। যি সুবিস্তৃত ব্ৰিটিছ সাম্ৰাজ্যত সূৰ্য্য অস্ত নেযায়, সেই বৃটিছ ৰাজমুকুটৰ ই উজ্জলতম মণি। অনেক পুণ্যৰ ফলতহে ভাৰতত মনুষ্য জন্ম লাভ কৰা যায়। জেকোলিয়ট্ নামে ফ্ৰান্স দেশৰ এজন পণ্ডিতে "Bible in India" নামে পুথিত লিখিছে—

"পৃথিবীৰ সকলো জাতিৰেই আদি থকা ঠাই ভাৰতবৰ্ষই পৃথিৱীৰ সকলো জাতিৰ সাধাৰণ জননী। ভাৰত মাতৃয়েই তেওঁৰ সন্তানবিলাকক পাশ্চাত্য দেশৰ প্ৰান্ত সীমা পৰ্য্যন্ত পঠাইছিল। ভাৰতেই আমাৰ ভাষা, সাহিত্য, আইন, নীতি আৰু ধৰ্ম্ম প্ৰদান কৰি, আমি যে আদিতে ক'ত উৎপন্ন হৈছিলোঁ, আমাৰ নো প্ৰথিতাল ক'ত, তাৰ অবিনশ্বৰ প্ৰমাণ ৰাখি দিছে। হে পুৰণি ভাৰতবৰ্ষ, সকলো মানৱ জাতিৰ আদি জন্মভূমি, মই তোমাক বন্দনা কৰোঁ, বাৰম্বাৰ অভিবাদন কৰোঁ. তুমিয়েই পুৰণি মাতৃ, চেনেহীৰ ধাত্ৰী, শ শ শতিকাত পাশৱিক আক্ৰমণেও তোমাক পাহৰণিৰ মৈদামত পুতিবলৈ সমৰ্থ হোৱা নাই। ধৰ্ম, বিশ্বাস, প্ৰেম, কবিতা, আৰু জ্ঞানৰ জন্মভূমি, মই তোমাক নমস্কাৰ কৰোঁ।"

আমাৰ মহাপুৰুষ মাধৱদেৱে "নামঘোষা" পুথিত ভাৰতক ৰত্নৰ দ্বীপ বুলিছে। যথা,—

"ভাৰত ৰত্নৰ দ্বীপ, মনুষ্য শৰীৰ নৌকা,
ৰাম নাম মহাৰত্ন সাৰ।
হেনয় বণিজ পাই, যিটো জ'ন নকৰয়,
তাত পৰে দুঃখী নাহি আৰ"॥

ভাৰতৰ ভিতৰত প্ৰাগ্‌জ্যোতিষ বা কামৰূপ আৰু কাশ্মীৰ শ্ৰেষ্ঠ ঠাই। কামৰূপ ভাৰতৰ উত্তৰ পূবে, কাশ্মীৰ উত্তৰ-পশ্চিমে। এই প্ৰাগ্‌জ্যোতিষ দুই প্ৰদেশৰ ভিতৰত মাহাত্ম্য আৰু বা কামৰূপ প্ৰাচীনতাত কামৰূপ কাশ্মীৰতকৈ শ্ৰেষ্ঠ। কামৰূপ আদিভূমি আদিস্বৰ্গ, সুৰালয় বা দেৱভূমি। কামৰূপৰ কামাখ্যা পীঠৰ মনোভৱ গুহাতে আদি মানৱ-দম্পতিৰ জন্ম হৈছিল। কামাখ্যা পীঠেই ঋগ্বেদৰ "হেৰুকুতং যোনি" আৰু পুৰাণৰ "যোনি পীঠ"।

স্বৰ্গীয় দুৰ্গাদাস লাহিড়ী প্ৰণীত "পৃথিবীৰ ইতিহাস" পুথিৰ দ্বিতীয় ভাগত কামৰূপৰ সম্বন্ধে অনেক জানিব লগীয়া কথা আছে। তেওঁ লিখিছে, "অনাদিকাল হইতে আৰম্ভ কৰিয়া যুগেযুগে কামৰূপ বা প্ৰাগ্‌জ্যোতিষ ৰাজ্যেৰ মাহাত্ম্য-তত্ত্ব পৰিকীৰ্ত্তিত হইয়া আসিতেছে।" 'কালিকা পুৰাণত' লিখা আছে,—

"অস্য মধ্যে স্থিতো ব্ৰহ্মা প্ৰাঙ্ নক্ষত্ৰং সসৰ্জ্জহ।"

অৰ্থাৎ এই কামাখ্যা পীঠতে ব্ৰহ্মাই নক্ষত্ৰ এটি সৃষ্টি কৰিছিল। সেই বাবে ইয়াৰ নাম "প্ৰাগ্‌জ্যোতিষ" হয়।

"যোগিনী তন্ত্ৰ" (পূৰ্ব্বখণ্ড, পঞ্চদশ পটল) পুথিৰ পৰা জনা যায় যে ব্ৰহ্মশক্তিৰ কালীয়ে সৃষ্টিকৰ্তা ব্ৰহ্মাক কৈছিল,—

এই যোনিমণ্ডল মোৰ তেজৰপৰা উৎপন্ন হৈছে। ই সকলোৰে উত্তৰ স্থান বুলি জানিবা; তাত কোনো সংশয় নকৰিবা; মোৰ যি প্ৰকৃতি সেয়ে এই দেৱযোনি, এই যোনিমণ্ডলৰ পূজা কৰি তুমি যথাৰ্থতে নৰনাৰী সৃষ্টি কৰা। হে পিতামহ, তোমাৰ ক'তো ভয় নাই, এই পীঠত মোৰ অধিষ্ঠান আছে, কোনো সন্দেহ নাই। সেই অধিষ্ঠাতৃ স্বৰূপ মোৰ সুশোভন ৰূপ এই যোনিমণ্ডল।

তোমাৰ আৰু অন্য সকলোৰে হিতৰ নিমিত্তে এই যোনিমণ্ডল স্থাপিত হৈছে। এই মহাস্থান কামৰূপ নামে পৃথিবী মণ্ডল ভাৰতবৰ্ষত অৱস্থিত। এই মহালয় নৱযোনিযুক্ত কামৰূপৰ কামাখ্যাৰ তেজত সেই মনোহৰ যোনিমণ্ডল দীপ্ত হৈ আছে। নক্ষত্ৰলোকৰপৰা ধ্যান যোগত এটি নক্ষত্ৰ তাত পেলাই লৈ যোনিপীঠ উত্তম জ্যোতিৰ্ম্ময় দেখি সেই জ্যোতিৰ কালে চাই তুমি তাত তপস্যা কৰা। যি পৰ্য্যন্ত যোনিতেজত সেই জ্যোতি মিলি যোৱা নেদেখিবা সেই পৰ্য্যন্ত ঘোৰ তপস্যা কৰা।"

কামৰূপ যে মানুহ জাতিৰ আদি জন্মভূমি সেই কথা "কালিকাপুৰাণৰ"পৰা জনা যায়। "কামৰূপ," এই নামটোৰ উৎপত্তিৰ বিষয়ে উক্ত পুৰাণত আছে—

"শম্ভুনেত্ৰাগ্নিনাদগ্ধঃ কামঃ শম্ভোৰনুগ্ৰহাৎ
তত্ৰ ৰূপং যতঃ প্ৰাপ কামৰূপং ততোঽভৱৎ॥"

কামৰ হৃদৰ কোপানলত দগ্ধ হৈ আকৌ যেতিয়া হৰৰ অনুগ্ৰহত এই পীঠত নিজৰ ৰূপ পালে তেতিয়াৰ পৰা ইয়াৰ নাম কামৰূপ হ'ল।

"India and Jambu Island" পুথিৰপৰা জনা যায়, এসময়ত কামৰূপক কাশ্মীৰ বুলিও কোৱা হৈছিল। কামৰূপৰ কাশ্মীৰ এতিয়াৰ খাচিয়া পৰ্বত। কাশ্যপ ঋষিয়ে আদিতে তাত উপনিবেশ স্থাপন কৰি তাৰ মানুহবিলাকক কাশ্মিয়া বুলিছিল (ব্ৰহ্মপুৰাণৰ ৫৪ আধ্যা চাওক)। এই কামৰূপতে বৰাহ অৱতাৰ বিষ্ণুৱে ভূমি উদ্ধাৰ কৰিছিল বুলি পুৰাণত লিখা আছে।

কামৰূপ ৰাজ্যৰ সীমা আদিৰ বিষয়ে 'কালিকা পুৰাণত' লিখা আছে—

'কৰতোয়ানদীপূৰ্ব্বং যাৱদিক্কৰবাসিনীম্।
ত্ৰিংশদ্‌যোজন বিস্তীৰ্ণং যোজনৈক-শতায়তম্॥
ত্ৰিকোণং কৃষ্ণবৰ্ণঞ্চ প্ৰভূতাচলপূৰিতম্।
নদীশতসমাযুক্তং কামৰূপং প্ৰকীৰ্ত্তিতম্॥
—কাঃ পুঃ ৫৩ আধ্যা

কামৰূপৰ পশ্চিম সীমাত কৰতোয়া গঙ্গা, পূব-সীমাত দিক্কৰবাসিনী বা দিক্‌ৰং নৈ, ই দীঘে এশ যোজন, পথালিয়ে ৩০ যোজন, ই ত্ৰিকোণাকাৰ, কৃষ্ণ বা শ্যাম বৰণীয়া, অনেক পৰ্ব্বত-পাহাড় ইয়াত আছে, আৰু ইয়াৰ চাৰিওকালে শ শ নদী বৈ আছে।

"যোগিনী তন্ত্ৰ'ত আছে,—

কামৰূপে মহাপূজা সৰ্ব্বসিদ্ধিফলপ্ৰদা।
নেপালস্য কাঞ্চনাদ্ৰিং ব্ৰহ্মপুত্ৰস্য সঙ্গমং॥
কৰতোয়াং সমাশ্ৰিত্য যাৱদ্দিক্কৰবাসিনীং।
উত্তৰস্যাং কঞ্জগিৰিঃ কৰতোয়া তু পশ্চিমে॥
তীৰ্থশ্ৰেষ্ঠা দিক্ষুনদী পূৰ্ব্বস্যাং গিৰিকন্যকে।
দক্ষিণে ব্ৰহ্মপুত্ৰস্য লাক্ষায়াঃ সঙ্গমাৱধি॥
কামৰূপ ইতি খ্যাতঃ সৰ্ব্বশাস্ত্ৰেষু নিশ্চিতঃ।
ঋণানি ত্ৰীণ্যপাকৰ্তুং যস্য চিত্তং প্ৰসীদতি॥
স গচ্ছেৎ পৰয়া ভক্ত্যা কামাখ্যাযোনিসন্নিধিং।
তীৰ্থযাত্ৰাং সমাসাদ্য অনেকোঽপসৰ্গ গচ্ছিতঃ॥
পদে পদেঽশ্বমেধস্য ফলং প্ৰাপ্নোতি মানৱঃ।
ত্ৰিংশদ্‌যোজনবিস্তীৰ্ণং দীৰ্ঘেণ শতযোজনং॥
কামৰূপং বিজানীহি ত্ৰিকোণাকাৰমুত্তমং।
ঈশানে চৈৱ কেদাৰো বায়ৱ্যাং গজশাসনঃ॥
দক্ষিণে সঙ্গমে দেৱি লাক্ষায়া ব্ৰহ্মবেতসঃ।
ত্ৰিকোণমেৱং জানীহি সুৰাসুৰনমস্কৃতঃ॥
তত্ৰ যে মানৱাঃ সন্তি তে দেৱাঃ নাত্ৰ সংশয়ঃ।
তত্ৰ যদ্‌জলং দেৱি তৎসৰ্ব্বং তীৰ্থমেৱ হি॥

"কামৰূপত মহাপূজা কৰিলে সৰ্ব্ববিধ সিদ্ধি আৰু সৰ্ব্বফল লাভ হয়। উত্তৰে নেপালৰ কাঞ্চন-গিৰি (কাঞ্চনজঙ্ঘা) আৰু দক্ষিণে ব্ৰহ্মপুত্ৰ নদৰ সঙ্গম পৰ্য্যন্ত, পশ্চিমে কৰতোয়া নদীৰপৰা পূবে দিক্কৰবাসিনী (দিক্‌ৰং) নৈ পৰ্যন্ত, উত্তৰে কঞ্জগিৰিৰ পৰা পশ্চিমে কৰতোয়ালৈকে, পূবফালে গিৰিকন্যা তীৰ্থ শ্ৰেষ্ঠা দিক্ষু (দিখৌ) নৈলৈকে, আৰু দক্ষিণে লাক্ষা (শীতলাক্ষা) নদীৰ লগত ব্ৰহ্মপুত্ৰৰ সঙ্গম পৰ্যন্ত এই সীমাৰ ভিতৰৰ ভূখণ্ড কামৰূপ বুলি সকলো শাস্ত্ৰই নিশ্চয় কৰিছে। পিতৃ ঋণ, ঋষি ঋণ, আৰু দেৱঋণ, এই তিনি ঋণ পৰিশোধ কৰি চিত্তৰ প্ৰসন্নতা লাভ কৰিব খুজিলে, পৰম ভক্তিৰে সৈতে কামাখ্যা পীঠলৈ যাব লাগে। তীৰ্থযাত্ৰা অৱলম্বন কৰি যি কোনো মানুহ এই মহাতীৰ্থলৈ যায়, তেওঁ পদে পদে অশ্বমেধ যজ্ঞৰ ফল লাভ কৰে। কামৰূপ ত্ৰিকোণাকাৰ, দীৰ্ঘে এশ যোজন আৰু পথালিয়ে ত্ৰিশ যোজন জানিব। ঈশানত কেদাৰ, বায়ুকোণত গজ শাসন, দক্ষিণত শীতলাক্ষা নদীৰ লগত ব্ৰহ্ম-পুত্ৰৰ সঙ্গম। এই তিনিকুণীয়া কামৰূপ সুৰাসুৰ সকলোৱে নমস্কৃত। তাত যিসকল মানুহ আছে তেওঁলোকে দেৱতা, তাত কোনো সংশয় নাই; তাত যি যি জল আছে, সেই সকলোবোৰেই তীৰ্থ।"

"কালিকা পুৰাণৰ" ৩৮ আধ্যাত লিখা আছে যে ভগৱান বিষ্ণুৱে তেওঁৰ পুতেক নৰকাসুৰক কৈছিল, "হে পুত্ৰ, কৰতোয়া গঙ্গাৰপৰা আৰম্ভ কৰি যি ঠাইত ললিতকান্তা, দীক্ষুকান্তা (বৰ কাকিনী)

দেৱী আছে, সেই পৰ্য্যন্ত তোমাৰ ৰাজ্য। ইয়াত দেৱী মহামায়া জগৎপ্ৰসৱিনী যোগনিদ্ৰাই কামাখ্যা-ৰূপ ধাৰণ কৰি সদায় বিৰাজ কৰিছে, আৰু নদ-ৰাজ ব্ৰহ্মপুত্ৰ লৌহিত্য ইয়াৰ মাজেদি বৈ আছে। ইয়াত স্বয়ং মহাদেৱেও ব্ৰহ্মাৰে সৈতে মই সদায় অৱস্থান কৰোঁ। এই পুণ্যভূমিত দশদিক্‌পাল নিজৰ নিজৰ ঠাইত আছে, চন্দ্ৰসূৰ্য্যও নিৰন্তৰ ইয়াত বাস কৰিছে। এই উত্তম ৰত্নালয়ৰ দেখিবলৈ সকলো দেৱতা ক্ৰীড়া কৰিবলৈ আহে। ইয়াত সৰ্বতোভদ্ৰা নামে লক্ষ্মী আছে। ই অতি গোপনীয় ভোগৰ স্থান। এই পুৰীত ব্ৰহ্মাই পূৰ্ব্বে এটি নক্ষত্ৰ সৃজন কৰি ইয়াত পেলাইছিল। সেই কাৰণে ইন্দ্ৰপুৰীৰ নিচিনা এই পুৰীৰ নাম প্ৰাগ্‌জ্যোতিষ হ'ল। অত্ৰ নৰক, তুমি ইয়াত দাৰপৰিগ্ৰহ কৰি ৰজা হৈ অমাত্যসকলেৰে সৈতে কুশলে বাস কৰা। মই তোমাক এই ৰাজ্যত অভিষেক কৰিলোঁ।"

বিষ্ণুৱে পুতেকক এইবিলাক কথা কৈ মহাদেৱৰ আজ্ঞানুসাৰে পূৰ সাগৰৰ ওচৰৰ ভূমিত কিৰাত-বিলাকক থাকিবলৈ ঠাই দিলে। ললিতকান্তাৰ পূৰ ফালৰ পৰা আৰম্ভ কৰি সাগৰ পৰ্য্যন্ত কামৰূপৰ পূব ফালৰ ভূমিখণ্ড কিৰাতবিলাকৰ থকা ঠাই হ'ল। ললিতকান্তাৰ পশ্চিমফালৰপৰা সীমা ধৰি কৰতোয়া গঙ্গাৰ পূব পাৰলৈকে এইছোৱা ভূমি কামাখ্যা দেৱীৰ আৱাস হ'ল। কিৰাতবিলাকক এইদৰে দূৰ কৰি বেদাদি শাস্ত্ৰত পণ্ডিত বহুত ব্ৰাহ্মণাদি শ্ৰেষ্ঠ-বৰ্ণৰ মানুহক বিষ্ণুৱে কামৰূপত থাপিলে। নাৰায়ণে মুনিসকলৰ বাসস্থানৰ উপযুক্ত ব্যৱস্থা কৰি যিৰূপে এই ৰাজ্যত বেদাধ্যয়ন, যজন, ধৰ্ম আদি নিৰন্তৰে বৃদ্ধি পায় সেই বিষয়ে যথাবিহিত চেষ্টা কৰিলে, কামৰূপৰ সকলোবিলাক ব্ৰাহ্মণ বেদজ্ঞ, জ্ঞানশীল, ধৰ্মপৰায়ণ হোৱা বাবে দেৱতাসকলেও কামৰূপ এৰি আন ঠাইলৈ নগৈছিল (কাঃ পুঃ ৩৮ অধ্যায়)।

"কৰতোয়া" কৰতোয়া নদী এতিয়া ভুটানৰ ভিতৰত পৰিছে। এই নদীখন আগেয়ে ব্ৰহ্মপুত্ৰৰ সৈতে মিহলি আছিল। গেইট চাহাবৰ অসমৰ ইতি-বুৰঞ্জৰ ১০ পিঠিত লিখা আছে—

"This Karatoya was then a river of the first order and united in its bed the streams which now go to form the Tista, the Kosi and the Mahananda."

অৰ্থাৎ কৰতোয়া আগেয়ে এখন প্ৰথম শ্ৰেণীৰ নৈ আছিল, এতিয়াৰ তিস্তা, কুশী আৰু মহানন্দা, এই তিনিখন নৈ পূৰ্ব্বে কৰতোয়াৰ লগত মিলি একে সুঁতি হৈ বৈছিল, পিছত কৰতোয়াৰপৰা ফাটি বেলেগ বেলেগ নৈ হৈ বৈছে।

হৰগৌৰীৰ বিয়াত হৰৰ কৰতল অৰ্থাৎ হাতৰ তলুৱাৰপৰা সম্প্ৰদানৰ পানী বৈ গৈ এই নৈখনৰ উৎপত্তি হোৱাৰ বাবে ইয়াৰ নাম কৰতোয়া হৈছে। বাৰিষা সকলো নদী ৰজস্বলা হয়, কিন্তু এইখন কেতিয়াও ৰজস্বলা নহয়। সেই কাৰণে ইয়াক সদা-নীৰা বোলে। কৰতোয়াৰ স্নানমন্ত্ৰত কৰতোয়া আৰু সদানীৰা এই দুয়োটা নামকে পোৱা যায়। যথা—

"কৰতোয়ে সদানীৰে সৰিৎশ্ৰেষ্ঠ সুবিশ্ৰুতে।
পৌণ্ড্ৰান্ প্লাবয় সে নিত্যং পাপং হৰ কৰোদ্ভৱে॥"

কুশী আৰু মহানন্দাৰ লগত মিলি একে সুঁতী হৈ যেতিয়া কৰতোয়া বৈছিল তেতিয়া কৰতোয়াৰ পশ্চিমফালে মিথিলা ৰাজ্য আৰু পূব পাৰে কাম-ৰূপ ৰাজ্যৰ সীমা আছিল। ই বহু পূৰ্ব্বৰ কথা। "শতপথ ব্ৰাহ্মণ" পুথিত এই নৈখনৰ উল্লেখ আছে। সেই পুথি যি সময়ত ৰচিত হৈছিল, তেতিয়াও কৰতোয়া মিথিলাৰ পূব সীমাইদি বৈ লোহিত সাগৰত পৰিছিল। মহাভাৰতৰ সময়ত কৰতোয়া পুণ্ড্ৰ বা পৌণ্ড্ৰবৰ্দ্ধন আৰু কামৰূপ ৰাজ্যৰ সীমাই দি বৈছিল। এতিয়াৰ কৰতোয়া এখন সৰু নৈ— দিনাজপুৰ, ৰংপুৰ আৰু বগুড়া জিলাৰ মাজেদি বৈ আছে।

লৌহিত্য বা ব্ৰহ্মপুত্ৰ নদ অতীতত ইমান বহল আছিল যে পুৰাণ আৰু তন্ত্ৰই ইয়াক লৌহিত্য সাগৰ বুলিছিল। মহাভাৰতৰ মহাপ্ৰস্থান পৰ্ব্বত লিখা আছে যে অৰ্জ্জুনে লৌহিত্য সাগৰত গাণ্ডীৱ, অক্ষয়

বিসৰ্জন কৰি স্বৰ্গলৈ গৈছিল। তেতিয়াৰ স্বৰ্গৰাজ্যখন কামৰূপৰ উত্তৰ পূৱ প্ৰান্তত আছিল বুলি বোধ হয়। মহাভাৰতৰ ৰাজসূয় আৰু অশ্বমেধ যজ্ঞৰ সময়ত পাণ্ডৱসকলে লোহিত সাগৰৰ পাৰে পাৰে হেৰম্ব, মণিপুৰ আদি ৰাজ্যলৈ গৈছিল। অসম পৰ্বতমালা আৰু অসমৰ উত্তৰে থকা হিমালয় পৰ্বতমালা মানুহৰ গতায়াতাৰ ঘাই বাট আছিল। হিমালয়ৰ কাণে কাণে যি বাট আছিল তাকে উত্তৰাপথ বোলে।

ওপৰ কামৰূপ ৰাজ্যৰ কি সীমাৰ কথা লিখা হ'ল, সময়ে সময়ে সেই সীমাৰ বঢ়া-টুটা ঘটিছিল। "কামাখ্যা তন্ত্ৰত" লিখা আছে —

"ত্ৰিপুৰা কৌকিকাচৈব জয়ন্তী মণি চন্দ্ৰিকা।
কাছাড়ী মাগধী দেৱী অস্যামি সপ্তপৰ্ব্বতাঃ॥

অৰ্থাৎ ত্ৰিপুৰা, কুকি (লুচাই পৰ্বত), জয়ন্তী (খাচিয়া ও জয়ন্তীয়া পৰ্বত), মণিপুৰ, চন্দ্ৰিকা, বা চন্দ্ৰনাথ (চট্টল বা চট্টগ্ৰামত চন্দ্ৰনাথ, চন্দ্ৰিকা বা চন্দ্ৰশেখৰ পৰ্বত আছে), কাছাৰ বা হেৰম্ব আৰু মাগধী (আৰাকান) এই সাতখন পৰ্বতীয়া ঠাইও কামৰূপ কামাখ্যাৰ অধীনত আছিল।

ত্ৰিপুৰা যে কামৰূপৰ ভিতৰত আছিল, সেই কথা "তাৰাতন্ত্ৰত" লিখা আছে। কুমিল্লাৰ নাম আগেয়ে কমলাঙ্ক আৰু চট্টগ্ৰামৰ নাম চট্টল আছিল। ভোট, ভোটাঙ্গ, ভোটাস্ত বা ভোটান চিৰকাল কামৰূপৰে অংশ আছিল। হিমালয়ৰ উত্তৰে থকা তিব্বত দেশখনক আগেয়ে ভোটৰ ভিতৰত ধৰা হৈছিল। মানস সৰোবৰ আগৰ কামৰূপৰ ভিতৰত আছিল বুলি বোধ হয়। তিব্বতৰ মানুহে বৰ্তমান ভোটানক ধৰ্মাদেশ বোলে। ধৰ্মাদেশ আগৰ ধৰ্মাৰণ্য। এসময়ৰ কামৰূপ এখন প্ৰবল প্ৰতাপী সাম্ৰাজ্য স্বৰূপে পূৰ্বভাৰতত জিলিকি আছিল। ভগদত্ত বংশীয় ভৌম নৃপতিসকলে বহুকাল ইয়াত ৰাজত্ব কৰিছিল। সেই বংশৰ শ্ৰীহৰ্ষবৰ্ম্মদেৱৰ ৰাজত্ব কালত অঙ্গ, বঙ্গ, কলিঙ্গ, ওড্ৰ (উড়িষ্যা) আৰু দক্ষিণ কোশল (বেৰাৰ) কামৰূপৰ অধীনত আছিল। সেই বংশৰে সমুদ্ৰবৰ্ম্মাদেৱে ব্ৰহ্মদেশত ৰাজত্ব কৰিছিল। এতিয়াৰ কামৰূপ বা অসম আয়তনত সৰু। এই প্ৰবন্ধত পূবে পৰশুৰাম কুণ্ডৰপৰা পশ্চিমে কৰতোয়া নদী পৰ্যন্ত এই ভূখণ্ডত যি যি ভৌম তীৰ্থ আছে তাৰ সংক্ষিপ্ত বিৱৰণ লিখা হ'ব। যদি আমাৰ অজ্ঞতাৰ বাবে বা ভুলবশতঃ কোনো তীৰ্থৰ নাম বাদ পৰি যায়, তেন্তে জ্ঞানীসকলে আমাক কৃপা কৰি জানিবলৈ দিলে সেই ভুল বা ত্ৰুটী আনন্দ মনেৰে সংশোধন কৰা হ'ব।

**কামৰূপৰ মাহাত্ম্য** কামৰূপৰ মাহাত্ম্য আৰু প্ৰাচীনতাৰ কথা প্ৰায় সকলো পুৰাণ আৰু তন্ত্ৰত পোৱা যায়। "কালিকা পুৰাণত" কামৰূপৰ কথাই ঘাইকৈ আছে। উক্ত পুৰাণত লিখা আছে:—

"কামৰূপ চতুৰ্বৰ্গ-ফলপ্ৰদ, চিৰপূজিত, ইয়াত হৰগৌৰী সদায় বাস কৰে, ইয়াত তপস্যা কৰিলে শীঘ্ৰে মুক্তি লাভ কৰা যায়, এই নিমিত্তে এই পুণ্যজনক ক্ষেত্ৰ পীঠখন অনতিপলমে ফলদায়ক বুলি কোৱা হৈছে, মহাদেৱ চিৰফলপ্ৰদ হলেও তেওঁ যদি ইয়াত অতি শীঘ্ৰে ফল প্ৰদান কৰে, ঋষিসকলে এই পীঠতকৈ অন্য আৰু উত্তম পীঠস্থান ক'তো নাই বুলি কৈ গৈছে। মহাদেৱে পাৰ্বতীৰে সৈতে এই গুহ্যাদপি গুহ্যতম কামৰূপ মহাপীঠত নিতৌ বাস কৰে, তেওঁ এই পীঠত পূজিত হলে শীঘ্ৰে প্ৰসন্ন হয়। পাৰ্বতীয়েও ইয়াতে শিৱভক্তক অনুগ্ৰহ কৰে আৰু পৰমেশ্বৰেও ভক্তসকলৰ মনোবাঞ্ছা পূৰ্ণ কৰে; কামৰূপৰ জলতে হওক বা থলতে হওক যতে পূজা কৰা যায় ততে অন্য ঠাইতকৈ চতুৰ্গুণ ফল পোৱা যায়।

"সৰ্বশ্ৰেষ্ঠো যথা বিষ্ণুৰ্লক্ষ্মীঃ সৰ্বোত্তমা যথা।
দেৱীপূজা তথা শস্তা কামৰূপে সুৰালয়ে॥
দেৱীক্ষেত্ৰং কামৰূপং বিদ্যতেঽন্যন্ন তৎসমম্।
অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে॥"

বিষ্ণু যেনে সকলোতকৈ শ্ৰেষ্ঠ, লক্ষ্মী যেনে সকলোতকৈ উত্তমা, সুৰালয় কামৰূপত দেৱীপূজাও সেইদৰে প্ৰশস্তা; কামৰূপ দেৱীৰ সাক্ষাৎ ক্ষেত্ৰ,

তাৰ নিচিনা ঠাই আৰু ক'তো নাই, অন্য ঠাইত দেৱী দুৰ্লভা, কিন্তু কামৰূপত প্ৰতি ঘৰতে দেৱী বিৰাজ কৰিছে।

এই কামৰূপৰ ভিতৰৰে পাঁচ ক্ৰোশ ঠাই পৱিত্ৰ। সেই পৰম পৱিত্ৰ ঠাইডোখৰক যোনিপীঠ, কামাখ্যাপীঠ বা কুব্জিকা পীঠ বোলে। এই পীঠতে প্ৰজাপতি দক্ষৰ মায়াপুৰী আছিল। ইয়াতে প্ৰাগ্‌জ্যোতিষপুৰ নগৰ স্থাপিত হৈছিল।

"প্ৰাগ্‌জ্যোতিষপুৰং খ্যাতং কামাখ্যাযোনিমণ্ডলনং।"

—যোগিনীতন্ত্ৰ

"যোনি :—প্ৰাণিনামুৎপত্তিস্থানম্" ইতি ত্ৰিকাণ্ড শেষঃ। "যোনি" বুলিলে নৰনাৰী প্ৰাণীৰ উৎপত্তি স্থান বুজায়। কামাখ্যাপীঠৰ নীলাচল পৰ্বতত মনোভৱ নামে এটা গুহা আছে। এই গুহাৰ ভিতৰত এটি হ্ৰদ বা কুণ্ড আছে। সেই কুণ্ডৰ পানীক কাৰণাৰ্ণৱ বোলে। "কাৰণ" বুলিলে বীজ বুজায়। মনোভৱ গুহাত আদি মানৱ-দম্পতিৰ জন্ম হৈছিল।

যোনিপীঠৰ বিষয়ে "যোগিনীতন্ত্ৰত" লিখা আছে,—

## কামাখ্যাপীঠ, কুব্জিকাপীঠ বা যোনিপীঠ

"আযোনিমহীপৰ্য্যন্তা যা বিদ্যা গন্ধমাদনং।
পঞ্চক্ৰোশমিদং দেৱি সৰ্বেষামেৱ দুৰ্লভং॥
ব্ৰহ্মাবিষ্ণুসুৰেশাদ্যৈঃ সেৱিতং পৰমাদ্ভুতং।
দেৱা মৰণমিচ্ছন্তি কা কথা মানুষেষু চ॥
যোনিপীঠে মহেশানি পঞ্চক্ৰোশমিতে শিৱে।
যে গচ্ছন্তি শিৱাকাৰা যে মৃতাস্তেঽপুনৰ্ভৱাঃ॥

* * * *

### মনোভৱ গুহা

তন্মধ্যে চ মহাদেৱি গিৰিৰ্নীলাচলোজ্জ্বলঃ।
ব্ৰহ্মা বিষ্ণুঃ শিৱাকাৰঃ সৰ্বশক্তিময়ঃ পুনঃ॥
তন্মধ্যে পৰমেশানি মনোভৱগুহা পৰা।
মনোভৱগুহামধ্যে ৰক্তপানীয়ৰূপিণী॥
কোটিলিঙ্গসমাকীৰ্ণা কামাখ্যা কল্পবল্লৰী।
তত্তেজসা তু সংদীপ্তা মনোভৱগুহা সদা॥
অস্যাঃ স্পৰ্শনমাত্ৰেণ লৌহো যাতি সুৱৰ্ণতাং।
চতুৰ্হস্তপ্ৰমাণানি সমন্তাৎ পৰ্বতস্যহে॥
অস্যাঃ স্পৰ্শনমাত্ৰেন শিৱত্বমিতি মানৱঃ।
নিষ্পাপো জায়তে দেৱি তৎক্ষণান্নাত্ৰ সংশয়ঃ॥

* * * *

তন্মধ্যে পৰমেশানি সমন্তাদ্দশাঙ্গুলং।
আপাতালাদ্ হ্ৰদং দেৱি প্ৰোচ্ছলোজ্জ্বলমণ্ডলং॥
তজ্জলং পৰমেশানি ব্ৰহ্মবিষ্ণুশিৱাত্মকং।
ঐশ্বৰং তজ্জলং দেৱি কাৰণাৰ্ণৱসংজ্ঞকম্॥
বহু কিং কথ্যতে দেৱি তজ্জলং পৰমামৃতং।
শক্তিতৈৰৈৱ কথিতং নাতৰ্জানীহি সুন্দৰি॥
কাঙ্ক্ষন্তি সততং দেৱি তজ্জলং সচৰাচৰং।
তজ্জলস্পৰ্শমাত্ৰেণ তৎহ্ৰদ স্পৰ্শনেন চ॥
তৎক্ষণান্মানৱে দেৱি দেৱো ভৱতি নিশ্চিতং।
সৰ্ব পাপো বিনিৰ্মুক্তো জীৱন্মুক্তো ভৱেদ্ ধ্ৰুৱং॥
তদ্‌হ্ৰদে পূজয়েদ যো হি তজ্জলেন মহেশ্বৰি।
জিহ্বাকোটিসহস্ৰৈস্তু বক্তুকোটিশতৈৰপি।
বৰ্ণিতুং নৈৱ শক্যতে তৎফলং গিৰিনন্দিনি॥"

—যোগিনীতন্ত্ৰ

অৰ্থাৎ মহাদেৱে পাৰ্বতীক কৈছিল,—"হাজোৰ মণিকূটৰপৰা উত্তৰ গুৱাহাটীৰ মণিকৰ্ণলৈকে, নৱগ্ৰহ দেৱালয় থকা চিত্ৰাচল পৰ্বতৰপৰা ভূৱনেশ্বৰ দেৱালয় থকা গন্ধমাদন পৰ্বতলৈকে এই পাঁচ ক্ৰোশ ঠাই সকলোৰে পক্ষে দুৰ্লভ। এই পৰম অদ্ভুত ঠাই ডোখৰক, ব্ৰহ্মা, বিষ্ণু সুৰেশ আদিয়ে সেৱা কৰি থাকে। মানুহৰ কথা নো কি ক'ম, দেৱতাসকলেই এই ঠাইত মৰিবলৈ কামনা কৰে। হে মহেশানি, এই পঞ্চক্ৰোশ পৰিমিত যোনিপীঠলৈ যি মানুহ যায়, সি শিৱতুল্য হয়, মৰণৰ পিছত সি আকৌ জন্মগ্ৰহণ কৰিব নোৱাৰে।

* * * *

"হে মহাদেৱি, সেই যোনিপীঠৰ ভিতৰত ব্ৰহ্মা বিষ্ণু শিৱাকাৰ সৰ্বশক্তিময় নীলাচল নামে যিটো পৰ্বত আছে তাত উত্তম মনোভৱ গুহা আছে। মনোভৱগুহাৰ ভিতৰত ৰক্তপানীয়ৰূপিণী কোটি লিঙ্গ সমাকীৰ্ণ কামাখ্যা কল্পবল্লৰী আছে। তাৰ তেজত সেই

গুহাটি সদায় দীপ্ত হৈ থাকে। তাক স্পৰ্শ কৰিলে লো সোণ হয়। হে পাৰ্বতি, তাৰ চাৰিওকালৰেপৰা জুখিলে পৰিধি ৪ হাত পৰিমিত হ'ব। তাক স্পৰ্শ কৰা মাত্ৰেই মানুহ শিৱতুল্য হয়, আৰু তত্তালিকে নিষ্পাপ হয় তাত কোনো সংশয় নাই।

* * * *

"হে পৰমেশানি, এই গুহাটোৰ ভিতৰত চাৰিও-কালে বাৰ আঙুলী পৰিমিত পাতাল পৰ্যন্ত বিস্তৃত পানী উথলি থকা এটি হ্ৰদ আছে। সেই পানী ব্ৰহ্মাবিষ্ণুশিৱাত্মক, সেই পানী ঈশ্বৰীয় আৰু কাৰণাৰ্ণৱ নামে বিখ্যাত। হে দেৱি, বহুত কথা কোৱাৰ আৱশ্যক নাই, তোমাক সংক্ষেপতে মাথোন কৈ থওঁ যে সেই পানী পৰমামৃত, চৰাচৰ অখিল ব্ৰহ্মাণ্ড মণ্ডলে সেই পানী আকাঙ্ক্ষা কৰে। সেই হ্ৰদ আৰু সেই জল স্পৰ্শ কৰা মাত্ৰেই মানুহ দেৱতা হয় আৰু পাপ পুণ্যৰপৰা নিৰ্মুক্ত হৈ জীৱন্মুক্ত হয়, তাত সংশয় নাই। যি মানুহে সেই হ্ৰদত বা তাৰ পানীৰে পূজা কৰে, তাৰ যে কি ফল মই কোটি সহস্ৰ জিভাৰে বা কোটি শত মুখেৰেও তাক বৰ্ণনা কৰিব নোৱাৰোঁ।"

'পদ্ম পুৰাণৰ ভূমি খণ্ড'ত লিখা আছে,—

### মায়াপুৰী

"অযোধ্যা, মথুৰা, মায়া, কাশী, কাঞ্চী, অৱন্তিকা।
পুৰী দ্বাৰাৱতী চৈব সপ্তৈতা মোক্ষদায়িকা॥

অযোধ্যা, মথুৰা, মায়া, কাশী, কাঞ্চী, অৱন্তিকা আৰু দ্বাৰাৱতী, এই সাতখন পুৰী মোক্ষ-দায়িকা।

তাসু বাসং প্ৰকুৰ্বন্তি যে মৃতা বা নৰঃ পৰম্।
লভন্তে ন পুনৰ্জন্ম মাতৃগৰ্ভেষু কুত্ৰচিৎ॥"

এই সাতখন পুৰীৰ যি কোনো এখনত যি লোক বাস কৰে, বা যি লোকৰ তাত মৃত্যু হয়, তেওঁ আকৌ মাতৃগৰ্ভত জন্ম গ্ৰহণ কৰিব নেলাগে।

মায়াপুৰীত প্ৰজাপতি দক্ষই পুৰাণ-প্ৰসিদ্ধ দক্ষ-যজ্ঞ পাতিছিল, তেওঁৰ কন্যা সতীয়ে শিৱৰ অপমান সহিব নোৱাৰি সেই যজ্ঞস্থলতে প্ৰাণ ত্যাগ কৰিছিল। এই ঘটনাৰ বিস্তাৰিত বিৱৰণ 'কূৰ্ম পুৰাণ'ত লিখা আছে। কালিকা পুৰাণতো ইয়াৰ বিৱৰণ আছে। এই মায়াপুৰী যে কামৰূপৰ কামাখ্যা পীঠতে আছিল, সেই কথা বৃহৎ শিৱ পুৰাণৰ ১৬ অধ্যায়ৰপৰা জনা যায়। আমাৰ গৱৰ্ণমেণ্টে প্ৰকাশ কৰা 'কামৰূপৰ বুৰঞ্জী' পুথিতো সেই কথা লিখা আছে।

হৰিদ্বাৰৰপৰা ২ মাইল দূৰত কণখল নামে এখন ঠাই আছে। হৰিদ্বাৰ আৰু কণখলৰ মাজত মায়াপুৰী আছিল বুলি কোনো কোনো পণ্ডিতে অনুমান কৰে, কিন্তু সেই অনুমান ঠিক নহয়। যোগিনী তন্ত্ৰ'ৰ পৰা জনা যায় যে পাণ্ডুনাথৰ বায়ু কোণত দ্বাদশ ধনু পৰিমিত ব্ৰহ্মকুণ্ড সৰোৱৰ আছিল। অতীজত ব্ৰহ্মা ইয়াৰ পাৰত প্ৰথমে বাস কৰিছিল। ইয়াৰ দক্ষিণে লৌহিত্য তীৰ্থ, ব্ৰহ্মগিৰি বা ভুৱনেশ্বৰী দেৱালয় থকা পৰ্বতৰ উত্তৰে শ্ৰীকুণ্ড, তাৰ পূবে কণখল তীৰ্থ, তাৰ পূবে ব্ৰহ্মাৰ পুষ্কৰ নামে তীৰ্থ। *

( ২ )

### দক্ষ-যজ্ঞ

দক্ষ-যজ্ঞৰ বিৱৰণ কালিকা পুৰাণৰ ১৬ আৰু ১৭ অধ্যায়ত লিখা আছে। প্ৰজাপতি দক্ষই মায়া-পুৰীত সেই যজ্ঞ পাতিছিল। কামাখ্যা পীঠতে মায়াপুৰী আছিল। গুৱাহাটী নগৰৰ যি ঠাইত এতিয়া উগ্ৰতাৰা দেৱীৰ দেৱালয় আছে, য'ত সতীৰ নাভিমণ্ডল পৰিছিল বুলি 'কালিকা পুৰাণে' কয়, তাতে জোৰপুখুৰীৰ পাৰত সেই যজ্ঞ-স্থলী আছিল বুলি বোধ হয়। 'নাভি' বুলিলে যজ্ঞও বুজায়। দক্ষ মুনিয়ে যজ্ঞলৈ সুৰাসুৰ, সিদ্ধ, সাধ্য, বিদ্যাধৰ, যক্ষ, ৰক্ষ প্ৰভৃতি সকলোকে নিমন্ত্ৰণ কৰিছিল, কিন্তু 'মহাদেৱ কপালী, এতেকে তেওঁ যজ্ঞাই নহয়' এনে বিবেচনা কৰি দক্ষই তেওঁক সেই যজ্ঞৰ কাৰণে বৰণ কৰা নাছিল। সতী দক্ষৰ নিজৰ মৰমৰ জীয়েক হলেও 'কপালী'ৰ ভাৰ্য্যা বুলি তেওঁকো যজ্ঞলৈ মতা নাছিল। সতীয়ে স্বামীৰ এই অপমান সহিব নোৱাৰি মহাকুম্ভক যোগ কৰি প্ৰাণত্যাগ কৰে। পাছে মহা-*

---

* আৱাহন, চ'ত ১৮৫৩ শক, ৩য় বছৰ, ৬ষ্ঠ সংখ্যা

দেৱে খং আৰু বেজাৰত অভিভূত হৈ সেই যজ্ঞ-স্থলত উপস্থিত হৈ যজ্ঞ ধ্বংস কৰে।

'কালিকা পুৰাণ'ৰ অষ্টাদশ অধ্যায়ত আছে,—'মহাদেৱে দক্ষ-যজ্ঞ ধ্বংস কৰি সতীৰ শৱটো কান্ধত তুলি লৈ শোকত ব্যাকুল হৈ পূবমুখে বিলাপ কৰি কৰি যাবলৈ ধৰিলে। মহাদেৱক এইদৰে বলিয়াৰ নিচিনাকৈ ঘোৰা দেখি ব্ৰহ্মাদি দেৱতাসকলে চিন্তা কৰিব ধৰিলে। শিৱৰ গাত লাগি থাকে মানে শৱটো গেলি পচি নেযায়। কেনেকৈ আঁতৰ কৰা যায়? ব্ৰহ্মা, বিষ্ণু আৰু শনিয়ে ইয়াকে ভাবি যোগমায়াৰ বলত অদৃশ্য হৈ সতীৰ দেহৰ ভিতৰত সোমাই লৈ শৱটোক খণ্ড-বিখণ্ড কৰি পুণ্য তীৰ্থ কৰিবৰ উদ্দেশ্যে ভূতলৰ ঠায়ে ঠায়ে পেলাই দিলে।

"দেৱীকূটেপাদযুগ্মং প্ৰথমং ন্যপতৎ ক্ষিতৌ।
উড্ডিয়ানেচ উৰু যুগ্মং হিতায় জগতাং ততঃ ।।৪২
কামৰূপে কামগিৰৌ ন্যপতৎ যোনিমণ্ডলম্।
তত্ৰৈব ন্যপতৎ ভূমৌ প্ৰ্বতো নাভিমণ্ডলম্ ।।৪৩
জালন্ধাৰে স্তনযুগং স্বৰ্ণহাৰ বিভূষিতম্।
অংশ গ্ৰীৱং প্ৰ্ণগিৰৌ কামৰূপাত্ততঃ শিৰঃ ।। ৪৪
যাবন্তুৰং গতোভৰ্গঃ সমাদায়সতীশৱম্।
প্ৰাচ্যেষু যাজ্ঞিকো দেশস্তাবদেব প্ৰকীৰ্ত্তিতঃ ।।৪৫
অন্যেশৰীৰাবয়বালবশঃ খণ্ডিতাঃ সুৰৈঃ।
আকাশ গঙ্গামগমন্ পৱনেন সমীৰিতাঃ।
যত্ৰযত্ৰাপতন্ সত্যাস্তদা পাদাদয়োদ্বিজাঃ ।। ৪৬
তত্ৰ তত্ৰ মহাদেৱঃ স্বয়ং লিঙ্গস্বৰূপধৃক্।
তস্থৌ মোহসমাযুক্তঃ সতীস্নেহবশানুগঃ ।। ৪৭
ব্ৰহ্মাবিষ্ণুঃশনিশ্চাপি সৰ্বে দেৱগণাস্তথা।
পুজয়াঞ্চক্ৰীৰ্পস্যাপ্ৰীত্যাসত্যাঃ পদাদিকম্ ।। ৪৮
দেৱীকুটেমহাদেৱীমহাভাগেতি গীয়তে।
সতীপাদযুগেলীনাযোগনিদ্ৰাজগৎ প্ৰভুঃ ।। ৪৯
কাত্যায়নী চ উড্ডিয়ানে কামাখ্যা কামৰূপিণী।
পূৰ্ণেশ্বৰী পূৰ্ণগিৰৌ চণ্ডী জালন্ধৰেগিৰৌ ।। ৫০
পূৰ্বান্তে কামৰূপস্য দেৱী দিক্কৰবাসিনী।
তথা ললিতকান্তেতি যোগনিদ্ৰা প্ৰগীয়তে ।।৫১
যত্ৰৈব পতিতং সত্যাঃ শিৰস্তত্ৰ বৃষধ্বজঃ।
উপবীষ্টঃ শিৰোবীক্ষশ্চসচ্ছোকপৰায়ণঃ ।। ৫২
উপবিষ্টে হবে তত্ৰ ব্ৰহ্মাদ্যাস্তে দিৱৌকসঃ ।।
সমীপমগমস্তস্য দূৰতঃ সান্ত্বয়ন্ হৰম্ ।।৫৩
দেৱানাগচ্ছতো দৃষ্টা লোকলজ্জা সমন্বিতঃ।
গত্বা শিলাত্বং তত্ৰৈব লিঙ্গত্বং গতবান হৰঃ ।। ৫৪
(কাঃ পুঃ ১৮শ অধ্যায়)

প্ৰথমতে পৃথিৱীত দেৱীকূট নামে ঠাইত সতীৰ পদ দুটি পৰিল। জগতৰ হিতৰ নিমিত্তে উড্ডিয়ান নামে ঠাইত তেওঁৰ উৰু দুটি পৰিল। কামৰূপৰ কামগিৰি (নীলাচল) পৰ্বতত তেওঁৰ যোনিমণ্ডল পৰিল। সেই পৰ্ব্বতৰ পূবফালে ভূমিত তেওঁৰ নাভিমণ্ডল পৰিল। সুবৰ্ণ হাৰেৰে শোভিত স্তন দুটি জালন্ধৰত পৰিল। গ্ৰীৱা পূৰ্ণগিৰিত আৰু কামৰূপৰ পূৰ্ব সীমাত শিৰ পৰিল। মহাদেৱে সতীৰ শৱটো লৈ পূৰ্বফালে যিমান দূৰ গৈছিল, পূবদেশৰ ভিতৰত সিমান দূৰ পৰ্যন্ত যাজ্ঞিক দেশ বুলি প্ৰখ্যাত হ'ল।

সতীৰ শৰীৰৰ আন আন অবয়ববিলাক খুটুৰা-খুটুৰ কৰি দেৱতাসকলে বায়ুবেগে নি আকাশগঙ্গাত পেলালে। হে দ্বিজসকল, যতে যতে সতীৰ পাদাদি অঙ্গ পৰিল, ত'তে ত'তে মহাদেৱে সতীৰ স্নেহত বিমুগ্ধ হৈ লিঙ্গৰূপে অৱস্থান কৰিলে। ব্ৰহ্মা, বিষ্ণু, শনি আৰু অনান্য দেৱতাসকলে পৰম প্ৰীতিৰে সৈতে সতীৰ পদাদি অঙ্গ পূজা কৰিলে। দেৱীকূটত সতীৰ পদ দুটিত অধিষ্ঠিত জগদম্বা মহাদেৱী যোগনিদ্ৰা 'মহাভাগা' নামে অভিহিত হৈছে, উড্ডিয়ানত কামাখ্যা কাত্যায়নী, কামগিৰি নীলাচলত কামাখ্যা, পূৰ্ণগিৰীত "পূৰ্ণেশ্বৰী", আৰু জালন্ধৰত "চণ্ডী" বুলি কথিত হৈছে। কামৰূপৰ পূব প্ৰান্তত অৱয়বা-ধিষ্ঠাত্ৰী দেৱীৰ নাম 'দিক্কৰবাসিনী', তেওঁৰ যোগনিদ্ৰা ললিতকান্তা ও তীক্ষকান্তা বুলিও কয়। যি যি ঠাইত সতীৰ শিৰটো পৰিল তাত বৃষধ্বজে সতীৰ শিৰটোলৈ চাই শোকত অত্যন্ত কাতৰ হৈ হা-হুমু-নিয়াহ পেলাই বহি পৰিল। শিৱক তাত বহা দেখি

ব্ৰহ্মাদি দেৱতাসকলে অঁাতৰৰপৰাই তেওঁক সান্ত্বনা কৰি তেওঁৰ ওচৰ চাপি গ'ল। দেৱতাসকল ওচৰলৈ অহা দেখি শিৱই শোক আৰু লাজত সেইপিনেই শিলা হৈ লিঙ্গমূৰ্তি ধাৰণ কৰিলে।

সতীৰ পদাদি অঙ্গ পৰা ঠাইবিলাকক মহাপীঠ বোলে। 'পীঠ' বুলিলে বহা আসন বুজায়। ইয়াত 'মহাপীঠ' অৰ্থ ভগৱতীৰ বহা আসন বা তেওঁৰ দেৱালয় বুজিব লাগিব। মহাপীঠবিলাক মহাতীৰ্থ হ'ল।

**দেৱীকূট**

দেৱীকূটত মহাদেৱী ভৈৰৱীৰ নাম মহাভাগা, মহাদেৱ ভৈৰৱৰ নাম—মহভৈৰৱ। তেজপুৰত এই দুয়ো খন দেৱালয় আছে।

বাবু নন্দলাল ডে, এম, এ, বি, এল প্ৰণীত Geographical Dictionary of Ancient And Mediaeval India (পুৰণি ভাৰতৰ ভূ-পৰিচায়ক অভিধান) পুথিৰ ৫৫ পিঠিত লিখা আছে যে দেৱীকূটেই শোণিতপুৰ। গুপ্তকাশী বা বিশ্বনাথৰ পশ্চিমে কন্যাশ্ৰম, কন্যাশ্ৰমৰ পশ্চিমে দেৱীকূট। দেৱীকূটৰ 'কূট' শব্দটোৰ পৰাই জনা যায় যে সি এটা পৰ্ব্বত। তেজপুৰৰ বামুনী পৰ্ব্বত আৰু তাৰ ওচৰৰ পৰ্ব্বতবিলাকৰ নাম দেৱীকূট আছিল। এতিয়া যিটো পৰ্বতৰ ওপৰত ভৈৰৱী দেৱালয় আছে, সিও দেৱীকূটৰে এটা পৰ্ব্বত। এতেকে ভৈৰৱী দেৱালয় এখন মহাপীঠ।

"কাত্যায়নী উড্ডিয়ানে কামাখ্যা কামৰূপিণী"। উড্ডিয়ান পৰ্ব্বতত দেৱীৰ উৰু দুটি পৰিছিল। এই

**উড্ডিয়ানগিৰি**

মহাপীঠৰ দেৱতা—কামাখ্যা কাত্যায়নী। নগাওঁ জিলাৰ শিলঘাটত যিটো পৰ্ব্বতৰ ওপৰত গোঁসানীৰ মন্দিৰ আছে, সেইটোৱেই উড্ডিয়ানগিৰি। 'দেৱীপুৰাণৰ' ৪২ আধ্যাত উড্ডিয়ানৰ উল্লেখ আছে। শিলঘাটৰ তাত অতি পূৰ্ব্বে এখন নগৰ আছিল বুলি জনা যায়। শিলঘাটৰ কামাখ্যা মন্দিৰৰপৰা কিছু দূৰত কলং নৈৰ পাৰত দেওশাল নামে ঠাইত মহাদেৱৰ মন্দিৰ আছে। এই মহাপীঠৰ ভৈৰৱৰ নাম মাধৱ বা দুলাল মাধৱ হ'ব পায়। নগাওঁ জিলাৰ পূৰ্বস্থলী বা পুৰথৰীয়া নামে মৌজাত দুলাল মাধৱৰ দেৱালয় আছে। শিলঘাটৰ পূবে কুঠৰী অঞ্চলত হাতীমূৰা পৰ্ব্বতত দশভুজা দুৰ্গা দেৱীৰ শিলতকটা দিগম্বৰী মূৰ্তি আছে। 'কুঠৰী' শব্দটো 'কোট্টৰী' শব্দৰ অপভ্ৰংশ বুলি বোধ হয়। কোট্টৰী দুৰ্গা দেৱীৰ এটা নাম। হাতীমূৰা পৰ্ব্বতৰ দুৰ্গামূৰ্তিৰ নাম কোট্টৰী আৰু সেই পৰ্ব্বতৰ নাম বোধ কৰোঁ হিঙ্গুলা আছিল। আমাৰ দেশৰ তিৰোতাবিলাকে বিয়ানাম গাওঁতে 'অ হেঙ্গুল' বুলি জাত লগাই নাম গোৱা শুনিছোঁ। 'হেঙ্গুল' শব্দটো 'হিঙ্গুলাৰ' অপভ্ৰংশ বুলি বোধ হয়।

তন্ত্ৰচূড়ামণি আৰু পীঠমালা তন্ত্ৰত লিখা আছে যে দক্ষ-যজ্ঞত সতীয়ে শিৱনিন্দা শুনি প্ৰাণত্যাগ কৰিলত শিৱই সেই যজ্ঞ ধ্বংস কৰি সতীৰ শৱটো শিৰত তুলি লৈ বলিয়াৰ দৰে ভ্ৰমি ফুৰাত বিষ্ণুৱে চক্ৰেৰে সৈতে শৱটো কাটি ৫১ খণ্ড কৰি পেলাই দিছিল। সেই খণ্ডবিলাক য'তে য'তে পৰিল ত'তে ত'তে একোখন মহাপীঠ হ'ল। এই মহাপীঠৰ সংখ্যা ৫১ খন। তন্ত্ৰচূড়ামণি পুথিত এই ৫১ পীঠৰ বৰ্ণনা আছে। কিন্তু কি আচৰিত কথা, সেই ৫১ পীঠৰ ভিতৰত দেৱীকূট আৰু উড্ডিয়ানৰ নাম নাই। তাত প্ৰথমতে লিখা আছে,—

ব্ৰহ্মৰন্ধ্ৰং হিঙ্গুলায়াং ভৈৰৱো ভীমলোচনঃ।
কোট্টৰী সা মহামায়া ত্ৰিগুণা যা দিগম্বৰী॥

অৰ্থাৎ সতীৰ ব্ৰহ্মৰন্ধ্ৰ হিঙ্গুলাত পৰিছিল ; তাত দেৱী—কোট্টৰী, তেওঁ মহামায়া ত্ৰিগুণা দিগম্বৰী, আৰু ভৈৰৱ—ভীমলোচন।

পি, এম্, বাকচিৰ ডাইৰেক্টৰী পঞ্জিকাত লিখা আছে, "কলিকাতা হইতে ৰেলে ১০৪৯ মাইল বোম্বাই পৌছিয়া, ষ্টীমাৰে কৰাচী ২৫০ ক্ৰোশ, তৎপৰে সমুদ্ৰ তীৰ দিয়া উষ্ট্ৰ পৃষ্ঠে বা পদব্ৰজে ৪৫ ক্ৰোশ যাইতে

হয়। এখানে অন্ধকাৰময় গুহাৰ মধ্যে জ্যোতিঃ দেখা যায়। দিল্লী হইতে বৰাবৰ ৰেল ৭৮১ মাইল কৰাচী।" এই ডাইৰেক্টৰী পঞ্জিকাত লিখা ৫১ পীঠৰ ভিতৰতো "দেৱীকূট" আৰু "উড্ডিয়ানৰ" নাম নাই। "কলিকা পুৰাণত" স্পষ্টকৈ লিখা আছে, মহাদেৱে সতীৰ শৰটো কান্ধত লৈ পূৰ্বাভিমুখে আহি থাকোঁতে ব্ৰহ্মা, বিষ্ণু আৰু শনিয়ে শৰটো কাটি খণ্ড খণ্ড কৰি পেলাই দিছিল। এতেকে, হিঙ্গুলা মায়াপুৰীৰ পূব দিশেহে হ'ব লাগে।

গুৱাহাটীৰপৰা ২ মাইল পশ্চিমে ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে কামগিৰি, নীলকূট, বা নীলাচল পৰ্বতত কামাখ্যা দেৱীৰ মন্দিৰ আছে। উক্ত পৰ্বতক গৌৰী-শিখৰ বুলিও কয়। তন্ত্ৰ চূড়ামণি পুথিত লিখা আছে,—

**কামগিৰি বা নীলাচল**

"যোনিপীঠং কামগিৰৌ কামাখ্যা তত্ৰ দেৱতা।
যত্ৰাস্তে ত্ৰিগুণাতীতা ৰক্তপাষাণৰূপিণী ॥
যত্ৰাস্তে মাধবঃ সাক্ষাদুমানন্দোঽথ ভৈৰবঃ।
সৰ্বদা বিহৰেদ্দেৱী তত্ৰ মুক্তিৰ্ন সংশয়ঃ।
তত্ৰ শ্ৰীভৈৰৱী দেৱী তত্ৰ নক্ষত্ৰদেৱতা।
প্ৰচণ্ড চণ্ডিকা তত্ৰ মাতঙ্গী ত্ৰিপুৰাম্বিকা।
বগলা কমলা তত্ৰ ভুৱনেশী সুধূমিনী ॥
এতানি বৰপীঠানি সংশন্তি বৰভৈৰৱ।
এবং তা দেৱতা সৰ্বা এবমেব দশ ভৈৰৱাঃ॥
সৰ্বত্ৰ বিৰলা চাহং কামৰূপে গৃহে গৃহে।
গৌৰীশিখৰমাৰুহ্য পুনৰ্জন্ম ন বিদ্যতে ॥
কৰতোয়াং সমাসাদ্য যাবৎ শিখৰবাসিনীম্।
শতযোজন বিস্তীৰ্ণং ত্ৰিকোণং সৰ্বসিদ্ধিদম্ ॥
দেৱা মৰণমিচ্ছন্তি কিং পুনৰ্মানৱাদয়ঃ।"

কালিকা পুৰাণৰ ৬২ আধ্যাত কামাখ্যাৰ বিৱৰণ আছে।

কামগিৰি বা নীলাচলৰ পূৰ্বকালে ভূমিত সতীৰ নাভিমণ্ডল পৰা বুলি কালিকা পুৰাণে কয়। গুৱা-হাটী নগৰৰ জোৰপুখুৰীৰ পাৰত নিখন উগ্ৰতাৰা দেৱীৰ দেৱালয় আছে, তাতে নাভিমণ্ডল পৰিছিল। কিন্তু তন্ত্ৰ-চূড়ামণি পুথিত লিখা আছে—

**উগ্ৰতাৰা**

"উৎকলে নাভিদেশশ্চ বিৰজা ক্ষেত্ৰমুচ্যতে।
বিমলা সা মহাদেৱী জগন্নাথস্তু ভৈৰৱঃ।"

অৰ্থাৎ উড়িষ্যাৰ বিৰজা ক্ষেত্ৰত সতীৰ নাভি পৰিছিল, তাত দেৱীৰ নাম বিমলা আৰু ভৈৰৱৰ নাম জগন্নাথ।

এই তন্ত্ৰখনে পুৰীৰ জগন্নাথ মহাপ্ৰভুক ভৈৰৱ আৰু তাৰ বিমলা নামে দেৱীক ভৈৰৱী পাতি তাত সতীৰ নাভি পৰা বুলি এখন মহাপীঠ আৱিষ্কাৰ কৰিলে।

কালিকা পুৰাণৰ মতে দেৱীৰ গ্ৰীৱা (ডিঙি) পূৰ্ণ গিৰিত পৰিছিল। তাত দেৱীৰ নাম পূৰ্ণেশ্বৰী। তন্ত্ৰ চূড়ামণি পুথিত লিখা আছে,—

**পূৰ্ণগিৰি**

"শ্ৰীশৈলে চ মম গ্ৰীৱা মহালক্ষ্মীস্তু দেৱতা।
ৰৱঃ শম্বৰানন্দো দেশে দেশে ব্যৱস্থিত ॥"

অৰ্থাৎ শ্ৰীশৈলত দেৱীৰ ডিঙি পৰিছিল, তাত দেৱীৰ নাম মহালক্ষ্মী আৰু ভৈৰৱৰ নাম শম্বৰানন্দ।

পি, এম্, বাকৃচিৰ ডাইৰেক্টৰী পঞ্জিকাত লিখা আছে,—

"শ্ৰীহট্টে—গ্ৰীৱা, দেৱী মহালক্ষ্মী, ভৈৰৱ—শম্বৰা-নন্দ। শ্ৰীহট্ট সহৰ হইতে দেড়মাইল অন্তৰে অগ্নি-কোণে গোটাটিকৰ জৈনপুৰে ভৈৰব ও পীঠস্থান অৱস্থিত।" যদি এই পঞ্জিকাৰ কথা সঁচা হয়, তেন্তে শ্ৰীহট্টক শ্ৰীশৈল আৰু পূৰ্ণগিৰি বুলি ধৰিব লাগিব আৰু পূৰ্ণেশ্বৰী দেৱীকে মহালক্ষ্মী দেৱী বুজিব লাগিব। যোগিণীতন্ত্ৰ মতে শ্ৰীশৈল্যৰ ভৈৰৱৰ নাম জগতপ্ৰিয়।

কালিকা পুৰাণত আছে,—

জালন্ধৰে স্তনযুগং স্বৰ্ণহাৰ বিভূষিতম্। ০ ০ ০

"চণ্ডী জালন্ধৰ গিৰৌ" অৰ্থাৎ জালন্ধৰ পৰ্বতত সুৰ্বণহাৰেৰে বিভূষিত সতীৰ স্তন দুটি পৰিছিল। তাত দেৱীৰ নাম চণ্ডী।

**জালন্ধৰগিৰি**

কালিকাপুৰাণৰ এঠাইত জালন্ধৰকে জাল শৈল বুলি লিখা আছে, —

তন্ত্ৰচূড়ামণিত লিখা আছে,—

"স্তনং জালন্ধৰে মম।"

"ভীষণো ভৈৰৱস্তত্ৰ দেৱী ত্ৰিপুৰমালিনী"। "এই জালন্ধৰ গিৰি যে ক'ত সেইটো ডাইৰেক্টৰী পঞ্জিকাৰপৰা ঠিক কৰিব পৰা নাযায়।

দৰং জিলাৰ বিশ্বনাথত ব্ৰহ্মপুত্ৰৰ দাঁতিত চণ্ডী দেৱীৰ মন্দিৰ আছে, তাৰ ওচৰতে সৰু পাহাড় এটাৰ ওপৰত শিৱৰ মন্দিৰ আছে। যোগিনি তন্ত্ৰই এই পাহাড়ক বিশ্বশৈল বুলিছে। যথা— বিশ্বশৈলেতু গহ্বৰঃ। বোধ কৰোঁ জাল শৈল বা জালন্ধৰগিৰি -বিশ্বশৈলৰে নাম। কামৰূপৰ পূৰ্ব প্ৰান্তৰ য'ত সতীৰ শিৰটো পৰিছিল সেই মহাপীঠৰ দেৱীৰ নাম দিক্কৰবাসিনী।

**দিক্কৰবাসিনী** কালিকা পুৰাণৰ ৮০আধ্যাত দিক্কৰবাসিনী নামে নদীৰ বিৱৰণত লিখা আছে,—

"ততঃ পূৰ্বে কামৰূপ পীঠান্তে জগতাং প্ৰসূ।
জগন্ময়ী মহামায়া দেৱী দিক্কৰবাসিনী॥
প্ৰান্তে দিক্কৰবাসিন্যা সদা বহতি স্বৰ্ণদী।
শিত গঙ্গাহ্বয়ালোকে সাক্ষাদ্ গঙ্গাফলপ্ৰদা।
সা ভূমি পীঠ সংস্থাচ দেৱী দিক্কৰবাসিনী।
অন্তৰ্জলে প্লাবয়ন্তী যাতি প্ৰত্যেক্ষতাং সুৰৈঃ
শিত গঙ্গাজলে স্নাত্বা দৃষ্টা সভ্ৰংহৰিং বিধিম্।
ইষ্টা ললিতকান্তাখ্যাং পুনৰ্যোনৌ ন জায়তে।
লিঙ্গ স্বৰূপী ভগবান্ শম্ভুস্তত্ৰ স্বয়ং স্থিতঃ
বিষ্ণুঃ শিলাস্বৰূপেন ব্ৰহ্মলিঙ্গ স্বৰূপধৃক্॥
পীঠে দিক্কৰবাসিন্যা দ্বিৰূপা ৰমতে শিৱা।
তীক্ষ্ণকান্তাহ্বয়া ত্বেকা যোগ্ৰতাৰা প্ৰকীৰ্তিতা॥
পৰা ললিতকান্তখ্যা যা শ্ৰীমঙ্গলচণ্ডিকা।
তস্যাস্ত সততং ৰূপং তীক্ষ্ণকান্তাহ্বয়ং নৃপ॥
কৃষ্ণা লম্বোদৰী যাতু সা স্যাদেক জট শিৰা।
তেন ৰূপেণ তাংদেৱীং সততং পৰি পূজয়েৎ"

* * * *

মেৰা ললিতকান্তাখ্যা দেৱী মঙ্গলচণ্ডিকা।
বৰদাভয়হস্তা সা দ্বিভূজা গৌৰদেহিকা॥
ৰক্তপদ্মাসনাস্থা চ মুকুটোজ্জ্বল মণ্ডিতা।
ৰক্তকৌমেয় বাসনা স্মিতবক্তা শুভাননা॥
নৱযৌৱনসম্পন্না চাৰ্বঙ্গী ললিতপ্ৰভা।

* * *

দিক্কৰস্তৰুণং প্ৰোক্তঃ তথা শম্ভুশ্চ দিক্কৰ।
তস্মিন্ অধ্যুষিতা দেৱী, তস্মাদিক্কৰবাসিনো॥
জগত্ৰয়েঽপি যস্যাস্তু সদৃশী ৰূপি সুন্দৰী।
নাস্যাস্তি ললিতা তেন দেৱী ললিতকান্তিকা॥

অৰ্থাৎ কামৰূপ পীঠৰ অন্তত পূৰ্বফালে জগৎ প্ৰসৱিনী জগন্ময়ী মহামায়া দিক্কৰবাসিনী দেৱী। দিক্কৰ বাসিনীৰ পূৰে সদায় স্বৰ্ণদী বৈ আছে, স্বৰ্ণদীক শ্বেতগঙ্গা বুলিও কয়, তেওঁ গঙ্গাৰ নিচিনা ফলদায়িনী। দিক্কৰবাসিনী দেৱী ভূমিপীঠত অৱস্থিতা। তেওঁ অন্তঃসলিলেৰে প্লাবিত কৰি দেৱতাসকলৰ প্ৰত্যক্ষ গোচৰ হয়। শ্বেত গঙ্গাৰ জলত স্নান কৰি হৰিহৰ-বিৰিঞ্চিক দৰ্শন কৰি ললিতাকান্তা দেৱীৰ পূজা কৰিলে পুনৰ্জন্ম নহয়। দিক্কৰবাসিনী দেৱীৰ পীঠ স্বয়ং ভগবান শম্ভু লিঙ্গৰূপে বিষ্ণু শিলাৰূপে আৰু ব্ৰহ্মা লিঙ্গৰূপে অৱস্থান কৰিছে, আৰু ইয়াত দুৰ্গাদেৱীয়ে দুটা ৰূপ ধৰি বিহাৰ কৰে, তীক্ষ্ণকান্তা বা উগ্ৰতাৰা (ৰৰকালিকা) একৰূপ আৰু ললিতকান্তা শ্ৰীমঙ্গল চণ্ডিকা আনৰূপ। তীক্ষ্ণকান্তা বা ৰৰকালিকা দেৱী কৃষ্ণ বৰ্ণা, এক জটাধাৰী, সেই দেৱীৰ সাধকে তেওঁক সদায় সেই ৰূপানুসাৰেই পূজা কৰিব। ০০০

বৰাভয়দায়িনী দ্বিভুজা গৌৰবৰ্ণা ৰক্তপদ্মাসনত অৱস্থিতা মুকুটকুণ্ডল মণ্ডিতা, ৰক্ত কৌষেয় বসন পৰিধানা সস্মিতমুখী প্ৰসন্ন বদনা নৱযৌৱনসম্পন্না পৰমাসুন্দৰী ললিতপ্ৰভা ললিত কান্তা দেৱী।

"দিক্কৰ" শব্দৰ অৰ্থ তৰুণ, শিৱ চিৰ তৰুণ, দেৱী দিক্কৰৰূপী শিৱৰ ওপৰত অৱস্থিতা বাবে তেওঁৰ নাম দিক্কৰবাসিনী হৈছে। এইজগতত তেওঁৰ নিচিনা ললিত সুন্দৰী আৰু কোনো নাই, এইকাৰণে দেৱীৰ নাম ললিতকান্তা হৈছে।

দিক্কৰবাসিনী নদীক আমি দিক্ৰং বোলোঁ। আমাৰ দেশত দিক্ৰং নামে দুখন নৈ আছে, এখন উত্তৰলক্ষ্মীপুৰ মহকুমাৰ নাৰায়ণপুৰৰ পূবে পুৰণি হাৱনতী নগৰৰ কাষেদি বৈছে, আনখন সদিয়া অঞ্চলৰ দিবং নৈৰ পশ্চিমে বৈছে, সদিয়াৰ দিক্ৰং নৈখন অতি সৰু নৈ, আৰু তাৰ পূবে স্বৰ্ণদী বা তেনেকুৱা নামৰ কোনো নৈ নাই, নাৰায়ণপুৰৰ দিক্ৰং এখন ডাঙৰ নৈ, এই নৈখন সময়ে সময়ে অন্তঃ সলিলারূপে বৈ বাড়িটোৰ ভিতৰত গাঁও-ভুঁই ভাঙি উৎপাত কৰে।

ডাক্তৰ ৱেড (Dr. J. P. Wade) ছাহাবৰ অসমৰ বিৱৰণত নাৰায়ণপুৰৰ দিকবং নৈৰ বিষয়ে লিখা আছে।

"The Dikrungh is one of the most remarkable rivers of Assam. It rises in the Duffala mountains, and exhibits a large stream in its course through Banphan, till it reaches the Berhmapooter at Naygooria Ghat It is deep and rapid in general, and consideraly larger than the Teesta near Dinajpore in Bengal, The bed of this river is extremely uneven, being everywhere interrupted with fragments of rocks. till its nearer approach to the great stream. * It is navigable as far as the mountains, by smaller boats during the whole year * The Dikrung is famous both for the quantity and quality of its gold which is of a much higher colour than the gold of the Berhampooter and other rivers. The natives have a report, that during its mountainious course it is joined by a stream from the Himalaya mountains, as they suppose the gold be formed from the snow of those mountians, they account for the pureness of the gold from the communication. Some strangers had once abused this river probably on account of its rapidity and rockiness, the river resented the affront, and rose so high in one night as to sweep inhabitants, and villages away

Its inundations must be frequent and rapid, for the natives firmly believe that the Barabhuyan, or former princes of of the country, having buried their wealth deep in the numerous tanks of all sizes, which they made in the various parts of the country, whenever the Dikrung receives intimations, when any wealth of the kind sio deposited, it rises immediat ely rushes over its banks, attacks the high banks of the tanks, which it breaks down at last, and retiring, drops utensils of gold and silver on the grounds it has overflowed. With respect to the utensils of the precious metals found after the waters have subsided, the natives are quite positive.'

উক্ত বিৱৰণৰ পৰা জনা যায় যে কালিকা পুৰাণত লিখা "অন্তৰ্জলে প্লাবয়ন্তী" অৰ্থাৎ অন্তঃসলিলেৰে প্লাৱন কৰা কথাষাৰ সঁচা। এই দিক্ৰং নৈৰ পূবে স্বৰ্ণদী (সোৱণশিৰী) নৈ বৈ আছে, ইয়াৰ পশ্চিমে, গৌতমস্য মহাফলা পিছলা, অৰ্থাৎ পিছলা নৈ, যি নৈৰ পাৰত এসময়ত গৌতমে তপস্যা কৰি মহাফল পাইছিল। পিছলাৰ পাৰত ফুলবাৰী-দেওথৰ আছে। এই দেওথৰৰ চাৰিও ফালে পকী গড়, মাজত দুটা মন্দিৰৰ ভগ্নাৱশেষ আৰু অনেক শিলৰ দেৱমূৰ্ত্তি আছে। Dr Wade ছাহাবৰ বিৱৰণত আছে—

"Phulbarri, famous for a pucka mote, (temple) dedicated to Mai (Kamakhya) Devuri gaon, inhabited chiefly by those who attend the temple, and Kossoowa gaon, are the principal towns on its banks."

ফুলবাৰী নাৰায়ণপুৰ মৌজাৰ ভিতৰত পৰিছে। ফুলবাৰীৰ ওচৰত পশ্চিমফালে মাগ্‌নোৱা বিল বুলি

এখন ডাক্তৰ বিল আছে। সেই বিলৰ নাম আগেয়ে অহল্যা হ্ৰদ আছিল বুলি শুনা যায়। ধলপুৰৰ উত্তৰে যিখনবিলক মানুহে কৌহিকৰ দলনি বোলে তাৰ নাম পূৰ্বে "কৌশিক মুনিৰ হ্ৰদ" আছিল।

"Narayanpur is remarkable for two temples, romantically situated on the banks of the Pisola river, which rival those of Dhindgown and Calabari, in Jakaichuk."

আগেয়ে গহপুৰ মৌজাৰ নাম জকাইচুক আছিল। জকাইচুকৰ কলাবাৰী দক্ষিণপাটত অসম ৰজাৰ দিনৰ এটা পকী মন্দিৰ আছে। এই দৌলৰ কাষত এটা সুন্দৰ পুখুৰী আছে। বহাগৰ বিহুত দৌলত খুব নাচ-গান হয়। সেই মৌজাৰে ধন্দী গাৱঁত এটা শিৱৰ মন্দিৰ আছে। মন্দিৰটোও পকী। এতিয়া মন্দিৰটো ভাগিছে। এনে প্ৰবাদ আছে যে দণ্ডী বিপ্ৰ নামে এজন ৰজাই এই মন্দিৰ নিৰ্মাণ কৰাইছিল। যোগিনীতন্ত্ৰ পুথিত দণ্ডীবিপ্ৰৰ নাম পোৱা যায়। ধন্দীগাৱঁৰ ওচৰত ৰজাবাৰী বুলি এখন ঠাই আছে। তাত হেনো সেই ৰজা আছিল। ডাক্তৰ বৈড ছাহাবে লিখিছে যে নাৰায়ণপুৰ মৌজা দুটা মন্দিৰৰ কাৰণে প্ৰসিদ্ধ, সেই মন্দিৰ দুটা আচৰিত ৰকমে পিছলা নৈৰ পাৰত ধন্দী আৰু কলাবাৰীৰ মন্দিৰৰ লগত যেন অৰিয়া-অৰি কৰি মুৰ তুলি আছে। ফুলবাৰী দেওঘৰৰ গোসাঁনীক বৰকালিকা ভীৰুকান্তা আৰু ললিতকান্তা বা মঙ্গলচণ্ডী এই উভয় ৰূপেই পূজা কৰে। তাৰ শিৱক ত্ৰিবিক্ৰম বোলে। ফুলবাৰীৰ মন্দিৰ ভাগি পৰাত তাৰপৰা দেৱীৰ মূৰ্ত্তি আনি কমলাবাৰীৰ দেউৰী গাৱঁত স্থাপিত কৰা হৈছে। সেই বাবে দেউৰী গাৱঁকো কোনো কোনোৱে ফুলবাৰী বোলে।

ফুলবাৰী দেওঘৰেই দেৱী দিক্কৰবাসিনীৰ দেৱালয় আৰু তাতে সতীৰ শিৰ পৰা বুলি বিশ্বাস হয়। তন্ত্ৰচূড়ামণি পুথিত এই মহাপীঠৰ কোনো উল্লেখ নাই। আমাৰ দেশৰ আইনামত ফুলবাৰী-দেওঘৰ আৰু পিছলাৰ নাম গোৱা শুনা যায়।

আকাশ-গঙ্গাত সতীৰ অন্যান্য অৱয়ৱবিলাক পৰা বুলি কালিকাপুৰাণৰপৰা জনা যায়। স্বৰ্ণদীকে আকাশ-গঙ্গা বোলে। স্বৰ্ণদী বা সোৱনশিৰী নৈ তিব্বতৰপৰা হিমালয় ভেদ কৰি আকাশ-গঙ্গা আমাৰ দেশলৈ বৈ আহিছে। উত্তৰ লক্ষ্মীপুৰৰ উত্তৰে আপাটানাং উপত্যকা। এই উপত্যকাৰ মাজেদি কালী নৈ বৈ আহি সোৱণশিৰীত পৰিছে। আগৰ দিনত সোৱণশিৰীৰ পাৰে পাৰে তিব্বতলৈকে গতায়াত কৰিব পৰা আছিল। কালী নদীয়েও বাট আছিল। কালিকা পুৰাণে যিদৰে সতীৰ অঙ্গবিলাক কামৰূপৰ কামাখ্যাৰপৰা আকাশ-গঙ্গা স্বৰ্ণদীলৈকে পৰা বুলি বৰ্ণনা কৰিছে, আৰু নীলাচলৰ কামাখ্যাকে "মূলমূৰ্ত্তিঃ প্ৰগীয়তে" বুলিছে, তাৰপৰা এইটো ধাৰণা হয় যে কামাখ্যা পীঠৰপৰা মানুহৰ মূল সোঁত কামৰূপৰ পৰ্বতবিলাকৰপৰা বৈ গৈ স্বৰ্ণদীৰ বাটেদি হিমালয়প্ৰদেশ আৰু তিব্বত পাইছিল।

"চট্টলে দক্ষ বাহুৰ্মে ভৈৰৱশ্চন্দ্ৰশেখৰঃ।
ব্যক্তৰূপা ভগৱতী ভৱানী তত্ৰ দেৱতা।"

চন্দ্ৰশেখৰ বা বিশেষতঃ কলিযুগে বসানি চন্দ্ৰ-
চন্দ্ৰনাথ শেখৰে॥" —তন্ত্ৰ চূড়ামণি

চট্টগ্ৰামক চট্টল বোলে। চট্টগ্ৰাম চহৰৰপৰা ২৩ মাইল উত্তৰে সীতাকুণ্ড ৰেলষ্টেচন আছে। সীতাকুণ্ডৰ পূবফালে দুমাইল দূৰত চন্দ্ৰনাথ পৰ্বত। এই পৰ্বতটো ১১৫৫ ফুট ওখ। ইয়াৰ নৈসৰ্গিক শোভা অতি মনোৰম। ইয়াত সতীৰ দক্ষিণ বাহু পৰিছিল। এই পীঠৰ দেৱী-ভৱানী, ভৈৰৱ-চন্দ্ৰশেখৰ। ইয়াত বাড়বকুণ্ড, সীতাকুণ্ড, ব্যাসকুণ্ড, ভৱানী, শম্ভুনাথ, চন্দ্ৰনাথ, লৱণাক্ষ, মহেন্দ্ৰধাৰা, জ্যোতিৰ্ম্ময় গুৰুধুনী, আৰু কুমাৰীকুণ্ড নামে কেইবাটাও তীৰ্থ আছে।

ত্ৰিপুৰা "ত্ৰিপুৰায়াং দক্ষপাদো দেৱী ত্ৰিপুৰসুন্দৰী।
ভৈৰৱস্ত্ৰিপুৰেশশ্চ সৰ্বাভীষ্ট প্ৰদায়কঃ।
—তন্ত্ৰ চূড়ামণি।

ত্ৰিপুৰাত দেৱীৰ দক্ষিণ বাহু পৰিছিল। দেৱী-ত্ৰিপুৰা সুন্দৰী, ভৈৰৱ ত্ৰিপুৰেশ। পৰ্বতীয়া ত্ৰিপুৰা ৰাজ্যৰ পুৰণি ৰাজধানী উদয় পুৰত গোমতী নৈৰ পাৰত দেৱীৰ মন্দিৰ আছে। ত্ৰিপুৰাৰ এজন ৰজাই এই মন্দিৰ নিৰ্মাণ কৰাইছিল।

"ত্ৰিস্ৰোতায়াং বাম পাদো ভ্ৰামৰী ভৈৰবোঽম্বৰঃ।
—তন্ত্ৰচূড়ামণি

**ত্ৰিস্ৰোতা বা তিস্তানৈ**

তিস্তা নৈত সতীৰ বাম পদ পৰিছিল। দেৱী ভ্ৰামৰী, ভৈৰৱ —অম্বৰ জলাইগুৰি জিলাৰ বোদা নামে ঠাইত শালবাড়ী গাৱঁত এই পীঠ আছে।

"জয়ন্ত্যাং বামজঙ্ঘা চ জয়ন্তী ক্ৰমদীশ্বৰঃ।"
—তন্ত্ৰ চূড়ামণি।

**জয়ন্তী বা জয়ন্তীয়াপুৰ**

জয়ন্তী বা জয়ন্তীয়াপুৰত সতীৰ বামজঙ্ঘা পৰিছিল, দেৱী—জয়ন্তী' ভৈৰৱ—ক্ৰমদীশ্বৰ। জয়ন্তীয়া পৰগণা শ্ৰীহট্ট জিলাৰ ভিতৰত, খাচিয়া পৰ্বতৰ দক্ষিণে। সেই পৰগণাৰ বাউৰভাগ (বাম উৰু-ভাগ) নামে গাৱঁৰ পৰ্বতৰ দাঁতিত দেৱীৰ উৰুৰ প্ৰতিকৃতি দেখিবলৈ পোৱা যায়। সেয়ে জয়ন্তী পীঠ।

"কৰতোয়াতটে তল্পং বামে বামন ভৈৰৱঃ।
অপৰ্ণা দেৱতা তত্ৰ ব্ৰহ্মৰূপা কৰোদ্ভৱা॥"
—তন্ত্ৰ চূড়ামণি

**কৰতোয়া**

কৰতোয়া নদীয়া নদীৰ পাৰত সতীৰ বাওঁফালৰ পিঠিৰ এখুটুৰা মাংস পৰিছিল, কোনোৰ-মতে তাত সতীৰ বসন পৰিছিল। এই পীঠৰ দেৱীৰ নাম অপৰ্ণা, ভৈৰৱৰ নাম বামন।

বঙ্গদেশৰ বগুড়া চহৰৰপৰা ৪ ক্ৰোশ দক্ষিণে ভৱানীপুৰ নামে গাৱঁত দেৱীৰ মন্দিৰ আছে। ইয়াৰ ওচৰত কৰতোয়া নৈ।

"কন্যাশ্ৰমে চ মে পৃষ্ঠং নিমিষো ভৈৰৱস্তথা সৰ্বানী দেৱতা তত্ৰ।" —তন্ত্ৰ চূড়ামণি।

**কন্যাশ্ৰম**

কন্যাশ্ৰমত সতীৰ পিঠিখন পৰিছিল। তাত দেৱীৰ নাম সৰ্বানী আৰু ভৈৰৱৰ নাম নিমিষ।

"কন্যাশ্ৰমং মহাক্ষেত্ৰ যত্ৰ রুদ্ৰপদদ্বয়ম্ ।"
—যোগিনীতন্ত্ৰ।

যি কন্যাশ্ৰমত রুদ্ৰপদ দুটি আছে, সি মহাক্ষেত্ৰ কন্যাশ্ৰমত শিৱৰ নাম রুদ্ৰ বুলি যোগিনীতন্ত্ৰই কয়।

তেজপুৰ নগৰৰ পূবে ভট্টাৰিকা, ভৈৰৱী বা জীয় ভৰলী নৈৰ মুখত ভোমৰাগুৰি পৰ্বতৰ পূবকাষে মহামুনি চ্যৱনৰ সিদ্ধাশ্ৰম আছিল। তাত প্ৰজাপতি সোমৰ ঔৰসত পুলোমাৰ গৰ্ভত এটি দিপলিপ কন্যাৰ জন্ম হৈছিল। চ্যৱন মুনিয়ে সেই কন্যাটি তুলি-তালি ডাঙৰ দীঘল কৰিছিল। কন্যাই সদাশিৱক তপস্যা কৰাত আশ্ৰমৰ নাম কন্যাশ্ৰম হয়। সদাশিৱ রুদ্ৰৰ পদযুগলৰ চিন আজিলৈকে যিটো শিলৰ ওপৰত আছে তাক "রুদ্ৰপদ" বোলে।

ভগৱতী গৌৰীৰ প্ৰশ্নৰ উত্তৰত ভগৱান রুদ্ৰই কৈছিল, —

"সোমস্য দুহিতা কন্যা চ্যৱনেন চ পালিতা।
শঙ্কৰেণ হৃতা পূৰ্বং গৌৰ্য্যাঃ শপ্তা ততঃ স্থিতা॥
অতঃ কন্যাশ্ৰমো নাম সৰ্বতীৰ্থময়ং শুভং।
ত্ৰৈলোক্যবন্দিতং ক্ষেত্ৰং যত্ৰ কন্যাশ্ৰমো প্ৰিয়ে॥"

সোমৰ কন্যা চ্যৱন মুনিৰ দ্বাৰাই প্ৰতিপালিতা হৈ সম্বৰ্দ্ধমান হোৱাত তাৰ পিছত শঙ্কৰে হৰণ কৰাত গৌৰীৰ দ্বাৰা অভিশপ্তা হৈ জলৰূপে তাত থাকে। এই কাৰণে কন্যাশ্ৰম সৰ্বতীৰ্থময় আৰু শুভপ্ৰদ। হে প্ৰিয়ে, কন্যাশ্ৰম থকা ক্ষেত্ৰখন ত্ৰৈলোক্যবন্দিতা।

সিদ্ধাশ্ৰমৰ উত্তৰে কপোত পৰ্বতত কন্যাই তপস্যা-চৰণ কৰিছিল। তেওঁৰ এই তপস্যাৰ কাৰণেই চ্যৱ-নাশ্ৰমৰ অপৰ নাম কন্যাশ্ৰম হয়।

এই কন্যাশ্ৰমৰ মাহাত্ম্যৰ বিষয়ে তন্ত্ৰত লিখা আছে যে এনেকুৱা পবিত্ৰ তীৰ্থক্ষেত্ৰ আগেয়েও হোৱা নাই, আগলৈকো নহব। সৌমাৰান্তৰ্গত এই হিন্দোল পীঠ ধনুৰ আকৃতি, ইয়াৰ আদিভাগত রুদ্ৰপদ, মধ্যভাগত নাগাক্ষ নামে শিৱক্ষেত্ৰ আৰু ইয়াৰ পূব ভাগত বিশ্বেশ্বৰ (বিশ্বনাথ)। এই তিনি ক্ষেত্ৰ থকাৰ নিমিত্তে হিন্দোল পীঠ শ্ৰেষ্ঠ বুলি বৰ্ণিত হৈছে।

এই কন্যাশ্ৰমতে সোমকুণ্ড বা সোমতীৰ্থ আছে। পদ্মপুৰাণৰ ভূমিখণ্ডত কন্যাশ্ৰমৰ বিষয়ে লিখা আছে। "কন্যাশ্ৰমে ত্ৰিৰাত্ৰ বাসোপবাসাভ্যাং কন্যাশতপ্ৰাপ্তিঃ ব্ৰহ্মলোকগমনঞ্চ।"

ভোমোৰাগুৰি পৰ্বতত শিলৰ খটখটিৰে এটা পুখুৰী আছে।

"উদ্ধোষ্ঠো ভৈৰৱ পৰ্বতে অৱন্তাখ্য মহাদেৱী লম্বকৰ্ণস্তু ভৈৰৱঃ।

**ভৈৰৱ পৰ্বত (ভৈৰৱ চূড়া)**

—তন্ত্ৰ চূড়ামণি॥

ভৈৰৱ পৰ্বতত সতীৰ ওপৰৰ ওঁঠখন পৰিছিল। এই পীঠৰ দেৱী অৱন্তী, ভৈৰৱ লম্বকৰ্ণ।

**ফুল্লৰা (অট্টহাস)**

"অট্টহাসে চৌষ্ঠপাতো দেৱী সা ফুল্লৰা স্মৃতা।
বিশ্বেশো ভৈৰৱস্তত্ৰ সৰ্বাভীষ্টপ্ৰদায়কঃ॥

—তন্ত্ৰচূড়ামণি

**নন্দীকেশ্বৰ (নন্দীপুৰ)**

'হাৰপাতো নন্দীপুৰে ভৈৰৱঃ নন্দিকেশ্বৰঃ।
নন্দিনী সা মহাদেৱী ভৈৰৱঃ নন্দিকেশ্বৰঃ॥

—তন্ত্ৰ চূড়ামণি

নন্দীপুৰত দেৱীৰ গলৰ হাৰ পৰিছিল, তাত দেৱী নন্দিনী আৰু ভৈৰৱ নন্দিকেশ্বৰ॥

গোৱালপাৰা জিলাত ভৈৰৱ বা ভৈৰৱ চূড়া-পৰ্বত ব্ৰহ্মপুত্ৰৰ উত্তৰ কুলে আছে, দক্ষিণ কুলে পগলাকে পৰ্বত আছে, এই উভয় পৰ্বততে শিৱৰ দেৱালয় আছে, আৰু এই পৰ্বত দুটাক অসমৰ স্বাভাৱিক গিৰি দুৱাৰ বুলিব পাৰি।

গোৱালপাৰা চহৰৰ প্ৰায় বিপৰীত ফালে ব্ৰহ্মপুত্ৰৰ উত্তৰ কুলত বৰপেটা মহকুমাৰ বগৰিবাৰী মৌজাত ফুলৰা নামে এটা সৰু পাহাৰ আছে। সেই পাহাৰত শিৱৰ দেৱালয় আছিল। ফুলৰাৰ অলপ দূৰত দেউলাদ নামে ঠাইতো এখন দেৱালয় আছিল। তন্ত্ৰত উল্লেখ কৰা ভৈৰৱ আৰু ফুল্লৰা পীঠ অসমৰ ভৈৰৱ আৰু ফুলৰা পাহাৰ হয় নে নহয় সঠিককৈ ক'ব নোৱাৰিলোঁ।

তেজপুৰ চহৰৰ পৰা ১২ মাইল উত্তৰ-পূবে জামগুৰিহাট। তাৰপৰা অলপ দূৰ উত্তৰ-পশ্চিম মুখে গ'লে নন্দিকেশ্বৰ দেৱালয় পোৱা যায়। তাত সতীৰ গলৰ হাৰ পৰিছিল। এই পীঠৰ দেৱী নন্দিনী, ভৈৰৱ নন্দিকেশৰ।

পি, এম, বাকৃচিৰ ডাইৰেক্টৰী পঞ্জিকাত ফুল্লৰা (অট্টহাস) আৰু নন্দিকেশ্বৰ (নন্দিপুৰ) অসমৰ বাহিৰে অন্যঠাইত বুলি লিখা আছে।

দৰং জিলাৰ ন-দুৱাৰ অঞ্চলৰ উত্তৰে দফলা পৰ্বতশাৰী আছে। "দফলা" শব্দটো দ্যো+প্লৱ শব্দৰ অপভ্ৰংশ। দফলা-পৰ্বত পূৰ্ব হিমালয়ৰ ঠাল-ঠেঙুলি। পূৰ্ব হিমালয়কে দ্যো বোলে। প্লৱ এজাতি মানুহ। সম্ভৱতঃ প্লৱবিলাক মহাদেৱৰ গুহ্যক নাটকপৰ্বত আছিল। পূৰ্ব্ব হিমালয়ৰ বৰফেৰে মহাশ্ৰম ঢকা পৰ্বতৰ টিংবিলাক আকাশ নিৰ্মল থাকিলে তেজপুৰৰপৰা সুন্দৰকৈ দেখা পোৱা যায়। ন-দুৱাৰ অঞ্চলৰ দিক্কৰিকা (দিকৰাই), বৃদ্ধগঙ্গা (বুঢ়ীগাং) আৰু স্বৰ্ণবহা বা স্বৰ্ণশ্ৰী (বৰগাং) এই তিনিখন নদী দফলা পৰ্বতমালাৰ নাটক পৰ্বতৰপৰা ওলাই দক্ষিণমুখে আহি ব্ৰহ্মপুত্ৰত পৰিছে। নাটক পৰ্বতত এটা মনোৰম্য সুদীৰ্ঘ সৰোৱৰ আছে। সেই পৰ্বতটো ছত্ৰাকাৰ, তাৰ টিঙৰ বৰফ বা হিমশিল পৰি পানী হৈ সেই হ্ৰদ বা সৰোৱৰত পৰে। সৰোৱৰৰ পানী ওলাই সেই তিনিখন নৈয়েদি বৈ আহে। নাটক পৰ্বতত শঙ্কৰৰ মহাশ্ৰম আছে। কালিকা পুৰাণত লিখা আছে—'কামাখ্যা পীঠৰ উত্তৰ পূব দিশে (ঈশান কোণত) নাটক শৈলত শঙ্কৰৰ মহাশ্ৰম আছে, তাত মহাদেৱ পাৰ্বতীৰে সৈতে সদায় বাস কৰে, মহাদেৱ আৰাধনা কৰিবলৈ সেই আশ্ৰমতকৈ ভাল ঠাই আৰু ক'তো নাই।"

"নাটক পৰ্বতত চিৰ নিৰ্মলা পানীৰে ভৰা পদুম ফুল। ফুলি থকা পৰম ৰমণীয় এটি সৰোৱৰ আছে, তাৰ পাৰত শঙ্কৰৰ অতি মনোহৰ আৰু

আছিল বহুল মহাশ্ৰম আছে, তাত দেৱ, দানৱ, কিন্নৰ, প্ৰমথ আদিয়ে সদায় নৃত্য বাদন আৰু বং ধেমালি কৰি থাকে। তেওঁলোকৰ লগত মহাদেৱেও তাত সদায় নৃত্য কৰি থাকে, তেওঁলোকৰ নটনৰ হেতুকে সেই আশ্ৰম নাটকশৈল নামে পৰিচিত হৈছে। এই নাটক পৰ্বত ছত্ৰাকাৰ, সুদৃশ্য আৰু শঙ্কৰৰ প্ৰিয়।”— কাঃ পুঃ ৫১ আধ্যা।

কালিকা পুৰাণৰ ৮০ আধ্যাত লিখা আছে — নাটক পৰ্বতত মানস সৰোৱৰৰ নিচিনা এটা সৰোৱৰ আছে। স্বৰ্ণ কমলেৰে শোভিত সেই সৰোৱৰত মহাদেৱে পাৰ্বতীৰে সৈতে সদায় জল-ক্ৰীডা কৰে। সেই পৰ্বতৰ পশ্চিম, মধ্য আৰু পূৰ্বভাগৰপৰা তিনিখন নৈ ওলাই দক্ষিণলৈ বৈ আহিছে। পশ্চিম ভাগৰপৰা ওলোৱা নৈখনৰ নাম দিক্কৰিকা, দিগ্-হস্তীবিলাকৰ আঘাতত উৎপন্ন হোৱা বাবে সেই নৈখনৰ নাম দিক্কৰিকা হৈছে। যিখন নদী মধ্য-ভাগৰ পৰা ওলাইছে, স্বয়ং শঙ্কৰে নমাই অনা সেই নদীখনৰ নাম বৃদ্ধগঙ্গা, বৃদ্ধগঙ্গা গঙ্গাৰ নিচিনা ফলদায়িনী। নৈখন সুবৰ্ণস্ৰাৱিনী বুলি প্ৰখ্যাত। পাৰ্বতীয়ে স্নান কৰিবৰ সময়ত তেওঁৰ গাৰপৰা সৰি পৰা সোণৰ কণিকাবিলাক এই নদীয়ে ধীৰে ধীৰে বৈ লৈ যায়, শম্ভুয়ে ক্ৰীড়াৰ সময়ত পাৰ্বতীৰ গাত সোণৰ কণিকাৰে সৈতে যি চন্দন-বিন্দু অৰ্পণ কৰে, স্নানৰ সময়ত সেই স্বৰ্ণ-কণিকা আৰু চন্দন-বিন্দু স্বৰ্ণ-শ্ৰীৰ পানীয়ে ধুই লৈ যায়, এই নিমিত্তে সেই সৰ্বশ্ৰেষ্ঠা নৈখনৰ অপৰ নাম স্বৰ্ণবহা। চ'ত মাহৰ কৃষ্ণা চতুৰ্দশীত সংযত চিত্তেৰে এইবিলাক নদীত ত্ৰৈকালিক স্নান কৰিলে বহুকাল দেৱী-গৃহত থাকি শেষত ব্ৰহ্মলোকলৈ যাব পাৰি।”

আমি তেজপুৰৰপৰা সময়ে সময়ে হিমালয়ৰ যি বৰফেৰে ঢকা ছত্ৰাকাৰ টিং দেখা পাওঁ, সেয়ে নাটক পৰ্বত দফলা পৰ্বত শাৰীৰ ভিতৰৰ এটা ওখ পৰ্বত।*

* আৱাহন, ব'হাগ ১৮৫৬, শক ৫ম বছৰ ৭ম সংখ্যা

( ৩ )

দক্ষ-যজ্ঞত সতীয়ে তনুত্যাগ কৰি আকৌ মহাদেৱক স্বামী লাভ কৰিবৰ কাৰণে গিৰিৰাজ হিমালয়ৰ ঘৰত জন্ম লয়। তেওঁৰ মাকৰ নাম মেনকা। বসন্ত কালৰ মৃগশিৰ নক্ষত্ৰত নৱমী তিথিৰ মাজনিশা তেওঁৰ জন্ম হয়। বাপেক হিমালয়ে তেওঁক ‘কালী’ বুলি মাতিছিল, বন্ধু-বান্ধৱসকলে তেওঁ নাম ‘পাৰ্বতী’ ৰাখিছিল। পাছে, এদিন নাৰদ মুনিয়ে আহি তেওঁলোকক পাৰ্বতীৰ

উমা-বন

পূৰ্বজন্মৰ কথা ক'লে, আৰু এই জন্মতো হৰক পাবৰ কাৰণে পাৰ্বতীক তপস্যা কৰিবলৈ উপদেশ দি ক'লে যে তপস্যাৰ দ্বাৰা হৰক প্ৰসন্ন কৰিব পাৰিলে পাৰ্বতীৰ গাৰ বৰণ সোণৰ নিচিনা আৰু কান্তি বিজুলীৰ নিচিনা হ'ব, আৰু তেতিয়া তেওঁৰ নাম কালী গুচি গৌৰী হ'ব। নাৰদৰ উপদেশ মতে পাৰ্বতীয়ে “ওঁ নমঃ শিৱায়” এই মন্ত্ৰ জপ কৰি তপোবনত গৈ তপস্যা কৰিবৰ নিমিত্তে মাকৰ অনুমতি খোজে। জীয়েকৰ কথা শুনি মাকে বিচুৰ্তি হৈ “উ-মা” (আই ঐ নেলাগে যাব) বুলি তপোবনলৈ যাবলৈ নিষেধ কৰে। তেতিয়াৰপৰা পাৰ্বতীৰ নাম ‘উমা’ হয়। জীয়েকে বৰকৈ ধৰাত গিৰিৰাজ আৰু মেনকাই তেওঁক তপোবনত গৈ তপস্যা কৰিবলৈ অনুমতি দিয়ে। পাছে হিমালয়ৰ নামনিত বৃদ্ধগঙ্গাৰ মুখত স্বৰ্ণদী মন্দাকিনীৰ পাৰত য'ত মহাদেৱে পূৰ্বে ওঠৰ বছৰ তপস্যা কৰিছিল, পাৰ্বতীয়ে সেই ঠাইত কঠোৰ তপস্যা কৰে। তেওঁৰ তপস্যাত প্ৰসন্ন হৈ অৱশেষত হৰেই তেওঁক দৰ্শন দিয়ে আৰু তেওঁক বাঞ্ছিত বৰ দান কৰে। তেওঁ তেতিয়া গৌৰী ৰূপ পাই পিতাকৰ ঘৰলৈ উভতি যায়। পাছে, হৰৰ লগত তেওঁৰ বিয়া হয়। তেওঁৰ তপোবনৰ নাম ‘উমা-বন” বুলি প্ৰখ্যাত হ'ল। আজি কালি উমা-বনক উমা-টুমনি বোলে। উমা-টুমনি এখন পৰম পবিত্ৰ ৰমণীয় ঠাই। এই মনোৰম্য ঠাই ডোখৰ দৰং জিলাৰ বিশ্বনাথ বা বিশ্ব-শৈলৰ পূব ফালে আছে। বিশ্বনাথত জাহাজৰ

ঘাট আছে। তেজপুৰৰ পৰা বিশ্বনাথলৈ ডাক জাহাজৰ তৃতীয় শ্ৰেণীৰ ভাড়া বাৰ অনা। উমা-টুমনিৰ দক্ষিণে ব্ৰহ্মপুত্ৰ, পশ্চিমে বুঢ়ীগাং নৈৰ মুখ। তাত ব্ৰহ্মপুত্ৰৰ দাঁতিত উমাই তপস্যা কৰা ঠাইত এটি আগৰ দিনৰ পকী মন্দিৰ আছে। মন্দিৰৰ ওচৰত আমলখী, শিলিখা, আশথ, বট আদি গছ আছে। টুমনিটোৰ ভিতৰত এটা পুখুৰী আছে। অলপ আঁতৰত এটা প্ৰকাণ্ড শিলত প্ৰতাপপুৰীয়া ৰজাৰ দিনৰ শিলালিপি, চক্ৰব্ৰেহ; বাঘখেল আদি আঁকা আছে। যি ঠাইত শিৱই উমাক দৰ্শন দিছিল, সেই ঠাই ভোখৰ বৃদ্ধগঙ্গাৰ মুখত। তাত কিছুমান শিলৰ মাজত এটা গহ্বৰ আছে। "যোগিনীতন্ত্ৰত" আছে, 'পৰমেষ্ঠী ব্ৰহ্মপুত্ৰে বিশ্বশৈলেতু গহ্বৰঃ'। তাকে বিশ্বনাথ নামে শিৱলিঙ্গ আৰু যোনিমণ্ডলৰূপা বিশ্বদেৱী বোলে। বাৰিষা প্ৰায় ছমাহ সেই গহ্বৰ বৃদ্ধ গংগাৰ পানীৰ তলৰ ডুবি থাকে। খৰালি পানী শুকালে পূজাৰীয়ে শিলৰ ওপৰৰ বালি খান্দি গহ্বৰটো উলিয়াই লিঙ্গ-যোনিৰ পূজা কৰে। শিৱৰাত্ৰিত এই গহ্বৰত সেৱা কৰিবলৈ অনেক যাত্ৰী আহে। স্থানীয় মানুহৰ মুখত শুনিবলৈ পোৱা যায় "বিশ্বনাথ গোসাঁই লৰক ফৰক, ছমাহ জলত ছমাহ থলত।"

উমাৰ এই কাহিনীটোৰ বিষয়ে সবিশেষ জানিব খুজিলে "কালিকা পুৰাণ" (৪৩ আধ্যা), "ব্ৰহ্মাণ্ড পুৰাণ" (৪৩ আধ্যা) আৰু "ত্ৰিকাণ্ড শেষ" পঢ়ি চাব।

উমা-বন শোণিতপুৰ ৰাজ্যৰ ভিতৰত থকা বুলি সংস্কৃত ভাষাত লিখা "হেমকোষ", "ত্ৰিকাণ্ড শেষ" আৰু জৈমিনি ভাৰত"(২১ আধ্যা) পুথিত লিখা আছে।

উমা-বনৰ ওচৰৰ বিশ্বনাথ শোণিত পুৰাধিপতি বাণ ৰজাৰ গুপ্তকাশী। তাত উনকোটি শিৱলিঙ্গ থকা গুপ্তকাশী বুলি প্ৰবাদ আছে। গুপ্তকাশীৰ বিৱৰণ পিছে বহলাই লিখা হ'ব।

**নাটক পৰ্ব্বত**

"ঐশান্যাং নাটকে শৈলে শঙ্কৰস্য মহাশ্ৰমঃ।
নিত্যং বসতি তত্ৰেশং তদধীনা চ পাৰ্বতী॥"

(কাঃ পুঃ ৫১ আধ্যা)

কামাখ্যা পীঠৰ ঈশান কোণত নাটক পৰ্বতত শঙ্কৰৰ মহাশ্ৰম আছে। তাত নিতৌ সদাশিৱই পাৰ্বতীৰে সৈতে বাস কৰে।

নাটক পৰ্বতত চিৰনিৰ্মল পানীৰে ভৰা প্ৰফুল্ল পদুম ফুল থকা সুন্দৰ দীঘল এটি সৰোবৰ আছে। তাৰ পাৰত শঙ্কৰৰ অতি মনোৰম মহাশ্ৰম। সেই আশ্ৰমত দেৱ-দানৱ, কিন্নৰ, প্ৰমথাদিয়ে সদায় নাচ-বাগ কৰি থাকে। তেওঁলোকৰ নৃত্য বাদনৰ হেতুকে মহাদেৱেও তাত কৌতুকপৰ হৈ নিতৌ নৃত্য কৰি থাকে। এওঁলোকৰ নটনৰ বাবে সেই আশ্ৰমৰ নাম নাটক শৈল হৈছে। এই নাটক শৈল ছত্ৰাকাৰ, শঙ্কৰৰ প্ৰিয় আৰু সুদৃশ্য।

—(কাঃ পুঃ ৫১ আধ্যা)

এই নাটক পৰ্বত তেজপুৰৰ ন-দুৱাৰ অঞ্চলৰ উত্তৰে দফলা পৰ্বতত আছে। 'দৌপ্লৱ' শব্দৰ পৰা 'দফলা' শব্দ ওলাব পায়। প্ৰৱবিলাক মহাদেৱৰ গুহাকৰ বংশধৰ। কালিকা পুৰাণৰ ৮০ আধ্যাত লিখা আছে যে নাটক পৰ্বতত মানসী সৰোৱৰৰ নিচিনা এই সৰোবৰ আছে। স্বৰ্ণ-পদুমেৰে শোভিত সেই সৰোৱৰত মহাদেৱে পাৰ্বতীৰে সৈতে সদায় জলক্ৰীড়া কৰে। সেই পৰ্বতৰ পশ্চিম, মধ্য আৰু পূৱভাগৰ পৰা তিনিখন নৈ ওলাই দক্ষিণ সাগৰলৈ বৈ গৈছে। তাৰে পশ্চিমভাগৰ পৰা ওলোৱা বৃদ্ধ গঙ্গা নৈখনৰ নাম ডিকৰিকা, দিগ্, হস্তীবিলাকৰ আঘাতত উৎপন্ন হোৱা বাবে সেই, নৈখনৰ নাম দিকৰিকা হৈছে। যিখন নৈ মধ্যভাগৰপৰা ওলাইছে, সেইখন স্বয়ং শঙ্কৰৰ দ্বাৰা অৱতাৰিতা অৰ্থাৎ শঙ্কৰে নিজে তৈয়াৰ্মলৈ নমাই অনা নৈ, তাৰ নাম বৃদ্ধগঙ্গা। বৃদ্ধগঙ্গা গঙ্গীৰ

নিচিনা ফলদায়িনী, যি নদী নাটক পর্বতৰ পূবফালৰ পৰা ওলাইছে, সেই সুবর্ণস্রাৱিনী মৈখনো গঙ্গাৰ নিচিনা ফলদায়িনী। পার্বতীয়ে স্নান কৰিবৰ সময়ত তেওঁৰ গাৰপৰা এৰাই পৰা সোণৰ কণিকা-বিলাক এই নৈয়ে ধীৰে ধীৰে বৈ লৈ যায়, শম্ভুৰে ক্রীড়াৰ সময়ত পার্বতীৰ গাত সোণৰ কণিকাৰে সৈতে যি চন্দন-বিন্দু অর্পণ কৰে, স্নানৰ সময়ত সেই স্বর্ণৰেণু আৰু চন্দন-বিন্দু স্বর্ণশ্রীৰ পানীৰে ধুই লৈ যায়, এই নিমিত্তে সেই সর্বশ্রেষ্ঠা স্বর্ণশ্রী নদীৰ নাম স্বর্ণবহা হৈছে।

—( কাঃ পুঃ ৮০ আধ্যা )

আজিকালি দিক্কৰিকাৰ নাম দিকৰাই, বৃদ্ধগঙ্গাৰ নাম বুঢী গাং আৰু স্বর্ণবহাৰ নাম ষৰগাং হৈছে। "কালিকা পুৰাণত" আছে,—

"মধ্যভাগাৎ সৃতা যাতু শঙ্কৰেণাৰতাৰিতা।
বৃদ্ধ গঙ্গাহ্বয়া সাতু গঙ্গেৰ ফলদায়িনী॥"

এই তিনিওখন নৈ তেজপুৰৰ ন-দুৱাৰ অঞ্চলৰ ভিতৰত আছে।

**বিশ্বনাথ ও বিশ্বদেৱী**

"বৃদ্ধগঙ্গাজলস্যান্তস্তীৰে ব্রহ্মসুতস্য বৈ।
বিশ্বনাথাহ্বয়ো দেৱঃ শিৱলিঙ্গ সমন্বিতঃ॥
বিশ্বদেৱী মহাদেৱী যোনিমণ্ডলৰূপিণী।
হয়গ্রীৱেন যুযুধে তত্র দেৱো জগৎপতিঃ॥
হয়গ্রীৱঃ যত্র হত্বা মণিকূটং পুৰা গতম্॥
তত্রয়ঃ পূজয়েদ্দুর্গাং শাৰদাং তন্ত্রমন্ত্রকৈঃ
হয়গ্রীৱস্য মন্ত্রেণ তন্ত্রেণ গৰুড়ধ্বজম্।
কামেশ্বৰস্য তন্ত্রেণ মন্ত্রেণাপি চ শঙ্কৰম্।
য যজেৎ পৰয়া ভক্ত্যা দ্বাদশ্যাং সমুপেষিতঃ।
অষ্টম্যাঞ্চ চতুর্দশ্যাং তস্য পুণ্যফলং শৃণু॥
কল্প কোটি ত্রয়ং স্থিত্বা শিৱগেহে গৃহে হৰেঃ।
তাৱন্তং সংস্থিতঃকালং তাৱন্তঞ্চ শিৱাগৃহে।
শেষে ভুৱং সমাসাদ্য বেদবিদ ব্রাহ্মণো ভবেৎ॥

( কাঃ পুঃ, ৮০ আধ্যা )

ব্রহ্মপুত্র নদৰ তীৰত বৃদ্ধগঙ্গাৰ পানীৰ মাজত বিশ্বনাথ নামে শিৱলিঙ্গ আৰু যোনিমণ্ডলৰূপা মহাদেৱী বিশ্বদেৱী অৱস্থান কৰিছে। পূর্বকালৰ জগৎপতি বিষ্ণুৱে তাতে হয়গ্রীৱ নামে অসুৰৰ লগত যুদ্ধ কৰিছিল, আৰু হয়গ্রীৱক বধ কৰি হাজোৰ মণিকূটত গৈ অৱস্থান কৰিছিল। তাত যি মানুহে দ্বাদশী, অষ্টমী আৰু চতুর্দশী তিথিত উপবাসে থাকি শাৰদা তন্ত্ৰ আৰু মন্ত্রানুসাৰে ভগৱতী দুর্গাক, হয়গ্রীৱ তন্ত্র-মন্ত্রানুসাৰে গৰুড়ধ্বজ বিষ্ণুক, আৰু কামেশ্বৰ তন্ত্র-মন্ত্রানুসাৰে শঙ্কৰক পৰম ভক্তিৰে সৈতে পূজা কৰে, তেওঁৰ পুণ্যফল শুনা, তেওঁ তিনি কল্পকাল শিৱলোকত, তিনিকল্প বিষ্ণুলোকত আৰু তিনিকল্প দুর্গাধামত বাস কৰি শেষত পৃথিৱীত বেদজ্ঞ ব্রাহ্মণ হৈ জন্ম গ্রহণ কৰে।

বিশ্বনাথ ঘাটত বিষ্ণু, শিৱ আৰু চণ্ডীৰ পকী মন্দিৰ ভগ্নাৱস্থাত আছে। বুঢী গাং নৈৰ মুখত বিশ্বনাথ শিৱ আৰু ভগৱতী বিশ্বদেৱীৰ দেৱালয় থকা ঠাইত কোনো মন্দিৰ বা ঘৰ নাই। সেই দেৱালয়ৰ চিন স্বৰূপে যিবিলাক শিল আছে, সেইবিলাকো বাৰিষা পানীত তল গৈ থাকে। তেতিয়া বামত থকা মন্দিৰৰ পূজা সেৱা হয়। খৰালি শিলনিৰ মাজৰ গহ্বৰত পূজা হয় "পৰমেষ্ঠি ব্রহ্মপুত্রে বিশ্বশৈলে ভূ-গহ্বৰঃ" ( যোগিনীতন্ত্র )—বিশ্বনাথৰ বিশ্বশৈলৰ গহ্বৰেই শিৱ।

**মহাক্ষেত্রং**

"কন্যাশ্রমং মহাক্ষেত্রং যত্র ৰুদ্রপদদ্বয়ং।
একাম্রকং পৰং ক্ষেত্রং যত্র নাগাঙ্ক শঙ্কৰঃ॥
মানসং ক্ষেত্রকঞ্চৈৱ যত্র বিশ্বনাথো হৰঃ।
নাটকাৰণ্যকাঞ্চৈৱ চম্পকাৰণ্যকঃ তথা॥
পিচ্ছিলা যা দক্ষিণতো গৌতমস্য মহাফলা॥"

—যোগিনীতন্ত্র

কন্যাশ্রমত ৰুদ্রৰ পদ দুটি আছে, সেই আশ্রম মহাক্ষেত্র বিশ্বনাথৰ পশ্চিমে, ভোমোৰাগুৰি পর্বতৰ পূবফালে "ৰুদ্রপদ" আছে। তেজপুৰৰ ভোমোৰাগুৰি পর্বতৰপৰা শিলঘাটৰ 'দুই মুনি শিলা" পর্যন্ত কন্যাশ্রম। তাতে "কন্যকা" নামে গাওঁ বহিছিল। বৃগাঙ্ক বা প্রতাপসিংহ ৰজাই কন্যাকাত তেওঁৰ ৰাজধানী পাতিছিল। জীয়া ভৰলী বা ভট্টাৰিকা নদীয়ে কন্যকা

গাওঁ ভাঙিলে। কন্যাকা নামে এটি কন্যাই ৰুদ্ৰপদ থকা ঠাইত মহাদেৱক স্বামীলাভ কৰিবৰ কাৰণে ঘোৰ তপস্যা কৰিছিল। তেওঁ মহামুনি চ্যৱনৰ পালিতা কন্যা আছিল। সেই কন্যাৰ নামেই চ্যৱনাশ্ৰমৰ নাম কন্যাশ্ৰম হয়। কন্যাশ্ৰমৰ উত্তৰ-পূবে নাগাক্ষ শঙ্কৰ বা নাগশঙ্কৰ দেৱালয় থকা ঠাইক একাম্ৰক ক্ষেত্ৰ বা শিৱক্ষেত্ৰ বোলে। য'ত বিশ্বনাথ হৰ আছে সেই ঠাইক মানস ক্ষেত্ৰ বোলে। মানসক্ষেত্ৰৰ উত্তৰ অৰ্থাৎ বিশ্বনাথৰ উত্তৰে, নাটক পৰ্বতৰ দক্ষিণে নাটকাৰণ্য, নটিকাৰণ্যৰ পূবে চম্পকাৰণ্য, তাৰ দক্ষিণত গৌতমৰ মহাফলা পিছলা নৈ। পিছলাৰ দুয়োফালৰ ঠাইখিনি গৌতমাৰণ্য। এই গৌতমাৰণ্যতে অহল্যা হ্ৰদ আছে, তাক আজিকালি মাগ্‌নোৱা বিল বোলে। পিছলাৰ কাষত মাগ্‌নোৱা বিলৰ ওচৰত ফুলবাৰী দেওঘৰ। মাগ্‌নোৱা বিলৰ পূবে ধলপুৰৰ উত্তৰ ফালে "কৌহিকৰ দলনি" নামে যি বিল আছে, তাৰ নাম পূৰ্বে "কৌশিক মুনিৰ হ্ৰদ" আছিল। মানস, একাম্ৰক আৰু কন্যাশ্ৰম এই তিনিও মহাক্ষেত্ৰ। "পিচ্ছিলায়াং ত্ৰিবিক্ৰমঃ"—যোগিনী তন্ত্ৰ। পিছলাৰ পাৰৰ ফুলবাৰীৰ শিৱক ত্ৰিবিক্ৰম বোলে।

তেজপুৰ নগৰৰপৰা উত্তৰ ট্ৰাঙ্ক ৰ'ড আলিয়েদি ১৫ মাইল উজাই গৈ তাৰপৰা এমাইলমান দক্ষিণলৈ গলে নাগশঙ্কৰ দেৱালয় পোৱা যায়। এই দেৱালয় দিকৰিকা বা দিকৰাই নৈৰ পূব পাৰে।

**নাগশঙ্কৰ**

শকাদিত্যৰ শকৰ প্ৰায় ৩০০ বছৰমান পাছত নাগাক্ষ নামে লৌহিত্য বংশৰ এজন ৰজাই নাগশঙ্কৰ দেৱালয় প্ৰতিষ্ঠা কৰিছিল। উক্ত দেৱালয়ৰ ওচৰৰ প্ৰতাপপুৰ বা প্ৰতাপগড়ত তেওঁৰ ৰাজধানী আছিল। এই বংশৰ ৰজাবিলাকে প্ৰায় ৪০০ বছৰমান দৰংজিলাৰ উজনীখণ্ডত আৰু লক্ষীমপুৰ জিলাৰো উত্তৰ কূলৰ অংশত ৰাজত্ব কৰিছিল। তেওঁলোক বামুণ আছিল।

এই দেৱালয়ৰ মন্দিৰৰ ভিতৰত এটি গহ্বৰ আছে, তাৰপৰা পানী ওলাই থাকে। গহ্বৰলৈ নামি যাব পৰা শিলৰ খট্‌খটি আছে। গহ্বৰৰ পানীত হেনো এটা কাছ আছে। দেৱালয়ৰ কাষৰ পুখুৰীত অনেক কাছ থাকে। কোনো লোকে কাছ বধ নকৰে, কাছৰ কণীও নাখায়। যাত্ৰীয়ে পুখুৰীটোৰ পানীত মাহপ্ৰসাদ পেলালে কাছবিলাকে আহি খায়।

অসমৰ চুচেন্‌ফা স্বৰ্গদেৱৰ দিনত ১৪০২ শকত নাগশঙ্কৰ দেৱালয়ৰ দৌল নিৰ্মাণ কৰা হৈছিল বুলি বুৰঞ্জীৰপৰা জনা যায়।

শিৱসাগৰ জিলাৰ দিখৌ নৈৰ আগাৰিত বিহগাদ্ৰি বা চৰাইদেউ পৰ্বতত বশিষ্ঠমুনিয়ে এক আশ্ৰম পাতি কিছুকাল বাস কৰিছিল। তেতিয়া দিখৌ নৈৰ নাম "বাশিষ্ঠী গঙ্গা" আছিল। "যোগিনী তন্ত্ৰই" দিখৌক "তীৰ্থশ্ৰেষ্ঠা দিক্ষু নদী পূৰ্বস্যাং গিৰিকন্যকা" বুলিছে।

**বাশিষ্ঠী গঙ্গা**

"কামৰূপ অনুসন্ধান সমিতিয়ে" প্ৰকাশ কৰা "পূৰণি অসম বুৰঞ্জীত" আছে,—

"সৌমাৰ পীঠৰ পূৰ্ব দেশত হীৰকূট নামে পৰ্বতৰ দক্ষিণে স্বৰ্ণাদ্ৰি পৰ্বতৰ উত্তৰে বিহগাদ্ৰি নামে পৰ্বত আছে। তাৰে গহ্বৰত বশিষ্ঠ থাকে। সেই পৰ্বততে ৰত্নভূমি প্ৰকাশিত এক থান আছে। তাতে অনেক পুষ্পবাটিকা আছে। তাতে কামোন্মত্ত বাত সদা বহি থাকে। সুগন্ধ পুষ্পযুক্ত লতাবৃক্ষে শোভিত এনে সুন্দৰ থান দেখি, স্বৰ্গৰপৰা ইন্দ্ৰদেৱতা শচী সহিতে আহি ক্ৰীড়া কৰিছিল। একদিনা প্ৰতি বশিষ্ঠে গহ্বৰৰ পৰা সৰোবৰত স্নান কৰিবলৈ আহোঁতে শচী আদি কৰি স্ত্ৰীসকল সহিতে ইন্দ্ৰে ক্ৰীড়া কৰোঁতে বশিষ্ঠে দেখিলে। ক্ৰোধ কৰি বোলে, মোৰ আশ্ৰমক অশুদ্ধ কৰিলি নিমিত্তে তোৰ অন্ত্যজ স্ত্ৰীত সঙ্গম হোক, এহি বুলি শাপ দিলে। পাছে ঐশাণ্য কোণৰ ৰত্নপীঠত মীনাচল পৰ্বতত তপ কৰিবলৈ গৈল। আন এক প্ৰকাৰ,—

"পূৰ্বে বশিষ্ঠ মুনিয়ে দিখৌ নদীৰ আগৰিত এক বাৰাণসী তুল্য পবিত্ৰ ক্ষেত্ৰ নিৰ্মাণ কৰিবৰ ইচ্ছা কৰিলে। নদীকো বাশিষ্ঠী গঙ্গা নাম দিবলৈ ইচ্ছা কৰিলে, নৈৰ উজনি দেশত জলৰ সমীপতে দুই

ক্ৰোশ পৰিমাণ স্থানত একহাজাৰ শালগ্ৰাম পুতিলে। মধ্যতে লক্ষ্মীনাৰায়ণ শালগ্ৰামক পুতিলে। চৌপাশে ফুল তুলসী, আমলখী অশ্বত্থ কলে। এই প্ৰকাৰ কৰি পুৰশ্চৰণ কৰিবলৈ আৰম্ভিলে। পাছে ইন্দ্ৰ দেৱতাএ বিস্তৰ লোক তৰি স্বৰ্গলৈ যাব। হেন জানি মেঘক আজ্ঞা কৰিলে, বৃষ্টি কৰাই নদীকো বঢ়াই বশিষ্ঠৰ স্থানকো বুৰাই পূজাৰ সামগ্ৰীকো উটাই নিলে। পাছে, বশিষ্ঠে কোপ কৰি ধ্যানযোগে ইন্দ্ৰৰ অকাৰ্যক দেখি ইন্দ্ৰক শাপ দিলে বোলে তোৰ ম্লেচ্ছযোনিত জন্ম হৌক, যাতো দেৱতা হুই ম্লেচ্ছৰ কৰ্ম্ম আচৰিলি। নদীকো শাপিলে বোলে তোৰ তীৰত ম্লেচ্ছলোকে নিবাস কৰিব। তভিন্ন মল-মূত্ৰবাহিনী হৈবি, তোৰি তীৰত যি নৰে প্ৰাণ ছাড়িব সিও প্ৰেত হৈব। * * * নদীক বুলিলে — কলি যুগৰ দশহাজাৰ বৎসৰ গৈলে তোৰ শাপ গুছিব। এই বুলি বশিষ্ঠে অসন্তোস কৰি ক্ষেত্ৰ নাপাতি কাম-ৰূপত ভগুৰুৱা (ভৰলু) নদীৰ তীৰত পৰ্বতৰ মধ্যত আশ্ৰম কৰি থাকিল।”

স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ “আসাম বুৰঞ্জীত” আছে, ——

“সোমাৰ পীঠৰ পূবফালে স্বৰ্ণাদ্ৰি আৰু হীৰ-কূট পৰ্ব্বতৰ মধ্যত বিহগাদ্ৰি নামে এক পৰ্ব-তত বশিষ্ঠ মুনিৰ আশ্ৰম আছিল। তাৰ সমীপৰ ৰত্নভূমি নামে ঠাইত ইন্দ্ৰ ৰজাই শচী আৰু আন আন সখীসকলে সইতে সেই মুনিৰ ফুলনিত ক্ৰীড়া কৰি থকাত মুনিয়ে দেখি ক্ৰোধ কৰি ইন্দ্ৰক অন্ত্যজাত পতিত হবলৈ শাপ দিলে, আৰু মুনি গুৱাহাটীৰ অগ্নিকোণে কিছুমান দূৰৈত, সন্ধ্যাচল পৰ্ব্বতলৈ গই তাত আশ্ৰম কৰিলে। এই আশ্ৰম অদ্যপিও বশিষ্ঠাশ্ৰম নামে প্ৰখ্যাত হৈ আছে।”

খামুটি বা বান্ জাতি থকা পৰ্ব্বতবিলাকেই “স্বৰ্ণাদ্ৰি” আৰু নগা পৰ্ব্বতেই “হীৰকূট” হ’ব পাৰে, এইবিলাক পৰ্বতৰ পূবে ব্ৰহ্মদেশ। ব্ৰহ্ম-দেশকে এসময়ত স্বৰ্ণভূমি বোলা হৈছিল। স্বৰ্গৰ ৰজাৰ উপাধি ইন্দ্ৰ। ব্ৰহ্মদেশত মণি ৰত্নৰ খনি থকা বাবে তাক ৰত্নভূমিও বোলা হয়।

কালিকা পুৰাণৰ ৫১ আধ্যাৰ পৰা জনা যায় যে কামৰূপ পীঠত সন্ধ্যাচল পৰ্বত আছে, (বশিষ্ঠাশ্ৰম সন্ধ্যাচল) তাত বশিষ্ঠই নমাই অনা কান্তা নামে নদী বৈ আছে, সেই নদীৰ পাৰত ছাঁয়া প্ৰধান বৃক্ষ লতাদিৰে পৰিপূৰ্ণ এটা ডাঙৰ পৰ্বত আছে, ব্ৰহ্মাৰ মানসপুত্ৰ বশিষ্ঠই সেই পৰ্বতত বহি সন্ধ্যা কৰিছিল, সেই কাৰণে দেৱসতাসকলে সেই পৰ্বতৰ নাম সন্ধ্যাচল ৰাখিলে।

“কালিকা পুৰাণৰ” ৭৯ আধ্যাত আছে,—বশিষ্ঠ মুনিয়ে সন্ধ্যাচলত আশ্ৰম কৰি থকা কালত ব্ৰহ্ম-নন্দন বশিষ্ঠ নিমি ৰজাৰ শাপত দেহহীন হৈছিল। ৰাজৰ্ষি নিমিও বশিষ্ঠৰ শাপত দেহহীন হৈছিল। তেতিয়া বশিষ্ঠই ব্ৰহ্মাৰ উপদেশমতে নিৰ্জ্জন কামাখ্যা পীঠত সন্ধ্যাচল পৰ্বতত তপস্যা কৰে, তাত বিষ্ণুৱে তেওঁক দেখা দি বৰ দিলত সেই বৰৰ প্ৰভাৱত তেওঁ সন্ধ্যাচলত এটি মহাকুণ্ড নিৰ্ম্মাণ কৰি তাত স্নান আৰু জল পান কৰি পূৰ্বৰ নিচিনা শৰীৰ লাভ কৰে। সেই অমৃত কুণ্ডৰপৰা সন্ধ্যা নামে নদী ওলাইছে। সেই নদীত স্নান কৰিলে মানুহ চিৰজীৱী আৰু নিৰোগ হয়। সেই নদীৰ পূবে ললিতা নামে এখন নৈ। মহাদেৱে সেই নৈখনক বোৱাই আনি-ছিল। যি মানুহে বহাগ মাহৰ শুক্লা তৃতীয়াত ললিতা স্নান কৰে, তেওঁ শিৱলোক প্ৰাপ্ত হয়। ললিতা নৈৰ পূবে ভগৱান নামে এক পৰ্বত আছে। ভগৱান বিষ্ণু লিঙ্গৰূপে তাত বিৰাজ কৰিছে। যি মানুহে শুক্ল পক্ষৰ দ্বাদশীত ললিতা স্নান কৰি ভগৱান পৰ্বতত আৰোহণ কৰি বিষ্ণু পূজা কৰে, তেওঁ বিষ্ণুলোকলৈ গতি কৰে।

বশিষ্ঠাশ্ৰমৰ মহাকুণ্ডৰ ওপৰত এটি পকী মন্দিৰ আছে। সেই কুণ্ডৰ পানী বৈ গৈ সন্ধ্যা নদীত পৰিছে। আশ্ৰমৰ ওচৰত যাত্ৰীলোকে জিৰাবৰ নিমিত্তে এটি জিৰণি ঘৰ আছে। গুৱাহাটী নগৰৰপৰা এই আশ্ৰম

৭ মাইল দুৰ। সন্ধ্যা, ললিতা আৰু কান্তা, এই তিনিওখন নৈৰ মিলিত সুঁতিক ভগুকৰা বা ভৰলু নৈ বোলে।

"বশিষ্ঠাশ্ৰম" নামে কবিতাত কবিবৰ শ্ৰীযুত ৰঘুনাথ চৌধাৰীদেৱে লিখিছে :—

"হে পথিক জুৰোৱাহি তাপিত জীৱন,
ক্ষন্তেক বহিলে হিয়া পৰিব শীতল,
ভাগকৰা পথিকৰ শান্তি-নিকেতন,
অমৰা প্ৰেমৰ পুৰী গিৰি সন্ধ্যাচল।
প্ৰকৃতিৰ কাম্যবন ঋষিৰ আশ্ৰম,
অমৰ বাঞ্ছিত পুৰী অতি বিতোপন,
চাৰিদিশ নিজঞ্জাল নিমাত নিজম,
গম্ভীৰ প্ৰকৃতি যোগী ধ্যানত মগন।
সন্ধ্যা-ললিতা-কান্তা পৰ্বত জীয়াৰী,
তিনিওটি বাই-ভনী স্বৰ্গীয় ভাৰত,
মহিমাৰ গীত গাই স্বভাৱ সুন্দৰী,
সম্ভাষিছে ব্ৰহ্মপুত্ৰ স্বামীৰ কোলাত।
০ ০ ০
বহল শ্যামল ক্ষেত্ৰ শিলনিৰে গঁথা,
লেখা আছে বশিষ্ঠৰ হৃদয় দুৰ্গত—
অতীত গৌৰৱস্মৃতি আৰু পুণ্য কথা,
বিশ্বলীলা অভিনয় কীৰ্তি শত শত।
কত যুগ মাৰ গ'ল কালৰ সোঁতত,
আজিও বশিষ্ঠাশ্ৰম আছে একেভাৱে।
আৰ্যৰ গৌৰৱ ঘোষি মৰ্ত ভুৱনত,
বিজেতাৰ হেন্দোলনি সহিছে নিৰৱে।"

প্ৰকৃতিৰ কাম্য কানন, পুণ্যশ্লোক বেদজ্ঞ ঋষি-মুনিসকলৰ তপোবনেৰে ভৰা দেৱভূমি কামৰূপ এনে পুণ্যস্থান হৈ উঠিছিল যে তাত যমৰজাৰ অধিকাৰ নোহোৱা হৈ পৰিছিল। যমৰাজৰ অনুৰোধত ভগৱান বিষ্ণুৱে গৈ মহাদেৱক এইবুলি গোহাৰি জনালে—

'শ্ৰীভগৱানুবাচ'

"সৰ্বদেৱৈঃ সৰ্বতীৰ্থৈঃ সৰ্বক্ষেত্ৰৈস্তথৈব চ।
এভ্যাপ্তং কামৰূপং মাভোহন্যাদ্বিদ্যতে পৰম॥
ইদং পীঠং সমাসাদ্য দেৱত্বং যান্তি মানৱাঃ।
অমৃতত্বং গণত্বঞ্চ তত্ৰ শক্তো যমো নহি॥
তথা কুৰু মহাদেৱ যথা স্যাদক্ৰমো ক্ৰমঃ।
যমো নিৰৱো যত্ৰাস্তি মৰ্য্যাদামন প্ৰদূশ্যতে।৮"

—কাঃ পুঃ ৮১ আধ্যা

অৰ্থাৎ এই কামৰূপ সকলো দেৱতা, সকলো তীৰ্থ আৰু সকলো ক্ষেত্ৰৰ দ্বাৰা ব্যাপ্ত হৈ আছে। ইয়াতকৈ উত্তম ঠাই আৰু ক'তো নাই। এই পীঠত বাস কৰি মানুহ দেৱতা হৈছে, ইয়াত তনুত্যাগ কৰি মানুহে মুক্তি লাভ কৰিছে। আৰু গণত্বও পাইছে, ইয়াৰ মানুহৰ ওপৰত যমৰ ক্ষমতা নথকা হৈছে। এতেকে হে মহাদেৱ। এনে কোনো উপায় কৰক, যাতে মানুহবিলাকৰ ওপৰত যমৰ ক্ষমতা অক্ষুণ্ণ থাকে। যমলৈ ভয় নাথাকিলে এই পীঠত ঠিক নিয়ম প্ৰতিপালিত নহ'ব।

বিষ্ণুৰ কথা শুনি শঙ্কৰে দেৱী উগ্ৰতাৰাক এই বুলি আদেশ কৰিলে যে কামৰূপৰ সকলোলোক চতুবৰ্ণ, এনেকি দ্বিজাতি পৰ্যন্ত, সকলোকে বাহিৰ কৰি দি কামৰূপ পীঠক গুপ্ত কৰিব লাগে। উগ্ৰতাৰাই গণবিলাকেৰে সৈতে যেতিয়া লোকবিলাকক খেদিবলৈ ধৰিলে, তেতিয়া বশিষ্ঠই খঙত এই বুলি শাপ দিলে যে 'দেৱভূমি কামৰূপ ম্লেচ্ছভূমিত পৰিণত হওক, মহাদেৱ ম্লেচ্ছপ্ৰিয় ভস্ম আৰু অস্থিধাৰী হৈ ইয়াত বাস কৰক আৰু উগ্ৰতাৰা আদি দেৱীসকল বাম-ভাৱে (বেদ বিৰুদ্ধ পন্থানুসাৰে) পূজিত হওক, ভগৱান বিষ্ণু (কৃষ্ণাৱতাৰত) যেতিয়ালৈকে ইয়ালৈকে নাহে, তেতিয়ালৈকে কামৰূপ ম্লেচ্ছভূমি হৈ থাকক। বশিষ্ঠই এইকথা কৈ ভাটিফালে গুচি গ'ল। সুৰালয় কামৰূপ পীঠত প্ৰমথসকল ম্লেচ্ছ হ'ল, উগ্ৰতাৰা বামা হ'ল, মহাদেৱ ম্লেচ্ছপ্ৰিয় হ'ল, কামৰূপৰ মাহাত্ম্য প্ৰতিপাদক তন্ত্ৰবিলাকৰ প্ৰচাৰ বিৰল হ'ল, চাওঁতে-চাওঁতেই দেৱভূমি কামৰূপ বেদ-মন্ত্ৰহীন আৰু চতুৰ্বৰ্ণ শূন্য হ'ল। ভগৱান বিষ্ণু আহিলত কামৰূপ যদিও শাপৰ পৰা মুক্ত হ'ল, তথাপি দেৱতা আৰু মানুহে আগৰ

নিচিনাকৈ তাৰ মাহাত্ম্য জানিব নোৱাৰিলে। তেতিয়া ব্ৰহ্মাই সকলো কুণ্ড গোপন কৰাৰ উপায় উলিয়ালে। অপুনৰ্ভৱ কুণ্ড, সোমকুণ্ড, ব্ৰহ্মকুণ্ড, উৰ্বশী কুণ্ড আৰু আন আন পুণ্যস্থান আৰু পুণ্যতোয়া নদীবিলাক গোপন কৰাৰ উপায় কৰিলে। ব্ৰহ্মাই শান্তনু মুনিৰ ভাৰ্যা অমোঘাৰ গৰ্ভত জলময় নিজ-তনয় উৎপাদন কৰি সুবুদ্ধি জামদগ্ন্য পৰশুৰামৰ দ্বাৰাই তেওঁক নমাই আনালে, তেওঁ সমস্ত কামৰূপ প্লাৱিত কৰিলে। সেই জলময় ব্ৰহ্মপুত্ৰ নীৰে কামৰূপৰ সমস্ত কুণ্ড প্লাৱিত আৰু সকলো তীৰ্থ আবৃত কৰি অতি গুপ্তভাৱে ৰাখিলে। যিবিলাক মানুহে কামৰূপৰ অন্যান্য তীৰ্থ বা কুণ্ডৰ অস্তিত্ব নেজানে, কেৱল লৌহিত্য (ব্ৰহ্মপুত্ৰ) নদৰ অস্তিত্বহে জানে, তেওঁলোক তাত স্নান কৰি কেৱল ব্ৰহ্মপুত্ৰ স্নানৰ ফল মাথোন পাই থাকে। এই তীৰ্থ গোপন বশিষ্ঠৰ শাপত হৈছে। যি কামৰূপৰ তীৰ্থকুণ্ডাদিৰ বিশেষ বিৱৰণ জানিছে, তেওঁ ব্ৰহ্মপুত্ৰত স্নান কৰিলেই তাৰ সকলো তীৰ্থস্নানৰ ফল সম্পূৰ্ণৰূপে পাব—

"সৰ্বা নদীঃ সমা প্লাব্য সৰ্বতৰ্থানি সৰ্বতঃ।
লৌহিত্যো ব্ৰহ্মণঃ পুত্ৰোযাতি দক্ষিণ সাগৰম্ ॥"
(কাঃ পুঃ ৮১ অধ্যা)

ব্ৰহ্মপুত্ৰ লৌহিত্যই কামৰূপৰ সকলো নদী আৰু সকলো তীৰ্থ প্লাৱিত কৰি দক্ষিণ সমুদ্ৰৰ লগত মিলিছে। ভাৰতৰ পূৰ্বাঞ্চলৰ পৰা আৰ্য জাতি ক্ৰমে পশ্চিমলৈ যোৱাটো এই কাহিনীৰপৰা জনা যায়।

( ৪ )

'শব্দকল্পদ্ৰুম' অভিধানত লিখা আছে,—"লৌহিত্য (পুং) নদভেদঃ। স চ ব্ৰহ্মপুত্ৰঃ। ইতি মেদিনী। সাগৰঃ ইতি শব্দমালা।" অতিপূৰ্বে ব্ৰহ্মপুত্ৰ মহানদক লৌহিত্য বোলা হৈছিল। ভূ-তত্ত্ববিদ পণ্ডিত সকলৰ মতে পূৰ্ব-দক্ষিণ বঙ্গৰ অধিকাংশ ঠাই আগেয়ে ব্ৰহ্মপুত্ৰৰ গৰ্ভত আছিল। ব্ৰহ্মপুত্ৰৰ প্ৰবল সোঁতে পৰ্বতৰপৰা অবিৰাম পলি আৰু বালিৰ কণা উটাই আনি বঙ্গদেশৰ অঙ্গ বৃদ্ধি কৰিছে। ঐতিহা-সিক মিনহাজউদ্দিনে লিখি গৈছে যে ত্ৰয়োদশ শতাব্দীতো ব্ৰহ্মপুত্ৰ গঙ্গাতকৈ তিনিগুণ বহল আছিল। আইন-ই-আকবৰীত লিখা আছে যে স্যেৰপুৰৰ ওচৰত ব্ৰহ্মপুত্ৰ বহলে ১০ মাইল আছিল, ময়মনসিংহ চহৰৰপৰা বোকাই নগৰলৈকে বহলে ১২ মাইল আছিল।

চ'ত মাহৰ শুক্লপক্ষৰ অষ্টমী তিথিক অশোকাষ্টমী বোলে। অশোকাষ্টমীত ব্ৰহ্মপুত্ৰ বা লৌহিত্যত স্নান কৰিলে সকলো তীৰ্থৰ ফল পোৱা যায় বুলি শাস্ত্ৰত লিখা আছে। যথা,—

"পৃথিব্যাং যানি তীৰ্থানি সৰিতঃ সাগৰাদয়ঃ।
সৰ্বে লৌহিত্যমায়ান্তি চৈত্ৰে মাসি সিতাষ্টমীম্॥"

তলত লিখা সঙ্কল্প বাক্য উচ্চাৰণ কৰি ব্ৰহ্মপুত্ৰৰ বৈ থকা পানীত নামি স্নান কৰিব লাগে,—

"বিষ্ণুৰোম্ তৎসদদ্য চৈত্ৰে মাসি শুক্লেপক্ষে অষ্টম্যাং তিথৌ অমুক গোত্ৰঃ শ্ৰীঅমুক দেৱশৰ্মা (স্ত্ৰী-শ্ৰীঅমুকী দেৱী,—শূদ্ৰ হলে অমুক দাসঃ, শূদ্ৰানী অমুকী দাসী) ব্ৰহ্মপদ প্ৰাপ্তিকামঃ (স্ত্ৰী-কামা) ব্ৰহ্মপুত্ৰ নদে স্নানমহং কৰিষ্যে।" "সৰ্বপাপ ক্ষয়পূৰ্বক সৰ্বতীৰ্থ স্নান জনিত ফল প্ৰাপ্তিকামঃ" এই বুলিও মন্ত্ৰ উচ্চাৰণ কৰাৰ প্ৰথা আছে।

স্নানৰ মন্ত্ৰ —

"ওঁ ব্ৰহ্মপুত্ৰ মহাভাগ শান্তনোঃ কুলনন্দন।
অমোঘা গৰ্ভসম্ভূত পাপং লৌহিত্য মে হৰ॥"

স্নান কৰি এই মন্ত্ৰ গোৱাৰ পিছত শোক নেপাবলৈ কামনা কৰি তলত লিখা মন্ত্ৰটো মাতি আঠোটা অশোক ফুলৰ কলি ব্ৰহ্মপুত্ৰৰ পানীত ডুবুৰিয়াই লৈ খাব লাগেঃ—

"শুক্লাষ্টম্যাং শোকৰহিতত্বকামঃ অষ্টাবশোক—
কলিকা অহং পিবে ইতি সঙ্কল্প্য—
"ত্বামশোকহৰাভীষ্ট মধুমাসসমুদ্ভৱ।
পিবামি শোক-সন্তপ্তো মামশোকং সদা কুৰু॥"
ইতি পঠিত্বা বিষ্ণুপদজলমিশ্ৰিতা
অশোক কলিকা অষ্টৌ পিবেৎ।

* আৱাহন, জেঠ, ১৮৫৬ শক, ৫ম বছৰ ৮ম সংখ্যা

কালিকা পুৰাণৰ ৮৩ অধ্যাত লিখা আছে,—

"যি মানুহে জিতেন্দ্ৰিয় হৈ চ'ত মাহৰ শুক্লা-ষ্টমীত লৌহিত্যৰ জলত স্নান কৰে, তেওঁ ব্ৰহ্মপ্ৰদ পায়। যি মানুহে শুচি আৰু পৱিত্ৰ-চিত্ত হৈ গোটেই চ'ত মাহত ব্ৰহ্মপুত্ৰৰ পানীত স্নান কৰে, তেওঁ কৈৱল্য পদ পায়।

ব্ৰহ্মপুত্ৰৰ উৎপত্তিৰ বিৱৰণ কালিকা পুৰাণত এইদৰে লিখা আছে,—

'প্ৰধান বৰ্ষ হৰিবৰ্ষত (তিব্বত) শান্তনু নামে এজন মহাভাগ জ্ঞানৱন্ত তপোনিষ্ঠ মুনি আছিল। হিৰণ্যগৰ্ভ মুনিৰ কন্যা তৃণবিন্দুৰ আশ্ৰমত ওপজা অমোঘা নামে মহাসতী শান্তনুৰ ভাৰ্যা আছিল। শান্তনুৱে অমোঘাৰে সৈতে কেতিয়াবা সীমা-পৰ্বত কৈলাসত, কেতিয়াবা চন্দ্ৰভাগা নৈৰ উৎপত্তি স্থান বৃহৎ লোহিত সৰোৱৰৰ পাৰত, কেতিয়াবা গন্ধমাদন পৰ্বতত বাস কৰিছিল। এদিন সেই তপস্বীয়ে ফল-মূল বুতলিবৰ কাৰণে অৰণ্যলৈ গৈছিল। সেই অৱ-সৰতে লোক পিতামহ ব্ৰহ্মাই য'ত শান্তনুৰ ভাৰ্যা অমোঘা অকলৈ আছিল, তাত গৈ উপস্থিত হ'ল। সুৰ-সুন্দৰীৰ নিচিনা অতি ৰূপা গাভৰু অমোঘাক দেখি ব্ৰহ্মাৰ কামানল জ্বলি উঠিল, তেওঁৰ ইন্দ্ৰিয়-বিকাৰ উপস্থিত হ'ল। তেওঁ কামাতুৰ হৈ সেই মহাসতীক ধৰিবৰ নিমিত্তে আগ বাঢ়ি গ'ল। অমোঘাই ব্ৰহ্মাই তেওঁৰ ফালে লৰি অহা দেখি "ছি, ছি, নেপায়" বুলি নিজৰ পঁজাৰ ভিতৰত সোমাই দুৱাৰখন জপাই ধৰি ব্ৰহ্মাক কলে, "মই মুনিৰ ভাৰ্যা, মই নিজৰ ইচ্ছাত কেতিয়াও কোনো গৰ্হিত কাম নকৰোঁ, তথাপি যদি বলাৎকাৰ কৰে, তেন্তে মই শাও দিম।" অমোঘাই এই কথা ক'লত শান্তনু মুনিৰ আশ্ৰমতে ব্ৰহ্মাৰ ৰেত স্খলন হ'ল। তেতিয়াই ব্ৰহ্মাই মনে মনে বৰ লাজ পাই হংসযানত উঠি বেগাবেগিকৈ নিজৰ আশ্ৰমলৈ প্ৰস্থান কৰিলে। ব্ৰহ্মা যোৱাৰ অলপ পিছতে শান্তনু মুনি আহি ওলালহি। তেওঁ হংসবিলাকৰ ভৰিৰ খোজৰ চিন আৰু মাটিত জুইৰ নিচিনা ব্ৰহ্মবীৰ্য জলমলাই থকা দেখি অমোঘাক সুধিলে, "ইয়াত কি হৈছিল? এই যে হাঁহবিলাকৰ খোজৰ চিন আৰু অলৌকিক বীৰ্য ইয়াত কিয় পৰি আছে?" অমোঘাই শান্তনুৰ কথা শুনি কলে, "এজন কমণ্ডলুধাৰী চতুৰ্মুখীয়া হংসবিমানত ইয়ালৈ আহি মোক সম্ভোগ কৰিব খুজিছিল, মই পঁজাৰ ভিতৰ সোমাই দুৱাৰ মাৰি গাজি পৰাত তেওঁ স্খলিত-বীৰ্য হৈ মোৰ শাপৰ ভয়ত ইয়াৰ পৰা পলায়ুৰ্দ্ধং কৰিলে, যদি সমৰ্থ আছে, তেন্তে ইয়াৰ প্ৰতিকাৰ কৰক, কিন্তু এইটো নিশ্চয় জানিব, মোক বলাৎকাৰ কৰিবলৈ কাৰো ক্ষমতা নাই।" শান্তনুৱে অমোঘৰ কথা শুনি বুজিলে, স্বয়ং ব্ৰহ্মাই ইয়ালৈ আহিছিল, ইয়াকে থিৰ কৰি তেওঁ ধ্যানস্থ হ'ল। জগতৰ হিতৰ নিমিত্তে তীৰ্থ উৎপাদন কৰা দেৱতাসকলৰ উপস্থিত কাৰ্য; মুনিয়ে দিব্য জ্ঞানৰ বলত এই কথা জানি আৰু পৰিণাম চিন্তা কৰি তেওঁৰ ভাৰ্যাক কলে, "অমোঘা, সকলো জগতৰ হিতাৰ্থে আৰু দেৱকাৰ্য সিদ্ধ হবৰ নিমিত্তে মোৰ অনুমতি মতে তুমি এই ব্ৰহ্মবীৰ্য পি খোৱা, স্বয়ং ব্ৰহ্মা তোমাৰ ওচৰলৈ আহিছিল, তোমাক নেপাই মহৎ কাৰ্য সাধনৰ উদ্দেশ্যে এই বীৰ্য আমাৰ উভয়কে সমৰ্পণ কৰি তেওঁ নিজৰ ঘৰলৈ গুচি গৈছে, এতেকে তুমি মোৰ কথা ৰাখা।" অমোঘাই শান্তনুৰ এই কথা শুনি অতিকৈ লাজ পাই গিৰিয়েকক প্ৰণাম কৰি ক'লে, "তুমি মোক খং নকৰিবা, মই প্ৰৰৰ বীৰ্য ধাৰণ কৰিব নোৱাৰোঁ, তুমি সেই কথা মনলৈকে নানিবা, যদি নিতান্তই তোমাৰ কথা ৰাখিব লাগে, তেন্তে তুমি আগেয়ে সেই বীৰ্য পান কৰি পিছে ওকালি মোক দিবা।" শান্তনুৱে অমোঘাৰ এই যুক্তি-যুক্ত কথা শুনি নিজে সেই বীৰ্য পি খাই অমোঘাৰ গৰ্ভত ওকালি পেলালে। অমোঘা গৰ্ভৱতী হ'ল। যথা সময়ত অমোঘাৰ গৰ্ভৰপৰা জলৰাশি ভূমিষ্ঠ হ'ল। দেখা গ'ল—সেই জলৰাশিৰ মাজত ব্ৰহ্মাৰ নিচিনা তেজগোৰা চতুৰ্ভুজ, পদ্ম বিদ্যা-এজ-শক্তিধাৰী, গাত নীল বসন, মূৰত কিৰীটি থকা, শিশুৰ মূৰত

বহা এটি পুত্ৰসন্তান, সেই জলৰাশি আৰু ওপৰত বৰ্ণনা কৰা দেহ, এই উভয়েই মিলি তাৰ শৰীৰ। এইদৰে উৎপন্ন হোৱা সেই ব্ৰহ্মপুত্ৰক শান্তনুৱে চাৰিটা পৰ্বতৰ মাজত স্থাপন কৰিলে। উত্তৰ ফালে কৈলাস, দক্ষিণ ফালে গন্ধমাদন, পশ্চিমে জাৰুধি পৰ্বত আৰু পূবে সম্বৰ্তকাদি পৰ্বতশাৰী। ব্ৰহ্মপুত্ৰ, সেই পৰ্বত-বিলাকৰ মাজত, কুণ্ডৰূপে শৰতৰ শুক্ল শশধৰৰ দৰে ক্ৰমে ক্ৰমে বাঢ়িবলৈ ধৰিলে। ব্ৰহ্মাই সেই জলৰাশিৰ মাজত থকা নিজৰ পুতেকৰ ওচৰলৈ আহি তাৰ শৰীৰ শুদ্ধিৰ যথাক্ৰমে সকলো সংস্কাৰ সম্পাদন কৰিলে। এইৰূপে বহুকাল অতীত হ'লত ব্ৰহ্মপুত্ৰৰ জলৰাশি বাঢ়ি পাঁচ যোজন হ'ল। দেৱ-দেৱী আৰু অপ্সৰা-সকলে দ্বিতীয় সাগৰসদৃশ মনোহৰ সেই ব্ৰহ্মপুত্ৰ কুণ্ডৰ শীতল নিৰ্মল পানীত স্নান আৰু সেই জল পান কৰিবলৈ ধৰিলে। জমদগ্নিৰ পুতেক পৰশুৰামে পিতাকৰ আদেশত মাতৃবধৰূপে ঘোৰ অকাৰ্য কৰে। পিছে মাতৃহত্যা-পাপ মোচনৰ নিমিত্তে পিতাকৰ উপদেশ মতে পৰশুৰামে সেই ব্ৰহ্মপুত্ৰ নামে মহাকুণ্ডত স্নান কৰিবলৈ যায়। তাত স্নান আৰু তাৰ জল পান কৰি তেওঁ মাতৃহত্যা মহাপাতকৰ পৰা মুক্ত হয়। তেতিয়া তেওঁ সকলোৰে হিতৰ নিমিত্তে পৰশু-কুঠাৰেৰে বাট কাটি ব্ৰহ্মপুত্ৰক নমাই আনে।

( কাঃ পুঃ ৮ আধ্যা )

পবিত্ৰ ব্ৰহ্মপুত্ৰ নদ ব্ৰহ্মকুণ্ডৰপৰা ওলাই কৈলাস পৰ্বতৰ উপত্যকাই দি পূব মুখে বৈ আহি লোহিত সৰোৱৰত পৰে। মহাবলী পৰশুৰামে লোহিত সৰোৱৰৰ পাৰত উঠি কুঠাৰেৰে পাৰ কাটি ব্ৰহ্মপুত্ৰ নদক ভৈয়ামলৈ বোৱায়। পিছে তেওঁ উক্ত নদক এই দৰে কিছুদূৰ বোৱাই নি হেমশৃঙ্গ পৰ্বত, ভেদ কৰাই কামৰূপ পীঠৰ মাজেদি প্ৰবাহিত কৰিলে। স্বয়ং ব্ৰহ্মাই ইয়াৰ নাম ৰাখিলে লোহিত। লোহিত সৰোৱৰৰপৰা ওলোৱা বাবে ইয়াৰ আৰু এটি নাম হল 'লৌহিত্য'। 'ব্ৰহ্মপুত্ৰ' নদে জলৰাশিৰ দ্বাৰা সমস্ত

**লোহিত সৰোবৰ**

কামৰূপ পীঠ প্লাবিত আৰু সকলো তীৰ্থ গোপন কৰি দক্ষিণ সাগৰৰ অভিমুখে বৈ গৈছে। দিব্য যমুনা নৈ ব্ৰহ্মপুত্ৰৰ লগত একেলগেই বৈছিল, মাজতে ব্ৰহ্মপুত্ৰৰ লগ এৰি দ্বাদশ যোজন গৈ আকৌ সেই লৌহিত্য নদৰ লগত মিলি গৈছে।

( কাঃ পুঃ ৮৩ আধ্যা

ব্ৰহ্মপুত্ৰৰ উৎপত্তিৰ বিৱৰণ "ব্ৰহ্মপুৰাণৰ" ৬৪ আধ্যাতো আছে। ব্ৰহ্মপুত্ৰৰ যি ছোৱা হিমালয়ৰ সিপাৰে তিব্বতত আছে তাক ব্ৰহ্মনদ বোলে (বৃহৎ ধৰ্মপুৰাণ, মধ্যখণ্ড ১০ ম আধ্যা চাওক)। "ব্ৰহ্মাণ্ড পুৰাণৰ" ৫১ আধ্যাত লোহিত সৰোৱৰৰ উল্লেখ আছে। তিব্বতৰ "ৰাৱণ হ্ৰদক" কোনো কোনো পণ্ডিতে "লোহিত সৰোৱৰ" বুলি স্থিৰ কৰিছে। খামটি আৰু মিচিমি থকা পৰ্বতবিলাকক বোধ কৰো "কালিকা পুৰাণে" হেমশৃঙ্গ বা স্বৰ্ণ পৰ্বত বুলিছে। স্যান্, চাম্ বা আহোম ভাষাত সোণক "খাম" আৰু মাটিক "টি" বোলা হয়। এতেকে "খামটি" বুলিলে স্বৰ্ণভূমি বুজায়। আগেয়ে তিব্বতৰ ব্ৰহ্মনদৰ পানী এসোঁতা ব্ৰহ্মদেশৰ ইৰাৱতী বা ঐৰাৱতী নৈয়েদি বৈছিল, এসোঁতা চীনদেশৰ ইয়াংচিকিয়াং নৈয়েদি আৰু এসোঁতা স্বৰ্গঙ্গা, স্বৰ্ণদী বা সোৱনশিৰী নৈয়েদি বৈছিল। ব্ৰহ্মনদ স্যানপু নৈৰ পানী দিহং নদীয়েদি বৈ আহি লৌহিত্যৰ লগত মিলিত হবৰপৰা লৌহিত্যৰ নাম ব্ৰহ্মপুত্ৰ ( ব্ৰহ্মনদৰ পুতেক ) হ'ল। বৌদ্ধবিলাকৰ মতে মঞ্জু ঘোষাই ব্ৰহ্মনদক দিহং নৈয়েদি আখাৰ দেশলৈ বোৱালে।

আগেয়ে সদিয়াৰ দিহং নৈক আমাৰ মানুহে শ্যামা, চেমা বা চেংলাই নৈ বুলিছিল। সেই নৈখনৰ মুখত ডুখন বিল বা সৰোৱৰ আছিল। এখন বিলৰ নাম দিহা-দাকৰা আৰু আনখনৰ নাম দিবজীয়া। চেংলাই বা দিহং নৈ তুৰিয়া গোহাঞিৰ দেশৰপৰা বৈ আহি এই ডুখন বিলত পৰি "দিহংদিপাং নাম লৈছিল আৰু কলিতা ৰজাৰ দেশৰপৰা বৈ অহা দিব' নৈত পৰিছিল। দিবং নৈয়েদি উজাই ৪০ দিন

গ'লে চেংলাই নৈৰ মুখ অৰ্থাৎ যি ঠাইত দিহং নৈ তিব্বতৰ স্বানপু বা চেপুং নৈৰপৰা ফাটিছে সেই ঠাই পোৱা যায় ( ১৮৩৮ শকৰ "বাঁহী" কাকতৰ "কলিতা ৰজা" শীৰ্ষক প্ৰবন্ধ চাওক )। পূবৰপৰা পশ্চিম মুখে বৈ অহা লোহিত্য নৈ "দিহংদিপাং" বিলত পৰি সেই বিলৰ পানী উলিয়াই নিলত বিল শুকাই গ'ল, দিহং আৰু দিবং নৈৰ জলৰাশিয়ে লোহিত্যক প্ৰবল শক্তিশালী কৰিলে।

কৈলাস পৰ্বত আৰু হিমালয় গন্ধমাদন পৰ্বতৰ মাজত মানস সৰোবৰ আছে। তিব্বতৰ মানুহে কৈলাস পৰ্বতক কাংৰিনপুছ ( Kangrinpoche ) আৰু গন্ধমাদনক গুৰ্দা মন্দাত্তা বা মেমোনানি ( Gwda Mandatta or Memonani ) বোলে। গুৰ্দা মন্দাত্তাৰ অপৰ নাম মন্দাকিনী। হিমালয়ৰ চিৰতুষাৰাবৃত টিংবিলাকৰ তুষাৰ বা হিমশিল পমি পানী হৈ ধাৰেৰে

**ব্ৰহ্মপুত্ৰৰ উৎপত্তিস্থান ব্ৰহ্মকুণ্ড**

বৈ অহা জান-জুৰিবিলাকক হিমনদী ( glacier ) বোলে। তিব্বতৰ মানুহে বৰফক গাংগু আৰু বৰফে ঢকা পৰ্বতক গাংৰি বোলে। হিমালয়ৰ কুবি গাংৰি পৰ্বতৰ হিমনদীৰ পানীয়ে ব্ৰহ্মপুত্ৰৰ গুৰিত থাইকৈ পানী যোগায়। সাগৰৰ সমানতাৰ পৰা ১৫৯৫৮ ফুট ওখত ব্ৰহ্মপুত্ৰৰ গুৰি। পৌৰণিক উপাখ্যানত যি ব্ৰহ্মবীৰ্য্যৰ কথা লিখা আছে, সি গলিত বৰফ বা হিমশিলৰ পানীত বাজে আন একো নহয়। ব্ৰহ্মপুত্ৰৰ আচল উৎপত্তি স্থানত তিনিখন হিমনদীৰ পানী অহৰহ বৈ আহি এটা কুণ্ড বা হ্ৰদ হৈছে তাকে ব্ৰহ্মকুণ্ড বোলে। সেই কুণ্ডৰপৰা ব্ৰহ্মপুত্ৰ ওলাই তিব্বতদেশৰ মাজেদি পূব মুখে বৈ আছে, কাল ক্ৰমে পানী বাঢ়ি তিব্বতৰ পূৰ্ব্বাংশ সাগৰ সদৃশ হৈছিল, তাৰে এসোঁতা পানী হিমালয় ভেদ কৰি দিহং নদীৰূপে বৈ আহিল, দিহং নৈৰ জলৰাশি লোহিত্যত পৰাত লোহিত্যৰ নামো ব্ৰহ্মপুত্ৰ হ'ল। তিব্বতক হৰিবৰ্ষ বোলে, উত্তৰকুৰু বুলিও কয়, খাম্টিবিলাকে লোহিত্যক নামকুৱা বোলে ( নাম নৈ, কুৱা-কুভাৰ অপভ্ৰংশ )।

চুইডেন্ দেশৰ সুবিখ্যাত পৰিব্ৰাজক স্বেন্ হেডিন্ (Sven Hedin) ছাহাবৰ "Trans-Himalaya" পুথিত ব্ৰহ্মপুত্ৰৰ উৎপত্তি স্থানৰ বিষয়ে যি লিখা আছে, তাক তলত তুলি দিলোঁ—

"A very considerable proportion of the Upper Brahmaputra's water is derived from melted snow."

'The front of the main glacier where the largest of all the glacier-streams of the Kubi-Gangri rises is the actual source of the Brahmaputra. The other streams which enter it are smaller and shorter We could not get to them, for the horses sank too deep in the sand and mud of the main stream

"On our return we made a halt at the place where the principal branches of the Kubi-Tsangtoo comes out from under the ice and I found that the source of the Brahmaputra lies at an altitude of 15,958 feet above sea-level. * * *

When the sun had set, nine peaks in a line from south-east to south-west stood out with remarkable sharpness Raven-black pinnacles, cliffs and ridges rise out of the white snow-fields, and the glaciers emerge from colossal portals A whole village of tents rising to heaven. The Source of the Brahmaputra could not be embellished with a grander and more magnificent background. Holy and thrice holy are these mountains which from their cold laps give birth and sustenance to the river celebrated from time immemorial in legend and song, the river of Tibet and Assam, the river par excellence, the son of Brahma. One generation after another of black

Tibetans has in the course of thousands of years listened to its roar between the two loftiest mountain systems of the world, the Himalaya and the Trans-Himalaya, and one generation after another of the various tribes of Assam has watered its fields with its life-giving floods and drunk of its blessed water. But where the source lay no one knew. Three expeditions had determined its position approximately, but none had been there No geography had been able to tell us anything of the country round the source of the Brahmaputra. Only a small number of nomads repair thither yearly to spend a couple of short summer months. Here it is, here in the front of three glacier tongues, that the river so revered by the Hindu tribes begins its course of some 1800 miles through the grandest elevations of the world, from which its turbid volumes of water roll first to the east, then southwards, cutting a wild valley through the Himalayas, and finally flowing southwestwards over the plains of Assam. The Upper Brahmaputra, the Tsanpo, is truly the chief artery of Tibet, for within its drainage basin is concentrated the great mass of its population, while its lower course is surrounded by the most fruitful and populous provinces of Assam. The Brahmaputra is therefore one of the noblest rivers of the world and few waterways have a more illustrious descent and a more varied and more glorious career, for nations have grown up on its banks and have lived there, and their history and culture have been intimately connected with it since the earliest times of human records."

—(See Sven Hedin's Trans—Himalaya. vol. II. chap. 43.)

সদিয়া সীমান্তভূমিৰ গেজেটিয়ৰ' পুথিত লিখা আছে যে মানস সৰোৱৰৰ ওচৰৰপৰা ব্ৰহ্মপুত্ৰ নদ ওলাই তিব্বত দেশৰ মাজেদি চেংপু নাম লৈ পূব মুখে বৈছে, ভাৰতবৰ্ষৰ পৰা তিব্বতৰ ৰাজধানী লাছালৈ যোৱা যিটো বাট আছে, সেই বাটেদি গলে চাকৃচুম্ বোলা ঠাইত চেংপুৰ পাৰ-ঘাট পোৱা যায়। সেই ঘাট পাৰ হৈ কিছু দূৰ উত্তৰলৈ গলে লাছো পোৱা যায়। সেই ঘাটৰ ওচৰৰপৰা চেংপু দক্ষিণ মুখে বৈ যাই হিমালয় পৰ্বত শাৰীৰ অক্ষ ৰেখা ভেদ কৰি কেইটামান ওখ টিং বগাই ঘ্ৰি-ঘ্ৰি নামচা-বৰুৱা নামে ২৪৪৪৫ ফুট ওখ টিং এটাৰ কাষেদি আহি প্ৰায় ৩০ মাইল ঠাই ব্যাপি অনেক ধাৰেৰে আহি হুৰ-হুৰাই আবৰ পৰ্বতৰ মাজেদি বৈ আহি পাচি ঘাটত সমতল পাইছেহি; পাচিঘাটৰপৰা কেই মাইলমান আহি নৈখন দুসুঁতি হৈ লৌহিত্যৰ লগত মিলিছে, এটা সুঁতিক দিহং বোলে, আনটোক লালী বোলে। দিহং আৰু লালীৰ মাজৰ মাজুলীটোৰ নাম লালী চাপৰি, পাচি-ঘাটৰপৰা দিহং আৰু লালীমুখ ২০ মাইল দূৰ হ'ব। দিহং নৈয়েই যে তিব্বতৰ চেংপু-ব্ৰহ্মপুত্ৰ, সেইকথা ১৯১৩ খৃষ্টাব্দত নিশ্চয়কৈ জনা গৈছে।

লৌহিত্য ব্ৰহ্মপুত্ৰ তিব্বতৰ পূবৰপৰা ওলাই দক্ষিণ মুখে গতি কৰি ২৫ মাইলমান আহি ৰিমা নগৰ পাইছে। ৰিমা এই নৈৰ বাওঁপাৰে, ৰিমাৰপৰা ৩০ মাইল আহি মিন্‌জাং পাই নৈখনে দক্ষিণৰ ফালে নগৈ পশ্চিমমুখে গতি কৰিলে, মিচিমি থকা পৰ্বত-বিলাকৰ মাজেদি বৈ আহি পৰশুৰাম কুণ্ড পাইছে, তাৰপৰা সদিয়া নগৰৰ দক্ষিণে বৈ আহি দিহং বা চেংপু ব্ৰহ্মপুত্ৰৰ লগত মিলিছে। সাহিত্যৰথী বেজবৰুৱা ডাঙৰীয়াৰ অমৰ লেখনীৰপৰা ওলোৱা ব্ৰহ্মপুত্ৰ সঙ্গীত'ত আছে—

(১)

"লুইত হেৰা! তুমিয়েই নে
সেই লৌহিত্য নই খনি
(যাৰ) বহল বুকুত, নিৰ্মল জলত
স্নানিছিল বশিষ্ঠ মুনি?

(২)

গোকৰ্ণ গান্ধৰ্ব ঋষি,
অসংখ্য তাপস-তাপসী,
(যাৰ) পাৰত বহি আশ্ৰম পাতি
কৰিছিল সামবেদ-ধ্বনি।

(৩)

লক্ষ্মীকান্ত অশ্বক্লান্ত
জিৰাই গুচাইছিল শ্ৰান্ত
তোমাৰ পাৰত বহি, তুমি
ধুৱাইছিলা পাঁৱ দুখানি।

(৪)

যোল হেজাৰ ৰাজকন্যা
ৰূপে-গুণে মহাধন্যা
তোমাৰ পাৰত প্ৰাগজ্যোতিষত
থৈছিল নে নৰকে আনি,
যাৰ বাতৰি আনি
(তুমি) দ্বাৰকাত দিলা জাননী?

(৫)

কোৱা হেৰা নদবৰ,
প্ৰাগজ্যোতিষ নগৰৰ
মহাৰজা ভগদত্তৰ কি বীৰত্ব, কি কাহিনী?
(যাৰ) ৰথৰ ভৰত কুৰুক্ষেত্ৰত কঁপিছিল
এই মেদিনী?

(৬)

আবেলিৰ মলয়া বলি
তোমাৰেই বুকুত চলি,
সোণৰ বঠা ৰূপৰ নাও
বাইছিল টুনবুল ৰাজনন্দিনী,
(যাৰ) ঘাম বিন্দু-জল-বিন্দু, কপালত তেল মুক্তামণি।

৭)

সৰগৰ সেই অপেশ্বৰী
তিলোত্তমা বিদ্যাধৰী
উৰ্বশী বন্তাৰে সৈতে ক্ৰীড়িছিল তোমাৰেই পানী,
তোমাৰ প্ৰেমৰ পাশত নদ! উৰ্বশী হ'ল বন্দিনী।

(৮)

দক্ষৰ দুহিতা সতী,
শিৱ যাৰ প্ৰাণপতি,
স্বামী-নিন্দাত প্ৰাণ ত্যজে ইয়াতেই নে দাক্ষায়ণী?

(৯)

ইয়াতেই কি মদন-ভস্ম?
কাম ইয়াতই নে চস্ম?
ইয়াতেই নে উষাদেৱী কৰিছিল প্ৰেম-বীণা ধ্বনি
(যাৰ) আৱাহনত অনিৰুদ্ধৰ প্ৰেমাৱদ্ধ হৃদয়খনি?

(১০)

গৌৰী, উমা, গিৰিসুতা,
মেনকাৰ প্ৰাণ-দুহিতা,
তোমাৰ পাৰৰ পৰ্বতত পূজিছিল নে হৰক ধনী?
(যাৰ) ৰূপ বৰ্ণনাত কালিদাসৰ উপমাই নেপায় থাউনি

(১১

তোমাৰেই গৰ্ভত নে নদ?
মোগলৰ নৌ-সেনা হত?
ৰামসিংহৰ বিজয়-চূড়া পৰিল নে থহি ধৰণী?

(১২)

কায়স্থ-কুল-নন্দন,
অসমৰ হৃদি-ৰতন,
শঙ্কৰদেৱক তুলি তুমি দিলা নে ধৰ্মজীৱনী?
(যাৰ) কৰুণ প্ৰেমে শুকান অসম চোৱালে দি শান্তিপানী।

(১৩)

কোৱা হেৰা বিচক্ষণ,
শান্তনু কুলনন্দন,
তোমাৰেই তীৰত মাধৱদেৱে বচিছিলনে ঘোষাখনি?
(আক) তোমাৰ তীৰত শঙ্কৰ মাধৱদেৱৰ হৈছিল নে
মিলনি?

(১৪)

শুনা হেৰাঁ ব্ৰহ্মপুত্ৰ।
সোণ অসমৰ প্ৰাণ-চিত্ৰ,
(যেন) খেলাৰ শেষত তোমাৰ বুকুত
মাৰ যায় মোৰ জীৱন তৰণী
লুইত হেৰাঁ! তুমিয়েইনে
সেই লৌহিত্য দৈখনি?" *

* আৱাহন, আহাৰ, ১৮৫৬ শক, ৫ম বছৰ, ৯ম সংখ্যা

(৫)

অসম দেশ ইংৰাজৰ শাসনৰ তললৈ অহাৰ কিছু কালৰ পিছত কমিশ্যনাৰ জেনেৰেল জেনকিন্স চাহাবে আগৰ দিনৰ ৰজাসকলে দান কৰা দেৱালয়ৰ ধৰ্ম্মোত্তৰ আৰু দেবোত্তৰ মাটিৰ স্বত্ব বাহাল ৰাখিবৰ নিমিত্তে দেৱালয়বিলাকৰ লেখ লোৱাত অসমত ৭০০ খন দেৱালয় আছিল। ২৭খন দেৱালয়ৰ ভিতৰত এতিয়া কেৱল তলত লিখা ১৬ খন দেৱালয়ৰ নাম জানিবপৰা গৈছে—

(১) বিশ্বনাথ (২) কমলেশ্বৰ (৩) চণ্ডী (৪) উমা (৫) শিৱনাথ (৬) বাণেশ্বৰ (৭) মুক্তিনাথ (৮) সূৰ্য্য-মাধৱ (৯) বুঢ়া-মাধৱ (১০) বাসুদেৱ (১১) নাঙ্গলেশ্বৰ (১২) কালভৈৰৱ (১৩) কৰ্দ্দমেশ্বৰ (১৪) সিদ্ধেশ্বৰ (১৫) চণ্ডেশ্বৰ (১৬) অন্নপূৰ্ণা (১৭) মহাভৈৰৱ বা জোঙা শিল।

প্ৰতাপগড়ৰ ওচৰত শিলৰ যি বিষ্ণুমূৰ্তি আছে তেওঁকে বুঢ়ামাধৱ বোলে। উমাদেৱালয়ত সতীৰ বাম বাহু আৰু বাম স্তন আৰু চণ্ডীদেৱালয়ত সতীৰ সোঁ বাহু আৰু সোঁ স্তন পৰা বুলি কিম্বদন্তীৰ পৰা জনা যায়। দৰংজিলাৰ কলংপুৰ মৌজাত কল্যাণী গোসাঁনীৰ দেৱালয় আৰু মাধৱ দেৱালয় আছে। হলেশ্বৰ, শুক্ৰেশ্বৰ, গোপেশ্বৰ আদি শিৱৰ দেৱালয় চাৰিওফালৰ অঞ্চলত আছে।

অসমৰ উত্তৰপূব চুকত সদিয়া সীমান্ত ভূমিৰ ভিতৰত পৰশুৰাম কুণ্ড আছে। এই কুণ্ডকে বোধ কৰোঁ লৌহিত্য কুণ্ড বা সৰোবৰ বোলে। ই লৌহিত্য বা লুইতৰ এটা মুলি বিশেষ। লুইতৰ পানী ঘুলিত সোমাইছে। আকৌ পৰ্ব্বতৰ ওপৰৰপৰা এটি নিজৰাৰ পানী শিলৰ ভুমুকেদি কল্ কল্ শব্দেৰে অবিৰাম বৈ আহি ওপৰৰ পৰা হৰ্ হৰ্ কৰি সেই মুলি বা কুণ্ডত পৰিছে। কুণ্ডৰ পানী বৰ চেঁচা। কিন্তু নিজৰাৰ পানী সিমান চেঁচা নহয়। আমেজে কুণ্ডত স্নান কৰি খটখটিৰে উঠি

**পৰশুৰাম কুণ্ড বা লোহিত্য সৰোবৰ**

নিজৰাৰ মুখলৈ আহি মূৰ পাতি গা ধুব লাগে। এই ঠাইৰ নৈসৰ্গিক শোভা অতি বিমোহন। কুণ্ডৰ ওচৰত থকা শিলৰ গুহাত সাধু-সন্ন্যাসী থাকে। যাত্ৰীলোক থাকিবৰ নিমিত্তে কুণ্ডৰ ওচৰত দুটা টিনৰ ঘৰ আছে। ওচৰত কোনো দোকান নাই। অলপ দিলগত মিচিমিৰ গাওঁ আছে।

ডিব্ৰুগড়ৰপৰা চৈখোৱা ঘাট প্ৰায় ৬০ মাইল দূৰ হব। চৈখোৱালৈকে ৰেলত যাব পাৰি, মটৰেদিও যাব পাৰি। চৈখোৱাৰপৰা সদিয়া আঠ মাইল দূৰ। চৈখোৱা ঘাটত লুইত পাৰ হ'ব লাগে। ঘাটৰ মাচুল প্ৰতিজন মানুহৰ একঅনা মাথোন। পাৰ হবলৈ ঘাটত মাৰ-নাও থাকে। মটৰ গাড়ীত গলে, মটৰৰ ভাড়া দুটকা দিব লাগে। সদিয়াত পলিটিকেল অফিচাৰৰপৰা কুণ্ডলৈ যাবলৈ পাছ বা অনুমতি পত্ৰ লব লাগে। প্ৰতিখন পাছৰ বাবে তেৰ অনা ছয় পাই আৰু মটৰ গাড়ী নিলে তাৰ বাবে তিনিটকা দিব লাগে। সদিয়াৰ পৰা তেজু ৩৬ মাইল। তেজুত থাকিবলৈ চৰকাৰী ইনস্পেক্‌সান্ বঙ্গলা আছে। তাৰ ভাড়া দিনে ১৲ টকা। তেজুৰ বঙ্গলাৰ ওচৰত দুটা আলি লগ লাগিছে। উত্তৰলৈ যোৱা আলিয়েদি গ'লে ডেনিং পায়, পূৱলৈ যোৱা আলিয়েদি গলে পৰশুৰাম কুণ্ড পায়। তেজুৰপৰা ৯ মাইল গলে টেমি নৈ পায়। সেই নৈৰ ওচৰত এটি সৰু বঙ্গলা আছে। টেমিলৈকে মটৰেদি যাব পাৰি। টেমিত মটৰ ৰাখি বাকী হোৱা বাট খোজ কাঢ়ি যাব লাগে। টেমিৰপৰা অলপ দূৰ গলেই আকৌ লুইত পোৱা যায়। মিচিমি নাৱৰীয়াই নাৱেদি যাত্ৰী পাৰ কৰে। প্ৰত্যেক যাত্ৰীয়ে পাৰৰ্দি বুলি আঠ অনা দিব লাগে। টেমিৰ পৰা পৰশুৰাম কুণ্ড পাঁচ মাইল দূৰ। বছৰি ভাৰকালি ভাৰতবৰ্ষৰ নানা ঠাইৰপৰা অনেক তীৰ্থযাত্ৰী এই কুণ্ডত স্নান কৰিবলৈ আহে।

হিমালয়ৰ পূব প্ৰান্তত চন্দ্ৰগিৰি, চন্দ্ৰভাগ বা শ্বেতগিৰি নামে পৰ্ব্বত আছে। সদিয়াৰ পৰা ৩৬ মাইল

**বৃহৎ লোহিত সৰোৱৰ**

পূবে তেজু নামে নৈৰ উচৰত যাত্ৰিক লোক থাকিবৰ কাৰণে যি চৰকাৰী বঙ্গলা আছে, তাৰ পৰা পূবফালে চালে সময়ে সময়ে বৰফেৰে ঢকা পৰ্ব্বতৰ টিং দেখিবলৈ পোৱা যায়। সেয়ে চন্দ্ৰভাগ বা শ্বেতগিৰি পৰ্ব্বত হব পায়। সেই পৰ্ব্বতত এটা সৰোৱৰ আছে, তাৰ নাম বৃহৎ লোহিত সৰোৱৰ। সদিয়াৰপৰা পৰশুৰাম কুণ্ডলৈ যাওঁতে বাটত তেজু পায়।

কালিকা পুৰাণৰ ২১ আধ্যাত আছে,—

"ব্ৰহ্মা দক্ষবচঃ শ্ৰুত্বা দেৱানাং বদনাত্তদা।
চন্দ্ৰভাগং মহাশৈলং জগাম সহিতঃ সুৰৈঃ॥"

ব্ৰহ্মাই দেৱতাসকলৰ মুখে দক্ষৰ বাক্য শুনি দেৱতাসকলক লগত লৈ চন্দ্ৰভাগ মহাশৈললৈ গৈছিল।

"তত্ৰ গত্বা সুৰশ্ৰেষ্ঠঃ প্ৰজানাং হিতকাম্যয়া।
স্নাপয়ামাস শুভ্ৰাংশু বৃহল্লোহিত পুষ্কৰে॥"

সুৰশ্ৰেষ্ঠ ব্ৰহ্মাই তাত গৈ প্ৰজাসকলৰ হিত কামনা কৰি বৃহৎ লোহিত সৰোৱৰৰ পানীত চন্দ্ৰক (সোম-দেৱক) স্নান কৰালে।

"তত্ৰ স্নাতস্য জন্তোস্তু নীৰোগত্বং প্ৰজায়তে।
চিৰায়ুষ্ট্বঞ্চ সততং বৃহল্লোহিতং সংজ্ঞকে॥"

সেই বৃহৎ লোহিত নামে সৰোৱৰত স্নান কৰিলে প্ৰাণী নীৰোগ আৰু চিৰজীৱী হয়।

কালিকা পুৰাণৰ ২২ আধ্যাত আছে,— চন্দ্ৰভাগ পৰ্ব্বতৰপৰা শীতা নামে এখন দেৱনদী ওলাইছে, সেই নদীৰ পানী বৃহৎ লোহিত সৰোৱৰত পৰি তাৰ পৰা চন্দ্ৰভাগা নামে নৈৰ উৎপত্তি হৈছে। বৃহৎ লোহিত সৰোৱৰৰ পানী চন্দ্ৰভাগা নদীয়েদি বৈ গৈ সাগৰত পৰিছে। গঙ্গাৰ নিচিনা বিবিধ গুণৱতী চন্দ্ৰভাগা নদী চন্দ্ৰভাগ পৰ্ব্বতৰ পশ্চিম ফালৰপৰা ওলাইছে। এই চন্দ্ৰভাগা নৈখন অসমৰ পাটকাই পৰ্ব্বতৰ পূবে ব্ৰহ্মদেশৰ ভিতৰেদি বৈ গৈছে। ইয়াক আজিকালি চিন্দ্‌উিন (Chindwin) বোলে।

চন্দ্ৰভাগ পৰ্ব্বতৰ নামনিত চন্দ্ৰভাগা নৈৰ উৰিত মুনিবৰ মেধাতিথিৰ আশ্ৰম আছিল। বশিষ্ঠমুনিৰ ভাৰ্যা অৰুন্ধতী মেধাতিথিৰ কন্যা।

**মেধাতিথিৰ আশ্ৰম**

চিন্দ্‌উিন নৈৰ পাৰে পাৰে উজাই গৈ থাকিলে সেই নৈৰ উৰিত এটি সৰোৱৰ পোৱা যায়। সেই সৰো-ৱৰৰ পাৰত মেধাতিথিৰ আশ্ৰম আছিল।*

( ৬ )

কামৰূপৰ পশ্চিম সীমান্ত দক্ষিণ সমুদ্ৰগামিনী পুণ্যতোয়া শুদ্ধা সদাশিৱা কৰতোয়া নামে সত্যগঙ্গা আছে। কৰতোয়াৰ পূবে কামৰূপ ৰাজ্যৰ বায়ুকোণত জল্পীশ নামে শিৱলিঙ্গ আছে। 'লিঙ্গপুৰাণ' আৰু 'শিৱপুৰাণে' এই জল্পীশ লিঙ্গকে জল্পেশ্বৰ বুলিছে। মহাদেৱৰ প্ৰধান শিষ্য নন্দীয়ে ইয়াতে তপস্যা কৰি গাণপত্য লাভ কৰিছিল। এই দেৱালয় এতিয়াৰ বঙ্গদেশৰ জলপাইগুড়ি জিলাত তিস্তা

**জল্পীশ,জল্পেশ্বৰ বা জল্পেৰৰ**

নৈৰ পশ্চিমে আছে। তিস্তা বা ত্ৰিস্ৰোতা নৈ কৰতোয়াৰ এটা সুঁতি। 'জলপাইগুড়ি' নামটো সম্ভৱতঃ জল্পীশ দেৱালয়ৰ নামৰ পৰাই উদ্ভৱ হৈছে। "কালিকা পুৰাণৰ" ৭৭ আধ্যাত, "শিৱপুৰাণৰ" ৪ৰ্থ খণ্ড ৪৭ আধ্যাত এই তীৰ্থৰ বিৱৰণ আছে। "কূৰ্মপুৰাণৰ" উত্তৰ খণ্ডৰ ৪২ আধ্যাত এই তীৰ্থ সাগৰৰ ওচৰত থকা বুলি উল্লেখ আছে। বোধ কৰোঁ, এসময়ত এই তীৰ্থৰ ওচৰলৈকে লৌহিত্য সাগৰ আছিল। জলপাইগুড়ি নগৰৰপৰা ৮ মাইল পূবে এই দেৱালয়ৰ পুৰণি মন্দিৰৰ ভগ্নাৱশেষ থকা জনা যায়। কামৰূপৰ পৃথু নামে এজন ৰজাই হেনো, এই মন্দিৰ নিৰ্মাণ কৰাইছিল।

"নন্দীকুণ্ডং মহাকুণ্ডং যত্ৰ নন্দী পুৰাকৰোৎ।
অভিষেকং শঙ্কৰং পীতং তোয়মনুত্তমম্॥
তত্ৰ স্নাত্বা চ পীত্বা চ কৃতকৃত্যো নৰোত্তমঃ।
হৰস্য সদনং যাতি নন্দীনোঽপি মহাপ্ৰিয়ঃ॥"

জল্পীশ দেৱালয়ৰপৰা কিছু দূৰ গ'লে নন্দীকুণ্ড নামে সৰোৱৰ পোৱা যায়। ইয়াৰ পাৰত নন্দীয়ে তপস্যা কৰি শিৱৰ বৰ পাইছিল।

---

আৱাহন, শাওন, ১৮৫৬ শক, ৫ম বৰ্ষ ১০ম সংখ্যা।

নন্দীকুণ্ডৰ পৰা অলপ আঁতৰত যোনিৰূপা মহামায়া জগন্ময়ী সিদ্ধেশ্বৰী মহাদেৱীৰ দেৱালয় আছে। মহাদেৱে এই তীৰ্থ মহাত্মা ভৈৰৱক দেখুৱাইছিল। নন্দীয়ে মহাদেৱৰ আজ্ঞামতে ইয়াতে মহামায়াক আৰাধনা কৰি গণৰ অধিপত্য লাভ কৰিছিল। ইয়াতে সুবৰ্ণ মানস নামে মনোহৰ নদ আছে। পূৰ্বকালত

মহাদেৱৰ আজ্ঞামতে এই নৈখন মানস

সিদ্ধেশ্বৰী

সৰোৱৰৰ পৰা নন্দীৰ ওপৰত অনুগ্ৰহ কৰিবৰ কাৰণে দক্ষিণ মুখে বৈ আহে।

তাতে হিমালয়ৰপৰা ওলোৱা শুভ্ৰ জটোদ্ভৱা নদী আছে। সেই নদীত স্নান কৰি মানুহে গঙ্গাস্নানৰ ফল পায়। পূৰ্বে গৌৰীৰ বিয়াত সমুদায় মাতৃসকলে মহাদেৱৰ জটীয়া মূৰত জলাভিষেক কৰিছিল। সেই জল লগ লাগি বৈ আহি নদীত পৰিণত হোৱাত নদীৰ নাম জটোদা হল। যি চ'ত মাহৰ শুক্লপক্ষৰ অষ্টমী তিথিত সেই নদীত স্নান কৰে তেওঁ দীৰ্ঘায়ু হয়। ত্ৰিস্ৰোতা নামে যি সৰিৎ শ্ৰেষ্ঠা গঙ্গা চন্দ্ৰবিম্বৰপৰা উত্তৰ হৈ হিমালয়ৰপৰা ওলাইছে, সেই নদীত মহামাঘীৰ দিনা স্নান কৰিলে মানুহৰ পুনৰ্বাৰ আকৌ মাতৃগৰ্ভত জন্ম নহয়, আৰু চন্দ্ৰ ও সূৰ্য্য গ্ৰহণৰ দিনত তাত স্নান কৰিলে মানুহৰ কৈৱল্য প্ৰাপ্তি হয়। ত্ৰিস্ৰোতাৰ পূবে সিতপ্ৰভা নামে যিখন নদী আছে, মহাদেৱে তাক ভৈৰামলৈ নমাই আনিছিল, তাৰ পানী বগা আৰু গতি সমুদ্ৰ পৰ্যন্ত। শুক্লপক্ষৰ দশহাৰা নামে দশমী তিথিত সেই নদীত স্নান কৰিলে মানুহে মুক্তপাতক হৈ বিষ্ণুলোকলৈ যাব পাৰে। সিতপ্ৰভাৰ কিঞ্চিত পূবে নৱতোয়া নামে নদী আছে। সেই নদীয়ে প্ৰতিক্ষণতে মানুহক নতুন নতুনকৈ পৱিত্ৰ কৰে। সেই নিমিত্তে উক্ত নদীক নৱতোয়া বোলা হয়। মহানদীত যি মানুহে তাত স্নান কৰে, তেওঁ দেৱত্ব লাভ কৰে। সম্পূৰ্ণ মাঘ মাহটোত দিনৌ তাত স্নান কৰিব পাৰিলে অন্তিমত বিষ্ণুলোকলৈ যাব পাৰে, এইবিলাক নদীৰ পতি অগদ নামে এক পৱিত্ৰ নদ পূৰ্ব্বপীঠত আছে, সেই নদ ব্ৰহ্মনদৰ পৰা উৎপন্ন। তাত স্নান কৰিলে আৰু তাৰ পানী খালে মানুহ ব্ৰহ্মলোকলৈ যাব পাৰে। যি মানুহে গোটেই কাতিমাহত দিনৌ সেই নদত স্নান কৰে, তেওঁ ইহলোকত নীৰোগে থাকি সুখ ভোগ কৰি পৰকালত দেৱলোকলৈ গৈ মুক্তি পায়। মানুহে নদীকুণ্ডত স্নান কৰি ৰাতি নক্তব্ৰত কৰিব, তাৰ পিছৰ দিনা জল্পীশদেৱৰ মন্দিৰলৈ যাব, তাত মহানদীত স্নান কৰি জল্পীশক সেৱা কৰি হবিষ্যাশী হৈ সেই ৰাতি তাত থাকিব, পিছদিনা ৰাতিপুৱাতে সিদ্ধেশ্বৰী দেৱীৰ মন্দিৰলৈ যাব, অষ্টমীত তেওঁৰ পূজা আৰু উপবাস কৰিব। সেই দেৱী চতুৰ্ভুজা, পীনোন্নত পয়োধৰা, সেন্দুৰৰ নিচিনা ৰাঙলী, তেওঁৰ মূৰত জটা আছে। কামাখ্যা-তন্ত্ৰমতে এওঁৰ পূজা হয়। যথাবিধি এওঁক পূজা কৰিলে মানুহে পুনৰ্বাৰ আকৌ মাতৃগৰ্ভত জন্ম লব নালাগে। পূৰ্বে জামদগ্ন্য পৰশুৰামৰ ভয়ত ভয়াতুৰ কেতবিলাক ক্ষত্ৰিয়ই ম্লেচ্ছত্ব গ্ৰহণ কৰি জল্পীশৰ শৰণাগত হৈছিল। তেওঁলোকে জল্পীশদেৱৰ সেৱা পূজা কৰি সদায় ম্লেচ্ছভাষাত কথাবাৰ্তা কৈ আৰু আৰ্যভাষা পৰিত্যাগ কৰি জল্পীশদেৱক গুপ্ত কৰি ৰাখিছিল। এই জল্পীশ দ্বিভুজ, কুন্দ ফুলৰ নিচিনা বগা। এওঁক তৎপুৰুষৰ মন্ত্ৰেৰে পূজা কৰিব লাগে। এওঁৰ পীঠ অতি পুণ্যকৰ (কাঃ পুঃ ৭৭ আধ্যা)।

কোচবিহাৰ ৰাজ্যৰ পুৰণি ৰাজধানী কমতাপুৰত সিদ্ধেশ্বৰী দেৱীৰ দেৱালয় আছে। আজিকালি সেই ঠাইক গোসাঁনীমাৰী বোলে।

সুবৰ্ণমনাস নদৰ বৰ্তমান নাম স্বৰ্ণকোষ বা সোণকোষ।

সুবৰ্ণ মানস বা সোণকোষ'ৈ

ৰবলা, বৰ সোণকোষ, গঙ্গাধৰ, গদাধৰ আৰু সৰু সোণকোষ, এই কেইখন নৈ যাই স্বৰ্ণকোষৰপৰা ফাটি আহিছে।

এই কেইখন নৈৰ ভিতৰত বৰ্তমান কালত গদাধৰ নদেই প্ৰৱল। গোলকগঞ্জৰ পশ্চিমে গদাধৰ বৈছে। গদাধৰ গৌৰীপুৰৰ কাষেদি বৈ গৈ ধুবুৰীৰ ওচৰত ব্ৰহ্মপুত্ৰত পৰিছে। সৰু সোণকোষ টিপ্‌কাই নৈৰ লগত মিলি বগৰিবাৰীৰ ওচৰত ব্ৰহ্মপুত্ৰত পৰিছে। গোৱালপাৰা জিলাৰ পশ্চিম সীমাইদি বৰ সোণকোষ বৈছে। গোসাঁনীমাৰীৰ ওচৰেদি ধৰলা বৈছে। তিস্তা নৈকে 'কালিকা পুৰাণে' ত্ৰিস্ৰোতা বুলিছে। নৱতোয়াৰ বৰ্তমান নাম চম্পাৱতী হব পায়।

**ভদ্ৰা বা আই নদী** অগদ নদৰ উৰ্দ্ধত ভদ্ৰা নামে মহানদী আছে। ভাদমাহৰ কৃষ্ণা চতুৰ্দশীত সেই নদীত স্নান কৰিলে মানুহ দিব্যলোকলৈ যাব পাৰে

**সুভদ্ৰা বা গাভৰু আই নদী** ভদ্ৰাৰ পূৰ্বে পুণ্যতোয়া সুভদ্ৰা নদী আছে। বহাগ মাহৰ তৃতীয়া তিথিত সেই নৈত স্নান কৰিলে স্বৰ্গপ্ৰাপ্তি হয়।

**মানসা বা মানাহ নদী** সুভদ্ৰাৰ পূৰ্বে পুণ্যতমা মানসা নদী। তৃণবিন্দু ঋষিয়ে মানস সৰোবৰৰ পৰা সেই নৈখন ভৈয়ামলৈ নমাই আনিছিল। গোটেই বহাগ মাহত সেই নদীত স্নান কৰিলে মানুহে অন্তিমত স্বৰ্গলৈ গতি কৰে (কাঃ পুঃ ৭৮ আধ্যা)।

গোৱালপাৰা জিলাৰ "আই" নদীৰ নাম সুভদ্ৰা আছিল। মানসা নৈকে আমি মানাহা বোলোঁ, কোনো কোনোৱে মানাহ বুলিও কয়।

তৃণবিন্দু এজন বেদব্যাস। মানাহাৰ মুখত যোগীযোপা নামে পাহাড়ত তেওঁৰ আশ্ৰম আছিল। উক্ত

**যোগীযোপা (তৃণবিন্দুৰ আশ্ৰম)** পাহাড়ত শিলত কটা কেইবাটাও যোপা বা গুহা আছে। "যোপা" শব্দটো তিব্বতীয়া "গোম্ফা" শব্দৰ অপভ্ৰংশ হ'ব পাৰে। এই যোপা বা গুহাবিলাকত আগেয়ে যোগী ঋষি বাস কৰিছিল।

**ভৈৰৱচূড়া** গোৱালপাৰা জিলাত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে ভৈৰৱ বা ভৈৰৱ চূড়া নামে পৰ্ব্বত। তাত শিৱ আৰু দেৱীৰ দেৱালয় আছে।

**পগলাটেক্** ভৈৰৱ-চূড়াৰ ঠিক বিপৰীত ফালে ব্ৰহ্মপুত্ৰৰ দক্ষিণ তীৰত পগলাটেক্ পাহাড়। এই পাহাড়ত এটি অতি পুৰণি শিৱ-মন্দিৰৰ ভগ্নাৱশেষ আৰু এক প্ৰকাণ্ড শিৱলিঙ্গ আছে। গোৱালপাৰা নগৰৰপৰা এই দেৱালয় ৮ মাইলমান দূৰ হ'ব।

**পঞ্চৰত্ন** পঞ্চৰত্ন এটি সুন্দৰ পৰ্ব্বত। গোৱালপাৰা নগৰৰ পৰা ৪ মাইল পশ্চিমে ব্ৰহ্মপুত্ৰৰ দক্ষিণ তীৰত এই পৰ্ব্বতটো আছে। 'পঞ্চৰত্ন' বুলিলে সাধাৰণতে সোণ, ৰূপ, তাম, পোৱাল আৰু মুকুতা বুজায়। আকৌ, স্বৰ্গলোকৰ এগৰাকী অপ্সৰাৰ নামো পঞ্চৰত্ন আছিল। গুৱাহাটীৰ উৰ্বশীৰ দৰে এইগৰাকী আপ্সৰা বোধ কৰোঁ এই পৰ্ব্বতত আছিল। ইয়াত কিছুমান শিলত কটা মূৰ্ত্তি আদি ভগ্নাৱস্থাত আছে। কিছুমান মূৰ্ত্তি বৌদ্ধযুগৰ হ'ব পাৰে।

**শুভাচল বা টুক্ৰেশ্বৰী** "নাতিদূৰে ভাস্কৰস্ত দক্ষিণস্যাং শুভাহ্বয়ঃ
তস্যোৰ্দ্ধসানৌ বসতি লিঙ্গ শাঙ্কৰমুত্তমম্॥
পৰিবাৰ্য সদা যান্তি মহাকায়াস্ত বানৰা।
পৰিবাৰ্যৰতিষ্ঠন্তে সেৱমানশ্চ শঙ্কৰম্॥
—কাঃ পুঃ ৭৮ আধ্যা।

ভাস্কৰ অৰ্থাৎ শ্ৰীসূৰ্য পৰ্বতৰপৰা কিছুদূৰত দক্ষিণফালে শুভাচল নামে পৰ্বত আছে, তাৰ উৰ্দ্ধ শানুত এটি উত্তম শিৱলিঙ্গ আছে। মহাকায় বান্দৰবিলাকে সেই শিৱলিঙ্গটি বেঢ়ি লৈ শিৱক সেৱা পূজা কৰি থাকে।

এই শুভা পৰ্বতৰ বৰ্তমান নাম টুক্ৰেশ্বৰী। গোৱালপাৰা নগৰৰপৰা ১৬ মাইল আঁতৰত দক্ষিণ ট্ৰাঙ্ক্ ৰডৰ ১৫-১৬ নং মাইলৰ খুটিৰ ওচৰত এই দেৱালয় আছে। পৰ্বতৰ ওপৰত অতি পুৰণি শিলৰ

মন্দিৰৰ ভগ্নাৱশেষ আছে। পৰ্বতৰ নামনিত নতুনকৈ সজা টিনৰ যি মন্দিৰ আছে তাত দিনৌ পূজাৰীয়ে পূজা কৰে। এই পৰ্বতত অসংখ্য ডাঙৰ ডাঙৰ বান্দৰ থাকে। তাকৰ খাই বান্দৰটোক বান্দৰ ৰজা বোলে। ৰজা আৰু ৰাণীক বণৰ কাঁহীত প্ৰসাদ খাবলৈ দিয়া হয়, এই দেৱালয় হিন্দুবিলাকৰ এখন তীৰ্থ ঠাই। যাত্ৰীবিলাকে পূজালৈ নিয়া নৈবেদ্য এই বান্দৰবিলাকক খাবলৈ দিয়ে।

কালিকা পুৰাণৰ ৭৮ আধ্যাত লিখা আছে যে যি মানুহে এই তীৰ্থলৈ গৈ দেৱালয়ৰ কাষৰ নৈত স্নান কৰি শুভাচলত থকা শঙ্কৰৰ দৰ্শন কৰে তেওঁৰ মনৰ কামনা শীঘ্ৰে পূৰ্ণ হয়।

সীতা নৈৰ পূবে সুমদনা নৈ। সুমদনা নৈৰ পূবে আৰু ব্ৰহ্মক্ষেত্ৰৰ পশ্চিমে মহাক্ষেত্ৰ নাম যি ক্ষেত্ৰ আছে তাত আদিত্য দেৱ সদায় বাস কৰে।

"ভৈৰৱস্ত হিতাৰ্থায় যত্ৰ সৰ্বেশ্বৰাঃ স্থিতাঃ।
কামৰূপে মহাপীঠে ব্ৰহ্মেন্দ্ৰ বৰুণাদয়ঃ॥
ত্ৰিস্ৰোতা নাম যস্যাস্তি নদী পূৰ্বদিশি স্থিতা।
কপোত কৰুণং পশ্চাদস্ত কুণ্ডদ্বয়ং স্থিতম্॥

যি পৰ্বতত ব্ৰহ্মা, ইন্দ্ৰ, বৰুণ আদি সকলো দেৱতাই লগ-লাগি ভৈৰৱৰ হিতৰ নিমিত্তে শ্ৰীসূৰ্যদেৱক স্থাপন কৰিছিল সেই পৰ্বতৰ নাম

**শ্ৰীসূৰ্য পৰ্বত** শ্ৰীসূৰ্য ৰখা হয়। শ্ৰীসূৰ্যৰ পূবে ত্ৰিস্ৰোতা নৈ আৰু পশ্চিমে কপোত আৰু কৰুণ নামে কুণ্ড দুটা আছে। কপোত আৰু কৰুণ কুণ্ডত স্নান কৰি সেই পৰ্বতত উঠি দিবাকৰ সূৰ্যক যথাবিধি পূজা কৰিলে মানুহৰ সূৰ্যলোকলৈ গতি হয়। পূজাৰ মন্ত্ৰ আৰু বিধি কালিকা পুৰাণৰ ৭৮ আধ্যাত লিখা আছে।

গোৱালপাৰা নগৰৰপৰা ডোবাপাৰাৰ বাটেদি পূব মুখে ৭ মাইল বাট গ'লে শ্ৰীসূৰ্য পৰ্বত পোৱা যায়। তাত এহেজাৰমান শিলত কটা শিৱলিঙ্গ আৰু অনেক দেৱমূৰ্তি আছে। এইবিলাকৰ মাজত শিলৰ এখন দুৰ্গা প্ৰতিমা আছে। এই প্ৰতিমাৰ হাত বাৰটা। এখন ঘূৰণীয়া ৰথৰ চাৰিওকাষে নৱ-গ্ৰহ আৰু মাজতে সূৰ্যদেৱতা আঁকা আছে; দেখিলে বোধ হয় এয়ে যেন প্ৰাচীন কালৰ সৌৰ জগতৰ প্ৰতিকৃতি। সম্ভৱতঃ একৰমকালি ইয়াত মান-মন্দিৰ আছিল। পৰ্বতৰ ওপৰত এটা শিলত কটা গুহা বা খোপা আছে। এই গুহাৰ ভিতৰত দুটা শিলৰ মূৰ্তি আছে। মূৰ্তি দুটাৰ তলত ব্ৰাহ্মী আখৰেৰে লিখা শিলালিপি আছে। এই শিলালিপিত কি লিখা আছে আজিলৈকে কোনেও নিৰ্ণয় কৰিব পৰা নাই।

গুৱাহাটীৰ কামাখ্যা পাহাড়ৰ পূবৰ যিটো পৰ্বতত ভুৱনেশ্বৰীৰ দেৱালয় আছে তাক ব্ৰহ্মগিৰি বোলে,

**ব্ৰহ্মক্ষেত্ৰ** ব্ৰহ্মক্ষেত্ৰ বুলিও কয়। এই ব্ৰহ্মক্ষেত্ৰৰ

**মহাক্ষেত্ৰ** পশ্চিমে থকা শ্ৰীসূৰ্য পৰ্বতক মহাক্ষেত্ৰ বোলে। যি সূৰ্যদেৱে সামবেদৰ মন্ত্ৰ-বিলাক সঙ্কলন কৰিছিল, তেওঁক দেৱতাসকলে এই ক্ষেত্ৰত স্থাপন কৰিছিল। শৈৱ, শক্তি বৈষ্ণৱ, সৌৰ্য আৰু গাণপত্য, এই সকলো সম্প্ৰদায়ৰে এই ক্ষেত্ৰ অতি পুৰণি আৰু পৱিত্ৰ তীৰ্থ। ইয়াৰ পূবে দুধ-নাই। দুধনাইকে বোধ কৰোঁ 'কালিকা পুৰাণে' "ত্ৰিস্ৰোতা" বুলিছে। দেৱগুৰু বৃহস্পতিয়ে এই ক্ষেত্ৰত আশ্ৰম পাতি দেৱতাসকলেৰে সৈতে কিছুদিন বাস কৰিছিল।

শুভাচল বা টুক্ৰেশ্বৰীৰ পূবে কুসুমবাজিনী, ক্ষীৰোদা আৰু নীলা নামে নদী আছে। নীলাৰ পূবে শিৱাচণ্ডী বা চণ্ডিকা নামে

**গোলোক আৰু শৃঙ্গী দেৱালয়** নদী আছে। তাৰপৰা অলপ গ'লে দুটি শিৱলিঙ্গ পোৱা যায়; এটিৰ নাম গোলক আৰু আনটিৰ নাম শৃঙ্গী, এই উভয়ৰ ভিতৰত এক ক্ৰোশ মাত্ৰ ব্যৱধান। মানুহে চণ্ডিকা নদীত স্নান কৰি ধৱলেশ্বৰ পৰ্বতৰ ওপৰত উঠি দক্ষিণ নাগৰ আৰু গোলোক নামে শিৱলিঙ্গ দৰ্শন কৰিব; তাৰ পিছত পৰ্বতৰপৰা নামি তৈয়ামত থকা শৃঙ্গী নামে মহেশ্বৰক শিৱপূজাৰ বিধিমতে পূজা কৰিব; তাকে কৰিলে অশ্বমেধ

যজ্ঞৰ ফল আৰু সকলো প্ৰকাৰ অভীষ্ট লাভ হ'ব বুলি "কালিকা পুৰাণত" লিখা আছে।

এই শৃঙ্গী দেৱালয় কামৰূপ জিলাৰ বকো থানাৰ এলাকাৰ শিংৰা নৈৰ পাৰত থকা বুলি বোধ হয়। সম্ভৱতঃ "শৃঙ্গী" শব্দৰ পৰাই শিৱাচণ্ডী নদীৰ নাম শিংৰা হৈছে। ছয়গাওঁ থানাৰ এলাকাত চণ্ডিকাৰ এখন দেৱালয় আছে।

**ভুবি পৰিহৰেশ্বৰ দেৱালয়**

কামৰূপ জিলাৰ বৰপেটা মহকুমাৰ ভিতৰত পাঠশালা ৰেল-ষ্টেশ্যনৰপৰা অলপ দূৰ দক্ষিণে ভুবি নামে প্ৰসিদ্ধ গাওঁ আছে। ইয়াত পৰিহৰেশ্বৰ শিৱৰ প্ৰাচীন দেৱালয় আছে। পূৰ্ব্বৰ প্ৰথা মতে এই দেৱালয়ত দেৱদাসী বা নটীয়ে নাচ গান কৰে।

**বিশ্বেশ্বৰ দেৱালয়**

কামৰূপ জিলাৰ নলবাৰী থানাৰপৰা ৭ মাইল পশ্চিমে বেলশৰ গাৱঁত বিশ্বেশ্বৰ দেৱালয় আছে। এই দেৱালয়ৰ আগৰ পকী মন্দিৰ ভাগি যোৱাত ১৬৬৭ শকত ৺লক্ষ্মীসিংহ স্বৰ্গদেৱৰ আদেশমতে গুৱাহাটীৰ তৰুণ দুৱৰা বৰফুকনে নতুনকৈ মন্দিৰ নিৰ্ম্মাণ কৰিছিল। ১৮৯৭ খৃষ্টাব্দৰ ডাঙৰ ভুঁইকঁপত সেই মন্দিৰো ভগ্ন হয়। এতিয়া আগৰ ভেটিতে আকৌ মন্দিৰ সজা হৈছে। শ্ৰীশ্ৰীবিশ্বেশ্বৰ মহাৰুদ্ৰ মহেশ্বৰৰ সেৱা-পূজা যথাবিধি ইয়াত হৈ থাকে। ইয়াত দুৰ্গাপূজাও হয়। এই দেৱালয়ৰ নামে ভালেমান নিষ্পিধেৰাজ মাটি আছে। এনে প্ৰবাদ আছে যে নাগাক্ষ, নাগাঙ্ক বা নাগশঙ্কৰ নামে এজন শিৱভক্ত লৌহিত্য বংশী ব্ৰাহ্মণ ৰজাই এই দেৱালয় স্থাপন কৰিছিল।

**গাৰ্জ্জৈশৈল বা হাতীমূৰা পৰ্ব্বত**

হাতীমূৰা পৰ্ব্বতত ধাৱেশ্বৰ আৰু পিঙ্গলেশ্বৰ নামে দুখন শিৱৰ দেৱালয় আছে। হাতীমূৰাৰ উত্তৰে কামধেনু পৰ্ব্বত তাৰ উত্তৰে গণেশ আৰু ভৰদ্বাজ পৰ্ব্বত।

**ভৰদ্বাজ আশ্ৰম**

ভৰদ্বাজ পৰ্ব্বতত ভৰদ্বাজ ঋষিৰ আশ্ৰম আছিল বুলি সেই পৰ্ব্বতক পুণ্যতীৰ্থ ধৰা হয়।

**গন্ধমাদন**

ভৰদ্বাজ পৰ্ব্বতৰ উত্তৰে গন্ধমাদন পৰ্ব্বত। ইয়াৰ অগ্নিকোণত ভৃঙ্গেশ্বৰ নামে শিৱলিঙ্গ আছে।

**ভৃঙ্গেশ বা ভৃঙ্গেশ্বৰ**

কালিকা পুৰাণৰ ৭৯ আধ্যাত লিখা আছে,— গন্ধমাদন পৰ্ব্বতত ভৃঙ্গেশ নামে শিৱৰ এটি মহৎ লিঙ্গ আছে, সেই পৰ্ব্বতৰ অন্তত ভৃঙ্গেশৰ দুটি পদ আছে। সেই পদৰপৰা সদায় গঙ্গাজল বৈ থাকে, তাতে অন্তবালক নামে এটি কুণ্ড আছে সেই কুণ্ডত স্নান আৰু তাৰ জল পান কৰি ভৃঙ্গেশ্বৰ পদযুগল দৰ্শন কৰি মহাভৃঙ্গক পূজা কৰিলে গণাধিপত্য লাভ হয়। মণিকূট আৰু গন্ধমাদনৰ মাজেদি লৌহিত্য-ব্ৰহ্মপুত্ৰ নদ বৈ আছে। বৰ্দাশা, বল্লভা বা বৰলিয়া নৈৰ দক্ষিণে লৌহিত্য সাগৰ। তাৰ পূবে মণিকূট পৰ্ব্বতত হয়গ্ৰীৱ বিষ্ণুৰ দেৱালয় আছে। *

( ৭ )

"কালিকা পুৰাণৰ" ৮২ আধ্যাত লিখা আছে,—

**গন্ধমাদন**

"শান্তনু মুনিয়ে ব্ৰহ্মপুত্ৰৰ জলৰাশিক চাৰিটা পৰ্ব্বতৰ মাজত স্থাপন কৰিলে, উত্তৰে কৈলাস দক্ষিণে গন্ধমাদন, পশ্চিমে জাৰুধি আৰু পূবে সম্বৰ্ত্তকাদ্ৰি পৰ্ব্বতশাৰী, ব্ৰহ্মপুত্ৰ সেই পৰ্ব্বতৰাজিৰ মাজত শৰৎকালৰ শুক্লপক্ষৰ শশধৰৰ দৰে ক্ৰমে বাঢ়িবলৈ ধৰিলে, এই দৰে বহুকাল অতীত হলত ব্ৰহ্মপুত্ৰৰ জলৰাশি ৫ যোজন বৃদ্ধি পালে।"

আকৌ, সেই পুৰাণৰ ৭৮ আধ্যাত আছে, "গন্ধমাদন পৰ্ব্বতত ভৃঙ্গেশ নামে শিৱৰ এটি মহৎ লিঙ্গ আছে। গন্ধমাদনৰ অন্তত ভৃঙ্গেশৰ দুটি পদ আছে, তাৰপৰা গঙ্গাজল সদায় বৈ গৈ অন্তবালক নামে কুণ্ডত পৰিছে। * * * মণিকূট আৰু গন্ধমাদন পৰ্ব্বতৰ মাজেদি ব্ৰহ্মপুত্ৰ লৌহিত্য নদ বৈছে। বৰ্দাশা (বৰলীয়া) নদীৰ দক্ষিণে লৌহিত্য সাগৰ; তাৰ

*আৱাহন, ভাদ ১৮৫৬ শক, ৫ম বছৰ ১১শ সংখ্যা।

পূবে মণিকূট পৰ্বত, হয়গ্ৰীৱ বিষ্ণুৰ প্ৰতিমূৰ্তি আছে।"

"বিক্ৰমোৰ্বশী" নাটকৰ ৪ৰ্থ অঙ্কত লিখা আছে যে গন্ধমাদন ৰুদ্ৰ হিমালয়ৰ এটা ঠেঙ্গুলী। মন্দাকিনীৰ পানী গন্ধমাদনৰ কাষেদি বৈছে।

হিমালয়ৰ ঠাল-ঠেঙ্গুলী স্বৰূপে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে কামৰূপত যিবিলাক পৰ্বত আছে সেইবিলাকৰ নাম বোধ কৰোঁ ৰুদ্ৰ হিমালয় আছিল। স্বৰ্ণদী আৰু ব্ৰহ্মপুত্ৰৰ মিলিত সুঁতিক মন্দাকিনী বোলে। হনুমানে গন্ধমাদনৰপৰা বিশল্য-কৰণী ঔষধ নিছিল। গন্ধমাদন যে কামৰূপত সেইটো কালিকা পুৰাণৰ পৰা সুন্দৰকৈ জনা যায়। এই গন্ধমাদনৰ অপৰ নাম মহামায়া পৰ্বত।

"কামৰূপৰ বুৰঞ্জীত" লিখা আছে, "ভৰদ্বাজ পৰ্বতৰ উত্তৰে গন্ধমাদন পৰ্বত।",

গন্ধমাদন পৰ্বতত ঋষিসকলৰ বদৰিকাশ্ৰম আছিল। বৰাহ পুৰাণৰ ৪৮ আধ্যাত আৰু মহাভাৰতৰ বনপৰ্ব আৰু শান্তি পৰ্বত সেই কথা লিখা আছে।

ভাৰতবৰ্ষৰ যুক্ত প্ৰদেশৰ গাৰ্হৱাল জিলাত বদৰিনাথৰ যি মন্দিৰ -আছে, সেইটো অষ্টম খৃষ্টাব্দত শঙ্কৰাচাৰ্যই নিৰ্মাণ কৰাইছিল। এতিয়া **বদৰিকাশ্ৰম** অনেক পণ্ডিতে সেই মন্দিৰ থকা ঠাইকে বদৰিকাশ্ৰম বুলি মত প্ৰকাশ কৰিছে। নৰ আৰু নাৰায়ণ নামে দুটা পৰ্বতৰ মাজত বিষ্ণু গঙ্গা নামে নৈৰ গুৰিত এটি তপত পানীৰ কুণ্ড আছে। সেই কুণ্ডৰ ওচৰত মন্দিৰটি আছে। সৰ্বসাধাৰণে সেই মন্দিৰক নৰ-নাৰায়ণৰ মন্দিৰ বোলে। সম্ভৱতঃ কোনো কাৰণত ঋষিসকলে কামৰূপৰ বদৰিকাশ্ৰম এৰি ভটীয়াই গৈ বিষ্ণুগঙ্গাৰ গুৰিত নতুনকৈ আশ্ৰম পাতিছিল। এইটো মন কৰিব লগীয়া যে কামৰূপৰ গন্ধমাদনত যিটো অন্তৰালক নামে কুণ্ড আছে তাৰ পানীও তপত, আৰু তাক সেই বাবে "তপন কুণ্ড" বুলিও কয়। কালিকা পুৰাণে তাৰ পানীক গঙ্গাজল বুলিছে।

## মণিশৈল বা মণিকূট পৰ্ব

"আমণিং মণি পৰ্যন্তমাচিত্ৰাদ্ গন্ধমাদনম্।
পঞ্চক্ৰোশমিদং দেৱি সৰ্বেষামেব দুৰ্ল্লভম্॥
ব্ৰহ্মাবিষ্ণু সুৰেশাদ্যৈঃ সেৱিতং পৰমাদ্ভুতম্।
দেৱা মৰণমিচ্ছন্তি কা কথা মানুষেষু চ॥

—যোগিনীতন্ত্ৰ, একাদশ পটল, ৩০ শ্লোক।

হাজোৰ মণি শৈলৰপৰা উত্তৰ গুৱাহাটীৰ মণি শৈললৈকে আৰু গন্ধমাদন পৰ্বতৰপৰা চিত্ৰাচললৈকে এই চৌহদৰ ভিতৰত পাঁচ ক্ৰোশ ঠাই সকলোৰে পক্ষে দুৰ্ল্লভ। এই পৰম অদ্ভুত ঠাই ডাঙৰক ব্ৰহ্মা, বিষ্ণু, ইন্দ্ৰ আদি দেৱতাসকলে সেৱা কৰি থাকে। মানুহৰ কথা নো কি ক'ম, দেৱতাসকলেও এই ঠাইত মৰিবলৈ বাঞ্ছা কৰে।

"ভস্মকূটস্য ঐশান্যাং মণিকূটো মহাগিৰিঃ।
মণিকৰ্ণো নাম হৰস্তত্ৰ তিষ্ঠতি লিঙ্গকঃ॥

—কালিকা পুৰাণ, ৮১ অঃ

ভস্মকূট বা উমানন্দ পৰ্বতৰ ঈশান কোণত মণিকূট পৰ্বত। তাত মণিকৰ্ণ নামে হৰ লিঙ্গৰূপে আছে, মণিকৰ্ণ হৰক মৰক মণিকৰ্ণেশ্বৰ বুলিও কয়।

যথা—"মণিকৰ্ণেশ্বৰংদৃষ্টা মুক্তিৰ্ভস্মাচলে গতে।"

কালিকা পুৰাণ, ৮১ অঃ।

আকৌ কালিকা পুৰাণৰ ৬২ আধ্যাত লিখা আছে যে ঈশান কোণত মহাদ্যুতি কূৰ্ম স্থি পৰ্বতৰূপে বিৰাজ কৰিছে, সেই পৰ্বত মণিকৰ্ণ নামে প্ৰখ্যাত আৰু দেৱতাসকলৰ দ্বাৰা সেৱিত।

এতিয়া, মণিশৈল বুলিলে ইয়াকে বুজিব লাগিব যে হাজোৰ হয়গ্ৰীৱ মাধৱ থকা মণিকূটৰপৰা উত্তৰ গুৱাহাটীৰ মণিকৰ্ণ দেৱালয় থকা মনিকূটলৈকে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে যি পৰ্বত ৰাজি আছে তাৰ নাম মণিশৈল।

বায়ু পুৰাণত লিখা আছে যে বিকঙ্ক আৰু মণিশৈলৰ মাজত কশ্যপ ঋষিৰ আশ্ৰম আছিল। বিকঙ্ক পৰ্বত এতিয়াৰ খাচিয়া পৰ্বত হ'ব পাৰে। কশ্যপৰ শিষ্যসকলক কাশ্যিয়া বোলা হৈছিল।

সম্ভৱতঃ "কাম্ভিমা" শব্দৰপৰাই "খাচিয়া" শব্দৰ উৎপত্তি হৈছে। "মহাভাৰতত গালৱ আৰু গৰুড়ৰ ভ্ৰমণ বৃত্তান্তৰ গৰুড়ে পূব দিশৰ বৰ্ণনা কৰোঁতে কৈছিল,—

"এই পূব দিশতেই দক্ষ প্ৰজাপতিৰ জীয়েক অদিতি আদিৰ গৰ্ভত কশ্যপৰ ঔৰসত প্ৰজাসকলৰ উৎপত্তি আৰু বৃদ্ধি হৈছিল, এই পিনে দেৱতাসকলে, শ্ৰীলাভ কৰিছিল, এই পিনে ইন্দ্ৰৰ অভিষেক সম্পন্ন হৈছিল, আৰু এই পিনেই দেৱতাসকলে তপস্যা কৰিছিল, পূৰ্বকালত দেৱতাসকলে এই পিনে বাস কৰিছিল, এই নিমিত্তে ইয়াৰ নাম প্ৰাক্, প্ৰাচী বা পূৰ্ব দিশ হৈছে, এই ঠাই পূৰ্বপুৰুষবিলাকৰ আদি নিবাস বুলি বিখ্যাত।"

কালিকা পুৰাণে কামৰূপক সুৰালয় বুলিছে। বৈদিক সাহিত্যতো "প্ৰাচ্যং দেৱাঃ প্ৰতীচীং মনুষ্যাঃ" আৰু "প্ৰাচ্যংদিশি ত্বমিন্দ্ৰাসিৰাজা" আদি কথা পোৱা যায়। যোগিনীতন্ত্ৰত "তত্ৰ (কামৰূপে) যে মানুষাঃ সন্তি তে দেৱাঃ নাত্ৰ সংশয়ঃ" বুলি লিখা আছে।

**বিষ্ণু পুষ্কৰ**

হাজোৰ হয়গ্ৰীৱ মাধৱ দেৱালয়ৰ পূবে যিটো সুন্দৰ পুখুৰী আছে, তাৰ নাম বিষ্ণু পুষ্কৰ আৰু তাৰ চাৰিওকাষৰ ঠাইক বিষ্ণু পুষ্কৰ ক্ষেত্ৰ বোলে। যোগিনী তন্ত্ৰত এই ক্ষেত্ৰৰ বৰ্ণনা আছে। তলত চমুকৈ লিখা হ'ল।

মহাদেৱে পাৰ্বতীক কৈছে,—

"হে দেৱি, এই ভূমণ্ডলত দুৰ্লভ, অতি নিৰ্মল, হৰি ক্ষেত্ৰৰ নিচিনা শুভকৰ এখন পুণ্যক্ষেত্ৰৰ কথা কওঁ শুনা। সেই ক্ষেত্ৰৰ নাম বিষ্ণু পুষ্কৰ। তাত আঠৈশ শিৱলিঙ্গ আৰু আঠৈশ তীৰ্থ আছে। সেই ঠাই হৃষ্ট-পুষ্ট মানুহেৰে পৰিপূৰ্ণ, দিব্যকান্তি নৰ-নাৰী আৰু অনেক বিত্তাৱন্ত লোকৰ তাত বসতি, শাৰী শাৰী ঘৰবিলাকৰ সন্মুখত সুন্দৰ চোতাল আৰু ফুলবাৰী, ধনে-ধান্যে আৰু নানাবিধ বস্ত্ৰ মণিৰে ঘৰবিলাক সুশোভিত, বীথি অৰ্থাৎ বাটৰ কাষে কাষে দোকানবিলাক নানা তৰহৰ বস্তুৰে সজোৱা; ৰাজহংসৰ নিচিনা শুভ্ৰ প্ৰাসাদবিলাক ঠায়ে ঠায়ে শোভা পাইছে। * * * হে দেৱি, নীলা, ৰঙ্গা আৰু বগা বৰণৰ প্ৰাসাদবিলাকৰ শোভা কি চাবা।

"প্ৰাসাদবিলাক গড় পৰিখাৰে অলঙ্কৃত, অস্ত্ৰ-শস্ত্ৰেৰে পৰিৰক্ষিত আৰু নানা বৰণীয়া পতাকাৱলীৰ দ্বাৰা পৰিশোভিত, বীণা, বেণু, মৃদঙ্গ আদি নানা বাদ্যৰ মধুৰ ধ্বনিত আৰু উৎসৱাদিত নিতৌ সেই ঠাই আমোদিত, দিব্য দেৱালয়বিলাকৰ চাৰিওফালে সুন্দৰ সুন্দৰ উদ্যান আৰু নানা তৰহৰ পূজাৰ উপ-কৰণেৰে দেৱালয়বিলাক সুশোভিত, তেওঁলোকক পীনোন্নত পয়োধৰা বুলিব পাৰি, তেওঁলোকৰ মুখ যেনিবা পূৰ্ণিমাৰ জোন, অলকাৱলী স্থিৰ, কপাল মনোহৰ, জঘন সুচাৰু, নয়নযুগল কাণলৈকে বিস্তৃত, তেওঁলোকৰ ঘুনুকা লগোৱা কাঞ্চী আৰু নেপুৰৰ ৰুণ্ জুন্ ধ্বনিয়ে মানুহৰ মন মোহি পেলায়। বিষ্ণু পুখুৰীৰ বাহিৰেও তাত শত শত পদ্মফুল থকা অনেক জলাশয় আছে। সেইবিলাক জলাশয়ৰ পানী অতিশয় নিৰ্মল, তাত কুমুদ, পুণ্ডৰিক, নীলোৎপল আদি সুশোভন জলজ পুষ্প, আৰু কাদম্ব (বাগিহাঁহ) চক্ৰৱাক, কাৰণ্ডৱ (ঘিলাহাঁহ বা পানী হাঁহ), জল কুক্কুট (কোটা চৰাই), গঙ্গা-চিলনী, ৰাজহাঁহ, ডাউক শৰালী আদি জলচৰ পক্ষীবিলাক দেখিবলৈ পোৱা যায়। জলাশয়ৰ পাৰবিলাকত থকা নানা তৰহৰ সুন্দৰ সুন্দৰ গছবিলাকত অনেক চৰায়ে বহি আৰাও কৰি থাকে। এনে পৰম ৰমণীয় ঠাইত মণিকূট পৰ্বতৰ ওপৰত হয়গ্ৰীৱ জনাৰ্দ্দন বাস কৰিছিল, বিষ্ণু পুষ্কৰৰ পশ্চিম পাৰত মণিকূট পৰ্বত আৰু হয়গ্ৰীৱ মাধৱৰ মন্দিৰ। এই ক্ষেত্ৰত অপুনৰ্ভৱ নামে এক মনোহৰ পুণ্যপ্ৰদ তীৰ্থ আছে।

**অপুনৰ্ভৱ কুণ্ড**

এই পৃথিৱীত যিমান তীৰ্থ আছে, যিমান সৰিৎ, সাগৰ, সৰোৱৰ আৰু কুণ্ড আছে, সেই সকলোবিলাকৰপৰা পৃথক্ পৃথক্ ভাৱে জল আহৰণ

কৰি সৰ্ব্বলোকৰ হিতৰ নিমিত্তে ভগৱান ৰুদ্ৰই সোম সকলোৰে সৈতে এই অপুনৰ্ভৱ কুণ্ডত ঢালি ইয়াত বাস কৰিছিল। অপুনৰ্ভৱ তীৰ্থত কাম্যবস্তু উপভোগ কৰি বাস কৰিলেও আকৌ মাতৃগৰ্ভত জন্ম গ্ৰহণ কৰিব নালাগে। এই নিমিত্তে তীৰ্থৰ নাম অপুনৰ্ভৱ হৈছে। এই কুণ্ডত স্নান কৰিলে পুনৰ্ভৱ অৰ্থাৎ পুনৰ্জন্ম নহয়। এই কুণ্ডটোৰ পৰিমাণ ৮ ধনু বা ৩২ হাত। বৰাহ আৰু কামদেৱ বা কামেশ্বৰৰ মাজত কুণ্ডটো আছে। তাৰ ওচৰত গোকৰ্ণ আৰু বিকৰ্ণ আছে।

**গোকৰ্ণ বিকৰ্ণ**

গোকৰ্ণৰ আকৃতি এটা বলদৰ নিচিনা আৰু বিকৰ্ণৰ আকৃতি এজন পুৰুষৰ নিচিনা। এই দুজন যোগী-ঋষিৰ প্ৰতিমূৰ্তি দৰ্শন কৰিলে পৰম যোগ জ্ঞান লাভ হয়। উত্তৰ ফালে সৰোৱৰৰ তীৰত ভদ্ৰকাম পৰ্ব্বত। তাৰপৰা পাঁচধনু অন্তৰত হয়গ্ৰীৱা ক্ষেত্ৰ। তাৰ শৈৱশিলাত মহাদেৱে ধ্যান কৰিছিল। অপুনৰ্ভৱ কুণ্ডৰপৰা ৯ ধনু অৰ্থাৎ ৩৬ হাত অন্তৰত বাৰাণসীয়ক কুণ্ড। তাৰ পৰিমাণ ধী ধনু তাৰ ৫ ধনু অন্তৰত মাৰ্কণ্ডেয় হ্ৰদ। তাৰ উত্তৰ পাৰত মাৰ্কণ্ডেয় নামে মহেশ্বৰৰ দেৱালয়। ইয়াতে মাৰ্কণ্ডেয় মুনিৰ আশ্ৰম আছিল। গোকৰ্ণ আৰু

**মাৰ্কণ্ডেয় হ্ৰদ**

বিকৰ্ণৰ অলপ অ'ঁতৰত ব্ৰহ্মসৰঃ নামে তীৰ্থ আছে। তাৰ পৰিমাণ ২১ ধনু। এই কুণ্ডটো ব্ৰহ্মাৰ দ্বাৰাই নিৰ্মিত। এই কুণ্ডৰ পশ্চিমে কৃষ্ণাখ্য শৈলৰূপী বৰাহ দেৱতা আছে। গোকৰ্ণৰ ঈশাণ কোণত থকা পৰ্ব্বতৰ নাম মদনাচল। তাত কেদাৰ নামে মহাদেৱ আছে।

**কেদাৰ**

কেদাৰ অৰ্দ্ধনাৰীশ্বৰ। কেদাৰৰ পশ্চিমে ব্ৰহ্মবট নামে এজোপা বৰগছ আছে। কেদাৰৰ উত্তৰ ফালে পৌষ্পকনগৰ ক্ষেত্ৰ। তাত কমল নামে শিৱ আছে। তেওঁক কমলেশ্বৰ বুলিও

**কমল**

কয়। ব্ৰহ্মবটৰ দক্ষিণে ছত্ৰকাৰ, সাগৰি আৰু পৰিপাত্ৰক পৰ্ব্বত। তাৰ পাছত মন্দৰ পৰ্ব্বতত মধুৰিপু হৰি। পৰিপাত্ৰৰ উত্তৰে ২০ ধনু দূৰত কপিলাশ্ৰম আছে। তাত কপিলদেৱে যোগ সাধন কৰিছিল। তাৰপৰা ১১ধনু দূৰত পিশাচমোচন নামে তীৰ্থ।

**কপিলাশ্ৰম**

তাত কালভৈৰৱ আছে। ব্যাঘ্ৰেশ্বৰৰ দক্ষিণে দেৱদুৰ্ল্লভ স্বয়ম্ভুলিঙ্গ পূব মুখে প্ৰতিষ্ঠিত আছে (ব্যাঘ্ৰেশ্বৰক আজি কালি বাঘ্ৰেশ্বৰী কয়) বাঘ্ৰেশ্বৰৰ ঈশান কোণত ১০ ধনু পৰিমিত কৃত্তিবাস দেৱৰ লিঙ্গ যোনি প্ৰতিষ্ঠিত আছে। মদনাচলৰ ঈশান কোণত তিনি ইষুক্ষেপ

**বাণেশ্বৰ**

অন্তৰত সপ্তপাতালভেদী সুবিখ্যাত বাণেশ্বৰ লিঙ্গ প্ৰতিষ্ঠিত আছে, (এই ঠাইৰে নাম বোধ কৰো পাতালক আছিল)। বাণেশ্বৰৰ বায়ু কোণত থকা নানা বৰণৰ শিলবিলাকক গৰুড়াখ্য মহালিঙ্গ বোলে। মণিকূটৰ (মাধৱ দেৱালয়ৰ) উত্তৰে সৰ্ব্ব পাপ-প্ৰমোচনী বল্লভা (বৰলীয়া) নদী বৈ আছে। কালিকা পুৰাণে এই নদীক বৰ্ণাশ্ৰয় বুলিছে। বল্লভাত স্নান কৰি মাধৱক দৰ্শন কৰিব লাগে। তাৰ পাছে বৰাহ বিবৰ বৰাহৰ

**স্বৰ্গদ্বাৰ কামেশ্বৰ**

ঘোপা দৰ্শন কৰিব লাগে। গোকৰ্ণৰ ওচৰত স্বৰ্গদ্বাৰ আছে। তাতে আৰোহণ কৰিব লাগে। পাছে মাৰ্কণ্ডেয় আৰু বাৰাণসীয় হ্ৰদত স্নান কৰি কামেশ্বৰ দৰ্শন কৰি কল্পবৃক্ষক প্ৰণাম কৰিব লাগে মণিকূটৰ পূবকাষে যিটো বিষ্ণু পুষ্কৰ নামে সৰোৱৰ আছে তাত সকলো তীৰ্থৰ জল আছে। সেই সৰোৱৰৰ আকৃতি পুষ্কৰ অৰ্থাৎ প্ৰফুল্ল পদুমৰ নিচিনা। তাত স্নান আৰু অৰ্ঘ দান কৰি মণিকূট পৰ্ব্বতত আৰোহণ কৰিব লাগে। বিষ্ণুৱে হয়গ্ৰীৱৰূপ ধাৰণ কৰি মণিকূটাচলত অৱস্থান কৰি আছে। পূৰ্ব্বাভিমুখে বা উত্তৰা-

**হয়গ্ৰীৱ মাধৱ**

ভিমুখে মণিকূটত উঠা উচিত। আনদিশলৈ মুখ কৰি উঠিব নাপায়। মণিকূটলৈ উঠোতে মনে মনে সৎ আৰু সৰ্ব্বাৰ্থ সাধক "ওঁ নমো নাৰায়ণায়" মন্ত্ৰ জপ কৰি সূৰ্য, চন্দ্ৰ আৰু

অগ্নিমণ্ডল চিন্তা কৰি জ্যোতিস্বৰূপ সনাতনৰ ৰূপ হৃদয়ত ধাৰণ কৰি উঠিব লাগে।

"ওঁ নমো নাৰায়ণেতি মন্ত্ৰঃ সৰ্বাৰ্থসাধকঃ ॥

*　*　*　*　*

তত্ৰাৰ্কচন্দ্ৰবহ্নিনাং মণ্ডলানি বিচিন্তয়েৎ ॥

ততো বিচিন্ত্যহৃদয়ং ওঙ্কাৰং জ্যোতিৰূপীনং।

কৰ্ণিকায়ং সমাসীনং জ্যোতিৰূপ স্বৰূপীনং ॥"

**আৱাহন মন্ত্ৰ**

"মীনৰূপো বৰাহশ্চ নৰসিংহোথবা পুনঃ।

আয়াতু দেৱবৰদো মম নাৰায়ণোহগ্ৰতঃ ॥

সুমেৰোশ্চ পাদপীঠে পদ্মকল্পিত মানসং।

সৰ্বসত্ব হিতাৰ্থয় তিষ্ঠস্ব মধুসূদন ॥"

হয়গ্ৰীৱ মাধৱ, কেদাৰ, কমল, গণেশ আৰু কামেশ্বৰ, এই পীঠ কেইখন হাজোৰ প্ৰধান দেৱালয়। বিষ্ণুপুষ্কৰ, অপুনৰ্ভৱ কুণ্ড, বাৰাণসীয়ক কুণ্ড, মাৰ্কণ্ডেয় হ্ৰদ আৰু ব্ৰহ্মসৰঃ এই পাঁচোটা প্ৰধান সৰোৱৰ।

হয়গ্ৰীৱ মাধৱৰ মন্দিৰৰ উৎপত্তিৰ বিষয়ে 'য়োগিনী-তন্ত্ৰ'ত লিখা আছে যে একৰমকালি ওড্ৰ বা উড়িষ্যাৰ মহাৰাজ ইন্দ্ৰদ্যুম্নই এখন দেৱালয় নিৰ্মাণ কৰি তাত এক মহাযজ্ঞৰ অনুষ্ঠান কৰে। তেওঁ সেই দেৱালয়ত স্থাপনৰ নিমিত্তে কেনেকুৱা প্ৰতিমা হলে ভাল হব, এইকথা ভাবি চিন্তি বিষ্ণুক ধ্যান কৰিবলৈ ধৰিলে। তেওঁৰ টোপনি আহিলত বাসুদেৱে তেওঁক সপোনত দৰ্শন দি কলে,— 'হে ৰাজন্, তুমি অকলৈ হাতত পৰশু কুঠাৰ লৈ সাগৰৰ পাৰলৈ যাবা, তাত এজোপা অদ্ভুত ৰকমৰ গছ দেখিবলৈ পাবা, তুমি সেই গছ কুঠাৰেৰে কাটি আনি দিব্য প্ৰতিমা সাজিবা।" এই কথা কৈ হৰি অন্তৰ্ধ্যান হলত ৰজাই সাৰ পাই সপোনৰ কথা ভাবি বিস্ময় মানিলে। ৰাতিপুৱা ৰজাই সাগৰৰ পাৰলৈ গৈ সেই মহাবৃক্ষ দেখা পাই কুঠাৰেৰে কাটি সাত ডোখৰ কৰিলে। তেওঁ সেই গছৰ গুৰি ওড্ৰ দেশত বুলি কল্পনা কৰি গুৰিছোৱাৰ প্ৰতিমা বনাই তাত স্থাপন কৰিলে। তাৰ ওপৰ ছোৱা কাশ্মীৰত আদিত্যৰূপে স্থাপন কৰিলে। তাৰ ওপৰ ছোৱা সোণাদিত্য নামে গুজৰ্ৰত স্থাপিত হ'ল। তাৰ ওপৰছোৱা উদয়ন দেশত শুক্ৰ ঋষিয়ে স্থাপন কৰিলে। তাৰ ওপৰ দুই ছোৱাৰ এছোৱা কুৱেৰে নি কামৰূপৰ পূৰত মৎস্যংখ্য মাধৱ নাম দি স্থাপন কৰিলে, সেইখন বৰাহৰ ঠাই, আন ছোৱা কামৰূপৰ মণিকূট পৰ্বতত হয়গ্ৰীৱ মাধৱ নাম দি বৰুণে স্থাপন কৰিলে। শেষ ছোৱা মলয়গিৰিত স্থাপিত হ'ল।

মহাভাৰত, বিষ্ণু পুৰাণ আদি শাস্ত্ৰৰপৰা জনা যায় যে ত্ৰেতা যুগত বাহু নামে এজন সূৰ্যবংশী ক্ষত্ৰিয় ৰজাই উত্তৰ কোশল বা অযোধ্যাত ৰাজত্ব কৰিছিল। শক, কাম্বাজ, হৈহয়, তালজঙ্ঘ আদি ক্ষত্ৰিয়বিলাকে মিলি বাহু যুদ্ধত পৰাস্ত কৰি তেওঁৰ ৰাজ্য কাঢ়ি লয়। তেওঁ সগৰ্ভা ৰাণীৰে সৈতে অৰণ্যলৈ গৈ ঔৰ্ব মুনিৰ আশ্ৰমৰ ওচৰত আশ্ৰয় লৈছিল। দুখ আৰু বেজাৰত তাতে তেওঁৰ মৃত্যু হয়। তেওঁৰ পুতেক সগৰে ভাৰ্গৱৰপৰা আগ্নেয়াস্ত্ৰ লাভ কৰি সেই ক্ষত্ৰিয়বিলাকৰ ধৰ্মভ্ৰষ্ট, শিৰোমুণ্ডন বা অৰ্দ্ধমুণ্ডন কৰি পৰ্বত পাহাড়লৈ খেদি পঠাই পিতৃৰাজ্য উদ্ধাৰ কৰে। হাজোৰ মণিকূট পৰ্বতত ঔৰ্ব ঋষিৰ আশ্ৰম আছিল।

কামৰূপ অনুসন্ধান সমিতিয়ে প্ৰকাশ কৰা 'পুৰণি অসম বুৰঞ্জী'ৰ তৃতীয় অধ্যায়ত লিখা আছে, 'পূৰ্বে সপ্তদ্বীপেশ্বৰ সগৰ ৰাজাএ ম্লেছৰ ৰজাসকলক নানান বৰ্ণ চিহ্ন দি পৰ্বত পাহাড়লৈ খেদিলে। সেই লগৰে নড়া ৰজাকো চুলি-ডাবি খুৰাই নড়া মুৰা কৰি খেদিলে। এতেকেহে অদ্যাপিতো নড়া ৰাজা বোলে, দেশকো নড়া দেশ বোলে। সেই পূৰ্ব দেশত শ্ৰীলৌহিত্যৰ সমীপত পৰ্বতৰ ৰাজা হ'ল।

নৰা ৰাজা পাটকাই নগা পৰ্বতৰ পূবে চিন্দ-ৱিন নদীৰ পাৰত আছিল। এই নদীখন বৃহৎ লোহিত সৰোৱৰৰপৰা ওলোৱা বুলি ইয়াক শ্ৰীলৌহিত্য বোলা হয়। কালিকা পুৰাণে ইয়াক চন্দ্ৰভাগা নদী বুলিছে।

যোগিনীতন্ত্ৰত বাহু ৰাজা আৰু সগৰৰ বৃত্তান্ত চমুকৈ লিখা আছে।

কালিকা পুৰাণৰ ৭৮ আধ্যাত লিখা আছে—

"বিষ্ণুৱে হয়গ্ৰীৱৰূপে জ্বৰাসুৰ আৰু হয়গ্ৰীৱক বধ কৰি ক্ৰীড়াৰ নিমিত্তে মণিকূটত অৱস্থান কৰিছিল। সৰ্বলোকৰ হিতৰ নিমিত্তে তেওঁ তাত অগদ স্নান কৰিছিল। সেই অগদ স্নানৰপৰা এটা ভয়ঙ্কৰ শব্দ হয়। এই নিমিত্তে হয়গ্ৰীৱ বিষ্ণুৱে সেই তীৰ্থৰ নাম অপুনৰ্ভৱ ৰাখিলে। কাৰণ সেই কুণ্ডত স্নান কৰিলে মানুহৰ আৰু পুনৰ্জন্ম নহয়।

**অপুনৰ্ভৱ কুণ্ড**

মণিকূট পৰ্বতত বিষ্ণুও হয়গ্ৰীৱ ৰূপে আছে। এই তীৰ্থৰ বিস্তাৰ এশ ব্যাস। মণিকূটৰ পূবে ত্ৰিকোণ ভদ্ৰকাম পৰ্বত, ইয়াত কলেহয় নামে শিৱলিঙ্গ আছে। তাৰ দক্ষিণে অপুনৰ্ভৱ কুণ্ড। সেই কুণ্ডৰ পাৰত ভদ্ৰকাম পৰ্বতত হয়গ্ৰীৱা নামে ব্ৰহ্মস্বৰূপিণী এখন শিলা আছে। তাত মহাযোগী মহাদেৱে ধ্যান কৰিছিল। তাতে গোকৰ্ণ নামে এটি শিৱমূৰ্তি আছে। কাৰণ, সেই ঠাইতে মহাদেৱে অন্ধকৰ বন্ধু গোকৰ্ণক বধ কৰিছিল গোকৰ্ণৰ ঈশান কোণত কেদাৰ নামে মহাদেৱ আছে। কেদাৰ থকা পৰ্বতটোৰ নাম মদন।

**ভদ্ৰকাম পৰ্বত**

মদনাচলতে লয়প্ৰদ মহাত্মা কমল অৱস্থান কৰিছে। অপুনৰ্ভৱৰ জলত স্নান কৰি গোকৰ্ণ যোগীযুগলক দৰ্শন কৰি কেদাৰ আৰু কমলক দৰ্শন কৰিব লাগে, পাছে মাধৱক দৰ্শন কৰি কামদেৱ বা কামেশ্বৰক দৰ্শন কৰিব, কামেশ্বৰক দৰ্শন কৰি আকৌ অপুনৰ্ভৱক দৰ্শন কৰিব। অপুনৰ্ভৱৰ স্নানমন্ত্ৰত লিখা আছে, "হে মেহাদধি, তুমি বিষ্ণুৰ স্নানৰপৰা উদ্ভূত অপুনৰ্ভৱ হৰি আৰু ঈশ্বৰ-স্বৰূপ, তুমি স্বৰ্গৰ হেতু, আমাক স্বৰ্গ দান কৰা।" হয়গ্ৰীৱ মাধৱৰ ৰূপ কৰ্পূৰ আৰু কুন্দৰ নিচিনা বগা, তেওঁ শ্বেতপদ্মৰ ওপৰত উপবিষ্ট, চতুৰ্ভুজ, কুণ্ডলাদি নানা অলঙ্কাৰেৰে অলঙ্কৃত, বাওঁফালৰ হাত দুখন বৰ

**মদনাচল**

আৰু অভয়দানকাৰী, দক্ষিণ হাত দুখন পুথি আৰু শ্বেতপদ্মধাৰী, বুকুত শ্ৰীবৎস আৰু কৌস্তুভ মণি জিলিকি আছে কোনো কোনো সময়ত গৰুড়াসনত উপবিষ্ট। গৰুড়ধ্বজ বিষ্ণু সদায় ইয়াত সৰ্বলোকৰ হিতৰ নিমিত্তে শিলাৰূপে প্ৰতিচ্ছন্ন হৈ আছে। ০০০০

হয়গ্ৰীৱৰ পূবে আৰু কেদাৰৰ পশ্চিমে ছায়া ভোগ নামে যি স্থান আছে, তাত ভোগৱতী নামে একপুৰী আছে। যি মানুহে কৌতুকবশতঃ মণিকূট আৰু অপুনৰ্ভৱলৈ যায়, তেওঁ সকলো তীৰ্থযাত্ৰাৰ ফল লাভ কৰে। জেঠমাহৰ শুক্লপক্ষৰ পূৰ্ণিমা বা অষ্টমী তিথিত যি অপুনৰ্ভৱৰ জলত স্নান কৰি যথাবিধি নাৰায়ণক দৰ্শন কৰে, তেওঁ সকলো কুশল লাভ কৰি বিষ্ণুলোকত বিষ্ণুৰ সাযুজ্য প্ৰাপ্ত হয়। যি গোটেই জেঠ মাহটোত নাৰায়ণক দৰ্শন কৰে, তেওঁ নিজৰ কুলৰ পূৰ্বপুৰুষসকলেৰে সৈতে বিষ্ণুত লীন হ'ব। এই মণিকূট নামে স্থান অতি পৱিত্ৰ, বাৰাণসীতকৈও অধিক পৱিত্ৰ, সিদ্ধ আৰু বিদ্যাধৰসকলৰ দ্বাৰা অৰ্চিত। যি ব্ৰাহ্মণে মণিকূট নিৰ্ণয়ৰ কথা শ্ৰৱণ কৰে, তেওঁ সমুদায় বেদ শ্ৰৱণৰ ফল লাভ কৰে, তাত কোনো সংশয় নাই।"

**মণিকূটৰ মাহাত্ম্য**

কালিকাপুৰাণত এই কথাও লিখা আছে যে, নৰকাসুৰে হয়গ্ৰীৱ অসুৰৰ সাহায্যত দেৱতা আৰু মানুহবিলাকক উৎপীড়ন কৰি সাগৰত, পৃথিৱীত আৰু স্বৰ্গত যিমান মণি-ৰত্ন আছিল, সকলোকে আত্মসাৎ কৰি লৌহিত্যৰ পাৰত মণিপৰ্বত নিৰ্মাণ কৰিছিল। সেই মণি পৰ্বতত অলকা নামে এখন পুৰীও নিৰ্মাণ কৰি অনেক পৰমা সুন্দৰী দেৱ আৰু গন্ধৰ্বই কন্যাক হিমালয়ৰ পৰা হৰি আনি সেই পুৰীত আটক কৰি ৰাখিছিল। শ্ৰীকৃষ্ণই নৰকাসুৰক বধ কৰি সেই মণি পৰ্বতৰ মণি-ৰত্নবিলাক আৰু কন্যাসকলক দ্বাৰকালৈ লৈ গৈছিল। "যোগিনী তন্ত্ৰত" উল্লেখ কৰা পৌষ্পক নগৰেই 'কালিকাপুৰাণৰ' "ভোগৱতী পুৰী" হ'ব পায়।

কালাপাহড়ে মাধৱৰ প্ৰাচীন মন্দিৰৰ বুলনি ঘৰ ভাঙ্গি নষ্ট কৰাত কোঁচ-হাজোৰ ৰাজা ৰঘুদেৱ নাৰায়ণে ১৫০৫ শকত সেই দুখনি ঘৰ পুনৰায় নিৰ্মাণ কৰায়। সেই মন্দিৰ এতিয়ালৈকে আছে। ৰঘুদেৱ সুবিখ্যাত বীৰ চিলাৰায় বা শুক্লধ্বজৰ পুতেক। তেওঁৰ ৰাজ্যৰ সীমা পশ্চিমে স্বৰ্ণকোষ বা ৰৰসোণকোঁহ নদীৰপৰা পূবে দিকৰিকা (দিকৰাই) নদীলৈকে আছিল।

ভোটান, নেপাল আৰু তিব্বতৰ অনেক বৌদ্ধধৰ্মাৱলম্বী লোকে বছৰি আৰু কালি হয়গ্ৰীৱ মাধৱৰ মন্দিৰ দৰ্শন কৰিবৰ নিমিত্তে হাজোলৈ আহে। বাবু নন্দলাল দে, এম, এ, বি এল প্ৰণীত Geographical Dictionary of Ancient and Mediaeval India (পুৰণি ভাৰতৰ ভূ-পৰিচায়ক অভিধান) পুথিৰ ৩১ পিঠিত নেপালৰ ভক্তপুৰ বা ভাটগাওঁ সম্বন্ধে লিখা আছে,—

'Bhaktapura— Bhatgaon, the former capital of Nepal It was also called Bhagatapottana. Narendra Deva, king of this place, is said to have brought Avalokitesvar or Simhanatha Lokesevara ( Padmapani) from utalaka—parvata in Assam to the city of Lalitapattan in Nepal to ward off the bad effect of a drought of twelve years The celebrated Shad-akshari (six-lettered) mantra "Om mani Padme hum" so commonly used in Tibet is an invocation of Padmapani, it means "The mystic triform Deity is in him of the Jewel and the Lotus", i. e in Padmapani who bears in either hand a Jewel and a Lotus, the lotus, being a favourite type of creative power with the Buddhists ''

হাজোৰপৰাই এই পদ্মপাণি বিগ্ৰহটি নেপাললৈ নিয়া বুলি বুজা যায়।

**সিদ্ধেশ্বৰ**

কামৰূপ জিলাৰ শোৱালকুচি গাওঁৰ পশ্চিম ফালে 'সিদ্ধাচলত সিদ্ধেশ্বৰ নামে শিৱৰ দেৱালয় আছে। ইয়াত বোধ কৰোঁ কোনো সিদ্ধ মহাপুৰুষৰ বসতি আছিল।

**বাঘেশ্বৰী**

সিদ্ধেশ্বৰীৰ পশ্চিমে বাঘেশ্বৰী পৰ্বতত বাঘেশ্বৰী দেৱীৰ দেৱালয়। তাত সদায় এটা বাঘ থাকে বুলি কোৱা শুনিছোঁ। বাঘেশ্বৰীৰ পশ্চিমে নাহৰ পৰ্বতত-নাগেশ্বৰী দেৱীৰ স্থান আছে।

**ধাৰেশ্বৰ**

**পিঙ্গলেশ্বৰ**

হাতীমুৰা পৰ্বতত ধাৰেশ্বৰ শিৱৰ দেৱালয়। তাত আকাশী গঙ্গা আছে। মানুহ দেৱালয়লৈ যাওঁতে তিতি যায়, আহোঁতে তিতিব নালাগে। এই পৰ্বতত পিঙ্গলেশ্বৰ নামে যি দেৱালয় আছে, তাত পিঙ্গল নামে এজন ঋষিৰ আশ্ৰম আছিল।

**দেওবাহৰগুৰি**

উত্তৰ বৰ ক্ষেত্ৰি মৌজাত দেওবাহৰগুৰি নামে এখন দেৱালয় আছে। পুৰাণ আৰু তন্ত্ৰত এই তীৰ্থৰ উল্লেখ পোৱা নাই।

**বৰাহ কুণ্ড**

হয়গ্ৰীৱ মাধৱ থকা মণিকূট পৰ্বতৰ দক্ষিণফালে বৰাহ বিষ্ণুৰে নিৰ্মাণ কৰা বৰাহকুণ্ড নামে তীৰ্থ।*

(৮)

হাজোৰ মণিকূট পৰ্বতৰ পূবে দৰ্পণ পৰ্বত। এই পৰ্বতত যক্ষবিলাকেৰে সৈতে কুবেৰ বাস কৰিছিল।

**দৰ্পণ**
**বা চেঁচা নৈ**

ইয়াৰ মধ্যভাগত বৌ মাছৰ নিচিনা আকৃতিৰ লোহিত নামে এটি পৰ্বত আছে। তাৰ স্পৰ্শত লো আদিয়ে স্বৰ্ণতা প্ৰাপ্ত হয়। তাৰ অলপ দূৰত হিমালয়ৰ পৰা বৈ অহা দৰ্পণ নামে নদ আছে। এই নদে লৌহিত্যৰ নিচিনা ফল দান কৰে।

*আৱাহন আহিন১৮৫৬ ৫ম বছৰ ১২শ সংখ্যা।

"তস্য স্নান সমুদ্ভূতঃ পাপদৰ্পশ্য পাটনঃ।
তেনায়ং দৰ্পণো নাম পুৰা দেৱৈঃ কৃতঃ॥"
—কালিকা পুৰাণ, ৭৯ আধ্যা।

দৰ্পণ নদৰ আধুনিক নাম চেঁচা নৈ। দৰ্পণৰ পূবে অগ্নিমাল নামে পৰ্বত আছে। তাৰ আকৃতি সাপৰ নিচিনা আৰু দীঘে পুতলে ওখই আৰু বিস্তৃতিতো তেনেকুৱা। সেই পৰ্বতৰ অগ্নি জ্বলি থকা উৰ্দ্ধভাগত সেন্দুৰৰ নিচিনা ৰঙা মনোহৰ দাৰু শিলা-তলত অগ্নিদেৱতা অৱস্থান কৰে। সেই পৰ্বতত অদ্যাপিও জুই ওলোৱা দেখা যায়

**অগ্নিমাল পৰ্বত**

ভৈৰৱৰ হিতাৰ্থে আৰু কামাখ্যাৰ সেৱাৰ নিমিত্তে প্ৰথমৰপৰাই অগ্নিদেৱে সদলবলে সেই স্থানত বাস কৰিছিল।

"লৌহিত্য পাথসি স্নাত্বা অগ্নিমালাহ্বয়ং গিৰিম্।
আৰুহ্য বহ্নিং সম্পূজ্য মোদতে বিষ্ণু মন্দিৰে"॥
—কালিকা পুৰাণ, ৭০ আধ্যা।

লৌহিত্যৰ জলত স্নান আৰু অগ্নিমাল পৰ্বতত আৰোহণ কৰি যি মানুহে অগ্নিদেৱতাৰ পূজা কৰে তেওঁ বিষ্ণু মন্দিৰত পৰমানন্দে থাকিব পাৰে।
অগ্নি বা অগ্নিমাল পৰ্বতক আজিকালি আগীয়াঠুটি বোলা হয়। এই পৰ্বতটো আমিনগাওঁ ৰেল ষ্টেশ্যনৰ পশ্চিমে। এই পৰ্বতৰ সন্মুখত বৰুণ নামে এটি কুণ্ড আছে, তাৰ পাৰত কংসকৰ নামে এটি শ্ৰেষ্ঠ পৰ্বত আছে।

**বৰুণ কুণ্ড**

তাত জলাধিপ বৰুণ দেৱতা বাস কৰে। বৰুণ কুণ্ডত স্নান কৰি সেই পৰ্বতত বৰুণ দেৱক পূজিলে বৰুণ লোকলৈ গতি হয়। কংসকৰ পৰ্বতৰ অপৰ নাম বৰুণাচল।

"বায়ুকূটো নাম গিৰিঃ পূৰ্বস্তাং বৰুণাচলাৎ।
দ্বিখণ্ডো বায়ুবীজেন মণ্ডলেন সমন্বিতঃ॥
উৰ্দ্ধাধোভাগমাসাদ্য নিত্যং বহতি ভূপতে।
তত্ৰ বায়ুং সমভ্যৰ্চ্য বায়ুলোকমবাপ্নুয়াৎ॥"
—কালিকা পুৰাণ ৭৯ আধ্যা।

**বায়ুকূট**

বৰুণাচলৰ পূৰ্বফালে বায়ুকূট নামে পৰ্বত আছে। সেই পৰ্বত দুইখণ্ড বায়ুবীজাকাৰ মণ্ডলৰ দ্বাৰাই যুক্ত। বায়ুলোকত চন্দ্ৰ অৱস্থান কৰে, সেই চন্দ্ৰৰপৰা বায়ু নিসৃত হই উৰ্দ্ধ আৰু অধোভাগত সদায় বৈ থাকে। তাত বায়ুদেৱতাক পূজা কৰিলে বায়ুলোকলৈ গতি হয়।
অগ্নি, বায়ু আৰু সূৰ্য নামে তিনিজন মহৰ্ষিয়ে সুৰ জ্যেষ্ঠ ব্ৰহ্মাৰ আদেশমতে যজ্ঞসিদ্ধিৰ নিমিত্তে বেদৰ মন্ত্ৰবিলাক সঙ্কলন কৰিছিল। মনুসংহিতাত লিখা আছে,

"অগ্নিবায়ুৰবিভ্যস্তু ত্ৰয়ং ব্ৰহ্ম সনাতনম্।
দুদোহ যজ্ঞসিদ্ধাৰ্থং ঋগযজুঃ সামলক্ষণম্॥"

অগ্নি ঋষিয়ে ঋগ্বেদ, বায়ু ঋষিয়ে যজুৰ্বেদ আৰু সূৰ্য ঋষিয়ে সামবেদ সঙ্কলন কৰিছিল।

অগ্নিমাল পৰ্বতত মহৰ্ষি অগ্নিদেৱ, বায়ুকূটত মহৰ্ষি বায়ুদেৱ আৰু শ্ৰীসূৰ্য পৰ্বতত সূৰ্যদেৱৰ আশ্ৰম আছিল বুলি বোধ হয়।

"পূৰ্ব্বং বায়ুগিৰেঃ শৈলশ্চন্দ্ৰকূট ইতি স্মৃতঃ।
ত্ৰিকোণশ্চন্দ্ৰসঙ্কাশঃ তদূৰ্দ্ধে চন্দ্ৰমণ্ডলম্॥"

* * * *

"তস্যৈব পূৰ্বভাগেতু সোমকুণ্ডাহ্বয়ং সৰঃ।
তত্ৰ স্নাত্বা চ পীত্বা চ নৰঃ কৈৱল্যমপ্নুতে॥"
—কালিকা পুৰাণ, ৭৯ আধ্যা।

**চন্দ্ৰকূট**

**সোমকুণ্ড**

বায়ুকূট পৰ্বতৰ পূবে চন্দ্ৰকূট নামে আৰু এটি পৰ্বত আছে, দেখিবলৈ ত্ৰিকোণ আৰু তামৰ নিচিনা ৰঙা, তাৰ উৰ্দ্ধত চন্দ্ৰমণ্ডল। চন্দ্ৰই আজিলৈকে এই পৰ্বত প্ৰদক্ষিণ কৰি আছে। তাৰ পূবে সোমকুণ্ড নামে সৰোৱৰ আছে তাত স্নান আৰু তাৰ জল পান কৰি মানুহে কৈৱল্য লাভ কৰে।

বায়ুকূটৰ পূৰ্বে চন্দ্ৰকূট, চন্দ্ৰকূট আৰু অশ্বক্ৰান্তৰ মাজত গোদন্ত, গোদন্তৰ দক্ষিণে অশ্বক্ৰান্ত; চন্দ্ৰকূটত মাধৱ, গোদন্তত জটাধৰ আৰু অশ্বক্ৰান্তত জনাৰ্দন আছে। সেই সেই দেৱতাৰ বীজ মন্ত্ৰেৰে মধু আৰু পায়স দি পূজা কৰিব লাগে। বায়ুকূটত বাস কৰিলে ধনী, চন্দ্ৰকূটত ক্ষমী, আৰু গোদন্তত পাপী হয়। অশ্ব-

ক্ৰাণ্ডত বাস কৰিলে মুক্তি লাভ হয়। চন্দ্ৰকূটত প্ৰজাপতি সোমৰ ভৱন আছিল।

**নন্দনাগিৰি বা ইন্দ্ৰশৈল**

"তীৰে তু চন্দ্ৰকূটস্য নন্দনো নাম বৈ গিৰিং।
তস্মিন্ বসতি শক্ৰস্তু কামাখ্যাসেবনে ৰতঃ॥"

× × ×

"চন্দ্ৰকুণ্ড জলে স্নাত্বা সমৰুহ্যাম নন্দনম্।
আৰাধ্য শক্ৰং লোকেশং মহাফলমবাপ্নুয়াৎ॥"

—কালিকা পুৰাণ ৭৯ আধ্যা।

"চন্দ্ৰ শৈলস্য পূৰ্বে তু কিঞ্চিদাগ্নেয়গোচৰে॥
লৌহিত্যমধ্যে দেবেশি ধনুস্ত্ৰিংশৎ প্ৰমাণতঃ।
ইন্দ্ৰশৈল ইতি খ্যাতস্তত্ৰ বামে মহাফলং॥
ইন্দ্ৰশৈলস্য মধ্যে তু কিঞ্চিদ্দক্ষিণগোচৰে।
উত্তৰে চন্দ্ৰশৈলস্য ত্যজেৎ ষোৰ্চাঃ ধনুৰ্ব্ধঃ॥
ধনুস্ত্ৰয়ঞ্চ প্ৰস্তাৰে ধনুষঃ শতকং মতং।
পঞ্চাবংশতিদৈৰ্ঘ্যেণ চন্দ্ৰকুণ্ডাহ্বয়ং সৰঃ॥
তত্ৰ পীত্বা চ স্নাত্বা চ নৰংকৈৱল্যমশ্নুতে॥

যোগিনীতন্ত্ৰ, উত্তৰখণ্ড।

চন্দ্ৰকূট বা চন্দ্ৰশৈলৰ পূবে কিঞ্চিৎ অগ্নিকোণৰ ফালে লৌহিত্যৰ মাজত ত্ৰিশধনু পৰিমিত ইন্দ্ৰশৈল আছে। এই ইন্দ্ৰ শৈলকে কালিকা পুৰাণে নন্দনগিৰি বুলিছে। এই পৰ্বতত ইন্দ্ৰ বাস কৰিছিল। ২৫ ধনু দীঘল আৰু ৩ ধনু বহল চন্দ্ৰকুণ্ড বা সোমকুণ্ড নামে যি সৰোবৰ আছে, তাত স্নান কৰি ইন্দ্ৰশৈলত উঠি ইন্দ্ৰদেৱতাক আৰাধনা কৰিলে মহাফল পোৱা যায়। ইন্দ্ৰশৈলক আজি কালি আঁৰ পৰ্বত বোলা হয়।

**মানস তীৰ্থ** সোমকুণ্ড বা চন্দ্ৰতীৰ্থৰ দক্ষিণ ফালে চাৰিধনু পাৰমিত মানসতীৰ্থ কাতি মাহৰ শুক্লপক্ষত তাত স্নান কৰিলে বিষ্ণুলোক প্ৰাপ্ত হয়।

মানসৰ দক্ষিণ ফালে ২৮ ধনু পৰিমিত অচ্যুত নামে সৰোবৰ, তাত স্নান কৰিলে অচ্যুত পদ লাভ হয়। তাৰ দক্ষিণে দহ ধনু পৰিমিত ঋণমোচনক সৰোবৰ। তালৈ গলে পিতৃ

**ঋণমোচনক সৰোবৰ** ঋণ ঋষি ঋণ আৰু দেৱ ঋণ এই তিনি ঋণৰপৰা মুক্তি পোৱা যায়। ভাদমাহৰ ললিত সপ্তমীত আৰু মাঘমাহৰ চতুৰ্দ্দশীত তাত স্নান কৰিলে মুক্তি লাভ হয়।

"দক্ষিণে অশ্বক্ৰান্তস্য কিঞ্চিদাগ্নেয়গোচৰে।
ধনুৰ্ব্বক প্ৰমাণেন অশ্বক্ৰান্তাহ্বয়ং সৰঃ॥
নাগলোকাদ্‌সমুত্থিতশ্চ কল্কিৰূপী জনাৰ্দ্দনঃ।
স্নাত্বা তত্ৰৈব বিৰঞ্চে অশ্বতীৰ্থং চকাৰত॥"

—যোগিনী তন্ত্ৰ, উত্তৰখণ্ড।

অশ্বক্ৰান্তৰ দক্ষিণে কিঞ্চিৎ অগ্নিকোণৰ ফালে দ্বাদশ ধনু পৰিমিত অশ্বক্ৰান্ত নামে সৰোবৰ, কল্কাৰূপী জনাৰ্দনে নাগলোকৰপৰা উঠি আহি তাত স্নান কৰি, তাক অশ্বতীৰ্থ কৰিছিল।

**অশ্বতীৰ্থ**

"অশ্বতীৰ্থে মহেশানি নান্যৎ পুণ্যতমং ভূৰি।"
অশ্বতীৰ্থত কৈ পুণ্যতম তীৰ্থ ভূতলত আৰু নাই।
"চন্দ্ৰশৈলং স্পৰ্শা ধাৰা জাহ্নবী মা প্ৰকীৰ্তিতা।
অশ্বতীৰ্থংস্পৃৰ্শ ধাৰা মজ্জনেত্যভিধীয়তে॥
ইন্দ্ৰশৈলস্পৰ্শা ধাৰা সা বিধেয়া সৰস্বতী।
অশ্বক্ৰান্তে সঙ্গমস্তু বৰ্ষাসু চ প্ৰদৃশ্যতে।
প্ৰয়ান্তং তদ্বিজানীয়াৎ কাৰ্তিকেষু বিশেষতঃ॥
যস্তত্ৰ মুণ্ডনং কুৰ্যাৎ প্ৰয়াগে মুণ্ডনং ফলম্॥

—যোগিনী তন্ত্ৰ, উত্তৰখণ্ড।

যি ধাৰ পানীয়ে চন্দ্ৰশৈলক স্পৰ্শ কৰিছে সেই ধাৰ যমুনা আৰু যি ধাৰে ইন্দ্ৰশৈলক স্পৰ্শ কৰিছে, সেই ধাৰ স্বৰস্বতী বুলি জানিবা। বাৰিষা কালত বিশেষতঃ কাতি মাহত অশ্বক্ৰান্তত তিনিও ধাৰ পানীৰ সঙ্গম দেখা যায়, সেই সঙ্গমক প্ৰয়াক্ত বোলে। যি মানুহে তাত মুণ্ডন কৰে, সি প্ৰয়াগত মুণ্ডন কৰাৰ সমান ফল পায়।

অশ্বতীৰ্থ আৰু অশ্বক্ৰান্তৰ মাহাত্ম্যৰ কথা যোগিনীতন্ত্ৰৰ দ্বিতীয় ভাগত ৩৪ পটলত বাহুল্যকৈ লিখা আছে। তাৰ পৰা কিছু কথা তলত তুলি দিয়া হ'ল। ভগৱান শ্ৰীকৃষ্ণই নৰকাসুৰক বধ কৰি অশ্বক্ৰান্তত জিৰাইছিল।

"শৃণুদেবি প্ৰবক্ষ্যামি গুহ্যাদ্ গুহ্যমনুত্তমম।
সৰ্বতীৰ্থেষু বিখ্যাতমশ্বক্ৰান্তমতঃপৰম্ ॥
যস্যোত্তৰে তু যৎ ক্ষেত্ৰ ময়া যুক্তং বিমুক্তকম্।
ত্ৰতদেৱ পৰং জ্ঞানমেতদেৱ পৰন্তপঃ ॥
এতদেৱ পৰংব্ৰহ্ম এতদেৱ পৰং পদম্।
যথা নৰাস্তপঃ শ্ৰেষ্ঠো দেৱানাং পুৰুষোত্তমঃ ॥
তথেশ্বৰাণাং গিৰিশঃ স্থানানামেতদুত্তমম্ ॥
দত্তং জপ্তং হুতং শেষ তপস্তপ্তং কৃতঞ্চ যৎ।
ধ্যানমধ্যয়নং জ্ঞানং সৰ্বং ভৱতি চাক্ষয়ম্ ॥
অশ্বক্ৰান্তে পৰোযোগঃ অশ্বক্ৰান্তে পৰাগতিঃ।
অশ্বক্ৰান্তে পৰো মোক্ষস্তীৰ্থং নৈবাস্তি তাদৃশম্ ॥
মেৰুমন্দৰতুল্যোঽপি ৰাশিঃ পাপস্য সৰ্বশঃ।
অশ্বক্ৰান্তং সমাসাদ্য সৰ্বে ব্ৰজন্তি সংক্ষয়ম্ ॥
অশ্বক্ৰান্তস্থিতাঃ স্পৃষ্টাঃ পাংশুভিৰ্বায়ুসেবিতা।
যদি দুষ্কৃতকৰ্মাণঃ যান্তি পৰমাং গতিম্ ॥
ন সা গতিঃ কুৰুক্ষেত্ৰে গঙ্গাদ্বাৰে চ পুষ্কৰে।
যা গতিৰ্বিহিতা পুংসাং অশ্বক্ৰান্ত নিবাসিনাম্।
ন দানৈৰ্ন তপোভিৰ্ন যজ্ঞৈৰ্নাপি চ ক্ৰিয়য়া।
প্ৰাপ্যতে গতিকৃৎকৃষ্টা অশ্বতীৰ্থে স লভ্যতে ॥

* * * *

প্ৰয়াগে মাঘমাসে তু সম্যক স্নানেন যৎ ফলং।
তৎ ফলং কোটি গুণিতং অশ্বতীৰ্থে ক্ষণে ক্ষণে ॥

* * * *

অশ্বক্ৰান্তৰ নামনিত ব্ৰহ্মপুত্ৰৰ পাৰত কৰ্মৰূপী বিষ্ণুৰ মন্দিৰ আৰু ওপৰত অনন্ত শয্যাশায়ী বিষ্ণুৰ মন্দিৰ আছে।

ঋণমোচনৰ তীৰ্থৰ চাৰিওফালে পঞ্চক তীৰ্থ আছে আৰু তাৰ সকলো ফালে ব্ৰহ্মসদন। এই পঞ্চক তীৰ্থত এবাৰ স্নান কৰিলে, জনমৰণৰ মৰণৰ লোকে বিয়াম পাপ সঞ্চিত হৈছে, সেই সকলোবিলাক ভস্ম হৈ যায় বুলি যোগিনীতন্ত্ৰত লিখা আছে।

অশ্বতীৰ্থৰ ওচৰত কিঞ্চিৎ পশ্চিমফালে আঠ ধনু পৰিমিত সিদ্ধিকুণ্ড আছে। তাত স্নান আৰু জল পান কৰিলে সকলো প্ৰকাৰ পাতকৰ পৰা মুক্ত হয়।

**সিদ্ধিকুণ্ড** তীৰ্থৰ পশ্চিমে কিঞ্চিৎ বায়ুকোণত ৬৪ ধনু পৰিমিত ব্ৰহ্মসৰঃ

**ব্ৰহ্মসৰঃ** নামে তীৰ্থ আছে। তাত স্নান কৰি সভক্তিৰে যথাবিধি পিতৃসকলৰ তৰ্পণ কৰিলে তেওঁলোকৰ সদ্গতি লাভ হয়। ইন্দ্ৰকূটৰ উত্তৰে ৮০ ধনু পৰিমিত ৰামক্ষেত্ৰ, তাৰ পাৰত ৰামকুণ্ড।

ৰামকুণ্ডৰ পৰা ৯ ধনু অন্তৰত সীতাতীৰ্থ। তাৰ দক্ষিণে বিজয়তীৰ্থ। তাৰ ওচৰতে যোগীতীৰ্থ আৰু মুক্তিতীৰ্থ আছে। তাৰপৰা দক্ষিণমুখে ইন্দ্ৰকূটলৈ গৈ মণীশ্বৰ বা মণিনাথক দৰ্শন কৰিব লাগে। তাত লোমশ তীৰ্থ আৰু নাগতীৰ্থ নামে কুণ্ড আছে।

চন্দ্ৰশৈলৰ উত্তৰত ৬৪ হাত পৰিমিত গয়াক্ষেত্ৰ, তাৰ জলক গয়াকুণ্ড আৰু তীৰক গয়াক্ষেত্ৰ বোলে। ব্ৰহ্মযোনিৰ পৰা পূবে লৌহিত্য পৰ্যন্ত গয়াক্ষেত্ৰ। তাত পিণ্ডদান কৰিলে মানুহৰ আৰু পুনৰ্জন্ম নহয়।

ইন্দ্ৰশৈলৰ দক্ষিণে সূৰ্যতীৰ্থ নামে কুণ্ড আছে। তাত স্নান কৰি সূৰ্যদেৱক পূজা কৰিব লাগে।

চন্দ্ৰকূট বা সোমশৈলৰ ঈশান কোণত মণিকৰ্ণিকা

**মণিকৰ্ণিকা** মণিশৈল। তাৰ দক্ষিণ ফালে ৫ ধনু অন্তৰত মণিকৰ্ণিকাৰ কুণ্ড, এই কুণ্ডৰ পৰিমাণ ২২ ধনু।

"ক্ৰোশত্ৰয়মিদং ক্ষেত্ৰং মণিপীঠং সুৰাৰ্চিতে।"

সুৰসকলৰ পূজিত মণিপীঠ ক্ষেত্ৰৰ পৰিমাণ তিনিক্ৰোশ। ইয়াৰ পূবে মঙ্গলা নদী

**মণিপীঠ** (বৰনদী) পশ্চিমে হয়গ্ৰীৱ মাধৱ, দক্ষিণে কামেশী (কামাখ্যা) আৰু উত্তৰে উত্তৰবাসমুক্ত কমল লিঙ্গ। এই মণিপীঠত কলিযুগত ৩০০ শিৱলিঙ্গ আছে। "কালিকা পুৰাণ"ৰ ৭৯ অধ্যায়ত লিখা আছে,—

"ভস্মকূট বা উমানন্দ পৰ্বতৰ ঈশাণ কোণত মণিকৰ্ণ নামে এটি শিৱলিঙ্গ আছে, সেই শিৱলিঙ্গ সদ্যোজাতৰেই প্ৰতিমূৰ্তি, সদ্যোজাতৰ মন্ত্ৰেৰে তেওঁক পূজা কৰিব লাগে। চন্দ্ৰতীৰ্থ বা সোমকুণ্ডৰ জলত স্নান, বাসৰৰ লগত চন্দ্ৰৰ স্পৰ্শ, মণিকৰ্ণেশ্বৰৰ দৰ্শন আৰু ভস্মাচল বা উমানন্দলৈ গমন কৰিলে মুক্তিলাভ হয়।"

**মণিকৰ্ণ বা মণিকৰ্ণেশ্বৰ**

"হিমালয় পৰ্বতৰপৰা ওলোৱা সুমঙ্গলা (বৰনদী) নামে শোভনা নদী মণিকূট মণিকৰ্ণৰ পূৱফালে সদায় বৈ আছে। যি মানুহে মণিকূটত আৰোহণ কৰি সেই নদীক দৰ্শন কৰে তেওঁ গঙ্গাস্নানৰ ফল পাই স্বৰ্গলৈ গতি কৰে।" এই নদীক আজিকালি বৰনদী বোলে। এইখনেই ব্ৰহ্মপুৰাণত লিখা কোকা নদী হ'ব পায়।

**সুমঙ্গলা বা মঙ্গলা নদী**

বায়ব্যে মণিশৈলস্য ৱৰাহো নাম পৰ্বতঃ।
তস্য পূৰ্ব-দক্ষিণে চ নৰনাৰায়ণং সৰঃ
তত্ৰ স্নাত্বা পীত্বা চ বিষ্ণুলোকে মহীয়তে॥
—যোগিনী তন্ত্ৰ।

মণিশৈলৰ বায়ুকোণত ৱৰাহ পৰ্বত। তাৰ পূব দক্ষিণে নৰনাৰায়ণ সৰোৱৰ। তাত স্নান আৰু তাৰ জল পান কৰিলে বিষ্ণু লোকলৈ গতি হয়। সৰোৱৰৰ পশ্চিম পাৰত সোমেশ্বৰ নামে শিৱ লিঙ্গ। তাৰ বায়ুকোণত ৮ধনু দূৰত বৈনায়ক তীৰ্থ। তাৰ বায়ুকোণত দ্বাদশ ধনু পৰিমিত বিন্দু সৰোৱৰ নামে পাতক নাশন পুণ্যতীৰ্থ আছে।

**নৰনাৰায়ণ সৰোৱৰ**

নাটকাচল বা নটুৱাই মচা পৰ্বতৰ পূবে মাতঙ্গ নামে পৰ্বতত মাতঙ্গ ঋষিৰ আশ্ৰম আছিল। ইয়াৰ পৰা হয়গ্ৰীৱ মাধৱ ধৰা মণিকূট পৰ্যন্ত স্থান শিৱৰ অন্তৰ্গৃহ। যি মানুহে এই অন্তৰ্গৃহত প্ৰাণ ত্যাগ কৰে তেওঁ অক্ষয়ব্ৰহ্ম সনাতন পদ পায়। 'যি মণিশৈলত অৱস্থান কৰে তেওঁৰ আৰু পুনৰ্জন্ম নহয়।

নন্দন বা ইন্দ্ৰশৈলৰ পূব ফালে লৌহিত্যৰ মাজত ভস্মাচল বা উমানন্দ পৰ্বত। তালৈ গলে মানুহে উত্তম শান্তি লাভ কৰে। পূব মুখে ভস্মকূটত আৰোহণ কৰিব লাগে। যদি কোনোৱে পশ্চিম মুখেদি আৰোহণ কৰে, তেন্তে তেওঁৰ সকলো পুণ্য তত্তালিকে নষ্ট হয়। পূৱলৈ মুখ কৰি উঠি তলত লিখা মন্ত্ৰেৰে উমানন্দ শিৱক পূজা কৰিব লাগে।

**ভস্মাচল বা উমানন্দ**

"বৃষাচল নমস্তেঽস্তু ধৰ্মমাৰ্গ ত্ৰিপিষ্টপে।
আৰোহয়ামি শিখৰং ভস্মকূট নমোঽস্তুতে॥"

পূজাৰ বিধি "যোগিনীতন্ত্ৰ"ত বাহুল্যকৈ লিখা আছে।

শ্ৰীযুত ৰোহিতাশ্ব দত্তই লিখা "উমানন্দ" নামে এটি কৱিতা গুৱাহাটীৰ পৰা ওলোৱা "জোনাকী" কাকতত ১৮২৪ শকত ছপা হৈছিল। সেই কৱিতাটি তলত তুলি দিলোঁ।

"মুকলি পদুম চকা পাতৰ থোৰত,
উমানন্দ,—জয়ধ্বজা প্ৰাগজ্যোতিষৰ—
প্ৰকাশিছে চোৱা ব্ৰহ্মনদৰ গৰ্ভত,
দুশিনে দুধাৰি বোৱা ৰূপালী সোঁতৰ।
উটি অহা ঢউবোৰ সোঁতৰ লগত,
শিলত থেকেচা খাই কোবেৰে উলটি,
তিৰ বিৰ কৰি আছি দীঘল হাতেৰে,
লৰ মাৰি গুচি যায় সোঁতকে সাৱটি।
কপালত বগা ফোঁট, গছ আৱৰণ,
মূৰৰ কিৰিটি যাৰ বতাহে কোবায়,
কৰ্কালৰ কৰধ্বনি শিলৰ খেধাৰে,
বৰ নৈয়ে যাৰ পাৰ সেৱা কৰি যায়।
একে থিৰে আছা চাই কামাখ্যাৰ পিনে,
দুশিনে দুশাৰী ওখ শিলৰ পৰ্বত,—
নাচিছে খোপাত পিন্ধি প্ৰকৃতিৰ ফুল,
সকলোৱে বেৰি যেন তোমাকে মাজত।"

ভস্মাচল বা উমানন্দৰ দক্ষিণে উৰ্ব্বশী নামে বিখ্যাত ইন্দ্ৰৰ প্ৰীতিদায়িনী অমৃত ধাৰিণী দেৱী আছে। উৰ্বশীয়ে লগত অনা অমৃতৰ কিছু কিছু

অংশ দিনো কামাখ্যাৰ যোনিমণ্ডলত অৰ্পণ কৰে। উৰ্ব্বশী সুধা শিলৰ ভিতৰত উৰ্ব্বশী কুণ্ডত বাস কৰে। সেই কুণ্ড ৩২ ধনু বহল আৰু ৫০ ধনু দীঘল। তাত স্নান আৰু তাৰ জল পান কৰি মানুহে মোক্ষ লাভ কৰে।

"পৃথিব্যাং যানি তীৰ্থানি আসমুদ্ৰ সৰাংসি চ।
উৰ্ব্বশ্যান্তানি সৰ্ব্বানি পাপং হৰ নমোঽস্তুতে॥"

এই মন্ত্ৰ মাতি উত্তৰ ফালে মুখ কৰি বিধিমতে উৰ্ব্বশী কুণ্ডত স্নান কৰিব লাগে।

উৰ্ব্বশীৰ পুবে দ্বাদশ ধনু পৰিমিত কামাখ্যা নামে সৰোৱৰ। কামাখ্যা সৰোৱৰত ত্ৰয়োদশীত স্নান কৰিলে সকলো কামনা পূৰ্ণ হয়। চ'ত আৰু মাঘমাহৰ সপ্তমীত ৰবিবাৰে সূৰ্যতীৰ্থত স্নান কৰি সূৰ্যাদেৱক পূজিলে সূৰ্যলোকলৈ গতি হয়। সূৰ্য-পূজাত সকলো ফুলতকৈ ৰঙা কৰবীৰ ফুল শ্ৰেষ্ঠ। সেই ফুল নাপালে কৰবীৰৰ পাতেৰেও পূজা কৰিব পাৰে।

**সূৰ্যতীৰ্থ**

"সম্বৎসৰস্য মধ্যে তু বাৰৈকং সপ্তমীব্ৰতম্।
সূৰ্যতীৰ্থে সকৃৎ কৃত্বা পুনাতি সপ্তমং কুলম্॥
—যোগিনীতন্ত্ৰ।

সূৰ্যতীৰ্থৰ ওচৰত মন্দিৰৰ দক্ষিণ ফালে গঙ্গা সৰঃ। ৰবি সংক্ৰমণত আৰু গ্ৰহণৰ কালত তাত স্নান কৰি দেৱপিতৃসকলৰ তৰ্পণ কৰিলে ব্ৰহ্মলোক প্ৰাপ্ত হয়। তাৰ দক্ষিণ ফালে আঠ ধনু পৰিমিত অগস্ত্য নামে পৰমতীৰ্থ।

**আগস্ত্যতীৰ্থ**

"আগস্ত্যং পৰমং তীৰ্থং মৃতানাং ভুক্তিমুক্তিদম্।
যো গত্বা মজ্জয়েত্তস্যাং সৰ্বজ্ঞত্বমবাপ্নুয়াৎ॥
স্বয়ং দেৱো মহাদেৱো বিষ্ণুস্তত্ৰ চ সংস্থিতং।
কামাখ্যায়াশ্চক্ৰীড়াৰ্থং আগস্ত্যং কুণ্ডমুত্তমম্॥
সৰ্ব্বপাপহৰং শুদ্ধং বিষ্ণুব্ৰহ্মাদিভিৰ্য্যুতম্।
দেৱদানৱবিদ্যাধৰ বন্দিতং সৰ্ব্বকামদম্॥
নানাৰত্নাদিভিশ্চন্নং সোপানং সুমনোহৰম্।
শল্যোনোৎপাদিতং কুণ্ডং মহাদেব্যাং চতুৰ্দ্দশীম্॥

মাঘে চ কাৰ্ত্তিকে চৈৱ শুক্লপক্ষে ৰৱাননে।
দশম্যাং স্নানমাত্ৰেন পুৰুষস্য ফলং লভেৎ॥
* * * *
যথা বাৰাণসী পুণ্য তথা পুণ্যা ন সংশয়ঃ।
গুহ্যতীৰ্থং পৰং দেৱী নাত্ৰ কাৰ্য বিচাৰণা॥

অগস্ত্য তীৰ্থৰ অগ্নিকোণৰ কিঞ্চিৎ পশ্চিমফালে বাসৱ নামে তীৰ্থ। পৰম তীৰ্থ বাসৱত স্নান আৰু শক্ৰ-বীজেদি বাসৱৰ পূজা কৰিব লাগে। তাৰ পশ্চিমে অলপ দূৰত ৰম্ভা তীৰ্থ। তাৰ পশ্চিমে ৰুক্মিণী কুণ্ড। তাৰ বায়ু কোণত পিতৃ তীৰ্থ, দশাশ্বমেধ তাৰ ওচৰত দশাশ্বক্ষেত্ৰ। এই দশাশ্বমেধ ক্ষেত্ৰত যাৰ নামে পিণ্ড দিয়া হয় তেওঁ অশ্বগম্য থাকিলে স্বৰ্গস্থ আৰু স্বৰ্গস্থ থাকিলে মোক্ষপ্ৰাপ্ত হয়। সূৰ্যকুণ্ডৰ বায়ুকোণত গদাধৰদেৱ অৱস্থান কৰিছে। তেওঁক প্ৰণাম কৰি পিণ্ডদান কৰিব।

**গায়ত্ৰী**

"উৰ্বশ্যা দক্ষিণে তীৰে যা শীলা তুঙ্গ ন প্ৰভা
সা বিজ্ঞেয়া চ গায়ত্ৰী পূজয়েৎ গন্ধচন্দনৈঃ॥
গায়ত্ৰীঃ প্ৰাতৰুত্থায় উপাগম্য তু নামশঃ।
সন্ধ্যাং কৃত্বা প্ৰযত্নেন সৰ্ব্ববেদফলং লভেৎ॥
—যোগিনীতন্ত্ৰ।

ভস্মাচল স্পৰ্শকৰি যি ধাৰ পানী উৰ্বশী আৰু ভস্মাচলৰ মাজেদি বৈ আছে তাকে সৰস্বতী বুলি ভাবিব। তালৈ গলে অগ্নিষ্টোমৰ ফল লাভ হয়।

**পিশাচ মোচন**

"বিষ্ণোৰ্বক্ষঃ স্থিতে ভদ্ৰে মকৰন্দ প্ৰিয়ে শুভে। জন্মজন্মাৰ্জ্জিতং পাপং হৰ মে পৰমেশ্বৰী"—এই মন্ত্ৰ মাতি তাত স্নান কৰিব লাগে। ভস্মাচলৰ অগ্নিকোণত আঠধনু পৰিমিত পিশাচমোচন নামে তীৰ্থ। তাত স্নান কৰিলে ব্ৰহ্মহত্যা পাপ বিনষ্ট হয়। তাৰ উত্তৰে পাঁচ ধনু পৰিমিত কপিলা তীৰ্থ। তাতে স্নান কৰিলে ভৱ বন্ধনৰপৰা মুক্ত হয়।

মন্দিৰৰ ঈশাণ কোণত যোলধনু পৰিমিত সৰ্ব-পাপ প্ৰণাশন চক্ৰতীৰ্থ। ইয়াত স্নান কৰিলে গ্ৰহ-দোষজনিত সকলো পাতক বিনষ্ট হয়।

যি শৈলই চক্ৰতীৰ্থ স্পৰ্শ কৰিছে তাৰ নাম মন্দৰ পৰ্বত। তাৰ পৰিমাণ বাৰষ্টি ধনু। তাৰ পশ্চিমে দেৱেশ্বৰ জনাৰ্দন আছে। তেওঁ কলিত বুদ্ধৰূপী। তেওঁক দৰ্শন কৰিলে মহাঘোৰ সুদাৰুণ পাপৰ পৰা মুক্ত হোৱা যায়। মন্দৰ বা উৰ্বশী শৈলৰ প্ৰকাণ্ড শিলৰ ওপৰত যি চক্ৰ অঁকা আছে সেয়ে চক্ৰৱতী। চক্ৰটোক সৌৰ জগতৰ প্ৰতিকৃতি বুলিব পাৰি।

**চক্ৰতীৰ্থ**

**মন্দৰগিৰি**

উৰ্বশী শৈলৰ ঠায়ে ঠায়ে শিলালিপি থকা দেখা যায়। তাতে বিষ্ণুৰ দশাৱতাৰ শিলত কটা আছে। মণিকূট পৰ্বতৰ পূবে মৎস্যধ্বজ নামে এটি কুদ্ৰ পৰ্বত আছে, তাক দ্বিতীয় মদনাচল বুলিও কয়। যি ঠাইত কামদেৱে মহাদেৱৰ নেত্ৰাগ্নিৰ দ্বাৰা দগ্ধ হৈ তপস্যাৰ দ্বাৰা বৃষধ্বজৰ আৰাধনা কৰি পুনৰায় পূৰ্বৰ শৰীৰ পাইছিল, তাতে মৎস্যৰূপ ধাৰী বিষ্ণুৱে পৃথিৱীলৈ চাই অৱস্থান কৰিছে। তাতে শাশ্বতী নামে নদী আৰু কাম সৰোৱৰ আছে। শাশ্বতীৰ জলত স্নান আৰু কাম সৰোৱৰৰ জল পান কৰিলে সকলো কামৰপৰা বিমুক্ত হৈ শিৱলোকত থাকিব পাৰি। কাম সৰোৱৰক মদনকুণ্ড বুলিও কয়। তাৰ পৰা মদনকুঁৰৰ নামে নৈ বৈ আহিছে। এই নৈ খনকে কালিকা পুৰাণে শাশ্বতী বুলিছে। এই তীৰ্থ কামৰূপ জিলাৰ মদাৰতলা মৌজাত। উক্ত মৌজাৰ ভিতৰতে দেৱ-দুৱাৰ পৰ্বতত গোপেশ্বৰ শিৱৰ দেৱালয় আছে। মৎস্যধ্বজ দ্বিতীয় মদনাচলৰ উত্তৰ পূবে পাতিদৰং মৌজাৰ হস্তাচলত পিঙ্গলেশ্বৰ শিৱৰ দেৱালয় আছে। পিঙ্গলেশ্বৰৰ উত্তৰে দ্বিতীয় দেওবাহৰগুৰি দেৱালয়। পিঙ্গলেশ্বৰৰ বায়ুদিশত কূৰ্মমাধৱৰ দেৱালয়। ব্ৰহ্মাক্ষ দেৱতাৰ পশ্চিম দিশে দৰ্পণ নামে পুণ্য নদ। এতিয়া সেই নদক চেঁচা বোলে।

**মৎস্যধ্বজ পৰ্বত**

**কামদেৱৰ স্থান**

**পিঙ্গলেশ্বৰ**

**কূৰ্মমাধৱ**

কূৰ্ম মাধৱৰ পশ্চিমে দীপ্তেশ্বৰী ভগৱতীৰ পীঠ। সেই পীঠৰ কুণ্ডত সদায় পানী থাকে। দীৰ্ঘেশ্বৰী দেৱীৰ দেৱালয় উত্তৰ গুৱাহাটীত আছে।

**দীপ্তেশ্বৰী**

গন্ধমাদনৰ পূবে কাম নামে এটি পৰ্বত আছে, তাৰ দাঁতিত ইন্দ্ৰৰ কুণ্ড, তাৰ নাম বাসৱামৃত-ভোজন। পূৰ্বে শচীপতি ইন্দ্ৰই কামৰূপত জল পান কৰি শৰীৰৰ ভাগৰ গুচাইছিল। সেই বাসৱ কুণ্ডত স্নান আৰু সুকান্তক পৰ্বতত আৰোহণ কৰিলে বাসৱৰ প্ৰিয় হৈ ইন্দ্ৰ-লোকলৈ যাব পাৰি।

**বাসৱামৃত ভোজন**

সুকান্তৰ পূব ফালে বক্ককূট নামে পৰ্বত। তাত ৰাক্ষসেশ্বৰ নিঋতি বাস কৰে। যি মানুহে বক্কঃকূটত উঠি ৰাক্ষসেশ্বৰ নিঋতি আৰু ৰাক্ষসেশ্বৰী চণ্ডিকাক পূজা কৰে, তেওঁ ৰাক্ষসৰপৰা কেতিয়াও ভয় খাব নালাগে। এই পৰ্বতটোৰ বৰ্তমান নাম ৰাক্ষসিনী। ইয়াৰ পূব ফালে পাণ্ডুনাথ নামে মাধৱ আছে, তেওঁৰ ৰূপ অতি ভয়ঙ্কৰ। সেই পাণ্ডুনাথ দেৱতাক আৰু পাণ্ডুনাথ পৰ্বতক অষ্টাক্ষৰ মন্ত্ৰৰ দ্বাৰাই পূজা কৰিব লাগে। পাণ্ডুনাথ চতুৰ্ভুজা শঙ্খ, চক্ৰ, গদা, পদ্ম ধাৰী, তেওঁৰ আসন ৰক্তপদ্ম, মূৰত মুকুট, কাণত কুণ্ডল, আৰু বুকুত শ্ৰীবৎস। তেওঁক "ওঁ নমো নাৰায়ণায় ওঁ" এই মূল মন্ত্ৰ উচ্চাৰণ কৰি পূজা কৰিলে চতুৰ্বৰ্গ সিদ্ধি হয়।

**বক্কটকূট বা ৰাক্ষসিনী পৰ্বত**

**পাণ্ডুনাথ**

**ব্ৰহ্মকুণ্ড**

পাণ্ডুনাথৰ উত্তৰে ব্ৰহ্মকুণ্ড নামে সৰোৱৰ—

"পাণ্ডুনাথস্য উত্তৰে ব্ৰহ্মকুণ্ডাহ্বয়ং সৰঃ।
ব্ৰহ্মণা নিৰ্মিতং পূৰ্বং স্নানাৰ্থং স্বৰ্গবাসিনাম্॥"

আয়াসেন শতবসাসং বিস্তীৰ্ণং ত্বেতৰ্দ্ধকম্।
সৰ্ব্বপাপহৰং পুণ্যং দেৱলোকাৎ সমাগতম্ ॥
কমণ্ডলুসমুদ্ভূত ব্ৰহ্মকুণ্ডা মৃতপ্ৰৱ।
হৰ মে সৰ্ব্বপাপানি পুণ্য স্বৰ্গঞ্চ সাধয় ॥
ইত্যনেন তু মন্ত্ৰেন স্নাত্বা তস্মিন সৰোৱৰে।
পাণ্ডুনাথঞ্চ সম্পূজ্য বিষ্ণু সাযুজ্যমবাপ্নুয়াৎ ॥
—কালিকা পুৰাণ, ৭৯ আধ্যা।

এই পাণ্ডুনাথ পৰ্ব্বতত্তে পুৰাণৰ মতে মধু-কৈটভৰ নিধন হৈছিল।

পাণ্ডুনাথৰ পূবে চিত্ৰবহ পৰ্ব্বত। তাত বিষ্ণুৱে বৰাহৰূপ ধৰি সদায় বাস কৰে। ইয়াৰ পূবে কামাখ্যাদেৱীৰ আৱাস, নীলকূট বা নীলাচল পৰ্ব্বত তাৰ পূৰ্বে ব্ৰহ্মাৰ আৱাস- **চিত্ৰবহ পৰ্বত** ব্ৰহ্মগিৰী বা ব্ৰহ্মশৈল। তাৰ পূবে সমান মাটিৰ ওপৰত শুভাৱৰ্ত, মনোহৰ আৰু কামাখ্যাৰ নাভিমণ্ডল আছে, তাতে পৰমেশ্বৰীয়ে উগ্ৰতাৰাৰূপে বাস কৰে। ব্ৰহ্মগিৰীত ভুৱনেশ্বৰী দেৱীৰ মন্দিৰ আছে। গুৱাহাটী নগৰৰ পূবে চিত্ৰাচলত নৱগ্ৰহ দেৱালয় **নৱগ্ৰহ** আছে। অতীতত এই নৱগ্ৰহ দেৱালয়ত প্ৰাগজ্যোতিষপুৰৰ মান মন্দিৰ আছিল। আছিল। এই তীৰ্থ-বিৱৰণ লিখি থাকোঁতে সুকৱি ৺গোপাল চন্দ্ৰ ভূঞাৰ "জন্মভূমি" নামে মন-মোহা কবিতাটিলৈ মনত পৰিল। কবিতাটি তলত তুলি দিলোঁ:—

নাৰী-কাননৰ পাৰিজাত ফুল
ৰুক্মিণী ফুলিল য'ত,
মদন মঞ্জৰী সখী লীলাৱতী
লিগিৰী যাৰ জগত,
এই অসমতে বাণৰ তনয়া
লাহলৈ মেলালে চুলি,
সখী চিত্ৰলেখা মাধৱৰ নাতি
আনিলে ৰথত তুলি ॥

ৰাণী জয়মতী তোমাৰে জীয়াৰী
সতীৰ আদৰ্শ হই
পাহৰা গৌৰৱ আজিও তোমাক
দিছে নে মনত কই?
ভাৰত ভৰমি বশিষ্ঠ মুনিয়ে
আশ্ৰম ললেহি য'ত,
প্ৰকৃতিয়ে মোহ এৰাব নোৱাৰি
উথলিছে যি দেশত,
বিশ্বকৰমাই তোমাক গোনতে
ধ্ৰুৰূপ স্ৰজিব পায়,
নতলে সৃষ্টিৰ সকলো কৌশল
হ'ব কিয় একে ঠাই?
প্ৰকৃতি দেৱীৰ প্ৰমোদ কানন
এয়ে সেই কামৰূপ,
আছিল ইয়াতে মহা পৰাক্ৰমী
ভগদত্ত আদি ভূপ।
এয়ে সেই দেশ, এয়ে জলবায়ু,
এয়ে ব্ৰহ্মপুত্ৰ নই,
ইয়াতে উপজি শ্ৰীমন্ত শঙ্কৰে
জগৎ কৰিলে জয়।
বিশ্বৰ প্ৰেমত মতলীয়া হই
উদাৰ মাধৱদেৱে,
নাম ঘোষা ৰচি যি মন্ত্ৰ শিকালে
মুকুতি-ভকতি সেয়ে।
হেৰা নীলাচল! ভেদি নভস্থল
লাগিলা ভৰধ কিয়?
শকতি স্বৰূপ হৈয়ো কিয় তুমি
নিদিয়া উত্তাহ জীৱ?
তোমাৰ আনন্দ হেৰা উমানন্দ!
নেৰাখিবা লুকুৱাই,
ভোলানাথ ৰূপ ধৰাহোঁ, অসমে
কিজানিবা সাৰ পায়!
গিৰি শিখৰত ৰহি নৱগ্ৰহ
পাতে বা কিহৰ মেল?

ভাঙা, ভাঙা মেল, চোৱা চকু মেলি
অসম তললৈ গ'ল।
হেৰা হয়গ্ৰীৱ। হেৰা উগ্ৰতাৰা।
হেৰা মণি কৰ্ণেশ্বৰ।
আই বসুন্ধৰী উৰ্ব্বশী সুন্দৰী
পলাল উঠি ভাগৰ।
কাব্য-মধুমত্ত আনন্দ বৰুৱা
তোমাৰ মনৰ বল,
অকণিমানকো দিয়া অসমক
কিজানি হয় সৱল।
হিয়াৰ তলিত বিকশিত হোৱা
আগ্ৰহ-ফুলেৰে গঁথা,
ধৰা মালাধাৰি লোৱা উপহাৰ,
কি দিম, কি আছে বঁটা।**

( ৯ )

"কালিকা পুৰাণ"ত আছে,—

উৰ্বশীত যথাবিধি স্নান, পাণ্ডুশিলা স্পৰ্শন আৰু নীলকূটত আৰোহণ কৰিলে মানুহৰ আকৌ পুনৰ্জন্ম নহয়। "হে উৰ্বশী, তুমি ইন্দ্ৰৰ প্ৰিয়া, বাৰাণসীতকৈও অধিক ফলদায়িনী আৰু লৌহিত্য

**উৰ্ব্বশী** হ্ৰদৰ লগত সঙ্গতা, তুমি আমাৰ পাপ নাশ কৰা।" এই দৰে স্তুতি মন্ত্ৰ মাতি উৰ্বশীৰ জলত স্নান কৰি মানুহে সকলো প্ৰকাৰ পাপৰপৰা মুক্ত হৈ বিষ্ণুলোকত বিৰাজ কৰে। উৰ্বশী দ্বিভূজা, সুবৰ্ণকঙ্কণধাৰিণী, অমৃতস্ৰাৱনৰ কাৰণে তেওঁৰ হাতত এটি সুবৰ্ণৰ পাত্ৰ আছে। তেওঁ শুক্ল-বস্ত্ৰা, গৌৰবৰ্ণা, পীনোন্নতপয়োধৰা, সৰ্বাঙ্গসুন্দৰী, শুদ্ধা আৰু সৰ্ব্বাভৰণভূষিতা।

কামাখ্যা পৰ্ব্বতৰ পূব দুৱাৰত গণেশ আৰু অগ্নিবেতাল আছে। ভস্মকূট বা উমানন্দ পৰ্ব্বতৰ দক্ষিণে যমৰ প্ৰতিমূৰ্তিধাৰী কৰ্পট নামে

**কৰ্পটশৈল** পৰ্ব্বত আছে। তাতে নীলাঞ্জনৰ নিচিনা কৃষ্ণবৰ্ণৰ যাম্যশিলা আছে। সেই শিলাত যমক পূজা কৰিব লাগে। কৰ্পট পৰ্ব্বতৰ পূবে চিত্ৰ নামে পৰ্ব্বত আছে। এই চিত্ৰশৈলত নৱগ্ৰহ বাস কৰে।

"এবং চিত্ৰে শৈলবৰে পূজয়িত্বা নৱগ্ৰহান্।
অভীষ্টান্ লভতে কামান্নৰঃ শান্তিং তথোত্তমাম্॥"

**চিত্ৰশৈল** মানুহে চিত্ৰশৈলত যথাবিধি নৱগ্ৰহৰ পূজা কৰি অভীষ্ট সিদ্ধি আৰু উত্তম শান্তি লাভ কৰে।

চিত্ৰ পৰ্ব্বতৰ পূবে কজ্জল বা কাজল নামে এটি উত্তম পৰ্বত আছে। তাত বিদ্যাধৰ আদি সকলোপ্ৰকাৰ দেৱযোনি বাস কৰে। সেই পৰ্বতত উঠি দেৱতাসকলৰ উদ্দেশ্যে নমস্কাৰ

**কজ্জলশৈল** কৰিব লাগে, সেই পৰ্বতৰ কাষেদি

**শুভশৈল** কপিলী নদী বৈ যোৱাত সেই নদীক কাজলী আৰু নদীৰ মুখক কাজলীমুখ বোলে। কাজল পৰ্বতৰ পূবে শুভ নামে এটি পৰ্বত আছে। সেই পৰ্বতত পূবে সুৰেশ্বৰ ইন্দ্ৰই শচীৰ লগত ক্ৰীড়া কৰিছিল।

"তৎ পূৰ্ব্বস্যাং মহাদেৱী নদী কপিলগঙ্গিকা।
তস্যাং স্নাত্বা নৰো গঙ্গাস্নানজং ফলমাপ্নুয়াৎ॥"

**কপিলগঙ্গা** শুভ পৰ্ব্বতৰ পূবে কপিলগঙ্গা নদী আছে, তাত স্নান কৰিলে ফল পোৱা যায়।

"কামাখ্যানিলয়াৎ পূৰ্ব্বেং দক্ষিণস্যাং তথা দিশি।
বিস্ততে মহদাৱৰ্ত্তং ভুবি ব্ৰহ্মবিলং মহৎ॥"

কামাখ্যাপীঠৰ পূব আৰু দক্ষিণ দিশে এটি মহৎ আৱৰ্ত আছে। তাৰ পৰিমাণ পঁচিশ যোজন। সেই আৱৰ্তৰ পৰাই পূৰ্ব্বোক্ত শ্বেতবৰ্ণ মেঘ

**কপিলগঙ্গা** ৰাশিৰ নিচিনা নদীখন বৈ আহিছে। দেৱতাসকলে "ক" শব্দৰ অৰ্থ ব্ৰহ্ম বুলি নিৰ্দ্ধাৰণ কৰিছে। সেই নিমিত্তে সেই ব্ৰহ্মাৱৰ্ত বা ব্ৰহ্মবিলৰপৰা ওলাই অহা বাবে আৰু গঙ্গাৰ নিচিনা ফল দান কৰে গুণে, সেই নদীৰ নাম কপিলগঙ্গা হৈছে।

**আৱাহন, কাতি ১৮৫৬, ৬ষ্ঠ বছৰৰ ১ম সংখ্যা।

পাণ্ডুনাথৰ নৈঋত কোণত পাঁচ ধনু পৰিমিত অশ্বত্থ চিহ্নিত যি ক্ষেত্ৰ আছে, তাৰ নাম ধৰ্মক্ষেত্ৰ। **ধৰ্মক্ষেত্ৰ** তাত জপ-তপ কৰা কৰ্তব্য। সেই ক্ষেত্ৰত আৰোহণ কৰিলে কুৰুক্ষেত্ৰৰ নিচিনা ফল পোৱা যায় বুলি "যোগিনীতন্ত্ৰ"ত লিখা আছে।

পাণ্ডুনাথৰ পূবে এক ধনু পৰিমিত যি মনোহৰ চাৰু শিলা আছে, তাকে লক্ষ্মী বলি জানি অৰ্চনা কৰিব লাগে। বিষ্ণুকুণ্ডত স্নান কৰি লক্ষ্মীক পূজিব। তাৰ দক্ষিণফালে অলপ দূৰত কোল ক্ষেত্ৰ আছে। এজোপা অশ্বত্থ গছৰ তলত এটা কৃষ্ণবৰ্ণ সুন্দৰ শিল আছে। সেই শিলকে দেৱেশ্বৰ বিষ্ণু বুলি পূজাৰ্চনা কৰিব।

ব্ৰহ্মকূট বা ভুৱনেশ্বৰী পৰ্বতৰ উত্তৰে দুই ধনু পৰিমিত শ্ৰীকুণ্ড নামে সৰোৱৰ আছে। চ'ত মাহৰ শুক্লা দশমীত আৰু কৃষ্ণপক্ষৰ একাদশীত **কনখল পুষ্কৰ** সেই কুণ্ডত স্নান কৰিলে উত্তম গতি লাভ হয়। তাৰ পূবে ২২ ধনু পৰিমিত কনখল নামে মহাপাতকনাশন তীৰ্থ আছে। তাৰ দক্ষিণে চাৰি ধনু দূৰত প্ৰৱৰ্তত চম্পকেশ্বৰ তীৰ্থ। তাৰ পূবে সাত ধনু পৰিমিত ত্ৰৈলোক্য বিখ্যাত পৰমেষ্ঠী ব্ৰহ্মাৰ পুষ্কৰ নামে তীৰ্থ।" "যোগিনীতন্ত্ৰ"ত লিখা আছে যে দেৱতাসকলে এই পুষ্কৰ তীৰ্থত পৰমেষ্ঠী ব্ৰহ্মাক উপাসনা কৰি থাকে। তাত স্নান কৰিলে মানুহে মুক্তি লাভ কৰে। ইয়াক মেৰুপুষ্কৰ বুলিও কয়।

পুষ্কৰৰ নৈঋত কোণত কিঞ্চিত বাওঁফালে ২৮ ধনু পৰিমিত বদৰিকাশ্ৰম তীৰ্থ। তাত নাৰায়ণক যথাবিধি পূজা কৰিলে সহস্ৰ গো **বদৰিকাশ্ৰম** স্নানৰ ফল পোৱা যায়। তাত বিভাণ্ডক ঋষিয়ে স্থাপন কৰা মহেশৰ এক-লিঙ্গ আছে। পুষ্কৰৰ পূবে কুমাৰ নামে সৰোৱৰ আছে। তাত স্নান কৰিলে গাণপত্য লাভ হয়। কুমাৰ তীৰ্থৰ অগ্নি কোণত নৰনাৰায়ণ তীৰ্থ। মানুহে তেওঁক দৰ্শন কৰিলে সকলো পাপৰপৰা মুক্ত হয়। পূৰ্বে যি চম্পকেশ্বৰৰ কথা কৈ আহিছোঁ তাৰ উত্তৰে ৬২ ধনু পৰিমিত চম্পকবন, সিদ্ধ আৰু ব্ৰহ্মৰ্ষিসকলে সদায় সেই বন সেৱা কৰি থাকে, পূৰ্বে পুৰুষোত্তম বিষ্ণুৰ তাত আয়তন আছিল।

ব্ৰহ্মকূটৰ উত্তৰ ফালে পাচোঁটা শিলৰ মাজত দুৰ্গাকূপ আছে। ইয়াৰ সকলোপিনে দুৱাৰ আছে। দশাক্ষৰ মন্ত্ৰ মাতি ইয়াত স্নান কৰিব **দুৰ্গাকূপ** লাগে। তাত কামেশ্বৰী দেৱীক পূজিলে কামনা সিদ্ধি হয়। দুৰ্গাকূটৰ পূবে আম্ৰাতকেশ্বৰ দেৱ। তেওঁৰ দক্ষিণে গজাকাৰ কৃষ্ণবৰ্ণ গণনায়ক। তেওঁৰ এক ধনু **সৌভাগ্য সৰোৱৰ** পূবে ত্ৰিবিক্ৰমদেৱ। তাৰ পাছত ১৪ ধনু পৰিমিত সৌভাগ্য নামে সৰোৱৰ। সেইটো কামাখ্যা দেৱীৰ ক্ৰীড়া কৰা পুখুৰী।

"ক্ৰীড়া পুষ্কৰিণী সাতু কামাখ্যায়াং সুৰেশ্বৰী।
শক্ৰেণোপাসিতং পূৰ্বং সহদেবৈঃ প্ৰজাপতিঃ॥"
—যোগিনীতন্ত্ৰ।

পূৰ্বে ইন্দ্ৰই দেৱতাসকলেৰে সৈতে সেই সৰোৱৰত পূজা কৰিছিল। সৌভাগ্য সৰোৱৰত স্নান কৰি কামাখ্যাৰ পূজা কৰিব লাগে। ইয়াৰ ঈশান কোণত লৌহিত্য নামে সৰোৱৰ। তাৰ ওচৰত অগ্নিকুণ্ড, কালহস্ত আৰু যামল নামে সৰোৱৰ। তাৰ নৈঋত কোণত পাঁচহাত পৰিমিত গঙ্গা সৰোৱৰ। তাৰ ওচৰতে অনন্ত কুণ্ড আৰু তাৰ ওপৰত যি কৃষ্ণবৰ্ণ শিলা আছে সেয়ে বৰাহকুণ্ড।

মন্ত্ৰাচলক আজিকালি ইতাখুলী বোলে। এই মন্ত্ৰাচলত দৈত্যগুৰু শুক্ৰই স্থাপন কৰা **শুক্ৰেশ্বৰ** শিৱলিঙ্গৰ নাম শুক্ৰেশ্বৰ।' 'যোগিনী তন্ত্ৰ'ত আছে,—

'কলিদ্বাপৰয়োঃ সন্ধৌ ধৰ্মৰ্দ্ধপ্ৰমাণতঃ।
শুক্ৰেণ স্থাপিতং লিঙ্গং শুক্ৰেশং নামতঃ স্মৃতং।
দেৱং শুক্ৰেশ্বৰ দৃষ্ট্বা কেন মুচ্যতে বন্ধনাৎ॥"

এই মন্ত্ৰাচলৰ পশ্চিমে অগস্ত্যক্ষেত্ৰ। তাত যোধ

জনাৰ্দন আছে। তেওঁ থকা পৰবতক কল্কি পৰ্বত বুলিও কয়। অগস্তিক্ষেত্ৰৰ ঈশান কোণত

**কৰ্মনাশা** কলি পৰ্বত। তাত কলিৰ মূৰ্তি আছে, তালৈ গ'লে সকলো পুণ্য ক্ষয় হয় বুলি তাক কৰ্মনাশা বোলে।

মঙ্গলা বা সুমঙ্গলা নদীক আজিকালি বৰনদী বোলে। বৰনদীৰ পূবে ধনদা ধনিষ্ঠ, বা ধনশিৰী নৈ। বোটা আৰু ধনশিৰী নৈ দুফালৰ

**ভৈৰৱ-কুণ্ড** পৰা কুল্ কুল্ কৰি শিলৰ ওপৰেদি আহি যি ঠাইত লগ লাগিছে, সেয়ে ভৈৰৱ-কুণ্ড। "দৰঙ্গ-ৰাজবংশাৱলী" পুথিত লিখা আছে যে যেতিয়া মহাৰাজ নৰনাৰায়ণ আৰু তেওঁৰ ভায়েক চিলাৰায়ে অসম আক্ৰমণ কৰিবলৈ আহে, তেতিয়া তেওঁলোকে ভৈৰৱ-কুণ্ডৰ ওচৰত কিছুদিন বাস কৰি তাত এক দুৰ্গ আৰু নগৰ নিৰ্মাণ কৰাই চণ্ডিকা দেৱীৰ মঠ প্ৰতিষ্ঠা কৰিছিল। ত্ৰিশূলদৈ বা দৈপাং নৈৰ পূৰ্বে দেৱীৰ মঠ আছিল। উক্ত পুথিত আছে,—

"অনন্তৰে ভ্ৰামৰী কুণ্ডক গৈয়া পাইলা।
দোনদীৰ মুখে ৰাজা নগৰ সজাইলা॥
পৰ্বতৰ শিল আনি গড়ক নিৰ্মিলা।
চণ্ডিকা বেহাৰ হেন নগৰ কৰিলা॥
ত্ৰিশূলদৈ পূৰ্বে দেৱী গৃহ অনুপাম।
* * * *
মঠ আদি বহুযত্নে নৃপতি নিৰ্মিলা।
দেৱীৰ প্ৰতিমা আনি তাহাত থাপিলা॥"

ইয়াত দো নদীৰ মুখ হৈছে বৌটা আৰু ধনশিৰীৰ মুখ। ভৈৰৱহৈছে—মহাভৈৰৱ আৰু ভৈৰৱী —ভ্ৰামৰী দেৱী। সেই বাবেই পুথিত ভৈৰৱ কুণ্ড নুবুলি ভ্ৰামৰী কুণ্ড বোলা হৈছে। এই তীৰ্থ ওদালগুৰিৰ পৰা ১০ মাইল উত্তৰে।

ভৈৰৱ কুণ্ডৰপৰা পূব দক্ষিণ মুখে গলে ব্ৰহ্মপুত্ৰৰ পাৰত শৃঙ্গাটক বা শিঙৰি পৰ্বত পোৱা যায়। কালিকা পুৰাণত ৮০ অধ্যায়ত লিখা আছে যে শৃঙ্গাটক পৰ্বতত মহাদেৱৰ এটি লিঙ্গ প্ৰতিষ্ঠিত আছে, সেই পৰ্বতৰ পৰা সিদ্ধ ত্ৰিস্ৰোতা নামে নৈ দক্ষিণলৈ বৈ গৈছে। সেই নদীৰ জলত স্নান কৰি শৃঙ্গাটক পৰ্বতত উঠি লিঙ্গৰূপী শিৱক পূজা কৰিলে মুক্তি লাভ হয়। শিঙৰি পৰ্বতৰ ওপৰত এতিয়া কোনো শিৱলিঙ্গ বা মন্দিৰ নাই। কিন্তু পৰ্বতৰ পশ্চিম দাঁতিত শিল আৰু ইটাৰে নিৰ্মাণ কৰা অতি পুৰণি মন্দিৰ আছে। মন্দিৰৰ

**শৃঙ্গাটক বা শিঙৰি পৰ্বত** ভিতৰত যি শিৱলিঙ্গ আছে তেওঁক গোপেশ্বৰ বোলে। এই মন্দিৰ চালে প্ৰাচীন কালৰ শিলাকুটীৰ কাৰুকাৰ্য দেখি মোহিত হ'ব লাগে। এনে প্ৰবাদ আছে যে এই পৰ্বতত একৰম কালি ঋষ্যশৃঙ্গ মুনিৰ আশ্ৰম আছিল।

শিঙৰিৰ পূবে বিল্বৱেদিকা বিল্বশ্ৰী বা বেলশিৰী নৈ, তাৰ পৰা গৈ দীয়তী বা দীওপোতা নৈ পোৱা যায়। তাৰ পাছত—

**ভট্টাৰিকা বা জীয়া ভৰলী**

"ততো ভট্টাৰিকা নাম হিমশৈল সমুদ্ভৱা।
মহানদী দেৱগন্ধৰ্বৈ্য সদোপাস্ততে সুখম্॥
তস্যাং যঃ কুৰুতে স্নানং যুগাদিযুচতুৰাপ।
স যাতি পৰমং স্থানং তদ্বিষ্ণোং পৰমং পদম্॥
—কালিকাপুৰাণ, ৮০ অধ্যা।

হিমালয়ৰ পৰা ওলোৱা ভট্টাৰিকা নামে মহানদী। দেৱতাসকলে পৰম সুখে এই নদীৰ জল সেৱা কৰি থাকে, যি মানুহে চাৰিটি যুগান্তা তিথিত সেই নদীত স্নান কৰে তেওঁৰ পৰমপদ বিষ্ণুলোকলৈ গতি হয়।

এই ভট্টাৰিকা নদীৰ বৰ্তমান নাম জীয়া ভৰলী। আগেয়ে এই নৈ খন ভোমৰাগুৰি পৰ্বতৰ পূবে সিদ্ধাশ্ৰম বা চ্যৱন শ্ৰমৰ কাষেদি বৈছিল। সেই আশ্ৰমৰ ওচৰতে কন্যকা নামে প্ৰসিদ্ধ গাওঁ আছিল। সেই নদীয়ে কন্যকাগাওঁ ভাঙি উছন কৰি এতিয়া ভালেখিনি উজাই পানপুৰৰ ওচৰেদি বৈ লুইতত পৰিছে।

তেজপুৰ নগৰৰ পূব মূৰে ভৈৰৱী আৰু পশ্চিম মূৰে মহাভৈৰৱ দেৱালয় আছে। তেজপুৰৰ বামুণী

**ভৈৰৱী** পৰ্বত আৰু তাৰ কাষৰ পৰ্বতবিলাকৰ **খা** নাম পূৰ্বে দেৱীকূট আছিল। দেৱীকূটেই **মহাভৈৰৱ** শোণিতপুৰ। বামুণী নামটো ব্ৰহ্মাণী শব্দৰ পৰা অপভ্ৰংশ বুলি বোধ হয়। "কালিকা পুৰাণৰ" অষ্টাদশ আধ্যাত লিখা আছে,—

'দেৱীকূটে পাদযুগ্মং প্ৰথমং ন্যপতৎ ক্ষিতৌ।" অৰ্থাৎ সতীৰ পদদুটি প্ৰথমতে পৃথিৱীৰ দেৱীকূটত পৰিছিল। দেৱীকূটৰ যি ঠাইত এতিয়া ভৈৰৱী দেৱালয় আছে। তাত এটি পদ আৰু বামুণী পৰ্বতত আন পদটি পৰিছিল বুলি জনশ্ৰুতিৰপৰা জনা যায়। ভৈৰৱীৰ নাম মহাভাগা আৰু ভৈৰৱৰ নাম মহাভৈৰৱ। ভৈৰৱী দেৱালয় এখন মহাপীঠ।

ভোমোৰাগুৰি পৰ্বতৰ পূবে কন্যাশ্ৰম॥ তাৰ কথা পূৰ্বে কোৱা হৈছে। কন্যাশ্ৰমত ৰুদ্ৰপদতীৰ্থ আছে।

"কন্যাশ্ৰমং মহাক্ষেত্ৰং যত্ৰ ৰুদ্ৰপাদদ্বযং।
একাম্ৰকং পৰং ক্ষেত্ৰং যত্ৰ নাগাক্ষ শঙ্কৰঃ॥
—যোগিনীতন্ত্ৰ

নাগাক্ষ শঙ্কৰক নাগশঙ্কৰ বোলে। নাগাক্ষ নামে লৌহিত্য বংশী এজন ব্ৰাহ্মণ ৰজাই তৃতীয় শকাব্দৰ পিছত নাগশঙ্কৰ দেৱালয় প্ৰতিষ্ঠা কৰে।

তেজপুৰৰপৰা ১২ মাইল উত্তৰ-পূবে জামুগুৰি হাট। তাৰপৰা অলপ দূৰ উত্তৰ পশ্চিম মুখে গ'লে নন্দিকেশ্বৰ দেৱালয় পোৱা যায়। এই পীঠৰ দেৱী নন্দিনী, ভৈৰৱী নন্দিকেশ্বৰ।

তেজপুৰ ঔগুৰি পৰ্বতত ভৈৰৱপদ আৰু তিঙ্গেশ্বৰ দেৱালয় আছে। ধেনুখনা পৰ্বতৰ আৰু গণেশঘাটত গণেশৰ শিলত কটা মূৰ্ত্তি আছে। তিঙ্গদেৱ নামে ভগদত্তৰ বংশৰ শেষ ৰজাজনে তিঙ্গেশ্বৰ শিৱৰ দেৱালয় স্থাপন কৰিছিল।

তেজপুৰৰ উত্তৰে দফলা পৰ্বতমালাৰ ভিতৰত শঙ্কৰৰ মহাশ্ৰম নাটক পৰ্বত আছে। নাটক পৰ্বতৰ বিষয়ে কালিকা পুৰাণত যি লিখা আছে তাক পূৰ্বে কোৱা হৈছে। এই নাটক পৰ্বতৰ নামনিত মানসা সৰোৱৰৰ নিচিনা এটি মনোহৰ সৰোৱৰ আছে। তাত ৰঙা পদুম ফুলি থাকে। অসংখ্য নানা বৰণৰ হাঁহ চৰে। সম্প্ৰতি বালিপাৰা ফ্ৰন্টিয়াৰ ট্ৰেক্টৰ পলিটিকেল অফিচাৰ ছাহাবৰ হেড্‌ক্লাৰ্ক শ্ৰীযুত দ্বাৰিকা নাথ দাস মহাশয়ৰ এখন চিঠিৰপৰা জানিব পাৰিছোঁ যে বুৰি নৈৰ পূবে ঠিক ভৈয়ামৰ শিতানত গৰুচুকীয়া পৰ্বত বৰ্তমান দফলাগড় বাগিচাৰ উত্তৰ পূবে। ইয়াৰ এখণ্ডক সোণ পৰ্বত আৰু এখণ্ডক দেও পৰ্বত বোলে, দফলাবোৰৰ মাজত কিংবদন্তি আছে যে সোণ পৰ্বতৰ বহুত ধন সোণ ৰূপৰ বহুমুলীয়া গহনা কাঁহী-বাটি আদি ৰাখিছিল, এতিয়া তাত দেও লাগিছে, কোনো নেথায় আৰু বোলে যাবও নোৱাৰে। তাৰ পৰা আকৌ এদিনৰ বাটত উত্তৰ পূবে বৰপানী। নৈৰ কাষে পৰ্বতৰ ওপৰত এখন প্ৰকাণ্ড বিল আছে। নাম গেৰ্জ্জীৰ ছেল্যোক, ইয়াত বোলে বৰ-বৰ মাছ আছে, অসংখ্য নানা বৰণৰ বনৰীয়া হাঁহ আৰু পাৰত হৰিণা, বাঘ, ভালুক আদি বনৰীয়া জন্তু আছে। ইয়াৰ পাৰত তাহানিয়েই কোনোবাই পতা এখন বাৰী আছে। তাত বছৰি বছৰি জলকীয়া লাও কোমোৰা আদি লাগি থাকে, কিংবদন্তি আৰু দফলাইতৰ গভীৰ বিশ্বাস যে ইয়াৰ এমাইল মানৰ ওচৰত কোনোবাই হাই উকমি কৰিলে অতি অলপ সময়ৰ ভিতৰতে বৰ ধুমুহা বতাহেৰে সৈতে বৰষুণ আহে, দেওলগা ঠাই বুলি দফলাইঁতে দূৰৈৰপৰা নমস্কাৰ কৰে, তাতৈ কোনো নেথায়। এই গেৰ্জ্জীৰ ছেল্যোক বিলখনেই "কালিকা পুৰাণত" লিখা নাটক পৰ্বতৰ নামনিৰ সৰোৱৰ হ'ব পাৰে। এই বিলৰপৰা এদিনৰ বাটৰ দূৰৈত বৰপানী নৈৰ উত্তৰে ইটা নামে এটা পৰ্বত আছে, এই পৰ্বতটো দক্ষিণৰ ফাললৈ ওখ। উত্তৰৰ ফাললৈ ক্ৰমে হেলনীয়া, ইয়াত কেইবা একৰ জুৰি তিনিফালে দেৱালৰ ধ্বংসাৱশেষ আছে; ঠায়ে ঠায়ে ৩/৪ ফুট ওখ হৈ এতিয়াও আছে।

কালিকা নাথ দামে পূৱ দুৱাৰে সোমাই পশ্চিম দুৱাৰে ওলাই আহিছিল। ইয়ে কোন কাহানিৰ কোনো ৰজাৰ নে দেৱতাৰ আলয় নে দুৰ্গ তেখেতে ঠিক কৰিব নোৱাৰিলে। চাৰিওফালে পৰ্বত শাৰীয়ে বেঢ়ি থকা এই সুৰম্য ঠাইত ইটাৰ প্ৰাচীৰ দেখি তেখেতে বিস্ময় মানিলে, সম্ভৱতঃ এয়েই কালিকা পুৰাণৰ ভালুক পৰ্বত। তেখেতে লিখিছে যে চাৰি-দুৱাৰৰপৰা ভালুকপেং ২০ মাইল (বালিপাৰা ডাক ঘৰৰ পৰা ২৪ মাইল), চাৰিদুৱাৰৰপৰা ৭ মাইল উত্তৰে দাফলী মৰা সোণাই পায়, তাৰ আগমাইল মান উত্তৰে বাটৰ পথলিয়াকৈ মাটিৰ তলত এখন ইটাৰ দেৱাল থকা দেখা যায়। চাৰি দুৱাৰৰ ভালুকপেঙলৈ এজনী চৰাই পোনে উৰি গলে (as the crow flies) ৬ মাইল মান আঁতৰৰ হাবিৰ মাজত, বৰ্ত্তমান চিংলিমৰা গাঁৱৰ পথাৰৰপৰা ৩ মাইল মান উত্তৰে গুঁই নেজীয়া পৰ্বতৰ নামনিত

ভালুকপেং

এঠাইত এটা অতি পুৰণি পকীঘৰ বা দুৰ্গৰ চিন পোৱা যায়। ইয়াৰ ওচৰতে হাবিৰ মাজত বহুত ইটা দ'ম হৈ থকা এটা প্ৰকাণ্ড ইটাভটা দেখা গৈছিল। এইবোৰৰ আঁতি-গুৰি কি জানিব পৰা নাই। সোমপাল ৰজাৰ পোষ্যপুত্ৰ ভালুকপেং বা প্ৰতাপ সিংহই প্ৰতাপগড়ত ৰাজত্ব কৰিছিল। ভালুকদুৱাৰত অঁকা পৰ্বতৰ দাঁতিত তেওঁৰ যি দুৰ্গ আছিল তাৰ নাম ভালুকপেং বা ভালুকপুং দুৰ্গ। তাত তেওঁৰ পিতাৰ স্থাপিত শিৱমন্দিৰ আছিল। তেওঁক শিৱবীৰ্য সম্ভূত বুলি কয়। কিন্তু আচলতে লৌহিত্য বংশৰ এজন শৈৱ কোঁৱৰে সোমপাল ৰজাৰ কন্যা এগৰাকীক হৰি নি ভালুক দুৰ্গত বাস কৰিছিল। তাতে প্ৰতাপসিংহৰ জন্ম হয়। ভালুক দুৰ্গত জন্ম-হোৱা বাবে তেওঁক ভালুকপেং বুলিও কয়। প্ৰতাপ সিংহৰ শিলালিপি বিশ্বনাথৰ উমা টুমনি বা উমা বনত আছে। *

---

* আৱাহন, মাঘ ১৮৫৬, ৬ষ্ঠ বছৰ ৪ৰ্থ সংখ্যা।

# সোণৰ অসম

অসম দেশ আমাৰ মাতৃভূমি। শিশু-সন্তানে যেনেকৈ মাকৰ পিয়াহ খাই মাকৰ কোলাত ডাঙৰ দীঘল হয়, আমিও, তেনেকৈ আমাৰ দেশমাতৃৰ অন্ন পানী, ফল-মূল, ৰ'দ, বতাহ-বৰষুণ উপভোগ কৰি তেওঁৰ কোলাত ডাঙৰ-দীঘল হৈ সুখেৰে বাস কৰিছোঁ। অসমৰ মাটি, অসমৰ পানী, শস্য, গছ-লতা, এনেকি ধাঁহ-বনবিলাকো আমাৰ প্ৰিয়। আমি এই দেশত উপজি এই দেশতে মৰিবলৈ বাঞ্ছা কৰোঁ। এই দেশত জন্মলাভ কৰি আমি আমাৰ জীৱন সাৰ্থক বুলি ভাবোঁ। আমি অসমীয়া বুলি জগতৰ আগত চিনাকি দি গৌৰৱ লাভ কৰোঁ। কিন্তু আমাৰ এই "স্বৰ্গতো অধিক জনমভূমিৰ" নাম আগেয়ে অসম নাছিল। আমাৰ দেশৰ নাম অসম হবৰ ৭০০ বছৰ হৈছে। এই "অসম" নামৰ উৎপত্তিৰ বিষয়ে নানা পণ্ডিতৰ নানা মত হলেও এইটো ঠিক যে আহোম-ৰাজত্বৰ দিনৰপৰাহে এই দেশৰ নাম "অসমৰ দেশ" বা "অসম দেশ" হল। তাৰ পূৰ্বে কোনেও এই দেশক "অসম" বুবুলিছিল। "শব্দ ৰত্নাৱলী" আৰু "শব্দকল্পদ্ৰুম" নামে সংস্কৃত ভাষাৰ অভিধানত "অসমঃ" নামে এটা শব্দ আছে। এই শব্দৰ অৰ্থ বুদ্ধ বুলি তাত লিখা আছে। বৌদ্ধকো অসমঃ বোলা হৈছিল। আমাৰ দেশত ৰাজত্ব কৰা শ্যানজাতীয় আহোমসকল আদিতে বৌদ্ধ আছিল। উত্তৰ ব্ৰহ্মদেশৰ নাম আগেয়ে স্বৰ্ণভূমি আছিল। স্বৰ্ণভূমিত থকা মানুহক শ্যান বোলা হৈছিল। আমাৰ দেশৰ উত্তৰ-পূবে থকা খামটিবিলাকো শ্যানজাতিৰ

মানুহ। খামটিপৰ্বত স্বৰ্ণভূমিৰে এটা অংশ। আহোম ভাষাত সোণক খাম্ বোলে আৰু মাটিক টি বোলে। খামটি বুলিলে স্বৰ্ণভূমি বুজায়, আৰু তাত থকা মানুহো বুজায়। কিন্তু খামটিবিলাকে নিজক "অস্বম্" বুলিহে চিনাকি দিয়ে। উত্তৰ ব্ৰহ্মৰ স্বান্‌বিলাকে নিজক "আস্বাম্" বা "আশ্যাম" বুলি কয়। "অহম" বা "আহোম" শব্দটো "অসম" বা "আসোম" শব্দৰ অপভ্ৰংশ। "স" উচ্চাৰণ কৰোঁতে আহোমে "হ" কোৱা সকলোৱে জানে। আমাৰ ভাষাৰ অনেক শব্দৰ শ, ষ, স, আহোমৰ দিনত হ হয়। যেনে বিহ, পিয়াহ, পাহৰণ, হাঁহ, বাগীহ ইত্যাদি। আহোম বা অহমসকলক যে পূৰ্বে অসম বোলা হৈছিল, সেইটো পুৰণি পুথি আদিৰ পৰাও জনা যায়। যেনে—

"ৰাম বুলি তৰে মিৰি অসম কছাৰী।"

অসমৰ উজনিখণ্ডক সৌমাৰপীঠ বোলে। এই "সৌমাৰ" শব্দটোৰ মূল কি? সংস্কৃত ভাষাত "সৌমেৰুকম্" বুলি এটা শব্দ আছে। তাৰ অৰ্থ সোণ আৰু সুমেৰু সম্বন্ধীয় হয়। এই সৌমেৰুকম্ শব্দৰপৰা সৌমাৰ হব পাৰে। আকৌ সৌম্যৰাষ্ট্ৰ শব্দৰপৰা সৌম্যৰাট হৈ সৌমাৰ হব পাৰে। ভাস্কৰাচাৰ্য্যৰ পুথিত আমাৰ দেশৰ উজনি খণ্ডত সৌম্য নামে এখন ৰাজ্য থকাৰ কথা পোৱা যায়। সোম বা চন্দ্ৰবংশৰ লোকসকলক সৌম্য বা সোম বোলা হৈছিল। অত্ৰি ঋষিৰ পুতেকৰ নাম সোম, সোমৰ পুতেকৰ নাম বুধ, বুধৰ পুতেক পুৰূৰবা। উৰ্বশীৰ গৰ্ভত পুৰূৰবাৰ ৬ জন পুতেক হয়। তেওঁলোকৰ ক্ৰমে চন্দ্ৰবংশৰ শাখা-প্ৰশাখা বাঢি যায়। আদিকাণ্ড ৰামায়ণৰ ৩৫ অধ্যায়ৰপৰা জনা যায় যে ত্ৰেতাযুগত চন্দ্ৰবংশীয় অমূৰ্তৰজঃ ৰজাই ধৰ্ম্মাৰণ্যৰ সমীপত প্ৰাগ্‌জ্যোতিষপুৰ নগৰ স্থাপন কৰি তাত ৰাজত্ব কৰিছিল। তেওঁৰ ভায়েকৰ নাম আছিল কুশনাভ। বিশ্বামিত্ৰ ঋষি এই কুশনাভৰ নাতি। তিব্বতৰ কালৰ মানুহে ভূতস্থান বা ভোটানক ধৰ্মাদেশ বোলে। ভোটানৰ পৰা কামৰূপৰ উত্তৰকূললৈকে এই ভূমিখণ্ডকে ধৰ্মাৰণ্য বোলা হৈছিল। এনে হ'ব পাৰে যে কোনো ৰাজনৈতিক বিপ্লৱত অমূৰ্তৰজঃ ৰজাৰ বংশধৰসকলে প্ৰাগ্‌জ্যোতিষৰপৰা খেদা খাই উজনি অসমত হিমালয়ৰ দাঁতিত সৌম্যৰাষ্ট্ৰ বা সৌম্যৰাজ্য স্থাপন কৰি তাত ৰাজত্ব কৰিছিল। দিকৰং নৈৰ পাৰত দফলা পৰ্বতৰ দাঁতিত হাৰমতী নামে এখন পুৰণি নগৰৰ ভগ্নাৱশেষ আছে। তাত হুনু চন্দ্ৰবংশীয় হৰবিন্দ ৰজাই ৰাজত্ব কৰিছিল। তেওঁৰ ভনীয়েকৰ নাম হাৰমতী আছিল।

বৈদিক যুগত "দেৱতা" নামধাৰী আৰ্যসকল মেৰুত অৰ্থাৎ পৰ্বত-পাহাড়ৰ ওপৰত ঘৰ সাজি বাস কৰিছিল। হিমালয়ৰ পূৰ্বাংশৰ নাম এসময়ত সুমেৰু আছিল বুলি বোধ হয়। কাৰণ, হাজোৰ হয়গ্ৰীৱৰ পূজাৰ মন্ত্ৰত—"সুমেৰোশ্চ পাদপীঠে পদ্মকল্পিত মানসম্" এই কথাষাৰ পোৱা যায়। অসমৰ উজনিখণ্ড সুমেৰুৰ পদতলত থকাৰ নিমিত্তে সুমেৰু সম্বন্ধীয় হোৱাত সেই খণ্ডৰ নাম সৌমাৰ হ'ব পাৰে।

উজনি অসমৰ উত্তৰ কূলৰ প্ৰায় সকলো নদীতে আগৰ দিনৰ মানুহে সোণ কমাইছিল। সোণৰ নিমিত্তে অসম প্ৰসিদ্ধ আছিল। অতীজত ভূতস্থান বা ভোটান অসমৰ ভিতৰত আছিল। ভোটানত সোণৰ আৰু তামৰ খনি আছিল বুলি জনা যায়। আমাৰ দেশৰ মানুহে এতিয়াও "ভোটৰ সোণ" কোৱা শুনা যায়। এই দেশত সো তৈয়াৰ হৈছিল। চীনদেশৰ মানুহৰ বিশ্বাস যে বাৰুদ প্ৰথমতে অসমত আবিষ্কাৰ হৈছিল। বাবু নন্দলাল দে, এম-এ, বি-এল প্ৰণীত The Geographical Dictionary of Ancient and Mediaeval India, (প্ৰাচীন ভাৰতৰ ভূ-পৰিচায়ক অভিধান) পুথিৰ ১২৭ পিঠিত লিখা আছে।

"MATANGA—A country to the south-east of Kamarupa in Assam, celebrated for its diamond mines (Yukti Kalpataru, page 96)"।

অৰ্থাৎ অসম কামৰূপৰ দক্ষিণ-পুবে থকা মাতঙ্গ নামে ঠাইখন হীৰাৰখনিৰ নিমিত্তে বিখ্যাত আছিল বুলি "যুক্তিকল্পতৰু" পুথিৰ ৯৬ পিঠিত লিখা আছে।

নাগমাটি বা কয়লা, মাটিতেল বা কেৰাচিন তেল, শিলচূণ, বালিচন্দা আদিৰ খনিও অসমত আছে। য'ত নাগমাটি পোৱা যায় তাতে অনেক সময়ত হীৰাও পোৱা যায়। অসমৰ পূব দক্ষিণে থকা নাগলোক বা নগা পৰ্বতত নাগমাটিৰ খনি আছে। মাতঙ্গ বোলা ঠাইখন এই নগা পৰ্বতত হ'ব পায়।

অসমৰ মাটি অতিশয় উৰ্বৰা। ইয়াত মানুহৰ জীৱন ধাৰণৰ লাগতিয়াল সকলো প্ৰকাৰৰ শস্য আৰু ফলৱন্ত গছলতা জন্মে, ইয়াৰ অৰণ্যত শাল, সোণাৰু কহিৰ, নাহৰ, সৰল, পমা, আদি মূল্যবান গছ পোৱা যায়। ইয়াৰ পৰ্বতত অগৰু আৰু চন্দনৰ গছ আছে। ইয়াৰ মৃগনাভি নেপাল, কাশ্মীৰ আদি দেশৰ মৃগনাভিতকৈ উৎকৃষ্ট বুলি শাস্ত্ৰত লিখা আছে।

অসমৰ প্ৰাকৃতিক দৃশ্য এনে মনোৰম যে ইয়াক প্ৰকৃতিৰ কাম্যকানন নুবুলি নোৱাৰি। অতীজত এই দেশৰ পশ্চিমে এখন সাগৰ আছিল। গোৱালপাৰা জিলাৰ পশ্চিমাংশ সুৰমা উপত্যকা কিছু অংশ আৰু প্ৰায় গোটেইখন বঙ্গদেশ এই সাগৰৰ গৰ্ভত আছিল। গাৰোপৰ'ত সেই সাগৰৰে এটা উপদ্বীপ আছিল। তেতিয়া এই দেশ অতিশয় স্বাস্থ্যকৰ আছিল। এইবিলাক কাৰণত আগৰ দিনৰ মানুহে এই দেশক "সোণৰ অসম" বুলিছিল। এতিয়াও বুঢ়া মানুহৰ মুখত শুনা যায়—

"সোণৰ অসম দেশ,
মানে কৰিলে শেষ,
বঙ্গালে আহি ভাৰো কৰিলে শেষ"

আহোমসকলেও এই দেশক "সোণৰ বাগিচা," "সোণৰ সঁফুৰা" বুলিছিল। আহোম ৰজাসকলে নিজক "সৌমাৰেশ্বৰ" বুলি চিনাকি দিছিল। যদি স্বৰ্গ বুৰঞ্জীৰ "সৌমেৰুকম্" শব্দৰপৰা "সৌমাৰ" শব্দৰ উৎপত্তি ধৰা যায়, তেন্তে 'সৌমাৰ' বুলিলে সোণৰ দেশ বুজিব লাগিব। ভাবি চালে আমাৰ দেশক "সোণৰ অসম" বুলিবলৈ যথেষ্ট কাৰণ আছে। সি যি নহওক, সৌমাৰৰ মানুহকে সৌম্য বা সোম বোলা হৈছিল। যেতিয়া চুকাফা স্বৰ্গদেৱে সৌমাৰপীঠ অধিকাৰ কৰে, তেতিয়া সৌমাৰৰ মানুহে তেওঁক আৰু তেওঁৰ লগৰ লোকবিলাকক আসোম বা অসম বুলিব পাৰে। তেওঁলোক সোমবংশীয় বা সৌমাৰৰ আদিবাসী নোহোৱা বাবে "আসোম", আৰু বৌদ্ধ বাবে "অসম" নামে অভিহিত হ'ব পাৰে।

মুছলমান বুৰঞ্জী লিখকসকলে এই দেশক "অসম দেশ" বা "অসম" বুলিছিল। ইংৰাজ গৱৰ্ণমেণ্টে প্ৰথমে এই দেশ লওঁতে ইয়াৰ নাম ASAM (অসম) বুলিহে কাকতে-পত্ৰই লিখা দেখা গৈছিল, পাছতহে ASAM (অসম) নিলিখি ASSAM (আসাম) লিখিবলৈ ধৰিলে। ইংৰাজীত ত্ৰিপুৰাক Tippera, বৰ্দ্ধমানক Burdwan, ঢাকাক Dacca, কলিকতাক Calcutta ইত্যাদি বিকৃতৰূপ লিখিলেও আমাৰ মানুহে সেই বিকৃতৰূপে লিখিলেও আমাৰ মানুহে সেই বিকৃতভাৱে কলিকতাক কেল্‌কাট্টা বা ঢাকাক ডেক্কা নকয়। সেইদৰে ইংৰাজে অসমক আসাম বুলিলেও আমি অসম লিখাহে উচিত।

অসম বা অহমসকলৰ ৰাজত্বত যে এই দেশৰ নাম অসম হ'ল সেই কথা ইতিহাসতো পোৱা যায়। মাৰ্ছ'ডেন্ ছাহাবৰ ভাৰতৰ ইতিহাসত লিখা আছে—

**"In much later times, about 700 years ago, other Mongoloid tribes, known as Ahoms, came into Assam, and gave their name to the country, for the word "Asam" (now Assam) is another form of 'Ahom'" —Marsden's History of India for Senior Classes. pt. 1. Page 30.**

স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ "আসাম বুৰঞ্জীৰ" ১৩ পিঠিত লিখা আছে—

"এই দেশৰ নামৰ যিবিলাক অন্বয়ৰ কথা লেখা গ'ল, সেই সকলোবিলাকৰ পক্ষে যে যুক্তি নাই এনে বোলা টান। কিন্তু অহম বা আহোম শব্দৰপৰাই যে অসম নামৰ উৎপত্তি হইছে এইটোহে নিশ্চয় অনুমান হয়।"

এজন মুছলমান ঐতিহাসিকে এই দেশৰ প্ৰাকৃতিক সৌন্দৰ্যত মুগ্ধ হৈ ইয়াক হুনু "আস্মান্" অৰ্থাৎ স্বৰ্গ বুলিছিল। সেই কথা সঁচা হলেও "আস্মান্" শব্দৰপৰা আসাম হৈছে বুলি বিশ্বাস নহয়।

"অসম" নিলিখি "আসাম" লিখিলে আমি অসমীয়া গুচি "আসামীয়া" হ'ব লাগিব। বঙ্গালীয়ে আমাক "আসামী" পাতিছেই।

লঙ্কাৰ ৰাৱণে দিগ্বিজয়ত ফুৰোঁতে ৰসাতলত কালকেয় দৈত্যবিলাক থকা অশ্মনগৰ পাই সেই দৈত্যবিলাকক বধ কৰাৰ কথা উত্তৰাকাণ্ড ৰামায়ণৰ ২০ সৰ্গত পোৱা যায়। সেই "অশ্মনগৰৰ পৰা" "অসম" নামৰ উৎপত্তি হোৱা বুলি কোনো কোনোৱে অনুমান কৰিলেও সেইটো অসম্ভৱ যেন লাগে।

ছশবছৰীয়া অহম ৰাজত্বৰ অমৰ কীৰ্তিস্বৰূপ আমাৰ দেশে "অসম" নামৰ মুকুট পিন্ধি জগতত জনাজাত হ'ল। কালত অহম জাতিৰ অন্যান্য কীৰ্তি-কলাপ লোপ পালেও "অসম" নামেই তেওঁলোকক চিৰস্মৰণীয় কৰি ৰাখিব।

আমি এতিয়া আমাৰ মৰমৰ জন্মভূমিৰ যি নাম পাইছোঁ, তাকে মূৰ দোঁৱাই সাদৰেৰে গ্ৰহণ কৰিছোঁ। নামৰ পৰিবৰ্ত্তনৰ পৰা বিশেষ একো হানি নাই। গোলাপ ফুলক যদি আমি গোলাপ নুবুলি আন এটা নাম দিওঁ, তেন্তে গোলাপৰ সুগন্ধত কিবা ব্যতিক্ৰম ঘটিব নে? আৰ্য আৰু অনাৰ্য্যৰ সংমিশ্ৰণত অনেক জাতি আৰু উপজাতি মিলি বৰ্ত্তমান অসমীয়া জাতি গঠিত হৈছে। আমাৰ দেশৰ High-lander বা পৰ্বতীয়া লোকসকল আৰু Law-lander বা ভৈয়ামৰ লোকসকল, হিন্দু, মুছলমান, বৌদ্ধ, খ্ৰীষ্টিয়ান, জড়োপাসক সকলোবোৰ আমাৰ বুকুৰ বান্ধৱ অসমীয়া। পুৰণি কালত কামৰূপীয়া নামে যেনেকৈ ভাটী আৰু উজনিৰে সৈতে গোটেই কামৰূপ ৰাজ্যৰ মানুহক বুজাইছিল, অসমীয়া বুলিলেও সেইদৰে এতিয়া স্বৰ্ণকোষৰপৰা সদিয়াৰ পৰশুৰাম কুণ্ডলৈকে এই গোটেই দেশখনৰ মানুহক বুজায়। অসমক সকলো প্ৰকাৰে অসমা বা অতুলনীয় কৰিবলৈ চেষ্টা কৰা প্ৰত্যেক অসমীয়াৰ কৰ্তব্য। সকলো অসমীয়াই মুঠ বান্ধি একতা সূত্ৰত আবদ্ধ হৈ সমবেত চেষ্টা কৰিলেহে আমাৰ উন্নতি হ'ব। জাতীয় উন্নতিৰ নিমিত্তে লাগে স্বদেশানুৰাগ আৰু স্বজাতি প্ৰেম, লাগে জাতিৰ বিশিষ্টতাৰ সন্ধান আৰু সেই বিশিষ্টতাক ফুলাই তুলিবলৈ একান্ত চেষ্টা।

এখন দেশৰ সকলো মানুহ এক ভাষা-ভাষী নহলে জাতীয়তা গঠন কৰা টান হয়। আমেৰিকাৰ সম্মিলিত ৰাজ্যত (United States of America) ইউৰোপৰ নানা দেশৰ নানা সম্প্ৰদায়ৰ মানুহে গৈ উপনিবেশ স্থাপন কৰিছিল। কিন্তু তাৰ অধিকাংশৰ ভাষা ইংৰাজী হোৱাত, বাকীবিলাকেও ইংৰাজী ভাষাকে গ্ৰহণ কৰি সকলোটি মিলি একদেশী, একবেশী, এক ভাষাভাষী হৈ এটা প্ৰবল প্ৰতাপী জাতি গঠন কৰি পেলালে। আমাৰ দেশৰ সমথলত থকা মিৰি, মিকিৰ আৰু নগাই অসমীয়া ভাষা লৈছে। অন্যান্য পৰ্বতীয়া জাতিবিলাকৰ ভিতৰতো অসমীয়া ভাষা আৰু সাহিত্যৰ ভিতৰেদি ধৰ্ম আৰু জ্ঞান বিলাব লাগিব। সিহঁতক আমাৰ আপোন কৰিব লাগিব। অসমীয়া ভাষা আৰু সাহিত্যৰ ওপৰত আমাৰ জাতীয় উন্নতি ঘাইকৈ নিৰ্ভৰ কৰিছে। আমাৰ ভাষা, সাহিত্য, ইতিহাস, নৃ-তত্ত্ব, সমাজ-তত্ত্ব প্ৰভৃতি বিষয় সকলো অসমীয়াৰ, বিশেষকৈ আগলৈ উঠি অহা শিক্ষিত ডেকাসকলৰ আলোচনাৰ বিষয় হ'ব লাগে। বিশ্বব্ৰহ্মাণ্ডক বুজিবলৈ হলে এখন

নিৰ্দিষ্ট সীমাবদ্ধ ঠাইত প্ৰথমে হাত দিব লাগিব। দূৰণিক ওচৰ কৰিবৰ উপায় হৈছে ওচৰৰ পৰা ক্ৰমে দূৰলৈ যোৱা। নিজৰ ভিতৰত এটা স্বাতন্ত্ৰ্যৰ অনুভূতি নহলে শক্তিৰ যথাৰ্থ বিকাশ হ'ব নোৱাৰে। এই শক্তি কোনো এফালে বিকশিত হবলৈ আৰম্ভ কৰিলেই সি সকলো পিনেই ক্ৰমে বিকশিত হব। পৰ্বতৰ ক্ষুদ্ৰ উহ বা নিজৰাৰ পৰাহে নৈৰ উৎপত্তি হয়। বিশ্বৰ কথা বা ভাৰতৰ কথা ভবাৰ আগেয়ে আমাৰ নিজৰ মাতৃভূমিৰ কথা ভাবিব লাগিব। আগেয়ে নিজৰ ক্ষুদ্ৰ নিজৰাক বৰ নৈৰ নিচিনা বেগৱতী কৰিব পাৰিলে নিজৰাই নিজেই গৈ সাগৰৰ লগত মিলিব পাৰিব। আমাৰ সকলো শক্তি স্বদেশ আৰু স্বজাতিৰ সেৱাত লগাব লাগিব। শক্তিৰ কাম সৃষ্টি কৰা, বিনাশ কৰা নহয়। যাৰ শক্তি আছে, তেওঁলৈ কামো আছে, যাৰ প্ৰীতি আছে, তেওঁলৈ সেবাৰ পাত্ৰও আছে। সৰুটি হৈহে সংসাৰত সৰকিব পাৰি। ভেম আৰু অহঙ্কাৰেৰে উন্নতি কৰিব নোৱাৰি। সেৱক হৈহে নায়ক হব পাৰি। শক্তিৰ চৰ্চা মানে স্বাধীনতা। স্বাধীনতাই আনন্দ। *

* আবাহন, ফাগুন ১৮৫৩ শক, ৩য় বছৰ ৫ম সংখ্যা।

# 'সোনৰ অসম' প্ৰবন্ধৰ জোৰা

তৃতীয় বছৰৰ দ্বাদশ সংখ্যা "আবাহন"ত "সোণৰ অসম প্ৰবন্ধৰ বিষয়ে একাষাৰ" শীৰ্ষক এটি প্ৰবন্ধ ওলাইছে। প্ৰবন্ধ লিখক শ্ৰীযুত ক্ষেত্ৰধৰ বৰগোহাঁই ডাঙৰীয়াই লিখিছে,— "অহম, চাম আৰু খাম্‌টি মূলত একে জাতীয় মানুহ আছিল। চাম জাতিৰ ভিতৰত 'টাই' এটা সম্ভ্ৰান্ত ডাঙৰ পৰিয়াল। সেই দেখি প্ৰায় সকলো চাম আৰু খামটিয়ে টাই বংশৰ লগত সম্বন্ধ দেখুৱাই গৌৰৱ বোধ কৰে। অসমৰ বৌদ্ধবিলাকৰ ভিতৰত এই টাই বংশৰ চাৰিটা ডাল আছে। (১) টাই খামটি, (২) টাই ফাকে, (৩) টাই আইতন আৰু, (৪) টাই খাম্‌জাং। বৰ্তমান আমাৰ হাতত পৰা, চাম ভাষাৰ কোনো পুথিতে 'আস্বাম্' বা 'আশ্যাম্' নামেৰে জাতি এটাৰ উল্লেখ পোৱা নাই। উত্তৰ ব্ৰহ্মদেশত হাতীৰ কাৰবাৰ কৰি তাত বহুত দিন থকা দুই এজন অসমীয়া মানুহেও, চাম জাতিয়ে 'আশ্যাম্" শব্দেৰে চিনাকি দিয়াৰ কথা কব নোৱাৰে। মুঠ কথা আগৰৱালা ডাঙৰীয়াৰ কাল্পনিক অস্বম্. বা আস্বাম্ শব্দৰ পৰা অসম নামটো ওলোৱা কথা ফাঁকি সম্পূৰ্ণ অমূলক আৰু অস্বাভাৱিক।"

'সোণৰ অসম" প্ৰবন্ধত মই লিখিছিলোঁ যে, আহোম ৰাজত্বৰ দিনৰপৰাহে আমাৰ দেশৰ নাম "অসমৰ দেশ" বা "অসম দেশ" হ'ল, 'অহম'বা আহোম শব্দটো সংস্কৃত 'অসম' বা 'আসোম' শব্দৰ অপভ্ৰংশ, 'আস্বাম' বা আশ্যাম শব্দৰপৰা 'অসম' নামটো ওলোৱা বুলি লিখা নাছিলোঁ। 'আস্বাম' বা 'আশ্যাম' শব্দৰ লেচু লৈ আমাৰ দেশৰ লোকে বিজয়ী চুকাফা ৰজা আৰু তেওঁৰ লগৰ সৈন্য-সামন্তবিলাকৰ প্ৰতি অসম নাম প্ৰয়োগ কৰিছিল। অসম শব্দটো সংস্কৃত ভাষাত 'অসমঃ' হয়। বিশেষ্যত 'অসম' শব্দৰ অৰ্থ বুদ্ধ, আৰ্য, গুণাকৰ, জিতাৰি, মহাবল, জ্ঞানী, আৰু সম্ভ্ৰান্ত ডাঙৰ বংশৰ লোক, আৰু বিশেষণত 'অসমঃ' বুলিলে অতুল্য আৰু বিষম বুজায়। আমাৰ ভাষাৰ 'অসম' শব্দটো যে সংস্কৃত 'অসমঃ' শব্দৰ অপভ্ৰংশ সেই বিষয়ে বোধ কৰোঁ কাৰো মত ভেদ নাই। 'অহম' বা 'আহোম' শব্দও যে অসম শব্দৰ পৰা ওলাইছে, তাকো বোধ কৰোঁ সকলোৱে স্বীকাৰ কৰিব। এতিয়া কথা হৈছে এইটো যে, বিদেশৰ

পদৰ 'অসমঃ' নে বিশেষণ পদৰ 'অসমঃ' শব্দৰ অপভ্ৰংশ 'অসম' আহোমৰ প্ৰতি প্ৰয়োগ কৰা হৈছিল? যদি বিশেষণ বুজোৱা 'অসম' (অতুল্য) প্ৰয়োগ কৰা হৈছিল, তেন্তে বিশেষণৰ পাছত বিশেষ্য থাকিব লাগিব, আৰু যদি বিশেষ্য বুজোৱা 'অসম' প্ৰয়োগ কৰা হৈছিল, তেন্তে তাৰ আগত কোনো বিশেষণ নহলেও হ'ব। অহম জাতিক 'অসম' বুলি অভিহিত কৰাৰ আগেয়ে সেই শব্দটোৰ সদৃশ কোনো শব্দেৰে সেই জাতিয়ে নিজক চিনাকি দিয়া আচৰিত নহয়। 'আস্বাম' বা 'আশ্যাম' নামেৰে কোনো জাতি আছে বুলি মই লিখা নাই।

একুৰি বছৰৰো ওপৰ হ'ল, ডিব্ৰুগড়ত চুবাদাৰ মেজৰ আজ্ঞাব আলি খাঁ চৰ্দাৰ বাহাদুৰৰ লগত আলাপ কৰি জানিব পাৰিছিলোঁ যে, খামটি আৰু "স্বান্" বা 'শ্যাম এক্বে জাতিৰ মানুহ, খামটিয়ে নিজক 'অস্বাম্' বুলি কয়।

সাতবছৰ মান হ'ল, এদিন গোলোকগঞ্জত ৰেল ষ্টেশ্যনত এজন ব্ৰহ্মদেশী বৌদ্ধ ভিক্ষুক লগ পাইছিলোঁ। তেওঁক বৰ্মিজ্ হয় নে বুলি সোধাত তেওঁ নিজক আস্বাম্ বা আশ্যাম্ কোৱা শুনিছিলোঁ। তেওঁ স্বান্ ৰাজ্যৰ ফুঙ্গি। এনেও হ'ব পাৰে যে, তেওঁ হয়তো স্বাম্ বা শ্যাম্ বুলি কৈছিল। কিন্তু আমি শুনাত আশ্যাম্ যেন শুনিছিলোঁ। আমাৰ শুনাত ভুল হ'ব পাৰে। অনেক সময়ত 'স্কুল' কওঁতে 'ইস্কুল' যেন শুনা যায়, অনেকে আকৌ 'স্কুল' নিলিখি 'ইস্কুল' লিখে।

শ্ৰীযুত দেৱানন্দ ভৰালিয়ে "অসমীয়া ভাষাৰ মৌলিক বিচাৰ আৰু সাহিত্যৰ চিনাকি" নামে এখন বহুমূলীয়া পুথি লিখি প্ৰকাশ কৰিছে। সেই পুথিৰ ২৭৭ পিঠিত তেওঁ লিখিছে,—

"লেখকে মাৰ্ঘেৰিটাৰ কাকিয়াল গাৰ্ডত এটা শ্যাম জাতীয় মানুহ লগ পাই, সি কি মানুহ বুলি সোধাত 'আচ্‌চাম্' বুলি কৈছিল। দ্বিতীয় বাৰ সোধাতো সেই দৰেই ক'লে"।

তেওঁৰ মতে 'আশ্যাম শব্দৰ পৰা "আসাম" 'অসম' আৰু 'আহোম" হৈছে।

অসমৰ সুবিখ্যাত বুৰঞ্জীবিদ্ স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰ ডাঙৰীয়াই লিখা "আসাম বা অসম" শীৰ্ষক এটি প্ৰবন্ধ ১৮১২ শকৰ ফাগুন মাহৰ "বিজুলী" কাকতত ওলাইছিল। সকলোৰে জানিবৰ নিমিত্তে সেই প্ৰবন্ধটো তুলি দিলোঁ।—

"আসাম বা অসম"

"আমাৰ দেশৰ নাম আসাম বা অসম। বুৰঞ্জীত এই নামৰ উৎপত্তিৰ বিৱৰণ লেখা আছে। আজি আমি এই নামৰ উৎপত্তিৰ এটি কথা কওঁ। আমাৰ এই কথা কিমান সঙ্গত কব নোৱাৰোঁ।

"ব্ৰহ্মদেশৰ পশ্চিম দক্ষিণ ফালে শ্যাম বুলি এখন দেশ আছে। সেই দেশৰ লোকৰে একে গুৰিৰ এঠাল মানুহ ব্ৰহ্মদেশৰ ইফালে আছে। সিহঁতক 'স্যান্' বা 'সান্' বোলে। এই স্যান্ বা সান্ বিলাকেই আমাৰ দেশলৈ চুকাফা ৰজাৰ লগত আহে। সিহঁত যেতিয়া আমাৰ দেশলৈ আহে তেতিয়া স্যান্ বুলি পৰিচয় দিলে।

"পৰ্বতীয়া মানুহবোৰৰ এটা এনে নিয়ম দেখা যায় যে, কথাৰ আগত "আ" বুলি থাকে। সেই স্যান্ বুলি চিনাকি দিওঁতে "আস্যান্" বুলি ক'লে। তাতে আমাৰ মানুহে 'স্যানৰ' পৰিবৰ্তে আস্যান্" বুলিলে। ক্ৰমে আস্যান্ শব্দ লৰচৰ হৈ 'আসাম' হ'ল সেইয়ে আমাৰ বাপুসকলৰ মুখত পৰি, যেতিয়া চুতীয়া প্ৰভৃতিক স্যান্‌বিলাকে যুদ্ধিৰে পৰাজয় কৰিলে, সংস্কৃত "অসম" নাম হ'ল। 'স্যান্' শব্দৰ লগত 'আ' যোগ হৈ আস্যান্ হোৱাৰ এটা উদাহৰণ আছে। কলিকতাৰ ওচৰত চানক বুলি এখন নগৰ আছে। এই নগৰক অনেকে, বিশেষকৈ হিন্দুস্থানীবিলাকে 'আচানক' বোলে। এই কাৰণে স্যান্‌ৰপৰা আস্যান বা আশ্যাম্ আৰু তাৰ পৰা আসাম বা অসমৰ উৎপত্তি হোৱা অসঙ্গত নেদেখি। পৰ্বতীয়া লোকসকলে স নুবুলি প্ৰায়েই হ বোলে। পাছে, আস্যানৰপৰা

আহোম বা অহম শব্দৰ উৎপত্তি হোৱা নিশ্চয় বোধ হয়" (বিজুলী, ১ম খণ্ড, ২য় সংখ্যা, শক ১৮১২, ফাগুন মাহ)।

এই প্ৰবন্ধটোৰপৰা জনা যায় যে, খামটি, শ্বান্ আদি পৰ্বতীয়া জাতিয়ে কথাৰ আগত 'আ' বুলি থাকে। এতেকে তেওঁলোকে নিজক শ্বান্ বা শ্যাম, বুলি কৈ থাকিলেও সেই শব্দৰ আগ 'আ' প্ৰয়োগ কৰি কোৱাৰ নিমিত্তে আমাৰ মানুহে আস্যান্ বা আশ্যাম্ বুলিলে। শ্বান্ (Shan), খাম্‌টি আৰু শ্যাম আচলতে এক শ্যাম্ জাতিৰ মানুহ। শ্যাম জাতিৰ যিবিলাক মানুহ ব্ৰহ্মদেশত বাস কৰে সিহঁতক শ্বান্ বোলা হয়, যিবিলাক আমাৰ উত্তৰ পূব সীমাত বাস কৰে সিহঁতক খামটি বোলা হয়, আৰু যিবিলাক শ্যাম দেশত আছে, তেওঁলোকক লেৱচ্ (Laos) বোলা হয়। ব্ৰহ্মদেশৰ Shan States আৰু খাম্‌টি থকা পৰ্বতবিলাকক স্বৰ্ণভূমি বোলে। শ্বান্ (Shan) শব্দটো স্বৰ্ণ শব্দৰ অপভ্ৰংশ হব পাৰে। আহোম বা টাই ভাষাত সোণক 'খাম্' আৰু মাটিক 'টি' বোলে। এতেকে খাম্‌টি শব্দৰ অৰ্থও স্বৰ্ণভূমি হয। বুৰঞ্জীত স্বৰ্ণভূমিৰ পৰ্বতমালাকে স্বৰ্ণাদ্ৰি বোলা হৈছে বুলি বোধ হয়।

আমাৰ দেশ বৃটিচ গৱৰ্ণমেণ্টে অধিকাৰ কৰাৰ কেইবছৰমান পিছত ডাক্তৰ লেঠাম্ (Dr. R G. Latham, M. A, M D, F R S) ছাহাবৰ "Ethnology of India" নামে পুথি ছপা হৈ ওলায়। সেই সময়ত উত্তৰ ব্ৰহ্ম স্বাধীন ৰাজ্য আছিল। উক্ত পুথিত লিখা আছে,—

"Shan is political, rather than an ethnological, term. In means a man of the T'hay stock who is a subject of, or tributary to the Burmese Empire Cross the frontier, and get into the Siamese dominions, and the name no longer prevails Yet the population is essentially the same. So are the political relations As certain petty chiefs are to the central government at Ava, so are certain petty chiefs to that of the metropolis of Siam. The authorities, however, of Bankok do not call them Shan, but Laos. Laos states are Shan, and Shan states are Laos If Shan, they are Burmese, if Laos, Siamese, in each case they are T'hay"

উক্ত পুথিত লিখা আছে,—

It is the Siamese stock to which the Khamti belong The Siamese are khamti and the Khamti Siamese, the khamti and Siamese belong not only to the same stock, but in speech at least, to the same division of it"

ডাক্তৰ লেঠাম ছাহাবৰ পুথিত আমাৰ দেশৰ নাম Assam বুলি লিখা আছে।

আমাৰ গৱৰ্ণমেণ্টে প্ৰকাশ কৰা স্বৰ্গীয় হৰকান্ত বৰুৱা সদৰামিনৰ দ্বাৰা ৰচিত "আসাম বুৰঞ্জী" পুথিত "অসম" নামৰ উৎপত্তিৰ বিষয়ে এই দৰে লিখা আছে,—

"চুকাফা ৰাজাদেৱে মটকক খৰিভাগী ও বাৰীচোৱা কৰি কৌশলে ললে। বৰাহীক কাঠকটীয়া, ও ৰান্ধনি চাংগাই, ও ভৰালী, ও জৰাধৰা, ও বেজ, ও কুকুৰাচোৱা, এ'ন বনুৱা কৰি ললে। এই বৰাহীয়ে এই ৰাজ্যত কোৱা-কৰা কৰিবলৈ ধৰিলে, বোলে এই ৰজা প্ৰজাখন আহি আমাক ছলেৰে বনুৱা কৰি ললে, তথাপি আমাৰ মনে বিষম নালাগে। এই দৰেই খাটি-লুটি অহা যোৱাকৈ থাকিবৰ মনহে যায়। এতেকে ইহঁত দেও সৰ্ট মানুহ। ইহঁতৰ সম কোনো নাই, ইহঁত অসম মানুহ। এইৰূপে ৰাজ্যত কৈ ফুৰোঁতে অসম নাম খ্যাত হ'ল দেখি, তেতিয়াৰপৰা ৰজা ও লগত অহা প্ৰজাসকলকো অসম বুলিলে। এই অসমৰে দেশ হ'ল কাৰণে 'অসমৰ দেশ' বোলে ও আহম জাতিও বোলে।"

ডাক্তৰ গ্ৰিয়াৰ্ছন্ ছাহাবৰ "Linguistic Survey of India" পুথিৰ প্ৰথম খণ্ডত লিখা আছে,—

"* * * The Ahoms over-ran and conquered Assam itself, giving their name to the country * * * The word 'Siam', like 'Assam', is but a corruption of 'Sham' which is the correct form". "The word "Shan", or as sounded, "Shan", is the Burmese pronounciation of "Sham". "* * * Ahom being but a variant pronounciation of "Asam".

ইয়াৰ পৰা বুজা যায় যে শ্যাম শব্দৰপৰা আশ্যাম আৰু তাৰ পৰা আসাম, অসম, অহম আৰু আহোম হৈছে। চুকাফা ৰজাৰ লগত অসমলৈ অহা শ্যাম জাতীয় লোকবিলাকে নিজক শ্যাম বা আশ্যাম বোলা শুনি আমাৰ বাপুসকলে তেওঁলোকক সম্ভ্ৰান্ত ডাঙৰ বংশৰ লোক বুলি জানিয়েই হ'ক বা তেওঁলোকৰ শৌৰ্য-বীৰ্যাদি দেখিয়েই হ'ক তেওঁলোকৰ প্ৰতি সংস্কৃত-মূলক 'অসম' শব্দ প্ৰয়োগ কৰা বিশ্বাস হয়। পিছে, অসম জাতিয়ে যিমানলৈকে এই দেশ অধিকাৰ কৰিলে সিমানলৈকে ইয়াৰ নাম 'অসমৰ দেশ' বা 'অসম দেশ' হ'ল। 'শ্যাম' শব্দৰ প্ৰথম আখৰ জোৰ দি উচ্চাৰণ কৰিলে 'আশ্যাম' যেন শুনা যায়। পুৰণি বুৰঞ্জী আৰু পুথি আদিত 'অসম' শব্দটো অহম বা আহোম মানুহক বুজাবলৈহে ব্যৱহৃত হোৱা দেখা যায়। যেনে,—"ৰাম বুলি তৰে মিৰি অসম কছাৰী।" পিছত, অসমে অধিকাৰ কৰা দেশখণ্ডৰ নামো অসম হয়। স্বৰ্গীয় আনন্দৰাম ঢেকিয়াল ফুকন প্ৰমুখ্যে আগৰ অনেক সাহিত্যিকৰ লেখাত আমাৰ দেশৰ নাম 'অসম' পোৱা যায়। কিন্তু গৱৰ্ণমেণ্টৰ কাকত পত্ৰত 'আসাম' নাম ব্যৱহাৰ কৰাত অনেকে আকৌ সেই মতেই লিখিবলৈ ধৰে। মোৰ বোধেৰে আমি সংস্কৃতমূলক 'অসম' শব্দ ব্যৱহাৰ কৰা উচিত।

শ্যাম জাতিৰ 'শ্যাম' শব্দৰ লগত স্ত্ৰীলিঙ্গ বুজোৱা 'শ্যামা' শব্দৰ সম্বন্ধ আছে যেন বোধ হয়। পণ্ডিত ৺হেমচন্দ্ৰ গোস্বামীয়ে সম্পাদনা কৰা 'কামৰূপ অনুসন্ধান সমিতিয়ে' প্ৰকাশ কৰা 'পুৰণি অসম বুৰঞ্জী' পুথিৰ ৭-৮ পিঠিত লিখা কথাৰপৰা জনা যায় যে, বশিষ্ঠ মুনিয়ে ইন্দ্ৰক এই বুলি শাও দিছিল যে, তুমি ম্লেচ্ছ জাতিৰ নাৰীত ম্লেচ্ছৰূপে বীৰ্যাধান কৰি পৰ্বৱৰ্তে স্বৰ্গত থাকিবা। পিছত ইন্দ্ৰই "শ্যামা" নামে বিদ্যাধৰীক 'চেংতাম্' নামে নড়া ৰজাৰ ভাৰ্যা হৈ থাকিবলৈ আদেশ কৰিলে, শ্যামা বিদ্যাধৰীয়ে ইন্দ্ৰৰ আজ্ঞা মতে তাক কৰিলে, পিচত, এদিন নড়া ৰজা মৃগয়ালৈ গলত ইন্দ্ৰই তেওঁৰ বেশ ধৰি শ্যামাৰ গৰ্ভধান কৰি কলে যে, তোমাৰ যি পুত্ৰ হব তাক মোৰ কলা অৱতাৰ বুলি জানিবা, ই প্ৰতাপী ৰজা হৈ ৰাজ্য শাসন কৰিব। কালক্ৰমে শ্যামাৰ যি পুত্ৰ জন্মিলে, তেওঁ স্বৰ্গ নাৰায়ণ নাম লৈ ৰজা হয়। এই উপাখ্যানৰপৰা এনে অনুমান হয় যে, গিৰিবনমণ্ডিত শ্যামা ৰাজ্যত ইন্দ্ৰৰ কোনো সতি-সন্তানে ৰাজত্ব কৰাত সেই ৰাজ্য তেওঁৰ কান্তা-স্বৰূপ হয়। ভৌম স্বৰ্গৰ ৰজাৰ উপাধি যে ইন্দ্ৰ আছিল সেইটো বোধ কৰোঁ সকলোৱে জানে। সম্ভৱতঃ শ্যামা ৰাজ্যই পিছত স্বান্ ৰাজ্য (Shan state) বা শ্যাম (Siam) ৰাজ্য হয়।

"যোগিনীতন্ত্ৰই" আহোমবিলাকক সৌমাৰ, সৌম্য আৰু চান্দ্ৰ বুলিছে। যথা,—

"যৱনশ্চ কুবাচশ্চ সৌমাৰশ্চ তথা প্লবঃ।
কামৰূপাধিপো দেৱি শাপমধ্যেন চান্যক ॥ ৫১ ॥
* * *
কুবাচৈৰ্যৱনৈশ্চান্দ্ৰৈৰ্বহু সৈন্য সমাকুলৈঃ।
ত্ৰিভিম্লেচ্ছৈঃ সমাকীৰ্ণং মহাযুদ্ধং ভবিষ্যতি ॥ ৫৬ ॥
* * *
ততঃ কুবাচো যৱনং হিত্বা সৌম্যবিনাশিতঃ।
কৰতোয়া নদং যাবৎ কৰিষ্যতি মহদ্ৰণং ॥ ৬০ ॥
—যোগিনীতন্ত্ৰ, ১২ শ পটল।

'সৌম্য' আৰু 'চান্দ্ৰ' বোলাৰপৰা এনে অনুমান হয় যে, আদিতে আহোমসকল প্ৰজাপতি সোম

যাঁ চন্দ্ৰৰ প্ৰজা যাঁ বংশধৰ আছিল। আহোমৰ "চোমদেৱ" আচলতে প্ৰজাপতি 'সোমদেৱ'ৰ বিগ্ৰহ হ'ব পাৰে। তীৰ্থনাথাচাৰ্যৰ পুথিত ভাৰতৰ উত্তৰ-পূব সীমান্ত সৌমা নামে এখন ৰাজ্য থকাৰ কথা পোৱা যায়। এই সম্বন্ধে "অসমৰ পুৰাবৃত্ত" প্ৰবন্ধত আলোচনা কৰা হৈছে (২১ শ বছৰৰ ৪ৰ্থ সংখ্যা "বাঁহী" চাওক)। সামৰণিত কব খোজোঁ যে মুখ্য-ভাৱে নহলেও গৌণভাৱে "অসম" শব্দৰ মূলত 'আৱান্', 'আস্বাম্', বা 'আশ্যাম্' থকা একেবাৰে অমূলক বা অস্বাভাৱিক নহয়। *

* আৱাহন. আঘোণ ১৮৫৪ শক, ৪ৰ্থ বছৰ ২য় সংখ্যা।

# "পুৰণি অসম"

আজি প্ৰায় ৪ বছৰ হল মই "Ancient-Assam" (পুৰণি অসম) নাম দি এখন সৰু পুথি ইংৰাজীত লিখি ৰাইজৰ আগলৈ উলিয়াইছিলোঁ। সেই পুথিত বৈদিক যুগৰ কথাই থাইকৈ আছিল। প্ৰাচ্য আৰু প্ৰতীচ্য পণ্ডিতসকলৰ মতে আমাৰ বেদ-শাস্ত্ৰই পৃথিৱীৰ সকলো সভ্য জাতিৰ আদি পুথি। খৃষ্ট ওপজাৰ অনেক হাজাৰ বছৰৰ আগেয়ে বেদৰ মন্ত্ৰবিলাক ৰচিত হৈছিল। বৈদিক পণ্ডিত হপ্‌কিনছ্‌, তেওঁৰ মতে "The Veda mantras were composed at a place far east of the Pancha Nanda or Punjab" অৰ্থাৎ পঞ্জাৱৰ বহু দূৰ পূবে থকা কোনো এখন ঠাইত বেদৰ মন্ত্ৰবিলাক ৰচিত হৈছিল। অধ্যাপক মেকডোনেল আৰু কীথ্‌ তেওঁলোকৰ "Vedic Index of Names and Subjects" পুথিৰ প্ৰথম খণ্ডৰ ৪৬৮ পৃষ্ঠাত পঞ্চনদ বা পঞ্জাৱৰ বিষয়ে এইদৰে লিখা আছে:—

"Pancha-nada' 'having five streams' is not found until the epic period as the name of the Punjab, which has no designation in the earlier literature. The importance of the Punjab as the home of the Rigveda has been greatly diminished by recent research. Hopkins, Pischel, and Geldner having on different grounds shown reason for believing that the Rigveda, at least in great part, was composed further east."

অৰ্থাৎ ঋগ্বেদৰ অধিকখিনি অংশ পঞ্জাৱৰ ভালে-খিনি পূব ফালে ৰচিত হৈছিল।

ছান্দোগ্য উপনিষদৰ মতে ভূলোকত অৰ্থাৎ ভাৰতত ঋগ্বেদৰ মন্ত্ৰবিলাক ৰচিত হৈছিল। মহৰ্ষি অগ্নিয়ে এই মন্ত্ৰবিলাক সঙ্কলন কৰিছিল। ঋগ্বেদ ছপা হৈ ওলাইছে। মোৰ বোধেৰে আমাৰ অসম ঋগ্বেদৰ জন্মভূমি। ঋগ্বেদ আৰু আন আন কেবাখনো পুথিৰ সহায়তা লৈ মোৰ পুথিখন লিখিছিলোঁ। এই পুথিত আমাৰ দেশৰ অতি পুৰণি কালৰ ঐতিহাসিক তথ্য সংগ্ৰহৰ কিঞ্চিৎ চেষ্টা কৰা হৈছিল। পুথিত লিখা সকলো কথাই যে নিৰ্ভুল সত্য তাক ডাঠি কোৱা টান। কোনো জ্ঞানীলোকে ভুল পালে জানিবলৈ দিলে পৰম বাধিত হ'ম। মোৰ বুজাৰ দোষত ভুল থাকিবও পাৰে।

বৈদিক যুগৰপৰা আৰম্ভ কৰি আহোম ৰাজত্বৰ আগলৈকে এই ছোৱা কালৰ অসমীয়া জাতিৰ এখন ভাল বুৰঞ্জী এই পৰ্যন্ত ওলোৱা নাই। আমাৰ দেশত নৃতত্ব আৰু প্ৰত্নতত্বৰ অনুসন্ধানৰ কাৰণে বিশাল কৰ্মক্ষেত্ৰ পৰি আছে। কেৱল কৰ্মীৰ অভাৱ।

প্ৰত্নতত্ত্ববিৎ পণ্ডিতসকলৰ মনোযোগ আমাৰ দেশৰ ফালে আকৰ্ষণ কৰাৰ উদ্দেশ্যে মই "পুৰণি অসম" লিখিছিলোঁ। অসম দেশ প্ৰত্নতত্বৰ খনি। এই খনিৰপৰা লুপ্ত বস্তুৰ উদ্ধাৰ কৰিবলৈ কোনো সুযোগ্য পণ্ডিত আগবাঢ়িব বুলি বৰকৈ আশা পালি

আছোঁ। পুৰণি তথ্য উদ্ধাৰ কৰিবলৈ যিমানখিনি বিদ্যা, বুদ্ধি, পৰিশ্ৰম, অধ্যৱসায় আৰু সময়ৰ আৱশ্যক, এই অভাজনৰ তাৰ একোৰো একোটো নাই, আছে কেৱল এটা হেঁপাহ—অসম দেশ আৰু অসমীয়া জাতিৰ যেন এখন বিস্তৃত বুৰঞ্জী দেখিবলৈ পাওঁ আৰু অসম মাতৃৰ অতীত গৌৰৱৰ মহামহিমাময়ী মূৰ্তি দেখি যেন নয়ন-মন সাৰ্থক কৰিবলৈ পাওঁ।

আই মোৰ অসম, চেনেহী অসম,
দুখুনী অসম আই,
আছিলা এদিনা, আকাশত জিলিকা,
এতিয়া পোছোতা নাই।

যোৱা ২০ বহাগৰ বঙ্গালী "সম্মিলনী" কাকতত মোৰ "পুৰণি অসম"ৰ এটা সমালোচনা ওলাইছিল। সমালোচক বাবু বিজয় ভূষণ ঘোষ চৌধুৰী মহাশয়ে অনুগ্ৰহ কৰি সেই সংখ্যা "সম্মিলনী" মোলৈ পঠাই দিছিল। তেওঁ সমালোচনাৰ চলতে মোক ব্যক্তিগত-ভাৱে আক্ৰমণ কৰিবলৈকো এৰা নাই। যোৱা ভাদ মাহৰ "বাঁহী" কাকতৰ "টোকা"তো সেই সমালোচনাটি ঠাই পাইছে। "বাঁহীৰ" সম্পাদক ডাঙৰীয়াই যেনিবা ব্যক্তিগত আক্ৰমণৰ কথা খিনি বাদ দি মূল সমালোচনাৰ কথা খিনিহে প্ৰকাশ কৰিছে। সমালোচকে তেওঁৰ প্ৰবন্ধৰ শেষত লিখিছিল-"এক্ষণে পাঠকবৰ্গকে বলিয়া ৰাখি Ancient Assam পুস্তকেৰ সমালোচনা এবাৰে আমৰা আংশিকভাৱে কৰিলাম, যথাসময়ে এই পত্ৰিকাৰ মাৰফতে আপনা-দিগকে আৰও অনেক কথা শুনাইব এবং সবিশেষ প্ৰকাশান্তে সত্যেৰ অনুৰোধে আগৰওয়ালা মহাশয়েৰ নিকট পত্ৰিকা গুলি পাঠাইয়া দিব। প্ৰমাণ প্ৰয়োগ পূৰ্বক তিনি প্ৰতিবাদ কৰিলে আমৰা বিশেষ অনু-গৃহীত হইব এবং তাহাৰ বক্তব্য এই পত্ৰিকায় যথাযথ প্ৰকাশ কৰিব। আমৰা দুঃখেৰ সহিত বলিতেছি তাঁহাৰ ভ্ৰান্ত অভিমত প্ৰকাশেৰ ফলে অনুসন্ধিৎসুকেৰা প্ৰতাৰিত হইয়াছেন।"

ঘোষ চৌধুৰী মহাশয়ৰ সম্পূৰ্ণ সমালোচনা ওলালে যথাশক্তি উত্তৰ দিম বুলি ভাবিছিলোঁ। কিন্তু এই পৰ্যন্ত তেওঁৰ সম্পূৰ্ণ সমালোচনা দেখিবলৈ নেপালোঁ। আংশিকভাৱে যি সমালোচনা "সম্মিলনী" আৰু "বাঁহী"ত ওলাইছিল তাত তেওঁ দাইৰে কায়স্থ আৰু কলিতাৰ বিষয়ে আলোচনা কৰি দেখুৱাইছে—"আগৰওয়ালাৰ বুঝা উচিত ছিল যে কলিতা জাতি কায়স্থ অপেক্ষা অনেক নিম্ন পদস্থ, তাঁহাৰা কখনই কায়স্থেৰ সমতুল্য হইতে পাৰেন না।" তেওঁৰ সমালোচনাৰ দাই কথাখিনি এই:—

১। মই তিব্বতক বৈদক স্বৰ্গলোকৰ এখন প্ৰদেশ বুলিছিলোঁ, তেওঁৰ মতে তিব্বতক স্বৰ্গ বোলা ভুল হৈছে।

২। আৰ্যজাতিৰ এটা দল ভাৰতৰ উত্তৰ-পূৱ সীমাইদি অসমলৈ আহিছিল আৰু অসমত উপনিবেশ স্থাপন কৰিছিল। বুলি মই লিখিছিলোঁ, তেওঁৰ মতে এই কথা অমূলক আৰু কল্পিত।

৩। তেওঁৰমতে ঋগ্বেদ বা অথৰ্ব বেদৰ জন্মভূমি অসম প্ৰদেশ নহয়।

৪। অতি পুৰণি কালত অৰ্থাৎ যেতিয়া বঙ্গদেশৰ অধিকাংশ ঠাই সাগৰৰ গৰ্ভত আছিল তেতিয়াও আমাৰ অসম প্ৰাগ্জ্যোতিষ ৰূপে জিলিকি আছিল, সেই অতীতকালৰ অসমৰ ব্ৰাহ্মণাদি বঙ্গদেশৰপৰা আহিছিল বুলি অনুমান কৰাটো একেবাৰে ভুল বুলি মই লিখিছিলোঁ। সমালোচকৰ মতে অসমৰ ব্ৰাহ্মণ আৰু কায়স্থসকল আদিতে বঙ্গালী আছিল।

৫। মই কলিতা জাতিৰ বৈদিক যুগৰ দেৱতাৰ সন্তান আৰ্য-ক্ষত্ৰিয় বুলিব খোজোঁ। সমালোচকৰ মতে "কলিতা জাতি কায়স্থ অপেক্ষা অনেক নিম্ন-পদস্থ।" কোৱা বাহুল্য যে সমালোচক নিজেই ব্ৰাহ্মণ বঙ্গালী কায়স্থ।

কালিদাসৰ "কুমাৰ সম্ভৱ" কাব্যত লিখা আছে—

"অস্ত্যুত্তৰস্যাং দিশি দেৱতাত্মা হিমালয়ো নাম নগাধিৰাজঃ।
পূৰ্বাপৰৌ তোয়নিধীবগাহ্য স্থিতঃ পৃথিব্যা ইৱ মানদণ্ডঃ॥"

এই শ্লোকত পৰ্বতৰাজ হিমালয়ক "দেৱতাত্মা" বোলা হৈছে।

হিমালয়ৰ উত্তৰে তিব্বত প্ৰদেশ। এই প্ৰদেশ চীন সাম্ৰাজ্যৰ ভিতৰত। চীন সাম্ৰাজ্যক Celestial Empire বা স্বৰ্গৰাজ্য বোলে। শ্ৰীমৎ দয়ানন্দ স্বামী সৰস্বতী ৰচিত "সত্যাৰ্থ প্ৰকাশ" পুথিৰপৰা জনা যায় যে অতীজত তিব্বতৰ নাম ত্ৰিবিষ্টপ আছিল, তাতে মানুহৰ আদি সৃষ্টি হৈছিল আৰু তাৰেপৰা আৰ্যজাতিয়ে আৰ্যাবৰ্ত্তত আহি বসতি কৰিছিল, দৃষদ্বতী নদীয়েই আৰ্যাবৰ্ত্তৰ পূব সীমা আৰু ব্ৰহ্মপুত্ৰ নদেই আগৰ দৃষদ্বতী নদী। তেওঁৰ মতে আৰ্য জাতি ইৰাণ বা পাৰস্যৰ ফালৰপৰা অৰ্থাৎ উত্তৰ-পশ্চিম ফালেদি ভাৰতলৈ অহা কথাটো সত্য নহয়।

অমৰকোষ মতে স্বঃ, স্বৰ্গ, নাক, ত্ৰিদিব, ত্ৰিদশালয়, সুৰলোক, দ্যো, দিব আৰু ত্ৰিবিষ্টপ এই কেইটা শব্দ স্বৰ্গবাচক। পণ্ডিত উমেশচন্দ্ৰ বিদ্যাৰত্নৰ "মানবেৰ আদি জন্মভূমি" পুথিৰ ২৪৫ পিঠিত লিখা আছে যে, "পিতৃভূমিৰ (দ্যো) তিনটি জনপদেৰ সমবায়সমূখ পদাৰ্থ। উহাদেৰ নাম তিব্বত, তাতাৰ, মঙ্গলিয়া"।

সেই পুথিৰে ২৮১-২৮৪ পিঠিত লিখা আছে,— "স্বৰ্গ ও নৰক ভৌম, দেৱতাৰা মানুষ, আমাৰ একথায় সনাতন হিন্দু ভ্ৰাতৃগণ বৰই নাৰাজ। কিন্তু হিন্দুৰ কোন শাস্ত্ৰেই যখন স্বৰ্গ নৰকেৰ পাৰলৌকিকত্ব ও দেৱতাদিগেৰ অমৰত্ব এবং superior being-ত্বেৰ কোনও সন্ধান পাওয়া যায় না, তখন আমি কেমন কৰিয়া শাস্ত্ৰবিৰুদ্ধ অন্ধবিশ্বাসেৰ অনুবৰ্তী হইব?

o o o

"যুধিষ্ঠিৰেৰ স্বৰ্গাৰোহণ পুস্তকেৰ গল্প নহে। তিনি ভ্ৰাতৃগণ সহ স্বৰ্গ গমনেচ্ছুক হইয়া না দিলেন কামনা-সাগৰে ঝম্প, না দিলেন উৰ্দ্ধদিকে শূন্যেৰ পানে লম্ফ, এবং না দিলেন তাহাৰ গলায় দড়ি, যে মৰিয়া পাৰলৌকিক স্বৰ্গে পহুঁছিবেন। তাঁহাৰা বদ্ৰিনাৰায়ণেৰ পথে স্বৰ্গে যাইতেছিলেন, যদি ব্যাসেৰ একথা মিথ্যা না হয়, তাহা হইলে বুঝিতে হইবে যে, তাঁহাদিগেৰ অধিগম্য ও গন্তব্য স্বৰ্গ, হিমালয়েৰ পৰপাৰে কোনও স্থানে ছিল। যুধিষ্ঠিৰ তথায় সকুকুৰ পদব্ৰজে গমন কৰেন। অদিতিনন্দন বিষ্ণুও এই পথে ভাৰতে আগমন কৰেন, এই জন্যই উক্ত পথেৰ নাম স্বৰ্গদ্বাৰ ও হৰিদ্বাৰ। হিমালয় পত্নী মেনকা গৌৰীকে বলিয়াছিলেন—

'পিতুঃ প্ৰদেশাস্তব দেৱভূময়ঃ।' (কুমাৰসম্ভৱ)।

হে গৌৰি, তুমি তপস্যাৰ জন্য কেন দূৰে গমন কৰিবে? তোমাৰ পিতাৰ এই দেশ সকলই দেৱ-ভূমি বা স্বৰ্গ। সায়নাচাৰ্যও অথৰ্ব বেদেৰ ভাষ্যে একত্ৰ বলিয়াছেন যে—'হিমবৎ শিৱঃ প্ৰদেশ এৱ স্বৰ্গ-ভূমিৰিতি প্ৰসিদ্ধিঃ।'

হিমালয় পৰ্বতেৰ শীৰ্ষদেশই স্বৰ্গভূমি এইৰূপ প্ৰসিদ্ধি। ফলতঃ হিমালয়েৰ পৃষ্ঠ হইতে উত্তৰ কুৰু পৰ্যন্ত সমস্ত স্থানই স্বৰ্গ বলিয়া প্ৰসিদ্ধ। তজ্জন্যই যুধিষ্ঠিৰ হিমালয়েৰ পথে গিয়াছিলেন।

কেবল যুধিষ্ঠিৰ নহেন, স্বৰ্গেৰ দেবতাৰা বিশেষতঃ দেবৰ্ষি নাৰদ যখন তখন তাঁহাৰ বিমানে চড়িয়া স্বৰ্গ হইতে ভাৰতে আগমন কৰিতেন। যখন তাৰতে দেবাসুৰ যুদ্ধ হয়, তখন দেবৰাজ ইন্দ্ৰ ভাৰতে আসিয়া ৰাজা দশৰথেৰ সহায়তা গ্ৰহণ কৰেন। ভাৰতেৰ নহুষ ও যযাতি স্বৰ্গে যাইয়া ইন্দ্ৰত্ব কৰিয়া আসিয়া-ছেন। মহাৰাজ সগৰ ও আগ্নেয়াস্ত্ৰ শিক্ষাৰ্থ স্বৰ্গে গমন কৰিয়াছিলেন। তিনি ভাৰ্গৱেৰ নিকট আগ্নেয়াস্ত্ৰ শিক্ষা কৰিয়া পৃথিবী বা ভাৰতে আসিয়া হৈহয় ও তালজঙ্ঘ ক্ষত্ৰিয়গণকে বিনাশ কৰেন।

অৰ্জুন পাঁচ বৎসৰ ইন্দ্ৰেৰ নিকট স্বৰ্গে থাকিয়া অস্ত্ৰশিক্ষা কৰেন এবং ৰাজসূয় যজ্ঞেৰ সময় তিনি সসৈন্যে স্বৰ্গে গিয়া কৰ গ্ৰহণ কৰিয়াছিলেন।

চৰক সংহিতাতে বিবৃত আছে যে ভৰদ্বাজাদি ঋষিগণ ভাৰতবৰ্ষ হইতে স্বৰ্গে যাইয়া ইন্দ্ৰৰ নিকট আয়ুৰ্বেদ অধ্যয়ন কৰেন। মহাভাৰতে বিবৃত আছে

যে গন্ধমাদন পৰ্ব্বত স্থিত ঋষিৰা এক সময় তথা হইতে স্বৰ্গ পাৰ হইয়া ব্ৰহ্মলোক গমন কৰেন্।

* * *

অথৰ্ব বেদে বিবৃত আছে যে কৃষ্ণবস্ত্ৰ পৰিহিত দীক্ষিত ও দীৰ্ঘশ্মশ্ৰু ভাৰতীয় ব্ৰহ্মচাৰী সমিৎপাণি হইয়া পথে নানা দেশ অতিক্ৰমণ পূৰ্বক পূৰ্ব হইতে অতি অল্প দিনেৰ মধ্যেই উত্তৰ সমুদ্ৰে গমন কৰেন। এই পূৰ্বদেশ ব্ৰহ্ম (বৰ্মা) আদি দেশ। অথৰ্ব বেদে আছে, ভাৰতীয় বণিকেৰা বাণিজ্য দ্ৰব্য লইয়া দেবযান পথে ইন্দ্ৰেৰ নিকট যাইয়া উহা বিক্ৰয় কৰিতেন।

উৰ্বশী স্বৰ্গবেশ্যা, স্বৰ্গেৰ পুৰূৰবা তাহাকে বিবাহ কৰিয়া ভাৰতবৰ্ষে আনয়ন কৰেন। তাঁহাৰ গৰ্ভে নহুষ-পিতা মহাৰাজ আয়ুৰ জন্ম হয়। স্বৰ্গেৰ ইন্দ্ৰ ভাৰতেৰ গৌতম-পত্নী অহল্যাতে উপগত হইয়াছিলেন। স্বৰ্গেৰ মেনকাৰ গৰ্ভে ভাৰতৰে বিশ্বামিত্ৰেৰ ঔৰষে শকুন্তলাৰ জন্ম হয়। সুতৰাং এহেন স্বৰ্গ অবশ্যই পদগম্য ও ভৌম ছিল।"

শ্ৰীমদ্ভাগৱত, বিষ্ণুপুৰাণ আৰু বায়ুপুৰাণ আদিৰ পৰাও জনা যায় যে স্বৰ্গ আৰু নৰক ভৌম। বিষ্ণুপুৰাণত এনে কথাও লিখা আছে—

মনঃ প্ৰীতিকৰঃ স্বৰ্গে নৰকস্তদ্বিপৰ্যয়ঃ।
নৰক স্বৰ্গসংজ্ঞে বৈ পাপ পুণ্যে দ্বিজোত্তম॥

হে দ্বিজোত্তম, সৎকাৰ্য কৰিলে মনত যি বিমল আত্মপ্ৰসাদ হয় সেয়ে স্বৰ্গ, আৰু তাৰ বিপৰীতেই নৰক। দৰাচলত পাপেই নৰক আৰু পুণ্যই স্বৰ্গ।

ভাস্কৰাচাৰ্যৰ মতে মেৰুত অৰ্থাৎ পৰ্বতৰ ওপৰত দেৱতাসকল আৰু নামনিৰ বাড়ৱানল প্ৰধান নৰকত (পানী-বোকাৰ ঠাইত) দৈত্য-দানৱসকল বাস কৰিছিল।

পৃথিৱীৰ ভিতৰত তিব্বত এখন অতি ওখ ঠাই। তিব্বতৰ মালভূমিক Roof of the world বোলা হয়। Sven Hedin চাহাবৰ Trans-Himalaya পুথিৰপৰা জনা যায় তিব্বতৰ মানুহে সেই প্ৰদেশক "পদ" বা "পু" বোলে। বিষ্ণুপদী স্বৰ্ণদী বা স্বৰ্গঙ্গা বিষ্ণুপদভূমি তিব্বতৰ বিষ্ণুপদ সৰোবৰৰপৰা ওলাইছে। সম্ভৱতঃ তিব্বতৰ পদ নামটো "বিষ্ণুপদ" শব্দৰ অপভ্ৰংশ।

পুৰাণৰ পৰা জনা যায় যে অতি পুৰণি কালত দেৱতা আৰু অসুৰবিলাকৰ ভিতৰত দোৰ্ঘোৰ ৰণ লাগিছিল। মহিষাসুৰে দেৱতাসকলক ৰণত ঘটুৱাই স্বৰ্গৰপৰা নিৰ্বাসিত কৰি ইন্দ্ৰৰ সিংহাসনত বহিছিল। বামণ পুৰাণত লিখা আছে—

ততোঽসুৰাঃ যথাকামং বিহৰন্তি ত্ৰিবিষ্টপে।
ব্ৰহ্মলোকে চ ত্ৰিদশাঃ সংস্থিতা দুঃখকৰ্ষিতাঃ॥

অসুৰবিলাকে ত্ৰিবিষ্টপত (তিব্বতত) যথেষ্টভাৱে বিহাৰ কৰিবলৈ ধৰিলে, আৰু দেৱতাসকলে দুঃখত কাতৰ হৈ ব্ৰহ্মলোকত গৈ আশ্ৰয় ললে। এই ব্ৰহ্মলোক সম্ভৱতঃ এতিয়াৰ ব্ৰহ্মদেশ। সেই দেশৰ ভামো (ব্ৰহ্ম) ব্ৰহ্মাৰ নগৰ আৰু অমৰাৱত' ইন্দ্ৰৰ নগৰ হব পায়।

পণ্ডিত উমেশচন্দ্ৰ বিদ্যাৰত্নৰ 'মানবেৰ আদি জন্মভূমি" পুথিৰ ৩৮৫-৩৮৬ পিঠিত লিখা আছে—

"এখনও ব্ৰহ্মদেশে অমৰাৱতী নামে নগৰা বিদ্যমান। উহা স্বৰ্গেৰ অমৰাৱতী-অনুকৰণে প্ৰতিষ্ঠাপিত তথায় ব্ৰহ্মা ও ইন্দ্ৰাদিৰ বহুকাল বসবাস নিবন্ধন উহাও কিয়ৎ কালেৰ জন্য "স্বৰ্গ" বলিয়া গণ্য হয়। * * * আমাদিগেৰ স্বৰ্গাদি ভাৰতেৰ উত্তৰে। কিন্তু ৰামচন্দ্ৰ পৰশুৰামেৰ স্বৰ্গমাৰ্গ সংৰোধন জন্য মিথিলাৰ পথে পূৰ্বদিকে বাণ নিক্ষেপ কৰেন। সুতৰাং এক কালে যে বৰ্মা স্বৰ্গে পৰিণত হইয়াছিল, ইহা ধ্ৰুবই।

* * *

ন তে বিষ্ণো জায়মানো ন জাতো,
দেব মহিম্নঃ পৰমন্ত মাপ।
উদস্তভ্না নাক মৃষ্বং বৃহন্তং,
দাধৰ্থ প্ৰাচীং ককুভং পৃথিব্যা.॥

ঋক্ ৭।৯৯।৭ ম।

"হে বিষ্ণো, যাহাৰা জন্মিয়াছে ও জন্মিবে, তন্মধ্যে কেহই তোমাৰ মহিমাৰ অন্ত পায় নাই। তুমি নিজ প্ৰভাব বলে স্বৰ্গকে দৰ্শনীয় ও অত্যুচ্চ সমৃদ্ধিসম্পন্ন কৰিয়াছ, এবং পৃথিৱী বা ভাৰতবৰ্ষেৰ পূৰ্ব্বদিকে (ব্ৰহ্মদেশে) অবস্থিত হইয়াছ। (দাধৰ্থ-ধাৰিতবান ইতি সায়নঃ)। তথাহি কৃষ্ণ যজু ঃ—

"প্ৰাচ্যাং দিশি ত্বমিন্দ্ৰাসি ৰাজা।"

হে ইন্দ্ৰ তুমি ভাৰতেৰ পূৰ্ব্বদিকেৰ ৰাজা।

তথাহি অমৰসিংহ ঃ—

"ইন্দ্ৰো বহ্নিঃ পিতৃপতি নৈঋতো বৰুণো মৰুৎ।
কুবেৰ ঈশঃ পতয়ঃ পূৰ্বাদীনাং দিশাং ক্ৰমাৎ॥"

ইন্দ্ৰ ও অগ্নি প্ৰভৃতি দেবগণ পূৰ্ব প্ৰভৃতি দিকেৰ অধিপতি ছিলেন।

এই পূৰ্বদিকই বৰ্তমান বৰ্ম্মা প্ৰভৃতি স্থান।"

কৃষ্ণ যজুৰ্বেদত লিখা আছে—

প্ৰাচীং দেৱাঃ, দক্ষিণাং পিতৰ,
প্ৰতীচীং মনুষ্যাঃ, উদিচীং ৰুদ্ৰাঃ।

ইয়াৰপৰা বুজা যায় যে একালত ভাৰতৰ পূৰ্ব্ব দিশত ইন্দ্ৰাদি দেৱতাসকল বাস কৰিছিল। স্বৰ্গাধিপতিৰ উপাধি ইন্দ্ৰ আছিল।

ঐতৰেয় ব্ৰাহ্মণত্ আছে—

"বিষ্ণুৰ্বৈ দেৱানাং দ্বাৰপঃ,
স এব অস্মৈ এতদ্বাৰং বিবৃণোতি।"

বিষ্ণু স্বৰ্গ বা ব্ৰহ্মলোক আৰু ভূ-ভাৰতৰ সন্ধি স্থলত বাস কৰিছিল। তেওঁ ব্ৰহ্মলোকৰ দুৱৰী আছিল, তেওঁ ব্ৰহ্মলোকলৈ যাবলৈ দুৱাৰ মেলি দিছিল।

ভাৰতৰ পূব প্ৰান্তত সদিয়া অঞ্চলত পুৰণি বিষ্ণু নগৰৰ ভগ্নাৱশেষ এতিয়াও আছে।

শ্ৰাদ্ধত দেৱতাসকলৰ উদ্দেশ্যে তৰ্পণ কৰোঁতে পূব ফালে বা উত্তৰ ফালে মুখ কৰি তৰ্পণ কৰা হয়। ইয়াৰপৰাও বুজা যায় যে ভৌম স্বৰ্গ ভাৰতৰ উত্তৰ আৰু পূবফালে আছিল। মই বোধ কৰোঁ আমাৰ অসমখনো একালত স্বৰ্গৰাজ্যৰ এখন প্ৰদেশ আছিল।

প্ৰবন্ধ বৰ দীঘল হৈ পৰিল। আজিলৈ ইমানতে সামৰণি মাৰিলোঁ। তিব্বতক মই স্বৰ্গলোকৰ এখন প্ৰদেশ বোলাত বোধ কৰো মোৰ ভুল হোৱা নাই। সমালোচক বিজয়বাবুয়ে ভুল ধৰা আন আন বিষয়ে মোৰ বক্তব্য পাছে লিখি জনাম। *

---

* বাঁহী, আঘোণ ১৮৪৬, ১৪শ বছৰ ৮ম সংখ্যা

# মণিশৈল বা মণিকূট পৰ্বত

(১)

"হয়গ্ৰীৱ নামে আৰো ভৈলা অৱতাৰ।
তপ্ত সুৱৰ্ণৰ বৰ্ণ শৰীৰ তোমাৰ॥
তোমাৰ সুন্দৰ সিটো নাসিকাৰ-হন্তে।
বাজ ভৈল চাৰিবেদ নিশ্বাস কাঢন্তে॥"

—কীৰ্তন

কামৰূপ জিলাৰ ভিতৰত হাজো এখন অতি প্ৰাচীন আৰু প্ৰসিদ্ধ ঠাই। এই হাজোৰ যিটো পৰ্বতৰ ওপৰত হয়গ্ৰীৱ মাধৱৰ মন্দিৰ আছে, তাৰ নাম মণিশৈল বা মণিকূট। আকৌ উত্তৰ গুৱাহাটীৰ যিটো পৰ্বতৰ ওপৰত মণিকৰ্ণ বা মণিকৰ্ণেশ্বৰ শিৱৰ দেৱালয় আছে, তাকো মণিশৈল বা মণিকূট বোলা হয়।

"যোগিনীতন্ত্ৰত" লিখা আছে—

"আমণিং মণিপৰ্যন্তমাচিত্ৰাদ্ গন্ধমাদনম্।
পঞ্চক্ৰোশমিদং দেৱি সৰ্বেষামেব দুৰ্লভম্॥
ব্ৰহ্মাবিষ্ণুসুৰেশাদ্যৈঃ সেৱিতং পৰমাদ্ভুতং।
দেৱা মৰণমিচ্ছন্তি কা কথা মানুষেষু চ॥"

—একাদশ পটল, ৩০ শ্লোক

অৰ্থাৎ হাজোৰ মণিশৈলৰপৰা উত্তৰ গুৱাহাটীৰ মণিশৈললৈকে আৰু গন্ধমাদন পৰ্বতৰপৰা চিত্ৰাচললৈকে এই চৌহদৰ ভিতৰৰ পাঁচ ক্ৰোশ ঠাই সকলোৰে পক্ষে দুৰ্লভ। এই অতি অদ্ভুত ঠাইডোখৰক ব্ৰহ্মা, বিষ্ণু আৰু ইন্দ্ৰ আদিয়ে সেৱা কৰি থাকে। মানুহৰ কথা কি কম, দেৱতাসকলেও এই ঠাইত মৰিবলৈ বাঞ্ছা কৰে।

গুৱাহাটীৰ নৱগ্ৰহ দেৱালয় থকা পৰ্বতটোৰ নাম চিত্ৰাচল। হাজোৰ যিটো পৰ্বতক আজিকালি "পোৱা মক্কা" বোলা হয় তাৰ নাম আছিল গৰুড়াচল। গৰুড়াচলৰ দক্ষিণ-পশ্চিমে ভৃঙ্গেশ্বৰ পৰ্বতৰ ওচৰত থকা পৰ্বতটোৰ নাম গন্ধমাদন।

"ভস্মকূটস্য চৈশান্যাং মণিকূটো মহাগিৰিঃ।
মণিকৰ্ণো নাম হৰস্তত্ৰ তিষ্ঠতি লিঙ্গকঃ॥
—কালিকা পুৰাণ, ৮১ অঃ

অৰ্থাৎ ভস্মকূট বা উমানন্দ পৰ্বতৰ ঈশান কোণে মণিকূট পৰ্বত। তাত মণিকৰ্ণ নামে হৰ লিঙ্গৰূপে আছে। মণিকৰ্ণ হৰকে মণিকৰ্ণেশ্বৰো বোলে। যেনে:—

"মণিকৰ্ণেশ্বৰং দৃষ্ট্বা মুক্তিৰ্ভস্মাচলে গতে।"
—কালিকাপুৰাণ, ৮১ অঃ

আকৌ, "কালিকাপুৰাণৰ" ৬২ অধ্যায়ত লিখা আছে—

"ঐশান্যাং যোঽভৱৎ কূৰ্মঃ শৈলৰূপো মহাদ্যুতিঃ।
মণিকৰ্ণঃ স নাম্নাতু খ্যাতো দেৱৌঘ সেৱিতঃ॥"

অৰ্থাৎ ঈশাণ কোণত মহাদ্যুতি কূৰ্ম, যি পৰ্বতৰূপে অৱস্থান কৰিছে, সেই পৰ্বত মণিকৰ্ণ নামে খ্যাত আৰু দেৱতাসকলৰ দ্বাৰা সেৱিত।

হয়গ্ৰীৱ মাধৱৰ মন্দিৰ থকা মণিশৈলৰ বিষয়ে কালিকাপুৰাণৰ ৮০ অধ্যায়ত এইদৰে লিখা আছে—

"মণিকূটস্যাথ গিৰেৰ্গন্ধমাদনকস্য চ।
মধ্যে ব্ৰৱতি লৌহিত্যো ব্ৰহ্মনাম্নি সমুত্থিতঃ॥
বৰ্ণাশায়া দক্ষিণস্যাং লৌহিত্যোনাম সাগৰঃ।
মণিকূটঃ স্থিতঃ পূৰ্বে হয়গ্ৰীৱো হৰিৰ্যত্ৰ॥
হত্বা অৰং তথা বিষ্ণুস্তত্ৰ বাসমথাকৰোৎ।
নৰদেৱাসুৰাদীনাং যথা ভৱতি বৈ হিতম্॥"

অৰ্থাৎ মণিকূট আৰু গন্ধমাদন পৰ্বতৰ মাজেদি ব্ৰহ্মাৰ অগ্নিৰপৰা ওলোৱা লৌহিত্য (ব্ৰহ্মপুত্ৰ) নদ বৈ আছে। বৰ্ণাশা (বৰ্নডা, বৰলীয়া বা চাউলখোৱা) নদীৰ দক্ষিণে লৌহিত্য নামে সাগৰ। তাৰ পূবে মণিকূট পৰ্বত। তাতে হয়গ্ৰীৱ মাধৱৰ প্ৰতিমূৰ্তি আছে। বিষ্ণুৱে তাতে অৰাসুৰক বধ কৰি দেৱ, অসুৰ আৰু মনুষ্যাদিৰ হিতৰ কাৰণে বাস কৰিছিল।

ব্ৰহ্মপুত্ৰ বা লৌহিত্য নদ যে পূৰ্বে হাজোৰ কামেদি বৈছিল তাৰ চিন অদ্যাপিও আছে। অসম গৱৰ্ণমেণ্টে প্ৰকাশ কৰা "কামৰূপৰ বুৰঞ্জীৰ" ১১০ পিঠিতো সেই কথা লিখা আছে। হাজোৰপৰা পশ্চিমে লৌহিত্য ক্ৰমাৎ ইমান বহল হৈ গৈছিল যে দক্ষিণে গাৰো পাহাৰৰ কাষৰ পৰা উত্তৰে ভৈৰৱচুডা আৰু চান্দৰ ডিঙ্গা পাহাৰৰ কাষলৈকে লৌহিত্যৰ পানী বৈছিল। কলিকতা বিশ্ববিদ্যালয়ে প্ৰকাশ কৰা "ঋগ্বেদৰ সময়ৰ ভাৰত" (Rig-Vedic India by A. C Das, M A.B L.) পুথিৰ পৰাও জনা যায় যে অতীজত উত্তৰ ভাৰতত হিমালয়ৰ দক্ষিণে ৰাজপুতনাৰ মৰুভূমিৰপৰা গাৰো পাহাৰৰ কাষলৈকে এখন সাগৰ আছিল। প্ৰায় গোটেইখন বঙ্গদেশ সেই সাগৰৰ তলত ডুবি আছিল।

মহাভাৰতৰ উদ্যোগ পৰ্বৰ ৩য় অধ্যায়ত উল্লেখ কৰা পূৰ্বসাগৰ এইখনেই হ'ব পাৰে। তাত প্ৰাগ্‌জ্যোতিষাধিপতি ভগদত্তক পূৰ্বসাগৰবাসী বোলা দেখা যায়। পাছে, কোনো নৈসৰ্গিক ঘটনাত উত্তৰ ভাৰতৰ সেই সাগৰখন শুকাই গ'ল আৰু হিমালয়ৰ পশ্চিমাংশই ওখ হৈ বৰ্ত্তমান উচ্চতা লাভ কৰি অলঙ্ঘ্য অভ্ৰভেদী হৈ পৰিল। সাগৰ শুকালত সেই ঠাইৰ মাজেদি গঙ্গানদী প্ৰৱাহিত হৈ ঠাইখনক শস্যশ্যামলা কৰিলে। এই সাগৰখনেই পুৰাণৰ লৌহিত্যসাগৰ বুলি বোধ হয়। আগেয়ে এই সাগৰখন থাকোঁতে হিমালয়ৰ কাষে কাষে কাশ্মীৰলৈকে বাট আছিল।

বায়ুপুৰাণত লিখা আছে যে বিকঙ্ক আৰু মণিশৈল এই দুই পৰ্ব্বতৰ মাজৰ এখন সুন্দৰ উপত্যকাত কশ্যপ ঋষিৰ আশ্ৰম আছিল। কশ্যপে দক্ষৰ জীয়েক অদিতি, দিতি, দনু, সুৰভি আদিক বিয়া কৰিছিল। আদিত্য বা দেৱ, দৈত্য, দানৱ, ৰুদ্ৰ, যক্ষৰ ৰক্ষ, গন্ধৰ্ব্ব, কিন্নৰ আদি অনেক নৰ-নাৰী প্ৰজা কশ্যপৰ বংশত জন্ম গ্ৰহণ কৰি ক্ৰমে এশ্বিয়া বা কাশ্যপীয়াৰ লোকসংখ্যা বৃদ্ধি কৰিলে।

বিকঙ্ক পৰ্ব্বতৰ বৰ্ত্তমান নাম কি জানিব পৰা নাই। কিন্তু মণিশৈল যদি আঁমাৰ কামৰূপৰ 'আমণিং মণিপৰ্য্যন্তং' ঠাইখিনি হয়, তেন্তে "আচিত্ৰাদ্ গন্ধমাদ-নম্" বা তাৰ ওচৰৰ কোনো পৰ্ব্বতৰ নাম সম্ভৱতঃ বিকঙ্ক আছিল, আৰু যদি সেয়ে ঠিক হয়, তেন্তে অদিতি-নন্দন ইন্দ্ৰাদিৰ পক্ষে সেই ঠাই অৱশ্যে পৰম প্ৰিয় "স্বৰ্গতো অধিক জনমভূমি" নহৈ নোৱাৰে।

গালৱ আৰু গৰুড়ৰ ভ্ৰমণ প্ৰসঙ্গত গৰুড়ে পূৱ-দিশৰ বৰ্ণনা কৰোঁতে কৈছিল যে "এইপিনেই দক্ষ প্ৰজাপতিৰ জীয়েক অদিতি আদিৰ গৰ্ভত কশ্যপৰ ঔৰষত প্ৰজাসকলৰ উৎপত্তি আৰু বৃদ্ধি হৈছিল, এইপিনে দেৱতাসকলে শ্ৰীলাভ কৰিছিল, এইপিনে ইন্দ্ৰৰ অভিষেক সম্পন্ন হৈছিল, আৰু এইপিনেই দেৱতা-সকলে তপস্যা কৰিছিল, পূৰ্ব্বকালত দেৱতাসকল এইপিনে বাস কৰিছিল, এই নিমিত্তে ইয়াৰ নাম প্ৰাক্, প্ৰাচী বা পূৰ্ব্ব দিশ হৈছে, এই ঠাই পূৰ্ব্ব-পুৰুষবিলাকৰ আদি নিবাস বুলি বিখ্যাত। ০ ০ ০ এই পিনে সূৰ্যদেৱে যাজ্ঞবল্ক্যক যজুৰ্ব্বেদবিলাক দান কৰিছিল" (শ্ৰীযুত ৰজনীকুমাৰ পদ্মপতিৰ "পূৰণি অস-মত ভূমুকি চাওক)।

সম্ভৱতঃ অদিতি আদি কশ্যপৰ ভাৰ্য্যাসকল কাম-গিৰি কামাখ্যাত আছিল। কামাখ্যাৰ এটা নাম কামিনী। কালিকাপুৰাণে কামাখ্যাক "জগতাংপ্ৰসূঃ" অৰ্থাৎ জগতৰ নৰনাৰীৰ জন্মভূমি বুলিছে। সেই পুৰাণৰ মতে কামৰূপ "সুৰালয়"। বৈদিক সাহি-ত্যতো "প্ৰাচ্যাং দেৱাঃ" আৰু "প্ৰাচ্যাং দিশি ত্ৰিদ্ৰাসি ৰাজা" পোৱা যায়। যোগিনীতন্ত্ৰত "তত্ৰ (কাম ৰূপে) যে মানুষাঃ সন্তিতে দেৱাঃ নাত্ৰ সংশয়ঃ" বুলি লিখা আছে।

কশ্যপৰ লৰাবিলাকৰ ভিতৰত দিতিৰ গৰ্ভত জন্মা হিৰণ্যকশিপু জ্যেষ্ঠ আছিল। দিতিৰ পুতেক গুণে তেওঁক দৈত্য বোলা হৈছিল। তেওঁ সুমেৰু প্ৰদেশত অৰ্থাৎ হিমালয়ত ৰাজত্ব কৰিছিল। তেওঁৰ মাতামহ দক্ষ অপুত্ৰক হৈ মৰাত দক্ষৰ স্বৰ্গৰাজ্য পাবৰ কাৰণে অদিতি-নন্দন ইন্দ্ৰাদিৰ লগত তেওঁৰ বিৰোধ জন্মে। পাছত বিষ্ণুৱে তেওঁক বধ কৰি ইন্দ্ৰক ৰজা পাতে। তেতিয়াৰপৰা স্বৰ্গৰ ৰজাৰ উপাধি "ইন্দ্ৰ" হয়। এই স্বৰ্গখন ভৌম স্বৰ্গ, পৰলৌকিক স্বৰ্গ নহয়। ভাৰতৰ প্ৰাচী বা পূৰ্ব্বদিশতে আদি স্বৰ্গ আছিল বুলি বোধ হয়।

"যোগনীতন্ত্ৰ" চাই হাজোৰ মণিকূট আদি তীৰ্থ-বিলাকৰ বিৱৰণ তলত চমুকৈ লিখা হ'ল। প্ৰথমতে হাজোৰ বৰ্ণনা এইদৰে আছে, —

মহাদেৱে পাৰ্ব্বতীক কৈছে, হে দেৱি! এই ভূ-ভাৰতত দুৰ্লভ, অতি নিৰ্মল, হৰিক্ষেত্ৰৰ নিচিনা শুভ-কৰ এখন পুণ্যক্ষেত্ৰৰ কথা কওঁ, শুনা। সেই ক্ষেত্ৰৰ নাম বিষ্ণুপুষ্কৰ। তাত আঠশ শিৱলিঙ্গ আৰু আঠশ তীৰ্থ আছে সেই ঠাই হৃষ্টপুষ্ট মানুহেৰে পৰি পূৰ্ণ, দিব্যকান্তি নৰনাৰী আৰু অনেক বিদ্যাৱন্ত লোকৰ তাত বসতি, শাৰী শাৰী ঘৰবিলাকৰ সম্মুখত সুন্দৰ সুন্দৰ চোঁতাল, ধনে-ধান্যে আৰু নানাবিধ ৰত্ন-মণিৰে ঘৰবিলাক সুশোভিত, বীথি অৰ্থাৎ বাটৰ কাষে কাষে দোকানবিলাক নানাবিধ বস্তুৰে সজোৱা, ৰাজহংসৰ নিচিনা শুভ্ৰ প্ৰাসাদবিলাক ঠায়ে ঠায়ে শোভা পাইছে।

হে দেৱি! নীলা, ৰঙা আৰু বগা বৰণৰ প্ৰাসাদ-বিলাকৰ শোভা কি চাবা। প্ৰাসাদবিলাক গড় পৰি-খাৰে অলঙ্কৃত আৰু অস্ত্ৰ-শস্ত্ৰেৰে পৰিৰক্ষিত আৰু নানা-বৰণৰ পতাকাৱলীৰ দ্বাৰা পৰিশোভিত; বীণা, বেণু মৃদঙ্গ আদি নানা বাদ্যৰে ধ্বনিত আৰু উৎসৱাদিত নিতৌ সেই ঠাই আমোদিত, দিব্য দেৱালয়বিলাকৰ

চাৰিওফালে সুন্দৰ সুন্দৰ উদ্যান আৰু নানা তৰহৰ পুজাৰ উপকৰণেৰে দেৱালয়বিলাক শোভিত। তাৰ তিৰোতাবিলাক মধ্যম তনু, প্ৰফুল্লময়ী। সেই আয়ত-লোচনা ৰমণীসকলৰ গ্ৰীৱা মনোহৰ হাৰাৱলীৰ দ্বাৰা সুশোভিত। তেওঁলোকক পীনোন্নত পয়োধৰা বুলিব পাৰি, তেওঁলোকৰ মুখ যেনিবা পূৰ্ণিমাৰ জোন, অলকাৱলী স্থিৰ, কপাল মনোহৰ, জঘন সুচাৰু, নয়ন-যুগল কাণলৈকে বিস্তৃত, তেওঁলোকৰ জুনুকা লগোৱা কাঞ্চী আৰু নেপুৰৰ কণ-জুন্ ধ্বনিয়ে সেই ঠাইৰ মানুহৰ মন মোহিত কৰি থাকে। বিষ্ণু-পুখুৰীৰ বাহিৰেও তাত শত শত পদ্মফুল থকা অনেক জলাশয় আছে। সেইবিলাক জলাশয়ৰ পানী অতিশয় নিৰ্ম্মল, তাত কুমুদ, পুণ্ডৰিক, নীলোৎপল আদি সুশোভন জলজ পুষ্প, আৰু কাদম্ব (বালি-হাঁহ), চক্ৰৱাক, কাৰণ্ডৱ (ঘিলা-হাঁহ বা পানী হাঁহ), জলকুক্কুভ (কোম্পা চৰাই), গঙ্গাচিলনী, ৰাজহাঁহ আদি জলচৰ পক্ষীবিলাক দেখিবলৈ পোৱা যায়। জলাশয়ৰ পাৰ-বিলাকত থকা নানা তৰহৰ সুন্দৰ সুন্দৰ গছবিলাকত অনেক চৰায়ে পৰি আবাও কৰি থাকে। এনে পৰম ৰমণীয় ঠাইত মণিকুট পৰ্বতৰ ওপৰত স্বয়ং হয়গ্ৰীৱ জনাৰ্দন বাস কৰিছিল। বিষ্ণু-পুষ্কৰৰ পশ্চিম পাৰত মণিকুট পৰ্বত আৰু মাধৱৰ মন্দিৰ। মণিকুট ক্ষেত্ৰত অপুনৰ্ভৱ নামে এখন মনোহৰ পুণ্যপ্ৰদ তীৰ্থ আছে। এইপৃথিৱীত যিমান তীৰ্থ আছে, যিমান সৰিৎ, সাগৰ, পুখুৰী, বিল আৰু কুণ্ড আছে, সেই সকলোবিলাকৰ পৰা পৃথক্-পৃথক্ ভাৱে পানী আহৰণ কৰি সৰ্বলোকৰ হিতৰ নিমিত্তে ৰুদ্ৰই সোণসকলেৰে সৈতে এই অপুনৰ্ভৱ কুণ্ডত ঢালি ইয়াত বাস কৰিছিল। সেই অপুনৰ্ভৱ তীৰ্থত কাম্য বস্তু উপভোগ কৰি বাস কৰিলেও আকৌ জন্মগ্ৰহণ কৰিব নালাগে। এই নিমিত্তে এই ঠাইৰ নাম অপুনৰ্ভৱ হৈছে। এই কুণ্ডত স্নান কৰিলে পুনৰ্ভৱ অৰ্থাৎ পুনৰ্জন্ম নহয়। এই কুণ্ডটোৰ পৰিমাণ ৮ ধনু। বৰাহ আৰু কামদেৱে বা কামেশ্বৰ মাজত কুণ্ডটো আছে। গোকৰ্ণৰ আকৃতি এটা বলদৰ নিচিনা, আৰু বিকৰ্ণৰ আকৃতি এটা পুৰুষৰ নিচিনা। এই দুজন যোগীৰ প্ৰতিমূৰ্তি দৰ্শন কৰিলে পৰম যোগ-জ্ঞান লাভ হয়। উত্তৰফালে সৰোৱৰৰ তীৰত ভদ্ৰকাম পৰ্বত। তাৰ পৰা পাঁচ ধনু অন্তৰত হয়-গ্ৰীৱা ক্ষেত্ৰ। তাৰ শৈৰশিলাত মহাদেৱে ধ্যান কৰিছিল। অপুনৰ্ভৱ কুণ্ডৰ ৯ ধনু অন্তৰত বাৰাণসীয়ক কুণ্ড। তাৰ পৰিমাণ সাত ধনু। তাৰ পাঁচ ধনু অন্তৰত মাৰ্কণ্ডেয় হ্ৰদ। তাৰ উত্তৰপাৰত মাৰ্কণ্ডেয় নামে মহেশ্বৰ আছে। এই হ্ৰদৰ স্নান-মন্ত্ৰৰপৰা বুজা যায় যে ইয়াতে মাৰ্কণ্ডেয় মুনিৰ আশ্ৰম আছিল। গোকৰ্ণ আৰু বিকৰ্ণৰপৰা অলপ আঁতৰত ব্ৰহ্মসৰঃ নামে তীৰ্থ আছে। তাৰ পৰিমাণ ২১ ধনু। এই কুণ্ডটো ব্ৰহ্মাৰ নিৰ্মিত। এই কুণ্ডৰ পশ্চিমে কৃষ্ণাখ্য শৈলৰূপী বৰাহ দেৱতা আছে। গোকৰ্ণৰ ঈশান কোণত থকা পৰ্বতত কেদাৰ নামে মহাদেৱ আছে। সেই পৰ্বতৰ নাম মদনাচল। কেদাৰ অৰ্দ্ধ নাৰীশ্বৰ। কেদাৰৰ পশ্চিমে ব্ৰহ্মবট নামে এজোপা বৰগছ আছে। কেদাৰৰ উত্তৰফালে পৌষ্পক নগৰক্ষেত্ৰ। তাত কমল নামে শিৱ আছে। তেওঁক কমলেশ্বৰো বোলে। ব্ৰহ্মবটৰ দক্ষিণে ছত্ৰাকাৰ, সাগৰি আৰু পৰিপাত্ৰক পৰ্বত। তাৰ পাছত মন্দৰ পৰ্বতত মধুৰিপু হৰি। পৰিপাত্ৰৰ উত্তৰে ২০ ধনু দূৰত মনোহৰ কপিলাশ্ৰম আছে। তাৰপৰা ১১ ধনু দূৰত পিশাচমোচন নামে তীৰ্থ। তাত কালভৈৰৱ আছে। ব্যাঘ্ৰেশ্বৰৰ দক্ষিণে দেৱদুৰ্লভ স্বয়ম্ভুলিঙ্গ পুবমুখে প্ৰতিষ্ঠিত আছে। ব্যাঘ্ৰেশ্বৰক আজিকালি বাঘেশ্বৰী কয়। ব্যাঘ্ৰেশ্বৰৰ ঈশান কোণে দহধনু পৰিমিত কৃত্তিবাস দেৱৰ লিঙ্গযোনি প্ৰতিষ্ঠিত আছে। মদনাচলৰ ঈশান কোণত তিনি ইষুক্ষেপ অন্তৰত সপ্তপাতাল ভেদী বিখ্যাত বাণেশ্বৰ লিঙ্গ প্ৰতিষ্ঠিত আছে (এই ঠাইৰে নাম যোধকৰৰ পাতালক আছিল)। বাণেশ্বৰৰ বায়ুকোণত থকা নানা বৰণৰ শিলাবিলাকক গৰুডাখ্যা মহালিঙ্গ বোলে। মণিকূটৰ উত্তৰে সৰ্বপাপপ্ৰমোচনী বল্লভা

নদী বৈ আছে। বল্লভাত স্নান কৰি- সাদৰ মাধৱক দৰ্শন কৰিব লাগে। তাৰ পাছে বৰাহ-বিবৰ দৰ্শন কৰিব লাগে। গোকৰ্ণৰ ওচৰত স্বৰ্গদ্বাৰ আছে। তাত আৰোহণ কৰিব লাগে। পাছে বাৰাণসীয় আৰু মাৰ্কণ্ডেয় হ্ৰদত স্নান কৰি কামেশ্বৰ দৰ্শন কৰি কল্পবৃক্ষক প্ৰণাম কৰিব। মণিকূটৰ পূবকাষে যি বিষ্ণুপুষ্কৰ নামে সৰোৱৰ আছে তাত সকলো তীৰ্থৰ জল আছে। সেই সৰোৱৰৰ আকৃতি পুষ্কৰ অৰ্থাৎ প্ৰফুল্ল পদ্মৰ নিচিনা। তাত স্নান আৰু বিধিমতে অৰ্ঘ্য দান কৰি মণিকূট পৰ্বতত আৰোহণ কৰিব লাগে। বিষ্ণুৱে হয়গ্ৰীৱ ৰূপ ধাৰণ কৰি মণিকূটাচলত অৱস্থান কৰি আছে। পৰ্বতাভিমুখে বা উত্তৰাভিমুখে মণিশৈলত উঠা উচিত, আন দিশলৈ মুখ কৰি উঠিব নেপায়। মণিকূটলৈ উঠোঁতে মনে মনে সৎ আৰু সৰ্বাৰ্থসাধক "ওঁ নমো নাৰাযণায়" মন্ত্ৰ জপ কৰি সূৰ্য, চন্দ্ৰ আৰু অগ্নিমণ্ডল চিন্তা কৰি জ্যোতিস্বৰূপ সনাতনৰ ৰূপ হৃদয়ত ধাৰণ কৰি উঠিব লাগে।

"ওঁ নমো নাৰায়ণেতি মন্ত্ৰঃ সৰ্বাৰ্থ সাধকঃ।"

* * * *

"তত্ৰাৰ্ক চন্দ্ৰবহ্নিনাং মণ্ডলানি বিচিন্তয়েৎ ॥
"ততো বিচিন্ত্য হৃদয়ে ওঙ্কাৰং জ্যোতিৰূপীণং।
কৰ্ণিকায়াং সমাসীনং জ্যোতিৰূপ স্বৰূপীনং॥

আৱাহন মন্ত্ৰ

মীনৰূপো বৰাহশ্চ নৰসিংহোঽথবা পুনঃ।
আয়াতু দেৱ বৰদো মম নাৰায়ণোঽগ্ৰতঃ॥
সুমেৰোশ্চ পাদ পীঠে পদ্মকল্পিত মানসং।
সৰ্বসত্ব হিতাৰ্থায় তিষ্ঠস্ব মধুসূদন ॥"

এই মন্ত্ৰটোৰ পৰা বুজা যায়, এসময়ত হিমালয়ৰ পূৰ্বাংশকে সুমেৰু বোলা হৈছিল। এই সুমেৰুৰ পাদপীঠত থকা "আমণিং মণিপৰ্যন্তং" বোলা ভূমি খণ্ডক পদ্মৰূপে কল্পনা কৰি তাত নাৰায়ণক প্ৰতিষ্ঠিত কৰা হৈছিল। বৌদ্ধ ধৰ্মাৱলম্বী লোকসকলৰ "ওঁ মণিপদ্মে হুং" (O thou Jewel in the Lotus) মন্ত্ৰৰো উৎপত্তি ইয়াতে হৈছিল বুলি বোধ হয়:

হয়গ্ৰীৱ-মাধৱ, কেদাৰ, কমল, গণেশ আৰু বাণেশ্বৰ এই পাঁচথন হাজোৰ প্ৰধান দেৱালয়। কুণ্ডৰ ভিতৰত মণিকূটৰ পূবকাষৰ বিষ্ণুপুষ্কৰ বিশেষ প্ৰসিদ্ধ। বিষ্ণুপুষ্কৰৰপৰা হয়গ্ৰীৱ মাধৱৰ মন্দিৰলৈকে পকী খটখটী আছে।

কালাপাহাৰে মাধৱৰ মন্দিৰ ভাঙি নষ্ট কৰাত কোচহাজোৰ ৰজা ৰঘুদেৱনাৰায়ণে নতুনকৈ আগৰ ভেটিনে মন্দিৰ নিৰ্মাণ কৰায, সেই মন্দিৰ এতিয়ালৈকে আছে। ৰঘুদেৱ সুবিখ্যাত চিলাৰায় বা শুক্লধ্বজৰ পুতেক। তেওঁৰ ৰাজ্যৰ সীমা পশ্চিমে স্বৰ্ণকোষ (সোণ কোঁহ) নদীৰপৰা পূবে দিক্ৰৰিকা বা দিকৰাই নদীলৈকে আছিল। বিজনী, ছবং আৰু বেলতলাৰ ৰজাৰ ফৈদ তেওঁৰ বংশধৰ।

মাধৱৰ মন্দিৰৰ উৎপত্তিৰ বিষয়ে "যোগিনীতন্ত্ৰত" লিখা আছে যে একৰমকালি, ওড্ৰ বা উডিষ্যাৰ মহাৰাজা ইন্দ্ৰদ্যুম্নই এখন দেৱালয় নিৰ্মাণ কৰি তাত এক মহাযজ্ঞৰ অনুষ্ঠান কৰে। তেওঁ সেই দেৱালয়ত স্থাপনৰ নিমিত্তে কেনেকুৱা প্ৰতিমা হলে ভাল হব, এই কথা ভাবি-চিন্তি বিষ্ণুক ধ্যান কৰিবলৈ ধৰিলে। তেওঁৰ টোপনি আহিলত বাসুদেৱে তেওঁক সপোনত দৰ্শন দি কলে, 'হে ৰাজন! তুমি অকলৈ হাতত পৰশু কুঠাৰ লৈ সাগৰৰ পাৰলৈ যাবা, তাত এজোপা অদ্ভুত ৰকমৰ গছ দেখিবলৈ পাবা, তুমি সেই গছ কুঠাৰেৰে কাটি আনি দিব্য প্ৰতিমা সাজিবা।' এই কথা কৈ হৰি অন্তৰ্দ্ধান হলত ৰজাই সাৰ পাই সপোনৰ কথা ভাবি বিস্ময় মানিলে। ৰাতিপুৱা ৰজাই সাগৰৰ পাৰলৈ গৈ সেই মহাবৃক্ষ দেখা পাই কুঠাৰেৰে তাক কাটি সাত ডোখৰ কৰিলে। তেওঁ সেই গছৰ গুৰি ওড্ৰ দেশত বুলি কল্পনা কৰি গুৰিছোৱাৰ মূৰ্তি বনাই তাত সংস্থাপন কৰিলে। তাৰ ওপৰছোৱা কাশ্মীৰত আদিত্যৰূপে স্থাপিত হ'ল, তাৰ ওপৰছোৱা সোণাদিত্য নামে গুৰ্জৰত স্থাপিত হ'ল; তাৰ ওপৰছোৱা উদয়ন দেশত তাৰু

ঋষিয়ে স্থাপন কৰিলে, তাৰ ওপৰত দুই ছোৱাৰ এছোৱা কুৰেৰে নি কামৰূপৰ পূবত মৎস্যাখ্য মাধৱ নাম দি স্থাপন কৰিলে, সেইখন বৰাহৰ ঠাই, আনছোৱা কামৰূপৰ মণিকূট পৰ্বতত হয়গ্ৰীৱ-মাধৱ নাম দি বৰুণে স্থাপন কৰিলে। শেষছোৱা মলয়া গিৰিত স্থাপিত হল।

লক্ষ্মীপুৰ জিলাৰ মাছখোৱা নামে ঠাইত যি খন "বাসুদেৱ দেৱালয় বা থান" আছে, সেয়েই "মৎস্যাখ্য মাধৱৰ" দেৱালয় হ'ব পায়।

"মণিকূট" নামে এখন অসমীয়া পদপুথি আছে। পুথিখনৰ লিখকৰ নাম শ্ৰীৰামচন্দ্ৰ দাস। শিৱসাগৰৰ কেন্দুগুৰিত তেওঁৰ ঘৰ আছিল। তেওঁ গড়গাওঁত থাকোঁতে এই পুথিখন লিখিছিল। যিজন বৰপাত্ৰ গোহাঁয়ে কৰতোয়া নদীলৈকে দেশ জয় কৰি তাত তৰোৱাল ধুইছিল আৰু কৰতোয়াৰ পূব পাৰে এটা পুখুৰী খনাইছিল, এই পুথিৰ লিখকজন তেওঁৰ বংশধৰ বুলি পুথিত লিখা আছে। তলত দিয়া কথা খিনি উক্ত "মণিকূট" পুথিৰপৰা তুলি দিলোঁ—

"বিষ্ণুৰূপী দ্ৰুম দেখি ৰাজা হৰ্ষ ভৈলা॥
হাতত কুঠাৰ ধৰি ছেদিবাক গৈলা॥
সাতখণ্ড কৰি বৃক্ষ ৰাজায়ে ছেদিলা।
জলহন্তে নিয়া পাছে পৃথিৱীত থৈলা॥
তাৰ মূল ভাগ ৰাজা মহা যত্ন কৰি।
উৰেষাত থাপিলন্ত জগন্নাথ হৰি॥
তাৰ উৰ্দ্ধখণ্ড ৰাজেন্দ্ৰ কাশ্মীৰে থাপিলা।
কৰন্ধ আকাৰ কৰি সূৰ্য নাম দিলা॥
তাৰ উৰ্দ্ধভাগ সোণাদিত্য নাম কৰি।
গুৰ্জ্জে থাপিলন্ত হেন জানিবা সুন্দৰী॥
তাৰ উৰ্দ্ধভাগ শুক্ৰ ঋষি থাপিলন্ত।
উদয়নি দেশ মাজে অদ্যাপি আছন্ত॥
তাহাঙ্ক বোলয় শ্বেত-মাধৱ পাৰ্বতী।
দৰশন মাত্ৰে লোকে পায় মহাগতি॥
শিলাৰূপী হুয়া আছে জগতৰ বাপ।"
দৰশনে হৰে কোটি জনমৰ পাপ॥
তাৰ দুই ভাগ কামৰূপত থাপিলা।
মলয়া গিৰিক লাগি একখণ্ড নিলা॥
দ্বাপৰ-কলিৰ জানা সন্ধ্যা সময়ত।
কুৰেৰে থাপিলা মৎস্য মাধৱ পূৰ্বত॥

* . * * *

ঐশান্য দিশত আছে এক গিৰিবৰ।
মণিকূট নাম যাৰ নৃহি পটন্তৰ॥
সেহি গিৰিবৰে উৰ্দ্ধে কৰিলন্ত থিত।
হয়াছে মাধৱ নাম-জগতে বিদিত॥"

হাজোৰ মণিকূটত উৰ্ব (ঔৰ্ব?) ঋষিৰ আশ্ৰম আছিল। হয়, পঞ্চজন আদি অসুৰবিলাকৰ উৎপাতত তেওঁ শান্তিৰে থাকিব নোৱাৰি বিষ্ণুক তপস্যা কৰিবলৈ ধৰিলে। তেওঁৰ তপস্যাত সন্তুষ্ট হৈ বিষ্ণুৱে তেওঁক দৰ্শন দি কি বৰ লাগে বুলি সোধাত তেওঁ হয়াসুৰৰ উৎপাতৰ কথা কৈ অসুৰবিলাকক বিনাশ কৰি তেওঁক নিৰাপদ কৰিবৰ নিমিত্তে বৰ প্ৰাৰ্থনা কৰিলে। তেতিয়া বিষ্ণুৱে হয়াসুৰক খেদি নি বিশ্বনাথত বধ কৰিলে। পঞ্চজন, জৰাসুৰ আদি অন্যান্য অসুৰক মণিকূটৰ ওচৰতে বধ কৰি তেওঁ মণিকূটত অৱস্থান কৰিছিল। ত্ৰেতাত উত্তৰ কোশল ৰাজ্যত বাহু নামে এজন প্ৰবলপ্ৰতাপী সূৰ্যবংশীয় ৰজা আছিল। তেওঁ শত্ৰুপক্ষৰ লগত যুদ্ধত হাৰি ৰাজ্যভ্ৰষ্ট হৈ সপৰিবাৰে পলাই আহি উৰ্ব ঋষিৰ আশ্ৰমত বাস কৰিছিল, সেই আশ্ৰমতে তেওঁৰ মৃত্যু হয়। পাছে তেওঁৰ পুতেক সগৰে পিতৃৰাজ্য উদ্ধাৰ কৰে। তেওঁ বশিষ্ঠ মুনিৰ উপদেশ মতে পৰাজিত আৰু বন্দী ক্ষত্ৰিয়বিলাকক চুলি কটাই নৰা কৰি কামৰূপৰ পূব প্ৰান্তলৈ খেদি পঠায়। পাটকাই পৰ্বতৰ পূৰ্বে যিখন নৰা ৰজাৰ দেশ আছিল, তাৰ নৰাবিলাকেই সেই মুণ্ডিত মস্তক ক্ষত্ৰিয়সকলৰ সতি-সন্তান হ'ব পায়।

"কামৰূপ অনুসন্ধান সমিতিয়ে" প্ৰকাশ কৰা কামৰূপৰ বুৰঞ্জীৰ তৃতীয় অধ্যায়ত লিখা আছে, "পূৰ্বে সপ্তদ্বীপেশ্বৰ সগৰ ৰজাই ম্লেচ্ছৰ ৰাজাসকলক নানান্ বৰ্ণ চিহ্ন দি পৰ্বত পাহাড়লৈ খেদিলে, সেই সগৰে

নৰা ৰজাকো চুলি দাড়ি খুৰাই নৰামুৰা কৰি খেদিলে। এতেকেহে অদ্যাপিও নড়া ৰাজা, দেশকো নড়াদেশ বোলে। সেয়েই পূৰ্বদেশত শ্ৰীলৌহিত্যৰ সমীপত পৰ্বতৰ ৰজা হল।"

মহাপ্ৰলয়ত পৃথিৱী জলময় হয়। জলময় পৃথিৱীৰ যি ডোখৰ ভূমি প্ৰথমে পানীৰ মাজৰপৰা জাগি ওলায়, তাকেই পুৰাণে "অব্যক্তাৎ পৃথিৱী-পদ্মং" তাকেই আকৌ "মহাদ্যুতি কূৰ্ম" বুলিছে। পানীৰ মাজত পদুমৰ দৰে, বা কাছৰ পিঠিৰ দৰে ভূমিয়ে দেখা দিলে। পৃথিৱীৰ জলময় অৱস্থাই মৎস্য অৱতাৰ। মৎস্যাদি জলচৰ জন্তুবিলাক পানীত চৰি ফুৰিছিল। সেই জলৰাশিৰ মাজত যেতিয়া ভূমিয়ে দেখা দিলে তেতিয়া কূৰ্মঅৱতাৰ অৱতাৰণা। কূৰ্ম বুলিলে টান মাটি বুজায়।

যেতিয়া সমভূমি ওলাই তাৰ ওপৰত তৃণ আদি গজিল, অগ্ন্যুৎপাত আৰু ভূমিকম্পত ভূমিৰপৰা পৰ্বত পাহাৰ ওলাল, তেতিয়া স্থলচৰ চতুষ্পদ জন্তুৰ সৃষ্টি হ'ল। সেই অৱস্থাৰ নাম হল বৰাহ অৱতাৰ। পাছে মানুহৰ সৃষ্টি হ'ল। আদিম অৱস্থাৰ মানুহক নৰ-পশু বুলিব পাৰি। সেয়ে নৰসিংহ অৱতাৰ। পুৰাণমতে কূৰ্মৰ ওপৰত অনন্ত নাগ আছে। অনন্ত শয্যাত বিষ্ণু আছে।

"কালিকা পুৰাণ"মতে মহাদ্যুতি কূৰ্মই মণিশৈল, মণিশৈলতে অনন্ত শয্যা আৰু বিষ্ণু আছে। হাজোৰ গন্ধমাদনক মহামায়া পৰ্বতো বোলে। উক্ত পুৰাণত হাজোৰ তীৰ্থবিলাকৰ ভিতৰত অপুনৰ্ভৱ কুণ্ড, ভদ্ৰকাম পৰ্বত আৰু সেই পৰ্বতত থকা হয়গ্ৰীৱ শিলা, গোকৰ্ণ, মদনাচলৰ কেদাৰ আৰু কমল, কামদেৱ আৰু হয়গ্ৰীৱ মাধৱৰ মন্দিৰৰ পূবে কেদাৰৰ পশ্চিমে ছায়া ভোগ নামে এখন ঠাইৰ উল্লেখ আছে। ছায়াভোগত ভোগৱতী নামে এখন পুৰি আছিল। "যোগিনীতন্ত্ৰত" উল্লেখ কৰা "পৌষ্পক নগৰ" এই খনেই হ'ব পাৰ। "অপুনৰ্ভৱ কুণ্ড" আৰু হয়গ্ৰীৱ মাধৱৰ মাহাত্ম্যৰ কথা "কালিকা পুৰাণত" এই দৰে লিখা আছে,—

"যো গচ্ছেন্মণিকূটাখ্যাং কৌতুকাচ্চ পুনৰ্ভৱম্।
স সৰ্বতীৰ্থযাত্ৰানাং ফলমাপ্নোতি মানৱঃ॥
জ্যৈষ্ঠমাসি সিতে পক্ষে পঞ্চদশ্যাষ্টমীষু চ॥
স্নাত্বাপুনৰ্ভৱ জলে যঃ পশ্যেদ্বিধিৱৎ হৰিম্।
স সৰ্বং কুলমুদ্ধৃত্য বিষ্ণুসাযুজ্যমাপ্নু, য়াৎ॥
জ্যৈষ্ঠন্তু সকলং মাসং নিত্যংপশ্যেত্তু যো হৰিম্।
হৰৌ বিলীনতাং যাতি স সৰ্বৈঃ সহিতৈঃ কুলৈঃ॥
এতত্তে কথিতং পুণ্যং মণিকূটাহ্বয়ং পৰম্।
বাৰাণসীভ্যোহধিকং সিদ্ধবিদ্যাধৰাৰ্চ্চিতম্॥
যঃ পঠেৎ শৃণুয়াদ্বিপ্ৰো মণিকূটস্য নিৰ্ণয়ম্।
স সৰ্ববেদস্য ফলং প্ৰাপ্নোত্যেৱ ন সংশয়ঃ॥"

উক্ত পুৰাণৰ মতে এই মণিকূট ক্ষেত্ৰ অতি পৱিত্ৰ। এনে কি বাৰাণসীতকৈও অধিক পৱিত্ৰ। উক্ত পুৰাণত এই কথাও লিখা আছে যে নৰকাসুৰে হয়গ্ৰীৱ অসুৰৰ সাহাযাত দেৱতা আৰু মানুহবিলাকক উৎপীড়ন কৰি সাগৰত, পৃথিৱীত আৰু স্বৰ্গত যিমান মণিৰত্ন আছিল সকলোকে আত্মসাৎ কৰি লৌহিত্যৰ পাৰত মণি পৰ্বত নিৰ্মাণ কৰিছিল। সেই মণি পৰ্বতত অলকা নামে এখন পুৰীও নিৰ্মাণ কৰি অনেক সুন্দৰী দেৱ আৰু গন্ধৰ্ব্ব কন্যাক হিমালয়ৰ পৰা হৰি আনি সেই পুৰীত ৰাখিছিল।

হাজোৰ স্বৰ্গদ্বাৰৰ পৰা দেৱবান বা দেৱানগিৰি হৈ তিব্বতলৈকে অতীজত গতায়াত কৰিব পৰা বাট আছিল। এনে প্ৰবাদ আছে যে যুধিষ্ঠিৰাদি পঞ্চ-পাণ্ডৱে দ্ৰোপদীৰে স্বৰ্গ ভুমিলৈ যাত্ৰা কৰোঁতে' পূব-মুখে আহি আহি মণিকূটৰ স্বৰ্গদ্বাৰ পাই সেই স্বৰ্গ-দ্বাৰৰ বাটেদি হিমালয়লৈ গৈছিল।

এই প্ৰবন্ধত তীৰ্থবিলাকৰ দূৰত্ব বুজাবলৈ যোগিনী-তন্ত্ৰত লিখা মতে ধনু শব্দ ব্যৱহাৰ কৰা হৈছে। চাৰিহাতে এক ধনু বুলি বুজিব লাগিব। *

* আৱাহন, বহাগ ১৮৫৪, ৩য় বছৰ ৭ম সংখ্যা।

# স্বৰ্ণদী

স্বৰ্ণদী আমাৰ অসম দেশৰ এখন বিখ্যাত পবিত্ৰ সলিলা নদী। এই নদীৰ পানীত সোণৰ ৰেণু থাকে। অসম ৰজাৰ দিনত মানুহে এই নৈত সোণ কমাইছিল। কালিকা পুৰাণৰ মতে এই নৈখন দিক্কৰবাসিনী বা দিকৰং নৈৰ পূবে, দিক্কৰবাসিনী আকৌ দৰ্পণ নৈৰ পূবে। যোগিনীতন্ত্ৰত স্বৰ্ণদী আৰু স্বৰ্ণনদী এই দুয়োটা নামকে পোৱা যায়। যথা —

"পূৰ্বে সৌৰ শিলাৰণ্যং পীঠং স্বৰ্ণদী শুভা।
o o o o o
পূৰ্বে স্বৰ্ণনদীং যাৱৎ কৰতোয়া চ পশ্চিমে।"

—যোগিনীতন্ত্ৰ, উত্তৰখণ্ড

"শব্দকল্পদ্ৰুম" অভিধানত স্বৰ্ণদীৰ বিষয়ে এইদৰে লিখা আছে —

"স্বৰ্ণদী-মন্দাকিনী। ইত্যমৰঃ।
বৃশ্চিকালী। ইতি ৰাজনিৰ্ঘণ্টঃ। সিতগঙ্গা।
সা তু কামাখ্যায়াঃ পূৰ্বভাগে দিক্কৰ—
বাসিন্যাং প্ৰান্তে স্থিতা। যথা—ততঃ
পূৰ্বে কামৰূপ পীঠান্তে জগতাং প্ৰসূঃ।
জগন্মায়া মহামায়া দেৱী দিক্কৰবাসিনী।
এত যা কথিতা নদ্যঃ সকলা দক্ষিণস্ৰৱাঃ।
তাসু স্নাত্বা চ স্বৰ্গলোকমবাপ্নুয়াৎ।
প্ৰান্তে দিক্কৰবাসিন্যাঃ সদা বহতি স্বৰ্ণদী।
সিত গঙ্গাহ্বয়া লোকে সাক্ষাৎ গঙ্গা ফলপ্ৰাদ।

—কালিকাপুৰাণ

আগেয়ে কামাখ্যা বুলিলে কামৰূপ-কামাখ্যা অৰ্থাৎ গোটেই কামৰূপ ৰাজ্য বুজাইছিল। কামৰূপৰ পূৰ্ব প্ৰান্তত দিক্কৰবাসিনী। দিক্কৰৰ পূব ফালে স্বৰ্ণদী। এই দুয়োখন নৈ উত্তৰৰপৰা দক্ষিণলৈ বৈ আহিছে।

পুৰাণ আৰু তন্ত্ৰমতে দিক্কৰবাসিনী বা দিকৰং আৰু দিক্ষু বা দিখৌ নৈয়েই পুৰণি কামৰূপ ৰাজ্যৰ পূৰ্ব সীমা। যোগিনীতন্ত্ৰত লিখা আছে —

"কামৰূপে মহাপূজা সৰ্বসিদ্ধিফলপ্ৰদা।
নেপালস্য কাঞ্চনাদ্ৰিং ব্ৰহ্মপুত্ৰস্য সঙ্গমং॥
কৰতোয়াং সমাৰভ্য যাবদ্দিক্কৰবাসিনীং।
উত্তৰস্যাং কঞ্জগিৰিঃ কৰতোয়া তু পশ্চিমে॥
তীৰ্থশ্ৰেষ্ঠা দিক্ষুনদী পূৰ্বস্যাং গিৰিকন্যকে
দক্ষিণে ব্ৰহ্মপুত্ৰস্য লাক্ষায়াঃ সঙ্গমাৱধি॥
কামৰূপ ইতি খ্যাতঃ সৰ্বশাস্ত্ৰেষু নিশ্চিতঃ।"

অৰ্থাৎ উত্তৰে কাঞ্চাদ্ৰি (কাঞ্চনজঙ্ঘা) ন. হিমালয়, দক্ষিণে শীতলাক্ষাৰ লগত ব্ৰহ্মপুত্ৰৰ সঙ্গম, পশ্চিমে কৰতোয়া নৈ আৰু পূবে দিক্কৰবাসিনী আৰু দিক্ষুনৈ — এয়েই কামৰূপৰ সীমা।

পূব ফালৰ গিৰিকন্যা দিক্ষু বা দিখৌ নৈৰ অৱস্থিতি সম্বন্ধে কোনো সন্দেহ নাই। এই দিখৌ নৈৰ পাৰতে অসমৰ স্বৰ্গী ৰজাসকলৰ ৰাজধানী ৰংপুৰ আৰু গড়গাওঁ (নাজিৰা) নগৰ আছিল। ছশ বছৰীয়া আহোম ৰাজত্বৰ উঠন-পতনৰ কাহিনী এই নৈখনৰ জনা আছে। দিক্কৰবাসিনী বা দিকৰং নৈৰ সম্বন্ধে অনেকৰ মনত খুকুৰি আছে। কাৰণ দিকৰং নামে দুখন নদী আছে, দিকৰাই নামেও নদী আছে। উত্তৰ লক্ষীপুৰ মহকুমাৰ মাজেদি পুৰণি হৰমতী নগৰৰ কাষেদি এখন দিকৰং নৈ বৈ আছে। সদিয়া অঞ্চলতো এখন দিকৰং নৈ আছে। দিকৰাই নৈ দৰং জিলাত। ইয়াৰ ভিতৰত কোনখন নৈ পুৰণি ৰাজ্যৰ পূব সীমাত থকা দিক্কৰবাসিনী তাক স্থিৰ কৰা কৰ্ত্তব্য।

"দিক্কৰ" শব্দৰ অৰ্থ ডেকা, ডেকেৰুৱা অৰ্থাৎ তৰুণ। "দিক্কৰী" বুলিলে ডেকেৰী বা গাভৰু বুজায়। কালিকাপুৰাণত লিখা আছে —

"দিক্কৰত্নকণঃ প্ৰোক্তঃ তথা শঙ্কৃশ্চ দিক্কৰং।
তস্মিন্নধ্যুষিতা দেৱী তস্মাদ্দিককৰবাসিনী॥"

এই দিক্কৰবাসিনীক ললিতকান্তা বা চণ্ডীও বোলা হয়। এসময়ত উত্তৰ লক্ষীপুৰৰ দিক্ৰং নৈৰ পাৰত চণ্ডী দেৱালয় আছিল। এতিয়াও তাৰ ভগ্নাৱশেষ আছে বুলি শুনিছোঁ। এই দিক্ৰং নৈৰ পূবে সুৱৰ্ণশ্ৰী বা সোৱনশিৰী আৰু পশ্চিমে ডুৰপাং নৈ আছে। যত দূৰ অনুসন্ধান কৰা গৈছে তাৰপৰা এইটো প্ৰতীয়মান হয় যে সোৱনশিৰী নৈয়েই স্বৰ্ণদী আৰু ডুৰপাং নৈয়েই দৰ্পণ নদী। দৰ্পণ নৈৰ বিষয়ে 'শব্দকল্পদ্ৰুম" অভিধানত লিখা আছে—

দৰ্পণঃ— পৰ্বত ভেদঃ। নদ বিশেষঃ।
যথা,, ঔৰ্ব উবাচ। ততঃ পূৰ্বে মহাবাহো
দৰ্পণো নাম পৰ্বতঃ। কুৱেৰো যত্ৰ বসতি
ধনপালৈ সমং সদা॥ যস্মিন্নাস্তে মধ্যভাগে
ৰোহিণো ৰোহিতাকৃতিঃ। যস্মিংল্লোহাদিকং
স্পৃষ্টং স্বৰ্ণতাং যাতি তৎক্ষণাৎ। যন্নাতিদূৰে
স্ৰৱতি দৰ্পণো নাম বৈ নদঃ। হিমাদ্ৰি—
প্ৰভৱো নিত্যং লৌহিত্যসদৃশঃ ফলে॥
সমুৎপন্নং হি লৌহিত্যং সৰ্বৈৰ্দেৱ গণৈহৰিঃ।
সৰ্বতীৰ্থোদকৈঃ সম্যক্ স্নাপয়ামাস তং সুতম্॥
তস্য স্নানসমুদ্ভূতঃ পাপদৰ্পস্য পাটনঃ।
তেনায়ং দৰ্পণো নাম পুৰা দেৱগণৈ কৃতঃ॥
তস্মিন্ স্নাত্বা নদবৰে যোহৰ্চয়েদৰ্পণাচলে।
কুৱেৰং প্ৰতিপত্তিথ্যাং কাৰ্তিকে শুক্লপক্ষতঃ॥
স যাতি ব্ৰহ্ম সদনমিহ ভূতি শতৈৰ্যুতঃ।
—ইতি কালিকাপুৰাণে ৮১ অধ্যায়ঃ।

Dr. "Wade চাহাবৰ An Account of Assam" পুথিত ডুৰ্পাং (Doorpagn) নৈৰ উল্লেখ আছে, আৰু তাৰ পূবে থকা দিক্ৰং নৈৰ বিষয়ে এইদৰে লিখা আছে —

"The Dikrungh is one of the most remarkable rivers of Assam. It rises** in the Duffla mountains and exhibits a large stream in its course through Banphan till it reaches the Berhampooter at Naygooria Ghat. It is deep and rapid in general and considerably larger than the Teesta** in Bengal. The bed of the river is extremely uneven, being everywhere interrupted with fragments of rocks, till its nearer approach to the great stream, Although the direct distance does not exceed 25 miles, it performs a winding course of one hundred. It is navigable as far as the mountains by smaller boats during the whole year. o o o o The Dikrungh is famous both for the quality and quantity of its gold, which is of a much higher colour than the gold of the Brahmaputra and other rivers The natives have a report that during its mountainous course it is joined by a stream from the Himalaya mountains, as they suppose the gold to be formed from the snow of those mountains, they account for the pureness of the gold from the communication ooo

Its inundations must be frequent and rapid, for the native firmly believe that the Barabhuyans, or former princes of the country, having buried their wealth deep in the earth and in the numerous tanks of all sizes, which they made in various parts of the country whenever the Dikrungh receives intimations when any wealth of the kind is deposited, it rises immediately, rushes over its banks, attacks the high banks of the tanks, which it breaks down at last, and returing, drops utensils, of gold and sil ver on the ground it has Overflowed, With respect to the utensils of the precious metals found after the water, have subsideds the natives are quite positive ?

অতি পূৰ্বে ব্ৰহ্মপুত্ৰ বা লৌহিত্য মাজালীৰ*ভালেখিনি উত্তৰেহে এসুঁতীয়া হৈ বৈছিল। এতিয়াৰ বুঢ়ী সুতি নৈয়েই আগৰ লৌহিত্যৰ সুঁতি। দিক্ষু বা দিখৌ নৈ দিহিঙৰ লগত লগলাগি মাজালীৰ মাজেদি বৈ আহি দিক্ৰং নৈৰ প্ৰায় বিপৰীত ফালে লৌহিত্যত পৰিছিল। পাছে, লৌহিত্যই যেতিয়া মাজালীৰ দক্ষিণে হুলা ললে আৰু সেই পিনেই ঘাইকৈ বব ধৰিলে, তেতিয়া মাজালীৰ মাজেদি বোৱা দিখৌৰ সুঁতিটো এৰা সুঁতি হ'ল। সেই এৰা সুঁতিৰ নাম কালক্ৰমে টুনি হ'ল। 'টুনি'' নামটো 'ধুনি' শব্দৰ অপভ্ৰংশ হ'ব পায়। 'ধুনি' এটা নদীবাচক শব্দ। যেনে— সুৰধুনি।

দৰং জিলাৰ তেজপুৰ সদৰ মহকুমাত থকা দিকৰাই নদীৰ নাম পূৰ্বে 'দিক্কৰিকা' আছিল। দিক্কৰিকা আৰু দিক্কৰবাসিনী দুখন বেলেগ নৈ। দিক্কৰিকাৰ বিষয়ে কালিকাপুৰাণত লিখা আছে —

অস্তি নাটকশৈলে তু সৰো মানস সন্নিভং।
যত্ৰ সাৰ্দ্ধং শৈলপত্ৰ্যা জলক্ৰীডাং সদা হৰঃ॥
কুৰুতে নৰশাৰ্দূলঃ স্বৰ্ণপঙ্কজ শোভিতে।
তস্য পশ্চান্মধ্য পূৰ্বভাগেভ্যশ্চ সৰিৎত্ৰয়ং॥
অৱতীৰ্ণং প্ৰয়াত্যেব দক্ষিণং সাগৰং প্ৰতি।
তস্য পশ্চিম ভাগে তু নদী দিক্কৰিকাহ্বয়া।
দিগ্‌গজ ক্ষেত্ৰসংজাতা তেন দিক্কৰিকা স্মৃতা॥

নাটক পৰ্বতত থকা এট সৰোৱৰৰ পশ্চিম, মাজ আৰু পূব ফালৰপৰা তিনি-সুঁতি নৈ দক্ষিণলৈ বৈ আহিছে। দিগ্‌গজ ক্ষেত্ৰৰপৰা বৈ অহা বাৱে পশ্চিম সুঁতিক দিক্কৰিকা কোলে।

দৰং জিলাৰ মানচিত্ৰত তিনিখন দিকৰাই নৈ ওচৰাওচৰিকৈ উত্তৰৰপৰা দক্ষিণলৈ বৈ অহা দেখা যায়। পশ্চিমৰখনক ওপৰ দিকৰাই, মাজৰখনক খাৰি দিকৰাই আৰু পূবৰখনক বৰ দিকৰাই বোলে। বৰ দিকৰাইৰে এটা সুঁতিক আকৌ কাৰী দিকৰাই বোলে। এই দিক্কৰিকা বা দিকৰাই নদীক দিক্কৰবাসিনী বুলিব নোৱাৰি।

সদিয়া (সিদ্ধপুৰ) অঞ্চলত দিহঙৰ পৰা লোহিতলৈকে যথাক্ৰমে এই কেইখন ঘাই নদী আছে—
(১) দিহং (২) যমুনা (৩) ছেছেৰী (৪) দিবাং বা দিপাং (৫) দিক্ৰং (৬) কুণ্ডিল (৭) লোহিত

সদিয়াৰ দিকৰং নৈক কোনো কোনোৱে দিক্কৰবাসিনী বুলি অনুমান কৰে। কিন্তু সেইটো ঠিক নহয়। সদিয়াৰ দিক্ৰং নৈৰ পূবে কুণ্ডিল আৰু লোহিত নৈ আছে। তাৰ এখনকো স্বৰ্ণদী বুলিব নোৱাৰি। স্বৰ্ণদী উত্তৰ ফালৰ স্বৰ্ণগিৰি বা স্বৰ্গিৰিৰ মাজেদি দক্ষিণলৈ বৈ আহিছে। সেইখন দক্ষিণস্ৰৱা নদী আৰু তাৰ পূবে থকা দিক্কৰবাসিনীও দক্ষিণস্ৰৱা নদী। কুণ্ডিল আৰু লোহিত পূবৰপৰা পশ্চিমৰ ফালে বৈ আহিছে। সেই দুখন নৈৰ বিষয়ে বেলেগ পৌৰাণিক কাহিনী আছে। এতেকে উত্তৰ লক্ষীপুৰৰ দিক্ৰং নৈয়েই পূৰণি কামৰূপ ৰাজ্যৰ পূৰ্ব প্ৰান্তত থকা দিক্কৰবাসিনী, আৰু তাৰ পূবে থকা সোৱণশিৰী নৈয়েই স্বৰ্ণদী। এয়েই সিদ্ধগঙ্গা।

'অমৰকোষ'মতে স্বৰ্ণদীয়েই মন্দাকিনী, স্বৰ্গগঙ্গা, বিয়দ্‌গঙ্গা আৰু সুৰদীৰ্ঘিকা।

'শব্দৰত্নাৱলী'ত স্বৰ্ণদী বা মণ্ডাকিনীৰ নাম এইদৰে লিখা আছে—

'মন্দাকিনী, স্বৰ্গগঙ্গা, দেৱভূতিঃ, স্বৰ্ণপদ্মা, সুৰেশ্বৰী। স্বৰ্ণগঙ্গা আৰু ভাগীৰথী গঙ্গা দুখন বেলেগ নদী।

স্বৰ্ণগিৰি বা স্বৰ্গিৰি ভেদ কৰি উত্তৰে স্বৰ্ণগঙ্গা স্বৰ্লোকৰ পৰা দক্ষিণে ভূ-ভাৰতলৈ বৈ আহিছে। হিমালয়ৰ পূৰ্বাংশই স্বৰ্গিৰি, সুমেৰু বা হেমৱন্ত পৰ্বত।

স্বৰ্ণদীৰ আন এটা নাম 'কপিলধাৰা' (শব্দকল্পদ্ৰুম চাওক)। বোধ কৰোঁ এই নদীৰ পাৰত কৰ্দম ঋষিৰ আশ্ৰম আছিল আৰু সেই আশ্ৰমতে দেৱহুতিৰ গৰ্ভত কপিলদেৱৰ জন্ম হৈছিল। উত্তৰ লক্ষীপুৰত কদম নামে এটা মৌজাও আছে।

*লেখকে মাজুলীৰ সলনি মাজালী শব্দটো ব্যৱহাৰ কৰিছে — সম্পাদক, ৰচনাৱলী।

স্বৰ্ণদীৰ উৎপত্তিস্থান তিব্বত দেশ। আমাৰ অসম দেশৰ উত্তৰে হিমালয়। তাৰ উত্তৰে তিব্বত দেশ। শ্ৰীমৎ স্বামী দয়ানন্দ সৰস্বতী ৰচিত 'সত্যাৰ্থ প্ৰকাশ' পুথিৰ পৰা জনা যায় যে অতীজত তিব্বতৰ নাম ত্ৰিবিষ্টপ' আছিল, তাতে মানুহৰ আদি সৃষ্টি হৈছিল আৰু তাৰেপৰা আৰ্যজাতিয়ে আৰ্যাৱৰ্তত আহি বসতি কৰিছিল, দৃশদ্বতী নদীয়েই আৰ্যাৱৰ্তৰ পূব সীমা, আৰু ব্ৰহ্মপুত্ৰ নদেই বৈদিক যুগৰ দৃশদ্বতী নদী।

'অমৰকোষ'মতে স্বঃ, স্বৰ্গ, নাক, ত্ৰিদিৱ, ত্ৰিদশালয়, সুৰলোক, দ্যো, দিৱ আৰু ত্ৰিবিষ্টপ এই কেইটা স্বৰ্গবাচক শব্দ।

ত্ৰিবিষ্টপ বা তিব্বত আগৰ চীন সাম্ৰাজ্যৰ এখন প্ৰদেশ। চীন সাম্ৰাজ্যক Celestial Empire অৰ্থাৎ স্বৰ্গীয় সাম্ৰাজ্য বোলা হৈছিল।

শ্ৰীযুতযোগীন্দ্ৰনাথ বসু সম্পাদিত সৰল কাশীৰাম মহাভাৰতত পুৰণি ভাৰতৰ যি মানচিত্ৰ আছে, তাত তিব্বতক 'দেৱভূমি' বুলি দেখুৱা হৈছে। স্বৰ্গীয় পণ্ডিত উমেশচন্দ্ৰ বিদ্যাৰত্নৰ 'মানবের আদি জন্মভূমি' কিতাপৰ মতে তিব্বত, তাতাৰ আৰু মঙ্গলীয়া এই তিনিখন প্ৰদেশ মিলি 'ত্ৰিবিষ্টপ' বা আদি স্বৰ্গ। ত্ৰিবিষ্টপক আকৌ দ্যোঃ বা দ্যোস্থান, ডুৰাণ বা টুৰাণো বোলা হৈছিল।

মহৰ্ষি চৰকৰ 'চিকিৎসা স্থানম্' পুথিৰ পৰা জনা যায় যে হিমালয়ৰ উত্তৰে স্বৰ্গলোক আৰু তাৰে পৰা স্বৰ্গঙ্গাৰ উৎপত্তি হৈছে। স্বৰ্গঙ্গাৰ পাৰতে দেৱতা, গন্ধৰ্ব আৰু কিন্নৰসকল বাস কৰিছিল।

'বামন পুৰাণ'ত লিখা আছে—"ততোঽসুৰা যথাকামং বিহৰন্তি ত্ৰিবিষ্টপে। ব্ৰহ্মলোকে চ ত্ৰিদশাঃ সংস্থিতা দুঃখকৰ্ষিতাঃ" অৰ্থাৎ অসুৰবিলাকে পাছে (স্বৰ্গলোকত) বিহাৰ কৰিবলৈ ধৰিলে আৰু দেৱতাসকলে (যুদ্ধত হাৰি) মনৰ দুখত ব্ৰহ্মলোকত (এতিয়াৰ ব্ৰহ্মদেশত) গৈ আশ্ৰয় ললে। ব্ৰহ্মদেশো কিছুকালৰ নিমিত্তে স্বৰ্গলোকত পৰিণত হৈছিল। বেদত আছে—"প্ৰাচ্যাং দেৱাঃ।"

হিমালয়ৰ পত্নী মেনকাই জীয়েক গৌৰীক কৈছিল—

"পিতুঃ প্ৰদেশাস্তৱ দেৱভূময়ঃ।"—কুমাৰসম্ভৱ।

অৰ্থাৎ হেৰা গৌৰী, তুমি তপস্যাৰ নিমিত্তে কিয় আঁতৰলৈ যাব লাগিছে? তোমাৰ পিতাৰ এই প্ৰদেশবিলাকেই (হিমালয় প্ৰদেশেই) দেৱভূমি।

আকৌ মহাকৱি কালিদাসে লিখি গৈছে—

'অস্ত্যুত্তৰস্যাং দিশি দেৱতাত্মা হিমালয়ো নাম নগাধিৰাজঃ।'

ইয়াত পৰ্বতৰাজ হিমালয়ক দেৱতাত্মা বোলা হৈছে। সায়নাচাৰ্যই অথৰ্ববেদৰ ভাষ্যৰ এঠাইত কৈছে,—

'হিমবচ্ছিৰঃ প্ৰদেশ এব স্বৰ্গ ভূমিৰিতি প্ৰসিদ্ধঃ'। অৰ্থাৎ হিমালয় পৰ্বতৰ শিৰোদেশেই স্বৰ্গভূমি।

তিব্বতৰ মানুহবিলাকে তেওঁলোকৰ দেশখনক 'পদ' বা 'পু' বোলে। 'পদ' শব্দটো 'বিষ্ণুপদ' বা 'ইলস্পদ' শব্দৰ নতু 'পদ্ম' শব্দৰ অপভ্ৰংশ হ'ব পাৰে। 'পু' শব্দটো বোধ কৰোঁ পুষ্কৰ শব্দৰ অপভ্ৰংশ। 'দ্যো' শব্দৰ নামান্তৰ 'পুষ্কৰ'। এই পুষ্কৰ বা পদ্ম নামে ঠাইত জন্ম হোৱা বাবে সুৰজ্যেষ্ঠ ব্ৰহ্মাক 'পদ্মজন্মা' বোলে। 'গোপথ ব্ৰাহ্মণ'ত আছে -

'ব্ৰহ্ম হ বৈ ব্ৰহ্মাণং পুষ্কৰে সসৃজে।'

অৰ্থাৎ ব্ৰহ্মই সুৰজ্যেষ্ঠ ব্ৰহ্মাক পুষ্কৰত বা পদ্ম কৰ্ণিকা স্বৰূপ মেৰু পৰ্বতত সৃষ্টি কৰিলে।

"অব্যক্তং পৃথিৱী পদ্মং মেৰুপৰ্বত কৰ্ণিকাং।
তস্মিন্ পদ্মে সমুৎপন্নো দেৱদেৱশ্চতুৰ্মুখঃ॥"

—কুৰ্মপুৰাণ।

'ইলস্পদ' শব্দটো বেদত পোৱা যায়। যথা,--

'অগ্নিঃ প্ৰথমে ইলস্পদে সমিদ্ধঃ।'—ঋক্ ১।১০।২ম

অৰ্থাৎ অগ্নি প্ৰথমে ইলাৰ পদত প্ৰজ্বলিত হৈছিল।

ঋগ্বেদৰ আন এটা মন্ত্ৰত (৬।১।১০ম) আছে, —

'অগ্নিৰ্নাভা পৃথিব্যা জাতঃ পদে ইলায়াঃ।'

অৰ্থাৎ পৃথিৱীৰ নাভিস্বৰূপ ইলাৰ পদত অগ্নি উৎপন্ন হৈছে।

তিব্বতক 'বিষ্ণুপদভূমি' বুলি অন্তাপিও পণ্ডিত-সকলে কয়। ঋগ্বেদৰ ১৩।৪৯।১৬ম মন্ত্ৰৰপৰা জনা যায় অদিতিনন্দন বামন বিষ্ণুস্বৰ্লোকৰপৰা তিনিবাৰ ভূ-ভাৰতলৈ আহিছিল। বেদৰ কোনো কোনো মন্ত্ৰত বিষ্ণু প্ৰভৃতি দেৱতাসকল ঘোঁৰাত উঠি অহা আৰু নাৱেৰে নদী পাৰ হোৱাৰ কথাও আছে। বোধ কৰোঁ তেওঁলোক এবাৰ দেৱানগিৰিৰ বাটেদি হাজোৰ মণিকূটলৈ আহি তাৰপৰা অশ্বক্ৰান্তলৈ আহিছিল। হাজোৰ মাধৱ দেৱালয়ৰ সম্মুখৰ পুখুৰীটোৰ নাম বিষ্ণু সৰোৱৰ। হাজোত 'স্বৰ্গগ্ৰাম' বুলি যিটো শিলৰ সুৰঙ্গ আছে তাৰ ওচৰেদিয়েই অতি পূৰ্বে লৌহিত্য বৈছিল। 'অত্ৰখান্ত' নামৰপৰা অনুমান হয় বিষ্ণু ঘোঁৰাৰে অশ্বক্ৰান্তলৈ আহিছিল।

অগ্নিৰ এটা নাম "স্বৰ্ণদীধিতিঃ।" বোধ কৰোঁ এই স্বৰ্ণদীধিতি মহৰ্ষি অগ্নিদেৱৰ নাম। তেওঁ ভূ-ভাৰতলৈ আহি স্বৰ্ণদীৰ পাৰত সত্ৰ পাতি ঋগ্বেদৰ মন্ত্ৰবিলাক সঙ্কলন কৰিছিল। 'মানবেৰ আদি জন্মভূমি' পুথিৰ ২৬৮ পিঠিত লিখা আছে,—

"মহৰ্ষি অগ্নিদেৱ উপক্ৰত দেৱগণ সহ ভাৰতে আগমন কৰিলে, তৎপৰ শিৱ এই পদে বৃত হয়েন, তখন তাঁহাৰ নাম ও অগ্নি হয়, তজ্জন্য শিৱসম্ভূত কাৰ্ত্তিকেয়ৰ নাম অগ্নিভূ।"

উক্ত পুথিত আকৌ লিখা আছে,—

"তিব্বতেৰ অগ্নিদেৱ ভাৰতে প্ৰবেশ কৰিয়াছিলেন। তিনি ভাৰত হইতে ঋগ্বদেৰ মন্ত্ৰ সমাহাৰ কৰেন। তিব্বতেৰ ভাষাও সংস্কৃত হইতে বেশী দূৰ নহে। আচাৰ-ব্যৱহাৰগত সাম্যও ছিল, কালে বৌদ্ধধৰ্ম সে সাম্যৰ বিধ্বংস ঘটাইয়াছিল।"

ব্ৰহ্মপুত্ৰ নদৰ যি অংশ বিষ্ণুপদভূমি তিব্বতৰ মাজেদি বৈ আহিছে, সেই অংশক তিব্বতৰ মানুহে স্বানপু বোলে। "স্বানপু" শব্দটো "স্বৰ্ণপন্থাৰ" অপভ্ৰংশ হ'ব পাৰে। কোনো কোনোৰ মতে "শান্তনুপুত্ৰ'ৰ পৰা শ্যানপু বা স্বানপু হৈছে। সি যি হ'ক, স্বানপুৰ সুঁতি এটা পথ্যাস্বস্তি বা পাটলি হ্ৰদত পৰি সেই হ্ৰদটোক পানীৰে ওপোচাই তাৰপৰা সুঁতিটো দক্ষিণফালে বৈ আহি মিৰি-দফলা পৰ্বত ভেদ কৰি উত্তৰ লক্ষীপুৰৰ মাজেদি গৈ লৌহিত্যত পৰিছে। স্বানপুৰ এই সুঁতিটোকে স্বৰ্ণদী, স্বৰ্ণনদী, স্বৰ্গঙ্গা বা মন্দাকিনী বোলে। আমি তাকে এতিয়া সোৱনশিৰী বোলোঁ। সোৱনশিৰীক ব্ৰহ্মপুত্ৰী অৰ্থাৎ ব্ৰহ্মাৰ কন্যাও বোলা হয়। ব্ৰহ্মপুত্ৰী, ব্ৰহ্মী পথ্যাস্বস্তি, বাকদেৱী, বাণী এইবিলাক সৰস্বতীৰে নাম। 'শব্দকল্পদ্ৰুম' অভিধানৰপৰা জনা যায় যে 'সৰস্বতী' এটা নদীবাচক শব্দ। পথ্যাস্বস্তি এগৰাকী বিদুষী দেৱী।

'কৌষিতকী' বা 'শাঙ্খ্যায়ন ব্ৰাহ্মণ' নামে পুথিত "পথ্যাস্বস্তি"ৰ বিষয়ে এটা মন্ত্ৰ আছে। মূইৰ ছাহাবে সেই মন্ত্ৰৰ ইংৰাজী অনুবাদত কৈছে —

"Pathyaswasti (a goddess) knew the northern region Now Pathyaswasti is VACH (the goddess of speech) Hence in the northern region speech is better known and better spoken and it is to the north that men go to learn speech, it is said that men listen to the instructions of any one who come from that quarter, for that is renowned as the region of speech"

অৰ্থাৎ উত্তৰ দিশ পথ্যাস্বস্তিৰ জনা আছিল। পথ্যাস্বস্তিয়েই বাগ্দেৱী। সেই নিমিত্তে উত্তৰ ফালেই বাক্য ভালৰূপে জনা আৰু কোৱা হয়, আৰু লোকেও উত্তৰ ফালে ভাষা শিকিবলৈ যায়। এনে প্ৰবাদ আছে যে যি সেই দিশৰপৰা আহেঁ লোকে তেওঁৰ উপদেশ আগ্ৰহেৰে শুনে। কাৰণ সেই দিশ বাক্যৰ দিশ বুলি প্ৰখ্যাত।

অতি পূৰ্বে সোৱনশিৰী নৈৰ পাৰে পাৰে তিব্বতলৈকে অহা যোৱা কৰিব পৰা বাট আছিল। সেই বাটৰ নাম পথ্যাস্বস্তি পন্থা আছিল। উত্তৰ লক্ষীপুৰৰ "পথালিপাম" বোধ কৰোঁ "পথ্যাস্বস্তি পন্থা" শব্দৰ অপভ্ৰংশ।

নিঘণ্টুৰ টীকাকাৰ দেৱৰাজ যজ্বাই কৈছে,—

"পন্থতে ভংস্থানিভিৰিতি পন্থা অন্তৰিক্ষং তত্ৰ ভৱ পথ্যা। সুশোভনা অস্তি ৰসবত্তয়া যস্তাঃ সা স্বস্তি।"

ইয়াক অন্তৰিক্ষ শব্দৰ দ্বাৰা স্বৰ্গ আৰু ভূ-ভাৰতৰ মাজৰ হিমপ্ৰধান ঠাই বুজিব লাগিব। সেই ঠাইক আপঃ বা আপস্থান বোলা হৈছিল। উত্তৰ লক্ষ্মীপুৰৰ আপাটানাং ঠাইখন 'আপস্থান'ৰ অপভ্ৰংশ হব পাৰে। অন্তৰিক্ষ বা আপস্থানৰ মাজেদি স্বৰ্গলোকলৈ যোৱা বাটৰ নাম পথ্যা আৰু তাৰ কাষতে স্বস্তি নামে বিহ্গীৰ নিবাস। পাটলি হ্ৰদৰ পাৰত তিব্বতলৈ যোৱা বাটৰ কাষত বাগ্‌দেৱী স্বস্তি আছিল।

ঋগ্বেদত যিবিলাক নদীৰ নাম পোৱা যায় তাৰ ভিতৰত স্বৰ্ণদী বা মন্দাকিনী নাম নাই। বোধ কৰোঁ বৈদিক যুগত নদীৰ নাম সৰস্বতী আছিল। অথৰ্ব-বেদত তিনিখন সৰস্বতী নদীৰ উল্লেখ আছে। আমাৰ স্বৰ্ণদী বা সোৱনশিৰী সেই তিনিখনৰ ভিতৰত আদি সৰস্বতী হ'ব পাৰে।

ঋগ্বেদত আছে,—

"নিত্বা দধে বৰে আপৃথিব্যাঃ
ইলায়াস্পেদ সুদিনত্বে অহ্নাম।
দৃশদ্বত্যাং মানুষে আপয়ায়াং
সৰস্বত্যাং ৰেৱদগ্নে দিদীহি।"—৪।২৩ সূ-৩ম

—হে অগ্নি, সুদিনত ইলাৰূপ পৃথিৱীৰ উত্তম পৱিত্ৰ ঠাইত তোমাক স্থাপন কৰিছোঁ। হে অগ্নি, তুমি দৃশদ্বতী, আপয়া আৰু সৰস্বতীৰ পাৰত থকা মানুহৰ ঘৰত প্ৰজ্বলিত হোৱা আৰু ধন দান কৰা।

সায়নৰ ভাষ্যত লিখা আছে—

"মহৰ্ষয়ঃ সৰস্বতীতীৰে খলু যজ্ঞাদি কৰ্মাণি অকাৰ্ষুঃ। তথা চ ব্ৰাহ্মণম্ 'ঋষযো বৈ সৰস্বত্যাং সত্ৰমাসত'।"

—মহৰ্ষিসকলে সৰস্বতীৰ পাৰত যজ্ঞাদি কৰ্ম কৰিছিল। বেদৰ ব্ৰাহ্মণকাণ্ডত লিখা আছে যে ঋষিসকলে সৰস্বতীৰ পাৰত সত্ৰ পাতিছিল।

ব্ৰহ্মপুত্ৰৰ যি ছোৱা আবৰ পৰ্বতৰ মাজেদি বৈ আহিছে, আমি তাক দিহং বোলোঁ। 'দিহং' দৃশৎ শব্দৰ অপভ্ৰংশ হ'ব পাৰে। 'দৃশৎ' শব্দৰ অৰ্থ পাষাণ' শিল। দিহং নৈ শিলনিৰ মাজেদি বৈ আহিছে। এই দিহং নৈয়েই বৈদিক কালৰ দৃশদ্বতী বুলি বোধ হয়।

সৰস্বতী, সিন্ধু, আপগা, হ্লাদিনী এইবিলাক নদীবাচক শব্দ ('শব্দকল্পদ্ৰুম'ত লিখ 'নদী' শব্দ চাওক)।

ঋগ্বেদৰ সপ্তম মণ্ডলৰ ৯৫ সূক্তৰ দ্বিতীয় ঋকৰ পৰা জনা যায় যে সৰস্বতী নদী হিমালয় পৰ্বতৰ মাজেদি বৈ আহি সমুদ্ৰত পৰিছিল। কিন্তু আমাৰ স্বৰ্ণদী বৰ্ত্তমান কালত সমুদ্ৰত নপৰি লৌহিত্যত পৰিছে। শ্ৰীযুত অবিনাশচন্দ্ৰ দাস এম-এ, বি-এল মহাশয়ে লিখা আৰু কলিকতা বিশ্ববিদ্যালয়ে প্ৰকাশ কৰা Rig-Vedic India (ঋগ্বেদৰ সময়ৰ ভাৰতবৰ্ষ) নামে পুথিৰপৰা জনা যায় যে বৈদিক যুগত অসম উপত্যকাৰপৰা আৰম্ভ কৰি ৰাজপুতনাৰ মৰুভূমিলৈকে হিমালয়ৰ দক্ষিণে ভাৰতবৰ্ষৰ ভিতৰত এখন ভূমধ্য সাগৰ আছিল। আমাৰ গাৰোপাহাৰ সেই সাগৰৰ দাঁতিত উপদ্বীপৰ দৰে আছিল। তেওঁৰ পুথিত এখন মানচিত্ৰ দি সেই সমুদ্ৰখন দেখুৱাইছে। বোধ কৰোঁ ৰামায়ণত উল্লেখ কৰা লোহিত সমুদ্ৰ এইখনেই আছিল। সেই যুগত সৰস্বতী নদী এতিয়াৰ দৰে লৌহিত্যত নপৰি সম্ভৱতঃ একেবাৰে লোহিত সাগৰত গৈ পৰিছিল। ঋগ্বেদে সৰস্বতীক 'সিন্ধু মাতা' বুলিছে। ইয়াৰপৰা বুজা যায় যে সেই কালৰ সকলো নদীৰ ভিতৰত সৰস্বতী প্ৰধানা আছিল, অৰ্থাৎ সৰস্বতীৰ সমান ডাঙৰ নদী নাছিল।

সৰস্বতী নদী সম্বন্ধে ঋগ্বেদত থকা কেইটামান মন্ত্ৰৰ অৰ্থ তলত দিয়া হ'ল।

"এই সৰস্বতী মৃণালখননকাৰীৰ নিচিনাকৈ প্ৰবল আৰু বেগী তৰঙ্গবিলাকেৰে সৈতে পৰ্বতৰ উৰু ভাঙ্গি বৈছে" —ঋক্ ২।৬১ সূ।৬ মণ্ডল

আমাৰ স্বৰ্ণদীও শিলনি পৰ্বত ভাঙ্গি অতি বেগেৰে ভৈয়ামলৈ বৈ আহিছে।

"সপ্তভগিনীসম্পন্না ( সপ্তনদীৰূপা ), ঋষিসকলৰ দ্বাৰা সম্যকৰূপে সেৱিতা আমাৰ প্ৰিয়তমা সৰস্বতী দেৱী যেন চিৰকাল আমাৰ স্তুতিভাজন হৈ থাকে।"

—ঋক্ ১০।৬।১৬

"হে সৰস্বতী, তুমি আমাক চহকী কৰাঁ। তুমি আমাক হীন নকৰিবা। অধিক পানীৰ দ্বাৰা আমাক উৎপাড়ন নকৰিবা। তুমি আমাৰ বন্ধুতা আৰু ঘৰ স্বীকাৰ কৰা। আমি যেন তোমাৰ ওচৰৰপৰা নিকৃষ্ট ঠাইলৈ যাব নেলাগে।' —ঋক্ ১৪।৬১।৬ম

হে বশিষ্ঠ, তুমি নদীসকলৰ ভিতৰত বলৱতী সৰস্বতাৰ উদ্দেশ্যে ডাঙৰকৈ স্তোত্ৰ গান কৰা, স্বৰ্গ আৰু পৃথিৱীজুৰি অৱস্থান কৰা সৰস্বতীকেই নির্দোষ স্তোত্ৰ দ্বাৰ পূজা কৰাঁ।' —ঋক্ ১।৯৬।৭ম

আমাৰ স্বৰ্ণদীৰো এছোৱা স্বৰ্গত ( তিব্বতত ) আৰু এছোৱা ভূ-ভাৰতত।

'হে শুভ্ৰবৰ্ণা সৰস্বতী, তোমাৰ মহিমাত মনুষ্যসকলে উভয়বিধ অন্ন প্ৰাপ্ত হয়। তুমি ৰক্ষাকাৰিণী হৈ আমাক জানিবলৈ দিয়া। মৰুৎগণৰ সহায় হৈ তুমি হৱিষমানসকলৰ ওচৰলৈ ধন পঠাই দিয়া" ।—

ঋক্ ২।২৬।২ ম

আমাৰ স্বৰ্ণদীৰ যি ছোৱা উত্তৰ লক্ষ্মীপুৰ মহকুমাৰ মাজেদি বৈ গৈছে, তাৰ দুয়ো পাৰে উভয় বিধ অন্ন অৰ্থাৎ আহু আৰু শালিধানৰ খেতি হয়। সম্ভৱতঃ এতিয়াও মিৰিবিলাকেই আগৰ মৰুৎগণৰ বংশধৰ। মৰু মেৰু, নগ এইবিলাক পৰ্বতবাচক শব্দ।

"কল্যাণী সৰস্বতীয়ে কেৱল কল্যাণেই কৰক শোভনগামিনী আৰু অন্নৱতী হৈ আমাৰ প্ৰজ্ঞা উৎপাদন কৰক। আমি জমদগ্নিৰ নিচিনাকৈ স্তৱ কৰিলে, তুমি বশিষ্ঠৰ উপযুক্ত স্তৱ লাভ কৰা।" —ঋক ৩।২৩।৭ ম

"এই সৰস্বতীয়ে অয়োনির্মিত পুৰীৰ দৰে ( অৰ্থাৎ অতি নিৰাপদে ) ধাৰয়িত্ৰী হৈ ধাৰক পানীৰে সৈতে প্ৰধাৱিতা হৈছে। তেওঁ আন সমস্ত বৰলগীয়া পানাক মহিমাৰ দ্বাৰা বাধা প্ৰদান কৰি বাটৰ নিচিনাকৈ গতি কৰিছে।" —— ঋক্ ১।৯৫।৭ ম

এই মন্ত্ৰৰপৰা বুজা যায় যে তিব্বতৰ প্ৰায় সমস্ত জলৰাশি সৰস্বতীয়ে ধাৰণ কৰিছিল।

ঋগ্বেদত সৰস্বতীক সপ্তথী বুলি উল্লেখ কৰা আছে। কোন কোন সাতখন নদী মিলি সৰস্বতী সপ্তথী হৈছিল তাক নির্ণয় কৰা টান। কিন্তু সেই সাত খন নদীৰ ভিতৰত দৃশদ্বতী, আপয়া আৰু সৰস্বতী যে আছিল তাত সংশয় নাই। সম্ভৱতঃ দিহং নদীয়েই দৃশদ্বতী।' দিবাং বা দিপাং নৈয়েই দিব্য আপয়া বা আপয়া নৈ। বেদত উল্লেখ কৰা ক্ৰমুনদী সদীয়াৰ দিকৰং বা দিহিং নৈ হ'ব পাৰে। দিহিং নৈৰ ওপৰ ছোৱাক সেই ফালৰ মানুহে কৰেমপানী বোলে; দিহিং নোবোলে। কৰেমপানীৰ 'কৰেম' শব্দটো 'ক্ৰমুৰ' অপভ্ৰংশ যেন লাগে। লোহিত নৈৰ ওপৰছোৱাৰ নাম 'নামকুৰা'। টাই ভাষাত নদীক 'নাম' বোলে। 'নামকুৰা' বুলিলে 'কুঁৰা নদী' বুজিব লাগিব। এতেকে বেদৰ 'কুভা নদী', কুঁৰা বা লোহিতৰ পূৰ্বাংশ হব পায়। দিক্ষু নদীয়েই সম্ভৱতঃ বেদৰ যক্ষু নদী। কছাৰী বা বৰো ভাষাত 'দি' বুলিলে নদী বুজায়। কছাৰীৰ ৰাজত্ব কালত প্ৰায় নদীৰ নামৰ আগত 'দি' শব্দ প্ৰয়োগ কৰা হৈছিল। যেনে— দিহিং, দিচাং, দিখৌ, দিচৈ, দিগাৰু ইত্যাদি। বেদৰ কুলিশী নদীখন কামৰূপৰ দক্ষিণ পাৰে থকা কুলিহী বা কুলছি নদী হ'ব পায়। বেদৰ ২।১ ঠাইত মাথোন গঙ্গা আৰু যমুনা নদীৰ উল্লেখ আছে। সেই গঙ্গা বোধ কৰো দৰং জিলাৰ বুঢ়া গঙ্গা বা বুঢ়ী গঙ্গা। অতিপূৰ্বে বুঢ়ী গঙ্গা আৰু বৰগা একেলগে একে সুঁতি হৈ বিশ্বনাথলৈকে বৈছিল। বেদোক্ত যমুনা নগাওঁ জিলাৰ যমুনা নৈ হব পাৰে। কালিকা পুৰাণৰ ৮১ অধ্যায়ত এই যমুনা নৈ খনক দিব্য যমুনা বোলা হৈছে। যথা—

"মহতী দিব্য যমুনা যমুনাবৎ ফলপ্ৰদা।
দক্ষিনাদ্ৰি সমুদ্ভূতা দক্ষিণোদধিগামিনী॥"

কালিকা পুৰাণে লৌহিত্যক 'লোহিত গঙ্গা' বুলিছে। যথা—

"তস্যাপি সৰস্তীৰং সমুত্থায় মহাবলঃ।
কুঠাৰেণ দিশং পূৰ্বমনয়দ্ ব্ৰাহ্মণঃ সুতম্॥
ততোঽপৰত্ৰাপি গিৰিং হেমশৃঙ্গ বিভিদ্য চ।
কামৰূপান্তৰং পীঠমবাহযদমুং হৰিঃ॥
তস্য নাম বিধিশ্চক্ৰে স্বয়ং লোহিতগঙ্গকম্।
লোহিত্যাৎ সৰসো জাতো লৌহিত্যাখ্যস্ততোঽভবৎ॥
স কামৰূপমখিলং পীঠমাপ্লাব্যবাৰিণা।
গোপয়ন্ সৰ্বতীৰ্থানি দক্ষিণং যাতি সাগৰম্॥
প্ৰাগেব দিব্যযমুনাং সংত্যক্ত্বা ব্ৰাহ্মণঃ সুতঃ।
পুনঃ পততি লৌহিত্যো গত্বা দ্বাদশযোজনম্॥'

কল' নৈন নামেনি ছোৱাকো দিব্যযমুনা বুলিব পাৰি। তাক অনুসন্ধান কৰিলে বেদত উল্লেখ আন আন নদীবিলাকৰো স্থান নিৰ্ণয় কৰা টান নহব। পৌৰাণিক যুগত অনেক নদীৰ নাম সলনি হয় আৰু কামৰূপৰ তীৰ্থবিলাককো গোপন কৰা হয়।

আইনামত গোপিনীসকলে "আইৰে সাতে ভনী" বুলি যি নাম গায়, তাৰ পৰা সাতজনা নদীদেৱতাক স্তুতি কৰা বুজিব পাৰি।

শব্দকল্পদ্ৰুম অভিধানত লিখা আছে যে দৃশদ্বতী নদীয়েই আৰ্য্যাৱৰ্ত্তৰ পূব সীমা। সেই অভিধানত লৌহিত্যৰ বিষয়ে লিখা আছে—

"লৌহিত্যঃ—নদভেদ। স চ ব্ৰহ্মপুত্ৰঃ। ইতি মেদিনী। সাগৰঃ। ইতি শব্দমালা।"

ধুবুৰীৰ দক্ষিণৰপৰা ব্ৰহ্মপুত্ৰৰ যি ছোৱা বঙ্গদেশৰ মাজেদি বৈ গৈ গঙ্গানদীৰ লগত মিলিছে, সেই ছোৱাৰ নাম যমুনা। এই নাম কিয় হ'ল সেইটোও ভাবিব লগীয়া কথা।

মনুসংহিতাত আছে—

"সৰস্বতী দৃশদ্বত্যোৰ্দেৱ নদ্যোৰ্যদন্তৰম্।
তং দেৱনিৰ্মিতং দেশং ব্ৰহ্মাৱৰ্ত্তং প্ৰচক্ষতে॥"
১৭—২ অধ্যায়।

সৰস্বতী আৰু দৃশদ্বতী এই দুখন দেৱনদীৰ মাজত থকা দেৱনিৰ্মিত দেশখনৰ নাম ব্ৰহ্মাৱৰ্ত্ত। আজিকালি মাজুলীৰ উত্তৰৰ ব্ৰহ্মপুত্ৰৰ বা লৌহিত্যৰ সুঁতিৰ লগত স্বৰ্ণদী বা সোৱনশিৰী আহি মিলিছে। মাজুলীত আমাৰ প্ৰধান প্ৰধান সত্ৰবিলাক আছে। এতেকে মাজুলীকে ব্ৰহ্মাৱৰ্ত্ত বুলিব পাৰি। ব্ৰহ্মাণাম্ আৱৰ্ত্তঃ ব্ৰহ্মাৱৰ্ত্তঃ। আ-সমাক+বৰ্ত্তুস্থে, ব্ৰহ্মাঃ অত্ৰ=ব্ৰহ্ম,ৱৰ্ত্তঃ। ব্ৰহ্ম অৰ্থাৎ বেদজ্ঞ ঋষিসকলে যি ঠাইত সত্ৰ পাতি যজ্ঞাদি কৰি সুবসমে প্ৰাণ প্ৰৱৰ্ত্তন কৰিছিল তাৰ নাম ব্ৰহ্মাৱৰ্ত্ত। সম্ভৱতঃ বৈদিক যুগত স্বৰ্ণদী বা সৰস্বতী আৰু দৃশদ্বতী বা ব্ৰহ্মপুত্ৰ এই দুয়োখন নৈ কিছুদূৰ সমান্তৰালভাৱে বৈ গৈ লৌহিত্য সাগৰত পৰিছিল। *

* আৱাহন, জেঠ ১৮৫২ শক, ১ম বছৰ ৮ম সংখ্যা।

# পুৰণি কথা

## (১)

**বৈদ্যৰগড়** ঃ– কামৰূপ জিলাৰ ৰঙিয়া থানাৰ এলাকাত "বৈদ্যৰগড়" নামে এটা ডাঙৰ গড় আছে। নগাওঁ জিলাৰ মায়ং (মায়ন ?) মৌজাতো এটা পুৰণিকলীয়া গড় আছে। বাবু ৰাখালদাস বন্দোপাধ্যায়ৰ "বাঙ্গালাৰ ইতিহাস'ৰপৰা জনা যায় যে গৌড়েশ্বৰ ৰামপালৰ ৰাজত্বৰ কালত তেওঁৰ সেনাপতি মায়নে আৰু কুমাৰ পালৰ ৰাজত্বৰ কালত তেওঁৰ সেনাপতি বৈদ্যদেৱে কামৰূপ ৰাজ্য জয় কৰিছিল। তেওঁলোকে যি গড় নিৰ্মাণ কৰাই যুদ্ধ কৰিছিল সেই গড়ৰ নাম তেওঁলোকৰ নামানুসাৰেই ৰখা হৈছিল। "মায়ং" নামটো বোধ কৰোঁ "মায়ন'ৰ অপভ্ৰংশ। ৰঙিয়াৰ গোড়েশ্বৰ'ৰ নাম সম্ভৱতঃ 'গৌড়েশ্বৰ' আছিল।

**হৰ্ষদেৱ** ঃ— উক্ত "বাঙ্গালাৰ ইতিহাস'ত লেখা আছে যে অষ্টম শতিকাৰ প্ৰথম ভাগত গৌড়,

ওড্র )উড়িষ্যা, কলিঙ্গ আৰু কোশল দেশ কামৰূপৰ ৰজা হৰ্ষদেৱৰ অধীনত আছিল।

**চাউলিস্থান** :— ১৩৫৭ খৃষ্টাব্দত ছিকন্দৰ শ্বাহে গৌড়ৰপৰা আহি কামৰূপ ৰাজ্য জয় কৰিছিল। তেওঁ সসৈন্যে কামৰূপৰ উত্তৰ কূলেদি আহোঁতে বাটতে তেওঁৰ চাউল টুকাইছিল। কিন্তু যি নৈয়েদি তেওঁ বৰপেটাৰ ফালৰপৰা হাজোলৈ আহিছিল, সেই নৈৰ দুয়োপাৰৰ গাওঁবিলাকত অপৰ্যাপ্ত চাউল পাইছিল আৰু অনেক ধাননি পথাৰ দেখা পাইছিল। তেওঁ ভৱিষত কামৰূপৰ নাম "চাউলিস্থান" আৰু সেই নৈখনৰ নাম "চাউলখোৱা" ৰাখিছিল। তেওঁ কামৰূপত নিজৰ নামে যিবিলাক মোহৰ মৰাইছিল তাতো কামৰূপৰ নাম "চাউলিস্থান বুলিহে অঙ্কিত কৰাইছিল। কালক্ৰমে "চাউলিস্থান" নামে লোপ পালেও নৈখনৰ নাম "চাউলখোৱা" আজিলৈকে বৈ গ'ল। গৌড়ৰপৰা অহা মুছলমানসকলকে আমাৰ দেশৰ মানুহে "গৌড়ীয়া বা গড়িয়া" বুলিছিল।

**বল্লভা বা বল্লিয়া নৈ** : বড়িয়া থানাৰ এলাকাত বল্লিয়া বা বৰ্লিয়া নামে এখন নৈ আছে। সেই নৈখনক হাজোৰ ওচৰত 'হাজো সুঁতি" আৰু বৰপেটা এলাকাত "চাউলখোৱা" বোলে। 'চাউলখোৱা" নৈ মানাহত পৰিছে। "যোগিনীতন্ত্ৰ" মতে এই নৈখনৰ আচল নাম আছিল "বল্লভা"। উক্ত তন্ত্ৰত লিখা আছে :-

"ততঃ প্ৰভাতে দেৱেশি মণিকূটস্য উত্তৰে।
বল্লভাখ্যা নদী পুণ্যা সৰ্বপাপপ্ৰমোচনী ॥
তত্ৰ স্নাত্বা চতুৰ্দশ্যাং মাঘে বা ফাল্গুনেঽথবা।
বল্লভায়াঞ্চ দেৱেশি মহাপাতকনাশনং।"

**ধৰ্মা দেশ** :— তিব্বতৰ মানুহে ভোটানক "ধৰ্মা" (ধৰ্মাৰণ্য ? ) আৰু সেই দেশৰ ৰজাক "ধৰ্মৰাজা" বোলে। শিলত কটা খোপা বা গুহাবিলাকক তিব্বতৰ মানুহে "গুম্ফা" বোলে।*

( ২ )

**আকাশ পৰ্বত**। দৰং (দ্যোঃ + অঙ্গ = দৌৰঙ্গ ) জিলাৰ উত্তৰে আকা পৰ্বতমালা আছে। এই পৰ্বতমালাক হিমালয়ৰ ঠাল-ঠেঙুলী বুলিব পাৰি। ইয়াৰ ওপৰত সুন্দৰ মালভূমি (Table land) আছে। ইয়াত থকা আবৰী মানুহবিলাকক আমি আকা বোলোঁ। কিন্তু সিহঁতে নিজক "হ্ৰুষ্ক" বুলিহে চিনাকি দিয়ে, আৰু কয় যে সিহঁত বাণাসুৰৰ নাতি ভালুকৰ বংশধৰ। আকা পৰ্বতৰ দক্ষিণ দাঁতিত 'ভালুকপুং" নামে এখন পুৰণি নগৰৰ ভগ্নাৱশেষ আছে। হ্ৰুষ্কহঁত থকা পৰ্বতমালাৰ নাম আকাহ বা আকা। "আকাশ" শব্দৰ অপভ্ৰংশত সেই নাম হোৱা যেন মনে ধৰে। ভুবঃ বা অন্তৰীক্ষলোকৰ এডোখৰ ঠাইক বৈদিক যুগত "আকাশ" বোলা হৈছিল। পৰাশৰে কৈছে,— "পিতৃণাংস্থান মাকাশং দক্ষিণা দিক্ তথৈবচ।" অৰ্থাৎ পিতৃসকল থকা ঠাইৰ নাম আকাশ, সেই আকাশ স্বৰ্গলোকৰ দক্ষিণে আছিল। এই 'আকাশ' নভোমণ্ডল নহয়। ভৌম স্বৰ্গ আৰু ভূলোকৰ মাজত থকা অন্তৰীক্ষলোকৰ এডোখৰ ঠাই। হিন্দুশাস্ত্ৰ মতে ভৌম স্বৰ্গ হিমালয়ৰ উত্তৰে। তিব্বত তাতাৰ, মঙ্গলিয়া, আৰু চীনক এতিয়াও মানুহে Celestial Empire বা স্বৰ্গৰাজ্য বোলে। সায়নাচাৰ্যই অথৰ্ববেদৰ ভাষ্যত কৈছে, "হিমবচ্ছিৰঃ প্ৰদেশ এব স্বৰ্গভূমিৰিত প্ৰসিদ্ধিঃ।" অথাৎ হিমালয়ৰ শিৰোদেশেই স্বৰ্গভূমি বুলি প্ৰসিদ্ধ। যুধিষ্ঠিৰে হিমালয়ৰ বাটেদি স্বৰ্গলৈ গৈছিল। তিব্বতৰ দক্ষিণে হিমালয় পৰ্বত শাৰী আছে। তিব্বতৰ উত্তৰেও এশাৰী হিমালয় পৰ্বত আছে। য়ুৰোপীয় পণ্ডিতসকলে সেই শাৰী পৰ্বতক Trans-Himalya বোলে। অমৰকোষ মতে স্বঃ, স্বৰ্গ, নাক, ত্ৰিদিৱ, ত্ৰিদশালয়, সুৰলোক, দ্যো, দিৱ আৰু ত্ৰিপিষ্টপ, এই কেইটা শব্দ স্বৰ্গবাচক। বৈদিক কোষ নিঘন্টু মতে অম্বৰ, বিয়ৎ, ব্যোম্, বৰ্হিঃ ধন্ব, অন্তৰীক্ষ, আকাশ, আপঃ পৃথিৱী, ভূঃ বা ভূস্, স্বয়ম্ভু, অধ্বা, পুষ্কৰ বা পদ্ম, সগৰ, সমুদ্ৰ, আৰু অধ্বৰ, এই ষোলটা শব্দ অন্তৰীক্ষ বা ভুবৰ্লোক বাচক।

* অৰ্ঘ্য, বহাগ ১৮৮৫, ১ম বছৰ ৫ম ৬ষ্ঠ সংখ্যা।

"আকাশ" বা "আকা" পৰ্বতমালা হিমালয়ৰ দক্ষিণে। সম্ভৱতঃ বৈদিক কালত পিতৃসকল আকা পৰ্বতত কিছুকাল বাস কৰিছিল। অথৰ্ব্ব বেদত লিখা আছে—

"কৃম্বে পন্থা° পিতৃয়ু যঃ স্বৰ্গঃ।"

অৰ্থাৎ আমি পিতৃলোকলৈ যাবলৈ বাট তৈয়াৰ কৰিছোঁ যি পিতৃলোক আৰু স্বৰ্গ অভিন্ন। বোধ কৰোঁ, আকা পৰ্বতৰ পৰা স্বৰ্গলৈ ত্ৰিপিষ্টপ বা তিব্বতলৈ) অহা যোৱা কৰা বাট আছিল।

সদিয়া অঞ্চলৰ বামপুৰ, বুঢ়াবুঢ়ী বা বহিঃ দেৱালয়, পৃথিৱীনগৰ-পদ°, আবৰ আৰু আপাতানা° আদি ঠাইৰ নামৰ লগত ভুৱলোকবাচক ব্যোম, বৰ্হিঃ, পৃথিৱী, অধ্বৰ আপঃ বা আপস্থান° শব্দৰ মিল দেখা যায়।

**ধৰ্মৰাজা**—শ্ৰীযুক্ত উমেশচন্দ্ৰ বিদ্যাৰত্ন ৰচিত 'মানবেৰ আদি জন্মভূমি" নামে পুথিত লিখা আছে

"কৃষ্ণ যজুঃ বলিতেছেন যে—

"অগ্নিৰ্ভূতান মধিপতিঃ বায়ুৰন্তৰীক্ষস।"

"সূৰ্য্যো দিবঃ, চন্দ্ৰমা নক্ষত্ৰানা°।"

"অগ্নি বা শিব ভূত অৰ্থাৎ ভূটানীদিগেৰ মহৰ্ষি বায়ুদেব অন্তৰীক্ষেৰ সূৰ্য্য দিবস, এবং অত্ৰিনন্দন চন্দ্ৰ নক্ষত্ৰনামা।

গ্ৰহবিপ্ৰদেবগণেৰ আধিপত্য প্ৰাপ্ত হয়েন।"

* * * *

"মহৰ্ষি অগ্নিদেব উপদ্ৰুত দেবগণসহ ভাৰতে আগমন কৰিলে, তৎপৰ শিব এই পদে বৃত হয়েন, তখন তাঁহাৰ নামও অগ্নি হয় তজ্জন্য শিবসম্ভূত কাৰ্ত্তিকেয়েৰ নাম অগ্নিভূ।'

"কৃষ্ণ যজুঃ স্থানান্তৰে বলিতেছেন,

"অগ্নিৰ্ভূতানামধিপতিঃ, স মা° অৱতু।"

"অগ্নিভূত বা ভূটীয়াগণেৰ অধিপতি, তিনি আমাকে ৰক্ষা কৰুণ।" (৫০ পৃঃ)

অন্তৰীক্ষ বা ভুৱঃ লোকৰ একাংশৰ নাম ভুঃ-ভূস্থান বা ভূতস্থান আছিল। সম্ভৱতঃ ভূস্থান বা ভূতস্থান শব্দৰ পৰাই ভূটান শব্দৰ উৎপত্তি হৈছে। তিব্বতৰ মানুহবিলাকে ভূটানক ধৰ্মাদেশ (ধৰ্মাৰণ্য) আৰু ভূটানৰ ৰজাক ধৰ্ম্ম ৰাজা বোলে। শিব আৰু যমৰ এটা উপাধি "মৃত্যু" আছিল। তেওঁলোকক ধৰ্মৰাজ বুলিও মতা হৈছিল। উমেশ বাবুৱে ভূটানক "ভূতস্থান' বুলি তেওঁৰ "মানবেৰ আদি জন্মভূমি" পুথিৰ মানচিত্ৰত দেখাইছে।

ভাস্কৰাচাৰ্য্যই লিখি গৈছে,—

"বসন্তি মেৰৌ সুৰসিদ্ধ সঙ্ঘাঃ

ঊৰ্ব্বে চ সৰ্ব্বে নৰকাঃ সদৈত্যাঃ।'

অৰ্থাৎ মেৰুত দেৱত আৰু সিদ্ধ ঋষিসকল বাস কৰিছিল আৰু নায়নিস বাড়ৱানল প্ৰধান নৰকভূমিত (জলাভূমিত) দৈত্যদানৱসকলে বাস কৰিছিল।

"অমৰকোষ" মতে 'মেৰু আৰু "নৰু" শব্দৰ অৰ্থ পৰ্বত। নাৰ' (পানী) শব্দৰ পৰা "নৰক' শব্দৰ উৎপত্তি হৈছে। এই ঊৰ্বৰ বা নৰক ভূমিতে এসময়ত ঊৰ ঋষি বাস কৰিছিল আৰু এই নৰকাসুৰৰ ৰাজ্যৰ অন্তৰ্গত আছিল। ভূটান, জলপাইগুৰি, গোৱালপাৰা আৰু সম্ভৱতঃ কামৰূপৰো কিছু অংশ এই নৰক ভূমিৰ ভিতৰত পৰিছিল।

অধ্যাপক শ্ৰীযুত অবিনাশ চন্দ্ৰ দাস এম এ, বি-এল, ৰচিত আৰু কলিকতা বিশ্ব বিদ্যালয়ৰ দ্বাৰা প্ৰকাশিত "ঋগ্বেদৰ সময়ত ভাৰত" (Rig-Vedic India) পুথিৰ পৰা জানা যায় যে পূবে নামনি অসমৰ পৰা আৰম্ভ কৰি পশ্চিমে আৰৱ সাগৰলৈকে ভাৰতৰ মাজত এখন সাগৰ আছিল। পঞ্জাব আৰু ৰাজপুতনাৰ মৰুভূমিয়ে সেই সাগৰৰ চিনাকি দিয়ে। সেই সাগৰৰ উত্তৰ কূলত উত্তৰ কোশল, মিথিলা বা বিদেহ, পৌণ্ড্ৰ, মহাস্থান, ভূতস্থান, আদি প্ৰদেশ আছিল আৰু দক্ষিণ কূলত দাক্ষিণাত্য আছিল। দাক্ষিণাত্যৰ পৰা আফ্ৰিকালৈকে ভূমি আছিল আৰু দাক্ষিণাত্যৰ পৰা বাৰেদি মানুহে খোজকাঢ়ি শ্ৰীহট্ট আৰু অসমলৈকে আহিব পাৰিছিল। পাছে প্ৰলয়ত' দাক্ষিণাত্য আৰু আফ্ৰিকাৰ মাজৰ ভূমিখণ্ডক সাগৰে বুৰাই পেলালে আৰু ভাৰতৰ মাজৰ সাগৰখন শুকাই ভূমি ওলাই পৰিল।*

* অৰ্থা, জেঠ ১৮৫৫, ১ম বছৰ ৭ম সংখ্যা

# পুৰণি তথ্য

### বৰপেটা

বৰপেটা অসমৰ এখন প্ৰসিদ্ধ ঠাই। 'পেটা' শব্দৰ অৰ্থ হাট বা বজাৰ। 'বৰপেটা' বুলিলে ডাঙৰ হাট বা বজাৰ বুজায়। বৰপেটা অতি পূৰ্ব্বৰপৰাই বাণিজ্যৰ এটা কেন্দ্ৰ বুলি বিখ্যাত। ইয়াৰ কাষেদি চাউলখোৱা নৈ বৈ গৈ মানসা বা মানাহা নৈত পৰিছে। মানাহাৰ মুখত হাদিৰা চ'কি বা বঙালহাট আছিল। তাৰেপৰা নাৱেদি বৰপেটাৰ লগত বেহা-বেপাৰ চলিছিল।

### চাউলখোৱা নৈ

১৩৫৭ খ্ৰীষ্টাব্দত ছিকন্দৰ শ্যাহে কামৰূপ জয় কৰিছিল। তেওঁ সসৈন্যে হাদিৰা চ'কিৰপৰা নাৱেদি হাজোৰ কালে আহোঁতে বাটতে তেওঁৰ চাউল ধুকাইছিল কিন্তু যিখন নৈয়েদি তেওঁ বৰপেটাৰ পৰা হাজোলৈ আহিছিল সেই নৈৰ দুয়ো পাৰৰ গাঁই-বিলাকত বিস্তৰ চাউল পাই আৰু অনেক ধাননি পথাৰ দেখা পাই কামৰূপৰ নাম 'চাউলিস্থান' আৰু নৈ খনৰ নাম 'চাউল খাওয়া' ৰাখিছিল। তেওঁ কামৰূপত নিজৰ নামে যিবিলাক মোহৰ তৈয়াৰ কৰাইছিল, তাতো কামৰূপৰ নাম 'চাউলিস্থান' বুলিহে লিখা আছিল। কালক্ৰমে 'চাউলিস্থান' নাম লোপ পালেও নৈ খনৰ নাম, চাউলখোৱা' হৈ গ'ল। এই চাউল খোৱা নৈখন আচলতে বল্লভা বা বৰলীয়া নৈৰ এটা সোঁতা। বৰলীয়া নৈকে 'যোগিনী তন্ত্ৰ' আৰু 'কালিকা পুৰাণে' বল্লভা বুলিছে। ইয়াৰ এসোঁতা হাজোৰ ওচৰত লুইতত পৰিছিল। আগেয়ে লুইত হাজোৰ কাষ'ৰদি বৈছিল।

অসম গৱৰ্ণমেণ্ট প্ৰকাশ কৰা 'কামৰূপৰ বুৰঞ্জী' পুথিৰ ১১০ পিঠিত আছে,— 'পূৰ্ব পাণ্ডুৰ ভাটী ৰাক্ষসী পৰ্ব্বতৰ উত্তৰ খনিৰপৰা উত্তৰ মুখে হাজোৰ কাষেৰে ব্ৰহ্মপুত্ৰ যাই বেঙ্গাঘাট বৰলীয়ামুখৰ সেই পিনে আছিলে। যেতিয়া ৰজা নৰনাৰায়ণে কামৰূপলৈ আহিছিল, তেতিয়া লুইতৰ বৰ ভাঁজ থকা দেখি শোৱালকুচিৰ সেই পিনে অৰ্থাৎ ৰাক্ষসী পৰ্ব্বতৰ পৰা বৰলীয়া মুখলৈ এই ডোখৰ খণ্ডাই দিয়াইছিলে। তথাপি লুইত সেইপিনে প্ৰবল নহ'ল হাজোৰ সেই পিনেই থাকিল। কিন্তু সেইপিনে বাৰিষা হ'লে পানী বয়, খৰালি হ'লে প্ৰায় শুকায়, এই মতে আছিলে। পিছে যেতিয়া আহোম ৰজাৰ মানুহে তুৰ্ব্বকক ৰণত ভঙায়, তেতিয়া তুৰ্ব্বক লুইতেৰে ভটীয়াই গ'ল। ৰজাৰ লোকে পোনাই যাব'ল আগৰ খণ্ডা সেই ডোখৰ (ৰাক্ষসী পৰ্ব্বতপৰা বৰলীয়া মুখলৈ) খৰ্গাদি অস্ত্ৰ দ্বাৰায় খাণ্ডি পানী বোৱাই নাও উলিয়াই বৰলীয়া মুখতে বঙালক আগতেটি ধৰি-মাৰি কাটি খেদি নিলে। সেই দিনৰেপৰা সেইটি সোঁতা প্ৰবল হৈ সেই পিনেই ব্ৰহ্মপুত্ৰ হ'ল। হাজোৰেৰে যিটি আছিলে, সিটি ক্ৰমে ক্ৰমে পুতি গাওঁ কৰিলে। কিন্তু এটি নদীৰ সেজা আজিলৈকে আছে। তাক হাজোৰ সোঁতা বোলে। নতুন খনিক আজিলৈকে খৰ্গৰ সোঁতা বুলিও কয়।"

'কামৰূপৰ বুৰঞ্জী' ৰ ১২৪ পিঠিত আছে,— 'বৰলীয়া নদী গড়খোলা মৌজাৰপৰা আহিছে বৰলীয়া নদী। তেওঁ আহি পশ্চিমবাহিনী হৈ মানাহত পৰিছে, বিজলী আৰু চাউলখোৱাও বোলে।

ভোটৰ পৰ্ব্বতৰপৰা মাতঙ্গ নামে নদী আহি বৰলীয়াই সৈতে মিলিছে। এই নৈৰ গুৰিত মাতঙ্গ মুনিৰ আশ্ৰম আছিল।

### দিখৌ নৈ

'বায়ু', 'বৰাহ', 'মাৰ্কণ্ডেয়', ব্ৰহ্মাণ্ড', 'মৎস্য' আৰু 'বিষ্ণু' পুৰাণত ইক্ষু নদীৰ নাম পোৱা যায়। 'যোগিনীতন্ত্ৰ'ত উল্লেখ কৰা দিক্ষু নদীয়েই আগৰ ইক্ষু নদী। উক্ত তন্ত্ৰত আছে,—

"তীৰ্থশ্ৰেষ্ঠা দিক্ষুনদী পূৰ্ব্বস্যাং গিৰিকন্যকে।" বৰো বা কছাৰী ভাষাত নদীক 'দি', 'দৈ' বা 'দিয়া' বোলে। কছাৰী ৰাজত্বৰ কালত ইক্ষু নদীৰ নাম দিইক্ষু বা দিক্ষু হৈ পাছে দিখৌ হয়। দিহিং, দিচাং, দিচৈ আদি নৈৰ নামৰ আগতো এইদৰে 'দি' প্ৰযুক্ত হোৱা দেখা যায়। এই নদীখন অতি পুৰণি। লৌহিত্য-ব্ৰহ্মপুত্ৰ নদতকৈও পুৰণি। অতি পূৰ্বে যেতিয়া লৌহিত্য-ব্ৰহ্মপুত্ৰ আমাৰ দেশৰ মাজেদি বোৱা নাছিল, -তাৰ পানী হিমালয়ৰ পূব প্ৰান্তত লৌহিত সৰোৱৰত আৱদ্ধ আছিল, তেতিয়া দিখৌ নৈ আমাৰ দেশৰ মাজেদি বৈ আছিল। বৈদিক সাহিত্যত যক্ষু (ইক্ষু) নৈৰ উল্লেখ আছে। কিন্তু ব্ৰহ্মপুত্ৰ-লৌহিত্যৰ নাম পোৱা নেযায়। নগাওঁ জিলাৰ কলং নৈ আগৰ দিখৌৰ সোঁতা, আৰু সোণাই নৈ আগৰ স্বৰ্ণনদী বা সোৱনশিৰী আৰু লুইতৰ সোঁতা। যমুনা, দৈয়াং, কপিলী, কিলিং দিখৌকলঙত পৰিছে। যমুনাক 'কালিকা পুৰাণে 'দিব্য যমুনা' বুলিছে। 'জেন্দ আৱেস্তা' পুথিত উল্লেখ কৰা দৈত্যা নদীক দৃষদ্বতী বুলি কোনো কোনো প্ৰত্নতত্ত্ববিদ্ পণ্ডিতে মত প্ৰকাশ কৰিছে। আমাৰ দেশৰ দৈয়াং নৈৰ 'দৈয়াং' নামটো 'দৈত্যাঙ্গ' শব্দৰ অপভ্ৰংশ হ'ব পায়। এই দৈয়াং নৈ জেন্দ-আৱেস্তাত উল্লেখ কৰা দৈত্যা নদী বুলি বোধ হয়। এই নৈখন উত্তৰ কাছাৰৰ পৰ্বতৰপৰা ওলাইছে। উত্তৰ কাছাৰত দৈত্যা হাজো মানে এটা ৰেল-ষ্টেশ্যন আছে। বৰো ভাষাত মাটিক 'হা' আৰু পৰ্বতক 'জো' বা 'জোং' বোলে। নগাওঁ জিলাৰ মাজেদি বোৱা দিখৌক কলং কিয় কয়? পিতৃ বধী আডিমত্ত ৰজাই আডিকাটিমুখত পানীত জঁপ মাৰি পৰি আপোন-ঘাতী হোৱাত তেওঁৰ শৰটো বহন কৰা বাবে দিখৌৰ কলঙ্ক হয়, আৰু কলঙ্ক শব্দৰ পৰা দিখৌৰ সেই সোঁতাৰ নাম হেনো কলং হয়। কিন্তু আমাৰ বোধেৰে 'কলং' শব্দটো 'কলন' শব্দৰহে অপভ্ৰংশ। 'India and jambu Island' নামে পুথিৰ ৩০৭ পিঠিত লিখা আছে,—

"Kalan-an important place" অৰ্থাৎ 'কলন' বুলিলে কোনো লাগতিয়াল বা উত্তম ঠাই বুজায়।

দিখৌ নৈক 'বাশিষ্ঠী গঙ্গা' বুলিও কয়। এই নৈৰ তীৰত বশিষ্ঠ মুনিৰ আশ্ৰম আছিল বুলি প্ৰবাদ আছে। 'কামৰূপ অনুসন্ধান সমিতি'য়ে প্ৰকাশ কৰা পুৰণি অসম বুৰঞ্জী' পুথিৰ ৬-৭ পিঠিত লিখা আছে,

"পূৰ্বে বশিষ্ঠ মুনিয়ে এই দিখৌ নদীৰ আগাৰিত এক বাৰাণসী তুল্য পবিত্ৰ ক্ষেত্ৰ নিৰ্ম্মাণ কৰিবৰ ইচ্ছা কৰিলে। নদীকো বাশিষ্ঠী গঙ্গা নাম দিবলৈ ইচ্ছা কৰিলে। নৈৰ উজনি দেশত জলৰ সমীপতে দুই ক্ৰোশ পৰিমাণ স্থানত এক হাজাৰ শালগ্ৰাম পুতিলে। মধ্যতে লক্ষ্মীনাৰায়ণ শাল গ্ৰামক পুতিলে। চৌপাশে কুশ, তুলসী, আমলখী, অশ্বত্থ ৰুলে। এই প্ৰকাৰ কৰি পুৰশ্চৰণ কৰিবলৈ আৰম্ভিলে। পাছে ইন্দ্ৰদেৱতাএ বিস্তৰ লোক তৰি স্বৰ্গলৈ যাব হেন জানি মেঘক আজ্ঞা কৰিলে। বৃষ্টি কৰাই নদীকো বঢ়াই বশিষ্ঠকো স্থানকো বুড়াই পূজাৰ সামগ্ৰীকো উটাই নিলে। পাছে, বশিষ্ঠে কোপ কৰি ধ্যান কৰি ইন্দ্ৰৰ অকাৰ্য্যক দেখি ইন্দ্ৰক শাপ দিলে বোলে তোৰ ম্লেচ্ছ যোনিত জন্ম হোক, যাতো দেৱতা দুই ম্লেচ্ছৰ কৰ্ত্তৃক আচৰিলি। নদীকো শাপিলে বোলে তোৰ তীৰত ম্লেচ্ছ লোকে নিবাস কৰিব। তত্ৰি মল-মূত্ৰ বাহিনী হৈবি, তোৰ তীৰত যি নৰে প্ৰাণ ছাড়িব সিও প্ৰেত হৈব। পাছে, লক্ষ্মীনাৰায়ণ শালগ্ৰাম যি পুতিছিল। তেওঁৰোকো তুলি আনি বুলিলে তোক ম্লেচ্ছ ৰাজাগণে গোমাংসেৰে শূকৰৰ মাংসেৰে সুৰাৰে পূজিব। ম্লেচ্ছ ভাষাএ তোৰ নাম চোং (চোমদেৱ) হৈব। ম্লেচ্ছ ৰাজাগণে অতি গোপনি কৰি পূজিব। পাছে মুনি তুষ্ট হৈয়া ইন্দ্ৰক বুলিলে এই ম্লেচ্ছ জাতিৰ নাৰীত

বীৰ্য্যাধান কৰি পূৰ্ব্বৱস্তে স্বৰ্গত থাকিবি। কিন্তু পুত্ৰৰূপে ম্লেচ্ছ শৰীৰক ধৰিবি। নদীক বুলিলে কলিযুগৰ দশহাজাৰ বৎসৰ গৈলে তোৰ শাপ গুচিব। এই বুলি বশিষ্ঠে অসন্তোষ কৰি ক্ষেত্ৰ নাপাতি কামৰূপত ভগুৱা নদীৰ তীৰত 'পৰ্ব্বতৰ মধ্যত আশ্ৰম কৰি থাকিল।" এই ভগুৱা নৈকে ভৰলু বোলা হয়।

ওপৰত লিখা বুৰঞ্জী পুথিৰ প্ৰথম পিঠিত লিখা আছে যে— "সৌমাৰ পীঠৰ পূৰ্ব্ব দেশত হীৰকূট নামে পৰ্ব্বতৰ দক্ষিণে স্বৰ্ণাদ্ৰি পৰ্ব্বতৰ উত্তৰে বিহগাদ্ৰি নামে পৰ্ব্বত আছে। তাৰে গন্ধ-ৰত বশিষ্ঠ থাকে। সেই পৰ্ব্বততে বস্তুভূমি প্ৰকাশিত এক থান আছে। তাতে এক পুষ্পবাটিকা আছে। তাতে কামোন্তৰ বাত সদা বহি থাকে। সুগন্ধি পুষ্পযুক্ত লতাবৃক্ষে শোভিত অনেক সুন্দৰ থান দেখি, স্বৰ্গৰ পৰা ইন্দ্ৰাদেৱতা শচী সহিতে আহি তাত ক্ৰীড়া কৰিছিল। এক দিনা প্ৰতি বশিষ্ঠে গন্ধৰ্বপৰা সৰোৱৰত স্নান কৰিবলৈ আহোঁতে শচী আদি কৰি স্ত্ৰীসকল সহিতে ইন্দ্ৰে ক্ৰীড়া কৰোঁতে বশিষ্ঠে দেখিলে। ক্ৰোধ কৰি বোলে— "মোৰ আশ্ৰমক অশুদ্ধ কৰিলি নিমিত্তে তোৰ অন্ত্যজ স্ত্ৰীত সঙ্গম হোক, এহি বুলি শাপ দিলে। পাছে ঐশান্য কোণৰ ৰত্নপীঠত নীলাচল পৰ্ব্বতত তপ কৰিবলৈ গ'ল।

হৰকান্ত বৰুৱাৰ 'আসাম-বুৰঞ্জী' পুথিতো এই খিনি লিখা আছে। ইয়াত উল্লেখ কৰা বিহগাদ্ৰি পৰ্ব্বত শিৱসাগৰ জিলাৰ চৰাইদেৱ পৰ্ব্বত হব পায়। যিটো নীলাচলৰ কথা আছে, সেইটো বোধ কৰোঁ মামসাচল হ'ব। কামৰূপৰ ৰত্নপীঠত নীলাচল নামে পৰ্ব্বত থকা জনা নাযায়। হীৰ্দ্দেশ্বৰী দেৱাল ঐশান্যে থকা পৰ্ব্বতখনৰ নাম মানসাচল বুলি কামৰূপৰ বুৰঞ্জীৰ ১২৮ পিঠিত লিখা আছে। 'কালিকা পুৰাণে' মানসাচলত অৰুন্ধতীৰ লগত বশিষ্ঠৰ বিয়া হৈছিল বুলি কয়।

নগাঁও জিলাৰ সোণাই নদীয়েদি অতি পূৰ্ব্বে স্বৰ্ণদী (সোৱণশিৰী) আৰু ব্ৰহ্মপুত্ৰৰ মিলিত সোঁতা বৈছিল। বোকনি মৌজাত সোণাইৰ এটা সোঁতক এতিয়াও সৰস্বতী জান বোলে। নগাঁৱৰ আধুনিক topographical মানচিত্ৰতো 'সৰস্বতী জান' লিখা আছে। বাণভট্টৰ 'হৰ্ষচৰিত' পুথিৰ প্ৰথম উচ্ছ্বাসত লিখা আছে যে, সৰস্বতী নৈ ব্ৰহ্মলোকৰ পৰা ওলাই ক্ৰমে তৈয়ামলৈ বৈ আহি মহানদ হিৰণ্যবহাত পৰিছে, হিৰণ্যবহা লোক পিতামহ ব্ৰহ্মাৰ পুতেক অৰ্থাৎ ব্ৰহ্মপুত্ৰ, তেওঁৰ পানী নিৰ্মল আৰু শীতল, তেওঁক মানুহে 'সোণা' বোলে। ইয়াৰ পৰা বুজা যায় যে, সোণাই নৈয়েই সোণা, হিৰণ্য-বহা বা ব্ৰহ্মপুত্ৰ আছিল। আৰো, ব্ৰহ্মপুত্ৰ আৰু স্বৰ্ণদীৰ মিলিত সূঁতি বা তাৰে সোঁতা পানীকে এসময়ত সৰস্বতী বোলা হৈছিল। যি সময়ত শিল-ঘাটৰ দুই মুনি-শিলাৰ পূবে ব্ৰহ্মপুত্ৰ সোণাই নৈয়েদি বৈছিল, তেতিয়া বোধ কৰোঁ তেজপুৰৰ ভোমোৰা-গুৰি পৰ্ব্বতৰপৰা দুই-মুনি শিলালৈকে কন্যাশ্ৰম আৰু আৰু কন্যকা গাওঁ আছিল।

## লৌহিত্য ব্ৰহ্মপুত্ৰনদ

টলেমি (Ptolemy) নামৰ গ্ৰীচ দেশৰ এজন পণ্ডিতে দ্বিতীয় খৃষ্টাব্দত ভাৰতবৰ্ষৰ যি বিৱৰণ লিখি গৈছে, তাৰ পৰা জনা যায় যে, তেওঁ ভাৰতবৰ্ষক দুই ভাগত বিভক্ত কৰিছিল। গঙ্গানদীৰ পশ্চিমে থকা ভূ-ভাগক Intra-Gangem বা "গঙ্গা-ভিতৰ" আৰু গঙ্গাৰ পূবে থকা ভূ-ভাগক Extra-Gangem বা 'গঙ্গা-বাহিৰ' দেশ বুলিছিল। তেওঁ প্ৰাগ্‌জ্যোতিষক পাস্যালী (Passalae) আৰু ব্ৰহ্মপুত্ৰ নদক বিপাইৰছ (Bepyrrhoss) বুলিছিল। পাস্যালি গঙ্গা বাহিৰ দেশত বুলি তেওঁৰ পুথিত লিখা আছে। গ্ৰীকবিলাকে গঙ্গা-বাহিৰ অঞ্চলৰ মানুহক প্ৰাস্থি (Prasii) বুলি-ছিল। Prasii শব্দটো প্ৰাচ্য বা প্ৰাচী শব্দৰ অপভ্ৰংশ। বৰ্তমান পাৰ্সি জাতিৰো "পাৰ্সি" শব্দটো "প্ৰাচী" শব্দৰ অপভ্ৰংশ যেন লাগে। পাৰ্সি জাতিৰ ধৰ্ম্মগ

জেন্দআৱেস্তা মতে তেওঁলোক পূৰ্ব্বদিশৰ এখন পাৰ্ব্বতীয়া ঠাইৰপৰা ক্ৰমে পশ্চিমলৈ যোৱা লিখা আছে। টলেমিৰ "পাস্যালি" শব্দটোও 'প্ৰাচ্যালিৰ' অপভ্ৰংশ হ'ব পাৰে। তেওঁৰ দিনত গঙ্গা নৈ পালা-মোৰ কাষেদি, ময়ূৰভঞ্জৰ মাজেদি বৈ গৈ দক্ষিণ সাগৰত পৰিছিল। "India and Jambu-Island' (By Amarnath Das, B.E, M.I.E.) পুথিৰ ১৫৬-১৫৭ পিঠিত লৌহিত্য ব্ৰহ্মপুত্ৰৰ বিষয়ে এইদৰে লিখা আছে :—

The tributary coming from the Extra-Gangem area to the south issues from the Bepyrrhos Mts., and is called the Bepyrrhos or the red-river. There is no doubt about this tributary being the Brahmaputra, or rather the Lauhitya of Puranas, the Brahmaputra channel is still known as the Luhit or the red-river in its course below the Brahmakund. There are two very important points of divergence of the conditions of the river as represented by Ptolemy from the present condition, viz. that the Brahmaputra did not continue beyond Bepyrrhos Mts, i. e. (1) it did not continue to Tibet, (2) that it had no independent exit to the sea, though it joined the Ganges at some distance from the sea, thus running at a fairly high level from the vally between the Garo Hills and the Himalaya to its junction with the Ganges in the Vindhyas, thus indicating that a ridge existed over lower Bengal area between the sea and this tributary, that this tributary did not extend beyond the Himalayas is to be presumed from several facts and traditions the river- Brahmaputra does not appear as a river earlier lists in the Mohabharata or the Puranas, and that the name of Lauhitya appears in its place, next to Karatoya, thus proving Lauhitya was the earlier river which has been broken into by Brahmanada, the river is known as Brahmaputra river below Brahmakund, whereas above it where the Sanskrit name is for the Tsang-po, the river termed is Brahma-nada, thus indicating that the Brahma-nada did burst into the Lauhitya, and the latter became therefore, Brahmaputra or son of "Brahma," river, according to the Kalika Purana (chap.82), Brahma's energies were dumped in Amoghee, the wife of Santonumuni of Harivansha, which elevated river which was placed in the valley bounded by Kailas to its north, Ghandama dana to south, Jarudhi to west, and Sambartaka range to east, where the waters pent up formed into kunda or lake, and increasing in size in the course of immense number of years, appeared like a second sea, after which Parasurama for the good of humanity brought her down, first into the Lohita Lake in the base of Kailas mountain, and then opening out with his axe the banks of the Lohita Lake again, let the river flow eastward, then again the obstruction put by Hemasrinaga mount was also removed and the river finally was made to flow by Kamarupa hills into the south sea, according to the Brahmaputra also, Parasurama cleft open a passage from the Brahmakunda or Lohita sarovora, and diverted the water into the Lohitya river, and according to the Buddhists it is Manjughosa who diverted the Brahmaputra river into the plains of India (J M. Ray, Dhakar Itihash, Vol. I pp 36-37). Thus there are ample traditions to support the view that Lauhitya or Bepyrrhos river had no connection with

the Tsang-po, and I will show later on that this Brahma-nada flowed by the Irrawadi at an earlier stage As regards the next point that a ridge existed over the the present plains of Bengal, the geological view expressed by Keene (Recm's, Universal Geography, Vol III, p 22) is as follows:—"A study of the relief of the land leaves no doubt that the border chain of the peninsular plateau was formerly continued eastwards to the Garo Hills and the other higher lands skirting the Brahmaputra Vally on the east. The now vanished intermediate range was evidently pierced and gradually swept into the Bay of Bengal by the Ganges and the Brahmaputra rivers, the gap so made is no less than 120 miles The South Assam chain, also, which runs east north-eastwards parallel with the eastern Himalayas, is geologically connected with this system, consisting largely of the same tertiary sand stones and nummulic limestones resting on older formations."

* * * *

The whole area (Bengal) shut out from the sea to the south must have been a swamp which explains the dearth of Townships as shown by Ptolemy and than the obliteration of must of what was there, by the extensive changes brought about by the Brahmaputra bursting into Lauhitya, and the Ganges diverting its course eastwards, the combined flow inducing the flooding and consequent subsidence hills by sliding into the sea, till a passage was opened out to the sea for the land-locked water."

* * * * *

"The Brahmaputra burst into the Padma in the floods of 1787" (P 203)

"India and Jambu Island" পুথিৰ ২৭৭ পিঠিত লিখা আছে :—

"In the Buddhist period, we find northern India fully, reclaimed, the Gangetic trough filling up and exit of water southward prevented by a ridge. This is the condition we find more or less the same in Ptolemy's time."

ইয়াৰপৰা বুজা যায় যে আদিতে তিব্বতৰ জলৰাশি শান্তনু মুনিৰ কান্তা শ্যামবৰণীয়া অমোঘা অৰণ্যত আটক হৈ আছিল, পাছে, সেই পানীৰ এধাৰ ইৰাৱতী বা ঐৰাৱতী নৈয়েদি বৈ যায়, এধাৰ পানী লোহিত সৰোৱৰত পৰে, পৰশুৰামে কুঠাৰেৰে লোহিত সৰোৱৰৰ পাৰ কাটি দিয়াত নদীৰূপে পানী বৈ আহে, বাটতে হেমশৃঙ্গ পৰ্ব্বতত বাধা পায়, পাছে, পৰ্ব্বত বিদীৰ্ণ কৰি সেই পানীৰ সোঁতাটো লৌহিত্য নামে কামৰূপৰ মাজেদি বৈ গৈ দক্ষিণ সাগৰত পৰে। এইটো কালিকাপুৰাণৰ মত। ব্ৰহ্মপুৰাণতো আছে। যে পৰশুৰামে লোহিত সৰোৱৰৰ পাৰ কাটি লৌহিত্য নদীক কামৰূপৰ মাজেদি যোৱায়। বৌদ্ধবিলাকৰ মতে মঞ্জুঘোষাই · [ ব্ৰক ভাৰতবৰ্ষলৈ বোৱালে, তিব্বতৰ য়ান্‌পু বা শ্যাম্পু নৈৰ পানী আদিতে পৰা নাছিল। য়ান্‌পুক আম্বুনদ বুলি কয়, ব্ৰহ্মনদ বুলিও কয়। যেতিয়াৰপৰা ব্ৰহ্মনদৰ পানী লৌহিত্যত পৰিল তেতিয়াৰ পৰাহে লৌহিত্যৰ নাম ব্ৰহ্মপুত্ৰ হ'ল।

বৌদ্ধযুগত গঙ্গোপত্যকাৰ সাগৰথন শুকালেও বঙ্গদেশ বাসৰ অনুপযুক্ত জলাভূমি হৈ আছিল।*

* আৱাহন, কাতি ১৮৫৫, ৫ম বছৰ ১ম সংখ্যা।

# পৌণ্ড্ৰবৰ্দ্ধন বা মহাস্থানগড়

পুণ্ড্ৰ পুণ্ড্ৰক, পৌণ্ড্ৰ আৰু পৌণ্ড্ৰক বুলিলে এজাতি মানুহ আৰু সেই মানুহৰ থকা ঠাই বুজায়।

"ঐতৰেয় ব্ৰাহ্মণ" পুথিৰ মতে বিশ্বামিত্ৰ মুনিৰ জাত্যন্তৰ হোৱা বা পতিত সতি-সন্তানবিলাকক পুণ্ড্ৰ বোলে। মহাভাৰতৰ আদিপৰ্বৰ পৰা জনা যায় যে পাণ্ডু ৰজাই পুণ্ড্ৰ দেশ জয় কৰিবলৈ গৈছিল। আকৌ সভাপৰ্বত আছে,পুণ্ড্ৰ দেশৰ ৰজা বাসুদেৱ নিমন্ত্ৰিত হৈ পাণ্ডৱৰ ৰাজসূয় যজ্ঞলৈ গৈছিল।

পুৰা কুঁহিয়াৰক সংস্কৃত ভাষাত পুণ্ড্ৰ বা পৌণ্ড্ৰ বোলে। আকৌ "পৌণ্ড্ৰ" বুলিলে পৌণ্ড্ৰভূমি বুজায়। পুণ্ড্ৰ বা পৌণ্ড্ৰভূমিৰ ৰাজধানীৰ নাম পুণ্ড্ৰবৰ্দ্ধন। "শব্দকল্পদ্ৰুম" অভিধানত আছে, "পৌণ্ড্ৰবৰ্দ্ধনঃ— দেশ-ভেদঃ। বেহাৰ ইতি খ্যাতঃ। ইতি শব্দ-ৰত্নাৱলী।" আমাৰ কামৰূপৰ মানুহে "বেহাৰ" বুলিলে সাধাৰণতঃ কোচ-বেহাৰ বুলি বুজে। কিন্তু এতিয়াৰ উত্তৰ বঙ্গ বা বৰেন্দ্ৰভূমিকে আগেয়ে পুণ্ড্ৰ বা পৌণ্ড্ৰ বোলা হৈছিল। কৰতোয়া নদীৰ স্নান মন্ত্ৰত পৌণ্ড্ৰৰ নাম পোৱা যায়।

পুণ্ড্ৰবৰ্দ্ধনৰ স্থান নিৰূপণ লৈ প্ৰত্নতত্ত্ববিদ পণ্ডিত-সকলৰ ভিতৰত মতভেদ আছিল। মেজৰ জেনেৰেল স্যাৰ আলেকজেণ্ডাৰ কানিংহাম চাহাবে তেওঁৰ Ancient Geography of India পুথিত বঙ্গদেশৰ পাৱনা জিলাক পুণ্ড্ৰবৰ্দ্ধন বুলি ভাবি লিখিছিল যে "৬৩৯ খ্ৰীষ্টাব্দত চীনদেশৰ পৰিব্ৰাজক হিউৱেনচাঙে পুণ্ড্ৰবৰ্দ্ধনৰপৰা কৰতোয়া নৈ পাৰ হৈ ৯০০ লি বা ১৫০ মাইল পূবে গৈ কামৰূপৰ ৰাজধানী পাইছিল, পাৱনাৰপৰা কোচ-বেহাৰৰ পূৰণি ৰাজধানী কমতা-পুৰ ১৫০ মাইল দূৰ, কিন্তু কমতাপুৰ পাৱনাৰ উত্তৰে, গুৱাহাটী পাৱনাৰপৰা ১৯০০ লি বা ৩১৭ মাইল উত্তৰ পূবে, এতেকে, হিউৱেনচাং যে কমতাপুৰলৈহে গৈছিল, গুৱাহাটীলৈ যোৱা নাছিল, আৰু সেই সময়ত কামৰূপৰ ৰাজধানী কমতাপুৰ ৯৫০ মাইল দূৰ, কিন্তু কমতাপুৰ পাৱনাৰ উত্তৰে, গুৱাহাটী পাৱনাৰপৰা ১৯০০ লি বা ৩১৭ মাইল উত্তৰ পূবে, এতেকে, হিউৱেনচাং যে কমতাপুৰলৈহে গৈছিল, গুৱাহাটীলৈ যোৱা নাছিল আৰু সেই সময়ত কামৰূপৰ ৰাজধানী যে কমতাপুৰ আছিল, এইটো এক ৰকম নিশ্চয়কৈ কব পাৰি।"

কানিংহাম চাহাবৰ এই ধাৰণা যে ভুল এইটো এতিয়া সুন্দৰকৈ জনা গৈছে।

বঙ্গদেশৰ বগুড়া নগৰৰপৰা ৭ মাইল উত্তৰে কৰতোয়া নদীৰ পশ্চিম পাৰে "মহাস্থান" নামে এটা অতি পুৰণি কলীয়া গড়ৰ ভগ্নাৱশেষ আছে। তাত যোৱা বছৰ এখন বগা শিলালিপি পোৱা গৈছে। সেই শিলালিপিৰ পৰা নিশ্চয়কৈ জনা গৈছে যে মহাস্থান গড়েই আগৰ পুণ্ড্ৰবৰ্দ্ধন।

ভাৰত গৱৰ্ণমেণ্টে প্ৰকাশ কৰা "India in 1931—32" (১৯৩১—৩২ চনৰ ভাৰতবৰ্ষ) পুথিত গৱৰ্ণমেণ্টৰ প্ৰত্নতত্ত্ব বিভাগৰ কাৰ্যৰ আলোচনা প্ৰসঙ্গত লিখা আছে:—

"The most important find of the year in the field of Epigraphy was a small fragment of stone bearing an incomplete inscription of six lines in the early Brahmi script of the third century B. C. whic hwas dug up by a labourer among the extensive ruins of Mahasthangarh in the Bogra district and acquired by the Archaeological. Superitendent at Calcutta. The new inscription is the earliest antiquity found at Mahasthangarh and appears to provide conclusive evidence of the identity of the remains of Mahasthangarh with Paundra-

vardhana, the ancient capital of North Bengal or Varendradesa." অৰ্থাৎ ১৯৩১-৩২ চনত এজন বন্ধুৱা মানুহে বগুড়া জিলাৰ মহাস্থান গড়ৰ ভগ্নাৱশেষ খানি তাত এডোখৰ শিল পাইছিল; সেই শিলত ব্ৰাহ্মী আখৰেৰে ছয় শাৰী কথা লিখা আছে, সেই লিখা খৃষ্ট ওপজাৰ ৩০০ বছৰৰ আগৰ, গৱৰ্ণমেণ্টৰ প্ৰত্নতত্ত্ব বিভাগৰ কলিকতাত থকা চুপাৰিণ্টেণ্ডেণ্ট ছাহাবে সেই শিল ডোখৰ হস্তগত কৰি তাৰ পাঠোদ্ধাৰ কৰিছে, সেই পুৰণি শিলালিপিৰ পৰা নিশ্চয়কৈ ক'ব পাৰি যে মহাস্থানগড়েই উত্তৰ বঙ্গ বা বৰেন্দ্ৰদেশৰ প্ৰাচীন ৰাজধানী পৌণ্ড্ৰবৰ্দ্ধন।

যোৱা বৰদিনৰ বন্ধত বৰদাত বহা নিখিল ভাৰত প্ৰত্নতাত্ত্বিক সম্মিলনৰ (Indian Oriental Conference) সভাপতি মিঃ কে, পি, জয়ছোৱাল এম্-এ, বাৰ-এট-ল ডাঙৰীয়াই তেওঁৰ অভিভাষণত কৈছিল—

"উত্তৰ বঙ্গৰ বগুড়া জিলাৰ মহাস্থান নামে ঠাইত ধিখন বগা শিলৰ ফলি পোৱা গৈছে, তাৰ ভাষা মৌৰ্য যুগৰ। চাগো-চৌগোৰাত যি তামৰ ফলি ওলাইছে, তাৰ বৰ্ণমালাও একে। উক্ত শিলৰ ফলিৰ পাঠোদ্ধাৰ কৰি কৈছে যে পুণ্ড্ৰ নামে ঠাইৰ প্ৰাদেশিক মন্ত্ৰীমণ্ডলে সেই শিলৰ ফলিখনৰ দ্বাৰাই এটি অনুজ্ঞা প্ৰচাৰ কৰিছিল। অনাবৃষ্টিৰ ফলত আকাল হ'লে কি ব্যৱস্থা অৱলম্বন কৰিব লাগিব, সেই সম্বন্ধে সেই অনুজ্ঞা-পত্ৰত নিৰ্দেশ দিয়া হৈছিল। মোৰ মতে উক্ত দুয়োখন অনুজ্ঞাপত্ৰ মৌৰ্য বংশী সম্ৰাট চন্দ্ৰগুপ্তৰ আমোলৰ। চোগো-চৌগোৰাত পোৱা তামৰ ফলি খন অযোধ্যাৰ প্ৰাদেশিক মন্ত্ৰীমণ্ডলে প্ৰচাৰ কৰিছিল। এই দুয়োখন প্ৰদেশ (পুণ্ড্ৰ আৰু অযোধ্যা) মন্ত্ৰী-মণ্ডলৰ দ্বাৰাই শাসিত হৈছিল। কিন্তু তক্ষশিলা, উজ্জয়িনী আদি প্ৰদেশ এজেজন ৰাজ প্ৰতিনিধিয়ে মন্ত্ৰীমণ্ডলৰ সাহায্যত সম্ৰাটৰ নামে শাসন কৰিছিল। উক্ত শিলৰ ফলিখনৰ পৰা আমি জানিব পাৰিছোঁ, সেই সময়ত উত্তৰ বঙ্গৰ লোকসকলক সাম-বঙ্গীয়া বোলা হৈছিল, আৰু মিয়নি আৰু খাৰুসুলৰ নিচিনাকৈ তেওঁলোকৰ ভিতৰত একৰকম সাধাৰণ-তন্ত্ৰ প্ৰচলিত আছিল। সাম-বঙ্গীয়াবিলাক অ-ব্ৰাহ্মণ্য আৰ্য জাতিৰ লোক আছিল। এই শিলৰ ফলিখন আৱিষ্কাৰ হোৱাৰ পূৰ্বে মৌৰ্য আমোলৰ শাসন ব্যৱস্থাৰ পৰিচয় পাব পৰা কোনো ফলি ওলোৱা নাছিল।"

সংস্কৃত ভাষাৰ 'স্মাং' শব্দৰ পৰা 'সাম' শব্দটো ওলাব পাৰে। 'স্মাং' বুলিলে ভূমি অৰ্থাৎ সমথল বুজায়। মেৰু বুলিলে ওখ পৰ্বতীয়া ঠাই বুজায়। উত্তৰ বঙ্গৰ খেন জাতিৰ 'খেন' শব্দটোও 'স্মাং' শব্দৰ অপভ্ৰংশ বুলি বোধ হয়। 'সাম' বঙ্গীয় বুলিলে সমভূমি অথচ বাৰিষা পানীত তল যোৱা চাপৰ ঠাইৰ মানুহ বুলি বুজিব পাৰি। বৰাহৰূপী বিষ্ণুৰ ঔৰসত ভূমিৰ গৰ্ভত নৰকাসুৰৰ জন্ম হোৱা বুলি পুৰাণত লিখা আছে। ভূমিৰ সন্তান হোৱাৰ বাবে নৰকাসুৰ আৰু তেওঁৰ বংশৰ ৰজাসকলক 'ভৌম' বোলা হৈছিল।

"বসন্তি মেৰৌ সুৰসিদ্ধসঙ্ঘাঃ
ঊৰ্ধে চ সৰ্বে নকা সদৈত্যাঃ"—ভাস্কৰাচাৰ্য।

পৰ্বতত দেৱতা আৰু সিদ্ধ ঋষিসকল বাস কৰিছিল, আৰু নৰকভূমিত দৈত্য দানৱসকল বাস কৰিছিল। নৰকাসুৰৰ মাক 'ভূমি' সম্ভৱতঃ পুণ্ড্ৰ ভূমিৰ খেন কন্যা আছিল আৰু তেওঁৰ জন্ম নৰক ভূমিত হৈছিল। কৰতোৱাৰ পৰা কুশি বা কৌশিক নদীলৈকে গঙ্গাৰ উত্তৰে পুণ্ড্ৰভূমি। কৌশিকীৰ পশ্চিমে মিথিলা। মিথিলাৰ জনক ৰজাই নৰকা-সুৰক তুলি-তালি ডাঙৰ-দীঘল কৰিছিল আৰু ক্ষত্ৰিয় আচাৰ শিকাইছিল।

বগুড়াৰ মহাস্থানগড়ৰ পৰা কামৰূপৰ ৰাজধানী প্ৰাগ্‌জ্যোতিষপুৰ বা গুৱাহাটী ১৫০ আৰু ২০০ মাইলৰ ভিতৰত প্ৰায় পূব ফালে আছে। সপ্তম খৃষ্টাব্দত প্ৰাগ্‌জ্যোতিষপুৰ নগৰ লৌহিত্যৰ দুয়োপাৰে আছিল। তন্ত্ৰত লিখা কুব্জিকা পীঠৰ সীমাই উক্ত নগৰৰ সীমা আছিল। হাজোৰ মাধৱ দেৱালয় নগৰৰ

পশ্চিম মূৰে আছিল। হিৱেনচাঙে পুণ্ড্ৰবৰ্দ্ধন অৰ্থাৎ মহাস্থানৰপৰা যাত্ৰা কৰি কৰতোয়া নদী পাৰ হৈ পূবমুখে আহি আহি ৬৩৯ খৃষ্টাব্দৰ ২০ ফেব্ৰুৱাৰী তাৰিখে প্ৰাগজ্যোতিষপুৰত উপস্থিত হৈ কামৰূপ ৰাজ ভাস্কৰবৰ্মাৰ অতিথি স্বৰূপে কিছুদিন বাস কৰিছিল। সম্ভৱতঃ তেওঁ দক্ষিণ গুৱাহাটীলৈ নাহি হাজোত অৱস্থান কৰিছিল।

"দেৱী ভাগৱত" পুথিত মহাস্থানৰ উল্লেখ আছে। আনন্দ ভট্টৰ 'বল্লালচৰিতম্' পুথিত লিখা আছে যে গৌৰৰাজ বল্লাল সেনৰ সময়ত মহাস্থানত উগ্ৰমাধৱ নামে শিৱৰ প্ৰসিদ্ধ দেৱালয় আছিল। এনে প্ৰবাদ আছে যে এই মহাস্থানতে জমদগ্নি মুনিৰ আশ্ৰম আছিল। ইয়াক পৰশুৰামৰ আশ্ৰম বুলিও কয়। বড়োজাতিৰ এজন উপাস্য দেৱতাৰ নাম "ৰামৰাজ"। পৰশুৰামকে বোধ কৰো ৰাম ৰজা বোলা হৈছে। *

* আৱাহন, মাঘ ১৮৫৫ শক, ৫ বছৰ ৪ৰ্থ সংখ্যা।

# তেজপুৰৰ পুৰাবৃত্ত

## নাটক পৰ্বত

তেজপুৰ জিলাৰ দক্ষিণে নদৰাজ মহাবাহু ব্ৰহ্মপুত্ৰ, উত্তৰে অঁকা-দফলা থকা চিৰশ্যামল পৰ্বতমালা। এই পৰ্বতমালাৰ মাজত মণি-মাদলিৰ দৰে "নাটক" পৰ্বত বিৰাজ কৰিছে। খৰালি আকাশ নিৰ্মল থাকিলে এই পৰ্বত মালাৰ শুভ্ৰকিৰীটি স্বৰূপ নাটক শৈলৰ চিৰতুষাৰাবৃত ধৱল চূড়া সুন্দৰকৈ দেখা পোৱা যায়। "কালিকা পুৰাণত" এই নাটক পৰ্বতৰ বিষয়ে এইদৰে লিখা আছে :—

ঐশান্যাং নাটকে শৈলে শঙ্কৰস্য মহাশ্ৰমম্।
নিত্যং বসতি তত্ৰেশস্তদধীনা চ পাৰ্বতী ॥ ৬৮॥

অৰ্থাৎ, কামৰূপৰ ঈশান কোণত নাটক পৰ্বতত শঙ্কৰৰ মহাশ্ৰম আছে। তাত পাৰ্বতীৰে সৈতে মহেশ্বৰ নিতৌ বাস কৰে।

তত্ৰাস্তি সৰসী ৰম্যা সুসম্পূৰ্ণ মনোহৰা।
সৰ্বদা স্বচ্ছসলিলা প্ৰফুল্লকমলোৎপলা ॥ ১২৫
তস্যাস্তীৰে তু বিপুলঃ সুমনোজ্ঞো হৰাশ্ৰমঃ।
ৰমতে নৃপশাৰ্দুল নৃত্যবাদন তৎপৰৈঃ ॥ ১২৬
ৰম্যায়ন্তি তত্ৰেশোহনিত্যং কৌতুক তৎপৰঃ।
তস্মান্নাটকনামাসৌ শৈলৰাজঃ প্ৰগীয়তে ॥ ১২৭
ছত্ৰকাৰাস্তং তং শৈলং মনোজ্ঞং শঙ্কৰপ্ৰিয়ম্।
—কালিকা পুৰাণ, একশকাশ অধ্যায়।

সেই নাটক পৰ্বতত চিৰনিৰ্মল পানীৰে ভৰপূৰ প্ৰফুল্ল কমল আৰু উৎপল থকা সুদীৰ্ঘ পৰম ৰমণীয় এটি সৰোবৰ আছে, তাৰ পাৰত প্ৰশস্ত অতি মনোহৰ হৰৰ আশ্ৰম দেখিবলৈ পাবা। হে নৰশাৰ্দুল, তাত দেৱদানৱ, কিন্নৰ প্ৰমথাদিয়ে সদায় নৃত্যবাদন কৰে। তেওঁলোকৰ নৃত্যবাদনত যোগ দি কৌতুক পৰায়ণ হৈ স্বয়ং মহাদেৱেও তাত নৃত্য কৰে। তেওঁলোকে নটন অৰ্থাৎ নাচ-বাগ কৰাৰ নিমিত্তেই সেই পৰ্বতটোৰ নাম নাটক হৈছে। এই নাটক পৰ্বতটো ছত্ৰাকাৰ, শঙ্কৰৰ প্ৰিয় আৰু মনোহৰ।

অস্তি নাটকশৈলে তু সৰো মানসসন্নিভম্।
যত্ৰ সাৰ্দ্ধং শৈলপুত্ৰ্যা জলক্ৰীড়াং সদা হৰঃ।
কুৰুতে নৰশাৰ্দুল স্বৰ্ণপঙ্কজশোভিতে ॥ ১৩
তস্যাপশ্চাদ্ধা পূৰ্বভাগেভ্যস্ত সবিভ্ৰমম্।
অৱতীৰ্ণং প্ৰবাত্যেৰ-দক্ষিণং সাগৰং প্ৰতি ॥ ১৪
তস্য পশ্চিমভাগে তু নদী দিক্কৰিকাহ্বয়া।
দিগ্ গজকৃত সঞ্চাৰা তেন দিক্কৰিকাহ্বয়া ॥ ১৫
মধ্যভাগাৎ সৃতা যা তু শঙ্কৰেণাৱতাৰিতা।
বৃদ্ধগঙ্গাহ্বয়া সা তু গঙ্গেৱ ফলদায়িনী ॥ ১৬
যা নিঃসৃতা পূৰ্বভাগাত্তস্যাদিবিবৰ্দ্ধয়ন্তী।
সুৱৰ্ণশ্ৰাবিনীখ্যাতা সা ৰম্যা সমূনী জলে ॥ ১৭

কুৰ্বত্যাঃ সৰসি স্নানং পাৰ্বত্যাশ্চ ] শৰীৰতঃ।
নিঃসৃতাঃ স্বৰ্ণকণিকাস্তা বহন্তি জলৈৰিমাঃ॥ ১৮
ক্ৰীড়াৰ্থং শম্ভুনা গাত্ৰে কণিকাভিঃ সমাচিতাঃ।
ৰ স্থানাত্তত্ৰ সংলগ্নাস্ততশ্চন্দন বিন্দৱঃ॥ ১৯
তা উমায়াঃ শৰীৰাত্তু সংস্ৰৱন্তি জলৈঃসহ।
ততঃ স্বৰ্ণবহা নাম স্বৰ্ণশ্ৰীঃ সৰ্বোত্তোঽধিকা॥ ২০
এতাসু চৈত্ৰমাসন্ত স্নাত্বা মৰ্ত্ত্যো নৰৰ্ষভঃ।
কৃষ্ণপক্ষে চতুৰ্দশ্যাং ত্ৰিকালং যত্ৰ মানৱঃ॥ ২১
চিৰং দেৱীগৃহে স্থিত্বা শেষে ব্ৰহ্মগৃহং ব্ৰজেৎ।
ভূমাৱগতঃ পশ্চাৎ সাৰ্বভৌমো নৃপো ভৱেৎ॥ ২২
বৃদ্ধগঙ্গাজলস্যান্তস্তীৰে ব্ৰহ্মসুতস্য বৈ।
বিশ্বনাথাহ্বয়ো দেৱঃ শিৱলিঙ্গসমন্বিতঃ॥ ২৩
বিশ্বদেৱী মহাদেৱী যোনিমণ্ডলৰূপিণী।
হয়গ্ৰীৱেন যুযুধে তত্ৰ দেৱো জগৎপতিঃ॥ ২৪
হয়গ্ৰীৱং যত্ৰ হত্বা মণিকূটং পুৰাগতম্।
তত্ৰ যঃ পূজয়েদ্দুৰ্গাং শাৰদাং তন্ত্ৰমন্ত্ৰকৈঃ॥ ২৫
হয়গ্ৰীৱস্য মন্ত্ৰেণ তন্ত্ৰেণ গৰুড়ধ্বজম্।
কামেশ্বৰস্য তন্ত্ৰেণ মন্ত্ৰেণাপি চ শঙ্কৰম্॥ ২৬
যো যজেৎ পৰমা ভক্ত্যা দ্বাদশ্যাং সমুপোষিতঃ।
অষ্টমাঞ্চ চতুৰ্দশ্যাং তস্য পুণ্যফলং শৃণু॥ ২৭
কল্পকোটিত্ৰয়ং স্থিত্বা শিৱগেহে গৃহে হৰেঃ।
তাৱত্তং সংস্থিতঃ কালস্তাৱত্তৰু শিৱগৃহে।
শেষে ভুৱং সমাসাদ্য বেদবিদ্‌ব্ৰাহ্মণোভৱেৎ॥ ২৮

—কালিকা পুৰাণ, অশীতিতম্ অধ্যায়

অৰ্থাৎ, নাটক পৰ্বতত মানস সৰোৱৰৰ নিচিনা এটি সৰোৱৰ আছে। হে নৰশাৰ্দ্দুল, স্বৰ্ণ পদ্মেৰে সুশোভিত এই সৰোৱৰত মহাদেৱে পাৰ্বতীৰে সৈতে সদায় জলক্ৰীড়া কৰে। সেই পৰ্বতৰ পশ্চিম, মধ্য আৰু পূৰ্বভাগৰপৰা তিনিখন নদী ওলাই দক্ষিণ সাগৰৰ ফালে বৈ গৈছে। পশ্চিমফালৰ পৰা ওলোৱা নৈ খনৰ নাম দিক্ৰৱিকা (এতিয়া দিক্ৰৱিকাৰ নাম দিকৰাই হৈছে); দিগ্-হস্তীবিলাকৰ আঘাতত সেই নৈ খনৰ উৎপত্তি হোৱা বাবে তাৰ নাম হৈছে দিক্ৰৱিকা। যি খন নৈ মধ্য ফালৰপৰা ওলাইছে, স্বয়ং শঙ্কৰে নমাই অনা সেই নদীখনৰ নাম বৃদ্ধগঙ্গা (বুঢ়ীগাং), বৃদ্ধগঙ্গা গঙ্গাৰ নিচিনা ফলদায়িনী। যিখন নৈ নাটক পৰ্বতৰ পূবফালৰ পৰা ওলাইছে, সেইখন স্বৰ্ণস্ৰাৱিনী নৈ, অৰ্থাৎ সেই নৈৰ পানীৰ লগত সোণ বৈ আছে। এইখন নদীও গঙ্গাৰ নিচিনা ফলপ্ৰদা। পাৰ্বতীয়ে স্নান কৰোঁতে তেওঁৰ গাৰপৰা যিবিলাক স্বৰ্ণকণিকা সৰি পৰে, এই নদীয়ে ধীৰে ধীৰে তাকে বৈ লৈ আছে, শম্ভুৱে ক্ৰীড়াৰ সময়ত পাৰ্বতীৰ গাত স্বৰ্ণকণিকাৰ লগত যি চন্দন বিন্দু অৰ্পণ কৰে, স্নানৰ সময়ত সেই স্বৰ্ণকণিকা আৰু চন্দনবিন্দু এই নৈখনৰ পানীয়ে ধুই লৈ আছে, সেইকাৰণে এই সৰ্বশ্ৰেষ্ঠ স্বৰ্ণশ্ৰী নৈ খনক স্বৰ্ণবহা বোলা যায় (এই নৈ খনৰ বৰ্ত্তমান চলিত নাম বৰগাং। আগেয়ে মানুহে এই নৈতে সোণ কমাইছিল। ইয়াৰ সোণ অতি উত্তম বুলি প্ৰখ্যাত আছিল)।

হে নৰশ্ৰেষ্ঠ, চ'ত মাহৰ কৃষ্ণ চতুৰ্দশীত সংযতচিত্তেৰে এইবিলাক পুণ্যসলিলা নদীত ত্ৰৈকালিক স্নান কৰিলে বহুকাল দেৱী-গৃহত থাকি শেষত ব্ৰহ্মলোকলৈ গতি কৰিব পাৰি। তাৰপৰা আকৌ [পৃথিৱীতে জন্ম গ্ৰহণ কৰি সাৰ্বভৌম নৃপতি হ'ব পাৰি।] বৃদ্ধগঙ্গাৰ পানীৰ মাজত ব্ৰহ্মপুত্ৰৰ পাৰত বিশ্বনাথ নামে শিৱলিঙ্গ আৰু যোনিমণ্ডলৰূপা মহাদেৱী বিশ্বদেৱী (চণ্ডী) আছে। পূৰ্বকালত জগৎপতি বিষ্ণুৱে তাতে হয়গ্ৰীৱৰ লগত যুদ্ধ কৰি হয়গ্ৰীৱক বধ কৰি তাৰপৰা মনিকূটলৈ প্ৰস্থান কৰে। তাত যি লোকে দ্বাদশী, অষ্টমী আৰু চতুৰ্দশীত উপবাসে থাকি শাৰদামন্ত্ৰ আৰু পূজাক্ৰমানুসাৰে ভগৱতী দুৰ্গাক, হয়গ্ৰীৱ মন্ত্ৰতন্ত্ৰানুসাৰে গৰুড়ধ্বজক আৰু কামেশ্বৰৰ মন্ত্ৰতন্ত্ৰানুসাৰে শঙ্কৰক ভক্তিৰে সৈতে পূজা কৰে, তেওঁ তিনি কল্পকাল শিৱলোকত, তিনি কল্পকাল বিষ্ণুলোকত আৰু তিনি কল্প দুৰ্গাশ্ৰমত অৱস্থান কৰি অৱশেষত ভূলোকলৈ আহি বেদজ্ঞ ব্ৰাহ্মণ হৈ জন্মগ্ৰহণ কৰে।

### শৃঙ্গাটক, শৃঙ্গগিৰি, বা শিঙ্গৰি পৰ্বত

কালিকা পুৰাণত লিখা আছে, এই শৃঙ্গাটক পৰ্বতত মহাদেৱৰ এটি লিঙ্গ প্ৰতিষ্ঠিত আছে। সিদ্ধ ত্ৰিস্ৰোতা নামে এখন নদী শৃঙ্গাটক পৰ্বতৰ পৰা ওলাই সেই পৰ্বতৰ কাণে কাণে বৈ গৈ দক্ষিণ সাগৰত পৰিছে। সেই নৈখন শিৱৰ প্ৰিয়। সেই নৈত স্নান কৰি পৰ্বতটোত আৰোহণ কৰি যি লোকে ভক্তি ভাৱে লিঙ্গৰূপী শঙ্কৰক পূজা কৰে, তেওঁ শুদ্ধচিত্ত আৰু দিব্য কান্তিবিশিষ্ট হৈ ইহলোকত অতুলনীয় অভিলাষিত বস্তু লাভ কৰে আৰু অন্তিমত শিৱলোকলৈ গৈ মুক্তি পায়।

এনে প্ৰবাদ আছে যে এই শিঙ্গৰি পৰ্বতত ঋষ্যশৃঙ্গ মুনিৰ আশ্ৰম আছিল। আৰকালি ভোটান, তিব্বত আদি ঠাইৰপৰা অনেক বৌদ্ধধৰ্মাৱলম্বী লোকে শিঙ্গৰিলৈ আহি তাত পূজা কৰে। শিঙ্গৰি পৰ্বতৰ ঠিক তলতে পশ্চিমফালে "গোপেশ্বৰ" নামে শঙ্কৰৰ মন্দিৰ আৰু খটখটী থকা পকা কুঁৱা আছে। এই মন্দিৰটো শিল আৰু ইটাৰে নিৰ্মিত। শিলৰ যিবিলাক কাৰু-কাৰ্য আছে, সেইবিলাক চাব লগীয়া। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ পিতৃ কুসুম্বৰ ভূঞা আৰু তেওঁৰ মাতৃ সত্যসন্ধ্যাদেৱীয়ে পুত্ৰ সন্তান লাভৰ কাৰণে শিঙ্গৰিৰ গোপেশ্বৰ মন্দিৰত তপস্যা কৰিছিল। পাছে শঙ্কৰৰ বৰত পুত্ৰ লাভ হোৱাত পুত্ৰৰ নাম শঙ্কৰ ৰাখিছিল। বছৰি শিৱ-চতুৰ্দশীত শিঙ্গৰিৰ গোপেশ্বৰ দেৱালয়ত বৰ সমাৰোহেৰে শিৱপূজা কৰা হয়। সেই উপলক্ষে মেলা বহে আৰু ভাওনা-সবাহ পতা হয়। শিঙ্গৰি পৰ্বতলৈ উঠা বাটত ঠায়ে ঠায়ে শিলৰ খটখটী পোৱা যায়। তাত থকা শিলৰ কাৰুকাৰ্য আদি দেখিলেই সেই ঠাই যে এসময়ত এখন পবিত্ৰ তীৰ্থ আছিল, সেইটো বুজা যায়।

### বৃষস্কন্ধ পৰ্বত

দফলা পৰ্বতমালাৰ "গৰু চুকীয়া পৰ্বত" টোকে আগেয়ে বৃষস্কন্ধ পৰ্বত বোলা হৈছিল। এই পৰ্বতত "বাহুলি যোবোং" নামে এটা শিৱৰ ঘৰ আছে। কিম্বদন্তিৰপৰা জনা যায় যে সেই পৰ্বতত মহাদেৱৰ উঠি ফুৰা বৃষ চৰিছিল।

### ধনদা নদী

তেজপুৰৰ সদৰ মহকুমাৰ পশ্চিম সীমাত জীয়া ধনশিৰি বা উত্তৰ ধনশিৰি নামে যি খন নদী আছে, 'যোগিনীতন্ত্ৰ'ৰ মতে সেইনদীখনৰ নাম ধনদা। ওদাল-গুৰিৰপৰা কেইমাইলমান উত্তৰত এই নৈ খনৰ এটা কুণ্ড আছে। সেই কুণ্ডটোৰ নাম ভৈৰৱ কুণ্ড। মৰা ধনশিৰিৰ নাম বৌঠা আছিল, তাৰ পাৰত মহা-পুৰুষ শঙ্কৰদেৱৰ পূৰ্ব পুৰুষসকল আছিল।

### দীপৱতী নদী

কালিকা পুৰাণত উল্লেখ কৰা 'দীপৱতী' নদী খনেই এতিয়াৰ দীপোতা নৈ আৰু বেলশিৰী নৈ খনেই 'বিল্ববেদিকা' হব পায়।

### ভট্টাৰিকা নদী

এতিয়া যিখন নদীক আমি ভৰলী বোলোঁ সেইখনেই আগৰ ভট্টাৰিকা নদী। অতীতত মৰা-ভৰলী আৰু জীয়া ভৰলী দুয়ো এখন নৈ হৈ বৈছিল। সেই নৈৰপৰা নলা কাটি বাণ ৰজাই শোণিতপুৰ নগৰৰ জলদুৰ্গ তৈয়াৰ কৰিছিল। এতিয়া সেই নলা বিলাকক মানুহে হোজা বোলে। 'কালিকা পুৰাণ'ত ভট্টাৰিকাৰ বিষয়ে লিখা আছে।

ততো ভট্টাৰিকা নাম হিমশৈলা সমুদ্ভৱা।
মহানদী দেৱগণৈৰ্যা সদোপাস্যতে সুখদ্॥
তস্যাং যা কুৰুতে স্নানং কুমাৰীষু চতুৰ্দশি।
স যাতি পৰমং স্থানং তদ্বিষ্ণোঃ পৰমং পদম্॥ ১২

-আশীতিতম্ অধ্যায়

অৰ্থাৎ তাৰ পাছত হিমালয় পৰ্বতৰপৰা ওলোৱা ভট্টাৰিকা নামে মহানদী ; দেৱতাসকলে পৰম সুখে এই নদীৰ পানী সেৱা কৰি থাকে। যি লোকে চাৰিটা

যুগাব্দ্যা তিথিত সেই নদীত স্নান কৰে তেওঁ পৰম পদ বিষ্ণুলোকলৈ গতি কৰে।

## দিক্কৰিকা নদী

ভট্টাৰিকাৰ পূবে দিক্কৰিকা বা দিকৰাই নদী। অনেকে ভৰলী নদীখনক ভৈৰৱী বোলে। কিন্তু কালিকা পুৰাণৰপৰা জনা যায় যে, হিমালয় পৰ্বতৰ ওচৰত বিভ্ৰাট নামে এটা ডাঙৰ পৰ্বত আছে। সেই পৰ্বতত ভূতনাথ মহাদেৱ ভৈৰৱৰূপে বাস কৰে। সেই পৰ্বতৰপৰা পুণ্যোদকা শুভা ভৈৰৱী নদী ওলাই দক্ষিণলৈ বৈ গৈছে, সেই নদী মানসা নদীৰ পূবে। মানসাৰ বৰ্ত্তমান নাম মনাস, মনাহ বা মানাহ। ভৈৰৱী ভোটানৰ পৰা ওলাই কামৰূপ জিলাৰ মাজেদি বৈ গৈছে। বোধ কৰোঁ ভৈৰৱীকে আজি কালি 'পগলাদিয়া' বোলে।

দিকৰাই নৈৰ গুৰিত পশ্চিমফালে সোণৰ পুং আছে। নৈৰ পাৰত প্ৰতাপগড়-আছে।

## বৃদ্ধগঙ্গা নদী

এইখন নদীকে আমি বুঢ়ীগঙ্গা বা বুঢ়ীগাং বোলোঁ। এই নৈৰ মুখত পানীৰ মাজত বিশ্বনাথ শিৱৰ লিঙ্গ আছে। সেই লিঙ্গ থকা ঠাইৰ পশ্চিমে ব্ৰহ্মপুত্ৰৰ পাৰত বিশ্বেশ্বৰী বা চণ্ডীৰ দেৱালয় আছে। পূবে উমা-বন বা উমাটুমনিত ব্ৰহ্মপুত্ৰৰ পাৰত উমাৰ দেৱালয় আছে। "কালিকা পুৰাণ" মতে মহাদেৱে নিজে এই নৈখন ভৈৰামলৈ নমাই আনি এই নৈৰ মুখত কিছুকাল তপস্যা কৰিছিল।

## স্বৰ্ণবহা নদী

কালিকা পুৰাণত উল্লেখ কৰা এইখন নদীক আমি এতিয়া বৰগাং বোলো। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে এইখন নৈৰ পাৰত গাংমৌ সত্ৰ স্থাপন কৰি কিছুকাল বাস কৰিছিল। ইয়াতেই তেওঁ "পাৰে পৰি হৰি, কৰোহোঁ কাতৰি" বৰগীতটো ৰচনা কৰিছিল। সত্ৰৰ অধিকখিনি ঠাই বৰগাং নৈয়ে খহাই নিলে। তথাপি এতিয়াওকে আমাৰ অনেক মানুহে বাঁহবাৰীত গৈ গাংমৌ থান সেৱা কৰে।

Dr. Wade চাহাবৰ অসমৰ ইতিহাসত বৰগাং নৈৰ সোণৰ বিষয়ে এইদৰে লিখা আছে:—

The gold found here is esteemed much superior even to the gold of the Dikrungh, the colour is deeper, and more vivid, compared by the natives to fire. It is deemed so much more precious than any other that the price even in Assam, is eighteen or twenty rupees, whereas the Dikrungh gold is only twelve or fourteen rupees per toleh * * The gold is found in greatest quantity nearest the mountains

## অন্যান্য নদী

"কালিকা পুৰাণ" মতে বৰগাং নৈৰ পূবে নিৰ্ম্মলসলিলা কামা নদী। কামাৰ পূবে সোমাশনা নদী। সোমাশনাৰ পূবে বৃষোদকা নদী। তাৰ পূবে কামৰূপ মহাপীঠৰ প্ৰান্তভাগত মহামায়া জগজ্জননী দেৱী দিক্কৰবাসিনী। দিক্কৰবাসিনীকে আমি দিক্ৰং বোলো। দিক্ৰং নৈখন পুৰণি হাবুঙ্গ নগৰৰ কাষেদি বৈ গৈছে। এই নৈখন উত্তৰ লক্ষীমপুৰ মহকুমাৰ ভিতৰত পৰিছে। তেজপুৰ জিলাৰ মানচিত্ৰ চালে দেখা যায় যে বৰগাং পাৰ হৈ তেজপুৰ জিলাৰ পূব প্ৰান্তলৈ গৈ থাকিলে বাটত বিহালি, বদতী বা বেদৱতী, বুৰৈ, চেঙেলিজান বা বলম, ব্ৰহ্মাজান, বালিজান, ডুবিয়া, খাবৈ নৈ পোৱা যায়। ইয়াৰ বাহিৰে বিবিলাক সৰু সৰু জান, জুৰি আছে, সেইবোৰ লেখত ধৰা নাই। উল্লিখিত নৈবিলাকৰ ভিতৰত বুৰৈ সবাতকৈ ডাঙৰ। খাবৈ নৈক পিছলা নৈৰ সুঁতি বুলিব পাৰি। পিছলাৰ পাৰত আগৰ দিনৰ বিখ্যাত ফুলবাৰী দেওঘৰৰ ভগ্নাৱশেষ আছে। তাহানি আই-নামত গোৱা শুনিছিলোঁ:—

"পিছলাৰে ঘাটে, আয়ে স্নান কৰে,
লাহৰ কেশভাৰি মেলি এ।
ঘাউতিয়ুগীয়া, আইৰে শৰণীয়া,
পৰলৈ নিদিবা ঠেলি এ ॥
o o o
"পিছলাৰে ঘাটে, আয়ে পানী তোলে,
তামৰে কলসী লই এ।
দুঅঁৰা বামুণে, চণ্ডীপাঠ কৰিছে,
ভৱানীক আগমন লই এ ॥
o o o
"পিছলাৰে পানী, আনাগই ভৱানী
ফুলবাৰী দেওঘৰৰ ঘাটে এ।
o o o
"আইৰে পাৱে মছা, কপাহী গামোচা,
আইৰে কুলিকটা পিৰা এ।
বৰ আই পাঁচিছে, সক আই আহিছে,
ফুলবাৰী নগৰৰ পৰা এ ॥"
o o o

"যোগিনীতন্ত্ৰৰ" উত্তৰ খণ্ডত লিখা আছে :—

"পিচ্ছিলা বা দক্ষিণতো গৌতমস্য মহাফলা"।

নাট্যকাৰণ্যৰ পূবে চম্পকাৰণ্য, চম্পকাৰণ্যৰ দক্ষিণে গৌতম ঋষিৰ মহাফলা পিচ্ছিলা নদী আছে। পিচ্ছিলা নদীকে আমি পিছলা কওঁ। সম্ভৱতঃ পিছলাৰ পাৰৰ ফুলবাৰী দেওঘৰত গৌতম ঋষিয়ে কোনো সময়ত আশ্ৰম পাতি বাস কৰিছিল। তেওঁ বোধ কৰোঁ তাত থাকি "ত্ৰিবিক্ৰম" শিৱক তপস্যা কৰিছিল। কাৰণ, "যোগিনীতন্ত্ৰত" লিখা আছে,—

"পিচ্ছিলায়াং ত্ৰিবিক্ৰমঃ।"

দক্ষযজ্ঞত সতীয়ে শিৱ-নিন্দা সহিব নোৱাৰি প্ৰাণত্যাগ কৰিলত শিৱই সতীৰ মৰা শৰটো কান্ধত লৈ বলিয়াৰ দৰে ফুৰোঁতে বিষ্ণুয়ে সুদৰ্শন চক্ৰৰে সেই শৰটো কাটি খণ্ড খণ্ড কৰে। য'ত য'ত খণ্ডবিলাক পৰিল সেয়ে একোটা পীঠ বা তীৰ্থস্থান হ'ল। সতীৰ মূৰটো দিকৰবাসিনী বা দিকৰং নৈত পৰা বুলি কালিকাপুৰাণত লিখা আছে। সেই নিমিত্তে দিকৰবাসিনীক ললিতকান্তা বা চণ্ডী বা বৰকালিকাও বোলা হয়। অতি পূৰ্বে দিকৰঙৰ পশ্চিম ফালে দেৱীৰ মন্দিৰ আছিল আৰু তাৰ কিছু পশ্চিমে মাগনোৱা বিলৰ দাঁতিত চণ্ডীশ্বৰ শিৱৰ মন্দিৰ আছিল। মন্দিৰ ভাগি যোৱাত কলাবাৰীত শিৱৰ মূৰ্ত্তিখন আনি স্থাপন কৰা হৈছে আৰু কলাবাৰীৰ দেউৰী গাৱঁত বৰকালিকাৰ দেৱালয় পতা হৈছে। কলাবাৰী তেজপুৰ জিলাৰ পূব প্ৰান্তৰ এখন সমৃদ্ধিশালী গাওঁ। তাত আহোম ৰজাৰ দিনৰ এটা পকী দ'ল আৰু ডাঙৰ পুখুৰী আছে।

বুঢৈ নৈক গাৱঁলীয়া মানুহে 'বুঢৈ ডাঙৰীয়া' বোলে, আৰু আজিকালি অনেক মুনিহ-তিৰোতাই মাহ-প্ৰসাদ তামোল-পাণ দি বুঢৈক সেৱা সৎকাৰ কৰে।

**পুণ্যক্ষেত্ৰ**

"যোগিনীতন্ত্ৰৰ" উত্তৰ খণ্ডত লিখা আছে :—

"কন্যাশ্ৰমং মহাক্ষেত্ৰং ৰুদ্ৰপদদ্বয়ং।
একাম্ৰকং পৰং ক্ষেত্ৰং যত্ৰনাগাখ্য শঙ্কৰঃ ॥
মানসং ক্ষেত্ৰকঞ্চৈব যত্ৰ বিশ্বনাথো হৰঃ।
নাটকাৰণ্যকঞ্চৈব চম্পকাৰণ্যকস্তথা ॥
পিচ্ছিলা বা দক্ষিণতো গৌতমস্য মহাফলা।"

উক্ত তন্ত্ৰত এই কথাও লিখা আছে যে কন্যাশ্ৰমৰ শিৱৰ নাম ৰুদ্ৰ আৰু একাম্ৰকাননৰ শিৱৰ নাম নাগশঙ্কৰ। কন্যাশ্ৰম ভোমোৰাগুৰি পৰ্বতৰ পূবে ভৰলী নৈৰ মুখত। তন্ত্ৰমতে এইখন মহাক্ষেত্ৰ। ইয়াতেই চ্যৱন ঋষিৰ পালিতা কন্যা কন্যকাই শিৱক স্বামী পাবৰ কাৰণে কঠোৰ তপস্যা কৰিছিল। কন্যকাৰ নামেই পাছত তাত এখন সমৃদ্ধিশালী গাওঁ বহিছিল। পাছে, ভৰলী নৈয়ে সেই গাওঁখন ভাঙিলে। এতিয়া কন্যকা গাৱঁৰ একো চিন নোহোৱা হ'ল। কিন্তু শিলত অদ্যাপিও ৰুদ্ৰপদৰ চিন আছে। তেজপুৰৰ ঔগুৰি পৰ্বততো এখন "ৰুদ্ৰপদ" দেৱালয় আছে। তেজপুৰৰ নাগশঙ্কৰ গাৱঁত একাম্ৰকানন আৰু নাগশঙ্কৰ দেৱালয় আছে।

অত্ৰমতে বিশ্বনাথ মানসক্ষেত্ৰ। বিশ্বনাথকে গুপ্ত কাশীও বোলে। বিশ্বনাথত আহোমৰজাৰ দিনৰ ইটা আৰু শিলেৰে সজা শিৱ, চণ্ডী আৰু উমাৰ মন্দিৰ আছে। কিন্তু আচল বিশ্বনাথ-শিৱ বুঢ়ীগঙ্গাৰ মুখত হুমাহমান বুঢ়ীগঙ্গা আৰু ব্ৰহ্মপুত্ৰৰ পানীৰ তলত ডুবি থাকে। খৰালি পানী শুকালে পূজাৰীয়ে বাজি থান্দি বিশ্বনাথ বাবাক পূজা কৰে। গাৱঁলীয়া মানুহে কোৱা শুনিছো, "বিশ্বনাথ বাবা ছমাহ পানীৰ তলত, ছমাহ বামত।"

কলংপুৰ মৌজাত কল্যাণী গোসানীৰ দেৱালয় আছে। সিও পুণ্যক্ষেত্ৰ।

**উমা-বন**

উমা-বনক আজিকালি উমা-টুমনি বোলা হয়। এই মনোৰম ঠাই ডোখৰ ব্ৰহ্মপুত্ৰৰ দাঁতিত বুঢ়ীগঙ্গা নৈৰ মুখত। ইয়াত উমাৰ মন্দিৰ আছে, পুৱণিকলীয়া এটি পুখুৰী আৰু গড় আছে। প্ৰতাপসিংহ বা তালুক-পাং ৰজাৰ ৰাজত্বৰ কালত ৰাজপুত্ৰসকলক ইয়াতে ৰাখি উপযুক্ত আচাৰ্যৰ হতুৱাই ধৰ্মনীতি, ৰাজনীতি আৰু যুদ্ধবিদ্যা শিক্ষা দিয়া হৈছিল। তেওঁৰ দিনৰ এখন শিলৰ কলি, শিলত কটা চক্ৰবেহু, বাঘ-খেল আদি এতিয়াও উমা-টুমনিত আছে।

উমা-টুমনি এখন পৰম পবিত্ৰ ৰমণীয় ঠাই। দক্ষ যজ্ঞত সতীয়ে তনুত্যাগ কৰি আকৌ মহাদেৱক স্বামী লাভ কৰিবৰ কাৰণে হিমালয়ৰ ঘৰত জন্ম লয়। তেওঁৰ মাকৰ নাম মেনকা, বসন্তকালত মৃগশিৰা নক্ষত্ৰত নৱমী তিথিৰ মাজনিশা তেওঁৰ জন্ম হয়। বাপেক হিমালয়ে তেওঁক 'কালী' বুলি মাতিছিল। বন্ধু-বান্ধৱ সকলোৱে তেওঁৰ নাম 'পাৰ্বতী' ৰাখিছিল। পাছে এদিন নাৰদ মুনিয়ে আহি তেওঁলোকক পাৰ্বতীৰ পূৰ্বজন্মৰ কথা ক'লে আৰু এই জন্মতো হৰক পাবৰ নিমিত্তে পাৰ্বতীক তপস্যা কৰিবলৈ উপদেশ দি ক'লে যে তপস্যাৰ দ্বাৰা হৰক প্ৰসন্ন কৰিব পাৰিলে পাৰ্বতীৰ গাৰ বৰণ গ্ৰোৰ নিচিনা আৰু কান্তি বিজুলীৰ নিচিনা হ'ব আৰু তেতিয়াৰপৰা তেওঁৰ নাম 'গৌৰী' হ'ব। নাৰদৰ উপদেশ মতে পাৰ্বতীয়ে 'ওঁ নমঃ শিবায়' মন্ত্ৰ জপ কৰি শঙ্কৰৰ ৰূপ হিয়াত ধাৰণ কৰি তপোবনত গৈ তপস্যা কৰিবৰ নিমিত্তে মাকৰ অনুমতি লয়। জীয়েকৰ কথাশুনি মাকে "উমা" এই সম্বোধন কৰি তপোবনলৈ যাবলৈ নিষেধ কৰে। তেতিয়াৰ পৰা পাৰ্বতীৰ নাম 'উমা' হয়; জীয়েকে ঘৰকৈ ধৰাত গিৰিৰাজ আৰু মেনকাই তেওঁক তপোবনত গৈ তপস্যা কৰিবলৈ অনুমতি দিয়ে। পাছে হিমালয়ৰ নামনিত বৃদ্ধ গঙ্গাৰ মুখত যত মহাদেৱে পূৰ্বে ওঠৰ বছৰ তপস্যা কৰিছিল পাৰ্বতীয়ে সেই ঠাইত গৈ কঠোৰ তপস্যা কৰে। তেওঁৰ তপস্যাত প্ৰসন্ন হৈ অৱশেষত হৰেই তেওঁক দৰ্শন দিয়ে, তেওঁ গৌৰীৰূপ পায়, আৰু হৰ-গৌৰীৰ মিলন আৰু শুভবিবাহ হয়। এই মিলনত হৰৰ দেহৰ আধাখিনিয়ে গৌৰীৰ ৰূপ ধাৰণ কৰাত তেওঁ 'অৰ্দ্ধ নাৰীশ্বৰ' নাম পায়। ইয়াতে তপস্বিনী উমাৰ সাধনা সিদ্ধি হয়। তেওঁৰ তপোবনৰ নাম 'উমা-বন' নামে প্ৰখ্যাত হ'ল। এই সম্বন্ধে সবিশেষ জানিব খুজিলে কালিকা পুৰাণ, ব্ৰহ্মাণ্ড পুৰাণৰ ৪৩ অধ্যায় জৈমিনি ভাৰতৰ ২১ অধ্যায় আৰু ত্ৰিকাণ্ডশেষ পঢ়িচাব।

## শোণিতপুৰ

বৰ্তমান তেজপুৰ চহৰেই আগৰ দিনৰ শোণিতপুৰ নগৰ। কিন্তু শোণিতপুৰ ৰাজ্যখনৰ সীমা পূবে ধনদা নদীৰপৰা পশ্চিমে দিক্ৰং নদীলৈকে, উত্তৰে হিমালয়ৰপৰা দক্ষিণে নগাঁৱলৈকে আছিল বুলি বোধ হয়। বাণৰ শোণিতপুৰ ৰাজ্যৰ পশ্চিম সীমাত তেওঁৰ পৰম মিত্ৰ নৰকাসুৰৰ প্ৰাগ্‌জ্যোতিষ ৰাজ্য আছিল। উষা মঠৰ ওচৰত মন্দাকিনী বা ব্ৰহ্মপুত্ৰৰ পাৰত, গুপ্তকাশী বা বিশ্বনাথৰ পৰা কেইমাইলমান পশ্চিমে শোণিতপুৰ নগৰ আছিল বুলি "হৰিবংশ" পুথিৰ ১৭৪ অধ্যায়ৰ পৰা জনা যায়। তেজপুৰৰ বামুণী পৰ্বতত উষামঠৰ ভগ্নাৱশেষ আছে। উষা-মঠৰ পৰা কন্যাশ্ৰমৰ "কন্দ্ৰপদ বা

কদ্ৰ প্ৰয়াগ" বেছি দূৰ নহয়। বাণৰজা মহাদেৱৰ পৰমভক্ত আছিল। তেওঁৰ আন এটা নাম 'মহাকাল'। কোনো কোনোৱে তেওঁক "মহাভৈৰৱ" বুলিও সম্বোধন কৰিছিল। তেৱেঁই বিশ্বনাথত "গুপ্তকাশী" স্থাপন কৰিছিল, শোণিতপুৰ নগৰখন তেওঁ জলদুৰ্গৰ দ্বাৰা সুৰক্ষিত কৰিছিল। নগৰৰ দক্ষিণে অগ্নিগড় পৰ্ব্বত। তেজপুৰৰ জাহাজঘাটৰ পৰা কলিবাৰীলৈকে ব্ৰহ্মপুত্ৰৰ কাষে কাষে যি শাৰী পৰ্ব্বত আছে, সেয়ে আগৰ অগ্নিগড় আছিল। অগ্নিগড়ৰ যিটো পাহাড় এটাইতকৈ ওখ তাৰ ওপৰত এতিয়া পানী কলৰ জলাধাৰ আছে আৰু তাতে "পদ্মপাৰ্ক" পতা হৈছে। সাধাৰণ মানুহে এতিয়াও সেই পাহাৰটো "অগ্নিপৰ্ব্বত" বুলি কয়। বোধ কৰোঁ আগৰ দিনত তাৰ পৰা জুই ওলাইছিল। শোণিতপুৰ নগৰৰ এমূৰে কন্যাশ্ৰমৰ "কদ্ৰপদ" আৰু আন মূৰে উওৰিৰ "কদ্ৰপদ"। নগৰলৈ সোমোৱা বাটৰ মূৰে মূৰে শিলত কটা গণেশৰ মূৰ্ত্তি আছিল। তেজপুৰৰ গণেশঘাটত তেনেকুৱা এজনা গণেশৰ মূৰ্ত্তি আছে। আকৌ ধেনু-খনা পৰ্ব্বতৰ পশ্চিমেও এজনা গণেশৰ মূৰ্ত্তি আছে। পৰ্ব্বতীয়া গাওঁখনৰ আগৰ দিনৰ কাৰুকাৰ্য্য থকা অনেক শিল আৰু অনেক পুখুৰী দেখিবলৈ পোৱা যায়। বামুনী পৰ্ব্বতৰ "উষা-মঠত আৰু তেজপুৰ চহৰতো পুৰণি কীৰ্ত্তিৰ অনেক ভগ্নাৱশেষ আছে। কুমাৰ গাৱঁত "থিয়-শিল" বুলি যিটো শিৱলিঙ্গ ৰখা হৈছে। সেইটো হজ্জৰ বৰ্ম্মাৰ দিনৰ বুলি বোধ হয়। সেই শিৱ-লিঙ্গৰ বেদীখন এতিয়া এজন "মানুহৰ বাৰীৰ ভিতৰত পৰিছে। তেজপুৰৰ ভৈৰবী দেৱালয় আৰু মহাভৈৰৱ দেৱালয় বাণৰজাৰ দিনৰ বুলি কিম্বদন্তিয়ে কয়। "হৰিবংশ" আৰু "কালিকাপুৰাণত" বাণাসুৰৰ বৃত্তান্ত পঢ়িবলৈ পোৱা যায়। তেওঁৰ উপৰি বংশৰ বিৱৰণ তলত দেখুৱালোঁঃ—

**মৰীচি**
(ব্ৰহ্মাৰ মানস পুত্ৰ)
|
**কশ্যপ**
(ভাৰ্য্যা—দিতি, দক্ষৰ দ্বিতীয় কন্যা)
|
হিৰণ্য-কশিপু | হিৰণ্যাক্ষ | মৰুৎ

হিৰণ্য-কশিপু
|
প্ৰহ্লাদ | সাহ্লাদ | বাহ্লদ | শিবি | দিব্যা (কন্যা—ভৃগু ঋষিয়ে বিয়া কৰিছিল)

প্ৰহ্লাদ
|
বিৰোচন
|
বালি
|
বাণ বা মহাকাল

দ্বাপৰ যুগত বাণাসুৰৰ জন্ম হৈছিল। তেওঁৰ কন্যা উষাদেৱীক শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধ কোঁৱৰে বিয়া কৰিছিল। "কুমৰ-হৰণ" পুথি পঢ়িলে সবিশেষ জানিবলৈ পাব। "কুমৰ-হৰণ" পুথিৰ সমালোচনা কৰি "শোণিতপুৰ" সম্বন্ধে অধ্যাপক শ্ৰীযুত বাণীকান্ত কাকতী, এম, এ ডাঙৰীয়াই প্ৰথম বছৰৰ "চেতনা" কাকতৰ ৩য় সংখ্যাত যি লিখিছিল, তাক তলত তুলি দিলোঁ:—

"পুৰণি অসমত শোণিতপুৰ নামে এখন ৰাজ্য আছিল। কালক্ৰমত তাৰ নাম তেজপুৰ হৈছে। তাত বাণ নামে এজন প্ৰবল শিৱভক্ত ৰজা আছিল। বাণৰজা মহাভক্ত প্ৰহ্লাদৰ নাতি, মহাদানী আৰু বীৰ বলি ৰজাৰ পুতেক আছিল। বিষ্ণুৱে বামন অৱতাৰত ছলনা কৰি বলিক পাতাললৈ পঠাই দিলত, শিৱক তপস্যা কৰি বাণ ৰজাই শোণিতপুৰ ৰাজ্যখন পায়। এজন বঙালী লেখকে প্ৰত্নতত্ত্ব খোলাবলৈ বলিনিৰ্য্যাসমৰ্ক লক্ষ্য কৰি কৈছে যে

শোণিতপুৰ পাতালত আছিল, ই বৰ্ত্তমান তেজপুৰ হ'ব নোৱাৰে। কিন্তু ই সাধাৰণ উপলুপ্তা স্বভাৱৰ কথা। "হৰিবংশত" কথাৰ স্থলতে এইটো স্পষ্ট উল্লেখ আছে যে শোণিতপুৰ মনুষ্য-লোকত, আৰু তাক আহ্বনীয় (যজ্ঞৰ) অগ্নিয়ে ৰক্ষা কৰি আছিল। "কূৰ্মপুৰাণ" মতে এই আহ্বনীয় অগ্নিৰ ঠাই তেজোৱতী নামে নগৰ এখনত আছিল। "কূৰ্মপুৰাণে" তেজোৱতীৰ যি ভৌগোলিক স্থিতি নিৰ্দ্দেশ কৰিছে, তাৰ পৰা সহজে অনুমান হয়, ই শোণিতপুৰত আছিল, আৰু কালক্ৰমত দুয়োটা নাম লগ লাগি তেজপুৰ হ'ল।'

অসম পৰ্বত মালাৰ (Assam Range) দক্ষিণে থকা সুৰমা উপত্যকা আৰু চট্টগ্ৰাম বিভাগ বোধ কৰোঁ পাতালৰ ভিতৰত পৰিছিল। বদৰপুৰৰ ওচৰত বৰাক বা সুৰমা নৈক মানুহে "বোগলীয়া" বোলে। এই "বোগলিয়া" শব্দটো "ভোগৱতী" শব্দৰ অপভ্ৰংশ। যেনে, মাঘৰ ভোগৱতী বিহুক আমি ভোগালী বিহু কওঁ। বোগলিয়া নৈত মানুহে ভোগৱতী-গঙ্গা-স্নান কৰে। পাতালৰ গঙ্গাৰ নাম ভোগৱতী। আৰো, "পাতাল-শঙ্কৰ" নামে শিৱৰ দেৱালয় চট্টগ্ৰামত আছে।

## মহাভৈৰৱ আৰু ভৈৰৱী দেৱালয়

তেজপুৰৰ মহাভৈৰৱ মন্দিৰত যিটো প্ৰকাণ্ড শিৱলিঙ্গ আছে তাৰ সমান ডাঙৰ শিৱলিঙ্গ এই ভূ-ভাৰতৰ কোনো ঠাইত নাই। এনে প্ৰবাদ আছে যে এই দেৱালয়ত বাণ ৰজাৰ জীয়াৰী উষাই দিনো শিৱ পূজা কৰিছিল। তেজপুৰ চহৰৰ এমূৰে ভৈৰৱীদেৱালয় আৰু আনমূৰে মহাভৈৰৱ দেৱালয়। উভয় দেৱালয়ৰে অতীতৰ শিলৰ মন্দিৰ ভাগি কটা শিলখিলাক চাৰিওফালে সিঁচৰতি হৈ পৰি আছে। "হলেশ্বৰ" আৰু "শুক্লেশ্বৰ" নামে আৰু দুখন দেৱালয় আছে। "হৰৰূপেশ্বৰ" শব্দটো হৰূপেশ্বৰ হৈ শেষত হলেশ্বৰ শব্দত পৰিণত হৈছে। হলেশ্বৰ দেৱালয় হৰ্জ্জৰ বৰ্ম্মা ৰজাৰ দিনত স্থাপিত বুলি বোধ হয়। কিয়নো তেওঁৰ ৰাজধানীৰ নাম হৰূপেশ্বৰ আছিল। ভৈৰৱী, হলেশ্বৰ আৰু শুক্লেশ্বৰ দেৱালয়ৰ নামে নিস্পিখেৰাজ মাটি আছে।

সামৰণিত কৰিবৰ শ্ৰীযুত কমলাকান্ত ভট্টাচাৰ্য্য ডাঙৰীয়াৰ সুৰত সুৰ মিলাই গাবৰ মন যায় —

"কোৱাঁ, পাহৰণি, তোমাৰ পেটত
কত নো ৰাখিছা বুৰঞ্জী সুমাই ?
চিন্তিলে এবাৰ মৰোঁ পুৰি-দেই,
কত জাতি-কীৰ্তি খালা গিলি-হায়।
* * * * *
ই শোণিতপুৰ, দেখোঁ চাৰি পিনে,
পুৰণি হাতৰ চিনেৰে ভৰা,
নাপাওঁ বিচাৰি অকণো বুৰঞ্জী
ক'ব কোনে, কাক শোধোহোঁ বতৰা ?
* * * * *
ইয়াৰ উত্তৰ কাক সুধি পাওঁ ?
ক'বা নে হে তুমি ভৈৰৱী আই ?
ই হেন মন্দিৰ কোনে বিনাশিলে
এই পৰ্ব্বতৰ গৌৰৱকো, হায় ?
* * * * *
হে মহাভৈৰৱ, বিষাদে মলিন,
এই দেৱালয় ভগন কিয় ?
উষাৰ পূজিত তুমি ইষ্টদেৱ,
আছিলা এদিন কুঁৱৰী-প্ৰিয়।
কোৱা, দেৱী কোৱাঁ সুধিছোঁ এবাৰ,
সুন্দৰী উষাৰ নগৰ নে ই ?
শ্ৰদ্ধা-ভকতিৰে তোমাক পূজিছিলে
সদাই যতনে বাণৰ জীয়াৰী।
* * * *
শত কাঁহ ঘণ্টা বাদ্য বাজিছিল
আইটী উষাৰ পূজাৰ বেলি,
শত ঢাক-ঢোল শঙ্খ-পাঞ্চজন্য
বাজিছিলে আৰু মহৰি কালি।
সোণালী পাটীত বহি সেই দিনা
পূজিছিলে তব চৰণ-তল,

বেষ্টিত চৌদিকে ৰূপৱতী সখী
পদ্মিনীক যেনে হংসিনী মণ্ডল।
কিন্তু আজি দেৱ তোমাৰ দুৰ্গতি
দেখিলে বিদৰে বিষাদে হিয়া,

ক'ত আছে উষা ক'ত বাণৰজা
কাৰো ঘৰবাৰী চিনো নাইকিয়া *

* আৱাহন, মাঘ ১৮৫৩ শক, ৩য় বছৰ ৪ৰ্থ সংখ্যা।

# তেজপুৰৰ পুৰণি কথা

তেজপুৰ দৰং জিলাৰ সদৰ ঠাই। সংস্কৃত 'দোঃ + অঙ্গ' শব্দৰ পৰা 'দৰং' শব্দ উৎপত্তি হোৱা বুলি মনে ধৰে। 'দ্যো' শব্দৰ অৰ্থ স্বৰ্গভূমি। সায়নাচাৰ্য্যই অথৰ্ব বেদৰ ভাষ্যত এঠাইত কৈছে—

"হিমবৎ শিবঃ প্ৰদেশ এব স্বৰ্গভূমিৰিতি প্ৰসিদ্ধঃ।'

অৰ্থাৎ হিমালয় পৰ্বতৰ শীৰ্ষদেশেই স্বৰ্গভূমি। হিমালয়ৰ ঠাল ঠেঙুলি স্বৰূপ অসমৰ পৰ্বতবিলাক হিমালয় বা দ্যোৰ অঙ্গ। হিমালয় প্ৰদেশৰ ভিতৰত অসমৰ দৰং জিলাও পৰে।

হিমালয় প্ৰদেশ বা দ্যোত-কশ্যপ ঋষিৰ বৰপুতেক হিৰণ্যকশিপুৱে ৰাজত্ব কৰিছিল। দিতিৰ গৰ্ভত জন্ম লোৱা বাবে তেওঁক দৈত্য বোলে। নৰসিংহ বিষ্ণুৱে তেওঁক বধ কৰে। তেওঁৰ পুতেক মহাভক্ত প্ৰহ্লাদ। প্ৰহ্লাদৰ পুতেক বিৰোচন। বিৰোচনৰ পুতেক বলি। বলি মহাদানী আৰু বীৰ আছিল। বামন অৱতাৰত ভগৱান বিষ্ণুৱে তেওঁক ছলনা কৰি পাতাললৈ পঠাই দিয়ে। স্বৰ্গভূমিৰ পদতলত থকা ভূ-খণ্ডৰ নাম পাতাল। পাতালত ভোগৱতী গঙ্গা আছে। এই ভোগৱতী গঙ্গাৰ নাম পাচত ভোগলীয়া, বোগলীয়া হৈ এতিয়া বৰাক বা কুশিয়াৰত পৰিণত হৈছে যদিও বাদৰপুৰৰ ওচৰত এতিয়াও এই নদীখনক বোগলিয়া বোলে, সুৰমা উপত্যকা আৰু চট্টগাম বিভাগেই পৌৰাণিক যুগৰ পাতাল। চট্টগাম জিলাত এতিয়াও পাতাল শঙ্কৰ নামে শিৱৰ দেৱালয় আছে। বলিৰ পুতেক বাণ পৰম শিৱভক্ত আছিল। তেওঁ শিৱক তপস্যা কৰি পিতৃ ৰাজ্য শোণিতপুৰ ঘুৰাই পাই তাত ৰাজত্ব কৰে। এই ৰাজ্য অতি পুৰণি আৰু প্ৰসিদ্ধ। ইয়াত প্ৰস্তৰ শিলৰ অস্ত্ৰ-শস্ত্ৰ পোৱা গৈছে।

শোণিতপুৰ ৰাজ্যৰ ভিতৰত এতিয়াৰ উত্তৰ লক্ষীমপুৰ মহকুমা, ইয়াৰ উত্তৰে থকা দফলা, আকা আৰু ভোটৰ পৰ্বত শাৰীত পৰিছিল। দফলা পৰ্বত শাৰীৰ মাজত 'ন্যটক' নামে পৰ্বতত শঙ্কৰৰ মহাশ্ৰম আছিল। তাত তেওঁ নটৰাজৰূপে দেৱতাসকলেৰে সৈতে নৃত্যবাদন কৰিছিল। নাটক পৰ্বতৰ নামনিত মানস সৰোৱৰৰ নিচিনা এটি সৰোবৰ আছে। তাৰ চাৰিকালৰ পৰা ভট্টাৰিকা (ভৰলী), দিকৰিকা (দিকৰাই), বৃদ্ধ গঙ্গা (বুঢ়ীগাং) আৰু স্বৰ্ণবহা (বৰগাং) এই চাৰিখন নৈ বৈ আহি ব্ৰহ্মপুত্ৰত পৰিছে। 'দ্যো' আৰু 'প্লৱ' এই দুটা শব্দ লগ লাগি 'দ্যোপ্লৱ' হৈ শেষত 'দফলা' হৈছে বুলি বোধ হয়। 'প্লৱ' বুলিলে এজাতি মানুহ বুজায়। সম্ভৱতঃ দফলাবিলাক মহাদেৱৰ অনুচৰ গুহ্যক আছিল। বৃদ্ধ গঙ্গাৰ মুখত উমাবনত উমাই শিৱক স্বামীৰূপে পাবৰ কাৰণে তপস্যা কৰিছিল শিৱই সেই বৃদ্ধ গঙ্গাৰ মুখত যি ঠাইত উমাক দৰ্শন কৰিছিল সেই ঠাইকে বিশ্বনাথ বোলে। "কালিকা পুৰাণ"ত আছে—

"বৃদ্ধ গঙ্গাজলস্যান্তৰ্ভীৰে ব্ৰহ্মসূত্ৰস্য বৈ।
বিশ্বনাথস্বয়ো দেৱঃ শিৱলিঙ্গসমন্বিতঃ॥"

সেই ঠাই বাৰিষা পানীৰ তলত ডুবি থাকে। উমাবনৰ বৰ্ত্তমান নাম উমা-টুমনি। বিশ্বনাথৰ বিশ্বশৈলত চণ্ডীৰ দেৱালয় আৰু উমাটুমনিত উমাৰ দেৱালয় আছে। দক্ষ যজ্ঞত সতীয়ে প্ৰাণত্যাগ কৰিলত বিষ্ণুৱে

চক্ৰৰ দ্বাৰাই সতীৰ অঙ্গ খণ্ড-বিখণ্ড কৰি পেলালে। সতীৰ পদ দুটি শোণিতপুৰ নগৰৰ দেৱীকূটত উৰুযুগল, শিলঘাটৰ ওচৰৰ উড্ডিয়ান বা কামকূট পৰ্বতত এতিয়াৰ 'কামাখ্যা' নামে দেৱালয় থকা ঠাইত আৰু স্তন দুটিৰ এটি বিশ্বনাথৰ চণ্ডী দেৱালয় থকা ঠাইত আৰু আনটি উমাদেৱালয় থকা ঠাইত পৰে। সেই-বাবে সেইবিলাক থকা ঠাই মহাপীঠ তীৰ্থ বুলি প্ৰসিদ্ধ।

পুৰাণ আৰু তন্ত্ৰৰ পৰা জনা যায় যে শোণিত-পুৰ নগৰত বাণ ৰজাৰ জীয়াৰী উমাদেৱীৰ মঠ আছিল। এই নগৰৰ পূবে দেৱীকূট, তাৰ পূবে ৰুদ্ৰপদ আৰু কন্যাশ্ৰম বা চ্যৱন মুনিৰ সিদ্ধাশ্ৰম আৰু সোমকুণ্ড, তাৰ পূবে বিশ্বনাথ আৰু উমাবন। বিশ্বনাথেই বাণ ৰজাৰ গুপ্তকাশী। তাত উপকোটি শিৱলিঙ্গ থকা বুলি প্ৰবাদ আছে। চ্যৱন মুনিৰ পালিতা কন্যা কন্যকাই যি ঠাইত শিৱক পাবৰ কাৰণে তপস্যা কৰিছিল, তাতে ৰুদ্ৰপদ আছে। এই ৰুদ্ৰপদ ভোমোৰা গুৰি পৰ্বতৰ পূবে।

হৰিবংশ পুথিত লিখা আছে যে আহ্বনীয় (যজ্ঞৰ) অগ্নিয়ে শোণিতপুৰ ৰক্ষা কৰি আছিল। 'কালিকা পুৰাণ'ত লিখা আছে যে বাণাসুৰৰ নগৰ শোণিত পুৰত অগ্নিদুৰ্গ বা অগ্নিগড় আছিল। এতি-য়াও ইয়াৰ লুইতৰ দাঁতিৰ Observatory Hill বা 'পদ্মপাৰ্ক' বোলা পাহাৰটোক অগ্নি পৰ্বত বোলে। বোধ কৰোঁ তেজপুৰৰ এই নৈ কাষৰীয়া পৰ্বতবিলাকত একেৰমকালি সততে যজ্ঞাগ্নি জ্বলি আছিল। 'কূৰ্মপুৰাণ' মতে এই আহবনীয় অগ্নি অহৰহ প্ৰজ্বলিত হৈ তেজ বিস্তাৰ কৰি থকাৰ নিমিত্তে নগৰ খনৰ নাম তেজো-ৱতী আছিল। সেই পুৰাণে তেজোৱতীৰ যি ভৌগোলিক স্থিতি নিৰূপণ কৰিছে তাৰ পৰা বুজা যায় যে তেজোৱতীয়েই শোণিতপুৰ। কালক্ৰমত তেজাৱতীৰ 'তেজ' আৰু শোণিপুৰৰ 'পুৰ' লগ লাগি এই নগৰৰ নাম তেজপুৰ হয়।

বাণ ৰজাৰ উষা নামেৰে ভুবনমোহিনী কন্যা আৰু ইন্দ্ৰদমন নামেৰে এটি পুত্ৰ আছিল। ভগৱান শ্ৰীকৃষ্ণ আৰু ৰুক্মিণী দেৱীৰ নাতি অনিৰুদ্ধ কোঁৱৰক উষাৰ সখীয়েক চিত্ৰলেখা দেৱীয়ে যোগবিদ্যাৰ বলত সুদূৰ দ্বাৰকাৰপৰা ইয়ালৈ লৈ আহে আৰু উষাৰ লগত মিলন কৰি দিয়ে। বাণ ৰজাই এই কথা জানিবলৈ পাই কোঁৱৰক বন্দী কৰি থয়। নাৰদৰ মুখে শ্ৰীকৃষ্ণই খবৰ পাই সসৈন্যে শোণিতপুৰলৈ আহে। পাছে তুমুল ৰণ হয়। বাণ ৰজাই শিৱত শৰণ লয়। শৰণাগতক ৰক্ষা কৰিবৰ নিমিত্তে শিৱই আহি ৰণত যোগ দিয়ে। এই ৰণকে হৰি-হৰ যুদ্ধ বোলে। শেষত উভয় পক্ষৰ ভিতৰত সন্ধি হয়, আৰু উষাক অনিৰুদ্ধ কোঁৱৰে বিয়া কৰাই দ্বাৰকালৈ লৈ যায়। যি ঠাইত এতিয়া তেজপুৰৰ কাছাৰী ঘৰ আছে, তাতে উষাৰ মঠ বা কাৰেং আছিল বুলি কিংবদন্তিৰপৰা জনা যায়। ইং ১৯০৬ চনত কাছাৰী ঘৰটো বঢ়াই তাজৰ কৰিবৰ নিমিত্তে ভেটিৰ মাটি খানোতে মাটিৰ তলত এটা পুৰণি শিলৰ ঘৰৰ ভগ্নাৱশেষ থকা জনা গৈছিল। বাণ ৰজাই স্থাপন আৰু পূজাকৰা মহাভৈৰৱ শিৱলিঙ্গ এই নগৰতে আছে। শুনিবলৈ পাইছোঁ ইমান ডাঙৰ শিৱলিঙ্গ ভাৰতৰ আন কোনো প্ৰদেশত নাই। দেৱীকূটৰ আগৰ শিল আৰু ইটাৰে সজা মন্দিৰ ভাগি গ'ল। এতিয়া তাত মহাভাগা ভৈৰৱী দেৱীৰ দেৱালয় আছে। তেজপুৰৰ ভোমোৰাগুৰি পৰ্বতৰ পৰা অকা পৰ্বতৰ ভালুকপঙ দুৰ্গলৈকে এটা অতি পুৰণি গড় আছে। এই গড়টো বাণৰজাই কৰোৱা বুলি প্ৰবাদ আছে। আকৌ ভৈৰৱকুণ্ডৰ পৰা ডিক্ৰাঙৰ লাছা নগৰলৈকে যিটো পুৰণিকলীয়া বাট আছে সেইটোও হেনো বাণ ৰজাৰ দিনৰ।

এই জিলাৰ উত্তৰ ফালৰ পৰ্বত থকা অকা-বিলাকে নিজক বাণ ৰজাৰ নাতি ভালুকৰ বংশধৰ বুলি কয় আৰু "কম্ব্য" জাতিৰ মানুহ বুলি চিনাকি দিয়ে। "কম্ব্য" শব্দটো "ঋক্ষ" শব্দৰ অপভ্ৰংশ হ'ব পাৰে। ঋক্ষ বুলিলে ভালুক বুজায়। কিন্তু আগৰ দিনত ঋক্ষ নামেৰে এজাতি মানুহো আছিল। শ্ৰীকৃষ্ণৰ

ভাৰ্যা জাম্বৱতী ঋক্ষকন্যা আছিল । যি ঠাইত ভালুক পেং দুৰ্গ আছে সেই পিনে অঁকা পৰ্বতলৈ যোৱা বাট আছে । তাক ভালুক দুৱাৰ বুলিও কয় । সম্ভৱতঃ বাণ ৰজাৰ নাতি ভালুকে কোনো কাৰণত এই ফালৰ ৰাজ্য হেৰুৱাই অঁকা পৰ্বতত আশ্ৰয় লৈছিল ।

"কালিকা পুৰাণৰ" ৩৯ আধ্যাত লিখা আছে যে প্ৰাগ্‌জ্যোতিষৰ ৰজা নৰকৰ লগত শোণিতপুৰৰ বাণ ৰজাৰ অত্যন্ত মিত্ৰতা হোৱাত পৰম্পৰে পৰম্পৰৰ ঘৰলৈ অহাহোৱা কৰিবলৈ ধৰে । নৰকে অনেক বেদ বিৰুদ্ধ কাৰ্য কৰি দেৱ ব্ৰাহ্মণাদিক অত্যাচাৰ কৰি ৰাজ্যৰ পৰা খেদি দিয়ে । দেৱতাসকলক জিনি দেৱমাতা অদিতিৰ কুণ্ডল হৰণ কৰে । ৰূপে গুণে ধন্যা ষোল হাজাৰ দেৱকন্যাকো ধৰি আনি আটক কৰি ৰাখে । পাছে, শ্ৰীকৃষ্ণই নৰকক বধ কৰি তেওঁৰ পুতেক ভগদত্তক ৰজা পাতে । গিৰিৰাজ হিমালয়ৰ পৰা ওলোৱা কোকা নামে নদীৰ মুখত দিব্য বৰাহ ৰূপী বিষ্ণুৱে এক শ্ৰাদ্ধ যজ্ঞ কৰিছিল, তেওঁৰ ভাৰ্য্যা মহীমাময়ী ছাঁয়াই সেই যজ্ঞৰ পিণ্ড ভোজন কৰি গৰ্ভাৱতী হয় আৰু কিছুদিনৰ পিছত সেই যজ্ঞ ভূমিতে এটি পুত্ৰ সন্তান প্ৰসৱ কৰে ।

"ততোঽস্যাঃ প্ৰাভৱৎ পুত্ৰোভৌমস্তনৰকাসুৰঃ ।
প্ৰাগ্‌জ্যোতিষঞ্চ নগৰমস্য দত্তঞ্চ বিষ্ণুনা ॥"
ব্ৰহ্মপুৰাণ ২১৯ আধ্যা ।

সেই পুত্ৰই ভৌম নৰকাসুৰ । বিষ্ণুৱে তেওঁক প্ৰাগ্‌জ্যোতিষপুৰ দান কৰে ।

ভূমিৰ গৰ্ভত বা যজ্ঞভূমিত জন্ম হোৱা বাবে নৰকাসুৰৰ আৰু তেওঁৰ বংশৰ ৰজাসকলক ভৌম-নৃপতি বোলা হয় । কোকা নদী কৌশিকী বা কুশী নৈত পৰিছে । "বৰাহ পুৰাণৰ" ( ১৪০ আধ্যা ) মতে কোকা নৈৰ মুখত ভগৱান-বিষ্ণুৱে বৰাহ অৱতাৰত ভূমি উদ্ধাৰ কৰি তাত যজ্ঞ কৰিছিল । সেইবাবে ঠাইখনৰ নাম বৰাহ ক্ষেত্ৰ হয় । সাগৰৰ গৰ্ভৰ পৰা নকৈ ওলোৱা ঠাইগুণে সেই ভূখণ্ডক কৌশিকী কচ্ছ বুলিও কয় ।

প্ৰায় পাঁচহেজাৰ বছৰৰ পূৰ্বে কুৰুক্ষেত্ৰত মহাভাৰতৰ যুদ্ধ হৈছিল । প্ৰাগজ্যোতিষাধিপতি ভগদত্ত কৌৰৱৰ পক্ষে সেই যুদ্ধলৈ গৈ যুদ্ধক্ষেত্ৰত প্ৰাণত্যাগ কৰে । তেতিয়া তেওঁৰ পুতেক বজ্ৰদত্তই পিতৃ সিংহাসন পায় । ভগদত্ত বা বজ্ৰদত্তৰ দিনতে শোণিতপুৰ ৰাজ্য প্ৰাগজ্যোতিষ বা কামৰূপৰ অন্তৰ্ভুক্ত হৈছিল বুলি অনুমান কৰোঁ । নৰক বংশৰ ৰজাসকলে অনেক শ বছৰ এই দেশত ৰাজত্ব কৰে । এই ৰজাসকলৰ যি যি তামৰ ফলি এই পৰ্যন্ত আবিষ্কাৰ হৈছে তাৰ পৰা জনা যায় যে তেওঁলোকে নিজৰ কোল-সুনু অৰ্থাৎ কোলৰূপী বিষ্ণুৰ সন্তান বুলি চিনাকি দিছিল । বৈদিক যুগত বংশৰ আদিপুৰুষৰ নামৰ পাছত "তা" বা "তি" প্ৰয়োগ কৰি বংশধৰসকলে চিনাকি দিয়াৰ প্ৰথা আছিল । সেইমতে কোল-সুনুসকলে কোলতা বুলি জনাজাত হয় আৰু কালক্ৰমে "কোলতা" শব্দই "কলিতা" হোৱা বুলি বোধ হয় । "কোল" বুলিলে বৰাহ বা বৰাহৰূপী বিষ্ণু বুজায়, এজাতি, মানুহো বুজায় ।

মাননীয় ৰায় বাহাদুৰ শ্ৰীযুত কনকলাল বৰুৱা ডাঙৰীয়াৰ "Early History of Kamrupa" পুথিৰ ২৫ পিঠিত লিখা আছে—

"It may also be supposed that as the earliest Aryan colonists in Assam were the Kalitas, the kings of the Naraka line were probably Aryan Kalitas."

প্ৰাগজ্যোতিষাধিপতি ভাস্কৰবৰ্মাৰ ৰাজত্বকালত তেওঁৰ বংশৰ এজন ৰাজকোঁৱৰ এই তেজপুৰ অঞ্চলৰ শাসনকৰ্তা আছিল । তেওঁৰ সাহ আৰু পৰাক্ৰম দেখি আৰু তয়ামৰা ৰণতো তেওঁক শালগছৰ দৰে অটল দেখি তেওঁক "শালস্তম্ভ" বুলিছিল । ভাস্কৰবৰ্মা চিৰকুমাৰ আছিল । অনুমান ৬৫০ খৃষ্টাব্দত তেওঁ স্বৰ্গী হয় । তেতিয়া অৱন্তীবৰ্মা নামে এজন ৰাজকোঁৱৰে প্ৰাগজ্যোতিষৰ সিংহাসন অধিকাৰ কৰে । শালস্তম্ভই তলে তলে সেই সিংহাসন

পাৰৰ কাৰণে যত্ন কৰে আৰু হেগ চাই থাকে। তেওঁ তেজপুৰৰ দা-ধৰা পুখুৰীৰ চাৰিওফালে তেওঁৰ সৈন্যবিলাকৰ বাহৰ কৰি তাৰ নাম জয়স্কন্ধাৱাৰ ৰাখে আৰু তাৰ পৰা কিছুদূৰত হাটকেশ্বৰ নামে সোণ খটোৱা শিৱলিঙ্গ স্থাপন কৰি তাত নিতৌ শিৱপূজা কৰে। পাছে, অনুমান ৬৫৫ খৃষ্টাব্দত তেওঁ দা-ধৰা পুখুৰীত অস্ত্ৰশস্ত্ৰ ধৰাই লৈ সসৈন্যে গৈ প্ৰাগজ্যোতিষপুৰ অৱৰোধ কৰে আৰু অৱন্তী-বৰ্মা'ক বধ কৰি নিজে ৰাজপাট অধিকাৰ কৰে। তেওঁ প্ৰাগ্‌জ্যোতিষপুৰৰপৰা ৰাজধানী তুলি আনি তেজপুৰত পাতে আৰু তেওঁৰ ইষ্টদেৱতা হাটকে-শ্বৰ শিৱৰ নামানুসাৰে ৰাজধানীৰ নাম হাটকেশ্বৰ-পুৰ ৰাখে। তেওঁৰ পিচত তেওঁৰ বংশৰ বিজয়, পালককুমাৰ, বজ্ৰদেৱ, শ্ৰীহৰ্ষবৰ্মা, দীপৰ বৰ্মা, ত্যাগসিংহ আদি ২০জন ৰজাই একাদিক্ৰমে কামৰূপত ৰাজত্ব কৰে। "দশকুমাৰ চৰিতত" লিখা কলিন্দ-বৰ্ম্মাও এই বংশৰে এজন ৰজা আছিল। এই সকলো ৰজাৰ দিনত হাটকেশ্বৰ বা তেজপুৰেই কামৰূপৰ ৰাজধানী আছিল। কামেশ্বৰ শিৱ আৰু ভগৱতী মহাগৌৰী তেওঁলোকৰ উপাস্য দেৱতা হলেও তেওঁলোকে বিষ্ণু, সূৰ্য্য আদি দেৱতাকো পূজিছিল। অনুমান ৯৮৫ খ্ৰীষ্টাব্দত ৰজা ত্যাগসিংহ অপুত্ৰক হৈ মৰাত তেওঁৰ বংশৰ ব্ৰহ্মপালে ৰাজ-পাটত বহি তেজপুৰৰপৰা ৰাজধানী আকৌ গুৱা-হাটীলৈ তুলি নিয়ে। প্ৰায় ৩০০ বছৰ তেজপুৰ কামৰূপ সাম্ৰাজ্যৰ ৰাজধানী আছিল।

সংস্কৃত ভাষাত "হাটকম" বুলিলে সোণ বা সোণেৰে নিৰ্ম্মাণ কৰা বস্তু বুজায়। "বামনপুৰাণত" হাটকেশ্বৰ নামে শিৱৰ উল্লেখ আছে। সম্ভৱতঃ হাটকেশ্বৰ শব্দই কালক্ৰমে হাৰপেশ্বৰ বা হাৰূপেশ্বৰ (হৰৰূপেশ্বৰ) বা হলেশ্বৰত পৰিণত হয়। তেজপুৰত হলেশ্বৰ নামে এখন শিৱৰ দেৱালয় আছে। আকৌ সেই নামেৰে এখন মৌজাও আছে। এই নগৰৰ পৰা তিনি মাইলমান দূৰত কেতেকীবাৰী গাঁৱৰ তিনিমূনি বাটত অতি প্ৰাচীন কালৰ এটি প্ৰকাণ্ড শিৱলিঙ্গ থিয় দি আছে। তাৰ অলপ দূৰত এখন ওখ ঠাইত সেই শিৱলিঙ্গটিৰ শিলৰ বেদীখন আছে। তাৰ ওচৰতে এটা পুখুৰী। এনে বোধ হয়, কোনোবা মানুহে ধন সোণৰ আশাত কোনোবা কালতে সেই শিৱলিঙ্গটি বেদীখনৰ পৰা দাঙি আনি বৰ্তমান ঠাইত থয়। এতিয়া বেদীৰ ভিতৰখন এটা নাদৰ নিচিনা দেখা যায়। ইয়াত হেনো ধন সোণ আছিল। এই শিৱলিঙ্গটিৰ গাত মুৰ্ত্তি কটা আছে আৰু ভালকৈ চালে এনে অনুমান হয় যে তাৰ গাত সোণ খটোৱা আছিল আৰু কোনোবাই যেন সোণবিলাক কঢ়ি নিলে। এই শিৱলিঙ্গটিক কোনোৱে হাটকেশ্বৰ আৰু কোনোৱে কেতকেশ্বৰ বুলি কয়। বোধ কৰোঁ এইটোৱেই শালস্তম্ভ ৰজাই স্থাপন কৰা হাটকেশ্বৰ শিৱলিঙ্গ। সি যি হওক এই শিৱলিঙ্গটিক আকৌ পূৰ্ব্বৰ শিলৰ বেদীখনত স্থাপন কৰি দেৱালয়টিৰ পুনঃ প্ৰতিষ্ঠা কৰা হিন্দু সমাজৰ কৰ্ত্তব্য বুলি ভাবোঁ। হলেশ্বৰ, হেঙ্গুলেশ্বৰ আৰু শুক্ৰেশ্বৰ দেৱালয় তিনি-খনো শালস্তম্ভ বা তেওঁৰ বংশৰ কোনো ৰজাই স্থাপন কৰা বুলি বিশ্বাস হয়। চাৰিদুৱাৰৰ কলীয়া গোঁসাইৰ দেৱালয় কোনে কেতিয়া প্ৰতিষ্ঠা কৰিছিল জানিব পৰা নাই।

তেজপুৰৰ ভোমোৰাগুৰি পৰ্ব্বতৰ ওচৰৰ ব্ৰহ্ম-পদৰপৰা উঙুৰি পৰ্ব্বতৰ ভৈৰৱ পদলৈকে ব্ৰহ্ম-পুত্ৰৰ কাষৰ সমূহায় ঠাই যুৰি হাটকেশ্বৰ নগৰ আছিল আৰু গোটেইখন পৰ্ব্বতীয়া গাওঁ সেই নগৰৰ অন্তৰ্ভুক্ত আছিল। এই গাওঁখনৰ প্ৰায় মানুহৰ ঘৰে ঘৰে খিবিলাক চড়িয়া শিল, শিলৰ খুটা, লতাফুল আৰু মূৰ্ত্তি থকা শিল দেখিবলৈ পোৱা যায়, সেইবিলাক উপকণ্ঠ ৰজাসকলৰ দিনৰ হাটকেশ্বৰ পুৰৰ সৌধ-দেৱালয় আদিৰ ভগ্নাৱশেষ বুলি বিশ্বাস হয়। তাৰপৰা বৰ্ম্মাই অধিকাৰ কৰা গৌড়, কৰ্ণ-সুবৰ্ণ, তাম্ৰলিপ্তি আদি প্ৰদেশবিলাকৰ ওপৰত শালস্তম্ভ, বিজয় পালক,

কুমাৰ আৰু বজ্ৰদেৱে ৰাজত্ব কৰে। বজ্ৰদেৱৰ পাছত অনুমান ৭৩০ খৃষ্টাব্দত শ্ৰীহৰ্ষবৰ্মাদেৱে এই হাটকেশ্বৰ-পুৰত কামৰূপ সাম্ৰাজ্যৰ ৰাজসিংহাসনত অভিষিক্ত হয়। তেওঁৰ অনেক হাতী, ঘোঁৰা, যুদ্ধৰনাও আৰু বিৰাট সৈন্য বাহিনী আছিল। তেওঁ মগধ, কোশল, উড়িষ্যা আৰু কলিঙ্গ জয় কৰি গোদাবৰী নৈৰ পাৰত হাটকেশ্বৰ নামে শিৱলিঙ্গ স্থাপন কৰি তাত তেওঁৰ বিজয় পতাকা উৰাইছিল। তেওঁৰ কন্যা ৰাজ্যহমতীক নেপালৰ ৰজা জয়দেৱে বিয়া কৰায়। জয়দেৱৰ এখন শিলালিপিত শ্ৰীহৰ্ষবৰ্মাক গৌড়, ওড্ৰ, কলিঙ্গ আৰু কোশল প্ৰদেশৰ অধিপতি বুলি যি কথা লিখা আছে, বুৰঞ্জীবিদ পণ্ডিতসকলে সেই কথা সত্য বুলি স্বীকাৰ কৰিছে। এতেকে এতিয়াৰ অসম, বঙ্গ, বিহাৰ আৰু উড়িষ্যা প্ৰদেশ, যুক্তপ্ৰদেশৰ পূৰ্বাংশ আৰু মাদ্ৰাজ প্ৰদেশৰ উত্তৰাংশ লৈ শ্ৰীহৰ্ষবৰ্মা-দেৱে এখন বিশাল সাম্ৰাজ্য গঠন কৰি পূব ভাৰতৰ সম্ৰাট হৈ প্ৰায় বিংশতি বছৰ ৰাজত্ব কৰিছিল। পূবে সদিয়াৰ পৰশুৰাম কুণ্ডৰপৰা পশ্চিমে অযোধ্যা-লৈকে, উত্তৰে হিমালয়ৰপৰা দক্ষিণে বঙ্গোপসাগৰ-লৈকে তেওঁ কামৰূপ সাম্ৰাজ্যৰ সীমা বহলাব পাৰি-ছিল। তেতিয়াৰ কামৰূপ শৌৰ্য্য-বীৰ্যে, ধনে-সম্পদে, বিদ্যাই বুদ্ধিয়ে ভাৰতত অতুলনীয় আছিল। হাটকেশ্বৰ ৰাজসভাৰ পণ্ডিতসকলৰ ভিতৰত কুমাৰিলভট্টৰ নিচিনা এনে অগাধ পণ্ডিত আছিল যে জগৎগুৰু শঙ্কৰাচাৰ্যই তেওঁৰ ওচৰত বাদত পৰাস্ত হৈ তেওঁক গুৰু মানি লৈছিল। শ্ৰীহৰ্ষবৰ্মাই কামৰূপৰ ইতিহাসত এটি উজ্জ্বল-তম ৰশ্মি পেলাই থৈছে। তেজপুৰৰ ৰাজকাৰেঙত উপজি, লৌহিত্যৰ পাৰত উমলি, ইয়াৰ অন্নজল খাই ডাঙৰ হৈ, এই তেজস্বী ভূপতিয়ে এই দেশক মহামহিমান্বিত কৰি গৈছে। কিন্তু চিৰদিন কাৰো সমানে নেযায়। বিজয়লক্ষ্মী চঞ্চলা। ৭৫০ খৃষ্টাব্দত যেতিয়া শ্ৰীহৰ্ষবৰ্মা মগধত বাহৰ কৰি থাকে, তেতিয়া কনৌজৰ ৰজা যশোবৰ্মদেৱে অনেক সৈন্য-সামন্ত লৈ তেওঁক তাতে আক্ৰমণ কৰেহি। দুয়োপক্ষৰ ভিতৰত ভীষণ যুদ্ধ হয়। সেই যুদ্ধত শ্ৰীহৰ্ষবৰ্মা পৰাজিত আৰু নিহত হয়। তেতিয়াৰপৰাই কামৰূপ সাম্ৰাজ্যৰ আয়তন ক্ৰমে ক্ৰমে সৰু হৈ আহে। তেওঁৰ পিছত তেওঁৰ পুতেক দ্বিতীয় বলবৰ্মা আৰু প্ৰালম্ভ ক্ৰমে ৰজা হয়। প্ৰালম্ভৰ পিছত তেওঁৰ পুতেক হৰ্জবৰ্মাই ৮২০ খৃষ্টাব্দৰ পৰা ৮৩৫ খৃষ্টাব্দলৈকে ৰাজত্ব কৰে। ভৈৰৱপদৰ ওচৰত দুটা থিয় শিল আছে। তাৰ ওচৰত এটা প্ৰকাণ্ড শিলত হৰ্জৰবৰ্মাৰ আদেশ মতে ৮২৯ খৃষ্টাব্দত লিখা লিপি এখন এতিয়ালৈকে বিদ্য-মান আছে। সেই লিপিত এই নগৰৰ নাম হাটকে-শ্বৰপুৰ বুলি লিখা আছে। তেওঁ এই নগৰৰপৰা দিয়া এখন তামৰ ফলিও ওলাইছে। তাৰপৰা জনা যায় যে তেওঁ দাঁতি কাষৰীয়া পৰ্বতীয়া জাতি বিলাকক বশ কৰি ৰাখিছিল। তেওঁ খনোৱা হজৰা পুখুৰীয়ে আজিলৈকে তেওঁৰ স্মৃতি বহন কৰি আছে। তেওঁৰ ঔৰসত আৰু তাৰাদেৱীৰ গৰ্ভত বনমালদেৱৰ জন্ম হয়। বনমাল বীৰপুৰুষ আছিল। তেওঁ ৰজা হৈ তেওঁৰ ৰাজ্যৰ সীমা দক্ষিণে সমুদ্ৰৰ পাৰলৈকে বহলাইছিল আৰু উত্তৰবঙ্গ তেওঁৰ শাসনৰ তলত আছিল। তেওঁৰ এখন তামৰ ফলিৰপৰা জনা যায় যে তেওঁ ত্ৰিস্ৰোতা (তিস্তা) নৈৰ পশ্চিম পাৰে থকা চন্দ্ৰপুৰী বিষয়ৰ অভীশ্বৰ বটক নামে গাঁৱৰ কিছু মান মাটি এজন ব্ৰাহ্মণক দান কৰিছিল। এই তামৰ ফলিত এই নগৰৰ এটি সুন্দৰ বৰ্ণনা আছে। "Early History of Kamrupa" পুথিত সেই বৰ্ণনাৰ কথা সুন্দৰকৈ লিখা আছে।

নৱম শতিকাৰ মাজভাগত এই তেজপুৰ নগৰৰ অৱস্থা কেনে উন্নত আছিল সেই বৰ্ণনাৰপৰা ভালকৈ বুজিব পাৰি। ইয়াত যে অনেক দেৱমন্দিৰ আছিল তাত কোনো সংশয় নাই। অকল কামুনী পৰ্বততে সাতোটা মন্দিৰ আছিল; সেই পৰ্বতত মন্দিৰবিলাকৰ যি ভগ্নাৱশেষ আছে, তাক দেখিলে বিস্ময় লাগে। এই ভগ্নাৱশেষ মাজত মঠবাৰ শিলৰ মূৰ্তি দেখা পোৱা গৈছিল। তেজপুৰৰ প্ৰায় ..

পৰ্বতত আগৰ দিনৰ মঠমন্দিৰবিলাকৰ ধ্বংসাৱশেষৰ চিন দেখিবলৈ পোৱা যায়, শিল আৰু ইটাৰে মন্দিৰবিলাক সজা হৈছিল। শিলবিলাক কাটি তাৰ ওপৰত ধুনীয়াকৈ ফুল কাটিছিল, দেৱ-দেৱীৰ মূৰ্ত্তি সাজিছিল আৰু ডাঙৰ ডাঙৰ থিতোপন স্তম্ভ তৈয়াৰ কৰিছিল। শিলত এনে কাৰুকাৰ্য দেখি ইয়াত ভাস্কৰ্য্যবিদ্যাৰ যে কিমান উন্নতি হৈছিল সেইটো বুজিব পাৰি। দুখৰ বিষয় এতিয়া ইয়াত শিলাকুটি নোহোৱাৰ সিচি-নাই হ'ল। আকৌ ইয়াত কেতিয়াবা তাক্ষৰ বিদ্যাৰ অনুশীলন হবনে? ইয়াৰ কাষৰী ঘৰৰ চৌকাত অনেক পুৰণি কীৰ্ত্তিৰ চিন শিলৰ ভগ্নাৱশেষ চাৰিও ফালে সিচঁৰিত হৈ পৰি আছিল। তাৰে কিছুমান কাৰুকাৰ্যময় শিল আঁতৰাই নি ছাহাববিলাকৰ বঙ্গলাত ৰাখিছে আৰু কিছুমান ক'ল পাৰ্কত থৈছে।

বুৰৈ নৈৰ আগালিত দকলা পৰ্বতত শিল আৰু ইটাৰে নিৰ্ম্মাণ কৰা এটা প্ৰকাণ্ড দুৰ্গৰ ভগ্নাৱশেষ আছে। অঁকা দফলাৰ পৰ্বততো আগৰ দিনৰ কীৰ্ত্তিৰ চিন পোৱা যায়।

দ-পৰ্বতীয়া গ্ৰাৱত এটি অতি পুৰণি শিলৰ মন্দিৰত যি সেজা (Lintel) বা দুৱাৰমুখ আছে তাৰ কাৰুকাৰ্য দেখিলে বিমোহিত হ'ব লাগে। প্ৰত্নতত্ত্ব বিভাগৰ বাবু ৰাখালদাস বন্দ্যোপাধ্যায়ে সেই দুৱাৰমুখ দেখি লিখি গৈছে:—

**"The artist's sense of proportion, the beautiful sym-metry of the figures and ornamental devices and the excellence of execution tend to prove that this door lintel belongs to the same period as the great schools of sculpture which existed at Pataliputra and Benares in the fifth and sixth centuries A. D."**

এই মহকুমাত আগৰ দিনৰ ৰজাসকলে খনোৱা [illegible] পুখুৰী আছে। তাৰ ভিতৰত [illegible] [illegible] খনোৱা [illegible] পুখুৰীয়েই আটাইতকৈ ডাঙৰ। এই পুখুৰীত এতিয়া [illegible] [illegible] দেখা-[illegible] পাইছিল। [illegible] [illegible] দীঘল [illegible] খনোৱা দীঘল পুখুৰীক দ্বিতীয় ডাঙৰ পুখুৰী বুলিব পাৰি। সেই পুখুৰীৰ পাৰবিলাক ইটাৰে বন্ধোৱা আছিল আৰু তাত ইটাৰ ঘটঘটিও আছিল। ইটা বিলাক মানুহে নি অন্ত কৰিলে। ভূমিকম্পত পুখুৰী-টোও বাম হ'ল। বাৰভূঞাৰ বংশৰ টেটোণে কৰোৱা আলি পুখুৰী অদ্যাপিও ভগ্নাৱস্থাত আছে। গমিৰিৰ বটলাগড় আৰু পুখুৰীয়ে আজিলৈকে এগৰাকী বীৰ নাৰীৰ স্মৃতি বহন কৰি আছে।

অনুমান ১১২৫ খৃষ্টাব্দত বঙ্গদেশৰ ৰজা ৰামপালে কামৰূপ জয় কৰিবৰ নিমিত্তে তেওঁৰ সেনাপতি বৈদ্যদেৱক কামৰূপলৈ পঠায়। তেতিয়া ধৰ্মপালৰ পুতেক জয়পালে কামৰূপত ৰাজত্ব কৰিছিল। বৈদ্যদেৱে জয়পালক বধ কৰি ভগদত্তৰ বংশৰ তিঙ্গদেৱ নামে এজন কোঁৱৰক কৰতলীয়া ৰজা পাতি গুছি যায়। এনেতে ৰাম পালৰ মৃত্যু হয় আৰু তেওঁৰ পুতেক কুমাৰপাল বঙ্গদেশৰ ৰজা হয়। তেতিয়া তিঙ্গদেৱে কুমাৰপালক কৰ নিদি নিজক স্বাধীন নৃপতি বুলি ঘোষণা কৰে। কুমাৰপালে আকৌ বৈদ্যদেৱক কামৰূপলৈ পঠায়। ১১৩১ খৃষ্টাব্দত বৈদ্যদেৱৰ লগত তিঙ্গদেৱৰ যুদ্ধ হয়। সেই যুদ্ধত তিঙ্গদেৱৰ মৃত্যু হয়। বৈদ্যদেৱে কামৰূপ অধিকাৰ কৰি নিজে ৰাজ্য শাসন কৰে। পিছত তেৱেঁই কামৰূপৰ ৰজা হয়। তিঙ্গদেৱৰ মৃত্যুৰ লগে লগে কামৰূপত নৰকাসুৰৰ বংশধৰ সকলৰ ৰাজত্ব শেষ হয়। প্ৰায় দুহেজাৰ বছৰ এই বংশৰ ৰজাসকলে আমাৰ দেশত ৰাজত্ব কৰিছিল। তিঙ্গদেৱে স্থাপন কৰা তিঙ্গেশ্বৰ শিৱৰ দেৱালয়ৰ ভগ্নাৱশেষ এতিয়ালৈকে ভৈৰৱপদৰ ওচৰত আছে। সেই ভগ্ন দেৱালয়টিকে এই প্ৰসিদ্ধ ৰাজবংশৰ শেষ ৰজাৰ শেষ স্মৃতি বুলি তেজপুৰে আজিলৈকে বুকুত লৈ আছে।

বৈদ্যদেৱে কামৰূপ ৰাজ্যৰ নামনি খণ্ডতহে ৰাজত্ব কৰিছিল। উজনিত আমাৰ এইকালে ৰজা ধৰ্মপালৰ নাতি গোপাল নামে এজন কোঁৱৰে [illegible] [illegible] ৰাজধানী পাতি ৰাজত্ব কৰিছিল বুলি [illegible]

বুৰঞ্জী” পুথিত লিখা আছে। কন্যকা এখন সমৃদ্ধি-শালী গাওঁ আছিল। জীয়াভৰলী নৈয়ে সেই গাওঁ-খন ভাঙিলে। সোমপালৰ পিছত তেওঁৰ পুতেক ভালুকপেং বা ৰামচন্দ্ৰ কোঁৱৰে প্ৰতাপসিংহ নাম লৈ ৰজা হয়। তেওঁ প্ৰতাপগড় নামে দুৰ্গ কৰায় আৰু সেই দুৰ্গৰপৰা উত্তৰে দফলা পৰ্বতলৈকে আৰু দক্ষিণে বিশ্বনাথ নগৰলৈকে গড বন্ধায়। তেওঁৰ ৰাজ-ছত্ৰত মীন অঙ্কিত কৰা বাবে তেওঁক মীনাঙ্ক বুলিও কয়। উমা-টুমনিত তেওঁৰ দিনৰ শিলালিপি আছে আৰু শিলত চক্ৰবেহু, বাঘখেল আদিও আঁকা আছে। তেওঁৰ ৰাজধানী লৌহিত্যপুৰ এতিয়াৰ বিশ্বনাথ নগৰত আছিল, সৈন্যসামন্তবিলাক প্ৰতাপগড়ত আছিল।

এই বংশৰ ৰজাসকলৰ নাম তলত লিখা গ'ল :—

আৰিমত্ত বা গজাঙ্ক
|
ৰত্নসিংহ বা শুকৰাঙ্ক
|
শুকালাঙ্ক বা শুকৰাঙ্ক
|
মৃগাঙ্ক বা জোঙ্গলি বলহু

মৃগাঙ্ক বা জোঙ্গালবলহু অপুত্ৰক অৱস্থাত কছাৰীৰ লগত ৰণ কৰি কলং নৈত ডুবি মৰাত পঞ্চদশ খৃষ্টাব্দৰ মাজছোৱাৰপৰা এই অঞ্চলত কিছুকাল-ভূঞাই শাসন কৰে। নগাওঁ জিলাত জোঙ্গালবলহুৰ এটা গড় আছে। বাৰভূঞাৰ পিছত ইন্দ্ৰবংশী আহোম আৰু শিৱ বংশী কোচ ৰজাসকলে ইয়াত ৰাজত্ব কৰিছিল।

আৰিমত্তৰ জন্ম-কাহিনী কামৰূপৰ বুৰঞ্জীত যিদৰে লিখা আছে তাৰ পৰা এনে বোধ হয় যে লৌহিত্য বংশৰ কোনো ব্ৰাহ্মণে তেওঁৰ মাক চন্দ্ৰপ্ৰভাক ব্ৰহ্ম-পুত্ৰত গাধুই থাকোতে দেখা পাই হৰণ কৰি কামাখ্যা-লৈ লৈ যায় আৰু তাতে সেই ব্ৰাহ্মণৰ ঔৰসত আৰি-মত্তৰ জন্ম হয় আমাৰ এই অঞ্চলত লৌহিত্য বংশৰ নাগাক্ষ নামে এজন ব্ৰাহ্মণ ৰজাই শকাদিত্যৰ শকৰ ৩০০ বছৰ মানৰ পাছত ৰাজত্ব কৰাৰ কথা বুৰঞ্জীত পোৱা যায়। এই জিলাত নাগশঙ্কৰ নামে যিটো শিৱৰ দেৱালয় আছে সেইটো নাগাক্ষ ৰজাই প্ৰতিষ্ঠা কৰে। সেই দেৱালয়ৰ ওচৰতে তেওঁৰ ৰাজধানী আছিল। তেওঁৰ বংশৰ কেইযাজনাও ৰজা হৈ যোৱাৰ পিছত সেই বংশৰ নাশ হয়।

এই নগৰৰ পৰা ৩২ মাইল পশ্চিমে শৃঙ্গাটক বা শিঙ্গৰি পৰ্বত আছে। তাত এসময়ত ঋষ্যশৃঙ্গ মুনিয়ে আশ্ৰম পাতি কিছুদিন বাস কৰিছিল বুলি প্ৰবাদ আছে। সেই পৰ্বতৰ দাঁতিত গোপেশ্বৰ নামে শিৱৰ দেৱালয় আছে। দেৱালয়ৰ মন্দিৰটি চটিয়া শিল ইটাৰে ধুনীয়াকৈ সজা। তাত শিৱচতুৰ্দশীত বছৰি উৎসৱ হয় আৰু মেলা বহে। “কালিকা পুৰাণত” আছে— “শৃঙ্গাটকং সমাৰুহ্য পূজয়েৎ লিঙ্গশঙ্কৰম্।”

তেজপুৰৰপৰা ১৪ মাইল উত্তৰ পূবে নন্দিকেশ্বৰ তাৰ পূবে সৌভাগ্যমাধৱ, তাৰ পূবে নাগশঙ্কৰ দেৱালয় আছে। কলাবাৰীত বৰকালিকা বা মহাকালী, গহ-পুৰত ধন্দি, কলংপুৰত কল্যাণী বিশ্বনাথত বিশ্বেশ্বৰ, কমলেশ্বৰ, উমা, চণ্ডী, নৃসিংহ, বাণেশ্বৰ, মুক্তিনাথ, বাসুদেৱ, সূৰ্যমাধৱ, গণেশ, কালভৈৰৱ, সিদ্ধেশ্বৰ, চণ্ডেশ্বৰ, অন্নপূৰ্ণা আদি দেৱালয় আছে। ইয়াৰ ভৈৰৱী দেৱালয়ৰ ওচৰৰ বান্দৰদেৱা পৰ্বতত হৰিহৰ নামে এজন ভূঞাই এটি শিৱমন্দিৰ প্ৰতিষ্ঠা কৰি বাৰ-ভূঞা ৰাজ্য পুনঃ উদ্ধাৰ কৰিবৰ কাৰণে তপস্যা কৰি-ছিল। মোৱামৰীয়া বিদ্ৰোহত তেওঁ মোৱামৰীয়াৰ পক্ষে যুদ্ধ কৰি প্ৰাণ হেৰুৱায়।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে এই জিলাৰ বৰগাং নৈৰ পাৰত গাংমৌ সত্ৰ স্থাপন কৰি তাত ছয়মাহমান বাস কৰিছিল। মহাপুৰুষ মাধৱদেৱৰ পিতৃপিতামহৰ ঘৰ গহপুৰ মৌজাত আছিল। দক্ষিণপাট সত্ৰ স্থাপন কৰা শ্ৰীশ্ৰীবনমালীদেৱে কলাবাৰীত জন্ম গ্ৰহণ কৰি-ছিল। তাত অসম ৰজাই কৰোৱা যোল আৰু পুখুৰী আছে। এই মহকুমাৰ ভিতৰত ভালেমান সত্ৰ আছে আৰু ইয়াৰ প্ৰায়বিলাক নৈত আসোঁৱে আসুহে সোঁৱে

কমাইছিল। "কালিকা পুৰাণত" এই নৈ বিলাকৰ মাহাত্ম্য লিখা আছে। দিকৰাই নৈৰ আগালিত লোথপুং থকা জনা যায়। ভোট, আঁকা আৰু দফলা থকা পৰ্বতবিলাকত কৃষ্ণসাৰ পহু, অগৰু চন্দন আৰু নানাবিধ মূল্যবান গছ আছে। আহোম ৰাজবংশৰ প্ৰদীপ মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱে বিশ্বনাথত বাহৰ কৰি কিছুদিন বাস কৰিছিল আৰু তেওঁ তাত এক দৰবাৰ পাতিছিল। ইংৰাজ গভৰ্ণমেণ্টে এই দেশ অধিকাৰ কৰি এই অঞ্চলৰ সদৰ ঠাই প্ৰথমতে বিশ্বনাথত পাতিছিল। কেইবছৰ মানৰ পাচতহে তেজপুৰ সদৰ ঠাই হয়। এয়ে তেজপুৰৰ অতি সংক্ষিপ্ত পুৰাবৃত্ত।

*প্ৰবন্ধ-সংগ্ৰহ, ১৮৫৯ শক ( অভ্যৰ্থনা সমিতি, অসম সাহিত্য সভা, সপ্তদশ সন্মিলন )।

## বৃদ্ধ-গঙ্গা

ত্ৰয়োদশ সংখ্যা "জয়ন্তী কাকত"ত (যোৱা ২০ জুলাইৰ) শ্ৰীযুত ৰামমোহন নাথ বি-ই ডাঙৰীয়াই লিখা "বশিষ্ঠাশ্ৰম"নামে যিটো প্ৰবন্ধ ওলাইছে, তাত কিছুমান ভুল কথা প্ৰকাশ পাইছে। 'কালিকা পুৰাণ'ৰ ৮০ অধ্যায়ত উল্লেখ কৰা বৃদ্ধ-গঙ্গা আদি নদীবিলাকৰ আধুনিক নাম নিৰ্ণয় কৰাত ভুল হৈছে। লিখকে বৃদ্ধ গঙ্গা নামৰ নদীখনক উত্তৰ-লক্ষ্মীপুৰৰ ৰঙা নৈ বুলিছে। বৃদ্ধ-গঙ্গাৰ বৰ্ত্তমান নাম বুঢ়ী-গঙ্গা, কোনো-কোনোৱে বৃদ্ধ-গঙ্গাক বুঢ়ীগাং বুলিও কয়। তেজপুৰৰ ভট্টাৰিকা (জীয়া ভৰলী) নৈৰ পূবে দিকৰিকা (দিকৰাই), তাৰ পূবে বৃদ্ধ গঙ্গা (বুঢ়ীগাং), তাৰ পূবে সুৱৰ্ণ-শ্ৰাৱিনী স্বৰ্ণবহা বা স্বৰ্ণশ্ৰী (বৰগাং) নদী আছে। বুঢ়ীগঙ্গাৰ মুখত ব্ৰহ্মপুত্ৰৰ পাৰত বিশ্বনাথ শিৱ আৰু বিশ্বদেৱী চণ্ডীৰ দেৱালয় আছে। বুঢ়ী-গঙ্গাৰ মুখতে পূব পাৰে উমা-বন বা উমা-টুমনিত উমাৰ দেৱালয় আছে। এই বিশ্বনাথেই বাণ ৰজাৰ গুপ্তকাশী। উত্তৰ লক্ষ্মীপুৰৰ দিকৰং নৈয়েই 'কালিকা পুৰাণ'ৰ দিক্কৰবাসিনী। দিক্ৰং নৈৰ পশ্চিমে 'পিছলা' নৈৰ পাৰত মাধনোৱা বিলৰ কাষত "ফুলবাৰী দেওবৰ" নামে দেৱালয় আছে। সেই দেৱালয়ৰ দেৱীৰ নাম দিক্কৰ-বাসিনী, অজিতকান্তা বা ৰবকালিকা। উত্তৰ লক্ষ্মীপুৰৰ সোৱনশিৰী নৈয়েই 'যোগিনী-তন্ত্ৰ' আৰু 'কালিকা পুৰাণ'ৰ স্বৰ্ণশ্ৰী। বৃদ্ধগঙ্গা যে বিশ্বনাথৰ বুঢ়ীগাং, সেইটো 'কালিকা পুৰাণ'ৰ ৮০ অধ্যায় পঢ়ি চালেই সহজে জানিব পাৰি। তাত লিখা আছে—

"বৃদ্ধগঙ্গা জলস্যান্তস্তীৰে ব্ৰহ্মসুতস্য বৈ।
বিশ্বনাথাহ্বয়ো দেৱঃ শিৱলিঙ্গ সমন্বিতঃ॥
বিশ্বদেৱী মহাদেৱী যোনিমণ্ডল ৰূপিণী।
হয়গ্ৰীৱেন মুযুধে তত্ৰ দেৱো জগৎপতিঃ॥
হয়গ্ৰীৱং যত্ৰ হত্বা মণিকূটং পুৰাগতম্।"

উত্তৰ লক্ষ্মীপুৰৰ ৰঙা নৈৰ মুখত বিশ্বনাথ নামে কোনো দেৱালয় বা শিৱলিঙ্গ নাই, বিশ্বদেৱীৰো দেৱালয় নাই।

"ঢাকাৰ ইতিহাস" লিখোতা বাবু যতীন্দ্ৰমোহন ৰায়েও ঢাকাৰ বুঢ়ীগঙ্গাক 'কালিকা পুৰাণ'ৰ বৃদ্ধগঙ্গা নদী বুলি ভুল কৰিছিল।

তেজপুৰৰ বেলশিৰী নৈ শৃঙ্গাটক বা শিঙৰী পৰ্বতৰ পূবে আছে; তাৰ পূবে ভট্টাৰিকা নৈ। বেলশিৰী নৈয়েই 'কালিকা পুৰাণ'ৰ বৃদ্ধদেৱিকা বা বিশ্বদেৱিকা নৈ।

দৰং জিলাৰ তেজপুৰ সদৰ মহকুমাৰ উত্তৰে দফলা পৰ্বতমালা আছে। সেই পৰ্বতমালাৰ ঠায়ে ঠায়ে আগৰ প্ৰাচীন কীৰ্তিৰ ভগ্নাৱশেষ আছে। 'ইটা' বা 'ইটাগড' নামে এটা পুৰণিকলীয়া দুৰ্গ ভাগি-ছিগি আছে। ইটাগড়ৰ উত্তৰে হিমালয়ত এখন বিল বা সৰোবৰ আছে বুলি জনিছোঁ। সেই

বিলৰ পশ্চিমফালৰ পৰা দিক্কৰিকা (দিকৰাই), মাজৰ পৰা বৃদ্ধগঙ্গা (বুঢ়ীগাং) আৰু পূবফালৰ পৰা স্বৰ্ণবহা (বৰগাং) নদী দক্ষিণ মুখে বৈ আহি ব্ৰহ্মপুত্ৰত পৰিছে। বিলৰ উত্তৰে হিমালয়ৰ যি তুষাৰমণ্ডিত চূড়া দেখা যায়, সেয়ে নাটক পৰ্বত বুলি বোধ হয়। নাটক পৰ্বতত নটৰাজ মহাদেৱৰ মহাশ্ৰম আছিল। বুৰৈ নদী ভট্টাৰিকা হ'ব নোৱাৰে। সেই নদী বৰগাং নদীৰ পূবে। দফলা পৰ্বতৰ পাপুম্‌পানী আৰু পমা পানী নামে দুখন পৰ্বতীয়া নৈ লগ লাগি একেধাৰ হৈ বুৰৈ নাম লৈ যি ঠাইত পৰ্বতৰ ওপৰৰ পৰা তললৈ নামিছে তাত এটা শিলৰ বৰদ আছে বুলি শুনিছোঁ। বুৰৈ নৈ 'কালিকা পুৰাণৰ বৃষোদকা হ'ব পায়। সেই ফালেই বৃষস্কন্ধ বা গৰুচুকীয়া পৰ্বত আছে।

## মায়াপুৰী

'পদ্মপুৰাণৰ' ভূমিখণ্ডত লিখা আছে,—

"অযোধ্যা মথুৰা মায়া কাশী কাঞ্চী অৱন্তিকা।
পুৰী দ্বাৰাৱতীচৈব সপ্তৈতা মোক্ষদায়িকা॥
তাসু বাসং প্ৰকুৰ্বন্তি যে মৃতা বা নৰাঃ পৰম্।
লভন্তে ন পুনৰ্জন্ম মাতৃগৰ্ভেষু কুত্ৰচিৎ॥"

অৰ্থাৎ অযোধ্যা, মথুৰা, মায়া, কাশী, কাঞ্চী অৱন্তী আৰু দ্বাৰকা, এই সাতখন পুৰী মোক্ষদায়িকা, এইবিলাক ঠাইত যিবিলাক মানুহ বাস কৰে বা মৰে, তেওঁলোকৰ কেতিয়াও মাতৃগৰ্ভত পুনৰায় জন্ম নহয়।

মায়াপুৰীত প্ৰজাপতি দক্ষই পুৰাণ প্ৰসিদ্ধ দক্ষ-যজ্ঞ কৰিছিল, তেওঁৰ কন্যা সতীয়ে শিৱৰ অপমান সহিব নোৱাৰি সেই যজ্ঞস্থলতে প্ৰাণত্যাগ কৰিছিল। এই ঘটনাৰ বিস্তাৰিত বিৱৰণ 'কূৰ্ম পুৰাণত' লিখা আছে। 'কালিকা পুৰাণ' আৰু আন কেবাখনো পুৰাণতো ইয়াৰ বিৱৰণ আছে। কামৰূপৰ কামাখ্যা পীঠেই যে এই মায়াপুৰী, সেই কথা 'বৃহৎ শিৱ পুৰাণৰ' ১৬ শ অধ্যায়ৰ পৰা জনা যায়।

কামাখ্যা পীঠকে কুব্জিকা পীঠ, যোনি পীঠ, কামকোষ্ঠী বা যোনিমণ্ডল বোলে। ইয়াতেই পঞ্চক্ৰোশ ব্যাপি প্ৰাগ্‌জ্যোতিষপুৰ নগৰ আছিল। 'প্ৰাগ্‌-জ্যোতিষপুৰং খ্যাতং কামাখ্যাযোনিমণ্ডলম্'।

—যোগিনীতন্ত্ৰম্

এই মায়াপুৰী বা প্ৰাগ্‌জ্যোতিষপুৰ নগৰ ব্ৰহ্মপুত্ৰ নদৰ উভয় পাৰে আছিল। যথা,—

"আমনি মণিপৰ্য্যন্তমাচিত্ৰাদ্ গন্ধমাদনম্।
পঞ্চক্ৰোশমিদংদেৱী সৰ্ব্বেষামেব দুৰ্লভম্॥
ব্ৰহ্মাবিষ্ণুসুৰেশাদ্যৈঃ সেৱিতং পৰমাদ্ভুতম্।
দেৱাঃমৰণমিচ্ছন্তি কা কথা মানুষেষু চ॥
যোনিপীঠে মহেশানি পঞ্চক্ৰোশমিতে শিৱে।
যে গচ্ছন্তি শিৱাকাৰা যে মৃতাস্তেহপুনৰ্ভবা॥"

— যোগিনীতন্ত্ৰম্।

অৰ্থাৎ হাজোৰ মনিকূটৰ পৰা উত্তৰ গুৱাহাটীৰ মণিকৰ্ণলৈকে, নৱগ্ৰহ দেৱালয় থকা চিত্ৰালয় পৰ্বতৰ পৰা ভূবনেশ্বৰ দেৱালয় থকা গন্ধমাদন পৰ্বতলৈকে, এই পাঁচক্ৰোশ ঠাই সকলোৰে পক্ষে দুৰ্লভ। এই পৰম অদ্ভুত ঠাই তোখবক ব্ৰহ্মা, বিষ্ণু, সুৰেশ আদিয়ে সততে সেৱা কৰি থাকে। মানুহৰ কথানো কি ক'ম, দেৱতা সকলেই এই ঠাইত মৰিবলৈ ইচ্ছা কৰে। হে মহেশানি, এই পঞ্চক্ৰোশ পৰিমিত যোনিপীঠলৈ যি মানুহ যায়, সি শিৱতুল্য হয়, মৰণৰ পিচত সি আকৌ জন্ম গ্ৰহণ কৰিব নালাগে।—

'বৃহৎ ধৰ্মপুৰাণত' লিখা আছে,—

* * * *

"তীৰে ব্ৰহ্মনদস্যাপি কামকোষ্ঠী চ পুণ্যদা । ১২
কামৰূপমিতি খ্যাতং যত্ৰ যোনিঃ শিৱা মাতা ॥
দক্ষালয়ে মৃতায়া যে যত্ৰ যোনিঃ পপাতহ । ১৩
চতুৰ্দশ আধ্যা ।

অৰ্থাৎ ব্ৰহ্মপুত্ৰ নদৰ তীৰত থি পুণ্যদা কামকোষ্ঠী আছে, য'ত দক্ষালয়ত সতীয়ে প্ৰাণ ত্যাগ কৰিছিল আৰু তেওঁৰ যোনি পৰিছিল, সেয়ে কামৰূপ নামে প্ৰসিদ্ধ ঠাই ।

"বৃহৎ ধৰ্ম্মপুৰাণৰ" ২৪ শ আধ্যাত স্পষ্টকৈ লিখা আছে যে মায়াপুৰী কামৰূপ পীঠত ; সেই পুৰীখন শিৱলিঙ্গৰ ওপৰত স্থাপিত আৰু ব্ৰহ্মা, বিষ্ণু আদি দেৱতাসকলৰ সেৱিত আৰু মোক্ষদায়িনী ।

গুৱাহাটীৰ উগ্ৰতাৰা দেৱালয় থকা ঠাইত সতীৰ নাভি- পৰিছিল বুলি পুৰাণত লিখা আছে । 'নাভি' শব্দৰ এটা অৰ্থ যজ্ঞ । সম্ভৱতঃ সেই ঠাইত প্ৰজাপতি দক্ষৰ যজ্ঞশালা আছিল আৰু কামাখ্যাৰ নীলাচল পৰ্বতত তেওঁৰ ভৱন আছিল ।

হৰিদ্বাৰৰ পৰা ২ মাইল দূৰত কনখল নামে এখন ঠাই আছে । হৰিদ্বাৰ আৰু কনখলৰ মাজত মায়াপুৰী আছিল বুলি কোনো কোনো পণ্ডিতে অনুমান কৰে । কিন্তু সেই অনুমান ঠিক নহয় । কামৰূপ কামাখ্যাৰ নীলাচলৰ পূবে ভুৱনেশ্বৰীৰ মন্দিৰত থকা পৰ্বতটোৰ নাম ব্ৰহ্মগিৰি , তাৰ পূবে কনখল তীৰ্থ , তাৰ পূবে ব্ৰহ্মাৰ পুষ্কৰ তীৰ্থ থকা বুলি "যোগিনী তন্ত্ৰত" লিখা আছে ।

আমাৰ গৱৰ্ণমেণ্টে প্ৰকাশ কৰা "পূৰণি অসম বুৰঞ্জী" পুথিৰ ৯৮ পিঠিত লিখা আছে, "এই কামৰূপকে মায়াপুৰী বোলে । ইয়াৰ ভিতৰত কামপৃষ্ঠৰ মধ্যভাগ আৰু ভদ্ৰপৃষ্ঠৰ পূৰ্বভাগৰ কিছুমানে সৈতে পুণ্যক্ষেত্ৰ ।"

পুৰাণ আৰু তন্ত্ৰশাস্ত্ৰৰপৰা এনে বোধ হয় যে প্ৰাগ্‌জ্যোতিষপুৰ বা কামাখ্যা যোনিমণ্ডলৰ মনোভৱ গুহাতে আদি মানৱ দম্পতিৰ জন্ম হৈছিল । প্ৰাগ্‌জ্যোতিষপুৰেই যে প্ৰজাপতি দক্ষৰ মায়াপুৰী, সতীৰ জন্ম আৰু তিৰোভাৱৰ ঠাই, তাত সংশয় নাই ।

*জয়ন্তী, ১৬ আহাৰ ১৮৬১ শক, ২য় বছৰ ১১শ সংখ্যা

# গোৱালপাৰাৰ পূৰণি বিবৰণ

গোৱালপাৰা জিলাৰ সদৰ ঠাই ধুবুৰী চহৰত এইবাৰ "অসম সাহিত্য সভা"ৰ বছেৰেকীয়া সন্মিলন পতা হৈছে । আমাৰ মৰমৰ .মাতৃভূমিৰ আহ্বানত নানা ঠাইৰপৰা দৰ্শক আৰু প্ৰতিনিধিসকল আহি এই বছৰত মাতৃ-পূজাৰ ৰভাৰ তলত গোট খাইছেহি । পূজাৰ শঙ্খধ্বনি শুনি সকলোৰে হিয়া আনন্দত নাচি উঠিছে । সকলো পূজাৰ কাৰণে সাজু হৈ আহিছে । পূজাৰ নৈবেদ্য মাঁহ-প্ৰসাদ, ফুল-নিৰ্মালিৰ লগতে কেৰ্কেটুৱাৰ বাঁহ-পাতেই ভেটিৰ দৰে এই জিলাৰ আৰু পূৰণি কামৰূপ ৰাজ্যৰ সংক্ষিপ্ত বিৱৰণ লিখি সভাসদসকলৰ ওচৰলৈ আগ বঢ়ালোঁ । তেওঁলোকে কৃপা কৰি আজৰিৰ সময়ত এবাৰ পঢ়ি চালে পৰম বাধিত হম ।

১। আমাৰ আসাম দেশৰ পূব প্ৰান্তত সদীয়া চহৰ আৰু এই পশ্চিম প্ৰান্তত ধুবুৰী চহৰ । ব্ৰহ্মপুত্ৰ বা লৌহিত্য মহানদ সদীয়াৰ পৰা ধুবুৰীলৈকে পূবৰ পশ্চিমমুৱাকৈ আমাৰ দেশৰ মাজেদি বৈ আহি এই ধুবুৰীৰ পৰাই দক্ষিণ মুখে গতি কৰি গঙ্গাৰ সৈতে

মিলি সাগৰত পৰিছে। সদীয়াৰ পৰা ধুবুৰীলৈকে ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ কূলক গাৰোপাহাড়ৰ পাশ্চম প্ৰান্ত পৰ্যন্ত আসাম উপত্যকা বোলা হয়। আমাৰ গোৱালপাৰা জিলাখন স্বাভাৱিকতে আসাম উপত্যকাৰ এখন জিলা।

৩। যি ভূমি খণ্ডক আমি এতিয়া গোৱালপাৰা জিলা বুলিছোঁ তাৰ নাম পূৰ্বে গোৱালপাৰা নাছিল। মুছলমানসকলে যেতিয়া কামৰূপ ৰাজ্যৰ পশ্চিমাংশ অধিকাৰ কৰে তেতিয়া তাৰ শাসনৰ নিমিত্তে এই জিলাৰ অন্তৰ্গত ৰঙামাটিত এজনা প্ৰধান কাৰ্য-কাৰক বা নৱাব আছিল। তেওঁ বিজিত প্ৰদেশ খনক চৰকাৰ কামৰূপ, চৰকাৰ ঢেকুৰী, চৰকাৰ ঘোৰাঘাট, এই ৰূপে ভাগ কৰিছিল। প্ৰায় গোটেই-খন গোৱালপাৰা জিলা চৰকাৰ ঢেকুৰীৰ অন্তৰ্গত আছিল। পাছে ব্ৰিটিছ গৱৰ্ণমেণ্টৰ অধিকাৰ হোৱাত মুল্লা পৰগণা প্ৰভৃতিৰ জমিদাৰৰ ৰাজস্বৰ চালানত " চৰকাৰ ঢেকুৰী " শব্দ লিখা হৈছিল। অসম ৰজাই মুছলমানৰ হাতৰ পৰা যেতিয়া কামৰূপ লয়, তেতিয়া কামৰূপৰ প্ৰজাবিলাকক আৰু বিজিত প্ৰদেশক উজনীৰ মানুহে "ঢেকেৰী" বুলি হাঁহিছিল।

৪। ইং ১৮২২ চনত "চৰকাৰ ঢেকুৰী" বোলা ঠাইখিনিক ৰংপুৰ জিলাৰ পৰা বেলেগ কৰি এখন নতুন জিলা গঠন কৰি তাৰ নাম গোৱালপাৰা ৰখা হয়। তাৰ সদৰ ঠাই গোৱালপাৰা নগৰত পতা হয়। ১৮২৬ চনত যেতিয়া ইংৰাজ গৱৰ্ণমেণ্টে আসাম প্ৰদেশ অধিকাৰ কৰে, তেতিয়া আসামক বঙ্গদেশৰ এটা বিভাগ কৰি সেই বিভাগৰ লগত গোৱালপাৰাক লগ লগায়, আৰু বঙ্গদেশৰ গৱৰ্ণমেণ্টে এই প্ৰদেশ শাসন কৰে। ইং ১৮৬৫ চনত ভূটান যুদ্ধত ইংৰাজ গৱৰ্ণমেণ্টে পূৰুব দুৱাৰ অঞ্চল অধিকাৰ কৰি গোৱালপাৰা জিলাৰ লগত চামিল কৰাত এই জিলাৰ আয়তন বৃদ্ধি হয়। এই দুৱাৰ অঞ্চলক খাচ্‌মহল বোলে। ইং ১৮৬৬ চনত এই জিলাখনক আসাম বিভাগৰ পৰা বেলেগ কৰি কোচবিহাৰ বিভাগৰ (বৰ্তমান ৰাজচাহী বিভাগ) লগত ৰখা হৈছিল। কিন্তু ১৮৭৪ চনত যেতিয়া আসামক বঙ্গ দেশৰ পৰা বেলেগ কৰি এখন স্বকীয়া প্ৰদেশ গঠন কৰা হয়, তেতিয়া গোৱালপাৰা জিলাখনকো আকৌ আসামৰ লগলৈ অনা হয়।

৫। ধুবুৰী এখন মনোৰম্য ঠাই। ইয়াৰ উত্তৰে গদাধৰ নদ, দক্ষিণে ব্ৰহ্মপুত্ৰৰ এটি সোঁতা, পূবে ব্ৰহ্মপুত্ৰ নদ, পশ্চিমে গাওঁ, এটি উপ-দ্বীপ বুলিব পাৰি। দূৰৈৰ পৰা বাৰিষা দেখিলে বোধ হয় ধুবুৰী যেন পানীৰ ওপৰত ওপঙিহে আছে। ইং ১৮৬৭ চনত ধুবুৰীত গোৱালপাৰা জিলাৰ মহকুমা স্থাপিত হয়। পাছে, ১৮৭৩ চনত গোৱালপাৰা জিলাৰ সদৰ ঠাই তেতিয়াৰ ডেপুটি কমিচনাৰ মিঃ এ, ছি, কেম্বেল ছাহাবে গোৱালপাৰাৰ পৰা ধুবুৰীলৈ তুলি আনে আৰু তেৱেঁই এই নগৰ পাতে। সেই কাৰণেই বোধ কৰোঁ মিউনিচিপেলিটিয়ে ইয়াৰ প্ৰধান নদী কাষৰীয়া বাটটোৰ নাম "কেম্বেল ৰোড" ৰাখিছে। এই কেম্বেল ৰোডত থিয় হলে সন্মুখত বিশাল ব্ৰহ্মপ্ৰত্ৰ নদ, তাৰ বুকুত পাল-তৰা নাওঁবিলাক আৰু দূৰৈত সুনীল পৰ্বতবিলাক দেখি দৰ্শকৰ মন মোহিত হয়।

৬। ধুবুৰীৰ উত্তৰ পশ্চিমফালে যি ঠাইত গদাধৰ নদ ব্ৰহ্মপুত্ৰত পৰিছে তাত এটি প্ৰাচীন কালৰ শিলৰ ঘাট আছে। সেই ঘাটৰ নাম নেতাই ধুবুনী বুঢীৰ ঘাট, আৰু সেই "ধুবুনী বুঢী" শব্দৰ পৰাই এই নগৰৰ নাম "ধুবুৰী" হৈছে। পদ্ম পুৰাণত লিখা বেউলা লখিন্দাৰৰ উপাখ্যানত নেতাই ধুবুনীৰ নাম পোৱা যায়। চান্দো সদাগৰৰ পুতেক লখিন্দাৰক বিষহৰিৰ কোপত বিয়াৰ ৰাতি সৰ্পে দংশন কৰাত তেওঁৰ ঘৈণীয়েক বেউলাই মৃত স্বামীৰ শৱটো ভুৰত তুলি লৈ ভটিয়াই আহি আছিল, পাছে নেতাই ধুবুনীৰ ঘাটত সেই ভুৰখন লাগেহি। ধুবুনীৰ সাহায্যত মহাদেৱৰ কৃপাত লখিন্দাৰে পুনৰ্জীৱন লাভ কৰে। ধুবুৰীৰ পৰা ১২ মাইলমান উজনীত ব্ৰহ্মপুত্ৰৰ

কাৰত কেইটামান পৰ্ব্বত আছে। সেই পৰ্ব্বতবোৰৰ নাম “চান্দোৰ ডিঙ্গা”। সেইবোৰ বোলে চান্দো সদাগৰৰ নাও আছিল। কামৰূপৰ ছয়গাওঁ থানাৰ এলাকাত এটা শিলৰ ঘৰ আছে। সেইটো ঘৰতে বোলে লখিন্দাৰক সৰ্পে ডাকিছিল।

এই ধুবুৰীৰ এটা টিলাত শিখজাতিৰ এখন গুৰু-দ্বাৰ বা সত্ৰ আছে। তাতে “গ্ৰন্থ ছাহেব,” খড়্গ আৰু চক্ৰ আছে। সেই ঠাইডোখৰ ঋষিৰ আশ্ৰমৰ নিচিনা। শিখ গুৰু টেগ্‌ বাহাদুৰ আসামলৈ আহোঁতে সেই গুৰুদ্বাৰত কিছুদিন বাস কৰিছিল। এই টিলাৰ বিষয়ে এনে প্ৰবাদ আছে যে আকবৰ বাদসাহৰ সেনাই কামৰূপ ৰাজ্যৰ পশ্চিমাংশ জয় কৰিলত সেনাপতিৰ আদেশমতে শিখবিলাকৰ প্ৰতিজনে এছাব এছাব মাটি আনি সেই ঠাইত পেলালে আৰু তাতে সেই জয়স্তম্ভ বা টিলা হ’ল। তেতিয়া সেনাপতিয়ে তাত খড়্গ থাপি সত্ৰ পাতিলে। এই সত্ৰ শিখবিলাকৰ এখন প্ৰধান তীৰ্থ স্থান। ধুবুৰী “পাঁচ পীৰৰ দৰগা” মুছলমানসকলৰ এখন পবিত্ৰ স্থান। ইয়াৰ কোনো কোনো ঠাইত আৰবী আৰু ফাৰ্চি লিখা খোলাকটি পোৱা যায়। ধুবুৰীত এই বছৰ নতুনকৈ এটি দিয়াশলাইৰ কাৰখানা হৈছে। সিও চাবলগীয়া।

ধুবুৰীৰপৰা ১২ মাইলমান উত্তৰফালে এশাৰী পৰ্ব্বত আছে। মুছলমানৰ ৰাজত্বৰ কালত সেই ঠাইৰ নাম “গোলৈ আলম গঞ্জ” দিয়া হয়। তাতে ‘ৰঙা মাটি” নগৰৰ ভগ্নাৱশেষ আছে। পূৰ্ব্বকালত মুছলমান সৈন্যবিলাকে ইয়াৰেপৰা গৈ আসাম আক্ৰমণ কৰিছিল। ৰঙ্গামাটিৰ মসৃজিদ্, পকা কুঁৱা, ঈদগা চাবলগীয়া। এসময়ত এই নগৰ বৰ উন্নত আছিল। পাছে এই নগৰ অত্যন্ত অস্বাস্থ্যকৰ হোৱাত স্বৰ্গীয় প্ৰতাপচন্দ্ৰ ৰঙামাটীয়া বৰুৱাই তাক এৰি গৌৰীপুৰত নগৰ কৰিলে। গৌৰীপুৰ এখন উন্নতিশীল নগৰ। তাতে গৌৰীপুৰৰ ৰজাৰ ঘৰ আছে। তেওঁৰ “মাটীয়াবাগ” প্ৰাসাদ চাবলগীয়া।

এই জিলাৰ বগৰীবাড়ীত এটা টিলাৰ ওপৰত মহামায়াৰ মন্দিৰ, ডুধনাথ পৰ্ব্বত, ভৈৰৱৰ চূড়া আৰু পগলাটেক পৰ্ব্বতত শিৱৰ দেৱালয় আছে। ভূমীশ্বৰ পৰ্ব্বততো এখন দেৱালয় আছিল। যোগীঘোপা পৰ্ব্বতৰ শিলবিলাকত, মানুহে কটা কেতবোৰ ঘোপা বা গুহা আছে। এইবোৰ ঘোপাত মুনি-সকলে বোধ কৰোঁ যোগ সাধন কৰিছিল। পৌ-ৰাণিক যুগৰ যোগীসকলৰ দিনত এইবোৰ কটা হ’ব পায়। গোৱালপাৰাত পঞ্চৰত্ন, ৰাক্ষসিনী, শ্ৰীসূৰ্য, নন্দিকেশ্বৰ বা নন্দেশ্বৰ, তেগ্‌ধোৱা আৰু টোকোৰেশ্বৰী আদি পাহাড় আছে। শ্ৰীসূৰ্য পৰ্ব্বতত অনেক দেৱ-দেৱীৰ শিলৰ মূৰ্তি আছে। নন্দেশ্বৰত মহাদেৱৰ মন্দিৰ আছে। তেগ্‌ধোৱা পৰ্ব্বতত মুছলমানসকলৰ এখন পবিত্ৰ থান আছে। হাবৰাঘাট পৰগণাৰ টোকোৰেশ্বৰী পৰ্ব্বতত এটা মন্দিৰ আছে। তাত ভগৱতীৰ পীঠ আছে। তাত বহুত বান্দৰ থাকে। সেই বান্দৰবিলাকৰ ৰাজৰাণী আছে। যাত্ৰীসকলে তাত যি ফলমূল দিয়ে প্ৰথমে ৰজা-ৰাণীয়ে তাক খায়। পাছহে ইবোৰ বান্দৰে খায়। উত্তৰ শালমাৰা থানাৰ এলাকাত বীৰঝৰাত বাঘেশ্বৰী দেৱীৰ দেৱালয় আছে। দক্ষিণ শালমৰা থানাৰ এলাকাত বুঢ়া-বুঢ়ী ( হৰপাৰ্ব্বতীৰ ) থান আছে। তাত বছৰি মেলা বহে।

আজি প্ৰায় ৫০০ বছৰ হ’ল আসামত শ্ৰীশঙ্কৰ-দেৱ আৰু শ্ৰীমাধৱদেৱ দুজনা মহাপুৰুষৰ আবিৰ্ভাৱ হৈছিল। তেওঁলোকে প্ৰচাৰ কৰা মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ কে’বাখনো সত্ৰ এই জিলাত আছে। যেনে, ছত্ৰশাল, দলগোমা, বিষ্ণুপুৰ ইত্যাদি। কোচ ৰাজবংশৰ প্ৰদীপ মহাৰাজা নৰনাৰায়ণৰ ভায়েক চিলাৰায় বা শুক্লধ্বজে মহাপুৰুষ শঙ্কৰদেৱৰ ভায়েক ৰামৰায় আতাৰ জীয়েক কমলাপ্ৰিয়াক বিয়া কৰাই-ছিল। সেই বিয়া যি ঠাইত হৈছিল তাক এতিয়াও ৰামৰায়ৰ কুঠি বোলে। তাতে ছত্ৰশাল সত্ৰ স্থাপিত হৈছিল। সেই সত্ৰ এতিয়ালৈকে আছে। চিলাৰায়ৰ

উদৰত আৰু কমলাপ্ৰিয়াৰ গৰ্ভত ৰঘুদেৱ নাৰায়ণৰ জন্ম হয়। মহাৰাজ নৰনাৰায়ণে নিজৰ পুত্ৰ নথকাৰ কাৰণে ভতিজা ৰঘুদেৱক তোলনীয়া পুত্ৰ কৰি লৈছিল। কিন্তু ইতিমধ্যত তেওঁৰ এটি পুত্ৰ জন্মাত ৰঘুদেৱে ৰাজ্য নেপাব ভাবি তলে তলে দ্ৰোহ আচৰণ কৰিলে। বুঢ়া ৰজাই বুজ পাই সসৈন্যে আগ বাঢ়ি আহিল।

স্বৰ্ণকোষ বা সোণকোষ নদীৰ পশ্চিম পাৰে বুঢ়া ৰজাৰ আৰু পুব পাৰে ৰঘুদেৱৰ বাহৰ হ'ল। এদিন পুৱাতে বুঢ়া ৰজাই সসৈন্যে আক্ৰমণ কৰিবলৈ অহাত ৰঘুদেৱে পলায়নৰ উদ্যোগ কৰিলে। তেতিয়া বুঢ়া ৰজাই থং কৰি তেওঁৰ হাতৰ বৰ্শাডাল সোণকোষ নৈৰ মাজলৈ পেলাই দি ক'লে যে এই নদীয়েই দুয়োৰো ৰাজ্যৰ সীমা হওক। তেতিয়াৰ পৰা কোচৰাজ্য দুই ভাগত বিভক্ত হ'ল। সোণকোষৰ পশ্চিমে কৰতোয়া পৰ্যন্ত মহাৰাজ নৰনাৰায়ণৰ আৰু পূবে দিকৰাই পৰ্যন্ত ৰঘুদেৱ ৰজাৰ ৰাজ্য হ'ল। এই ঘটনা ১৫০৩ শকত ঘটে। এতিয়াও গোৱালপাৰা জিলাৰ পশ্চিম সীমাত এই স্বৰ্ণকোষ নদীয়েই আছে। ৰঘুদেৱৰ পাছত তেওঁৰ পুতেক পৰীক্ষিত নাৰায়ণ ৰজা হয়। ৰঙ্গামাটিৰ জমিদাৰৰ পূৰ্বপুৰুষ ৺কবীন্দ্ৰ বৰুৱা তেওঁৰ মন্ত্ৰী আছিল। এতিয়াৰ বিজনীৰ ৰজাৰ ফৈদ পৰীক্ষিতৰ পুতেক বিজিত নাৰায়ণৰ সন্তান আৰু দৰঙৰ ৰজাৰ ঘৰ পৰীক্ষিতৰ ভায়েক বলিতনাৰায়ণ ওৰফে ধৰ্মনাৰায়ণৰ সন্তান। মুছলমানৰ ৰাজত্বৰ কালত বিজনীৰ ৰজাসকল দিল্লীৰ বাদ্‌সাহৰ তলতীয়া সামন্ত ৰজা হৈ আছিল।

মানৰ দিনত উজনী ফালৰ অনেক মানুহ ভাগি আহি এই জিলাত আশ্ৰয় লৈছিল। তেনেকুৱা কিছুমান মানুহক ডেভিড্ স্কট্ চাহাবে মাটিবাৰী দি শিঙ্গিমাৰী সুখচৰত পাতিছিল।

৭। এই গোৱালপাৰা জিলা যে প্ৰাচীন কামৰূপ ৰাজ্যৰ বা বৰ্তমান আসামৰ এটি প্ৰধান অঙ্গ আৰু ইয়াৰ ভাষা যে প্ৰাচীন কামৰূপী বা অসমীয়া, সেই সম্বন্ধে কিছু কথা ক'ব খোজোঁ। কাৰণ, "স্বদেশ আৰু স্বজাতিৰ উন্নতি আৰু মঙ্গল-মন্দিৰৰ সিংহ-দুৱাৰ হৈছে— মাতৃভাষা" "অসমীয়া ভাষাৰ উন্নতি, অসমীয়া সাহিত্যৰ উন্নতি, অসমৰ উন্নতিৰ প্ৰথম আৰু প্ৰধান ঢাপ।" এই কথা শ্ৰদ্ধাস্পদ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱাই কৈছে আৰু সেই কথাত আমি তেওঁৰ লগত একমত হৈছোঁ। জাতীয় সাহিত্যৰ লগত জাতীয় জীৱনৰ ঘনিষ্ঠ সম্বন্ধ আছে। জাতীয় সাহিত্য জাতীয় জীৱনৰ দাপোণ স্বৰূপ। প্ৰাচীন ভাৰতৰ সভ্যতাৰ ইতিহাসত পুৰণি কামৰূপ ৰাজ্য আৰু তাৰ ৰাজধানী প্ৰাগ্‌জ্যোতিষপুৰৰ স্থান অতি গৌৰৱজনক। বৰ্তমান যি ঠাইত গুৱাহাটী নগৰ আছে তাতে অতীজত প্ৰাগ্‌জ্যোতিষপুৰ নামে নগৰ লৌহিত্যৰ উভয় পাৰে হাজোৰ মণিকুটৰ পৰা মণিকৰ্ণেশ্বৰ আৰু পাণ্ডুৰ পৰা নৱগ্ৰহ দেৱালয় পৰ্যন্ত জুৰি আছিল। ৰামায়ণৰ মতে ত্ৰেতাযুগৰ চন্দ্ৰবংশী অমূৰ্ত্তৰজঃ ৰজাই কামৰূপৰ ধৰ্মাৰণ্যৰ সমীপত প্ৰাগ্‌জ্যোতিষপুৰ নগৰ নিৰ্মাণ কৰিছিল। প্ৰাগ্‌জ্যোতিষপুৰৰ কামাখ্যা মন্দিৰকে কেন্দ্ৰ কৰি অতীজত কামৰূপ নামে এখন বিশাল উন্নত ৰাজ্য ভাৰতৰ এই পূৰ্বদিশত ভোটাতৰাৰ দৰে জিলিকি আছিল। ৰামায়ণ, মহাভাৰত, পুৰাণ আৰু তন্ত্ৰাদিত কামৰূপ ৰাজ্যৰ গৌৰৱ আৰু মাহাত্মাৰ বৰ্ণনা আছে। পুৰাণমতে মহাদেৱৰ কোপানলত পৰি ভস্ম হোৱা কামদেৱে এই দেশত পুনৰ্জীৱিত হৈ নিজ ৰূপ পালে। সেই বাবে এই দেশৰ নাম কামৰূপ হ'ল।

কুব্জিকা তন্ত্ৰত লিখা আছে,—"কামৰূপং মহাপীঠং সৰ্বকাম ফলপ্ৰদা।"

কৃষ্ণ যজুৰ্বেদৰ মতে প্ৰাচী বা ভাৰতৰ পূৰ্ব দিশত দেৱতাসকল বাস কৰিছিল। যথা— "প্ৰাচীং দেৱাঃ, প্ৰতীচীং মনুষ্যাঃ।" সেই বেদত এই কথাও লিখা আছে যে, — "প্ৰাচ্যাং দিশি দেৱা ভূমিস্ৰাসি

,ৰাজা"। অৰ্থাৎ হে ইন্দ্ৰ তুমি পূৰ্ব দিশৰ ৰজা। অমৰকোষ মতেও দেৱৰাজ ইন্দ্ৰ পূৰ্বদিশৰ অধিপতি আছিল। ৰামায়ণে ভাৰতৰ পূৰ্বদিশক "ইন্দ্ৰৰ কান্তা বনাদি মণ্ডিত পূৰ্বদিশ" বুলিছে। বায়ুপুৰাণ আৰু ব্ৰহ্মাণ্ডপুৰাণত ইন্দ্ৰদ্বীপ বা সুৰালয় ভাৰতবৰ্ষৰ পূৰ্বফালে বুলি লিখা আছে। মহাকবি কালিদাসৰ "ৰঘুবংশ" কাব্যত ৰঘুৰ দিগ্বিজয় বৰ্ণনাত কামৰূপ আৰু প্ৰাগ্‌জ্যোতিষ এই দুয়োটা নামকে পোৱা যায়। কামৰূপৰ ৰজাই অনেক হাতী দি ৰঘুৰজাৰ লগত মিত্ৰতা কৰিছিল। এই ৰঘুৰজা দাশৰথী ৰামচন্দ্ৰৰ উপৰি পুৰুষ। তেওঁ ত্ৰেতাযুগৰ ৰজা। প্ৰাগ্‌জ্যোতিষৰ ৰজাই ৰঘুৰ যজ্ঞত বিশেষ সন্মান পাইছিল।

৮। ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ "আসাম বুৰঞ্জী" লিখা আছে—

"ত্ৰেতাযুগত জামদগ্নি ঋষিৰ পুত্ৰ পৰশুৰামে পিতৃৰ আজ্ঞাৰে আপোনাৰ মাতৃক বধ কৰিলত তাৰ প্ৰায়শ্চিত্তৰ কাৰণে নানা তীৰ্থ ভ্ৰমণ কৰিলে, তথাপি হাতৰ কুঠাৰ খহি নপৰিল। পিছে, তেওঁ তেওঁৰ পিতৃৰ উপদেশমতে এই দেশৰ পূবফালৰ পৰ্বতত থকা ব্ৰহ্মকুণ্ডত স্নান কৰে। তাতেই তেওঁৰ সেই হাতৰ কুঠাৰ খহি পৰে। পৰশুৰামে সেই তীৰ্থৰ মহিমা জানি তাতে কিছুমান ব্ৰাহ্মণ সংস্থাপন কৰে আৰু সকলোৰে উপকাৰৰ অৰ্থে কুঠাৰেৰে ৰেখা কৰি সেই কুণ্ডৰ জল ভটীয়াই লৈ যায়। তাৰে পৰা ব্ৰহ্মপুত্ৰ নদে এই দেশক দুভাগ কৰি ভটীয়াই বৈ আছে, সেই কুণ্ডৰ নামো পৰশুৰামকুণ্ড নামে পৰিচিত হয়। * * * এই আখ্যানৰ দ্বাৰাই আৰ্যসকলৰ দেশ অধিকাৰ কৰা, ভ্ৰমণ আৰু ব্ৰাহ্মণৰ এক উপনিবেশ সংস্থাপন হোৱাৰ বিৱৰণ অৱগত হ'ব পাৰি। * * * এই ব্ৰাহ্মণসকলৰ দ্বাৰাই এই দেশত বৈদিক ধৰ্ম প্ৰচাৰিত হয় আৰু বিস্তৰ লোকে তাক আশ্ৰয় কৰে।"

৯। পুৰাণ আৰু তন্ত্ৰমতে কামৰূপ এখন বিস্তীৰ্ণ ৰাজ্য, প্ৰাগ্‌জ্যোতিষপুৰ তাৰ ৰাজধানী, এই ৰাজ্যৰ উত্তৰ সীমাত ত্ৰিবিষ্টপ বা তিব্বত দেশ, পূব সীমাত দীক্ষু আৰু ললিতকান্তা বা দিক্কৰবাসিনী নদী, দক্ষিণ সীমাত ব্ৰহ্মপুত্ৰ আৰু লাক্ষা (শীতলাক্ষা) নদীৰ সঙ্গম স্থল আৰু পশ্চিম সীমাত কৰতোয়া গঙ্গা। ধৰ্মাৰণ্য বা ভুতান কামৰূপৰ ভিতৰত আছিল।

স্কন্দপুৰাণৰ কুমাৰিকাখণ্ডত লিখা আছে যে, "কামৰূপে চ গ্ৰামানাং নৱলক্ষাঃ প্ৰকীৰ্তিতা।" অৰ্থাৎ কামৰূপ ৰাজ্যৰ গাৱঁৰ সংখ্যা ন লাখ।

শ্ৰীযুত দুৰ্গাদাস লাহিড়ী প্ৰণীত পৃথিবীৰ ইতিহাসৰ ২য় খণ্ডৰ ২২৬ পিঠিত লিখা আছে, "প্ৰাচীন কালে কামৰূপ ৰাজ্য একটি বহু বিস্তৃত জনপদ ছিল, বৰ্তমান আসাম, কোচবিহাৰ, জলপাইগুড়ি এবং ৰঙ্গপুৰ কামৰূপ ৰাজ্যেৰ অন্তৰ্ভুক্ত ছিল বলিয়া উক্ত হয়।"

"কামাখ্যা তন্ত্ৰত" লিখা আছে,—

"ত্ৰিপুৰা কৌকিকাচৈব জয়ন্তী মণিচন্দ্ৰিকা,
কাছাড়ী মাগধী দেৱী, অস্যামি সপ্ত পৰ্বতাঃ।"

অৰ্থাৎ ত্ৰিপুৰা, কুকি (লুচাই পৰ্বত), জয়ন্তীয়া, মণিপুৰ, চন্দ্ৰনাথ (চট্টগ্ৰাম), কাছাড়ী (কাছাৰ) আৰু মাগধী (আৰাকান), এই সাতখন পৰ্বতীয়া ঠাইও কামৰূপ কাম্যাখ্যাৰ অধীনত আছিল।

১০। কৰতোয়া গঙ্গা যে প্ৰাচীন কামৰূপ ৰাজ্যৰ পশ্চিম সীমা আছিল সেই বিষয়ে অনেক প্ৰমাণ আছে। অতীতত কৰতোয়া নদী গঙ্গাতকৈও তিনিগুণ বহল আছিল। গেইট চাহাবৰ আসামৰ ইতিহাসৰ ১০ পিঠিত লিখা আছে।

"This Karatoya was then a river of the first order and united in its bed the streams which now go to form the Tista, the Kosi, and the Mahananda," অৰ্থাৎ তিস্তা, কুশী, আৰু মহানন্দা, এই তিনিওখন নদী

অতীজত কৰতোয়াৰ লগত মিলি এখন নদী হৈ বৈছিল আৰু তেতিয়া কৰতোয়া এখন 'প্ৰথম শ্ৰেণীৰ নদী আছিল। তন্ত্ৰত কামৰূপক ত্ৰিকোণা ভূমি বোলা হৈছে। যথা—

"ত্ৰিকোণমেব জানীহি সুৰাসুৰ নমস্কৃতং।

তত্ৰ যে মানৱাঃ সন্তি তে দেৱাঃ নাত্ৰ সংশয়ঃ॥"

কৰতোয়াৰপৰা সমসূত্ৰপাত ৰেখাকে সেই ত্ৰিকোণ ভূমিৰ তল বুলিব পাৰি।

ৰায় গুণাভিৰামু বৰুৱা বাহাদুৰৰ "আসাম-বুৰঞ্জীত" লিখা আছে,—

"কৰতোয়া পৰ্যন্ত যে কামৰূপ ইয়াৰ বিশেষ স্বাভাৱিক কাৰণ আছে। এই সমসূত্ৰপাত ৰেখা অৰ্থাৎ কৰতোয়া নদী পাৰহৈ ভটীয়াই গলেই আৰু পৰ্বত নেদেখি আৰু ঠাই বহল সমান যেন অনুমান হয়, আৰু তাক এৰি উজাই আহিলেই ক্ৰমে ঘোপলৈ অহা যেন অনুমান হয়। কামৰূপ ত্ৰিকোণাকৃতি বুলি পুৰাণতো লিখা আছে। ইয়াৰ স্বাভাৱিক সৌন্দৰ্য অনেক আছে, আৰু যোগী-ঋষিসকলৰ যোগ অভ্যাসৰ যে ই ঠাই আছিল তাত কোনো সংশয় নাই। এনে স্বাভাৱিক সৌন্দৰ্যপূৰ্ণ নিভৃত ঠাই মহাপীঠ অৰ্থাৎ তপস্যাৰ অতিশয় উপযুক্ত স্থান বুলি প্ৰসিদ্ধ হৈছে। এই দেশৰ য'তে ত'তে নৈসৰ্গিক শোভা পোৱা যায়। তাৰ প্ৰমাণ অকল গুৱাহাটীতেই তেনে ঠাই কিমান আছে। সেই কাৰণে তন্ত্ৰত অত্যুক্তিৰূপে লিখিছে,— "অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে।"

কামৰূপৰ ত্ৰিকোণা আকৃতিৰ নিমিত্তেই ইয়াক মহামুদ্ৰা বা গুপ্তপীঠ বোলা হৈছে। পূৰ্বৰ আৰ্যবিলাকে এই দেশৰ আৰু আন আন দেশৰ যোগাভ্যাসৰ ঠাই আৱিষ্কাৰ কৰাৰ বৰ্ণনাই মহাদেৱৰ ভ্ৰমণ বৃত্তান্তৰ মূল।"

১১। শ্ৰীযুত দুৰ্গাদাস লাহিড়ী প্ৰণীত "পৃথিৱীৰ ইতিহাস"ৰ ২য় খণ্ডত প্ৰাগ্‌জ্যোতিষ আৰু কামৰূপৰ সম্বন্ধে অনেক জানিব লগীয়া কথা আছে। তেওঁ লিখিছে,, "ত্ৰেতা যুগ হইতে আৰম্ভ কৰিয়া যুগে যুগে কামৰূপে বা প্ৰাগ্‌জ্যোতিষ ৰাজ্যেৰ মাহাত্ম্য-তত্ত্ব পৰিকীৰ্তিত হইয়া আসিতেছে।" ৰৰাহ মিহিৰৰ ভাৰত বৰ্ষৰ বিভাগ বৰ্ণনাত প্ৰাগ্‌জ্যোতিষৰ নাম আছে। জাতিতত্ত্ববিৎ ডল্টন্ ছাহাবৰ মতে চন্দ্ৰ-সূৰ্য বংশৰ সন্তান-সন্ততিসকলে প্ৰথমে আমাৰ এই আসাম দেশৰ সৌন্দৰ্য দেখি মুগ্ধ হৈ ইয়াত উপনিৱেশ স্থাপন কৰিছিল। বিখ্যাত ঐতিহাসিক আৰু ভাষাবিদ্ পণ্ডিত মিষ্টাৰ ৰেইনৰ মতে আৰ্যজাতিৰ ভাৰত-বৰ্ষলৈ অহা ঠালৰ মানুহ দুভাগ হৈ এভাগ পশ্চিম কোণে খাইবাৰ দুৱাৰেদি আৰু আন ভাগ পূবকোণে পাটকাই দুৱাৰেদি একে সময়তে ভাৰতত প্ৰবেশ কৰিছিল। আমাৰ দেশৰো কোনো কোনো লোকে সেই মত সমৰ্থন কৰি প্ৰবন্ধাদি লিখিছে। আৰ্য-জাতিৰ যে এটা দল উত্তৰ পূবেদি আহি আসামত উপনিৱেশ স্থাপন কৰিছিল সেই সম্বন্ধে বিশ্বাসযোগ্য প্ৰমাণ আছে। গেইট ছাহাবৰ আসামৰ ইতিহাসত লিখা আছে,-

"Hindu priests and warriors undoubtedly found their way to Assam at a very early date"

গেইট ছাহাবৰ মতে পুৰণি আসামৰ ব্ৰাহ্মণ ও কলিতা বা কোচ জাতি আগৰ আৰ্যজাতিৰ বংশধৰ।

স্বৰ্গীয় বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায় মহাশয়ৰ 'প্ৰবন্ধ পুস্তক"ৰ দ্বিতীয় ভাগত লিখা আছে,—

"যথায় এখন কামৰূপ, তথায় অতি প্ৰাচীন কালে এক আৰ্য ৰাজ্য ছিল। তাহাকে প্ৰাগ্‌জ্যোতিষ বলিত। বোধ হয়, এই ৰাজ্য পূৰ্বকালেৰ অনাৰ্য ভূমি মধ্য একা আৰ্যজাতিৰ প্ৰভা বিস্তাৰ কৰিত বলিয়া ইহাৰ এই নাম। মহাভাৰতেৰ যুদ্ধে প্ৰাগ্‌জ্যোতিষেশ্বৰ ভগদত্ত দুৰ্যোধনেৰ সাহায্যে গিয়াছিলেন। বাঙ্গালাৰ অধিবাসী তাম্ৰলিপ্ত, পৌণ্ড্ৰ, মৎস্য প্ৰভৃতি সেই যুদ্ধে উপস্থিত ছিল। তাহাৰা অনাৰ্য নামে গণ্য হইয়াছে। বাঙ্গালা যে সময়ে অনাৰ্য, ভূমি, সে সময়ে যে আসাম আৰ্য ভূমি হইবে ইহা এক বিষম সমস্যা। এক সময়ে কামৰূপ ৰাজ্য অতি

বিস্তৃত হইয়াছিল। কৰতোয়া ইহাৰ পশ্চিম সীমা ছিল। আধুনিক আসাম, মণিপুৰ, কাছাড়, শ্রীহট্ট, ময়মনসিং,ত ৰংপুৰ, জলপাইগুড়ি, কোচবিহাৰ ইহাৰ অন্তর্গত ছিল।"

স্বৰ্গীয় ৰমেশচন্দ্র দত্তই তেওঁৰ "Civilization in Ancient India" পুথিত সেই কথাকে সমর্থন কৰি লিখিছে যে "to the east and beyond a great river (Karatoya) was the powerful kingdom of Kamrup, 2,000 miles in circuit"

১২। বাবু ৰাখালদাস বন্দোপাধ্যায়ৰ "বাঙ্গালাৰ ইতিহাসত" লিখা আছে,—"খৃষ্ট পূর্ব প্রথম সহস্রাব্দে উত্তৰাপথেৰ পূর্বসীমান্তস্থিত প্রদেশগুলি আর্যগণেৰ কৰায়ত্ত হইয়াছিল।" আমাৰ বোধেৰে তাতোকৈ পূৰ্বে ত্রেতাযুগত আসামত আৰ্যৰ বসতি হৈছিল। হিন্দু গণনানুসাৰে প্রায় পাঁচহেজাৰ বছৰৰ আগেয়ে মহাভাৰতৰ যুদ্ধ হৈছিল। সেই যুদ্ধত কামৰূপৰ ৰজা ভগদত্তই দুর্যোধনৰ পক্ষে যুদ্ধ কৰি প্রাণত্যাগ কৰিছিল। ভগদত্তৰ ভনী ভানুমতীক দুর্যোধনে বিয়া কৰিছিল। ভগদত্তক শ্রীকৃষ্ণই প্রাগ্‌জ্যোতিষত ৰজা পাতে। তেওঁৰ সময়ত পূবে চীন সাম্রাজ্য আৰু দক্ষিণে সমুদ্রপর্যন্ত কামৰূপ ৰাজ্যই বিস্তৃতি লাভ কৰিছিল। ভগদত্তৰ বাপেকৰ নাম নৰকাসুৰ। পুৰাণমতে কোলৰূপী বিষ্ণুৰ ঔৰসত পৃথিৱীৰ গর্ভত নৰকাসুৰৰ জন্ম হয়। ৰাজর্ষি জনকে তেওঁক তুলি-তালি ডাঙৰ কৰে। পাছে বিষ্ণুৱে তেওঁক প্রাগ্‌জ্যোতিষপুৰ নগৰত অভিষেক কৰি কামৰূপৰ ৰজা পাতে। অনেকে অনুমান কৰে যে নৰকাসুৰ এজন অসভ্য অনাৰ্য ৰজা আছিল, সেইবাবে তেওঁক অসুৰ বোলা হৈছিল। কিন্তু দেৱজ্ঞ পণ্ডিত মাত্রেই জানে যে সুৰ আৰু অসুৰ আদিতে এক পৰিয়ালৰ সন্তান আছিল। পণ্ডিত উমেশচন্দ্র বিদ্যাৰত্নই তেওঁৰ 'মানবেৰ আদি জন্মভূমি" পুথিৰ ইংৰাজীত লিখা পাতনিত লিখিছে,—

"There having arisen among the Aryas or the Devas settled in India a dispute as to the form of worship, eating and drinking, & they were split up into the Asuras and Devas or Suras"

ৰামায়ণমতে "সুৰাপৰিগ্ৰহাৎদেৱাঃ সুৰাখ্যা ইতি বিশ্রুতা।" অৰ্থাৎ সুৰা(বাৰুণী) গ্ৰহণ কৰাত দেৱতাসকলৰ নাম 'সুৰ' হৈছিল।

পুৰাণমতে সুৰাসুৰ উভয়েই আদিতে এক প্রজাপতিৰ সন্তান। প্রজাপতিৰ এগৰাকী ভাৰ্যাৰ নাম দিতি আৰু এগৰাকীৰ নাম অদিতি। দিতিৰ সন্তানক দৈত্য বা অসুৰ আৰু অদিতিৰ সন্তানক দেৱ বা সুৰ বোলা হৈছিল। দিতি আৰু অদিতি উভয়ে বাই-ভনী আছিল।

কাশীৰ হিন্দু বিশ্ববিদ্যালয়ৰ ছিনেট সভাৰ সভ্য পণ্ডিতপ্রবৰ দ্বিজগোবিন্দদাসে ইংৰাজীত লিখা Hinduism নামে পুথিত স্পষ্টকৈ কৈছে,—

"A word about the etymology of the word Asura would not be amiss, in fact it would show how far modern Hinduism has travelled since its' Vedic days The word 'Asura' is not the negative form of 'Sura' —the 'A' is not a private prefix as the Puranas would have it. Rather this latter word "Sura" is an artificial construction from the original 'Asura' which is derived from 'Asu'—'the breath' or 'life' Its original meaning too has been murdered by the later orthodoxy of the Puranas and of modern India. 'Asura' was the epithet of the finest conception of a god by the Vedic peoples, namely Varuna, the god of righteousness and also of other gods. It was also applied to the sun. The Parsi form of the word is Ahura and they call their God Ahurmazd. They are all sun-worshippers and recite their prayers to him morning and evening as we do. How or when or why this startling change came has not been ascertained. If the life history of some of these words could

be traced to their periods of origin and again down to their modern usage, many of the problems of religion and mythology and history, which perplex the genuine enquirer and produce strifes and schisms among the "faithful" would be solved It is more than probable that the results of such thorough enquiry would produce dismay in the ranks of the "believers."

আদিতে "অসুৰ" শব্দৰ অৰ্থ "ক্ষমতাৱন্ত" আছিল আৰু সেই শব্দ দেৱতাসকলৰ প্ৰতি আৰোপ কৰা হৈছিল। ঋগ্বেদৰ অতি পুৰণি মন্ত্ৰবিলাকত ইন্দ্ৰ, বৰুণ, মিত্ৰ, মৰুৎ, সাৱিত্ৰী, অগ্নি, ৰুদ্ৰ আদি দেৱতাসকলক 'অসুৰ' বুলি সম্বোধন কৰা হৈছে, আন কি, ক্ষমতাশালী কোনো কোনো ৰজা আৰু পুৰোহিতৰ প্ৰতিও সেই আখ্যা প্ৰদান কৰা হৈছিল।

পুৰণি কামৰূপত ৰাজত্ব কৰা 'অসুৰ' ৰজাসকল যে আৰ্যদেৱ আছিল সেই বিষয়ে কোনো সংশয় নাই। বেদ আৰু পুৰাণত উল্লেখ কৰা বশিষ্ঠ, গৌতম, কণ্ব, ঔৰ্ব, ব্ৰহ্মবলি, জাজলি, দধি, গোকৰ্ণ, গালৱ, চ্যৱন, কপিল আদি অনেক ঋষি মুনিৰ আশ্ৰম এই কামৰূপতে আছিল। ইয়াত অনেক তীৰ্থস্থান আছে।

১৩। কুৰুক্ষেত্ৰৰ যুদ্ধত ভগদত্তই অসীম বীৰত্ব দেখুৱাই প্ৰাণত্যাগ কৰিলত তেওঁৰ পুতেক বজ্ৰদত্ত কামৰূপৰ ৰজা হয়। তেওঁৰ পাছত অনেক ৰজাই কামৰূপত ৰাজত্ব কৰিছিল। বুদ্ধদেৱে কামৰূপত দোজোপা শালগছৰ তলত তনু ত্যাগ কৰিছিল বুলি অষ্ট্ৰীয়া দেশৰ এজন পণ্ডিতৰ লিখাৰ পৰা জনা যায়। বৌদ্ধ যুগত কিছুমান ৰজাই বৌদ্ধধৰ্ম গ্ৰহণ কৰিছিল বুলিও জনা যায়।

কৰ্ণেল শ্বেক্সপিয়েৰৰ History of Upper Assam পুথিত লিখা আছে যে মগধৰাজ চন্দ্ৰগুপ্তৰ দিনত খৃষ্ট ওপজাৰ ৩১৬-২৯২ বছৰৰ পূৰ্বে প্ৰয়াগত যি বিজয়-স্তম্ভ নিৰ্মিত হৈছিল, তাৰ গাত কামৰূপ ৰাজ্যৰ নাম আৰু পূৰ্বদিশে সেই ৰাজ্য পৰ্যন্ত মহাৰাজ চন্দ্ৰগুপ্তৰ যশস্যা ব্যাপ্ত হৈছিল বুলি লিখা আছিল। এখন তামৰ ফলিৰপৰা জনা যায় যে খৃষ্ট ওপজাৰ প্ৰায় ৫৭ বছৰ পূৰ্বে উজয়িনীৰ ৰজা বিক্ৰমাদিত্যই কামৰূপ ৰাজ্য আক্ৰমণ কৰি সেই দেশত বৌদ্ধধৰ্ম চলাবলৈ চেষ্টা কৰিছিল। খৃষ্টীয় ৪ৰ্থ শতিকাৰ শেষ ছোৱাত শঙ্কলাদিত্য বা শঙ্কৰদেৱ নামে এজন বৰ পৰাক্ৰমী ৰজাই কামৰূপত ৰাজত্ব কৰিছিল। তেওঁ ভাগীৰথীৰ পূবফালৰ দেশ বঙ্গ আৰু বিহাৰ জয় কৰি গৌড়নগৰ বা লক্ষণাৱতী সংস্থাপন কৰিছিল আৰু উত্তৰ ভাৰতৰ কেদাৰ নামে এজনা ৰজাকো যুদ্ধত পৰাস্ত কৰিছিল। তেওঁৰ ৪০০০ হাতী, একলাখ ঘোঁৰা আৰু ৫ লাখ পদাতিক সৈন্য আছিল।

খৃষ্টীয় সপ্তম শতাব্দীত মহাৰাজ ভাস্কৰবৰ্মাদেৱে কামৰূপত ৰাজত্ব কৰিছিল। প্ৰাগ্‌জ্যোতিষপুৰ (এতিয়াৰ গুৱাহাটী) তেওঁৰ ৰাজধানী আছিল। শ্ৰীহট্টৰ পঞ্চমখণ্ডত পোৱা তেওঁৰ এখন তামৰ ফলিৰ পৰা জনা যায় যে ইন্দ্ৰৰ সখা ভগদত্তৰ বংশৰ ৰজাসকলে ক্ৰমাগতে ৩০০০ (তিনিহেজাৰ) বছৰ কামৰূপত ৰাজত্ব কৰি মুক্ত হৈ যোৱাৰ পাছত প্ৰজাসকলে সেই ভগদত্ত বংশীয় পুষ্যবৰ্মাদেৱক কামৰূপৰ ৰাজসিংহাসনত বহুৱায়। পুষ্যবৰ্মাৰপৰা ভাস্কৰবৰ্মালৈকে কামৰূপত ৰাজত্ব কৰা ১২ জন ৰজাৰ নাম আৰু তেওঁলোকৰ ৰাণীসকলৰ নাম উক্ত তামৰ ফলিত লিখা আছে। গেইট্ চাহাবৰ মতে ৬৩০ খৃষ্টাব্দৰপৰা ভাস্কৰবৰ্মাই কামৰূপত ৰাজত্ব কৰিছিল। এজন এজন ৰজাৰ ৰাজত্বৰ কাল ২০ বছৰকৈ ধৰিলে ভাস্কৰবৰ্মাৰ পূৰ্বে ৰাজত্ব কৰা ১১ জন ৰজাৰ ৰাজত্বৰ কাল ২২০ বছৰ হয়। সেইমতে পুষ্যবৰ্মাই খৃষ্টীয় পঞ্চম শতাব্দীৰ আগছোৱাত কামৰূপত ৰাজত্ব কৰিছিল বুলি ধৰিব পাৰি। "হৰ্ষ চৰিতত" ভাস্কৰবৰ্মা আৰু তেওঁৰ উপৰিপুৰুষৰ চাৰিজন ৰজাৰ নাম পোৱা যায়। উত্তৰ ভাৰতৰ সম্ৰাট শিলাদিত্য বা হৰ্ষবৰ্দ্ধনৰ ৰাজসভাত

আৰু মহোৎসৱত ভাস্কৰবৰ্মাই যি সন্মান পাইছিল, তাক ইতিহাস-পাঠক মাত্ৰেই জানে। ভাস্কৰবৰ্মাৰ পাছত কলিঙ্গবৰ্মা কামৰূপত ৰজা হোৱা বুলি "দশকুমাৰ চৰিত'ৰ পৰা জনা যায়। খৃষ্টীয় সপ্তম শতিকাৰ আগভাগত ভাস্কৰবৰ্মাৰ ৰাজত্বৰ কালতে সুবিখ্যাত চৈনিক পৰিব্ৰাজক হিউৱেন্‌চাং কামৰূপলৈ আহিছিল। তেওঁ কৰতোয়া নদী পাৰ হৈ কামৰূপ ৰাজ্যত পদাৰ্পণ কৰিছিল। তেতিয়াও কৰতোয়া নদীয়েই কামৰূপ ৰাজ্যৰ পশ্চিম সীমা আছিল। সেই সময়ৰ কামৰূপ ৰাজ্যৰ বিৱৰণ তেওঁৰ ভ্ৰমণ বৃত্তান্তৰপৰা জানিব পাৰি। তেওঁ লিখি গৈছে যে 'কামৰূপৰ ভাষা মধ্যভাৰতৰ ভাষাৰ লগত প্ৰায় মিলে। কামৰূপীয়া মানুহৰ স্মৃতি-শক্তি প্ৰবল আৰু বিদ্যা শিক্ষাত ৰৰ মন। কামৰূপৰ ৰজাই বিদ্যা-চৰ্চা কৰিবলৈ ভাল পায় আৰু ৰজাক দেখি প্ৰজাসকলেও বিদ্যাচৰ্চালৈ ৰৰ ধাউতি। বৰ পণ্ডিত জ্ঞানী আৰু দক্ষ মানুহ দেশ-দেশান্তৰৰ পৰা বিষয় বাসনা বিচাৰি বা জ্ঞানালোচনাৰ কাৰণে এই ৰাজ্যলৈ যাতায়ত কৰে।" "বৌদ্ধধৰ্মত যদিও ৰজাৰ বিশ্বাস নাই, তথাপি তেওঁ পণ্ডিত আৰু জ্ঞানী শ্ৰমণসকলক বৰ সমাদৰ কৰে।" মধ্যভাৰতৰ ভাষাৰ বিষয়ে হিৱেনচাঙে কৈছে যে আদি কালৰেপৰা সি একে দৰেই আছে আৰু সেই ভাষাৰ উচ্চাৰণ শুনিবলৈ মধুৰ, শুদ্ধ, আৰু দেৱতাসকলৰ ভাষাৰ নিচিনা। তেওঁ আমাৰ প্ৰাচীন কামৰূপী বা অসমীয়া ভাষাকো মধ্য ভাৰতৰ ভাষাৰ নিচিনা বোলাত আমাৰ পক্ষে সেইটো অতি গৌৰৱৰ কথা হৈছে। আমাৰ "ডাকৰ বচন" পুথিখন হিৱেন্‌চাঙৰ আগমনৰ পূৰ্বেই ষষ্ঠ শতাব্দীত ৰচিত হৈছিল। এতেকে, আমাৰ সেই সময়ৰ ভাষাৰ চানেকী "ডাকৰ বচনৰ" পৰা পাওঁ আৰু তাৰ পাছে ৰচিত হোৱা 'দীপিকা ছন্দ" পুথিৰ পৰাও পাব পাৰোঁ।

১৫। গেইট চাহাবৰ মতে প্ৰায়বিলাক তন্ত্ৰশাস্ত্ৰ কামৰূপত ৰচিত হৈছিল। কামৰূপ তন্ত্ৰমন্ত্ৰৰ নিমিত্তে বিখ্যাত আছিল। তন্ত্ৰবিলাকৰ ভাষা সংস্কৃত। সেইবিলাক সম্ভৱতঃ বৌদ্ধ যুগত কিম্বা তাৰ পাছত ৰচিত হৈছিল। সি যি হওক, তন্ত্ৰশাস্ত্ৰবিলাকৰপৰা এইটো বুজিব পাৰি যে একালত জ্ঞান আৰু ধৰ্মত এই দেশ অতি উন্নত আছিল। এই দেশত জ্যোতিষ শাস্ত্ৰৰো বৰ চৰ্চা আছিল।

১৬। খৃষ্টীয় সপ্তম শতিকাৰ শেষ হোৱাত শালস্তম্ভ নামে এজন ম্লেচ্ছ ৰজাই কামৰূপ অধিকাৰ কৰে। পৌৰাণিক যুগত বৌদ্ধবিলাকৰ প্ৰতি "ম্লেচ্ছ", "পাষণ্ড" আদি ঘৃণাসূচক শব্দ প্ৰয়োগ কৰা হৈছিল। শালস্তম্ভৰ পাছত তেওঁৰ বংশৰ বিগ্ৰহস্তম্ভ পালক, বিজয় আদি কেইবাজনো ৰজাই কামৰূপত ৰাজত্ব কৰে। পাছে খৃষ্টীয় অষ্টম শতাব্দীৰ আগ ভাগত ভগদত্ত বংশীয় হৰ্ষদেৱে কামৰূপত ৰাজত্ব কৰাৰ কথা ৰাখাল বাবুৰ "বাঙ্গালাৰ ইতিহাস"ৰ পৰা জনা যায়। এইজনা ৰজাই গৌড, ওড্ৰ, কলিঙ্গ আৰু কোশল দেশ জয় কৰি ভাৰতৰ পূৰ্ব খণ্ডত এখন সাম্ৰাজ্য স্থাপন কৰিছিল। নেপালৰ ৰজা জয়দেৱে শিলালিপিত লিখা আছে যে ৰজা জয়দেৱে ভগদত্ত বংশীয়, গৌড, ওড্ৰ, কলিঙ্গ আৰু কোশলপতি হৰ্ষদেৱৰ কন্যা ৰাজ্যমতীক বিয়া কৰায়। সুবিখ্যাত কামৰূপীয়া পণ্ডিত কুমাৰিল ভট্ট এই অষ্টম শতাব্দীৰ লোক। জগৎগুৰু শঙ্কৰাচাৰ্য কামৰূপলৈ আহি তেওঁৰ লগত তৰ্কত হাৰি তেওঁক গুৰু মানি তেওঁৰ শিষ্য হৈছিল। সেই দেখিহে অসমীয়া কবিয়ে মনৰ আনন্দত গাইছে,—

> "শঙ্কৰাচাৰ্যৰ গুৰু অসমীয়া
> কুমাৰিলা ভট্ট নাম,
> জগৎ গুৰুৰো, গুৰু হ'ব পাৰি
> ভট্টই দেখালে কাম।
> বাজক ডবা, বাজক শঙ্খ,
> বাজক মৃদং খোল,
> অসম আকউ উন্নতি-পথত
> "জয় আই অসম" বোল।"

১৭। স্বৰ্গীয় বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায়ে "বঙ্গে ব্ৰাহ্মণাধিকাৰ" প্ৰবন্ধত প্ৰমাণ কৰিছে— "খৃষ্টীয় অষ্টম

শতাব্দীৰ পূৰ্বে বাঙ্গলা ব্ৰাহ্মণশূন্য অনাৰ্য ভূমি ছিল। পূৰ্বে কদাচিত যদি কোনো ব্ৰাহ্মণ আসিয়া বাস কৰিয়া থাকেন, তাহা গণনীয়েৰ মধ্যে নহে। খৃষ্টীয় সপ্তম শতাব্দীতে চৈনিক পৰিব্ৰাজক হিউয়েন সাং ভাৰতবৰ্ষে আগমন কৰেন। তিনি নিজ ভ্ৰমণ বৃতান্তে এদেশে অবস্থাদি বৰ্ণনা কৰিয়া গিয়াছেন। ঐ সময়ে যদিও বাঙ্গালা দেশ বহু বিস্তৃত ছিল তথাপি তখন পৰ্যন্ত ইহাৰ পূৰ্বাংশে সাগ্নেৰ নিদৰ্শন বিলুপ্ত হয় নাই।"

প্ৰাচীন কালত অঙ্গ, বঙ্গ, কলিঙ্গ আদি দেশক যজ্ঞাদিৰ নিমিত্তে অপৱিত্ৰ বুলি ধৰা হৈছিল। যথা,

"অঙ্গ বঙ্গ কলিঙ্গেষু সৌৰাষ্ট্ৰে মগধেষু চ।
তীৰ্থ যাত্ৰাং বিনা গচ্ছন্ পুনঃ সংস্কাৰমৰ্হতি॥

'বৌধায়ন ধৰ্মসূত্ৰ"ত দেখা যায় যে বঙ্গ, কলিঙ্গ, সৌবীৰ আদি দেশলৈ গ'লে শুদ্ধিলাভৰ জন্যে যজ্ঞ বিশেষৰ অনুষ্ঠান কৰিব লাগে।"

মনুসংহিতা মতে "যি দেশত কৃষ্ণসাৰ পশু স্বভাৱতে চৰি ফুৰে সেয়ে যজ্ঞীয় দেশ। কৃষ্ণসাৰৰ নাভিত কস্তুৰী থাকে।"

'কস্তুৰী প্ৰশংসাত" লিখা আছে,—

"কামৰূপোদ্ভৱাঃ শ্ৰেষ্ঠা নেপালজাশ্চ মধ্যমাঃ।"

অৰ্থাৎ কামৰূপৰ কস্তুৰীয়েই উত্তম।

প্ৰকৃতিৰ কাম্যকানন, ঋষিমুনিসকলৰ তপোবন থকা কামৰূপ প্ৰদেশ যজ্ঞীয় পুণ্য ভূমি বুলি চিৰ বিখ্যাত।

আচাৰ্য স্যাৰ প্ৰফুল্লচন্দ্ৰ ৰায়ে "আসাম ছাত্ৰ সম্মিলন"ৰ সভাপতি স্বৰূপে তেজপুৰত কৈছিল,—

"Assam is a land whose glory in the past outdid all other, অৰ্থাৎ অসমৰ প্ৰাচীন কীৰ্ত্তিয়ে সকলো ঠাইকে চেৰ্ পেলাইছিল।" "When Bengal had any civilization at all, Assam had a mighty empire of herself, অৰ্থাৎ যেতিয়া বঙ্গদেশত সভ্যতাৰ নাম গন্ধ নাছিল, তেতিয়া অসম এখন নিজে প্ৰতাপী সাম্ৰাজ্য আছিল।"

১৮। খৃষ্টীয় নৱম শতাব্দীৰপৰা একাদশ শতাব্দীলৈকে কামৰূপত ৰাজত্ব কৰা তলত লিখা ৰজাবিলাকৰ নাম তামৰ ফলিৰপৰা জনা যায়,—

প্ৰলম্ব বা প্ৰালম্ভবৰ্মা, হজ্জৰবৰ্মা, বনমাল বৰ্মা, জয়পালবৰ্মা, বীৰবাহুবৰ্মা, বলবৰ্মা, শ্ৰীত্যাগ সিংহ, ব্ৰহ্মপাল, ৰত্নপাল, পুৰন্দৰপাল, ইন্দ্ৰপাল, গোপাল, হৰ্ষপাল, আৰু ধৰ্মপাল। বনমালৰ ৰাজ্য দক্ষিণে সমুদ্ৰ পৰ্যন্ত বিস্তৃত আছিল। ৰত্নপালে গুৰ্জ্জৰ, গৌড়, কেৰল আৰু দক্ষিণ ভাৰতৰ ৰজাৰ লৈতে যুদ্ধ-বিগ্ৰহ কৰিছিল। এই ৰজাসকলৰ দিনতো কৰতোয়াই কামৰূপ ৰাজ্যৰ পশ্চিম সীমা আছিল। কিন্তু ৰাজধানী প্ৰাগ্‌জ্যোতিষপুৰত নাছিল। যিবিলাক তামৰ ফলি এই পৰ্যন্ত পোৱা গৈছে সেইবিলাকত হাতীৰ প্ৰতিমূৰ্তিৰ মোহৰ অঙ্কিত আছে আৰু সেই মোহৰত "স্বস্তি শ্ৰীপ্ৰাগ্‌জ্যোতিষাধিপন্নয়ে মহাৰাজাধিৰাজ" কথাৰ পাচত ৰজাৰ নাম আৰু নামৰ পাছত 'বৰ্মদেৱ" লিখা থকা দেখা যায়। এই দেশৰ জৈনী অঞ্চলত ব্ৰহ্মপুত্ৰ বা লৌহিত্য বংশৰ ৰজায়ো ৰাজত্ব কৰিছিল।

১৯। খৃঃ একাদশ শতিকাৰ শেষ ভাগত গৌড়েশ্বৰ ৰামপালৰ ৰাজত্বৰ কালত তেওঁৰ সেনাপতি মায়নে ৰামপালৰ পুতেক কুমাৰপালৰ ৰাজত্বৰ কালত বৈদ্যদেৱে কামৰূপ অধিকাৰ কৰিছিল। সেই সময়ত তিষ্যদেৱ বা তিঙ্গ্যদেৱ কামৰূপৰ ৰজা আছিল। খৃঃ ১২শ শতাব্দীত কুমাৰপালে বৈদ্যদেৱক কামৰূপ ৰাজ্যৰ ৰজা পাতিছিল। কিন্তু বৈদ্যদেৱে সৰহ দিন সেই ৰাজ্য ভোগ কৰিব নোৱাৰিলে। প্ৰজাবিলাক বিদ্ৰোহী হৈ উঠিল। কামৰূপ তেতিয়া অৰাজক প্ৰায় হৈ নানা মণ্ডলত বিভক্ত হয়। সুবিস্তৃত কামৰূপ ৰাজ্য খণ্ড বিখণ্ড হৈ অনেক সৰু সৰু ৰাজ্যত পৰিণত হয়। কামৰূপৰ পশ্চিম খণ্ডত খেন বংশী নীলধ্বজ ৰজাই কমতাপুৰ ৰাজ্য সংস্থাপন কৰে, মধ্য খণ্ডৰ উত্তৰ কূলত বাৰভূঞাই ৰাজত্ব কৰে; দক্ষিণ কূলত কোল বা বৰাহ বংশী ৰজাই

ৰাজত্ব কৰে ; উজনীত কছাৰী, মৰাহী আৰু চুতীয়াই ৰাজত্ব কৰে, পাছে, এনে চুতিনত উজনীত ইন্দ্ৰ বংশী অসম বা আহম ৰজাৰ আৰু নামনিত শিৱ বংশী কোচ ৰজাৰ অভ্যুদয় হয়। এই দুই বংশৰ ৰজাই বহুকাল কামৰূপত ৰাজত্ব কৰে।

২০। কোচ ৰাজবংশৰ প্ৰদীপ মহাৰাজা নৰনাৰায়ণে পশ্চিমে কৰতোয়াৰপৰা পূবে দিকৰাই নদী পৰ্যন্ত প্ৰায় গোটেইখন কামৰূপত ৰাজত্ব কৰিছিল। তেওঁ বৰ প্ৰতাপী, বিদ্যোৎসাহী, জ্ঞানী আৰু ধাৰ্মিক নৰপতি আছিল। তেওঁৰ আদেশমতে তেওঁৰ ভায়েক কমলা গোঁহায়ে কোচ্ বিহাৰৰপৰা পৰশুৰাম কুণ্ডলৈকে এটা আলি বন্ধাইছিল। সেই আলিৰ চিন এতিয়াও আছে। আলিটোৰ কাষত দুই দুই প্ৰহৰৰ অন্তৰে এটা এটা পুখুৰী খনাইছিল। পুথিত লিখা আছে,—

"দো দো প্ৰহৰৰ অন্তে এক সৰোৱৰ।
বেহাৰৰ পৰা থাকিলন্ত নিৰন্তৰ॥
দিনে ৰাতি আলি বান্ধিলন্ত অবিশ্ৰান্তে।
প্ৰবন্ধে বান্ধিলা পৰশুকুঠাৰ পৰ্যন্তে॥

এইজনা ৰজা আৰু তেওঁৰ ভায়েক চিলাৰায় দেৱালে কামাখ্যাৰ মঠ নতুন কৰি নিৰ্মাণ কৰায়। কামাখ্যাত তেওঁলোক দুইবো দুটা শিলৰ মূৰ্তি আছে। "দৰঙ্গ ৰাজবংশাৱলীত" আছে,—

"শুনিয়োক সভাসদ ৰাজাৰ চৰিত্ৰ।
নৰনাৰায়ণ ৰাজা পৰম পবিত্ৰ।
ধৰ্মতেজে যতি অধৰ্মত মতি নাই।
নাৰায়ণ অংশে জন্মিছন্ত দুই ভাই॥
কলিযুগে মনুষ্য সবাৰ চিন্তি হিত।
শাস্ত্ৰ সকলৰ গ্ৰন্থ কৰাইলন্ত লিখিত॥
ব্যাকৰণ গ্ৰন্থ ৰত্নমালা কৰাইলন্ত।
যতেক কৰাইলা পদ নাহি আদি অন্ত॥
বিপ্ৰ শূদ্ৰ চণ্ডালেও পঢ়ে অভ্যাস কৰি।
নৰেন্দ্ৰক আজ্ঞা মনু-নাৰায়ণ কৰি॥

আলি মঠ পুখুৰী কৰাইলা ঠাই ঠাই।
যত বৃক্ষ ৰোৱাইলন্ত আদি অন্ত নাই॥
অন্নশাল্য, পানীশালা, কৰাই দেশে দেশে।
ভোজন কৰান্ত তাতে অতিথি বিশেষে॥"

(মহাৰাজ নাৰায়ণে)—

"গৌড় কামৰূপে যত পণ্ডিত আছিল।
সবাকে অনাই মন্ত্ৰ দেৱাল পাতিলা॥
বোলে বিপ্ৰ পণ্ডিত সমস্তে শুনিয়োক।
কলিৰ যুগত বৃদ্ধি হৈব ভয় শোক॥
অল্প আয়ু অল্প বুদ্ধি হৈবেক বিশেষ।
লোপ হৈব পূৰ্ব শাস্ত্ৰ প্ৰবাদি বিশেষ॥
শুনিয়ো পুৰুষোত্তম ভট্টাচাৰ্য দ্বিজ।
কৰিয়োক ৰত্নমালা ব্যাকৰ্ণৰ বীজ॥
সম্প্ৰতিকে স্ত্ৰীয়ে শূদ্ৰে পঢ়িব যতনে।
কিছু শেষ তৈলে পঢ়িবেক বিপ্ৰগণে॥
শুনিয়োক আজ্ঞা মোৰ ৰামসৰস্বতী।
ভাৰতৰ পদ তুমি কৰিয়ো সম্প্ৰতি॥
আৰু আছে সপ্তকাণ্ড ৰামায়ণ যত।
শ্লোকক ভাঙ্গিয়া পদ কৰিয়ো সাম্প্ৰত॥
অষ্টাদশ পুৰাণৰ কৰিয়োক পদ।
যাকে শুনি নৰলোকে পাইবে পৰমপদ॥
শুনিয়ো শঙ্কৰ তুমি ভক্ত মহাজন।
বাড়য় স্কন্ধৰ পদ কৰা নিবন্ধন॥
হৰিৰ ভক্তিক তুমি কৰিও প্ৰচাৰ।
হৰি ভজি নৰে হৌক সংসাৰৰ পাৰ॥
শুনিয়ো শ্ৰীধৰ তুমি মোৰ বাক্য ধৰা।
জ্যোতিষক ভাঙ্গি তুমি সাধ্য খণ্ড কৰা॥
বকুল কায়স্থ তুমি ভাঙ্গা লীলাৱতী।
অল্পতে বুজয় যেন কায়স্থে সম্প্ৰতি॥
এহিমতে পণ্ডিত সবক বুলিলন্ত।
তেবে কলি যুগে শাস্ত্ৰ লোপ নহৈবন্ত॥
ভাল বুলি প্ৰশংসা কৰিলা সৰ্বজন।
ভাগে ভাগে গ্ৰন্থ কৰিলেক নিবন্ধন॥

সেহি গ্ৰন্থ নিয়া সবে ৰাজাক দেখাইলা।-
তাক চাই মহাৰাজা আনন্দক পাইলা॥
পণ্ডিত সবক পাছে কৰিলা সম্মান।
ধন বস্ত্ৰ বস্ত্ৰ অলঙ্কাৰ দিলা দান॥
সমস্তকে পঢ়াইলন্ত কৰিয়া পণ্ডিত।
স্ত্ৰী শূদ্ৰ আদি সবে ভৈলন্ত পণ্ডিত॥
দেৱ দামোদৰ আদি সন্ত বাচ জন।
ধৰ্ম প্ৰকাশিলা সবে শ্ৰৱণ কীৰ্তন॥

০ ০ ০ ০

ধৰ্ম শিক্ষা দিয়া ৰাজা পালি নিজ প্ৰজা।
সেহি দিনা ধৰি নাম ভৈলা ধৰ্মৰাজ॥"

২১। অসমীয়া ভাষা আৰু সাহিত্যৰ ইতিহাসত মহাৰাজা নৰনাৰায়ণৰ নাম চিৰকাল সোণালী আখৰেৰে লিখা থাকিব। তেওঁৰ যত্ন, চেষ্টা, আৰু উৎসাহত তেওঁৰ ৰাজসভাৰ পণ্ডিতসকলে সংস্কৃত ভাষাত লিখা প্ৰায় সকলো শাস্ত্ৰকে সৰ্বসাধাৰণে বুজিব পৰাকৈ মাতৃভাষাত অনুবাদ কৰিছিল। তেওঁৰ জ্ঞানৰ দুৱাৰ সকলো প্ৰজালৈকে মুকলি কৰি দি শিক্ষা বাধ্যতামূলক কৰিছিল। স্ত্ৰী, শূদ্ৰ, চণ্ডাল পৰ্যন্তও তেওঁৰ কৃপাত মাতৃভাষাত লিখা পুথিবিলাক পঢ়িবলৈ পাইছিল। তেওঁৰ ৰাজত্বকালত ৰচা পুথিবিলাক আজিও আমাৰ সাহিত্য-ভঁৰালত ৰত্নৰ দৰে জিলিকি আছে। সেইবিলাক পুথিৰ ভাষাই প্ৰাচীন কামৰূপৰ ভাষা আৰু সেই ভাষাকে আমি এতিয়া অসমীয়া ভাষা বুলিছোঁ। দুখৰ বিষয়, আমাৰ এই কালৰ কোনো কোনো মাইহে বঙ্গদেশৰ সমীপত থাকি, বঙ্গভাষা আৰু সাহিত্যৰ বৰ্তমান উন্নত অৱস্থা দেখি, আৰু নিজেও বঙ্গলা পঢ়ি, বঙ্গালীৰ লগত ফুৰি, নিজৰ মাতৃক, মাতৃভূমি আৰু মাতৃভাষাক অনাদৰ কৰিছে। তেওঁলোকে বোধ কৰোঁ আমাৰ দেশৰ ইতিহাস, নৃতত্ত্ব আৰু ভাষা-তত্ত্বৰ সম্যক আলোচনা কৰা নাই। সেই বাবে, নিজৰ দেশৰ অতীত গৌৰৱ আৰু মাহাত্ম্যৰ বুজ পোৱা নাই। এসময়ত গৱৰ্ণমেণ্টে ভুল বুজি গোটেই অসমতে বঙ্গলা ভাষা চলাইছিল। গোৱালপাৰাৰ বাহিৰে অসম উপত্যকাৰ বাকী কেইখন জিলাই এই বিষয়ে ঘোৰ আন্দোলন আৰু আপত্তি কৰাত ইং ১৮৭৩ চনৰপৰা অসমীয়া ভাষাই নিজৰ ঠাই পাইছে। এতিয়া অসমীয়া ভাষাৰ পুথি বিশ্ববিদ্যালয়ৰ এম-এ পৰীক্ষাৰো পাঠ্য হৈছে। অসমীয়া ভাষা বয়সত বঙ্গভাষাতকৈ পুৰণি যেন লাগে আৰু ই যে বঙ্গলা ভাষাৰ অপভ্ৰংশ বা বিকৃত সংস্কৰণ নহয় সেইটো ধ্ৰুৱ। ব্ৰিটিছ গৱৰ্ণমেণ্টে বঙ্গদেশ অধিকাৰ কৰাৰ পূৰ্বে বঙ্গভাষা আৰু সাহিত্যৰ অৱস্থা যে হীন আছিল সেইটো পুৰণি অসমীয়া পুথিৰ তালিকা চালেই বুজিব পাৰি। আচাৰ্য স্যাৰ প্ৰফুল্লচন্দ্ৰ ৰায়ৰ মতে প্ৰাচীন বঙ্গালী—গন্ত সাহিত্যই প্ৰাচীন অসমীয়া গন্ত সাহিত্যৰ ওপৰত নতশিৰ হ'ব লাগিব। G. F. Nicholl's Manual of Bengali Language including an Assamese Grammar কিতাপত লিখা আছে,—"Assamese is not, as many suppose, a corrupt dialect of Bengali but a distinct and coordinate tongue having, with Bengali a common source of vocabulary Its Sanskrit did not come to it from Bengali, but from the Upper Provinces of India,—this all who carefully examine the matter will readily admit." ডাক্তৰ গ্ৰিয়াৰ্সনে ছাহাবেও এই কথা সমৰ্থন কৰিছে। ইয়াৰ পোষকতাত ২।৪টা উদাহৰণ দি দেখুৱাওঁ।

(১) সংস্কৃত ভাষাত Negative বুজোৱা "ন" আখৰটো ক্ৰিয়াৰ আগত ব্যৱহাৰ কৰা হয়। যেনে,—ন কৰোমি। অসমীয়াতো সেইদৰে ব্যৱহৃত হয়। যেনে,—ন কৰোঁ। কিন্তু বঙ্গভাষাত ক্ৰিয়াৰ পাছতহে ব্যৱহৃত হয়। যেনে,—কৰি না। (২) অন্তস্থ "ৱ" আখৰটো সংস্কৃতত আৰু অসমীয়া ৱ-ৰ দৰে পশ্চিম আৰু দক্ষিণ অঞ্চলত উচ্চাৰিত হয়। কিন্তু বঙ্গভাষাত বৰ্গীয় "ব"-ৰ দৰেহে অন্তস্থ "ৱ" উচ্চাৰিত হয়। যেনে,—অসমীয়া আৰু সংস্কৃতত "ভৱানী", বঙ্গালীত

"ভৱানী"। (৩) সংস্কৃত ভাষাৰ ধাতু প্ৰত্যয়ৰ লগত অসমীয়া ভাষাৰ ধাতু প্ৰত্যয়ৰ যেনে মিল, বঙ্গভাষাৰ লগত তেনে নহয়। যেনে,—সংস্কৃত—কৰোমি, অসমীয়া—কৰোঁ, বঙ্গালী—করি, সংস্কৃত—কৰিষ্যামি, অসমীয়া—কৰিম, বঙ্গালী—করিব। (৪) অসমীয়া ভাষাৰ একেবাৰে থকুৱা শব্দবিলাকৰ লগতো সংস্কৃতৰ মিল আছে। যেনে—সংস্কৃত—বাচং, অসমীয়া—বাক, বঙ্গালী—আজ্ঞা। সংস্কৃত—অসৌ, অসমীয়া—সৌ, বঙ্গালী—ঐ। সংস্কৃত—বৰ্ত্ম, অসমীয়া—বাট, বঙ্গালী—রাস্তা। সংস্কৃত—ব্যজনী, অসমীয়া—বিছনী, বঙ্গালী—পাখা। সংস্কৃত—যত্ৰ, অসমীয়া—য'ত, বঙ্গালী—যেখানে। সংস্কৃত—অমৃতফল, অসমীয়া—অমিতা, বঙ্গালী পেঁপে ইত্যাদি। (৫) বৰ্ণমালাৰ "ম" আখৰটো অন্য ব্যঞ্জন বৰ্ণৰ লগত যুক্ত হলে আমি "মব" দৰেই উচ্চাৰণ কৰোঁ। যেনে, পদ্ম, ছদ্ম। বঙ্গভাষাত পদ্দ, ছদ্দ, এইদৰে উচ্চাৰিত হয়। কিন্তু পশ্চিম ভাৰতৰ মানুহে আমাৰ দৰেহে উচ্চাৰণ কৰে। (৬) প্ৰাকৃতত মূৰ্দ্ধন্য "ষ"—টো "খ"—ৰ দৰে উচ্চাৰিত হয়। অসমীয়া ভাষাতো বিকল্পে সেয়ে হয়। যেনে,—বিষ, বিখ। (৭) অতীতত যে আৰ্যজাতিয়ে দন্ত্য "স"—টো আমাৰ দৰে উচ্চাৰণ কৰিছিল তাৰ প্ৰমাণ "হিন্দু" শব্দতে পোৱা যায়। কাৰণ "সিন্ধুৰ" পৰা "হিন্দু হৈছে। আৰ্য পাৰ্চি জাতিয়ে এতিয়াও "অসুৰক" "অহুৰ" বোলে। তেওঁলোকৰ প্ৰধান উপাস্য দেৱতাৰ নাম "অহুৰ মজদ"। (৮) প্ৰাকৃত মতে সকৰ্মক ক্ৰিয়াৰ আগত কৰ্তাকাৰক বুজুৱা যি শব্দ থাকে সেইটো একাৰান্ত হ'ব লাগে। আমাৰ ভাষাত একাৰান্তই হয়। যেনে, বাঘে ছগাল মেৰিলে। কিন্তু বঙ্গলা ভাষাত একাৰান্ত নহয়। যেনে, ৰাম্ ৰাৱণ মাৰিল। (৯) ইংৰাজীৰ "He" আৰু "She" শব্দৰ অৰ্থ অসমীয়াত "সি" আৰু "তাই" হয়। কিন্তু বঙ্গলাত পুংলিঙ্গতো "সে" আৰু স্ত্ৰীলিঙ্গতো "সে" কোৱা হয়। অসমীয়া ভাষা যে বঙ্গালীৰ অপভ্ৰংশ নহয় সেইটো জাতি, [illegible] থকুৱা কথাবিলাকৰ পৰাই বুজিব পাৰি। যেনে,—

| অসমীয়া | বঙ্গালী |
| --- | --- |
| ১। মোৰ ভোক লাগিছে। | ২। আমাৰ খিদে পেয়েছে। |
| ২। তপত পানী দে। | ২। গৰম জল দাও। |
| ৩। মোনা শিবলৈ বেজি লাগে। | ৩। থলি সেলাই কৰিতে সুচ চাই। |
| ৪। তোৰ চোতালত ভৰি নিদিওঁ। | ৪। তোৰ উঠানে পা দিব না। |

সংস্কৃতৰ অস্মদ্ শব্দই একবচন আৰু বহুবচনত ভাৰতৰ প্ৰধান প্ৰধান ভাষাবিলাকত যি দৰে ৰূপ সলাইছে তাক তলত দেখুৱা গল।—

সংস্কৃত—অহম্, বয়ম্, প্ৰাকৃত—অহম্, অম্হ; হিন্দী—মৈঁ, হামে, মৈথিলী—হম্, হমৃনি, কনৌজী-মৈং, হম্; পঞ্জাবী—মৈং, অমীং, নেপালী—মৈং, হামি, অসমীয়া মঞি মই আমি, বঙ্গলা,—আমি, আমৰা। প্ৰাচীন কামৰূপী বা অসমীয়া ভাষাৰ বৰ্ণমালাৰ লগত দেৱনাগৰ বা সংস্কৃত বৰ্ণমালাৰ অনেক সাদৃশ্য আছে।

২২। অসম বা অহম্ জাতিয়ে এই দেশ অধিকাৰ কৰিলত এই দেশৰ নাম "কামৰূপ" গুচি "অসম" হয়। ইংৰাজ গবৰ্ণমেণ্টে প্ৰথমে এই দেশ লওঁতে ইয়াৰ নাম ASAM (অসম) বুলিহে কাগজ পত্ৰত লিখা হৈছিল। পাছে ASAM (অসম) গুচাই ASAM (আসাম) কৰা হ'ল। আমি আমাৰ মৰমৰ জন্মভূমিৰ যি নাম পাইছোঁ তাকে সাদৰে গ্ৰহণ কৰি সন্তোষ লাভ কৰা উচিত আৰু অসমীয়া মাত্ৰেই সেই নামৰ গৌৰৱ বঢ়াবলৈ অহোপুৰুষাৰ্থ কৰিব লাগে। আৰ্য্য আৰু অনাৰ্য্যৰ সংমিশ্ৰণত, অনেক জাতি আৰু উপজাতি মিলি বৰ্ত্তমান অসমীয়া জাতি গঠিত হৈছে। আমাৰ দেশৰ Highlander বা পৰ্বতত থকা লোকসকল আৰু Lowlander বা ভৈয়ামত থকা লোকসকল, হিন্দু, মুছলমান, খৃষ্টিয়ান-সকলোবোৰ আমাৰ বুজুৰ বান্ধৱ অসমীয়া। পুৰণি কালত কামৰূপীয়া মালে

যেনেকৈ ভাটী আৰু উজনীৰে সৈতে গোটেই কামৰূপ ৰাজ্যৰ মানুহক বুজাইছিল, অসমীয়া মানেও সেইদৰে আজিকালি স্বৰ্ণকোষৰপৰা সদীয়াৰ পৰশুৰাম কুণ্ডলৈকে এই গোটেই দেশখনৰ মানুহক বুজায়। নামৰ পৰিবৰ্তনৰ পৰা একো হানি নাই। গোলাপ ফুলক যদি আমি গোলাপ নুবুলি আন এটা নাম দিওঁ তেন্তে গোলাপৰ সুগন্ধত কিবা ব্যতিক্ৰম ঘটিব নে?

২৩। আমাৰ এই গোৱালপাৰা জিলাখন অতীজৰ পৰাই কামৰূপ বা অসমৰ প্ৰধান অঙ্গ। বঙ্গদেশৰ ৰাঢ়ী কি বাৰেন্দ্ৰ ব্ৰাহ্মণ কি কায়স্থ ইয়াত নাছিল। কুলীন, মৌলিক, ভঙ্গ প্ৰভৃতি উপাধি ইয়াত নাই। বঙ্গদেশত ৰঘুনন্দন স্মৃতি চলে। কিন্তু ইয়াত তাতোকৈ প্ৰাচীন "গঙ্গাজল" স্মৃতি চলে। ব্ৰাহ্মণ আৰু কায়স্থৰ বাহিৰে অন্য জাতিৰ ভিতৰত বিধৱা-বিবাহৰ প্ৰচলন ইয়াত আছে। হিন্দুধৰ্মত শৰণ লৈ অহিন্দুও হিন্দু হ'ব পৰা প্ৰথা ইয়াত আছে। গোৱালপাৰা, ৰংপুৰ, জল্পাইগুড়ি আৰু কোচবিহাৰত আজিকো পৰ্য্যন্ত কামৰূপীয়া বামুণে গৈহে বিবাহ, শ্ৰাদ্ধ, পূজা আদি ধৰ্মকাৰ্য্য কৰেগৈ। কামৰূপৰ প্ৰভাৱ ইমান দিনেও ইয়াত লোপ পোৱা নাই। এই জিলাত থকা বৰো জাতীয় মেছ বা কছাৰী, আৰু কোঁচ বা ৰাজবংশী এই দুয়ো জাতিৰ লোক অসমৰ সকলো জিলাতে আছে। এসময়ত এওঁলোকৰ পূৰ্বপুৰুষবিলাকেই এইদেশ শাসন কৰিছিল। এওঁলোক বজাৰ জাতি। এওঁলোকৰ মানুহে এতিয়াও পুলিচত আৰু পল্টনত সুখ্যাতিৰে কাম কৰি আছে। য়ুৰোপৰ মহাৰণলৈকো এওঁলোকৰ মানুহ গৈছিল। এওঁলোক অসমৰ ক্ষত্ৰিয় শক্তি বা martial race বুলি আমি গৰ্ব্ব কৰিব পাৰোঁ।

এটা আদৰ্শ জাতি (Nation) গঠন কৰিবলৈ হলে, সেই জাতিৰ লোকসকল এক ভাষা-ভাষী হ'ব লাগিব আৰু জাতীয় স্বাতন্ত্ৰ্য আৰু বিশিষ্টতা ৰক্ষা কৰি চলিব লাগিব। আমাৰ ভাষা আৰু সাহিত্যৰ এনে উন্নতি কৰিব লাগিব যাতে আমি প্ৰকৃত মানুহ গঢ়ি তুলিব পাৰোঁ। ভৌগোলিক বিশিষ্টতাই অসমৰ সভ্যতাক এটা বিশিষ্টতা দিছে। নিজৰ বিশিষ্টতাৰ সন্ধান নেপালে, তাক আয়ত্ত কৰিব নোৱাৰিলে, ভাৰতীয় মহাসঙ্ঘ বা মহাজাতি গঢ়ি তোলা সম্ভৱপৰ নহব। য়ুৰোপত জাতিসঙ্ঘ সম্ভৱ হৈছে, কাৰণ য়ুৰোপৰ প্ৰত্যেক জাতিয়ে নিজৰ স্বাতন্ত্ৰ্য, নিজৰ বিশিষ্টতা ঠিক ৰাখিছে। বঙ্গদেশৰ এজন ডাঙৰ মানুহে কৈছে, "জাতীয়তাৰ জন্য চাই দেশ ভক্তি—চাই জাতিৰ বিশিষ্টতাৰ সন্ধান—চাই সেই বিশিষ্টতা ফুটাইয়া তুলিবাৰ ঐকান্তিকী চেষ্টা। জাতিৰ মধ্যে সাম্প্ৰদায়িক ঈৰ্ষা ও সেই ঈৰ্ষা প্ৰণোদিত কলহ অশুভকৰ। কিন্তু সাম্প্ৰদায়িকতা ও জাতীয়তা যে একত্ৰে থাকিতে পাৰে না, ইহা সত্য নহে"। আমেৰিকাৰ সম্মিলিত ৰাজ্যত অনেক সম্প্ৰদায় থকা স্বত্বেও জাতীয়তা বজায় আছে। তাত ইংৰাজী ভাষাই সকলোৰে জাতীয় ভাষা।

২৫। এই গোৱালপাৰা জিলাত ১২ খন থানা আছে। তাৰ ভিতৰৰ ৮ খন থানাৰ এলাকাৰ স্কুলবিলাকত অসমীয়া ভাষা চলিছে। বাকী গোলোকগঞ্জ, ধুবুৰী, দক্ষিণ শালমৰা আৰু মানিকাচৰ থানাৰ এলাকাত এই পৰ্যন্ত বঙ্গালী ভাষাই চলি আছে। কিন্তু এইবিলাক থানাৰ গাৱঁলীয়া মানুহে ঘৰত যি ভাষাৰে কথা কয় তাক শুদ্ধ বঙ্গালী বুলিব নোৱাৰি। তেওঁলোকৰ ভাষাক আধা বঙ্গালী আধা অসমীয়া বুলিহে কব পাৰি। ৰংপুৰ, জল্পাইগুড়ি আৰু কোচবিহাৰৰ ভাষা পূৰ্বে কামৰূপীয়া বা অসমীয়াহে আছিল। আজি প্ৰায় তেৰশ বছৰ হ'ল সেইবিলাক ঠাইৰ স্কুল আদিত বঙ্গালী ভাষা চলোৱা হৈছে তথাপি তাৰ মানুহে এই পৰ্য্যন্ত আপোন মাতৃ-ভাষা একেবাৰে পাহৰিব পৰা নাই। শ্ৰীযুক্ত [illegible] [illegible] 'পুৰণি [illegible] [illegible] লিখিছে :—

"বঙ্গদেশে একটী প্রবাদ আছে, যোজনাতে ( দ্বাদশ ক্রোশ অন্তরে ) ভাষার পরিবর্ত্তন হয়। বঙ্গদেশের কথিত ভাষার বিষয়ে আলোচনা করিলে, ঐ প্রবাদ অনর্থক প্রচলিত হইয়াছে বলিয়া মনে হয় না। গবর্ণমেন্টের বিবরণীতেই বঙ্গদেশে প্রচলিত ভাষাকে প্রধানতঃ চতুর্দশ বিভাগে বিভক্ত করা হইয়াছে। সেই সকল বিভাগের মধ্যে প্রধান বিভাগ ছয়টী এবং অপ্রধান বিভাগ আটটী। প্রধান বিভাগ ছয়টী এই,— (১) কেন্দ্রস্থলীয় বাঙ্গালা (Central Bengali) অর্থাৎ যে বাঙ্গালা চব্বিশপরগণা, নদীয়া, মুর্শিদাবাদ; হুগলী এবং হাওড়ায় প্রচলিত; (২) বাঢ়ীয়ুলি বা পশ্চিম বাঙ্গলা, অর্থাৎ যে বাঙ্গালা বর্দ্ধমান, বীরভূম, বাঁকুড়া জেলায় প্রচলিত; (৩) উত্তরীয় বাঙ্গলা, অর্থাৎ যে বাঙ্গলা মালদহ জেলায় এবং রংপুর ও জল্পাইগুড়ি ভিন্ন রাজসাহী বিভাগের সর্ব্বত্র প্রচলিত; (৪) রংপুরী বা রাজবংশী ( কামরূপীয় ) অর্থাৎ যে বাঙ্গলা রংপুর জল্পাইগুরি এবং কুচবিহার রাজ্যে প্রচলিত (৫) পূর্ব্ব দেশীয় এবং মুসলমানী বাঙ্গলা অর্থাৎ যশোহর খুলনা ত্রিপুরা এবং ঢাকা বিভাগে প্রচলিত বাঙ্গলা ভাষা (৬) চাটগাঁই অর্থাৎ ত্রিপুরা ভিন্ন চট্টগ্রাম বিভাগে প্রচলিত বঙ্গভাষা। উল্লিখিত ছয় প্রকার প্রধান ভাষা ভিন্ন বাঙ্গলায় আরও আট প্রকার ভাষায় কথাবার্ত্তা হয়"।

ওপৰত লিখা কথাবোৰৰ বুজা যায় যে ৰংপুৰ, জল্পাইগুৰি আৰু কোচবিহাৰৰ মাতৃভাষা প্ৰকৃততে কামৰূপীয়া বা অসমীয়া। এতিয়া তাত বঙ্গলা ভাষা চলিছবাবেহে তাৰ ভাষাৰ নাম "ৰংপুৰী বা ৰাজবংশী বাঙ্গালা" হৈছে। দুৰ্গাদাস বাবুৱে তেওঁৰ "পৃথিৱীৰ ইতিহাস"ৰ দ্বিতীয় খণ্ডত ৩১১ পিটিত অসমীয়া ভাষাকো "আসামী বাঙ্গলা" বুলিছে। ভাল কথা। এতিয়া ৰংপুৰ, জল্পাইগুৰি আৰু কোচবিহাৰত "বাঙ্গলা" ভাষাৰ পৰিবৰ্ত্তে "আসামী বাঙ্গালা" চলক। সেই দুই খণ্ড হৈ থকা "পূৰ্ব্বৰ কামৰূপ" ৰাজ্য বা আমাৰ আকৌ যোৰা লাগি এক হওকচোন।

২৬। ৰাজ্যশাসনৰ সুবিধাৰ কাৰণে কোনো এখন ঠাইক আন এখন দেশৰ লগত জাপি দিলেই সেই ঠাইক সেইদেশৰ প্ৰকৃত অঙ্গ বুলিব নোৱাৰি। বিহাৰ আৰু উড়িষ্যা প্ৰদেশ মুছলমান আৰু ইংৰাজ ৰাজত্ব দিনত বহুকাল বঙ্গদেশৰ লগত চামিল আছিল। সেই বুলি বিহাৰ বা উড়িষ্যাৰ মানুহক বঙ্গালী বুলিব পাৰিব নে? আমাৰ অসম প্ৰদেশ প্ৰায় অৰ্দ্ধ শতাব্দীকাল বঙ্গদেশৰ গৱৰ্ণমেণ্টৰ অধীনত আছিল। সেই বুলি অসমীয়া মানুহক বঙ্গালী বুলিব পাৰিব নে? ফ্ৰান্সৰ Alsace বোলা ঠাইখন জাৰ্ম্মেনিয়ে অধিকাৰ কৰি তাত জোৰ কৰি German ভাষা আৰু সভ্যতা চলাইছিল। কিন্তু Alsace ৰ মানুহবিলাকে ভিতৰে ভিতৰে তেওঁলোকৰ জন্মভূমি ফ্ৰান্সৰ লগতহে যোগ ৰাখিছিল। এতিয়া Alsace আকৌ ফ্ৰান্সৰ লগত লগ খালে। প্ৰায় শতাব্দীকাল চেষ্টা কৰিও জাৰ্ম্মেনিয়ে Alsace ৰ বাসী মানুহবিলাকক জাৰ্ম্মেন্ কৰিব নোৱাৰিলে। আয়ৰলেণ্ডে কত শত বছৰ ইংলণ্ডৰ অধীনত থাকিও নিজৰ জাতীয়তা, স্বাতন্ত্ৰ্য আৰু বিশিষ্টতা বজায় ৰাখিছে। ধন্য ঐৰাহী আৰু আইৰিছ জাতিৰ স্বদেশানুৰাগ আৰু স্বজাতিপ্ৰিয়তা। আমি চিৰকাল কামৰূপীয়া অসমীয়া। আমি আমাৰ মাতৃভূমি আৰু মাতৃভাষাক ভাল পাবই লাগিব।

২৭। মহাবিষুৱ সংক্ৰান্তিত আমি বিহুৰ উৎসৱ কৰোঁ। সেই উৎসৱৰ লগতে আমি বছৰি এবাৰ আমাৰ মাতৃ জন্মভূমিৰ পূজা কৰা ভাল দেখোঁ। সেই পূজাতে সকলো অসমীয়া, কি হিন্দু, কি মুছলমান, কি খৃষ্টান, কি আন ধৰ্ম্মাৱলম্বী, সকলোৱেই যোগ দিব লাগিব। তাত স্বদেশৰ কীৰ্ত্তি-কাহিনী, বীৰ সকলৰ জীৱনী আদি পাঠ হব আৰু জাতীয় ক্ৰীড়া-কৌতুক আৰু ব্যায়াম আদিও দেখুৱা হ'ব। মাতৃপূজাৰ মিলা মেলা বা প্ৰদৰ্শনীও পাতিব পাৰি। আমাৰ দেশৰ মানুহৰ ভিতৰত যাতে প্ৰেম, প্ৰীতি আৰু একতাৰ সঞ্চাৰ হয়, যাতে আমাৰ মানুহক স্বদেশানুৰাগী আৰু স্বজাতিপ্ৰিয় কৰিব পাৰি, তাৰ চেষ্টা আমাই আৰু-

প্ৰজাৰ প্ৰধান উদ্দেশ্য হব। আশা কৰোঁ সন্মিলনে এই সম্বন্ধে যথাবিহিত বিবেচনা কৰিব। মাতৃপূজাই ত্যাগ আৰু সেৱাৰ দ্বাৰা মাতৃভূমিৰ মুখ উজ্জ্বল কৰিবলৈ আমাক উদ্‌গনি দিব।

২৮। সামৰণিত, আমাৰ ভাষা আৰু সাহিত্যৰ উন্নতিৰ অৰ্থে এই সুযোগতে যৎকিঞ্চিত ক'ব খোজোঁ। (ক) ইংৰাজীত এটা কথা আছে,—"The child is the father of man." সঁচাকৈয়ে, "The youth are the nation's fntuse," আমাৰ জাতিৰ ভবিষ্যৎ আমাৰ শিশু সন্তানসকলৰ ওপৰত নিৰ্ভৰ কৰিছে। আকৌ, শিশুসকলৰ উন্নতি ঘাইকৈ মাতৃসকলৰ ওপৰত নিৰ্ভৰ কৰিছে। কিন্তু দুখৰ বিষয় আমাৰ সাহিত্যত শিশুপাঠ্য আৰু স্ত্ৰী-পাঠ্য পুথিৰ অভাৱ জিলিকি আছে। আশা কৰোঁ আমাৰ সাহিত্যিকসকলে এই অভাৱ পূৰাবলৈ চেষ্টাৰ ত্ৰুটি নকৰিব। শিশুসকলৰ নিমিত্তে যি এখন "অৰুণ" কাকত ওলাইছে, সকলো স্কুলতে তাৰ একোখন লোৱা উচিত। আমাৰ দেশত প্ৰাথমিক শিক্ষা বাধ্যতামূলক হোৱা বাঞ্ছনীয়।

(খ) এই পৃথিৱীৰ নানা দেশত নানা ভাষাত জ্ঞানীসকলে সমূহ মানৱজাতিৰ মঙ্গলৰ অৰ্থে যিবিলাক উত্তম উত্তম পুথি লিখি থৈ গৈছে সেইবিলাক আমাৰ ভাষাত অনুবাদ কৰি প্ৰকাশ কৰা ভাল দেখোঁ। আমাৰ সাহিত্যিকসকলক ভিন্ন ভিন্ন বিষয়ৰ ভাল ভাল পুথি লিখি আমাৰ সাহিত্যৰ শ্ৰীবৃদ্ধি সাধন কৰিবলৈ এই সন্মিলনৰ পৰা উৎসাহিত কৰিব লাগে। বৰ সুখৰ বিষয় যে এই জিলাৰ এজন কোমল বয়সীয়া বৰো ছাত্ৰই এই বয়সতে "কমল-কলি" নামে এখন সুন্দৰ পদ্যৰ পুথি লিখি উলিয়াইছে। তেওঁৰ নাম শ্ৰীসীতানাথ ব্ৰহ্মচোধুৰী। আশা কৰোঁ কালত এই ল'ৰাটি সুকবি হব।

(গ) আমাৰ দেশৰ হিন্দুমাত্ৰে মাতৃ-ভাষাৰ লগে লগে সংস্কৃত, পালি বা হিন্দী ভাষাও শিকা উচিত বুলি ভাবোঁ। সেই দৰেই, আমাৰ মুছলমান ভাইকসলেও আৰবী, পাৰ্চি বা উৰ্দ্দু শিকিব লাগে। ইচলাম ধৰ্মৰ পবিত্ৰ শাস্ত্ৰবিলাকৰ অসমীয়া অনুবাদ কৰা উচিত।

(ঘ) ইংলণ্ড প্ৰভৃতি দেশত গাওঁ আৰু নগৰবিলাকত লাইব্ৰেৰী বা পুথিভঁৰাল স্থাপনৰ বিষয়ে আইন আছে। ইং ১৮৯২ চনৰ 55 and 56 Victoria C. 53 নামৰ বিলাতৰ আইনখন উল্লেখ যোগ্য। তাত Travelling-Library বা চলন্তা পুথি ভঁৰালো আছে। চলন্তা পুথি-ভঁৰালৰ ভঁৰালীয়ে গাৱেঁ গাৱেঁ গৈ মানুহ গোটাই পুথি পঢ়ি শুনাই আৰু Lantern Slides বা ছাঁয়াচিত্ৰ দেখুৱায়। ভাৰতবৰ্ষৰ বৰদা ৰাজ্যত তেনেকুৱা পুথি-ভঁৰাল আছে। আমাৰ দেশৰো গাৱঁলীয়া নামঘৰ আৰু মসজিদ্‌বিলাকত সৰ্বসাধাৰণৰ কাৰণে আৰু স্কুলবিলাকত ল'ৰা-ছোৱালীৰ কাৰণে পুথি-ভঁৰাল স্থাপিত কৰিব পাৰিলে ভাল হয়। ইয়াত চলন্তা পুথিভঁৰালৰো আৱশ্যক। আমাৰ গীত, নাট, ভাৱনা আৰু চিত্ৰ বিদ্যাৰ উন্নতি হ'ব লাগে।

(ঙ) Mass Education অৰ্থাৎ সৰ্বসাধাৰণৰ শিক্ষাৰ কাৰ্যত বাতৰি কাকতে বিশেষৰূপে সহায়তা কৰে। আমাৰ দেশৰ প্ৰত্যেক জিলাৰপৰা একোখন সুলভ বাতৰি কাকত ওলাব পাৰিব বুলি আমি আশা কৰোঁ। বাতৰি কাকতৰ প্ৰতি আমাৰ মানুহৰ অনুৰাগ জন্মাব লাগিব।

(চ) অসমীয়া ভাষা আৰু সাহিত্যৰ এখন বিস্তৃত ইতিহাস এই পৰ্যন্ত ওলোৱা নাই। আমাৰ কোনো সুযোগ্য সাহিত্যিকে সেই কাম হাতত লব নে? অপ্ৰকাশিত পুৰণি সাঁচি-পতীয়া পুথিবিলাক উলিয়াৰ কাৰণে আমাৰ দেশৰ ধনীসকলে চেষ্টা কৰিলে ভাল।

(ছ) নামনী অসমত এনে কিছুমান শব্দৰ ব্যৱহাৰ আছে যিবিলাক উজনী অসমত ব্যৱহৃত নহয়। আমাৰ মনেৰে গোটেই অসমৰ সাহিত্য-ৰাজ্যত পৰা যায়—মানে সেইবিলাক শব্দৰ ব্যৱহাৰ হোৱা উচিত। যেনে—উজনীৰ মানুহে পঙ্ক বা কৰ্দমক "বোকা"

বোলে, কামৰূপৰ মানুহে "পৈঁক্" বোলে, গোৱাল-পাৰাৰ মানুহে "কাদং" বোলে। এতিয়া বোকা, পৈঁক্, কাদং, এই তিনিওটা শব্দ ব্যৱহাৰ কৰাৰ পৰা আমাৰ একো হানি নহয়। বৰঞ্চ তাৰপৰা আমাৰ শব্দ-সম্পদ বাঢ়িব।

(জ) যি যি কাৰণত বঙ্গ ভাষা আৰু সাহিত্যৰ ইমান উন্নতি হৈছে তাৰ ভিতৰত সেই দেশৰ ৰজা জমিদাৰসকলৰ সহায়তা এটা মাই কাৰণ। আমি আশা কৰোঁ আমাৰ দেশৰ ৰজা জমিদাৰ আৰু ধনী লোকসকলেও আমাৰ ভাষা আৰু সাহিত্যৰ শ্ৰীবৃদ্ধিৰ নিমিত্তে যথাসাধ্য চেষ্টা কৰিব। আমাৰ দেশৰ গৱৰ্ণ-মেণ্টে আমাক যি সহায়তা কৰিছে সেই বাবে আমি গৱৰ্ণমেণ্টৰ ওচৰত কৃতজ্ঞ। আমাৰ দেশৰ দুজন সাহিত্য-সেৱকে গৱৰ্ণমেণ্টৰ পৰা বৃত্তি বা পেঞ্চন পাইছে। 'হেম কোষ' অভিধানো গৱৰ্ণমেণ্টেই ছপাই উলিয়ায়।

গৱৰ্ণমেণ্টৰ অনুগ্ৰহত আমি গুৱাহাটীত এটি MUSEUM বা যাদুঘৰ পাইছোঁ। "কামৰূপ অনু-সন্ধান সমিতি" আৰু "আসাম সাহিত্য সভা" উভয়েই গৱৰ্ণমেণ্টৰ পৰা আৰ্থিক সাহায্য পাইছে। এতিয়া আমাক কিছুমান ত্যাগী-উদ্যোগী অক্লান্তকৰ্মী দেশ সেৱক লগা হৈছে। অসমমাতৃ ৰত্ন-প্ৰসৱিনী। যুগে-যুগে কালে কালে আই মাতৃৰ গৰ্ভত অনেক ধৰ্মবীৰ আৰু কৰ্মবীৰৰ জন্ম হৈছে। আগলৈকো যে নহব তাৰ কোনো কাৰণ নাই। সপোনত দেখিছোঁ, কৰ-তোয়া সদানীৰাৰপৰা সদীয়া সপ্তৰ্ষীলৈকে পুৰণি কামৰূপৰ সকলো মানুহ মিলি এটি আদৰ্শ জাতি গঠন কৰি "জয় অসমৰ জয়" 'জয় অসমীয়াৰ জয়', বুলি চিঞৰত দিগন্ত কঁপাই তুলিছে। কেতিয়াবা এই সপোন ফলিয়াব নে? *

* ১৮৪৮ শকৰ ২ কাতি মঙ্গলবাৰে ধুবুৰী জিলাত বহা "অসম সাহিত্য সন্মিলনৰ" নৱম বাৰ্ষিক অধি-বেশন উপলক্ষে লিখা প্ৰবন্ধ। আসাম হিতৈষী, ২য় বৰ্ষ, ১৮৪৮ শক দ্ৰষ্টব্য। প্ৰবন্ধটোৰ নাম হৈছে গোৱাল-পাৰা জিলা আৰু কামৰূপ ৰাজ্যৰ সংক্ষিপ্ত বিৱৰণ।
—সম্পাদক ৰচনাৱলী—

# মায়ং মৌজা

নগাওঁ জিলাৰ মায়ং মৌজাত অনেক প্ৰাচীন কীৰ্তিৰ চিন আছে। সেই মৌজাৰ কাজলী চকীত শিলৰ যিটো নৰসিংহ মূৰ্তি আছে, তাত আজি-লৈকে সেৱা পূজা চলি আছে। চনকা গাওঁত যিটো প্ৰকাণ্ড আকৃতিৰ শিলত কটা গণেশমূৰ্তি আছে, সেইটো চাবলগীয়া। মায়ং পাহাৰৰ নামনিত বুঢ়া মায়ং গাওঁত বহুত শিলৰ মূৰ্তি বৰ্তমান। বছৰি তাত পূজা উৎসৱ হৈ থাকে। কামাখ্যা দেৱীৰ পূজাও তাত হয়। বুঢ়া-বুঢ়ী পাহাৰত বুঢ়া-বুঢ়ীৰ (হৰ-পাৰ্বতী) গুৰিৰ খোজৰ চিন শিলৰ ওপৰত আছে বুলি শুনিছে । বহা পাহাৰত আগৰ দিনৰ এটা ডাঙৰ পুখুৰী আছে; তদুপৰি কলং নদীৰ ফালে মুখ কৰি শিলৰ এখন প্ৰকাণ্ড গণেশ মূৰ্তি আছে। এই গণেশজনৰ দাঁত ৰূপেৰে বন্ধোৱা, আছিল। ইয়াত সদাই সেৱা পূজা চলি আছে। মনহা গাওঁ, কোঁৱৰ গাওঁ আৰু গৰুকটা গাওঁ, এই তিনিখন গাওঁত কে'বাটাও আগৰ দিনৰ ডাঙৰ ডাঙৰ পুখুৰী আছে। মেৰামতি নোহোৱাত এই সুন্দৰ পুখুৰীবিলাক ক্ৰমে বাম পৰি পিটনি হৈছে। গৰুকটা গাওঁত এটা ২০।২৫ ফুটমান ওখ দোল আছে। এসময়ত মায়ং মৌজা ,তান্ত্ৰিক যাদু বিদ্যাৰ কাৰণে প্ৰখ্যাত আছিল। এই মৌজাত আগৰ দিনৰ এটা গড় আছে। দ্বাদশ খৃষ্টাব্দৰ আগছোৱাত গোড়ে-শ্বৰ ৰামপাল দেৱৰ ৰাজত্বৰ কালত মায়ন নামেৰে

তেওঁৰ এজন সেনাপতিয়ে কামৰূপ ৰাজ্য আক্ৰমণ কৰে। সেই সময়ত জয়পাল বৰ্মাই কামৰূপত ৰাজত্ব কৰিছিল। মায়নে তেওঁক যুদ্ধত ঘটুৱাই বধ কৰি কাজলীমুখৰ দুৰ্গত বাহৰ কৰি আছিল। তাতে তেওঁ জয়পালৰ বংশধৰ তিঙ্গদেৱ নামে এজন কোঁৱৰক কামৰূপৰ ৰজা পাতে। তিঙ্গদেৱে গৌড়েশ্বৰক কৰ দিবলৈ মান্তি হয়। তেতিয়া মায়ন গৌড়লৈ উভতি যায়। তাৰ কিছুদিনৰ পিছত ৰামপালৰ মৃত্যু হয়। তেওঁৰ পুতেক কুমাৰ পাল গৌড়ৰ সিংহাসনত বহে। ৰামপাল মৰাৰ অলপ দিনৰ পিছতে কামৰূপ ৰাজ্যৰ সামন্ত ৰজা তিঙ্গদেৱে নিজক স্বাধীন নৃপতি বুলি ঘোষণা কৰি গৌড়ৰাজৰ বিৰুদ্ধে বিদ্ৰোহ আচৰণ কৰে। তেতিয়া গৌড়ৰাজ কুমাৰ পালে তেওঁৰ মন্ত্ৰী বৈদ্যদেৱক কামৰূপ জয় কৰিবলৈ পঠায়। বৈদ্যদেৱ ৰামপালৰ মন্ত্ৰী বোধিদেৱৰ পুতেক। বোধিদেৱ মৰাত বৈদ্যদেৱক কুমাৰ পালে মন্ত্ৰী পাতি লৈছিল। বৈদ্যদেৱৰ লগত যুদ্ধ কৰি তিঙ্গদেৱে প্ৰাণত্যাগ কৰে। তিঙ্গদেৱৰ মৃত্যুত ভগদত্তবংশীয় নৃপতিসকলৰ ৰাজত্বৰ প্ৰায় অন্ত পৰে। দ্বাদশ খৃষ্টাব্দৰ মাজছোৱাত এই ঘটনা ঘটে। তিঙ্গদেৱে তেজপুৰত স্থাপন কৰা তিঙ্গেশ্বৰ নামে শিৱ-মন্দিৰেই এই প্ৰসিদ্ধ ৰাজবংশৰ শেষ ৰজাৰ শেষ কীৰ্তি। সেনাপতি মায়নৰ নামৰ পৰা মায়ং মৌজাৰ আৰু গড়ৰ নাম "মায়ং" হ'ব পায়।

মঙ্গলদৈ মহকুমাত "জয়পাল পুখুৰী" নামে যিটো পুখুৰী আছে, সেইটো কামৰূপেশ্বৰ জয়পাল বৰ্মাদেৱে খনাইছিল বুলি বোধ হয়।

কাজলীমুখত কলং নৈৰ পশ্চিম পাৰে কাজলী নামে পৰ্বত আছে। "কালিকা পুৰাণত" এই পৰ্বতটোৰ নাম কজ্জল বুলি লিখা আছে। "কজ্জল" নামেই পিছত "কাজলী" হয় আৰু সেই পৰ্বতটো থকাৰ নিমিত্তেই কলং নৈৰ মুখক "কাজলীমুখ" বোলে। *

* আৱাহন, আহিন ১৮৬০ শৰ্ক, ৯ম বছৰ ১০ম সংখ্যা।

# তন্ত্ৰশাস্ত্ৰ আৰু আমাৰ বৰ্ণমালা

পুৰণি প্ৰাগ্‌জ্যোতিষ বা কামৰূপ ৰাজ্যৰ কামাখ্যা মহাপীঠ এসময়ত তান্ত্ৰিক সাধনাৰ প্ৰধান কেন্দ্ৰস্থল আছিল। এই ৰাজ্য তন্ত্ৰ-মন্ত্ৰৰ নিমিত্তে প্ৰসিদ্ধ আছিল। মহামতি গেইট ছাহাবে লিখা অসমৰ ইতিহাসৰ ১৫ পিঠিত আছে,— It was in Assam that the Tantrik form of Hinduism originated." বিষ্ণু পুৰাণ ইংৰাজীলৈ অনুবাদ কৰোঁতা- উইলছন্ ছাহাবেও সেই পুথিৰ পাতনিত অধিকাংশ তন্ত্ৰ কামৰূপত ৰচিত হোৱা বুলি লিখি গৈছে। "ভাৰতবৰ্ষীয় উপাসক সম্প্ৰদায়" নামে পুথিৰ দ্বিতীয় ভাগত অক্ষয় কুমাৰ দত্ত মহাশয়ে লিখি গৈছে যে উচ্চাৰণ বিধায়ক বৰদা তন্ত্ৰ, প্ৰপঞ্চসাৰ আৰু তেনেকুৱা আন আন তন্ত্ৰ যে বঙ্গদেশৰ পূৰ্বখণ্ডত ৰচিত হৈছিল তাত কোনো সন্দেহ নাই। তাত বৰ্ণোচ্চাৰণৰ যি ব্যৱস্থা আছে, সেইমতে পূৰ্বখণ্ডবাসী পণ্ডিতসকলেহে উচ্চাৰণ কৰে। দত্ত মহাশয়ে যি সময়ত উক্ত পুথিখন লিখি উলিয়ায়, তেতিয়া অসম প্ৰদেশ বঙ্গ দেশৰ গৱৰ্ণমেণ্টৰ অধীনত আছিল আৰু অসমকে যাইকৈ বঙ্গৰ পূৰ্বখণ্ড বোলা হৈছিল।

এসময়ত কামৰূপ ৰাজ্যৰ সীমা পশ্চিমে কুশী বা কৌশিকা নদী আৰু ব্ৰহ্মপুত্ৰ, দক্ষিণে বঙ্গোপসাগৰ, পূবে স্বৰ্ণভূমি বা ব্ৰহ্মদেশ আৰু উত্তৰে তিব্বত আছিল। অতি পূৰ্বে কুশী নদী গঙ্গাক নপৰি পূৱ-দক্ষিণৰ ফালে বৈ গৈ ব্ৰহ্মপুত্ৰত পৰিছিল (Martin's Eastern India, III, p. 15 চাওক)।

স্কন্দ পুৰাণৰ কুমাৰিকা খণ্ডত লিখা আছে যে "কামৰূপে চ গ্ৰামণাং নৱলক্ষাঃ প্ৰকীৰ্ত্তিতাঃ" অৰ্থাৎ কামৰূপ ৰাজ্যৰ গাৱঁৰ সংখ্যা ন লাখ। "কামাখ্যা তন্ত্ৰ"ত আছে,—

ত্ৰিপুৰা কৌকিকা চৈব জয়ন্তী মণিচন্দ্ৰিকা।
কাছাডী মাগধী দেৱী অস্যামি সপ্ত পৰ্বতা॥

অৰ্থাৎ ত্ৰিপুৰা, কৌকিকা (কুকি বা লুছাই পৰ্বত), জয়ন্তী (জয়ন্তীয়া আৰু খাছীয়া), মণিপুৰ, চন্দ্ৰিকা (চন্দ্ৰনাথ দেৱালয় থকা চট্টগ্ৰাম), কাছাডী (কাছাৰ) আৰু মাগধী (আৰাকান), এই সাতখন পৰ্বতীয়া ঠাইত কামৰূপ কামাখ্যাৰ অধীনত আছিল। সমুদায় উত্তৰবঙ্গ আৰু পূৰ্ববঙ্গৰ কিছু অংশ পুৰণি কামৰূপ ৰাজ্যৰ ভিতৰত আছিল। অধিকাংশ তন্ত্ৰ-শাস্ত্ৰ যে কামৰূপ ৰাজ্যত ৰচিত হৈছিল তাত কোনো সংশয় নাই।

তন্ত্ৰবিলাকক আগম শাস্ত্ৰ বোলা হয়। আগমৰ অৰ্থ,—

"আগমং পঞ্চবক্ত্ৰাত্তু গতঞ্চ গিৰিজাননে।
মতঞ্চ বাসুদেৱস্য তস্মাদাগমমুচ্যতে॥"

পাৰ্বতীৰ প্ৰশ্নৰ উত্তৰ স্বৰূপে শিৱৰ মুখেদি যি ধৰ্মোপদেশ ওলাইছিল আৰু যি উপদেশত বাসুদেৱৰ সম্মতি আছিল, তাক আগম বোলে। সেই বাবে তন্ত্ৰ বা আগমক শিৱোক্ত শাস্ত্ৰ বুলি ধৰা হয়। আচলতে, তন্ত্ৰবিলাক তান্ত্ৰিক সিদ্ধাচাৰ্যসকলৰ দ্বাৰাই ৰচিত বা সঙ্কলিত হৈছিল।

তন্ত্ৰ-শাস্ত্ৰ শ্ৰুতি বা স্মৃতিৰ নিচিনা পুৰণি নহয়। এখন তন্ত্ৰত লিখা আছে,—

"তন্ত্ৰোক্তং ধ্যানমন্ত্ৰঞ্চ প্ৰশস্তং ভাৰতে কলৌ"। ইয়াৰ পৰা বুজা যায় যে তন্ত্ৰোক্তধ্যান-মন্ত্ৰ কলিযুগৰ কাৰণেহে প্ৰশস্ত।

"অমৰকোষ" অভিধানৰ স্বৰ্গবৰ্গত বেলেগ বেলেগ সংস্কৃত শাস্ত্ৰত নাম লিখা আছে। তাত তন্ত্ৰ শাস্ত্ৰৰ কোনো উল্লেখ নাই। অমৰকোষ খৃষ্টাব্দৰ ষষ্ঠ শতিকাত ৰচিত হোৱা বুলি পণ্ডিতসকলে কয়। অমৰকোষৰ পিচত অনুমান সপ্তম খৃষ্টাব্দত ৰচিত হোৱা বিষ্ণুপুৰাণত যিবিলাক শাস্ত্ৰৰ নাম পোৱা যায় তাৰ ভিতৰতো তন্ত্ৰৰ নাম নাই। তন্ত্ৰৰ বয়স বাৰ শ বছৰৰ বেছি নহয় বুলি অনেক পণ্ডিতৰ ধাৰণা। কোনো কোনো তন্ত্ৰ, যেনে যোগিনী-তন্ত্ৰ, আধুনিক। অষ্টম খৃষ্টাব্দৰ পৰা দ্বাদশ বা ত্ৰয়োদশ খৃষ্টাব্দলৈকে এই ছোৱা কালৰ ভিতৰত অধিকাংশ তন্ত্ৰ কামৰূপ ৰাজ্যত ৰচিত হৈছিল বুলি বোধ হয়। কালিকাপুৰাণখনো কামৰূপত দশম বা একাদশ খৃষ্টাব্দত ৰচিত হোৱা বুলি ধাৰণা হয়।

খৃষ্টাব্দৰ অষ্টম শতিকাৰ শেষছোৱাত জগৎগুৰু শঙ্কৰাচাৰ্য্য কামৰূপৰ কামাখ্যা পীঠলৈ আহিছিল। তেতিয়া অভিনৱ গুপ্তাচাৰ্য্য নামে এজন তান্ত্ৰিক সিদ্ধ পুৰুষে অভিচাৰ ক্ৰিয়া কৰি তেওঁক মাৰিব খুজিছিল। এই অভিনৱ গুপ্তাচাৰ্য্যই "তন্ত্ৰসাৰ" আৰু "তন্ত্ৰলোক" নামে দুখন তন্ত্ৰশাস্ত্ৰ প্ৰণয়ন কৰিছিল। কামৰূপৰ সুপ্ৰসিদ্ধ পণ্ডিতপ্ৰবৰ কুমাৰিল ভট্টই বাদত শঙ্কৰাচাৰ্যক পৰাস্ত কৰাত শঙ্কৰাচাৰ্যই তেওঁক গুৰু বুলি মানি লৈছিল। কুমাৰিল ভট্টই লিখা "বাৰ্তিক" নামে পুথি এখন কাশীৰ হিন্দু বিশ্ববিদ্যালয়ৰ পুথিভঁৰালত আছে বুলি শুনিছোঁ। তেওঁ আৰু শঙ্কৰাচাৰ্য্য উভয়েই বৌদ্ধ বা তান্ত্ৰিক বৌদ্ধধৰ্ম্মৰ ঘোৰ বিৰোধী আছিল। তেওঁলোকৰ অদম্য উদ্যম আৰু অক্লান্ত চেষ্টাৰ ফলত ভাৰতত বৌদ্ধধৰ্ম্ম লুপ্তপ্ৰায় হৈছিল।

কামধেনু, বৰ্ণোদ্ধাৰ, বৰদা, প্ৰপঞ্চসাৰ, বৰ্ণাভিধান আদি বৰ্ণ আৰু উচ্চাৰণ বিষয়ক তন্ত্ৰবিলাক খুব সম্ভৱ অষ্টম বা নৱম খৃষ্টাব্দত ৰচিত হয় আৰু তেতিয়াৰ পৰাই কামৰূপী বা অসমীয়া আখৰৰ প্ৰচলন হয়। উক্ত তন্ত্ৰবিলাকত বৰ্ণবিলাকৰ ৰূপ আৰু উচ্চাৰণৰ যি বৰ্ণ আছে সি আমাৰ বৰ্ণমালাত খাটে।

যি বৰ্ণমালাক আমি আহোমৰ ৰাজত্বৰ দিনৰ পৰা "অসমাক্ষৰ" বা অসমীয়া আখৰ বুলিছোঁ আৰু বঙালীয়েও বঙ্গাক্ষৰ বুলি গৌৰব কৰিছে। দৰাচলত

সেই বৰ্ণমালাৰ সৃষ্টি পুৰণি কামৰূপ ৰাজ্যত হৈছিল। আহোম ৰাজত্বৰ আগলৈকে তাৰ নাম কামৰূপাক্ষৰ বা কামৰূপীয়া বৰ্ণ আছিল।

"বৰদাতন্ত্ৰৰ" দশম পটলৰ এটা শ্লোকত আছে যে হকাৰ যদি যকাৰৰ আগত থাকে তেন্তে তাৰ উচ্চাৰণ ঝকাৰৰ নিচিনা হ'ব। যেনে—বাহ্য, উহ্য।

উক্ত তন্ত্ৰৰ আন এটা শ্লোকত আছে যে, পদৰ প্ৰথমত যকাৰ থাকিলে জকাৰৰ নিচিনাকৈ উচ্চাৰণ কৰিব লাগে। যেনে,—যম, যদি ইত্যাদি।

কামৰূপত ৰচিত হোৱা তন্ত্ৰ, পুৰাণ আদিৰ ভাষা সংস্কৃত হলেও বুজিবলৈ টান নহয়। আমাৰ ভাষাৰ সংস্কৃতমূলক শব্দবিলাকৰ লগত সংস্কৃত বিভক্তি যোগ কৰিলে যেনেকুৱা হয় অধিকাংশ তন্ত্ৰৰ কোনো কোনো অংশৰ ভাষা প্ৰায় তেনেকুৱা।

"বৰ্ণোদ্ধাৰ তন্ত্ৰৰ" নামটোৱেই কয় যে আগৰ বৰ্ণমালাক নতুন ৰূপ দি উদ্ধাৰ কৰা হৈছে।

কামাখ্যা, কামৰূপ, কামৰত্ন কুঞ্জিকা, কামেশ্বৰ, হয়গ্ৰীৱ, শাৰদা, ভৈৰৱ, ভৈৰৱী, বাৰাহী, পিচ্ছিলা আদি তন্ত্ৰবিলাকৰ নামৰ পৰাই বুজা যায় যে সেইবিলাক কামৰূপত ৰচিত বা সঙ্কলিত হৈছিল।

"কৌলজ্ঞাননিৰ্ণয়" "অকুলবীৰ তন্ত্ৰ," কামাখ্যা-গুহ্যসিদ্ধি," এই তিনিখন তন্ত্ৰ মীননাথ ওৰফে মৎস্যেন্দ্ৰ-পাদ ওৰফে মচ্ছিন্দ্ৰপাদ নামে এজন কৈৱৰ্ত সিদ্ধাচাৰ্যৰ দ্বাৰাই একাদশ খ্ৰীষ্টাব্দৰ মাজভোৱাত কামৰূপত সঙ্কলিত হোৱা বুলি "কামৰূপ অনুসন্ধান সমিতিৰ জৰ্ণেলৰ পৰা (ষষ্ঠ ভাগ, ৭৯ পিঠি) প্ৰকাশ পাইছে। উক্ত জৰ্ণেলৰ পৰা জনা যায় যে একাদশ খৃষ্টাব্দৰ শেষ ছোৱাত কামৰূপত ৰাজত্ব কৰা গোপাল নামে নৃপতিৰ পুত্ৰেক অনঙ্গবজ্ৰ তান্ত্ৰিক বৌদ্ধধৰ্মৰ এজন পণ্ডিত আছিল, তেওঁ দুখন তন্ত্ৰ পুথি ৰচনা কৰিছিল। কামৰূপ ৰাজ ইন্দ্ৰপালৰ এটা নাম ডাকিকপা আছিল। তেওঁ তান্ত্ৰিক বৌদ্ধধৰ্ম্ম গ্ৰহণ কৰিছিল। তেওঁৰ শিষ্য সহযোগিনী চিন্তাই "ব্যক্তভাবানুগত তত্ত্বসিদ্ধি" নামে তন্ত্ৰশাস্ত্ৰ প্ৰণয়ন কৰিছিল। মীননাথে "কামৰত্নতন্ত্ৰ" ৰচনা কৰিছিল। "ডাকাৰ্ণৱ" নামে এখন তন্ত্ৰ কামৰূপৰ উত্তৰ কূলত ৰচিত হৈছিল বুলি জনা গৈছে।

আদিতে প্ৰাচীন কামৰূপত ব্ৰাহ্মীলিপি প্ৰচলিত আছিল। ব্ৰহ্মবিষয়ক শাস্ত্ৰবিলাক এই লিপিৰ দ্বাৰাই লিখিত হোৱা বাবে তাৰ নাম ব্ৰাহ্মী হয়। ডাক্তৰ ভাণ্ডাৰকাৰ মহোদয়ৰ "A peep into the Early History of India" পুথিৰ ১২ পিঠিত আছে,—"Brahmi is the earliest form of our modern Devanagari," কালক্ৰমে ব্ৰাহ্মী আখৰৰ ৰূপ পৰিবৰ্তিত হৈ কুষাণলিপি, গুপ্তলিপি, দেৱনাগেৰী আৰু কুটিললিপিৰ প্ৰচলন হয়। কামৰূপৰ তান্ত্ৰিক সাধকসকলে পূজা-সেৱাৰ উপযোগী কৰি কুটিল আখৰকে সংস্কাৰ বা উদ্ধাৰ কৰি কামৰূপীয়া আখৰ এই দেশত চলায়। অষ্টম খৃষ্টাব্দৰ পৰা তন্ত্ৰ পুৰাণ আদি বি বিলাক পুথি এই দেশত ৰচিত হৈছিল সেইবিলাকৰ ভাষা সংস্কৃত হলেও লিপি কামৰূপীয়া আছিল, দেৱনাগেৰী বা কুটিল নাছিল। এই কামৰূপীয়া লিপিকে বঙালীয়ে বঙ্গাক্ষৰ বুলিছে। এই লিপিৰ প্ৰচলন অষ্টম খৃষ্টাব্দৰ পৰা হয়। "ডাক-ভণিতা" সম্ভৱতঃ সেই সময়ৰ পুথি।

"বৰ্ণোদ্ধাৰ" আদি তন্ত্ৰত বৰ্ণবিলাকৰ ৰূপ আৰু উচ্চাৰণ আদি কিভাৱে বৰ্ণোৱা আছে তাৰ উদাহৰণ স্বৰূপে স্বৰবৰ্ণৰ অ আখৰটোৰ কথা তলত লিখা হল :—অ—অকাৰঃ, আদ্য স্বৰবৰ্ণঃ। অস্যোচ্চাৰণ-স্থানং কণ্ঠঃ। স তু হ্ৰস্বো দীৰ্ঘঃ প্লুতশ্চ ভৱতি। অস্য লেখনপ্ৰকাৰো যথা—দক্ষতঃ কুণ্ডলীভূত্বা কুঞ্চিতা বামতো গতা। ততোঽৰ্দ্ধসঙ্গতা ৰেখা দক্ষোৰ্দ্ধা তাসু শঙ্কৰঃ। বিধিনাৰায়ণশ্চৈব সন্তিষ্ঠৈৎ ক্ৰমতঃ সদা। অৰ্দ্ধমাত্ৰা শক্তিৰূপা ধ্যানমস্য চ কথ্যতে। ইতি বৰ্ণোদ্ধাৰ তন্ত্ৰম্। অস্য তত্ত্বং যথা—শৃণু তত্ত্বমকাৰস্য অতি গোপ্যং বৰাণনে। শৰচ্চন্দ্ৰ প্ৰতীকাশং পঞ্চকোণময়ং সদা॥ পঞ্চদেৱময়ং বৰ্ণং শক্তিত্ৰয়সমন্বিতম্। নিৰ্গুণং ত্ৰিগুণোপেতং স্বয়ংকৈৱল্যমূৰ্তিমান॥ বিন্দুতত্ত্ব-

মন্নং বৰ্ণ: স্বয়ং প্ৰকৃতিৰূপিণী। ইতি কামধেনুতন্ত্ৰম্। অস্য পৰ্যায়:—অঃ শ্ৰীকণ্ঠো মাতৃগণ্ডোঽনন্তো বিষ্ণুৰ-মুক্তৱঃ॥ ইতি বীজবৰ্ণাভিধানম্॥ ব্ৰহ্ম বামাক্ষজো হ্ৰস্বঃ কৰস্থঃ প্ৰণবাত্মকঃ। ব্ৰহ্মাণী কামৰূপশ্চ কামেশী বাসিনী বিয়ৎ। বিশেষঃ শ্ৰীবিষ্ণুকণ্ঠো প্ৰতিপত্তি-থিৰংশিনী। অৰ্কমণ্ডলবৰ্ণাদ্যো ব্ৰাহ্মণ· কামৰূপিণী। ইতি বৰ্ণাভিধানতন্ত্ৰম্॥

তন্ত্ৰমতে অংকাৰ আৰু অঃকাৰ স্বৰবৰ্ণৰ পঞ্চদশ আৰু ষোড়শ বৰ্ণ। কামধেনুতন্ত্ৰত আছে,—

অংকাৰ বিন্দুসংযুক্তং প্ৰীত বংংসমপ্ৰভম্। পঞ্চ-পাণাত্মকং বৰ্ণং ব্ৰহ্মাদিদেৱতা ময়ম॥ তস্য লেখন প্ৰকাৰো যথা আকাৰৰূপ শীৰ্ষেতু দক্ষিণে বিন্দুৰূপিণী। ব্ৰহ্মা বিষ্ণুশ্চৰুদ্ৰশ্চ ক্ৰমশঃ তাসু তিষ্ঠতি॥ যা তু বিন্দুময়ী ৰেখা সৈবাত্ৰ শক্তিৰীৰিতা॥

ইতি বৰ্ণোদ্ধাৰতন্ত্ৰম্।

ইয়াৰপৰা এনে বোধ হয় যে আকাৰৰ দক্ষিণ-ফালে মূৰত বিন্দু এটা দিলে অং হয়। অৰ্থাৎ অনুস্বাৰৰ চিন ৰূপে এটা বিন্দু ব্যৱহাৰ কৰিলেই হয়, বিন্দুৰ তলত এডাল নেজ নিদিলেও হয়।

"বিন্দুমাত্ৰানুনাসিকবৰ্ণোঽয়ং অকাৰ উচ্চৰা-ণাৰ্থঃ।" আগেয়ে অনুস্বাৰ বুজোৱা অংকাৰ "অং" এইদৰে লিখা হৈছিল। সংস্কৃততো সেইদৰে লিখা হয়।

অঃ কাৰঃ স চ বিসৰ্গঃ। দ্বি বিন্দুমাত্ৰ কণ্ঠ্য-বৰ্ণোঽয়ং অকাৰ উচ্চাৰণাৰ্থঃ। স তু সকাৰৰকাৰয়োঃ স্থানেঽপি ভৱতি। লেখন প্ৰকাৰো যথা—

"অকাৰৰূপদক্ষেতু দ্বিবিন্দুৰধৰূৰ্দ্ধতঃ"—

—বৰ্ণোদ্ধাৰতন্ত্ৰম্।

অৰ্থাৎ অকাৰৰ দক্ষিণে তলাওপৰাকৈ দুটা বিন্দু দিলে অঃকাৰ হয়। এই নিয়ম আগৰে পৰা এতিয়া-লৈকে চলি আছে। কিন্তু কোনো কোনো পুৰণি হাতে লিখা পুথিত বিসৰ্গৰ বিন্দু দুটা ঃ এইৰূপে নিলিখি ৪ এনেকৈ চাৰিটোৰ দৰে লিখা হৈছিল।

ক-ককাৰ সম্বন্ধে কামধেনু তন্ত্ৰত লিখা আছে,—"বামৰেখা ভবেদ্ ব্ৰহ্মা বিষ্ণুৰ্দক্ষিণ ৰেখিকা। অধো-ৰেখা ভবেৎ ৰুদ্ৰো মাত্ৰা সাক্ষাৎ সৰস্বতী। কুণ্ডলী অঙ্কুশাকাৰো মধ্যে শূন্যঃ সদাশিৱঃ। * * ককাৰঃ সৰ্ববৰ্ণানাং মূল প্ৰকৃতিৰেব চ। ককাৰঃ কামদা কামৰূপিণী স্ফুৰদবায়া। কামনীয়া মহেশানি স্বয়ং প্ৰকৃতি সুন্দৰী।" ছ-ছকাৰ সম্বন্ধে বৰ্ণোদ্ধাৰ তন্ত্ৰত লিখা আছে,—"উৰ্দ্ধাদধোগতা ৰেখা কুঞ্চিতা কুণ্ডলী-ততঃ। পুনশ্চাধোগতা তাসু সন্তি ব্ৰহ্মেশ বিষ্ণবঃ॥"

চ আৰু ছ, এই দুটা আখৰৰ উচ্চাৰণ অসমত আহোম ৰাজত্বৰ পূৰ্বে সংস্কৃত ভাষাৰ চ আৰু ছ-ৰ নিচিনা আছিল। দুয়োটা বৰ্ণৰ উচ্চাৰণৰ ঠাই তালু। ট-বৰ্গৰ আখৰবিলাকৰ উচ্চাৰণৰ ঠাই মূৰ্দ্ধ। তন্ত্ৰ-মতে ঠকাৰ লিখাৰ নিয়ম এই—

"বাৰ্তাকুতুৰ্লাকাৰো ৰেখাৰধিষ্ঠিতদেৱতাঃ। তিষ্ঠন্তি ক্ৰমতো নিতং চন্দ্ৰ সূৰ্যাগ্নয়ঃ প্ৰিয়ে॥" অৰ্থাৎ এটা লাও-বেঙেনাৰ নিচিনা বৰ্তুলাকাৰ ওপৰত বেঙেনাৰ ঠাৰিৰ দৰে ৰেখা আছে। আগৰ দিনত ধ লিখোতে তাৰ তলতো এডাল ঠাৰি বা নেজৰ নিচিনাকৈ ৰেখা বা আঁক দিয়া নিয়মো আছিল।

"ৰ" এই আখৰটোক আমি সাধাৰণতঃ পেট কটা ৰ বোলোঁ। ইয়াৰ মাজত থকা যি ৰেখাৰে পেট কটা হয়, সেই মধ্যগতা ৰেখাক তন্ত্ৰই বহ্নিৰূপা বুলিছে। যথা,—উৰ্দ্ধাধঃ ক্ৰমতো ৰেখা ত্ৰিকোণাধো-গতা হি সা। বিধিৰীশঃ কেশৱশ্চ তাসুতিষ্ঠন্তি নিত্যশঃ, উৰ্দ্ধাস্থিতা তু যা মাত্ৰা সা শক্তি পৰি-কীৰ্তিতা। তস্য মধ্যগতা ৰেখা বহ্নিৰূপা সা স্মৃতা॥" ইংৰাজ ৰাজত্বৰ পূৰ্বে বঙালীয়েও আমাৰ এই পেট-কটা ৰ ব্যৱহাৰ কৰিছিল।

ৰ—ৰকাৰ। "কোণত্ৰয়যুতা ৰেখা ব্ৰহ্মাবিষ্ণু-শিৱাত্মিকা॥ মায়াশক্তিঃ পৰা নিত্যা ধ্যানমস্য প্ৰচ-ক্ষ্যত॥"—বৰ্ণোদ্ধাৰতন্ত্ৰ। এই তিনিকুণীয়া আখৰটোৰ তিনি কোণে ব্ৰহ্মা, বিষ্ণু, শিৱ বুজায় আৰু তাৰ তলৰ ৰেখাডালে মায়াশক্তি বুজায়।

আমাৰ ভাষাৰ "ৱ" আখৰটোৰ ব্যৱহাৰ বেদাদি শাস্ত্ৰত আছে আৰু তাৰ আমি যি উচ্চাৰণ কৰোঁ সি শুদ্ধ। বঙ্গদেশৰ সুপণ্ডিত সত্যব্ৰত শৰ্মা সামশ্ৰমীয়ে প্ৰায় ৪০ বছৰ পূৰ্বে সামবেদ সংহিতা (মূল আৰু বঙ্গানুবাদ) প্ৰকাশ কৰোঁতে তাৰ পাতনিত লিখিছিল,—

"ইদানীং প্ৰচলিত বাঙ্গলা অক্ষৰে সংস্কৃত লিখনেৰ একটি প্ৰধান অন্তৰায় অন্ত্যস্থ ৱ বৰ্ণেৰ অভাৱ। সেই অভাৱটি পূৰণ কৰিবাৰ আশায় নূতন প্ৰিয় মহোদয়গণ নূতন বৰ্ণ আবিস্কাৰ কৰিতেছেন, কিন্তু আমি কোনো নূতন আবিষ্কাৰে যত্নবান না হইয়া ২০০ শত বৎসৰ পূৰ্বেৰ হস্তলিখিত বাঙ্গলা পুস্তক দৃষ্টে "ৱ" এই ৰূপ বৰ্ণই লাভ কৰিয়াছি, অদ্যাপি আসাম প্ৰদেশে ইহা প্ৰচলিত আছে। * * * য বৰ্ণেৰ প্ৰকৃত উচ্চাৰণ য়, সংস্কৃত ভাষাতে ও ৰূপ উচ্চাৰণ অৱশ্যে প্ৰয়োজনীয়।" "বৰদাতন্ত্ৰ" মতে পদৰ প্ৰথমত যকাৰ থাকিলে জকাৰৰ নিচিনাকৈ উচ্চাৰণ কৰিব লাগে আৰু মাজত বা শেষত থাকিলে তাৰ উচ্চাৰণ য় হয়। আমাৰ ভাষাত সেই নিয়ম চলি আছে।

তালব্য শ—যোগিনীতন্ত্ৰৰ ৩য় ভাগৰ ৭ম পটলত যি বৰ্ণাভিধান আছে, সেই মতে বোধ হয় যে এই আখৰটোৱে বৰ্তমান ৰূপ কামৰূপত পায়। যথা,—"শঃ সব্যশ্চ কামৰূপী কামৰূপো মহামতিঃ। * * * ইত্যাদি। মূৰ্দ্ধণ্য ষ—কামধেনুতন্ত্ৰমতে "ষকাৰং অষ্টকোণময়ং" ইয়াৰ উচ্চাৰণ বিকল্পে খ হয়। যেনে,— বিষ, বিখ।

দন্ত্য স—ইয়াক লিখাৰ নিয়ম—

কুঞ্চিতা বামতো দক্ষগতা গোকতিস্বৰঃ।
পুনৰূৰ্দ্ধগতা তাসু বহ্নি চন্দ্ৰদিবাকৰ।
মাত্ৰা ভৱানী বিজ্ঞেয়া ধ্যানমস্য প্ৰচক্ষতে।
—বৰ্ণোদ্ধাৰতন্ত্ৰম।

ইয়াৰ উচ্চাৰণ কামৰূপত এতিয়াৰ দৰে পূৰ্বে আছিল। শ, ষ, স, এই তিনিওটা আখৰ অন্য বৰ্ণৰ লগত যুক্ত হলে সংস্কৃতৰ দৰে উচ্চাৰণ কৰা নিয়ম আগৰপৰা এতিয়ালৈকে চলি আছে। আহোম ৰাজত্বৰ কালত অনেক শব্দৰ শ, ষ, স, আখৰ হ-ৰ নিচিনাকৈ উচ্চাৰিত হোৱাত সেইবিলাক শব্দৰ মূল শ, ষ, লুপ্ত হৈ তাৰ ঠাইত হ লিখা ৰীতি চলিল। যেনে,—বাঁশী, বাঁহী, বিষ, বিহ, পাসৰণ, পাহৰণ, ইত্যাদি।

ক্ষ—ক্ষকাৰ। তন্ত্ৰমতে ইয়াক ব্যঞ্জনবৰ্ণৰ চতুস্ত্ৰিংশ বৰ্ণ বুলি ধৰা হৈছে। "অকাৰাদি ক্ষকাৰান্তা বৰ্ণমালা প্ৰকীৰ্তিতা।" ইয়াৰ উচ্চাৰণৰ ঠাই কণ্ঠ বুলি বৰদাতন্ত্ৰত লিখা আছে।

কামৰূপ ৰাজ্যত বৌদ্ধতান্ত্ৰিক যুগত যি বৰ্ণমালাৰ প্ৰচলন হয়, সেই সামান্যৰূপে পৰিবৰ্তিত হৈ এতিয়ালৈকে এই দেশত চলি আছে। উত্তৰ গুৱাহাটীৰ কানাই বৰশীবোৱা শিলত যি লিপি খোদিত আছে তাৰ আখৰো প্ৰায় এতিয়াৰ আখৰৰ নিচিনাই। তলত সেই লিপি লিখা হল।—

"শাকে তুৰগ যুগ্মেশে মধুমাস ত্ৰয়োদশে।
কামৰূপং সমাগত্য তুৰুষ্কাঃ ক্ষয়মায়য়ুঃ।"

অৰ্থাৎ ১১২৭ শকাব্দৰ ১৪ চৈত্ৰত তুৰুষ্কবিলাক কামৰূপলৈ আহি ক্ষয়প্ৰাপ্ত হৈছিল।

স্বৰবৰ্ণৰ দীৰ্ঘ ৯ আৰু ৠ বাদে আমাৰ বৰ্ণমালাৰপৰা কোনো আখৰ বাদ দিয়া উচিত নহয়। অনুস্বাৰটো আমি সংস্কৃতৰ দৰে লিখিব পাৰোঁ। স্বাধীন অসমত সংস্কৃতৰ দৰে তাক লিখা হৈছিল। যেনে:—"কামৰূপং সমাগত্য"। *

---

* জয়ন্তী, ১৬ বহাগ ১৮৬১ শক, ২য় বছৰ ৭ম সংখ্যা।

# ঐতিহাসিক যৎকিঞ্চিৎ

একৰকমকাণি আমাৰ অসম দেশত লৌহিত্য বা ব্ৰহ্মপুত্ৰ বংশৰ ৰজাই প্ৰায় ৪০০ বছৰ ৰাজত্ব কৰিছিল। এই বংশৰ ৰজাসকল জাতিত ব্ৰাহ্মণ আছিল। বৌদ্ধ ধৰ্ম্মৰ পিছত তেওঁলোকে এই দেশত তান্ত্ৰিক শাক্ত ধৰ্ম চলাইছিল। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে ঘাইকৈ স্বৰ্ণপীঠ আৰু সৌমাৰ পীঠত তেওঁলোকে ৰাজত্ব কৰিছিল। আমি সাধাৰণতঃ লৌহিত্য বা ব্ৰহ্মপুত্ৰ বুলিলে আমাৰ দেশৰ মাজেদি বৈ যোৱা নদৰাজ মহাবাহু ব্ৰহ্মপুত্ৰ বুলি ভাবোঁ। ব্ৰহ্মপুত্ৰ স্নান মন্ত্ৰত এই দুয়োটা নাম পোৱা যায়। যথা,—

"ওঁ ব্ৰহ্মপুত্ৰ মহাভাগ শান্তনোঃ কুলনন্দন।
অমোঘাগৰ্ভসম্ভূত পাপং লৌহিত্য মে হৰ॥"

লৌহিত্য নামে যে এক শ্ৰেণী ব্ৰাহ্মণ আমাৰ দেশত আছিল, তাৰ সম্ভেদ বোধ কৰোঁ অনেকে নেজানে।

"Vedic Index of Names and Subjects" (by Prof Macdonell and Keith) পুথিত আছে,—

"Lauhitya, 'descendent of Lohita', is the patronymic of a large number of teachers in the Jaiminiya Upanisad Brahmana, which clearly must have been the special object of study of the Lauhitva family. See Krsnadatta, Krsnarata, Jayaka, Triveda Krsnarata, Daksa Jayanta, Palligupta, Mitrabhuti, Yasasvin Jayanta, Vipascit Dṛdhajayanta, Vaipascita Dardhajayanti, Vaipascita Dardhajayanti Drdhajanyanta, Syamajayanta, Syamasujayanta, Satyasravas. A Lauhitya or Lauhikya is also mentioned as a teacher in the Sankhayana Aranyaka."

"Lohita, often occurring as an adjective meaning 'red', is used as a neuter substantive in the Athravaveda (XI. 3,7) to denote a metal, presumably 'copper' As a proper name it is found in Apastamba Srauta Sutra, XXIV, 9,7'

অৰ্থাৎ "লৌহিত্য" এইটো এটা কৌলিক উপাধি বা গোত্ৰৰ নাম, ইয়াৰ অৰ্থ লোহিতৰ বংশধৰ, "জৈমিনীয় উপনিষদ্ ব্ৰাহ্মণ" পুথিত অনেক লৌহিত্য গোত্ৰৰ অধ্যাপকৰ নাম পোৱা যায়, লৌহিত্য বংশৰ লোকসকলৰ সেই পুথিখন যে বিশেষ অধ্যয়নৰ বিষয় আছিল, সেইটো ইয়াৰ পৰা স্পষ্টৰূপে জনা যায়। কৃষ্ণদত্ত, কৃষ্ণৰাত জয়াক (জয়াকৰ ?), ত্ৰিবেদ কৃষ্ণৰাত, দক্ষজয়ন্ত, পল্লীগুপ্ত, মিত্ৰভূতি, যশস্বীন্ জয়ন্ত, বিপশ্চিতদাৰ্ঢ জয়ন্ত, শ্যামাজয়ন্ত, শ্যামাসুজয়ন্ত, সত্যশ্ৰৱ, এই ব্ৰাহ্মণসকল লৌহিত্য আছিল। সাংখ্যায়ন আৰণ্যক পুথিতো এজন লৌহিত্য বংশৰ অধ্যাপকৰ নাম আছে।

"লোহিত" এই শব্দটো প্ৰায় বিশেষণৰূপে ব্যৱহৃত হয়, তাৰ অৰ্থ ৰঙ্গা, কিন্তু অথৰ্ববেদত এই শব্দটো বিশেষ্যৰূপে ক্লীবলিঙ্গত এবিধ ধাতু বুজাবলৈ ব্যৱহাৰ কৰা দেখা যায়, সেই ধাতু অৱশ্যে তাম বুলি ধাৰণা হয়। "আপস্তম্ব শ্ৰুতসূত্ৰ" পুথিত কোনো ঋষিৰ নাম স্বৰূপে লোহিত শব্দটো ব্যৱহাৰ কৰা হৈছে।

"আপস্তম্ব শ্ৰুত সূত্ৰত" উল্লেখ কৰা ব্ৰহ্মৰ্ষি লোহিত লৌহিত্যসকলৰ পূৰ্বপুৰুষ বুলি বিশ্বাস হয়। সম্ভৱতঃ এই ব্ৰহ্মৰ্ষিৰ নামানুসাৰে তেওঁৰ আশ্ৰমৰ কাষৰ কুণ্ড বা সৰোবৰৰ নাম লোহিত হয়। পাছে সেই সৰোবৰৰ পাৰ বাগৰি তাৰ পানী নদীৰূপে বোৱাত সেই নদীৰ আগালি ছোৱাত তাৰ পাৰত লৌহিত্যসকল বাস কৰাৰ নিমিত্তে নদীখনৰ নাম লৌহিত্য হয়। লৌহিত্যসকল ব্ৰহ্মনন্দন লোহিত ঋষিৰ সতি সন্তান।

তেজপুৰ নগৰৰপৰা ১৬ মাইল উত্তৰ-পূবে নাগশঙ্কৰ নামে এখন অতি পুৰণি আৰু বিখ্যাত শিৱৰ দেৱালয় আছে।

"কন্যাশ্ৰমং মহাক্ষেত্ৰং যত্ৰ ৰুদ্ৰপদদ্বয়ং।
একাম্ৰকং পৰং ক্ষেত্ৰং যত্ৰ নাগাক্ষশঙ্কৰঃ॥
—যোগিনীতন্ত্ৰ, উত্তৰখণ্ড, ১ম পটল

অৰ্থাৎ যি কন্যাশ্ৰমত ৰুদ্ৰপদ দুটি আছে, সি মহাক্ষেত্ৰ, তাৰ পাছত যি একাম্ৰক ক্ষেত্ৰ আছে, তাত নাগাক্ষ শঙ্কৰ আছে। এই নাগাক্ষ শঙ্কৰকে নাগশঙ্কৰ বোলে। কন্যাশ্ৰমৰ ৰুদ্ৰপদ জীয়া-ভৰলী বা ভৈৰবী বা ভট্টাৰিকা নৈৰ মুখত ভোমোৰাগুৰি পৰ্বতৰ পূবে আছে।

স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ "আসাম বুৰঞ্জীৰ" পৰা জনা যায় যে নাগাক্ষ বা নাগশঙ্কৰ নামে লৌহিত্য বা ব্ৰহ্মপুত্ৰ বংশৰ এজন ব্ৰাহ্মণ ৰজাই তৃতীয় শকাব্দৰ পিছত প্ৰতাপগড়ত ৰাজধানী পাতি ৰাজত্ব কৰিছিল। এই প্ৰতাপগড়ত আজিকালি সেই নামৰ এখন চাহবাগিচা আছে। দিকৰাই (দিক্ৰৰিকা) নৈৰ পূবে প্ৰতাপগড়। ঠাই ডোখৰ ওখ মাটিৰ গড়। গড়ৰ ভিতৰত পুখুৰী আছে। উক্ত বুৰঞ্জীত লিখা আছে:-

"এতিয়াৰ দৰঙ্গ জিলাত নাগশঙ্কৰ নামে এক শিৱৰ দেৱালয় আছে। নাগাক্ষ নামে ৰজাই এই দেৱালয় প্ৰতিষ্ঠা কৰে। ওপৰত কোৱা নাগশঙ্কৰ ৰজাই যে এই নাগাক্ষ ৰজা এইটি বিশ্বাস কৰিবলৈ বহু কাৰণ পোৱা যায়। নাগশঙ্কৰ দেৱালয়ৰ ওপৰৰ প্ৰতাপপুৰ বা প্ৰতাপগড়ত এই জনা ৰজাৰ নগৰ থকা বুলি কয়। সেয়ে হলে, নাগশঙ্কৰ ৰজাৰ ৰাজধানী সেই ঠাইতে আছিল। শকাদিত্যৰ শকৰ তিনিশ বছৰ মানৰ পিছত এই জনা ৰজা হয়। তেওঁৰ বংশৰ কেইবা জনা ৰজা হৈ যোৱাৰ পিছত সেই বংশৰ নাশ হয়। এই বংশৰ ৰজাবিলাকে প্ৰায় ৪০০ বছৰমান ৰাজত্ব কৰে। কামৰূপৰ এই বংশৰ ৰজাবিলাক দৰঙ্গ জিলাত থকা বুলি অনুভৱ হয়।"

* * * *

"শকাদিত্যৰ শকৰ আৰম্ভতে দেবেশ্বৰ নামে এজন ৰজা হয়। এওঁৰ নগৰ ক'ত আছিল, তাৰ একো নিশ্চয় নাই। এওঁ দেৱীৰ পূজা বুবি আকৌ দেশত প্ৰচাৰ কৰে আৰু মন্দিৰৰ প্ৰতিও মন দিয়ে। বৌদ্ধবিলাকৰ প্ৰভাৱ তেতিয়ালৈকো নিঃশেষ হোৱা নাছিল। যদি তেওঁ কৃতকাৰ্য্য হ'ব নোৱাৰিলে, তথাপি লোপ হ'ব খোজা পূজা আৰু ধৰ্মৰ প্ৰতি আস্থা প্ৰদান কৰোঁতে তেওঁৰ নাম বিখ্যাত হ'ল। এওঁৰ পাছতো কোন কোন ৰজা কেতিয়া হয়, তাৰ বিৱৰণ পোৱা নাযায়। কেৱল এই মাত্ৰ অনুমান হয় যে বৌদ্ধাচাৰী কোনো ৰজাৰ বংশে ইয়াত ৰাজত্ব কৰে। পাছে বৌদ্ধধৰ্ম কালক্ৰমে এই দেশৰ পৰা লোপ হই যাবলৈ ধৰা সময়ত আৰু তাৰ পাছত ঠাইয়ে ঠাইয়ে সৰু সৰু ৰজাৰ ৰাজত্ব হোৱাৰ অনুমান হয়।"

উল্লিখিত দেবেশ্বৰ ৰজাই কামৰূপৰ উজনিখণ্ডত তেতিয়া ৰাজত্ব কৰে, তেতিয়া বৌদ্ধধৰ্মী ৰজাই নামনিখণ্ডত ৰাজত্ব কৰিছিল। প্ৰায় ৩০০ বছৰকাল ১৭ জন বৌদ্ধধৰ্মী ৰজাই ৰাজত্ব কৰাৰ পিছত ভগদত্তবংশৰ পুষ্যবৰ্মাদেৱ চতুৰ্থ খৃষ্টাব্দত কামৰূপৰ ৰজা হয়। দেবেশ্বৰ ৰজা লৌহিত্য বংশৰ আদি ৰজা হ'ব পায়।

যোগিনী তন্ত্ৰত দণ্ডী বিপ্ৰ নামে এজন ৰজাৰ নাম পোৱা যায়। যথা:—

"ততো বিপ্ৰো নৃপো ভূত্বা কামৰূপনিবাসিনঃ।
কৰিষ্যতি জনান্ দেবি জপপূজাদিতৎপৰান্॥
এবং বৰ্ষত্ৰয়ং ৰাজ্যং কৃত্বা দণ্ডী দ্বিজো নৃপঃ।
ভবিষ্যতি মহামায়ে যোনিমণ্ডলসন্নিধৌ॥"
যোগিনীতন্ত্ৰ। একাদশ পটল

দৰঙ্গ জিলাৰ কলাবাৰীৰ ওচৰত ৰজাবাৰী বুলি যিখন এবা-নগৰ আবৰি হৈ আছে তাত দণ্ডী ৰজাৰ নগৰ আছিল বুলি প্ৰবাদ আছে। এওঁ এজন সৰু ৰজা আছিল। তিনিবছৰ ৰাজত্ব কৰাৰ পিছত ৰাজ্যভ্ৰষ্ট হৈ কামাখ্যাত গৈ তপস্যা কৰে। সম্ভৱতঃ এওঁ লৌহিত্য বংশৰ লোক আছিল।

ভাটীফালৰ পৰা ধৰ্মপাল নামে এজন ক্ষত্ৰিয় ৰজাই কামৰূপ জয় কৰি পশ্চিমাংশত তেওঁৰ ভায়েকক শাসনকৰ্তা পাতি পূৰ্বাংশৰ লৌহিত্যবংশী ৰজা এজনক যুদ্ধত পৰাস্ত কৰি সমুদায় কামৰূপৰ নৰপতি হয়। কিন্তু তেওঁ পূৰ্বাঞ্চলত থাকোতেই তেওঁৰ ভায়েকৰ মৃত্যু হয়; ভায়েকৰ ঘৈনীয়েক মৌনব্ৰতীয়ে ধৰ্মপালৰ সৈন্যক পৰাস্ত কৰি নিজ পুতেক গোপীচন্দ্ৰক ৰজা পাতি ৰাজ্য শাসন কৰে। তেতিয়া ধৰ্মপালে কেৱল পূৰ্বখণ্ডতহে ৰাজত্ব কৰে। তেওঁৰ পিছত তেওঁৰ পুতেক বটুপালে বিশ্বনাথত নগৰ কৰি ৰাজ্য শাসন কৰে। বটুপালৰ পিছত তেওঁৰ পুতেক সোমপাল ৰজা হয়। সোমপালৰ ৰাজধানী কন্যাকা গাৰত আছিল। তেওঁৰ পুত্ৰ নাছিল। তেওঁৰ জীয়েক এজনীক এজন শিৱভক্ত লৌহিত্য ব্ৰাহ্মণে হৰি নি ভালুক পেঙ্গ গিৰি দুৰ্গত ৰাখিছিল। তাতে সেই কন্যাৰ এটি ল'ৰা হয়। ভালুক দুৰ্গত জন্ম হোৱা বাবে লৰাটিক মানুহে 'ভালুক পেঙ্গ' বুলি মাতিছিল। সোমপাল ৰজাই সেই লৰাটিক পোষ্য-পুত্ৰ কৰি ৰাখে। পিছে সেই লৰাই ৰজা হৈ প্ৰতাপগড় বা প্ৰতাপপুৰত ৰাজধানী পাতি প্ৰতাপ-সিংহ নাম লয়। তেওঁক প্ৰতাপপুৰীয়া ৰজা বুলিও কয়। "কামৰূপৰ বুৰঞ্জীত" এওঁক "শিৱবীৰ্য সম্ভূত" বুলি লিখা আছে। আচলতে এওঁ এজন শৈৱ লৌহিত্য ব্ৰাহ্মণৰ লৰা আছিল।

ধৰ্মপালৰ ৰাজধানী কুবেৰাদ্ৰি বা কুবেৰাচল (এতিয়াৰ কুলহাটী) নামে পৰ্বতত আছিল, পাছে অশ্বক্ৰান্তৰ গোদন্ত পৰ্বতলৈ নিয়া হৈছিল। শতানিক বা ৰত্নপাল, ধৰ্মপালৰ পুতেক বটুপালৰে নাম। "কামৰূপৰ বুৰঞ্জীৰ" পৰা জনা যায়, ধৰ্মপাল ক্ষত্ৰিয় ৰজা আছিল। তেওঁ গৌড়ৰপৰা আহি গোদন্ত পৰ্বতত পাট কৰি কামৰূপত ৰাজত্ব কৰিছিল। উক্ত বুৰঞ্জীত লিখা আছে, ধৰ্মপালৰ পুত্ৰ ৰত্নপাল, তাৰ পুত্ৰ সোমপাল, তান পুত্ৰ প্ৰতাপসিংহ কন্যকা গ্ৰামত পাট কৰিলেক আৰু উজনিৰ ভুঞাসকলক মাৰি এক পাট কৰি ৰৰ ৰাজা হোল।" উক্ত বুৰঞ্জীৰ (ক) পৰিশিষ্টত আছে, বঙ্গদেশৰপৰা পালবংশী ধৰ্মপাল নামে ৰজা অহি অশ্বক্ৰান্তৰ উত্তৰফালে গোদন্ত পৰ্বতত পাট কৰি ৰাজা হ'ল। * * * পিছে ধৰ্মপালৰ ভায়েক মণিচন্দ্ৰৰ ঘৈনীয়েক মৌন-ব্ৰতীয়ে ধৰ্মপালক ৰণত জিনি কামৰূপত, ৰজা হ'ল। তেওঁৰ পুতেক গোপীচন্দ্ৰ, তেওঁৰ পুতেক ভৱচন্দ্ৰ, ৰজা হ'ল। ধৰ্মপালৰ পুতেক বটুপাল, তেওঁৰ পুতেক সোম-পাল উজনিত বিশ্বনাথৰ কাষত কন্যকা গাৰঁত পাট কৰি ৰজা হ'ল। সোমপালৰ পোষ্যপুত্ৰ (শিৱবীৰ্য জন্ম) প্ৰতাপসিংহ, তেওঁকে 'ভালুক পেঙ্গো' বোলে। তেওঁৰ ঘৈনীয়েকক ব্ৰহ্মপুত্ৰ নদে নিছিল। পাছে এব-ছৰৰ মূৰত নীলাচলৰ অমৰাকুলিৰ ঘাটত তুলি দিলে। তেওঁ নীলাচলীয়া বামুণ এজনৰ ঘৰত থাকিল। বামুণে প্ৰতিপাল কৰি ৰাখিলে। তাতে ব্ৰহ্মপুত্ৰৰ ঔৰসত এটি পুত্ৰ জন্মিল। বামুণে তাৰ আৰিমত্ত নাম থলে। তেওঁ চাণ্ডৰ হৈ গোৱালপাড়াৰপৰা পূবে সমুদায় কামৰূপত ৰজা হ'ল।"

"কামৰূপৰ বুৰঞ্জীৰ" পিঠিত আছেঃ—"প্ৰতাপ-সিংহ ভাৰ্যাই সহিতে ব্ৰহ্মপুত্ৰত স্নান কৰি আছিল। ৰাতি ব্ৰহ্মপুত্ৰই স্বপ্ন দেখালে বোলে, 'তোৰ ভাৰ্য্যা চন্দ্ৰপ্ৰভাক মোক দি, নেদে, যেন গ্ৰাম, নগৰ ভঙ্গ কৰি ৰাজ্য মাৰি আহোঁ," ৰাজাৰ পাত্ৰ-মন্ত্ৰী ৰাজাত গোচৰ দিলে, বোলে, "তোমাৰ এটা ভাৰ্যাক থাকি ৰাজ্য নষ্ট হয়, ই ভাৰ্যাৰ স্নেহ এৰা," পাছে ৰাজাই সালঙ্কৃতা কৰি ব্ৰহ্মপুত্ৰক দিলে। ব্ৰহ্মপুত্ৰে কতদিন অন্তৰত নীলাচলৰ অমৰাজুৰিত তুলি থলে। এক ব্ৰাহ্মণে পাই জীউ বোধে প্ৰতি-পালন কৰিলে। পাছে পুত্ৰ এটি জন্মিল। ০ ০ ০ আৰি মাছৰ আকৃতি মুখ-মাথা যেন। বামুণে 'আৰি-মত্ত' নাম থলে।"

ব্ৰহ্মপুত্ৰৰ ঔৰসত ৰাণী চন্দ্ৰপ্ৰভাৰ গৰ্ভত নীলাচল কামাখ্যাৰ এক ব্ৰাহ্মণৰ ঘৰত আৰিমত্তৰ জন্ম হয়। আৰিমত্তৰ বাপেক ব্ৰহ্মপুত্ৰ নদ হ'ব নোৱাৰে। আচ-লতে সেই ব্ৰহ্মপুত্ৰ এজন লৌহিত্য বংশৰ ব্ৰাহ্মণ। *

---

* আৱাহন, পৃষ্ঠ ১৮৫৫, ৫ম বছৰ ৩য় সংখ্যা

# সাহিত্যিক যৎকিঞ্চিৎ

## ( ১ )

আমাৰ দেশৰ নাম আগেয়ে "প্ৰাগ্‌জ্যোতিষ" আছিল, পিছে কামৰূপ হয়। আহোম ৰাজত্বত ইয়াৰ নাম "অসমৰ দেশ" বা "অসম" হয়। এতিয়া "অসম" বা "আসাম" নামে ই জগতত জনাজাত হৈছে। "অসম" শব্দটো সংস্কৃত "অসম" শব্দৰ অপভ্ৰংশ। মোৰ বোধেৰে আমি "আসাম" শব্দৰ সলনি সংস্কৃত মূলক "অসম" শব্দ ব্যৱহাৰ কৰা উচিত।

"অসম" বুলিলে আমাৰ মনলৈ ৩টা ভাব আহে। যেনে —

(১) কি প্ৰাকৃতিক সৌন্দৰ্যত কি মাহাত্ম্যত, কি ধৰ্ম আৰু জ্ঞানৰ উন্নতিত, কি শৌৰ্য-বীৰ্যত, কোনো বিষয়তে ইয়াৰ সম বা সমান আন কোনো দেশ নাছিল। ইয়েই বৈদিক "সুৰাসুৰ নমস্কৃতং" আদি স্বৰ্গ, স্বঃ বা সুৰালয়, "পৃথিব্যাং ভাৰতেবৰ্ষে কামৰূপঃ সুৰালয়ম্", ইয়েই মানৱৰ আদি জন্মভূমি "দেৱকৃত যোনি" "জগতাং প্ৰসূঃ" — "সৰ্বমূল্লৰস্থানম কামাখ্যা যোনিমণ্ডলম্", ইয়েই পৌৰাণিক কালৰ পৰম পৱিত্ৰ দেৱীক্ষেত্ৰ, 'অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে, "তত্ৰ যে মানৱাঃ সন্তি তে দেৱাঃ নাত্ৰ সংশয়ঃ।

(২) ইয়াৰ মাটি সকলো ঠাইতে সম বা সমান নহয়, গিৰি, বন, ভৈয়াম, নদ-নদী, বিল, সৰোৱৰ আদিৰে পৰিপূৰ্ণ, ইয়াৰ জলবায়ুও সকলো ঠাইতে একে ৰকম নহয়।

(৩) ইয়াত শ্যাম বা শ্বান্ জাতীয় অসম, অহম বা আহোম ৰাজত্বৰ উঠন পতন হৈছিল। সেই ৬০০ বছৰীয়া ৰাজত্বৰ মৃগমীয়া চিন স্বৰূপে দেশ জননীয়ে "অসম" নামৰ মুকুট পিন্ধি জগতৰ আগত দেখা দিলে, প্ৰায় ৬০০০ বছৰীয়া আগৰ মুকুত খহাই থলে।

এই অসমা সুষমা নিৰুপমা দেশৰ পুৰাবৃত্ত আলোচনা কৰিলে ইয়াক সঁচাকৈয়ে "অসমা" বুলিবৰ মন যায়।

সংস্কৃত মূলক "অসম" শব্দৰপৰা যে "অসম" বা "আহোম" শব্দৰ উৎপত্তি হৈছে, তাত কোনো সংশয় নাই। আমাৰ দেশৰ মানুহেই বিজয়ী আহোমৰ প্ৰতি সসম্মানে সেই শব্দ প্ৰয়োগ কৰিছিল। এই কথা বুৰঞ্জীত ফটফটীয়াকৈ লিখা আছে (৺কাশীনাথ তামুলী ফুকন আৰু ৺হৰকান্ত বৰুৱাৰ "অসম বুৰঞ্জী" চাওক)। পূৰণি অসমীয়া সাহিত্যত অহম আৰু আহোমকে অসম বোলা দেখা যায়। যেনে "ৰাম বুলি তৰে মিৰি অসম কছাৰী॥" 'অসমৰ বিষয় বুদ্ধি" ইত্যাদি। এতেকে 'অসম' শব্দ উচ্চাৰণ কৰোতে "অচম" বোলা অযুগুত।

"আসাম" শব্দটো শ্যাম বা আশ্যাম শব্দৰ পৰা ওলাইছে। আজিকালি শ্যাম জাতীয় মানুহক কোনো কোনোৱে "চাম" বুলি লিখা দেখিছোঁ। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়েও "চাম" বুলি লিখিছিল। এতেকে আসাম নামটো ৰাখিবলৈ হলে, তাক "আশ্যাম" বা "আচাম" লিখিলেহে তাৰ উচ্চাৰণ আমাৰ ভাষাত শুদ্ধ হ'ব। কিন্তু এই অতি পূৰণি, পৱিত্ৰ, ইতিহাস পুৰাণ প্ৰসিদ্ধ মহিমামণ্ডিত প্ৰাগ্‌জ্যোতিষ বা কামৰূপক আচাম বা আশ্যাম বোলাতকৈ "অসম" বুলিলেহে নামে অৰ্থই ৰজিতা খায়। "আসাম" লিখি "আচাম" উচ্চাৰণ কৰাও ঠিক নহয়। ইংৰাজ গৱৰ্ণমেণ্টে কাকতে পত্ৰই ইংৰাজীত Assam লিখিলেও আমাৰ ভাষাত আমাৰ সাহিত্যত লিখোঁতে আমি 'অসম' লিখাহে যুগুত বুলি ভাবোঁ।

আমাৰ ভাষাত কোনো এক দেশৰ বা ঠাইৰ মানুহৰ কথা কওঁতে বা লিখোঁতে আমি সেই দেশ বা ঠাইৰ নামৰ পাছত ঈ বা ঈয়া বা আল প্ৰত্যয় যোগ দিওঁ। যেনে, বিহাৰ, বিহাৰী, মাদ্ৰাজ, মাদ্ৰাজী, পঞ্জাব, পঞ্জাবী, শিৱসাগৰ, শিৱসাগৰীয়া, তেজপুৰ, তেজপুৰীয়া, বঙ্গ, বঙ্গাল বা বঙ্গালী, ইত্যাদি। কেতিয়াবা এই নিয়মৰ অলপ লৰচৰো হয়।

আমি অসম দেশৰ মানুহ গুণেই অসমীয়া বুলি জগতৰ আগত চিনাকি দিওঁ আৰু গৌৰব অনুভৱ কৰোঁ। আমি যদি আমাৰ দেশক "আচাম" বুলিব খোজোঁ, তেন্তে আমি নিজক আচামীয়া বা অচমীয়া বুলি কব লাগিব। সেইটো বাঞ্ছনীয় নহয়। এই প্ৰসঙ্গত কোনো কোনোৱে 'কব পাৰে যে যেনেকৈ পানী শব্দৰ পৰা পনীয়া হয়, ভাদ শব্দৰ পৰা 'ভদীয়া' হয়, তেনেকৈ 'আচাম' শব্দৰ পৰাও অচমীয়া হ'ব পাৰে। এই যুক্তি সকলো সময়ত নাখাটে। যেনে, কানি খোৱা মানুহক আমি কানীয়া কওঁ, কনীয়া নকওঁ, কাতিত ওপজা মানুহক কাতীয়া কওঁ, কতীয়া নকওঁ, মাঘত ওপজা কোনো কোনো ল'ৰাক মাঘী বোলা শুনিছোঁ, কিন্তু মঘী বোলা শুনা নাই। গুৱাহাটীৰ মানুহক গুৱাহটীয়া বোলা যায়, কিন্তু গুৱাহটীয়া বোলা নহয়। জাপানৰ মানুহক আমি জাপানী বোলোঁ, জপনী নোবোলোঁ। আমি আমাক আচামীয়া বা অচমীয়া বুলিলে সকলোকে চমজাতীয় বুলিও কোনোৱে ভাবিব পাৰে।

(২)

আমাৰ বৰ্ণমালাৰ বিষয়ে একাষাৰ কব খোজোঁ। আমাৰ ভাষাত স্বৰবৰ্ণৰ ঋ, ৯, ৠ এই তিনিটা আখৰৰ আৱশ্যক নাই। আমাৰ বৰ্ণমালাৰ পৰা সেই তিনিটা আখৰ বাদ দিয়া উচিত।

স্বৰবৰ্ণৰ হ্ৰস্ব, উকাৰ দীৰ্ঘ উকাৰ, আৰু ঋকাৰ যোগ কৰিলে তলত লিখা আখৰ কেইটাৰ গঢ় লয়। যেনে, — গু, শু, ৰু, হৃ, ৰূ, হ্ৰূ

এই আখৰ কেইটাৰ গঢ এই দৰে পৰিবৰ্তন নকৰি সাধাৰণ নিয়মেৰে তলত লিখা মতে লিখিলে কিবা হানি আছে নে?

গ্‌ু, শ্‌ু, ৰ্‌ু, হ্‌ৃ, ৰ্‌ূ, হ্‌ৃ,

আকৌ, ক্ৰ, ত্ৰ, ভ্ৰ, ক্ৰ, হৃ, হ্ম এই সংযুক্ত আখৰবিলাক সাধাৰণ নিয়মেৰে তলত লিখা মতে লিখিলে কিবা দোষ আছেনে? ক্‌্ৰ, ত্‌্ৰ, ভ্‌্ৰ, ক্ৰ, হ্ৰ, হ্ম

আমাৰ সুধী সমাজে এই পৰিবৰ্তন সমৰ্থন কৰিলে কোমল বয়সীয়া ল'ৰা-ছোৱালীয়ে আখৰ চিনাত আৰু লিখাত কিছু আহুকালৰ হাত সাৰিব।

(৩)

"হেম-কোষত" আছে, —

"অকলৈ বা ব্যঞ্জনেৰে যুক্ত হৈ থকা যি 'অ' ৰ ওপৰত (—) এই চিন আছে, তাক অলপ দীঘলকৈ অৰ্থাৎ "অভিধান শব্দৰ" 'অ' ৰ দৰে মাতিব লাগে, যেনে, অতি, অৰি, মতি, মহ ইত্যাদি। সেই চিন নথকা 'অ' চুটি অৰ্থাৎ 'আকাৰ' শব্দৰ 'অ' ৰ নিচিনা, যেনে, অবাব, অকল, মত ঘৰ, ইত্যাদি। এই(—) চিনৰ ওপৰত থকা শুদা বা ব্যঞ্জনেৰে যুক্ত 'এ দীঘলকৈ অৰ্থাৎ 'এতিয়া শব্দৰ 'এ' ৰ দৰে মতা যায়, যেনে এই, সেই, শেলুক, ইত্যাদি। এই চিন নথকা এচুটি, আৰ্থাৎ, বেৰ শব্দৰ 'এ'—ৰ তুল্য, যেনে, এক, এৰা, বেয়া, বেলেগ ইত্যাদি।

আমাৰ শঢাশলীয়া পুথিবিলাকত এই (-) চিনটো আৱশ্যক মতে ব্যৱহাৰ কৰা ভাল দেখোঁ।

আমাৰ ভাষাত দজুৱা (Bachelor), বৰলা (widower), বাঁৰী (widow) আৰু আইটি বা কুমাৰী (Maid) শব্দ আছে। কিন্তু গৰাকীয়ে এৰি থোৱা তিৰোতাক কি বুলি কোৱা হ'ব তাৰ কোনো উপযুক্ত শব্দ থকা দেখা নাযায়। ঋগ্বেদত (৩ খণ্ড ৮৭। সুক্ত। ১ম) "বিধ্‌ৰা" বুলি এটা শব্দ আছে, তাৰ অৰ্থ স্বামীয়ে পৰিত্যাগ কৰা তিৰোতা। আমি এই শব্দটো আমাৰ ভাষাত ব্যৱহাৰ কৰিব পাৰোঁ। *

*আৱাহন, চ'ত ১৮৫৪, ৪ৰ্থ বছৰ ৬ষ্ঠ সংখ্যা। *

( ২ )

অসমীয়া পুৰণি পুথিবিলাক অসমীয়া ভাষাৰ ধৰণীস্বৰূপ। আমাৰ দেশৰ যিসকল শিক্ষিতলোকে সাহিত্য সাধনা কৰি আমাৰ ভাষা আৰু সাহিত্যৰ উন্নতি কৰিব খোঁজে, তেওঁলোকে পুৰণি পুথি-বিলাক মন দি পঢ়া উচিত। কালে কালে শব্দ আৰু বাক্যৰ গঢ় কেনেকৈ পৰিবৰ্তিত হ'ব লাগিছে, পুৰণি আৰু বৰ্তমান সাহিত্য মিলাই চালে জানিব পৰা যায়। আৰো, পুৰণি সাহিত্যত থকা ভালে মান শব্দৰ প্ৰচলন বৰ্তমান সাহিত্যত দেখা নাযায়। কিন্তু সেই অপ্ৰচলিত শব্দবিলাকৰ ভিতৰত এনে কিছুমান আছে, যিবিলাক এতিয়া ব্যৱহাৰ কৰিলে ভাষাৰ শ্ৰীবৃদ্ধি হ'ব। উদাহৰণ স্বৰূপে চতুৰ্দশ খৃষ্টাব্দত লিখা কৰিবৰ মাধৱকন্দলিৰ "ৰামায়ণ" পুথিত থকা কিছুমান শব্দ তলত লিখিলোঁ।

নয়—ন্যায়, নিচিনা,

"মনুষ্যৰ নয় কৰ্ম কৰিলা অপাৰ।"

পাতন—পত্তন, স্থাপন।

"ৰাজ্যৰ পাতন যেন স্বৰ্গৰ ভুবন।"

তোৰণ—An ornamented gate-way or arch বাটচ'ৰা।

"সুপক্ক কদলী কইল বাহিৰে তোৰণ"

ধৌলিঘৰ—বগা পকীঘৰ, A white house.

"ধৌলিৰৰ উপৰত চড়িল যুৱতী।"

চৌপথ—চাৰি আলি, A crossing where 4 roads meet.

কুন্দকখ—কুন্দ্ৰাক্ষ, সৰু গৱাক্ষ।

সমসৰ—সমতুল্য।

"সীতাৰ ৰূপক কেহোঁ নোহে সমসৰ।"

নিকৰুণ—নিৰ্মমিয়াল।

"মোহোৰ আগত আসি বোল নিকৰুণ।"

বিমন—বিমৰ্ষ মন।

"মাটিত কাপৰ পাৰি বিমন কৰিয়া।"

আবুধি—নিৰ্বোধ নাৰী।

"হেনসে আবুধি তুই মিছা কৰ গ্ৰহ।"

বিণ্ডতি—"ব্যঙ্গোক্তি" শব্দৰ অপভ্ৰংশ—ঠাট্টা বিদ্ৰূপ।

"মুখ চাই কেহোঁ কেহোঁ বিণ্ডতি কৰিল।"

পয়দা—পয়দল।

"ৰথে বা পয়দা মোৰ কেহোঁ নোহে সম।"

তোড়োঁ—ভাঙ্গো, চুৰ্ণ কৰোঁ।

"খাণ্ডাৰ প্ৰহাৰে আজি ৰিপুশিৰ তোড়ো।"

আগুসৰি—অগ্ৰসৰ হৈ, আগবাঢ়ি গৈ।

আচম্বিতে—হঠাৎ।

পশিল—প্ৰবেশ কৰিল, সোমাল।

উপাৰি—উৎপাটন কৰি, উভালি।

"মেৰুগিৰি উপাৰি আগত দিওঁ আনি।"

আপুতি—অপুত্ৰকা নাৰী।

"হাঁ ৰাম বাপু তুমি আপুতীৰ পো।
সুমৰন্তে তোমাক চক্ষুৰ বহে লো॥"

লাহাৰি—প্ৰতাপ।

"লক্ষেক ভৰতো মোৰ লাহাৰি নলয়।"

একুটী—এটা সন্তানৰ মাক।

"একুটীৰ পুত্ৰ মই বনবাসে যাইবোঁ।"

বাহুৰি—ঘূৰি, উভতি।

"বাহুৰিয়া চল ভৈয়াই আপোনাৰ ঠাৱ।
"হিয়া ধাকুৰিয়া, পৰি বাহুৰিয়া,
নাৰীগণ কান্দে পথে।"
"অযোধ্যাক লাগি মোৰ ৰথ বাহুৰায়।"

শুতি—শুই।

"কোমল তুলিত, নেত কামলিত,
শুতি উতপাত কৰে।"

ছানি—আচ্ছন্ন কৰি, ঢাকি।

"শৰীৰত ছানি, পুত্ৰশোক বহ্নি
দহে তুইকো নিৰন্তৰ।"

এতো—এতিয়া।

আধৃতি—ধৈৰ্যহীনতা, অস্থিৰতা।

"সকলো প্ৰজাৰ ভৈল অস্থ আধৃতি"

উপসন্—উপস্থিত।

"ৰামৰ আগত কৰিলেক উপসন।"

সুভাষিত—মিঠামুখীয়া।

"সুভাষিত মোৰ ভাই।"

পয়সাৰ—পদসঞ্চালন, গমণ বা ভ্ৰমণ।

"প্ৰণমিয়া গঙ্গাক ৰনত পয়সাৰ।"

সঙ্কুকি—শোক সম্বৰণ কৰি, বা মূৰ্চ্ছাৰ পাছত জ্ঞান পাই।

"সঙ্কুকিয়া আগতে ৰাজাক ভেট পাইলা।'

সেঠৰে—সত্বৰে। অপ্ৰমিত—অগণন।

ঝাণ্টে—বেগাই। হেলন—আত্তহেলা।

পানৈ—উপানহ, কুশৰ খৰম, পাদুকা, পইজাৰ।

"তোমাৰ দুখানি পানৈ প্ৰভু দিয়ো মোক।"

অঙ্গৰাগ—অনুলেপ।

তৈসানি—তাহানি, তেতিয়া।

কৈসানি—কাহানি, কেতিয়া।

কহিক লাগি } —কলৈ।
কৈক লাগি }

লয়লাসে—তালে তালে মিলাই।

"ভঙ্গীভাৱে লয়লাসে কৰে নৃত্যগীত।"

অনুক্ষণ—প্ৰতি মুহূৰ্ত্তেতে, সদায়।

শুভান্বিতা—কল্যাণীয়া।

খিলিঙ্কাৰ—দুৰ্ণাম, অপযশ।

"শৰবিষে যতেক কৰিলোঁ খিলিঙ্কাৰ।

ইসব দোষক প্ৰভু ক্ষেমিবা আমাৰ।"

লটক—চঞ্চল, লট্‌পট্‌।

"সহজে লটক বানৰক ধৰি আন।"

ইডিতি সিডিতি—ইফালে সিফালে।

যুয়ায়—যোগ্য হয়।

প্ৰাঙ্কী—প্ৰাচীৰ।

"হনুমন্ত চড়িলন্ত প্ৰাঙ্কীৰ উপৰে।"

লহনালহন—লনালন্।

"লহনা লহন কৰি মধুফল লাগি আছে।"

অৰণি—লাগনি খৰি।

ফৰবট্—ফৰ্মুটি।

"ফৰবট যেন ৰাক্ষসক তুলি তুলি।"

জপৰ্জ্জল—জলৰ জপৰ।

"জপৰ্জ্জল হৈয়া বীৰে আছে জল পিয়া।"

কুহুঁৰি—কুৰঁলি, কুহেডিকা।

"কুহুঁৰি ঢাকিল যেন পুষ যে মাসৰ।"

বিড়িঙ্গ—পাৰ্গত, নিপুণ।

"দেখিতে অতি বিডিঙ্গ।"

সেৱতীয়া লোক—পৰিচাৰক বা আশ্ৰিত লোক, সেৱকীয়া।

অৱগাই—অৱগত হৈ, জানি।

সেৱকিনী—সেৱিকা, উপাসকনী দাসী।

"সেৱকিনী প্ৰায় আন বিবাহিতা আমি।"

সন্ধিয়া—সৈন্ধৱ লোণ।

"যেন পোড়া ঘাত ঘষা সন্ধিয়া আমাৰ।"

ক্ষীৰিচা—সৰ ভজা ?

মোলান—মৃণাল।

গুল্‌গুলি—গুল্‌গুলনি, গা-পোৰণি।

বিদূৰ—বহু দূৰ।

পালটাই—ওভোতাই।

সমন্বিতে—সৈতে।

দুৰ্বাদ—নিন্দাবাদ।

দুৰাক্ষৰ বাণী—দুৰ্বাক্য।

চোঞ্চ—ডকাইত।

সৰিবৰি—তুলনাত শ্ৰেষ্ঠ।

আলিপন—আলিঙ্গন।

কুহকী—বাজিকৰ। *

* আৱাহন আহাৰ ১৮৫৫, ৪ৰ্থ বছৰ ৯ম সংখ্যা।

# সোম, সৌম্য আৰু সৌমাৰ

অত্ৰি ঋষিৰ পুতেকৰ নাম সোম বা চন্দ্ৰ আছিল। তেওঁ এজন প্ৰজাপতি। তেৱেঁই সুপ্ৰসিদ্ধ চন্দ্ৰবংশৰ আদি পুৰুষ। "মৎস্য পুৰাণ"ত আছে,—

"সোমঃ পিতৃনামধিপঃ কথং শাস্ত্ৰবিশাৰদঃ।
তদ্বংশ্যা যে চ ৰাজানো বভূবঃ কীৰ্তিবৰ্দ্ধনাঃ॥"

সোম পিতৃসকলৰ অধিপতি আৰু শাস্ত্ৰ বিশাৰদ আছিল। তেওঁৰ বংশৰ ৰজাসকল অৰ্থাৎ চন্দ্ৰবংশী ৰজাসকল অতি খ্যাতিমন্ত আছিল।

আগৰ দিনত বিদ্যাৱন্ত লোকসকলক দেৱ বা দেৱতা বোলা হৈছিল। যথা, "বিদ্বাংসো হি দেৱাঃ।" চন্দ্ৰবংশীসকল আদিতে দেৱতা আৰু ব্ৰাহ্মণ আছিল আৰু তেওঁলোকক সৌম্য বোলা হৈছিল।

"তৈত্তিৰীয় ব্ৰাহ্মণ"ত আছে,—

"সৌম্যোহি ব্ৰাহ্মণঃ" অৰ্থাৎ সৌম্য বা চন্দ্ৰবংশী লোক ব্ৰাহ্মণ। পাচত সৌম্যসকলে ক্ষত্ৰিয় ধৰ্ম অৱলম্বন কৰি ক্ষত্ৰিয় হয়।

সোমদেৱ বা চন্দ্ৰদেৱৰ পুতেকৰ নাম বুধ। বুধৰ পুতেক পুৰূৰৱা। পুৰূৰৱাৰ ঔৰসত উৰ্বশীৰ গৰ্ভত কে'বাজনো পুত্ৰৰ জন্ম হয়। তেওঁলোকৰ বংশধৰ অমূৰ্তৰজঃ নামে ৰজাই দক্ষ-যজ্ঞত ধ্বংস হোৱা প্ৰজাপতি দক্ষৰ যজ্ঞ বা মায়াপুৰীত প্ৰাগ্‌জ্যোতিষপুৰ নগৰ নিৰ্মাণ কৰে। (আদিকাণ্ড ৰামায়ণৰ ৩৪শ আধ্যা চাওক)। মায়াপুৰীকে সুৰালয়, স্বঃ বা আদিস্বৰ্গ বোলে।

প্ৰথমতে অদিতিনন্দন ব্ৰহ্মা, ইন্দ্ৰ, বিষ্ণু আদি দেৱতাসকল আদিস্বৰ্গত বাস কৰিছিল। আদি স্বৰ্গৰ পৰ্বতবিলাককে মেৰু বোলা হৈছিল। "মেৰু" এটা পৰ্বত বাচক শব্দ। "মেৰুদণ্ড" বুলিলে ৰাজ-হাড় বুজায়। অসম-পৰ্বত মালা (Assam Range) আদি স্বৰ্গ অসমৰ মেৰুদণ্ড স্বৰূপ, আৰু অসমৰ আন আন পৰ্বতবিলাক তাৰে ঠাল-ঠেঙুলি স্বৰূপ। মেৰু বা পৰ্বতকে আকৌ দো বোলে আৰু মেৰুৰ নামনিৰ ভৈয়ামক ভূমি বা পৃথিৱী বোলে।

ভাস্কৰাচাৰ্য্যৰ "সিদ্ধান্ত শিৰোমণি"পুথিত আছে,

"বসন্তি মেৰৌ সুৰসিদ্ধসংঘা
ঔৰ্বে চ সৰ্বে নৰকাঃ সদৈত্যাঃ"।

মেৰুত দেৱতা আৰু সিদ্ধ ঋষিসকল বাস কৰে, আৰু তাৰ নামনিৰ তপত নৰকভূমিত অৰ্থাৎ পানী বোকাৰ ঠাইত দৈত্যদানৱবিলাক বাস কৰে।

"মেৰুৰুভয়ত্ৰ বিনিৰ্গতঃ।" ৩৪

"মেৰুস্তাবানেব সুৰাশ্ৰয়ঃ'।" ৪১

আৰ্যাভট্টৰ ভুৱনকোষত আছে,—

"ক্ষৌণীং ভিত্বা মেৰু নিৰ্গত উভয়ত্ৰ তন্মূলে।
নিবসন্তি অসুৰা দনুজাঃ শিৰোভাগে সদা দেৱাঃ॥ ৬

মেৰু পৰ্বত পৃথিৱীৰ বুকু ভেদ কৰি দুয়ো ফালে বাহিৰ হৈছে, তাৰ নামনিত অসুৰবিলাক থাকে আৰু ওপৰত দেৱতাসকল থাকে।

"যজ্ঞেন যজ্ঞমযজন্ত দেৱাঃ তানি ধৰ্মাণি প্ৰথমানি আসন্।—ঋক্ ১৬।৯০।১০ ম।

দেৱতাসকলে যজ্ঞজনপদ বা আদিস্বৰ্গত যজনীয় অগ্নিৰ উপাসনা কৰিছিল। তাত ব্ৰহ্মা, বিষ্ণু, ইন্দ্ৰ, চন্দ্ৰ আদি দেৱতাসকলে বহুত দক্ষিণা দি যজ্ঞ কৰিছিল। পাছে সেই আদিস্বৰ্গত থাকোঁতেই দেৱাসুৰৰ ভিতৰত ঘোৰ যুদ্ধ লাগে।

"কৃষ্ণ যজুৰ্বেদ'ত আছে,—

"দেৱাসুৰাঃ সংযত্তা আসন্।"

দেৱতা আৰু অসুৰবিলাকে পৰস্পৰৰ ভিতৰত যুদ্ধ কৰিলে।

সেই যুদ্ধত মহিষাসুৰ বা মহীৰঙ্গ দানৱে জয়লাভ কৰি আদি স্বৰ্গ অধিকাৰ কৰিলত দেৱতাসকলে

পলাই গৈ ব্ৰহ্মদেশত নতুনকৈ এখন ব্ৰহ্মলোক বা স্বৰ্গ ৰাজ্য স্থাপন কৰি বাস কৰে।

"বামন পুৰাণত" আছে,—

"ততোঽসুৰাঃ যথাকামং বিহৰন্তি সুৰালয়ে।
ব্ৰহ্মলোকে চ ত্ৰিদশাঃ সংস্থিতা দুঃখকৰ্শিতাঃ॥

পাছে অসুৰবিলাকে আদিস্বৰ্গত ইচ্ছা মতে বিহাৰ কৰিবলৈ ধৰিলে আৰু ব্ৰহ্মাদি দেৱতাসকলে দুখে বেজাৰে জৰ্জৰিত হৈ ব্ৰহ্মলোকত (এতিয়াৰ ব্ৰহ্ম বা বৰ্মা দেশত) গৈ আশ্ৰয় ললে।

পণ্ডিত উমেশচন্দ্ৰ বিদ্যাৰত্ন প্ৰণীত "মানবেৰ আদি "জন্ম ভূমি" পুথিৰ ৩৫২ পিষ্ঠত লিখা আছে,— পূৰ্বো পদ্বীপ ত্ৰিভূমি ভাৰতেৰ একটি অংশ মাত্ৰ। আৰ্যবৰ্ত, দক্ষিণাপথ ও পূৰ্বোপদ্বীপ লইয়া ভাৰতবৰ্ষ। ব্ৰহ্মা ও ইন্দ্ৰাদি দেৱগণ বৰ্মায় আসিয়া অমৰাৱতী নগৰেৰ প্ৰতিষ্ঠা কৰেন ও ব্ৰহ্মাৰ নামানুসাৰে উক্ত দেশেৰ নাম ব্ৰহ্ম বা ব্ৰহ্ম দেশ (ব্ৰহ্মাৰ দেশ) হয়। বৰ্মা কথাটো উক্ত 'ব্ৰহ্ম' শব্দেৰ অপভ্ৰংশ। ব্ৰহ্মদেশ দ্বিতীয় স্বৰ্গ।"

দেৱাসুৰমভূৎ যুদ্ধং পূৰ্ণমব্দশতম্ পুৰা।
মহিষেঽসুৰানামধিপে দেৱানাঞ্চ পুৰন্দৰে।
তত্ৰাসুৰৈৰ্মহাবীৰ্যৈৰ্দেৱসৈন্যং পৰাজিতম্।
জিত্বা চ সকলান্ দেৱান্ ইন্দ্ৰোঽভূৎ মহিষাসুৰ।

* * * *

স্বৰ্গাৎ নিৰাকৃতাঃ সৰ্বে তেন দেৱগনা ভুবি।
বিচৰন্তি যথা মৰ্ত্যা মহিষেণ দুৰাত্মনা॥

—মাৰ্কণ্ডেয় পুৰাণম্।

পূৰ্বকালত দেৱতা আৰু অসুৰবিলাকৰ ভিতৰত এশ বছৰ ব্যাপী যুদ্ধ হৈছিল। সেই সময়ত মহিষাসুৰ অসুৰবিলাকৰ, আৰু ইন্দ্ৰ দেৱতাবিলাকৰ ৰজা আৰু নেতা আছিল। মহিষাসুৰে জয়লাভ কৰি ইন্দ্ৰৰ সিংহাসনত বহিছিল।

মহিষাসুৰে দেৱতাসকলক স্বৰ্গৰ পৰা নিৰ্বাসন কৰিলত তেওঁলোকে মৰ্ত্যবাসীসকলৰ দৰে অনাই বনাই ফুৰিছিল (এই মহিষাসুৰেই মহীৰঙ্গ দানৱ)।

দৈত্যদানৱবিলাকে দেৱতাসকলক খেদি দি আদি স্বৰ্গত প্ৰবল হৈ থাকিল। দেৱতাসকলৰ লগে লগে বশিষ্ঠাদি ঋষিসকল আৰু পিতৃসকলো আদিস্বৰ্গৰ পৰা গুচি গ'ল।

আৰাকানৰপৰা ব্ৰহ্মদেশৰ মাজেদি দক্ষিণৰপৰা উত্তৰলৈ যিটো পৰ্বতৰ লানি আছে, তাক ব্ৰহ্মদেশৰ মেৰু বা মেৰুদণ্ড বুলিব পাৰি। এই পৰ্বতমালাৰ উত্তৰ মূৰতো যি ঠাইত হিমালয়ৰ পূৱ মূৰৰ লগত লগ লাগিছে, সেই ঠাইৰ নাম সুমেৰু। এই সুমেৰুৰ পূবে ইন্দ্ৰৰ অমৰাৱতী নগৰ। অমৰাৱতীৰ বৰ্তমান নাম অমৰাপুৰ। য'ত এতিয়া মান্দালে নগৰ আছে, তাত ইন্দ্ৰৰ ভৱন কৰা হৈছিল। সেই ভৱনৰ নাম মহেন্দ্ৰালয় বা মাহেন্দ্ৰী নগৰ। "মান্দালে" নামটো 'মহেন্দ্ৰালয়' শব্দৰ অপভ্ৰংশ বুলি বোধ হয়। মান্দালেৰ পৰ্বতৰ নাম মানসাচল আছিল। সেই মানসাচলত বশিষ্ঠ ঋষিয়ে আশ্ৰম পাতি বাস কৰিছিল। এই সম্বন্ধে "লিঙ্গপুৰাণৰ" ৰ ৪৮ আৰু ৫৪ আধ্যা পটি চাব। সেই পুৰাণৰ মতে সুমেৰুৰ পূবে অমৰাৱতী আৰু মানস পৰ্বতত মাহেন্দ্ৰী নগৰ বা মহেন্দ্ৰালয়। ব্ৰহ্মদেশৰ মনিৱা (Monywa) বোলা ঠাইখনতে খুব সম্ভৱ ব্ৰহ্মাৰ মনোৱতী পুৰি নিৰ্মিত হৈছিল। এই মনোৱতীৰ পূবে সুমেৰু। ব্ৰহ্মদেশৰ ইৰাৱতী নদীয়েই নতুন ভূস্বৰ্গ বা ব্ৰহ্মলোকৰ গঙ্গা, চিন্দৱিন নদীয়েই আগৰ চন্দ্ৰভাগা, স্বোৱেলী (Shweli) নদীয়েই সৰস্বতী, আৰু দক্তৱদী (Daktowadi) নদীয়েই দৃষদ্বতী।

"বিষ্ণুপুৰাণ" মতে ব্ৰহ্মাৰ নগৰ সুমেৰুৰ উত্তৰে। "বৰাহপুৰাণ" মতে ব্ৰহ্মাৰ নগৰ মনোৱতী সুমেৰুৰ চাৰিওফালে আছিল। "বায়ুপুৰাণ" মতে মেৰু পৰ্বতৰ ওচৰত মনোৱতী পুৰী। এতিয়াৰ মনিৱা (Monywa) বোলা ঠাইতে বা তাৰ ওচৰতে মনোৱতী পুৰী আছিল বুলি বোধ হয়। ইৰাৱতী নৈৰ পাৰত থকা মগৱে (Mogwe) নামে ঠাইখনৰ নাম অতিপূৰ্বে মগধ আছিল। তাৰেপৰা মঙ্গ বা

মগবিলাকে ভাৰতৰ বিহাৰত মগধ ৰাজ্য স্থাপন কৰিছিল।

আদিস্বৰ্গৰপৰা খেদা খাই দেৱতাসকলে ব্ৰহ্মদেশত থিতাপি লৈ নিজৰ নিজৰ ভৱন বা পুৰী নিৰ্মাণ কৰি বাস কৰিছিল। তেতিয়া সেই দেশেই দ্বিতীয় ভৌম স্বৰ্গ বা ব্ৰহ্মলোক বুলি গণ্য হৈছিল। এই দ্বিতীয় ভৌম স্বৰ্গৰ ভিতৰত ব্ৰহ্মদেশ তিব্বত আৰু হিমালয়ৰ পূৰ্বাংশ আৰু আমাৰ অসমৰ সদিয়া অঞ্চল আৰু লক্ষ্মীপুৰ জিলাৰ কিছু অংশ পৰিছিল। সদিয়া অঞ্চলতে বামন বিষ্ণুৱে এটা দুৰ্গ তৈয়াৰ কৰি নতুন স্বৰ্গলৈ যোৱা বাটত দুৱৰী স্বৰূপে বাস কৰিছিল। এই সম্বন্ধে "ঐতৰেয় ব্ৰাহ্মণত" লিখা আছে, —

বিষ্ণুৰ্বৈ দেৱানাং দ্বাৰপঃ,
স এব অস্মৈ এতদ্দ্বাৰং বিবৃণোতি।

অৰ্থাৎ ব্ৰহ্মাদি দেৱতাসকল যেতিয়া ব্ৰহ্মদেশত বাস কৰে তেতিয়া সেই নতুন স্বৰ্গ আৰু আদিস্বৰ্গৰ সন্ধিস্থলত বামন বিষ্ণু বাস কৰিছিল। তেওঁ ব্ৰহ্মলোকৰ দুৱাৰ ৰখীয়া আছিল। তেৱেঁই ব্ৰহ্মলোকলৈ যোৱা লোকবিলাকক সেইফালে যাবলৈ দুৱাৰ মেলি দিছিল। সদিয়া অঞ্চলত পুৰণি বিষ্ণু নগৰৰ গড়ৰ ভগ্নাৱশেষ আজিলৈকে আছে।

ঋগ্বেদত আছে,

"দিবি অন্যঃ সদনং চক্রে উচ্চা,
পৃথিব্যাং অন্যঃ অধি অন্তৰিক্ষে।"

—ঋক্ ৪।৪৪।২ ম

হে সোম আৰু হে পূষা, তোমালোকৰ ভিতৰত তুমি পূষাই দ্যুলোকত অৰ্থাৎ নতুন স্বৰ্গত ওখ সদন বা নগৰ নিৰ্মাণ কৰিছা, আৰু সোম বা চন্দ্ৰই অন্তৰীক্ষত অৰ্থাৎ স্বৰ্গৰ নামত পৃথিৱী নামে নগৰ নিৰ্মাণ কৰিছা।

এই পৃথিৱী নগৰত প্ৰজাপতি চন্দ্ৰই পিতৃসকলক থাকিবলৈ দিছিল। এই পৃথিৱী নগৰৰ ভগ্নাৱশেষ সদিয়া অঞ্চলত এতিয়ালৈকে আছে।

ইন্দ্ৰৰ সৈন্যবিলাকক মৰুদ্‌গণ বোলে। এতিয়াৰ মৰাণবিলাকেই আগৰ মৰুদগণৰ বংশধৰ হব পাৰে। ব্ৰহ্মদেশত মৰু বুলিও এজাতি মানুহ আছিল। অথৰ্ব-বেদৰ এটা মন্ত্ৰত আছে,—

"হে মৰুদ্‌গণ, তোমালোকে ইন্দ্ৰৰ আদেশ মতে চলি শক্ৰবিলাকক বধ কৰাঁ।" স্বৰ্গধামত (দ্বিতীয় ভৌম স্বৰ্গত) চন্দ্ৰ ৰজা, বৰুণ ৰজা, ইন্দ্ৰ ৰজা আৰু মহাদেৱৰ উপাধি "মৃত্যু" আছিল। "বৃহৎ অৰণ্যক উপনিষদ"ত আছে —

দেৱতাসকলৰ ভিতৰত ইন্দ্ৰ, বৰুণ, সোম পৰ্জন্য, বৈৱস্বত যম আৰু ৰুদ্ৰবংশী ঈশান ক্ষত্ৰিয় ধৰ্মাৱলম্বী হৈছিল। তাৰ ভিতৰত আকৌ ঈশান আৰু বৈৱস্বত যমৰ উপাধি মৃত্যু আছিল।

ব্ৰহ্মদেশৰ মানসাচল বা মান্দালে পৰ্বতৰ উত্তৰে যিটো পৰ্বত আছে তাৰ উত্তৰে চন্দ্ৰৰ নগৰ বিভাৱৰী আছিল। সেই পৰ্বতক কালিকা পুৰাণে চন্দ্ৰভাগ বুলিছে। ঐতৰেয় ব্ৰাহ্মণত লিখা আছে যে প্ৰজাপতি চন্দ্ৰৰ ৰজাৰ নাম সংবৎসৰ।

"তৈত্তিৰীয় ব্ৰাহ্মণত আছে যে দ্বাদশ মাহে এবছৰ হয়; তাক সংবৎসৰ বোলে, সেইটো কালবাচক শব্দ। তাৰ বাহিৰেও এটা সংবৎসৰ শব্দ আছে— যিটো দেৱতাসকলৰ এখন পুৰী। পিতৃপতি চন্দ্ৰ সেই পুৰীৰ অধিপতি।" "কৃষ্ণ যজুৰ্বেদত"ত আছে,—

'সংবৎসৰঃ খলু বৈ দেৱতানামায়তনম্।
এতস্মাৎ বৈ আয়তনাৎ দেৱাঃ অসুৰান্ অজয়ন॥

সংবৎসৰ দেৱতাসকলৰ এখন থকা ঠাইৰ নাম এই ঠাইৰ পৰাই দেৱতাসকলৰ অসুৰৰ লগত আকৌ যুদ্ধ লগাত অসুৰক পৰাস্ত কৰে।

ভাস্কৰাচাৰ্যৰ মতে সোমৰ ৰাজ্যখৰ নাম সৌম্য আৰু সেই ৰাজ্য ভাৰতৰ উত্তৰ পূব ফালে আছিল। 'সৌম্য বা সংবৎসৰ শব্দৰ পৰাই সৌমাৰ শব্দৰ উৎপত্তি হব পাৰে, নতুবা 'সৌম্যৰাষ্ট্ৰ" শব্দৰ পৰাও "সৌমাৰ" শব্দ ওলাব পাৰে। "সৌমাৰ" শব্দৰ লগত যে সোম

বা সৌম্য শব্দৰ সম্বন্ধ আছে, সেইটো নিশ্চয়কৈ বুজিব পাৰি। সোমৰ ৰাজ্য থকা ঠাইখনৰ নাম কাল-ক্ৰমে কুৰুবৰ্ষ, হিৰন্ময়বৰ্ষ বা স্বৰ্ণভূমি হয়। বৰ্তমান কালত সেই ঠাইত খামটি বা শ্যান্ মিচিমি, আবৰ আদি জাতি বাস কৰে। খামটি বা শ্যান, জাতিটো টাই জাতিৰ এটা শাখা। শ্যান ভাষাত সোণক খান আৰু মাটিক টী বোলে। এতেকে খামটি বুলিলে স্বৰ্ণ-ভূমি বা স্বৰ্ণভূমিৰ মানুহ বুজায়। আহোমসকল এই জাতিৰ মানুহ। তেওঁলোক সোমাৰ বা স্বৰ্গভূমিৰ পৰাই অসমলৈ আহে।

প্ৰশ্নোপনিষদত আছে যে প্ৰজাপতি চন্দ্ৰৰ সংবৎ-সৰ নামে ৰাজ্য আছে, সেই ৰাজ্য উত্তৰা-দক্ষিণা হৈ আছে। সুৰজ্যেষ্ঠ ব্ৰহ্মাই চন্দ্ৰক আদি স্বৰ্গৰপৰা আনি এই নতুন ৰাজ্য খনত ৰাজত্ব কৰিবলৈ দিয়ে। যি মানুহে ব্ৰহ্মলোকত নাথাকি চন্দ্ৰৰ সংবৎসৰত যজ্ঞ কৰি বা নাদ পুখুৰী আদি খানি ভগৱানক আৰাধনা কৰিব খোজে, তেওঁ ইয়াত বাস কৰি সুখী হয়।

আহোম ৰজাসকলে প্ৰথমে অসমৰ উজনীখণ্ড অধিকাৰ কৰি নিজক "সৌমাৰেশ্বৰ" আৰু 'স্বৰ্গী" ৰজা বা স্বৰ্গদেৱ বুলি চিনাকি দিছিল। "স্বৰ্গী" শব্দৰ অৰ্থ দেৱতা (শব্দকল্পদ্ৰুম অভিধান চাওক)। "সৌমাৰেশ্বৰ" বুলিলে সৌমাৰৰ অধীশ্বৰ বুজায়। সৌমাৰ পীঠ" কামৰূপ মহাপীঠৰ এটা পীঠ বা অংশ আৰু আচল সৌমাৰখো এটা অংশ মাথোন। 'যোগিনী তন্ত্ৰত" আছে,—

"অষ্টকোণঞ্চ সৌমাৰং যত্ৰ দিক্কৰবাসিনী।"

সেই বাবেই বোধকৰোঁ আহোম স্বৰ্গদেৱসকলৰ দিনত মোহৰবিলাক আঠকুণীয়া আছিল। "যোগিনী তন্ত্ৰই' আহোমসকলক সৌম্য, সৌমাৰ, চান্দ্ৰ বুলিছে। যথা—

* * * *

"কুৰাচৈৰ্যৱনৈশ্চান্দ্ৰৈৰ্বহুসন্যাসমাকুলৈঃ।"
ততঃ কুৰাচো যৱনং হিত্বা সৌম্যবিনাশিতঃ
কৰতোয়া নদীং যাৱৎ কৰিষ্যতি মহদ্ৰণম্॥

"তথা কালেতু সৌমাৰঃ কামৰূপাধীপোভৱেৎ।
পূৰ্ব্বভাগে চ সৌমাৰঃ কুবাচঃ পশ্চিমে তথা॥
দক্ষিণে যৱনঃ তত্ত্বত্তৰে প্লৱ এব চ।
এবমেব মহাদেৱি তে সৰ্বে কামপালকাঃ॥"

আহোমসকলৰ উপাস্য দেৱতা "চোমদেৱ" বোধ-কৰোঁ সোমদেৱৰে নামান্তৰ। আহোম ৰজাসকলে নিজক ইন্দ্ৰবংশী বুলি চিনাকি দিছিল। স্বৰ্গৰ ৰজাৰ উপাধি ইন্দ্ৰ। নতুন ভৌম স্বৰ্গৰ এছোৱা সংবৎসৰ বা সৌম্য ৰজ্য। এই ৰাজ্যৰ আদি ৰজা সোম ইন্দ্ৰৰ তলতীয়া আছিল। আদিস্বৰ্গ অসম বা কামৰূপ আৰু নতুন স্বৰ্গ ব্ৰহ্মদেশৰ মাজত সৌম্য ৰাজ্য আছিল। তাৰ পৰাহে আহোমসকল এই দেশলৈ আহে।

নতুন স্বৰ্গ ব্ৰহ্মদেশতো দেৱতাসকলে শান্তিৰে থাকিব পৰা নাছিল। দৈত্য-দানৱবিলাকৰ লগত তেওঁলোকৰ আকৌ যুদ্ধ লাগিল। দেৱতাসকলে প্ৰজাপতি সোমক সৌম্যৰাজ্যৰ ৰজা পাতি সেই অঞ্চল অজেয় কৰিলে। এইবাৰ দেৱাসুৰৰ যুদ্ধত অসুৰবিলাক তাতে পৰাস্ত হয়। দেৱতাসকলে বিষ্ণুৰ কৌশল আৰু বাহুবলৰ দ্বাৰাই দৈত্য-দানৱবিলাকক পৰাস্ত কৰি স্বৰ্গত বাস কৰিবলৈ ধৰিলে। এই যুদ্ধৰ পাছত ৰচিত হোৱা ঋগ্বেদৰ এটা ঋক্ তলত তুলি দিলোঁ।—

"নতে বিষ্ণু জায়মানো ন জাতো
দেৱ মহিম্নঃ পৰমন্তমাপ।
উদস্তভ্নন নাক মৃষাং বৃহন্তং
দাধৰ্থ প্ৰাচীং কুকুভং পৃথিব্যাঃ॥"

ঋক্ ২।৯৯।ম।

অৰ্থাৎ হে বিষ্ণু, যি সকল জন্মিছে আৰু আগলৈ জন্মিব, তাৰ ভিতৰত কোনেও তোমাৰ মহিমাৰ অন্ত নাপায়। তুমি নিজৰ প্ৰভাৱৰ বলত স্বৰ্গক দেখনিয়াৰ আৰু অতি সমৃদ্ধিশালী কৰিছা, আৰু পৃথিৱী বা ভাৰতবৰ্ষৰ পূব ফালে (ব্ৰহ্মদেশত) অৱস্থিত হৈছা।

,'কৃষ্ণ যজুৰ্বেদত" আছে,—

প্ৰাচ্যাং দিশি ত্বমিন্দ্ৰাসি ৰাজা।"

অৰ্থাৎ হে ইন্দ্ৰ, তুমি ভাৰতৰ পূৰ্বদিশৰ ৰজা। "অমৰকোষ" মতেও ইন্দ্ৰ পূৰ্বদিশৰ অধিপতি। ভাৰতৰ পূৰ্বদিশেই এতিয়াৰ ব্ৰহ্মদেশ।

অদিতিনন্দন সূৰ্যৰ ভায়েক বিৱস্বান। বিৱস্বানৰ পুতেক বৈৱস্বত মনু। বৈৱস্বত মনুৱে হিমালয়ৰ কাণে কাণে ভটিয়াই গৈ উত্তৰ ভাৰতৰ সৰযু নৈৰ পাৰত অযোধ্যাপুৰী প্ৰতিষ্ঠা কৰি তাত ৰাজত্ব কৰিছিল। তেওঁৰ বংশৰ ৰজাসকলক সূৰ্যবংশী বোলে। তেওঁ তাত থাকি যজ্ঞানুষ্ঠান কৰাৰ কথা "কৃষ্ণ যজুৰ্বেদত" লিখা আছে। "অথৰ্ববেদত" তেওঁৰ অযোধ্যাপুৰীৰ কথা এইদৰে লিখা আছে,—

"অষ্টচক্ৰা নৱদ্বাৰা দেৱানাং পূঃ অযোধ্যা।
তস্যাং হিৰন্ময়ঃ কোশঃ স্বৰ্গো জ্যোতিষাবৃতঃ॥

অযোধ্যা দেৱনিৰ্মিত পুৰী, তাত আঠোটা মণ্ডল আৰু ন খন দুৱাৰ আৰু লোৰে সজা ধন-ভঁৰাল আছে। সেই পুৰী স্বৰ্গৰ নিচিনা সমৃদ্ধিশালী।

চন্দ্ৰবংশী পুৰুৰৱাই আদিস্বৰ্গৰ পৰা গৈ উত্তৰ ভাৰতত ৰাজত্ব কৰিছিল। সেই কথাৰ সম্ভেদ ঋগ্বেদত পোৱা যায় ( ঋক্ ৪।৩১ সূ। ১ম চাওক )। ঋগ্বেদত এই কথাও আছে যে বৈৱস্বত মনু প্ৰভৃতি দেৱতাসকলে দৈত্য-দানৱৰ উৎপাতত আদিস্বৰ্গত থাকিব নোৱাৰি ভাৰতবৰ্ষত আহি বাস কৰিছিল ( ঋক্ ১৪।৪৯ সূ। ৬ম চাওক )। স্বৰ্গভ্ৰষ্ট দেৱতাসকলক মনুষ্য বোলা হ'ল আৰু স্বৰ্গভূমিত থকাসকল দেৱ হৈয়ে থাকিল "কৃষ্ণ যজুৰ্বেদ"ত আছে,—

"প্ৰাচীন ৱংশ কৰোতি, দেৱা মনুষ্যাদিশো ব্যভজন্ত।
প্ৰাচীং দেৱাঃ, দক্ষিণাং পিতৰঃ, প্ৰতীচীং মনুষ্যাঃ,
উদীচীং ৰুদ্ৰাঃ॥"

অৰ্থাৎ দেৱ আৰু মনুষ্যবিলাকে চাৰিওফালে গৈ প্ৰাচীন ৱংশৰ পত্তন কৰিলে। তাৰ ভিতৰত ব্ৰহ্মাদি দেৱসকলে পুব ফালে ( অসম আৰু ব্ৰহ্মত ), বৈৱস্বত মনু আদি পিতৃসকল হিমালয়ৰ দক্ষিণে উত্তৰ ভাৰতত, মনুষ্যবিলাক পশ্চিমে আৰু ৰুদ্ৰ প্ৰকৃতিৰ লোকবিলাক উত্তৰে মঙ্গলিয়া আদি ঠাইত গৈ বাস কৰিলে।

ঋগ্বেদত আছে,—

"তে নব্যং নব্যং তন্তু মাতন্বতে দিবি সমুদ্ৰে।"
—ঋক্ ৪।১৫১ সূ। ১ম

"তে" অৰ্থাৎ দ্যৌ বা আদি স্বৰ্গ আৰু পৃথিবী বা ভাৰতবৰ্ষই নতুন নতুন তন্তু বা প্ৰজাবিলাকক দিব বা উৰ্দ্ধলোকলৈ আৰু সমুদ্ৰ বা অন্তৰীক্ষলৈ অৰ্থাৎ দূৰ-দূৰণি দেশলৈ পঠালে।

ওপৰত যি দেৱাসুৰৰ যুদ্ধৰ কথা কোৱা হ'ল তাত অসুৰ নো কাক বোলে জানিবলৈ হলে 'অমৰ কোষ" চাব লাগিব।

"অমৰকোষ"ত আছে,—

'অসুৰা দৈত্য-দৈতেয়া দনুজেন্দ্ৰাৰি দানৱাঃ।
শুক্ৰশিষ্যা দিতিসুতাঃ পূৰ্বদেৱাঃ সুৰদ্বিষঃ॥

অসুৰ, দৈত্য, দৈতেয়, দনুজ, ইন্দ্ৰাৰি, দানৱ, শুক্ৰ শিষ্য, দিতিসুত, পূৰ্বদেৱ আৰু সুৰদ্বিষ, এই দহোটা শব্দ একাৰ্থক। 'কৃষ্ণ যজুৰ্বেদ"ৰ মতে যি সকল দেৱতাই স্বৰ্গত থাকি যজ্ঞ নষ্ট কৰিছিল আৰু যজ্ঞৰ বস্তু অপহৰণ কৰিছিল তেওঁলোকেই পূৰ্বদেৱ, দৈত্য আৰু দানৱ।

আমাৰ অসম প্ৰদেশেই আদি স্বৰ্গ, স্বঃ যজ্ঞ বা সুৰালয়। তন্ত্ৰ আৰু পুৰাণ মতে—

"পৃথিব্যাং ভাৰতবৰ্ষে কামৰূপ সুৰালয়ঃ।
তত্ৰ যে মানৱাঃ সন্তি তে দেবাঃ নাত্ৰ সংশয়ঃ॥"

যি পৰ্বতৰপৰা ব্ৰহ্মদেশৰ চন্দ্ৰভাগা (চিন্দৱিন) নদী ওলাইছে তাৰ নাম চন্দ্ৰভাগ। চন্দ্ৰভাগ পৰ্বতকে সৌমনস, সোমগিৰি, চন্দ্ৰগিৰি বা শ্বেতগিৰি বোলে। "ৰামায়ণ"ৰ কিষ্কিন্ধ্যা কাণ্ডত সৌমনস বা সোমগিৰিৰ উল্লেখ আছে। তাত ভাৰতবৰ্ষৰ পূৰ্ব দিশক "ইন্দ্ৰৰ কান্তা বনাদি মণ্ডিত পূৰ্বদিশ" বুলি লিখা আছে। আদিকাণ্ড ৰামায়ণৰপৰা জনা যায় যে শ্ৰীৰামচন্দ্ৰই পৰশুৰামৰ স্বৰ্গলৈ যোৱা বাট

ৰক্ষ কৰিবৰ উদ্দেশ্যে মিথিলাৰপৰা পূবফালে শৰ মাৰিছিল। সেই সময়ত ব্ৰহ্ম দেশেই স্বৰ্গভূমি আছিল। আকৌ শ্ৰীমদ্ভাগৱতৰপৰা জনা যায় যে শ্ৰীকৃষ্ণই প্ৰাগজ্যোতিষপুৰলৈ আহি নৰকাসুৰক বধ কৰি তাৰে পৰা পূব মুখে স্বৰ্গলৈ গৈ স্বৰ্গৰ নন্দনকাননৰপৰা পাৰিজাত পুষ্প হৰণ কৰি আনি সত্যভামা দেৱীৰ খোহ ভাঙিছিল। তেতিয়াও ব্ৰহ্মদেশেই ভূ-স্বৰ্গ আছিল। অৰ্জুনে যি স্বৰ্গত গৈ অস্ত্ৰ-শস্ত্ৰ শিক্ষা কৰিছিল, সিও ব্ৰহ্মদেশ। পাচত ব্ৰহ্মদেশৰপৰা দেৱতাসকলে গৈ মহাচীনত স্বৰ্গৰাজ্য (Celestial empire) স্থাপন কৰিছিল। *

*জয়ন্তী, ৩১ ভাদ ১৮৬১ শক ২য় বছৰ ১৬শ সংখ্যা

# বৰাহ-ৰাজ্য আৰু বৰাহ-মিহিৰ

ৰামায়ণৰ কিষ্কিন্ধ্যা কাণ্ডত লিখা আছে — "চক্ৰবাণ নামে পৰ্বতত পুৰুষোত্তম বিষ্ণুৱে পঞ্চজন আৰু হয়গ্ৰীৱ নামে দুজন দানৱক বধ কৰি চক্ৰ আৰু শঙ্খ গ্ৰহণ কৰিছিল। তাৰ পৰা গৈ অগাধ সমুদ্ৰত চতুঃষষ্টি যোজন ওখ বৰাহ নামে পৰ্বত-মালাৰ সোণাময় টিং দেখিবলৈ পোৱা যাব, তাতে প্ৰাগ্‌জ্যোতিষ নামে সোণাময় নগৰ আছে, নৰক নামে দুৰ্জন দানৱে সেই নগৰত বাস কৰে।"

যোগিনীতন্ত্ৰ, কালিকাপুৰাণ আৰু ভাগৱতৰ পৰা জনা যায় যে প্ৰাগ্‌জ্যোতিষৰ ৰজা নৰক, বৰাহ ৰূপী বিষ্ণুৰ ঔৰসত, পৃথিৱীৰ গৰ্ভত উৎপন্ন হৈছিল।

হাজোৰ হয়গ্ৰীৱ মাধৱৰ পৰ্বতক 'চক্ৰবাণ পৰ্বত' বুলি ভাবি লৈ তাৰপৰা দক্ষিণফালে আহিলে অগাধ সমুদ্ৰৰ' পাৰত অৰ্থাৎ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত থকা নীলাচল আদি পৰ্বত দেখিবলৈ পোৱা যায়। বোধ কৰোঁ এইবিলাক পৰ্বতৰ ওপৰত বৰাহ-বংশী নৰকৰ স্বৰ্ণপুৰী 'প্ৰাগ্‌জ্যোতিষ' আছিল।

অসমীয়া ৰামায়ণ ৰচোঁতা কবি চূড়ামণি মাধৱ কন্দলিয়ে তেওঁৰ ৰচিত ৰামায়ণৰ লঙ্কা-কাণ্ডত নিজৰ বিষয়ে চিনাকি দিবলৈ গৈ এইদৰে লিখিছে ঃ—

"কবিৰাজ কন্দলিযে আমাকেসে বুলিৱয়,
কৰিলোহো সৰ্বজন বোধে।
ৰামায়ণ সুপয়াৰ, শ্ৰীমহা মাণিকে যে,
বৰাহ-ৰজাৰ অনুৰোধে॥
সাতকাণ্ড ৰামায়ণ, পদবন্ধে নিবন্ধিলোঁ
লম্ভা পৰিহৰি সাৰোদ্ধৃত।
মহা মাণিকাৰ বোলে কাব্যৰস কিছুদিলোঁ,
দুগ্ধক মথিলে যেন ঘৃত॥"

স্বৰ্গীয় ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই অসমীয়া ৰামায়ণ প্ৰথমে ছপাই উলিয়াইছিল। তেওঁ সেই ৰামায়ণৰ পাতনিত এই বুলি লিখিছে যে দ্বাদশ শতাব্দীৰপৰা চতুৰ্দশ শতাব্দীলৈকে জয়ন্তাপুৰৰ ৰজা-সকলে সাধাৰণতঃ "বৰাহী ৰজা" বুলি অভিহিত হৈ অসমৰ নগাওঁ জিলালৈকে অধিকাৰ কৰিছিল আৰু অসমৰ প্ৰধান কবি মাধৱ কন্দলিৰ জন্মস্থান নগাওঁৰ আলিপুখুৰীত হোৱা গতিকে তেওঁ জয়ন্তাৰ ৰজাৰ প্ৰজা আছিল, সুতৰাং নিজদেশৰ ৰজাৰ আজ্ঞাত যে তেওঁ ৰামায়ণ অসমীয়া ভাষাত ভাঙি পদ কৰিছিল সেই বিষয়ত আৰু সন্দেহ কৰিবলগীয়া কথা নাই।

জয়ন্তাপুৰৰ বুৰঞ্জীত "মাণিক" উপাধি থকা তিনিজন ৰজাৰ নাম পোৱা যায়,— যেনে বিজয়-মাণিক, ধনমাণিক, যশমাণিক। বৰদলৈ ডাঙৰীয়াৰ মতে বিজয়মাণিকেই চতুৰ্দশ শতাব্দীৰ মহামাণিক ৰজা আছিল আৰু মাধৱকন্দলি চতুৰ্দশ শতাব্দীৰ শেষত বা পঞ্চদশ শতাব্দীৰ আৰম্ভত এই দেশত সকলো কৰিৱে আহি হৈ উঠিছিল। সম্ভৱতঃ ত্ৰিপুৰাৰ-

ৰাজবংশ পুৰণি বৰাহী ৰাজবংশৰে এটা ঠাল, কাৰণ ত্ৰিপুৰাৰ ৰজাসকলৰ ভিতৰত পূৰ্বৰ পৰা আজিলৈকে তেওঁলোকৰ নামৰ পাচত 'মাণিক্য' উপাধি লিখা ৰীতি চলি আহিছে।

পুৰণি অসমত যে বৰাহ নামে এখন ৰাজ্য আছিল তাত কোনো সংশয় নাই। ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ কামৰূপ, নগাওঁ আৰু খাচীয়া আৰু জয়ন্তা পৰ্বত এসময়ত সেই ৰাজ্যৰ ভিতৰত পৰিছিল। পাছে, কছাৰীবিলাকে প্ৰবল পৰাক্ৰমী হৈ বৰাহ ৰাজ্যৰ ভৈয়াম খণ্ড অধিকাৰ কৰিলত বৰাহী ৰজাৰ ৰাজ্য কেৱল খাচিয়া আৰু জয়ন্তা পৰ্বততে সীমাবদ্ধ থাকিল।

১৮২৪ শকৰ আঘোণ আৰু পুহৰ 'জোনাকী' কাকতত 'জ্ঞানী ডাক' নামৰে এটি প্ৰবন্ধ ওলাইছিল। সেই প্ৰবন্ধৰ পৰা জনা যায় যে যিসময়ত ৰজা বিক্ৰমাদিত্যাই উজ্জয়িনীত ৰাজত্ব কৰিছিল, সেই সময়ত নৰক বংশীয় সুবাহু ৰজাই কামৰূপত ৰাজত্ব কৰিছিল। স্বৰ্গীয় ৰমেশচন্দ্ৰ দত্তৰ মতে খৃষ্টীয় ষষ্ঠ শতাব্দীত বিক্ৰমাদিত্যাই ৰাজত্ব কৰিছিল। তেনেহলে বিক্ৰমাদিত্যৰ সমসাময়িক সুবাহু ৰজাইও সেই শতিকাতে কামৰূপত ৰাজত্ব কৰিছিল নৰক-বংশীয় বাবে সুবাহুক বৰাহী বোলা হৈছিল। সুবাহু বৰ পৰাক্ৰমী ৰজা আছিল। তেওঁৰ দিনত কামৰূপ ৰাজ্যৰ সীমা বহু দূৰলৈকে ব্যাপী আছিল। কোৱা বাহুল্য যে বৰ্তমান নগাওঁ জিলা তেওঁৰ শাসনৰ তলত আছিল।

পৰম বিদ্যোৎসাহী ৰজা বিক্ৰমাদিত্যাই ভাৰতবৰ্ষৰ নানা ঠাইৰপৰা মহা জ্ঞানী আৰু বিদ্যাৱন্তলোকসকলক নিয়াই তেওঁৰ ৰাজসভাত সভাপণ্ডিত কৰি ৰাখিছিল। তেওঁৰ সভাপণ্ডিতসকলৰ ভিতৰত ৯জন ৯ বিষয়ত শ্ৰেষ্ঠ পণ্ডিত আছিল। তেওঁলোকক 'নৱৰত্ন' বোলা হৈছিল। বৰাহ মিহিৰ সেই নৱৰত্নৰ ভিতৰৰ এক ৰত্ন আছিল।

মহা জ্যোতিষী পণ্ডিত চূড়ামণি বৰাহ মিহিৰ বোধ কৰোঁ বৰাহ ৰাজ্যৰ মানুহ আছিল,—জ্ঞান আৰু বিদ্যাত তেওঁ বৰাহৰ মিহিৰ স্বৰূপ আছিল সেই বাবেই বোধ কৰোঁ গুণীৰ মোল বুজা ৰজা বিক্ৰমাদিত্যাই তেওঁক বৰাহ-মিহিৰ বুলি মাতিবলৈ ভাল পাইছিল। এনেও হব পাৰে যে তেওঁৰ নাম হয়তো 'মিহিৰ' আছিল, বৰাহ ৰাজ্যত জন্ম হোৱা বাবে উজ্জয়িনীৰ ফালে তেওঁ বৰাহ মিহিৰ নামে অভিহিত হৈছিল, তেওঁৰ দিনত বৰাহ-প্ৰাগ্‌জ্যোতিষ পুৰত যিমান দূৰ জ্যোতিষ আৰু তন্ত্ৰৰ আলোচনা আৰু উন্নতি হৈছিল, ভাৰতবৰ্ষৰ আন কোনো ঠাইত সিমান দূৰ হোৱা নাছিল। কাজেই জ্যোতিৰ্বিদ পণ্ডিতৰ কাৰণে পশ্চিম ভাৰতৰ ৰজা বিক্ৰমাদিত্যাই পূব ভাৰতৰ ৰজা সুবাহুৰ ওচৰত হাত পাতিবলগীয়াত পৰিছিল।

উজ্জয়িনীৰ পৰা বৰাহ মিহিৰ কেইবাবাৰো স্বদেশলৈ অহাৰ প্ৰমাণ পোৱা যায়। ডাকৰ জন্ম পুথিত মিহিৰ দুবাৰ এই দেশলৈ অহাৰ কথা লিখা আছে।

বৰপেটাৰ অন্তৰ্গত লেহিডঙৰা গাৱঁত ডাকৰ জন্ম হৈছিল বুলি জনা যায়। উজ্জয়িনীৰ পৰা বৰাহ ৰাজ্যলৈ আহিবলৈ হলে বৰপেটা মহকুমাৰ ভিতৰেদি আহিব লাগে। ডাক জন্ম হোৱাৰ পাচত মিহিৰে ডাকক চাবলৈ অহিছিল। সেই বিষয়ে ডাকচৰিত্ৰত এই দৰে লিখা আছে :—

"ডাক জন্ম শুনি মিহিৰ মুনি।
মোৰ পুত্ৰ হৈছে বুলি আসিলা আপুনি॥
শিশুসব সঙ্গে উমলি আছে।
দেখিয়া মুনি সুধিলা পাছে॥
কোন পিতা তোৰ কোন হয় আই॥
স্বৰূপ কৰিয়া কহ বুজাই।
ডাকে বোলে পিতা নকৰা চিন্তা।
কুমাৰণী আই তুমি হোৱা পিতা॥"

সম্ভৱতঃ গুৱাহাটী বা নগাৱঁৰ কোনো এঠাইত বৰাহ মিহিৰৰ জন্ম হৈছিল কামৰূপ অনুসন্ধান সমিতিয়ে এই বিষয়ে অনুসন্ধান কৰা শুনিলে সুখী হ'ম। *

---

*আলোচনী, ৮ম বছৰ

# মানসা নদী আৰু বড়ো জাতি

মানসা এখন বুৰঞ্জী-বিখ্যাত নদী। এই নদীখন কামৰূপ আৰু গোৱালপাৰা জিলাৰ সীমাত, উত্তৰ কূলত। কোনো কোনোৱে ইয়াক মানাস, মানাহ বা মানাহা বোলে। অসমৰ বুৰঞ্জীমতে ইয়াৰ নাম মানাহা। ১৫৯১ শকত অসমৰ সেনাপতি লাচিত বৰফুকনে সুপ্ৰসিদ্ধ শৰাইঘাটৰ যুদ্ধত মোগল সেনা-পতি ৰজা ৰামসিংহক পৰাস্ত কৰি এই মানাহা নদীকে অসমদেশৰ পশ্চিম সীমা ধাৰ্য্য কৰে। তেতিয়াৰপৰা ইংৰাজ গৱৰ্ণমেণ্টে অসমদেশ লোৱা দিনলৈকে মানাহা নদীয়েই আহোম ৰাজ্যৰ পশ্চিম সীমা আছিল। এই নদীৰ মুখতে অসম ৰজাৰ হাদিৰা চকী আছিল। সেই চকীয়েই মোগল সাম্ৰা-জ্যৰ পৰা অসমলৈ সোমোৱা দুৱাৰ আছিল। এতিয়া সেই চকীৰ একো চিন নোহোৱা হ'ল। কিন্তু চকীৰ অধ্যক্ষ পৰশুৰাম দুৱৰীয়া বৰুৱাই যি ফুলৰা পাহাড়ত শিৱপূজা কৰিছিল, সেই পাহাড়টো এতিয়ালৈকে আছে। গোৱালপাৰা চহৰৰপৰা ব্ৰহ্ম-পুত্ৰৰ উত্তৰ পাৰলৈ চাই পঠিয়ালে সেই পাহাড়টো বেছিকৈ দেখা যায়।

কালিকা পুৰাণত সেই নদীখনৰ নাম "মানসা" বুলি লিখা আছে। যথা —

(মহাৰাজ সগৰক ঔৰ্ব ঋষিয়ে কৈছে-)

"পূৰ্ব্বেৰ চ মহাৰাজ যা নদ্যো দক্ষিণ স্ৰবাঃ
হিমৱৎ প্ৰভৱা যাতাঃ ক্ৰমশঃ শৃনু ভূপতে॥
অগদস্ত নদস্যোৰ্দ্ধং ভদ্ৰাখ্যা তু মহানদী।
ভাদ্ৰে কৃষ্ণ চতুৰ্দ্দশ্যাং যস্যাং স্নাত্বা দিবং ব্ৰজেৎ॥
ততঃ পূৰ্ব্বঃ সুভদ্ৰাখ্যা নদী পুণ্যতমা সদা।
বৈশাখস্য তৃতীয়ায়াং যস্যাং স্নাত্বা দিবং ব্ৰজেৎ॥
ততস্তু মানসা নাম নদী পুণ্যতমা মতা।
সৰসো মানসাখ্যাত্তু তৃণবিন্দুৰতাৰিতা॥
বৈশাখং সকলং মাসং তস্যাং স্নাত্বা নৰোত্তমঃ।
বিষ্ণুলোকমবাপ্যেৱ ততো মোক্ষমবাপ্নুয়াৎ॥

অৰ্থাৎ—

"হে মহাৰাজ, হিমালয়ৰ পৰা ওলোৱা যি বিলাক দক্ষিণবাহিনী নদী কামৰূপত বৰ্ত্তমান আছে ক্ৰমশঃ সেইবিলাকৰ বিষয়ে কওঁ, শুনক। অগদ নামে নদৰ উৰ্দ্ধত ভদ্ৰা নামে এখন মহানদী আছে, সেই নদীত ভাদ মাহৰ কৃষ্ণা চতুৰ্দ্দশীত স্নান কৰিলে মানুহ স্বৰ্গলৈ যায়। তাৰ পূবে চিৰপুণ্যতমা সুভদ্ৰা নামে নদী আছে, তাত বহাগ মাহৰ কৃষ্ণা তৃতীয়া তিথিত স্নান কৰিলে স্বৰ্গলাভ হয়। তাৰ পূবে মানসা নামে আৰু এখন পুণ্যতমা নদী আছে, সেই নদীক তৃণবিন্দু ঋষিয়ে মানস সৰোৱৰৰপৰা ভৈয়ামলৈ নমাই আনে, গোটেই বহাগ মাহত সেই নদীত স্নান কৰিলে মানুহে বিষ্ণুলোক পাই মুক্তিলাভ কৰে।

ওপৰত উল্লেখ কৰা ভদ্ৰা নদীক এতিয়া 'আই" নদী আৰু সুভদ্ৰা নদীক "গাভৰু আই" বোলা হয়। মানস সৰোৱৰ হিমালয়ৰ উত্তৰে তিব্বতত। তৃণবিন্দু এজন বেদব্যাস বা বেদবিভাগ কৰোঁতা ঋষি। তেওঁ মানসাক মানস সৰোৱৰৰ পৰা নমাই অনাৰ পৰা বুজা যায় যে তেওঁ তেওঁৰ লগৰীয়াক বেদজ্ঞ ঋষিসকল আৰু ঋষিবৰ্গক লগত লৈ এই নদীৰ কূলত সত্ৰ বা আশ্ৰম পাতি বেদ বিভাগ আৰু সম্পাদন কৰিছিল। এতেকে, এই নদীখন অতি পুৰণি আৰু পুণ্যতমা। মানসাৰ উপত্যকাক ধৰ্মাৰণ্য বোলে।

ইংৰাজী ১৮০০ খৃষ্টাব্দত লিখা ডাক্তৰ ৱেড্ (Dr. Wade) ছাহাবৰ অসমৰ বিৱৰণত মানসা বা মানাহৰ বিষয়ে যি লিখা আছে, তাক তলত তুলি দিয়া গল,—

"MANAHA"—This river enters Camroop from Bootan at the Badwar,

flows through the district (Mauza ?) of Bogurribarri, receiving several tributary streams, and falls into the Berhampooter immediately above Jogighopa It is accessible to boats of considerable size in the dry season It forms the western boundaries of Camroop, as well as of Assam, in Outrepar, It is the scene of many important occurences in the histories of Assam, Bayhar (Cooch Behar) and Bengal. Gold is also found here, in the season of the rains, by its communication with the other rivers, boats can proceed from Jogighopa, through Camroop into the Berhampooter at Hadjoo, avoiding the rapidity of the great stream"

মানসা নদী ভোটানৰ মাজেদি বৈ আহি যোগীঘোপাৰ ওচৰত ব্ৰহ্মপুত্ৰত পৰিছে। অসম, কোচবিহাৰ আৰু বঙ্গাল দেশৰ বুৰঞ্জীত লিখা অনেক ঘটনা এই নদীপাৰত ঘটিছিল। বাৰিষা এই নৈত সোণ পোৱা গৈছিল। খৰালি কালতো এই নৈত ডাঙৰ নাও চলে। যোগীঘোপাৰ পৰা নাৱেদি কামৰূপৰ ভিতৰেদি মানাহাৰ পৰা চাউলখোৱা নদী (য়েদি) হাজোলৈকে আহি ব্ৰহ্মপুত্ৰ পাবহি পাৰি। আগৰ দিনত সেই পিনেই ঘাইকৈ নাও চলিছিল।

সাত বছৰৰ আগলৈকে গোৱালপাৰাৰ পৰা যোগীঘোপা হৈ বৰপেটালৈকে বাৰিষাকালত এখন সৰু জাহাজ চলাচল কৰিছিল. বৰপেটাৰ পৰা নাও বা জাহাজত উঠি গোৱালপাৰাৰ ফালে গলে মাগেগড় আদি পৰ্বতমালাৰে সৈতে মানসাৰ প্ৰাকৃতিক দৃশ্য দেখি মন মোহিত হয়। মানসাৰ মুখত যোগীঘোপা পৰ্বতত যোগী ঋষি থকা কেইবাটাও ঘোপা শিলত কটা গুহা আছে মানসাৰ ফালে মুখ কৰি থকা এটা গোপা বৰ ডাঙৰ। ঘোপাৰ ভিতৰত দেৱপূজাৰ বেদী আছে আৰু ২।৩ জন মানুহ স্বচ্ছন্দে ভাত খাই, বহি, থিয় হৈ থাকিব পাৰে। "ঘোপা" শব্দটো তিব্বতীয় "গোম্ফা" শব্দৰ অপভ্ৰংশ হব পাৰে। কাৰণ, তিব্বতৰ মানুহে তেনেকুৱা শিলত কটা গুহাক "গোম্ফা" বোলে।

আমাৰ দেশৰ বড়োজাতীয় লোকসকলে যি যি নদীদেৱতাৰ পূজাৰ্চনা কৰে, তাৰ ভিতৰত মানসা প্ৰধান। তেওঁলোকে এই নদীক "আই মানাস" বুলি পূজা কৰে। কালিকা পুৰাণৰ মতে মানস সৰোৱৰৰ পৰা বৈ অহা বাবে এই নদীখনৰ নাম 'মানসা" হৈছে। মানস সৰোৱৰৰ পাৰত মনুৰ সন্তানসকল আদিতে বাস কৰিছিল।

শ্ৰীযুক্ত বিনোদবিহাৰী ৰায় প্ৰণীত 'পৃথিবীৰ পুৰাতত্ব' পুথিৰ ১৯-২০ পিঠিত লিখা আছে,—

"স্বয়ম্ভুব বা মনস্ নামে এক বিরাট পুরুষ স্বয়ম্ভুব ঔরসে গায়ত্রী দেবীর গর্ভে জন্ম গ্রহণ করিয়াছিলেন। মহাভারতে লিখিত আছে, 'মহর্ষিগণ কহিয়া থাকেন যে মনস নামে এক সৃষ্টিস্থিতি প্রলয়কর্তা দেবতা আছেন, তিনিই সমস্ত সৃষ্টি করিয়াছেন।" (মহাভারত, শান্তিপর্ব, ১৮২ অধ্যায়)। ভৃগু, পুলস্ত্য, পুলহ, ক্রতু, অঙ্গিরা, মরীচ, দক্ষ, ভব, অত্রি ও বশিষ্ঠ এবং স্বায়ম্ভুব নামে স্বয়ম্ভুবের বা মনস্ দেবের পুত্র (ব্রহ্মার পৌত্র বা মানস পুত্র) এবং শতরূপা নামে এক কন্যা জন্মিয়াছিল। "মানস' অর্থে মন হইতে জাত নহে, মনস্ হইতে জাত বা মনসের পুত্র। এজন্য ইহারাই প্রথম মনস্য, মনুষ্য বা মানুষ।

মনুষ্য অৰ্পণৰ মন্ত্ৰত "বোঢ়ু" নামে এজন মুনিৰ নাম পোৱা যায়। যথা—

"সনকশ্চ সনন্দশ্চ তৃতীয়শ্চ সনাতনঃ।
কপিলশ্চাসুৰিশ্চৈব বোঢ়ুঃ পঞ্চশিখস্তথা
সৰ্বে তে তৃপ্তিমায়ান্তু মদ্দত্তেনাম্বুনা সদা॥'

"শব্দকল্পদ্ৰুম" অভিধানত "বোঢ়ুঃ" শব্দৰ অৰ্থ মুনিবিশেষ বুলি লিখা আছে। আমাৰ দেশৰ বড়ো জাতিৰ "বড়ো" শব্দটো "বোঢ়ুঃ" শব্দৰ অপভ্ৰংশ যেন বোধ হয়। উক্ত মন্ত্ৰই বোঢ়ু মুনিক আহ্বান কৰিছে।

বড়ো জাতি আমাৰ দেশৰ এটি প্ৰধান আৰু ইতিহাস প্ৰসিদ্ধ জাতি। এই জাতি এই দেশৰ আদিবাসী মানুহ। এসময়ত এই জাতিৰ মানুহেই প্ৰবল পতাপেৰে এই দেশত ৰাজত্ব কৰিছিল। ডিমাপুৰৰ ভগ্নাৱশেষ এই জাতিৰ অতীত গৌৰৱৰ কথা সোঁৱৰাই দিয়ে। এওঁলোকৰ জাতি-গুৰি জানিবলৈ স্বভাৱতে কৌতূহল জন্মে। এওঁলোক অসমৰ ক্ষত্ৰিয়-শক্তি, অসম মাতৃৰ বাহু। এওঁলোকৰ প্ৰধান জাতীয় উপাস্য দেৱতাৰ নাম "বাথো" আৰু তেওঁৰ ভাৰ্যা "মাইনাও" বা "মনাগ্নী"। "বাথো", এই শব্দটো "বৈৱস্বত" শব্দৰ অপভ্ৰংশ বুলি বোধ হয়। বৈৱস্বতৰ বিষয়ে "পৃথিৱীৰ পুৰাতত্ত্ব" পুথিৰ প্ৰথম খণ্ডৰ ১৯২ ১৯৩ পিঠিত লিখা আছে,—

"প্ৰথম ইন্দ্ৰেৰ ৰাজত্ব কালেই মহা জলপ্লাৱন হইয়া হিমালয় প্ৰদেশ প্ৰভৃতি ধ্বংস হইলে তাঁহাৰ সহোদৰ ভ্ৰাতা বিবস্বানেৰ পুত্ৰ বৈবস্বত নৌকায় আৰোহণ কৰিয়া হিমালয় পৰ্বতে আসিয়া অৱতৰণ কৰিয়াছিলেন এবং তথায় ৰাজ্য স্থাপন কৰত প্ৰথাবাৰ মনু হইয়াছিলেন। ইনি সপ্তম মনু। ঋগ্বেদ ইনি বৈৱস্বত যম এবং পুৰাণে বৈৱস্বত মনু নামে কথিত হইয়াছেন। যম অৰ্থে স্থানদাতা বা ৰাজা। অৱেস্তা মতে যমকে যিম বলে। * *

ৰাজা বৈৱস্বত মনু হিমালয় পৰ্বতে ৰাজ্য স্থাপন কৰিলে তাঁহাৰ বহু আত্মীয় বন্ধু সুমেৰু প্ৰদেশ হইতে তথায় গিয়া বাস কৰিয়াছিলেন। তিনি এই প্ৰদেশৰ নাম মহামেৰু ৰাখিয়াছিলেন।"

মহা জলপ্লাৱনৰ বহু দিন পিছত হিমালয়ৰ দক্ষিণৰ সমতল ভূমি জাগ দিলত আৰু নদীবিলাক হিমালয়ৰপৰা ববলৈ ধৰাত বৈৱস্বতে তেওঁৰ ৰাজ্যৰ অনেক লোকজন সহ সেই সমভূমিত আহি ৰাজ্য স্থাপন কৰিছিল। সেই সময়তে এই বড়ো জাতিৰ লোক হিমালয়ৰপৰা নামি অহাটো সম্ভৱ আৰু তেতিয়াৰ প্ৰথমতে তেওঁলোকৰ ৰজা বৈৱস্বতক আৰু তেওঁৰ ভাৰ্য্যা মনাগ্নীক পূজা কৰাটো স্বাভাৱিক। সম্ভৱতঃ বড়ো জাতি হিমালয়ৰপৰা নামি আহোঁতে মানসা নদীৰ পাৰে আছিছিল। সেই বাবেই বোধ কৰোঁ এই নদীখন তেওঁলোকৰ মনত অতি পবিত্ৰ। বড়ো জাতিৰ এটা খেলৰ স্বৰ্গীয়ৈ বোলে। এই খেলটো বোধ কৰো আদিতে আছিছিল।

বিষ্ণু পুৰাণৰপৰা জনা যায় যে বৈৱস্বত মনুৰ ৯ জন পুতেক আছিল। তেওঁলোকৰ নাম ইক্ষ্বাকু, নাভাগ, ধৃষ্ট, শৰ্য্যাতি, নাভানেদিষ্ট, কুৰুষ, পৃষধ্ৰ, বসুমান আৰু নৰিষ্যন্ত আছিল। এওঁলোকে বেলেগ বেলেগ ঠাইত ৰাজ্য স্থাপন কৰি ৰাজত্ব কৰিছিল। শকবিলাক নৰিষ্যন্তৰ সন্তান। শাক্যসিংহ (বুদ্ধদেৱ) শক আছিল। বাচ্ঃ মুনি বৈৱস্বতৰ কোনোবা এজন পুতেকৰ সন্তান হ'ব পায়, আৰু তেৱেঁই বোধকৰো বড়ো জাতিৰ আদি পুৰুষ।

স্বৰ্গীয় পণ্ডিত উমেশচন্দ্ৰ বিস্তাৰত্নৰ "মানবেৰ আদি জন্মভূমি" পুথিৰ ১০০ পিঠিত লিখা কথাৰ পৰা জনা যায় যে অদিতিৰ পুতেক বিষ্ণুৰ লগত বৈৱস্বত মনু, শম্ভু, অত্ৰি আদি কেইবাটাও খেলৰ নেতৃসকল হিমালয়ৰপৰা নামি ভাৰতলৈ আহিছিল। "শতপথ ব্ৰাহ্মণত" লিখা "উত্তৰগিৰেঃ মনোৰৱসপণম" কথাই বিষ্ণুৰ সৈতে মনু, শম্ভু, আদিৰ ভূ-ভাৰতলৈ অহা বুজায়।

বড়ো জাতিৰ দুটা শাখা আছে, আৰু কিছুমান প্ৰশাখাও আছে। এক শাখাক সাধাৰণতঃ মেছ বা বড়ো আৰু অপৰ শাখাক কছাৰী বড়ো বোলে। প্ৰশাখাৰ ভিতৰত ৰাভা, টোটোলা, মদাহী, হাজং হাজং বা হোজাই, লালুং আদি পৰে।

স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ "আসাম বুৰঞ্জীত" কছাৰী জাতিৰ বিষয়ে এই দৰে লিখা আছে,—

কছাৰী জাতি—এই জাতি আদিবাসী লোক মণিপুৰ, জয়ন্তা, খাছিয়া, নগা, মিকিৰ আৰু নগাঁৱৰ মাজত থাইকৈ থাকে। এই দেশৰ প্ৰায় সকলো ঠাইতে কছাৰী পোৱা যায়। কছাৰীবিলাকৰ দেশৰ

পূৰ্বনাম হিড়ম্ব আছিল। ইয়াৰ হিড়িম্বা নামে ৰাজকুমাৰীক পাঁচ পাণ্ডৱৰ ভীমে বিবাহ কৰিছিল। তেওঁৰ পুত্ৰ ঘটোৎকচ। এওঁ মহাভাৰতৰ যুদ্ধত পাণ্ডৱক সহায় কৰি শেষত মৃত্যু হয়। সেই অনুসাৰে কাছাৰৰ ৰজাই আৰু অনেক লোকে "বৰ্মণ" উপাধি (যাক শাস্ত্ৰমতে ক্ষত্ৰিয়বিলাকেহে ল'ব পাৰে সেই উপাধি) লইছে, আৰু সেই সকলৰ অনেকে ক্ষত্ৰিয়ৰ যজ্ঞোপবীত ধাৰণ কৰিছে। এই কছাৰী জাতি এক কালত এই অঞ্চলত বড় প্ৰধান আছিল এনে অনুমান হয়। সিহঁতক এই দেশৰ সমভূমিৰ চাৰিওফালে পোৱা যায়। ইহঁতৰ ভিতৰত অনেক উপজাতি আছে। গুৱালপাৰাৰ ফালে কছাৰীবিলাকক মেছ বোলে। হোজাই আৰু হাজাঙ্গ ইহঁতৰে প্ৰায় আন নাম মাত্ৰ। লালুঙ্গবিলাকো প্ৰায় কছাৰীৰ এক উপজাতি। লালুঙ্গহঁত প্ৰায় সমভূমিত থাকে। ইহঁতৰ ভাষা কছাৰী ভাষাৰ অপভ্ৰংশ মাত্ৰ। সমভূমিৰ অনেক লালুঙ্গে সিহঁতৰ ভাষা-বিস্মৰণ হইছে। টোটোলা, ৰাভা, হানা, মদাহী জাতিও কছাৰীৰ উপজাতি। যিবিলাক কছাৰীয়ে বৰ্মণ উপাধি ধাৰণ কৰিছে, সেই সকলে হিন্দু আচাৰ-ব্যৱহাৰ গ্ৰহণ কৰিছে। এই দেশৰ মহন্ত সকলে কছাৰী আৰু লালুঙ্গ প্ৰভৃতিক শৰণ দি কোঁচ জাতিৰ অন্তৰ্গত কৰিছে। এই দেশৰ জাতিমালা মতে কছাৰীবিলাকক "কুবাচ" বোলে। কছাৰীবিলাক অতি বলিষ্ঠ, এতিয়াৰ সৈন্যদলত এই জাতিৰ বিস্তৰ মানুহ আছে।

"যোগিনীতন্ত্ৰত" বড়ো জাতিৰ নাম "কুবাচ" বুলি লিখা আছে। বৈদিক সাহিত্যত উল্লেখ কৰা "কবচ" জাতিকে উক্ত তন্ত্ৰই "কুবাচ" বুলিছে। পুৰাণ মতে কবচ বা কুবাচবিলাক "কিৰাত" জাতিৰ অন্তৰ্গত। প্ৰাচীন কামৰূপত কিৰাত জাতি থকাৰ কথা ৰামায়ণ আৰু মহাভাৰতৰ পৰাও জনা যায়। অমৰ কোষত লিখা আছে,—

"কিৰাত শবৰ পুলিন্দা ম্লেচ্ছজাতয়ঃ।"

"শব্দকল্পদ্ৰুম" অভিধানৰ মতেও কিৰাতবিলাক ম্লেচ্ছ। * * * "যোগিনীতন্ত্ৰৰ" পৰা জনা যায় যে—

"কিৰাতৈৰ্ঘটিতং জিত্বা ৰণে কাম নৃপো ভবেৎ।" অৰ্থাৎ নৰকাসুৰে কিৰাতবিলাকক ৰণত ঘটুৱাই কামৰূপৰ ৰজা হৈছিল। কালিকাপুৰাণৰ মতেও নৰকাসুৰে কিৰাতবিলাকৰ লগত যুদ্ধ কৰি কিৰাতৰাজ ঘটকক বধি প্ৰাগজ্যোতিষপুৰৰ ৰজা হৈছিল। কালিকাপুৰাণে কিৰাতবিলাকক বলিষ্ঠ, মুণ্ডিত মস্তক, মদ-মাংস ভোজনত তৎপৰ বুলি কৈছে। ভগদত্তৰ লগত যিবিলাক সৈন্য কামৰূপৰপৰা মহাভাৰতৰ যুদ্ধলৈ গৈছিল তাৰ ভিতৰত অনেক কিৰাত আৰু চীন সৈন্য আছিল। অতীজত চীনবিলাক ভোটানত আছিল। চীন আৰু কিৰাত উভয়েই ব্ৰাত্য ক্ষত্ৰিয়।

কালিকাপুৰাণত লিখা আছে, পূৰ্বে জামদগ্নিৰ ভয়ত পলোৱা কিছুমান ক্ষত্ৰিয়ই ম্লেচ্ছত্ব প্ৰাপ্ত হৈ জল্পীশদেৱৰ শৰণাগত হৈছিল। তেওঁলোকে জল্পীশদেৱৰ সেৱা কৰি ম্লেচ্ছ ভাষাত কথাবাৰ্তা কৈ আৰু আৰ্যভাব পৰিত্যাগপূৰ্বক আত্মগোপন কৰি জল্পীশদেৱকো গুপ্ত কৰি ৰাখিছিল। জল্পাইগুৰিত জল্পীশদেৱৰ থান আছে। সেইখন মেছপ্ৰধান ঠাই। পুৰাণ আৰু তন্ত্ৰত এই কথাও লিখা আছে যে বশিষ্ঠৰ শাপত কামৰূপ ক্ষেত্ৰ ম্লেচ্ছসঙ্কুল হয় আৰু বশিষ্ঠ প্ৰমুখ্যে দেৱদ্বিজাদি আৰ্যসকলে কামৰূপ পৰিত্যাগ কৰি আন আন ঠাইলৈ গুচি যায়। বাণাসুৰৰ সংসৰ্গত নৰকাসুৰ ম্লেচ্ছাচাৰ পৰায়ণ হৈছিল। শ্ৰীকৃষ্ণই নৰকাসুৰক বধ কৰাৰ পাছত আকৌ কামৰূপত আৰ্যাচাৰ প্ৰৱৰ্তিত হয় আৰু দেৱদ্বিজৰ বসতি হয়।

'মেছ', এই শব্দটো ম্লেচ্ছ বা মেলেছ শব্দৰ অপভ্ৰংশ হ'ব পাৰে। ০০০ বড়ো বা বড়োজাতীয় লোকসকল হিমালয়ৰ পৰা নামি আহি প্ৰথমে নামনী অসমৰ উত্তৰ কূলত আৰু উত্তৰ বঙ্গৰ উত্তৰ ফালে (পৌণ্ড্ৰভূমিত) আছিল। পাছে, তেওঁলোকৰ লোক-

সংখ্যা বঢ়াত বা আন কোনো কাৰণত কিছুমান বড়োৱে ব্ৰহ্মপুত্ৰ পাৰ হৈ কামৰূপৰ দক্ষিণ কূললৈ আহে। তেতিয়া দক্ষিণ কূলত খছ জাতিৰ অধিকাৰ আছিল। বড়োসকলে খছ জাতিক ৰণত হৰুৱাই পৰ্বতলৈ খেদাই নিজে ভৈয়ামখণ্ড অধিকাৰ কৰি বসতি স্থাপন কৰিলত তেওঁলোকক খছাৰি অৰ্থাৎ খছ বিলাকৰ অৰি বোলা হৈছিল। "খছাৰি" শব্দৰ পৰাই কছাৰী হোৱা সম্ভৱ। খছ জাতিৰ মানুহক আমি এতিয়া খাছিয়া বোলোঁ। খছজাতিও ব্ৰাত্য ক্ষত্ৰিয়। কোনো কোনোৰ মতে কচ্ছৰ শব্দৰ পৰাই কছাৰী শব্দ ওলাইছে। সাগৰ বা ডাঙৰ নৈৰ ওখ পাৰ বা গৰাক কচ্ছৰ বা কাছাৰ বোলা যায়। উজনিৰ ধনশিৰী নৈক কছাৰীবিলাকে 'দিমা' বুলিছিল। বড়ো ভাষা মতে 'দি' বা 'দৈ' শব্দৰ অৰ্থ নদী আৰু পানী আৰু 'মা' শব্দৰ অৰ্থ ডাঙৰ বা মহা। এতেকে দিমা বা দৈমা বুলিলে ডাঙৰ নদী বুজায়। এই দিমা নৈৰ পাৰত কছাৰীৰ ৰাজধানী ডিমাপুৰ আছিল। ডিমাপুৰৰ নাম প্ৰথমতে সম্ভৱতঃ হাদিমাপুৰ আছিল। বড়োভাষাত মাটিক 'হা' বোলে। হাদিমাপুৰকে মহাভাৰতে হিড়িম্বপুৰ বুলিছে। দিমা নৈৰ কচ্ছৰত অৰ্থাৎ তীৰভূমিত বাস কৰা বাবে কছাৰীবিলাকক হয়তো কচ্ছৰী বোলা হৈছিল, আৰু 'কচ্ছৰীৰ' পৰাই হয়তো কছাৰী নাম পাইছে। নতুবা এসময়ত হয়তো কাছাৰৰ সমীপলৈকে সমুদ্ৰ আছিল আৰু সেই সমুদ্ৰৰ তীৰত থকা বাবেও কচ্ছৰী নাম পাব পাৰে। কাছাৰ পৰ্বতক কোনো কোনোৱে 'কূৰ্মপৃষ্ঠ', কোনো কোনোৱে কচ্ছপগিৰিও বুলিছিল। 'কচ্ছপগিৰি বা বা 'কশ্যপৰি' শব্দৰ পৰাও "কছাৰী শব্দৰ উদ্ভৱ হ'ব পাৰে। 'কছাৰী' শব্দৰ উৎপত্তিৰ বিষয়ে ওপৰত যিবিলাক কথা লিখা হ'ল, এই সকলোবিলাক অনুমান মাথোন।

ডাঃ লেঠাম ( Dr. Latham ) তাহাঁৰ Ethnology of India' নামৰ কিতাপত বড়ো জাতিৰ বিৱৰণ লিখা আছে। ইংৰাজ গৱৰ্ণমেণ্টে অসমদেশ অধিকাৰ কৰাৰ কেইবছৰমান পাছতে তেওঁ এই পুথিখন লিখি উলিয়ায়। তেওঁৰ মতে কোঁচ ধিমাল আৰু বড়ো অনেক শতাব্দী পূৰ্বে একে জাতি আছিল। তেওঁলোকেই আগৰ 'কুবাচ' বা 'কৱচ' আছিল। হিন্দুধৰ্মত শৰণ লোৱাবিলাক পাছে কোঁচ হ'ল আৰু অশৰণীয়া বিলাক ম্লেচ্ছ বা মেছ হৈ থাকিল। কোঁচ বিলাকে পূষি ( পুষা ) আৰু তেওঁৰ ভাৰ্য্যা মৰুক পূজিছিল। কশ্যপৰ ভাৰ্য্যা অদিতিৰ এজন পুতেকৰ নাম পুষা আছিল। 'কোচবিহাৰ, ৰংপুৰ, পূৰ্ণিয়া, দিনাজপুৰ আৰু ময়মনসিংহৰ উত্তৰাংশত কোঁচবিলাক থাইকৈ আছিল। বড়োৱে কোঁচক কোঁচ হুবুলি হাছা বা হয়জু বুলিছিল। হাজু হেনো কোঁচ জাতিৰ আদি পুৰুষ। বড়ো ভাষাত পৰ্বতক 'হাজো' বোলে। হাজো শব্দটো শয়ু শব্দৰ অপভ্ৰংশ বুলিও বোধ হয়। শয়ু পূষাৰ সন্তান। সম্ভৱতঃ শয়ুৱে ভাৰতলৈ আহি মণিকূট পৰ্বতত অৱস্থান কৰিছিল আৰু সেইবাবে হয়তো সেই পৰ্বতৰ নাম হয়ু বা হাজো হৈছিল। বড়ো গাওঁৰ থাই মুখিয়ালজনক গ্ৰা বোলে। গ্ৰাৰ কথামতে গাওঁৰ সকলোটি চলে। কোনো বড়োৱে নিজৰ পুৰোহিতৰ দ্বাৰা দেৱতাক পূজা নিদিয়াকৈ কোনো মাংস নেখায়, বেমাৰ হলে ওজাৰ হতুৱাই মঙ্গল চোৱাই দেৱপূজা কৰে, বড়োৱে চন্দ্ৰ, সূৰ্য, অগ্নি আৰু কোনো কোনো নদী-দেৱতা, গিৰি আৰু বনদেৱতাকো পূজে, কোনো কোনো পূজাত দেওধাই ( দেৱধাৰী possessed ) উঠে, পুৰোহিতক দেউষি বোলে, বড়োৰ প্ৰধান জাতীয় দেৱতাৰ নাম বাথো আৰু তেওঁৰ ভাৰ্য্যা মইনাও বা মনাহী, সিজু গছ পুতি বাথো দেৱতাক পূজা কৰা হয়, দেউষিয়ে দেৱতাৰ উদ্দেশে স্তুতি প্ৰাৰ্থনা কৰে আৰু বেদীত কুকুৰা আদি বলি দিয়ে। বড়োৱে বামৰাজা আৰু শিৱনাৰায়ণ নামে দেৱতাকো পূজে। বামৰাজাৰ গড় নামে এটা গড় আৰু পুখুৰী গোৱালপাৰা জিলাত আছে। এই বামৰাজা আমাৰ ৰাম-

দখি পৰতবাহো হ'ব পাৰে। কোনো বড়ো মৰিলে শৱটো দাহ কৰা হয়। পুত্ৰহে পিতৃসম্পত্তিৰ অধিকাৰী হয়, কন্যাই সেই সম্পত্তিৰ ভাগ নেপায়।

ডাক্তৰ লেঠাম ছাহাবে তেওঁৰ পুথিত কছাৰী বা বড়োৰ বিষয়ে যি লিখিছে, তাক তলত তুলি দিলো,—

"A Cachari of the plains is called a Hazai, Hojai, or Hajong, and this is what is meant by the Hajangs of Assam, They are Hindu in creed, more or less Hindu in language and manners, Cachari in blood. They have had Rajahs of their own Again the title Burman is applied as a mark of distinction to some of their nobler families, families which notwithstanding their title, are tribual aristocracy rather than an aristocracy of caste Of this they have little, so little to make them but loose and imperfect Hindus They eat freely of both fowls and pigs, They sacrifice them to their deities They induldge freely in fermented liquor In short they depart widely from what a Brahmin of Benares would consider orthodox, their education is Hindu, their alphabet of Hindu origin Those that read and write are prone to leave their ordinary agricultural industry and become collectors, policemen, and the like, showing no want of intelligence or activity in their new employments, but by no means showing the simplicity of character they maintained a cultivators of rice and cotton of their fertile soil."

বড়ো ভাষাত কিছুমান সংস্কৃতমূলক শব্দ আছে। যেনে—

| সংস্কৃত | বড়ো |
|---|---|
| অহং | আং |
| মনুষ্য | মানুছৈ |
| দেৱৰ্ষি | দেউৰি |
| দেৱধাৰা | দেওধা |
| গুৱাক্ | গয় |
| লতা | লথা |
| গ্ৰাম | গামি |
| হস্তী | হাথী |
| ঘোটক | গোড়াই |
| লঙ্কা | লাজুও |
| নাম | নাঙা |
| উদৰ | উদৈ |
| জন্ম | জনম |
| দ্বাৰ | দোৰ |
| মহিষ | মৈষো |
| গুণ্ডাৰ | গাণ্ডা |
| গাভী | গাই |
| পাৰাৱত | ফাৰো |
| ৰাজহংস | হংসোৰাজা |
| পণ্ডিত | ফণ্ডিত, ইত্যাদি |

আমাৰ অসমীয়া ভাষাৰ কোনো কোনো শব্দৰ মূল বিচাৰিলে বড়ো ভাষাত পোৱা যায়। যেনে—

| বড়ো | অসমীয়া |
|---|---|
| হোম্ | হোঁ (ধৰ্) |
| লাসৈ লাসৈ | লাহে লাহে |
| থৰ | থৰ (দক্ষ) |
| গাস্থু | গাৰু |
| গাইখীৰ | গাখীৰ |
| শিলাই | হিলৈ (gun) |
| পাছড়া | পছৰা (চাদৰ) |
| বেসৰ | বেহৰ, বেহুৰাৰ (সৰিয়হ) |
| নেউল | নেউল |
| বথৰ | বতৰ (season) |

| | |
|---|---|
| উবাহ | উবহ |
| চেঙ্‌গ্রো | চেঙেৰা |
| আয় | আই (mother) |
| হাবক | হাবক (বোকা) |
| | (বোকাত থকা এবিধ-কেঁচুক আমি হাবুককা কওঁ। |
| হাণ্ঠুৱা | আঠুৰা, ইত্যাদি |

সামৰণিত ক'ব খোজো যে বড়োজাতি অসমৰ আদি-বাসী মানুহ আৰু হিন্দু সন্তান। গোৱালপাৰাৰ ফালে যিবিলাক বড়োৱে জ্যোতিৰ উপাসনা কৰে অৰ্থাৎ সূৰ্য, চন্দ্ৰ আৰু অগ্নিৰ উপাসনা কৰি হোম যজ্ঞ কৰে তেওঁলোকক ব্ৰহ্ম বোলা হয়। এইবাৰৰ পিয়ল-লত (census) বড়োজাতিক অহিন্দু বুলি লিখিলে তেওঁলোকৰ প্ৰতি অন্যায় কৰা হ'ব।*

*আৱাহন, মাঘ ১৮৫২, ২য় বছৰ ৪র্থ সংখ্যা

# আমাৰ দেশৰ আদি-বাসী মানুহ

কোঁচ, মেছ বা কছাৰী, গাৰো, খচ্, বৰাহী, মিকিৰ, চুটিয়া, নগা, ভোট, অঁকা, ডফলা, মিৰি, মিচিমি, চিংফৌ প্ৰভৃতি জাতিৰ মানুহবিলাকক অসমৰ আদি-বাসী লোক বুলি ধৰা হয়। এইজাতিবিলাকৰ বিষয়ে পুৰাণ, ৰামায়ণ আদি পঢ়ি যেনেকুৱা অনুমান হয় তাকে তলত চমুকৈ লিখিলোঁ। 'কোঁচক' উজনিৰ ।মুহে 'কোঁচ', নামনিৰ মানুহে 'কুচ' বা 'কচ' বোলে। গুৱালপাৰ আৰু কোচবিহাৰৰ অনেক কোঁচে নামৰ পিচত ৰাজবংশী' লিখে, অতীজত এই 'কুচ' বা 'কোচ' বিলাকক 'কুৱাচ' বোলা হৈছিল।

পুৰণি ভাৰতত মৎস্য নামে এখন ৰাজ্য আছিল। আৰ্যসকলে পশ্চিমৰপৰা আহি সেই ৰাজ্য অধিকাৰ কৰিলত সেই ৰাজ্যৰ অনেকলোকে পুব ফালে পলাই আহি কুৱাচবিলাকৰ ৰাজ্যত আশ্ৰয় লয়হি। মৎস্য দেশৰপৰা অহা গুণে সেই জাতি ম্লেচ্ছ লোকবিলাকক 'মৎস্য' বোলা হৈছিল। এই 'মৎস্য' শব্দৰ পৰাই 'মেছ' শব্দৰ উৎপত্তি হোৱা সম্ভৱ। কোনো কোনোৰ মতে ম্লেছ (foreigner) শব্দৰপৰা 'ম্লেছ' শব্দ ওলাইছে। কুৱাচবিলাকে মৎস্য দেশৰ পৰা ভাগি অহা মানুহবিলাকক হেনো 'ম্লেছ' (অৰ্থাৎ বিদেশী) বুলিছিল।

মৎস্য দেশৰপৰা অহা যিবোৰ মানুহ কুৱাচবিলাকৰ লগত মিলি জুলি আছিল সেইবিলাক 'মেছ' হৈয়ে থাকিল, যিবিলাকে কুৱাচহঁতৰ লগত মিলিব নোৱাৰি, বা সিহঁতৰ তলত থাকিবলৈ ভাল নাপাই, সিহঁতৰে সৈতে মাটি-বাৰী আদিৰ নিমিত্তে ৰণ-বিগ্ৰহ কৰিলে সেইবিলাকে শেহত ৰণত ঘাটি কুৱাচৰ ৰাজ্য এৰি ক্ৰমাৎ পুব ফালে উজাই আহিবলৈ ধৰিলে। সিহঁত কুৱাচ বা কচৰ অৰি হোৱা বাবে সিহঁতৰ নাম 'কুৱাচাৰি' বা 'কছাৰী' হ'ল। সেই 'কচাৰি'কে আমাৰ আথৰ জোঁটনি মতে 'কচাৰী' বুলি লিখা হয়। কছাৰী আৰু মেছ গুৰিত একে জাতি আছিল। মেছবিলাক কুৱাচৰ তলতে থাকিল। কছাৰীবিলাকে উজাই আহি নিজৰ স্বকীয়া ৰাজ্য পাতিলে।

বৰ্তমান গাৰো পৰ্বতৰ পুৰণি নাম 'গড়্ৰাচল' আছিল। সেইবাবে সেই পৰ্বতবাসী লোকবিলাকক 'গড়্ৰ' বোলা হৈছিল। 'গড়্ৰ' শব্দৰ পৰা বৰ্তমান গাৰো শব্দৰ উৎপত্তি হৈছে বুলি বোধ হয়।

পুৰাণ আৰু ৰামায়ণত 'খচ্' বুলি এটা জাতিৰ উল্লেখ আছে। বৰ্তমান খাচিয়া পৰ্বতবাসী 'খাচিয়া জাতি'টোকে পূৰ্বে 'খচ' বোলা হৈছিল বুলি অনুমান হয়।

আগৰ 'প্ৰাগজ্যোতিষপুৰৰ' পূবে থকা পৰ্বতমালাক 'বৰাহ পৰ্বত' বোলা হৈছিল। বৰাহ পৰ্বতৰ

মানুহকে বোধ কৰোঁ একালত 'বৰাহী' বোলা হৈছিল। কছাৰীবিলাকে নগাওঁ জিলাত নিজৰ ৰাজ্য স্থাপন কৰিলত অনেক বৰাহী উজনিৰ ফালে ভাগি গ'ল। কছাৰীৰ উপদ্ৰৱতে ত্ৰিপুৰাসুৰৰ বংশৰ এজন ৰজা উত্তৰ কাছাৰ পৰ্ব্বতমালা পাৰ হৈ নিজৰ অনেক প্ৰজাৰে সৈতে দক্ষিণ ফালে ভাগি আহে।

মিকিৰবিলাক আগৰ 'কিৰাত' জাতিৰ বংশধৰ বুলি অনুমান হয়। 'ম্লি' মানে মানুহ আৰু 'কিৰ' শব্দটো কিৰাত শব্দৰ অপভ্ৰংশ। কিৰাতবিলাক থকা ঠাইৰ দক্ষিণে 'কুক্কি' নামে এখন পৰ্বতীয়া ঠাই আছিল। আজিকালি যিবোৰ মানুহক আমি 'কুকি' বোলোঁ, সিহঁত বোধ কৰোঁ 'কুক্কি' দেশৰ মানুহ আছিল।

নগা পৰ্বতৰ নাম হেনো আগেয়ে নাগ পৰ্ব্বত আছিল। নাগ পৰ্ব্বতৰ মানুহবিলাকে বিহ-কাঁড়, বিহ-যাঠি ব্যৱহাৰ কৰিছিল। আগৰ নগাবিলাকেই এতিয়াৰ নগা হ'ব পাৰে।

ৰামায়ণ আৰু পুৰাণত 'চিন', 'মহাচিন', এই নামৰ দুটা জাতিৰ উল্লেখ আছে। 'চিংফৌবিলাক' 'চিন' জাতিৰ আৰু 'মিচিমিবিলাক' 'মহাচিন' জাতিৰ বংশধৰ হব পাৰে।

গন্ধৰ্ব্বিলাকৰ এজন পূৰ্ব্বপুৰুষৰ নাম 'ইৰা' আছিল। মিৰিবিলাক বোধ কৰোঁ এই 'ইৰা' গন্ধৰ্ব্বৰ বংশধৰ। গন্ধৰ্ব্ব বুলিলে স্বৰ্গৰ গায়নক বুজায়। আঁকা ডফলা পৰ্ব্বতত কুবেৰৰ ৰাজ্য আছিল বুলি অনুমান হয়। প্ৰাচীন ভাৰতৰ মানচিত্ৰমতে ভোট, আঁকা, ডফলা, মিৰি আৰু আবৰ পৰ্ব্বত 'দেৱভূমি' বা 'সুৰলোকৰ' ভিতৰত পৰে। 'আঁকা' শব্দটো 'যক্ষ' শব্দৰ অপভ্ৰংশ হব পাৰে। কাৰণ পশ্চিমাঞ্চলৰ অনেক লোকে 'য' আখৰটোক 'য়'ৰ দৰে উচ্চাৰণ কৰে। 'যক্ষাঃ' এই শব্দটো 'য়ক্খা' হৈ কালক্ৰমত 'য়কা' বা 'অকা' আৰু তাৰপৰা 'আঁকা' হোৱা একো আচৰিত নহয়।

ডফলাবিলাক বোধ কৰোঁ আগৰ দিনত 'গুহ্যক' আছিল। ডফলা পৰ্ব্বতৰ নামনিত 'গহপুৰ' বুলি যিখন ঠাই আছে তাৰ পুৰণি নাম 'গুহ্যকপুৰ' আছিল। 'দৈত্য-পলোৱা' বা 'দেৱপালা' শব্দৰপৰা 'দফলা' আৰু তাৰপৰা 'ডফলা' শব্দটো ওলাব পাৰে।

ভোটান পৰ্ব্বতৰ কোনো এঠাইত সম্ভৱতঃ মহাদেৱৰ অনুচৰ ভূতবিলাকেই বোধ কৰোঁ আজি-কালিৰ ভোট। দেৱভূমিৰ নামনিতে অসুৰৰ ৰাজ্য আছিল। দেৱাসুৰৰ যুদ্ধত যেতিয়া দেৱতাবিলাক হাৰে, তেতিয়া বোধ কৰোঁ তেওঁলোকে হিমালয়ৰ পূৰ্ব্ব প্ৰান্তৰপৰা গৈ পশ্চিম প্ৰান্তত বসতি কৰিছিল।

চুটিয়াবিলাক সম্ভৱতঃ আগৰ দিনৰ কিন্নৰৰ বংশধৰ। 'কিন্নৰ' বুলিলে কুবেৰৰ পাৰিষদক বুজায়। চুটিয়াৰ ৰজাবিলাকে নিজক কুবেৰ-বংশী বুলি চিনাকি দিছিল। পুৰাণ মতে কিন্নৰৰ মুখ ঘোঁৰাৰ দৰে আৰু গা মানুহৰ নিচিনা আছিল, দেখাত সাধাৰণ মানুহতকৈ অলপ চুটি আছিল, যেনে নেপাল বা নৃপাল দেশৰ গুৰ্খাবিলাক সাধাৰণতঃ কিছু চুটি-চাপৰ। 'চুটি' বুলিলে আমাৰ অসমীয়া ভাষাত ঘোঁৰাৰ চুটি বা ঘোঁৰাৰ লৰকো বুজায়। এই 'চুটি' শব্দৰ পৰাই 'চুটিয়া' শব্দৰ উৎপত্তি হয়। *

* আলোচনী, ৮ম বছৰ পৃঃ ৩২৮

# মন্পা-ভোট

দ্যোৰঙ্গ বা দৰঙ্গ জিলাৰ উত্তৰ সীমান্ত হিমালয় পৰ্বতত মন্পা-ভোট, অঁকা, মিজু, দফলা বা দ্যোপ্লৰ, আপাতানাং আদি কেতবিলাক পৰ্বতীয়া জাতি বাস কৰে। মন্পা-ভোটৰ বিৱৰণ Balipara Frontier Tract Gazetter আৰু আন পুথিৰ পৰা তলত চমুকৈ লিখা হ'ল।

পশ্চিমে ভোটান ৰাজ্য আৰু পূবে মিজি আৰু অঁকাহঁত থকা পৰ্বতমালাৰ মাজৰ ঠাইখিনি জোখাত প্ৰায় ২000 বৰ্গমাইল হ'ব। বৰনদী, ধনশিৰী, বেলশিৰী আৰু সোণাই-ৰূপাই আদি নৈ এই ঠাইখিনিৰ পৰা ভৈয়ামলৈ বৈ আহিছে। যোগিনীতন্ত্ৰমতে ধনশিৰীৰ নাম ধনদা আছিল। এই ঠাইখিনিক তিব্বতৰ মানুহে মনিয়ুল (Maniyul) বোলে। 'মনিয়ুল' শব্দৰ অৰ্থ চাপৰ ঠাই। মনিয়ুলত থকা লোকবিলাকক তিব্বতীয়সকলে 'মন্পা' বোলে। আমাৰ অসমীয়া মানুহে সিহঁতক ভোট বা মন্পা-ভোট বোলে।

মন্পাবিলাক ঘাইকৈ দুই শ্ৰেণীত বিভক্ত। এই শ্ৰেণীক সুৰচকৃপা আৰু আন শ্ৰেণীক সুৰহুকপেন বোলে।

সুৰচকৃপা, দিৰাংচু আৰু নাগুমচু (ধনশিৰী বা ধনদা) নৈৰ উপত্যকাত থাকে। সুৰহুকৃপেন, খৰ্গাওঁ বা খেৰ্গাওঁ আৰু ৰূপা বা ৰূপৰায় গাৱঁত বেলশিৰী আৰু সোনাই-ৰূপাই নৈৰ গুৰিত থাকে। সোণাজুঙত লাছাৰ কৰ্তৃপক্ষই নিযুক্ত কৰা দুজন জংপেন বা শাসনকৰ্তা থাকে। চিলা পৰ্বতৰ উত্তৰৰ ঠাইখিনি তেওঁলোকে শাসন কৰে। তাৰে, এজন উদাসীন সন্ন্যাসী বা বৰাগী আৰু আনজন গৃহস্থী। খাৰকালি তেওঁলোক তিব্বতৰ অন্তৰ্গত সোণাজুঙত থাকে আৰু জাৰকালি মনিয়ুলৰ অন্তৰ্গত তোৱাং নামে ঠাইত থাকে। এই তোৱাং প্ৰদেশৰ নাম পূৰ্বে তক্ষন আছিল। সোণাজুং বা স্বৰ্ণপুৰ এখন বাণিজ্যৰ ঠাই। অসম আৰু তিব্বতৰ বেহা-বেপাৰৰ বাটত এই ঠাইখন আছে।

চিলাপৰ্বতৰ দক্ষিণত থকা সুৰচকৃপাবিলাকক তোৱাং মঠৰ পৰা নিযুক্ত কৰা দুজন সন্ন্যাসী জংপেনে শাসন কৰে। তোৱাং মঠত ৫00 সাধু-সন্ন্যাসী থাকে। এই মঠটো লাছাত থকা প্ৰসিদ্ধ ড্ৰিপুং মঠৰ শাখা। মঠৰ জংপেন্ দুজনে যি ৰাজহ আদায় কৰে তাক তোৱাঙৰ মঠত খৰচ কৰা হয়।

মন্পা-ভোটৰ ভাষাৰ লগত ভোটানৰ ভোটৰ ভাষাৰ কিছু সাদৃশ্য আছে। ভোটৰ ভাষাৰ লগত আকৌ তিব্বতীয় ভাষাৰ কিছু সাদৃশ্য আছে যেনেঃ—

| ভুটীয়া আৰু তিব্বতীয় | অসমীয়া |
|---|---|
| মি | মানুহ |
| ৰি | পৰ্বত |
| নিমা | সূৰ্য |
| দাৱা | চন্দ্ৰ |
| চু | পানী |
| দো | শিল |
| নামা | আকাশ |
| লাম | বাট |
| খিম | ঘৰ |
| মে | জুই |

মন্পাবিলাক নিৰ্জু, শান্তিপ্ৰিয় আৰু আইনমতে চলা মানুহ। সিহঁত উত্তম খেতিয়ক, পৰিশ্ৰমী আৰু কষ্ট সহিষ্ণু।

মন্পাই বঙ্গা থকাৰ দীঘল চোলা পিন্ধে, সেই চোলাৰ তলত কপাহী কাপোৰৰ ঠেঙা পিন্ধে, চুলি কাটি চকুৰ ওপৰলৈকে ৰাখে, মূৰত য়ক্ গৰুৰ নোমৰ এবিধ টুপী পিন্ধি, ক'কালত টঙালি মাৰে আৰু তাতে কাঠৰ খাপে সৈতে এখন দা আঁৰি লৈ ফুৰে।

সুবদুক্‌পেন মম্বা জাতিৰ এটা সৰু ঠাল। সিহঁতে তোৰঙৰ অধীনত নাথাকি স্বাধীনভাৱে স্বৰ্গাওঁ বা স্বেৰ্গাওঁ আৰু ৰূপাগাৱঁত থাকে। সিহঁত শান্তিপ্ৰিয় খেতিয়ক। সিহঁতৰ গাওঁ দুখনক সাতজন মুখিয়াল লোকৰ দ্বাৰা গঠিত এখন সভাই শাসন কৰে। আমাৰ অসমীয়া মাহহে তেওঁলোকক “সাত ৰজা” বোলে।

সুবদুক্‌পেনবিলাক দুই শ্ৰেণীত বিভক্ত, একশ্ৰেণী চিৰকলীয়া ভূস্বামী বা ডাঙৰীয়া, আৰু আন শ্ৰেণী তলতীয়া দুখীয়া খেতিয়ক বা ৰায়ত। এই তলতীয়া শ্ৰেণীৰ মানুহক ওপৰ শ্ৰেণীয়ে “গিবা” বুলি মাতে।

জাৰকালি কেইমাহ সুবদুক্‌পেনবিলাক দৰঙৰ দৈমৰাত আহি থাকে আৰু তাতে তেওঁলোকৰ দেশৰ ধোঁৱা, খচ্চৰ, গৰু, ছাগ আদি জন্তু আৰু খন্দা, চোৰিঁ, আদি বাণিজ্য বস্তু বিক্ৰী কৰে, আৰু আমাৰ দেশৰ পৰা কাপোৰ, চাউল, লোণ আদি কিনি নিয়ে। দৈমৰা বেলশিৰী নৈৰ পাৰত।

মম্বাবিলাক বৌদ্ধ। তেওঁলোকে গৌতম বুদ্ধক পূজা কৰে। তেওঁলোকৰ প্ৰায় গাৱঁতে দেৱমন্দিৰৰ পুৰোহিত আছে, আৰু নৈবিলাকৰ সোঁতত পতা প্ৰাৰ্থনা চকৰিবিলাক সদায় ঘূৰি থকা দেখা যায়।

ওডালগুৰি অমৰাতলৰপৰা তিব্বতৰ ৰাজধানী লাছা নগৰলৈকে এটা পুৰণিকলীয়া বেহা-বেপাৰৰ বাট আছে। সেই বাটটো দীঘলে ৩১১ মাইল। সেইটোৱেই ভাৰতৰপৰা লাছালৈ যাবলৈ চমু বাট। সেই বাটটোৰ আগছোৱা প্ৰায় ২০ মাইল পৰ্বতৰ মাজেদি গৈছে। সেই কুৰি মাইল বাট ভালকৈ মেৰামত কৰিলে তিব্বতৰ লগত আমাৰ দেশৰ বাণিজ্যৰ ভালেমান উন্নতি হ'ব। অমৰাতল ধনশিৰী নৈৰ পাৰত। সেইখন বাণিজ্যৰ ঠাই আৰু মম্বাভোটৰ আমাৰ দেশলৈ অহা যাই দুৱাৰ। ঠাইখনৰ প্ৰাকৃতিক সৌন্দৰ্য মনোৰম। তাৰপৰা ওডালগুৰি ১৬ মাইলমান দূৰ হব। ওডালগুৰিত বছৰি জাৰকালি এখন মেলা বহে। সেই মেলালৈ তিব্বতৰ পৰাও মানুহ আহে। কামৰূপৰ হাজোৰ হয়গ্ৰীৱ মাধৱ দেৱালয় চাবলৈ আৰু তাত পূজা দিবলৈ ভোট আৰু তিব্বতৰ মানুহো যায়। ভোটবিলাকৰ মাজত একেজনী তিৰোতাকে কেইবাটাও ভায়েকে ৰখাৰ নিয়ম চলি আছে।

* আৱাহন, চ'ত ১৮৫২ শক, ২য় বছৰ ৬ষ্ঠ সংখ্যা

## মান

আমাৰ দেশৰ পূব-দক্ষিণ ফালে যি শাৰী পৰ্বত আছে, তাক পাটকাই পৰ্বতশ্ৰেণী বোলে। এই পৰ্বত-শ্ৰেণীয়েই আমাৰ অসম দেশ আৰু ব্ৰহ্ম বা ব্ৰহ্মা দেশৰ সীমনা। এই পাটকাই পৰ্বত পাৰ হৈ আহিয়েই ১১৫০ শকত অহম বা আহোম বংশৰ আদি ৰজা চুকাফা * স্বৰ্গদেৱে সোমাৰত অসম ৰাজত্ব গুটি সিচে। সেই গুটি কালক্ৰমে গজি ডাল-পাত বাঢ়ি প্ৰকাণ্ড গছৰূপে পৰিণত হৈছিল। চুকাফা ৰজাদেউ কামৰূপৰ সোমাবলৈ অহাৰ সময়ত পাট-কাই পৰ্বতৰ নাম “ডন্তু-কাউ ৰঙ্” (ডন্তু-পৰ্বত, কাউ-১টা, ৰঙ্ পোহৰ্খোৱা) অৰ্থাৎ—পাটকাই পৰ্বত-শ্ৰেণীত সাতোটা ডাঙৰ পৰ্বত আছে। ১৩২৩ শকত চুবাঙফা স্বৰ্গদেৱৰ দিনত নৰাদেশৰ ৰজাৰ লগত আমাৰ ৰজাৰ এক যুদ্ধ হয়। সেই যুদ্ধত দুয়ো ফালৰ সেনাপতিয়ে নওজাও বিলত হাত-ভৰি ধুই ডন্তু-কাউ-ৰঙ্ পৰ্বতৰ ওপৰত কুকুৰা কাটি শপতখাই সন্ধি কৰে। তেতিয়া সেই পৰ্বতৰ নাম “পাটকাই চেঙকান্” হ'ল। পাট-কাটি, চেঙ-শপত, কাই-কুকুৰা,

* শ্যান ভাষাত “চন্তু” শব্দৰ অৰ্থ ৰজা। এই “চন্তু” শব্দই শেহত “চু” হৈ অসম বা আহোম ৰজাসকলৰ নামৰ আগত শোভা পাইছিল। “ফা” শব্দৰ অৰ্থ দীপ্তিমান হোৱা। “ফা” শব্দৰ অৰ্থ জানিব পৰা নাই। কিন্তু, প্ৰায় ৰজাসকলৰ নামৰ আগত “চু” আৰু নামৰ শেষত “ফা” আছিল।

কাণ-লগালে; অর্থাৎ কুকুৰা কাটি শপট খালে। তেতিয়াৰপৰাই পাটকাই পৰ্বত আসাম আৰু ব্ৰহ্মদেশৰ সীমনা হ'ল।

আসামৰ বুৰঞ্জীৰ লগত পাটকাই পৰ্বতৰ ঘৰ সম্বন্ধ আছে। কাৰণ অসমৰ পূবফালে এই পাট-কাই পৰ্বতৰ টিঙ্গতে অহম ৰাজত্বৰ সৌভাগ্য-সূৰ্য প্ৰথমে উদয় হয়, অহম ৰাজ্যৰ ভাগ্যাকাশত সেই দিনেই উষাৰ সোণোৱালী কিৰণে দেখা দিয়ে, সেই কালৰপৰাই ইন্দ্ৰবংশী অহম বা আহোম ৰজাৰ অঙ্কশোভিনী হৈ বিজয়-লক্ষ্মীয়ে অসমলৈ ভুমুকি মাৰে, অসম নামৰ আৰম্ভণ হয়। আকৌ, সেই পাটকাই পৰ্বতেদিয়েই মানৰূপে বিপদৰ কৰাল বাহু আহি সেই সৌভাগ্য-সূৰ্যক গ্ৰাস কৰেছি, সেই কালৰ পৰাই মানৰূপ কলা ডাঁৱৰ ওলাই অসমৰ ভাগ্যা-কাশ ঢাকি ধৰেছি, দুৰ্দান্ত নৰ-পিশাচ অসভ্য মানৰ খেদাত ব্ৰিতত বিমোৰ হৈ অহমৰ ৰাজ্যলক্ষ্মীয়ে প্ৰবল প্ৰতাপী সভ্যতাৰ শিৰোমণি বৃটিচ ৰাজ্যৰ শৰণাগতা-দাসী হৈ আত্মৰক্ষা কৰে। বৃটিচ গৱৰ্ণমেণ্টৰ কৃপাত অসমৰ দুখৰ তিমিৰ অন্ত হয়, আকৌ সুখৰ জিলি-কণিয়ে দেখা দিয়ে। এই পাটকাই পৰ্বতেই যুগ-মীয়া সোঁৱৰণী হৈ অসম ৰাজত্বৰ উত্থান-পতনৰ কথা চিৰকাল জগতৰ আগত স্থিৰ, গম্ভীৰ, অটল, অচল ভাৱে ঘোষণা কৰি থাকিব।

ইন্দ্ৰবংশী অসম বা আহোম ৰজাসকলে ৬০০ বছৰ এই সুজলা সুফলা শস্যশালিনী প্ৰকৃতিৰ কাম্য-কানন অসম দেশত এক প্ৰকাৰ অকণ্টকা ৰাজত্ব কৰে। ৬০০ বছৰৰ মূৰত মান-সেনাই পাটকাই পৰ্বত পাৰহৈ আহি অহম ৰাজত্বৰ বিশাল বৰগছৰ গুৰিত ঘৰ কুঠাৰৰ কোব মাৰেছি। প্ৰথম বাৰৰ কোবত গছজোপা পৰা নাছিল, দুলদুল হালিছিল মাথোন। দ্বিতীয় বাৰৰ কোবত গছ থাৰকৈয়ে হালিল; ঢোকা দিব লগাত পৰিছিল। তৃতীয় বাৰত মানে আহি হ'লা গছত ধাৰীকুঠাৰ মাৰিলে, গছ পিছ একেবাৰে গিৰিং কৰে পৰি গ'ল। উজনী, নামনী, গোটেই অসম কঁপিবলৈ ধৰিলে। এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰে শেষ কৰি মানে অসম দেশ আক্ৰমণ কৰে। মানুহৰ ধন-বস্তু ডকা দি লৈ গুৱনী তিৰোতাৰ সতীত্ব নাশ কৰি, লৰাছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢী যাকে য'তে পালে নানাৰূপে অত্যাচাৰ কৰি কাটি মাৰি, এই সোণৰ দেশ মানে খাস্তাং কৰিলে, জনপূৰ্ণ শস্যশ্যামলা দেশক মানে শ্মশানত পৰিণত কৰিলে। মান-সেনাৰ পাশবিক অত্যাচাৰৰ কথা শুনিলে অতি কাঠচিতীয়াৰো বুকু কঁপি উঠে, গাৰ নোম শিয়ঁৰি উঠে, চকুৰ পানী ধাৰে ধাৰে বৰলৈ ধৰে।

এই মানবিলাক নো কোন? ব্ৰহ্মদেশৰ মানুহকে আমি মান বুলি ভাবোঁ। কিন্তু, ব্ৰহ্মদেশৰ মানুহ মাত্ৰেই মান নহয়। "মান" ব্ৰহ্মদেশৰ এটা জাতি মাথোন। এই জাতিটোৰ বিৱৰণ জানিবলৈ স্বভাৱতঃ আমাৰ মনত হেঁপাহৰ ভাৱ উদয় হয়। আমি এই প্ৰবন্ধত "মান" জাতিৰ মানুহৰ বিষয়ে যিমান দূৰ জানিব পাৰিছোঁ তাকে লিখিবলৈ আগ বাঢ়িলোঁ। 'জোনাকী'ত পূৰ্বে প্ৰকাশ হোৱা 'ব্ৰহ্ম-যাত্ৰীৰ ডায়েৰি' প্ৰবন্ধত আমি ব্ৰহ্মদেশৰ কিছু আভাস-পাঠকসকলক দি থৈছোঁ।

আমাৰ দেশৰ দৰে ব্ৰহ্মদেশো এখন অতি পুৰণি দেশ। এই দেশৰ নাম মহাভাৰতত পোৱা যায়। আমাৰ দেশত যেনেকৈ কোঁচ, কছাৰী, জয়ন্তা, অহম, চুটিয়া, বাৰভূঞা, মোৱামৰীয়া বা মৰাণ আদি কেইবাটাও জাতিৰ মানুহে ৰাজ্যৰ নিমিত্তে খোৱা কামোৰা লগাইছিল, তেনেকৈ ব্ৰহ্মদেশতো আদিতে ৰাজ্যৰ নিমিত্তে কেইবাটাও জাতিয়ে সময়ে সময়ে যুদ্ধাদি কৰিছিল। ব্ৰহ্মদেশৰ মানুহবিলাক যাইকৈ সাতোটা জাতিত বিভক্ত,—

১। বৰ্মন (The Burman).
২। শ্যান বা সান (The Shan)
৩। মান বা টালাইং (The Mun, Mon or Talaing)

৪। কাৰেণ (The Karen)
৫। চীন (The Chin)
৬। কাচিন (The Kachin)
৭। চালোন বা চিলুং (The Salon or Selung).

"চালোন" জাতিৰ মানুহ আজিকালি ব্ৰহ্মদেশত নিচেই তাকৰ। সিহঁত ব্ৰহ্মদেশৰ আদিম নিবাসী মানুহ আছিল। পাচে উত্তৰৰ পৰা তিনিটা প্ৰতাপী জাতিয়ে ক্ৰমে এটাৰ পাছত এটা কৈ আহি সিহঁতক কাটি-মাৰি খেদি সেই দেশত নিজৰ আধিপত্য বিস্তাৰ কৰেহি। চালোনৰ অধিকখিনি মানুহেই ধ্বংস পালে। যি অলপ অচৰপ আছিল, সিহঁতে পলাই ব্ৰহ্মদেশৰ দক্ষিণৰ সৰু সৰু মাজুলীবোৰলৈ উঠি গৈ প্ৰাণ ৰক্ষা কৰিলে। সিহঁতৰ সংখ্যা আজিকালি ১৩০০ (তেৰ শ)ৰ বেচি নহব। মান বা টালাইং জাতিৰ মানুহেই প্ৰথমে উত্তৰফালৰপৰা আহি চালোনক খেদাই ব্ৰহ্মদেশত বসতি স্থাপন কৰে। 'মান' শব্দৰ অৰ্থ আদিমানুহ। তাৰ পিছে বৰ্ম্মণজাতি উত্তৰৰ পৰা আহে। বৰ্ম্মণ জাতিৰ পিচত শান জাতি চীন দেশৰ দক্ষিণ পশ্চিমফালৰপৰা আহে। চীন আৰু কচিন, বৰ্ম্মণ জাতিৰে দুটা ঠাল মাথোন। কাচিন আৰু চিংফৌৰ গুৰি গছ একে। কাৰেণ-জাতিৰ মানুহবিলাক চালোনৰ নিচিনা ব্ৰহ্মদেশৰ আদিবাসী লোক। পাচে অহা পৰাক্ৰমী জাতি-বিলাকে সিহঁতকো ভাল ভাল ঠাইবিলাকৰ পৰা খেদি নিজৰ আধিপত্য বহলাই সিহঁতক দাঁতি-কাষৰীয়া কৰিলে। আজিকালি কাৰেণ জাতিৰ মানুহক ব্ৰহ্ম-দেশৰ পুব দাঁতিত দেখিবলৈ পোৱা যায়।

মানবিলাকে ব্ৰহ্মদেশ অধিকাৰ কৰি তাত বসতি স্থাপন কৰাৰ পাচে বৰ্ম্মণ জাতি সেই দেশলৈ আহে। এই দুয়োজাতিৰ ভিতৰত ৰাজ্যৰ নিমিত্তে ভালেমান দিন যুদ্ধ চলিছিল। কোনো বাৰ মানৰ জয় হয়, শেহত মানবিলাকে ক্ৰমে ক্ৰমে যুদ্ধত ঘাটি উত্তৰ ফালৰ পৰা ৰাজ্য এৰি দি দি দক্ষিণলৈ পিচুৱাই আহি আছিল। সৰ্বশেহত সিহঁতে টেনাচেৰিম আৰু ইৰাৱতীৰ মুখ পেগুত আহি বাস কৰিলেহি। কিন্তু, বৰ্ম্মণৰ ৰজা আলুংফা বা আলম্প্ৰাই ক্ষান্ত নহৈ* পেগুত যুদ্ধ কৰি মানৰ শেহজনা ৰজাক বধ কৰে আৰু নিজে গোটেইখন ব্ৰহ্মদেশৰ অধীশ্বৰ হয়। ৰজা আলম্প্ৰাই তেওঁ যুদ্ধত জয়লাভ কৰাৰ গৌৰৱৰ স্বৰূপে (এতিয়াৰ) ৰেঙ্গুন (আগৰ Syriam) নগৰৰ ওচৰত "সোৱে ডাগন পেগডা" নামেৰে এটি সোণৰ 'ফয়া' বা মন্দিৰ নিৰ্ম্মাণ কৰায়। তেওঁৰ পাচৰ ৰজাসকলে সেই মন্দিৰকে ক্ৰমে ক্ৰমে ডাঙৰ কৰে। এতিয়া সেই মন্দিৰ ওখই ৩৬০ ফুট হ'ব। বিলাতৰ চেণ্টপল গীৰ্জ্জাতকৈও এই মন্দিৰ ওখ। মন্দিৰটোৰ চূড়াৰপৰা আৰম্ভ কৰি বেৰলৈকে গোটেই-খিনি আচল নিভাঁজ সোণেৰে তৈয়াৰী। প্ৰত্যেক পুৰুষত একোবাৰকৈ ব্ৰহ্মদেশৰ মানুহে বৰঙনি তুলি সোণ কিনি সেই মন্দিৰৰ জীৰ্ণ-সংস্কাৰ কৰি থাকে। বৰ্তমান আগ্ৰাৰ তাজমহলক এৰি সেই পেগডাৰ নিচিনা অতি মনোহৰ ধুনীয়া ঘৰ পৃথিৱীত নাই বুলি অনেক ভ্ৰমণকাৰীয়ে কয়।

ৰেঙ্গুনত চুলে "পেগডা" নামেৰে আৰু এটা সৰু সোণৰ মন্দিৰ আছে। সেই মন্দিৰৰ তলতে ৰজা আলম্প্ৰাই এজন মানৰ কোঁৱৰক বধ কৰি পুতিছিল।

কালক্ৰমে মান জাতিৰ মানুহবিলাক বৰ্ম্মণ জাতিৰ লগত মিলি এটা জাতি হোৱাৰ নিচিনা হ'ল। বৰ্ম্মণতকৈ মানবিলাক দেখিবলৈ কিছু শুৱনী আৰু বলী। ব্ৰহ্মৰজাৰ সৈন্যবিলাকৰ ভিতৰৰ কেশাদলো সৈন্য মান জাতিৰ মানুহৰ দ্বাৰা গঠিত হৈছিল। মান-সেনাই প্ৰায় যুদ্ধত বৰ পাৰ্গতালি দেখুৱাইছিল, আৰু আগ-বঢ়ুৱা বুলি বিখ্যাত হৈছিল। ইংৰাজী ১৮৯১ চনৰ ব্ৰহ্মদেশৰ Census Report ৰ ২০৫-২০৬ পিঠিত এই মান জাতিৰ বিষয়ে যি লিখিছে, তাৰ এটোৱাৰ ভাঙনী তলত তুলি দিলোঁ,—

"মানবিলাকক আজিকালি সাধাৰণতঃ মান, মন, পেগুৱান, বা টালাইং বোলা হয়। ইহঁতে

*ইংৰাজী কিতাপত কোনোৱে Alampa আৰু কোনোৱে Alaungparga এনেকৈ লিখিছে।

শেহত ইবাৱতী নৈৰ মুখৰ ওচৰত আহি বাস কৰিছিলহি। তাতে বৰ্মণৰ ৰজা আলুংকা বা আলম্প্ৰাই সিঁহতক যুদ্ধত ঘটাই কৰতলীয়া কৰে। সেই যুদ্ধৰ আগেয়ে অনেক শ বছৰৰপৰা এই জাতিৰ ভিতৰত যুদ্ধাদি চলি আছিল। কেতিয়াবা কেতিয়াবা মানৰ জয় হয়। কেতিয়াবা কেতিয়াবা আকৌ বৰ্মণৰ জয় হয়। মানবিলাকৰ আদিৰ কথা, সিঁহতৰ ৰাজ্যৰ আৰু পূৰ্বগৌৰৱৰ কথা আৰু সিঁহতৰ লগত যে কম্বদিয়া (আনাম) ৰাজ্যৰ মানুহৰ লগত ঘনিষ্ঠ সম্বন্ধ আছে ইত্যাদি কথা বৰ্তমানত সঠিককৈ জানিব পৰা গৈছে। আজিকালি মান আৰু বৰ্মণ এই দুয়ো জাতিৰ ভিতৰত বৈবাহিক সম্বন্ধ, আচাৰ-ব্যৱহাৰ, পিন্ধা-উৰা, মাত কথা আদিৰ ইমান মিল হৈছে যে, সময়ত ইহঁতৰ বিভিন্নতা নেথাকিবগৈ বুলি অনেকে সন্দেহ কৰিছে।"

বৰ্মণবিলাকক কেতিয়াবা কেতিয়াবা 'মিয়াণমৌ' বুলিও মতা হয়। বৰ্মণৰ ভাষাত "মিয়াণ" শব্দৰ অৰ্থ মানুহ। মিয়াণমৌ (Myanmow) বুলিলে "মৌ" নামেৰে ঠাইৰ মানুহক বুজায়। যেনেকুৱা আমাৰ ভাষাত তেজপুৰীয়া, শিৱসাগৰীয়া বুলিলে সেই ঠাইৰ মানুহক বুজায়।

ব্ৰহ্মদেশৰ মানুহবিলাকে সিঁহতৰ নামৰ আগত "মং (Maung) শব্দটো লিখে। এইটো এটা সম্মান-সূচক শব্দ। আমাৰ মানুহৰ নামৰ আগত আমি যেনেকৈ 'শ্ৰীযুত' লিখোঁ, বঙ্গালীবিলাকে যেনেকৈ 'বাবু' লিখে, তেনেকৈ বৰ্মিজবিলাকে নামৰ আগত "মং" (Maung) লিখে। অতি পূৰ্বে বৰ্মণ আৰু মানবিলাকে নামৰ আগত 'মং' নিলিখি "মিঙ্গি" (Mingye) লিখিছিল। মিঙ্গিমাহা বন্দুলা, মিঙ্গি-মাহা তিলোৱা বুলিলে শ্ৰীযুত মাহা বন্দুলা, শ্ৰীযুত মাহা তিলোৱা এনেকুৱা বুজাইছিল। "মাহা" শব্দৰ অৰ্থ সেনাপতি হ'ব পাৰে। এজন ইংৰাজ গ্ৰন্থকৰ্তাই তেওঁ লিখা "The Silken East" নামেৰে অতি ধুনীয়া পুথিৰ ১৯ পিঠিত মান জাতিৰ মানুহৰ বিষয়ে যি লিখিছে, তাক তলত তুলি দিলোঁ ;—

"A hundred and fifty years ago the Mun were still a people, and Englishmen and Frenchmen leaned now towards the one, now towards the other of these conflicting races. But to-day the Mun are all but absorbed in the Burmese race and threehundred thousand people alone represent in Burma a race whose civilization once extended from the Assam Hills to Annam. Broadly speaking they are now indistinguishable except as to language from the Burmese. People who know them well can, however, distinguish between them, and on the whole the Mun is apt to be fairer and stouter than the true Burmese"

বৰ্মণ জাতীয় মানুহবিলাক অতীতৰ ভাৰত-বৰ্ষৰ বৌদ্ধধৰ্মাৱলম্বী লোক বুলি বোধ হয়। * বৰ্মণৰ পাছত শ্যান জাতি ব্ৰহ্মদেশলৈ আহে। মান জাতিৰ আদি ঠাই শ্যাম দেশ আছিল বুলি অনেকে অনুমান কৰে। শ্যান জাতিৰ মানুহেই শেহত বৰ্মণ জাতিক যুদ্ধত ঘটুৱাই ব্ৰহ্মদেশৰ ৰজা হৈছিল। আমাৰ ইন্দ্ৰবংশী অহম বা আহোম ৰজাসকলো

* বৰ্মণবিলাকৰ ভিতৰত এনেকুৱা প্ৰবাদ আছে যে, সিঁহতৰ পূৰ্বপুৰুষ ভাৰতৰ কপিলাবস্তু আৰু অযোধ্যাৰ মানুহ। বৌদ্ধধৰ্মৰ পতনৰ পাছত যেতিয়া ভাৰতত পুনৰায় বৈদিক ধৰ্ম প্ৰবলৰূপে প্ৰচাৰ হয়, তেতিয়া বৌদ্ধধৰ্মাৱলম্বী মানুহবিলাকে তিব্বত, ব্ৰহ্ম, চীন প্ৰভৃতি দেশলৈ পলাই যাবলৈ বাধ্য হৈছিল। আধুনিক ইংৰাজ লিখকসকলে কিন্তু এইটো কথা স্বীকাৰ কৰিব নোখোজে। আৰাকানত থকা বৰ্মণ মানুহবিলাকক সাধাৰণতঃ মগ বুলি মতা যায়। এনে প্ৰবাদ আছে যে, এই মগবিলাকৰ পূৰ্বপুৰুষ মগধৰাজ্যত আছিল, বৈদিক ধৰ্মৰ অভ্যুত্থানৰ সময়ত তেওঁলোক বৌদ্ধধৰ্মাৱলম্বী থকা বাবে খেদা খাই আৰাকানত আহি উপনিবেশ স্থাপন কৰিছিল ১৮৯১ চনৰ ব্ৰহ্মদেশৰ Census Report ৰ ১৯৭ পৃষ্ঠাত এই বিষয়ে বাহুল্যৰূপে লিখা আছে।

বৌদ্ধধৰ্মী শ্যান ৰাজবংশৰে সতি-সন্তান অৰ্থাৎ শ্যান ৰাজ পৰিয়ালৰে এটা ঠাল আছিল।

"The Silken East" নামেৰে কিতাপৰ ২৫ পিঠিত শ্যান জাতিৰ বিষয়ে যি লিখা আছে, তাৰ পৰা এছোৱা তলত তুলি দিলোঁ :—

"The race began to spread into Burma from South-Western China about two thousand years ago. Its migration was hastened by the pressure of the Chinese races behind, and as the pressure increased it spread from the valley of the Shweli river, its first home in Burma, southwards to the Siamese seas, eastward to Tongking and north and west till it reached the Brahmaputra and founded the Ahom Kingdom of Assam. * The Shan are now found in Burma in the Shan States, and far down the Eastern peninsula to margin. In the north they spread over the whole of the upper territores of the Irrawaddy from Myitkina to the third Defile, and along the Chindwin, where traces of their former supremacy survive in the principalitics of Singkaling-Hkamti, Thaungdht. They have ruled at Ava and have come near to the mastery of Burma. They owe their failure to their inability to combine on any national scale"

যেতিয়া বদনচন্দ্ৰ বৰফুকনে গুৱাহাটীৰ পৰা পলাই কলিকতা ওলায়গৈ সেই সময়ত তালৈ ব্ৰহ্মদেশৰ ৰজাৰ এজন এজেণ্ট বা বিষয়া আহিছিল। বদনচন্দ্ৰে সেই বাতৰি পাই তেওঁৰ কাষ চাপি তেওঁৰ আগত তিলকে তাল কৰি অসম দেশৰ দুৰৱস্থাৰ বিষয়ে জনালে। তেওঁ বৰফুকনক সহায় কৰিবলৈ প্ৰতিশ্ৰুত হ'ল আৰু ব্ৰহ্মদেশৰ ৰজাৰ আগত কৈ সৈন্য-সামন্ত দিয়াবৰ নিমিত্তে বৰফুকনক কলিকতাৰ পৰা বাহিৰে বাহিৰে সমুদ্ৰৰ বাটেদি ৰেঙ্গুনলৈ লৈ গ'ল। ব্ৰহ্মৰজা বডোফাই (Bodou Paya) অসম দেশত অৰাজকতা হোৱা কথা শুনি মান সেনাদলৰ পৰা ছয় হেজাৰ সেনা লগত দি বৰফুকনক বামেদি অসমলৈ পঠিয়াই দিয়ে। সেই সেনাই উত্তৰে মগাং (Magaung) আৰু মানকং চাং, আৰু জাংকাই খনিৰ মাজেদি আহি আহি আৰু কিছুমান সেনা গোটাই লৈ, ইং ১৮১৬ খৃষ্টাব্দত পাটকাই পৰ্বত পাৰ হৈ বৰফুকনে সৈতে অসমৰ সীমা সোমায়হি। এয়ে অসমত মানৰ উপদ্ৰৱৰ প্ৰথম আৰম্ভণ। তাৰ পাচত যি যি ঘটনা হ'ল তাক বুৰঞ্জী পঢ়া পাঠকে জানে। ব্ৰহ্মদেশৰপৰা মান জাতীয় মানুহেৰে গঠিত সেনাই আসাম দেশলৈ আহি প্ৰথমে এই দেশ আক্ৰমণ কৰা বাবে, দ্বিতীয় আৰু তৃতীয় বাৰৰ আক্ৰমণকাৰীবিলাকো আমাৰ দেশত "মান" বুলিয়েই পৰিচিত হ'ল, যদিও সেইবিলাক আক্ৰমণকাৰীৰ লগত ব্ৰহ্মদেশৰ আনজাতীয় মানুহো আহিছিল। মিয়াণম্মো বা, বৰ্মণজাতিৰ কিছু মানুহো আমাৰ দেশলৈ আহিছিল বুলি কোৱা যায়। কিন্তু, প্ৰকৃতপক্ষে "মান" ব্ৰহ্মদেশৰ এজাতি মানুহকহে কয়। পেগু, ইৰাৱতী আৰু মউলমেন এই তিনি বিভাগৰ মানুহবিলাকক আজি-কালিও মান বা টালাইং বোলে।

* It was this Shan race that founded the Shan or Ahom Kingdom of Assam :—vide, page 195 of the Burma Census Report, 1891.

The Ahoms or Ahams of Assam are a branch of the Taie-Shan race, their languge is now extinct and they have lost much of the national characteristics of the Shans. * * * From 1228 the date of their conquest, till 1654, when they were converted to Hinduism, the Ahom Kings, * * * surrendered their Shan names,—vide, page 204 of the Burma Census Report.

এসময়ত বন্দুলা নামেৰে এজন বৰ বীৰ আৰু সাহিয়াল পুৰুষ মানজাতীয় সেনাবিলাকৰ ওপৰত প্ৰধান সেনাপতি নিযুক্ত হৈছিল। ইং ১৮২১ চনৰ মহগড়ৰ যুদ্ধত এই বন্দুলা সেনাপতিয়েই আমাৰ ৰজা চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱৰ সেনাক পৰাস্ত কৰি অসমত ব্ৰহ্মৰজাৰ বিজয়-পতাকা উৰাইছিলহি। মহগড়ৰ যুদ্ধত জয়লাভ কৰি তেওঁ ব্ৰহ্মদেশলৈ উলটি গৈ ব্ৰহ্মৰজাৰ ওচৰত মিঙ্গিমাহা তিলোৱাই এই দেশত যিমান অত্যাচাৰ কৰিছিল সেই সকলো কথা জনাই তিলোৱাক ব্ৰহ্মদেশলৈ ঘুৰাই নিয়াই আৰু মিঙ্গিমাহা ক্যাডেং মগাউন নামেৰে সেনাপতি এজনক তেওঁৰ বিষয়ত নিযুক্ত কৰি অসম দেশত শান্তি স্থাপন কৰিবলৈ পঠিয়ায়। ব্ৰহ্মদেশৰ বুৰঞ্জী পঢ়িলে জনা যায় যে, বন্দুলা এজন বিচক্ষণ, বহুদৰ্শী, সাহিয়াল বীৰপুৰুষ আছিল। ইৰাৱতী নৈৰ এখন শাখা নৈৰ ( Hlaing ) পাৰত ডনাবু ( Donabyu-white peacock town ) নগৰত কোঠ সাজি বন্দুলা সেনাপতি সসৈন্যে বাস কৰিছিল। ডনাবুৰ ওচৰৰ হেনজাডা ( Henzada ) নামেৰে ঠাইত ইংৰাজ সেনাপতি চাৰ আৰ্চিবেলড কেম্বেল ( Sir Archibald Campbell ) ছাহাবে দুৰ্গ নিৰ্মাণ কৰি ইং ১৮২৫ চনত তেওঁৰ লগত যুদ্ধ কৰে। সেই যুদ্ধত বৰটোপৰ গুলি লাগি বন্দুলাৰ প্ৰাণ হানি হয়, তেওঁৰ সৈন্য সামন্ত পৰাস্ত হয় আৰু বৃটিচ গৱৰ্ণমেণ্টৰ জয় হয়। সেই যুদ্ধতেই ব্ৰহ্মসেনাৰ কঁকাল পৰিল। ইং ১৮২৬ চনত পেগান্ নামেৰে ঠাইত আৰু এখন যুদ্ধ হয়। তাত দুহেজাৰ ইংৰাজ সেনাই ওঠৰ হেজাৰ মান-সেনাক পৰাস্ত কৰি খেদি নিয়ে। ইংৰাজ সেনাই মান সেনাক খেদি ইয়াণ্ডাবুলৈ লৈ গ'ল। তাতে ব্ৰহ্মৰজাই ভয়ত বিহ্বল হৈ বৃটিচ গৱৰ্ণমেণ্টৰ লগত সন্ধি কৰে। সেই সন্ধিৰ বলতেই গৱৰ্ণমেণ্টে ব্ৰহ্মৰজাৰ হাতৰপৰা আৰাকান, মাৰ্টাবান, টেনাচেৰিম আৰু আমাৰ অসম দেশ লয়। তেতিয়াৰ পৰাই অসমত মানৰ উপদ্ৰৱ নাইকিয়া হ'ল। ইংৰাজী ১৮১৬ চনত অসমত মানৰ উপদ্ৰৱ আৰম্ভ হয় আৰু ইং ১৮২৬ চনত সেই উপদ্ৰৱৰ অন্ত পৰে, আৰু অসমীয়া মানুহৰ দুখৰ নিশা পুৱায়। *

* টীকা—ব্ৰহ্মদেশৰ চোৱেলী ( Shweli ) নৈক পৌৰাণিক কালত হিন্দুসকলে কৌশাম্বী বুলিছিল। উষা, ১ম বছৰ, ৩য় সংখ্যা।

# ব্ৰহ্মদেশত অসমীয়া মানুহ

ইংৰাজী ১৮১৬ খৃষ্টাব্দত প্ৰথমে মান-সেনা অসমলৈ আহে। বদনচন্দ্ৰ বৰফুকনে এই মান-সেনা লৈ অসমদেশ সোমায়হি। ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ লগত বিৰোধ উপস্থিত হোৱাত বৰফুকনে তেওঁক উপযুক্ত শাস্তি দিবৰ মনেৰেই অসমদেশলৈ মান-সেনা লৈ আহে। সেই সময়ত চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে অসমত ৰাজত্ব কৰিছিল। অসমৰ সীমাতে আমাৰ ৰজাৰ বগুৱাবিলাকৰ মান সেনাৰে যুদ্ধ হয়। সেই যুদ্ধত আমাৰ বগুৱাবিলাক পৰাস্ত হ'লত বৰফুকনে মান-সেনাৰে সৈতে মহা আড়ম্বৰেৰে ৰাজধানী ৰংপুৰ নগৰত প্ৰবেশ কৰে। কিন্তু, তেওঁ প্ৰবেশ কৰাৰ পূৰ্বেই অকস্মাৎ বুঢ়াগোহাঁই ডাঙৰীয়াৰ মৃত্যু হয়। তাতে বৰফুকনৰ মনৰ হেঁপাহ, বিপুল আয়োজন বিফল হ'ল। যাৰ নিমিত্তে বৰফুকনে গুৱাহাটীৰপৰা পলাই গৈ, অনেক বিপদ বিঘিনি, দুখ বেজাৰ অকাতৰে সহি সুদূৰ ব্ৰহ্মদেশ ওলাইছিলগৈ, যাৰ নিমিত্তেই ব্ৰহ্মৰজাৰ শৰণাগত হৈ তেওঁৰপৰা ইমান সৈন্য সামন্ত লৈ অনেক হাবি-বন, পৰ্বত-ভৈয়াম অতিক্ৰম কৰি অসম-

লৈ আহিছিল, সেই বুঢ়াগোহাঁইৰ অকস্মাৎ মৃত্যু সংবাদত বৰফুকনে অপৰিসীম শোক পালে। তেওঁৰ বৈৰ নিৰ্যাতন কৰিবলৈ নোপোৱাটোৱেই শোকৰ কাৰণ হ'ল। সি যি হওক, বৰফুকনে আন-প্ৰকাৰে তেওঁৰ শত্ৰুতাৰ প্ৰতিশোধ লবলৈ আৰম্ভ কৰিলে। তেওঁ বুঢ়াগোহাঁই ডাঙৰীয়াৰ ঘৰবাৰী যি পালে, সেই সকলো মান সেনাক বিলাই দিলে। বুঢ়াগোহাঁই ডাঙৰীয়াৰ বংশ পৰিয়াল, অঙহী-বঙহী, যাক যাক পালে সিবিলাকক ধৰাই অনাই নানা ৰূপে শাস্তি দি হত্যা কৰালে। চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱ বিবুদ্ধিত পৰিল। তেওঁ মান-সেনাৰ বল-বিক্ৰম দেখি ব্ৰহ্মৰজাৰ লগত মিত্ৰতা কৰিবলৈ বাঞ্ছা কৰিলে। তাতে মানৰ সেনাপতিয়ে ৰজাৰ আইদেউ এজনী আৰু অনেক ধন সোণ পুৰস্কাৰ খুজিলে। ৰজাৰ নিজৰ জীয়েক বা ভনীয়েক নাছিল। বৰফুকনক ৰজাই ৰাজ্যৰ প্ৰধানমন্ত্ৰী পাতি তেওঁৰ লগত পৰামৰ্শ কৰি তুংখুঙীয়া ফৈদৰ বগাকোঁৱৰৰ জীয়েক এজনীকে নিজৰ ভনীয়েক বুলি সালঙ্কাৰে তাকৈ ব্ৰহ্মৰজালৈ দি পঠিয়াই মিত্ৰতা সংস্থাপন কৰে। মানৰ সেনা আৰু সেনাপতিয়েও যথাযোগ্য বঁটা লৈ অসম এৰি ব্ৰহ্মদেশলৈ যাত্ৰা কৰে। এই আইদেউ জনাৰ নাম ভামো (কোনো কোনোৰ মতে হেমো) আছিল বুলি জনা গৈছে। আইদেউৰ বয়স নিচেই কোমল আছিল, আৰু, তেওঁ দেখাত অনুপমা ৰূপ-লাৱণ্যৱতী আছিল। তেওঁৰ হেনো খোপাটো মেলিলে চুলিয়ে ভৰিৰ গোৰোৱা পাইছিলগৈ। তেওঁ নিজৰ প্ৰিয় জন্মভূমি, মৰমৰ মাক-বাপেক, চেনেহৰ ভাই-ককাই, মিতিৰ-কুটুম্ব আদিক এৰি জন্মৰ কাৰণে সুদূৰ ব্ৰহ্মদেশলৈ যাব লগা হোৱাত অসীম বিলাপ কৰিছিল আৰু তেওঁক সেই দেশলৈ নপঠাবৰ কাৰণে কাকুতিত গছৰ পাত সৰাইছিল। অৱশেষত ৰজাই ভামো আইদেউৰ মাকক, টঙ্কেশ্বৰ আৰু মলো নামৰে দুজন ককায়েকক, অনেক আপোন মিতিৰ-কুটুম্ব আৰু সমনীয়া ছোৱালীক লগত দি আইদেউক ব্ৰহ্মদেশলৈ পঠিয়ায়। এইবিলাকৰ বাহিৰেও আই-দেউৰ লগত অনেক বন্দী-বেটী যায়, আৰু ব্ৰহ্মদেশৰ ভবিষ্যৎ ৰাজৰাণী বুলি আইদেউৰ সম্মানাৰ্থে ৫০০ পাঁচশ অসমীয়া বণুৱাক সপৰিয়ালে তেওঁৰ লগত পঠোৱা হয়। আইদেউৰ ককায়েক টঙ্কেশ্বৰ এই বিলাক সেনাৰ ওপৰত সেনাপতি হৈ অনেক বাদ্য-ভণ্ড কৰাই গৈছিল। তথাপি আইদেৱে যাওঁতে ওৰে বাটে নিজৰ দেশৰ ফালে উভটি চাই চাই চকুলো টুকিছে গৈছিল। ব্ৰহ্মদেশত থিতাপি হৈ থাকিবৰ কাৰণে এয়ে অসমীয়া মানুহৰ প্ৰথম যাত্ৰা।

ভামো আইদেউৰ বাপেক বগা কোঁৱৰ ব্ৰহ্মদেশলৈ যোৱা নাছিল। তেওঁ তেওঁৰ জ্যেষ্ঠ পুত্ৰ যোগেশ্বৰে সৈতে আমাৰ দেশতে থাকিল। এই যোগেশ্বৰ কোঁৱৰকে শেহৰ বাৰত অহা মানে অসমৰ ৰাজসিংহাসনত বহুৱাই এই দেশৰ ৰজা পাতিছিল। ভামো আইদেওৰ লগত যোৱা অসমীয়া মানুহবিলাকৰ বংশ পৰিয়াল এতিয়াও ব্ৰহ্মদেশত আছে। ব্ৰহ্মদেশত থকা এইবিলাক অসমীয়া মানুহৰ বিষয়ে আমি যি জানিব পাৰিছোঁ তাকে এই প্ৰবন্ধত আলচ কৰিম।

এজন ইংৰাজ গ্ৰন্থকাৰে তেওঁ লিখা "The Silken East" নামেৰে অতি বিতোপন পুথিৰ এঠাইত লিখিছে যে ব্ৰহ্মদেশৰ ভামো নগৰৰ ওচৰত চাম্পিনগ নামেৰে এখন পুৰণি এৱা-নগৰ আছে, সেই এৱা-নগৰৰ কাষেদি যিটো বাট গৈছে, সেই বাটেদি অলপ দূৰ গলেই উইথালি নামেৰে এখন ডাঙৰ গাওঁ পোৱা যায়, ব্ৰহ্মদেশৰ বডোফা (Bodaw phaya) ৰজাৰ দিনত অসম ৰজাৰ ভায়েকৰ লগত ভাগি অহা ৫০০ অসমীয়া সৈন্যৰ বংশ-পৰিয়াল উক্ত উইথালি গাওঁত এতিয়াও আছে।

অসম দেশ মানে আক্ৰমণ কৰোঁতে ব্ৰহ্মদেশৰ বডোফা ৰজাই ৰাজত্ব কৰিছিল। তেতিয়া তেওঁৰ ৰাজধানী অমৰাপুৰ নগৰত আছিল। যোগেশ্বৰ সিংহৰ ভায়েক টঙ্কেশ্বৰ, যাৰ কথা আমি পূৰ্বে কৈ আহিছোঁ, ৫০০ অসমীয়া বণুৱাৰ ওপৰত সেনাপতি

হৈ ব্ৰহ্মদেশলৈ গৈছিল। তেওঁ আৰু তেওঁৰ ভায়েক মলো দুয়ো সসৈন্যে ব্ৰহ্মদেশতে থাকিল,—অসমলৈ উলটি নাহিল। The Silken East নামেৰে কিতাপৰ গ্ৰন্থকাৰে যি অসম ৰজাৰ ভায়েকৰ কথা উল্লেখ কৰিছে, তেওঁ এই টঙ্কেশ্বৰেই হয় বুলি আমি জানিব পাৰিছোঁ।

যোৱা ১৮৯১ চনৰ ব্ৰহ্মদেশৰ Census ৰিপৰ্টৰ ২০৫ পিঠিত ব্ৰহ্মদেশত থকা অসমীয়া মানুহবিলাকৰ বিষয়ে কিছু কথা লিখা আছে। Mr. Symington নামেৰে এজন চাহাবে ব্ৰহ্মদেশৰ অসমীয়া মানুহৰ বিষয়ে বিশেষৰূপে অনুসন্ধান কৰি যি ৰিপৰ্ট লিখিছিল আমি তাৰ পৰা কিছু অংশ অসমীয়ালৈ ভাঙি তলত তুলি দিলোঁ,—

যোগেশ্বৰ সিংহ ৰজাৰ মাকে, তেওঁৰ জীয়েক আৰু দুটি পুতেকৰে সৈতে বিজয়ী মান-সেনাৰ লগত ব্ৰহ্মদেশলৈ আহে। তেওঁৰ জীয়েকক ব্ৰহ্মৰাজ বডৌফাই বিয়া কৰাই প্ৰধান ৰাজমহিষী পাতি ভামো মেপায়া ( Bhamo Mepaya ) উপাধিৰে ভূষিতা কৰে। ভামো আইদেউৰ ককায়েক দুটিৰ ভিতৰৰ ডাঙৰজনৰ নাম "বৈঙ্গাচা" টঙ্কেশ্বৰ আছিল। তেওঁক ব্ৰহ্মৰজাই মগং নামেৰে ঠাইৰ শাসনকৰ্তা (Sawbwa) পাতে। তেওঁৰ লগত ৫০০ অসমীয়া সৈন্য সপৰিয়ালে আহিছিল। এই ৫০০ সেনাকো উক্ত মগং (Mogaung) নগৰতে থাকিবলৈ দিয়া হৈছিল। সৰুটি ল'ৰাক "মলোমিন" বুলি মতা হৈছিল। তেওঁক ৰজাই কোনো বিষয় দিয়া নাছিল। বৈঙ্গাচাই ৩ বছৰ মগং নগৰত শাসনকৰ্তাৰূপে থাকি পাছে ৰাজধানী অমৰাপুৰলৈ আহি ভনীয়েকৰ লগত ৰজাৰ কাৰেঙত বাস কৰিছিলহি। তেতিয়া তেওঁ Mintha ( মন্ত্ৰী ) খিতাপ পাইছিল কিন্তু যেতিয়া বৈঙ্গাচাই মগং এৰি আহিল, তেতিয়া অসমীয়া সৈন্যবিলাকে সৈনিক কাম এৰি ৰীতিমতে মাটিবাৰী লৈ খেতি-পথাৰ কৰি খাবলৈ আৰম্ভ কৰিলে। যেতিয়া এই অসমীয়া মানুহবিলাক প্ৰথমে অসমৰপৰা আহে তেতিয়া সিহঁতে নিজৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি মতেই চলি আছিল আৰু জাতি-অজাতিৰ বিচাৰ কৰিছিল। কিন্তু ক্ৰমে ক্ৰমে দিন যিমান পুৰণি হৈ আহিল, সিহঁতৰো ঘনিষ্ঠতা ব্ৰহ্মদেশৰ মানুহৰ লগত বাঢ়ি আহিল। এতিয়া নিচেই অলপ সংখ্যক অসমীয়া মানুহেহে আগৰ জাতি আৰু ধৰ্মত আছে।

বৰ্তমানত মগং নগৰত আৰু তাৰ ওচৰৰ মহুং (Mahaung), ইয়াথিৎ (Ywathit), কিয়াইংগালি (Kyaingale) লাইচুন (Lwisun) আৰু নংকাইকটু, (Nankaiktaw)—এইবিলাক গাৱঁত অসমীয়া মানুহ আছে।

টঙ্কাচাই বৰ্তমান ভামো নগৰৰ উত্তৰে এখন গাওঁ পাতিছিল। সেই গাৱঁতো অসমীয়া মানুহ আছে। The Silken East নামেৰে কিতাপৰ গ্ৰন্থকাৰে কোৱা উইথালি গাওঁ এইখনেই হ'ব পাৰে।

"ভামো মেপায়া" কুৱঁৰীৰ লগত অসমৰপৰা যিবিলাক দাস-দাসী, মিটিৰ-কুটুম্ব ব্ৰহ্মদেশলৈ গৈছিল, সেইবিলাকে অমৰাপুৰ ৰাজধানীৰ ওচৰত জিংগালিন নামেৰে গাৱঁত বাস কৰিছিল। আজিকালি সেই গাৱঁৰ নাম সম্ভৱতঃ Singaing হৈছে। ব্ৰহ্মদেশলৈ যোৱা অসমীয়া মানুহবিলাকে ভালেমান দিনলৈকে নিজৰ জাতিৰ ভিতৰতেহে বিয়া-বাৰু কৰাইছিল। কিন্তু এতিয়া অনেকেই শ্যান জাতিৰ লগত বিবাহাদি কৰিবলৈ আৰম্ভ কৰিছে।

যেতিয়া ব্ৰহ্মদেশৰ ৰাজধানী অমৰাপুৰৰ পৰা উঠাই মাণ্ডালে নগৰলৈ নিয়া হয় তেতিয়া অসমীয়াবিলাকৰ তিনিখন মেলৰ ঠাই (courts) আছিল। ১ম, ভামো মেপায়া ৰাণীৰ মেল, ২য়, টঙ্কাচা মন্ত্ৰীৰ মেল, আৰু ৩য়, মলোমিনৰ মেল। প্ৰত্যেক মেলৰ অধীনে কুৰি ঘৰকৈ মানুহ আছিল। মলোমিন প্ৰায় সততে ৰাজধানীত তেওঁৰ মাক আৰু ভনীয়েক ভামো মেপায়াৰ লগত বাস কৰিছিল। ভামো ৰাণীৰ কোনো সন্তানাদি হোৱা নাছিল। টঙ্কাচা আৰু মলোৱে অসমৰপৰা আহোঁতে তেওঁলোকৰ

নিজৰ নিজৰ থৈণীয়েকসকলক লগত লৈ আহিছিল। টৰঙ্গাচাৰ পাচোঁটা পুত্ৰ সন্তান জন্ম হৈছিল — ১ম মং গয়(Maun Gyi), ২য়, মং মিঠা (Maung Mitha), ৩য়, মং লাট (Maung Lat), ৪ৰ্থ, মং জালি (Maung Gale), ৫ম, মং সোণ (Maung Son)। "মং" এইটো সন্মান সূচক শব্দ। ব্ৰহ্মদেশৰ ডাঙৰ মানুহৰ নামৰ আগত এই শব্দটো লিখা হয়। মং গয় আৰু মং লাটে ব্ৰহ্মৰজাৰপৰা মিন্থা (Mintha) বিষয় পাইছিল। মং জালি কাথা জিলাৰ অন্তৰ্গত মানলে নগৰৰ 'Wun'' অৰ্থাৎ ফুকন হৈছিল। মং সোণৰ কোনো বিষয় নাছিল। টৰঙ্গাচাৰ তিনটি কন্যা সন্তানো জন্ম হৈছিল ডাঙৰটি কন্যাৰ নাম মাদৈ মেপায়া (Madaya Mapaya) আছিল। এওঁক ব্ৰহ্মৰাজ নিন্দনমিনে বিয়া কৰাইছিল। বৰ্তমান মাণ্ডালে নগৰৰ উত্তৰে মাদৈ মেপায়া কুৱঁৰীৰ নামৰ এখন নগৰ আছে। সেই নগৰক আজিকালিও Madaya বোলে। মাণ্ডালে নগৰৰ উত্তৰ পশ্চিমে আইদেউ (Ayadaw) নামেৰে যি এখন ঠাই আছে, তাত হেনো ভালেমান অতি সুন্দৰী অসমীয়া কুৱঁৰী আছিল। দ্বিতীয় আৰু তৃতীয় বাৰৰ মানৰ আক্ৰমণত আমাৰ দেশৰ অনেক ৰূপ-লাৱণ্যৱতী গাভৰুক মানে ধৰি নিয়াৰ কথা বুৰঞ্জী পঢ়িলে জনা যায়। বোধ কৰোঁ এইবিলাক গাভৰুৰ যিবিলাককে ৰাখিলে সেই-বিলাককে আইদেউ নগৰত হাউলি কৰি থাকিবলৈ দিয়া হৈছিল আৰু সেই আইদেউসকল থকা বাবেই সেই ঠাইৰ নামো "আইদেউ" হ'ল। শেহৰ বাৰৰ মানৰ আক্ৰমণত দুহেজাৰমান সেনাই প্ৰায় ৯ (ন) হেজাৰমান আমাৰ দেশী ধুনীয়া তিৰোতা লৈ ব্ৰহ্মদেশলৈ উলটি যায়। এইবিলাকৰ সন্তি-সন্ততিক এতিয়া অসমীয়া বুলি চিনিব নোৱাৰি।

একৰমকালি আমাৰ অসম দেশক মানুহে "সোণৰ অসম" বুলিছিল। এই দেশ ধনে-জনে পৰিপূৰ্ণ আছিল। পূবে সদিয়াৰ ওচৰৰ দিকৰাই নৈৰপৰা আৰম্ভ কৰি পছিমে বঙ্গদেশৰ বগুৰা জিলাৰ অন্তৰ্গত কৰতোয়া নদীলৈকে অসম দেশৰ সীমা আছিল।* মান আৰু মৰাণৰ উপদ্ৰৱত সেই সোণৰ দেশ এক-প্ৰকাৰ খাস্তাং হৈছিল। দেশত ঘোৰ অশান্তি আৰু অৰাজকতা উপস্থিত হৈ হেজাৰ হেজাৰ মানুহৰ ধন সম্পত্তি লোকে লুটি নিলে, হেজাৰ হেজাৰ মানুহে দেশ বিদেশলৈ ভাগি গৈ প্ৰাণ ৰক্ষা কৰিলে। মানৰ দিনত ভাগি যোৱা অসমীয়া মানুহ এতিয়াও বঙ্গদেশ আৰু ব্ৰহ্মদেশৰ ঠায়ে ঠায়ে বিচাৰিলে পোৱা যায়। গোৱালপাৰা, কোচবিহাৰ আৰু জলপাইগুৰি জিলাত পূৰ্বৰেপৰা আমাৰ অসমীয়া মানুহ আছিল। সেই-বিলাক জিলাৰ লগত পূৰ্বৰেপৰা আমাৰ সম্বন্ধ আছিল। সেইবিলাক জিলাৰ মানুহে এতিয়াও আমাৰ কীৰ্তন-ঘোষা, দেশম, ৰত্নাৱলী গায়। অসমৰ মহাপুৰুষ সকলে থাপনা কৰা মধুপুৰ আদি সত্ৰ এতিয়াও কোচ-বিহাৰত আছে। মানৰ দিনতে সেইবিলাক ঠাইত বৃটিচ গৱৰ্ণমেণ্টৰ অধীনত থকা হেতু আকৌ আমাৰ এই ফালৰপৰা অনেক অসমীয়া মানুহে মানৰ খেদাত তং নেপাই সেইবিলাক ঠাইত গৈ আশ্ৰয় লৈ তাতে থাকিল। দুখৰ বিষয়, এই তিনি জিলাত অনেক দিনৰপৰা গৱৰ্ণমেণ্টে বঙ্গলা ভাষা চলোৱাত আৰু এই তিনি জিলা বঙ্গদেশৰ নিচেই সমীপত হোৱাত, তাৰ মানুহবিলাকৰ ভাষা আজিকালি আমাৰ অসমীয়া ভাষাতকৈ কিছু পৰিমাণে লৰচৰ হৈছে। তাত থকা আমাৰ অসমীয়া ভাইসকলে আমাক চিনিও চিনিব নোৱাৰাত পৰিছে। এইখিনিতে আমাৰ আশঙ্কা হৈছে যে, ব্ৰহ্মদেশত থকা আমাৰ অসমীয়া মানুহবিলাক যেনেকৈ এতিয়া বৰ্মিজত পৰিণত হৈছে, তেওঁলোকৰ গাত অসমীয়াৰ জাতীয়ত্বৰ চিন নথকা হৈ পৰিছে, তেনেকৈ জানিবা ভৱিষ্যতে * * কোচবিহাৰ আৰু জলপাইগুৰিৰ আমাৰ অসমীয়া ভাই সকলেও আমাক একেবাৰে পিঠি দি উন্নত বঙ্গালী ককাইহঁতৰ লগত শাৰী পূৰাব।

*কৰতোয়াং সমাৰভ্য যাৱদ্দিক্কৰবাসিনীং।

আমাৰ এইফালৰ গোঁসাই-মহন্তসকলে যদি সময়ে সময়ে এই তিনিখন জিলালৈ গৈ মানুহক শিষ্য ভজায়, আৰু যদি গৱৰ্ণমেণ্টে কৃপা কৰি সেইবিলাক জিলাৰ পঢ়াশালিবিলাকত অসমীয়া ভাষা চলায় তেন্তে আশঙ্কা কিছু পৰিমাণে দূৰ হব বুলি আশা কৰিব পাৰোঁ। এসময়ত গৱৰ্ণমেণ্টে ভ্ৰমত পৰি অসমৰো স্কুল আৰু কাছাৰীত বঙ্গলা ভাষা চলাইছিল। কিন্তু পিছে সেই ভ্ৰম বুজিব পাৰি গৱৰ্ণমেণ্টে আকৌ বঙ্গলা ভাষাৰ পৰিবৰ্তে অসমীয়া ভাষা চলালে। তেতিয়াৰপৰাই অসমীয়া ভাষাৰ ক্ৰমাগত উন্নতি হ'ব লাগিছে। এতিয়া অসমীয়া ভাষাই বিশ্ববিদ্যালয়ৰ প্ৰবেশিকাৰো ওপৰ পৰীক্ষাত ঠাই পাইছে। কোৱা বাহুল্য যে, যি দেশৰ যিটো মাতৃভাষা সেইদেশত সেই ভাষা চলালেহে সাধাৰণ শিক্ষা বিস্তাৰৰ বাট সুগম হয়। গৱৰ্ণমেণ্টে এজন ভাষাবিৎ পণ্ডিতক ( Lingu-ist) উক্ত তিনিখন জিলালৈ পঠিয়াই তাৰ সৰ্বসাধাৰণ লোকবিলাকৰ কোৱা ভাষা পৰীক্ষা কৰোৱাটো নিতান্ত উচিত। জল্পাইগুৰি জিলাখন এতিয়া ৰাজ-চাহী বিভাজনহে, সেইখন জিলা আমাৰ অসম বভাগৰ কমিচনাৰৰ অধীনলৈ আনিলে বৰ ভাল হয়। বিশেষ জল্পাইগুৰিৰ শাসন-প্ৰণালী আমাৰ অসমৰে সৈতে প্ৰায় একেৰকম। আসামৰ দৰে জল্পাইগুৰিৰ জিলাধিপতি চাহাবকো ডেপুটী কমিচনাৰ বোলা যায়। এই সম্বন্ধে আমাৰ মনেৰে আসামৰ সকলো ঠাইতে আলোচনা হোৱাটো উচিত।

*উষা, ১ম বছৰৰ ৫ম সংখ্যা

# সৃষ্টি-তত্ত্ব

(১)

"প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা হৰি পৰম বান্ধৱ॥"—নামঘোষা

"মায়াতেসে দেখয় বিবিধ পৰিচ্ছেদ।
স্বৰূপত তোমাৰ নাহিকে কিছু ভেদ॥
চৈতন্য স্বৰূপে ব্যাপি এক নিৰঞ্জন।
তোমাক বুলিবে দ্বৈত কোন অজ্ঞজন॥
নিশ্চল নিৰ্মল সূক্ষ্মৰূপ যিটো স্বামী।
দেৱে নজানন্ত তাঙ্ক কেনে জানো আমি॥"
—কীৰ্তন

এই পৰিদৃশ্যমান জগৎ পূৰ্বে নাছিল। এই জগৎ উৎপত্তি হোৱাৰ আগেয়ে কেৱল একমাত্ৰ অদ্বিতীয় সৎস্বৰূপ পৰব্ৰহ্ম আছিল। তেওঁ জন্ম-বিহীন, মহান আত্মা। তেওঁৰ উৎপত্তি আৰু লয় নাই, তেওঁক কোনেও সৃষ্টি কৰা নাই, সদায় নিজেই আছে। তেওঁ অনাদি, অনন্ত, অব্যয়, অজৰ, অমৰ, অমৃত আৰু অভয়। তেৱেঁই 'সৰ্ব', তেওঁৰেপৰা সকলো উৎপন্ন হৈছে, তেওঁতেই লয় পাব। যি কিছু পূৰ্বে আছিল, এতিয়া আছে বা আগলৈ থাকিব পাৰে, সেই সকলোটি তেওঁতে আছে। যেনেকৈ সাগৰৰ তৰঙ্গ উঠি সাগৰতে লয় পায়, তেনেকৈ এই বিশ্ব প্ৰপঞ্চও সেই "সৰ্বৰ" তৰঙ্গ স্বৰূপে উঠিছে, তেওঁতে লীন হ'ব। যেনেকৈ সাগৰৰ জলৰাশি, তৰঙ্গ তাৰেই ৰূপ মাথোন, সেইদৰে এই বিশ্ব-প্ৰপঞ্চও তেওঁৰেই ৰূপ পৰিগ্ৰহ বুলি জানিব। কিয়নো, "সৰ্বং খল্বিদং ব্ৰহ্ম"—এই সকলোৱেই ব্ৰহ্ম। অব্যক্ত নিৰাকাৰ নিৰ্গুণ ব্ৰহ্মৰ ব্যক্ত বা সাকাৰ ৰূপক সগুণ ব্ৰহ্ম বোলা হয়। নিৰাকাৰ মানে অস্তিত্ব ৰহিত নহয়,—কেৱল ৰূপান্তৰ হোৱা বুজিব লাগিব। অৰ্থাৎ স্থূল জগৎ সূক্ষ্মত লয় হয় আৰু সূক্ষ্ম কাৰণত স্থিতি হয়। সগুণ ব্ৰহ্ম, নিৰ্গুণ ব্ৰহ্মৰপৰা স্বতন্ত্ৰ নহয়, কেৱল নিৰ্গুণ ব্ৰহ্মৰে আন ভাৱ মাথোন। তেৱেঁই চৰাচৰ বিশ্বৰ মহেশ্বৰ। তেৱেঁই সৎপুৰুষ আৰু সকলোৰে মূল কাৰণ। তেওঁকে

পুৰুষোত্তম বুলিও কোৱা হয়। তেৱেঁই আত্ম স্বৰূপ হৈ মূল প্ৰকৃতিক প্ৰকাশ কৰে। প্ৰকৃতিয়ে মূৰ্তি গ্ৰহণ কৰে। প্ৰকৃতিৰপৰা অনন্তবিধ আকাৰ জন্মে। ইন্দ্ৰিয়-গ্ৰাহ্য সকলো বস্তুৰ জন্ম প্ৰকৃতিৰপৰা হৈছে। কিন্তু এই সকলো বস্তুৰ সকলো অংশ প্ৰকৃতিৰপৰা জন্মা নাই। কাৰণ, তাৰ প্ৰত্যেক অণুতেই চৈতন্য স্বৰূপ জ্যোতিৰ্ময় ঈশ্বৰৰ অংশ আছে, সেই অংশ ইন্দ্ৰিয়-গ্ৰাহ্য নহয়। প্ৰকৃতিৰপৰা ওপজা অংশবিলাকক আমি দেহ, শৰীৰ, কোষ বা উপাধি বোলোঁ, সেই দেহৰূপ আৱৰণেৰে আবৃত হৈ দেহীয়ে প্ৰকাশ ৰূপ ধাৰণ কৰে। এতেকে, সেই সৰ্বব্যাপী চৈতন্যস্বৰূপ ব্ৰহ্ম সকলো বস্তুতে চেতনাৰূপে বৰ্তমান আছে। তেওঁ আত্মা, আত্মাস্বৰূপে সকলো বস্তুতে অৱস্থান কৰি সেইবিলাকক চলাই আছে। প্ৰকৃতিয় দেহ ধাৰণ কৰে, আত্মা সেই দেহত বাস কৰে। আত্মাৰ ৰূপ নাই। আত্মাই জীৱন, চেতনা বা জীৱাত্মা। আত্মাই চিন্তা কৰে, অনুভৱ কৰে আৰু দৰ্শন কৰে। তেৱেঁই অস্মদাদিৰ আমিত্ব। প্ৰকৃতি জড়, তাত চেতন পদাৰ্থ নাই। সেইবাবে প্ৰকৃতিয়ে চিন্তাদি কৰিব নোৱাৰে। আত্মা সৎ, চিৎ আৰু আনন্দ স্বৰূপ। প্ৰকৃতি তমঃ, ৰজঃ আৰু সত্ত্ব-গুণময়ী। তমোগুণত জড় প্ৰকৃতিৰ কঠিন হ'ব পৰা আৰু প্ৰতিৰোধ কৰিব পৰা ক্ষমতা জন্মে, ৰজোগুণত গতি আৰু সত্ত্ব-গুণত নিয়ম পৰ-তন্ত্ৰতা আছে। প্ৰকৃতিৰ এই তিনিগুণে অব্যয় দেহীক দেহত বন্ধন কৰে। তমোগুণৰ শক্তি আকৰ্ষণ স্বৰূপ, ৰজোগুণৰ শক্তি বিকৰ্ষণ বা বিয়োজন স্বৰূপ আৰু সত্ত্বগুণৰ শক্তি এই উভয়ৰ সংযমস্বৰূপ। যেতিয়া এই আকৰ্ষণ আৰু বিকৰ্ষণ শক্তি দুটা সত্ত্বৰ দ্বাৰাই সম্পূৰ্ণ-ৰূপে সংযত হৈ সাম্যাৱস্থাত থাকে তেতিয়া কল্পান্ত বা প্ৰলয় হয়। প্ৰত্যেক কল্পত প্ৰকৃতিৰ ক্ৰম বিকাশ বা সৃষ্টি-কাৰ্য আৰু কল্পান্তত ক্ৰম-সঙ্কোচ বা প্ৰলয় কাৰ্য হয়। এই ক্ৰম-বিকাশ আৰু ক্ৰম সঙ্কোচক ঈশ্বৰৰ উশাহ নিশাহৰ লগত তুলনা কৰিব পাৰি। ঈশ্বৰৰ উশাহত যেন জগৎ বাহিৰ হয় আৰু নিশাহত যেন তেওঁতে লয় পায়। প্ৰতি প্ৰলয়-কালত বিশ্ব-সত্ত্বা বীজাকাৰে আহি যি নিৰ্গুণ সত্ত্বাত পৰিণত হৈ ব্ৰহ্মত লীন হয়, সেই সত্ত্বাই সগুণ হৈ সৃষ্টি কালত জগতৰ উপাদানৰূপে পৰিণত হয়।

জড় প্ৰকৃতিক মূল প্ৰকৃতি বোলে। চিৎস্বৰূপ চৈতন্যশক্তিক পুৰুষ বোলে। প্ৰকৃতি আৰু পুৰুষ এই দুয়োৰো নিয়ন্তা পুৰুষোত্তম পৰমেশ্বৰ। "শ্ৰীমদ্ভগৱদ্গীতাৰ" পৰা জনা যায় যে ভূমি ( গন্ধ তন্মাত্ৰ ), অপ বা পানী ( ৰস তন্মাত্ৰ ), অগ্নি বা তেজঃ ( ৰূপ তন্মাত্ৰ ), বায়ু ( স্পৰ্শ তন্মাত্ৰ ), আকাশ ( শব্দ তন্মাত্ৰ) মন ( তৎকাৰণ অহঙ্কাৰ ), বুদ্ধি ( তৎকাৰণ মহৎ তত্ত্ব) আৰু অহঙ্কাৰ ( তৎকাৰণ অবিদ্যা ), এই আঠোটা পৰমেশ্বৰৰ "অপৰা" প্ৰকৃতি। এই প্ৰকৃতি জড়, সেইবাবে অপৰা অৰ্থাৎ নিকৃষ্টা। ইয়াতকৈ উৎকৃষ্টা অন্য এটি জীৱস্বৰূপা তেওঁৰ যি প্ৰকৃতি আছে তাক "পৰা" প্ৰকৃতি বোলে। এই পৰা-প্ৰকৃতি বা চৈতন্য শক্তিয়ে কৰ্মৰ দ্বাৰাই জগতক ৰক্ষা কৰি আছে। অপৰা প্ৰকৃতি ক্ষেত্ৰ স্বৰূপ, আৰু পৰা-প্ৰকৃতি ক্ষেত্ৰজ্ঞস্বৰূপ। স্থাৱৰজঙ্গমাত্মক ভূতবিলাক ক্ষেত্ৰ আৰু ক্ষেত্ৰজ্ঞস্বৰূপে এই দুবিধ প্ৰকৃতিৰপৰা উৎপন্ন হৈছে। জড় বা অপৰা প্ৰকৃতি দেহত পৰিণত হয়। পৰা-প্ৰকৃতিয়ে চেতনা ভোক্তাস্বৰূপে সেই দেহত সোমাই কৰ্মানুসাৰে দেহাদি ধাৰণ কৰে। এতেকে, পূৰ্ণব্ৰহ্ম পৰমেশ্বৰেই প্ৰকৃতিৰে সৈতে নিখিল জগতৰ উৎপত্তিৰ নিদান আৰু তেৱেঁই সংহাৰকৰ্তা। তেৱেঁই সনাতন আৰু সৰ্বভূতৰ বীজ। ঈশ্বৰৰ যি ইচ্ছা-শক্তিৰ দ্বাৰাই জড় পদাৰ্থই মূৰ্তি ধাৰণ কৰে তাৰ নাম মায়া বা দৈৱী প্ৰকৃতি। ঈশ্বৰ মায়ানাথ।

সৃষ্টিৰ আদিতে এই সমুদায় জগৎ অতি সূক্ষ্ম, অতি লঘু, তপত, বায়ৱীয় পদাৰ্থেৰে পৰিপূৰ্ণ আছিল। গ্ৰহ, উপগ্ৰহ, নক্ষত্ৰ, নীহাৰিকা আদি একো নাছিল। এই সকলোবিলাক বায়ৱীয় অৱস্থাত আকাশত ব্যাপ্ত হৈ আছিল। এই বায়ৱীয় পদাৰ্থৰাশিয়ে অদ্বিতীয়

সৎ স্বৰূপে পৰব্ৰহ্মত লীন হৈ, অনন্ত আকাশক ঘোৰ আন্ধাৰ কৰি থৈছিল। পৰব্ৰহ্মই জগত সৃষ্টিৰ বিষয়ে আলোচনা কৰি, তেওঁ এক হৈয়ো বহু হ'ম বুলি ইচ্ছা কৰি, তেওঁৰ শক্তি অনন্ত আকাশত ব্যাপ্ত কৰিলে। তেতিয়া সেই বায়বীয় পদাৰ্থৰাশি গোলাকাৰে এটা অক্ষৰ চাৰিওফালে ঘূৰিবলৈ আৰম্ভ কৰে। এইদৰে ঘূৰি থকাত গোলাকাৰ বায়ু-মণ্ডল ক্ৰমে ক্ৰমে চেপেটা হয় আৰু ক্ৰমাৎ ঘূৰি থকাত বায়ুমণ্ডলৰ বাহিৰৰ কিছু অংশ খৰাহি বাওৰ নিচিনাকৈ খহি এৰাই পৰে। তেতিয়া ঘোৰ শব্দ হয়। খৰাহিৰ বাওৰ নিচিনাকৈ এৰাই পৰা বায়বীয় পদাৰ্থ ৰাশিৰপৰা কুণ্ডলী পকোৱা নীহাৰিকাৰ সৃষ্টি হয়। ঈশ্বৰৰ শক্তিত তমোজাল ভেদ কৰি নীহাৰিকা জ্বলি উঠিল। এয়ে তেওঁৰ শঙ্খধ্বনি। জ্যোতিৰ্ময় নীহাৰিকা (Nebula) চক্ৰাকাৰে আকাশত ঘূৰিবলৈ ধৰিলে। এয়ে তেওঁৰ চক্ৰ। চক্ৰ ঘূৰোতে ঘূৰোতে নীহাৰিকাৰাশিৰ একো একো ডোখৰ ছিগি এৰাই একোটা বেলেগ বেলেগ চক্ৰ হৈ ঘূৰিবলৈ ধৰিলে। এই চক্ৰবিলাকৰ পাকে পাকে অতি সূক্ষ্ম বায়বীয় পদাৰ্থ সোমাই জ্যোতি আৰু তাপৰ গুণত ঘন হৈ গোট মাৰিলত সেই একোটা একোটা চক্ৰই একোটা নক্ষত্ৰ বা সূৰ্য ৰূপে আকাশত দেখা দিলে। এইদৰে অনন্ত আকাশত অগণ্য সূৰ্যৰ উৎপত্তি হ'ল। সেই সূৰ্যবিলাকৰ জ্যোতিত গোটেই আকাশ জ্যোতিষ্মান্ হৈ উঠিল ঈশ্বৰৰ ইচ্ছাত সেই প্ৰত্যেক সূৰ্যৰ গাৰপৰা একো একো ডোখৰ ছিগি এৰাই আহি একোটা গ্ৰহ হৈ নিজ নিজ সূৰ্যৰ চাৰিওফালে ঘূৰিবলৈ ধৰিলে। গ্ৰহৰপৰা আকৌ উপগ্ৰহ উৎপত্তি হ'ল। এইদৰে একোখন সৌৰজগতৰ সৃষ্টি হ'ল। সৌৰজগতৰ গ্ৰহ-উপগ্ৰহ আদিজ্যোতিষ্ক-বিলাক আদিতে সূৰ্যৰ একোটা অংশ আছিল। এই সকলোবিলাকৰ আদি জন্মদাতা আছিল নীহাৰিকাৰ পৰা হোৱা এটি জ্যোতিৰ্ময় চক্ৰ বা নক্ষত্ৰ। অনন্ত আকাশৰ আদি নীহাৰিকা চক্ৰটো ভাগি খণ্ড খণ্ড হৈ বেলেগ বেলেগ নক্ষত্ৰ বা সূৰ্যৰ উৎপত্তি হোৱাকে একোটা পূৰ্ণব্ৰহ্মৰ গদাঘাতত হোৱা বুলিব পাৰি। সৌৰ-জগতৰ জ্যোতিষ্কবিলাকক তেওঁৰ পদ্ম বুলিব পাৰি। যেনে—"অব্যক্তাৎ পৃথিবীপদ্ম'।" পুৰাণ আদি শাস্ত্ৰই সেই অব্যক্ত, অদ্বিতীয়, নিৰাকাৰ, সনাতন ব্ৰহ্মৰ ব্যক্ত বা সাকাৰ ৰূপক ভক্ত সাধকসকলৰ উপাসনাৰ নিমিত্তে শঙ্খ-চক্ৰ-গদা-পদ্মধাৰী চতুৰ্ভুজ বিষ্ণু, নাৰায়ণ, হৰি, মাধৱ, আদি নানা নাম, ৰূপ, উপাধি দি নানা-ৰূপে বৰ্ণনা কৰিছে।

"চিন্ময়স্যাদ্বিতীয়স্য নিষ্কলস্যাশৰীৰিণঃ।
উপাসকানাং কাৰ্যাথে ব্ৰহ্মণো ৰূপকল্পনা॥" —বেদান্ত

প্ৰকৃততে তেওঁ "একমেবামদ্বিতীয়ং সৎ নামৰূপবিবৰ্জতম।" তেৱেঁই বেদৰ "ওঁ সত্যং জ্ঞানমনন্তং ব্ৰহ্ম আনন্দৰূপমমৃতং সদ্বিভাতি শান্তং শিৱমদ্বৈতম্।" তৱেঁই বাইবেল শাস্ত্ৰৰ গড্ (God) আৰু কোৰাণ শাস্ত্ৰৰ আল্লা। এতেকে

"প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ॥" —কীৰ্তন

ব্ৰহ্মাণ্ডৰ ইন্দ্ৰিয়গ্ৰাহ্য সম্পূৰ্ণ বাহ্য ভাগটোক যাক আমি স্থূল জড় বুলি কওঁ—, আমাৰ শাস্ত্ৰকাৰ-সকলে তাক "ভূত" বুলিছিল। সকলো ভূত বা জড় পৰমাণুৰ দ্বাৰা গঠিত পদাৰ্থবিলাক পাঁচোটা মহাভূতৰপৰা উৎপন্ন হৈছে। যেনে,— ভূমি, পানী অগ্নি, বা তেজঃ, বায়ু আৰু আকাশ। ইংৰাজী ভাষাত "ইথাৰ" (ether) বুলিলে যি বুজায়, আকাশো প্ৰায় তেনেকুৱা। আকাশেই আদি মহাভূত। তাৰেপৰা সকলো স্থূল বস্তু উৎপন্ন হৈছে। আকাশৰ লগত সূৰ্য মণ্ডলত প্ৰাণ নামে আৰু এটি সূক্ষ্ম বস্তু থাকে। সৃষ্টিৰ পূৰ্বে প্ৰাণ আৰু আকাশ সনাতন ব্ৰহ্মত সুপ্ত ভাৱে লীন হৈ আছিল — কোনো প্ৰকাৰৰ ব্যক্ত প্ৰপঞ্চ নাছিল। এই অৱস্থাক অব্যক্ত অৰ্থাৎ স্পন্দন-ৰহিত বা অপ্ৰকাশ বোলে। সৃষ্টিৰ আদিতে ঈশ্বৰৰ ইচ্ছাত এই অব্যক্ত স্পন্দিত হয় অৰ্থাৎ কঁপিবলৈ ধৰে আৰু প্ৰাণ-শক্তিয়ে আকাশৰ ওপৰত ক্ৰমাগত

ঘাত-প্ৰতিঘাত কৰিবলৈ ধৰে, তাতে আকাশৰ অতি সূক্ষ্ম বায়বীয় পদাৰ্থ ক্ৰমে স্থূল হবলৈ ধৰে আৰু আকৰ্ষণ বিকৰ্ষণ শক্তিৰ দ্বাৰাই পৰমাণু গঠিত হৈ নীহাৰিকাৰ উৎপত্তি হয়। নীহাৰিকাৰ পৰাই নক্ষত্ৰ-বিলাকৰ জন্ম হয়। নীহাৰিকাৰ গোটেই গাটোত কেৱল বায়বীয় পদাৰ্থ বা অতি সূক্ষ্ম জড় কণিকা আছে। দূৰবীণ যন্ত্ৰেৰে চালে বগা উজ্জ্বল ঘন মেঘৰ নিচিনা কিছুমান জ্যোতিষ্ক আকাশত দেখিবলৈ পোৱা যায়, সেইবিলাক নীহাৰিকা। আমি আকাশত যি ছায়াপথ বা হাতীপটি দেখোঁ, তাৰ ভিতৰত নীহাৰিকা আছে। কিন্তু ছায়াপথৰ বাহিৰত যি নীহাৰিকা আছে সেইবিলাক অতিশয় বৃহৎ। এনে নীহাৰিকা-চক্ৰৰো সন্ধান পোৱা গৈছে, যাৰ আকাৰ আমাৰ সূৰ্যতকৈ কোটি গুণ ডাঙৰ। নীহাৰিকাৰ আকাৰ কুণ্ডলী পকোৱা।

প্ৰাণশক্তিৰ বাৰম্বাৰ আঘাতত সূৰ্য-মণ্ডলৰ আকাশৰপৰা বায়ুৰ উৎপত্তি হয়। বায়ুৰ দ্বাৰা আকাশ স্পন্দনশীল হয় আৰু সেই স্পন্দনত বায়বীয় ভূত বা সূক্ষ্ম জড়-কণাৰ উৎপত্তি হয়। স্পন্দন ক্ৰমাৎ বেছি হলে সেই সূক্ষ্ম বায়বীয় জড়-কণাৰপৰা তেজঃ বা অগ্নিৰ উৎপত্তি হয়। ক্ৰমে উত্তাপ কমি কমি গৈ শীতল হলে বায়বীয় পদাৰ্থ তৰল বা পনীয়া হয়। তেতিয়া তাক আমি অপ্ বা পানী বোলোঁ। অৱশেষত সেই পনীয়া পদাৰ্থ বা পানী গোট মাৰি টান হলে তাক আমি ভূমি বা মাটি বোলোঁ। প্ৰথমতে আকাশৰ স্পন্দনশীল অৱস্থাৰপৰা বায়ু, তাৰ পিছত আকাশ আৰু বায়ুৰপৰা তাপ বা তেজঃ, তাৰ পিছত আকাশ, বায়ু আৰু তাৰপৰা পানী আৰু সৰ্বশেষত সেই চাৰিওটাৰ পৰা ভূমি বা মাটি। আধুনিক বিজ্ঞানে যাক গতি বা স্পন্দন বোলে, আমাৰ শাস্ত্ৰকাৰসকলে তাকে প্ৰাণ বুলিছিল। প্ৰাণ আৰু আকাশৰ সংযোগত সৃষ্টি হৈ আছে। আকাশ বুলিলে আকাশত থকা সূক্ষ্মাতিসূক্ষ্ম বায়বীয় জড়-কণা বা ইথাৰ বুলি জানিব। সকলো স্থূল ভূত, সূক্ষ্মাতিসূক্ষ্ম ভূত বা জড়-কণা আৰু প্ৰাণৰ সংযোগত উৎপন্ন। ৰসায়ন শাস্ত্ৰৰপৰা জনা যায় যে, এটোপা পানীত ২ ভাগ উদজান আৰু এভাগ অম্লজান থাকে। এই উদজান আৰু অম্লজান সূক্ষ্ম জড়-কণা। এনেকুৱা সূক্ষ্ম ভূতবিলাকক সংস্কৃত ভাষাত তন্মাত্ৰ বোলে। যেনে, কোনো ফুলৰ সুগন্ধ আমাৰ নাকলৈ আহিলে আমি গম পাওঁ। সেই সুগন্ধ ফুলৰ অতি সূক্ষ্ম পৰমাণু,—ইমান সূক্ষ্ম যে ফুলটো ছিঙি আনি দিনটো সুঙি থাকিলেও সেই ফুলৰ পৰিমাণৰ অকণো কম হোৱা যেন বোধ নহয়। ফুলৰ সুগন্ধৰ দৰে তাপ, পোহৰ আদিও অতি সূক্ষ্ম পৰমাণুৰ দ্বাৰা গঠিত। আমাৰ শৰীৰৰ মস্তিষ্কত কিছুমান স্নায়ু-কেন্দ্ৰ (Nerve-centre) আছে। আমাৰ চকু, কাণ, নাক, জিভা আৰু ছালৰ লগত স্নায়ু-কেন্দ্ৰৰ স্নায়ুবিলাকৰ সংযোগ আছে। 'সেই স্নায়ুবিলাক যেনিবা টেলিগ্ৰাফৰ তাঁৰ। চকু, কাণ আদি যেনিবা যন্ত্ৰ। এই যন্ত্ৰবিলাকৰ সাহায্যত প্ৰাণ-শক্তিৰ বলত স্নায়ুবিলাকে স্নায়ু-কেন্দ্ৰত গৈ আঘাত কৰিলে দৰ্শন, শ্ৰৱন আদি জন্মে। যেনে, পোহৰ চকুৰে দেখা পোৱাৰ পূৰ্বে চকুৰ স্নায়ুৰ লগত তাৰ সংযোগ আৱশ্যক। নতুবা চকু থাকিলেও সেই চকুৰ লগত স্নায়ুৰ সংযোগ নেথাকিলে সেই চকুৰে দেখা নাযায়। প্ৰাণ থাকে মানেহে স্নায়ুৰ কাৰ্য্য চলি থাকে। সেই বাবে মৰা মানুহৰ চকুৱে নেদেখে। যেনেকৈ প্ৰাণক বেলেগ বেলেগ স্থূল-শক্তিত পৰিণত কৰিবৰ নিমিত্তে এই দেহ স্থূল-ভূতৰ দ্বাৰা গঠিত হৈছে, তেনেকৈ স্থূল শৰীৰত থকা স্নায়ু কেন্দ্ৰ-বিলাকো প্ৰাণক সূক্ষ্ম অনুভূতিৰ শক্তিত পৰিণত কৰিবৰ নিমিত্তে সূক্ষ্মতৰ উপাদানেৰে নিৰ্মিত হৈছে। স্থূল জগতৰ ৰূপ, ৰস, গন্ধ, শব্দ এইবিলাক তন্মাত্ৰৰ অভিঘাত এই দেহৰ চকু, কাণ আদি ইন্দ্ৰিয়বিলাকত পৰি যি স্পন্দন হয় তাকে প্ৰাণ-বায়ুৱে স্নায়ুৰ বাটেদি লৈ গৈ মস্তিষ্কৰ স্নায়ু-কেন্দ্ৰত উপস্থিত কৰে, তেতিয়া স্নায়ু-কেন্দ্ৰ স্পন্দিত হয়। সেই স্পন্দনে গৈ মনত

আঘাত কৰে, মনে সেই আঘাতৰপৰা হোৱা স্পন্দনক নি বুদ্ধিত অৰ্পণ কৰে। বুদ্ধিয়ে সেই স্পন্দনক অহঙ্কাৰৰ যোগেদি জীৱাত্মাৰ ওচৰত উপস্থিত কৰা মাত্ৰই স্পন্দনৰ প্ৰতিক্ৰিয়া হয় আৰু বিপৰীত গতিত বাহ্য বস্তুৰ স্বৰূপলৈ গৈ বস্তু-বোধ জন্মায়। সংক্ষেপতে এই হয় যে ইন্দ্ৰিয়বিলাকে বাহ্যবস্তু গ্ৰহণ কৰে, মনে সেই বস্তুৰ জ্ঞান উপলব্ধি কৰে, অহঙ্কাৰে তাকে 'মোৰ" বুলি বোধ কৰে আৰু বুদ্ধিয়ে তাকে আত্মাৰ নিমিত্তে সাঁচি থয়। এইদৰে বহিৰ্জগতৰ জ্ঞান হোৱা মাত্ৰেই ভোগৰ (বা ত্যাগৰ) ইচ্ছা হলে অন্তৰত ইচ্ছা বা বাসনাৰ সঞ্চাৰ হয়। ইচ্ছা হলেই সঙ্কল্পৰ উদয় হয়। সঙ্কল্প হলেই কৰ্মেন্দ্ৰিয়বিলাক কাৰ্যত প্ৰবৃত্ত হয়।

"ব্ৰহ্মাণ্ড পুৰাণত" লিখা আছে,—ঈশ্বৰে সৰ্বপ্ৰথমে যি মূল পৰমাণুৰ সৃষ্টি কৰে সেয়ে তেওঁৰ প্ৰথম সৃষ্টি। তাৰ নাম মহৎ সৰ্গ। তাৰ পিছতে ঈশ্বৰে দ্বিতীয় বাৰত ভূমি পানী, তেজঃ, বায়ু, আকাশ এই পঞ্চ মহাভূতৰ সৃষ্টি কৰে। ইয়াৰ নাম ভৌতিক সৰ্গ। তাৰ পিছত ঈশ্বৰে ইন্দ্ৰিয় বিষযবিলাকেৰে সৈতে জলজ উদ্ভিদ আৰু জলচৰ মাছ আদি সৃজন কৰে। ইয়াৰ নাম প্ৰাকৃত সৃষ্টি। তাৰ পিছত ঈশ্বৰে চতুৰ্থ বাৰত স্থলজ তৃণ-তৰু আদি উদ্ভিদৰ সৃষ্টি কৰে। ইয়াৰ নাম স্থাৱৰ সৃষ্টি। তাৰ পিছত ঈশ্বৰে পশু পক্ষী আদি স্ৰজন কৰে। ই পঞ্চম সৃষ্টি। তাৰ পিছত দেৱতাবিলাকক তেওঁ স্ৰজন কৰে। ই ষষ্ঠ সৃষ্টি। শেষত তেওঁ মানুহ স্ৰজন কৰে। ই সপ্তম সৃষ্টি। এই পুৰাণৰ মতে প্ৰথমে পৰমাণুৰ সৃষ্টি হয়, পিছতে সেই পৰমাণুৰ সংযোগ-বিয়োগৰ দ্বাৰাই প্ৰথমে জলজ, পাছে স্থলজ স্থাৱৰ-জঙ্গমৰ ক্ৰমে ক্ৰমে সৃষ্টি হয়।

অব্যক্ত প্ৰকৃতিৰ ব্যক্ত ৰূপ বা ক্ৰম-বিকাশেই সৃষ্টি আৰু ক্ৰম সঙ্কোচেই প্ৰলয়। প্ৰলয়ত প্ৰকৃতিয়ে আকৌ অব্যক্তাকাৰ ধাৰণ কৰে অৰ্থাৎ অতি সূক্ষ্ম পৰমাণুৰূপে বায়ৱীয় অৱস্থাত আকাশত লীন হৈ পৰমাত্মাক আশ্ৰয় কৰি থাকে। পৰমাত্মা পৰমেশ্বৰেই সকলোৰে আধাৰ। পৰমাত্মাৰ ইচ্ছাত সৃষ্টিৰ ৰূপান্তৰ হয়, নিৰাকাৰৰপৰা সাকাৰ আৰু সাকাৰৰপৰা নিৰাকাৰ হয়, অৰ্থাৎ কাৰণৰ পৰা সূক্ষ্ম আৰু সূক্ষ্মৰপৰা স্থূল হয়। আকৌ স্থূলৰপৰা সূক্ষ্ম, সূক্ষ্মৰপৰা কাৰণ নিৰাকাৰৰূপে স্থিতি হয়। প্ৰাকৃত প্ৰলয়ত

"অগ্নি সূৰ্যে অধে উৰ্দ্ধে ব্ৰহ্মাণ্ডক দহে।
দগধ লোময় পিণ্ড যেন তথা ৰহে॥
মহামেঘে বৰিষয় শতেক বৎসৰ।
প্ৰলয়ৰ জলে ভৰে ব্ৰহ্মাণ্ড ভিতৰ॥
কালৰ বেগত ব্ৰহ্মাণ্ডৰো হোৱে ক্ষয়।
সাতো আৱৰণ অন্যো অন্যে যায় লয়॥
পৃথিৱী জলত পশে উদকতে যত।
তেজোপশে বায়ুত পৱনো আকাশত॥
পশে অহঙ্কাৰত আকাশো গৈয়া পাছে।
ইন্দ্ৰিয় দেৱতা মন আনো যত আছে॥
মহত্তত পশে অহঙ্কাৰো বৃত্তি হীন।
প্ৰকৃতিত আপুনি মহত্তো যায লীন॥
ঈশ্বৰৰ লীলাত জগতে নাশ হয।
কটাক্ষতে কোটি কোটি ব্ৰহ্মাণ্ডৰো লয়॥
পুৰুষ প্ৰকৃতি বৃত্তিহীন হুযা থাকে।
জ্ঞানীগণে প্ৰাকৃত প্ৰলয * বোলে তাকে॥"

শ্ৰীমদ্ভাগৱত ১২ স্কন্ধ

প্ৰায় সকলো পুৰাণতে আছে যে পূৰ্বে প্ৰলয় কালত কোটি সূৰ্য সদৃশ প্ৰভাশালী অসংখ্য বিশ্বৰ কাৰণ অবিনশ্বৰ জ্যোতিঃপুঞ্জই কেৱল বিদ্যমান আছিল। তাক হিৰণ্যগৰ্ভ বোলে। পিছত তাৰে পৰা গ্ৰহ-নক্ষত্ৰাদি জল-থল, গছ-লতা, জীৱ জন্তু আদি যাবতীয় পদাৰ্থৰ সৃষ্টি হয়। সেই জ্যোতিঃপুঞ্জই নীহাৰিকা। যি এক অব্যক্ত অতীন্দ্ৰিয় শক্তিৰ বলত এই জ্যোতিঃপুঞ্জৰ উৎ

*পুৰাণৰ মতে আমাৰ ৪৩২ কোটি বছৰে ব্ৰহ্মাৰ এদিন। ব্ৰহ্মাই দিনৰ ভাগত সৃষ্টি আৰু ৰক্ষা কৰে, ৰাতিৰ ভাগত সেয়ে লয় পায়। এই লয়কে প্ৰাকৃত প্ৰলয় বোলে।

পত্তি, সেই শক্তিয়েই বেদ আৰু পুৰাণৰ ব্ৰহ্ম। জ্যোতিয়েই চেতনা। যি জ্যোতিঃ তেৱেঁই তেজঃ, যি তেজঃ তেৱেঁই জ্ঞান, যি জ্ঞান তেৱেঁই জ্যোতিঃ। জ্যোতিঃ স্বৰূপ পূৰ্ণ পৰব্ৰহ্ম অনাদিকালৰেপৰা পৰি-পূৰ্ণৰূপে অখণ্ডাকাৰে অনাদি অনন্তৰূপে নিৰাকাৰ আৰু সাকাৰভাৱে বিদ্যমান আছে।*

---

*আৱাহন, ফাগুন ১৮৫৮ শক, ৮ম বছৰ ৩য় সংখ্যা।

(২)

## সৌৰ-জগৎ

সূৰ্য আৰু সূৰ্যৰ চাৰিওফালে ঘূৰি থকা গ্ৰহ-বিলাকক লৈ যি জগৎ, তাকে সৌৰ-জগৎ বোলে। সৌৰ-জগতত সূৰ্যতকৈ ডাঙৰ আৰু মহিমাৱন্ত একো-ৱেই নাই। গ্ৰহবিলাক আদিতে সূৰ্যৰে একোটা অংশ আছিল, সূৰ্যৰপৰা উপজি তেওঁৰ চাৰিওফালে মাধ্যা-কৰ্ষণৰ প্ৰভাৱত ঘূৰি থাকে। এই অৱস্থাত যেতিয়া কোনো গ্ৰহ সূৰ্যৰ ওচৰলৈ আহে, তেতিয়া সূৰ্যৰ আকৰ্ষণৰ নিমিত্তে এই গ্ৰহটোৰ কিছু অংশ ছিগি এৰাই উপগ্ৰহৰ উৎপত্তি হয়। কোনো কোনো জ্যোতিষীয়া পণ্ডিতৰ মতে দুটা নক্ষত্ৰৰ পৰস্পৰৰ আকৰ্ষণৰ ফলত এটাৰ কিছু অংশ ছিন্ন বা বিক্ষিপ্ত হৈ পৰে আৰু পিছত সেই ছিন্ন বা বিক্ষিপ্ত অংশ ডোখৰ ডোখৰ হৈ একো একোটা গ্ৰহৰ আকাৰত পৰিণত হয়।

আমি যি পৃথিৱী বা ভূলোকত বাস কৰিছোঁ, সেই পৃথিৱী সূৰ্যৰ এটি গ্ৰহ। চন্দ্ৰ পৃথিৱীৰ এটি উপগ্ৰহ। পৃথিৱীৰ সৈতে সূৰ্যৰ ৯টি গ্ৰহ আছে। এই ৯টি গ্ৰহই লাটুমৰ দৰে ঘূৰি ঘূৰি সূৰ্যৰ চাৰিও-ফালে নিজ নিজ কক্ষত চলি আছে। বুধ গ্ৰহ সকলোতকৈ সূৰ্যৰ ওচৰত, তাৰ পাছত শুক্ৰ, তাৰ পাছত পৃথিৱী। পৃথিৱীৰ ভ্ৰমণ-বাট বা কক্ষৰ বাহিৰত ইটোৰ পাছত সিটোকৈ মঙ্গল, বৃহস্পতি, শনি, য়ুৰেনাছ, নেপচুন আৰু প্লুটো গ্ৰহ আছে। মঙ্গল আৰু বৃহস্পতিৰ কক্ষৰ মাজত কিছুমান সৰু সৰু গ্ৰহ থুপখাই এধাৰ মালাৰ দৰে ঘূৰি আছে। কোনো ডাঙৰ গ্ৰহ ভাগি চূৰ্ণকৃৎ হৈ সেই গ্ৰহকণিকাবিলাকৰ সৃষ্টি হোৱা বুলি পণ্ডিতসকলে অনুমান কৰে।

গ্ৰহবিলাকৰ নিজৰ আলোক বা জ্যোতি নাই। সূৰ্যৰ আলোকত গ্ৰহবিলাক আলোকিত হয়। নক্ষত্ৰ-তকৈ গ্ৰহবিলাক আমাৰ পৃথিৱীৰ বেছি ওচৰত থকা বাবে দূৰবীণ যন্ত্ৰেদি চালে গ্ৰহবিলাকক কিছু ডাঙৰ দেখা যায়। গ্ৰহবিলাকে সূৰ্যক কেন্দ্ৰ কৰি তেওঁৰ চাৰিওফালে প্ৰায় চক্ৰাকাৰে ঘূৰি তেওঁক প্ৰদক্ষিণ কৰি আছে। তেওঁলোকৰ ভ্ৰমণৰ বাট বা কক্ষ ঠিক গোল নহয়, প্ৰায় ডিম্বাকাৰ।

পৃথিৱীৰপৰা সূৰ্য ৯ কোটি ৩০ লক্ষ মাইল দূৰত আছে। পোহৰ এক চেকেণ্ডত ১লক্ষ ৮৬ হেজাৰ চাৰিশ মাইল যায়। প্ৰায় ৮ মিনিটত সূৰ্যৰপৰা আমাৰ পৃথিৱীলৈ পোহৰ আহে। যি নক্ষত্ৰটি আমাৰ খুব ওচৰত আছে, তাৰ পোহৰ পৃথিৱীলৈ আহোঁতে চাৰি বছৰৰো বেছি সময় লাগে। ইয়াৰপৰা বুজিব-পাৰি যে নক্ষত্ৰবিলাক কিমান দূৰত আছে। ইমান দূৰত থকা বাবে আমি নক্ষত্ৰৰ তাপ নাপাওঁ, কেৱল তাৰ ক্ষীণ আলোক দেখিবলৈ পাওঁ। সূৰ্যৰ তীব্ৰ পোহৰৰ নিমিত্তে দিনত আমি নক্ষত্ৰবিলাক দেখা নেপাওঁ। সকলো নক্ষত্ৰ আকৌ সমান দূৰত নাই। ৰাতি নীলাকাশত অসংখ্য নক্ষত্ৰ দেখিবলৈ পোৱা যায়। এটি এটি নক্ষত্ৰ এটি এটি সূৰ্য। কোনো কোনো নক্ষত্ৰ সূৰ্যতকৈ অনেকগুণে ডাঙৰ, কোনো কোনোটো পৃথিৱীৰ নিচিনা সৰু। নক্ষত্ৰবিলাক বহুত দূৰত থকাৰ কাৰণে সৰু দেখি।

সূৰ্য-মণ্ডল অতি সূক্ষ্ম বায়বীয় পদাৰ্থৰে ভৰা। কোটি কোটি বছৰৰপৰা সূৰ্য-মণ্ডল জ্বলি আছে আৰু কোটি কোটি বছৰলৈকে জ্বলি থাকিবৰ ক্ষমতা তেওঁৰ আছে। সূৰ্যমণ্ডলৰ বাহিৰ ভাগৰ উত্তাপ প্ৰায় ১০ হাজাৰ ডিগ্ৰী। আমি ভাবোঁ, সূৰ্য পুবৰপৰা পশ্চিমলৈ চলিছে। সেইটো সঁচা নহয়, সূৰ্য চলা নাই, স্থিৰ হৈ আছে, আমিহে চলিছোঁ। আমাৰ

পৃথিবীয়ে আমাক বুকুত লৈ পশ্চিমৰপৰা পূবদিশলৈ ঘূৰি আছে। পৃথিৱীৰ এই ঘূৰণৰ নিমিত্তে আমি প্ৰতি ঘণ্টাত প্ৰায় এহেজাৰ মাইল বেগেৰে চলিছোঁ। আমি নিজে কিন্তু সেইটো বুজিব পৰা নাই। অথচ পৃথিৱীখন লাটুমৰ দৰে অহৰহ ঘূৰি আছে। পৃথিৱী ঘূৰি থকাতো আমি পৃথিৱীৰপৰা পৰি নেযাওঁ, কাৰণ, পৃথিৱীৰ এটা অদৃশ্য আকৰ্ষণশক্তি আছে। সেই আকৰ্ষণে আমাক টানি ৰাখে, আমি পৰি নেযাওঁ।

সৌৰ-জগৎ ছায়া-পথৰ অন্তৰ্গত বৃহত্তৰ জগতৰ এটি ক্ষুদ্ৰ অংশ। পৃথিৱী সৌৰ-জগতৰ সামান্য এটি গ্ৰহ মাথোন। চন্দ্ৰ পৃথিৱীৰ এটি উপগ্ৰহ। গ্ৰহবিলাকে যেতিয়া সূৰ্যৰ চাৰিওফালে ঘূৰি ঘূৰি সূৰ্যক প্ৰদক্ষিণ কৰে, তেতিয়া উপগ্ৰহবিলাকেও নিজ নিজ গ্ৰহৰ চাৰিওফালে ঘূৰি ঘূৰি লগে লগে চলি থাকে। চন্দ্ৰ পৃথিৱীতকৈ আকাৰত সৰু। প্ৰায় ৫০টা চন্দ্ৰ মিলালে পৃথিৱীৰ সমান আকৃতি হ'ব। পৃথিৱীৰপৰা চন্দ্ৰলোক প্ৰায় ২লক্ষ ৫০ হেজাৰ মাইল দূৰ। আমি চন্দ্ৰৰ যি জোনাক পাওঁ, সেই জোনাক চন্দ্ৰৰ নিজৰ নহয়। সূৰ্যৰ আলোক চন্দ্ৰৰ ওপৰত পৰি প্ৰতিফলিত হৈ পৃথিৱীলৈ আহে। গ্ৰহবিলাকৰ দৰে চন্দ্ৰই লাটুমৰ নিচিনাকৈ ঘূৰি ঘূৰি চলে। আমাৰ পৃথিৱীৰ চন্দ্ৰৰ দৰে মঙ্গলগ্ৰহৰ দুটি, বৃহস্পতিৰ নটি, শনিৰ নটি, য়ুৰেনাছৰ ৪টি আৰু নেপচুনৰ এটি চন্দ্ৰ আছে।

গ্ৰহ আৰু উপগ্ৰহবিলাকে আমাৰ সূৰ্যৰ ৰাজত্বত অৱস্থান কৰিছে। সূৰ্যৰ এই সাম্ৰাজ্যক আমি সৌৰ জগৎ কওঁ। সূৰ্য এই সাম্ৰাজ্যৰ সম্ৰাট। মাজে মাজে ধূমকেতু বা নেজাল-তৰাই সূৰ্যৰ এই ৰাজ্যত আহি অতিথি হয়। সূৰ্যৰ চাৰিওফালে ঘূৰিবৰ সময়ত তাৰ নেজ সূৰ্যৰ ওলোটাফালে থাকে। মাজে সময়ে আকাশত উল্কা বা পপীয়াতৰা দেখা যায়। কোনো ধূমকেতু ভাগি তাৰ গাৰ এছোৱা এৰাই পৰিলে সেই ভাগি পৰা টুকুৰাটো উল্কা হয়। উল্কা থাহি আহি পৃথিৱীৰ বায়ু-মণ্ডলত সোমালে বায়ুৰ ঘঁাহনিত সি জ্বলি উঠে, কোনোটো পুৰি ছাইহৈ বায়ুৰ লগত মিলি যায়, কোনোটো আধাপোৰা অৱস্থাত পৃথিৱীত আহি পৰে।

পৃথিৱীতকৈ সূৰ্য বহুত ডাঙৰ, ইমান ডাঙৰ যে তেৰ লক্ষ পৃথিৱী যোৰা দিলেহে সূৰ্যৰ সমান হ'ব পাৰিব। জ্যোতিৰ্বিদ পণ্ডিতসকলৰ মতে সূৰ্য হল আমাৰ পৃথিৱীৰ পিতা, নীহাৰিকা হ'ল তেওঁৰ ককা আৰু সৃষ্টিৰ প্ৰথম অৱস্থাৰ সূক্ষ্ম বায়বীয় পদাৰ্থ ৰাশি হল তেওঁৰ আজোককা। আকৌ, আন ফালৰ পৰা চালে দেখা যায়, সূৰ্যই আদি, সেইবাবে তেওঁক আদিত্য বোলে। গ্ৰহবিলাক তেওঁৰ সন্তান, আৰু চন্দ্ৰ আদি উপগ্ৰহবিলাক তেওঁৰ নাতি। মুঠতে কবলৈ গলে সূৰ্যই আমাৰ সৌৰ-জগতৰ প্ৰতিষ্ঠাতা। "সৰ্বেষাং ভূতানাং গোপয়িতা আদিত্যঃ।"—যাস্ক।

আগেয়ে কৈ আহিছোঁ যে এটি এটি নক্ষত্ৰ এটি এটি সূৰ্য। আমাৰ সূৰ্যক কেন্দ্ৰ কৰি যেনেকৈ কিছুমান গ্ৰহ ঘূৰি আছে, তেনেকৈ প্ৰত্যেক নক্ষত্ৰক কেন্দ্ৰ কৰি আৰু কিছুমান গ্ৰহ ঘূৰি আছে। এই সকলো নক্ষত্ৰক লৈ যি অসীম জগত অনন্ত আকাশত বিৰাজ কৰিছে তাৰ নাম বিশ্বব্ৰহ্মাণ্ড (Universe)।

"মাৰ্কণ্ডেয় পুৰাণ"মতে 'পৰম পুৰুষৰ মুখৰপৰা তেজঃপুঞ্জ প্ৰথমে সূক্ষ্মৰূপে, পাছে স্থূলৰূপে ওলাই একাকাৰ হয়, আৰু সেই তেজোৰাশি আদিতে ওলাইছিল গুণে সূৰ্যক আদিত্য বোলা হয়।" সেই তেজোৰাশিয়েই নীহাৰিকা (Nebula), সূৰ্যৰ জনক।

সূৰ্যৰ পৰা যে আমাৰ এই পৃথিৱী আৰু পৃথিৱীৰ যাবতীয় পদাৰ্থৰ উৎপত্তি হৈছে এই তথ্য আধুনিক বিজ্ঞানশাস্ত্ৰই প্ৰমাণ কৰিছে। পদাৰ্থ-বিজ্ঞানৰ বিজুলীশক্তি আৰু পৰমাণু তত্ত্বৰ অনুসন্ধানৰ ফলত জনা গৈছে যে জগতৰ প্ৰত্যেক জড় পৰমাণুৱেই সেই মহান্ সৌৰমণ্ডলৰ অবিকল প্ৰতিবিম্ব। দেখাত সূৰ্যৰ দেহ এটি অতি উজ্জ্বল, অতি তপত, প্ৰকাণ্ড গোলাকাৰ অগ্নিময় বায়বীয় পিণ্ড—এওঁ যেন অনন্ত আকাশত প্ৰচণ্ড বেগেৰে চলি আছে। সকলো

গ্ৰহ-উপগ্ৰহ সূৰ্যৰেই সতি-সন্তান ' সূৰ্যই সেই সকলোৰে অধিপতি। সূৰ্যৰ আকৰ্ষণত গ্ৰহবিলাক চলি আছে, সূৰ্যৰ আলোকত আলোকিত হৈছে। সূৰ্যৰ প্ৰভাৱত মেঘ-বৰষুণ, অন্ন-পানী, দিন-ৰাতি, ঋতু বৰ্ষ, অয়নাদিৰ সংঘটন হৈছে। জড় আৰু জীৱজগতৰ লগত সূৰ্যৰ ঘন সম্বন্ধ দেখি এতিয়াৰ বিজ্ঞানবিদ্ পণ্ডিতসকলেও বিস্ময় মানিছে। বাস্তৱিকে সৌৰ-জগতৰ স্ৰষ্টা বা সৱিতা সূৰ্যত ব্ৰহ্ম-বিভূতিৰ অসামান্য বিকাশ দেখা যায়। তত্ত্বদৰ্শী ঋষিসকলে সূৰ্যত মহতী ঐশী শক্তিৰ প্ৰকাশ দেখি তেওঁৰ জড় আৱৰণৰ ভিতৰত ত্ৰিলোকৰ সৰ্বময় কৰ্তা আদিত্য দেৱতা অধিষ্ঠিত আছে বুলি ঘোষণা কৰিলে। এওঁ অগ্নিত, জলত, চন্দ্ৰত, পৃথিৱীত আৰু প্ৰাণীত সমভাৱে বিৰাজি কৰিছে। এৱেঁই সেই উপনিষদৰ সূক্ষ্ম, অব্যক্ত, অক্ষৰ ব্ৰহ্মতেজঃ, যাক সাৱিত্ৰী মন্ত্ৰত ভৰ্গ বুলি কোৱা হৈছে। এৱেঁই প্ৰাণীৰ প্ৰাণ, মন আৰু বুদ্ধি। এৱেঁই সন্ধ্যা গায়ত্ৰীৰ প্ৰধান উপাস্য দেৱতা। বাস্তৱিকে এৱেঁই মূল তেজঃ, পাৰ্থিৱ সকলো তেজৰ আধাৰ। সকলো জ্যোতিৰ্ময় পদাৰ্থৰ জ্যোতি। এৱেঁই সকলো ঘটতে জ্যোতিৰূপে অৱস্থান কৰিছে। সূৰ্য-মণ্ডলৰ মাজত থকা ভগৱান আদিত্য সৃষ্টি, স্থিতি আৰু লয়ৰ সাক্ষাৎ বিধাতা —ব্ৰহ্মা, বিষ্ণু শিৱাত্মক ব্ৰহ্ম-শক্তি। প্ৰাণ, মন, বুদ্ধি আদি দি সূক্ষ্ম পৰমাণুৰ দ্বাৰা গঠিত সেই পৰমাণুবিলাক আমাৰ দেহত যেনেকৈ আছে, সূৰ্য মণ্ডলো তেনেকৈ আছে। সূৰ্যৰপৰা প্ৰাণ-শক্তি পৃথিৱীলৈ আহে। অগ্নিত সেই শক্তি থাকে। আজিকালি বিজ্ঞানেও সূৰ্য আৰু অগ্নিত জীৱৰ অস্তিত্ব থকা বুলি অনুমান কৰিছে। নীৰ বা পানীত সেই শক্তিৰ বিকাশ হয়, সেই নিমিত্তে ব্ৰহ্মক নাৰায়ণ বোলে। পুৰাণ শাস্ত্ৰই পৃথিৱী আৰু মানুহৰ উৎপত্তি সূৰ্যৰ পৰাই হোৱা বুলি কয়। কেৱল স্থূল শৰীৰ বা অন্নময় কোষ ৰক্ষাৰ নিমিত্তে পৰমাত্মাই প্ৰাণীৰ শৰীৰত প্ৰাণ-শক্তি ৰাখে। ই থকাত শৰীৰৰ তেজ চলাচল হয়, নাথাকিলে তেজ বন্ধ হৈ গোট মাৰি স্থূল শৰীৰ পচি যায়। প্ৰাণ-শক্তিৰ দ্বাৰাই প্ৰাণীয়ে উশাহ-নিশাহ লয়। সেই বুলি প্ৰাণ-শক্তি বায়ু নহয়। প্ৰাণ-শক্তিৰ সঙ্কোচ হলে শৰীৰৰ মৃত্যু-অৱস্থা হয়। নিদ্ৰাৱস্থাত প্ৰাণ-শক্তি চলি থাকে, মৃত্যুত নাথাকে। নিদ্ৰাত আমি অচেতনৰ নিচিনা হওঁ। তেতিয়া আমাৰ চেতনা-শক্তিৰ সঙ্কোচ হয়। চৈতন্যস্বৰূপ জ্যোতিৰ্ময়ৰ চেতনাত জীৱবিলাক সচেতন হৈ থাকে, চেতনা-শক্তিৰ সঙ্কোচত লাল-কাল টোপনিত অচেতনৰ নিচিনা হয়। এতেকে চেতনা বা জীৱ আৰু প্ৰাণ একে বস্তু নহয়। চেতনা আত্মা। প্ৰাণ আত্মা নহয়। "যেহি আত্মা সেহি ব্ৰহ্ম নাহিকে অন্তৰ।"—গীতা। গীতাত শ্ৰীকৃষ্ণই অৰ্জুনক কৈছে,—

"জীৱকেসে আত্মা বোলে জানা ধনঞ্জয়।
স্বভাৱতে ভোক্তাৰূপে দেহত আছয় ॥
একাদশ ইন্দ্ৰি মায়া মদ অহঙ্কাৰ।
পঞ্চভূত সূক্ষ্ম পঞ্চ তন্মাত্ৰ তাহাৰ ॥
এহিসে চৌবিশ তত্ত্ব * দেহে হুয়া যুত।
জানিবাহা দেহক বোলয় আধিভূত ॥
আদিদেৱ যাক বুলি পুৰুষ বৈৰাজ।
সৰ্বথায়ে থাকে সূৰ্য-মণ্ডলৰ মাজ ॥
সেই আদি পুৰুষ সৰ্ব্ব দেৱতাৰ পতি।
সেহি গোট অধিদেৱ জানা মহামতি ॥
মই অধিযজ্ঞ সবাহাৰে অন্তৰ্যামী।
প্ৰৱৰ্তক নিয়ামক ফলদাতা আমি ॥ —গীতা

শ্ৰীমদ্ভাগৱতৰ ৪ৰ্থ স্কন্ধত আছে, —

"সমস্ত-প্ৰাণীৰ একে আত্মা নাৰায়ণ।
স্থূল সূক্ষ্ম প্ৰাণী যত সবাৰো জীৱন ॥

---

* চৌৱিশ তত্ত্ব—ভূমি ১, পানী ২, অগ্নি বা তেজঃ ৩, বায়ু বা মৰুৎ ৪, আকাশ ৫, গন্ধ ৬, ৰস ৭, ৰূপ ৮, স্পৰ্শ ৯, শব্দ ১০, চকু ১১, নাক ১২, জিভা ১৩, কাণ ১৪, ছাল ১৫, হাত ১৬, ভৰি ১৭, মুখ বা বাক্ ১৮, পায়ু ১৯, উপস্থ ২০, প্ৰাণ ২১, মন ২২, বুদ্ধি ২৩, অহঙ্কাৰ ২৪।

একক অনেক হেন দেখয় সাক্ষাত ।
যাৰে তান চৰণে ভকতি নোহে জাত ॥
যেন এক অগ্নি ঘৰে ঘৰে প্ৰকাশয় ।
স্থুল সূক্ষ্ম দীৰ্ঘ হ্ৰস্ব স্বভাৱে জ্বলয় ॥
সবাকো দহয় দোষ-গুণ নলজ্বয় ।
সমস্ত প্ৰাণীৰ এক, আত্মা এহি নয় ॥
যেন এক আকাশে নিৰ্মল শুদ্ধ ভাৱে ।
বাহ্যে অভ্যন্তৰে ব্যাপি আছে সেহি ঠাৱে ।
বাহ্য অভ্যন্তৰে এক আত্মা এহি নয় ।
তাহাক জানিলে পিণ্ড মুকুত হোৱয় ॥
যেন এক বায়ুক অনেক হেন দেখি ।
সুগন্ধ দুৰ্গন্ধ মিশ্ৰ গন্ধক উপেক্ষি ॥
স্বৰূপত একে বায়ু গন্ধসে বিস্তৰ ।
সেহি মতে একে আত্মা প্ৰাণীসে বিস্তৰ ॥
যেন এক সুবৰ্ণক দেখি নানাকাৰ ।
তাড় খাৰু কুণ্ডল কঙ্কণ মণিহাৰ ॥
এহি মতে সমস্ততে আছে একে হৰি ।
সুৰাসুৰ পশু-পক্ষী নৰ আদি কৰি ॥
যেন একে মৃত্তিকাৰ নানা ঘট হয় ।
পুনৰপি ভাগি সবে মৃত্তিকা হোৱয় ।
মৃত্তিকা বিহনে যেন ঘট নোপজয় ।
এই মতে ব্ৰহ্ম বিনে কিছু নাহিকয় ॥
হৰিসে জগত জগততে সবে হৰি ।
নাহি ভিন্ন তনু আৰু জানা নিষ্ঠ কৰি ॥”
শ্ৰীমদ্ভাগৱতৰ দ্বাদশ স্কন্ধত আছে,—
“বুদ্ধি মন ইন্দ্ৰিয় মহত্ত্ব অন্ধকাৰ ।
ব্ৰহ্মত পৃথক নুহি যতেক সংসাৰ ॥
ব্ৰহ্ম ব্যতিৰেকে মিছা যত দেখা আন ।
জৰিত উপজি যেন আছে সৰ্পজ্ঞান ॥
জাগন সপোন বুদ্ধিৰেসে বৃত্তিচয় ।
নানাবিধ দেখা যত সবে মায়াময় ॥
ক্ষণেকেতে ওপজে ক্ষণেকে নাশ হয় ।
সমস্তে অৱস্থা যেন টাটকৰ নয় ॥
যেন আকাশত মিলে সংহত মেঘৰ ।
ক্ষণেকে থাকিয়া হোৱে ক্ষণেকে অন্তৰ ॥
ব্ৰহ্মতো জগত জানিবাহা সেহি নয় ।
উপজিয়া ব্ৰহ্মত ব্ৰহ্মতে যায় লয় ॥
একে ব্ৰহ্ম আছে সৰ্ব্ব দেহত প্ৰবটে ।
যেন এক আকাশ প্ৰত্যেক ঘটে ঘটে ॥
জলত সূৰ্য্যক যেন দেখি ভিনে ভিন ।
এহিমতে জানিবা ব্ৰহ্মতো ভেদ হীন ॥
কঙ্কণ কুণ্ডল ঘট গঢ়ে হেম-হাৰ
একে সুবৰ্ণক দেখি অনেক আকাৰ ॥
সেহি মতে এক ব্ৰহ্ম জানে শুদ্ধ সিদ্ধ ।
অজ্ঞানত বাক্য বোলে তাঙ্ক বহু বিধ ॥
সূৰ্য-ৰশ্মি হোৱে যেন মহামেঘগণ ।
সূৰ্য অঙ্গ চক্ষুক তথাপি কৰে ছন্ন ॥
ব্ৰহ্মৰে স্বৰূপ অহঙ্কাৰ যদি হয় ॥
ব্ৰহ্ম অংশ জীৱক তথাপি আবৰয় ॥
যেন মেঘ গৈলে চক্ষু সূৰ্যক নিৰীখে ।
অহঙ্কাৰ গুচিলে ব্ৰহ্মকো জীৱে দেখে ॥
মায়া এৰি আপুনি বুদ্ধিৰ গুচে ভ্ৰম ।
নিৰ্মল হৃদয় জীৱে দেখে পৰব্ৰহ্ম ॥
যি কালত জ্ঞান-অস্ত্ৰে ছেদে অহঙ্কাৰ ,
ছিন্দে কৰ্ম-বন্ধ তেবে জীৱে আপোনাৰ ॥
হৃদয়ত পৰম আনন্দ হোৱে জাত ।
পৰিপূৰ্ণ আত্মা হোৱে মনত সাক্ষাত ॥” *

(৩)

## পৃথিৱী

আমাৰ এই পৃথিৱীখন আদিতে সূৰ্যৰ পাৰপৰা ছিগি এৰাই আহোঁতে সূক্ষ্ম বায়বীয় অৱস্থাত আছিল। সেয়ে পিছত এটি তপত জুলীয়া গোলাকাৰ জড়-পিণ্ডৰ নিচিনা হয়। বাহিৰত দেখাত যেন এটি অগ্নিময় গোলক, ভিতৰত প্ৰচণ্ড অগ্নি-তপত জুলীয়া ধাতু। পাছে ওপৰৰ আৱৰণ বা ঢাকনীখন গাথীৰৰ ওপৰত

* আৱাহন, চ'ত ১৮৫৮, ৮ম বছৰ ৪ৰ্থ সংখ্যা ।

সৰু বস্তুৰ দৰে ক্ৰমে গোট মাৰি টান হয়। আকাশ তেতিয়াধোৱা কোৱা—দিনে ৰাতিয়ে প্ৰচণ্ড ধুমুহা। এই সময়ত পৃথিৱীত বৰ উৎপাত হয়। অগ্নিৰ তাপত পৃথিৱীৰ পৰা ক্ৰমাগত ভাপ উঠে, সেই ভাপেই আকৌ বৰষুণ হৈ পৃথিৱীত পৰিবলৈ ধৰে। এফালে নেৰ-নেপেৰা বৰষুণ, আনফালে আকৌ আগ্নেয়গিৰিৰ জ্বলন্ত অগ্নিয়ে পৃথিৱীৰ অভ্যন্তৰৰপৰা অতি প্ৰবল-বেগেৰে তপত জুলীয়া বস্তু উলিয়াবলৈ ধৰে। ঘনে ঘনে ভয়ানক ভূমিকম্প হয়। তেতিয়া পৃথিৱীৰ কোনো কোনো ঠাই ওখ হৈ পৰ্বতাকাৰ ধাৰণ কৰে, কোনো কোনো ঠাই তললৈ সোমাই চাপৰ হৈ সাগৰত পৰিণত হয়, লগে লগে জুলীয়া ধাতু গোট মাৰি শিল আৰু মাটি হয়। পৃথিৱী পানী আৰু মাটিত বিভক্ত হৈ ক্ৰমে শীতল হৈ আহিবলৈ ধৰে। এই দৰেই যুগ যুগান্তৰ চলি গ'ল।

সৃষ্টিৰ প্ৰথম অৱস্থাত পৃথিৱী জলময় আছিল। অনন্ত জলধিৰ বুকুত প্ৰথমে জলজ উদ্ভিদৰ সৃষ্টি হয়। ক্ৰমে আন তৃণ-লতাৰ জন্ম হয়। তাৰ পিছত জলচৰ, ভূচৰ আৰু উভচৰ ইতৰ প্ৰাণীৰ সৃষ্টি হয়। সৰ্বশেষত মানুহ জাতিৰ সৃষ্টি হয়। উদ্ভিদৰো প্ৰাণ আছে। উদ্ভিদৰপৰা প্ৰাণীবিলাকৰ জীৱন ৰক্ষা হয়। প্ৰাণ-পঙ্কৰ (Protoplasm) লগত উদ্ভিদত থকা এবিধ সেউজীয়া পদাৰ্থৰ সংযোগ হৈ প্ৰাণীবিলাকৰ উৎপত্তি হৈছে। এটি প্ৰকাশ অগ্নিময় গোলকৰপৰা কোটি কোটি বছৰৰ পিছত এই ৰত্নগৰ্ভা সুজলা সুফলা শস্য-শ্যামলা জননী পৃথিৱীৰ সৃষ্টি।

যেতিয়াৰ পৰা পৃথিৱীৰ মাটি আৰু পানী তাপ সহিব পৰা হ'ল তেতিয়াৰপৰা সেই মাটি আৰু পানীত প্ৰাণীবিলাকৰ জন্ম হৈ আছে। জলজ উদ্ভিদ আৰু জলচৰ জন্তুৰ জন্ম প্ৰথমে হয়। আমাৰ পুৰাণবিলাকে সৃষ্টিৰ চাৰিটা যুগ নিৰ্ণয় কৰিছে। (১) কৃত বা সত্য যুগ, (২) ত্ৰেতা যুগ, (৩) দ্বাপৰ যুগ, আৰু (৪) কলি যুগ। আধুনিক বিজ্ঞানে যুগ বিলাকক এইদৰে ভগাইছে,— (১) প্ৰত্নজীৱক (Primary), (২) মধ্যজীৱক (Secondary), (৩) নব্য-জীৱক (Tertiary), (৪) আধুনিক (Quaternary) এই যুগবিলাকৰ আকৌ উপযুগ আছে। আমি পৌৰাণিক যুগ আৰু সৃষ্টিৰ ক্ৰমৰ বিষয়েহে ইয়াত আলোচনা কৰিম। সত্য যুগৰ আৰম্ভত যেতিয়া পৃথিৱী জলময় আছিল তেতিয়া জলজ প্ৰাণীৰ জন্ম হয়। এই জাতি জীৱৰ পূৰ্ণ বিকাশ মাছত হয়। সেই নিমিত্তে এই যুগৰ অৱতাৰ মৎস্য। আমাৰ ' কীৰ্ত্তন" পুথিত আছে,— "মৎস্য ৰূপে অৱতাৰ ভৈলা প্ৰথমত।" এয়ে জীৱ সৃষ্টিৰ প্ৰথম আৰম্ভ। ইয়াক মৎস্য উপযুগ বোলে। তাৰ পিছত কূৰ্ম উপযুগ। এই সময়ত জলময় পৃথিৱীৰ পানী কিছু শুকাই ঠায়ে ঠায়ে বোকা, বালি ওলাইছিল, পানী আৰু বোকা উভয়তে থাকিব পৰা জীৱৰ সৃষ্টি হয়, যেনে—কাছ, ঘঁৰিয়াল, ইত্যাদি। কূৰ্মত এই জাতি জীৱৰ পূৰ্ণবিকাশ বুলি এই যুগৰ অৱতাৰ কূৰ্ম হয়। কূৰ্মাৱতাৰ জীৱ সৃষ্টিৰ দ্বিতীয় তৰঙ্গ। তাৰ পিছৰ উপযুগক বৰাহ বোলে। এই সময়ত ঠায়ে ঠায়ে মাটি গোট মাৰি টান হয়। পানী, বোকা আৰু শুকান মাটিত থাকিব পৰা জীৱৰ এই সময়ত উদ্ভৱ হয়। পৃথিৱীত তৃণ-তৰু গজে, ফল-ফুল হয়, ৰাজহাড় থকা জীৱবিলাকৰ জন্ম হয়, মাটিত বগাই ফুৰা আৰু আকাশত উৰি ফুৰা জীৱৰো জন্ম হয়। টান মাটি খানিব পৰা আৰু বোকাত লেটি লৈ ভাল পোৱা বৰাহক এই যুগৰ অৱতাৰ বোলা হয়। এতিয়াৰ বিজ্ঞানে জীৱ সৃষ্টিৰ যি তিনিটা স্তৰ স্বীকাৰ কৰিছে, পুৰাণেও তাকেই ৰূপকৰ ভাষাৰে তিনি অৱতাৰ বুলি কৈছে। কূৰ্ম যুগ আৰু বৰাহ যুগৰ সন্ধি সময়ত পৃথিৱীত ভয়ানক আগ্নেয়গিৰি আৰু ভূমিকম্পৰ উৎপাত হয়। বৰাহ যুগৰ পিছত নৃসিংহ যুগ। এই যুগত পৃথিৱীৰ ক্ৰমবিকাশৰ লগে লগে নানা জন্তুৰ মহাকায় অদ্ভুত মূৰ্ত্তিৰ জীৱবিলাকৰ জন্ম হয়। এয়েই জীৱন সংগ্ৰামৰ সূত্ৰপাত কাল। জীৱন-যুদ্ধত আত্ম-ৰক্ষা কৰিবলৈ হলে দৈহিক আৰু মানসিক উভয় শক্তিৰেই আৱশ্যক। পশুৰ ভিতৰত সিংহ সকলোতকৈ বলৱন্ত।

বান্দৰ আৰু বন-মানুহৰ আকৃতি প্ৰায় মানুহৰ নিচিনা। সিংহও নহয়, অথচ নৰ বা মনুষ্যও নহয় এনে অতিকায় অদ্ভুত জীৱবো জন্ম হয়। সেইবাবে এই উপযুগৰ অৱতাৰ নৃসিংহ। এই উপযুগক আধুনিক বিজ্ঞানৰ Miocene (মধ্যাধুনিক) আৰু Pliocene (নৱা-ধুনিক) উপযুগৰ লগত ৰিজাব পাৰি। পুৰাণত নৃসিংহ অৱতাৰৰ যি উপাখ্যান আছে, সেইটো কাল্পনিক বা ৰূপক হ'ব পাৰে। ইয়াৰ পিছত ত্ৰেতা যুগ।

ত্ৰেতা যুগৰ আৰম্ভত মানুহৰ জন্ম হয়, কিন্তু তেতিয়া মানুহৰ পূৰ্ণ বিকাশ হোৱা নাই। সেই নিমিত্তে এই উপযুগক বামন অৱতাৰ বোলা হয়। ইয়াৰ পিছৰ উপযুগৰ নাম পৰশুৰাম অৱতাৰ। এই উপযুগত মানুহৰ দেহৰ পূৰ্ণ বিকাশ হয়, কিন্তু প্ৰকৃতি ভীষণ, উদ্ধত আৰু নিমৰমিয়াল। জীৱন-যুদ্ধত নিজ নিজ অধিকাৰ আৰু স্বাৰ্থ ৰক্ষাৰ নিমিত্তে মানুহে পৰস্পৰৰ লগত যুদ্ধ কৰি কটা-কটি মৰা-মৰি কৰি দিন নিয়াইছিল। ইয়াৰ পিছৰ উপযুগৰ নাম শ্ৰীৰাম। এই উপযুগ মানুহৰ উন্নতিৰ কাল। এই কালত ৰাজ-শক্তিৰ বিকাশ, দুষ্টৰ দমন, শিষ্টৰ পালন, প্ৰজাৰঞ্জন, সমাজৰ উন্নতি, শিক্ষা আৰু সভ্যতাৰ বিস্তাৰ হয়। এই উপযুগৰ শ্ৰেষ্ঠ বিকাশ বা অৱতাৰ দাশৰথী শ্ৰীৰাম-চন্দ্ৰ। বাল্মীকিৰ অমৰ কাব্য ৰামায়ণত তেওঁৰ জীৱনী লিখা আছে। ইয়াৰ পিছত দ্বাপৰ যুগ। এই যুগৰ শ্ৰেষ্ঠ বিকাশ বা অৱতাৰ শ্ৰীকৃষ্ণ। বহুত পুৰাণত তেওঁৰ জীৱনী লিখা আছে। তেওঁ "মহা ভাৰতৰ" মধ্য-মণি। গীতা তেওঁৰ মুখৰ বাণী। এই যুগত সৰ্বতোমুখী প্ৰতিভাৰ বিকাশ হৈছে। জ্ঞান আৰু ধৰ্মৰ চৰম উন্নতি হৈছে। ইয়াৰ পিছত কলি যুগ। এই যুগৰ কথা ইতিহাসত পাব, "ভবিষ্য" আৰু "কল্কি" "আদি" পুৰাণতো পাব।

সৃষ্টিৰ আদিতে পৃথিৱীৰ সকলো বস্তু তপত ভাপৰ ধোঁৱা বা ভাপৰ নিচিনা অৱস্থাত আছিল। তাৰ পিছত সেই ভাপ ঘন হৈ তপত পনীয়া হয়, পনীয়াৰ পৰা জুলীয়া হয়, সেই জুলীয়া পদাৰ্থৰ ওপৰৰ তৰপ ক্ৰমে শীতল হৈ টান হয়, — যেনে নাৰিকলৰ খোলা বা লাওখোলা। পৃথিৱীৰ এই শীতল খোলাটোত আমি বাস কৰিছোঁ। কিন্তু ইয়াৰ অভ্যন্তৰত তপত জুলীয়া পদাৰ্থ এতিয়াও আছে। সেই বাবে সময়ে সময়ে আগ্নেয়গিৰিৰ উদ্ভৱ হয়।

পৃথিৱীৰ যি দেশলৈকে যোৱা যায়, সকলো ঠাইতে আকাশখন মূৰৰ ওপৰত দেখা যায়, চাৰিও ফালৰ আকাশ এখন ঘূৰণীয়া ঢাকোনৰ নিচিনা দেখা যায়। ইয়াৰ পৰা জনা যায় যে, পৃথিৱীখন ঘূৰণীয়া আৰু ই আকাশত ভাঁহি আছে। পৃথিৱীৰ আকৃতি এটা ৰবাৰ টেঙাৰ নিচিনা। ৰবাৰ টেঙাৰ যেনেকৈ দুই মূৰ চেপেটা, পৃথিৱীৰো দুই মূৰ অলপ চেপেটা। উত্তৰ ফালৰ মূৰটোক উত্তৰমেৰু আৰু দক্ষিণ ফালৰ মূৰটোক দক্ষিণ মেৰু বোলে। পৃথিৱীয়ে পশ্চিমৰপৰা পূবলৈকে এটা লাটুমৰ দৰে ঘূৰি ঘূৰি সূৰ্যক প্ৰদক্ষিণ কৰি আছে। এই দৰে ঘূৰি থাকোঁতে পৃথিৱীৰ যি অংশই যেতিয়া সূৰ্যৰ ফালে মুখ কৰে সেই অংশত সূৰ্যৰ পোহৰ পৰি দিন হয় আৰু বাকী অংশত আন্ধাৰ পৰি ৰাতি হয়। এটা ৰবাৰ টেঙাৰ মাজেদি শলা মাৰি সেই শলাৰ এমূৰে ধৰি এটা চাকিৰ ওচৰত ৰবাৰ টেঙাটো ঘূৰাই থাকিলে দেখা যাব যে ৰবাৰ টেঙা-টোৰ যি ফাল চাকিৰ আগত পৰে সেই ফালে পোহৰ পায়, আন ফালে নাপায়। সেইদৰে পৃথিৱীৰ প্ৰত্যেক পাক ঘূৰণত সকলো ঠাইতে একো-বাৰকৈ দিন আৰু ৰাতি হয়। কিন্তু উত্তৰ মেৰুৰ পৰা দক্ষিণ মেৰুলৈকে সকলো ঠাইতে দিন-ৰাতি সমান নহয়। উত্তৰমেৰুত প্ৰায় ছমাহ দিন, ছমাহ ৰাতি। পৃথিৱীয়ে আকাশত সূৰ্যৰ চাৰিওফালে যি বাটেদি ঘূৰি ঘূৰি চলি থাকে সেই বাটটোক কক্ষ বোলে। এই কক্ষ-বাটেদি সূৰ্যৰ এফালৰপৰা আন ফাললৈ যাওঁতে পৃথিৱীৰ ছমাহ সময় লাগে। গোটেই-

কক্ষটো একোবাৰ ঘূৰোতে এবছৰ সময় লাগে। পৃথিৱীৰ উত্তৰ মেৰু সদায় একেভাৱে হালি থাকে গুণে দিন-ৰাতি চুটি, দীঘল আৰু সমান হয়।

সূৰ্যৰ আয়তন পৃথিৱীতকৈ ১৪ লক্ষ গুণ ডাঙৰ। পৃথিৱীৰপৰা সূৰ্য ৯ কোটি ৩০ লক্ষ মাইল দুৰত। চুম্বক আৰু লোৰ মাজত যেনে এটা আকৰ্ষণী শক্তি আছে, পৃথিৱী আৰু সূৰ্যৰ মাজতো তেনে এটা আকৰ্ষণী শক্তি আছে। সেই শক্তিৰ বলত পৃথিৱী সূৰ্যৰ চাৰিওফালে ঘূৰি আছে। প্ৰতি ২৪ ঘন্টাত পৃথিৱীয়ে একো পাক ঘূৰিছে। ইয়াৰ পৰা দিন-ৰাতি হৈছে। আকৌ এইদৰে পাক ঘূৰি-ঘূৰি ৩৬৫ দিনত বা বাৰ মাহত পৃথিৱীয়ে সূৰ্যক একোবাৰকৈ প্ৰদক্ষিণ কৰি আছে। ইয়াৰে পৰা জাৰ-জহ আদি ঋতুৰ পৰিৱৰ্তন হৈ আছে।

যদি আমি এবাৰ পৃথিৱীখন ঘূৰি আহিব খোজো, তেন্তে আমি প্ৰায় পঁচিশ হাজাৰ মাইল বাট বুলিব লাগিব। পোনে পোনে পৃথিৱীৰ এমূৰৰ পৰা আন মূৰলৈ এটা সুৰঙ্গ কৰি বাট উলিয়ালেও সিও প্ৰায় ৮ হাজাৰ মাইল দূৰ হব। ইয়াৰপৰা বুজিব পাৰি পৃথিৱীৰ আকাৰ কিমান ডাঙৰ। আকৌ বিশ্ব-ব্ৰহ্মাণ্ডৰ লগত তুলনা কৰিলে দেখা যাব যে, পৃথিৱী কিমান সৰু। আমি পৃথিৱীৰ মানুহ-বিলাক যে কিমান সৰু তাৰ নকলেও হব।

সেই অনাদি সনাতন পৰব্ৰহ্মই সৃষ্টিৰ সময়ত এই অসীম আকাশত তেওঁৰ শক্তি বিস্তাৰ কৰি দিলে। এয়ে তেওঁৰ ইচ্ছা। তেওঁ আপোনাৰ শক্তি আকাশত ব্যাপ্ত কৰিলে। সেই শক্তিৰ পৰাই এই জড়-জগতৰ উৎপত্তি। জড়-ব্ৰহ্মাণ্ড আকাশত ভাহি আছে। ভূমি, পানী, তেজ বা অগ্নি, বায়ু আৰু আকাশ এই পাঁচোটা মহাভূতৰ দ্বাৰা জগৎ নিৰ্মিত হৈছে। সৃষ্টি-কৰ্ত্তা এই সকলোৰে অভ্যন্তৰত আছে। এই সমুদায় জগত তেওঁ ধাৰণ কৰি আছে। তেওঁ জগতৰ সকলোতে প্ৰৱিষ্ট হৈ আছে। সেই বাবে তেওঁক বিষ্ণু বোলে। এই পঞ্চভূতময় জড়-জগতক বেদে অন্নময় কোষ বলিছে।

এই পঞ্চভূত অকল জগতৰেই নহয়, সকলো দেহীৰ দেহৰ বীজ। উদ্ভিদ, স্বেদজ, অণ্ডজ আৰু জৰায়ুজ, এই সকলো প্ৰাণীৰ দেহ, ভূমি আদি পঞ্চ ভূতৰ দ্বাৰা নিৰ্মিত।

আকাশৰপৰা বায়ু, বায়ুৰপৰা তেজঃ বা অগ্নি, অগ্নিৰপৰা পানী আৰু পানীৰপৰা ভূমিৰ উৎপত্তি। প্ৰলয়ত ভূমি পানীত, পানী অগ্নিত, অগ্নি বায়ুত আৰু বায়ু আকাশত বিলীন হয়।

"পঞ্চতত্ত্বাৎ ভবেৎ সৃষ্টিঃ তত্ত্বাৎ বিলীয়তে।
পঞ্চতত্ত্বাৎ পৰং তত্ত্বঃ তত্ত্বাতীতং নিৰঞ্জনম্॥
স্পৰ্শনং ৰসনং চৈব ঘ্ৰাণং চক্ষুশ্চ শ্ৰোত্ৰবং।
পঞ্চেন্দ্ৰিয়মিদং তত্ত্বং মনঃ সাধনমিন্দ্ৰিয়ঃ॥
ব্ৰহ্মাণ্ডলক্ষণং সৰ্বং দেহমধ্যে ব্যৱস্থিতং।
সাকাৰাশ্চ বিনশ্যন্তি নিৰাকাৰো ন নশ্যতি"

আকৰ্ষণ আৰু বিকৰ্ষণ বা বিয়োজন, এই দুই শক্তিৰ বলত জড়-জগত চলিছে, এই দুই শক্তিতেই জড়-জগতৰ গতি, এই দুই শক্তিতেই জড়-জগতৰ স্থিতি। এই যে ব্ৰহ্মচক্ৰ ঘূৰি আছে ই সেই সৰ্বশক্তিমন্ত পৰমব্ৰহ্মৰেই মহিমা। তেওঁ অন্নময় কোষ সৃষ্টি কৰি তাৰ ভিতৰত প্ৰাণময় কোষৰ সৃষ্টি কৰিলে। প্ৰাণৰ ক্ৰিয়া প্ৰাণন শক্তি—জড় জগতৰ শক্তিতকৈ বেলেগ। সেই শক্তিয়ে জড় শক্তিক অতিক্ৰম কৰি চলে। প্ৰাণ থাকিলেই প্ৰাণ-ৰক্ষাৰ নিমিত্তে অন্নৰ আৱশ্যক, সেই অন্ন পৃথিৱীত আছে। প্ৰাণে পৃথিৱীৰপৰা অন্নৰস গ্ৰহণ কৰি প্ৰাণীক পুষ্ট কৰিছে। প্ৰাণন শক্তিয়ে অন্নময় কোষত সোমাই বিবিধ দেহ গঢ়ি আছে। ধৰক, এটা আমৰ গুটি। এই গুটিটো গজিবলৈ কিছুমান উপকৰণ লাগে। প্ৰথমতে মাটি লাগে, সেই মাটি আকৌ শুকান কৰ্কৰীয়া হলে নহব, সেই মাটিত পানী লাগিব, মাটি আৰু পানী মিলি ৰস হয়, ইয়াৰ লগত আকৌ তাপ লাগে, বতাহ লাগে, পোহৰ লাগে। ইমান-বিলাক উপকৰণ লগ লাগিলে তেহে গুটিটো গজি গছ হব। ইয়াৰ এটি নাথাকিলেও গুটিটো গজিব নোৱাৰে। পৰমেশ্বৰে সূৰ্যক ইমান দূৰত ৰাখিছে যে আমি উপযুক্ত মতে তাপ আৰু পোহৰ পাইছো।

সূৰ্যৰ তাপত বতাহ চলি আছে। সেই তাপ লাগি পৃথিৱীৰপৰা পানী তাপ হৈ উঠি মেঘ হৈছে, মেঘৰপৰা বৰষুণ হৈছে, বৰষুণ পৰি মাটি ৰসাল হৈছে, সেই মাটিত তৰু-তৃণ শস্যাদি গজিছে, তাকে খাই জীৱ-জন্তুৱে প্ৰাণ ৰক্ষা কৰিছে। সূৰ্যৰ পোহৰ নথকা হলে সকলো গছৰ পাত বিবৰ্ণ হৈ গ'লহেঁতেন। পোহৰ, তাপ, বায়ু, আৰু পানী আমি সূৰ্যৰপৰা পাইছোঁ। এতেকে, এক সূৰ্যৰ পৰাই প্ৰাণ চলি আছে। প্ৰাণৰ উপকৰণ ভূমি, পানী, অগ্নি, বায়ু আকাশ ব্যৱধান মাত্ৰ। স্থূলভাবে চাবলৈ গ'লে পৃথিৱীত এই চাৰিটা পদাৰ্থ থকা দেখা যায়। সূক্ষ্মভাৱে চালে দেখা যায় যে, পৃথিৱীত ঘাইকৈ অক্সিজেন, নাইট্ৰ'জেন, হাইড্ৰ'জেন আৰু কাৰ্বন এই চাৰিটা সূক্ষ্ম পদাৰ্থ আছে।

পৃথিৱীত প্ৰথমে প্ৰাণৰ বিকাশ জলজ উদ্ভিদৰ হয়। উদ্ভিদৰপৰা প্ৰাণীৰ ক্ৰমোন্নতিৰ চিনাকি পোৱা যায়। প্ৰথমতে পানীত শেলাই হয়, শেলাইৰপৰা লাহে লাহে তৃণ জন্মে, তাৰ পৰা টেঁকীয়াৰ নিচিনা ডাল নথকা তৃণ হয়, ক্ৰমে ডাল-পাত থকা ফল-ফুল নোহাৱা গছ হয়, ক্ৰমে ক্ৰমে ফুলৰ গছ, তাৰ পিছত ফুল আৰু ফল হোৱা গছ হয়। এইদৰে গজন প্ৰাণীৰ ক্ৰমোন্নতি হয়।

জড়ে প্ৰাণক ধাৰণ কৰে, কিন্তু প্ৰাণ আহে ক'ৰ পৰা? পৰমেশ্বৰে সূৰ্যত প্ৰাণৰ বীজ সিঁচি থৈছে। সূৰ্যৰপৰা প্ৰাণ পৃথিৱীলৈ আহে। সাক্ষাৎভাৱে সূৰ্যই মহাপ্ৰাণ—তেৱেঁই প্ৰাণৰ হেতু। পুৰাণত ৰূপকভাৱে প্ৰাণ বা সংজ্ঞাক সূৰ্যৰ পত্নী বুলি লিখা আছে। সূৰ্যই প্ৰাণ ৰূপে সকলোতে প্ৰৱিষ্ট হৈ আছে। এই বাবে সূৰ্যক বিষ্ণু বোলে, তেওঁক নাৰায়ণো বোলে। যথা,—"ধ্যেয়ঃ সদা সবিতৃমণ্ডল মধ্যৱৰ্তী নাৰায়ণঃ সৰসিজাসন সন্নিবিষ্টঃ।" ঈশ্বৰৰ ইচ্ছাত প্ৰাণে অন্নময় কোষক আশ্ৰয় কৰি থাকে। জড়ৰ নিজৰ এনে শক্তি নাই যে প্ৰাণক প্ৰসৱ কৰে।

যেনেকৈ অন্নময় কোষ নহলে প্ৰাণ থাকিব নোৱাৰে তেনেকৈ প্ৰাণ বিনা মন থাকিব নোৱাৰে। য'ত মন আছে, ত'তে প্ৰাণো আছে, আৰু এই উভয়ৰে আধাৰ অন্নময়কোষ। গছৰ প্ৰাণে যেনেকৈ ভূমিৰ পচা ৰস গোটাই আনি গছক গঢ়ি থাকে তেনেকৈ পশুৰ প্ৰাণে তাৰ পেটৰ আহাৰৰপৰা ৰস লৈ পশুক গঢ়ি থাকে। গছ-গছনি স্থাৱৰ। কোনো গছে এঠাইৰপৰা আন ঠাইলৈ গৈ ৰস আনিব নোৱাৰে। পশু-পক্ষীয়ে আহাৰ বিচাৰি এঠাইৰ পৰা আন ঠাইলৈ যাব লাগে। এই নিমিত্তে ইন্দ্ৰিয়-বিলাকৰ সৃষ্টি হ'ল। ঈশ্বৰে পশু-পক্ষীৰ দেহত চকু আদি জ্ঞানেন্দ্ৰিয় আৰু ভৰি আদি কৰ্মেন্দ্ৰিয় দিছে, তদুপৰি এই ইন্দ্ৰিয়বিলাকৰ অধিপতি স্বৰূপে মন দিছে, মন আৰু ইন্দ্ৰিয়বিলাকৰ সাহায্যত পশু-পক্ষীয়ে আহাৰ বিচাৰি খায়। প্ৰাণময় কোষৰ দৰে মনোময় কোষৰো ক্ৰমোন্নতি দেখা যায়। প্ৰথমে কীটাণু, তাৰ পিছত ৰাজহাড় নোহোৱা জন্তু, ক্ৰমে ৰাজহাড থকা জন্তুৰ সৃষ্টি হ'ল। ইয়াৰ লগে লগে মূৰৰ মগজুৰো উন্নতি হবলৈ ধৰিলে। তৃণ-তৰুৰ যেনে ক্ৰমোন্নতি আৰু বিচিত্ৰতা, পশু ৰাজ্যতো সেইৰূপ জীৱ জন্তুৰ দেহত প্ৰাণ থাকে, মন আৰু ইন্দ্ৰিয় বিলাক থাকে। উদ্ভিদৰ দেহত কেৱল প্ৰাণ থাকে। জীৱৰ শৰীৰত প্ৰাণ, আৰু প্ৰাণত ইন্দ্ৰিয় আৰু মন দি, তাৰ ওপৰত ঈশ্বৰে এক বিন্দু জ্ঞান স্থাপন কৰিলে। তেওঁৰ অনন্ত জ্ঞানৰপৰা এক বিন্দু জ্ঞান প্ৰসৱ কৰি আৰু তাকে দুফাল কৰি মানুহৰ তিৰী-পুৰুষৰ শৰীৰত প্ৰতিষ্ঠা কৰিলে। সেই জ্ঞান বিন্দুত তেওঁ বুদ্ধি-বৃত্তি আৰু ধৰ্ম-বৃত্তিমূলক বিজ্ঞান দিলে। তাকে দি সকলোৰে শেষত তেওঁ পৃথিৱীৰ শ্ৰেষ্ঠ জীৱ মানুহ জাতিক সৃষ্টি কৰিলে। মানুহৰ শৰীৰৰ বিজ্ঞানময় কোষৰ ভিতৰত অন্তৰ্যামীৰূপে জ্যোতিৰ্ময় আনন্দময় পূৰ্ণপুৰুষ বিৰাজ কৰিছে। জ্ঞানৰ শক্তি ইচ্ছা, এই ইচ্ছা লাভ কৰাত মানুহ স্বাধীন হৈছে। প্ৰকৃতিৰ ইচ্ছা নাই। প্ৰথমে তৃণ-তৰু লতাৰ সৃষ্টি

হ'ল , পিছত মাছ জাতীয় পানীৰ জন্তু, তাৰ পিছত অন্যান্য পশু-পক্ষী সৰশেষত ঈশ্বৰৰ পূৰ্ণ প্ৰতিবিম্ব স্বৰূপ মানুহৰ সৃষ্টি হ'ল। ক্ৰমে জ্ঞান আৰু বুদ্ধিৰ বলত মানুহ জাতিয়ে বৰ্তমান উন্নত অৱস্থা পাইছেহি। জীৱাত্মাই দেহৰপৰা দেহান্তৰত ভ্ৰমণ কৰি এইদৰে ক্ৰমোন্নতি লাভ কৰে। *

(৪)

## দেহ-বিজ্ঞান

ঈশ্বৰে প্ৰকৃতিত প্ৰতিবিম্বিত হৈ নিজক বহু আকাৰত পৰিণত কৰিলে। সেই সকলো মূৰ্ত্তিৰ প্ৰথম প্ৰকাশ ত্ৰিমূৰ্তি। এই বিশ্ব ব্ৰহ্মাণ্ড সৃষ্টিৰ নিমিত্তেই ত্ৰিমূৰ্তিৰ প্ৰকাশ। যি মূৰ্তি ধৰি ঈশ্বৰে জগৎ সৃষ্টি কৰে তাৰ নাম ব্ৰহ্মা। যি মূৰ্তিৰে তেওঁ ইয়াক পালন কৰে, সেয়ে বিষ্ণু-মূৰ্তি। যেতিয়া ব্ৰহ্মাণ্ড জীৰ্ণ হৈ ব্যৱহাৰৰ অযোগ্য অৱস্থালৈ আহে। তেতিয়া তেওঁ যি মূৰ্ত্তিৰে ইয়াক লীণ কৰি পূৰ্ণবিকাশৰ উপযোগী কৰে সেই মূৰ্ত্তিৰ নাম ৰুদ্ৰ বা শিৱ। সেই এক নিৰাকাৰ নিৰ্গুণ ব্ৰহ্মই সাকাৰ সগুণ ব্ৰহ্মহৈ এই তিনি ৰূপে প্ৰকাশ পাইছে।

ব্ৰহ্মাই প্ৰকৃতিক সপ্ত তত্ত্বত পৰিণত কৰে। এই সপ্ত তত্ত্বৰ নাম এই,—আকাশ, বায়ু, অগ্নি, পানী, ভূমি, মহৎ, বুদ্ধি আৰু অহঙ্কাৰ। এই সৃষ্টিক ভূতাদি সৃষ্টি বোলে। এইবিলাক উপাদানৰ দ্বাৰাই সকলো বস্তু কিছু পৰিমাণে সৃষ্টি হৈছে। এই সকলো ভূতত সত্ত্ব আৰু ৰজোগুণতকৈ তমোগুণ অধিককৈ আছে। সেই নিমিত্তে, ভৌতিক পদাৰ্থ বিলাক ঘাইকৈ জড় প্ৰকৃতি-বিশিষ্ট। ভূত সৃষ্টিৰ পিছত ইন্দ্ৰিয়বিলাকৰ সৃষ্টি হয়। প্ৰথমে ইন্দ্ৰিয়বিলাক ব্ৰহ্মাৰ মনত ভাৱৰূপে বৰ্তমান আছিল, পিছত সেইবিলাকে ভৌতিক আকাৰ ধাৰণ কৰে। ইন্দ্ৰিয়বিলাক জ্ঞান-শক্তিৰ কেন্দ্ৰ। চকু, কাণ, নাক, জিভা আৰু ছাল যথা-ক্ৰমে দৰ্শন, শ্ৰৱণ, ঘ্ৰাণ, আস্বাদন আৰু স্পৰ্শজ্ঞানৰ দুৱাৰ স্বৰূপ। আকৌ বাক্, পাণি, পাদ, পায়ু আৰু উপস্থ, এই পাঁচোটা কৰ্মেন্দ্ৰিয় কৰ্মৰ দুৱাৰ স্বৰূপ। এই সকলো ইন্দ্ৰিয়ত সত্ত্ব বা তমো গুণতকৈ ৰজোগুণ অধিককৈ আছে।

ইন্দ্ৰিয় সৃষ্টিৰ পিছত ব্ৰহ্মাই নিজৰ মনৰপৰা ইন্দ্ৰিয়বিলাকৰ অধিষ্ঠাত্ৰী দেৱতাসকলৰ আৰু মনৰ সৃষ্টি কৰিলে। পাচোঁটা জ্ঞানেন্দ্ৰিয় আৰু পাচোঁটা কৰ্মেন্দ্ৰিয়ৰ অধিপতিৰূপে মন হ'ল একাদশ ইন্দ্ৰিয়। দেৱতাসকলে ঈশ্বৰৰ বিধিৰ বশৱৰ্তী হৈ অখিল জগতৰ যথোপযুক্ত ৰক্ষা বিধান কৰে। ঈশ্বৰ সকলোৰে একমাত্ৰ অধীশ্বৰ, দেৱতাসকল তেওঁৰ আজ্ঞাধীন বিষয়া মাথোন। এই ব্ৰহ্মাণ্ডৰ পৰিচালনাৰ নিমিত্তে দেৱতাসকল যেনিবা তেওঁৰ ডাঙৰ কৰ্মচাৰী আৰু আমি মানুহবিলাক এই পৃথিৱীত তেওঁৰেই সৰু সৰু কৰ্মচাৰী। দেৱতাসকলৰ সংখ্যা অনেক। তেওঁ-লোক পাঁচজন প্ৰধান দেৱতাৰ অধীন। সেই পাঁচ জন—ইন্দ্ৰ, বায়ু, অগ্নি, বৰুণ আৰু কুবেৰ। এওঁলোক পাঁচজন পঞ্চ মহাভূতৰ অধীশ্বৰ। ইন্দ্ৰ আকাশৰ, বায়ু বতাহৰ, অগ্নি তেজৰ, বৰুণ জলৰ আৰু কুবেৰ ভূমিৰ অধিপতি, এই পঞ্চাধিপতিৰ অধীন দেৱতা-সকলৰ নাম পুৰাণবিলাকত পোৱা যায়। দেৱতা-সকল ৰজোগুণ প্ৰধান। কৰ্মই এওঁলোকৰ প্ৰকৃতি। অসুৰবিলাক দেৱতাৰ শত্ৰু। তেওঁলোক প্ৰকৃতিৰ জড়ত্ব বা বাধক ভাৱৰ প্ৰতিমূৰ্তি আৰু তমোগুণ প্ৰধান। শ্ৰীমদ্ভাগৱদ্গীতাত দৈৱী আৰু আসুৰী সম্পদৰ কথা পাব। মানুহৰ একাংশত দেৱত্ব, অপৰাংশত তদ্বিৰোধী অসুৰত্ব, এফালে জ্ঞানৰ পোহৰ, আনফালে মোহৰ আন্ধাৰ। সেই নিমিত্তে মানুহৰ মাজত সদায় বিজ্ঞানাত্মক দেৱতাসকলৰ লগত অজ্ঞা-নাত্মক অসুৰবিলাকৰ সংগ্ৰাম চলি আছে।

সত্ত্ব, ৰজঃ আৰু তমঃ এই গুণ তিনিটা পৰস্পৰ স্বতন্ত্ৰভাৱে থাকিব নোৱাৰে। কিন্তু কোনো পদাৰ্থত ইয়াৰ কোনোটো গুণ অধিককৈ থকা দেখা যায়। সেই নিমিত্তে যি বস্তুত তমোগুণ অধিক তাক তামসিক, যি বস্তুত ৰজোগুণ অধিক তাক ৰাজসিক আৰু যি বস্তুত সত্ত্ব গুণ অধিক তাক সাত্ত্বিক বোলা হয়।

*আৱাহন, বহাগ ১৮৫৯, ৮ম বছৰ ৫ম সংখ্যা।

জীৱ-শক্তিৰ যি ৰূপে ক্ৰমবিকাশ হ'ব তাৰ ক্ষেত্ৰ ব্ৰহ্মাই প্ৰস্তুত কৰিলে। ব্ৰহ্মাৰ মনত স্থাৱৰ উদ্ভিদ, জঙ্গম পশু-পক্ষী আদি ইতৰ জন্তুবিলাক আৰু মানুহৰ উৎপত্তি হ'ল। এইদৰে ব্ৰহ্মাৰ সৃষ্টি কাৰ্য সমাপ্ত হলত তেওঁৰ মনৰ পৰা উৎপন্ন হোৱা সকলো মানসী মূৰ্তিৰ ভৌতিক দেহৰ অভাৱ আছিল। সেই কাৰ্য বিষ্ণুৱে সমাধা কৰিলে। বিষ্ণু সকলোৰে স্থিতি আৰু ৰক্ষাকৰ্তা। পুৰাণত লিখা আছে—তেওঁ প্ৰাণৰূপে সকলোতে প্ৰবিষ্ট হৈ আছে। কিন্তু এয়েই যথেষ্ট নহয়। মানুহৰ উৎপত্তি হোৱাত ঈশ্বৰৰ তৃতীয় মূৰ্তি মহাদেৱে মানুহক জ্ঞান দি নিজ জীৱনী-শক্তিৰ ভাগী কৰি পূৰ্ণ কৰিলে। মানুহৰ জীৱই পূৰ্ব কল্পত স্থাৱৰ, উদ্ভিদ আৰু ইতৰ জন্তুৰ দেহত ভ্ৰমণ কৰি কৰি ইমান দিনৰ মূৰত মানৱ দেহ গ্ৰহণ কৰি ক্ৰমবিকাশ লাভ কৰিবলৈ ধৰিলে। এই ক্ৰমবিকাশৰ সুন্দৰ বিৱৰণ "ঐতৰেয় আৰণ্যকত" আছে

অনাদি অনন্ত সেই ব্ৰহ্ম সনাতন।
এক তেওঁ বহু ৰূপ কৰিলে ধাৰণ॥
অক্ষৰ ব্ৰহ্মৰ পৰা প্ৰাণ আৰু মন।
উৎপন্ন হইছে যত ইন্দ্ৰিয়ৰ গণ॥
আকাশ বতাহ জ্যোতি আৰু জলতত্ত্ব।
বিশ্বৰ ধাৰিণী চমৎকাৰ ভূমিতত্ত্ব॥

বিৰাট ব্ৰহ্মাণ্ডত যি যি পদাৰ্থ আছে, আমাৰ দেহতো সেইবিলাক আছে। এতেকে দেহক ক্ষুদ্ৰ ব্ৰহ্মাণ্ড বুলিব পাৰি। সজাৰ ভিতৰত চৰাইৰ দৰে দেহৰ ভিতৰত জীৱ থাকে। সেইবাবে দেহ জীৱ-মন্দিৰ। দেহ দুবিধ, স্থূল আৰু সূক্ষ্ম। স্থূল দেহ বা অন্নময় কোষ ভূমি, পানী, তেজঃ বা অগ্নি, বায়ু আৰু আকাশ বা 'ইথাৰ'ৰ দ্বাৰা নিৰ্মিত। অস্থি, মাংস, ছাল নখ, লোম, এইবিলাক ভূমিৰ গুণ। শুক্ৰ, শোণিত, মজ্জা, মল, মূত্ৰ, এইবিলাক পানীৰ গুণ। নিদ্ৰা, ক্ষুধা, তৃষ্ণা, ক্লান্তি, আলস্য, এইবিলাক অগ্নিৰ গুণ। ধাৰণ, চালন, ক্ষেপন, সঙ্কোচন আৰু প্ৰসাৰণ এই-বিলাক বায়ুৰ গুণ। কাম, ক্ৰোধ, লোভ, মোহ, লাজ, এইবিলাক আকাশৰ গুণ।

স্থূলদেহ আমি আগাৰ কৰা অন্নৰ পৰা উৎপন্ন হোৱা বুলি তাৰ নাম অন্নময় কোষ হৈছে। ভূ-লোকৰ যি অংশ আমি চকুৰে দেখা পাওঁ, সেই অংশৰ দৰে অন্নময় কোষ কঠিন, তৰল আৰু বায়ৱীয় অণুৰ দ্বাৰা গঠিত। এই অন্নময় কোষ বা স্থূল দেহৰ ভিতৰত প্ৰাণময়, মনোময় আৰু বিজ্ঞান-ময় কোষ থাকে। এই তিনি কোষৰ সমষ্টিকে সূক্ষ্ম শৰীৰ বোলে, লিঙ্গ শৰীৰ বুলিও কয়। স্থূল দেহত বাক্, পাণি, পাদ, পায়ু আৰু উপস্থ—এই কৰ্মেন্দ্ৰিয় যন্ত্ৰবিলাক আৰু চকু, কাণ নাক, জিভা আৰু ছাল এই জ্ঞানেন্দ্ৰিয় যন্ত্ৰবিলাক থাকে। কিন্তু এই ইন্দ্ৰিয়বিলাকৰ যথাৰ্থ কেন্দ্ৰ-স্থান (Nerve-centre) সূক্ষ্ম দেহত থাকে। মৃত্যুৰ সময়ত প্ৰথমতে সূক্ষ্ম শৰীৰ স্থূল শৰীৰৰপৰা বিচ্ছিন্ন হয়। জীৱই প্ৰাণময় কোষৰ দ্বাৰা ইয়াক পৃথক কৰি থাকে। তেতিয়া স্থূল শৰীৰ প্ৰাণহীন জড় পিণ্ডৰ দৰে ব্যক্ত হয়। তেতিয়াও কিন্তু সেই জড-পিণ্ডৰ অণুবিলাকৰ প্ৰাণ থাকে, তাৰ বলতে পৰমাণুবিলাক পৰস্পৰ বিছিন্ন হৈ থাকে, কাৰণ তেতিয়া প্ৰাণ-শক্তিৰ শাসন কৰিব পৰা ক্ষমতা নাইকিয়া হয়। পিছত সেই প্ৰাণহীন স্থূল দেহ পচি যায়। জীৱ তেতিয়া সূক্ষ্ম শৰীৰত থাকে। পিছে জীৱই প্ৰাণ কোষ এৰি মনোময় কোষৰ স্থূলতৰ অংশক বাহিৰৰ আৱৰণ ৰূপে ৰাখি ভুব-লোকত বাস কৰে। তাতে মনোময় কোষৰ স্থূলতৰ অংশ নাশ পালে জীৱই সূক্ষ্মতৰ মনোময় কোষত থাকি স্ব-লোকলৈ যায়। তাত মনোময় কোষ একেবাৰে নাশ পালে মুক্ত পুণ্যাত্মা-সকলে জন্ম মৃত্যুৰ হাত সাৰি বিজ্ঞানময় কোষত থাকি ক্ৰমে মহ-লোক আদি উৰ্দ্ধলোকলৈ যায়। আমাৰ শাস্ত্ৰই ভুব-লোকৰ অধোভাগক প্ৰেত-লোক আৰু তাৰ উৰ্দ্ধ ভাগক পিতৃ-লোক বুলিছে। পাৰ্থিব জীৱন সাধুভাৱে যাপন কৰিলে জীৱই প্ৰেতাৱস্থাত আনন্দ ভোগ কৰে। অসাধু মানুহৰ জীৱই প্ৰেতাৱস্থাত বৰ কষ্ট পায়। স্ব-লোকত জীৱই তাৰ

সঞ্চিত কৰ্মফল ভোগ কৰে, ভোগ শেষ হলে জীৱৰ পুনৰ্জন্ম কাল উপস্থিত হয়। তেতিয়া মনোময় কোষ ধ্বংশ হৈ থাকিলে বিজ্ঞানময় কোষত থাকি জীৱই আকৌ দেহ গঠনত ব্যাপৃত হৈ থাকে। প্ৰথমতে পুনৰ্জন্মৰ উপযোগী নতুন মনোময় কোষ উৎপন্ন হলে দেৱতাসকলে পূৰ্বজন্মৰ কৰ্মানুসাৰে নতুনকৈ প্ৰাণময় আৰু অন্নময় কোষ নিৰ্মাণ কৰি দিয়ে, তাকে আশ্ৰয় কৰি জীৱই আকৌ ভু-লোকত জন্ম লয়হি। জীৱৰ ভাগ্যত এইদৰে বহুবাৰ অহা-যোৱা ঘটে। অৱশেষত জীৱই এনেকৈ বাৰে বাৰে ত্ৰিলোক ভ্ৰমিবলৈ বিতৃষ্ণা হৈ চিৰশান্তিময় অনন্ত জীৱনৰ কাৰণে ব্যাকুল হৈ পৰে। ক্ৰমে এই পৃথিৱীৰ সকলো বস্তুলৈকে তেওঁৰ বিতৃষ্ণা জন্মে, ঈশ্বৰৰ ধ্যানত, নাম কীৰ্ত্তনত তেওঁৰ আনন্দ অনুভৱ হয় সকলো প্ৰাণীকে ব্ৰহ্মময় দেখি সেৱা-পূজা কৰিবলৈ আকাঙ্খা হয়, দুৰ্বলক সহায় কৰিবলৈ ইচ্ছা হয়। তেতিয়া তেওঁৰ আৰু এইবিলাক কোষৰ সাহায্যত আনন্দ লাভৰ ইচ্ছা নথকা হয়। এই-বিলাক কেৱল পৰোপকাৰৰ কাৰণেই উপযোগী বুলি তেওঁৰ বোধ হয়। তেতিয়া তেওঁ এই দেহত অৱস্থান কৰিও ঊৰ্দ্ধলোকত অৱস্থান কৰে। দেহ-যন্ত্ৰ ইহলোকৰ কাজত নিযুক্ত থাকে মাথোন। তেওঁ ঈশ্বৰৰ প্ৰিয় কাৰ্যত জীৱন উচৰ্গা কৰে।

জীৱই জন্ম-মৃত্যু চক্ৰত আৱদ্ধ হৈ নিৰন্তৰে ভূলোক, ভুব-লোক বা অন্তৰীক্ষলোক আৰু স্ব-লোকত এই ত্ৰিলোক বা ত্ৰিভুবনত ভ্ৰমি ফুৰে। এই ভ্ৰমাৰ ফলত জীৱৰ ক্ৰমোন্নতি সাধিত হয়। এই ত্ৰিলোকৰ বাহিৰেও আৰু চাৰিলোক আছে। যেনে, মহ-লোক জন-লোক, তপ-লোক আৰু সত্য-লোক। ভুব-লোক বা অন্তৰীক্ষত প্ৰেত-লোক আৰু পিতৃ লোক, স্ব লোকত ইন্দ্ৰলোক আৰু সূৰ্য-লোক আছে। ভূ লোকৰ সকলো পদাৰ্থত ভূমি-তত্বই প্ৰধান। ভুব লোকত আপঃ বা জল-তত্ব আৰু স্ব-লোকত অগ্নি-তত্বই প্ৰধান।

আমাৰ পৃথিৱীতকৈ শুক্ৰগ্ৰহ সূৰ্যৰ বেছি ওচৰত। পৃথিৱী আৰু শুক্ৰগ্ৰহৰ ভ্ৰমণ-বাট বা কক্ষৰ মাজত যি অন্তৰীক্ষ বা নভোমণ্ডল সেয়েই প্ৰেত-লোক, আৰু শুক্ৰ আৰু বুধগ্ৰহৰ কক্ষৰ মাজৰ অন্তৰীক্ষই পিতৃ-লোক বুলি বোধ হয়। সূৰ্য-মণ্ডলেই স্ব-লোক হ'ব পায়। ব্ৰহ্ম পুৰাণৰ পৰা জনা যায় যে মুক্তাত্মাবিলাক গৈ সূৰ্য-মণ্ডলত প্ৰবেশ কৰে পৃথিৱীত যিবিলাক ধাতু আছে, সূৰ্যতো সেইবিলাক আছে সূৰ্যৰপৰা ধাতুৰ কণিকাবিলাক সূক্ষ্মাতিসূক্ষ্ম অনুৰূপে পৃথিৱীলৈ আহে। প্ৰাণো সূৰ্যৰপৰা পৃথিৱীলৈ আহে। সূৰ্যৰ জ্যোতি বা তেজত প্ৰাণ থাকে। সেই তেজ অগ্নিৰূপে পৃথিৱীত থাকে।

"পৃথ্বী অপ তেজ বায়ু আকাশ ৰচিব।
এহি পঞ্চ ভূতে মহা নিৰ্মিলা শৰীৰ॥
চক্ষু কৰ্ণ নাসিকা ৰসনা চৰ্ম পঞ্চ।
জ্ঞান পঞ্চেন্দ্ৰিয় দেহা কৰিলা সুমঞ্চ॥
বাণী উপস্থ হস্ত গুহ্য পাদ পঞ্চ।
ইও পঞ্চ কৰ্মেন্দ্ৰিয় কৰিলা সুমঞ্চ॥
মনে সমে একাদশ ইন্দ্ৰিয়ৰ লেখা।
আসম্বাৰ গাৱে গাৱে এক দেৱ দেখা॥
চক্ষুত ভাস্কৰদেৱ দিশ শ্ৰৱণৰ।
নাসিকাৰ অশ্বিনী কুমাৰ সুৰ বৰ॥
জিহ্বাত বৰুণ বায়ু ত্বৈলন্ত ত্বকৰ।
মুখৰ অগনি ইন্দ্ৰ দেৱতা হস্তৰ॥
গুহ্যদ্বাৰে মৃত্যু উপস্থৰ প্ৰজাপতি।
পদে অধিষ্ঠাতা বিষ্ণু জগতৰে পতি॥
চন্দ্ৰ দেৱতাক জানা দুৰ্জয় মনৰ।
এতেক বস্তুত দেহা সবে জগতৰ॥
আত্মা থাকে যাৰে তাৰে দেহাত উৎসৱ।
আত্মা নাথাকিলে এক তিলে হৱে শৱ॥
উৎপত্তি মৰণ সুখ দুখ পুণ্য পাপ।
আত্মাক নোছোৱে একো সংসাৰৰ তাপ॥
জনম মৰণ ক্ষয় বৃদ্ধি আদি যত।
শৰীৰৰ গুণ সবে 'জানা স্বৰূপত॥

আত্মা নেথাকিলে দেহ হোৱে ছাৰখাৰ।
সূৰ্যৰ বিহনে যেন জগতে আন্ধাৰ॥
শৰীৰত থাকে আত্মা কিছু নকৰয়।
গৃহৰ ভিতৰে যেন প্ৰদীপ জ্বলয়॥
আত্মাৰ প্ৰকাশ পাইলে শৰীৰ জ্বলয়।
চক্ষুৱে দেখয় কৰ্ণে সমস্তে শুনয়॥
মুখে স্বাদ লয়ে নাসিকায়ে গন্ধ পায়ে।
হস্তে নানা কৰ্ম কৰে আত্মা থাকে যাৱে॥

* * *

মোৰ চক্ষু মোৰ মুখ মোৰ কৰ্ণ নাক।
মোৰ তুণ্ড মুণ্ড বুলি বুলি ছাড়ো ডাক॥
আস্থ দান্ত বিষ্ঠা মূত্ৰ শৰীৰৰ তত্ত্ব।
মোৰ মোৰ বুলি সবে মানোহো মনত॥
পুত্ৰ কলত্ৰ মিত্ৰ ধন জন যত।
সবে মোৰ মোৰ বুলি গুণোহোঁ মনত॥
এতেকক মিলি মোৰ বোলে যিটো জনে।
তাহাক চিন্তিলো পুনু আপোনে আপোনে॥
যিটো মোৰ বোলয় সিটোসে পুনু জীৱ।
নাহি যাৰ জাতি গোত্ৰ নিত্য সদাশিৱ॥
ব্ৰহ্মৰেসে অংশ জীৱ জগত সকল।
ঘটে ঘটে আছে যেন জাহ্নবীৰ জল॥
যেন এক লোহিতৰ সুঁতি অসংখ্যাত।
কতো সৰু কতো বৰ দেখিয় তাহাত॥
সেহিমন্তে এক আত্মা জীৱ অসংখ্যাত।
ঈশ্বৰৰ অংশে অণু অংশ ভৈল জাত॥
এতেকেসে বিষ্ণু পিতা মাতা জগতৰ।
বিষ্ণুসে সবাৰো জানা সুহৃদ সোদৰ॥
বিষ্ণুসে সবাৰো জাতি গোত্ৰ সমুদাই।
নিশ্চয়ে জানিবা বিষ্ণুবিনে কিছু নাই॥
বিষ্ণুৰেসে অংশ বুলি আপোনাক মানি।
বিষ্ণুকেসে ভজে যিটো সিটো মহাজ্ঞানী॥
আকেসে বোলয় জ্ঞান বিজ্ঞান সহিত।
জগতে গুপুত ইটো সংসাৰৰ হিত॥
ভকতিসে সাৰ তত্ত্ব কহিলোঁ নিশ্চয়।
বিষ্ণুত ভকতি ভৈলে প্ৰেম ওপজয়॥
আতপৰে পুৰুষাৰ্থ নাহি পুৰুষৰ।
বিষ্ণুময় জগত জানিলে যিটো নৰ॥
বিষ্ণুৰ চৰণে ভৈল অচলা ভকতি।
জীৱন্তে মুকুত ভৈল সেহি মহামতি॥

শ্ৰীমদ্ভাগৱত, ৪ৰ্থ স্কন্ধ।

বেদান্ত দৰ্শনৰ সৃষ্টি প্ৰকৰণৰ বিষয়ে শ্ৰীমৎ পৰমহংস শিৱনাৰায়ণ স্বামীৰ "সাৰ নিত্য ক্ৰিয়া" পুথিত লিখা আছে,—

"পৰব্ৰহ্মৰ আশ্ৰিত মায়াৰপৰা শব্দে সৈতে আকাশৰ উৎপত্তি, আকাশৰপৰা বায়ু, বায়ুৰ পৰা অগ্নি, অগ্নিৰপৰা জল, জলৰপৰা পৃথিৱীৰ উৎপত্তি হয়, যি দৰে গাখীৰৰ পৰা দৈ হয়। আকাশৰ পাঁচ তত্ত্বৰ ৰূপ আৰু গুণ— কাম, ক্ৰোধ, শোক, মোহ, ভয়। বতাহৰ পাঁচ তত্ত্বৰ ৰূপ আৰু গুণ,— চলন, কথন দৌৰণ প্ৰসাৰণ, আকুঞ্চন। অগ্নিৰ পাঁচ তত্ত্বৰ ৰূপ আৰু গুণ,— ভোক, পিয়াহ, এলাহ, টোপনি, ভাগৰ। পানীৰ পাঁচ তত্ত্বৰ ৰূপ আৰু গুণ,— শুক্ৰ শোণিত, (তেজ), লাল, মূত্ৰ, ঘাম। পৃথিৱীৰ পাঁচ-তত্ত্বৰ ৰূপ আৰু গুণ,— হাড়, মঙহ, ছাল, নাড়ী, লোম। এই পঁচিশ তত্ত্বৰ সমষ্টিৰ দ্বাৰাই চৰাচৰ তিৰী-পুৰুষৰ স্থূল শৰীৰ গঠিত হৈছে। এই স্থূল শৰীৰৰ মাজত সপ্তদশ তত্ত্বৰ সূক্ষ্ম শৰীৰ হয়, যথা পাঁচ জ্ঞানেন্দ্ৰিয়, পাঁচ কৰ্মেন্দ্ৰিয়, পাঁচ প্ৰাণ, মন আৰু বুদ্ধি এই সোতৰ তত্ত্বৰ দ্বাৰাই সূক্ষ্ম শৰীৰ হয়। পাঁচ জ্ঞানেন্দ্ৰিয়, যথা— শ্ৰৱণ, স্পৰ্শ, দৰ্শন, আস্বাদন, ঘ্ৰাণ। পাঁচ কৰ্মেন্দ্ৰিয়, যথা—বাক্, হস্ত, পদ, লিঙ্গ, গুহ্য। পাঁচ প্ৰাণ, যথা— প্ৰাণ, অপান, সমান, উদান ব্যান।

"এই শৰীৰৰ মাজৰ অধিষ্ঠাত্ৰী দেৱতাসকলৰ নাম, যথা—শ্ৰৱণৰ দেৱতা দিক্‌পাল, দশ দিশ ব্যাপি স্থিতি, আকাশ ৰূপ ব্ৰহ্ম, শব্দ শ্ৰৱণ তাৰ বিষয়, কাণৰ বিন্ধাইদি শব্দ শুনা যায়। ছালৰ দেৱতা বায়ু, স্পৰ্শ তাৰ বিষয়। চকুৰ দেৱতা সূৰ্য-নাৰায়ণ, ৰূপ দৰ্শন তাৰ বিষয়। জিভাৰ দেৱতা বৰুণ, ৰস তাৰ বিষয়।

ঘ্ৰাণৰ দেৱতা অশ্বিনী কুমাৰ (দুই নাকৰ বিন্ধাইদি ঘ্ৰাণ পোৱা যায়), গন্ধ তাৰ বিষয়। মুখ বা বাকৰ দেৱতা অগ্নি, বচন তাৰ বিষয়। হাতৰ দেৱতা ইন্দ্ৰ, তাৰ বিষয় গ্ৰহণ আৰু প্ৰদান। পদৰ দেৱতা বিষ্ণু, গমনাগমন তাৰ বিষয়। উপস্থ অৰ্থাৎ লিঙ্গৰ দেৱতা প্ৰজাপতি ব্ৰহ্মা, ৰতিযোগ তাৰ বিষয়। গুহ্যৰ দেৱতা যম ৰজা অৰ্থাৎ মৃত্যু, পৰিপাক আৰু মলত্যাগ তাৰ বিষয়। মনৰ দেৱতা জ্যোতিঃস্বৰূপ চন্দ্ৰমা, সংকল্প বিকল্প তাৰ বিষয়। বুদ্ধিৰ দেৱতা ব্ৰহ্মা সত্যক নিশ্চয় কৰা তাৰ বিষয়। চিত্তৰ দেৱতা বাসুদেৱ অৰ্থাৎ বিৰাট বিষ্ণু ভগৱান, সত্যত নিষ্ঠা তাৰ বিষয়। অহঙ্কাৰৰ দেৱতা ৰুদ্ৰ, অভিমান অৰ্থাৎ অহম্ অস্মি (মই আছোঁ) তাৰ বিষয়।

"ওপৰত লিখা স্থূল আৰু সূক্ষ্ম শৰীৰৰ ইন্দ্ৰিয়াদিৰ অধিষ্ঠাতা দেৱতাসকলৰ বেলেগ বেলেগ যি নাম কল্পিত হৈছে সেইসকল বেলেগ বেলেগ দেৱতা নহয়। উক্ত সকলো নাম এক পূৰ্ণ পৰব্ৰহ্ম জ্যোতিঃ স্বৰূপ বিৰাট ভগৱান সূৰ্য-নাৰায়ণৰ, বেলেগ বেলেগ অঙ্গ-প্ৰত্যঙ্গৰ বেলেগ বেলেগ শক্তিৰ গুণ ক্ৰিয়াৰ নিমিত্তে বেলেগ বেলেগ নাম কল্পিত।

"এই স্থূল দেহ অন্নময় কোষ। ইয়াৰ ভিতৰত সূক্ষ্ম শৰীৰ আছে। সূক্ষ্ম শৰীৰৰ মাজত তিনিটা কোষ আছে, প্ৰাণময় কোষ, মনোময় কোষ, বিজ্ঞানময় কোষ। যি পৰ্যন্ত এই স্থূল শৰীৰত প্ৰাণময় কোষ থাকে সেই পৰ্যন্ত এই দেহ জীয়াই থাকে। মনোময় কোষৰ কাৰ্য আধ্যাত্মিক আৰু ব্যৱহাৰিক সকলো কাৰ্য কৰা। মনোময় কোষ নষ্ট হলে এই দেহ সচেতন থাকে হয়, কিন্তু সেই দেহে কোনো প্ৰকাৰ মনৰ ক্ৰিয়া কৰিব নোৱাৰে। যেনে, মানুহ যেতিয়া সুষুপ্তি (টোপনি) অৱস্থাত থাকে, সচেতন দেহে তেতিয়াও জীৱিতাৱস্থাত পৰি থাকে, প্ৰাণময় কোষে তেতিয়াও কাৰ্য কৰি থাকে, কিন্তু সেই দেহে কোনো প্ৰকাৰ ক্ৰিয়া কৰিব নোৱাৰে। সেই সময়ত মনোময় কোষ নিশ্চেষ্ট হৈ থাকে। বিজ্ঞানময় কোষৰ কাৰ্য বিচাৰ আৰু সত্যনিষ্ঠা।

"সূক্ষ্ম শৰীৰৰ মাজত কাৰণ-শৰীৰ। যি অৱস্থাত জীৱই ঈশ্বৰে সৈতে নিজক অভিন্ন বোধ কৰি পৰমানন্দ লাভ কৰে সেই অৱস্থাক আনন্দময় কোষ বা কাৰণ-শৰীৰ বোলে।

"পৰব্ৰহ্মৰ যি শক্তিৰ দ্বাৰাই সৃষ্টিৰ পালন আৰু লয় ঘটে, সেই শক্তিকে মায়া বা প্ৰকৃতি বোলে। কিন্তু পৰব্ৰহ্ম আৰু তেওঁৰ শক্তিৰূপ মায়া তেওঁতকৈ বেলেগ নহয়, পৰব্ৰহ্মৰে স্বৰূপ অৰ্থাৎ সেই শক্তি পৰব্ৰহ্মই স্বয়ং। যেনে, আমাৰ শক্তি তেজঃ, বল, বুদ্ধি, জ্ঞান ইত্যাদি আমাতকৈ বেলেগ নহয়, আমাৰেহে স্বৰূপ। আমি যেতিয়া বৰ্তমান আছোঁ, তেতিয়া আমাৰ সকলো শক্তি আমাৰ লগতে বৰ্তমান আছে। যেতিয়া আমি সুষুপ্তি (টোপনি) অৱস্থাত পৰোঁ তেতিয়া আমাৰ শক্তিবিলাকো আমাৰ লগতে লয় পায় অৰ্থাৎ নিষ্ক্ৰিয় হৈ থাকে, পুনৰায় যেতিয়া আমি জাগৰিত হওঁ, তেতিয়া আমাৰ শক্তিয়ে আমাৰ লগতে প্ৰকাশ হৈ পৃথক পৃথক কাৰ্য কৰে। সেই-দৰে শুদ্ধ চৈতন্যপূৰ্ণ পৰব্ৰহ্ম জ্যোতিঃস্বৰূপ নিৰাকাৰৰ পৰা সাকাৰ হৈ বহুৰূপে শক্তি বিস্তাৰ কৰে আৰু পুনৰায় সেই শক্তি সংকোচ কৰি জগতক লয় কৰি কাৰণ স্বৰূপে স্থিত হয়।"

"নমো নমো মাধৱ বিধিৰ বিধিদাতা।
তুমি জগতৰ গতি মতি পিতা মাতা॥
তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাত ব্যতিৰেক॥
তুমি কাৰ্য কাৰণ সমস্ত চৰাচৰ।
সুবৰ্ণ কুণ্ডলে যেন নাহিকে অন্তৰ॥
তুমি পশুপক্ষী সুৰাসুৰ তৰুতৃণ।
অজ্ঞানত মূঢ় জনে দেখে ভিন্ন ভিন্ন॥
তোমাৰেসে মায়ায়ে মোহিত সৰ্বজনে।
তুমি আত্মা তোমাক নজানে একোজনে॥
সমস্ত ভূতৰে তুমি আছা হৃদয়ত।
তত্ত্ব নপাই তোমাক বিচাৰে বাহিৰত॥

তুমিসে কেৱল সত্য মিছা সবে আন।
জানি জ্ঞানীগণে কৰে হৃদয়ত ধ্যান॥
নমাগোহোঁ সুখ-ভোগ নলাগে মুকুতি।
তোমাৰ চৰণে মাত্ৰ থাকোক ভকতি॥
মুখে লৌক নাম মোৰ কৰ্ণে তত্ত্ব কথা।
হৃদয়ত পাদপদ্ম থাকোক সৰ্বথা॥
সজ্জনৰ সঙ্গ মুগুচোক সৰ্বক্ষণে।
এতেক প্ৰসাদ মাগোঁ তোমাৰ চৰণে।।"

কীৰ্তন—শঙ্কৰদেৱ *

( ৫ )

## পুনৰ্জ্জন্ম

জীৱাত্মাই দেহৰপৰা দেহান্তৰত ভ্ৰমণ কৰি কৰি ক্ৰমোন্নতিৰ গুণত শেষত দুৰ্লভ মনুষ্য জন্ম লাভ কৰে। প্ৰসুপ্ত শক্তিৰ বিকাশৰ লগে লগে তাৰ দেহাৰো উন্নতি হয়। জীৱাত্মাৰ এই দেহান্তৰ ভ্ৰমণকে পুনৰ্জন্ম বোলে। এতেকে পুনৰ্জন্ম বুলিলে জীৱই এটা স্থূল-ভৌতিক দেহ এৰি আন এটা স্থূল ভৌতিক দেহত জন্ম লোৱা বুজায়। "কীৰ্তন" পুথিৰ উড়িষ্যা বৰ্ণনাত ইন্দ্ৰদ্যুম্ন ৰজাৰ স্তুতিত আছে,—

"লভিলোহোঁ জন্ম প্ৰভু অসংখ্য প্ৰমাণ।
পঢ়িলোহোঁ বেদ-শাস্ত্ৰ অনেক পুৰাণ॥
অসন্তোষ সন্তোষক লভিলোঁ অপাৰ।
ক্ষয় বৃদ্ধি উদয়কো পাইলো বাৰম্বাৰ॥
সংযোগ বিয়োগ শত্ৰু মিত্ৰ বান্ধৱৰ।
দেখিলো সংসাৰে পিতৃ-মাতৃক বিস্তৰ।।
সুখ-দুঃখ-অনুভৱ ভৈল অসংখ্যাত।
পাইলো পুত্ৰ ভ্ৰাতৃ জ্ঞাতি অনেক ইহাত।।
বিষ্ঠা-মূত্ৰে পচিলো নাৰীৰ উদৰত।
গৰ্ভ-বাস-দুঃখ প্ৰভু পাইলো নানা মত।।
জানিলোহোঁ দুঃখ শিশু যুবা-বৃদ্ধ-কালে।।
মৰণ-পীড়াক প্ৰভু জানিলোহোঁ ভালে॥
ক্ৰিমি কীট হস্তী ঘোৰা মৃগ বৃক্ষ পক্ষী।
গৰু উট মহিষ পশুক যত দেখি।।
দ্বিজ শূদ্ৰ ধনী দুঃখী তপস্বী যতেক।
ৰাজা ৰাজ-ভৃত্য অন্যো মনুষ্য অনেক॥
সৱাৰে গৃহত বাৰে বাৰে ভৈলো জাত।
অনেকৰ ভৈলো প্ৰভু ভৃত্য অসংখ্যাত।।
হওঁ কতো দৰিদ্ৰ ঈশ্বৰ অধিকাৰী।
কতো মোকে মাৰে কতো ময়ো আছোঁ মাৰি।।

* * *

পিতৃ মাতৃ ভ্ৰাতৃ ভাৰ্যাৰ সংযোগে
কতোহো মিলে সন্তোষ।
তাহাৰ বিয়োগ কতো শোকে কান্দোঁ
পায়া মহা অসন্তোষ।।
দেৱ মনুষ্যত পশু পতঙ্গত
জগত-মধ্যত স্বামী।
চৈতন্য ভুৱনে হেন নাথ নাহি
যৈক নতু যাওঁ আমি।।
কতো নৰকত থাকো কদাচিত
স্বৰ্গক কৰোহোঁ গতি।
মনুষ্য-লোকত থাকোঁ কতো বেলা
পশুৰো হওঁ সঙ্গতি।।
জল-যন্ত্ৰ-চক্ৰে জৰী-বন্ধ হুয়া
খণ্ড ঘট যেন মতে।
কতো উৰ্দ্ধগতি কতো অধোগতি
কতোহো থাকো মধ্যতে।
কৰ্মে বন্ধ হুয়া সংসাৰ চক্ৰত
সেহিমতে ভগৱন্ত।
ভ্ৰমো চিৰকালে কদাচিতো মঞি
দুঃখৰ নেদেখো অন্ত॥
মোহ শোক-তৃষ্ণা আকুল কৰয়
ভৈলো অতি অচেতন।
কিবা কৰো আৰে একোকে নজানো
তোমাতে লৈলো শৰণ॥

* * * *

* আৱাহন, জেঠ ১৮৫৯, ৮ম বছৰ, ৬ষ্ঠ সংখ্যা

যৈতে যৈতে গৈয়া জন্ম লভো মঞি
আপুন কৰ্মৰ গতি।
তৈতে তৈতে প্ৰভু তোমাৰ চৰণে
থাকোক দৃঢ় ভকতি॥"

আগেয়ে কৈ আহিছোঁ, বিশ্ব-ব্ৰহ্মাণ্ডত যি যি পদাৰ্থ আছে, আমাৰ দেহৰূপ ক্ষুদ্ৰ-ব্ৰহ্মাণ্ডতো সেই সেই পদাৰ্থ আছে। বিশ্বৰদৰে আমাৰ দেহো ঘাইকৈ দুই প্ৰকাৰ,—স্থুল আৰু সূক্ষ্ম। স্থুল দেহক অন্নময় কোষ বোলে। মৃত্যুত কেৱল এই স্থুল শৰীৰ ধ্বংস হয়, অৰ্থাৎ পঞ্চ ভৌতিক দেহ পঞ্চভূতত লীন হয়। দেহৰ প্ৰাণময় কোষ, মনোময় কোষ আৰু বিজ্ঞান-ময় কোষৰ সমষ্টিকে সূক্ষ্ম শৰীৰ বা লিঙ্গ-শৰীৰ বোলে। বিজ্ঞানময় কোষৰ ভিতৰত থকা অব্যক্ত আত্মাই আনন্দময় কোষ বা কাৰণ-শৰীৰ।

"পৃথ্বী অপ্ তেজ বায়ু আকাশ অপৰ।
ৰূপৰস গন্ধ স্পৰ্শ শব্দ তন্মাত্ৰৰ॥
জ্ঞানেন্দ্ৰিয় কৰ্মেন্দ্ৰিয় মহদহঙ্কাৰ।
মন বুদ্ধি চেতন প্ৰকৃতি নাম তাৰ॥
চৌব্বিশ তত্ত্বক জানা কহে ভূত গ্ৰাম।
সৱে এক ঠাই ভৈলে তাৰ দেহ নাম॥
সুখ দুখ ঈৰ্ষা দ্বেষ ভয় যে অভয়।
সকলো মনৰ ধৰ্ম আত্মাৰ নহয়॥"
—গীতা, ১৩শ আধ্যা।

দেহক আশ্ৰয় কৰি থকা বাবে জীৱাত্মাক দেহী বোলে। দেহ আত্মা নহয়। কায়াৰ লগত মন, প্ৰাণ বা ইন্দ্ৰিয়বিলাকো আত্মা নহয়। ছায়াৰ দৰে আত্মাৰ লগত প্ৰাণ ওপজে। আমাৰ মন, বুদ্ধি, অহঙ্কাৰ (Self-knowledge) আৰু চিৎ এই চাৰিটা অতীন্দ্ৰিয় বা অন্তৰেন্দ্ৰিয়। জ্ঞানেন্দ্ৰিয় আৰু কৰ্মেন্দ্ৰিয়বিলাক বহিৰিন্দ্ৰিয়, বহি-ৰিন্দ্ৰিয়ৰপৰা হোৱা জ্ঞান, যাক ইন্দ্ৰিয়াসক্ত জ্ঞান বা অবিদ্যা বোলে, ঐহিক জীৱনৰ কাৰণেহে লাগে, পাৰত্ৰিকৰ কাৰণে অতীন্দ্ৰিয়ক জ্ঞান বা আধ্যাত্মিক জ্ঞান বা বিদ্যা লাগে। চিন্ময় আত্মা আকাশৰ দৰে সৰ্বব্যাপী আৰু নিত্য। •"চিন্ময়ং ব্যাপিতং সৰ্বমাকাশং জগদীশ্বৰম্।" যেনেকৈ তাপ অগ্নিৰ নিত্য গুণ, শীতলতা পানীৰ নিত্য গুণ, তেনেকৈ জ্ঞান আত্মাৰ নিত্য গুণ। কাঠৰ ভিতৰত অগ্নি, কুঁহিয়াৰত মিঠৈ, ফুলত সুগন্ধ, গাখীৰত ঘিউ থকাৰ দৰে দেহৰ ভিতৰত আত্মা থাকে। "মমৈবাংশো জীৱলোকে জীৱভূতঃ সনাতনঃ"—গীতা। জীৱাত্মা মাত্ৰই পৰমাত্মাৰ অংশ। সূক্ষ্মতকৈও সূক্ষ্ম, মহত্তকৈ মহৎ আত্মা সকলো প্ৰাণীৰ হৃদয়ত আছে। সিদ্ধ ঋষিসকলে জীৱাত্মাৰ স্বৰূপক "সচ্চিদানন্দম্" বুলি কৈছে। আমাৰ বুদ্ধিৰূপ দাপোণত পৰমাত্মাৰ (Universal Being) যি প্ৰতিবিম্ব পৰিছে সেয়ে আমাৰ আত্মা, সেয়ে নিত্য জ্ঞান স্বৰূপ জ্যোতিৰ্ময় পৰমাত্মাৰ আভাস। পৰমাত্মাৰ জ্যোতিত্ সূৰ্য জ্যোতি-ষ্মন্ত হৈছে। মহাত্মা কবীৰৰ দোঁহাত আছে,—

কবিৰে কয় সত্যক তই চাইলভাল কৰি,
সকলো ঘটতে ব্ৰহ্ম আছে জ্যোতিৰ মূৰ্তি ধৰি।

গীতাত আছে,—

"যেহি আত্মা সেহি ব্ৰহ্ম নাহিকে অন্তৰ।
আত্মা বিনে ভিন্ন বস্তু নাহিকে অপৰ॥
দেহী বুলি জীৱক কহয় সৰ্বলোক।
অবধ্য জীৱক লাগি নকৰিবা শোক॥"

* * * *

"কৃষ্ণে বোলে হেন বোধ লোৱা ধনঞ্জয়।
আত্মা অবিনাশী আৰু জানিবা নিশ্চয়॥

* * * *

সেহি হেতু দেহ অৰ্থে শোক নুযুৱায়।
পূৰ্ব দেহ এড়ি জীৱে অন্য দেহ পায়॥
যেন নৱ বস্ত্ৰক পুৰুষে পিন্ধে আগ।
পুৰাতন বস্ত্ৰ পাছে কৰে পৰিত্যাগ॥
যেন জোকে তৃণ পাইলে এড়য় অপৰ।
জীৱৰ দেহক জানা সেহি পটন্তৰ॥
পাণি, পাদ কৰ্ণ, আত্মাৰ নাহিকয়।
অগ্নি জল বায়ু যাক অস্ত্ৰে নকাটয়॥

যেবে মূর্ত্তি থাকে তান দহয় অনল।
যেবে মূর্ত্তি থাকে কাটে অঙ্গ যে সকল॥
যেবে বস থাকে বায়ু শোষে নিৰন্তৰ।
ইন্দ্রিয়ে নপাৰে লৈতে মন অগোচৰ॥
অচিন্ত্য অব্যক্ত নিত্য আত্মা সনাতন।
তাক লাগি কেন শোক কৰাহা অকাৰণ।"

এই জগতৰ কোনো পদাৰ্থই একেবাৰে ধ্বংস নহয়। এচৰু পানী জুইৰ ওপৰত থৈ তপতাই থাকিলে দেখা যায় যে চৰুৰ পানীখিনি ক্ৰমে ভাপ বা ধোঁৱা হৈ উৰি যায় দেখাত পানীখিনি নাই-কিয়া হয়। কিন্তু প্ৰকৃততে পানীৰ এটি অণুও ধ্বংস নহয়। চৰুৰ পানীখিনি ভাপ হৈ আকাশত গৈ মেঘ হয়। সেই মেঘেই আকৌ হিম, নিযৰ, বৰষুণ বা বৰষুণৰ শিল হৈ পৃথিৱীলৈ ঘুৰি আহে। ইয়াৰ পৰা বুজিব পাৰি যে পানীয়ে ৰূপ হে সলায় পানী ধ্বংস নহয়। কেতিয়াবা পানী পানীৰ অৱস্থাত অৰ্থাৎ পনীয়া হৈ থাকে, কেতিয়াবা আকৌ গোট মাৰি হিম-শিল বা বৰফ হয়। পানী আকাশত আছে, পৃথিৱীত আছে, প্ৰাণীৰ দেহতো আছে। সকলো জড় পৰমাণুৰ এইদৰে কঠিন, তৰল আৰু বায়ৱীয় অৱস্থা ঘটে। ৰসায়ন শাস্ত্ৰমতে প্ৰত্যেক টোপা পানীত দুভাগ হাইড্ৰ'জেন আৰু এভাগ অক্সি'জেন গেছ থাকে। এইদৰে অক্সিজেন্ আৰু হাইড্ৰজেন্ মিলি পানী হয়। এতেকে পানী এবিধ যৌগিক পদাৰ্থ। একাধিক মূল পদাৰ্থৰ যোগত হোৱা পদাৰ্থক যৌগিক পদাৰ্থ বোলে। ঈশ্বৰৰ বিকৰ্ষণ শক্তিৰ নিয়মত যেতিয়া কোনো যৌগিক পদাৰ্থৰ লয় হয় তেতিয়া তাৰ অণুবিলাক সঙ্কৰ্ষণ শক্তিৰ নিয়মত নিজ নিজ জাতীয় মূল পদাৰ্থৰ লীন হয়। যেনে অক্সিজেন অক্সিজেনৰ লগলৈ যায়।

কোনো মানুহ মৰিলে তাৰ দেহটোক আমি শৱ বোলো। সেই শৱটো দাহ কৰিলে পুৰি ছাই হৈ যায়, ছাই খিনি মাটি হয়; সেই মাটিত বন গজে। ভৌতিক দেহটোৰ যি অংশ মাটি, সি মাটিৰ লগত মিলি যায়, যি অংশ পানী আৰু তেজ তাক অগ্নিয়ে নিজৰ তেজৰ লগত মিলায় লয়, যি অংশ বায়ু আৰু আকাশ সেই অংশক তেজে আকাশলৈ লৈ যায়। ৰসায়ন শাস্ত্ৰমতে স্থূল দেহৰ উপাদানবিলাক অক্সিজেন, হাইড্ৰ'জেন্, নাইট্ৰ'জেন্ আৰু কাৰ্বনত পৰিণত হৈ সেই সেই সূক্ষ্ম মূল পদাৰ্থৰ লগত মিলি যায়। পাছে, আকৌ আকাশৰপৰা যৌগিক পদাৰ্থ হৈ বায়ু, তাপ আৰু পানী ৰূপে পৃথিৱীলৈ ঘূৰি আহে। প্ৰকৃততে যি শৱটো পুৰি পেলোৱা হয়, তাৰ জড় পৰমাণুৰ এটি কণাও ধ্বংস নহয়। কেৱল শৱটোৰ মূৰ্ত্তি-টোৰ ৰূপান্তৰ ঘটে, অৰ্থাৎ সাকাৰ সৰটো নিৰাকাৰত পৰিণত হয়। সেই সৰটোৰ জড়-কণা-বিলাকেৰে প্ৰকৃতিয়ে আকৌ নতুন দেহ গঠন কৰে। আকৰ্ষণ বিকৰ্ষণ আৰু সঙ্কৰ্ষণ শক্তিৰ দ্বাৰাই প্ৰকৃতিয়ে এই কাৰ্য কৰি থাকে। যি স্থলত স্থূল দেহৰেই সম্পূৰ্ণ ধ্বংস নহয়, তেন্তে বাসনাময় সূক্ষ্ম শৰীৰৰ ধ্বংস কেনেকৈ? জন্ম, বৃদ্ধি, জৰা বা ক্ষয় আৰু মৃত্যু স্থূল দেহৰ বিকাৰ মাত্ৰ। স্থূল দেহতকৈ সূক্ষ্ম দেহ কিছু দীৰ্ঘকাল স্থায়ী। সূক্ষ্মতকৈ সূক্ষ্মতৰ দেহ আৰু বেছি স্থায়ী। সূক্ষ্মদেহৰ অণুবিলাক ঘাইকৈ সূৰ্যমণ্ডলৰপৰা আহে, সূৰ্যৰ কিৰণৰ লগত আকৌ সূৰ্য-মণ্ডললৈ যায়, এইদৰে অহা-যোৱা কৰি থাকে। "ব্ৰহ্মপুৰাণৰ" ৩০ আধ্যাত লিখা আছে যে সৃষ্টি-কালত সমস্ত সৌৰ জগত আদিত্যৰপৰা প্ৰসূত হয় আৰু প্ৰলয়ত আকৌ দীপ্ততেজা ভাস্কৰত গৈ বিলীন হয়, অসংখ্য যোগী পুৰুষে স্ব স্ব দেহ পৰিত্যাগ কৰি বায়ু হৈ এই তেজোৰাশি দিবাকৰতে প্ৰবেশ কৰিছে, আকাশ জুৰি থকা তৰুশাখাৰ নিচিনা এওঁৰ সহস্ৰ সহস্ৰ ৰশ্মিক আশ্ৰয় কৰি দেৱতাবিলাকে লৈতে সিদ্ধ মুনিসকল বাস কৰিছে, এই সৌৰ-জগতত সূৰ্যতকৈ মহিমাৱন্ত একো নাই, আকাশত সূৰ্য আৰু পৃথিৱীত অগ্নি ব্ৰহ্মাৰ প্ৰধান বিভূতি, বেদমূৰ্ত্তি ব্ৰহ্মা, বিষ্ণু, শিৱাদি দেৱতাসকল সৃষ্টি গৰ্ভ

নহয়, এই প্ৰত্যক্ষ পৰমদেৱ তিমিৰনাশক সূৰ্য-মণ্ডলকে সকলো দেৱতা বুলি জানি আৰু এই সংসাৰৰ সকলো জীৱকে আত্মবৎ ভাৱি ওঁ মন্ত্ৰ জপ কৰি সূৰ্যনাৰায়ণক অৰ্চনা কৰিব লাগে, তেহেঁই মাতা পিতা, কৃৎস্ন জগতৰ গুৰু।

"গু" শব্দৰ অৰ্থ আন্ধাৰ অৰ্থাৎ অজ্ঞানতা, আৰু "ৰু" শব্দৰ অৰ্থ প্ৰকাশ বা পোহৰ, যেনেকৈ সূৰ্য উদয় হলে আন্ধাৰ নাথাকে সেইদৰে তেৱেঁই গুৰু যাৰ প্ৰকাশত অজ্ঞানতা দূৰ হৈ জীৱাত্মা আৰু পৰমাত্মাৰ অভেদ জ্ঞান হয়। নিৰাকাৰ নিগু'ণ ব্ৰহ্মক উপাসনা কৰিব পৰা নাযায়। সেই বাবে 'গীতাত" ভগৱান শ্ৰীকৃষ্ণই কৈছে,—

"কৃষ্ণে বোলে চিন্তনৰ কহিবো উপায়।
প্ৰথম অভ্যাসে ব্ৰহ্ম চিন্তন নযায়॥
* * * *
সগুণে চিন্তিবে আগে যোগীগণে কহে।
পাছে নিগু'ণত মন আপুনি সে বহে॥
বিভূতিক পূজা কৰিবেক প্ৰথমত।
তাতে ভক্তি বাঢ়ি বুদ্ধি হৈব ঈশ্বৰত॥
যেন শিশু প্ৰথমে সন্তৰে অল্প জলে।
সমুদ্ৰকো তৰৈ পাছে অভ্যাসৰ বলে॥"

"গীতাৰ ১০ম আধ্যাত ঈশ্বৰৰ বিভূতিৰ বৰ্ণনাত আছে,—

"আদিত্যানামহংবিষ্ণুৰ্জ্যোতিষাং ৰবিৰংশুমান।"

"গীতাৰ" ৮ম আধ্যাত ভৌতিক দেহক অধিভূত আৰু সূৰ্য-মণ্ডলৰ মাজত থকা সকলো দেৱতাৰ অধিপতি আদি বিৰাট পুৰুষক অধিদেৱ বোলা হৈছে।

বিজ্ঞানমতে আমাৰ দেহৰ ভিতৰত নিতৌ সৃষ্টি, স্থিতি আৰু লয়ৰ কাৰ্য চলি আছে। আমি দিনৌ যি আহাৰ-পানী খাওঁ, যি বতাহ আৰু তাপ লওঁ, তাৰপৰা দেহত নতুন নতুন সূক্ষ্ম আৰু স্থূল পৰমাণুৰ উৎপত্তি আৰু স্থিতি হয় আৰু আগৰ পৰমাণু ক্ষয় পায় বা শৰীৰৰপৰা ওলাই যায়। আমি খোৱা অন্নক পেটৰ অগ্নিয়ে পৰিপাক কৰি তিনি ভাগত পৰিণত কৰে, তাৰ স্থূল ভাগ মল, মাজৰ ভাগ মাংস আৰু শেষ সূক্ষ্মভাগ মনৰূপে পৰিণত হয়। আমি যি গাখীৰ পানী খাওঁ, তাৰ স্থূল ভাগ মূত, মাজৰ ভাগ তেজ (ৰক্ত) আৰু শেষৰ সূক্ষ্মভাগ প্ৰাণৰূপে পৰিণত হয়। ঘিউ আদি তেলেতীয়া খাদ্যৰ স্থূল ভাগ অস্থি, মাজৰ ভাগ হিমজু আৰু শেষৰ সূক্ষ্মভাগ বাগিন্দ্ৰিয় ৰূপে পৰিণত হয়। ৰক্তৰ পৰা মাংস, মাংসৰপৰা মেদ, মেদৰপৰা অস্থি, অস্থিৰপৰা মজ্জা হয়। মাংসৰপৰাই নাড়ী আৰু মজ্জাৰপৰা শুক্ৰৰ উৎপত্তি হয়। মানুহৰ জীৱিত কালতে শৈশৱ, কৌমাৰ, যৌৱন, প্ৰৌঢ় আৰু জৰা অৱস্থা ঘটি থকা দেখা যায়। এই প্ৰত্যেক অৱস্থাকে দেহান্তৰ বুলিব পাৰি। কাৰণ, সেই সেই অৱস্থাত দেহীৰ আগৰ দেহৰ ধ্বংস বা পৰিৱৰ্তন ঘটি থাকে। আধুনিক বিজ্ঞানৰ মতেও সাত বছৰৰ পাছে পাছে দেহৰ আগৰ উপাদানবিলাকৰ সম্পূৰ্ণ পৰিবৰ্তন ঘটে

এতেকে মৃত্যুকো দেহৰ অৱস্থান্তৰ বুলি বুজিব লাগিব। এই সম্বন্ধে "গীতাত" আছে,—

"দেহিনোঽস্মিন যথা দেহে কৌমাৰং যৌৱনং জৰা।
তথা দেহান্তৰ প্ৰাপ্তিৰ্ধীৰস্তত্ৰ ন মুহ্যতি॥"
* * * *
"বাসাংসি জীৰ্ণানি যথা বিহায়
নৱানি গৃহ্নাতি নৰোঽপৰাণি।
তথা শৰীৰাণি বিহায় জীৰ্ণান্যন্যানি
সংযাতি নৱানি দেহী॥"
* * * * *
""জাতস্য হি ধ্ৰুবো মৃত্যুৰ্ধ্ৰুবং জন্ম মৃতস্য চ।
তস্মাদপৰিহাৰ্যেঽৰ্থে ন ত্বং শোচিতুমৰ্হসি॥"

মৃত্যুত জীৱাত্মাই স্থূল দেহ পৰিত্যাগ কৰি সূক্ষ্মদেহক আশ্ৰয় কৰি পৃথিৱীৰ পৰা অন্তৰীক্ষ বা ভূৰ্বলোককৈ যায়, তাত পাপৰ ফল ভোগ কৰি সূৰ্যৰ কিৰণক আশ্ৰয় কৰি স্বৰ্লোককৈ গৈ পুণ্য কৰ্মৰ ফলভোগ কৰে। তাৰ পাছে, কৰ্মক্ষয় হলে আকৌ

বাসনাৰ জৰীয়ে জীৱাত্মাক পৃথিৱীলৈ টানি আনে। পৃথিৱীত তেওঁ আকৌ স্থূল দেহ ধাৰণ কৰি জন্ম লয়।

স্থূলক আশ্ৰয় কৰি সূক্ষ্ম থাকে, সূক্ষ্মক আশ্ৰয় কৰি সূক্ষ্মতৰ পৰমাণু থাকে। সূৰ্যৰ তাপে যেনেকৈ পৃথিৱীৰ ৰস বাষ্পাকাৰে আকাশলৈ নি আকৌ হিম, নিয়ৰ, বৰষুণ ৰূপে পৃথিৱীলৈ পঠিয়ায়, সূক্ষ্ম-দেহো সেইদৰে বায়ুৰূপে আকাশলৈ যায় আৰু পঞ্চভূতাত্মক দেহক আশ্ৰয় কৰি আকৌ পৃথিৱীত জন্ম লয়হি। স্থূলদেহ সূক্ষ্মদেহৰ আধাৰ। লণ্ঠনৰ চিমনিৰ ভিতৰত প্ৰদীপ জ্বলি থকাৰ দৰে সূক্ষ্ম-দেহৰ ভিতৰত জীৱাত্মা থাকে। স্থূলদেহ সূক্ষ্মদেহৰ আৱৰণ। সূক্ষ্মদেহ জীৱাত্মাৰ আৱৰণ। যেনেকৈ ঘট ভাগিলে ঘটৰ ভিতৰৰ আকাশ মহাকাশৰ লগত মিলি যায়, তেনেকৈ অহমিকাৰ আৱৰণ বা ভেদ-জ্ঞান গুচিলে চৈতন্য স্বৰূপ জ্যোতিৰ্ময় আত্মা অখণ্ড সৰ্বব্যাপী জ্যোতিঃ স্বৰূপ পৰমাত্মাৰ লগত মিলি যায়। প্ৰদীপৰ চিমনি অপৰিষ্কাৰ থাকিলে প্ৰদীপৰ জ্যোতিৰ পোহৰ ভালকৈ প্ৰকাশ নেপায়। অবিদ্যাৰ দ্বাৰা দেহৰূপ চিমনি অপৰিষ্কাৰ হলে আত্মদৰ্শন নহয়। চৈতন্যৰ দ্বাৰা চৈতন্যৰ উপলব্ধি হয়। আত্মাৰ দ্বাৰা আত্মাক জানিব পাৰি। তাৰ নিমিত্তে শিক্ষা, সৎসঙ্গ আৰু সাধনা লাগে। "নায়মাত্মা বলহীনেন লভ্যঃ।" নিজৰ অন্তৰৰপৰা পৰমাত্মাক উপলব্ধি কৰিবলৈ হলে "আত্মানাং বিদ্ধি'—আত্মাক জানা।

"আপোনাৰ আত্মা মন বন্ধু আপোনাৰ।
সেহি আত্মা মন শত্ৰু হোৱে পুনৰ্বাৰ ॥
যি জনৰ নিৰোধ * ইন্দ্ৰিয়বশ্য মন।
আত্মায়ে পৰম বন্ধু বান্ধৱ সজ্জন ॥
অজিত ইন্দ্ৰিয় যাৰ মন স্বতন্তৰ।
আত্মায়ে পৰম শত্ৰু নলাগে অপৰ ॥"
—গীতা, ৬ষ্ঠ আধ্যা।

জীৱই ভৌতিক আৱৰণেৰে আবৃত হৈ প্ৰথমে স্থূল জগতত প্ৰৱেশ কৰে, ধাতুতকৈ কোমল দেহ-লাভৰ উপযোগা হলে উদ্ভিদ-দেহ ধাৰণ কৰে আৰু ঈশ্বৰৰপৰা ধাৰ নিছিগাকৈ বৈ অহা নতুন জীৱাত্মাই আহি ধাতু-ৰাজ্যৰ তাৰ ঠাই অধিকাৰ কৰে। উদ্ভিদ-দেহত জীৱই শেলাইৰ পৰা তৃণ, তৃণৰ পৰা ক্ৰমে ক্ৰমে অধিক শক্তি বিকাশ কৰি প্ৰকাণ্ড গছ হয়। শেষত এনেকুৱা ক্ৰমবিকাশৰ দ্বাৰা উদ্ভিদৰূপী জীৱাত্মাই প্ৰাণী-জগতত প্ৰৱেশ কৰাৰ উপযোগী হলে. সেই জীৱাত্মাই তেতিয়া প্ৰাণীদেহ লাভ কৰে। ধাতু-ৰাজ্যৰ পৰা নতুন জীৱই আহি উদ্ভিদ ৰাজ্যত তাৰ ঠাই অধিকাৰ কৰে আৰু ঈশ্বৰৰ পৰা নতুন জীৱাত্মাই আহি ধাতু-দেহ গ্ৰহণ কৰি পূৰ্বৰ জীৱাত্মাই এৰি যোৱা ঠাই দখল কৰে। এই থিনিতে উদাহৰণ স্বৰূপে ব্ৰহ্মপুত্ৰ মহানদৰ পানীৰ কথা কওঁ।' কালি আমি ব্ৰহ্মপুত্ৰৰ যিটো ঘাটত যি পানীৰে গা ধুইছিলোঁ আজি তাত সেই পানী নাই, সেই পানী বৈ কোনোবা ঠাই পালেগৈ, তাৰ ঠাই আন পানীয়ে আহি অধিকাৰ কৰিলে। ব্ৰহ্মপুত্ৰৰ সোঁত বৈ আছে, সোঁতত পানী আহি আছে গৈ আছে, বিৰাম নাই সেইদৰে চামে চামে অসংখ্য মূৰ্তি পৰিগ্ৰহ কৰি প্ৰাণীবিলাকো আহি আছে, গৈ আছে।

প্ৰাণীদেহ লাভ কৰাৰ পাছত জীৱাত্মাৰ বিকাশ কাৰ্য বেগেৰে হবলৈ ধৰে। অৱশেষত পশু-দেহ ক্ৰম বিকাশৰ অনুপযোগী হৈ পৰিলে তেতিয়া জীৱই মনুষ্য -দেহ লাভ কৰি ক্ৰমবিকাশৰ বাটত আগবাঢ়ি গৈ থাকে।

হয়তো আছিলোঁ আমি কোনোবা যুগত,
তৰু তৃণ শিল ৰূপে ধৰণী বুকত ॥
পশুপক্ষী ৰূপে পাছে জন্মি জগতত,
দুৰ্লভ মানৱ জন্ম লভিলোঁ শেষত।

পৃথিৱীত যিবিলাক ধাতু আছে, সূৰ্যতো সেইবিলাক আছে। সূৰ্যৰপৰা ধাতুবিলাক অতি সূক্ষ্ম জড় পৰমাণুৰূপে পৃথিৱীলৈ আহি থাকে। এই পৃথিৱীত মানুহেই শ্ৰেষ্ঠ জীৱ। ঈশ্বৰে মানুহক

* নিৰোধ—চিত্তবৃত্তি নিৰোধ

জ্ঞান আৰু ধৰ্মৰ উন্নতি কৰিব পৰা শৰীৰ আৰু শক্তি দিছে। জড়ৰ শক্তি কাৰ্য-কাৰণত আৱদ্ধ হৈ গতিত প্ৰকাশ পায়। কিন্তু জ্ঞানৰ শক্তি ইচ্ছা। এই ইচ্ছালাভ কৰাত মানুহ স্বাধীন হৈ পৰিছে। প্ৰকৃতিৰ ইচ্ছা নাই। প্ৰথমে জড় আৰু প্ৰাণৰ সৃষ্টি, তাৰ পিছত গছ-লতাৰ সৃষ্টি, তাৰ পিছত জলচৰ জন্তু আৰু পশু পক্ষীৰ সৃষ্টি, শেষত মানুহৰ সৃষ্টি। গছ-লতা বা গজন জীৱৰ শৰীৰত প্ৰাণ থাকে। ইতৰ প্ৰাণীৰ শৰীৰত প্ৰাণ, মন, ইন্দ্ৰিয় জ্ঞান আৰু সহজাত বুদ্ধি থাকে। মানুহৰ শৰীৰত প্ৰাণ, মন, ইন্দ্ৰিয় জ্ঞান আৰু বুদ্ধি থাকে, ইয়াৰ উপৰিও মহাত্মাসকলে অতীন্দ্ৰিয় জ্ঞান লাভ কৰি জীৱন্মুক্ত হয়।

পুৰাণ আৰু তন্ত্ৰৰপৰা বোধ হয়, কামৰূপৰ কামাখ্যা পীঠৰ মনোভৱ গুহাত আদি মানৱ দম্পতীৰ জন্ম হৈছিল, সেই বাবেই সেই গুহাক কামাখ্যা যোনি পীঠ' অৰ্থাৎ সেই নৰ-নাৰীৰ আদি উৎপত্তি স্থান বোলে আৰু সেই ঠাই মানৱ জাতিৰ পৰম পৱিত্ৰ তীৰ্থৰূপে পৰিগণিত হৈছে। মানুহৰ আদি জনকৰ নাম স্বায়ম্ভুৱ মনু। মন্ ধাতুৰ পৰা মনু হৈছে। মন্ ধাতুৰ অৰ্থ জ্ঞান। আদি মানৱ মনুৰ সতি-সন্তানকে মানুহ বোলা হয়। মানুহ জ্ঞানৰ সন্তান।

যোৱা ১৯৩৬ চনৰ ৩০ ডিচেম্বৰত ৰাঁচি জিলাত বহা প্ৰবাসী বঙ্গীয় সাহিত্য সম্মিলনৰ ইতিহাস শাখাৰ সভাপতি ডাক্তৰ শ্ৰীযুত ৰাধাকুমুদ মুখোপাধ্যায় মহাশয়ে বক্তৃতা প্ৰসঙ্গত কৈছিল যে ভাৰতবৰ্ষই মানুহৰ আদি জন্মভূমি। এই সম্বন্ধে পাছে বেলেগে আলোচনা কৰা হ'ব।

জীৱই নিজৰ প্ৰচ্ছন্ন শক্তি বিকাশ কৰিবলৈ যি ইচ্ছা আৰু চেষ্টা কৰে তাৰ দ্বাৰাই ঈশ্বৰৰ কৃপাত ক্ৰমোন্নতি লাভ কৰে। এটা দেহ একেবাৰে ক্ৰমোন্নতিৰ অনুপযুক্ত হৈ পৰিলে, জীৱই সেই দেহ ত্যাগ কৰি দেহান্তৰ গ্ৰহণ কৰে। তেতিয়া তাৰ বিকাশ ক্ৰমে বেগাই হ'বলৈ ধৰে। কাৰণ প্ৰচ্ছন্ন শক্তিবিলাক যিমান অধিক স্বাধীনভাৱে কাৰ্য কৰিবৰ উপযোগী হয়, সিমানেই জীৱই ইন্দ্ৰিয়বিলাকৰ কাৰ্য-পটুতাৰ বাবে সোণকালে সোণকালে অভীষ্ট ফললাভ কৰি প্ৰবুদ্ধ হৈ থাকে। এয়ে ক্ৰমবিকাশৰ সাধাৰণ নিয়ম (General law of evolution)।

জীৱমাত্ৰই ব্ৰহ্মৰ অংশ। এতেকে জীৱ ব্ৰহ্ম। ঋগ্বেদে কৈছে,—"তত্ত্বমসি"—তৎ-ব্ৰহ্ম বা আত্মা, ত্বং-চিদাত্মক, জ্ঞানাত্মক, অৰ্থাৎ তুমিয়ে সেই ব্ৰহ্ম। ব্ৰহ্মজ্ঞান আৰু পৰমব্ৰহ্ম এক। সামবেদে কৈছে,—"প্ৰজ্ঞানমানন্দং ব্ৰহ্ম," অৰ্থাৎ প্ৰকৃষ্ট জ্ঞানৰপৰা উদ্ভৱ হোৱা আনন্দ স্বৰূপেই ব্ৰহ্ম—পৰমাত্মা। যজুৰ্বেদে কৈছে,—"অয়মাত্মা ব্ৰহ্ম," অৰ্থাৎ এই আত্মাই ব্ৰহ্ম। অথৰ্ববেদে কৈছে,—"অহং ব্ৰহ্মাস্মি" অৰ্থাৎ জীৱাত্মাই ব্ৰহ্ম। বেদান্তত আছে, "সৰ্বং খল্বিদং ব্ৰহ্ম"। ইয়াৰ পৰা জনা যায় যে জীৱাত্মা আৰু পৰমাত্মাৰ অভেদ জ্ঞানেই মুক্তি। যদিও জীৱাত্মা আৰু পৰমাত্মা অভেদ তথাপি দেশ আৰু কাল-জনিত প্ৰভেদ আছে। গুটি গছৰ অংশ হলেও, গছ হবৰ ক্ষমতা তাৰ ভিতৰত থাকিলেও, গুটিক গুটিৰ অৱস্থাত কোনেও গছ নোবোলে। গুটিৰ ভিতৰত গছৰ প্ৰকৃতি আৰু শক্তি প্ৰচ্ছন্নভাৱে বৰ্তমান আছে। গছৰপৰা গুটি সৰি মাটিত পৰি পুলি হয় আৰু ধীৰে ধীৰে বাঢ়ে আৰু ক্ৰমে তাৰ প্ৰচ্ছন্ন শক্তিবিলাক বিকশিত হৈ শেষত তাৰ জনকৰ নিচিনাকৈ সিও এজোপা গছত পৰিণত হয়। ইয়াতকৈ একো অধিক হবৰ সাধ্য গুটিৰ নাই। কাৰণ, তাৰ জনকৰ স্বভাৱ প্ৰচ্ছন্নভাৱে তাত বৰ্তমান। জীৱৰ বিষয়েও সেই একে কথাকে ক'ব পাৰি। জীৱই ঈশ্বৰৰপৰা গুটিৰ দৰে সৰি প্ৰকৃতি-ক্ষেত্ৰত পৰি ক্ৰমে বাঢ়ি উঠি তাৰ প্ৰচ্ছন্ন শক্তি-বিলাকৰ বিকাশ কৰি ক্ৰমে ঈশ্বৰত্বই লাভ কৰে। তাতকৈ আৰু অধিক একো হবৰ সম্ভাৱনা নাই। তাৰ গাত তাৰ জনকৰ সকলো গুণ প্ৰচ্ছন্নভাৱে নিহিত আছে। ঈশ্বৰ জ্ঞানময় আৰু সৰ্বশক্তিমান। কিন্তু জীৱ অজ্ঞ আৰু শক্তিহীন। সেই জীৱই ক্ৰম-

বিকাশৰ গুণত জ্ঞান আৰু শক্তি বঢ়াই নি নি ক্ৰমে ঈশ্বৰৰ স্বৰূপ লাভ কৰিব। স্বৰূপ লাভ কৰিব নোৱাৰালৈকে জীৱ এই জন্ম-মৃত্যু-চক্ৰত আৱদ্ধ থাকিব লাগিব। বাসনাৰ জৰীয়ে তাক এই চক্ৰত বান্ধি ৰাখিব। জলযন্ত্ৰ-চক্ৰত জৰীৰে বন্ধা ঘটৰ দৰে উঠা-নমা কৰি থাকিব লাগিব। যেতিয়ালৈকে পাৰ্থিৱ বাসনা থাকিব, তেতিয়ালৈকে পৃথিৱীলৈ অহা-যোৱা বন্ধ নহয়। বিষয় বাসনাৰ নাশ হলে জীৱ বান্ধৰ পৰা মুকলি হয়। তেতিয়া জীৱ সংসাৰ-চক্ৰৰপৰা মুক্ত হয়। তেতিয়া আৰু তাৰ পুনৰ্জন্মৰ আৱশ্যক নেথাকে। কাৰণ তেতিয়া সি মুক্ত জীৱ যাৰ মুক্তিলাভৰ ইচ্ছা আছে তেওঁৰ নিমিত্তে মুক্ত হবৰ উপায়ো আছে। যি সংসাৰত সংলিপ্ত থাকিবলৈ বাসনা কৰে তেওঁ সংসাৰ-চক্ৰত আৱদ্ধ হৈয়ে থাকিব। যথাৰ্থতে "যা মতিঃ সা গতিৰ্ভৱেৎ।" যাৰ যেনেকুৱা বুদ্ধি তাৰ তেনেকুৱা গতি হয়। "যাদৃশী ভাৱনা যস্য সিদ্ধিৰ্ভৱতি তাদৃশী।" ভেদাভেদ জ্ঞানেই দুখৰ একমাত্ৰ আদি কাৰণ। তাক দূৰ কৰিবলৈ হলে অদ্বৈত জ্ঞানৰ বাহিৰে আন কোনো ঔষধ নাই। সেই জ্ঞান—জীৱো ব্ৰহ্মৈৱ কেৱলম্।

এই জ্ঞান লাভ কৰি জীৱৰ সেৱা, বিশেষকৈ মানৱৰ সেৱা, মানৱৰ হিত সাধনা কৰাই মানৱৰ শ্ৰেষ্ঠ ধৰ্ম। "মানুহেই দেৱ, মানুহেই সেৱ, মানুহেই পৰাৎপৰ।"

প্ৰায়েই মুক্তাত্মাসকলে আনক মোক্ষ লাভৰ সাহায্য কৰিবৰ নিমিত্তে (কৰ্মবশত নহয়) এই জগতত দেহ ধাৰণ কৰেহি। তেনেকুৱা মুক্তাত্মাসকলৰ বিৱৰণ আমি পুৰাণ আদি ধৰ্মশাস্ত্ৰবিলাকত পঢ়িবলৈ পাওঁ। কোনো ঠাইত তেওঁলোক ঋষি বা সাধু-সন্ন্যাসী, কোনো ঠাইত ৰজা, কোনো ঠাইত বা সাধাৰণ মানুহৰ দৰে তেওঁলোক থাকেহি। বাহিৰত দেখাত তেওঁলোক যিয়েই নহওক, তেওঁলোক অতি পৱিত্ৰ, নিঃস্বাৰ্থ, দয়ালু, পৰোপকাৰী, শান্ত লোক। তেওঁলোকৰ জীৱন কেৱল লোকৰ হিত সাধনৰ নিমিত্তে। তেওঁলোকে জগতৰ উপকাৰৰ কাৰণে জীৱন পাত কৰিয়েই সন্তুষ্ট। কাৰণ তেওঁলোক ঈশ্বৰৰ লগত অভিন্ন। বৰ্তমান কালত মহাত্মা গান্ধী তেনে এজন জীৱন্মুক্ত মহাপুৰুষ। "গীতাত" ভগৱান শ্ৰীকৃষ্ণই কৈছে,—

"যদা যদাহি ধৰ্মস্য গ্লানিৰ্ভৱতি ভাৰত।
অভ্যুত্থানমধৰ্মস্য তদাত্মানং সৃজাম্যহং॥
পৰিত্ৰাণায় সাধূনাং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্ম সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে॥"

"একে শৰীৰত বাল্য যুৱা জৰা
হোৱে যেন পুৰুষৰ।
দেহ এড়ি জীৱে আনদেহে জন্মে
মৃত্যু সেহি পটন্তৰ॥
যেন বাল্য দেহ ধৰি উপজয়
যুৱা হোৱে মধ্যকালে।
বাল্য যুৱা দুয়ো স্থানান্তৰ হয়
বৃদ্ধ অৱস্থাক পালে॥
বাল্য যুৱা জৰা তিনিও অৱস্থা
একে দেহে পাৱে লোক।
বাল্য গুচি যেবে যুৱাক পাৱয়
তাত নাহি কোন শোক॥

* * *

"জীৱৰ মৰণ কহে যিটো জন
যাবে মিছা মহাভাগ।
কৰ্মৰ সংস্কাৰে আন দেহ লৱে
পূৰ্ব দেহ কৰে ত্যাগ॥"

—গীতা

* * *

"মৰিলে অৱশ্যে পুনৰপি জন্ম হয়॥
উপজিলে পুনৰপি অৱশ্যে মৰয়।
এহি মতে জীৱ দেহ কতো নুগুচয়॥
স্বভাৱে দেহীৰ ধৰ্ম মৰি উপজয়।
উপাধিত থাকে দেখি স্বৰূপ নোহয়॥

যেন ঘট মধ্যে দেখি চন্দ্ৰক সাক্ষাত।
ঘট মধ্যে পুনৰপি চন্দ্ৰ নাহি তাত॥
সেহি মতে আত্মা দেহ নাছিল পূৰ্বত।
উপজিলে মধ্যকালে ভৈলেক বেকত॥
পূৰ্বত নাছিল মধ্যকালে ব্যক্ত ভৈলা।
যৈৰপৰা আসিছিলা তৈক লাগি গৈলা॥"

গীতা

"দেহ ৰথ, আত্মা ৰথী জানিবা নিশ্চয়।
বুদ্ধিয়ে সাৰথী তাত নকৰা সংশয়॥
মন ৰশ্মি, ঘোঁৰা তাত ইন্দ্ৰিয়সকল।
ইন্দ্ৰি'গ্ৰাহ্য বিষয় যে ভ্ৰমণৰ থল॥
আত্মা মিলি মন আৰু ইন্দ্ৰিৰ লগত।
কৰিছে বিষয় ভোগ এই সংসাৰত॥
যিজনৰ অজ্ঞান মন সংযত নহয়।
ইন্দ্ৰিয় অৱশ তাৰ হয় সুনিশ্চয়॥
সাৰথীয়ে বাঘজৰি টানি নধৰিলে।
দুষ্ট ঘোঁৰাবোৰে নিয়ে সিফালে সিফালে॥
কিন্তু জ্ঞানীজন যাৰ মন সুসংযত।
ইন্দ্ৰিয়সকল থাকে তেওঁৰ বশত॥
ভাল ঘোঁৰা' যেনে সাৰথীৰ নিৰ্দেশত।
সুবাটেদি সাৱধানে নিয়ে আনন্দত॥
যিজন অজ্ঞান মন সুস্থিৰ নহয়।
সদা অপৱিত্ৰভাৱে জীৱন যাপয়॥
তৎপদে তেওঁৰ ভাগে' ঘটা সুদুষ্কৰ।
ভ্ৰমে তেওঁ সংসাৰ-চক্ৰত নিৰন্তৰ॥

কৰ্মৰপৰা শুভ আৰু অশুভ ফল উৎপন্ন হয়। এই কৰ্ম দেহ, মন আৰু বাক্যৰ দ্বাৰা উৎপন্ন হয়। মন বাসনাৰ অনুগামী। আমি মনত যি বাসনা কৰোঁ সেয়ে কৰ্মৰ প্ৰথম অৱস্থা, তাৰ পিছত বুদ্ধি খটাই সংকল্প কৰোঁ, কি ৰূপে সেই বাসনা সিদ্ধি হব, এই সংকল্প কৰ্মৰ দ্বিতীয় অৱস্থা, শেষত অভীষ্ট লাভৰ নিমিত্তে ইন্দ্ৰিয়সমূহৰ দ্বাৰাই কাৰ্য কৰোঁ। ই কৰ্মৰ তৃতীয় অৱস্থা। প্ৰত্যেক কৰ্মৰ পিছতে সংকল্প আৰু বাসনা আছে, আৰু প্ৰত্যেক সংকল্পৰ পিছতে বাসনা থাকে। সুকৰ্ম কৰিলে সুফল আৰু কুকৰ্ম কৰিলে কুফল উৎপন্ন হয়। এই কৰ্মফলৰ বিষয়ে পিছত বহলাই লিখা হ'ব। সম্প্ৰতি ইয়াকে মাথোন কওঁ,—

যি ভাৱকে ভাবোঁ, যি কথাকে কওঁ,
যি কামকে কৰোঁ ভাই,
তাৰে গুটি পৰি শস্য গজিব
আনিব লাগিব দাই — জিলিকনি

## কৰ্মফল-তন্ত্ৰ

( ১ )

ভগৱান শ্ৰীকৃষ্ণই গীতাত কৈছে—

"জানিবা জীৱৰ পূৰ্বৰ দেহৰ
কৰ্মৰ সংস্কাৰ যত।
সেহিসে সংস্কাৰে পুনুদেহ ধৰে
নিষ্টে জানা স্বৰূপত॥"

"জীৱন মৰণ কহে যিটো জন
সবে মিছা মহাভাগ।
কৰ্মৰ সংস্কাৰে আন দেহ লৱে
পূৰ্ব দেহ কৰে ত্যাগ॥"

"জ্ঞানী বা অজ্ঞানী যত আছয় সংসাৰে।
বিনা কৰ্মে ক্ষণ মাত্ৰ থাকিতে নপাৰে॥
প্ৰকৃতিৰ তিনি গুণ স্বভাৱ পূৰ্বৰ।
সকলো গুণৰ লোক চৰাচৰ॥
গুণে থাকি কৰে শুভাশুভ ধৰ্মাধৰ্ম।
পূৰ্বৰ সংস্কাৰে যে আপুনি কৰে কৰ্ম॥
স্বৰূপে অজ্ঞানী বোলে মই জ্ঞানশীল।
কৰ্মেন্দ্ৰিয় নিৰোধিয়া কৰ্মক এৰিল॥
কিন্তু পুনু মন বিষয়ত আছে যাৰ।

*আৱাহন, আহাৰ ১৮৫৯, ৮ম বছৰ ৭ম সংখ্যা

যতেক চিন্তন ধ্যান কপট আচাৰ ॥
জ্ঞান ধ্যান কৰ্ম তাৰ সকলোৱে মিছা ।"

সংস্কৃত ভাষাত কৃ ধাতুৰপৰা কৰ্ম শব্দটো সিদ্ধ হৈছে। কৃ ধাতুৰ অৰ্থ—কৰা—'যৎ ক্রিয়তে তৎ'—অৰ্থাৎ যি কৰা যায় সেয়ে কৰ্ম। আমি, দেহ, মন আৰু বাক্যৰ দ্বাৰা সদাই কৰ্ম কৰি আছোঁ। কৰ্ম নকৰাকৈ কোনো মানুহ এক মুহূৰ্তও থাকিব নোৱাৰে। মই কথা কৈছোঁ, ই কৰ্ম, তুমি শুনিছা, ইও কৰ্ম, মই ফুলনিত ফুলৰ শোভা চাইছোঁ, ই কৰ্ম, তুমি মনে মনে কিবা ভাবিছা, ইও কৰ্ম। লিখা-পঢ়া কৰা, হাল বোৱা, কোৰ মৰা, ধান দোৱা, তাঁত বোৱা, ভাত-পানী খোৱা খোজ কঢ়া আদি আদি সকলো কাৰ্যকে কৰ্ম বোলে। মুঠতে, শৰীৰ, মন আৰু বাক্যৰ দ্বাৰা আমি যিহকে কৰোঁ, সেয়ে কৰ্ম। আমি যে উশাহ-নিশাহ লওঁ, সিও কৰ্ম। এনে কি আমাৰ হৃদয়ৰ প্ৰত্যেক স্পন্দনো কৰ্ম। জীয়াই থকা মানেই অহৰহ কৰ্ম কৰা—যুদ্ধ কৰা (Activity is life)। সৰু কালত এদিন যেতিয়া ক—খ ফলা পঢ়িছিলোঁ, তেতিয়া এজন বুঢ়া মানুহে কৈছিল,—'ক' মানে কৰ, 'খ' মানে খা। অৰ্থাৎ অৰ্থাৎ সকলোৱে কৰ্ম কৰি খাব লাগে, হাতে কৰা কাম, মুখে লোৱা নাম। উপাৰ্জন নকৰিলে কেও একো পাব নোৱাৰে, অৰ্জিলে ফল ভুঞ্জিবলৈ পায়, এলাহ দেহৰ প্ৰধান শত্ৰু, উদ্যম পৰম মিত্ৰ। এই পৃথিৱী কৰ্মভূমি। সকলো মানুহ কৰ্মযোগী হোৱা উচিত।

বিনা কৰ্মে একোকালে শুদ্ধ নোহে চিত্ত।
চিত্তশুদ্ধি বিনা ধ্যানে নপাৱয় তত্ত্ব ॥
এতেকে জানিবা কৰ্ম অতি শ্ৰেষ্ঠতৰ।
কৰ্মহন্তে জ্ঞান ভক্তি বাঢ়ে পুৰুষৰ ॥—গীতা।

কৰ্ম বুজিলে আমি বৰ্তমানত যি কৰিছোঁ, তাৰ লগত ভৱিষ্যৎ ফলৰ যি নিৰ্দিষ্ট আৰু বিশিষ্ট সম্বন্ধ তাকে বুজায়। কোনো বিষয় অকস্মাৎ আৰু অকাৰণত নঘটে, সকলোৰে কাৰণ আছে। বিনা কাৰণত কোনো কাৰ্য নহয়।

এটা গুটি কলে সি গজি সৰু গজালিত পৰিণত হয়, গজালিটি দিনক দিনে ডাঙৰ হৈ আছে, লগে লগে তাত পাত হয়, ঠানী হয়, ক্ৰমে তাত ফুল আৰু ফল হয়। ফলত আকৌ গুটি হয়। সেই গুটিৰপৰা আকৌ আগৰ দৰে ডাল-পাত, ফল-ফুল হয়। যি গছৰ যি গুটি তাৰপৰা সেই গছৰহে জন্ম হয়। আমৰ পৰা আম, টেঙাৰ পৰা টেঙা হয়। টেঙা কই কোনোৱে তাত কুঁহিয়াৰৰ সোৱাদ পাবলৈ আশা কৰিব নোৱাৰে। এয়ে কৰ্মফল। "Every good tree bringeth forth good fruit, but a corrupt tree bringeth forth evil fruit Wherefore by their fruits yeshall knyw them."—ইংৰাজীত লিখা এই কথাখিনি বাইবেল শাস্ত্ৰত আছে। ইয়াৰ অৰ্থ এই যে ভাল গছৰ ফল ভাল হয়, বেয়া গছৰ ফল বেয়া হয়। ফলৰপৰা গছৰ ভাল-বেয়া জানিব পাৰি। কৰ্মৰ পৰা কম কৰোঁতাজন ভাল নে বেয়া জানিব পাৰি। এতেকে, মানুহে সু-কৰ্মৰ বীজ বপন কৰা উচিত। সু কৰ্ম কৰিলে পুণ্য হয়, তাৰ ফল সুখ। কু-কৰ্ম কৰিলে পাপ হয়, তাৰ ফল দুখ। মানুহে সু-কৰ্মই কৰক বা কু-কৰ্মই কৰক, তাৰ ফল অৱশ্যে ভোগ কৰিব লাগিব। ভোগ বিনা তাৰ ক্ষয় নাই। যেনেকৈ গ্ৰহৰপৰা গুটি আৰু গুটিৰপৰা গছ উৎপন্ন হয়, তেনেকৈ কৰ্মৰ পৰা সৃষ্টি আৰু সৃষ্টিৰ পৰা কৰ্ম উৎপন্ন হয়।

প্ৰত্যেক কৰ্মৰেই একোটা প্ৰয়োজন, আৰু সেই প্ৰয়োজন বা অভাৱ গুচাবলৈ সঙ্কল্প বা মনন থকা দেখা যায়। উদাহৰণস্বৰূপে কোৱা যাওক, আপোনাৰ এটা ছাতিৰ প্ৰয়োজন হল, আপুনি ভাবিলে যে, ছাতি অমুকাৰ দোকানত পোৱা যাব, আপুনি তাকে কিনিবলৈ তেওঁৰ দোকানলৈ গ'ল, আৰু ছাতি এটা কিনি লৈ ঘৰলৈ উভতি আহিল। ইয়াত দেখা গ'ল

যে, প্ৰথমতে ছাতিৰ প্ৰয়োজন, দ্বিতীয়তে ছাতি কিনিবলৈ মনন বা সঙ্কল্প, আৰু তৃতীয়তে ছাতি কিনিবলৈ যোৱা আৰু ছাতি কিনি ঘৰলৈ অহা ক্ৰিয়া বা কাৰ্য। এইদৰে সকলো কৰ্মৰেই একোটা প্ৰযোজন আৰু একোটা সংকল্প থকা দেখা যায়। ক্ৰিয়া বা কাৰ্য, মনন সঙ্কল্প আৰু প্ৰয়োজন ভাব বা ভাবনা, এই তিনিও কৰ্মৰ তিনিটা অৱস্থা বা ক্ৰম। এই তিনিও যেনিবা কৰ্মৰূপ পঘা ডালৰ তিনিগছ সূতা।

যদি আমি আত্মাৰ অন্তঃকৰণখন ভালকৈ অধ্যয়ন কৰোঁ তেন্তে জানিব পাৰিম যে আমাৰ সুখ-দুখ, ৰাগ, দ্বেষ (likes and dislikes) ক্ৰোধ-হিংসা আদি আমাৰ মনৰ ভিতৰত বহিৰ্জগতৰ অনেক ঘাত-প্ৰতিঘাতৰ পৰা উৎপন্ন হয়। আগেয়ে "সৃষ্টি-তত্ত্বত" কৈ আহিছোঁ যে, স্থূল জগতৰ শব্দ, ৰূপ, গন্ধ আদি তন্মাত্ৰবিলাকৰ অভিঘাতক এই দেহৰ কাণ, চকু, নাক আদি ইন্দ্ৰিয়বিলাকত পৰি যি স্পন্দন হয় তাকে প্ৰাণ-বায়ুৱে বাটেদি লৈ গৈ মস্তিষ্কৰ স্নায়ু কেন্দ্ৰত উপস্থিত কৰে তেতিয়া স্নায়ু কেন্দ্ৰ (Nerve centre) স্পন্দিত হয়। সেই স্পন্দনে গৈ মনত আঘাত কৰে, মনে সেই আঘাতৰপৰা হোৱা স্পন্দনক নি বুদ্ধিত অৰ্পণ কৰে। বুদ্ধিয়ে সেই স্পন্দনক অহঙ্কাৰৰ যোগেদি জীৱাত্মাৰ ওচৰত উপস্থিত কৰা মাত্ৰেই স্পন্দনৰ প্ৰতিক্ৰিয়া হয় আৰু বিপৰীত গতিত বাহ্য বস্তুৰ স্বৰূপলৈ গৈ বস্তু বোধ জন্মায়। সংক্ষেপতে এই হয় যে, ইন্দ্ৰিয়বিলাকে বাহ্য-বস্তু বা বিষয় গ্ৰহণ কৰে, মনে সেই বস্তুৰ বা বিষয়ৰ জ্ঞান উপলব্ধি কৰে, অহঙ্কাৰে তাকে "মোৰ" বুলি গ্ৰহণ কৰে আৰু বুদ্ধিয়ে তাকে জীৱাত্মাৰ নিমিত্তে সাঁচি হয়। এইদৰে বহিৰ্জগতৰ জ্ঞান হোৱা মাত্ৰেই ভোগৰ বা ত্যাগৰ ভাব মনলৈ আহে, সেই ভাৱনা বা চিন্তাৰ পৰা কামনা বা সঙ্কল্পৰ উদয় হয়। সঙ্কল্প হলেই ইন্দ্ৰিয়বিলাক কাৰ্যত প্ৰবৃত্ত হয়।

প্ৰত্যেক কৰ্মৰ পিছত ভাৱনা বা চিন্তা (Thought) আৰু কামনা বা ইচ্ছা (desire) আছে। যেনেকৈ ক্ৰিয়াৰ (action) পৰা সুখ-দুখ লাভ হয়, সেইদৰে চিন্তা বা ভাৱনাৰ দ্বাৰা আমাৰ চৰিত্ৰ গঠিত হয়। চৰিত্ৰ আমাৰ মনৰ অৱস্থা বা প্ৰকৃতিৰ বিকাশ। অমি যেতিয়া যি বিষয়ে বৰকৈ চিন্তা কৰো, আমাৰ মনো সেই অৱস্থাপন্ন হয়। কেৱল দয়াৰ বিষয় চিন্তা কৰিলে আমি নিশ্চয দযালু হম। ক্ৰুৰ কৰ্ম চিন্তা কৰিলে আমি ক্ৰুৰ হম। সৎ চিন্তাৰ ফল সাধু ভাব। ইহ জন্মত আমি যি ৰূপে চিন্তা কৰিম, পূৰ্বজন্মত আমাৰ স্বভাৱ চৰিত্ৰ সেই ৰূপে গঠিত হ'ব। আমাৰ বৰ্তমান জীৱনৰ যি স্বভাব, সি পূৰ্বজন্মৰ চিন্তাৰ ফল যাৰ যি স্বভাব, সি সেইমতে কাৰ্য কৰি থাকে। দয়ালু মানুহে দয়াৰ কাৰ্য কৰে। হিংসুক মানুহে হিংসাৰ কাৰ্য কৰে। এতেকে আমাৰ বৰ্তমান জীৱনৰ ভাব বা চিন্তা ৰাশিৰদ্বাৰা ভবিষ্যৎ জীৱনৰ চৰিত্ৰ গঠন হব। সেইদৰে একজন্মত জীৱই যি কামনা কৰে সেই কামনা পূৰ্ণ নহলে পিছৰ জন্মত য'ত তাৰ সেই কাম্য বস্তু থাকে ত'তে সি গৈ উপজিব লাগিব। যাৰ মন যি-হত আসক্ত, কৰ্মই তাক সেই ঠাইলৈ লৈ যায়। বুঢা লোকে কয, "চৰণেহে জানে মৰণৰ ঠাই, চুঁচৰি বাগৰি তালৈকে যায।" আচলতে দৈৱ বা প্ৰাৰব্ধ কৰ্মৰ দ্বাৰাইহে জীৱৰ জন্ম-মৰণৰ ঠাই নিৰূপিত হয়।

যি স্বৰ্গ সুখ কামনা কৰি দান যজ্ঞাদি কৰি পূণ্য আৰ্জে, দেহান্তত তেওঁ স্বৰ্গলোক ভোগ কৰি পুণ্যক্ষয় হোৱা মাত্ৰেই আকৌ এই মৰ্তলোকলৈ উভতি আহিব লাগিব। কামনাৰ জৰীয়ে তাক আকৌ এই কৰ্ম ভূমিলৈ টানি আনিব। হৃদয়ৰ সকলো কামনাৰ অন্ত পৰিলে ব্ৰহ্মবিন্দু স্বৰূপ জীৱ ব্ৰহ্মসিন্ধুৰ লগত মিলি যায়।

ভাৱনা আৰু কামনাৰ দৰে, একজন্মৰ ক্ৰিয়াৰ ফলত পিছৰ জন্মৰ পাৰিপাৰ্শ্বিক অৱস্থা (Environment) নিয়মিত হয়। "বৃহদাৰণ্যক উপনিষদ"ত আছে যে, জীৱৰ যেনে কাম, তেনে আচৰণ, সেইৰূপে গতি হয়, যি সৎ কাম কৰে, তেওঁ সাধু হয়; যি অসৎ কাম কৰে, তেওঁ অসাধু হয়; জীৱ পুণ্য কৰ্মৰ ফলত পুণ্যাত্মা আৰু পাপকৰ্মৰ ফলত পাপাত্মা হয়।

কুচিন্তাই কুকাৰ্যৰ জননী। কুচিন্তাই মনক অপবিত্ৰ কৰে। তাক দূৰ কৰিবৰ নিমিত্তে সৎ লোকৰ সঙ্গ লোৱা, সদ্‌গ্ৰন্থ পাঠ কৰা আৰু ঈশ্বৰক উপাসনা কৰা উচিত। "গীতাত" লিখা মতে বাচনিক, মানসিক আৰু শাৰীৰিক তপস্যাও কৰা উচিত।

ভাবনাৰ পৰা কামনাৰ উদয় হয়। এই কামনাৰ গুণতে আমি আমাৰ অভীষ্ট ফল লাভ কৰোঁ। চুম্বকে যেনেকৈ লো আকৰ্ষণ কৰে কামনাই সেইদৰে অভীষ্ট বস্তুক আকৰ্ষণ কৰে। ধনৰ কামনা কৰি মৰিলে আমি জন্মান্তৰত ধনী হবৰ সুযোগ পাম। জ্ঞানৰ কামনা কৰি মৰিলে জন্মান্তৰত জ্ঞানী হবৰ সুযোগ ঘটে। শক্তি লাভৰ কামনা কৰিলে শক্তিশালী হ'ব পৰা যায়। "গীতাত" ভগৱান শ্ৰীকৃষ্ণই কৈছে যে, জীৱই যি যি ভাবত বিশেষভাৱে ভাবিত হৈ প্ৰাণ ত্যাগ কৰে, জন্মান্তৰত সি সেই সেই ভাবতে ভাৱিত হয়। "গীতাত" এই কথাও আছে যে যি ব্যক্তিৰ কৰ্মেন্দ্ৰিয়বিলাক সংযম কৰি বাহিৰত সাধু দেখুৱাই, অথচ মনে মনে তাৰ কামনাৰ বস্তুক ধ্যান কৰি থাকে, সেই মূৰ্খক ভণ্ড, কপটাচাৰী বোলা যায়। বাইবেল শাস্ত্ৰত আছে,—

That whesover looke;th on a woman to lust af'er her, hath cammitted adultery with her already in his heart," অৰ্থাৎ যদি কোনো মানুহে কোনো তিৰোতাৰ মুখলৈ কামভাবেৰে চায়, তেন্তে সি ব্যভিচাৰ দোষত দোষী হয়। সেই বাইবেলতে আছে,—"Blessed are the pure in heart, for they shall see God" অৰ্থাৎ যাৰ চিত্ত নিৰ্মল শুদ্ধ, তেওঁ ধন্য, কাৰণ তেওঁ ঈশ্বৰক দেখা পাব। এতেকে কুভাব বা কুচিন্তাক কুকৰ্ম, আৰু সুভাব বা সুচিন্তাক সুকৰ্ম বোলা যায়। বাক্যৰ দ্বাৰাও সু বা কু কাম কৰা যায়। চিন্তাৰ দৰে বাক্যৰো শক্তি আছে—ক্ৰিয়াৰতো কথাই নাই।

আমাৰ কৰ্মৰ দ্বাৰাই আমাৰ লগত বা ওচৰত থকা মানুহবিলাক সুখী বা অসুখী হয়। যদি সুখী হয়, তেন্তে আমি সুখৰ গুটি সিঁচিলো, তাৰপৰা অৱশ্যে আমিও সুখ পাম। আন পক্ষে অসুখৰ গুটি সিঁচিলে, অসুখ উৎপন্ন হ'ব, তাত কোনো সংশয় নাই। দয়াৰ গুটি সিঁচিলে দয়া লাভ হ'ব, মৰম কৰিলে মৰম পাব, তাত সন্দেহ নাই। সেইদৰে যদি আমি নিৰ্দয় কাম কৰোঁ, তেন্তে নিৰ্দয়তাৰ গুটি সিঁচা হব। তাৰ ফলত আমাৰ ভাগ্যত নিশ্চয় নিৰ্দয়তা লাভ হব। ছেইন্টপল (Saint paul) নামে এজন সাধুৱে কৈ গৈছে— "Whatsoever a man soweth that he shall also reaP —"

আমি কৰ্মৰূপ যি বীজ ৰোওঁ তাৰ ফল এদিন নহয় এদিন ভোগ কৰিবই লাগিব। শুভ কৰ্মৰ ফল সুখ, অশুভ কৰ্মৰ ফল দুখ। এয়ে কৰ্মফলৰ সাধাৰণ নিয়ম। ব্ৰহ্মবৈৱৰ্তপুৰাণত আছে,—

"অৱশ্যমেৱ ভোক্তব্যং কৃতং কৰ্ম শুভাশুভম্।
শুভাশুভঞ্চ যৎ কৰ্ম বিনা ভোগাৎ ন তৎ ক্ষয়ঃ॥"

শিৱসংহিতাত লিখা আছে,—

মানুহে পাপ বা পুণ্য যিহকে কৰক তাৰ ফল অৱশ্যে ভোগ কৰিব লাগিব, ভোগ বিনা কোনো প্ৰকাৰেই তাৰ ক্ষয় নহয়। পাপ ক্ৰিয়াৰ দ্বাৰা দুখ ভোগ আৰু পুণ্য কৰ্মৰ দ্বাৰা সুখ ভোগ হয়। পৰন্তু, পাপ বা পুণ্য কৰ্মৰ ভোগ শেষ হলে, জীৱই আকৌ জন্ম গ্ৰহণ কৰিব লাগে। এইদৰে জীৱই ঘূৰি ঘূৰি সংসাৰলৈ অহা যোৱা কৰিব লাগে। পুণ্য কৰিলেও বন্ধন, পাপ কৰ্ম কৰিলেও বন্ধন, এই দুবিধ কৰ্ম বন্ধনৰ নিমিত্তে কামময় জীৱই পুনঃ পুনঃ সংসাৰলৈ যাতায়ত কৰে, কামনাৰ জৰীয়ে তাক সংসাৰ চক্ৰলৈ টানি আনে। "পুনৰপি জননং পুনৰপি মৰণং পুনৰপি জননী জঠৰে শয়নম্।"

বৃহৎ আৰণ্যক উপনিষদত আছে,—

"কামময় এবায়ং পুৰুষ ইতি।
স যথা কামো ভৱতি তৎ ক্ৰতুৰ্ভৱতি।

যৎ ক্রতুর্ভৱতি তৎ কর্ম কুৰুতে।
যৎ কর্মকুৰুতে তদ্ অভিসম্পদ্যতে।"

অর্থাৎ মানুহ কামময়, সি যিৰূপ কামনা কৰে, তাৰ চিন্তাও তদনুৰূপ হয়, সি যিৰূপ চিন্তা কৰে, তাৰ কর্ম তদনুৰূপ হয়, সি যিৰূপ কর্ম কৰে তদনুৰূপ ফল ভোগ কৰে।

ৰজোগুণৰপৰা কাম-ক্রোধৰ উদয় হয়। মনৰ কামনা সিদ্ধি হোৱাত বিঘিনি জন্মিলে ক্রোধৰ উৎপত্তি হয়। গীতাত আছে—

"ক্রোধৰ উৎপত্তি স্থান জানিবাহা কাম।
যদি বোলা কিছুদিয়া কৰো উপশাস॥
কাম সম ভক্ষক যে ত্রিভুবনে নাই।
যত দিযা মানে তাৰ তৃষ্ণা বাঢ়ি যায়॥
*　　*　　*　　*
মন বুদ্ধি ইন্দ্রিয় কামৰ অধিষ্ঠান।
কাম বৃদ্ধি কৰিবৰ তিনিযো প্রধান॥
হেন জানি মোহে যাৰে নাহি পাৰে লাগ।
মন বুদ্ধি ইন্দ্রিযৰ নিযমিযো আগ॥"

"যতেক অনর্থ আছে সংসাৰত,
তাতে তিনিবিধ সাৰ।
কাম ক্রোধ লোভ, আপোন নাশন,
জানি কৰা পৰিহাৰ॥"
—নামঘোষা।

'কামীৰ ব্যাপাৰ কর্ম দুঃখ বহুতৰ।
সেহি কর্মে জন্ম মৃত্যু হোবৈ সংসাৰৰ॥"
—গীতা।

কর্মফল কর্মৰ পৰা বেলেগ নহয়। কর্ম কর্মফলৰ পূর্বৰূপ। ক্রিয়া (Action) মাত্রৰে প্রতিক্রিয়া (Re-action) আছে। কর্মফল কর্মৰ প্রতিক্রিয়া।

জীৱাত্মাৰ তিনি শক্তি—(১) জ্ঞান শক্তি, (২) ইচ্ছা শক্তি, (৩) ক্রিয়া শক্তি। জ্ঞান-শক্তিৰ কার্য ভাৱনা বা চিন্তা, ইচ্ছা শক্তিৰ কার্য কামনা, বাসনা বা সঙ্কল্প, আৰু ক্রিয়া-শক্তিৰ কার্য চেষ্টা, পুৰুষার্থ বা ক্রিয়া (Action)। ভাৱনা, কামনা আৰু ক্রিয়াত এই তিনি শক্তি প্রকাশ পায়। ক্রিয়া-শক্তিৰ প্রকাশৰ ক্ষেত্র আমাৰ স্থূল শৰীৰ বা অন্নময় কোষ। ইচ্ছা আৰু জ্ঞান শক্তিৰ প্রকাশৰ ক্ষেত্র আমাৰ সূক্ষ্ম শৰীৰ। এতেকে ভাৱনা আৰু বাসনাত সূক্ষ্ম শৰীৰৰ কোষ, আৰু চেষ্টা বা ক্রিয়াত স্থূল শৰীৰৰ কোষত স্পন্দন অর্থাৎ কঁপনি উঠে। কোনো পুখুৰীৰ পানীলৈ দলি মাৰি পঠিয়ালে দলিটো পানীত পৰা মাত্রকে পানী খিনিত যেনেকৈ কঁপনি উঠে, তেনেকৈ ভাৱনা, কামনা আৰু ক্রিয়াবিলাকেও আমাৰ শৰীৰৰ কোষবিলাকত স্পন্দন বা কঁপনি তোলে। বৰকৈ খং উঠিলে বা বেজাৰ লাগিলে, ভয় বা চিন্তাত ছাটি-ফুটি লাগিলে বা বুকু টিপ্-টিপ কৰিলে, স্পন্দনৰ ক্রিয়া ভালকৈ গম পোৱা যায়। স্পন্দন বৰ প্রবল হলে স্পন্দিত কোষৰ উপাদান আন্দোলিত হৈ আংশিকভাৱে, তপতোৱা গাখীৰ চকুৰপৰা উতলি পৰাৰ দৰে, যথাস্থানৰ পৰা বাগৰি পৰে। তেতিয়া নতুন উপাদানে সেই কোষৰপৰা বাগৰিপৰা উপাদানৰ ঠাই লয়। এইদৰে শেষৰ পৰিবর্তন সাধিত হয় আৰু সেই স্পন্দনৰ সংস্কাৰ সেই কোষত সংস্কাৰ ৰূপে বৈ যায়।

সংস্কাৰ বুলিলে মনৰ যি বিষয়ৰ ফালে বিশেষ ধাউতি বা আসক্তি, তাকে বুজিব লাগে। মনক যদি এটা সৰোবৰ বা পুখুৰীৰ লগত তুলনা কৰা যায়, তেন্তে ক'ব পাৰি যে, মনৰ ভিতৰত যি কোনো ভাবৰ ঢৌ উঠে, তাৰ বিৰাম হলেও সি একেবাৰে নষ্ট নহয়, সি চিত্তৰ ভিতৰত এটা দাগ বা সাঁচ বহুৱাই থৈ যায়। আৰু সেই ঢৌটো আকৌ উঠাৰ সম্ভাৱনাও ৰাখি যায়। সেই দাগ আৰু সেই ঢৌৰ পুনৰায় আৱির্ভাৱৰ সম্ভাৱনাকে কর্মৰ সংস্কাৰ বোলে। চিত্তত যি দাগ (impression) বহে, তাক স্মৃতিৰ দ্বাৰা জানিব পাৰি।

আমাৰ কাৰণে শৰীৰত আমাৰ ইহ জন্মৰ আৰু পূর্বজন্মৰ সকলো চিন্তা, বাসনা আৰু ক্রিয়াৰ প্রতিকৃতি সংস্কাৰৰূপে অঙ্কিত থাকে। কাৰণ শৰীৰ ধ্বংশ নহয়।

আমি যি কোনো কাৰ্য কৰোঁ,—আমাৰ প্ৰত্যেক অঙ্গ সঞ্চালনে, আমাৰ মনৰ প্ৰত্যেক চিন্তাই, চিত্তৰ ওপৰত সংস্কাৰ থৈ যায়, আৰু যেতিয়া সেই সংস্কাৰবিলাক বাহিৰত দেখাত প্ৰকাশ নাপায়, তেতিয়াও সিহঁতে তলে তলে অজ্ঞাতভাৱে ক্ৰিয়া কৰি থাকে। আমি এই মুহূৰ্তত যি, সেইটো আমাৰ অতীত জীৱনৰ সংস্কাৰবিলাকৰ সমষ্টি মাথোন। ইয়াকেই আচলতে চৰিত্ৰ বোলে। প্ৰত্যেক মানুহৰ চৰিত্ৰ এই সংস্কাৰ সমষ্টিৰ দ্বাৰা নিয়মিত হৈছে, যদি শুভ সংস্কাৰ প্ৰবল হয়, তেন্তে সেই চৰিত্ৰ সাধু চৰিত্ৰৰূপে পৰিণত হয়, আৰু অসৎ সংস্কাৰ প্ৰবল হ'লে সি অসৎ চৰিত্ৰ হয়। পূৰ্ব জন্মৰ সংস্কাৰবিলাকেই অজ্ঞাতভাৱে আমাৰ বৰ্তমান জীৱনৰ কাৰ্য-প্ৰবৃত্তিক নিয়মিত কৰিছে।

জড় পদাৰ্থবিলাকক ঘাইকৈ তিনি অৱস্থাত দেখা পোৱা যায়। যেনে—(১) কঠিন, (২) তৰল বা পনীয়া, (৩) বায়বীয়। এই তিনি অৱস্থাৰ বাহিৰেও যে বস্তুৰ আৰু সূক্ষ্ম অৱস্থা আছে, সেইটো আমি ভাবি নাচাওঁ বা আমাৰ বুজিবৰ ক্ষমতা নাই। আমাৰ মনত খং উঠিলে বা দয়া জন্মিলে, আমি মনৰ সেই অৱস্থা অনুভৱ কৰোঁ। কিন্তু খং বা দয়া যে কি বস্তু তাক ভাষাৰে বৰ্ণনা কৰিব নোৱাৰোঁ। ভাৱ অৱস্থা, গুণ অৱস্থা, প্ৰকৃতি অৱস্থা, তন্মাত্ৰ অৱস্থা আদি এনে অনেক অৱস্থা আছে, যাক ভাষাৰে প্ৰকাশ কৰিব পৰা নাযায়, কিন্তু অন্তৰেন্দ্ৰিয়ৰ দ্বাৰা অনুভৱ কৰিব পৰা যায়। মন, বুদ্ধি, চিত্ত আৰু অহঙ্কাৰক অন্তৰেন্দ্ৰিয় বোলে। এই জগতত আমি যিবিলাক বস্তু দেখা পাওঁ, সেই সকলোটি ভাবৰ অভিব্যক্তি। পদাৰ্থৰ এই ভাব অৱস্থাটো অতি সূক্ষ্ম। মাটি, পানী, তেজ ( অগ্নি ), বায়ু আৰু আকাশ,—এই পঞ্চ মহাভূতৰ মাটিতকৈ পানী সূক্ষ্ম, পানীতকৈ তেজ বা অগ্নি সূক্ষ্ম, অগ্নিতকৈ বায়ু সূক্ষ্ম। পৃথিৱীৰ চাৰিওফালে বায়ু মহাসাগৰ। বায়ু-মণ্ডলৰ ওপৰৰ আৱৰণ আকাশ। আকাশ বায়ুতকৈ সূক্ষ্ম। পঞ্চমহাভূতৰ সূক্ষ্ম অৱস্থা পঞ্চ তন্মাত্ৰ—শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধ। পঞ্চ তন্মাত্ৰতকৈ সূক্ষ্ম অহঙ্কাৰ-তত্ত্ব, বুদ্ধি-তত্ত্ব, আৰু সত্ত্ব, ৰজ, তম এই ত্ৰিগুণাত্মিকা প্ৰকৃতি। স্থূলতকৈ সূক্ষ্মৰ শক্তি অধিক। আকাশৰ এটা অৱস্থাক ইথাৰ বোলে। ইথাৰৰ পৰমাণুৰ স্পন্দনত আলোকৰ উৎপত্তি হয়। এই ইথাৰৰেই আন এক অৱস্থাৰ পৰমাণুৰ স্পন্দনত বিজুলীৰ উৎপত্তি হয়। আলোক আৰু বিজুলী এই দুটা বেলেগ বেলেগ বস্তু। যদি ইথাৰেই দুই ৰকম হ'ল তেন্তে আকাশত আৰু যে কত ৰকম কি সূক্ষ্ম পদাৰ্থ থাকিব পাৰে তাক কোনে জানে? আধুনিক বিজ্ঞানে এতিয়াও সিমানলৈ আগ বাঢ়িব পৰা নাই। মহাভাৰতত নানা তৰহৰ আকাশৰ উল্লেখ আছে। আমি আমাৰ এই স্থূল, ভৌতিক শৰীৰেৰে বিমানত উঠি আকাশৰ অলপ দূৰলৈহে যাব পাৰোঁ। আমাৰ শাস্ত্ৰবিলাকত উনপঞ্চাশ ৰকম বায়ুৰ নাম পোৱা যায়। এইটো নিশ্চয় যে, ইথাৰতকৈও সূক্ষ্মভূত আকাশত আছে। ঊৰ্দ্ধ-লোকৰ সেই সূক্ষ্মাতিসূক্ষ্ম ভূতবিলাকে পঞ্চ মহাভূতৰ লগত অতি সূক্ষ্মভাৱে মিহলি হৈ থাকে।

বায়ুত থকা পৰমাণুৰ স্পন্দনত সকলো ঠাইতে ধ্বনিৰ উৎপত্তি হয়। পুখুৰীত দলি মাৰিলে পুখুৰীৰ পানীত শব্দ হয়, দলি পৰি যি পানীত স্পন্দন হয়, তাৰপৰা সেই স্পন্দন গোটেই পুখুৰীত ব্যাপ্ত হৈ পাৰ পালে মাৰ যায়। বায়ু সাগৰতো যি যি ধ্বনি হয়, সি দিগ-দিগন্তলৈ ব্যাপ্ত হৈ অসীমত মিলি যায়। এই সু-বিশাল ধ্বনি ৰাজ্যৰ অতি অলপ অংশহে মানুহে শুনিবলৈ পায়। ধ্বনি-ৰাজ্যৰ দৰে আলোক ৰাজ্যৰো অতি সামান্য অংশ মাথোন মানুহে দেখিবলৈ পায়। জ্ঞানেন্দ্ৰিয়ৰ শক্তি অনুযায়ী মানুহে দৰ্শন, শ্ৰৱণ, ঘ্ৰাণ, আস্বাদন আদি অতি অলপহে উপভোগ কৰিবলৈ পায়।

পোহৰৰ ঢৌবিলাকে বা বায়ুৰ ধ্বনিবিলাকে যেনেকৈ নিজৰ গন্তব্য ঠাইৰ ওচৰ পাবলৈ হেজাৰ

হেজাৰ বছৰ নভোমণ্ডলত ভ্ৰমণ কৰিব লাগে, তেনেকৈ মানুহৰ ভাৱ বা চিন্তাৰ ঢৌবিলাকেও যেতিয়ালৈকে এনে আধাৰ (medium) নেপায়, যাৰ লগত ক্ৰিয়া কৰিব পাৰে, তেতিয়ালৈকে শূন্যত ভ্ৰমি থাকে। আমাৰ এই নভোমণ্ডল ভাল-বেয়া নানা তৰহৰ চিন্তা তৰঙ্গেৰে ভৰি আছে। প্ৰত্যেক মস্তিষ্কৰ প্ৰত্যেক চিন্তাই যেতিয়ালৈকে তাৰ উপযুক্ত আধাৰ নাপায় তেতিয়ালৈকে আকাশত ভ্ৰমি থাকে।

আত্মা সচ্চিদানন্দ। সাধাৰণ জীৱত আত্মাৰ সচ্চিদানন্দ ভাব সম্পূৰ্ণৰূপে অব্যক্ত থাকে। সেই বাবে বিজ্ঞানময়, হিৰন্ময় আৰু আনন্দময়—এই সূক্ষ্ম কোষ তিনিটা আফুলন অৱস্থাত থাকে। উন্নত জীৱৰ এই তিনিকোষ বিকশিত হোৱা বাবে এই তিনি কোষৰ শক্তি ক্ৰিয়াশীল হয়। আত্মাৰ চিৎ ভাবৰ বিকাশ হয় সংবিত শক্তিত। সেই শক্তিৰ প্ৰকাশৰ ঠাই বিজ্ঞানময় কোষ। আত্মাৰ সৎ ভাবৰ বিকাশ হয় সংবিত শক্তিত। সেই শক্তিৰ প্ৰকাশৰ ঠাই হিৰন্ময় কোষ। আত্মাৰ আনন্দময় ভাবৰ বিকাশ হয় হ্লাদিনী শক্তিত। সেই শক্তিৰ প্ৰকাশৰ ঠাই আনন্দময় কোষ। এই অতি সূক্ষ্ম কোষবিলাকতো সেই সেই শক্তিৰ ক্ৰিয়াৰ ফলত স্পন্দন উৎপন্ন হয়।

যেতিয়া দেহৰ যি কোনো কোষত স্পন্দন উৎপন্ন হয়, তেতিয়া সেই কোষত কঁপনি তুলিয়েই স্পন্দনৰ নিবৃত্তি নহয়। স্পন্দন উপযুক্ত বাহনৰ (medium) সাহায্যত চাৰিওফালে প্ৰৱাহিত হয় আৰু সমজাতীয় বস্তুত গৈ প্ৰতিস্পন্দন উৎপন্ন কৰে। এই প্ৰতিস্পন্দনক ধ্বনিৰপৰা হোৱা প্ৰতিধ্বনিৰ লগত ৰিজাব পাৰি। এখন বীণৰ তাঁৰত আঘাট কৰিলে কেৱল যে সেই বীণখনৰ তাঁৰহে স্পন্দিত হয়, এনে নহয়, সেই আঘাতৰপৰা হোৱা স্পন্দন দিগন্তলৈ প্ৰৱাহিত হৈ আন আন সমজাতীয় তাঁৰকো স্পন্দিত কৰি তোলে। সেই দৰে আমাৰ ভাবনা, কামনা আৰু ক্ৰিয়াৰ ফলো চাৰিওফালে প্ৰৱাহিত হৈ আনৰ সম্বন্ধেও কাৰ্যকৰী হয়। আমাৰ কৰ্ম যদি অপৰৰ হিত বা অহিতকাৰী হয়, তেন্তে তাৰ স্পন্দনে অপৰকো সু-ভাৱে বা কু-ভাৱে স্পন্দিত কৰিব। যেনেকৈ ধ্বনিৰ স্পন্দনে এঠাইৰ পৰা আন ঠাইলৈ প্ৰৱাহিত হৈ প্ৰতিস্পন্দন উৎপন্ন কৰে, তেনেকৈ ভাবনা আৰু কামনাৰ স্পন্দনেও এজনৰ মগজুৰপৰা আনৰ মগজুলৈ, এজনৰ চিত্তৰপৰা আনৰ চিত্তলৈ সঞ্চাৰিত হয়। আধুনিক বিজ্ঞানেও স্বীকাৰ কৰিছে যে, এজনৰ মনৰ চিন্তা ও কামনা আন এজনৰ মনলৈ সঞ্চাৰিত হ'ব পাৰে। ইংৰাজীত ইয়াকে ( Telepathy ) দূৰশ্ৰৱণ বা ( Thought Transference ) বোলে। এতেকে সুচিন্তা আৰু সু-বাসনাৰ দ্বাৰা যেনেকৈ আমি আনৰ হিত সাধন কৰিব পাৰোঁ, কুচিন্তা আৰু কুবাসনাৰ দ্বাৰাও সেইদৰে অহিত সাধন কৰিব পাৰো। ইয়াৰ পৰা বুজা যায় যে, আশীৰ্বাদ আৰু অভিশাপ কেনেকৈ কাৰ্যকৰী হয়। আমাৰ দেশত "মুখলগা" বুলি এটা কথা আছে। কোনোৱে তাক "নজৰলগা" বুলিও কয়। কথাটো একেবাৰে মিছা বুলি উৰাই দিব নোৱাৰি। কিয়নো, এজনৰ মনৰ ভাব বা বাসনাই আন এজনৰ ওপৰত যে ক্ৰিয়া কৰিব পাৰে, "মুখলগা" তাৰে এটা উদাহৰণ

বাইবেল শাস্ত্ৰত আছে,—

'A good man out of the good treasure of the heart bringeth forth good things, and an evil man out of the evil treasure bringeth forth evil things, But I say unto you that every idle word that men shall speak, they shall give account thereof in the day of judgement For by thy words thou shall be justified and by thy words thou shalt be condemned."

ভাৱনা, বাসনা বা কামনা আৰু ক্ৰিয়া—কৰ্মৰ এই তিনিও অৱস্থাৰ পৰা কৰ্মফল উৎপন্ন হয়। কৰ্মৰ স্বগত (সংস্কাৰৰূপ) ফলক সাক্ষাৎ ফল বোলা যায়। কৰ্মৰ পৰোক্ষ ফলো আছে। পৰোক্ষ ফলক অদৃষ্ট বোলা যায়। আমাৰ কৰ্মৰ দ্বাৰাই আমি আনৰ

লগত সম্বন্ধ স্থাপন কৰোঁ। এজন মানুহে আন এজনক নাৱৰ পৰা বগৰাই নৈৰ মাজত পেলাই মাৰিলে, বা এজন পানীত পৰা মানুহৰ প্ৰাণ ৰক্ষা কৰিলে, সেই মানুহৰ লগত তেওঁৰ এটি অতীন্দ্ৰিয় সম্বন্ধ স্থাপিত হ'ল। যাক তেওঁ বধ কৰিলে তেওঁৰ ওচৰত তেওঁ ঋণী হ'ল। আকৌ যাক তেওঁ ৰক্ষা কৰিলে তেওঁ তেওঁৰ ওচৰত ঋণী হ'ল। যেতিয়ালৈকে এই ধাৰ শুজা নাযায়, তেতিয়ালৈকে এই হিচাবৰ নিস্পত্তি নহয়। এই হিচাবৰ বহীক পুৰাণ শাস্ত্ৰই চিত্ৰগুপ্তৰ খাতা বুলিছে। কৰ্মৰ সংস্কাৰ চিত্ৰৰ দৰে কৰ্মকৰোঁতাৰ চিত্তত অলক্ষিতে অঙ্কিত হৈ থাকে। ভোগৰদ্বাৰা কৰ্মৰ ক্ষয় হলে চিত্ত-পটৰপৰা এই গুপ্ত চিত্ৰ আপোনা আপুনি বিলুপ্ত হয়।

আমি এই জন্মত যিবিলাক কৰ্ম কৰিছোঁ, সেই বিলাক আমাৰ বৰ্ত্তমান বা ক্ৰিয়মান কৰ্ম। কিন্তু এই জন্মইতো আমাৰ প্ৰথম জন্ম নহয়, আমি পূৰ্বেও বহুতবাৰ জন্মিছিলোঁ।

গীতাত আছেঃ—

"কৃষ্ণ বোলে হে অৰ্জুন মোহোৰ তোমাৰ পুন,
বহু জন্ম বহি গৈল আগ।
অবিদ্যা শক্তিত থাকি, আক নজানাহা সখি,
জ্ঞান আৱৰিল মহাভাগ।"

এই কথা সকলো জীৱৰ সম্বন্ধেই খাটে। কিয়নো সৃষ্টি অনাদি। বৰ্ত্তমান সৃষ্টিৰ পূৰ্বেও অসংখ বাৰ সৃষ্টি হৈছে। আকৌ আগলৈকো অসংখ্যবাৰ সৃষ্টি হ'ব। আমাৰ প্ৰত্যেকৰে বহু বহু জন্ম অতীত হৈ গৈছে। পূৰ্বে পূৰ্বে জন্মতো আমি বহু কৰ্মৰ অনুষ্ঠান কৰিছিলো। এতিয়া এই জন্মতো অনেক কৰ্ম্ম কৰিব লাগিছোঁ। কৰ্ম কৰিলে তাৰ ফল অৱশ্য ভুগিব লাগে। পূৰ্ব পূৰ্ব জন্মত কৰা কৰ্মক "প্ৰাক্তন" বোলে। প্ৰাক্তন কৰ্মৰ যিখিনি ফল অভুক্ত থাকে তাক সঞ্চিত বা সাঁচতীয়া কৰ্ম্ম বোলে। সঞ্চিত কৰ্ম্মৰ নিৰ্দ্দিষ্ট এটা অংশৰ ফল ইহ জন্মত ভোগৰ দ্বাৰা ক্ষয় হয়। এই নিৰ্দ্দিষ্ট অংশৰ নাম "প্ৰাৰব্ধ কৰ্ম্ম।" প্ৰাৰব্ধ কৰ্ম্মৰ ফলভোগ কৰিবৰ কাৰণে আমি বৰ্ত্তমান জন্মত শৰীৰ ধাৰণ কৰিছোঁ। বাকী থকা সঞ্চিত কৰ্মৰ ফল ভোগ কৰিবৰ কাৰণে আমি আকৌ ভৱিষ্যতে জন্ম গ্ৰহণ কৰিব লাগিব। সঞ্চিত কৰ্মবিলাক যেন অপইতা ফল, ভোগৰ যোগা হোৱা নাই। প্ৰাৰব্ধ কৰ্মবিলাক পকা ফল, ভোগৰ উপযুক্ত হৈছে। আমাৰ ইহ জন্মৰ কাৰণে নিৰ্দ্দিষ্ট প্ৰাৰব্ধ কৰ্ম্মৰ ফল আমি ভোগ কৰিবই লাগিব, ভোগ বিনা তাৰ ক্ষয় নহয়। যি জন্মত যিখিনি কৰ্মৰ ভোগ হ'ব, জীৱৰ চিত্ত-ক্ষেত্ৰত তাৰ অনুগুণ বাসনাৰ সঞ্চাৰ হ'ব। বিগুণ বাসনাৰ উদয়ন হয়। সেই বাসনা অনুযায়ী স্বভাৱ হ'ব।

জগতৰ একমাত্ৰ কামনাৰ বস্তু যে সুখ,—তাক ধৰ্মৰ দ্বাৰাই লাভ কৰা যায়। "ধৰ্ম্মই আমাৰ এক মাত্ৰ বন্ধু, কাৰণ, মৃত্যুৰ পাছতো ই আমাৰ লগ নেৰে, কিন্তু আন সকলো দেহ নাশৰ লগে লগে বিনাশ প্ৰাপ্ত হয়।"

বুঢ়া লোকে কয়,—"আহোঁতে শূইন, যাওঁতে শূইন, লগত যাব পাপ-পুইণ্।"

অসৎ কৰ্ম কৰিলে অধৰ্ম্ম বা পাপ, আৰু সৎ কৰ্ম্ম কৰিলে ধৰ্ম বা পুণ্য হয়। এই পাপ-পুণ্যই মৃত্যুৰ পিছত আমাৰ লগত যায়, ধনজন, মাটি-বাৰী, ঘৰ-দুৱাৰ, একো লগত নাযায়।

"মহাভাৰতৰ" শান্তি-পৰ্বত আছে,—"ফলাসক্ত জীৱই ফলাৰ্থী হৈ যেনে কৰ্ম কৰে, তাৰ কৰ্মৰ প্ৰকৃতি অনুসাৰে সি সেইৰূপ শুভা-শুভ ফল ভোগ কৰে।" এয়ে কৰ্মৰ বিধান। এই কৰ্মবাদ মূলত ধৰ্ম-নীতিৰ ওপৰত প্ৰতিষ্ঠিত।

বীজ নহলে অঙ্কুৰ নহয়। সুকৰ্ম বিনা সুখ নহয়। যি স্থলত ভোগ বিনা কৰ্মৰ ক্ষয় নহয় তেতিয়া দুখত পৰা মানুহে দুখত কাতৰ নহৈ, কৰ্ম্মফলৰ ধাৰ দুখ ভোগৰ দ্বাৰা পৰিশোধ হৈছে বুলি ভাবি প্ৰফুল্ল হোৱা উচিত।

এইখিনিতে এটা পুৰণি সাধু-কথা কওঁ। এখন দেশত এজন কৃপণ মানুহ আছিল। সি অনেক লোকক ফাকি দি আৰু অত্যাচাৰ কৰি নানা উপায়ে বহুত টকা সাঁচিছিল, কিন্তু কোনো সৎ কৰ্মত টকা খৰচ নকৰিছিল, দুখীয়া, আতুৰক পইচা এটা দিও সহায় নকৰিছিল। মৃত্যুৰ পিছত সি দীন-দৰিদ্ৰ হৈ জন্ম গ্ৰহণ কৰে। তাৰ থাকিবলৈ ঘৰ নাই, পিন্ধিবলৈ কাপোৰ নাই এডোখৰ কপিং পিন্ধি ওৰে দিনটো ভিক্ষা মাগি যি পায়, তাৰ দ্বাৰাই অতি কষ্টে এসাঁজ খাই দিন নিয়ায। এদিন মহাদেৱ আৰু পাৰ্বতীয়ে আকাশেদি যাওঁতে তাক দেখা পালে। তাৰ দুখ দেখি পাৰ্বতীৰ দয়া জন্মিল। পাৰ্বতীয়ে মহাদেৱক ক'লে, "প্ৰভু, মই এই দুখীয়াটোৰ দুখ গুচাব খোজো।" মহাদেৱে কলে "তুমি দান দিব পাৰা, কিন্তু দিলেও সি নাপায়, সি তাৰ কৰ্ম-ফল অৱশ্যে ভোগ কৰিব লাগিব।" পাৰ্বতীয়ে "বাৰু দি চাওঁচোন" বুলি মগনিয়াটোৰ যি বাটেদি গৈ আছিল সেই বাটত তাৰ কিছু দূৰত তেওঁৰ নিজৰ গাৰ কিছুমান অলঙ্কাৰ টোপোলা বান্ধি পেলাই দিলে। পাৰ্বতীয়ে ভাবিছিল যে সি এই অলঙ্কাৰবিলাক বেচি যি টকা পাব তাৰ দ্বাৰাই সুখেৰে খাই-লৈ থাকিব পাৰিব। কিন্তু সেই সময়তে তাৰ হঠাৎ ইচ্ছা হল, অন্ধলাই নো কেনেকৈ বাট বুলে চোৱা যাওক। ইয়াকে ভাবি সি চকু দুটা মুদি যাবলৈ ধৰাত টোপোলাটো পৰা নেদেখিলে, টোপোলা পৰা ঠাই পাৰ হৈ কিছুদূৰ গৈ চকু মেলিলে। ইয়াৰ ফলত এই হল যে সি সেই অলঙ্কাৰৰ টোপোলাটো দেখা নাপালে। য'ৰে টোপোলা ত'তে পৰি থাকিল। তাৰ দৰিদ্ৰতা নুগুছিল। সি খুজি মাগি খায়েই দুখত দিন নিয়ালে। ই তাৰ পূৰ্বজন্মৰ কৰ্মফল। "অৱশ্যমেব ভোক্তব্যং কৃতং কৰ্ম শুভা-শুভম্।" সি তাৰ কৰ্মফল ভোগ কৰিবই লাগিব। ইয়াকে বোলে দাতাই দিলেও কপা-বিধাতাই নিদিয়ে।

মানুহে যি জন্মত যি পুণ্য বা পাপ কৰে, তাৰ ফল ভোগ সেই জন্মত প্ৰায়েই নকৰে, পিছৰ কোনো এক জন্মতহে কৰে। ইহ জন্মৰ কৰ্মৰ ফল সাধাৰণতঃ পিছৰ জন্মৰ কাৰণে সঞ্চিত হৈ থাকে। কিন্তু কৰ্ম যদি উৎকৃষ্ট হয়, তাৰ ফল এই জন্মতে ভোগ কৰিব লাগে—সি ভালেই হওক বা বেয়াই হওক।

জন্মান্তৰৰ কৰ্মৰ ফলত ইহ জন্মত জীৱৰ জাতি, আয়ুস আৰু ভোগ নিৰূপিত হয়। জীৱই কোন দেহত, কোন জাতিত, কাৰ ঘৰত জন্মিব, তাৰ আয়ুস কিমান হব, কিমান দিন সি কৰ্মফল ভোগ কৰিব, কি পৰিমাণে সুখ-দুখ পাব এই সকলো তাৰ পূৰ্ব জন্মৰ প্ৰাৰব্ধ কৰ্মৰ ওপৰত নিৰ্ভৰ কৰে। এতিয়া প্ৰশ্ন হ'ব পাৰে যে, যদি জীৱৰ ইহজন্মৰ জাতি, আয়ুস, ভোগ আদি জন্মান্তৰৰ কৰ্মফল হয়, তেন্তে মানুহে সুখৰ কাৰণে ইমান পুৰুষাৰ্থ কৰি মৰে কিয়? মানুহ কি সঁচাকৈয়ে দৈৱৰ অধীন? গৰুড় পুৰাণত আছে,—

'পূৰ্বজন্মত মানুহে যি ৰূপ কৰ্ম কৰে, সি সেই কৰ্মানুযায়ী ফল ভোগ কৰি থাকে। এতেকে আপুনি আপোনাৰ ফল ভোগৰ বিধাতা। আপুনিয়েই আপোনাৰ সুখ আৰু দুখৰ বিধান কৰ্তা। * * পুত্ৰ-পিতাৰ কৰ্মৰ দ্বাৰা নাইবা পিতাও পুত্ৰৰ কৰ্মৰ দ্বাৰা বদ্ধ বা মুক্ত হ'ব নোৱাৰে, পৰন্তু সকলোৱেই নিজ নিজ কৃত কৰ্মৰেই ফলত বন্ধ বা মুক্ত হৈ থাকে, সকলোৱেই আপোন আপোন কৰ্মানুসাৰে শাৰীৰিক বা মানসিক সুখ-দুখ ভোগ কৰি থাকে। * * * * কৰ্মফল ভোগ কৰিবলৈ ইচ্ছা নেথাকিলেও, সেই কৰ্মফল ভোগ কৰিব লাগিব, তাৰ অন্যথা নহয়। সকলোৱেই প্ৰাৰব্ধ কৰ্মৰ ফল ভোগ কৰিব লাগে, ভোগ বিনা তাৰ ক্ষয় নহয়। * * পূৰ্বত যি মানুহে যি কৰ্ম কৰিছে, সেই কৰ্মই কৰ্তাৰ অনুসৰণ কৰে। হেজাৰ হেজাৰ গাই গৰু আৰু পোৱালি একেলগে চৰি থাকিলেও গাখীৰ পিবৰ

সমস্যত পোৱালীবিলাকে নিজৰ নিজৰ মাকক চিনি উলিয়ায়। পূৰ্বজন্মত যি মানুহে যেনে কৰ্ম্ম কৰিছিল, পিছৰ জন্মত সেই মানুহে সেইৰূপ কৰ্মফল ভোগ কৰে, পূৰ্বৰ সুকৃতিৰ ফলত সুখ আৰু দুষ্কৃতিৰ ফলত দুখ ভোগ হয়। নীচাশয় মানুহে পৰৰ তিলমান দোষ থাকিলেও অনুসন্ধান কৰি ৰটি ফুৰে, নিজৰ হলে বেলমান দোষ থাকিলেও দেখিও নেদেখা হয়। যি ৰাগ দ্বেষাদিৰ দ্বাৰা অভিভূত, তাৰ কেতিয়াও সুখ নহয়। যি স্বাৰ্থপৰ, পৰশ্ৰী কাতৰ আৰু ঘোৰ বিষয়াসক্ত, তাৰ মনৰপৰা ভয়-সংশয় নুগুচে, তাৰ সুখ-শান্তিও নাইকিয়া হয়। পৰৰ বশত থাকি যি কিছু ভোগ কৰা যায়, তাত সুখ নাই আৰু স্বাধীন ভাৱে থাকি দুখ পালেও সি সুখ বুলি বোধ হয়। যদি দেখা যায় যে যথাসাধ্য উদ্যোগ কৰিলেও কাৰ্য সিদ্ধি নহয়, তেতিয়া দৈৱ প্ৰতিকূল বুলি জানিবা, কিন্তু পুৰুষাৰ্থ সদাই কৰা কৰ্ত্তব্য।

নীতিশাস্ত্ৰত আছে,—

"উদ্যোগিনং পুৰুষাসিংহমুপৈত লক্ষ্মীঃ।
দৈৱেন দেয়মিতি কাপুৰুষাঃ বৰ্দন্তি॥"

—ভৰ্তৃহৰি।

অৰ্থাৎ উদ্যোগী, পুৰুষসিংহই লক্ষ্মীক পায়—ধন-ঐশ্বৰ্য্য লাভ কৰে, কাপুৰুষবিলাকেহে কয় যে, দৈৱই দিলে পায়।

ইয়াৰ উত্তৰ মহৰ্ষি যাজ্ঞবল্ক্যৰ স্মৃতিত পোৱা যায়। তাত লিখা আছে যে, কেৱল পুৰুষাৰ্থৰ দ্বাৰাই কাৰ্য্যসিদ্ধি নহয়, তাৰ লগত পূৰ্বজন্মৰ সুকৃতিও লাগে, ৰথ যেনেকৈ এটা চকাৰ ওপৰত নচলে, সেইদৰে দৈৱ বিনা অকল পুৰুষাৰ্থৰ দ্বাৰাই কাৰ্য্য সিদ্ধি নহয়, নাৱত অকল পাল তৰিলেই নহয়, তাৰ লগত অনুকূল বতাহো লাগে, ক্ষেত্ৰত অকল গুটি সিচিলেই নহয়, গুটিৰ ওপৰত পানী বৰষিব লাগিব, এতেকে কাৰ্য সিদ্ধিৰ নিমিত্তে দৈৱ আৰু পুৰুষকাৰ উভয়কে লাগে। দৈৱতকৈ পুৰুষকাৰৰ বল বেছি।

"উদ্যোগেন কৃতে কাৰ্যে সিদ্ধিৰ্যস্য ন বিদ্যতে।
দৈৱং তস্য প্ৰমাণংহি কৰ্ত্তব্যং পৌৰুষং সদা।"

—গৰুড় পুৰাণ।

দৈৱ বুলিলে জন্মান্তৰত কৰা সুকৃতি বা দুষ্কৃতিৰ পৰা হোৱা অদৃষ্ট বুলিব লাগিব। উৎকট সুকৰ্ম বা উগ্ৰ সাধনাৰ দ্বাৰাই ঈশ্বৰৰ কৃপাত জন্মান্তৰৰ দুষ্কৃতিৰ ফল বা অদৃষ্ট খণ্ডন হ'ব পাৰে। উদাহৰণ স্বৰূপে কব পাৰি যে, উগ্ৰ সাধনাৰ দ্বাৰাই সাৱিত্ৰীয়ে তেওঁৰ মৃত স্বামী সত্যৱানক জীয়াব পাৰিছিল, বেউলাইও তেওঁৰ মৃত স্বামী লখিন্দৰক জীয়াব পাৰিছিল, ধ্ৰুৱই সিদ্ধিলাভ কৰি ধ্ৰুৱলোকত ঠাই পাইছিল, ক্ষত্ৰিয় বিশ্বামিত্ৰেও একে জন্মতে ব্ৰাহ্মণ হ'ব পাৰিছিল, ডকাইত ৰত্নাকৰ মহাঋষি বাল্মীকি হ'ব পাৰিছিল।

প্ৰাৰব্ধ কৰ্মৰ ফলত জীৱৰ জাতি, আয়ুস আৰু ভোগ নিয়মিত হলেও উৎকট চেষ্টা, উগ্ৰ সাধনাৰ দ্বাৰাই মানুহে অদৃষ্টৰ পৰিবৰ্ত্তন একে জন্মতে ঘটাব পাৰে। "যোগবাশিষ্ঠ ৰামায়ণ"ৰপৰা জনা যায় যে, ঐহিক জীৱনত ক্ৰিয়মান কৰ্ম কৰোঁতে দৈৱ আৰু পুৰুষকাৰৰ ভিতৰত যুদ্ধ লাগে, দৈৱে মনক এফালে টানে, পুৰুষকাৰে আনফালে টানে, কেতিয়াবা দৈৱৰ জয় হয়, কেতিয়াবা পুৰুষকাৰৰ জয় হয়। জন্মান্তৰৰ দুষ্কৃতিৰ পৰা হোৱা দুৰ্ভাগ্যক ইহ জন্মৰ সুকৃতিৰ দ্বাৰা নিয়মিত কৰিব পৰা যায়। "সাধনাই জীৱনত কৃতকাৰ্যতাৰ দুৱাৰ মুকলি কৰে।" কোনোৱে উত্তম বংশত উপজিও, সঙ্গদোষত, শিক্ষাৰ দোষত সাধনাৰ অভাৱত বেয়া হ'ব পাৰে, কোনোৱে অধম বংশত উপজিও সঙ্গ গুণত, শিক্ষাৰ গুণত, সাধনাৰ গুণত ভাল হব পাৰে। জন্ম, সঙ্গ, শিক্ষা আৰু সাধনা এই চাৰিটা আধ্যাত্মিক উন্নতিৰ উপায়। এই চাৰিটা উপায়ৰ ভিতৰত সাধনাই শ্ৰেষ্ঠ উপায়। সকলোৰে ওপৰত ঈশ্বৰৰ কৃপা লাগে। সেই বাবে ভগৱান যীশু খৃষ্টই কৈ গৈছে —

"Thou shalt love the Lord thy God with all thy heart and with all thy soul and with all thy mind'

আমাৰ বৰ্তমান অৱস্থা যদি আমাৰ পূৰ্বজন্মৰ কৰ্মৰ দ্বাৰা নিয়মিত হয়, তেন্তে এইটো নিশ্চয় সিদ্ধান্ত হ'ব যে, আমি ভবিষ্যতে যি হবলৈ ইচ্ছা কৰোঁ, আমাৰ বৰ্তমান (ক্ৰিয়মান) কৰ্মৰ দ্বাৰাই সেইটো হ'ব পাৰি। বৰ্তমানৰ সদ্ব্যৱহাৰ কৰিলেহে ভবিষ্যত জীৱন সুখৰ হব। বৰ্তমান সোণালী সুযোগ। "Our future is in what we do to-day" এজন ইংৰাজ কবিয়ে কৈছে —

"Act act in the living present,
Heart within and God overhead"

"যিহকে আগত পোৱা, ততালিকে কৰি যোৱাঁ,
জীৱন্ত জাগ্ৰত বৰ্তমান সময়ত।
সাহক সাৰথি কৰা, কৰ্তব্যৰে পাছে লৰা,
ঈশ্বৰ করুণাময় আছে ওপৰত।"

—জিলিকনি।

"বিমল আনন্দ আৰু সুকৰ্মৰ হেতু
নাথাকে মূহূৰ্তবোৰ ৰই,
ছেগবুজি কাম কৰা সৌভাগ্যৰ সেতু,
আজি হেৰা কৰা আজিয়েই।"

—জিলিকনি

ঈশ্বৰে আমাক ইচ্ছাশক্তি দি স্বাধীন কৰি এই সংসাৰলৈ পঠাইছে, আমাক আমাৰ নিজ নিজ কৃতকৰ্মৰ বাবে দায়ী কৰিছে। আত্ম-বিশ্বাস আৰু আত্ম-সংযমৰপৰা মহান ইচ্ছা-শক্তি উৎপন্ন হয়। ইচ্ছাৰ দ্বাৰা, সাধনাৰ দ্বাৰা আমিও জ্ঞানী আৰু ধৰ্মী হৈ জীৱনৰ অশেষ উন্নতি সাধন কৰিব পাৰোঁ, অসাধ্য সাধন কৰি ঐশ্বৰ্য আৰু কীৰ্তি লভিব পাৰোঁ। আমি সদায় মনত ৰখা উচিত যে, স্বাৰ্থপৰতা আৰু ইন্দ্ৰিয়পৰায়ণতাৰপৰা অসাধুতাৰ উদয় হয়, আকৌ, নিঃস্বাৰ্থ প্ৰেম আৰু আত্ম সংযমৰপৰা সাধুতাৰ বিকাশ হয়। চেষ্টা কৰিলে সুখ পায়, এলাহ কৰিলে দুখ পায়।

"মহা মহা পুৰুষৰ চানেকিৰে জীৱনৰ
আমিও কৰিব পাৰোঁ জীৱন গঠিত।
অভিনয় শেষ হলে আয়ু-বেলি যাব গলে
থই যাব পাৰোঁ খোজ সময় বালিত॥"

জিলিকণি

আমি মূল দেহধাৰী জীৱই দেহা থাকে মানে বেহা কৰিব লাগিব, অৰ্থাৎ কৰ্ম কৰিব লাগিব। কৰ্ম নকৰিলে আমি এখন্তেকো জীয়াই থাকিব নোৱাৰোঁ। কৰ্ম কৰিলে তাৰফল অৱশ্যে ভোগ কৰিব লাগিব। এতিয়া কিৰূপে কৰ্ম কৰিলে কৰ্ম, বন্ধনত নপৰাকৈ থাকিব পাৰি তাৰ কৌশল "গীতাৰ' কৰ্ম যোগত পাব *

*আৱাহন, আহিন ১৮৫৯ শক ৮ম বছৰ ১০ম সংখ্যা।

## (২)

"টোপনি জালত মই দেখিলোঁ সপোন,
ভাবিলোঁ মাধুৰীময় মানব জীৱন।
সাৰ পাই উঠি দেখোঁ সকলোটি ভুল,
কৰ্তব্য সাধন মাথোঁ জীৱনৰ মূল।"

—জিলিকনি

কৰ্তব্য কৰ্ম কৰাই ধৰ্ম, নকৰাই অধৰ্ম। কৰ্তব্যপৰায়ণতাই শ্ৰেষ্ঠ ঈশ্বৰোপাসনা যাৰ যি কৰ্তব্য কৰ্ম, তাক ঈশ্বৰৰ কম বুলি ভাবি, নিঃস্বাৰ্থভাৱে একাগ্ৰতাৰে সৈতে কৰি যোৱা উচিত। কৰ্তব্য পালন কৰা ধৰ্ম বুলি কৰ্তব্যৰ কাৰণে কৰ্তব্য কৰিব লাগে ফলাফল ঈশ্বৰত অৰ্পণ কৰি।

"কৰ্মণ্যে বাধিকাৰস্তে মাফলেষু কদাচন।" গীতা২।৪৭ কৰ্ম কৰিবলৈহে আমাৰ অধিকাৰ আছে, কৰ্মফলত নাই। কোনো মহৎ বা শুভ কৰ্ম কৰিব খুজিলে ফলাফললৈ চাব নালাগে। "ফলাফল ফলদাতা বিভূৰ হাতত।"

গীতাত জন্ম আৰু অৱস্থাগত কৰ্তব্যৰ কথা লিখা আছে। কৰ্মৰ মূল-তত্ত্ব গীতাত পোৱা যায়।

সকলো ধৰ্ম-শাস্ত্ৰৰ সাৰ গীতা। সকলোৱে মন দি নিতৌ গীতা পঢ়া উচিত।

"কৰ্মণা সুখমশ্নাতি দুঃখমশ্নাতি কৰ্মণা।
জায়ন্তে চ প্ৰলীয়ন্তে বৰ্তন্তে কৰ্মণো বশাৎ॥"

মানুহে কৰ্মৰ দ্বাৰা সুখ ভোগ কৰে, কৰ্মৰ দ্বাৰাই দুখ ভোগ কৰে, কৰ্মবশতে জন্ম গ্ৰহণ কৰে, কৰ্মৰ দ্বাৰাই শৰীৰ ধাৰণ কৰে আৰু কৰ্মবশতে মৰে।

"নহি কশ্চিৎ ক্ষণমপি জাতু তিষ্ঠত্য কৰ্ম কৃৎ।
কাৰ্যতে হ্যবশঃ কৰ্ম সৰ্বঃ প্ৰকৃতিজৈৰ্গুণৈঃ॥"

কোনো অৱস্থাতে ক্ষন্তেকলৈকো কোনো মানুহে কৰ্ম নকৰাকৈ থাকিব নোৱাৰে, ৰাগ দ্বেষাদি স্বাভাৱিক গুণবিলাকে অৱশ কৰি কৰ্ম কৰাই থাকে।

"জ্ঞানক ভক্তিক লাগি যিজনে ইচ্ছয়।
কৰ্ম কৰিবাক তাৰ অৱশ্যে লাগয়॥"—গীতা

আমি কৰ্ম পৰিত্যাগ কৰিব খুজিলেও কৰ্মই আমাক পৰিত্যাগ কৰিব নোখোজে। কৰ্ম নকৰিলে যেতিয়া উপায় নাই তেতিয়া কৰ্ম কৰিবই লাগিব। কৰ্ম কৰিলেই আকৌ তাৰ ফল ভালেই হওক বা বেয়াই হওক, অৱশ্যে ভোগ কৰিব লাগিব।

"অৱশ্যমেব ভোক্তব্যং কৃতং কৰ্ম শুভাশুভম্।
শুভাশুভঞ্চ যৎ কৰ্ম বিনা ভোগাৎ ন অক্ষয়ঃ॥"

গীতাত ভগৱান শ্ৰীকৃষ্ণই অৰ্জুনক কৈছিল—

"গৃহস্থ আশ্ৰমী তুমি পৰম বিষয়ী।
কিন্তু যে পূৰ্বৰ কৰ্ম বাসনা আছই॥
হইবেক সত্ত্বশুদ্ধি শুদ্ধ মন যাৰ।
তেৱেসে জ্ঞানৰ ভকতিৰ অধিকাৰ॥
এবে কহো কৰ্মযোগ যেনে তাৰ বিধি।
স্বধৰ্মত থাকি পাছে হৈব সত্ত্বশুদ্ধি॥
ঈশ্বৰত অৰ্পি যত কৰ্ম কৰিবেক।
সত্ত্বশুদ্ধি ভৈলে হৈব দেহাত্মা বিবেক॥
দেহাত্মা বিবেক জ্ঞান হৈব পুৰুষৰ।
আত্মা পৰমাত্মা জ্ঞান হৈব তাত পৰ॥
আপুনি ঈশ্বৰ পাছে হৈবেক বেকত।
বাসুদেৱ বুদ্ধি হৈব সমস্ত প্ৰাণীত॥
ঈশ্বৰত অৰ্পি কৰ্ম কৰিবা প্ৰাৰব্ধ।
তেবে কোনো কালে নুহিবেক কৰ্মবন্ধ॥"
"কৃষ্ণে বোলে অৰ্জুন কৰ্মৰ কহো মৰ্ম।
ঈশ্বৰৰ অৰ্থে কৰে তাকে বোলে কৰ্ম॥
কৰ্ম বুলি জানিবা তাকেসে তত্ত্ব সাৰ।
আন যত কম কৰে সকলো ব্যাপাৰ॥"
"হৰিভক্তি কৰি মই তৰিবো নিশ্চয়।
ব্যৱসায়াত্মিক বুদ্ধি ইহাকে বোলয়॥
ব্যৱসায়াত্মিকা বুদ্ধি নভৈল যাহাৰ।
জ্ঞান ধ্যান ভক্তিত যে নাহি অধিকাৰ॥"
কৰ্ম কৰি যদি ফল সঙ্কল্পক এৰে।
তাৰ জানা সেহি কৰ্মে সংসাৰক তাৰে॥
কামীৰ ব্যাপাৰ কৰ্ম দুঃখ বহুতৰ।
সেহি কৰ্মে জন্ম মৃত্যু তোৰৈ সংসাৰৰ॥"
"কামীসে সংকল্প কৰ্মে কৰে নানা ছন্দ।
সেহি কৰ্মে কৰে তাক সংসাৰত বন্ধ॥
তুমি যোগে থাকিবা নিয়ম কৰি মন।
কিন্তু সিদ্ধি অসিদ্ধিত হইতো দুৱো সম॥
লাগে কৰ্ম সিদ্ধি হৌক লাগেবা নহৌক।
ঈশ্বৰক ভজি মাত্ৰ কৰ্ম কৰিয়োক॥
ঈশ্বৰে অৰ্পিয়া কৰ্ম কৰিবা সকল।
সমতা গোটেক যোগ কৰি বোলে লোক॥
ঈশ্বৰ পদাৰবিন্দে মনত আনন্দ।
তেবে একো কালে নুহিবেক কৰ্মবন্ধ॥"
"অজিত ইন্দ্ৰিয় যাৰ বিষয়ত বুদ্ধি।
আছোক সকামী নিষ্কামীৰো নাহি সিদ্ধি॥

কৰ্মবাদ ধৰ্মনীতিৰ ওপৰত প্ৰতিষ্ঠিত। ধৰ্ম কি? "ধ্ৰিয়তে ধৰ্ম ইত্যাহুঃ" অৰ্থাৎ ধৰ্মই সকলোকে ধাৰণ অৰ্থাৎ ৰক্ষা কৰে গুণে তাক ধৰ্ম বোলে। "নীতি" শব্দই মানুহবিলাকৰ পৰস্পৰৰ আৰু ইতৰ জন্তুৰ প্ৰতি ব্যৱহাৰ বুজায়। যি স্বাৰ্থপৰ, সেয়ে নীতি-

বিৰুদ্ধ, যি নিঃস্বাৰ্থ, সেয়ে নীতি-সঙ্গত। ধৰ্ম-নীতিৰ উদ্দেশ্য—নিঃস্বাৰ্থভাৱে সকলো জীৱৰ মঙ্গল সাধন কৰা। যাতে সমূহ মানৱ জাতিৰ জ্ঞান আৰু ধৰ্মৰ উন্নতি হয়, সকলোৱে পৰমানন্দে জীৱন যাপন কৰিব পাৰে, সেইবাবে ধৰ্ম-শাস্ত্ৰবিলাক ৰচিত হৈছে। ধৰ্মশাস্ত্ৰৰ কাৰণে মানুহৰ সৃষ্টি হোৱা নাই। ভিন্ ভিন্ শাস্ত্ৰত ধৰ্ম সম্বন্ধে ভিন্ ভিন মত থকা দেখা যায়। ঋষি-মুনিসকল সকলো বিষয়তে এক মত হ'ব পৰা নাই। তেওঁলোকে নিজ নিজ স্বাধীন চিন্তাৰ দ্বাৰা দেশ, কাল পাত্ৰ বস্তি অধিকাৰ ভেদে বেলেগ বেলেগ বাট উলিয়াই বেলেগ বেলেগ বাটেদি গৈ আধ্যাত্মিক উন্নতি কৰিছিল। সেই কাৰণে মহৰ্ষি বৃহস্পতিয়ে কৈ গৈছে,—

"কেৱলং শাস্ত্ৰমাশ্ৰিত্য ন কৰ্ত্তব্যো বিনিৰ্ণয়ঃ।
যুক্তিহীন বিচাৰেণ ধৰ্মহানিঃ প্ৰজাযতে॥"

আকৌ মহৰ্ষি বশিষ্ঠই কৈ গৈছে,—

"যুক্তিযুক্তমুপাদেযং বচনং বালকাদপি।
অন্যং তৃণমিব ত্যাজ্যমপ্যুক্তং পদ্মজন্মনা॥"

ভগৱান বুদ্ধদেৱে কৈ গৈছে,—"কোনো পুৰণি পুথিত কোনো বিষয় লিখা আছে বুলি, কিংবা তোমাৰ জাতীয় বিশ্বাস বুলি, কিংবা তোমাৰ বাল্য-কালৰপৰাই তুমি কোনো বিশ্বাসৰ দ্বাৰাই গঠিত হৈছা বুলি, কোনো বিষয় অন্ধভাৱে বিশ্বাস নকৰিবা। বিচাৰ কৰি চাবা, বিশেষভাৱে পৰীক্ষা কৰি চাবা, যদি সেই বিষয় সকলোৰে পক্ষে হিতকাৰী হয়, তেনেহলেহে তাত বিশ্বাস স্থাপন কৰিবা, সেই উপ-দেশ মতে জীৱন যাপন কৰিবা, আৰু আনকো সেই-মতে জীৱন যাপন কৰাত সহায় কৰিবা।"

"মহাভাৰতৰ" শান্তি-পৰ্বত আৰু বন-পৰ্বত আছে, যি কৰ্মৰ দ্বাৰাই সকলোৰে উন্নতি হয়, সেয়ে ধৰ্ম, যি কৰ্মই উন্নতিৰ বাধা জন্মায়, সেয়ে অধৰ্ম। প্ৰাণীৰ অহিংসাৰ কাৰণে ধৰ্মৰ প্ৰচাৰ। যি কৰ্ম অহিংসাযুক্ত আৰু হিতকাৰী সেয়ে ধৰ্ম। সকলোৰে হিত সাধন কৰাতকৈ শ্ৰেষ্ঠ ধৰ্ম একো নাই। যি সকলোৰে সুহৃদ আৰু কায়মনোবাক্যে সদায় সকলোৰে হিত সাধনত ৰত থাকে, তেওঁ যথাৰ্থ ধাৰ্মিক। বাক্য মন আৰু কৰ্মৰ দ্বাৰাই সকলোৰে হিত সাধন কৰা উচিত।

ভগৱান শ্ৰীকৃষ্ণই "গীতাত" বাৰম্বাৰ কৈছে, সকলোৰে হিত সাধন কৰিবা, লোকৰ হিতৰ নিমিত্তে সকলোৱে কৰ্ম কৰা উচিত, সকলোৰে উন্নতিৰ নিমিত্তে ব্যক্তিগত স্বাৰ্থত্যাগ কৰ্তব্য কৰ্ম। এক আত্মা সকলো জীৱতে আছে। প্ৰত্যেক জীৱাত্মা সেই পৰমাত্মাৰ অংশ বা প্ৰতিচ্ছবি। এই সত্যটি হৃদয়ত গাঁথি লৈ সকলো প্ৰাণীৰ, সমগ্ৰ দেশৰ হিত সাধন কৰাই কৰ্তব্য কৰ্ম আৰু ধৰ্ম বুলি "গীতাৰ" পৰা জনা যায়।

"মহাভাৰতত" আছে, "যদি বংশৰ এজনক ত্যাগ কৰিলে গোটেই বংশটো ৰক্ষা পৰে, তেন্তে তাক ত্যাগ কৰিবা, যদি গোটেই বংশটো ত্যাগ কৰিলে গাওঁ ৰক্ষা পৰে, তেন্তে তাকো কৰিবা, যদি গোটেই গাওঁ ত্যাগ কৰিলে, দেশ ৰক্ষা পৰে, তেন্তে তাকো কৰিবা।"

এই খিনিতে বীৰবৰ লাচিত বৰফুকনে "মোৰ দেশতকৈ মোমাই ডাঙৰ নহয়" বুলি স্বদেশৰ স্বাধীনতাৰ কাৰণে স্বহস্তে নিজৰ মোমায়েকক বধ কৰাৰ কথা মনত পৰিছে।

আত্মোন্নতি সাধন মানৱ-জীৱনৰ লক্ষ্য। আত্মো-ন্নতি আকৌ দেশৰ সকলো ভাই-ভনীৰ উন্নতিৰ ওপৰত নিৰ্ভৰ কৰে। এতেকে দেশৰ উন্নতিও আত্মোন্নতিৰ ওপৰত নিৰ্ভৰ কৰে। যি সকল নিষ্কাম কৰ্মবীৰ কেৱল তেওঁলোকেহে স্বদেশক উদ্ধাৰ কৰিব পাৰে। ব্যক্তিগত স্বাৰ্থসাধন ধৰ্মনীতিৰ লক্ষ্য নহয়, সৰ্ব-ভূতৰ সমগ্ৰ দেশৰ হিত সাধনহে লক্ষ্য। এই নিমিত্তে ভগৱান শ্ৰীকৃষ্ণই গীতাত সকলো জীৱকে আত্মৱৎ ভাবি নিষ্কামভাৱে সকলোৰে—গোটেই দেশৰে হিত সাধন কৰাক কৰ্তব্য কৰ্ম আৰু ধৰ্ম বুলি বাৰম্বাৰ কৈছে। এয়ে হিতবাদৰ মূলমন্ত্ৰ। হিতবাদ (Doctrine

of utility) কি ? যি কর্ম করিলে অধিকাংশ মানুহৰ অত্যধিক হিত সাধিত হব। (greatest good to, the greatest number) সেয়ে হিত বাদ, সেয়ে জন-সেৱা, সেয়ে সকলোৰে শ্ৰেষ্ঠ কৰ্তব্য কৰ্ম। যি কৰ্ম সকলোৰে অত্যন্ত হিতকৰ যি কৰ্ম কৰিলে মানুহৰ অন্তৰাত্মাৰ পৰিতোষ হয়, বিশেষ যত্নেৰে তাক কৰা কৰ্তব্য। অন্তৰাত্মাক নিৰ্মল ৰখাৰ প্ৰধান উপায় স্বাৰ্থত্যাগ আৰু সেৱা পৰায়ণতা (service and sacrifice) অন্তৰাত্মাৰ তুষ্টি বা আত্মপ্ৰসাদ আৰু হিতবাদ এই দুয়োটাৰ দ্বাৰাই ধৰ্মা-ধৰ্ম নিৰ্ণয় কৰিব পৰা যায়। অহিংসা আৰু পৰোপকাৰৰ দ্বাৰাই আত্মপ্ৰসাদ লাভ হয়।

"মহানিৰ্বাণ তন্ত্ৰত মহাদেৱে পাৰ্বতীক কৈছিল'— "হে দেৱী, বিশ্বৰ হিত কৰিলে বিশ্বাত্মা পৰমেশ্বৰ প্ৰসন্ন হয়, কিয়নো বিশ্ব তেওঁৰ আশ্ৰিত।"

"গীতাত" আছে,—

"সংনিয়ম্যেন্দ্ৰিয়গ্ৰামং সৰ্বত্ৰ সমবুদ্ধয়ঃ।
তে প্ৰাপ্নুবন্তি মামেব সৰ্বভূতহিতে ৰতাঃ ১২।৪

অৰ্থাৎ সৰ্বত্ৰ সমবুদ্ধি, জিতেন্দ্ৰিয় আৰু সকলোৰে হিতসাধন, ৰত থকা লোকসকলেহে সচ্চিদানন্দ স্বৰূপ ঈশ্বৰক লাভ কৰে।

সৰ্বভূতস্থমাত্মানং সৰ্বভূতানি চাত্মনি।
ঈক্ষতে যোগযুক্তাত্মা সৰ্বত্ৰ সমদৰ্শনঃ॥ ৬।২৯

মহাভাৰতত আছে,—

"যিটো নিজৰ পক্ষে দুঃখদায়ক বুলি মনত বোধ হয় আনৰ প্ৰতি সেইটো নকৰিবা। লোকক চিকুটি-বলৈ যোৱাৰ আগেয়ে নিজৰ গাতে চিকুটি চাবা।"

'অপ্ৰিয় বস্তু বা কাৰ্য নিজৰ ওচৰত কিৰূপ লাগে, ইয়াকে জানি শুনি, মানুহে কেতিয়াও আনৰ প্ৰতি সেই ৰূপ আচৰণ নকৰিব, যিৰূপ আচৰণ তেওঁ আনৰ-পৰা পাব নোখোজে।" ইয়াতে ইংৰাজীতে কৈছে,— "Do to others as you would that they should do unto you."

"আত্মনঃ প্ৰতিকূলানি পৰেষাং ন সমাচৰেৎ।"

অৰ্থাৎ নিজে যিটো ভাল নোপোৱা, সেইটো অন্যৰ প্ৰতি নকৰিবা।

"যদ্‌যাত্মানি চেচ্ছেত, তৎপৰস্যাপি চিন্তয়েৎ।" অৰ্থাৎ নিজে যিটো পাবলৈ ইচ্ছা কৰা, পৰেও যাতে সেইটো পায়, তাৰে চিন্তা কৰিবা।

"সৰ্বেষাং যঃ সুহৃন্নিত্যং,
সৰ্বেষাঞ্চ হিতে ৰতঃ।
কৰ্মণা মনসা বাচা,
স ধৰ্ম বেদ জাজলে॥"

—মহাভাৰত

হে জাজলি, যি সকলোৰে সুহৃদ, আৰু সদাই কায়মনোবাক্যে সকলোৰে হিতসাধনত ৰত থাকে, তেওঁহে ধৰ্ম কি জানে।

"অদ্ৰোহেনৈব ভূতানাং,
অল্পদ্ৰোহেন বা পুনঃ।
যা বৃত্তিঃ সা পৰো ধৰ্মঃ
তেন জীৱামি জাজলে॥"

—মহাভাৰত

হে জাজলি, মানুহে যিৰূপ বৃত্তিৰে জীৱিকা চলালে প্ৰাণীবিলাকৰ একেবাৰেই হিংসা নহয়, বা অল্প হিংসা হয় সেই বৃত্তিয়েই পৰম ধৰ্ম। ইয়াৰ মৰ্ম অহিংসা পৰম ধৰ্ম।

বাইবেল শাস্ত্ৰত আছে,—

"Love thy neighbours as thyself

চাণক্যৰ নীতি শাস্ত্ৰত আছে,—

"মাতৃৱৎ পৰদাৰেষু পৰদ্ৰব্যেষু লোষ্ট্ৰৱৎ।
আত্মৱৎ সৰ্বভূতেষু যঃ পশ্যতি স পণ্ডিতঃ॥"

পৰৰ তিৰোতাক যি মাতৃভাৱে চায়, পৰৰ বস্তুক যি মাটিৰ চপৰা-ডলিৰ নিচিনা দেখে আৰু সকলো প্ৰাণীকে যি আত্মৱৎ দেখে, তেওঁহে পণ্ডিত।

ভীষ্মদেৱে যুধিষ্ঠিৰক কৈছিল,—

"প্ৰভৱাৰ্থায় ভূতানাং ধৰ্ম প্ৰবচনং কৃতম্।
যঃ স্যাৎ প্ৰভৱসংযুক্তঃ সধৰ্ম ইতি নিশ্চয়ঃ॥

ধাৰণাৎ ধৰ্মমিত্যাহুঃ ধৰ্মেন বিধৃতাঃ প্ৰজাঃ।
যঃ স্যাদ্ধাৰণসংযুক্তঃ স ধৰ্ম ইতি নিশ্চয়ঃ॥
অহিংসাৰ্থায় ভূতানাং ধৰ্মপ্ৰবচনং কৃতম।
যঃ স্যাদহিংসাসংযুক্তঃ স ধৰ্ম ইতি নিশ্চয়ঃ॥"

—মহাভাৰত

অৰ্থাৎ প্ৰাণীবিলাকৰ প্ৰভৱৰ (অৱস্থাৰ উন্নতি সাধনৰ) নিমিত্তে ঋষিসকলে ধৰ্ম নিৰূপণ কৰিছে। যি প্ৰভৱসংযুক্ত সেয়ে ধৰ্ম, নিশ্চয় জানিবা। ধৰ্মই জনসমূহক ধাৰণ অৰ্থাৎ ৰক্ষা কৰে গুণে তাক ধৰ্ম বোলে। যি ধাৰণ সংযুক্ত অৰ্থাৎ জনসমাজৰ ৰক্ষাৰ উপযোগী, সেয়ে ধৰ্ম, নিশ্চয় জানিবা। প্ৰাণীবিলাকৰ হিংসা নিবাৰণ কৰিবৰ নিমিত্তে ঋষিসকলে ধৰ্ম নিৰূপণ কৰিছে। যি অহিংসা সংযুক্ত, সেয়ে ধৰ্ম, নিশ্চয় জানিবা।

ঋষিসকলে সৰ্বভূতৰ হিত আৰু অহিংসাক মূল আদৰ্শ কৰি ধৰ্ম-শাস্ত্ৰবিলাক ৰচনা কৰিছিল।

আমাৰ ধৰ্ম-শাস্ত্ৰবিলাকত আছে,—

"পৰোপকাৰঃ পুণ্যায়, পাপায় পৰপীড়নম্।"

অৰ্থাৎ পৰোপকাৰ কৰিলে পুণ্য আৰু পৰক পীড়া দিলে পাপ হয়।

"নোপকাৰাৎ পৰং পুণ্যং নাপকাৰাদঘং পৰম্।"

অৰ্থাৎ পৰোপকাৰতকৈ শ্ৰেষ্ঠ আন পুণ্য নাই, আৰু পৰৰ অপকাৰ কৰাতকৈ ঘোৰতৰ আন পাপ নাই।

"পৰোপকাৰায় সতাং হি জীৱনম্।"

অৰ্থাৎ পৰোপকাৰৰ কাৰণেই সংলোকৰ জীৱন। যি কোনো কৰ্মই আমাক উন্নতিৰ ফালে, ভগৱানৰ ফালে আগুৱাই নিয়ে, সেয়ে সংকৰ্ম, আৰু যি কোনো কৰ্মই আমাক ইন্দ্ৰিয়ৰ দাস কৰি, স্বাৰ্থৰ দাস কৰি, কাম, ক্ৰোধ, লোভ আদি ৰিপুৰ দাস কৰি, ভগৱানক পাহৰাই অৱনতিৰ ফালে পিছুৱাই নিয়ে, সেয়ে অসৎ কৰ্ম।

"যো মাং সৰ্বেষু ভূতেষু সন্তমাত্মানমীশ্বৰং।
হিত্বাৰ্চাং ভজতে মৌঢ্যাৎ ভস্মান্যেব জুহোতিসঃ॥"

—শ্ৰীমদ্ভাগৱত ৩।২৯।২২

অৰ্থাৎ সকলো প্ৰাণীত বৰ্তমান সৰ্বাত্মা মোক (ঈশ্বৰক) মূৰ্খতাৱশতঃ যি সেৱা নকৰি কেৱল প্ৰতিমা পূজা কৰে, সি ভস্মতে হোম কৰে। ইয়াৰ সাৰ মৰ্ম এই যে, জীৱন্ত প্ৰাণীসকলক, বিশেষকৈ নৰ-নাৰীক হিংসা কৰি, প্ৰতিমা গঢ়ি, ঈশ্বৰক পূজা কৰাৰপৰা একো ফল নাই। জীৱন্ত প্ৰাণীক সেৱা, মানৱৰ সেৱা, বিশেষকৈ দীন-দুখী, অনাথ-আতুৰৰ সেৱাই হে আচল ঈশ্বৰ-সেৱা। নিজৰ চিত্ত শুদ্ধ নহলে তপ, জপ, পূজা, ধ্যান সকলো মিছা।

ভগৱান কপিলে তেওঁৰ মাক দেৱহুতিক কৈছিল,—

"সমস্ত ভূতত মই আছোঁ সৰ্বক্ষণে।
মোহোক অৱজ্ঞা আতি কৰে যিটো জনে॥
বেদ মন্ত্ৰে প্ৰতিমাত কৰয় অৰ্চন।
নাহি তাৰ ফল কিছু সবে বিড়ম্বন॥
প্ৰাণীক উপেক্ষা কৰি পূজে মূঢ়মতি।
নোহে ফল কৰে যেন ভস্মত আহুতি॥
পৰ শৰীৰত মোক বিদ্বেষ কৰয়।
যদি পূজে তভো তাৰ চিত্ত শান্ত নয়॥
প্ৰাণীক হিংসিয়া মোক যিজনে পূজয়।
তাত মই তুষ্ট নোহো জানিবা নিশ্চয়॥
অৱজ্ঞা উপেক্ষা দ্বেষ নিন্দা পৰিহৰি।
তেবে মোক পূজিবেক ভক্তিভাৱ কৰি॥
সামান্যত মান্য উত্তমত সৎকাৰ।
দৰিদ্ৰত দয়া কৰিবেক বাৰম্বাৰ॥
অন্যথা পূজিলে মোক ফলক নপাই।
স্বৰূপ-কৰিয়া মই কহিলোহোঁ আই॥
যি জনে আপোনপৰ ভেদক কৰয়।
তাক মই ঘোৰতৰ দিওঁ মৃত্যুভয়॥
এহি জানি ছোট বড় কৰিয়া বিচাৰ।
অনুক্ৰমে সবাকো কৰিবে সৎকাৰ॥
কিন্তু তাসবাত মোক মোক দেখিবেক মনে।
অন্তৰ্যামী ৰূপে ব্যাপি আছোঁ সৰ্বক্ষণে॥"

—শ্ৰীমদ্ভাগৱত, তৃতীয় স্কন্ধ

"সমস্ত প্ৰাণীত মোক দেখে নিৰন্তৰ।
তেবে অন্তৰঙ্গ ভক্তি হৈব পুৰুষৰ॥"

—গীতা, ১৮ আধ্যা

ভগৱান শ্ৰীকৃষ্ণই উদ্ধৱক কৈছিল,—

"শুনিয়ো উদ্ধৱ আৰু ৰহস্য ভকতি।
কৰিবা অভ্যাস তুমি স্থিৰ কৰি মতি॥
বাহিৰে ভিতৰে জানা ইটো জগতৰ।
পৰিপূৰ্ণভাৱে আছোঁ মঞি মহেশ্বৰ॥
জানি ইটো তত্ত্ব কথা স্থিৰ কৰা চিত।
মোকেহে দেখিবা মাত্ৰ সমস্ত প্ৰাণীত॥
আপোনাত দেখিবা ঈশ্বৰ অন্তৰ্যামী।
জ্ঞান দৃষ্টি কৰি মোক ফুৰিবা প্ৰণমি॥
ব্ৰাহ্মণ চণ্ডাল নিবিচাৰি জাতিকুল।
মিত্ৰত বৈৰত যাৰ দৃষ্টি একতুল॥
নীচত সাধুত যাৰ ভৈল এক জ্ঞান।
তাকেসে পণ্ডিত বোলে সিহে সৰ্বজ্ঞান॥
বিশেষত মনুষ্যগণক যিটো নৰে।
বিষ্ণুবুদ্ধিভাৱে সৰ্বদায়ে সেৱা কৰে॥
ঈৰষা অসূয়া অহঙ্কাৰ তিৰস্কাৰ।
সবে নষ্ট হোৱে তেৱে তাৱক্ষণে তাৰ॥
ঈশ্বৰ-ভাৱনা সখি সত্যে দেয় ফল।
হেন জানি ত্যজিয়োক মনৰ বিকল॥
হুইবে আপুনি পূৰ্ব বাসনা বিনাশ।
মোহোৰ সন্মত হেন কৰিবা অভ্যাস॥
সমস্ত ভূতত বিষ্ণু বুদ্ধি নোহে যাৱে।
কায়বাক্যমনে অভ্যাসিবা এহিভাৱে॥
বিষ্ণুময় দেখে যিটো সমস্ত জগতে।
জীৱন্তে মুকুত হোৱে অচিৰ কালতে॥
সমস্ত প্ৰাণীক দেখিবাহা আত্মসম।
উপায় মধ্যত ইটো অতি মুখ্যতম॥

—শ্ৰীমদ্ভাগৱত, একাদশ স্কন্ধ ছান্দোগ্য

উপনিষদত আছে,—

"সৰ্বং খল্বিদংব্ৰহ্ম তজ্জলানিতি শান্ত উপাসীত। অথ খলু ক্ৰতুময়ঃ পুৰুষঃ যথা ক্ৰতুৰস্মিন্ লোকে পুৰুষো ভৱতি তথেতঃ প্ৰেত্য ভৱতি॥"—ছান্দোগ্য ৩।১৪।১

"যত দেখা জগতৰ সবে ব্ৰহ্মময়,
ব্ৰহ্মতে উৎপত্তি আৰু ব্ৰহ্মাতেই লয়,
শান্তভাৱে কৰা সবে ব্ৰহ্ম উপাসনা॥
যত দেখা নৰ-নাৰী সবে ভাৱময়
ইলোক বা সিলোকত সেয়ে সিদ্ধি হয়,
যাৰ অন্তৰত সদা যি ৰূপ ভাবনা॥"

আমাৰ 'কীৰ্তন" পুথিত আছে,—

"যত দেখা চৰাচৰ হৰিময় নিৰন্তৰ
হৰিক পৃথক কোনো নোহে।
যিজন ভকতি হীন সি দেখে হৰিক ভিন
হৰিৰ মায়ায়ে তাক মোহে॥

* * * *

"হৰিসে সবাৰো আত্মা বান্ধৱ ঈশ্বৰ।
মায়াময় ইটো পুত্ৰ ভাৰ্যা কলেৱৰ॥
আৰ অৰ্থ ব্যৰ্থে কেন কৰা আয়ু পাত।
সবাৰো হৃদয়ে বিষ্ণু আছন্ত সাক্ষাৎ॥
হেন জানি অসুৰ-স্বভাৱ সবে এৰি।
সমস্ত প্ৰাণীক পূজা বিষ্ণু বুদ্ধি কৰি॥
তেবেসে অল্পতে তুষ্ট হৈব নাৰায়ণে।
কোন নো দুৰ্লভ আছে হৰি সুপ্ৰসন্নে॥"

যি সকলোকে সমান চকুৰে চায় আৰু সকলোৰে হিত সাধনত ৰত থাকে তেওঁকে সাধু বোলে। সৰ্বত্ৰ সমদৰ্শন আৰু সৰ্বভূতৰ হিত সাধনকে জন-সেৱা বা হৰি-সেৱা বোলে। "মহাভাৰতৰ" মতে যি সকলোৰে অত্যন্ত হিতকৰ, সেয়ে সত্য।" ইয়াৰ তাৎপৰ্য এই যে, যিহত অধিকাংশ লোকৰ অত্যাধিক হিত সাধিত হয়, সেয়ে সত্য। "মহাভাৰতত" আছে, সত্যৰ সমান ধৰ্ম নাই, সত্যতকৈ শ্ৰেষ্ঠ একো নাই, সত্যই শ্ৰেষ্ঠ নিয়ম, সত্যই পৰব্ৰহ্ম, সত্যই স্বৰ্গৰ সোপান।" "ৰামায়ণত" আছে,—"সত্যই বেদ, সত্যই ব্ৰহ্ম, সত্যতেই সকলো লোক

আৰু ধৰ্ম প্ৰতিষ্ঠিত আছে, সত্যতকৈ শ্ৰেষ্ঠ একো নাই। সত্য কথা আৰু সকলো জীৱলৈ দয়া সনাতন ৰাজ চৰিত্ৰ। জ্ঞানৰ সমান চকু নাই, সত্যৰ সমান তপস্যা নাই, আসক্তিৰ সমান দুখ নাই, ত্যাগৰ সমান সুখ নাই।"

"সমদৰ্শী হবা আৰু সকলোৰে হিত সাধন কৰিবা"—এই উপদেশ প্ৰায় সকলো ধৰ্ম-শাস্ত্ৰত পোৱা যায়। এই জন-সেৱা বা হৰি-সেৱা কৰিবলৈ হলে জ্ঞানৰ দ্বাৰা মনক বশীভূত কৰি, মনৰ দ্বাৰা ইন্দ্ৰিয়-সংযম কৰিব লাগিব। ধৰ্মৰ যিবিলাক অনুষ্ঠান আছে, তাৰ ভিতৰত ইন্দ্ৰিয় দমনেই শ্ৰেষ্ঠ। কাম, ক্ৰোধ, লোভ আদি ৰিপুবিলাকক দমন কৰাৰ চেষ্টাকে তপস্যা বোলে। নামঘোষাত আছে,—

"হৰি সেৱা বিনে আন সকলো অসাৰ।
এহিমানে মাত্ৰ সৰ্ব শাস্ত্ৰৰ বিচাৰ॥"
"তুমি চিত্ত বৃত্তি মোৰ প্ৰৱৰ্তক নাৰায়ণ
তুমি নাথ মই নাথৱন্ত।
চৰণ ছত্ৰৰ ছায়া দিয়া দূৰ কৰা মায়া
কৰা দয়া মোক ভগৱন্ত॥
তুমি মোৰ অন্তৰ্যামী তয়ু ভৃত্য ভৈলো আমি
জানি কৃপা কৰা হৃষিকেশ।
দান্তে তৃণ তুলি লওঁ সিমতে সেৱাত ৰওঁ
দিয়া মোক সেহি উপদেশ॥
তুমি ভক্ত কল্পতৰু বাহিৰে ভিতৰে গুৰু
তুমি বিনে নাহি মোৰ আৰ।
কৃপা কৰা হে হৰি চৰণত ৰক্ষা কৰি
দিয়া মোক সেৱা-ৰস সাৰ॥
তুমি হৰি কৃপাময় - বাহিৰত গুৰু ৰূপে
অনুগ্ৰহ কৰি আছা মোক।
অন্তৰ্যামী গুৰুৰূপে তাকে সত্য কৰা মোৰ
তয়ু নামে সদা ৰতি হোক॥" —নামঘোষা

তোমাৰ চৰণ সেৱাৰ গোবিন্দ
নাজানো একো উপায়।
যিমতে সেৱাত ৰহিবো কৰুণা
কৰিতে হৰি যুৱায়।" —নামঘোষা

ঈশ্বৰলৈ একান্ত ভক্তি, ঈশ্বৰৰ গুণ-কীৰ্তন, জীৱলৈ দয়া, অহিংসা, সৎসঙ্গ আৰু জীৱৰ সেৱা বা হৰি সেৱাই ভাগৱতৰ দাস্য ভক্তি। এই ভক্তিকে শ্ৰীমন্ত শঙ্কৰদেৱ প্ৰমুখ্যে মহাপুৰুষসকলে আমাৰ দেশত প্ৰচাৰ কৰি গৈছে।

"পৰম কৃপালু শ্ৰীমন্ত শঙ্কৰ
লোকক কৰিয়া দয়া।
হৰিৰ নিৰ্মল, ভকতি প্ৰকাশ,
কৰিলা শাস্ত্ৰক চায়া॥" —নামঘোষা

আমি এই ভক্তিকে সেৱা-ধৰ্ম বুলিব খোজোঁ।

"সেব্য সেৱকৰ বুদ্ধি যাৰ।
ভক্তিৰ পৰম এহি দ্বাৰ॥" —গীতা

স্বামী বিবেকানন্দই তেওঁৰ এটি বক্তৃতাত কৈছিল,—

"I consider that the great national sin is the neglect of the masses, and that is one of the causes of our downfall. They are practically our slaves If we want to regenerate India we must work for them So long as millions live in hunger and ignorance, I hold every man a traitor who has been educated at the expense of the society, but pays not the least heed to them, The Law of Karma, the reaping of the fruit of past actions, applies as much to individuals as to the nation which consists of them"

"ইমান দিন আমি সৰ্বসাধাৰণক আওহেলা কৰি যি ডাঙৰ জাতীয় পাপ কৰিছোঁ তাৰ ফলতেই আমাৰ পতন হৈছে। যদি আমি আকৌ ভাৰতক উন্নত কৰিব খোজো, তেন্তে আমি জন-সেৱা কৰিব লাগিব। যেতিয়ালৈকে ভাৰতৰ লক্ষ লক্ষ লোক ভোকত কলমলাই থাকিব আৰু অজ্ঞানতাৰ আন্ধাৰত পৰি থাকিব, তেতিয়ালৈকে প্ৰত্যেক শিক্ষিত লোকক,

যি বাইজৰ খৰচত পটি ডাঙৰ মানুহ হৈছে, দেশ-দ্ৰোহী বুলি ধৰিম। কৰ্মবাদ ব্যক্তি জীৱনত যেনেকৈ ফলিয়ায়, সমষ্টিৰ জীৱনতো সেইদৰে ফলিয়ায়।”

নিস্বাৰ্থভাৱে দেশৰ আৰু দহৰ সেৱা কৰা পৰস্পৰে পৰস্পৰৰ হিত সাধন কৰা, সকলো মানুহৰ কৰ্তব্য কৰ্ম। শৰীৰৰ কোনো এটা অঙ্গ বিকল হলে যেনেকৈ গোটেই শৰীৰটো দুৰ্ব্বল হয়, দেশৰ বা সমাজৰ কিছুমান মানুহ দীন, দৰিদ্ৰ আৰু অজ্ঞান হৈ থাকিলে, সেই দেশ বা সমাজো দুৰ্ব্বল হয়। আমি সকলো মানুহ এক পৰম পিতাৰ সন্তান। কোনোৱে কাকো ঘিণাব নাপায়। মানুহে মানুহক ঘিণালে পৰমেশ্বৰক ঘিণ কৰা হয়। যাৰ পৰমেশ্বৰত বিশ্বাস নাই, নিজতো বিশ্বাস নাই। যি স্বাৰ্থপৰ আৰু ইন্দ্ৰিয়পৰায়ণ, তেনে মানুহে দেশৰ বা সমাজৰ কোনো হিত সাধন কৰিব নোৱাৰে, নিজৰো উন্নতি কৰিব নোৱাৰে। বঙ্গদেশৰ মহিলা কবি কামিনী ৰায়ৰ ভাষাৰে কব খোজো,—“আমৰা সকলি সকলেৰ তৰে, প্ৰত্যেকে আমৰা পৰেৰ তৰে।”

“সকলো আপোন যত নৰ-নাৰী
কাকনো বুলিম পৰ ?
পৰম পিতাৰ সকলো সন্তান
পৃথিৱী আমাৰ ঘৰ।
‘গাই-গোটা পেটে ভৰাল’ নহবা
লোকৰ দুখলৈ চোৱা,
মানুহৰ সেৱা মানুহৰ পূজা
পবিত্ৰ বৰত লোৱা।
‘মই’ ‘মোৰ বুলি নাথাকিবা মজি
মোহৰ জালত পৰি,
‘মই’ ‘মোৰ’ ভাবে তললৈ বুৰাব
নাপাবা ৰক্ষাৰ তৰি।
সুখৰ দুখৰ মনেই কাৰণ
মনত ৰাখিবা থিত,
ত্যাগত লভিবা পৰম সন্তোষ,
সাধিবা লোকৰ হিত।”

—জিলিকনি।

নিঃস্বাৰ্থ ভাৱে সৎকৰ্ম কৰি জন-সেৱা কৰি মুক্তি লাভ কৰাই কৰ্মযোগ। কৰ্মযোগৰ মূল ভেটি অনাসক্তি। কৰ্মৰ সকলো ফল ভগৱানত অৰ্পণ কৰি নিৰন্তৰ কৰ্তব্য কাম কৰি যাব লাগে। যি পুৰস্কাৰৰ আশাত কৰ্ম কৰে, তেওঁৰ শাস্তিৰ নিমিত্তেও সাজু হৈ থাকিব লাগিব। শাস্তি এৰাবলৈ হলে পুৰস্কাৰৰ আশাও এৰিব লাগে।

“তস্মাদসক্তঃ সততং কাৰ্য্যং কৰ্ম সমাচৰ।
অসক্তো হ্যাচৰন্ কৰ্ম পৰমাপ্নোতি পুৰুষঃ॥”

—গীতা ৩।১৯

এতেকে তুমি অনাসক্ত হৈ সদায় তোমাৰ কৰ্তব্য কৰ্ম কৰি থাকা। কাৰণ অনাসক্ত হৈ কৰ্মানুষ্ঠান কৰিলে মানুহে মোক্ষ লাভ কৰে।

“কৰ্মণৈব হি সংসিদ্ধিমাস্থিতা জনকাদয়ঃ।
লোকসংগ্ৰহমেবাপি সংপশ্যন্ কৰ্তুমৰ্হসি॥

—গীতা, ৩।২০

জনকাদি মহাত্মাসকলে কৰ্মৰ দ্বাৰাই শুদ্ধসত্ত্ব হৈ মুক্তি পাইছে। লোকসকলৰ স্বধৰ্ম প্ৰবৰ্তনৰ প্ৰতিও দৃষ্টি ৰাখি কৰ্ম কৰা উচিত।

“যো মাং পশ্যতি সৰ্বত্ৰ সৰ্বঞ্চ ময়ি পশ্যতি।
তস্যাহং ন প্ৰণশ্যামি স চ মে ন প্ৰণশ্যতি॥”

—গীতা, ৬।৩০

“সৰ্বভূতস্থিতং যো মাং ভজত্যেকত্বমাস্থিতঃ।
সৰ্বথা বৰ্তমানোঽপি স যোগী ময়ি বৰ্ততে॥ ৬।৩১

মোৰ (ঈশ্বৰৰ) উপাসনাই সৰ্বত্ৰ সমদৰ্শনৰূপ আত্মজ্ঞানৰ মুখ্য কাৰণ, সেই অৰ্থে ভগৱানে কৈছে যে, যি মোক সৰ্বত্ৰতে অৰ্থাৎ সকলো জীৱতে দেখে আৰু আৰু জীৱ মাত্ৰকে মোত দেখে, মই তেওঁৰ অদৃশ্য নহওঁ, তেৱো মোৰ অদৃশ্য নহয়। যি সৰ্বভূতস্থিত মোক ভেদজ্ঞান পৰিত্যাগ কৰি ভজনা কৰে, বিষয়াৰ মাজত থাকিও সেই যোগী তত্ত্বজ্ঞানী হৈ

মোক্তেই অৱস্থান কৰে। ক্ষত্ৰিয় ৰাজৰ্ষি জনক আৰু বৈশ্য তুলাধাৰ গৃহস্থী হৈও এইদৰে কৰ্ম কৰি মোক্ষ লাভ কৰিছিল। তেওঁলোকে অৰণ্যত গৈ তপস্যা কৰা নাছিল।

ৰাজৰ্ষি জনক মিথিলাৰ ৰজা আছিল। তেওঁ মনত শান্তি লাভ কৰি কৈছিল, যদিও মই অতুল সম্পদৰ অধীশ্বৰ, তথাপি মোৰ একোৱেই নাই, যদি গোটেইখন মিথিলা জুই লাগি ভস্ম হয়, তথাপি মোৰ একো নষ্ট হোৱাৰ সম্ভাৱনা নাই, মানুহৰ যি কিছু ধন-সম্পত্তি আছে সেয়েই কষ্টৰ কাৰণ, বাসনাৰ বিনাশত যি সুখ, বাসনাৰ চৰিতাৰ্থতাৰ দ্বাৰা তাৰ ষোলভাগৰ এভাগো ইহলোকত বা পৰলোকত পোৱা নাযায়। যেনেকৈ গৰুৰ শিং গজি বয়সৰ লগে লগে বাঢ়ি যায়, তেনেকৈ সম্পদৰ বাসনাও সম্পদ বঢ়াৰ লগে লগে বাঢ়ি গৈ থাকে, সম্পদ থাকিলে তাৰ দ্বাৰা সৎকাৰ্য কৰিব পাৰা, কিন্তু তাৰ ফলৰ আকাঙ্ক্ষা নকৰিবা, কিয়নো, বাসনাই দুখ, সকলো জীৱক আত্মৱৎ দেখিবা, সকলোৰে হিত সাধন কৰিবা, সকলোকে প্ৰেম কৰিবা, কাৰো হিংসা নকৰিবা, তত্বজ্ঞানৰ দ্বাৰা আকাঙ্ক্ষাৰ নিবৃত্তি হয়। যোগীবৰ যাজ্ঞবল্ক্যৰপৰা তেওঁ তত্বজ্ঞান পাইছিল। পিছত তেৱেঁই আকৌ গুৰু হৈ ব্যাসৰ পুত্ৰৰ শুকদেৱক মোক্ষধৰ্ম শিক্ষা দিছিল।

"মহাভাৰতৰ" শান্তিপৰ্বত তুলাধাৰৰ উপাখ্যান পঢ়িবলৈ পোৱা যায়। বাহুল্যৰ ভয়ত ইয়াত নিলিখিলোঁ। উক্ত "মহাভাৰতৰ" বনপৰ্বত ধৰ্মব্যাধৰ যি উপাখ্যান আছে, তাকে তলত চমুকৈ লিখা হ'ল। মাৰ্কণ্ডেয় ঋষিয়ে যুধিষ্ঠিৰৰ আগত এই উপাখ্যান কৈছিল।

এজন ব্ৰাহ্মণে বহুতদিন কঠোৰ তপস্যা কৰিছিল। এদিন তেওঁ এজোপা গছৰ তলত বহি জপ-তপ কৰি থাকোঁতে তেওঁৰ মূৰত ওপৰৰপৰা কিছুমান শুকান পাত পৰিল। তেওঁৰ ধ্যানভঙ্গ হোৱাত ওপৰলৈ চাই দেখিলে, এজনী কাউৰী আৰু এজনী বগলীয়ে গছৰ ওপৰত যুদ্ধ কৰিছে। ইয়াকে দেখি তেওঁৰ বৰ খং উঠিল। তেওঁ কলে,—"কি। তহঁতে মোৰ মূৰত শুকান পাত পেলালি। তহঁতৰ ইমান সাহ। মোক চিনি পোৱা নাই?" এই বুলি খঙত চকু পকাই সিহঁতৰ ফালে চোৱাত, তেওঁৰ মূৰৰ পৰা যোগাগ্নি বাহিৰ হৈ সেই চৰাই দুটাক ভস্ম কৰি পেলালে। তেতিয়া তেওঁৰ মনত বৰ ৰং লাগিল। তেওঁৰ এনেকুৱা শক্তি হোৱাত তেওঁৰ মনত অহঙ্কাৰ উদয় হ'ল। তেওঁ ভাবিলে, মোক এতিয়া কোনে পায়? মোৰ এক কটাক্ষতে দুটি চৰাই পুৰি ভস্ম হ'ল। এই ঘটনাৰ কিছুদিনৰ পিছত তেওঁ ভিক্ষাৰ কাৰণে নগৰলৈ গ'ল। এক গৃহস্থৰ ঘৰত উপস্থিত হৈ 'ভিক্ষ্যাং দেহি' বুলি কলে। ঘৰৰ ঘৈণী গৰাকীয়ে ভিক্ষা দিয়াত পলম কৰা দেখি ব্ৰাহ্মণে খং কৰিলে। তেতিয়া ঘৈণী-জনীয়ে ওলাই আহি কলে— দেউ, মোৰ স্বামীৰ বেমাৰ হৈছে, তেওঁক সেবা শুশ্ৰূষা কৰিছিলোঁ, সেই বাবে পলম হ'ল, ক্ষমা কৰক।" ব্ৰাহ্মণে কলে, "ব্ৰাহ্মণতকৈও তোমাৰ স্বামী ডাঙৰ হ'ল নে?" ঘৈণী-জনীয়ে কলে,— নিশ্চয় ডাঙৰ, তিৰোতাৰ পক্ষে পতিয়েই পৰম গুৰু, পতিয়েই সৰ্বশ্ৰেষ্ঠ, পতিয়েই সৰ্বপ্ৰধান"। ব্ৰাহ্মণে তেতিয়া কলে,—"তুমি মোৰ শক্তি জানানে? মই ক্ৰোধ কৰি এতিয়াই তোমাৰ পতিক ভস্ম কৰিব পাৰোঁ।" তেতিয়া সেই তিৰোতা-জনীয়ে কলে,—"দেউ, ক্ৰোধ মানুহৰ সৰ্বপ্ৰধান শত্ৰু, যি জিতেন্দ্ৰিয়, তেৱেঁহে প্ৰকৃত ব্ৰাহ্মণ, ব্ৰাহ্মণ-কুলত জন্ম হলেই ব্ৰাহ্মণ নহয়, আপুনি দুটা চৰাইক কটাক্ষতে ভস্ম কৰিছে বুলি বৰকৈ অহঙ্কাৰ নকৰিব, আপুনি ধৰ্মৰ মৰ্ম একোকে নাজানে। মিথিলাত এজন ধৰ্ম-ব্যাধ আছে, আপুনি তেওঁৰ ওচৰলৈ যাওক, তেওঁ আপোনাক ধৰ্মশিক্ষা দিব।" এই কথা শুনি সেই ব্ৰাহ্মণজনে ভাবিলে, কি! ব্ৰাহ্মণতকৈও ব্যাধ শ্ৰেষ্ঠ। ইয়াকে ভাবি তেওঁ সেই ব্যাধক দেখা কৰিবৰ নিমিত্তে মিথিলালৈ গ'ল।

তেওঁ তাত ব্যাধৰ ঘৰ বিচাৰি উলিয়ালে। তেওঁ দেখিলে, ব্যাধে তাৰ দোকানত বহি নানা বিধ পশুৰ মাংস বিক্ৰী কৰি আছে। ব্যাধে তেওঁক দেখা পাই ভক্তিভাৱে প্ৰণাম কৰি ঘৰলৈ নি পাদ্য, আসন আৰু আচমনীয় দিলে, ব্ৰাহ্মণে তাক গ্ৰহণ কৰিলে ব্যাধে তাৰ বুঢ়া মাক-বাপেকক সেৱা-শুশ্ৰূষা কৰি শেষত সেই ব্ৰাহ্মণৰ ওচৰত আহি বহিল, আৰু ব্ৰাহ্মণক কলে,—"পিতা-মাতাৰ সেৱা কৰা, তেওঁলোকক মান্য কৰা সন্তানৰ কৰ্তব্য কৰ্ম, যি তাৰ পিতা-মাতাক অনাদৰ কৰে, তাৰ ধৰ্ম-কৰ্ম সকলো বৃথা। সত্য কথা কব, কাকো হিংসা নকৰিব, কাৰো অনিষ্ট নকৰিব, কোনোবাই আপোনাৰ অনিষ্ট কৰিলেও আপুনি তাৰ অনিষ্ট নকৰিব, যি কিছু দেখিছে, সকলো ঈশ্বৰময়, এতেকে সকলো জীৱক দয়া কৰিব, সকলোৰে হিত সাধন কৰিব, যথাশক্তি দান কৰিব, পৰ নিন্দা নকৰিব, সৰ্বপ্ৰকাৰে জিতেন্দ্ৰিয় হ'ব, কেতিয়াও কাম, ক্ৰোধ আৰু লোভৰ বশীভূত নহ'ব, শম-দমই তপস্যা সেয়ে যোগ, ইয়াক নেপাহৰিব, কোনো অন্যায় কৰ্ম তাৰ বাবে অনুতাপ কৰিব, আৰু আগলৈ কেতিয়াও তেনে কাম নকৰোঁ বুলি মনে মনে প্ৰতিজ্ঞা কৰিব, মানুহে যি ৰূপ কৰ্ম কৰে, তদনুৰূপ ফল ভোগ কৰে, মানুহৰ কৰ্মফলতেই ব্যাধি উৎপন্ন হয়, আকৌ চিকিৎসকে চিকিৎসাদি কৰ্ম কৰি ব্যাধিৰ শান্তি ৰূপ ফল উৎপন্ন কৰে। যি কৰ্মৰ দ্বাৰাই মনুষ্য সমাজৰ অজস্ৰ হিত সাধিত হয়, সেয়ে সত্য, সেয়ে ধৰ্ম্ম, এই কথা নেপাহৰিব।"

ব্যাধৰ মুখে এইবিলাক ধৰ্ম কথা শুনি সেই ব্ৰাহ্মণে কলে,—"তুমি এনে ধাৰ্মিক হৈ মাংস বিক্ৰী কৰা কিয়?" ব্যাধে হাঁহি উত্তৰ দিলে,—"আমাৰ বোপা, ককা, আজোককাসকলে [illegible] আচৰণ, যি ব্যৱসায় কৰিছিল, [illegible] স্বধৰ্ম বুলি কৰিছোঁ।" তেতিয়া ব্ৰাহ্মণে কলে,—"চকু মুদি বোপা-ককাৰ আচৰণ প্ৰতিপালন কৰাই ধৰ্ম নে?"

ব্যাধে অলপ পৰ নীৰবে বৈ থাকি হাঁহি হাঁহি কলে, "মই নিজে কেতিয়াও জীৱ বধ নকৰোঁ, আন আন ব্যাধে বধ কৰি আনে, মই কেৱল মাংস বিক্ৰীহে কৰোঁ।" তেতিয়া ব্ৰাহ্মণে কলে,—"মোৰ বিবেচনাত তুমি এতিয়াও ব্ৰাহ্মণ, ইয়াত সন্দেহ নাই, কিয়নো সত্য, প্ৰেম, অহিংসা, সৰলতা, দয়া, দান, ক্ষমা আৰু তপস্যা, এই সকলোবিলাক গুণ তোমাত আছে।"

যেনেকৈ শৰীৰৰ প্ৰত্যেক অঙ্গ-প্ৰত্যঙ্গৰ, প্ৰত্যেক ইন্দ্ৰিয়ৰ বেলেগ বেলেগ কাৰ্য আছে, তেনেকৈ মানৱ সমাজতো প্ৰত্যেক মানুহৰ জীৱনত বিশেষ বিশেষ কৰ্ত্তব্য আছে। সকলো মানুহৰ মনোবৃত্তি একে ৰকমৰ নহয়, সকলোৰে প্ৰকৃতিও একে ভাৱৰ নহয়, সকলোৰে বিদ্যা-বুদ্ধিও সমান নহয়। পূৰ্বৰ সংস্কাৰ মতে নানা মানুহে নানা প্ৰকাৰে কৰ্ম কৰি জীৱিকা নিৰ্বাহ কৰে। কৃষি, বাণিজ্য গো-পালন, শিল্প আদি কোনো কৰ্ম হীন নহয়। ৰজাৰ পৰা খৰি-ভাৰী হজুৱা আন কি মেতৰ পৰ্যন্ত নিজৰ নিজৰ কৰ্ম-ক্ষেত্ৰত কোনো সৰু নহয়। কোনেও যেন নিজৰ অধিকাৰত নিজক হীন বুলি নাভাবে। যি নিজক হীন বুলি ঘিণাবলৈ আৰম্ভ কৰে, যাৰ আত্মবিশ্বাস নাই তাৰ কোনো কালে উন্নতি নহয়। যি কৰ্ম-ফলৰ অপেক্ষা নকৰি অৱশ্য কৰ্তব্য বুলি বিহিত কৰ্ম কৰে, তেওঁ যোগী। —গীতা, ৬।১

নিজৰ নিজৰ অধিকাৰ বিহিত কৰ্ম কৰিও ঈশ্বৰৰ কৃপাত মুক্তিলাভ কৰিব পাৰি। নিজৰ নিজৰ আদৰ্শমতে জীৱনৰ উন্নতি কৰা প্ৰত্যেক মানুহৰ কৰ্তব্য। "জীৱন" মানেই বাহ্য বস্তুৰ লগত সততে যুদ্ধ—সদাই খুন্দিয়াখুন্দি। জীৱন-যুদ্ধত বীৰৰ দৰে নিৰ্ভয়ে নিজৰ কৰ্তব্য কৰি যাব লাগে। তাত ভয় কৰিলে নচলিব, ভয়াতুৰ হলে নহ'ব। সকলো বাধা-বিঘিনিক অতিক্ৰম কৰি ক্ৰমে আগুৱাবলৈ প্ৰাণপণে চেষ্টা কৰিব লাগিব। সাহেই সিদ্ধিৰ উপায়। ভয় দুৰ্বলতাৰ চিন—কাপুৰুষৰ লক্ষণ।

"সকলো কামতে যাৰ অদম্য উদ্যম,
সাহ, বল, বুদ্ধি আৰু ধৈৰ্য, পৰাক্ৰম,

উছাহ-শকতি যাৰ আছে এই হুয়,
কামত কৃতিত্ব তেওঁ লভিব নিশ্চয় ।"— জ্লিকিনি

ইন্দ্ৰিয়বিলাক ৰূপ-ৰসাদি বিষয়ত সংযুক্ত হলে বুদ্ধি বা বিষয়-জ্ঞানৰ উৎপন্ন হয়, বিযুক্ত হলে বুদ্ধি লুপ্ত হয় । মনৰ সাহায্য ত এই সংযোগ আৰু বিয়োগ সাধিত হয় । এতেকে মনৰ সাহায্যত বুদ্ধি উৎপন্ন হয় এই বুদ্ধি বা বিষয়-জ্ঞানে সুখ-দুখ উৎপন্ন কৰিব নোৱাৰে, মনে পাৰে । য'ত মন নাই, ত'ত বিষয়-জ্ঞানো নাই, কাজেই সুখ দুখৰো বোধ নাই । মনেই সুখ-দুখৰ কাৰণ ।

গীতাত আছে, —

'বুদ্ধিযুক্তো জহাতীহ উভে সুকৃতদুষ্কৃতে ।' ২।৫০

অৰ্থাৎ বুদ্ধিযোগৰ দ্বাৰা সুকৃতি আৰু দুষ্কৃতিৰ পৰা হোৱা পাপ-পুণ্য উভয়কেই নিবাৰণ কৰিব পৰা যায় ।

"তেষাং সততযুক্তানাং ভজতাং প্ৰীতিপূৰ্বকম্ ।
দদামি বুদ্ধিযোগং তং যেন মামুপযান্তিতে ॥"
—গীতা ১০।১০

অৰ্থাৎ যি মোক (ঈশ্বৰক) শ্ৰদ্ধাৰে সৈতে ভজি থাকে, তেওঁক এনেকুৱা বুদ্ধি দিওঁ যাতে তেওঁ মোক (ঈশ্বৰক) পায় ।

শুভবুদ্ধি দিবৰ গৰাকী ঈশ্বৰ । এই শুভবুদ্ধি পাবৰ কাৰণেই ভাৰতৰ প্ৰায় ঘৰে ঘৰে গায়ত্ৰী মন্ত্ৰ জপ কৰা হয় ।

কৰ্ম কৰি কৰ্ম্ম বন্ধনপৰা মুক্ত হবৰ উপায়বিলাক চমুকৈ তলত লিখিলো :—

প্ৰথম উপায় — অনাসক্তি বা ফলাকাঙ্ক্ষা বৰ্জন ।
"কৰ্মণ্যেবাধিকাৰস্তে মা ফলেষু কদাচন ।"—গীতা, ২।৪৭

কৰ্মতহে তোমাৰ অধিকাৰ, ফলৰ আকাংক্ষা নকৰিবা ।

"তস্মাদসক্তঃ সততং কাৰ্য্যং কৰ্ম সমাচৰ ।"
—গীতা, ২।১৯

এতেকে অনাসক্ত হৈ (ফলৰ কামনা ত্যাগ কৰি) সততে কৰ্তব্য কৰ্ম কৰিবা ।

"কৰ্ম কৰি যদি ফল সঙ্কল্পক এৰে ।
তবে জানা সেহি কৰ্মে সংসাৰক তাৰে ॥"

দ্বিতীয় উপায় — অহঙ্কাৰ-বুদ্ধি বৰ্জন কৰা । অহংভাব মনৰ পৰা গুচাব লাগিব ।

"কৰ্মৰ লগত ফল আছয় সাক্ষাত ।
যেন বীজ হন্তে সে অঙ্কুৰ হোৱে জাত ॥
স্বৰূপত এহি হোৱে কিন্তু আছে বোল ।
সকলকৰ্মত পুনু অহঙ্কাৰ মূল ॥
ফল অহঙ্কাৰ এৰি কৰ্ম কৰে যিটো ।
এতেকেসে কৰ্ম বন্ধ নোহে এই হেতু ॥" —গীতা

যাৰ অহঙ্কাৰ-বুদ্ধি অৰ্থাৎ 'মই কৰিছোঁ', 'মোৰ কাম' এনে অভিমান নাই, যাৰ বুদ্ধি নিৰ্লিপ্ত, তেওঁ কৰ্ম্ম কৰিলেও কৰ্মত বন্ধ নহয় । —গীতা, ১৮।১৭

প্ৰকৃতিয়েই সকলো প্ৰকাৰে সকলোবিধ ক্ৰিয়-মান কাৰ্য সম্পাদন কৰিছে আৰু আত্মাই নিজে একোকে নকৰে, বি এইটো জ্ঞান-চকুৰে চাই বুজিব পাৰে আৰু নিজক অকৰ্তা দেখে, তেওঁ যথাৰ্থ দৰ্শী, তেৱেঁই বুদ্ধিযুক্ত । — গীতা, ১৩।২৯

"তুমিকৰ্ম কৰিবা নকৰি অহঙ্কাৰ ।
ঈশ্বৰে অৰ্পিয়া কৰা আজ্ঞা মানি তাৰ ॥"
—গীতা

তৃতীয় উপায় — ঈশ্বৰাৰ্পণ, সকলো কৰ্ম ঈশ্বৰত সমৰ্পণ ।

চিত্ত অৰ্থাৎ বিবেক-বুদ্ধিৰ দ্বাৰাই সকলো কৰ্ম ঈশ্বৰত অৰ্পণ কৰি ঈশ্বৰ পৰায়ণ হৈ বুদ্ধিযোগত আশ্ৰয় লৈ সদায় কৰ্ম কৰা । —গীতা, ১৮।৫৭

"কৰ্তা ক্ৰিয়া কাৰণ কৰ্মৰ দ্ৰব্য যত ।
মোত অৰ্পিবেক আগে কৰ্মৰ পূৰ্বত ॥
ঈশ্বৰৰ আজ্ঞা ধৰি এৰি অহঙ্কাৰ ।
ত্যজি অভিমান ফল নবাঞ্ছিব আৰ ॥
এহি কৰ্মে পাপ-পুণ্য দুয়ো হোৱে হত ।
সেহিসে উত্তম পথ জানা মোৰ মত ॥

কৰ্ম কৰিবাত তাৰ পাপ ভৈল সাৰ।
ফল এড়িলেও পুণ্য নভৈল তাহাৰ।
কেৱল উদাস পাপ পুণ্য ভৈলা দুৰ।
যেন ফল বীজ হীনে নগজে অঙ্কুৰ॥ —গীতা

যি কিছু কৰ্ম কৰা ভোজন, হোম, দান, তপস্যা — সেই সকলো ঈশ্বৰত অৰ্পণ কৰিবা। তাকে কৰিলে তুমি শুভা-শুভ সকলো কৰ্ম-বন্ধনৰপৰা মুক্তি লাভ কৰিবা। —গীতা, ৯।২৭।২৮

ঈশ্বৰত কৰ্ম কৰি আসক্তি ৰহিত হৈ যি কৰ্ম কৰিব পাৰে, তেওঁ পাপত লিপ্ত নহয়, যেনে পদুম পাত পানীত লিপ্ত নহয়, — গীতা, ৫।১০

যোগযুক্ত, বিশুদ্ধাত্মা, সংযতাত্মা, জিতেন্দ্ৰিয়লোক যাৰ আত্মা সকলো জীৱৰ আত্মাৰ লগত এক বুলি জ্ঞান হৈছে, তেওঁ কৰ্ম কৰিলেও লিপ্ত নহয়। — গীতা, ৫।৭

"ঈশ্বৰত অৰ্পি কৰ্ম কৰিবা প্ৰবন্ধে।
তেবে কোনোকালে নুহিবেক কৰ্মবন্ধে।—" গীতা

"কৰ্মযোগী বিষ্ণু তাক জানা ধনঞ্জয়।
হৰিকৰ্মবিনে আৰ কৰ্মে সে বান্ধয়॥
ঈশ্বৰ অৰ্থে কৰ্ম কৰিবে নিশ্চয়।
সেহি কৰ্মে পূৰ্বৰ বাসনা হৈবে ক্ষয়॥"— গীতা

*  *  *  *

"গুণ ইচ্ছা ইন্দ্ৰিয়ে বিষয় কৰ্ম কৰে।
মই কৰোঁ বুলি অজ্ঞে অহঙ্কাৰে মৰে॥

*  *  *  *

"জ্ঞানী পুনু জ্ঞান কৰ্ম বিভাগক জানে।
দেহক আত্মাক দুইকো ভিন্ন কৰি মানে॥
বিষয়ত ইন্দ্ৰি প্ৰৱৰ্ত্তাৱে গুণ লই।
ইন্দ্ৰিয়ে কৰাৱে কৰ্ম কৰ্ত্তা নোহোঁ মই॥
যিটো মোত অৰ্পি কৰ্ম মদৰ্থে কৰয়।
চিত্ত বুদ্ধি আত্মা মন মোতে সমৰ্পয়॥
এহিমতে কৰ্ম-কৰিবেক নিৰন্তে নিত।
মোতে শ্ৰদ্ধা কৰি হৈবে অসূয়া বৰ্জিত॥
যিটোজনে এহিমতে কৰে অনুষ্ঠান।
কৰ্ম কৰি বন্ধ মুক্তে পাৱে মোৰ স্থান॥" —গীতা

"ইন্দ্ৰিয়ৰ অৰ্থে মন ৰাগ দ্বেষ দুই।
লোকৰ অনৰ্থ কৰে শত্ৰুৰূপ দুই॥
ৰাগ নাম তাৰ ইন্দ্ৰি বিষয়ক পাইলে।
যদি নপাৱয় তাঙ্ক দ্বেষ কৰি বোলে॥
দুইটা পৰম শত্ৰু জানিবা অৱশ্য।
শাস্ত্ৰবিধি নিয়ম নুহিবে তাৰ বশ্য।
ৰাগ দ্বেষ দুই ভৈল স্বভাৱ দুৰ্বল।
শীঘ্ৰে উটাৱয় যেন খৰ নদীজল॥
যাৱদেক ৰাগদ্বেষে মুহি পাৱে লাগ।
ঈশ্বৰ-ভজন নৌকা চড়িয়োক আগ॥ —গীতা

*  *  *  *

"প্ৰাতৰাৰভ্য সায়াহ্নং সায়াহ্নং প্ৰাতৰন্ততঃ।
যৎ কৰোমি জগন্নাথস্তদেৱ তব পূজনং॥" *

---

* আৱাহন, কাতি ১৮৫৯শক, ৮ম বছৰ ১১শ সংখ্যা

# পৰলোক-তত্ত্ব

## ( ১ক )

আমি যি লোকত বাস কৰিছো, তাৰ নাম ভূলোক। যিমান দিন জীয়াই থাকিম, সিমান দিন এই ভূলোকেই আমাৰ ইহলোক।

"জাতস্য হি ধ্ৰুবো মৃত্যু-ৰ্ধ্ৰুবং জন্ম মৃতস্য চ।" —গীতা

"স্বভাৱে দেহাৰ ধৰ্ম মৰি ওপজয়।
উপজিলে পুনৰপি অৱশ্যে মৰয়।"

মৃত্যুত জীৱই ইহলোকত বাস কৰাৰ উপযোগী স্থূল দেহটোৰ পৰা ওলাই সূক্ষ্ম দেহেৰে যি লোকলৈ যায়, য'ত গৈ থাকে, সেয়ে পৰলোক। মৃত্যুত ইহজীৱনৰ অন্ত পৰে। মৃত্যুৰ পিছৰপৰাই পৰলোক। ইহলোক আমাৰ বৰ্ত্তমান জীৱন, পৰলোক

ভৱিষ্যৎ জীৱন। "লোক" শব্দৰ অৰ্থ ভোগৰ স্থান আৰু ভোগৰ যোগ্য দেহ। এতেকে পৰলোক বুলিলে মৃত্যুৰ পিছত দেহীৰ ভোগৰ স্থান আৰু দেহ বুজিব লাগিব

আমি জড় জগতৰ জড় দেহধাৰী জীৱ। প্ৰত্যেক জড় বস্তুৰ দৰে আমাৰ এই দেহ ক্ষিতি, অপ্, তেজ, মৰুৎ আৰু ব্যোম বা আকাশ, এই পাঁচোটা মহাভূতৰ দ্বাৰাই গঠিত। আকাশ বা ব্যোমক ইংৰাজীত ইথাৰ (Ether) বোলে। এই মহাভূতবিলাক আকৌ কিছুমান সূক্ষ্ম ভূতৰ দ্বাৰাই গঠিত। পঞ্চ মহাভূতে, একেলগ হলে, স্থূল আকাৰ ধাৰণ কৰে। আমি মাটিক ক্ষিতি বা ভূমি বোলোঁ। কিন্তু আচলতে মাটি পঞ্চ মহাভূতৰ মিহলি অৱস্থা,— তাত ভূমি বেছিকৈ আছে। সেই দৰে পানীত অপ্ বেছিকৈ আছে, অগ্নিত তেজ বেছিকৈ আছে, বায়ুত মৰুৎ আৰু আকাশত ব্যোম বা ইথাৰ বেছিকৈ আছে। ভূমিৰ গুণ গোন্ধ, অপৰ গুণ ৰস, তেজৰ গুণ ৰূপ, মৰুতৰ গুণ স্পৰ্শ আৰু ব্যোমৰ গুণ শব্দ। আমাৰ নাকৰ দ্বাৰা গোন্ধ, জিভাৰ দ্বাৰা ৰস, চকুৰ দ্বাৰা ৰূপ দৰ্শন, ছালৰ দ্বাৰা স্পৰ্শ আৰু কাণৰ দ্বাৰা শব্দ জ্ঞান জন্মে।

ভূমিতকৈ অপ্ (পানী) সূক্ষ্ম, পানীতকৈ তেজ (অগ্নি) সূক্ষ্ম, তেজতকৈ বায়ু সূক্ষ্ম, বায়ুতকৈ আকাশ (Ether) সূক্ষ্ম। আকাশতকৈও সূক্ষ্ম অনেক ভূত আছে, সেইবিলাক পঞ্চ মহাভূতৰ লগত অতি সূক্ষ্মভাৱে সান-মিহলি হৈ থাকে।

পঞ্চ মহাভূতৰ সূক্ষ্ম অৱস্থা পঞ্চ তন্মাত্ৰ। তন্মাত্ৰক অধিকতৰ সূক্ষ্ম অৱস্থাত পৰিণত কৰিলে অহঙ্কাৰ-তত্ত্ব হয়। অহঙ্কাৰ-তত্ত্বৰ সূক্ষ্মাৱস্থা বুদ্ধি-তত্ত্ব। তাতকৈও সূক্ষ্ম সত্ত্ব-ৰজ-তম এই ত্ৰিগুণাত্মিকা প্ৰকৃতি বা আদ্যাশক্তি। তাৰ ওপৰত অব্যক্ত ব্ৰহ্ম। সৃষ্টিৰ মূলত ৪টা কাৰণ দেখা যায়—

(১) পদাৰ্থ (Matter), (২) শক্তি, (৩) কাল, (৪) আকাশ (Ether)। সৃষ্টি অনাদি, আকাশ অসীম, কাল অনন্ত। কাল, শক্তি, আকাশ আৰু অণু অতিশয় সূক্ষ্মভূত—আমাৰ ইন্দ্ৰিয়ৰ অগোচৰ।

পদাৰ্থবিলাক তিনি ৰকমৰ আকাৰত দেখা যায়—(১) কঠিন (Solid), (২) তৰল বা পনীয়া (liquid) (৩) বায়বীয় (Gaseous)। জড় পদাৰ্থৰ প্ৰত্যেক অণুত জড় আৰু চিদ্ এই দুয়োবিধৰ পৰমাণু গাঁথি লাগি থাকে। তেজ বা শক্তিৰ দ্বাৰাই জড় পদাৰ্থৰ স্পন্দন হয়। তাপ আৰু আলোক আকাশৰ বৈদ্যুতিক স্পন্দনৰূপৰ উদ্ভৱ হয়। যি স্পন্দন আমি আমাৰ গাৰ ছালৰ দ্বাৰা অনুভৱ কৰোঁ তাৰ নাম তাপ। যি স্পন্দনে দৰ্শনেন্দ্ৰিয়ক উত্তেজিত কৰে তাক আলোক বা পোহৰ বোলা হয়। ইয়াৰ বাহিৰেও আকাশত বহুত ৰকমৰ স্পন্দন বা কম্পন হয়, সেইবিলাক আমাৰ ইন্দ্ৰিয়বিলাকৰ সম্পূৰ্ণ অগ্ৰাহ্য। ভগৱানে গীতাত কৈছে,—

"যি গোট প্ৰকৃতি মোৰ জানিবা প্ৰধান।
সংসাৰ কাৰণ যোনি উৎপত্তিৰ স্থান॥
দুগোটা প্ৰকৃতি মোৰ জানিবা প্ৰত্যেক।
পৰা এক প্ৰকৃতি, অপৰা আৰো এক॥
পৰা বুলি প্ৰকৃতি যে জীৱক বোলয়।
যি গোটা অপৰা অষ্টবিধ কৰি কয়॥
ক্ষিতি, অপ, তেজ, বায়ু, বোম, মন, বুদ্ধি।
অহঙ্কাৰ সমে অষ্ট অপৰা প্ৰকৃতি॥
পৰা বুলি সেহিসে চৈতন্য সদাশিৱ।
মোৰ অঙ্গে দেহে স্থিত যাক বোলে জীৱ॥
প্ৰকৃতি যে মহদাদি তত্ত্ব অহঙ্কাৰ।
পঞ্চভূত- আৰো সূক্ষ্ম তন্মাত্ৰ অপৰ॥
একাদশ ইন্দ্ৰি, সত্ত্বৰজস্তমোগুণ।
এহি কাৰ্য-কাৰণৰ গুণ কহোঁ পুন॥
সবাৰো কাৰণ মই অন্তৰ্যামী হেতু।
আতেসে ঈশ্বৰ মোৰ পৰে নাহি যাতু॥
—গীতা, ৭ম আধ্য।।

পৰব্ৰহ্মৰ অখণ্ড জীৱ-চৈতন্যক তেওঁৰপৰা-প্ৰকৃতি বোলা হয়। সাংখ্য দৰ্শনে এই পৰা-প্ৰকৃতিক পুৰুষ

বুলিছে। অখণ্ড পৰা-প্ৰকৃতি বা চেতন সত্তাৰপৰা সৰু, ডাঙৰ, নানাবিধ ফিৰিঙতিৰ নিচিনা খণ্ডাংশ বাহিৰ হৈ অপৰা-প্ৰকৃতিৰ তলত লিখা ২৪ তত্ত্বৰ লগত মিলি অনন্ত স্পন্দনৰ নানা তৰহৰ অগণ্য জীৱ-জগতৰ সৃষ্টি হৈ আছে—

(১) সত্ত্ব ৰজঃ তমোগুণ যুক্তা প্ৰকৃতি বা আদ্যা-শক্তি, যাৰ লগত জড় পদাৰ্থৰ পৰমাণুবিলাক থাকে। (২) মহৎ-তত্ত্ব বা বুদ্ধি তত্ত্ব (৩) অহঙ্কাৰ-তত্ত্ব (৪) মন (৫) বাক্ (৬) পানী (৭) পাদ (৮) পায়ু (৯) উপস্থ (১০) চকু (১১) কাণ (১২) নাক (১৩) জিভা (১৪) ছাল (১৫) শব্দ (১৬) ৰূপ (১৭) ৰস (১৮) গন্ধ (১৯) স্পৰ্শ (২০) ক্ষিতি বা ভূমি (২১) অপ্ বা পানী (২২) তেজঃ (২৩) মৰুৎ বা বায়ু (২৪) ব্যোম বা আকাশ। এই ২৪ টা ভাৱক তত্ত্ব বোলা হয়। তৎ+ত্ব=তেওঁৰ (পৰব্ৰহ্মৰ) ভাৱ, অৰ্থাৎ তেৱেঁই এইবিলাক ভাব ধাৰণ কৰি আছে। এই জগতত যি কিছু বস্তু দেখা, যায়, সকলোটি ভাৱৰ অভি-ব্যক্তি। পদাৰ্থৰ এই ভাৱ অৱস্থাটো অতি সূক্ষ্ম অথচ অতি শক্তিশালী। পৰা আৰু অপৰা প্ৰকৃ-তিৰ বা সাংখ্য দৰ্শনৰ মতে পুৰুষ আৰু প্ৰকৃতিৰ ৰজোগুণৰ প্ৰাবল্যত যি আকৰ্ষণ শক্তি উৎপন্ন হয় তাৰ নাম ব্ৰহ্মা, সত্ত্ব গুণৰ প্ৰাবল্যত যি সঙ্কৰ্ষণ শক্তি উৎপন্ন হৈ সাম্যৱস্থাৰ উদ্ভৱ হয় তাৰ নাম বিষ্ণু আৰু তমোগুণৰ প্ৰাবল্যত যি বিকৰ্ষণ শক্তিৰ উৎ-পন্ন হয় তাৰ নাম ৰুদ্ৰ। সৃষ্টি, স্থিতি, লয়ৰ কাৰ্যত অনুক্ষণ কাৰ্য কৰা আৱশ্যক গুণে এই তিনিও কাৰ্য-কৰী শক্তিৰ কেন্দ্ৰ হৈছে সূৰ্য-মণ্ডল। "ওঁ তৎ সৎ" পদবাচ্য নিৰ্গুণ ব্ৰহ্মাই প্ৰকৃতিৰ ভাব গ্ৰহণ কৰিলেই সগুণ আৰু ক্ৰিয়াশীল হয়।

ডাক্তৰ ছাৰ জগদীশচন্দ্ৰ বসুৰ "অব্যক্ত" নামে পুথিত লিখা আছে,—

"সূৰ্য এই পৃথিৱীৰপৰা ৯ কোটি মাইল দূৰত আছে। আমাৰ ওপৰত বায়ু-মণ্ডল ৪৫ মাইল পৰ্যন্ত ব্যাপ্ত। সূৰ্যৰ অগ্নিময় মণ্ডলত আৱৰ্ত উঠিলে এই পৃথিৱী সেই সৌৰোৎপাতত ক্ষুব্ধ হয়,—পৃথিৱীজুৰি বিজুলীৰ সোঁত বয়। সূৰ্যৰ কিৰণমালাই পৃথিৱীত পৰি নানা ৰূপ ধাৰণ কৰে। সূৰ্যৰ কিৰণত গছ-লতা বাঢ়ে, ফুল ফুলে, ফুলত গুটি হয়, শস্যাদি হয়। কিৰণৰূপ আকাশ-কম্পনে আহি বায়ুত থকা অঙ্গাৰক অণুবিলাকক বিচলিত কৰি বৃক্ষৰ দেহ গঠন কৰে। অসংখ্য বছৰৰ পূৰ্বৰ সূৰ্যকিৰণ গছৰ দেহত আৱদ্ধ হৈ পৃথিৱীৰ গৰ্ভত নিহিত হৈ আছে। আজি কয়লাৰ পৰা সেই কিৰণ নিৰ্মুক্ত কৰি গেছ্ আৰু বিজুলীৰ বত্তিৰে ৰাজ-আলি পোহৰ কৰা হৈছে।"

সূৰ্যৰ ৰশ্মি বিশ্লেষণ কৰাত প্ৰকাশ পাইছে যে পৃথিৱীত যিবিলাক ধাতু আৰু বাষ্প বিদ্যমান, সূৰ্যটো সেইবিলাক আছে।

সূক্ষ্মই স্থূলৰ জননী। সূৰ্যকিৰণৰ ৰশ্মিৰ পৰাই জুই (তেজঃ) উৎপন্ন হয়। ডাঙৰ ডাঙৰ গছ, শিল আদিৰ মূলত সূৰ্যৰ কিৰণ। সূৰ্যদেৱৰ বৰেণ্য ভৰ্গই দৃশ্যমান জগৎ-সৃষ্টিৰ মূল উপাদান—এই কথা আধু-নিক বিজ্ঞানেও স্বীকাৰ কৰিছে। স্থূল পানীয়ে ৰেল-গাড়ী বা জাহাজ চলাব নোৱাৰি, কিন্তু পানীৰ সূক্ষ্মাৱস্থা ভাপৰ জোৰত ৰেল-জাহাজ চলিছে। বায়ুতকৈ ইথাৰ (ব্যোম সূক্ষ্ম। ইথাৰৰ স্পন্দনত বিজুলী উৎপন্ন হয়।

প্ৰকৃতিৰ কিঞ্চিৎ স্থূল অৱস্থাই মহৎতত্ত্ব বা বুদ্ধি তত্ত্ব। তাত পৰা আৰু অপৰা প্ৰকৃতি দুয়ো থকাত সি ক্ৰিয়াশীল আৰু সজীৱ হয়। বুদ্ধি-তত্ত্বৰ পাছৰ স্তৰ অহঙ্কাৰ-তত্ত্ব— "মই", "মোৰ" ভাব। এই তত্ত্ব মহৎ-তত্ত্বকৈ অলপ স্থূল। এই অহঙ্কাৰ বা ব্যক্তিত্বৰ ভাব জাগ্ৰত হলেই পঞ্চ জ্ঞানেন্দ্ৰিয় পঞ্চ কৰ্মেন্দ্ৰিয়, মন, পঞ্চ তন্মাত্ৰ আৰু পঞ্চ মহা-ভূতৰ প্ৰয়োজন আপোনা-আপুনি হয়। এতেকে দেখা গৈছে যে, অতি সূক্ষ্ম অব্যক্ত ব্ৰহ্মৰপৰা ভাবৰাশি সমুদ্ভূত হয় আৰু সেই ভাবেই ক্ৰমে ক্ৰমে স্থূলতকৈ স্থূলতৰ হৈ হৈ ধাতু, শিল আদি পৰ্যন্ত হৈ থাকে। এইদৰে অব্যক্ত ব্ৰহ্মৰ পৰাই

এই মহাজগৎ ব্যক্ত হৈ ব্যোম বা আকাশত ওলমি আছে।

পৰা-প্ৰকৃতিৰ অংশই জীৱ-ৰূপ ধাৰণ কৰিবলৈ হলেই অপৰা-প্ৰকৃতিৰ পৰা সত্ত্ব, ৰজঃ, তম, এই তিনি গুণ গ্ৰহণ কৰিব লাগিব। এই গুণবিলাকৰ পৰাই বুদ্ধি হয়, অহঙ্কাৰ হয়, মন হয়, আৰু আন আন ইন্দ্ৰিয়বিলাকো হয়। এই ইন্দ্ৰিয় সূক্ষ্ম। জড় দেহৰ ইন্দ্ৰিয় যন্ত্ৰৰ কথা কোৱা নাই। জীৱই পঞ্চ কোষযুক্ত দেহতেই থাকক বা ২।৩।৪ কোষযুক্ত দেহতেই থাকক, সেই তিনি গুণৰ দ্বাৰা আবদ্ধ থাকিবই। একমাত্ৰ ব্ৰহ্মজ্ঞানেহে দেহীক সেই বন্ধনৰ পৰা মুক্ত কৰিব পাৰে। আমাৰ ইন্দ্ৰিয়গ্ৰাহ্য বিষয় বিলাক বাহিৰত, সেইবিলাক পাৰ্থিব বিষয়। ইন্দ্ৰিয়বিলাকৰ দ্বাৰা আমি যি জ্ঞান লাভ কৰোঁ, সি বাহ্যজ্ঞান আচল জ্ঞান হৈছে ব্ৰহ্মজ্ঞান। "তত্ত্বমসি", "সোঽহং" "ব্ৰহ্মাস্মি" "অয়মাত্মা ব্ৰহ্ম", চাৰি বেদৰ এই চাৰি মহাবাক্য আৰু বেদান্ত "দৰ্শনৰ সৰ্বং খল্বিদং ব্ৰহ্ম", এই নিশ্চিত জ্ঞান হোৱাৰ নামেই ব্ৰহ্মজ্ঞান।

এদিন মহৰ্ষি বেদব্যাসক কিছুমান মুনিয়ে এই বুলি সুধিছিল যে, এই সংসাৰ দুঃখময়, ই বিষয়-সলিলেৰে পৰিপূৰ্ণ, ৰাগৰূপ গ্ৰাহবিলাকেৰে ভৰা, ইয়াত ইন্দ্ৰিয়ৰূপ আৱৰ্ত্ত আছে, যাৱতীয় দৃশ্য প্ৰপঞ্চ ইয়াৰ উৰ্মিমালা, মোহৰূপ পঙ্কৰ দ্বাৰা ই কলুষিত আৰু তৃষ্ণা বা লোভ ৰূপ চাকনৈয়াৰ নিমিত্তে দুস্তৰ, আমি এনে হেন ভীষণ ভৱসাগৰত নিমগ্ন হৈ আছোঁ, এই সংসাৰৰ সকলো অনিশ্চিত, মৃত্যু নিশ্চিত, ইয়াত শ্ৰেয়ঃ কি? ইয়াৰ উত্তৰত বেদব্যাসে কৈছিল যে, প্ৰবৃত্তি লক্ষণ আৰু নিবৃত্তি লক্ষণ—ধৰ্মৰ এই দুটা বাট, এই দুয়ো বাটেই বেদবিলাকত প্ৰতিষ্ঠিত আছে। কৰ্মৰ দ্বাৰাই জীৱবিলাক আবদ্ধ হয়, বিদ্যাৰ (ব্ৰহ্মজ্ঞান) দ্বাৰাই মুক্তি লাভ কৰে। কৰ্মৰ ফলত সুখ-দুখ, জন্ম-মৃত্যু প্ৰাপ্তি হয়, বিদ্যা (ব্ৰহ্মজ্ঞান) লাভ কৰিলে এনে লোকলৈ গতি হয় য'ত দুখ-শোক নাই, জন্ম-মৃত্যু, হ্ৰাস বৃদ্ধি নহয়, য'ত অব্যক্ত, অচল, হ্ৰাস-বৃদ্ধিৰহিত, বিকাৰহীন, অপৰি-মেয়, সৰ্বজ্ঞ, অমৃতপদবাচ্য, পৰম ব্ৰহ্ম বিৰাজমান। সৰ্বত্ৰ সমদৃষ্টি, সৰ্বভূতৰ হিতাকাঙ্ক্ষী, সকলোৰে বন্ধু স্বৰূপ আত্ম-তত্ত্বজ্ঞ জ্ঞানী ভক্তসকল সেই অমৃত-ধামলৈ যায় (ব্ৰহ্মপুৰাণ)।

নৰদেহত পাঁচোটা কোষ আছে। যথা—

(১) অন্নময় কোষ (২) প্ৰাণময় কোষ (৩) মনোময় কোষ (৪) বিজ্ঞানময় কোষ আৰু (৫) হিৰণ্ময় বা আনন্দময় কোষ। অন্নময় কোষক স্থূল দেহ বোলে, বাকীবিলাক সূক্ষ্মদেহ। এই কোষ-বিলাকৰ প্ৰত্যেকটোৰেই আকৃতিত আমাৰ স্থূলদেহ অন্নময় কোষৰ অনুৰূপ আৰু সেই প্ৰত্যেক কোষতেই স্থূলদেহৰ চকু, কাণ আদি ইন্দ্ৰিয়ৰ চিন আছে। জীয়াই থাকোতে স্থূল অন্নময় কোষ চপাব বা মেলিব পাৰি। সূক্ষ্ম কোষবিলাক ক্ৰমশঃ সূক্ষ্মৰ পৰা সূক্ষ্ম-তৰ উপাদানেৰে নিৰ্মিত হোৱা বাবে বেছিকৈ চপাব মেলিব পাৰি। মৃত্যুত অস্থি মাংসৰ স্থূল দেহটোহে নাশ পায়। কিন্তু সূক্ষ্মদেহ নষ্ট নহয়।

প্ৰায় সকলো ধৰ্ম শাস্ত্ৰতে জন্মান্তৰ আৰু পৰলো-কৰ কথা পোৱা যায়। পৰলোক অদৃশ্য আৰু ইহ-লোকৰ অংশ নহয়। জীৱই মৃত্যুৰ পিছত স্থূলদেহৰ-পৰা পৃথক হৈ সূক্ষ্মদেহেৰে সেই লোকবিলাকত গৈ থাকে।

বেদৰ জ্ঞানকাণ্ডক আৰণ্যক আৰু উপনিষদ বোলে। উপনিষদত জন্মান্তৰ আৰু পৰলোকৰ কথা লিখা আছে। যজুৰ্বেদৰ (৪।১৫) মন্ত্ৰত যি লিখা আছে, তাৰ মৰ্ম এই:— "হে সৰ্বজ্ঞ ঈশ্বৰ, যেতিয়াই যেতিয়াই আমি জন্মগ্ৰহণ কৰো, তেতিয়াই তেতিয়াই যেন আমি শুদ্ধমনা হওঁ, পূৰ্ণ আয়ুস পাওঁ, নিৰোগী বলী আৰু কুশলতাযুক্ত জীৱ হওঁ, হে বিৰাট, সকলো জন্মতে যেন আপুনি আমাৰ দেহৰ পুষ্টি সাধন কৰে পাপ-তাপাদি নাশ কৰে, পুনৰ্জন্মৰ সময়ত আপুনি যেন আমাক দুষ্কৃতিৰপৰা মুক্ত কৰে।"

অথৰ্ব্ববেদৰ ৫।১।১১ সুক্তত আছে,—

"ধাৰ্ম্মিক লোকে ইহজন্মত ধৰ্মাচৰণ কৰি পৰ-জন্মত উত্তম জন্ম লাভ কৰে, উত্তম শৰীৰ পায়, অধাৰ্মিকৰ তেনে নহয়। পূৰ্ব্বজন্মৰ কৰ্মৰ ফলত জীৱই দেহান্তত সূক্ষ্মদেহেৰে বায়ুত অৱস্থান কৰে, পিছে বৰষুণৰ পানী, ওষধি আদিৰ সাহায্যত কিংবা নাক, মুখ, চকু, কাণ আদি ইন্দ্ৰিয়ৰ বিদ্ধাইদি আৱিষ্ট হৈ তিৰী-পুৰুষৰ ৰেতস্থ হয়, তাৰ পিছত গৰ্ভাশয়ত স্থিতি লাভ কৰে।"

গীতাত আছে,— (৯ আধ্যা ২০।২১)

"মানুহে যজ্ঞাদি কৰি পুণ্য আৰ্জি পুণ্যৰ ফলত ইন্দ্ৰলোকত গৈ স্বৰ্গৰ উত্তম দেৱভোগবিলাক ভোগ কৰে।

"কিন্তু সেই বিপুল স্বৰ্গসুখ ভোগ কৰি পুণ্য ক্ষয় হোৱাৰ পিছত আকৌ তেওঁ মৰ্ত্যলোকত আহি প্ৰৱেশ কৰে, এইদৰে তেওঁ বেদবিহিত ধৰ্মৰ অনু-সৰণ কৰি কামনাৰ বশত সংসাৰলৈ যাতায়াত কৰি থাকে।" *

*আৱাহন, পুহ, ১৮৫৯ শক ৯ম বছৰ ১ম সংখ্যা।

( ১খ )

জন্মান্তৰ মানিলে পৰলোকো মানিব লাগিব।

"পৰলোকোঽস্তীতি মতিৰ্যস্য স আস্তিকঃ
তদ্বপৰীতো নাস্তিকঃ।"—কৈয়ট।

যাৰ পৰলোকত বিশ্বাস নাই, তেওঁক নাস্তিক বুলিব পাৰি। আমি ত্ৰিলোক বা ত্ৰিভুবনৰ নাম পঢ়িবলৈ পাইছোঁ।

মহৰ্ষি বিশ্বামিত্ৰই ৰচনা কৰা গায়ত্ৰীমন্ত্ৰত আছে—
"ওঁ ভূৰ্ভুবঃ স্বঃ। তৎসবিতুৰ্বৰেণ্যং ভৰ্গোদেৱস্য ধীমহি, ধিয়ো য়ো নঃ প্ৰচোদয়াৎ ওঁ।" অৰ্থাৎ—

ভূলোক, ভুৱৰ্লোক আৰু স্বৰ্লোক, এই ত্ৰিলোক প্ৰসৱিতা পৰম দেৱতাৰ বৰণীয় জ্ঞানজ্যোতিৰ তেজ, যাৰদ্বাৰা পাপৰ বীজবিলাক দগ্ধ আৰু বিনষ্ট হৈ যায়, সেই তেজ ধ্যান কৰোঁ, যি জ্যোতিৰূপী পৰমেশ্বৰে আমাৰ বুদ্ধি-বৃত্তিক ধৰ্ম-অৰ্থ-কাম-মোক্ষৰূপ চতুৰ্বৰ্গলৈ নিৰন্তৰ প্ৰেৰণ কৰাইছে (ইয়াৰ লগতে গীতাৰ ১৫ শ আধ্যাৰ ১২।১৩।১৪।১৫ শ্লোক পঢ়িবা)।

বিশ্বামিত্ৰ ঋষিয়ে গায়ত্ৰীমন্ত্ৰ ৰচনা কৰি উপদেশ দিছিল যে, "সেই সৃষ্টিস্থিতিপ্ৰলয়কৰ্তা পৰব্ৰহ্মক সূৰ্যৰ অন্তৰ্যামী ভাবি গায়ত্ৰী জপৰ দ্বাৰাই পাপৰপৰা পৰিত্ৰাণ পাবৰ কাৰণে দিনৌ তিনি সন্ধ্যা উপাসনা কৰিব লাগে। "আমি সূৰ্যক প্ৰণাম কৰোতে পাওঁ—

ওঁ নমঃ সবিত্ৰে জগদেকচক্ষুষে
জগৎ-প্ৰসূতি-স্থিতি-নাশ-হেতবে।
বিৰিঞ্চিনাৰায়ণ—শঙ্কৰাত্মনে
ত্ৰয়ীময়ায় ত্ৰিগুণাত্মনে নমঃ।"

জীৱই জন্ম-মৃত্যুচক্ৰত আবদ্ধ থাকি নিৰন্তৰে ভূলোক, ভুৱৰ্লোক আৰু স্বৰ্লোক, এই ত্ৰিলোকত ভ্ৰমি থাকে, এই ভ্ৰমণৰ গুণত জীৱৰ ক্ৰমোন্নতি সাধিত হৈছে। এই ত্ৰিলোকৰ বাহিৰেও আৰু চাৰিলোক আছে বুলি শাস্ত্ৰত লিখা আছে। সেই চাৰি লোকৰ নাম এই:—(১) মহৰ্লোক (২) জনলোক (৩) তপলোক (৪) সত্যলোক। এই চাৰিটি লোক ব্ৰহ্মাৰ আয়ুসকাল পৰ্যন্ত বৰ্তমান থাকে। জন, তপ আৰু সত্যলোক ইমান সূক্ষ্ম অণুৰদ্বাৰা গঠিত যে, সেই তিনিলোকৰ অস্তিত্ব অনুমান কৰা অতিশয় কঠিন। সেই তিনিলোক আৰু ভূৰ্ভুৱঃ স্বঃ এই তিনিলোকৰ মাজত মহৰ্লোক। সাধাৰণতঃ জীৱবিলাকে ভূঃ, ভুৱঃ আৰু স্বঃ এই তিনি লোকত ভ্ৰমণ কৰে। সেইবাবে জীৱক ত্ৰিলোকী বোলে। স্বৰ্লোকেই স্বৰ্গ। ভুৱ-ৰ্লোক বুলিলে স্বৰ্গ আৰু মৰ্তৰ (ভূলোকৰ) মাজৰ স্থান বুজায়। এই লোকবিলাকৰ মাজত আকৌ বিভাগ আছে, যেনে, ভুৱৰ্লোকৰ মাজত প্ৰেতলোক আৰু পিতৃলোক, স্বৰ্লোকৰ মাজত ইন্দ্ৰলোক আৰু সূৰ্যলোক ইত্যাদি। "মহাভাৰতৰ" পৰা জনা যায়

যে, ভীষ্মদেৱে শৰ-শয্যাত পৰি থাকোতে মৃত্যুৰ আগতে কৈছিল যে, তেওঁ তনু ত্যাগ কৰি ইন্দ্ৰলোকলৈ যাব। এই পৰলোকবিলাক অনন্ত আকাশৰ একোটা স্তৰ। ভূলোকৰ কিছু অংশ আমাৰ চকুৰে দেখা পাওঁ, বাকী অংশ ইন্দ্ৰিয়ৰ অগোচৰ। ক্ষিতি বা ভূমিতত্বই ভূলোকৰ সকলো পদাৰ্থৰ প্ৰধান উপাদান। ভুৱৰ্লোকৰ পদাৰ্থবিলাকৰ মূল উপাদান আপস্তত্ব। স্বৰ্লোকৰ মূল উপাদান তেজঃ বা অগ্নিতত্ব। কিন্তু সকলো লোকতে পদাৰ্থবিলাকৰ কঠিন তৰল, বায়ৱীয় আৰু ৪টি ইথাৰাৱস্থা আছে, অৰ্থাৎ মুঠতে সাতোটা অৱস্থা আছে। লোক যেনে সাতোটা, পদাৰ্থৰ অৱস্থাও সাতোটা। ভূলোক, ভুৱৰ্লোক আৰু স্বৰ্লোকৰ অনুৰূপ আমাৰ জীৱনৰো তিনিটা আৱৰণ আছে। সেই তিনে আৱৰণ অন্নময় কোষ, প্ৰাণময় কোষ আৰু মনোময় কোষ নামে প্ৰসিদ্ধ। আমি আহাৰ কৰা অন্ন-পানীয়ৰ উৎপন্ন হোৱা বাবে আমাৰ স্থূল দেহক অন্নময় কোষ বোলে। এই কোষটো ভূলোকৰ দৃশ্য অংশৰ দৰে কঠিন, তৰল আৰু বায়ৱীয় অণুৰদ্বাৰা গঠিত। প্ৰাণময় কোষ ভূলোকৰ অদৃশ্য অংশৰ নিচিনা বায়ু আৰু ব্যোম পদাৰ্থৰ দ্বাৰা গঠিত। মনোময় কোষ দুই ভাগত বিভক্ত। ইয়াৰ ভিতৰত ঘনতৰ অংশৰ সম্পৰ্ক ভুৱৰ্লোকৰ লগত। এই অংশত সংকল্প বা কামনাবিলাকে স্থিতি লয়, ঘনতম অংশৰ সম্পৰ্ক স্বৰ্লোকৰ লগত, সেই অংশ ভাব আৰু ভাবনাৰ ক্ৰীড়াভূমি।

অন্নময় কোষকে আমি স্থূল শৰীৰ বোলো। প্ৰাণময়, মনোময়, আৰু বিজ্ঞানময় কোষ, এই তিনিওকে সূক্ষ্ম শৰীৰ বোলা হয়, লিঙ্গ শৰীৰ বুলিও কোৱা হয়। বিজ্ঞানময় কোষৰ দ্বাৰা মহৰ্লোকৰ লগত জীৱৰ সম্পৰ্ক ঘটে। ই মহৰ্লোক ত্ৰিলোকৰ অতীত। তালৈকো জীৱই গত্যাগত কৰে। মহৰ্লোক কল্পান্তত নষ্ট নহয়, কিন্তু বাসৰ অযোগ্য হয়। সূক্ষ্ম শৰীৰৰ বিজ্ঞানময় কোষ আন তিনি কোষতকৈ কিছু দীৰ্ঘকাল স্থায়ী, জন্ম-মৃত্যু চক্ৰৰ ভিতৰত নষ্ট নহয়, মৃত্যুকালত আৰু মৃত্যুৰ পিছতো নষ্ট নহয় আৰু পুনৰ্জন্মৰ সময়ত নতুন নহয়, আগৰকোষেই পুনৰ্জন্মতো কাৰণ শৰীৰৰ লগত জন্ম লয়। আনন্দময় কোষক কাৰণ-শৰীৰ বোলে। আনন্দময় কোষেই সচ্চিদানন্দ স্বৰূপ জীৱাত্মা।

তত্বজ্ঞান সমিতি ( Theosophical Society ) আৰু পৰলৌকিক আত্মা সম্বন্ধে চৰ্চা সমিতিয়ে ( Society for Psychical Research ) পৰলোকৰ বিষয়ে অনেক তথ্য প্ৰচাৰ কৰিছে। উক্ত সমিতি দুখনে ভূলোকক Physical plane, ভুৱৰ্লোকক Astral Plane, স্বৰ্লোকক Mental plane বুলিছে স্বৰ্লোকৰ ওপৰৰ মহৰ্লোক আদিক Causal plane বা কাৰণ-জগৎ বুলিছে, ভূৰ্লোকৰ পৰমাণুতকৈ ভুৱৰ্লোকৰ পৰমাণু সূক্ষ্ম। এই দৰে ক্ৰমশঃ অধিকতৰ সূক্ষ্ম।

আধুনিক প্ৰেত-তত্ত্ববিদ্ পণ্ডিতসকলে সপ্তলোকৰ কথা স্বীকাৰ কৰিছে। তেওঁলোকে সপ্তলোকৰ যি যি নাম দিছে তাক তলত লিখা হ'ল —

(১) Physical Plane — ভূঃ ( ভূলোক )
(২) Astral Plane — ভুৱৰ্লোক
(৩) Manasic Plane — স্বঃ ( স্বৰ্গলোক )
(৪) Budhic Plane — মহৰ্লোক
(৫) Nirvanic Plane — জনলোক
(৬) Par Nirvanic Plane — তপলোক
(৭) Maha Par Nirvanic Plane — সত্যলোক।

ভিন ভিন স্তৰৰ পৰমাণু স্বভাৱতে ভিন ভিন আৰু প্ৰকৃতি বিশিষ্ট। মৃত্যুৰ পিছত আত্মিকসকলে যি যি পৰলোকত গৈ থাকে, সেই সম্বন্ধে প্ৰাচ্য আৰু প্ৰতীচ্য প্ৰেত-তত্ত্ববিদ্ পণ্ডিতসকলৰ মত প্ৰায় মিলা দেখা গৈছে।

Physical Plane বা ভূলোক স্থূল, তাত থাকিবলৈ স্থূল শৰীৰ বা অন্নময় কোষ উপযোগী। Astral Plane বা ভুৱৰ্লোক সূক্ষ্ম, তাত থাকিবলৈ সূক্ষ্ম কোষ উপযোগী। স্বৰ্লোক ( Mental Plane )

ভুৱৰ্লোকতকৈ সূক্ষ্ম, তাত থাকিবলৈ সূক্ষ্মতৰ কোষ উপযোগী। ভূলোকত থাইকৈ ভূলোকৰ উপযোগী পৰমাণু আছে আৰু তাৰ লগতে ওত-প্ৰোতভাৱে ওপৰৰ লোকবিলাকৰ পৰমাণু আৰু তাৰ ওপৰৰ লোকবিলাকৰ পৰমাণু মিহলি হৈ আছে। ক্ৰমশঃ ঊৰ্দ্ধ লোকৰ অৱস্থা এনেকুৱা।

স্থূল দেহত পাণি, পাদ, বাক্, পায়ু আৰু উপস্থ, এই কৰ্মেন্দ্ৰিয় যন্ত্ৰবিলাক থাকে। কিন্তু যথাৰ্থ ইন্দ্ৰিয়ৰ কেন্দ্ৰস্থান (Nerve center) সূক্ষ্ম দেহতহে থাকে। এই নিমিত্তে হৰ্ষ, বিষাদ প্ৰভৃতি ভাৱবিলাক সেই কেন্দ্ৰতহে অনুভূত হয়, তাৰ পিছত ইন্দ্ৰিয়-যন্ত্ৰই কাৰ্য কৰে। জ্ঞানেন্দ্ৰিয়বিলাকৰো কেন্দ্ৰস্থান সূক্ষ্ম দেহত, কিন্তু স্থূল দেহত চকু, কাণ, নাক, জিভা আৰু ছাল, ইন্দ্ৰিয়সাধনৰ এই যন্ত্ৰবিলাক থাকে।

আমি জড় জগতত বাস কৰিছোঁ। ইয়াত থাকিবলৈ জড় জগতৰ উপাদান, পঞ্চমহাভূতৰ দ্বাৰা গঠিত স্থূল দেহৰ আৱশ্যক। আমাৰ দেহৰ ইন্দ্ৰিয়ৰূপ যন্ত্ৰবিলাকো জড় পদাৰ্থৰ দ্বাৰাই নিৰ্মিত। এই ইন্দ্ৰিয়বিলাক নহলে আমি জড়-জগতৰ কোনো বস্তুৰ জ্ঞান লাভ কৰিব নোৱাৰোঁ।

জীৱাত্মা স্বৰ্গৰ বস্তু। স্বৰ্গতকৈ স্থূল ভুৱৰ্লোক, ভুৱৰ্লোকতকৈ স্থূল ভূলোক। আমাৰ দেহত পৰস্পৰ অন্তঃপ্ৰবিষ্টভাৱে ভিন ভিন লোকৰ উপযোগী স্থূল আৰু সূক্ষ্ম কোষবিলাক আছে। যেনে,—

স্থূল দেহ — অন্নময় কোষ ⎫
সূক্ষ্ম দেহ — প্ৰাণময় কোষ ⎬ লিঙ্গ শৰীৰ
সূক্ষ্মতৰ দেহ — মনোময় কোষ ⎭
অতি সূক্ষ্মতৰদেহ —বিজ্ঞানময় কোষ
সূক্ষ্মতম দেহ—আনন্দময় কোষ—কাৰণ-শৰীৰ কোষবিলাক

পৰা কোষান্তৰলৈ মনে অনুভূতি পঠায়। মনৰ ভিতৰত পাঁচোটা কোষৰ পাঁচ ৰকম পদাৰ্থ বৰ্তমান আছে।

Physical plane বা ভূলোকৰ পৰলোক Astral plane বা ভুৱৰ্লোক। Astral plane বা ভুৱৰ্লোকৰ পৰলোক স্বৰ্লোক বা Mental plane সাধাৰণভাৱে ভূলোকৰ জীৱই ভুৱৰ্লোকৰ একো দেখিবলৈ বা শুনিবলৈ নেপায়। কিন্তু ঊৰ্দ্ধ-লোকৰ জীৱই অধোলোকৰ সকলোকে একেভাৱে দেখিবলৈ আৰু শুনিবলৈ পায়। যেনে, স্বৰ্লোকৰ জীৱই ভুৱৰ্লোক আৰু ভূৰ্লোক, ভুৱৰ্লোকৰ জীৱই ভূলোক দেখিবলৈ পায়। Astral plane বা ভুৱৰ্লোকত পৰমাণুৰে গঠিত ক্ষিতিতত্ত্বপ্ৰধান জড় দেহ বা অন্নময় কোষ নাই, তেনেকুৱা কোষযুক্ত জীৱ তাত থাকিব নোৱাৰে, অন্যান্য কোষযুক্ত জীৱহে থাকিব পাৰে। স্বৰ্লোকত অন্নময় আৰু প্ৰাণময় কোষযুক্ত জীৱ থাকিব নোৱাৰে। তাত থকা জীৱবিলাকৰ সেই দুই কোষ নাই, মনোময় কোষৰ সূক্ষ্মাংশ আৰু আন কোষ আছে।

ভূলোকতকৈ অলপ সূক্ষ্ম স্তৰত, প্ৰেতলোক। তাৰ ওপৰত, তাতকৈ অলপ বেছি সূক্ষ্মস্তৰত পিতৃলোক। যিবিলাক পাপী জীৱ মৰি ভূত, প্ৰেত, পিশাচ আদি হয়, সেইবিলাক প্ৰেতলোকত থাকে। পিতৃলোক ৭ ভাগত বিভক্ত। যথা (১) অগ্নিষাত্তা, (২) সৌম্যা (৩) হবিষ্মন্ত (৪) উষ্মপা, (৫) সুকালীন (৬) বৰ্হিষদ (৭) আজ্যপা। এই সাত স্তৰৰ বাসিন্দাসকলক পিতৃ বোলা হয়। ভূলোকৰ মানুহে সাধাৰণতঃ স্থূল চকুৰে তেওঁলোকক দেখা নাপায়। তেওঁলোকে মানুহক সুখ লাভ কৰাত বা দুখ নিবাৰণ কৰাত সহায়তা কৰিব পাৰে। এই নিমিত্তে তৰ্পণ আৰু শ্ৰাদ্ধৰদ্বাৰা তেওঁলোকক তুষ্ট কৰাৰ ব্যৱস্থা শাস্ত্ৰত আছে। অন্তৰত শ্ৰদ্ধাৰ ভাব পোষণ কৰা মাত্ৰেই তত্তাল্কিকে অলক্ষিতে সেই ভাব তেওঁলোকৰ ওচৰ পায়গৈ আৰু তাতে তেওঁলোকে তৃপ্তি লাভ কৰে। তেওঁলোকৰ উদ্দেশ্যে কোনো জড় বস্তু নৈবেদ্য স্বৰূপে আগবঢ়ালে তেওঁলোকে তাক গ্ৰহণ কৰিব নোৱাৰে। তেওঁলোকে কেৱল আমাৰ অন্তৰৰ শ্ৰদ্ধাভাবহে গ্ৰহণ কৰিব পাৰে। পৰলোকত থকা পিতৃ-মাতৃসকলে তেওঁলোকৰ সন্তানাদিৰপৰা শ্ৰদ্ধা পাবলৈ বাঞ্ছা কৰে। বহুবি আহিন মাহৰ পিতৃপক্ষত তেওঁলোকে

নিজ নিজ বংশধৰসকলৰপৰা শ্ৰদ্ধা-তৰ্পণ পাবৰ নিমিত্তে আকাঙ্ক্ষা কৰি থাকে। অকল যে স্বৰ্গীয় পিতৃ-পিতামহাদিগকহে তৰ্পণ কৰিব লাগে এনে নহয়, আমাৰ শাস্ত্ৰমতে জগতৰ সকলো জীৱৰ উদ্দেশে "আব্ৰহ্ম স্তম্ব পৰ্যন্তং জগৎ তৃপ্যতাং" বুলি তৰ্পণ কৰা কৰ্তব্য ।

পিতৃলোকৰ ওপৰৰ সূক্ষ্মতৰ স্তৰত স্বৰ্লোক। স্বৰ্লোকত দুটা ভাগ আছে। তলৰ ভাগক ইন্দ্ৰলোক বা দেৱলোক বোলে, ওপৰৰ ভাগক সূৰ্যলোক বোলে। সূৰ্যলোকৰ ভিতৰতো কেইবাটাও বিভাগ আছে। স্বৰ্লোকত থকা জীৱবিলাকক দেৱতা বোলা হয়। তেওঁলোকে ভূলোক, ভুৱৰ্লোক আৰু স্বৰ্লোকৰ সকলোকে দেখা পায়। কিন্তু ভূলোকৰ মানুহে স্থূল চকুৰে তেওঁলোকক দেখা নাপায় সিদ্ধ যোগী সকলে দিব্য জ্ঞানচকুৰে দেখিব পাৰে।

"মহাভাৰতৰ" অশ্বমেধ পৰ্বৰ ১৭শ আধ্যাত লিখা আছে, —"যেনেকৈ চকু থকা মানুহে অন্ধকাৰ নিশা জোনাকী পৰুৱাবিলাক উৰি ফুৰা দেখিবলৈ পায়, তেনেকৈ জ্ঞান-দৃষ্টিসম্পন্ন সিদ্ধ মহাপুৰুষসকলে দিব্যচকুৰে জীৱই আগৰ শৰীৰ ত্যাগ কৰা আৰু আন শৰীৰত প্ৰবেশ কৰি পুনৰ্জন্ম লাভ কৰা দেখিবলৈ পায়।"

"মহাভাৰতৰ" আশ্ৰমিক পৰ্বৰপৰা জনা যায় যে, গান্ধাৰী, কুন্তী আদিৰ প্ৰাৰ্থনা মতে মহৰ্ষি বেদব্যাসে ভাৰত যুদ্ধত প্ৰাণত্যাগ কৰা ভীষ্ম, দ্ৰোণ, কৰ্ণ দুৰ্যোধন আদিক ধ্যান যোগেদি স্বৰ্গৰ ইন্দ্ৰলোকৰ পৰা নমাই আনি দেখুৱাব পাৰিছিল। য়ুৰোপ আৰু আমেৰিকাৰ প্ৰেত-তত্ত্ববিদ পণ্ডিতসকলে প্ৰেতাত্মা নমাই আনি তাৰ লগত আলাপ কৰা আৰু তেওঁলোকৰ স্থূল শৰীৰ শোৱা বিচনাত থৈ সূক্ষ্ম শৰীৰেৰে ত্ৰিলোক ভ্ৰমণ কৰাৰ কথাও কিতাপত পঢ়িবলৈ পাইছোঁ। তেওঁলোকে প্ৰেত তত্ত্বৰ বিষয়ে অনেক পুথি প্ৰকাশ কৰিছে। সাধনাৰ দ্বাৰা মনৰ ক্ষমতা বৃদ্ধি হলে মানুহৰ জ্ঞান চকু মুকলি হয়। এই জ্ঞান-চকু বা মানস-চকুকে দিব্যচকু বোলা হয়। জ্ঞান-চকুৰে পৰলোকত থকা আত্মিকক ভূ-লোকৰ মানুহে দেখিব পাৰে। সাধাৰণ মানুহৰ জ্ঞান-চকু অজ্ঞানৰ দ্বাৰা ঢাক্ খাই মুদ গৈ থাকে। *

*আৱাহন, মাঘ ১৮৫৯ শক, ৯ম বছৰ ২য় সংখ্যা।

## (২)

আৰণ্যক উপনিষদৰপৰা জনা যায় যে, মৰিবৰ সময়ত মানুহৰ ইন্দ্ৰিয়বিলাক (ইন্দ্ৰিয়ৰ শক্তিবিলাক) অৱশ আৰু অকামিলা হৈ প্ৰাণাৱাস হৃদয়লৈ চাপি-কুঁচি আহে, হাত-ভৰি চেঁচা হৈ আহে, তেতিয়া বাহ্যজ্ঞান নাইকিয়া হয়, যি দুৱাৰেদি প্ৰাণ-বায়ু শৰীৰৰপৰা ওলাই যাব, সেই দুৱাৰ বিজ্ঞানময় কোষে মেলি দিয়ে, চকু, কাণ, নাক, মুৰ (ব্ৰহ্মৰন্ধ্ৰ) বা আন কোনো দুৱাৰেদি প্ৰাণ-বায়ু ওলাই যায়, লগে লগে লিঙ্গ-শৰীৰ আৰু কাৰণ-শৰীৰ ইন্দ্ৰিয়-বিলাকৰে সৈতে বায়ুৰূপে ওলাই যায়, ধোঁৱাৰ মাজত জুই থকাৰ দৰে বায়ুৰ লগত জ্যোতি থাকে, মৰিলেই জীৱৰ চকুৰ জ্যোতি নাইকিয়া হয়। অন্নময় কোষ স্থূল শৰীৰ, মনোময় কোষ সূক্ষ্ম শৰীৰ, বিজ্ঞানময় কোষ সূক্ষ্মতৰ শৰীৰ। বিজ্ঞানময় কোষৰ ভিতৰত যি সূক্ষ্মতৰ-কাৰণ-শৰীৰ থাকে, সেয়ে সচ্চিদানন্দময় আত্মা। মৃত্যুত জীৱই স্থূল শৰীৰ পৰিত্যাগ কৰি, সূক্ষ্ম শৰীৰেৰে ভূলোকৰপৰা আকাশলৈ গৈ ভুৱৰ্লোক আৰু স্বৰ্লোকত থাকে। স্থূল শৰীৰৰ চকুৰে সূক্ষ্ম শৰীৰ নেদেখে। সেই বাবেই কোনো মৃতকৰ স্থূল দেহৰপৰা সূক্ষ্ম শৰীৰেৰে জীৱ ওলাই যাওঁতে মৃতকৰ ওচৰত থকা দেখা নেপায়।

মৃত্যুৰ পূৰ্বে কেতিয়াবা কেতিয়াবা ৰোগীৰ এনে অৱস্থা হয় যে, দেহত শ্বাস আছে, কিন্তু চেতনা নাই। তেতিয়া মন, বুদ্ধি, অহঙ্কাৰ, স্মৃতি আদি দেহত নথকা হয়। কিন্তু বেলিৰ মুকত হয়তো আকৌ

দেহলৈ চেতনা আহিল। তেতিয়া চেতনাৰ লগে লগে আকৌ মন, বুদ্ধি, স্মৃতি আদি ঘূৰি আহিল। ইয়াৰ দ্বাৰা বেছকৈ জনা যায় যে, দেহীহে আচল মানুহটি, দেহ নহয়। দেহীৰ কিছুমান ইন্দ্ৰিয়-যন্ত্ৰ আছে। সেই যন্ত্ৰবিলাক লৈ দেহীয়ে কিছু কালৰ নিমিত্তে দেহৰূপ ঘৰৰ ভিতৰত বাস কৰে। যেতিয়া সেই ঘৰ বাসৰ অযোগ্য হয় বা তাত থকা অসুবিধা-জনক হয়, তেতিয়া তেওঁ তেওঁৰ যন্ত্ৰবিলাক লৈ আন এটা ঘৰলৈ গুচি যায়। এই ঘটনাকে মৃত্যু বোলা হয়। কিন্তু আচলতে ইয়াক মৃত্যু নুবুলি দেহান্তৰ বা তনুত্যাগ বোলাহে যুগুত।

কল্পাৰম্ভত জীৱবিলাক অব্যক্ত প্ৰকৃতিৰপৰা ওলাই প্ৰথমতে কাৰণ-শৰীৰ বা আনন্দময় কোষত অৱস্থান কৰে, তাৰ পিছত বিজ্ঞানময় কোষ তাত সংযুক্ত হয়। তেতিয়া জীৱই জ্ঞান ৰাজ্যত বাস কৰে: পিছে, যথাসময়ত ক্ৰমে ক্ৰমে মনোময়, প্ৰাণময় আৰু অন্নময় কোষ সংযোগ হলে যথাক্ৰমে স্বৰ্লোক, ভুৱৰ্লোক, ভূলোকত আহি বাস কৰে। এইদৰে চক্ৰাকাৰে উৰ্দ্ধৰপৰা ক্ৰমাৎ ভূলোকলৈ নামি আহে, ভূলোকৰ খেলা শেষ হলে আকৌ প্ৰথমে অন্নময় কোষ পৰি-ত্যাগ কৰি বাকী কোষবিলাকেৰে জীৱই ভুৱ-ৰ্লোকলৈ প্ৰয়াণ কৰে। ভুৱৰ্লোকত, প্ৰেতলোক আৰু পিতৃলোক আছে। প্ৰেতলোকত বায়ৱীয় (প্ৰাণময়) কোষটো পৰিত্যাগ কৰে। তাকে জীৱৰ প্ৰেতলোকত মৃত্যু বা প্ৰেতত্ব পৰিহাৰ বোলা হয়। তেতিয়া কেৱল মনোময়, বিজ্ঞানময় আৰু আনন্দ-ময় কোষ লৈ জীৱ পিতৃলোকলৈ যায়। তাত জীৱই মনোময় কোষৰ স্থূলতৰ অংশ পৰিত্যাগ কৰি স্বৰ্লোকলৈ যায়। স্বৰ্লোকৰ উৰ্দ্ধত মহৰ্লোক আদি আছে। পুণ্যাত্মাসকল তালৈকো যায়। সাধাৰণতঃ জীৱবিলাকে সূৰ্যকিৰণক আশ্ৰয় কৰি চক্ৰাকাৰে ঘূৰি ঘূৰি ভূঃ, ভুবঃ, স্বঃ এই ত্ৰিলোকত উঠা নমা কৰি থাকে। সেই বাবে জীৱক ত্ৰিলোকী বোলা হয়। প্ৰত্যেক কল্পত এইদৰে জীৱই কতবাৰ যে জন্ম-মৃত্যু চক্ৰত ঘূৰি ঘূৰি উঠা-নমা কৰিব লাগে তাৰ সীমা সংখ্যা নাই। কল্পান্তত সকলো জীৱই নিজ নিজ কৰ্মফলৰ বীজ লৈ প্ৰকৃতিত লীন হৈ থাকে। কল্পান্তত আকৌ বিশ্ব প্ৰকট হোৱাৰ সময়ত সেই বিলাক বীজ নিজৰ নিজৰ কৰ্মফল মতে অৱস্থা লৈ আবিৰ্ভূত হয় আৰু পুনৰ অগণিত জন্ম-মৃত্যু অতিক্ৰম কৰি কল্পান্তলৈ প্ৰতীক্ষা কৰি থাকে। এই সম্বন্ধে গীতাৰ অষ্টম অধ্যায় ১৬।১৭।১৮।১৯ শ্লোক পঢ়ি চাব।

অসাধু মানুহে প্ৰেতাৱস্থাত বৰ কষ্ট পায়। তেতিয়া তাৰ পাৰ্থিব সুখভোগলৈ হেপাহ থাকে, অথচ ভোগ কৰিবৰ ক্ষমতা নেথাকে। প্ৰেতলোকত অল্পাধিক কাল কষ্ট ভোগ কৰাৰ পিছত তাৰ প্ৰাণ-ময় (বায়বীয়) কোষ নষ্ট হলে সি পিতৃলোকলৈ গতি কৰে, তাত মনোময় কোষৰ স্থূলাংশ নষ্ট হলে জীৱই বিশুদ্ধ মনোময় কোষৰ স্থূলাংশ নষ্ট হলে প্ৰৱেশ কৰে আৰু তাত তাৰ সঞ্চিত পুণ্যৰ ফল ভোগ কৰে। সেই ভোগ শেষ হলে তাৰ পুনৰ্জন্মৰ কাল উপস্থিত হয়। তেতিয়া মনোময় কোষ ধ্বংস হৈ থাকিলে বিজ্ঞানময় কোষযুক্ত জীৱই আকৌ নৰ-দেহ গঠন কৰাত ব্যাপৃত হয়। প্ৰথমে পুনৰ্জন্মৰ উপযোগী নতুন মনোময় কোষ উৎপন্ন হলে দেৱতা-সকলে পূৰ্বৰ কৰ্মানুৰূপ নতুন প্ৰাণময় আৰু নতুন অন্নময় কোষ তৈয়াৰ কৰি দিয়ে, তাকে আশ্ৰয় কৰি জীৱই পুনৰ ভূলোকত জন্ম লয়। জীৱৰ ভাগ্যত এইদৰে বাৰম্বাৰ গতায়াত হৈ থাকে। ইয়াকে "নল মৰি গজালি উঠা" বুলি ক'ব পাৰি। হিম-শিল বা বৰফ গলি পানী হয়, পানী ভাপ হৈ উৰি যায়, ভাপ আকৌ পানী হয়, পানী আকৌ হিম-শিল হয়। জীৱইও স্থূল, সূক্ষ্ম আৰু সূক্ষ্মতম দেহেৰে ত্ৰিলোকত ভ্ৰমি থাকে।

বিনা কাৰণত কোনো কাৰ্য নহয়। অকল তিৰোতাৰ ৰজঃ আৰু পুৰুষৰ শুক্ৰ ধাতু লগ লাগিলেই যদি জন্ম হয়, তেন্তে ঋতু-নিষ্ফলতা আৰু সন্তান নোহোৱা ঘটনা নোহোৱা উচিত। তত্ত্বজ্ঞানী পণ্ডিত-

সকলৰ মতে কেৱল শুক্ৰ শোণিতৰ সংযোগেই জন্মৰ কাৰণ নহয়, তাৰ লগত আৰু এটা বস্তু সংযুক্ত হ'ব লাগে। যি বস্তুটিৰ সংযোগত শুক্ৰ-শোণিত লগ লাগি গৰ্ভ সঞ্চাৰ কৰে, সেই বস্তুটিৰ নাম জীৱ। এই জীৱৰ সংযোগ থকা বাবেই মানুহে ইহলোকত থকা কালত ইহলোক আৰু মৃত্যুৰ পিছত পৰলোক বিশ্বাস কৰে। কিয়নো, জীৱাত্মা অজৰ, অমৰ, অবিনাশী, নিত্য।

"গৰুড় পুৰাণৰ" উত্তৰখণ্ড পঢ়ি জনা যায় যে, মানুহৰ শৰীৰত ৯ খন দুৱাৰ আছে, তদুপৰি মূৰৰ তালুত ব্ৰহ্মৰন্ধ্ৰ আছে, মৃত্যুত জীৱাত্মাই এইবিলাক দুৱাৰৰ যি কোনো দুৱাৰেদি বা লোমকূপৰ বিন্ধাইদি ওলাই যায়, পাপিষ্ঠ মানুহৰ জীৱ নাভিৰ তলৰ শৌচ বা প্ৰস্ৰাৱৰ দুৱাৰেদি অপান বায়ুৰ লগত ওলাই যায়, নাভিৰ ওপৰত মূৰলৈকে যি আঠোটা বিন্ধা আছে, সেই বিন্ধাইদি সাধু-সজ্জনসকলৰ জীৱ প্ৰাণ-বায়ুৰ লগত বাহিৰ হয়। ধোঁৱাৰে ঢাক খাই থকা জ্যোতিঃস্বৰূপ অঙ্গুষ্ঠপ্ৰমাণ জীৱাত্মা স্থূল দেহৰপৰা বায়ুৰূপে বাহিৰ হৈ বায়বীয় দেহ (প্ৰাণময় কোষ) গ্ৰহণ কৰে। জীৱই যে স্থূল দেহৰপৰা বায়বীয় দেহেৰে ওলাই যায়, অজ্ঞান মূৰ্খ মানুহবিলাকে সেইটো দেখিবলৈ নাপায়। কিন্তু যাৰ জ্ঞান-চকু আছে, তেওঁ তাক দেখা পায়। মৃত্যু হোৱা দিনৰপৰা বাৰ দিনলৈকে জীৱই বায়বীয় দেহেৰে প্ৰেতৰূপে নিজৰ বা আত্মীয়-স্বজনৰ বা কোনো মৰমৰ বন্ধুৰ ঘৰৰ ওচৰত ঘুৰি-পকি থাকে। "ত্ৰয়োদশাহে স প্ৰেতো-নীয়তে চ মহাপথে"—ত্ৰয়োদশাহত অৰ্থাৎ ১৩ দিনৰ দিনা সেই প্ৰেতক যমদূতে মহাপথেদি প্ৰেতলোকলৈ লৈ যায়। 'একাদশ দ্বাদশাহে প্ৰেতো ভুঙক্তে দিনদ্বয়ম্'—অৰ্থাৎ একাদশ আৰু দ্বাদশ এই দুদিনতেই প্ৰেতে পিণ্ড ভক্ষণ কৰে। কোনো কোনো সময়ত প্ৰেতে মায়াময় ৰূপ ধৰি পৃথিৱীত বিচৰণ কৰে। কেতিয়াবা কোনো দুষ্ট প্ৰেতাত্মা অন্য মানুহৰ গাত লম্ভেহি, যেতিয়ালৈকে সেই প্ৰেতাত্মাৰ আৱেশ থাকে, তেতিয়ালৈকে সেই মানুহজনৰ ধৰ্মলৈ মতি নহয়, ধৰ্মানুষ্ঠানলৈ ইচ্ছা নহয়, প্ৰেতাত্মাই চিত্ত ভ্ৰম ঘটাই কুকৰ্মৰ ফালে ধাউতি বঢ়ায়, সুকৰ্মত বিঘিনি জন্মায়। সাপে যেনেকৈ মোট সলায়, তেনেকৈ বায়ুভূত অঙ্গুষ্ঠ মাত্ৰ জীৱাত্মাই স্থূলদেহ ত্যাগ কৰি ভোকত অস্থিৰ হৈ পৰে। সেই বাবে মৰণৰ পিছত তাৰ ভোক গুচাবৰ কাৰণে হৰিনাম কীৰ্তন আৰু বিবিধ দান আদি কৰাৰ বিধি আছে। কুলধৰ্ম অনন্ত, নিতৌ মানুহৰ আয়ুস টুটিব লাগিছে, বিশেষতঃ শৰীৰৰ একো স্থিৰতা নাই, এইবিলাক বিবেচনা কৰি মৃত্যুৰ বাৰ দিনৰ দিনাই (দ্বাদশাহত) সপিণ্ডীকৰণৰ বিধি দিয়া হয়, নিৰগ্নিক কিংবা সাগ্নিক সকলোৱেই দ্বাদশাহত সপিণ্ডী কৰণ কৰিব। সপিণ্ডীকৰণ হ'লেই প্ৰেতে পৰম গতি লাভ কৰে। তিল, লো, সোণ, কপাহ, লোণ, সপ্তধান, ভূমি আৰু গো, এইবিলাকৰ ভিতৰৰ কোনো এটা বস্তু দান কৰিলেই প্ৰেত পবিত্ৰ হ'ব পাৰে। কেৱল মনুষ্য জন্মতহে পাপ ভোগ হয়, অন্য জন্মত নহয়। জন্মিলেই মৃত্যু নিশ্চিত। মৃত্যুত পঞ্চভৌতিক দেহৰ ক্ষিতি পৃথিৱীত, পনীয়া অংশ পানীত, তেজ অংশ তেজত, বায়বীয় অংশ বায়ুত আৰু ব্যোম্ আকাশত লীন হয়। শ্ৰাদ্ধৰ সকলো ক্ৰিয়াৰ ভিতৰত হোম, হৰিনাম কীৰ্তন, দীন-দুখীয়াক অন্নাদি দান আৰু গো জাতিৰ উন্নতিৰ কাৰণে ষাঁড় মেলা (বৃষোৎসৰ্গ) শ্ৰেষ্ঠ। পৰাপক্ষত একাদশাহতে বৃষোৎসৰ্গ কৰা ভাল। "বৃষোৎসৰ্গস্য পুণ্যেন পিতৃলোকং স গচ্ছতি"—অৰ্থাৎ বৃষোৎসৰ্গৰ পুণ্যৰ ফলত প্ৰেতাত্মা সোনকালে প্ৰেতলোকৰপৰা পিতৃলোকলৈ যায়।

মৰণৰ পিছত জীৱাত্মাৰ পুনৰ্জন্ম নোহোৱা পৰ্যন্ত মাজৰ অৱস্থাৰ নাম অন্তৰাল। কোনে কিমান দিন অন্তৰাল ভোগ কৰিব লাগে তাৰ নিশ্চয়তা নাই। অন্তৰাল অৱস্থাত থাকোঁতে জীৱক প্ৰেত বোলে। ঋষিসকলৰ মতে প্ৰেত অৱস্থাত থকা জীৱক আহ্বান বা আকৰ্ষণ কৰি ইহলোকলৈ অলপ সময়ৰ কাৰণে নমাই আনিব পৰা যায়। তেনেকুৱা জীৱই আন মানুহৰ শৰীৰত আবিষ্ট হৈ সেই মানুহৰ মুখেদি কথা ক'ব পাৰে বা তাৰ হাতেৰে লিখিব পাৰে।

জীৱই মৃত্যুৰ পিছত তাৰ কৰ্মফল ভোগ কৰিবৰ নিমিত্তে পৰলোকলৈ যায়। তাৰ কৃত-কৰ্মই তাক ভৱিষ্যতে যি যোনিলৈ লৈ যাব, সেই যোনিৰেই প্ৰতিৰূপ যোনি সি মৃত্যুৰ পিছত ভাৱনাৰ দ্বাৰাই গঠন কৰি লয়। ভাৱময় সূক্ষ্ম শৰীৰ পিছে যোনিত প্ৰবিষ্ট হৈ ভৌতিক স্থূল দেহত পৰিণত হয়। অন্তৰাল ভোগৰ পিছত জীৱৰ পুনৰ্জন্ম হয়। শৰীৰোৎপত্তিৰ বীজ কৰ্মাশয় অৰ্থাৎ অনুষ্ঠিত জ্ঞানৰ আৰু কৰ্মৰ পুঞ্জীভূত সংস্কাৰ। জীৱই যেতিয়া যি যোনিত জন্ম লয়, তেতিয়া সেই যোনিৰ অনুৰূপ আকৃতি আৰু স্বভাৱ পায়। দেহৰ উৎপত্তিস্থানক যোনি বোলে। কৰ্মই জীৱক যোনি-জন্ম ভোগ কৰায়। যাৰ যিৰূপ কৰ্ম, যিৰূপ ধৰ্ম, যিৰূপ জ্ঞান, সি সেই অনুৰূপ যোনিত গৈ জন্ম লয়। সংসাৰী মানুহৰ জীৱই নিজৰ উপাৰ্জিত জ্ঞান আৰু কৰ্মানুসাৰে কেতিয়াবা ভাল, কেতিয়াবা বেয়া জন্ম পায়, কেতিয়াবা উত্তম, কেতিয়াবা অধম দেহ পায়।

জীৱই মৰিবৰ সময়ত যিৰূপ জ্ঞান, বুদ্ধি, বিদ্যা, মনোভাৱ আদি লৈ প্ৰাণত্যাগ কৰে, মৃত্যুৰ পিছতো তাৰ সেই জ্ঞান, বুদ্ধি আদি আগৰ দৰেই থাকে। মৃত্যুৰ অলপ আগতে তাৰ পৰলোকত থকা মৰমৰ আত্মীয় স্বজন আহি তাৰ লগ ধৰে। মৃত্যুৰ পিছত সি ইহলোকৰ সকলো বস্তু বা প্ৰাণীৰ সূক্ষ্ম দেহ দেখিবলৈ পায় আৰু পৰলোকৰ সূক্ষ্মদেহধাৰী প্ৰাণী আৰু বস্তুও দেখিবলৈ পায়। নিজে সূক্ষ্মদেহী হোৱা বাবে ইহলোকৰ কোনো বস্তু স্বাভাৱিকভাৱে ধৰিব বা বহন কৰিব নোৱাৰে। কিন্তু সাময়িক ভাৱে স্থূল দেহ ধাৰণ কৰিবৰ ক্ষমতা যি আৰ্জি ল'ব পাৰে তেওঁ স্থূল দেহ ধাৰণ বা বহন কৰিব পাৰে। মানুহৰ মনৰ ভাৱবিলাক অতি সূক্ষ্ম। সূক্ষ্মদেহী পৰলোকত থকা জীৱই সেই ভাৱবিলাক গ্ৰহণ কৰিব পাৰে। দয়া, স্নেহ, প্ৰেম, প্ৰীতি, শ্ৰদ্ধা, আদিৰ ফলবিলাক পৰলোকত থকা জীৱই পাই তৃপ্তি লাভ কৰে। সেই বাবেই শ্ৰাদ্ধ-তৰ্পণৰ ব্যৱস্থা। সূক্ষ্মদেহী জীৱই পাৰ্থিব কোনো খাদ্য খাব নোৱাৰে। সূক্ষ্মদেহীৰ খাদ্যও সূক্ষ্ম। সেই খাদ্য ইচ্ছা-শক্তিৰ দ্বাৰাই পোৱা যায়। আমাৰ অন্তৰৰ সুভাৱ বা কুভাৱ সূক্ষ্ম দেহী জীৱই অনুভৱ কৰে। পঞ্চ জ্ঞানেন্দ্ৰিয় ও পঞ্চ কৰ্মেন্দ্ৰিয় ( ইন্দ্ৰিয়-যন্ত্ৰবিলাক নহয় ) তন্মাত্ৰ, মন, বুদ্ধি, অহঙ্কাৰ এইবিলাকৰ সমষ্টিয়েই সূক্ষ্মদেহ। স্থূল শৰীৰত যেতিয়া এইবিলাক আটক থাকে, তেতিয়া ইচ্ছামতে সকলো কৰিব নোৱাৰে। কোনো ঠাইলৈ যাব খুজিলে স্থূল দেহটোকো লৈ যাব লাগে। কাজে-কাজেই সি বন্দী অৱস্থাত থাকে। টোপনিত সি স্থূল দেহৰপৰা ওলাই যায়। কিন্তু তাতো তাৰ স্বাধীনতা নাই—যেন এডাল জৰীৰে স্থূল দেহৰ লগত বন্ধা যেনিবা ল'ৰা-ছোৱালীয়ে ঢুলা-পাতৰ চিলা উৰাওঁতে ধৰি থকা চিলাৰ জৰী টান মাৰিলেই নামি আহিব লাগে, টোপনিৰ পৰা সাৰ পোৱা মাত্ৰেই ততালিকে জীৱটো দেহলৈ ঘূৰি আহিব লাগে।

মোৰ এজনী বিধৱা ভনীয়ে মৃত্যুৰ আগ মুহূৰ্ততে কৈছিল, "সৌৱা মোৰ স্বামী আহিছে, মোক নিবলৈ আহিছে, মোক নিবলৈ আহিছে, মোক মাতিছে, মই যাওঁ," এই বুলি কৈয়েই ওচৰৰ সকলোকে নমস্কাৰ কৰি প্ৰাণত্যাগ কৰিলে। ওচৰৰ মানুহে কিন্তু তেওঁৰ স্বামীক নেদেখিলে। তেওঁৰ মৃত্যুৰ এবছৰৰ আগেয়ে তেওঁৰ স্বামী ঢুকাইছিল।

মোৰ এগৰাকী মাহী আছিল। মাহীৰ মৃত্যুৰ অলপ দিনৰ পিছতে তেওঁৰ মাকৰ জ্বৰ হয়, মাক বুঢ়ী মানুহ, কেইদিন মানৰ জ্বৰতে লালকাল হৈ পৰে, মুখৰ মাত নাইকিয়া হয়, মৰিবৰ আগতে তেওঁ চকু মেলি চাই কৈছিল, মোৰ আই শৰনী আহিছে, মোক নিবলৈ আহিছে, মোক মাতিছে। এই কথা কৈ তেওঁ প্ৰাণ এৰিলে। মাহীৰ নাম শৰনী আছিল। মাহী তেওঁৰ বৰ মৰমৰ জীয়েক আছিল।

এই দুটা ঘটনাৰপৰা জনা যায় যে, পৰলোকত থকা আত্মীয়-স্বজনে অন্তৰাল অৱস্থাত থাকিলেও তেওঁলোকৰ মৰমৰ মানুহক মৃত্যুৰ সময়ত দেখা দি মৃত্যুৰ পিছতে সেই মানুহৰ জীৱটোক আগবঢাই নিয়েহি। আত্মীয়-স্বজনৰ বাহিৰেও পৰলোকৰপৰা দূত আহি মৰা মানুহৰ জীৱক পৰলোকলৈ নিয়াৰ কথা আমাৰ শাস্ত্ৰত পোৱা যায়।

আমাৰ কৰ্মসংস্কাৰ আমাৰ স্থূল শৰীৰত উৎপন্ন নহয় আৰু স্থিতিও নলয়, সূক্ষ্মতম শৰীৰত যি কৰ্মাশয় আছে, তাতে সংস্কাৰ উৎপন্ন হৈ তাতে স্থিতি লয়, তেজ-মঙহৰ স্থূল শৰীৰ কৰ্মসংস্কাৰৰ আশ্ৰয় বা আধাৰ নহয়। কাম, ক্ৰোধ, লোভ, মোহ আদি ৰিপুবিলাক আমাৰ স্থূল শৰীৰৰ অংশ নহয়, কিন্তু সূক্ষ্ম শৰীৰৰ অংশ।

গছত গুটি লাগে, গুটিৰ ভিতৰত গছৰ বীজ থাকে, আমৰ গুটিৰপৰা যেতিয়া বীজৰ গজালি ওলাই দুই-চাৰিপতীয়া হয়, তেতিয়া গুটিৰ ওপৰৰ ঢাকনী এৰাই পৰে আৰু লাহে লাহে পচি যায়। স্থূল শৰীৰৰপৰা মৰণত জীৱ ওলাই গলে সেই শৰীৰো পচি যায়।

স্থূল জগতৰ স্থূল পদাৰ্থৰ স্পন্দনে আমাৰ স্থূল শৰীৰৰ স্থূল ইন্দ্ৰিয়বিলাকক স্পন্দিত কৰে। সূক্ষ্ম পৰলোকৰ সূক্ষ্ম পদাৰ্থৰ স্পন্দনে আমাৰ সূক্ষ্ম শৰীৰৰ পৰমাণুবিলাকক স্পন্দিত কৰে। স্থূল শৰীৰৰ দ্বাৰা স্থূল জগতৰ অনুভূতি আছে আৰু সূক্ষ্ম শৰীৰৰ দ্বাৰা সূক্ষ্ম জগতৰ অৰ্থাৎ অদৃশ্য পৰলোকৰ অনুভূতি আছে। আমি যাক বিবেক বা অন্তৰাত্মাৰ বাণী বোলো, সেইটো এই স্থূল জগতৰ বস্তু নহয়, স্থূল জগতৰ বস্তু হোৱা হলে আমি স্থূল দেহৰ কাণেদি সেই বাণী শুনিলোহেঁতেন। কাৰণ দেহ আৰু লিঙ্গ-দেহ স্থূল শৰীৰধাৰী সাধাৰণ মানুহৰ অদৃশ্য।

এজন মানুহৰ জড় দেহক ধৰিবলৈ বা দাঙি নিবলৈ হলে আন জড় দেহৰ সাহায্য লাগে। কিন্তু তাক ভাল পাবলৈ বা বেয়া পাবলৈ হলে জড় দেহৰ দ্বাৰা নোৱাৰি। প্ৰেম, দয়া, হিংসা, দ্বেষ, আদি ভাব পদাৰ্থ সূক্ষ্ম-জগতৰ (এষ্ট্ৰেল প্লেন) পৰমাণুৰ দ্বাৰা নিৰ্মিত। নিজৰ সূক্ষ্ম শৰীৰৰদ্বাৰা সেই-বিলাক ভাব অপৰৰ সূক্ষ্ম শৰীৰত প্ৰয়োগ কৰিব পাৰি। সেই প্ৰয়োগৰ নিমিত্তে ওচৰলৈ নগলেও হ'ব। এই তেজপুৰৰ পৰাই কাশী বা প্ৰয়াগৰ বা লণ্ডনৰ মানুহক ভাল পাব বা হিংসা কৰিব পৰা যায়।

আধুনিক প্ৰেত-তত্ত্ববিদ পণ্ডিতসকলৰ মতে জড়-দেহ বিছনাত থৈ এষ্ট্ৰেল বডিৰে চকুৰ নিমিষতে যলৈকে তলৈকে যাব পাৰি। এষ্ট্ৰেল প্লেনত জড়-বস্তু নাই। সেইবাবে তাত জড দেহৰ প্ৰয়োজনো নাই, জড়দেহেৰে তালৈ যাবও নোৱাৰি। আকৌ মেণ্টেল প্লেনত এষ্ট্ৰেল পদাৰ্থ নাই। তালৈ এষ্ট্ৰেল বডিৰে যাব নোৱাৰি। "মহাভাৰতৰ" শান্তিপৰ্বত ভদ্ৰশীল ব্ৰাহ্মণৰ উপাখ্যানত আছে যে, সেই ব্ৰাহ্মণে নিজৰ শোৱনি-ঘৰৰ দুৱাৰ ভিতৰৰপৰা বন্ধ কৰি খাটত শুই থাকি তাতে জড় দেহটো থৈ সূক্ষ্ম শৰীৰেৰে প্ৰেতলোক বা যমপুৰীলৈ গৈছিল।

টোপনিত আমাৰ সূক্ষ্মদেহে স্থূল দেহৰপৰা ওলাই পৰলোকত বিচৰণ কৰে। তেতিয়া চিৎছায়া নামে চেতনাৰ এটা ছায়া মাথোন স্থূল দেহত থাকে, তাৰ বলতে শ্বাস-প্ৰশ্বাস, ৰক্ত-সঞ্চালন আদি ক্ৰিয়া হৈ থাকে। ইয়াৰ বাহিৰেও আৰু এটি অতি সূক্ষ্ম পদাৰ্থৰ দ্বাৰাই নিৰ্মিত অতিবাহিক দেহ আছে। দেহে টোপনিত স্থূল দেহৰ লগত ওলাই যোৱা সূক্ষ্ম দেহৰ সংযোগ ৰক্ষা কৰে। ইয়াৰ এনে অসাধাৰণ ক্ষমতা যে আৱশ্যক হলেই নিমিষৰ ভিতৰতে হেজাৰ হেজাৰ মাইল আঁতৰলৈ যোৱা সূক্ষ্ম দেহটোক তৎক্ষণিকে আকৌ স্থূল দেহৰ ভিতৰলৈ আনিব পাৰে। মৃত্যুত চিৎছায়া সূক্ষ্ম দেহৰ লগত গুচি যায়। সেইবাবে জড় দেহটো পচি নষ্ট হৈ যায়।

এই জগতত অচেতন বুলি কোনো পদাৰ্থ নাই। চিৎ আৰু জড়ৰ পৰমাণু সদায় লগ লাগি থাকে।

কিন্তু চেতনা আৰু অনুভূতিৰ বিকাশ সকলো পদাৰ্থতে সমানে নেথাকে। এটি ধূলিকণাৰ চেতনা আৰু এজোপা গছৰ চেতনা সমান নহয়। আকৌ এজোপা গছৰ এটা চৰাইৰ তুলনা নহয়। মানুহৰ ভিতৰতে পৰস্পৰ চেতনা আৰু অনুভূতিৰ ভিতৰত পাৰ্থক্য আছে। পূৰ্বজন্মৰ কৰ্মসংস্কাৰ বা উপাৰ্জিত জ্ঞানেই পাৰ্থক্যৰ হেতু। আমি যে কোনো কোনো মানুহক ইহজন্মৰ উপযুক্ত শিক্ষা বা অভ্যাস নোহোৱাকৈ নিপুণ শিল্পী, স্বভাৱ কবি বা গণিত আদি শাস্ত্ৰত খুব পাৰ্গত দেখা পাওঁ, আকৌ কোনো কোনো লোকক উপযুক্ত শিক্ষা বা অভ্যাসৰ দ্বাৰাইও কোনো কামত অক্ষম দেখা পাওঁ, তাৰ কাৰণ পূৰ্বৰ কৰ্ম সংস্কাৰ, প্ৰতিভা, পূৰ্বজন্মাৰ্জিত কৰ্ম সংস্কাৰৰ ফল। সেইবাবে ইংৰাজীত এটা কথা আছে যে, "A poet is born and not made."

মহৰ্ষি বশিষ্ঠদেৱে কৈ গৈছে যে, ইহজন্মৰ সৎ-কৰ্ম বলৱন্ত হলে তাৰ ফলত পূৰ্ব জন্মৰ জঘন্য কুকৰ্মৰ ফলো সম্পূৰ্ণৰূপে ধ্বংস হৈ যায়।

আমাৰ সুখ-দুখ আমাৰ নিজৰ কৰ্মফলৰ ওপৰত নিৰ্ভৰ কৰিছে। জগতৰ হিতসাধনেই একমাত্ৰ কৰ্তব্য। সৰ্বত্ৰ সমদৰ্শন আৰু নিঃস্বাৰ্থভাৱে সৰ্বভূতৰ হিত-সাধনেই শ্ৰেষ্ঠ ধৰ্ম। পৰৰ অহিত চিন্তা পৰ্যন্ত মনত ঠাই দিব নেলাগে। তেতিয়া অহিংসা, সত্য, প্ৰেম, দয়া, সৰলতা আদি সদ্ গুণবিলাক আপোনা-আপুনি অন্তৰত বিকশিত হ'ব। জগতৰ হিতসাধনেই যাৰ জীৱনৰ ব্ৰত, তেওঁৰ পক্ষে জপ, তপ, পূজাৰ্চনা আদিৰ প্ৰয়োজন নহয়। নিজক জগতৰ হিতৰ নিমিত্তে বিলাই দিয়াৰ নামেই মুক্তি।

আমাৰ কোনো কোনো পুৰাণত আছে যে, গৰ্ভত থাকোতে প্ৰত্যেক শিশুৰ পূৰ্ব জন্মৰ সংস্কাৰৰ জ্ঞান থাকে। সন্তান ভূমিষ্ঠ হলে বাহিৰৰ বতাহ তাৰ গাত লাগে, সেই বতাহ লগাত তাৰ গৰ্ভ-বাসত থকা কালৰ সকলো জ্ঞান লুপ্ত হৈ যায়। কিন্তু কোনো কোনো শিশুৰ সেই জ্ঞান লুপ্ত নহয়। বামদেৱ ঋষিৰ সেই জ্ঞান লুপ্ত হোৱা নাছিল। প্ৰহ্লাদে মাকৰ গৰ্ভত থাকোঁতেই নাৰদৰ মুখে যি ভক্তি কথা শুনিছিল, উপজি সেই কথা পাহৰা নাছিল। অভিমন্যুৱেও মাকৰ গৰ্ভত থাকোতে বেহুত প্ৰবেশ কৰাৰ কৌশল শুনি পিছত ডাঙৰ হৈ সেইমতে দ্ৰোণাচাৰ্যৰ বেহুত প্ৰবেশ কৰিব পাৰিছিল।

কোনো কোনো সিদ্ধ যোগী পুৰুষে দিব্য জ্ঞানৰ বলত ইহলোকত থাকিয়েই পৰলোক দেখা পাইছিল। কেতিয়াবা সপোনতো পৰলোকত থকা প্ৰেতাত্মাৰ-পৰা আদেশ আৰু প্ৰত্যাদেশ পোৱা যায়। কোনো কোনো তীক্ষ্ণ প্ৰতিভাশালী লোকে পূৰ্বজন্মৰ কথা কব পাৰে। তেনে লোকক জাতিস্মৰ বোলে। দৈৱবাণী প্ৰতিভাৰে প্ৰকাৰ ভেদ। স্বপ্নাৱস্থাৰ প্ৰতিভাক স্বপ্নাদেশ আৰু জাগ্ৰত অৱস্থাৰ প্ৰতিভাক প্ৰত্যাদেশ বোলে।

এইখিনিতে এটা ঘটনাৰ কথা কওঁ। মোৰ খুলশালি মধুৰাম বৰাৰ ঘৰ গমিৰিত,— তেজপুৰৰ-পৰা প্ৰায় ৫০ মাইল দূৰত। তেওঁ অসুস্থ হৈ চিকিৎসাৰ নিমিত্তে মোৰ তেজপুৰৰ ঘৰত আছিলহি। যথেষ্ট চিকিৎসা আৰু সেৱা-শুশ্ৰূষা কৰাতো তেওঁ আৰোগ্য লাভ নকৰিলে। যোৱা ৩০ ভাদত তেওঁ মোৰ তেজপুৰৰ ঘৰতে প্ৰাণত্যাগ কৰিলে। সেই-দিনাই ৰাতি গমিৰিত থকা তেওঁৰ ঘৈণীয়েকে সপোন দেখিলে। তেওঁ সপোনত কৈছিল, "মই ওলালো, মোৰ মৰমৰ দীঘল দাখন লওৱা ল'ৰাটোৱে তামোলনি বাৰীত কাম কৰি পাহৰি নাদৰ ওচৰত বেঙেনা জোপাৰ তলতে এৰি আহিবৰ কে'বাদিনো হ'ল, দাখনত মামৰে ধৰিছে, তহঁতে বিচাৰি আনি ঘৰত থবি।" ইত্যাদি। ঘৈণীয়েকে তেতিয়ালৈকে তেওঁৰ মৃত্যুৰ সংবাদ পোৱা নাছিল। পিছদিনা ৰাতিপুৱা তেওঁ তেওঁৰ ডাঙৰটো ল'ৰাক এই সপোনৰ কথা কলত ল'ৰাটোৱে কলে, দাখন হেৰাবৰ কেইদিনো হ'ল। পিছে সপোনৰ আদেশমতে ল'ৰাটোৱে

বিচাৰি গৈ ঠিক তাৰ ছুমোলনি বাবাৰ নাদৰ ওচৰত বেঙেনা এজোপাৰ তলতে সেই হেৰোৱা দাখন পালে। দাখনত মামৰে ধৰিছিল।

অন্য এটা ঘটনাৰ কথা কওঁ। ছাবিশ বছৰৰ আগৰ কথা। তেতিয়া মই ডিব্ৰুগড়ত ডিবৰু নৈৰ পাৰত বাস কৰিছিলোঁ। নাৰায়ণদাস বাবা নামেৰে এজন সাধু পুৰুষৰ লগত মোৰ দেখা হয়। তেওঁ এমাহমান মোৰ চ'ৰাঘৰত থাকি মোক স্বৰোদয় আদি যোগবিদ্যা শিকাইছিল। এদিন ৰাতি মাজ-নিশা মই টোপনিৰপৰা সাৰপাই তেওঁক মোৰ শিতানত দেখা পাই সুধিলোঁ, আপুনি এই মাজনিশা ইয়ালৈ কিয় আহিছে ? এই কথা সোধা মাত্ৰেই তেওঁ হঠাতে নাইকিয়া হ'ল। মই আচৰিত হৈ মোৰ শোৱনি ঘৰৰ দুৱাৰ-খিড়িকীবিলাক চাই দেখিলো, সেইবোৰত ঠিকমতে ভিতৰৰ ফালৰপৰা দাং দিয়া আছে। মই দুৱাৰ মেলি ওলাই গৈ তেওঁক চ'ৰাঘৰত শুই থকা দেখিলোঁ। তেওঁক জগাই এই ঘটনাৰ কথা কোৱাত তেওঁ ক'লে যে, তেওঁৰ স্থূল শৰীৰ সেই চ'ৰাঘৰতে আছে, তেওঁ স্থূল শৰীৰ বিছনাত থৈ সূক্ষ্ম শৰীৰেৰে ওলাই গৈছিল।

এখন কিতাপত পঢ়িছিলোঁ যে, সাধুৰাম দাস কাঠিয়া বাবাই তনুত্যাগ কৰাৰ পিছতো তেওঁৰ প্ৰিয় শিষ্য সন্তদাস কাঠিয়া বাবাক স-শৰীৰে দেখা দি কিছুমান উপদেশ দিছিল। সন্ন্যাস গ্ৰহণৰ পূৰ্বে সন্তদাস বাবাৰ নাম আছিল তাৰাকিশোৰ চৌধুৰী এম, এ, বি, এল। তেওঁ কলিকতা হাইক'ৰ্টৰ এজন প্ৰসিদ্ধ উকীল আছিল।

ইন্দ্ৰিয়বিলাকৰ দ্বাৰাই আমি বিষয় উপলব্ধি কৰোঁ। এই ইন্দ্ৰিয়বিলাক সকলো মানুহৰ একে সমান শক্তি-শালী নহয়। প্ৰত্যেক মানুহৰ অন্তৰেন্দ্ৰিয় আৰু বহিৰিন্দ্ৰিয় কম-বেছি শক্তি-বিশিষ্ট। সেই নিমিত্তে সকলোৱে সকলো বিষয় সমানে বা একৰকমে বুজিব নোৱাৰে, একেৰকমে দেখিব বা শুনিব নোৱাৰে। মানস-চকুৰে চাব পাৰিলে পৰলোকৰ প্ৰত্যক্ষ প্ৰমাণ পাব পাৰি। যেনেকৈ এজনৰ সপোন আনে দেখা নাপায়, তেনেকৈ এজনৰ পৰলোক আন এজনে দেখিব নোৱাৰে। যেনেকৈ এজনৰ অন্তৰৰ সুখ দুখ, বেদনা আদি আনে দেখা নাপালেও সেই সময়ত তেওঁৰ চকু-মুখলৈ চাই তেওঁৰ অন্তৰৰ অৱস্থা কিছু পৰিমাণে অনুমান কৰিব পাৰি, তেনেকৈ এজনৰ পৰলোক আনে নেদেখিলেও পৰলোক যাত্ৰীৰ অন্তিম সময়ৰ ভাব, ভঙ্গী আদি দেখি অনুমান কৰিব পাৰি যে, তেওঁ তেওঁৰ নিজৰ পৰলোক দেখা পাইছে।

টোপনি আহিলে মানুহে সপোন দেখে, সাৰ পাই উঠি সপোনৰ কথা প্ৰকাশ কৰে। যাৰ মৃত্যু-কাল উপস্থিত হয়, তেৰোঁ তেওঁৰ পৰলোক দেখে। দৈবাৎ যদি কোনেবাকৈ কোনো মৰা মানুহ বাচি উঠে, তেৰোঁ পৰলোকৰ কিছু কথা ক'ব পাৰিব। মৃত্যুৰ সময়ত কোনো কোনো ৰোগীয়ে যেতিয়া প্ৰলাপ বকে, তেতিয়া প্ৰলাপৰ ভিতৰতো কেতিয়াবা পৰলোকৰ কথা কোৱা শুনা যায়। জীৱন-মৰণৰ সন্ধিস্থলত উপস্থিত হলে মুমূৰ্ষু ৰোগীয়ে ইহলোকৰ কিছু আৰু পৰলোকৰো কিছু দেখা পায়।

জীৱৰ স্বভাৱতে যে মৰিবলৈ ভয়, ইয়াৰ পৰাও পূৰ্বজন্ম থকাৰ আভাস পোৱা যায়। কোনো কোনো বিষয়ত কোনো কোনো মানুহৰ যে প্ৰবল আগ্ৰহ বা ধাউতি দেখা যায়, সিও পূৰ্ব জন্মৰ সংস্কাৰ বা অভ্যাসৰ বাহিৰে আন একো নহয়।

ঈশ্বৰে মানুহক ইচ্ছা শক্তি দি স্বাধীন কৰি পৃথিৱীলৈ পঠাইছে। ইচ্ছাৰ জনক সৌন্দৰ্যজ্ঞান। ইচ্ছাৰ দ্বাৰাই জ্ঞান আৰু ধৰ্মৰ উন্নতি কৰিব পাৰি। ইচ্ছাৰ দৰে ৰাগ, দ্বেষ, ভয়, প্ৰবৃত্তি আদি মনো-বৃত্তিৰ পৰাও জন্মান্তৰ অনুমান কৰিব পাৰি।

আৰ্য ঋষিসকলৰ মতে একেবাৰে নতুন জীৱ নজন্মে। পুৰণি জীৱই নতুনকৈ দেহ ধাৰণ কৰি ইহলোকত জন্ম লয়হি ; আকৌ ইহলোক পৰিত্যাগ কৰি লোকান্তৰলৈ গুচি যায়। সেই লোকান্তৰেই

পৰলোক। অতিশয় সূক্ষ্ম দেহধাৰী জীৱই আহাৰ-পানী যতাহৰ লগত মানুহৰ দেহত সোমায়। অন্ত-কাল ভোগ শেষ হ'লে জীৱই সূক্ষ্ম দেহেৰে নিয়ৰ, বৰষুণৰ পানী আৰু বায়ু আদিত ভ্ৰমণ কৰি সেইবিলাকৰ দ্বাৰাই শস্যগামী হয়, পিছত সেই শস্য আহাৰ কৰাত আহাৰৰ লগত মানুহৰ দেহত সোমাই জন্ম লয়।

কোনো পুৰাণত নৰকৰ যি ভয়ঙ্কৰ বৰ্ণনা আছে, সি কেৱল অজলা মূৰ্খ মানুহক সজ বাটেদি চলিবৰ কাৰণে লিখা বুলি বোধ হয়। ৰৌৰব, মহাৰৌৰৱ, -আসিপত্ৰবন, তপ্তকুম্ভ আদি ভয়ানক যন্ত্ৰণাদায়ক নৰক নামে ঠাই থকাটো বিশ্বাস নহয়।

"ব্ৰহ্মপুৰাণত" আছে (দ্বাবিংশ অধ্যায় ৪৪ শ্লোক) "যি কৰ্ম মন-প্ৰীতিকৰ অৰ্থাৎ যি কৰ্ম কৰিলে আত্মপ্ৰসাদ লাভ হয়, সেয়ে স্বৰ্গ, তাৰ বিপৰীত নৰক, পাপ আৰু পুণ্য এই দুটাকেই নৰক আৰু স্বৰ্গ নামে অভিহিত কৰা হয়।" অন্তৰাত্মাৰ পৰিতোষেই প্ৰকৃত আনন্দ, সেয়ে স্বৰ্গ সুখ।

দুই প্ৰকাৰৰ শক্তিৰ দ্বাৰাই জীৱ উত্তেজিত হয়— বাহিৰৰ শক্তি আৰু ভিতৰৰ শক্তি। ভিতৰৰ শক্তিক মানসিক শক্তি বোলে। মানসিক শক্তিয়ে বাহ্যিক শক্তিক প্ৰতিৰোধ কৰিব পাৰে। এই দুই শক্তিৰ সংগ্ৰামেই জীৱনক নানা ৰূপে বিকসিত কৰে। মনত ইন্দ্ৰিয়বিলাকৰ অভিনিৱেশ কৰি মনক অহঙ্কাৰত স্থাপিত কৰিব, অহঙ্কাৰক বুদ্ধিত, বুদ্ধিক প্ৰকৃতিত, প্ৰকৃতিক পুৰুষত আৰু পুৰুষক পৰব্ৰহ্মত বিলীন কৰিব। ইয়াকে কৰিব পাৰিলে "অহংব্ৰহ্ম" এইৰূপ জ্ঞান-জ্যোতি প্ৰকাশ পাব। মুঠতে ইন্দ্ৰিয়বিলাকক অন্তৰ্মুখী কৰি আত্মসংযম কৰিব পাৰিলে মানসিক শক্তিৰ চৰম বিকাশ হ'ব। সেয়ে হলে আধ্যাত্মিক জ্ঞান আৰ্জিব পাৰিব। বাহ্যিক আৰু মানসিক এই উভয় শক্তিৰ মূলত ব্ৰহ্মশক্তি। সেই শক্তিৰ উচ্ছ্বাসিত জীৱনৰ অভিব্যক্তি। সেবাৰ দ্বাৰা, ভক্তিৰ দ্বাৰা, জ্ঞানৰ দ্বাৰা একে অমৃত ধামত গৈ উপস্থিত হ'ব পাৰি। *

* আৱাহন, ফাগুন ১৮৫১ শক ১ম বছৰ ৩য় সংখ্যা

(৩)

"মৰিবৰ সময়ত আমাৰ কেনে লাগে"—এই শিৰোনামাৰ এটা প্ৰবন্ধ ১৮১৩-১৪ শকাব্দৰ চতুৰ্থ ভাগ "জোনাকী" কাকতত ছপা হৈছিল। সাহিত্য-ৰথী বেজবৰুৱা ডাঙৰীয়াৰ কাপৰপৰা সেই প্ৰবন্ধটো ওলাইছিল। তাত তেখেতে লিখিছিল—

"পৃথিৱীৰ ভিতৰত যদি কিবা বৰকৈ ভয় লগা বস্তু আছে, সি মৰণ। কি ল'ৰা, কি ডেকা, কি বুঢ়া সকলোৱে মৰাৰ কথা শুনিলে মুখ শুকাই যায়। সৌটি বহি আছে লাপুং বুঢ়া, চোৱা, গলধনৰ ওচৰৰ চাৰিডাললমান পকা চুলিৰে টপা মুৰ দোঁ খাই দুই আঠুৰ ভিতৰ সোমাই কতবাৰ মাজৰ ধান-বনা ঢেঁকীটি যেন হৈ কলমটিয়াই জপিয়াই আছে, আহাঁচোন ত'ক এই বুলি কোৱা, 'হেৰ বুঢ়া, তোৰ মৰিবৰ কাল পাইছেহি।' দেখিবা, ভয়ত বুঢ়াই থৰমুণ্ডতি এৰিছে, আকৌ তোমাক সোলা মুখৰ ক্ষীণ মাতেৰে তেনে কথা কোৱা বাবে লপ্ লপ্ কৈ গালি-শপনিহে পাৰিছে। সৌটি ডেকা গোৱা, সংসাৰ চক্ৰৰ নিকাৰ' ভুক্তি পশুতকৈও অধম জীৱন যাপন কৰিছে, মনত সুখ নাই, শান্তি নাই, কেৱল দুখ কেৱল কষ্ট: কিন্তু তথাপি মৰাৰ কথা শুনি কেনেকৈ সি গা জিকাৰি উঠিছে। লৰা'টিলৈ চোৱা, কোনো চিন্তা নাই, ভাবনা নাই, কিন্তু ধৰি আনি মৰা মানুহৰ কথা তাৰ আগত কোৱাচোন, কেনেকৈ সি 'খাইও' বুলি চিঞৰ লগাই দিব। যতবিলাক ভয়ঙ্কৰ বস্তু আছে, মৃত্যু সকলোতকৈ সকলোৰে মনত বেছি ভয়ঙ্কৰ। 'মৰিলে কলৈ যাম? কি কৰিম? কি হ'ম? এতিয়া যাক ভাল পাইছো। সেইবিলাকক এৰি গৈ আকৌ মৰাৰ পিছত পাম নে নাপাম?' এইবিলাক ভাবি-চিন্তি ঠিক কৰিব নোৱাৰি, ভয়ত আমি বিয়াকুল হওঁ। মৰাৰ পিছত কোন কলীয়া পানীত আমাক কোনে মেলে, এই কথা ভাবি আমাৰ পেটৰ ভাত পেটতে আধা-জুটা হৈ বয়। "The dread of something after death, the

undiscover'd country from whose bourn no traveller returns'—মহাকবি শ্বেক্সপীয়েৰৰ মহাকাব্য। সকলোবিলাক গৈছেহে, কিন্তু সি কেনে দেশ কেনে কথা, সুখেই নে তাত দুখেই, এইবোৰ কথা কোনেও উভতি আহি আমাক নকয়। যিমানে এনেবিলাক প্ৰশ্ন মনত উদয় হয়, সিমানে আমাৰ মন আগ-গুৰি একোৰে মোৰ ধৰিব নোৱাৰি অস্থিৰ হৈ পৰি, ভৱ-সমুদ্ৰত কক্‌বকাবলৈ ধৰে। নজনাক জানি ভয় নিবাৰণৰ চেষ্টাই সকলো ধৰ্ম আৰু ঈশ্বৰ বিশ্বাসৰ মূল বুলি ধৰিব পাৰি। দৰ্শন-শাস্ত্ৰৰ গুৰ বিচাৰি খোজ ললেও ইয়াতে ওলোৱা যায়। মৰাৰ সময়ত যে মানুহে বৰ যন্ত্ৰণা পায়, এইটো সকলোৰে বিশ্বাস, আৰু বাস্তৱিক এই বিশ্বাসৰ বহুত ভাগ সঁচাও। অঙ্গি-ভঙ্গি, ছাটি-ফুটি, ধৰ্‌ ফৰ-ধাৰ ফাৰ ইত্যাদিয়েই ইয়াৰ যথেষ্ট প্ৰমাণ। শ্ৰীশঙ্কৰদেৱে "কীৰ্তনত" লিখি থৈ গৈছে, 'ভয়হাৰী হৰি তাৰহু মুকুন্দ মুৰাৰি, জনম মৰণ ক্লেশ সহিতে নপাৰি।"

বিলাতত কিছুমান দাৰ্শনিক পণ্ডিতৰ এখন সভা আছে। তাৰ নাম Society for Psychical Research' অৰ্থাৎ পাৰলৌকিক আত্মা সম্বন্ধে তত্বানুসন্ধান সমিতি। সেই সভাৰ উদ্দেশ্য হৈছে মানুহৰ আত্মাৰ বিষয়ে কি কি জানিব পাৰি তাৰ অনুসন্ধান কৰা। এই সভা স্থাপন হ'বৰ পৰা আজিলৈকে মনুষ্যাত্মাৰ সম্পৰ্কে ভালেমান আশ্চৰ্য কথাৰ সত্য উদ্ঘাটিত হৈছে। কালক্ৰমত যে আৰু এতিয়া নজনা কথা জানিব পৰা যাব, তাৰ কি সন্দেহ আছে গত জুলাই মাহৰ এই সভাৰ কাৰ্য-বিৱৰণী দুটাত অতি আশ্চৰ্য ঘটনাৰ কথা অধ্যাপক মায়াৰ্ছ ছাহাবে ( F. W. H. Myers ) লিখিছে। আমি মৰিবৰ সময়ত নিজৰ মনত কেনে লাগে, এই ঘটনা দুটাৰপৰা তাৰ কিছু আভাস পোৱা যায়। প্ৰথম ঘটনাটো 'St. Louis Medical and Surgical Journal' নামে ডাক্তৰী কাকত এখনৰ সম্পাদক ডাক্তৰ উইল্‌ট্‌জ ( Dr. Wiltse ) নামে তাঙৰ ডাক্তৰ এজনে নিজৰ বিষয়ে লিখা। তেওঁ যেতিয়া সন্নিপাত জ্বৰত ( Typhus fever ) পৰি মৃত্যুৰ আসন্নকাল পাইছিল, তেতিয়া তেওঁ কি দেখিছিল, কেনে অনুভৱ কৰিছিল, সেইবিলাক কথা পৰিষ্কাৰৰূপে বৰ্ণনা কৰিছে। সন্নিপাত জ্বৰৰ শেষ অৱস্থাত তেওঁৰ আসন্নকাল উপস্থিত হ'ল যেন তেওঁ জানিলে, সেহাই সেহাই মাত মাতিবলৈ ধৰিলে, শৰীৰ একেবাৰেই দুৰ্বল হ'ল, হাত-ভৰি চেঁচা পৰিল, উশাহ নাইকিয়া হ'ল, মৃত্যুৱস্থাত চাৰিঘণ্টা কাল তেওঁ পৰি আছিল। এটা বেজীৰে শৰীৰৰ অনেক অংশ ফুটাই ফুটাই সাৰ আছে নে নাই ডাক্তৰে পৰীক্ষা কৰি চাই মৰিল বুলি কলে। গিৰ্জাঘৰত মৃত্যু-বিজ্ঞাপক ঘণ্টা বাজিল। উইল্‌ট্‌জে নিজৰ বিষয়ে এইদৰে কৈছেঃ—

"মই বেছ দেখিবলৈ পালোঁ যে, মোৰ প্ৰাণটো মোৰ শৰীৰৰ প্ৰত্যেক অঙ্গ, প্ৰত্যঙ্গ, স্নায়ু, শিৰ, মাংসপেশী, যিবিলাকেৰে সৈতে ডাল ডালকৈ গোঁথা আছিল, সেইবিলাকৰপৰা লাহে লাহে এৰাই ওলাই আহিবলৈ ধৰিলে। মই মোৰ অৱস্থা বেছ বুজিব পাৰিলোঁ আৰু আপোনা-আপুনি মনতে এই দৰে কবলৈ ধৰিলোঁ, মই মৰিলোঁ, যিটোক মানুহে মৃত্যু বোলে মই সেই অৱস্থা পালোঁ, মৰিলোঁ বুলিও আগৰ দৰেই কিন্তু আছোঁ। মই মোৰ শৰীৰ এৰি যাবলৈ ধৰিছোঁ। ইয়াৰ পিছত দেহ আৰু প্ৰাণৰ কেনেকৈ এৰা-এৰি হয়, সেই কৌতুহলজনক কাৰ্য মই ভালকৈ চাবলৈ লাগি গলোঁ। কিবা এটা শক্তিয়ে ( অৱশ্য মোৰ নহয় ) মোৰ জীৱনটোক দোলোনাত শুৱা ল'বাৰ নিচিনাকৈ লৰাবলৈ ধৰিলে। এই লৰণিত মোৰ জীৱটোৰে সৈতে দেহটোৰ যিবিলাক বান্ধ-জুট আছিল সেইবিলাক ভট্‌ভট্‌কৈ ছিগি গ'ল। ইয়াৰ পিছত টানি-ধৰা ৰবৰ এটা ( ৰবৰ ) এডাল লাহে লাহে ঢিলাই দিলে কুঁচি অহাৰ নিচিনাকৈ মই, অৰ্থাৎ মোৰ জীৱটো, ভৰিৰ ফালৰ পৰা মূৰৰ ফাললৈ লাহে লাহে কুঁচি আহিল। মই কুঁচি উজাই আহি কৰঙনৰ চুক পাই আপোনা-

আপুনি এই দৰে কোৱা মনত আছে, 'কৰগুনৰ তল-ডোখৰ আৰু মৰিল'। মোৰ পেট আৰু বুকুৰেদি জীৱটো অহা কথা মই ক'ব নোৱাৰো, কিন্তু যেতিয়া গোটেইটো আহি মূৰত গোট খালে, তেতিয়াৰ কথাবোৰ হলে বঢ়িয়াকৈ কব পাৰোঁ, মনত আছে। মূৰ পাই কলোঁ, "মই গোটেইটো আহি মূৰ পালোঁ, এতিয়াই মই আৰু মোৰ দেহ এৰি মুকলি হম।" চাৰোনৰ বৃদ্ধদবোৰৰ নিচিনা হৈ মই মোৰ মূৰেদি ওলাবলৈ ধৰিলোঁ। অৱশেষত মূৰৰ পৰা গোটেইটো ওলায়েই মই থকা ঘৰৰ ভিতৰৰ মাটিত লাহেকৈ পৰি, আগৰ মোৰ যেনে আকৃতি সম্পূৰ্ণ তেনে আকৃতি ধৰিলোঁ। মোৰ এই নতুন গাত কাপোৰ-কানি একো নাইকিয়া, নাঙঠ-পিঙঠ, বৰণটো ঈষৎ নীলা যেন আৰু শৰীৰটো নিৰ্ম্মল ফটিকৰ পানীৰ ধাৰাৰ নিচিনা জ্বল্‌জ্বলীয়া। মানুহ-দুনুহ আটাইবোৰৰ আগত, বিশেষকৈ তিৰোতা মানুহ কেজনীৰ আগত এনে অৱস্থাত থকা যেন পাই লাজ লাগি অপ্ৰস্তুত হৈ লৰ মাৰি দুৱাৰচুকত সোমালোঁগৈ। কিন্তু দুৱাৰ চুক পায়েই দেখিলোঁ দেখোন মোৰ গাত কাপোৰ-কানি ক'ৰবাৰপৰা আহি ৰ'লহি, ঠিক যেন আগৰ বেশটোকে মই পালোঁ। লাহে লাহে আকৌ মই মানুহৰ মাজলৈ আহিলোঁ। ঘূৰোতে হঠাৎ মোৰ বাওঁ কিলাকুটিটো তাৰ ভিতৰৰ এজন মানুহৰ বাহুত লাগিল, কিন্তু দেখি বৰ আচৰিত হলোঁ যে, তেওঁৰ বাহুটো মোৰ কিলাকুটিৰ মাজেদিয়েই ফালি গ'ল, অথচ তেওঁৰ ভ্ৰূভঙ্গেই নহল। তৎক্ষণাৎ মোৰ ফটা কিলাকুটি জাপ গৈ আকৌ আগৰ নিচিনা হ'ল। মই মূৰ দাঙি তেওঁৰ মুখলৈ চালোঁ এই কথাৰ তেওঁ কিবা গম পাইছেনে বুলি, কিন্তু তেওঁ একোকে গম পোৱাৰ লক্ষণ নেদেখিলোঁ। একে থিৰে কেৱল মই এতিয়াই এৰি থৈ অহা শোৱাপাটীখনলৈ চাই আছে। তেওঁ যেনিয়েই চাইছে, ময়ো তেনিয়েই চাই দেখিলোঁ যে, মোৰ মৰা শৰটো পৰি আছে। ভালেমান মানুহে দেখোন মোৰ শৰটো বেঢ়ি বহি বেজাৰকৈ আছে। তাৰে ভিতৰত থাওঁকালে দেখোন দুজনী তিৰোতা মানুহ। তেওঁবিলাক নো কোন? অ' মোৰ গৃহিণী আৰু ভনী, দুয়ো কান্দিছে। কিন্তু মোৰ মনত মোৰ স্ত্ৰী আৰু ভনীৰ বিভিন্নতা কি, নেখেলাইছিল। বন্ধু-বান্ধৱ, স্ত্ৰী আৰু ভনী, সকলোবোৰ মোৰ মনত একে শ্ৰেণীৰ যেন লাগিল। এইবিলাকেৰে সৈতে যে মোৰ সম্পৰ্ক আছে, এনে কথা ভবা মোৰ কেতিয়াও মনত নপৰে। মোৰ কেৱল স্ত্ৰীজাতি আৰু পুৰুষজাতিৰ ভেদজ্ঞান আছিল মাথোন। সেই মানুহবোৰৰ ভিতৰত এটাইবোৰে মোৰ শটোৰ কাললৈহে চাই আছিল, মোৰ কাললৈ কাৰো চকু নগৈছিল। লাহে লাহে মই মেল খাই থকা দুৱাৰেদি ওলাই গৈ বাৰাণ্ডাইদি আহি ঘৰৰ জখলাৰে নামি আলি ওলালোঁহি। আলিতে অলপমান পৰ বৈ মোৰ গাৰ চাৰিওফালে ভালকৈ চাবলৈ ধৰিলোঁ। তেতিয়া সেই বাটটো যেনে ফট্ ফট্ কৰে মই দেখিছিলোঁ, তেনেকৈ মোৰ জীৱনত আৰু আগেয়ে মই কেতিয়াও দেখা নাছিলোঁ। বহু দূৰ দেশলৈ বহু দিনলৈ যাবলৈ ওলোৱা মানুহৰ দৰে মই মোৰ ঘৰ-বাড়ীৰ চাৰিওফালে অলপ বেজাৰ চকুৰে চকু ফুৰাই চাই ললোঁ। এনেতে দেখিলোঁ, দেখোন মোৰ ন-দেহটো আগৰটোতকৈ বৰ ডাঙৰ হৈ পৰিল। দেখি মোৰ মনত ৰং লাগিল। মোৰ গাৰ চোলা-কাপোৰবোৰো দেখোন মোৰ গা-চাই ডাঙৰ-দীঘল হৈ পৰিল, কেনেকৈ হ'ল আৰু সেই-বিলাক কাপোৰ-কানি ক'ৰপৰা বেগাই আহিল, মই ভাবি-চিন্তি একো নাপালোঁ। ঠেঙা আৰু চোলা মোৰ গাত সুন্দৰকৈ খাই ধৰিছিল আৰু সেই কালৰ (ঘাম কালিৰ) উপযুক্ত হৈছিল। এনেতে ভাবিলোঁ মোৰ গাটো কেনে ভাল লাগিছে। মিনিট চেৰেকৰ আগেয়ে মই মৰিয়াৰ যন্ত্ৰণাত কেনেকৈ কষ্ট পাইছিলোঁ আৰু মৰিম মৰিম এই কথা ভাবি কেনে বৰ ভয় খাইছিলোঁ, এতিয়াওতো মই জীয়াই আছোঁ, ক'তা কষ্ট? এনে ভাল লাগিছে। এনে ভাল

লাগিছে। সকলো দুখ-যন্ত্ৰণাৰ অন্ত হ'ল। আগতকৈ দেখোন এতিয়া মোৰ নথৈ ভাল লাগিছে। আকৌ মোৰ আৰু নৰিয়া নহয়, নৰিয়াৰ হাত সাৰিলোঁ, এই কথা ভাবি বঙতে মই নাচিবলৈ ধৰিলোঁ। এনেতে দেখিলোঁ যে, মোৰ চোলাৰ পিঠি ফাল মোৰ শটোৰ চকু দুটাৰে দেখিবলৈ পাইছোঁ আৰু আগ ফাল মোৰ নতুন যোৰ চকুৰে, আৰু দেখোন মকৰাজাল যেন সূতা এডালিৰে মোৰ বাউসী দুটা শটোৰ ডিঙিৰে সৈতে বন্ধা আছে। ইয়াৰ পিছত মোক বায়ুৰ ওপৰেদি আগলৈ কাৰ দুখন হাতে ছু-ফালে ধৰি বেগাই লৈ যোৱা যেন লাগিল। যুৰ-কত কাকিনী তামোলমান ওখত ওপৰ ফাললৈ যোৱা এটা বাট পালোঁহি। বাটটো বগা শিল আৰু বালিৰে বন্ধোৱা, আলসতে লৈ আছোঁ। এই বাট পাই মোৰ বৰ অকলশৰীয়া অকলশৰীয়া যেন লাগি, ক'ৰ লগ এটা পাওঁ, এনে ভাব মনত হ'ল। কিন্তু কাকো নেপাই বেজাৰমুৱা হৈ আছিলোঁ, এনে সময়ত কোমল আৰু প্ৰেমময় মুখ এখন মোৰ আগত ওলাই নাই-কিয়া হ'ল। অলপ পিছতে দেখো দেখোন সমুখতে তিনিটা ভব্য পৰ্বতে বাটটো ভেটি আছে। গতি বিষম দেখি বিমোৰ হৈ আছো, হঠাৎ এটা মাত ক'ৰবাৰপৰা আহি কলে, 'এইটোৱেই নিত্যধামলৈ যোৱা বাট, এবাৰ যদি ইয়াৰ মাজেদি যোৱা, তেন্তে কেতিয়াও আৰু তুমি তোমাৰ নশ্বৰ দেহলৈ উভতিব নোৱাৰা।' সেই পৰ্বত কেটাৰ মাজেদি চাৰিটা বাট আছে, এটা বৰ এন্ধাৰ, বাকী তিনি-ঠাইদি গলে এখন প্ৰশস্ত, নিস্তব্ধ আৰু মনোহৰ পুৰ পাবলৈ। মই সোমাই যাবৰ মনেৰে অলপ আগ বাঢ়োতেই হঠাৎ মোৰ গতি স্থগিত হ'ল। মই অজ্ঞান হৈ পৰিলোঁ, অলপ পিছত জ্ঞান পাই চকু মেলি দেখো, দেখোন মোৰ সেই নৰিয়াত পৰি থকা শোৱা-পাটীত পৰি আছো। এই সময়ৰপৰাই মোৰ নৰিয়া ভাল হৈ আহিল।

ডাক্তৰ উইল্টনে এই বৃত্তান্ত সেই ঘটনাৰ আঠ সপ্তাহৰ পিছত লিপিবদ্ধ কৰে। কিন্তু তেওঁৰ চাৰিও-কাষৰে বহি থকা মানুহ কেইজনক, সাৰ পাই বা জ্ঞান পায়েই, এই বৃত্তান্ত বৰ্ণনা কৰিছিল। উইল্ট-জক যি ডাক্তৰে চাইছিল তেওঁতো পৰীক্ষা কৰি উইল্টজ মৰিল বুলি কৈছিল।

দ্বিতীয় ঘটনাটো বাৰট্ৰাণ্ড (Rev. L Y.Bert-rand) নামে এজন পাদুৰি ছাহাবৰ।

বাৰট্ৰাণ্ড ছাহাবে জনচেৰেক ছাত্ৰক লগতলৈ আল্পছ পৰ্বতত ফুৰিবলৈ গৈছিল। তিত্‌লিচ নামে পৰ্বত এটাত উঠোতে বাৰট্ৰাণ্ডৰ বৰ ভাগৰ লাগিল। ছাত্ৰ কেজনক ওপৰলৈ লাহে লাহে আগবাঢ়ি উঠি যাবলৈ কৈ তেওঁ পৰ্বতৰ গাতে আওজি বহি চেলেউ এটা লগাই হুপি হুপি চাৰিওফালৰ সুন্দৰ দৃশ্য আনন্দ মনেৰে চাই থাকোতেই তেওঁক সন্ন্যাস ৰোগে (Appoplaxy) ধৰা যেন পালে, হাত-ভৰি লৰচৰ কৰিব নোৱাৰা হ'ল, মৃত্যুৰ লক্ষণ প্ৰকাশ পালে। তেওঁ তেতিয়া কেনে লাগিছিল, তেওঁ এইদৰে বৰ্ণনা কৰিছে:—

"মোৰ সঙ্কটাৱস্থা বুজিব পাৰি ঈশ্বৰৰ চৰণত মই প্ৰাৰ্থনা কৰিবলৈ ধৰিলোঁ। হাত-ভৰি কেইটা প্ৰথমতে অৱশ হৈ আহি মৃত্যু কিলাকুটি আৰু আঠু পালেহি। কোনো কষ্টকৰ যাতনা মই অনুভৱ কৰা নাছিলোঁ, বেছ একৰকম ভালহে লাগি আহি-ছিল। কিন্তু যেতিয়া মৃত্যুৱে মোৰ পা গোটেইটো পাৰি ললে, মূৰটো বৰ চেঁচা যেন লাগিল আৰু বুকুখন কিহবাই খুঁচিবিন্ধি জীৱটো তাৰপৰা উলিয়াই অনা যেন পালোঁ। মোৰ জীৱনত এনে যন্ত্ৰণা মই কেতিয়াও আগেয়ে পোৱা নাছিলোঁ, কিন্তু যি হওক, সি কেৱল এক চেকেণ্ড কি এক মিনিটহে আছিল, তাৰ পিছতে মোৰ প্ৰাণ বাহিৰ হৈ পৰিল। মনে মনে ভাবিলোঁ,—মানুহে মৰণ যাক কয়, মোৰ সেয়ে হ'ল, এতিয়া মই ভোলেৰে বন্ধা বন্দী ব্যোম-যানৰ (Captive balloon) নিচিনা হলোঁ, ওপৰলৈ গৈ আছোঁ। কি আচৰিত মই আগতকৈ চাৰিও-ফালৰ বস্তুবিলাক কেনে কটকটকৈ দেখিছোঁ।

অনন্ত বায়ুৰ মাজত মইয়ো দেহশূন্য এটা ক্ষুদ্ৰ বায়ুৰ লাড়ু।

মোৰ আগৰ দেহটো কত আছে ? এই বুলি মই তললৈ চাই মোৰ শটো দেখি আচৰিত হৈ কলোঁ— অদ্ভুত। সৌটো শ পৰি আছে, যিটোকে আগেয়ে মই মোৰ বুলি ভ্ৰম কৰি তাৰ ভিতৰত সোমাই আছিলোঁ। ছিঃ। কেনে কুৎসিৎ সেইটো। জানিবা মোৰ চোলাটোকে মোৰ শৰীৰ বুলি শৰীৰটোকে আত্মা-ভ্ৰম কৰিছিলোঁ, ছিঃ। দেখিলেই ঘিণ লাগে সেই শটো। কেনে নিস্তেজ, বিবৰ্ণ, হালধীয়া, মুখত আকৌ এটা চেলেউ, হাতত জুই-বাহৰ কাঠি। শুনিছ নে হে মৰা শ। ফটাকানি পোটা-কানি। মই আশা কৰোঁ তোমাৰ আৰু চেলেউ খোৱাৰ অন্ত পৰিল। হায়। যদি মই এনে সময়ত এখন কেঁচী পালোহেঁতেন, সেই শটোৰে সৈতে মোক বান্ধি থোৱা এই ডোলডাল কাটি পেলাবলৈ। মোৰ লগৰীয়াবোৰ উলটি আহি মোৰ শটো দেখি বেজাৰ কৰি কান্দি-কাটি কব 'আমাৰ অধ্যাপক মৰিল'। কিন্তু বপুৰাহঁতে নাজানে যে, এতিয়া মই আগতকৈও জীহে আছোঁ। অ' দেখোন আমাক বাট দেখুৱাই লৈ যোৱা সো পৰিচালকটো বাওঁফালে যাম বুলি মোৰ আগত কৈ পৈ এতিয়া আনবিলাকৰ লগ এৰা দি সোঁফাললৈ গৈছে, সি ল'ৰাহঁতৰ আগৰপৰা আঁৰ হৈ লুকাই তাৰ হাতত থকা মোৰ মদৰ বটলৰপৰা মদ চুবকৈ খাইছে, সি ভাবিছে, মই তাক দেখা নাই, খা, খা পিয়ান পাৰ খা, মোৰ মৰা শটোৱে আৰু সেইটো বটলৰপৰ' মদ খাবলৈ নেযায় আৰু মোৰ ভজা কুকুৰা পোৱালিটোৰ ঠেং এটা সি চুবকৈ খাইছে। খা, খা বুঢ়া, গোটেইটো খা, কাৰণ, মই আশা কৰোঁ মোৰ সেই ঘিণ-লগা শটোৱে আৰু তাত বিণ-লগা মুখ দিবলৈ নেযায়। মই এইবিলাক কথাত আচৰিত নহৈছিলোঁ আৰু মোৰ খঙো উঠিছিল। বং খং বেজাৰৰ মই একো ধাৰ নেধাইছিলোঁ, খালি কথাবোৰ তেনেতাৰে কব লাগে কৈছিলোঁ মাত্ৰ। বাঃ। মোৰ স্ত্ৰী দেখোন লুছৰ্ণিলৈ (Lucerne, এডেখৰ ঠাইৰ নাম) গৈছে। তেওঁতো মোক কৈছিল বোলে কালিলৈ আৰু পৰশুইলৈকে ঘৰ এৰি তেওঁ কলৈকো নাযায়। বাৰু, একো কথা নাই। মই মৰা মানুহ যোৱা, বিদায়। মই স্বীকাৰ কৰা উচিত যে মোৰ স্ত্ৰীক মই ইমান ভাল পাওঁ, এনে স্ত্ৰী দেখিলোঁ, দেখি মনে মনে বিদায় দিলোঁ, অথচ অলপো বেজাৰ নেলাগিল। বেজাৰৰ ভিতৰত কেৱল মোৰ এটা :— শটোৰে সৈতে মোক বান্ধি থোৱা মিহি জৰীডাল কাটিব নোৱাৰাটো। হঠাৎ যেন কিবা এটাই মোৰ গতি ৰোধ কৰি জোঁকাৰ মাৰি দি মোক তললৈ টানি নিবলৈ ধৰিলে, দেখি মোৰ বৰ বেয়া লাগিল। মই তললৈ নামি অহা বেছিকৈ কব পাৰোঁ। কিন্তু যেতিয়া আহি মোৰ শটোৰ মুখৰ ওচৰ পালেহি, তেতিয়া দেখিলোঁ যে, তাৰ মুখৰ বাটটো ইমান সৰু যে, সেই পিনে ইমান ডাঙৰ মোক সুমাব নোৱাৰে। হওক তেওঁ ৰক্ষা হ'ল, সোমাবলৈ নেপাওঁ। এ'নতে মই বৰ চিয়ঁৰ এটা লগালোঁ। লগাই অঁতাই দেখো শটোৱে মোক কৈনেবাকৈ গিলিলে। আকৌ মই পূৰ্ব্ববৎ বাৰট্ৰাণ্ড্ হলোঁ, আকৌ জীলোঁ। মোৰ খং উঠি পৰিচালকটোক আগতে দেখি কলোঁ, বলিয়া, মোৰ ডোলডাল কাটি নিদি আকৌ কিয় মোক কষ্টত পেলালি ? পৰিচালক— তোল ? কি ডোল ? আপুনিতো মাৰিছিলেই

মই—মৰিছিলোঁ। তোতকৈ মই বেছিকৈ মৰা নাই। তাৰ প্ৰমাণ, তই পৰ্বতৰ বাওঁফালে যাম বুলি মোৰ আগত কৈ সোঁফালে নগৈছিলি নে ?

পৰিচালক—(ভয়ত থকথক্ কৰে কঁপি) কাৰণ সেই ফালে বেছি বৰফ নাছিল, গতিকে পিছলি পৰিবৰ ভয়ো কম আছিল, সেই দেখি গৈছিলোঁ।

মই—সেইটো নহয়, তই ভাবিছিলি মই বহুত আঁতৰত আছোঁ, তোক নেদেখোঁ, সেইবাবে। বাৰু, মোৰ

মদৰ বটলটো উলিয়াচোন, তাত মদ পূৰ হৈ আছে নে নাই চাওঁ।

এই কথা শুনি সি ভয়ত অস্থিৰ হৈ লুটি খাই পৰিল। মই—বাৰু তই পৰ বাগৰি, কিন্তু তই কেতিয়াও প্ৰমাণ কৰিব নোৱাৰ যে, মোৰ ভজা কুকুৰা পোৱালিটো দুঠেঙীয়া হৈ আছে, কাৰণ তাৰ এটা ঠেং তই চুৰকৈ খালি।

এই কথাৰ অন্তত সি ধৰা পৰিলো যেন জানি বৰকৈ অপ্ৰস্তুত হৈ পলাই লৰ মাৰিলে। মই উভতি আহি ঘৰ পাই মোৰ স্ত্ৰীক তেওঁ কৰা কামটি কলতো থট্‌মট্‌ খাই আচৰিত মানিলে।"

এই দুটা ঘটনাৰপৰা বেচ জানিব পাৰি যে, যাক আমি মৰা বোলোঁ, সি বাস্তৱিকতে মৰা নহয়, এটা দেহ এৰি আন এটা দেহ ধাৰণ কৰা মাত্ৰ। আমাৰ হিন্দু ধৰ্ম হিন্দু শাস্ত্ৰয়ো ইয়াকেহে কয়। ভগৱদ্‌গীতা হিন্দু শাস্ত্ৰৰ সাৰ শাস্ত্ৰ, তাত ব্যাখ্যান কৰা ধৰ্মই হিন্দু ধৰ্মৰ সাৰ ধৰ্ম, তাত আছে :—

বাসাংসি জীৰ্ণানি যথা বিহায়
নবানি গৃহ্নাতি নৰোঽপৰাণি।
তথা শৰীৰাণি বিহায় জীৰ্ণা-
ন্যন্যানি সংযাতি নবানি দেহী॥

কাপোৰ কানি ফাটি জীৰ্ণ হলে তাক এৰি আমি নতুন কাপোৰ পিন্ধো, সেইদৰে আমাৰ শৰীৰ জীৰ্ণাৱস্থা প্ৰাপ্ত হলে আমি সেই জীৰ্ণ শৰীৰ পৰিত্যাগ কৰি নতুন দেহ ধাৰণ কৰোঁ।

এই পৃথিৱীৰ সকলো অনিশ্চিত। কিন্তু মৃত্যু নিশ্চিত। জন্মিলে অৱশ্যে মৰিব লাগে। সেই নিমিত্তে মানুহে "গৃহীত এব কেশেষু মৃত্যুনা ধৰ্মমাচৰেৎ।"

ঈশ্বৰলৈ ভক্তি, জীৱলৈ দয়া, বিশেষকৈ মানুহ জাতিৰ হিত সাধন কৰাই জগতৰ শ্ৰেষ্ঠ ধৰ্ম। এই খিনিতে মহাত্মা ৰাজা ৰামমোহন ৰায়ে ৰচনা কৰা তলত লিখা ব্ৰহ্ম-সঙ্গীতটো মনত পৰিছে :—

"এক দিন যদি হবে অৱশ্যে মৰণ,
তবে কেন এত আশা, এত দম্ভ কি কাৰণ?
এই যে মাৰ্জিত দেহ, যাতে এত কৰ স্নেহ,
ধুলিসাৎ হবে তাৰ মস্তক, চৰণ।
যত্নে তৃণ কাষ্ঠখান, ৰহে যুগ পৰিমাণ,
কিন্তু যত্নে দেহ নাশ না হয় বাৰণ।
অতএব আদি অন্ত আপোনাৰ সদা চিন্ত,
দয়া কৰ জীৱে, লও সত্যেৰ শৰণ।" *

* আৱাহন, জেঠ ১৮৬০ শক, ৯ম বছৰ ষষ্ঠ সংখ্যা।

(৪)

পৰলোক-তত্ত্বক ইংৰাজীত Spiritualism বোলে। এই সম্বন্ধে য়ুৰোপ আৰু আমেৰিকাৰ প্ৰেত-তত্ত্ববিদ পণ্ডিতসকলে অনেক অনুসন্ধান কৰি বহুত পুথি প্ৰকাশ কৰিছে। পৰলোকত থকা আত্মিকৰ লগত আলাপ কৰিবৰ নিমিত্তে তেওঁলোকে কিছুমান উপায় উলিয়াইছে। তাৰ ভিতৰত দুটামান সহজ উপায়ৰ কথা তলত লিখিলোঁ।

(১) প্লেনচেট্ (Planchette) :—কাঠৰ দ্বাৰা প্লেন্‌চেট্ নামে এবিধ যন্ত্ৰ তৈয়াৰ কৰা হয়। যন্ত্ৰটো দেখিবলৈ এখিলা পাণৰ নিচিনা। ইয়াৰ গুৰিফালে তলত দুটা সৰু চকা লগোৱা থাকে আৰু আগফালে মূৰত এডাল কাঠ-পেন্সিল সুমাব পৰা এটা বিন্ধা থাকে। সেই বিন্ধাত এডাল কাঠ-পেন্সিল শকতকৈ বটলত ঠিলা মৰাৰ দৰে, সুমাব লাগে। প্লেনচেট্‌খন আগত থৈ এজন বা দুজন মানুহে দুই হাতৰ আঙুলিৰ আগেদি লাহেকৈ তাক স্পৰ্শ কৰি কোনো প্ৰেতাত্মাৰ বিষয়ে একান্তমনে ভাবি-চিন্তি নিৰলে বহি থাকিব লাগে। হাত দুখনত অকনো জোৰ নিদিব। একে-বাৰে অৱশভাবে কেৱল ছুই থাকিব। পিছত সেই হাতৰ ওপৰত ভৰ দি প্ৰেতাত্মাই প্লেন্‌চেটৰ পেন্সিলেদি প্ৰশ্নৰ উত্তৰ কাগজত লিখি দিব। প্লেন্‌চেট্ যন্ত্ৰ কলিকতাত কিনিবলৈ পোৱা যায়। তাৰ বেচ দুটকামান হব।

(২) কোনো প্ৰেতাত্মাক আৱাহন কৰিব খুজিলে, কে'বাজনো মানুহে এখন ঘূৰণীয়া মেজৰ চাৰিওফালে বা মজিয়াত কঠ, গালিচা পাৰি মণ্ডলাকাৰে বহি পৰস্পৰৰ সোঁ হাতৰ ওপৰত সোঁ হাত থৈ সকলোটিয়ে একান্তমনে কোনো এজন মৰা মানুহৰ বিষয়ে ভাবি-চিন্তি থাকিব লাগে। এই মণ্ডল বা চকত বহা লোকবিলাকৰ ভিতৰত যাৰ আধ্যাত্মিক ভাব বা একা-গ্ৰতা অধিক তেওঁৰ শৰীৰত প্ৰেতাত্মাৰ আৱিৰ্ভাব হ'ব, প্ৰেতৰ আৱিৰ্ভাব হলে তেওঁৰ চেতনা প্ৰায় লুপ্ত হয়, তেওঁ একেথিৰে কোনো এফালে ৰ লাগি চাই থাকে, তেতিয়া তেওঁৰ আগত কাগজ আৰু পেন্সিল ৰাখি পৰলোকৰ বিষয়ে কোনো প্ৰশ্ন কৰিলে তেওঁ সেই পেন্সিলেৰে কাগজত উত্তৰ লিখি দিয়ে। তেওঁক মিডিয়ম (medium) বোলে। মিডিয়মৰ অৰ্থ মধ্যৱৰ্তী লোক। অৰ্থাৎ স্থূলদেহী মানুহ আৰু সূক্ষ্ম-দেহী প্ৰেতৰ মাজত যি কটকীস্বৰূপে কাৰ্য কৰে তেৱেঁই মিডিয়ম। প্ৰেতাত্মা যাৰ শৰীৰত সহজে আৱি-ৰ্ভাব হয় তেওঁকেই মিডিয়াম বোলে। আমি মিডিয়-মক দেওধাই (দেৱে ধৰা) বুলিব পাৰোঁ। মিডিয়ম হ'বৰ শক্তি সকলোৰে নেথাকিব পাৰে। কিন্তু সাধনাৰ দ্বাৰা সেই শক্তি লাভ কৰিব পৰা যায়। যি মিডিয়মৰ শৰীৰত বাৰে বাৰে প্ৰেতাত্মাৰ আৱি-ৰ্ভাব হয়, তেওঁৰ আধ্যাত্মিক শক্তি আৰু ক্ষমতা যথেষ্ট বৃদ্ধি হৈছে বুলি বুজিব পাৰি। তেনেকুৱা মিডিয়মৰ পক্ষে প্ৰশ্নৰ উত্তৰ কাগজত লিখি দিবৰ আৱশ্যক নহয়। প্ৰেতাত্মাই মিডিয়মৰ মুখেদিয়েই প্ৰশ্নৰ উত্তৰ কৈ দিয়ে। যেতিয়া মিডিয়মৰ হৃদয়-মন আধ্যাত্মিক ভাবত পৰিপূৰ্ণ হয়, তেতিয়া প্ৰেতাত্মাই মিডিয়মৰ শৰীৰৰ ভিতৰেদি তাৰ পূৰ্বৰ ৰূপ ধৰি প্ৰত্যক্ষ-ভাবে দেখা দি বা ছায়ামূৰ্তিকৈ দেখা দি প্ৰশ্নকাৰীৰ প্ৰশ্নৰ উত্তৰ দিয়ে। আমেৰিকাত এনেকুৱা মিডিয়ম আছে। তাত যি ঘৰত প্ৰেতে এইদৰে দেখা দি কথা কয়, তাক ছিয়াঞ্চ (Seance) বা প্ৰেত-প্ৰদৰ্শনী ঘৰ বোলে। তাত প্ৰেতৰ ফটোগ্ৰাফো লোৱা হয়। ছিয়াঞ্চ ঘৰটো বৰ পৰিষ্কাৰ-পৰিচ্ছন্ন আৰু পৱিত্ৰভাবে ৰাখিব লাগে। তাত উজ্জ্বল আলোক ৰখাৰ নিয়ম নাই। ৰাতি সামান্য পোহৰ দিয়া এগছ বন্তি জ্বলাই থয়। প্ৰেতাত্মাই দেখা দিলে তাৰ গাৰপৰাই জ্যোতি ওলায়।

সাধাৰণ মিডিয়মৰ গাত প্ৰেতাত্মাৰ ভৰ পৰিলে কোনো কোনো মিডিয়ম একেবাৰে অজ্ঞান হৈ পৰে, আকৌ কাৰো অল্পাধিক জ্ঞান থাকে। যাৰ গাত প্ৰেতাত্মাৰ ভৰ পৰে তেওঁ আধ্যাত্মিক শক্তিত শক্তি-মন্ত হোৱা আৱশ্যক, নতুবা শক্তিশালী প্ৰেতাত্মাৰ ভৰ মিডিয়মে সহিবলৈ টান পাব। পৱিত্ৰ মুক্তাত্মাবিলাকে পৃথিৱীলৈ আহিবলৈ বেয়া পায়, পৃথিৱীৰ গন্ধ আৰু সংসৰ্গ তেওঁলোকে ভাল নাপায়। ভুৱৰ্লোকৰ নিম্ন-স্তৰৰ কোনো দুষ্ট প্ৰেতাত্মাৰ আৱিৰ্ভাব হলে সি মিডিয়মক বৰ কষ্ট দিয়ে।

(৩) মহাত্মা ৺শিশিৰকুমাৰ ঘোষে তেওঁৰ পৰি-য়ালৰ লোকবিলাকেৰে সৈতে চক্ৰাকাৰে বহি প্ৰেতা-ত্মাৰ আৱাহন কৰিছিল, তাৰ কথা চমুকৈ তলত লিখিলোঁ। তেওঁ 'Hindu Spiritual Magazine' নামে এখন মাহেকীয়া কাকতৰ সম্পাদক আছিল। সেই কাকতত পৰলোক-তত্ত্বৰ বিষয়ে অনেক তথ্য ওলাইছিল।

যি ঘৰত চক্ৰাকাৰে বহি প্ৰেতাত্মাৰ আৱাহন কৰা হয় সেই ঘৰ পৰিষ্কাৰ-পৰিচ্ছন্ন আৰু পৱিত্ৰ হ'ব লাগে। তাক সদায় সাৰি-পুচি, মচি-কাচি তাত ধুপ ধুনা জ্বলাব লাগে, হোম দিব লাগে, সুগন্ধি ফুল, তুলসী, বেলপাত আদি থব লাগে আৰু নাম-কীৰ্তন কৰিব লাগে। যেতিয়া তাত প্ৰেতাত্মাৰ আৱাহনৰ বাবে বহিব, তেতিয়া ঘৰৰ দুৱাৰ-খিড়িকী ভিতৰৰ ফালৰপৰা এনেকৈ বন্ধ কৰিব যেন বাহিৰৰপৰা কোনো তাত গৈ সোমাব নোৱাৰে। ঘৰটো আন্ধাৰ কৰি ল'ব লাগে। তিনিজনৰপৰা দহজনলৈকে মানুহ চকত বহিব পাৰে, তাৰ ভিতৰত আধা মান তিৰোতা মানুহ হলে ভাল। যাৰ ঈশ্বৰ বা পৰলো-কত বিশ্বাস নাই, তেনে মানুহক তাত বহিবলৈ দিব

নেলাগে। প্ৰথমতে শ্ৰীভগৱানৰ নাম-কীৰ্তন কৰি বা কোনো স্তোত্ৰ গাই কোনো পৰলোকত থকা আত্মিকক প্ৰকাশ্যে বা মনে মনে আহ্বান কৰিব লাগে। যিবিলাক মানুহে চক্ৰ বা চকত বহি এই কাৰ্য কৰিব তেওঁলোকে পৰস্পৰৰ হাতৰ আঙুলি এনেভাবে স্পৰ্শ কৰিব যাতে আঙুলিবিলাকৰ ওপৰত হেঁচা নপৰে। চকত বহা লোকসকলৰ ভিতৰত এজন নায়ক বা সভাপতি হ'ব লাগে আৰু তেওঁৰ আদেশ-মতে সকলো কাৰ্য কৰিব লাগিব। মিডিয়মক কোনোৱে কোনো প্ৰশ্ন সুধিব খুজিলে সেই নায়কৰ দ্বাৰাই সোধাব। এইদৰে চকত বহাৰ পিছত মেজত যদি কোনো শক্তিৰ অনুভৱ হয় বা কোনো টোকৰ মৰা যেন শব্দ হয়, তেতিয়া নায়কজনে ক'ব— "ইয়াত যদি কোনো প্ৰেতাত্মাৰ আৱিৰ্ভাব হৈছে, তেন্তে তেওঁ মেজত তিনিটা টোকৰ মাৰক"। তেতিয়া যদি তিনিবাৰ টোকৰ মৰা শুনা যায়, তেন্তে জানিব লাগিব যে, তাত কোনো প্ৰেতাত্মাৰ আৱিৰ্ভাব হৈছে। তেতিয়া নায়কজনে আকৌ কব,—"তোমাক যি প্ৰশ্ন কৰিব তাৰ উত্তৰ যদি 'নহয়' হয়, তেনেহলে এটা টোকৰ আৰু যদি 'হয়' হব তেন্তে দুটা টোকৰ মাৰিবা"। ইয়াকে কৈ তেওঁ প্ৰশ্ন সুধিব। চকত বহা মানুহৰ ভিতৰত কাৰো গাত প্ৰেতাত্মাৰ ভৰ পৰিলে দেখা যাব যে, যি জনৰ গাত প্ৰেত লম্ভে তেওঁ ঘন ঘনকৈ উশাহ লব, তেওঁৰ গাটো অৱশ হৈ আহিব আৰু হাত কঁপিবলৈ ধৰিব, এইবোৰ লক্ষণ ক্ৰমে বাঢ়ি গলে তেওঁৰ চেতনা লোপ পাব। তেনে অৱস্থাত বুজিব লাগিব যে, তেওঁৰ গাত কোনো প্ৰেতাত্মাৰ ভৰ পৰিছে। তেতিয়া তেওঁক মিডিয়ম বুলি জানিব লাগিব। মিডিয়মৰ হাত বৰকৈ কঁপিলে বুজিব লাগিব যে তেওঁৰ কিবা লিখিবৰ ইচ্ছা হৈছে। তেতিয়া তেওঁৰ হাতত পেন্সিল দিলে আৰু আগত এখন কাগজ থলে তেওঁ লিখিব। প্ৰথমে তেওঁৰ হাত বৰকৈ কঁপা বাবে লিখা ঠিক নহব, আং বাং লিখিব, পিছে হাতৰ কঁপনি কমিলে ভালকৈ লিখিব পাৰিব। তেতিয়া তেওঁক কোনো প্ৰশ্ন কাইলে তাৰ উত্তৰ তেওঁ লিখি দিব। কেতিয়াবা নিম্নস্তৰৰ কোনো দুষ্ট প্ৰেতাত্মাৰ আৱিৰ্ভাব হলে মিডিয়মে বৰ কষ্ট পায়, তেওঁ প্ৰায় অৰচেতনৰ নিচিনা হয়। তেতিয়া সেই দুষ্ট প্ৰেতাত্মাক খেদাবৰ নিমিত্তে শ্ৰীভগৱানৰ নাম কীৰ্তন কৰিব লাগে তাতো ভাল নহলে মিডিয়মক বাজলৈ আনি বিচিব লাগে, চকু আৰু মুখত চেঁচা পানীৰ ছাটি মাৰিব লাগে, তেতিয়া তেওঁৰ গালৈ চেতনা আহিব, প্ৰেতাত্মাই তেওঁক এৰি যাব। ইয়াত মিডিয়মৰ বৰ কষ্ট হলেও তেওঁৰ প্ৰাণৰ কোনো আশঙ্কা নাই।

চকত কোনো উচ্চস্তৰৰ পৱিত্ৰ মুক্তাত্মাৰ আৱিৰ্ভাব হ'লে তেওঁৰ জ্যোতিয়ে আন্ধাৰ ঘৰকো পোহৰ কৰিব। তেওঁ প্ৰস্থান কৰাৰ লগে লগেই সেই পোহৰো নাইকিয়া হ'ব। এনে সময় আৰু এনে ঠাইত চকত বহা উচিত, যেতিয়া য'ত বহিলে মন প্ৰফুল্ল থাকে আৰু পৱিত্ৰ বোধ হয়। যেতিয়া বেছি জাৰ বা জহ নাই, ধুমুহা-বৰষুণ নাই, পুৱা বা সন্ধিয়া সময়ত প্ৰেতাত্মাৰ আৱিৰ্ভাবৰ কাৰণে চকত বহা ভাল। ঠিক দিনৰ দুপৰীয়া বা মাজনিশা চকত বহিলে নিম্নস্তৰৰ দুষ্ট প্ৰেতাত্মাৰ আৱিৰ্ভাব হব পাৰে। উচ্চস্তৰৰ মুক্তাত্মা তেনেকুৱা সময়ত প্ৰায়েই ইহলোকলৈ নাহে।

১৮১৪ শকাব্দত ( ইংৰাজী ১৮৯২ চনত ) যেতিয়া মই শ্ৰদ্ধাস্পদ ৺লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ লগত কলিকতাৰ ১৮ নং শোভাৰাম বসাকৰ লেনৰ ঘৰত থাকি মেট্ৰ'পলিটান ( এতিয়াৰ বিদ্যাসাগৰ ) কলেজত পঢ়িছিলোঁ, তেতিয়া এদিন সন্ধিয়া সময়ত তেখেতে সেই ঘৰৰ এটা খোটালীত প্ৰেতাত্মাৰ আবাহন কৰিছিল। সেই কাৰ্যত ময়ো তেখেতৰ লগত যোগ দিছিলোঁ। তেখেতে সেই সম্বন্ধে তেখেতৰ "অভিন্ন হৃদয় মাজিউলৈ" ( ৺চন্দ্ৰকুমাৰ আগৰৱালাদেৱলৈ ) যি চিঠি লিখিছিল সেই চিঠিখন "প্ৰেতাত্মাৰ আবাহন" এই শিৰোনামাৰে ১৮১৪ শকৰ ৪ৰ্থ ভাগ "জোনাকী"

কাকতৰ ষষ্ঠ সংখ্যাত ছপা হৈছিল। চিঠিখনৰ এছোৱা তলত তুলি দিলোঁ :—

"মাজিউ,

"কলে নপতিয়াবা হবলা, কিন্তু সঁচাকৈয়ে সিদিনা ৰাতি আমি পাঁচজন বন্ধুৱে গোটখাই প্ৰেতাত্মা আনিছিলোঁ। এখন মুৰণীয়া তিনিঠেঙীয়া মেজৰ চাৰিওফালে আমি পাঁচোজন বহি সংযতচিত্ত হৈ এক মনে প্ৰেতাত্মাৰ আৱাহন কৰিবলৈ ধৰিলোঁ। পোন্ধৰ মিনিটমান আছোঁ, এনেতে এটি প্ৰেতাত্মা আহি মেজখনৰ ঠেং এটা ওপৰলৈ দাঙি ধৰিলে। আমি তেওঁৰ নাম ধৰি সুধিলত কলে, "মই কলিকতাত থাকোঁ, তিৰোতা মানুহ, বামুণী, মোৰ নাম উক্তি।" ইয়াৰ পিছত আমি নানা প্ৰশ্ন কৰিবলৈ ধৰিলোঁ। আৰু উক্তিয়ে উত্তৰ দিবলৈ ধৰিলে। আশ্চৰ্য এই-হে যে আমি পৰীক্ষা কৰিবলৈ কিছুমান প্ৰশ্ন কৰিলোঁ, আটাইবিলাকৰ ঠিক উত্তৰ দিবলৈ ধৰিলে। আমি শুনি অবাক! মই প্ৰথমতে মুঠেই বিশ্বাস নকৰিছিলোঁ, কিন্তু শেষত বাধ্য হৈ বিশ্বাস কৰিব লগীয়াত পৰিলোঁ, মোৰ দৰেই বন্ধুকেইজনৰ ভিতৰত জনদিয়েক ঘোৰ বিশ্বাস কৰিব নোখোজা আছিল, তেওঁবিলাকৰো শেষত অবিশ্বাস উৰি লৰ-মাৰিলে। মই বঢ়িয়াকৈ ক'ব পাৰোঁ, তুমি দেখাহেঁতেন তোমাৰ নিচিনা মহাৰথীয়েও অবিশ্বাসৰ প্ৰভুত্ব অস্বীকাৰ কৰি, বিশ্বাসৰ কাষত পৰাভৱ মানি, মূৰ দোৱাব লাগিলহেঁতেন। আমি সেই প্ৰেতাত্মাক ভালেমান প্ৰশ্ন কৰিছিলোঁ। কিন্তু আশ্চৰ্যৰ বিষয় আটাইবিলাকৰ নিৰ্ভুল উত্তৰ পালোঁ। ইয়াৰ পিছত ভূতপূৰ্ব চিফ-কমিশ্যনাৰ মিঃ কুইণ্টনৰ আত্মা আনিছিলোঁহক। তেওঁ ক'ত কেনেকৈ কাৰ দ্বাৰা মৰিছিল, সোপাকে ঠিক ঠিক কলে।"

মানুহৰ ইচ্ছা শক্তিৰ (will force) এনে প্ৰভাৱ যে, পৰলোকত থকা আত্মিকক আকৰ্ষণ কৰি অলপ সময়ৰ নিমিত্তে ইহলোকত আৱিৰ্ভাব কৰাব পাৰি।

আলেকজেণ্ডাৰ ষ্টাৰ্ন ছাহাবে লিখা 'Spirit World' নামে পুথিত আছে যে, ১৯০৮ খৃষ্টাব্দৰ মে মাহৰ ১৮ তাৰিখে মান্‌চেষ্টাৰ নগৰৰ ছিয়াল্‌ত ৰেলছ্‌ নামে এজন পাদ্ৰিৰি ছাহাবৰ প্ৰেতাত্মাই দেখা দি ধৰ্ম সম্বন্ধে কিছুমান উপদেশ দিছিল। সেই প্ৰেতাত্মাই কৈছিল— "মই এতিয়া এক আনন্দময় ৰাজ্যত আছোঁ। ইয়াৰপৰা যাবলৈ সমূলি ইচ্ছা নহয়। মই ভূলোকত থাকোঁতে পাদ্ৰিৰ কাম কৰিছিলোঁ, মানুহক ধৰ্মোপদেশ দিয়াই মোৰ ঘাই কাম আছিল। এতিয়া মই পৰলোকত আছোঁ। মৃত্যুৰ পূৰ্বে মোৰ যি জ্ঞান আছিল এতিয়া তাৰ বৃদ্ধি হৈছে, তাত সন্দেহ নাই। মই এতিয়া তোমালোকক যি উপদেশ দিওঁ, সেইমতে কাম কৰিবা। তেনেহলে পৰিণামত মঙ্গল হ'ব। যিহত মন সংযত হয় তাকে কৰিবা। সদুপদেশৰ দ্বাৰাই পতিতক উদ্ধাৰ কৰিবা। পথভ্ৰষ্টক সু-বাটলৈ আনিবলৈ চেষ্টা কৰিবা। এলেহুৱা মানুহে এলাহ পৰিত্যাগ কৰি যাতে উদ্যোগী কৰ্মী হয় তাৰ চেষ্টা কৰিবা। পাপক বিহ যেন ভাবি পৰিত্যাগ কৰিবা। পৰৰ অহিত হোৱা কাম নকৰিবা। জগতৰ হিত সাধন কৰাই শ্ৰেষ্ঠ ধৰ্ম। সকলো প্ৰাণীক আত্মবৎ দেখিবা। যি কাৰ্য আৰু যি বাক্যই পৰৰ মনত দুখ দিব, তেনে কাৰ্য নকৰিবা আৰু তেনে বাক্য নকবা। পৰৰ বস্তুক মাটিৰ চপৰা যেন দেখিবা। নিৰাশ্ৰয়ক আশ্ৰয় দিবা। যদি কোনো মানুহে বিশ্বাস কৰি তোমাক কোনো গুপ্ত কথা কয়, তুমি তাক প্ৰকাশ নকৰিবা। পিতৃ-মাতৃ আৰু গুৰুজনক সেৱা কৰিবা। বাক্যেৰেই হওক বা কাৰ্য্যেৰেই হওক, পৰোপকাৰ কৰিবা। বিপদত পৰা মানুহক উদ্ধাৰ কৰিবা। কণা, কুঁজা, খোৰা, আতুৰক অৰ্থ-অন্ন দান কৰিবা। যিসকল তোমাৰ অনুগত আৰু আশ্ৰিত সিহঁতৰ প্ৰতি সদয় ব্যৱহাৰ কৰিবা। কাম, ক্ৰোধ, লোভ আদি ৰিপুৰ বশীভূত নহবা। এই ৰিপুবিলাক প্ৰবল শত্ৰু। ইহঁতে মানুহক অধঃপাতৰ ফালে লৈ যায়।

ইহঁতৰ ওপৰত প্ৰভুত্ব কৰিবা, দেখিবা যেন সিহঁতে তোমাৰ ওপৰত প্ৰভুত্ব কৰিব নোৱাৰে। অসৎ সঙ্গ পৰিত্যাগ কৰিবা। ভগৱানৰ প্ৰতি ভক্তি-শ্ৰদ্ধা দেখুৱাবা। তেওঁৰ প্ৰতি প্ৰেম আৰু প্ৰীতিৰে হৃদয় পূৰ্ণ কৰিবা। ভগৱান সুখ দিবৰ গৰাকী, মুখ্যাৰো গৰাকী তেৱেঁই তোমাৰ স্ৰষ্টা, ৰক্ষা আৰু পালনকৰ্তা। লোকৰ হিতৰ নিমিত্তে আৰু তেওঁৰ প্ৰীতিৰ অৰ্থে কৰ্ম কৰিবা। কৰ্মৰ ফলা-ফল তেওঁত অৰ্পণ কৰিবা। সদায় সত্যত থাকিবা। কাকো হিংসা নকৰিবা। মৃত্যুত দুখ নাই, মৃত্যু দেহান্তৰ মাথোন, মৃত্যুত জীৱই সূক্ষ্ম শৰীৰেৰে পৰলোকলৈ যায়। যদি পৰলোকত পৰমানন্দে থাকিব খোজা, তেন্তে মোৰ উপদেশ মতে চলিবা"।

সকলো ৰকমৰ ভয়ৰ ভিতৰত মৰণৰ ভয়টোৱেই হৈছে সৰ্বপ্ৰধান। তাক দুৰ কৰিব পাৰিলে তাৰ লগৰীয়া আন আন ক্ষুদ্ৰ ভয়বিলাক আপোনা-আপুনি আঁতৰি যাব। যি ভয়াতুৰ, কাপুৰুষ সি মৃত্যুৰ পূৰ্বেই সহস্ৰবাৰ মৰি থাকে, অৰ্থাৎ মৃত্যুৰ বিভীষিকা দেখি থাকে। সবলতাই জীৱন আৰু দুৰ্বলতাই মৃত্যু। ভয়ৰ পৰাই দুৰ্বলতাৰ উৎপত্তি হয় আৰু সেই দুৰ্বলতাৰ বাবেই মানুহে মিছা কথা কয়, প্ৰবঞ্চনা কৰে, মানুহ স্বাৰ্থপৰ আৰু কপটীয়া হয়, সেই-বাবেই মানুহে পৰহিংসা, পৰনিন্দা, পৰশ্ৰীকাতৰতা আদি নীচ মনোবৃত্তি অৱলম্বন কৰি জগতৰ অমঙ্গল সাধন কৰে আৰু নিজৰ আত্মাক অধঃপতিত কৰে। সত্যই সকলো প্ৰকাৰ বঙ্গৰ মূল। সেই নিমিত্তে ঋষিসকলে কৈ গৈছে, 'সত্যং পৰং ধীমহি'।

যি দেহত্যাগক আমি মৃত্যু বোলোঁ, তাত ভয় কৰিবৰ কোনো কাৰণ নাই। দেহত্যাগত কোনো প্ৰকাৰ দুখ-কষ্ট নাই, বৰঞ্চ সুখ-শান্তিহে আছে। দেহত্যাগক মহানিদ্ৰা বুলিব পাৰি। স্থূল দেহৰ প্ৰতি আসক্তিয়েই অনৰ্থৰ মূল। এই আসক্তিৰ কাৰণ হৈছে মায়া-মোহ। সেইকাৰণে আমাৰ মহাপুৰুষ মাধৱদেৱে 'নামঘোষা'ত কৈছে, —

"হে কৃষ্ণ কৃপাসিন্ধু দয়াৰ ঠাকুৰ
অণু এক কৰা দয়া মায়া হৌক দূৰ।" *

---

*আৱাহন, আহাৰ ১৮৬০শক, ৯ম বছৰ, ৭ সংখ্যা

## ( ৫ )

কুৰুক্ষেত্ৰত মহাভাৰতৰ মহাৰণৰ অন্তত যেতিয়া মহাৰাজ যুধিষ্ঠিৰে আত্মীয় স্বজনৰ বিয়োগত শোকাকুল হৈ ৰাজপাট এৰি আকৌ অৰণ্যলৈ যাব খুজিছিল তেতিয়া ব্যাসদেৱে তেওঁক এই বুলি প্ৰবোধ দিছিল :—

"অনিত্য শৰীৰ এই শুনাহে ৰাজন।
নানাবিধ ব্যাধি হেতু প্ৰাণীৰ নিধন॥
বিধিৰ লিখন যাৰ আছে যি প্ৰকাৰে।
খণ্ডন নাযায় সিটো জনমিলে মৰে॥
আপোনাৰ কৰ্মফলে আপুনি মৰয়।
চিৰজীৱী নোহে কোনো জানিবা নিশ্চয়॥
উপজিয়ে মৰে কোনো কোনো শৈশৱত।
যৌৱনত মৰে কোনো কোনো বাৰ্দ্ধক্যত॥
মৰণৰ নাই কোনো নিৰ্দ্দিষ্ট সময়।
সৰু বৰ সকলোটি যায় যমালয়॥
আত্মঘাতী হয় কোনো জলে ডুবি মৰে।
বাঘ ঘোঙ আদিয়েও কাৰো প্ৰাণ হৰে॥
বজ্ৰ পতনত কিম্বা অস্ত্ৰ আঘাতত॥
কতো কতো লোক মৰে সৰ্প-দংশনত।
নানা ব্যাধি আছে তাতো মৰে কতো জন।
কৰ্ম অনুৰূপে ব্যাধি শাস্ত্ৰৰ বচন॥
যাৰ যেন কৰ্ম তাৰ সেহিৰূপ গতি।
হেতু মাত্ৰ মৃত্যু হোৱে শুনা নৰপতি॥
মহা ধনৱন্ত ৰাজা নানা ভোগ কৰে।
শুনা যুধিষ্ঠিৰ সিও কালবশে মৰে॥
ভিক্ষা মাগি যেহিজন খায় প্ৰতিদিন।
কালবশে সিও মৰে শুনাহে ৰাজন॥
জগতত চিৰজীৱী কোনোৱে নহয়।
ভোগ অন্ত হলে মৃত্যু জানিবা নিশ্চয়॥

জন্মিলে মৰিব লাগে জানে সৰ্বলোক।
এতেকতে মৰণত নকৰিবা শোক ॥
কালৰ বিনাশ হোৱে ভৌতিক দেহৰ।
জনম মৰণ সবে লীলা ঈশ্বৰৰ ॥
কৰ্মক্ষয় হৈলে প্ৰাণী অকস্মাতে মৰে।
নুবুজি ঈশ্বৰ-লীলা বৃথা শোক কৰে ॥
দুই খণ্ড কাঠ যেন সোঁতত মিলয়।
পুনশ্চ বিচ্ছেদ হই কোন ক'ত ৰয় ॥
সিৰূপে জানিবা যত বন্ধু সমাগম।
জ্ঞানৱন্ত লোকে তাত নাহি কৰে ভ্ৰম ॥
পিতৃ মাতৃ আদি দেখা যত পৰিবাৰ।
মনত বিচাৰি চোৱা কোনো নোহে কাৰ ॥
কাৰ পুত্ৰ কোন জন কোন কাৰ পিতা।
কোন কাৰ মাতা কোন কাৰ বা বনিতা ॥
কত জন্ম কত মৃত্যু সংসাৰ চক্ৰত।
ঘুৰি ঘুৰি আহে যায় প্ৰাণী অসংখ্যাত ॥
পুত্ৰ হই পিতা হোৱে পিতা হোৱে পুত্ৰ।
অপূৰ্ব ঈশ্বৰ লীলা কৰ্ম মাত্ৰ সূত্ৰ
পথিকৰ লগে যেন চিনাকি বাটত।
সেইৰূপে কিছুকাল থাকেহি জগত ॥
সংযোগ বিচ্ছেদ ঘটে নিজ কৰ্মগুণে।
এতেকতে শোক নকৰিবা অকাৰণে ॥
কালৰ সংযোগ হয় বিয়োগ কালত।
ক'ৰপৰা প্ৰাণী আসে থাকে গৈ বা ক'ত ॥
ক্ষন্তেক সংযোগ ঘটি হোৱে বিভিন্নতা।
শুনা যুধিষ্ঠিৰ তুমি শোক কৰা বৃথা ॥
ক'তো বা আছিলো পূৰ্বে কৈক লাগি যাম
সকলো ঈশ্বৰৰ লীলা কিৰূপে বুজাম ॥
কুমাৰৰ চাক যেন অহৰহ ঘূৰে।
সংযোগ বিয়োগ তেনৈ ঘটিছে সংসাৰে ॥
দিন যায় ৰাত্ৰি আহে পুনু দিন হয়।
লগে লগে মানুহৰ আয়ু হোৱে ক্ষয় ॥
সংসাৰ-কৰ্মত লিপ্ত চেতনা নহয়।
মৰিওৰা দেখি আছে মৃত্যু সদা হয় ॥
যেতিয়া ওপজে লোক এই সংসাৰত।
তেতিয়াই পৰে সিটো যমাধিকাৰত ॥
নিজৰ দেহৰে কোনো গৰাকী নহয়।
পৰৰ মৃত্যুত কিয় শোকাকুল হয় ॥
ৰণত মৰিল যি যি জ্ঞাতি বন্ধু জন।
কান্দিলে পাবা নে ঘূৰি কোৱাহে ৰাজন ॥
শোকাৰ্ত জনৰ শক্তি বুদ্ধি হোৱে ক্ষয়।
শোকাত মগন হলে লক্ষ্মীয়ে এৰয় ॥
যথাত সংযোগ তথা বিয়োগ অৱশ্য।
সলিলৰ বিম্ব যেন সংসাৰ ৰহস্য ॥
দেহৰেসে জন্ম মৃত্যু হোৱে বৃদ্ধি হয়।
আত্মাত যে নাহিকে বিকাৰ এহিচয় ॥
অচিন্ত্য অব্যক্ত নিত্য আত্মা সনাতন।
তাক লাগি কিয় শোক কৰাহা ৰাজন ॥"

—মহাভাৰত, নাৰী পৰ্ব

দেহৰ পৰিবৰ্তনৰ লগে লগে দেহীৰ কোনো পৰিবৰ্তন নহয়। দেহী নিত্য, অবধ্য। মৃত্যু কেৱল দেহান্তৰ মাথোন। জন্মিলে অৱশ্যে মৰিব লাগে। কাৰ কেতিয়া মৃত্যু হয় সেইটো সাধাৰণতঃ আগতে সঠিককৈ জানিব পৰা নাযায়। অলপ অনুসন্ধান কৰিলে দেখা যাব যে, গুৰুতৰ কোনো শুভ বা অশুভ কাৰ্যতঃ ঘটিবৰ কিছু সময় পূৰ্বেই মানুহৰ মনৰ ভিতৰত তেনেকুৱা এটা ছাঁয়াপাত হৈ থাকে। যাৰ অন্তৰ দৃষ্টি আছে তেওঁ সেই ছাঁয়া লক্ষ্য কৰি থাকে। কেতিয়াবা সমাজিকতো তাৰ আগজাননী পোৱা যায়। শৰীৰৰ কোনো অঙ্গ-স্পন্দন বা নাকৰ উশাহতো কিছু গম পোৱা যায়। নিঃস্বাৰ্থ, পৱিত্ৰচিত্ত সাধু লোকসকলে আকাঙ্ক্ষা কৰা মাত্ৰেই পৰলোকত থকা পিতৃ-মাতৃ বা আন কোনো গুৰুজনৰ পৰা আদেশ বা উপদেশ পায়।

মৃত্যুৰ লক্ষণক সংস্কৃত ভাষাত অৰিষ্টম্ বোলে। তন্ত্ৰ, পুৰাণ, আয়ুৰ্বেদ, জ্যোতিষ, স্বৰোদয় আদি শাস্ত্ৰত মৃত্যুৰ কিছুমান লক্ষণ লিখা আছে। সেইবিলাক জানিব পাৰিলে মৃত্যুৰ পূৰ্বেই সাংসাৰিক

আৰু বৈষয়িক কাৰ্যৰ বিশেষ সুবিধা কৰি পৰ কালৰো ইষ্ট সাধন কৰিব পাৰি। "স্বৰোদয়" শাস্ত্ৰৰ পৰা তলত কিছুমান মৃত্যুৰ লক্ষণ দিয়া হ'ল। স্বৰোদয় শাস্ত্ৰৰ উনবিংশ আধ্যাত আছে:—

বছৰ, মাহ বা পক্ষৰ প্ৰথম দিনত এৰাতি (ষাঠি-দণ্ড) সমানে উভয় নাকেদি অৰ্থাৎ নাকৰ দুয়ো বিন্ধাইদি শ্বাস প্ৰবাহিত হলে জানিব লাগিব যে, তিনি বছৰৰ মূৰত মৰিব লাগিব। — ১৯ শ্লোক

বছৰ, মাহ বা পক্ষৰ প্ৰথম দিনৰপৰা দুদিন দুৰাতি যাৰ দক্ষিণ নাকেদি একেৰাহে শ্বাস প্ৰবাহিত হয়, সেই দিনৰপৰা দুবছৰৰ পিছত তেওঁৰ মৃত্যু হ'ব লাগে। —২০ শ্লোক

বছৰ, মাহ বা পক্ষৰ প্ৰথম দিনৰপৰা ক্ৰমাৎ তিনি দিন তিনি ৰাতি যাৰ দক্ষিণ নাকেদি একেৰাহে শ্বাস বাহিৰ হয়, সেই দিনৰপৰা এবছৰৰ পিছত তেওঁৰ মৃত্যু হ'ব লাগে। —২১ শ্লোক

বছৰ, মাহ, বা পক্ষৰ প্ৰথম দিনৰপৰা নিৰন্তৰ যাৰ দিনত দক্ষিণ নাকেদি আৰু ৰাতি বাওঁ নাকেদি শ্বাস বাহিৰ হৈ থাকে, ছয় মাহৰ ভিতৰত তেওঁ মৰিব লাগে। —২২ শ্লোক

বছৰ, মাহ বা পক্ষৰ প্ৰথম দিনৰপৰা যোল দিন পৰ্যন্ত যাৰ কেৱল দক্ষিণ নাকেদি শ্বাস বাহিৰ হৈ থাকে, সেই দিনৰপৰা এমাহৰ ভিতৰত তেওঁৰ মৃত্যু হ'ব লাগে। —২৩ শ্লোক

বছৰ, মাহ বা পক্ষৰ প্ৰথম দিন বাওঁ নাক একেবাৰে যদি বন্ধ থাকে অৰ্থাৎ সেই দিনটোৰ ভিতৰত কন্তেকলৈকো বাওঁ নাকেদি শ্বাস বাহিৰ নহয় আৰু দক্ষিণ নাকেদিহে অবিৰাম শ্বাস চলি থাকে তেন্তে এক পক্ষৰ ভিতৰত প্ৰাণ বাহিৰ হ'ব লাগে। — ২৪ শ্লোক

বছৰ, মাহ বা পক্ষৰ প্ৰথম দিনত ওৰে দিনটো দক্ষিণ নাক বন্ধ থাকিলে এমাহৰ ভিতৰত মৃত্যু ঘটিব পাৰে। —২৫ শ্লোক

বছৰ, মাহ বা পক্ষৰ প্ৰথম দিনত যাৰ মল, মূত্ৰ, শুক্ৰ আৰু অধোবায়ু একেলগে বাহিৰ হয়, দহ দিনৰ ভিতৰত তেওঁৰ মৃত্যু হব। —২৬ শ্লোক

নিয়মানুসাৰে বাওঁ নাকেদি স্বৰবহন হলে সুখ, লাভ আৰু জয় হয়। উভয় নাকেদি বায়ু চলা বন্ধ হলে আৰু মুখেদি শ্বাস বাহিৰ হ'লে মৃত্যু নিশ্চয়। —২৭ শ্লোক

জিভাক অৰুন্ধতী, নাকৰ আগটোক ধ্ৰুব, দুই ভ্ৰূৰ মাজৰ ঠাইখিনিক বিষ্ণুপদ আৰু চকুৰ তৰাক মাতৃ মণ্ডল বোলা যায়। যাৰ মৃত্যু আসন্ন, তেওঁ অৰুন্ধতী অৰ্থাৎ জিভাৰ আগ, ধ্ৰুৱতৰা অৰ্থাৎ নাকৰ আগ, বিষ্ণুপদ অৰ্থাৎ দুই চেলাউৰিৰ মাজৰ ঠাই আৰু মাতৃ-মণ্ডল বা চকুৰ তৰা দেখা নেপায়। —২৮।২৯ শ্লোক

চকু মুদি আঙুলিৰ দ্বাৰাই চকুৰ কোনো এটা কোণা টিপিলে তাৰ বিপৰীত ফালে চকুৰ ভিতৰত জলমলীয়া তৰাৰ নিচিনা এটি বিন্দু পদাৰ্থ দেখিবলৈ পোৱা যায়। সেই বিন্দুকে চকুৰ তৰা বা মাতৃ-মণ্ডল বোলে। যি সেই তৰা দেখা নাপায়, তেওঁৰ দহ দিনৰ ভিতৰত মৃত্যু হয়। যাৰ মৃত্যু অতি ওচৰ চাপিছে, তেওঁ যেনেকৈ আকাশৰ সপ্তৰ্ষি নক্ষত্ৰৰ মাজৰ অৰুন্ধতী, ধ্ৰুব, বিষ্ণুপদ আৰু মাতৃমণ্ডল দেখা নেপায়, তেনেকৈ নিজৰো জিভাৰ আগছোৱা নাকৰ আগছোৱা, দুই ভ্ৰূৰ মাজ আৰু চকু-তৰাও দেখা নাপায়। সাতদিন বা ন দিনৰ ভিতৰত যাৰ মৃত্যু হ'ব, তেওঁ তাৰ দুই ভ্ৰূৰ মাজৰ ঠাইখিনি দেখিবলৈ নেপায়। চকুৰ তৰা দেখিবলৈ নেপালে তিনি দিনৰ পিছত আৰু জিভাৰ আগ দেখিবলৈ নেপালে এদিনৰ পিছত মৃত্যু ঘটে। —৩০।৩১ শ্লোক

"ব্ৰহ্মাণ্ড পুৰাণ"ৰ অষ্টাদশ আধ্যাত লিখা আছে যে যি লক্ষণ জানিলে মৃত্যু জানিব পাৰে তাক অৰিষ্ট বোলে। সেই পুৰাণত যি যি অৰিষ্টৰ কথা লিখা আছে তাৰ কেইটামান তলত লিখিলো:—

যি মানুহে অৰুন্ধতী, ধ্ৰুব, চন্দ্ৰৰ ছায়া আৰু মহাপথ দেখা নেপায়, তেওঁ এবছৰৰ বেছি জীয়াই নেথাকে।

যি সূৰ্যক সদাই ৰশ্মিহীন আৰু অগ্নিক ৰশ্মিময় দেখে, তেওঁ এঘাৰ মাহৰ অধিক জীয়াই নথাকে।

যি সপোনত বা দিঠকত মৃত, শুকান গোবৰ, সোণ বা ৰূপ বমি কৰে, তেওঁ জীৱনৰ দহ দিন মাথোন অৱশিষ্ট আছে বুলি জানিব।

সম্মুখত বা পাছত ধূলিত বা পেঁকত যাৰ ভৰিৰ খোজৰ চিন খণ্ডিতাকাৰে দৃষ্ট হয় তেওঁৰ জীৱনৰ সাত মাহ মাথোন অৱশিষ্ট আছে বুলি জানিব।

যাৰ মূৰত কাউৰী বা শগুণ পৰে, বা যাৰ চাৰিওফালে কাউৰীবিলাক উৰি ফুৰে, বা যি নিজৰ ছাঁটোক বিকৃতাকাৰ দেখে, ছমাহৰ ভিতৰত তেওঁৰ মৃত্যু হ'ব। সহবাস কৰোতে সহবাসৰ আদিতে বা মাজতে বা শেষত যাৰ হাঁচি আহে, তাৰ পাঁচ মাহৰ ভিতৰত মৃত্যু হ'ব। স্নান কৰা মাত্ৰেই যাৰ মূৰ, বুকু আৰু ভৰি ততালিকে শুকাই যায়, তিনি মাহৰ ভিতৰত তেওঁৰ মৃত্যু হ'ব।

যি পানীত বা দাপোণত নিজৰ প্ৰতিবিম্ব দেখা নেপায়, বা নিজক মূৰ নোহোৱা যেন দেখে, এমাহৰ ভিতৰতে তেওঁৰ মৃত্যু হ'ব। যাৰ ডিঙি, ওঁঠ, জিভা আৰু তালু সদাই শুকাই থাকে, তেওঁৰ ছমাহৰ ভিতৰত মৃত্যু হ'ব।

যাৰ গাটো শৱগন্ধি বা বসাগন্ধি হয় অৰ্থাৎ আহিয়া-আহিয়া গোন্ধায়, তেওঁৰ মৃত্যু ওচৰ চাপিছে বুলি জানিব।

পুৱা সূৰ্যোদয়ত শিয়ালীয়ে নিৰ্ভয়ে যাৰ ফাললৈ চাই হোৱা হোৱা আৱাৰ কৰি আহে, তেওঁৰ আয়ুস টুটকায় বুলি জানিব।

সৰিয়হৰ তেলত শলিতা দি যি মাটিৰ চাকি জলোৱা হয়, সেই চাকি নুমাওঁতে এবিধ গন্ধ ওলায়, যাৰ নাকত সেই গন্ধ নোসোমায় অৰ্থাৎ যি সেই গন্ধ নেপায়, তেওঁৰ মৃত্যু ওচৰ চাপিছে বুলি জানিব।

যি ৰাতি ইন্দ্ৰধনু আৰু দিনত নক্ষত্ৰমণ্ডল দৰ্শন কৰে আৰু আনৰ চকুৰ মণিত যি নিজৰ প্ৰতিবিম্ব দেখা নেপায়, তেওঁৰ আয়ুস শেষ হৈছে বুলি জানিব।

যাৰ চকুৰেদি সদায় পানী বৈ থাকে, কাণ দুখনৰ লতি তললৈ হালি পৰিছে আৰু নাকৰ পাহি বেঁকা হৈছে, তেওঁৰ মৃত্যু ওচৰ চাপিছে বুলি জানিব।

হাতৰ আঙুলি সুমাই কাণৰ বিন্ধা দুটাৰ মুখ বন্ধ কৰিলে কাণৰ ভিতৰত এক ৰকম গুমগুমনি শব্দ শুনা যায়। যি সেই শব্দ শুনিবলৈ নেপায় আৰু চকু টিপিলে চকুৰ জ্যোতি (তৰা) নেদেখে তেওঁৰ মৰিবলৈ আৰু বেছি দিন নাই বুলি জানিব।

যাৰ মৰ্মস্থান বতাহ লাগিলে পীড়িত হয় আৰু চেঁচা পানী ঢালিলে যাৰ শৰীৰ ৰোমাঞ্চিত নহয়, তেওঁৰ আয়ুস টুটি আহিছে বুলি জানিব।

এনেকুৱা অৰিষ্টবিলাক দেখা পালে তত্ত্বজ্ঞানী জিতেন্দ্ৰিয় বুদ্ধিমন্ত লোকে ভয় বা বেজাৰ নকৰে। কিয়নো যোগাভ্যাসৰ দ্বাৰা অনেক অৰিষ্টৰ প্ৰতিকাৰ কৰিব পৰা যায়। আমি যোগ সাধনাৰ দ্বাৰা আমাৰ প্ৰত্যেকটো ইন্দ্ৰিয়কে অধিক শক্তিশালী কৰি অকাল-মৃত্যুৰ হাত সাৰিব পাৰোঁ। মনক সংযম কৰি নিজৰ শাসনাধীনত ৰাখিব পৰাটোৱেই হৈছে দিব্যজ্ঞান লাভ কৰিবৰ প্ৰথম সোপান। মহাযোগী মহাপুৰুষ-সকলৰ ইচ্ছা মৃত্যু হয়।

"গীতাৰ" অষ্টম অধ্যায়ত আছে—

"অন্তকালে চ মামেৱ স্মৰন্মুক্ত্বা কলেৱৰম্।
যঃ প্ৰয়াতি স মদ্ভাবং যাতি নাস্ত্যত্ৰ সংশয়ঃ।
যং যং বাপি স্মৰণ্ ভাৱং ত্যজত্যন্তে কলেৱৰম্।
তং তমেৱৈতি কৌন্তেয় সদা তদ্ভাৱভাৱিতঃ॥"

মৰিবৰ সময়ত যি, যি ভাবনা কৰি দেহ ত্যাগ কৰে, তেওঁ সেই সেই ভাবনাত নিৱিষ্ট থকা বাবে সেই সেই ভাবেই প্ৰাপ্ত হয়। "যিবা যিবা জন্তুক স্মৰিয়া প্ৰাণ এড়ে, মৰি জন্ম ধৰিয়া তাৰেই ৰূপ ধৰে।" যি মৰিবৰ সময়ত ঈশ্বৰ-চিন্তা কৰি প্ৰাণত্যাগ কৰে, সি ঈশ্বৰৰেই স্বৰূপ লাভ কৰি থাকে, ইয়াত কোনো সংশয় নাই। "ওঁ নমো নাৰায়ণায়" এইটো এটা মৰিবৰ সময়ত জপ কৰিব লগীয়া মন্ত্ৰ।

"ব্ৰহ্মাৰ প্ৰতিমা নিষ্টে জানিবা প্ৰণৱে।
প্ৰণৱ স্মৰণে সি কাৰণে গতি পাৱে॥"

ওঁ তৎসৎ *

* আৱাহন, জেঠ ১৮৬০ শক, ৯ম বছৰ ৮ম সংখ্যা।

# সঙ্গীত বিদ্যাৰ সৃষ্টি

ভৰতীয় সঙ্গীতৰ কোনো ভাল বুৰঞ্জী পোৱা নেযায়। পুৰাণ শাস্ত্ৰৰপৰা জনা যায় যে নটৰাজ মহাদেৱেই সঙ্গীতৰ সৃষ্টিকৰ্তা। ব্ৰহ্মাই মহাদেৱৰ পৰা সঙ্গীত শাস্ত্ৰ শিক্ষা কৰে। ব্ৰহ্মাৰপৰা নাৰদ, ভৰত, হুহু, তুম্বুৰু আৰু ৰম্ভা এই পাঁচজনে সঙ্গীতবিদ্যা শিকিছিল। ভৰতেই ভূ-ভাৰতত সঙ্গীতশাস্ত্ৰ প্ৰচাৰ কৰিছিল বুলি পুৰাণত লিখা আছে। যি শাস্ত্ৰ পঢ়িলে নৃত্য গীত আৰু বাদ্য জানিব পাৰি তাকে সঙ্গীত শাস্ত্ৰ বোলে। ভৰত, সোমেশ্বৰ হনুমন্ত আৰু কল্লিনাথ এই চাৰিজনে ৪ খন সঙ্গীত-শাস্ত্ৰ প্ৰণয়ন কৰিছিল। প্ৰত্যেকখন পুথিত সাতোটাকৈ আধ্যা আছে। যেনে,— (১ সাৰাধ্যা, (২) ৰাগাধ্যা, (৩) তালাধ্যা (৪) নৃত্যাধ্যা (৫) ভাবাধ্যা, (৬) কোকাধ্যা আৰু (৭) হস্তাধ্যা।

মহাদেৱৰ মহাশ্ৰম নাটক পৰ্বতত সঙ্গীতৰ সৃষ্টি হয়। "কালিকা, পুৰাণত" লিখা আছে,—"কামৰূপৰ ঈশান কোণত নাটক নামে পৰ্বতত মহাদেৱ শঙ্কৰৰ মহাশ্ৰম আছে। তাত তেওঁ নিতৌ পাৰ্বতীৰে সৈতে বাস কৰে।

"সেই নাটক পৰ্বতত চিৰনিৰ্মল পানীৰে ভৰপূৰ প্ৰফুল্ল কমল আৰু উৎপল থকা সুদীৰ্ঘ পৰম ৰমণীয় এটি সৰোবৰ আছে, তাৰ পাৰত প্ৰশস্ত অতি মনোহৰ মহাদেৱৰ মহাশ্ৰম দেখিবলৈ পাবা।

"তাত দেৱদানৱ-কিন্নৰ-প্ৰমথাদিয়ে সদায় নৃত্য বাদন কৰে। তেওঁলোকৰ নৃত্যবাদনত যোগ দি কৌতূহল-পৰায়ণ হৈ স্বয়ং মহাদেৱেও তাত নৃত্যগীত কৰে। তেওঁলোকে নটন অৰ্থাৎ নাচ-বাগ কৰাৰ কাৰণেই সেই পৰ্বতটোৰ নাম'নাটক হৈছে।"

"কালিকা পুৰাণৰ" আশীতিতম আধ্যাত আছে, "নাটক পৰ্বতত মানস সৰোবৰৰ নিচিনা এটি মনোৰম্য সৰোবৰ আছে স্বৰ্ণপদ্মেৰে সুশোভিত এই সৰোবৰত মহাদেৱে পাৰ্বতীৰে সৈতে সদায় জল-ক্ৰীড়া কৰে। এই পৰ্বতৰ পশ্চিম দক্ষিণ আৰু পূৰ্ব ভাগৰপৰা তিনিখন নদী ওলাই দক্ষিণ সাগৰৰ ফালে বৈ গৈছে। পশ্চিম ফালৰপৰা ওলোৱা নৈখনৰ নাম দিকৰিকা (এতিয়া দিকৰিকাৰ নাম দিকৰাই হৈছে)। দিগ্‌হস্তীবিলাকৰ আঘাতত সেই নৈখনৰ উৎপত্তি হোৱা বাবে তাৰ নাম দিকৰিকা হৈছে। যিখন নৈ মধ্যভাগ বা দক্ষিণৰপৰা ওলাইছে স্বয়ং, শঙ্কৰে নমাই অনা সেই নদীখনৰ নাম বৃদ্ধগঙ্গা (এতিয়াৰ বুঢ়ীগাং,) বৃদ্ধগঙ্গা গঙ্গাৰ নিচিনা ফলদায়িনী। যিখন নৈ নাটক পৰ্বতৰ পূব ফালৰপৰা ওলাইছে, সেইখন সুবৰ্ণস্ৰাৱিনী নৈ, অৰ্থাৎ সেই নৈখনৰ পানীৰ লগত সোণ বৈ আহে। সেইখন নদীও গঙ্গাৰ নিচিনা ফলপ্ৰদা। পাৰ্বতীদেৱীয়ে স্নান কৰোতে তেওঁৰ গাৰপৰা যি-বিলাক স্বৰ্ণ-কণিকা সৰি পৰে, এই নদীয়ে ধীৰে ধীৰে তাকে বৈ লৈ আহে, শম্ভুৰে ক্ৰীড়াৰ সময়ত পাৰ্বতীৰ গাত স্বৰ্ণ-কণিকাৰ লগত যি চন্দনবিন্দু অৰ্পণ কৰে, স্নানৰ সময়ত সেই স্বৰ্ণ-কণিকা আৰু চন্দ্ৰনবিন্দু এই নৈখনৰ পানীৰে ধুই লৈ আহে, সেই কাৰণে এই সৰ্ব-শ্ৰেষ্ঠা স্বৰ্ণশ্ৰী নৈখনক স্বৰ্ণবহা বোলা যায় (এই নৈখনৰ বৰ্ত্তমান চলিত নাম বহগাং; আগেয়ে মানুহে এই নৈত সোণ কমাইছিল, ইয়াৰ সোণ অতি উত্তম বুলি প্ৰখ্যাত আছিল)।

"চ'ত মাহৰ কৃষ্ণা চতুৰ্দশীত সংযতচিত্তেৰে এই-বিলাক পুণ্যসলিলা নদীত ত্ৰৈকালিক স্নান কৰিলে বহুকাল দেৱীগৃহত থাকি শেষত ব্ৰহ্মলোকলৈ গতি কৰিব পাৰি, তাৰ পৰা আকৌ পৃথিৱীত জন্ম গ্ৰহণ কৰি সাৰ্বভৌম নৃপতি হ'ব পাৰে।"

"বৃদ্ধগঙ্গাৰ পানীৰ মাজত ব্ৰহ্মপুত্ৰৰ পাৰত বিশ্বনাথ নামে শিৱলিঙ্গ আৰু যোনিমণ্ডলৰূপা মহাদেৱী বিশ্বদেৱী (চণ্ডী) আছে। পূৰ্বকালত জগৎপতি বিষ্ণুয়ে তাত হয়গ্ৰীৱৰ লগত যুদ্ধ কৰি হয়গ্ৰীৱক বধ কৰি তাৰপৰা মণিকূটলৈ প্ৰয়াণ কৰে। সেই বিশ্বনাথত যি লোকে দ্বাদশী, অষ্টমী আৰু চতুৰ্দশী তিথিত শাৰদা মন্ত্ৰ আৰু পূজাক্ৰমানুসাৰে ভগৱতী দুৰ্গাক, হয়গ্ৰীৱমন্ত্ৰ তন্ত্ৰানুসাৰে গৰুড়ধ্বজ বিষ্ণুক আৰু কামেশ্বৰৰ মন্ত্ৰ-তন্ত্ৰানুসাৰে শঙ্কৰক ভক্তিৰে সৈতে পূজা কৰে, তেওঁ তিনিকল্প কাল শিৱলোকত, তিনিকল্প কাল বিষ্ণু লোকত আৰু তিনিকল্প কাল দুৰ্গাধামত অৱস্থান কৰি অৱশেষত ভূলোকলৈ আহি বেদজ্ঞ ব্ৰাহ্মণ হৈ জন্ম গ্ৰহণ কৰে।"

দিক্কৰিকা বা দিকৰাই নৈ পশ্চিমে ভট্টাৰিকা বা ভৰলী নৈ। "কালিকা পুৰাণত" ভট্টাৰিকাৰ বিষয়ে লিখা আছে যে হিমালয়ৰ বিভ্ৰাত পৰ্বতৰ পৰা এই মহানদীখন ওলাই দক্ষিণলৈ বৈ গৈছে, দেৱতাসকলে পৰম সুখে এই নদীক সদায় সেৱা কৰি থাকে, যি লোকে চাৰিটা যুগ্যদ্যা তিথিত সভক্তিৰে এই নদীত স্নান কৰে তেওঁ অন্তিমত পৰম পদ বিষ্ণুলোকলৈ গতি কৰে। পাৰ্বতীয়ে ভৈৰৱীৰূপে এই নদীখন নমাই আনি কন্যাশ্ৰম ভাঙি চ্যৱন মুনিৰ পালিতা কন্যা কন্যাকাক "ৰুদ্ৰ পদৰ" ওচৰত "জলৰূপী ভৱ" বুলি অভিশাপ দিয়া বাবে নদীখনক ভৈৰৱী বুলিও কোৱা হয়।

ভৰলী (ভট্টাৰিকা), দিকৰাই (দিক্কৰিকা), বুঢ়ীগাং (বৃদ্ধ-গঙ্গা) আৰু বৰগাং (স্বৰ্ণবহা), এই চাৰিখন পুন্য নদী তেজপুৰৰ ন-দুৱাৰ অঞ্চলত আছে। ন-দুৱাৰৰ উত্তৰে যি পৰ্বতমালা দেখা যায় তাত দফলা জাতিৰ নিবাস। সেইবাবে সেই পৰ্বতমালাক দফলা পৰ্বত বোলা হয়। দফলা পৰ্বত হিমালয়ৰ ঠাল ঠেঙুলি। দফলা পৰ্বতমালাৰ উত্তৰে চিৰ তুষাৰাবৃত যি ধৱল চূড়া আৱকালি দেখা যায় সেয়ে নাটক পৰ্বত হ'ব পায়। হিমালয়ৰ এই পূৰ্বাংশ ভোটানেৰে সৈতে একৰমকালি পুৰণি কামৰূপ ৰাজ্যৰ অন্তৰ্ভূক্ত আছিল। কালিকা পুৰাণেও কামৰূপৰ বৰ্ণনা প্ৰসঙ্গত নাটক পৰ্বতৰ কথা কৈছে। নটৰাজ মহাদেৱৰ মহাশ্ৰম নাটক পৰ্বতত মহাদেৱৰ দ্বাৰাই সঙ্গীত বিদ্যাৰ সৃষ্টি হৈছিল। এতেকে সঙ্গীত বিদ্যাৰ সৃষ্টি কামৰূপত সৃষ্টি হোৱা বুলি ক'ব পাৰি। বৰগাং নৈৰ পাৰে পাৰে উজাই গৈ থাকিলে নাটক পৰ্বত পাব পাৰি।

সঙ্গীত শাস্ত্ৰত আদি ৰাগ ছটা বুলি লিখা আছে। সেই ছয় ৰাগৰ ৩৮ টি ৰাগিনী আছে। ৰাগক পুৰুষ ৰূপে আৰু ৰাগিনীক ৰাগৰ ভাৰ্যাৰূপে কল্পনা কৰা হৈছে। কোন ঋতুত কোন ৰাগ-ৰাগিনী গাব লাগে তাক তলত লিখা হ'ল :—

| ঋতু | ৰাগ | ৰাগিনী |
|---|---|---|
| শীত— | শ্ৰী— | ধনশ্ৰী, গৌৰী, ভূপালী, বৰাটী (বৰাড়ী), কল্যাণী, ত্ৰিবনী। |
| বসন্ত— | বসন্ত— | বসন্ত (হিন্দোলী), বেলাৱলী (বেলোৱাৰ), মালৱী বা মাহুৰ, পাঠমঞ্জৰী, সাবেৰী, কৌশিকী (কৌ)। |
| গ্ৰীষ্ম— | ভৈৰৱ | ভৈৰৱী, তুড়ী, ৰামকিৰী, গুণকিৰী, ভাটিয়ালী, সৈন্ধৱী (সিন্ধুৰা)। |
| বৰ্ষা— | মেঘ— (শ্যাম) | মধুমাধৱী, মল্লাৰী, সোৰাটী, গান্ধাৰী, হৰশৃঙ্গাৰা, সাৰঙ্গী (সুহাই)। |
| শৰৎ— | দীপক— (পঞ্চম) | দেৱগিৰি, ললিতা, বিভাষা, কৰ্ণাটী (কানাড়া), বৰহংসিকা, আভিৰী (অহিৰ)। |
| হেমন্ত— | নটনাৰায়ণ— | পাহাড়ী, আশোৱাৰী (দেশী) কেদাৰী, কামোদী, নাটিকা (নাট), হাম্বিৰী। |

আমাৰ মহাপুৰুষসকলে ৰচনা কৰা বৰগীত-বিলাকত সকলো ৰাগ-ৰাগিনীকে ৰাগ বুলি লিখা আছে। কল্যাণী, বেলাৱলী, তুড়ী, মল্লাৰী, গান্ধাৰী ললিতা, আভিৰী, কেদাৰী, কামোদী, নাটিকা, আদি ৰাগিনীবিলাকক বৰগীতত কল্যাণ, বেলোৱাৰ, তুড়, মল্লাৰ, গান্ধাৰ, ললিত, অহিৰ, কেদাৰ, কামোদ আৰু নাট ৰাগ বোলা হৈছে।

মন্ত্ৰৰ আখৰবিলাক উচ্চাৰণ কৰোঁতে বা একান্তমনে সঙ্গীত গাওঁতে শব্দৰ উচ্চাৰণৰ লগে লগে আকাশ বা ব্যোমত (Ether) তৰঙ্গ (Vibration) উঠে আৰু সেই তৰঙ্গৰ আঘাতত বিশেষ শক্তিৰ সঞ্চাৰ হয়। আমাৰ মানুহে কথাতে কয় বোলে আমুকাই চিৰ'ৰত গছৰ পাত সৰালে, বৌদ্ধযুগত এজন গায়নে গীত গাই গাই সচাকৈয়ে কোনো এজোপা গছৰ পাত সৰাইছিল, আৰু আন এজন গায়নে আকৌ বসন্তৰাগত গীত গাই গাই সেই শুকান গছত কুঁহি মেলাইছিল। সঙ্গীতৰ কি শক্তি ! *

* জয়ন্তী, ১৮ পুহ ১৮৬০ শক, ১ম বছৰ ১ম সংখ্যা।

# সেৱা-ধৰ্ম্ম

"Young men, never surrender the heritage of India—the sense of the Atman, the one Eternal Self, the spirit of creative evolution"—Prof T. L. Vaswani

"আত্মানং বিদ্ধি।"—আত্মাক জানা। আত্মা মন নহয়, দেহো নহয়, দেহৰ তেজ-মঙহ বা হাড়-ছালো নহয়। দেহক আশ্ৰয় কৰি আত্মা থাকে। শৰীৰ, মন আৰু আত্মা। এই তিনিওটাকে লৈ মানুহৰ অস্তিত্ব। মানৱ-তত্ত্ব বুলিলে এই তিনিওটাকে বুজায়।

জীৱাত্মা পৰমাত্মাৰ অংশ। যেনে, সূৰ্যৰ কিৰণ-মালা সূৰ্যৰ অংশ, নদী বা সাগৰৰ তৰঙ্গমালা নদী বা সাগৰৰ পানীৰে অংশ।

"অহং আত্মা গুড়াকেশ সৰ্বভূতাশয়স্থিতঃ।"—গীতা

অৰ্থাৎ পৰমেশ্বৰৰ আত্মাই সৰ্বভূতক আশ্ৰয় কৰি আছে।

"সৰ্বযোনিষু, কৌন্তেয় মূৰ্তয়ঃ সম্ভৱতি যাঃ।
তাসাং ব্ৰহ্ম মহদ্ যোনিৰহং বীজপ্ৰদ পিতা॥"

অৰ্থাৎ যিবিলাক মূৰ্তি (জীৱ) দেখিবলৈ পোৱা যায় প্ৰকৃতি সেইবিলাকৰ মাতৃস্থানীয়া আৰু এক অদ্বিতীয় সৰ্বব্যাপী সৰ্বশক্তিমান পৰমেশ্বৰ সেইসকলৰ বীজপ্ৰদ পিতা। আত্মা জ্ঞাতা, প্ৰকৃতি জ্ঞেয়।

প্ৰকৃতিয়ে দেহ ধাৰণ কৰে। আত্মা সেই দেহ-পুৰত বাস কৰে। আত্মাই জীৱন, জ্যোতিৰ্ময়ৰ জ্যোতি-কণ। আত্মা সকলো জীৱতে একেই। যেনে, পানীৰ মাজত ঘট, টেকেলি, কলহ, চৰু, থালী, এই পাঁচোটা পাত্ৰ ডুবাই ৰাখিলে পাঁচোটা পাত্ৰৰ পানীয়ে বেলেগ বেলেগ অৱয়ৱ ধাৰণ কৰি থাকিলেও সকলোটি পাত্ৰৰ পানী একেই।

আকাশত মেঘ থাকে। মেঘে বৰষুণ দিয়ে। বৰষুণৰ পানী নাদ, খাল, বিল, পুখুৰী, নৈ আৰু সাগৰত পৰি নাদৰ পানী, খালৰ পানী, বিলৰ পানী আদি নাম পায়। কিন্তু আকৌ সেই পানী যেতিয়া ৰ'দৰ তাপত ভাপ হৈ আকাশত গৈ মেঘ হয়, তেতিয়া আগৰ নাম লোপ পায়। সেই দৰে, আত্মাই যি দেহক আশ্ৰয় কৰি থাকে, সেই দেহৰ নাম, ৰূপ আৰু উপাধিৰে ভূষিত হয়। দেহৰ বিনাশৰ লগে লগেই আত্মাৰ নাম, ৰূপ আৰু উপাধিও নাইকিয়া হয়।

"সমং সৰ্বেষু ভূতেষু তিষ্ঠন্তং পৰমেশ্বৰম্।"—গীতা

সকলো ভূতত সমভাৱে পৰমেশ্বৰ অৱস্থান কৰিছে।

"মায়াতেসে দেখয় বিবিধ পৰিচ্ছেদ।
স্বৰূপত তোমাত নাহিকে কিছু ভেদ॥
চৈতন্যস্বৰূপে ব্যাপি এক নিৰঞ্জন।
তোমাক বুজিবে দ্বৈত কোন অজ্ঞজন॥"
—কীৰ্ত্তন (শঙ্কৰদেৱ)

"আত্মনাত্মন বিজ্ঞায় মুক্তো ভৱতি মানৱঃ।"
—মহানিৰ্বাণ তন্ত্ৰ

কেৱল আত্মাৰ দ্বাৰা আত্মাক জানিব পাৰিলেহে মানুহৰ মুক্তিলাভ হয়।

"যথা সৰ্বগতং সৌক্ষ্যাদাকাশং নোপলিপ্যতে।
সৰ্বত্ৰাৱস্থিতো দেহে তথাত্মা নোপলিপ্যতে॥"
—গীতা

যেনেকৈ সৰ্বত্ৰ অৱস্থিতি কৰা আকাশ অতি সূক্ষ্মগুণে একোতে লিপ্ত নহয়, তেনেকৈ সৰ্ববিধ দেহত অৱস্থান কৰিও আত্মা দেহৰ দোষ-গুণত লিপ্ত নহয়।

এবাটি পানীত অলপ লোণ মিহলালে লোণখিনি দেখা নেযায়, পানীৰ লগত মিলি যায়। কিন্তু সেই বাটিৰ পানী মুখত ললে লোণৰ সোৱাদ পোৱা যায়। যেনেকৈ বাটিত থকা গোটেইখিনি পানীৰ লগত লোণ মিহলি হৈ থাকে, অথচ সেই লোণখিনি দেখা নেযায়, তেনেকৈ আমাৰ গোটেই শৰীৰত সৎবস্তু (আত্মা) ব্যাপ্ত হৈ আছে, আমি চকুৰে দেখা নেপাওঁ। যেনেকৈ, গছৰ ডাল-পাত, ফল-ফুল, গা বাকলি, সকলোতে জীৱন-ৰস চলাচল কৰি থাকে, তেনেকৈ বিশ্ব-ব্ৰহ্মাণ্ডৰ সকলো দেহতে সেই সৎবস্তু (আত্মা) অৱস্থান কৰি আছে। সেই সৎ বস্তুৱেই ব্ৰহ্ম।

"সৰ্বং খল্বিদং ব্ৰহ্ম।"
কৰীৰে কয় সত্যক তই
চাই ল ভাল কৰি।
সকলো ঘটতে ব্ৰহ্ম আছে
জ্যোতিৰ মূৰ্ত্তি ধৰি॥

বৈদান্তিকৰ মতেও "জীৱো ব্ৰহ্মৈৱ কেৱলং।"

জীৱ মাত্ৰেই সনাতন ব্ৰহ্মৰ অংশ। এতেকে,

"প্ৰথমে প্ৰণমো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ॥"

"সমস্ত ভূতৰ তুমিসে আতমা
হৃদয় পৰম গুৰু।
তথাপি সেৱাৰ অনুসাৰে কৃপা
কৰা যেন কল্পতৰু॥
কিমতে ভকতি কৰোঁ পঞ্চেন্দ্ৰিয়ে
পঞ্চদিকে লাগি ধৰে।
যেন গৃহস্থক অনেক সপত্নী
সকলে আকুল কৰে॥
ভৱ-বৈতৰণী মাজে মজিলোহোঁ
নেড়ে মোক শোক ভয়।
তোমাৰ চৰণে শৰণ লৈলোহোঁ
কৃপা কৰা কৃপাময়॥"
—কীৰ্তন (শঙ্কৰদেৱ)

এক অদ্বিতীয় পূৰ্ণব্ৰহ্ম পৰমেশ্বৰ আমাৰ সকলোৰে পিতা-মাতা। তেৱেঁই বিষ্ণু, হৰি বা নাৰায়ণ। তেৱেঁই আল্লা। তেৱেঁই গড্ (God), যিহোৱা বা জোভ্। যি ঈশ্বৰে হিন্দুক সৃষ্টি কৰিছে, তেৱেঁই মুছলমানকো কৰিছে, খৃষ্টানকো কৰিছে, বৌদ্ধ, জৈন, সভ্য, অসভ্য, আৰ্য, অনাৰ্য সকলোকে কৰিছে। তেওঁ সকলো নৰ-নাৰীৰ, সকলো জীৱ জন্তুৰ সৃষ্টিকৰ্তা, পালনকৰ্তা আৰু সংহাৰকৰ্তা। "এক দেৱ, এক সেৱ, এক বিনে নাহি কেৱ।" "ঈশ্বৰৰ পিতৃত্ব আৰু মানৱৰ ভ্ৰাতৃত্ব"—এই সাৰ সত্য কথা সকলো ধৰ্মশাস্ত্ৰতে পোৱা যায়। সকলোতে সমভাৱে অৱস্থিতি কৰা ঈশ্বৰ সকলোৰে প্ৰতি সমদৰ্শী, মহা কৰুণাময় সূৰ্যৰ পোহৰ আৰু তাপ, জোনৰ জোনাক, পানী, বতাহ, জুই আদি ঈশ্বৰৰ দান সকলো প্ৰাণীয়ে সমভাৱে পায়। সকলো প্ৰাণীলৈকে তেওঁৰ সমান প্ৰেম, সমান দয়া।

মহাপুৰুষ শঙ্কৰদেৱে তেওঁৰ 'কীৰ্তনত' সেই পৰমাত্মা পৰমেশ্বৰক কি বুলি স্তুতি কৰিছে শুনক :—

'নমো নমো মাধৱ বিধিৰ বিধিদাতা।
তুমি জগতৰ গতি মতি পিতা মাতা॥
তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাত ব্যতিৰেক॥

তুমি কাৰ্য কাৰণ সমস্ত চৰাচৰ।
সুৱৰ্ণ কুণ্ডলে যেন নাহিকে অন্তৰ ॥
তুমি পশুপক্ষী সুৰাসুৰ তৰুতৃণ।
অজ্ঞানত মূঢ়জনে দেখে ভিন্ন ভিন্ন।
তোমাৰেসে মায়ায়ে মোহিত সৰ্বক্ষণে।
তুমি আত্মা তোমাক নজানে একো জনে ॥
সমস্ত ভূতৰে তুমি আছা হৃদয়ত।
তত্ত্ব নপাই তোমাক বিচাৰে বাহিৰত ॥
তুমিসে কেৱল সত্য মিছা সবে আন।
জানি জ্ঞানীগণে কৰে হৃদয়ত ধ্যান ॥
নমাগোহোঁ সুখভোগ নলাগে মুকুতি।
তোমাৰ চৰণে মাত্ৰ থাকোক ভকতি ॥
মুখে লৌক নাম মোৰ কৰ্ণে তব কথা।
হৃদয়ত পাদপদ্ম থাকোক সৰ্বথা ॥
সজ্জনৰ সঙ্গ হুগুচোক সৰ্বক্ষণে ॥
এতেক প্ৰসাদ মাগো তোমাৰ চৰণে ॥'

উক্ত মহাপুৰুষৰ ৰচিত 'কীৰ্তনৰ' বেদস্তুতিত আছে,—

"আপুনি স্ৰজিলা চৰাচৰ দেহ যত।
সমস্ত ঐশ্বৰ্য-ভাৱে থাকা সমস্তত ॥
জীৱ অঙ্গে তুমি প্ৰবেশিলা গাৱে গাৱে।
আৰে আমি তোমাক ভজোহোঁ সৰ্বভাৱে ॥'
"তোমাৰেসে অংশ আমি যত জীৱ-জাক।
তোমাৰ মায়ায়ে প্ৰভু বান্ধিলে আমাক ॥
দিয়ো উপদেশ ভজোঁ তোমাৰ চৰণে।
মায়াৰ বন্ধন ছিণ্ডো শ্ৰৱণ কীৰ্তনে ॥"

"তুমি সত্যব্ৰহ্ম তোমাতে প্ৰকাশ
জগত ইটো অনন্ত।
জগততো সদা তুমিয়ে প্ৰকাশা
অন্তৰ্যামী ভগৱন্ত ॥"

"তুমি আত্মা হেন জানিয়া তোমাক
চিত্তে ভজে যিটো জন।
তুচ্ছ পুত্ৰ-দাৰা- বিষয় ভোগত
নাহি তাৰ প্ৰয়োজন ॥"

"তোমাৰ অদ্বৈত ৰূপ পৰম আনন্দ পদ
তাতে মোৰ মগ্ন হোক চিত।
ভৈলোহোঁ দাসৰো দাস জানি এবে নৰহৰি
আমাক নেৰিবা কদাচিত ॥"

মহাপুৰুষ মাধৱদেৱে তেওঁৰ "নামঘোষাত" কৈছে,—

"যিহেতু চৈতন্যপূৰ্ণ পৰমাত্মাৰূপে হৰি
হৃদয়ত আছন্ত প্ৰকাশি।
তাতেসে ইন্দ্ৰিয়গণ ভূত প্ৰাণ বুদ্ধি মন
প্ৰৱৰ্ত্তে যতেক জড়ৰাশি ॥"

"স্মৰণ মাত্ৰকে যিহেতু দুৰ্ঘোৰ
সংসাৰ-দুঃখ হৰন্ত।
এহি হেতুতেসে ঈশ্বৰক হৰি
বোলয় যত মহন্ত ॥
আত্মা-ৰূপে জানা ইটো জগতত
আছন্ত হুয়া প্ৰবেশ।
এহি হেতুতেসে ঈশ্বৰক বিষ্ণু
বুলিয়া নাম বিশেষ।"

'গীতাত" ভগৱন্তই কৈছে,—
"সমস্ত প্ৰাণীত মোক দেখে নিৰন্তৰ।
তেনে অন্তৰঙ্গা ভক্তি হৈব পুৰুষৰ"

মহাপুৰুষ শঙ্কৰদেৱৰ "কীৰ্তনত" আছে,—
"ইন্দ্ৰিয়ক কৰিয়া নিয়ম,
প্ৰাণীক দেখিব আত্মসম।"

চাণক্যৰ নীতি-শাস্ত্ৰতো আছে,—
"আত্মৱৎ সৰ্বভূতেষু যঃ পশ্যতি সঃ পণ্ডিতঃ।"

বাইবেল শাস্ত্ৰততো আছে,—

"Do to others as you would that they should do unto you."

আমি সকলোকে নিজৰ নিচিনা দেখিব লাগে। সকলোকে ভাতৃভাৱে ভাল পাব লাগে। মানুহে মানুহক ঘিণাব নেপায়। ভিন্-ভিন্, খিন্ খিন, ছেই-ছেই ভাব এৰি, ঈৰ্ষা, অসূয়া মনৰপৰা বাজ কৰি

সকলোকে প্ৰেম কৰা উচিত। সকলোৰে সুখত সুখী, দুখত দুখী হোৱা উচিত। মানুহে মানুহক ঘিণালে পৰমপিতা পৰমেশ্বৰক ঘিণ কৰা হয়। আমি মনত ৰখা উচিত সে পাৰ্থিৱ প্ৰেমৰ পৰাহে ঐশী প্ৰেমৰ বিকাশ হয়। প্ৰত্যক্ষ প্ৰাণীলৈ প্ৰেম নহলে, অপ্ৰত্যক্ষ অবাঙ্‌মানসগোচৰ ঈশ্বৰলৈ প্ৰেম কেনেকৈ জন্মিব? প্ৰেমৰ প্ৰথম সোপান-সৰ্ব্বথা সমদৰ্শন। প্ৰেমৰ দ্বিতীয় সোপান পৰাৰ্থপৰতা অৰ্থাৎ নিস্বাৰ্থভাৱে সৰ্ব্বভূতৰ হিতসাধন-দেশৰ আৰু দহৰ সেৱা-জাতীয় উন্নতি সাধনাত নিজক উছৰ্গা কৰা। ব্যক্তিগত উন্নতি সমাজৰ সকলোৰে উন্নতিৰ ওপৰত নিৰ্ভৰ কৰে। শৰীৰৰ কোনো এটা অঙ্গ দুৰ্ব্বল হলে যেনেকৈ গোটেই শৰীৰ দুৰ্ব্বল হয়, এডাল শিকলিৰ কোনো এটা আঙঠি ভাগিলে যেনেকৈ গোটেই শিকলিডাল অকামিলা হয়, সমাজৰো কোনো সম্প্ৰদায় বা খেল অনুন্নত হৈ থাকিলে সেই সমাজ দুৰ্ব্বল হয়।

মহাপুৰুষ শঙ্কৰদেৱ যে অকল ধৰ্মসংস্কাৰক বা কৱি আছিল এনে নহয়, তেওঁ আমাৰ প্ৰধান জাতীয় নেতা আছিল। তেওঁ অসমৰ সকলো সম্প্ৰদায়কে একে মুঠ কৰি সদিয়াৰপৰা কোচবিহাৰলৈকে জাতি-বৰ্ণ নিৰ্বিশেষে সকলোকে জ্ঞান আৰু ধৰ্মৰ পোহৰ দি এটা আদৰ্শ জাতি গঠনৰ চেষ্টা কৰিছিল। সৰ্ব্বথা সমদৰ্শন আৰু সৰ্ব্বভূতৰ হিতসাধন বা দাস্যভক্তিৰ বিষয়ে তেওঁ ভাগৱতৰপৰা অনুবাদ কৰি "কীৰ্ত্তনত„ যি কথা লিখি গৈছে তাক শুনক —

উদ্ধৱৰ প্ৰতি শ্ৰীকৃষ্ণৰ বাণী —

"শুনিয়ো উদ্ধৱ আৱে ৰহস্য ভকতি।
কৰিবা অভ্যাস তুমি স্থিৰ কৰি মতি॥
সমস্ত ভূতত্তে ব্যাপি আছো মই হৰি।
সবাকো মানিবা তুমি বিষ্ণু বুদ্ধি কৰি॥
ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল।
দাতাত চোৰক যেন দৃষ্টি এক তুল॥
নীচত সাধুত যাৰ ভৈল এক জ্ঞান।
তাহাকেসে পণ্ডিত বুলিয়া সৰ্ব্ব জ্ঞান॥
বিশেষত মনুষ্যগণত যিটো নৰে।
বিষ্ণু-বুদ্ধিভাৱে সৰ্ব্বদায় সেৱা কৰে॥
ঈৰষা, অসূয়া, তিৰস্কাৰ, অহঙ্কাৰ।
সবে নষ্ট হোৱে তেৱে তাৰক্ষণে তাৰ॥
দেখি সখীগণে যেনো হাসে আসি বেঢ়ি।
মই সাধু ইটো চোৰ হেন লজ্জা এড়ি॥
কুকুৰ চণ্ডাল গৰ্দ্দভৰো আত্মা ৰাম।
জানিয়া সবাকো পড়ি কৰিবা প্ৰণাম॥
সমস্ত ভূতত বিষ্ণু-বুদ্ধি নোহে যাৱে।
কায়মনোবাক্যে অভ্যাসিবা এহি ভাৱে॥
বিষ্ণুময় দেখে যিটো সমস্ত জগতে।
জীৱন্তে মুকুত হোৱে অচিৰ কালতে॥
সকল প্ৰাণীক দেখিবেক আত্মসম।
উপায় মধ্যত ইটো অতি মুখ্যতম॥
মোৰ ইটো ধৰ্মৰ অল্পৰো নাহি হানি।
যিহেতু সাক্ষাতে মই কৈলো তত্ত্ববাণী॥"

জীৱৰ প্ৰতি প্ৰেম, জীৱৰ সেৱা, বিশেষকৈ মানৱৰ দৰিদ্ৰনাৰায়ণৰ সেৱাতকৈ শ্ৰেষ্ঠ মহৎ কাম কি আছে? "The service of mankind is the service of God" মানুহৰ সেৱাই ঈশ্বৰৰ সেৱা। "The voice of the people is the voice of God"—মানুহৰ বাণীয়েই ঈশ্বৰৰ বাণী।

"মানুহেই দেৱ, মানুহেই সেৱ,
মানুহেই পৰাৎপৰ।"

এই জনসেৱাকে দাস্য-ভক্তি বোলে। ঈশ্বৰ পিতা, প্ৰভু। আমি তেওঁৰ সন্তান, দাস।

"সেব্য সেৱকৰ বুদ্ধি যাৰ,
ভক্তিৰ পৰম এহি সাৰ।"

ঈশ্বৰৰ নাম-কীৰ্ত্তন, সৎসঙ্গ, বিষ্ণু-বুদ্ধিভাৱে প্ৰাণীলৈ প্ৰেম, নিষ্কামভাৱে প্ৰাণীৰ সেৱা, বিশেষকৈ দৰিদ্ৰ নাৰায়ণৰ সেৱা, এয়েই ভক্তিৰ ৰহস্য।

(২)

"সকল প্ৰাণীক দেখিবেক আত্মসম।
উপায় মধ্যত ইটো অতি মুখ্যতম॥"

সৰ্ব্বথা সমদৰ্শন আৰু সৰ্ব্বভূতৰ হিতসাধন অৰ্থাৎ প্ৰেম আৰু সেৱাই ধৰ্ম্মৰ সাৰ-তত্ত্ব। এই তত্ত্বকে, এই দাস্যভক্তিকে, মহাপুৰুষ শঙ্কৰদেৱে আমাৰ দেশত প্ৰচাৰ কৰি গ'ল। তেওঁৰ দিনৰ নামঘৰ আৰু সত্ৰ বিলাকত আমাৰ মানুহে দাস্য-ভক্তি শিকিছিল, সজ্জবদ্ধতা আৰু নিয়মানুবৰ্ত্তিতাৰ মোল জানিছিল। তেতিয়া আমাৰ সমাজত ধৰ্ম্মভাৱৰো বিকাশ হৈছিল। সেই ধৰ্ম্মৰভাৱ কি ?

"সৰ্ব্বেষাং যঃ সুহৃদ্ নিত্যং
সৰ্ব্বেষাঞ্চ হিতে ৰতঃ।
কৰ্ম্মনা মনসা ৰাচা
স ধৰ্ম্মং বেদ জাজলে॥"

"হৰি নাম ৰসে ৺বৈকুণ্ঠ প্ৰকাশে
প্ৰেম অমৃতৰ নদী।
শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙি দিলে
বহে ব্ৰহ্মাণ্ডক ভেদি॥"

"পৰম কৃপালু শ্ৰীমন্ত শঙ্কৰ
লোকক কৰিয়া দয়া।
হৰিৰ নিৰ্ম্মল ভকতি প্ৰকাশ
কৰিলা শাস্ত্ৰক চায়া।" —নাম-ঘোষা

মহাপুৰুষ মাধৱদেৱৰ দৰে আমিও ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰোঁ আহক :—

"তুমি মোৰ অন্তৰ্য্যামী, তযু ভৃত্য ভৈলো আমি,
জানি কৃপা কৰা হৃষীকেশ।
দান্তে তৃণ তুলি লওঁ, যিমতে সেৱাত ৰওঁ
দিয়া মোক সেহি উপদেশ।"

এই সেৱা-ধৰ্ম্ম সককালৰপৰাই আচৰণ কৰা উচিত। ভক্ত প্ৰহ্লাদে পাঁচ বছৰ বয়সৰপৰাই এই ধৰ্ম্ম আচৰণ কৰিছিল। তেওঁ দৈত্য-শিশুবিলাকক এই বুলি উপদেশ দিছিল :—

"হেন জানি শিশু সব এড়া আন কৰ্ম্ম।
কৰিও কুমাৰ কালে ভাগৱত-ধৰ্ম্ম॥
দুৰ্ল্লভ মনুষ্য-জন্ম নকৰা বিফল।
চিন্তা মনে মাধৱৰ চৰণ-কমল॥
হৰিসে সবাৰো আত্মা বান্ধৱ-ঈশ্বৰ।
মায়াময় ইটো পুত্ৰভাৰ্য্যা কলেৱৰ॥
আৰ অৰ্থে ব্যৰ্থ কেন কৰা আয়ু পাত।
সবাৰো হৃদয়ে বিষ্ণু আছন্ত সাক্ষাত॥
হেন জানি অসুৰ-স্বভাৱ সবে এড়ি।
সমস্ত প্ৰাণীক পূজা বিষ্ণু-বুদ্ধি কৰি॥"

* * * *

"হৰিৰ চৰণ চিন্তিবেক হৃদয়ত।
আছন্ত ঈশ্বৰ হৰি সমস্তে ভূতত॥
হেন জানি প্ৰাণীক কৰিব সৎকাৰ।
তেবেসে ঈশ্বৰ-ভক্তি হৈবেক তোমাৰ॥"
"সমস্ত ভূততে দেখিবেক নাৰায়ণ।
আত পৰে আন ধৰ্ম্ম সবে বিডম্বন॥"
— কীৰ্ত্তন (প্ৰহ্লাদ চৰিত্ৰ)

গীতাত ভগৱন্তই কৈছে, :—

"সবাতে দেখয় মোক বুলিয়া ঈশ্বৰ।
মোত দেখে প্ৰাণী যত আছে চৰাচৰ॥
সকলে ঈশ্বৰ যাত পৰে নাহি আন।
এহি জানি যোগী দেখে সবাকো সমান॥
মোক মানি সকলো প্ৰাণীত ভক্তি কৰে।
এনুৰা জ্ঞানীয়ে সুখে সংসাৰক তৰে॥
আপোনাৰ সুখ দুখ পৰতো জানয়।
তাত পৰে সংসাৰত মোৰ প্ৰিয় নাই॥"
—অসমীয়া গীতা। ষষ্ঠ অধ্যায়।

জনহিত সাধনতকৈ ঈশ্বৰৰ প্ৰিয় কাৰ্য একো নাই। এই মহৎ সেৱা-ধৰ্ম্ম পালন কৰিব খুজিলে সত্যক সাৰথি কৰি প্ৰেমৰ অস্ত্ৰেৰে অস্পৃশ্যতাক ধ্বংস কৰিব লাগিব। অহিংসা আৰু আত্ম-সংযমক হিয়াৰ কৱচ কৰিব লাগিব। অন্তৰাত্মা বা Conscience-অক নিৰ্ম্মল ৰাখিব লাগিব। তাৰ উপায় স্বাৰ্থ-ত্যাগ আৰু পৰাৰ্থপৰতা।

"শত্ৰু মিত্ৰ সব কৰিয়ো সম।
এহিসে কৃষ্ণৰ ভক্তি উত্তম॥
নিজিনি শৰীৰৰ শত্ৰুয়ে।
জিনিলোঁ দশোদিশ কেহোঁ কয়।"

—কীৰ্তন

যাৰ হৃদয় সৰল, নিস্বাৰ্থ, তেওঁহে ধৰ্মাধৰ্ম নিৰ্ণয় কৰিব পাৰে। আমি যে কেতিয়াবা কেতিয়াবা ধৰ্মক অধৰ্ম আৰু অধৰ্মক ধৰ্ম বুলি ভ্ৰমত পৰোঁ তাৰ প্ৰধান কাৰণ আমাৰ স্বাৰ্থপৰতা। যি সৰল অৰ্থাৎ মনে মুখে এক, যি সকলো প্ৰাণীকে নিজৰ নিচিনা দেখে, তেওঁ ধৰ্ম কি অধৰ্ম কি নিৰ্ণয় কৰাত ভুল নকৰে। আমি মনত ৰখা উচিত,—

"নিষ্কামে কৰিয়া সকলো কৰ্ম।
বিষ্ণুত অৰ্পিব সি সব ধৰ্ম॥"—কীৰ্তন

যি সেৱা-ধৰ্মৰ প্ৰকৃত সেৱক হ'ব খোজে, তেওঁ যশ, মান, অৰ্থ, সম্পদ বা ক্ষমতাৰ আশাত কোনো কাম নকৰিব। ঈশ্বৰৰ প্ৰীতিৰ অৰ্থে নিষ্কামভাৱে নীৰৱে ঈশ্বৰৰ প্ৰিয় কাৰ্য কৰি যাব, ফলাফল ঈশ্বৰৰ চৰণত অৰ্পণ কৰিব। তেওঁ কব লাগিব,—"হিতায় লোকস্য তব প্ৰিয়াৰ্থং সংসাৰ যাত্ৰামনুবৰ্ত্তয়িষ্যে।"

"নমাগোহোঁ আন বৰ নমাগোহোঁ ৰাজ্য।
চিত্তই সৰ্বথা যেন কৰে তযু কাৰ্য॥"—শঙ্কৰদেৱ

হে মোৰ দুৰ্ভগীয়া দেশৰ ভাই-ভনীসকল, আহাঁ আমি আমাৰ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ অমূল্য বাণী শিৰোগত কৰি আমাৰ স্বদেশ আৰু স্বজাতিৰ সেৱাত প্ৰবৃত্ত হওঁ। স্বদেশৰ হিতসাধন কৰা মহৎ কৰ্তব্য কাম। স্বদেশলৈ অনুৰাগ, স্বজাতিলৈ প্ৰেম, স্বজাতিৰ সেৱা, আমাৰ ধৰ্ম হওক, আমাৰ জীৱনৰ ব্ৰত হওক। আমাৰ ভিতৰত যি অমিল আছে, অস্পৃশ্যতা আছে, খোচাখুচি আছে, তাক গুচাই আমি সকলো অসমীয়া একে মুঠি হৈ দেশৰ সেৱাত লাগো আহাঁ। অসমীয়াৰ দুখ দুৰ্গতি অসমীয়াই নুগুচালে আন কোনে গুচাব? অসম আইৰ গৌৰৱ অসমীয়াই নবঢ়ালে আন কোনে বঢ়াব? এতেকে আহাঁ, আমি সকলো অসমীয়া সঙ্ঘবদ্ধ হওঁ, একতাৰ জৰীৰে বান্ধ খাওঁ। আমাৰ ক্ষুদ্ৰ ক্ষুদ্ৰ স্বাৰ্থ জাতীয় কল্যাণৰ কাৰণে ত্যাগ কৰি "গাই গোটা পেটে ভঁৰাল" ভাব এৰি, ধৰ্মভেদ পাহৰি, ঘৃণা, হিংসা অভিমান মনৰ পৰা বাজ কৰি, পৰস্পৰে পৰস্পৰৰ সুখত সুখী, দুখত দুখী হৈ পৱিত্ৰ জনসেৱা-ব্ৰত গ্ৰহণ কৰোঁ আহাঁ।

বঙ্গদেশৰ মহিলা কবি শ্ৰীযুক্তা কামিনী ৰায়ে তেওঁৰ এটা কবিতাত লিখিছে,—

"আমৰা সকলি সকলেৰ তৰে,
প্ৰত্যেকে আমৰা পৰেৰ তৰে।"

আমিও কওঁ,—

"অকল নিজৰ নিমিত্তে নহয়,
আমাৰ জীৱন ভাই,
পৰৰ কাৰণে খাটিব পাৰিলে
সংসাৰ সুখৰ ঠাই।
শক্তি-সামৰথ পৰৰ সুখত
বিলাব পাৰিলে ভাই,
পৰৰ কাৰণে কান্দিব জানিলে
কান্দনতো সুখ পায়।
সকলো আপোন যত নৰ-নাৰী,
কাকনো বুলিম পৰ?
পৰমপিতাৰ সকলো সন্তান,
পৃথিৱী আমাৰ ঘৰ।
গাইগোটা পেটে ভঁৰাল নহৰা
লোকৰ দুখলৈ চোৱা,
মানুহৰ সেৱা, মানুহৰ পূজা,
পৱিত্ৰ বৰত লোৱা।"

সেৱা-ধৰ্ম পালিবৰ অনেক উপায় আছে। আমাৰ উঠি অহা ডেকাসকলে "Servant of Assam Society (অসম সেৱক সমিতি), বা "Assam Social Service League" (অসম সমাজ সেৱা সঙ্ঘ), আতুৰাশ্ৰম, ৰামকৃষ্ণ মিশ্যনৰ দৰে "শঙ্কৰদেৱ মিশ্যন,' আদি স্থাপন কৰি আৰু মহিলাসকলেও "শিশু আৰু নাৰী মঙ্গল সমিতি", "জাতীয় কন্যা-

বিদ্যালয় আদি স্থাপন কৰি স্বদেশ আৰু স্বজাতিৰ অনেক প্ৰকাৰে হিত সাধন কৰিব পাৰে। মন কৰিলেই হুন্ হয়।

"যাদৃশী ভাৱনা যস্য সিদ্ধিৰ্ভৱতি তাদৃশী।"
—পাতঞ্জল

সাধু টি, এল, ভাস্বানীয়ে তেজপুৰত বহা অসম ছাত্ৰ-সম্মিলনলৈ এই বাণী লিখি পঠাইছিল,—"ভাৰত জাগিছে। এশিয়াত নৱজাগৰণ আহিছে। কিন্তু কি ভাৰত, কি এশিয়া, সকলো জাতিৰ ভাগ্য-নিয়ন্তা ভগৱন্তৰ কৃপা। এই কৃপা লাভৰ নিমিত্তে আমি কি কৰিছোঁ? যেতিয়ালৈকে আমি দুৰ্বল আৰু প্ৰপীডিত জন-সমাজক সেৱা কৰিবলৈ নিশিকিম, তেতিয়ালৈকে আমি স্বাধীন হ'ব নোৱাৰিম।

"আজি দেশৰ আগত অনেক সমস্যা, অনেক কাৰ্য-পদ্ধতি দাঙি ধৰা হৈছে। কিন্তু মই এটা মাত্ৰ কথা জানোঁ, এখন মাত্ৰ কাৰ্য-পদ্ধতি প্ৰচাৰ কৰোঁ—মানুহলৈ প্ৰেম আৰু দীন-দৰিদ্ৰৰ সেৱা। মোৰ দৃঢ় বিশ্বাস যে এই প্ৰেম, এই সেৱা, এই মানৱ ধৰ্ম, এই দীন দৰিদ্ৰৰ সেৱাৰ দ্বাৰাই জগতৰ পৰস্পৰ বিৰোধী সম্প্ৰদায়সমূহৰ ভিতৰত মিলন সম্ভৱপৰ।

"ডেকাসকল, মোৰ এক মাত্ৰ বাণী, একমাত্ৰ নিবেদন, নীৰৱে দৰিদ্ৰ নাৰায়ণৰ সেৱা কৰিবলৈ শিকা। নীৰৱে,—কাৰণ প্ৰকৃত সেৱা, প্ৰকৃত সাধনা, নীৰৱতাৰ মাজত হে পৰিপূৰ্ণ হয়। ফুল নীৰৱে ফুলে। আকাশৰ তৰাবিলাকে নীৰৱে পোহৰ দিয়ে। হাহাকাৰ কৰা সাগৰৰ ঢৌবিলাকে পাৰত খুন্দা মাৰি ঘূৰি যায়। নীৰৱ কৰ্মী সকলেই শক্তিমান হৈ জগতত প্ৰকাশ পায়। নীৰৱতাৰ ভিতৰতেই শক্তি, আৰু মোৰ অন্তৰত এইটো দৃঢ় বিশ্বাস যে দৰিদ্ৰ নাৰায়ণৰ নীৰৱ সেৱাৰ দ্বাৰাই ভাৰতে মুক্তি আৰু শক্তি লাভ কৰিব।"

সাধু ভাস্বানীৰ এই সাৰুৱা উপদেশ মতে কাম কৰিবলৈ, আমাৰ দুখুনী জন্মভূমিৰ দুখ-দুৰ্গতি গুচাবলৈ, আদৰ্শ অসমীয়া জাতি গঠন কৰিবলৈ আমাৰ ডেকাসকল, আমাৰ আইদেউসকল ওলাব নে? দেশৰ শক্তি দেশৰ ডেকা-গাভৰুসকল। দেশৰ মুক্তি তেওঁলোকৰ হাতত। সৎ কামলৈ ইচ্ছা থাকিলে তাৰ উপায়ো ওলায়। ঈশ্বৰ সকলো সৎ কামৰ সহায়। তেওঁলোকে চেষ্টা কৰিলে সঙ্ঘবদ্ধ হৈ দেশৰ দৰিদ্ৰতা, অজ্ঞানতা, অনীতি, অনাচাৰ, অস্পৃশ্যতা আদি অনেক পৰিমাণে গুচাব পাৰে। তেওঁলোকে স্কুল-কলেজত পঢ়ি যি জ্ঞান আৰ্জিছে, তাক স্বদেশৰ আৰু স্ব-জাতিৰ সেৱাত লগাব লাগিব। তেহে জ্ঞান অৰ্জন সাৰ্থক হ'ব।

আমাৰ দেশৰ অৱস্থা দিনক দিনে শোক-লগা হৈ আহিছে। যি দেশ এদিন লক্ষ্মীৰ ভঁৰাল আছিল, সেই দেশক লাহে লাহে দৰিদ্ৰতা ৰাক্ষসীয়ে গ্ৰাহ কৰিব খুজিছে, অজ্ঞানতাৰ আন্ধাৰে ঢাকি ধৰিছে, ধৰ্মৰ নামত অধৰ্মই বল কৰিছে। দেশত স্বাধীন চিন্তাৰ অভাৱ ঘটিছে। আমাৰ ভিতৰত একতা নোহোৱা হৈছে। আমাৰ স্বদেশানুৰাগ আৰু স্বজাতি প্ৰেম কমি আহিছে। স্বদেশৰ উৎপন্ন বস্তুলৈ আমাৰ আদৰ নোহোৱা হৈছে। আমাৰ জাতীয় স্বাতন্ত্ৰ্য আৰু বিশিষ্টতা ক্ৰমে লোপ পাই আহিছে। আমি "নিজ বাসভূমে পৰবাসীৰ" নিচিনা হবলৈ ধৰিছোঁ। জ্ঞানৰ অভাৱ, ধৰ্মৰ অভাৱ, স্বাধীন চিন্তাৰ অভাৱেই পাপ, আৰু সেই পাপৰ পৰিণাম পৰমুখাপেক্ষিতা, পৰাধীনতা। "লোকত আশ, বনত বাস।" এই পৰাধীনতা বা সকলো বিষয়ে পৰৰ মুখলৈ চাই থকা অৱস্থাই দুখ। "সৰ্বংপৰবশং দুঃখং, সৰ্বমাত্মবশং সুখং।" আমাক স্বাধীনতা লাগে। কিন্তু স্বাধীনতা মানে স্বেচ্ছাচাৰিতা বা উচ্ছৃঙ্খলতা নহয়। স্বাধীনতা বুলিলে আত্ম-সংযম, আত্ম-বিশ্বাস, আৰু আত্ম-নিৰ্ভৰতা বুজিব লাগিব।

"ইন্দ্ৰিয়ক কৰিয়া নিয়ম।
প্ৰাণীক দেখিব আত্মসম॥'—কীৰ্তন।

"যতেক অনৰ্থ, আছে সংসাৰত,
তাতে তিনিবিধ সাৰ।

কাম ক্ৰোধ লোভ আপোন নাশন,
জানি কৰা পৰিহাৰ ॥
আত্মনাশ হেতু, কাম ক্ৰোধ লোভ,
নৰকৰ তিনি দ্বাৰ।''—নামঘোষা

* * * *

যি নিজৰ ইন্দ্ৰিয়ক জয় কৰিব নোৱাৰে, যাৰ আত্ম-বিশ্বাস নাই, যি আত্ম-নিৰ্ভৰশীল হ'ব নোৱাৰে, তেওঁক বীৰ বুলিব নোৱাৰি। তেওঁ কাপুৰুষ। কাপুৰুষে সত্যত থাকিবলৈ ভয় কৰে, সত্য বুলি জানিও কামৰ সময়ত সত্যৰ বিৰুদ্ধে আগবাঢে, সৎকাম কৰিবলৈ লাজ পায়, অসত্যক নিঘিণায়। বীৰ পুৰুষৰ মনত সেই ভয়, সেই লাজ, সেই ঘৃণাই ঠাই নেপায়। আমি সকলোকে মনুষ্যত্ব বিকাশৰ বা মানুহ হ'বৰ সুযোগ আৰু সুবিধা দিব লাগিব, আৰু নিজেও "মানুহ হম" বুলি প্ৰতিজ্ঞা কৰিব লাগিব। কোনো মানুহক মানুহৰ ন্যায্য অধিকাৰৰ পৰা বঞ্চিত কৰি ৰখা অনুচিত। উদাহৰণ স্বৰূপে কওঁ, হিন্দুৰ দেৱালয় আৰু নামঘৰত হিন্দু মাত্ৰৰে প্ৰৱেশৰ অধিকাৰ থকা উচিত। কিন্তু তাত কিছুমান হিন্দুৰ নিমিত্তে প্ৰৱেশ নিষেধ কিয়? মুছলমানৰ মছ্‌জিদত মুছলমান মাত্ৰেই সোমাব পাৰে। খৃষ্টানৰ গিৰ্জাতো খৃষ্টান মাত্ৰেই সোমাব পাৰে। কিন্তু হিন্দুৰ বেলিকা এই অন্যায় বিধি-নিষেধ কিয়? নামঘৰত হৰিনাম কীৰ্তন হয়। হৰিনামে সকলোকে শুদ্ধ পৱিত্ৰ কৰে। এতেকে নাম-ঘৰত নাম-কীৰ্তন কৰোঁতে হিন্দুৰ ইমান জাতৰ বিচাৰ কিয়?

মহাপুৰুষ মাধৱদেৱৰ "নামঘোষাত" লিখা আছে,—

"পৰম নিৰ্ম্মল ধৰ্ম হৰিনাম কীৰ্তনত
সমস্ত প্ৰাণীৰ অধিকাৰ।
এতেকেসে হৰি-নাম সমস্ত ধৰ্মৰ ৰাজা
এহি মাত্ৰ শাস্ত্ৰৰ বিচাৰ॥
বৰ্ণাশ্ৰম ধৰ্ম মত যাৰ যেন বিধি আছে
তাবেসে কেৱলে অধিকাৰ।
হৰিনাম কীৰ্তনত নাহিকে নিয়ম একো
এতেকেসে ধৰ্ম মাজে সাৰ॥"

মহাপুৰুষ শঙ্কৰদেৱৰ "কীৰ্তনত" লিখা আছে,

"যিটো মহা ম্লেচ্ছ জাতি, সিয়ো শুদ্ধ হোৱে আতি
মুখে মাত্ৰ হৰিনাম লয়।
কলিৰ ভয়ত গৈয়া, নামত শৰণ লৈয়া,
ৰহিল সমস্তে ধৰ্মচয়॥"
"মহাপাপী আতি অধম জাতি,
তাকো নামে কৰে পৱিত্ৰ আতি।
হেনসে নাম ধৰ্ম শিৰোমণি,
পাপ অৰণ্যত যেন অগনি॥"
"কুকুৰ খায় হেন ম্লেচ্ছগণে
সিয়ো শুদ্ধ হোৱে হৰি-কীৰ্তনে॥
চণ্ডালো হৰিনাম লৱে মাত্ৰ।
কৰিবে উচিত যজ্ঞৰ পাত্ৰ॥"

শ্ৰীমদ্ভাগৱতত আছে—

"চণ্ডালোঽপি দ্বিজশ্ৰেষ্ঠঃ হৰিভক্তিপৰায়ণঃ।"

এনেস্থলত হৰিমন্দিৰত ইমান জাতৰ বিচাৰ কিয়? হৰিনামক কোনেও অপৱিত্ৰ কৰিব নোৱাৰে। হৰিনামেহে সকলোকে পৱিত্ৰ কৰে। গঙ্গাজলক কোনেও অপৱিত্ৰ কৰিব নোৱাৰে। গঙ্গাজলেহে সকলোকে পৱিত্ৰ কৰে। এতেকে আমাৰ মঠ-মন্দিৰ, দেৱালয় আৰু নামঘৰবিলাকত হিন্দুমাত্ৰকে সোমাবলৈ দিয়া উচিত। নামঘৰত সকলো জাতৰ হিন্দুকে একেলগে বহি নাম-কীৰ্তন কৰিবলৈ আৰু মাহ প্ৰসাদ খাবলৈ দিলে আমাৰ ভিতৰত মিলা-প্ৰীতি বাঢিব। যি শাস্ত্ৰাচাৰ বা দেশাচাৰে মানুহৰ মনুষ্যত্ব-বিকাশত বাধা দিয়ে, আমাৰ জাতীয়তা গঠনৰ অন্তৰায় হয়, মানুহক মানুহৰ ন্যায্য অধিকাৰৰপৰা বঞ্চিত কৰি ৰাখে, তেনে আচাৰ, তেনে জাতিভেদ দূৰ কৰিব লাগে। বিশেষকৈ, আমাৰ ভিতৰৰপৰা অস্পৃশ্যতা দূৰ কৰিব নোৱাৰিলে, আমাৰ ভিতৰত প্ৰকৃত একতা নহব, জাতীয় প্ৰেম নহব, আমাৰ জাতি গঠন কৰা টান হ'ব। আমি পৱিত্ৰ সেৱা-ধৰ্মৰ প্ৰকৃত সেৱক হ'ব নোৱাৰিম। অস্পৃশ্যতা বৰ্জন নকৰিলে, মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰতিও অশ্ৰদ্ধা দেখুৱা হ'ব, তেওঁৰ বিধি পালন কৰা অসাৰ্থক হ'ব। *

* মিলন, বহাগ-জেঠ ১৮৫১ শক, ৭ম বছৰৰ ৩য় সংখ্যা

# অসমীয়া ভাষাৰ প্ৰকৃতি আৰু বিশিষ্টতা

"অসমা সুষমা কামৰূপা
জয়তু জননী ধৰিত্ৰী দুহিতা।"
—চ—কু—আ।

অসমা সুষমা কাম্য কাননা কামৰূপক, আমাৰ চেনেহী জন্মভূমি অসমক, পুৰাণ আৰু তন্ত্ৰই 'দেৱ-ক্ষেত্ৰ' বুলিছে। 'কালিকা পুৰাণ'ত আছে, —

"দেৱীক্ষেত্ৰং কামৰূপং বিদ্যতেঽন্যন্নং তৎসমম্।
অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে॥"

কামৰূপ দেৱীক্ষেত্ৰ, ইয়াৰ নিচিনা ঠাই পৃথিবীৰ ক'তো নাই, অৰ্থাৎ ই সকলো বিষয়ে অসমা, আন ঠাইত দেৱী বিৰলা, কিন্তু কামৰূপত ঘৰে ঘৰে দেৱী আছে।

প্ৰজাপতি দক্ষই তেওঁৰ জীয়েক সতীৰ বিয়াত হেনো এই দেশখন যৌতুকস্বৰূপে সতীক উছৰ্গি দিছিল।

"সৰ্বশ্ৰেষ্ঠ যথা বিষ্ণুৰ্লক্ষ্মী সৰ্বোত্তমা যথা।
দেৱীপূজা তথা শস্তা কামৰূপে সুৰালয়ে॥"
—কালিকাপুৰাণ

সম্ভৱতঃ তান্ত্ৰিক দেৱীপূজা প্ৰথমে এই দেশতে আৰম্ভ হৈছিল। কিয়নো কামৰূপৰ কামাখ্যাই মহামায়া আদ্যা শক্তিৰ মূল মূৰ্তি বুলি 'কালিকা পুৰাণ'ত লিখা আছে। প্ৰায় সকলো তন্ত্ৰই কাম-ৰূপত ৰচিত হোৱা বুলি জনা যায়।

দেৱীক্ষেত্ৰ বুলিয়েই নে কি আমাৰ ভাষা আৰু সাহিত্যৰ ওপৰত মাতৃ জাতিৰ প্ৰভাৱ সুন্দৰকৈ দেখা যায়। আমাৰ ভাষাটোক স্বভাৱ সুন্দৰী ৰণ-কুঁৱৰী ঋষিকন্যাৰ লগত বিজাব পাৰি। সুন্দৰ সুন্দৰ বন-ফুল, ফুলৰ কলি, কুঁহিপাত, লতা, ধুনিয়া চৰাইৰ পাখি, এই স্বভাৱ সুলভ বস্তুবিলাকেই ঋষি কন্যাৰ আভৰণ। কুশ বনৰ কঠ বা মৃগ পহুৰ ছাল তেওঁৰ আসন। বনৰ ফলমূল, গৰুৰ গাখীৰ, আৰু নৈ বা নিজৰাৰ পানী, তেওঁৰ আহাৰ। সেৱা সংকাৰ তেওঁৰ ঘাই কৰ্ম। সচ্চিদানন্দ জ্যোতিৰ্ময় ব্ৰহ্মৰ উদ্দেশ্যে হোমৰ গুৰিত বহি বেদগান কৰা তেওঁৰ ধৰ্ম। মণি-মুকুতা লগোৱা সোণৰ বহুমূলীয়া অলঙ্কাৰ বা গুণাৰ বন কৰা পাট-কাপোৰ তেওঁৰ গাত নাই। আমাৰ ভাষাতো বিদগ্ধ পণ্ডিতৰ কঠিন সংস্কৃতীয়া বাক্যালঙ্কাৰ নাই, দীঘল-ডাঙৰ দুৰ্বোধ্য শব্দাৱলীৰ পৰিচ্ছদ নাই। আমাৰ ভাষা এনে কোমল, এনে মধুৰ, এনে সৰলা আৰু স্বাভাৱিক যে স্ঁচাকৈয়ে তাক অসম মাতৃৰ বাণী বুলিব পাৰি খহটা কঠিন শব্দও মাতৃৰ মুখত পৰি নিমজ হৈছে মাতৃৰ মুখৰপৰা সন্তানে ভাষা শিকিছে।

বাগ্দেৱী সৰস্বতী। তেওঁক —

"বীণা-পুস্তক ৰঞ্জিত হস্তে,
ভগৱতী ভাৰতী দেৱী নমস্তে।"

এই বুলি নমস্কাৰ কৰা হয়।

আমি সকতে আইৰ মুখৰ পৰা শিকিছিলোঁ,—

"সৰস্বতী সৰস্বতী।
কণ্ঠে কলাপী।
ভোগে বিলাপী।
মকৰাৰ চন্দন,
লোকে বোলে সৰস্বতী আমি বোলো আই,
বিখিনি পাহৰোঁ দিবা সোঁৱৰাই।"

'আই' এই মাতটো আমাৰ মনত মৌ-বৰষা যেন লাগে।

আমাৰ ভাষাক আমি মাতৃ-ভাষা বোলোঁ। পিতৃ-ভাষা নোবোলোঁ। আমাৰ দেশকো আমি মাতৃভূমি কওঁ পিতৃভূমি বুলি নকওঁ। 'জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰিয়সী' — এই কথাষাৰতো

'জননী আৰু জন্মভূমি'ক স্বৰ্গতকৈও শ্ৰেষ্ঠ বোলা হৈছে। মাতৃ-জাতি আমাৰ জননী। মাতৃৰ কোলাত মাতৃৰ পিয়াহ খোৱাৰ লগে লগে সন্তানে মাতৃৰ মুখৰপৰা প্ৰথমে ভাষা শিকে। সন্তানৰ আধা ফুটা মাত মাতৃয়ে লাহে লাহে শুধৰাই নিয়ে, ন ন কথা, ন ন ভাবেৰে, ন ন উপদেশেৰে সন্তানক মানৱতাৰ ফালে আগবঢ়াই নিয়ে। সৰুকালত মাকৰ মুখৰ পৰা শুনা মাত-কথা, নাম-গীত, সাধুকথা, সাঁথৰ, পটন্তৰ আদি চিৰজীৱনলৈ সন্তানৰ মনত বৈ যায়, সেইবিলাক শুনিবলৈ কেনে ভাল লাগে। আয়ে সৰুকালত সন্তানক যি সঁচত গঢ়ি তোলে সেই সাঁচ আজীৱন বৈ যায়। আইৰপৰা শিকা মাত কথাই আমাৰ ভাষাৰ ছিমেন্ট্। এই দেশৰ লক্ষ লক্ষ মাতৃয়ে এই দেশত উপজি লক্ষ লক্ষ সন্তানক আজি কত হাজাৰ বছৰৰপৰা যি মাত-কথা শিকাই গৈছে এতিয়াও শিকাব লাগিছে আৰু আগলৈকো শিকাই থাকিব, সেই মাত-কথাই আমাৰ লাহৰী অসমৰ সুন্দৰী ভাষা. ভাষাৰ ওপৰত মাতৃজাতিৰ কিমান প্ৰভাৱ।

আমি লক্ষ্মীনাৰায়ণ, সীতাৰাম, ৰাধাকৃষ্ণ কওঁ। কিন্তু নাৰায়ণ-লক্ষ্মী, ৰাম-সীতা বা কৃষ্ণ-ৰাধা নকওঁ। অৱশ্যে, হৰ-গৌৰীৰ কথাটো বেলেগ। আমি আই-বোপাই, বাই-ভিনিহী, মাই-মোমাই, পেহী-পেহা কওঁ। সৰুতে শুনিছিলোঁ,—

পেহী উ পেহা,
আমলখী কেহা,
টেকেলি-পেটা গোবিন্দ জাল বাওঁগৈ আঁহা।'

আকাশৰ চন্দ্ৰক আমি জোনবাই বুলি সম্বোধন কৰোঁ। আমাৰ চকুৰ আগত প্ৰায় সদায় দেখিবলৈ পোৱা কিছুমান পশু-পক্ষীকো আমি প্ৰায়েই মাইকী নামেৰেহে মাতো। যেনে,—ছাগলী, মেকুৰী, শিয়ালী, কাউৰী, চিলনী, বগলী, শালিকী ইত্যাদি। ছাগ, বোন্দা, শিয়াল, কোৱা, চিলা, বগ, কদাচিৎহে কোৱা শুনোঁ। এই জন্তুবিলাকৰ বিষয়ে ল'ৰাকালত যিবোৰ নাম শুনিছিলোঁ, তাক তলত লেখা হ'ল :—

(১) শিয়ালী এ নাহিবি ৰাতি,
তোৰে কাণে কাটি লগামে বাতি।
আমাৰ মইনা, শুবগৈ এতিয়া,
নাহিবি শিয়ালী ৰাতি।

(২) ইঘৰৰ মেকুৰী সিঘৰক যায়,
কলীয়া মেকুৰীয়ে দুধ-ভাত খায়।

(৩) ছাগলী এ কিমান বেবাব তই,
তোৰে পোৱালী, ক'তে হেৰুৱালি।
বিচাৰি আনোঁগৈ মই।

(৪) বুঢ়ী আই এ', নাহিলি সুখৰ কালত
সাতজনী শিয়ালী কীৰাই খাইছিলোঁ,
গেৰেলা বাইছিলোঁ হালত।

(৫) কাউৰী গ'ল,
গধুলি হ'ল,
—আমাৰ চাউল কঠা মুকলি হ'ল।

(৬) আগলি কলাপাত লৰে কি চৰে,
চিলনী আই মোৰ আগতে পৰে।

(৭) বগলী এ, সবাহলৈ মাতিছিলোঁ নাহিলি কিয় ?
গৈছিলোঁ, গৈছিলোঁ, বাটত বৰষুণে পালে,
সখীৰে ঘৰতে, সোমাব ধৰোঁতে,
চেংদৈ কুকুৰে খালে।
ছেই, ছেই, ছেই,
নাহিবি জপনা দেই।

(৮) শালিকী এ, লথো থো,
ভাত হ'ল, শাক হ'ল,
শালিকী কেহেলৈ গ'ল ?
এইখিনিতে আছিলে পতাল খুচৰি,
কোনোবাই লৈ গ'ল টেটু মুচৰি।

আমাৰ দেশৰ কিছুমান আই-নাম, বিয়া-নাম, বিহু-নাম, নিচুকনি গীত, গৰখীয়া-গীত বা বন-গীত, সাঁথৰ আৰু পটন্তৰ অতি পুৰণি। শ শ বছৰৰ আগৰপৰা সেই নাম গীত আদিয়ে আজিলৈকে অসমীয়াৰ মনত সন্তোষ দি আহিছে। এইবিলাকৰ

কিছুমান যে আইসকলৰ দ্বাৰা ৰচিত, তাত সংশয় নাই। কন কাহানিবা কোন গাভৰুৰ মনত এই-বিলাক ভাবৰ ঢৌ উঠিছিল, কোনে ক'ব? কিন্তু তেওঁলোকে ইহ সংসাৰৰ লীলা-খেলা সামৰি গ'লেও তেওঁলোকে ভাষাত প্ৰকাশ কৰি যোৱা ভাবৰাশিয়ে আজিও অসমীয়াৰ প্ৰাণত স্পন্দন তুলি আছে। আমাৰ ভাষা ঘাইকৈ দেৱভাষা সংস্কৃত আৰু প্ৰাকৃতৰ পৰা ওলাইছে। সংস্কৃতৰ কঠুৱা শব্দাৱলী আমাৰ সেমেকা দেশত সেমেকি কেনে কোমল হৈ আমাৰ ভাষাত ঠাই পাইছে তাৰ কিছুমান উদাহৰণ তলত দিয়া গ'ল :—

অলিজিহ্বিকা—আলজিভা | অগ্নিকুক্কুটঃ—কুকুহা
অম্ৰাতক—আমৰা | অগ্নিস্ফুলিঙ্গঃ—ফিৰিঙতি
অগ্ৰমাংসম আগমঙহ | অঞ্জলিঃ—আঁজলি
অমাৱসী—আঁটসী | অম্ৰাতকঃ—আমৰা
অলক্তমঃ—আলাক্ত | অমৃতফলম্—অমিতা
আট্টালয়ঃ—আটাল | আফূকম্—আফু
আৰ্যকঃ—আজোককা | আৰ্যিকা—আই
আলিম্পনম্—আলিপন | ইষ্টকা—ইটা
উৎসং—উহ | উদ্গাৰঃ—উগাৰ
উদ্ধানম্—উধান | উদ্ৰঃ—উদ
উন্দুৰঃ—এন্দুৰ | উৎকৰী—উকলী
উলূখলম্—উৰাল | উৰ্ণ—উন্
উত্তুঙ্গঃ—টিং ( শিখৰ ) | উৰ্ণা—উন্
এৰণ্ড—এৰাগছ | ওকনী—ওকণী
কঙ্কতী—কাঁকৈ | কঙ্কালঃ—কঁকাল
কপিঞ্জলঃ—কইৰ চৰাই | কপোতঃ—কপৌ
কৰণ্ডী—কৰণী | কৰ্ণলতিকা—কাণৰ লতি
কণ্টকী ফলম্—কঁঠাল | কৰ্ণিকা—কৰিয়া
কৰ্কেন্দুঃ—কেক | কৰ্পটঃ—কাপোৰ
কৰ্পাসঃ—কপাহ | কৰ্মকাৰ—কমাৰ
কুম্ভকাৰ—কুমাৰ | কুক্কুটঃ- কুকুৰা
কাণ্ডঃ—কাঁড় | কাৰবেল্ল—কেৰেলা
কাসান্দুঃ- কেহেঁক | কুম্ভজলোকা—ঘুমজেলুকা

কুহেড়ী—কুঁৰলী | কৌপীনম্—কপিং
খাদি—খাৰু (প্ৰাকৃত খাদু) | গ্ৰন্থি—গাঁথি
গৰ্হনম্—গৰিহনা | গলগণ্ডঃ—গৰঁল
গণ্ডুঃ—গাঁৰু (উপাধান) | গুৱাকঃ—গুৱা
ঘট্টঃ—ঘাট | চত্বৰম্—চোতাল
চৰ্মকাৰ—চমাৰ | চেলম্—চেলেং (কাপোৰ)
চিপিটঃ—চিৰা | চোলঃ—চোলা
চোটী, চোটীকা—চুৰিয়া | জম্বু—জামু
জলাশয়ঃ—জলাহ | জাতীফলম্—জাইফল
জীৰ্ণ—জীণ | ঝিঙ্গোকম্—জিকা
ঝিল্লী—জিলি | টঙ্কঃ—টকা
ডল্লকম্—ডলা | ডহঃ—ডেৱাগছ
ডোৰম্—ডোল | তিন্তিড়ী—তেতেলী
তপ্ত—তপত | দাড়িম্বঃ—ডালিম
দিক্কৰী—ডেকেৰী | দিব্যলাৱণ্যৱতী—দিপ্‌লিপ্‌
দৌৱাৰিকঃ, দ্বাৰী } দুৱাৰী | ধুস্তুৰঃ—ধুতুৰা
ধটী—ধুতি
নপ্ত্ৰী—নাতিনী বা নাতী | নীশাৰঃ, নীশাৰাৱলী } —নাহালী
নৌঃ—নাও | পঙ্কঃ—পেঁক্
পঙ্ক্তিঃ—পাঁজি | পট্ট, পটোলম্ } —পাট কাপোৰ
পলাণ্ডু—পণাক, পনক | পঞ্চপত্ৰী—পঁচতীয়া
পৰ্ণম্—পাণ | পৰ্ব—পাৰ
পলৱঃ—পল' ( মাছমৰা যন্ত্ৰ )
পৰ্যঙ্কঃ—পালেং ( খাট ) | পৰ্কটিঃ—পাকৰি
পানীয়শালিকা—পানীশালি
পায়িকঃ, পদাতিকঃ } —পাইক | পাৰাৱতঃ—পাৰ চৰাই
পালঙ্কঃ—পালেং শাক | পিত্তলম্—পিতল
পিষ্টকঃ—পিঠা | পীযুষম্—পীয়াহ (জন্মাহুগ্ধ)
পুণ্ড্ৰঃ—পুৰা কুঁহিয়াৰ | পুষ্কৰিণী—পুখুৰী
পুস্তকম্—পুথি | পুনৰ্ণৱা—পুনোনৱা

| | |
|---|---|
| প্লীহা—পিলা | পৃষ্ঠম্—পিঠি |
| পোট্টলিকা—টোপোলা | প্ৰোষ্ঠী—পুঠিমাছ |
| প্ৰায়শ্চিত্ৰম্—পৰাচিত | ফুংকাৰঃ—ফু |
| ফেৰঃ, ফেৰণ্ডঃ }—ফেউৰা | |
| বাচম্ — বাক | বিৰলজ্বা — বিহলঙনি |
| বদৰিঃ — বগৰি | বৰ্বলঃ — বৰল |
| বহুকৰী — বাহ'নি | বৰ্ত্ৰম্ — বৰ (ভাঙৰ) |
| বিজ্জলম্ — বিজল | ব্যাঘ্ৰঃ — বাঘ |
| ব্যজনী —বিচনী | বাটঃ, বৰ্ত্ম,— বাট |
| বাটী (বেষ্টিত স্থলভাগঃ। | ইত্যমৰঃ) — বাৰী |
| বিকৰ্ত্তলম্ — বিকৰ্থনা | বৃহতী — উৰহী |
| বৃহতিকা— (উত্তৰীয়বস্ত্ৰম্)—ৰিহা | ভক্তম্ — ভাত |
| ভগ্নী — ভনী | ভব্যম্ — ঔ টেঙ্গা |
| ভস্ত্ৰা — ভতা | ভণ্টাকি — ভেঁকুৰী |
| ভাল্লুকঃ — ভালুক | ভাণ্ডাগাৰঃ — ভঁৰাল |
| ভিক্ষুঃ — ভিকহু | ভূমিকম্পনম্ — ভুঁইকঁপ |
| ভূমিচম্পকঃ — ভুঁইচঁপা | ভূম্যধিকাৰী — ভুঞা |
| ভ্ৰূকুটী — ভেৰাকুটী | মণ্ডম্—মাঁৰ (ভাতৰ মাঁৰ) |
| মৎস্যঃ — মাছ | মধুমক্ষিকা — মৌমাখি |
| মধুৰিকা—মৌৰী (গুৱামৰী) | ময়ূৰঃ — ম'ৰা বা মৈৰা |
| মশকঃ — মহ | মশহৰী —মহৰী (আঠুৰা) |
| মসী — মহী | মেখলা — মেখেলা |
| ৰাৱঃ — ৰাও, আৰাও | ৰৌদ্ৰঃ — ৰ'দ |
| লজ্জা — লাজ | লৱঙ্গম্ — লং |
| লৱণঃ —লোণ | লশুনঃ — নহৰু |
| লাঙ্গলম্ ইলম্ }—নাঙ্গল, হাল | লোহঃ লোহম্ }—লো |
| লৌহিত্যঃ — লুইত | ব্যঞ্জনম্ — আঞ্জা |
| শ্লাঘা — শলাগ | শিশুকঃ — শিহু |
| শিঞ্জনঃ — শেঙুন | শেফালিকা — শেৱালি |
| শাল্মলি — শিমলু | সাৰিকা — সালিকা |
| স্তবৰ্ক — থোক | স্থালী — থালী |

কুত্ৰ — ক'ত অত্ৰ — অ'ত, ইয়াত
তত্ৰ — ত'ত, তাত

সংস্কৃত দেৱভাষা, শুদ্ধ আৰু সম্পূৰ্ণ। সেই ভাষা আমাৰ ভাষাৰ জননী। আমাৰ ভাষাত যিবিলাক সংস্কৃতমূলক শব্দ আছে, সেইবিলাক লিখোঁতে মূললৈ চকু ৰাখি লিখা উচিত।

আমাৰ ভাষাত 'ব' আখৰটোৰ উচ্চাৰণ সংস্কৃতৰ নিচিনা। বঙ্গালীৰ 'ৱ' নাই। আমাৰ ভাষাত পদ্ম ছদ্ম আদি উচ্চাৰণ কৰোঁতে শেষৰ 'ম' আখৰটো মাতোঁ। বঙ্গালীয়ে পদ্মক পদ্দ, ছদ্মক ছদ্দ উচ্চাৰণ কৰে। কিন্তু আমাৰ উচ্চাৰণহে শুদ্ধ। প্ৰাকৃত ভাষা আগেয়ে তিৰোতাৰ আৰু জনসাধাৰণৰ ভাষা আছিল। যাইকৈ প্ৰাকৃতৰপৰাহে আমাৰ ভাষাৰ উৎপত্তি হৈছে। প্ৰাকৃতত সকৰ্মক ক্ৰিয়াৰ আগত থকা কৰ্তাকাৰক একাৰান্ত হয়। আমাৰ ভাষাতো সেয়ে হয়। যেনে— ৰামে ভাত খালে। বঙলাত- ৰাম ভাত খাইল। প্ৰাকৃতত মূৰ্দ্ধণ্য 'ষ'ৰ উচ্চাৰণ 'খ'ৰ নিচিনা হয়। আমাৰ ভাষাতো বিকল্পে খ হয়। যেনে — 'মোৰ গাটো বিখাইছিল'।

আমি 'চ' 'ছ', এই দুইকো সংস্কৃতৰ 'স' আখৰৰ দৰে উচ্চৰণ কৰোঁ। আকৌ শ, ষ, স, এই তিনিউকো কণ্ঠৰপৰা উচ্চাৰণ কৰোঁ। আন প্ৰায় কোনো জাতিয়ে এনে উচ্চাৰণ নকৰে। আমাৰ ভাষাত ই এটা বিশিষ্টতা। সুদূৰ অতীতত যে আৰ্যজাতিয়ে দন্ত্য 'স' আখৰটো আমাৰ নিচিাকৈ উচ্চাৰণ কৰিছিল। তাৰ প্ৰমাণ স্বৰূপে 'হিন্দু' আৰু 'হিন্দুস্থান' শব্দলৈ আঙুলিয়াব পাৰোঁ। সিন্ধু নদীৰ নামৰ পৰা 'হিন্দু' আৰু 'হিন্দুস্থান' হৈছে। অগ্নিৰ উপাসক পাৰ্চী জাতিৰ 'জেন্দ আৱেস্তা' পুথিতো 'স'ৰ উচ্চৰণ "হ" হোৱা পোৱা যায়। যেনে— অহুৰ মজদ্'।

সংস্কৃত ভাষাৰ ক্ৰিয়াপদ আৰু বিভক্তিৰ লগতো আমাৰ ভাষাৰ কিছু সাদৃশ্য আছে। যেনে—

| সংস্কৃত | অসমীয়া |
|---|---|
| কৰোমি | কৰোঁ |
| কৰিষ্যামি | কৰিম |
| কুৰু | কৰা |

সংস্কৃত ভাষাত negative বুজুৱা 'ন' আখৰটো সংস্কৃত ক্ৰিয়াৰ আগত বহে। যেনে— ন কৰোমি। আমাৰ ভাষাতো সেয়ে হয়। যেনে—মই নকৰোঁ। বঙলা ভাষাত সেই 'ন' টো সদায় 'না' ৰূপে ক্ৰিয়াৰ পাছত বহে। যেনে,—'আমি কৰি না'। আমাৰ ভাষাত 'ন' যি ক্ৰিয়াৰ আগত বহে, সেই ক্ৰিয়াপদৰ প্ৰথম আখৰৰ স্বৰবৰ্ণৰ ৰূপ ধাৰণ কৰে। যেনে—খা ধাতু আকাৰন্ত হোৱাত তাৰ আগত বহা 'ন' টো 'না' হ'ব। সেই দৰেই নকৰো, নখাওঁ। নিগিলোঁ, নোধোওঁ ইত্যাদি হয়। ক্ৰিয়াৰ প্ৰথম আখৰ আকাৰন্ত হলে তাৰ আগত না বিকল্পে 'নে' হয়। যেনে,—নাখাওঁ, নেখাওঁ, নাখওঁ, নেখাওঁ ইত্যাদি ইও আমাৰ ভাষাৰ এটা বিশেষত্ব।

স্বৰবৰ্ণৰ ৯, ৯, ৯, এই তিনিটা আখৰৰ, আমাৰ ভাষাত আৱশ্যক নাই। যেনেকৈ আমাৰ ভাষাত অলাগতীয়া আখৰ আছে, তেনেকৈ আকৌ, লাগতীয়া আখৰ কেইটামানৰো অভাৱ দেখা যায়। উদাহৰণ স্বৰূপে কওঁ 'অ' আৰু 'এ' এই দুটা আখৰৰ প্ৰত্যেকৰ দুটাকৈ উচ্চাৰণ আছে। যেনে,— ল'ৰা, লৰা, মৰা, ম'ৰা, খেদ্ (to drive), খে'দ, বেৰ, বে'দ,। এতেকে আমাক 'অ' ৰ পাছত অ আৰু 'এ' ৰ পাছত এ' লাগে।

অসমীয়া ভাষাৰ অন্যান্য বিশেষত্ববিলাক ব্যাকৰণত সুন্দৰকৈ লিখা আছে।

আমাৰ দাঁতি-কাষৰীয়া পৰ্বতীয়া জাতিবিলাকৰ ভাষা, আৰবী, ফাৰ্চী, হিন্দী আৰু ইংৰাজী ভাষাৰ অনেক শব্দ ক্ৰমে ক্ৰমে আমাৰ ভাষাত সোমাই থিতাপি লৈছে। তাৰপৰা আমাৰ শব্দ সম্পদ বঢ়াত ভাষাৰ শ্ৰীবৃদ্ধি হৈছে, ভাষা শ্ৰীহীন হোৱা নাই। বঙলা ভাষাতকৈ হিন্দী আৰু কাশ্মীৰী ভাষাৰ লগত আমাৰ ভাষাৰ মিল বেছি।

স্বৰ্গীয় লম্বোদৰ বৰাই লিখি গৈছে, "আমাৰ ভাষা সংস্কৃতৰপৰা ওলাইছে। সি কঠিন ভাষা, তাৰ অৰ্থ কঠিন, উচ্চাৰণ কঠিন, ব্যাকৰণ মতে শব্দ গঠন কঠিন। আমি দেখাৰ ভিতৰত বেদৰ ভাষাই সংস্কৃতৰ আদি মূৰ্তি। বেদৰ ভাষা অতি কঠিন। এতেকে, তাৰ দ্বাৰাই সহজে কাম চলা টান। মানুহৰ ভাষা মেঘ বতাহৰ দৰে স্বাধীন আৰু পৰিবৰ্তনশীল, তাক কোনেও বন্ধ কৰি একে দৰে ৰাখিব নোৱাৰে, তুমি যিমান শুদ্ধ অভিধান কৰা, যিমান ব্যাকৰণৰ কঠিন সূত্ৰ কৰা, সিমান লোকৰ মাজত শুদ্ধ ব্যাকৰণ, অভিধান আৰু সাহিত্য চলাই থাকা, তোমাৰ ভাষা মেঘ বতাহৰ দৰে সদায় মুক্ত, চঞ্চল আৰু পৰিবৰ্তনশীল হৈ থাকিবই থাকিব। তুমি ক'বা বোলে সকলোৱে "উষ্ট্ৰ" উচ্চাৰণ কৰিব লাগে, কোনোৱে উচ্চাৰণ কৰিব "উষ্ট", কোনোৱে "উট্ৰ", আৰু তাৰ পাছত 'উট", শেষত 'উট" কোৱা আৰু লিখা হ'ব। তুমি ক'বা, বিদেশী শব্দ আমাৰ ভাষাত সুমাব নালাগে। কিন্তু তোমাৰ কথা কোনে শুনে? লোকে সোপাসোপে বিদেশী শব্দ সুমাৱই সুমাব। এই নিমিত্তে সংস্কৃততো "ইংৰেজ" শব্দ সোমাইছে। কঠিন ভাষা, কঠিন উচ্চাৰণ, কঠিন নিয়ম, কঠিন আৰু দীঘল শব্দ গুচাই মুকলি, উজু, আৰু চুমুক কৰাই মানুহৰ স্বভাৱ। এই দৰে কত উচ্চাৰণ লবে, কত আখৰ যোঁটনি লবে, কত নতুন শব্দ ওলায়, কত মূল আৰু উচ্চাৰণ হেৰায়, তাক ভাবিলে মনত ৰং আৰু বিস্ময় লাগে। ভাষাৰ এই গুণ নিন্দনীয় নহয়, অৱশ্যে লিখিত ভাষাত সৰহকৈ আৰু আৱশ্যক নোহোৱাত বিদেশী শব্দ সুমালে তাৰ পৰা হানি হয়।"

"বেদৰ সংস্কৃত বৰ কঠিন হোৱাত সি স্থায়ী হৈ সাধাৰণৰ মাজত ৰ'ব নোৱাৰিলে। তাৰপৰা এটা উচ্চ আৰু কোমল সংস্কৃত ভাষা ওলাল; তাক মানৱিক সংস্কৃত বোলা যাব পাৰে। এই সংস্কৃততে ভগৱান মনুৰ মনুসংহিতা, বাল্মীকিৰ ৰামায়ণ, ব্যাসৰ মহাভাৰত লিখা হয়। এই সংস্কৃত পৰিবৰ্দ্ধিত হৈ অনেক কালৰ পিছত কালিদাসিক সংস্কৃত চলে। এই ভাষা আৰু মধুৰ আৰু সহজ। ইয়াতেই

কালিদাস, মাঘ, ভৱভূতিৰ কাব্যবিলাক লিখা হয়। কালিদাসিক সংস্কৃতৰ ৰূপান্তৰ পৌৰাণিক বা তান্ত্ৰিক সংস্কৃতৰ পৰা "গাথা" ভাষা "পালী", ভাষা আৰু "প্ৰাকৃত" ভাষা ওলায়। কালিদাসৰ পূৰ্ব্বৰেপৰা প্ৰাকৃত ভাষাৰ চলন হয়। সাক্ষাৎ স্বৰূপে যাইকৈ প্ৰাকৃত ভাষাৰ পৰাই অসমীয়া ভাষা ওলাইছে। এই তিনি ভাষাৰ কেইটামান শব্দ মিলাই চোৱা যাওক :—

| সংস্কৃত | প্ৰাকৃত | অসমীয়া |
|---|---|---|
| ত্বম্ | তুমম | তুমি |
| সাৰিকা | সালিক | সালিকা |
| বিবাহ | বিয়ে | বিয়া |
| লবণ | লোণ | লোণ |
| গৃহ | ঘৰ | ঘৰ |
| কৰ্ত্তৰী | কটাৰি | কটাৰি |
| সূত্ৰ | সূতা | সূতা |
| বিদ্যুঃ | বিজুলী | বিজুলী, বিদুলী |
| বৃদ্ধ | বুড্‌ঢ | বুঢা |
| বৰ্দ্ধতে | বড্‌ঢই | বাঢে |
| কথয়তি | কহই | কয় |
| সত্য | সচ্চ | সঁচা |
| কৃত্বা | কৰিঅ | কৰি |
| ভৱামি | হোমি | হওঁ |
| পতিষ্যতি | পড়িহিই | পৰিব |
| স্নেহ | সনেহ | চেনেহ |

এই দৃষ্টান্তৰ পৰা দেখা যায় যে প্ৰাকৃতৰ পৰাই যাইকৈ অসমীয়া ভাষা ওলাইছে।"

সংস্কৃত "অহমস্মি" শব্দৰ পৰা "মস্ৰি" আৰু তাৰ পৰা "মই" হৈছে হ'ব পাৰে। সংস্কৃত ভাষাত ইন্দ্ৰানী ব্ৰহ্মাণী, ৰুদ্ৰানী বুলিলে ইন্দ্ৰ, ব্ৰহ্মা আৰু ৰুদ্ৰৰ ভাৰ্যা বুজায়। আমাৰ ভাষাতো ফুকননী, বৰুৱানী, ৰাজখোৱানী বুলিলে ফুকন, বৰুৱা, ৰাজখোৱাৰ ঘৈণীয়েক বুজায়। কিন্তু বঙ্গভাষাত কোনো ঘোষ, বসু, মিত্ৰ, গুহ আদিৰ ভাৰ্যাৰ বিষয়ে লিখিব লাগিলে ঘোষ জায়া বসু-জায়া বুলিহে লিখা দেখা যায়। কোনেও ঘোষণী, মিত্ৰণী বুলি নিলিখে। সংস্কৃত ভাষাৰ 'সঃ' শব্দটো আমাৰ ভাষাত 'সি,' ইংৰাজীত "He" হয়। সংস্কৃতৰ "সা" শব্দটো আমাৰ ভাষাত "তাই," ইংৰাজীত She হয়। কিন্তু বঙ্গভাষাত পুৰুষকো "সে" আৰু তিৰোতাকো 'সে' বুলিহে লিখা হয়। সেই ভাষাত 'She' বুজাবলৈ আমাৰ দৰে সুকীয়া কোনো শব্দ নাই।

অসমীয়া সাহিত্য ভক্তি-প্ৰধান সাহিত্য। এই সাহিত্যই অসম-মাতৃৰ মুখত ভক্তিৰ জেউতি পেলাইছে। অসমীয়া সাহিত্যিকসকলে অভয়ৰ কৱচ পিন্ধি, সত্য আৰু অহিংসাক সাৰথি কৰি, সবলতা আৰু সেৱা-পৰায়ণতাৰ বাটেদি হিতবাদৰ বিমল কিৰণ বিকীৰণ কৰিছে। সমূহ অসমীয়াক হিতবাদৰ ভাবেদি অনুপ্ৰাণিত কৰি, সাম্য, মৈত্ৰ আৰু স্বাধীনতাৰ সেৱক কৰি, মানৱতাৰ ফালে আগবঢাই নিয়াই অসমীয়া সাহিত্যৰ বিশিষ্টতা। অসমীয়া সাহিত্যই অসমীয়াৰ প্ৰাণত স্বদেশানুৰাগ আৰু স্বজাতি প্ৰেমৰ যি বীজ অঙ্কুৰিত কৰিছে, সি যেন অজৰ-অমৰ হৈ মহা মহীৰুহত পৰিণত হয়, আৰু সেই দিব্য কল্পতৰুৰ শীতল ছাঁয়াত যেন সকলো অসমীয়া একেমুঠি হৈ বহি, ধৰ্মভেদ, জাতিভেদ, সম্প্ৰদায়ভেদ পাহৰি, জগতৰ হিতৰ কাৰণে দেশ-জননীৰ বাণীৰ পূজাত প্ৰবৃত্ত হয়, ইয়াকেহে কামনা কৰিছোঁ।

আমাৰ দেশৰ শিতানত অভ্ৰভেদী গিৰিৰাজ হিমালয়। আমাৰ দেশৰ মাজেদি নদৰাজ মহাবাহু ব্ৰহ্মপুত্ৰ কত যুগ-যুগান্তৰৰপৰা বৈ আছে। আমাৰ দেশতে ভাৰতৰ অৰুণোদয় হয়। অসমীয়া জাতি জ্ঞান আৰু ধৰমত যেন হিমালয়ৰ দৰে উন্নত হয়, কৃষি, শিল্প, বাণিজ্যত যেন শক্তিমন্ত হৈ ব্ৰহ্মপুত্ৰৰ নিচিনা বাহুবলী হয়। পূবণি প্ৰাগ্‌জ্যোতিষৰ পৰাই যেনেকৈ একালত ভাৰতে সভ্যতাৰ আলোক দেখিছিল, এতিয়াও যেন ইয়াৰ পৰাই এইদৰে জ্যোতি প্ৰকাশিত হয়। সেই শুভদিন, সেই হিতোপন দিন যেন সোন-

কালে আছে, ইয়াকেহে পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ। এতেকে, সেই দিন আহিবলৈ,—

'কৰি, গোৱা, স্তুতি-গান,
পণ্ডিত, প্ৰচাৰা জ্ঞান,
বেপাৰী, ধৰাহি 'মান'
কৃষক, বোৱাহি ধান,
মহাযজ্ঞ কৰা আয়োজন,
দিগ্বীজয়ী, দেৱতা-সাধন।'

সামৰণিত আহক আমি সকলোটিয়ে বৈদিক ঋষিৰ সুৰত সুৰ মিলাই এবাৰ গাওঁ,—

অসত্য অজ্ঞান নাশি
দিয়া সত্য জ্ঞান,
তিমিৰ বিনাশি প্ৰভু,
কৰা জ্যোতিদান।
মৃত্যু হন্তে নিয়া প্ৰভু,
অমৃতৰ ধাম,
হে সত্য অমৃত জ্যোতি,
তোমাক প্ৰণাম। (ঋগ্বেদ) *

* আৱাহন, মাঘ ১৮৫৪,শক ৪ৰ্থ বছৰ ৩য় সংখ্যা

# সংস্কৃতমূলক অসমীয়া ঘৰুৱা শব্দ

অসমীয়া মানুহে সদায় ঘৰত কোৱা কিছুমান সংস্কৃতমূলক শব্দ আৰু তাৰ বঙলা প্ৰতিশব্দ তলত লিখা হ'ল। এই তালিকাৰ শব্দাৱলী বিচাৰি চালে অসমীয়া (কামৰূপীয়) ভাষা যে বঙলা ভাষাতকৈ বেছি পুৰণি সেইটো বুজিব পাৰি। যেতিয়া বঙ্গদেশৰ অধিকাংশ ঠাই সাগৰৰ গৰ্ভত আছিল, বঙ্গদেশত সভ্যতাৰ নামগন্ধও নাছিল, তেতিয়া অসম এখন প্ৰতাপী সাম্ৰাজ্য আছিল।

| সংস্কৃত | অসমীয়া | বঙলা |
|---|---|---|
| অগ্নিকুক্কুটঃ | জুইত কুকুহা | জলন্ত নুড়া |
| অগ্নিমাংসম্ | আগমঙহ | হৃদয় |
| অঙ্কুশঃ | অকুশ | ডাঙশ্ |
| অট্টালঃ | আটাল | (বঙ্গদেশত ইয়াৰ ব্যৱহাৰ নাই) |
| অত্ৰ | অ'ত | এখানে |
| অলক্তমঃ | আলাক্ত | ফুল |
| অসৌ | সৌ | ঐ |
| আফুকম্ | আফু | পোস্তদানা |
| আধা | আধা | উনান |
| আৰ্যকঃ | আয়ুককা | ঠাকুৰদাদা |
| আৰ্যিক | আই, আইতা | ঠাকুৰমা |
| উৎসঃ | উহ্ | ফোয়াৰা |
| উদ্গাৰঃ | উগাৰ | ঢেকুৰ |
| উদ্ৰ | উদ | ভোঁদড় |
| উদ্ধানম্ | উধান | চুল্লা |
| উষ্মঃ | উম | গৰম |
| উকলী | উকলী | হলু |
| উৰ্ণা | উণ | পশম |
| ওকনী | ওকণী | উকুণ |
| ওষ্ঠঃ | ওঁঠ | ঠোঁট |
| ওধঃ | ওহাৰ | পালান |
| ঔ (সম্বোধনত) | ঔ | ওগো |
| কঙ্কতী | কাঁকৈ | চিৰুণী |
| কঙ্কালঃ | কঁকাল | কোমৰ |
| কচ্ছাটিকা | কাছুটি | কাছা |
| কণ্টকিলঃ | কোটোহা বাঁহ | বেড়্ বাঁশ |
| কপিঞ্জলঃ | কইৰ | টিটিৰ |
| কপোতঃ | কপৌ | ঘুঘু |
| কৰ্ণলতিকা | কাণলতি | কাণেৰ পাতা |
| কুক্কুটঃ | কুকুৰা | মুৰ্গী |

| | | |
|---|---|---|
| কুঠাৰঃ | কুঠাৰ | কুড়াল |
| কুহেড়ী | কুঁৱলী | কুয়াস |
| কুম্ভজলৌকা | কুমজেলুকা | —— |
| কেন্দুক | কেন্দু | ডেঁহু |
| কৌপীনম্ | কপিং | কাছা |
| কৰণ্ডী | কৰণী | পেটাৰি |
| খল্যা | খলা | খামাৰ |
| গচ্ছঃ | গছ | গাছ |
| গণ্ডুঃ | গাক | বালিস |
| গর্গৰী | গাগৰী | কলসী |
| গর্ত্তঃ | গাঁত | গাড়া |
| গর্হনম্ | গৰিহণা | নিন্দা |
| গলগণ্ডঃ | গৰল | ঘেগ্ |
| চত্বৰম্ | চোতাল | উঠান |
| চকঃ | চক | মাটিৰপাত্ৰ |
| চলুকঃ | চলু | গণ্ডুষ |
| চিক্ক. | চিকা | ছুচা |
| চাঙ্গেৰী | চাঙ্গেৰী | আমৰুল |
| চেলম্ | চেলেং | চাদৰ |
| চোলঃ | চোলা | জামা |
| ছগলী | ছাগলী | ছাগমাতা |
| ঝিল্লী | জিলী | ঝিঁ-ঝিঁ-পোকা |
| ডোৰম্ | ডোল | দড়ি |
| তুলী | তুলী | গদী |
| তত্ৰ | ত'ত | সেখানে |
| তপ্ত | তপত | গৰম |
| তৈলিশালা | তেলিশাল | ঘানিঘৰ |
| দর্পণঃ | দাপোণ | আর্শি |
| দিক্কৰী | ডেকেৰী | যুৱতী |
| দ্রুণী | ডুণৰী | — |
| মেলাম্বুঃ | মৈলাম | দোয়াত |
| যত্র | য'ত | যেখানে |
| ববলঃ | যবল | ঘোলতা |
| বৰাহঃ | বৰা | শূয়ৰ |
| বর্ত্ম | বাট | ৰাস্তা |
| বাঢং | বাৰু | আচ্ছা |
| ব্যজনী | বিচনী | পাখা। |
| শশঃ | শহা | খৰগোশ |
| শ্লাঘা | শলাগ | প্ৰশংসা |
| শিক্যা | শিকা | শিকড় |
| শিলাকুট্টক | শিলাকুটি | — |
| শিঙ্ঘানঃ | শেঙুন | শিকনি |
| সীমন্তঃ | সেওঁতা | সিঁথি |
| সুকঙ্কা | সুকঙ্গা | সাধ |
| শিৰস্থানম্ | শিতান | শিয়ৰ |
| স্তবক | থোক | গুচ্ছ |
| স্তোম | তোম | — |
| স্থগী | ঠগী | কাঠৰ পাত্ৰ |
| স্থালী | থালী | হাঁড়ি |
| স্তূপ | থূপ | ৰাশি |
| হংহো / হঞ্জে | হোঁ / হঞ্জে | হাঁগো |
| হলা | হেৰা | ওগো |

Negative বুজুৱা "ন" আখৰটো সংস্কৃতৰ দৰে অসমীয়া ভাষাতো ক্ৰিয়াৰ আগত বহে। যেনে :—

| সংস্কৃত | অসমীয়া | বঙলা |
|---|---|---|
| ন কৰোমি | নকৰোঁ | কৰি না |
| ন কৰিষ্যামি | নকৰিম | কৰিব না |

বঙলা ভাষাত সেই "ন".টো সদায় ক্ৰিয়াৰ পাচত "ন" ৰূপে বহে। আমাৰ ভাষাৰ "ৱ" আখৰটোৰ উচ্চাৰণ ঠিক সংস্কৃতৰ নিচিনা। বঙালীৰ ৱ নাই।

সংস্কৃত ভাষাত ব্ৰহ্মাণী, ইন্দ্ৰাণী, নাৰায়ণী বুলিলে ব্ৰহ্মা, ইন্দ্ৰ আৰু নাৰায়ণৰ ভাৰ্য্যা বুজায়। আমাৰ অসমীয়া ভাষাতো বকৰানী, কাজখোৱানী, হাজৰীকানী বুলি.ল কোনো বকৰা, কাজখোৱা, হাজ

ৰিকাৰ ঘৈণীয়েক বুজায়। কিন্তু বঙলা ভাষাত কোনো ঘোষ, মিত্ৰ বা গুহৰ ভাৰ্যাৰ বিষয়ে লিখিব লাগিলে ঘোষ-জায়া, মিত্ৰ-জায়া, গুহ-জায়া বুলিহে লিখা দেখা যায়। কোনেও ঘোষনী, মিত্ৰনী, গুহনী বুলি নিলিখে আৰু নকয়।

ঋগ্বেদৰ অনেক শব্দ এতিয়াও অসমীয়া ভাষাত চলি থকা দেখা যায়। কিন্তু বঙলা ভাষাত সেই-বিলাক শব্দৰ ব্যৱহাৰ প্ৰায়েই দেখা নাযায়। বঙালী কৃত্তিবাসৰ ৰামায়ণ-আৰু কাশীৰাম দাসৰ মহাভাৰতত এনে অনেক শব্দ পোৱা যায়, যিবিলাকৰ ব্যৱহাৰ এতিয়াও অসমত আছে, কিন্তু বঙ্গদেশত এতিয়া লোপ পাইছে। ইয়াৰ পৰা বুজা যায় যে, পূৰণি কামৰূপ ৰাজ্যৰ ভাষাৰ প্ৰভাৱ বঙ্গদেশলৈকে ব্যাপিছিল। ইতিহাসৰপৰা জনা যায় যে, প্ৰায় গোটেই উত্তৰ বঙ্গ আৰু পূৰ্ব বঙ্গৰো কিছু অংশ এসময়ত কামৰূপৰ অধীনত আছিল।*

* জয়ন্তী, ১ ভাদ ১৮৬১ শক, ২য় বছৰ, ১৪শ সংখ্যা।

# অসমীয়া আখৰ আৰু আখৰ জোঁটনি সম্পৰ্কে

অসমীয়া শব্দৰ বানান নিৰূপণৰ অৰ্থে পৰামৰ্শ দিবলৈ চেণ্ট্ৰেল টেক্সট্ বুক কমিটিয়ে গঠন কৰি দিয়া সমিতিৰ কাৰ্য-বিৱৰণী ছপা হৈ ওলাইছে। সম্প্ৰতি অসম উপত্যকাৰ স্কুলসমূহৰ ইনস্পেক্টৰ ডাঙৰীয়াৰ পৰাও উক্ত সমিতিৰ কাৰ্য-বিৱৰণী এখন পোৱা হৈছে। প্ৰচলিত আখৰ-জোঁটনি সৰল কৰিবলৈ আৰু ইয়াৰ বেমেজালি দূৰ কৰিবলৈ কিবা উপায় থাকিলে দিবৰ কাৰণে সমিতিয়ে অনুৰোধ জনাইছে। বৰ্ত্তমান প্ৰচলিত আখৰ জোঁটনিৰ সংস্কাৰৰ প্ৰয়োজনীয়তা শিক্ষিত সমাজে বৰকৈ অনুভৱ কৰিছে। এই সম্বন্ধে আমাৰ যি ক'ব লগীয়া আছে তাক তলত লিখা হ'ল।

## স্বৰবৰ্ণ

অ, আ, ই, ঈ, উ, ঊ, ঋ, ৠ, ঌ, ৡ, এ, ঐ, ও, ঔ এই চৈধ্যটা স্বৰবৰ্ণৰ ভিতৰত দীৰ্ঘ ৠ আৰু ৡৰ ব্যৱহাৰ আমাৰ ভাষাত একেবাৰেই নাই, সংস্কৃততো প্ৰায় নাই বুলিলেই হয়, বেদৰ কোনো মন্ত্ৰত আৰু কামৰূপৰ তন্ত্ৰ-মন্ত্ৰতো 'ঌ'ৰ ব্যৱহাৰ আছে। এতেকে দীৰ্ঘ ৠ আৰু ৡ এই দুটা স্বৰবৰ্ণৰ পৰা বাদ দিয়া উচিত। মই লিখা 'অসমীয়া আদি পাঠত' এই দুটা আখৰ ৰখা নাই।

স্বৰবৰ্ণৰ চিন বা মাত্ৰাবিলাক দেৱনাগেৰী লিপিৰ নিচিনা কৰা ভাল দেখো।

## ব্যঞ্জনবৰ্ণ

দন্ত্য 'ত'-ৰ তলত হসন্ত দি লিখিলে, 'ৎ' এই আখৰটোৰ আৱশ্যক নহয়। এই 'ৎ' আখৰটোৰ বাহিৰে বাদ দিব লগীয়া আখৰ ব্যঞ্জনবৰ্ণত নাই।

এনে কিছুমান ব্যঞ্জনবৰ্ণ আছে, যিবিলাকৰ আকৃতি স্বৰৰ চিন বা মাত্ৰা যুক্ত হলে বেলেগ আকৃতি ধাৰণ কৰে। যেনে গু, ৰু, ৰূ, শু, হু, হৃ। এই আখৰ বিলাক এইদৰে নিলিখি সাধাৰণ নিয়মে গ্ু, ৰ্ু, ৰ্ূ, শ্ু, হ্ু, হ্ৃ এই নিচিনাকৈ লিখা উচিত বুলি ভাবো।

## সংযুক্তবৰ্ণ

আমাৰ ভাষাত ক্ৰ, ত্ৰ, ত্ৰ, ক্ত, হ্ম এই ৰকমে নিলিখি, ক্ৰ, ত্ৰ, ত্ৰ, ক্ত, হ্ম এইদৰে লিখা ভাল দেখো।

দেৱনাগেৰী লিপিত ঙ, ঞ, ণ, ন, ম, ৰ পাচত সমবৰ্গীয় বৰ্ণ থাকিলে ঙ, ঞ ইত্যাদিৰ চিন স্বৰূপে ং অনুস্বাৰ লিখা ৰীতি আছে। আমাৰ ভাষাত ক বৰ্গীয় বৰ্ণত সেই ৰীতি অনেকে চলাইছে। যেনে,—অলংকাৰ, শংখ, সংখ্যা, সংগ্ৰহ, লংঘন।

উচ্চাৰণত ব্যাঘাত নজন্মিলে আন আন বৰ্গটো সেই ৰীতি চলাব পাৰে। সংস্কৃত ব্যাকৰণে সেই ৰীতি সমৰ্থন কৰে।

আমাৰ ভাষাৰ কোনো শব্দতে ৰেফযুক্ত ব্যঞ্জনবৰ্ণ দ্বিত্ব হ'ব নেলাগে। হিন্দী, মহাৰাষ্ট্ৰী আদি ভাষাত দ্বিত্ব নহয়। বেদৰ ভাষাটো দ্বিত্ব নহয়। দ্বিত্ব বিকল্পে সিদ্ধ।

সংস্কৃতমূলক শব্দৰ আখৰ-জোঁটনি মূল অনুযায়ী হ'ব লাগে। সংস্কৃত ভাষাত অসমীয়া ভাষাৰ সৰ্বাঙ্গ এনে ভাবে মজি আছে যে আমি অসমীয়া ভাষাক সম্পূৰ্ণৰূপে যুক্তাক্ষৰ বিহীন কৰিব নোৱাৰোঁ। কিন্তু যুক্তাক্ষৰৰ সংখ্যা কমাব পৰা যায়।

সংস্কৃতমূলক শব্দৰ বাহিৰে আন শব্দত ব্যাকৰণৰ ষত্ব আৰু ণত্বৰ নিয়ম খটাব নালাগে।

য-কাৰৰ প্ৰকৃত উচ্চাৰণ য়, কোনো সংস্কৃতমূলক শব্দৰ আগত 'য়' থাকিলে তাৰ উচ্চাৰণ বৰ্গীয় 'জ'-ৰ নিচিনা হয় আৰু তেতিয়া 'য'-ৰ তলৰ বিন্দুটো নাথাকে। ইংৰাজী ভাষাৰ 'z' আখৰৰ উচ্চাৰণ বুজাবলৈ আমাৰ 'য' বা 'জ' কে কোনো এটা বিশেষ চিন দি ব্যৱহাৰ কৰিব পৰা যায়। য-কাৰটোক য় কাৰ বোলাতে ভাল হ'ব। যেনে—ক+য=ক্য, খ+য়=খ্য, বাক্+য়=বাক্য।

## বিদেশী শব্দ

অসমীয়াত ইংৰাজী, ফাৰ্চী আদিৰপৰা অহা অসংস্কৃত শব্দবিলাক জোঁটাবৰ নিমিত্তে শ্ৰদ্ধাস্পদ ৺চন্দ্ৰকুমাৰ আগৰৱালাদেৱে যি নিয়ম কৰিছিল আমি তাকে মানি চলা ভাল দেখোঁ। ইংৰাজীৰ 'ch', 's' 'sh'-ৰ উচ্চাৰণ আমাৰ ভাষাত এইদৰে হোৱা উচিত। ch=চ, যথা চাৰ্চ চেক, চেয়াৰ ইত্যাদি। s=ছ; যথা,—ছাহাব, ছিল্ক, ছৰকাৰ ইত্যাদি। sh=শ্ব, শ্য, ঃশ-sh শব্দৰ আগত থাকিলে 'শ্ব', মাজত থাকিলে 'শ্য' আৰু শেষত থাকিলে 'ঃশ' যুক্তাক্ষৰ কৰি লিখিব লাগে। যেনে,—শ্বিলং, কমিশ্যনাৰ, বৃটিঃশ*।

এই নিয়মলৈ লক্ষ্য ৰাখি অসংস্কৃত বা বিদেশী শব্দৰ আখৰ-জোঁটনি পৰা যায় মানে উচ্চাৰণ অনুযায়ী হোৱা উচিত। কিন্তু সেই বুলি অসাধু উচ্চাৰণক প্ৰশ্ৰয় দিব নেলাগে। কোনো সম্প্ৰদায়ৰ অনেক লোকে খ'ৰ ঠাইত স' উচ্চাৰণ কৰে। আকৌ কোনো জাতিৰ অনেকে 'ক'ৰ ঠাইত 'খ' উচ্চাৰণ কৰে। কোনো কোনো সম্প্ৰদায়ৰ লোকে শ, ষ, স এই তিনিওটা আখৰকে 'হ'ৰ নিচিনাকৈ উচ্চাৰণ কৰে। এইবিলাক অসাধু উচ্চাৰণ।

বানান সমিতিয়ে গঢ়া আচনিৰ আন সকলো কথাকে আমি সমৰ্থন কৰিছোঁ।

---

* জয়ন্তী, ১৬ জেঠ ১৮৬১ শক, ২য় বছৰ ৯ম সংখ্যা।

# অসমীয়া আখৰ-জোঁটনিৰ নিয়ম

যোৱা ৮ চ'ত (ইং ২২।৩।৩৮) তাৰিখৰ তিনদিনীয়া 'অসমীয়া' কাকতত অসমীয়া ভাষাৰ যুক্তাক্ষৰৰ বিষয়ে শ্ৰীমান নবীন কুমাৰ আগৰৱালা বাপাই যিটো সুচিন্তিত প্ৰবন্ধ লিখিছে, সেই বিষয়ে আমাৰ সুধীবৃন্দৰ ভিতৰত আলোচনা হোৱা আৱশ্যক। মোৰ মনেৰে স্বৰবৰ্ণৰ চিন কেইটা সদায় ব্যঞ্জনবৰ্ণৰ পাছত বহা উচিত। সেইমতে লিখিবৰ নিমিত্তে নবীন বাপাই যি পাঁচোটা নতুন চিন উলিয়াইছে তাক গ্ৰহণ কৰা ভাল দেখোঁ। কিন্তু সকলো যুক্তাক্ষৰ ভাঙি লিখিবলৈ গলে বেমেজালি ঘটিব;

বিশেষকৈ লিখাত ঠাই আৰু সময় বেছিকৈ লাগিব। আমাৰ ভাষাত যিবিলাক তিনি আৰু চাৰি আখৰীয়া সংযুক্তবৰ্ণ আছে। সেইবিলাকক দুই আখৰীয়া কৰিব পাৰি

অসম সাহিত্য সভাৰ যোৱা সপ্তদশ অধিবেশনৰ সভাপতি শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ এম. এ দৰে তেখেতৰ অভিভাষনত কৈছিল—

"ভাষা বিভ্ৰাটৰ দোহাই দি আমাৰ ভাষাৰপৰা কিছুমান বৰ্ণ বাদ দি বৰ্ণবিন্যাস সৰল কৰাৰ এটা প্ৰস্তাৱ মাজে মাজে শুনা যায়। কিন্তু এনে কৰিলে কিছুমান বেমেজালি আঁতৰিলেও তাৰ ঠাইত নতুন বেমেজালি সৃষ্টি হোৱাৰ আশঙ্কা আছে। আন পক্ষে কোনো কোনো যুটীয়া আখৰৰ অনাৱশ্যক অংশ বাদ দিলে একো বেমেজালি নঘটিব বুলি বোধ হয়। 'ধৰ্ম,' 'কৰ্ম' আদি শব্দৰ এটা 'ম' বাদ দিলে প্ৰথম শিকাৰুৰ সুবিধা হ'ব। এইবিলাক কথাত লাহে লাহে সংযতভাবে অগ্ৰসৰ হলে সিদ্ধি হোৱাৰ আশা আছে।"

স্বৰবৰ্ণৰ দীৰ্ঘ 'ৠ' আৰু 'ৡ' এই দুটা বৰ্ণৰ বাহিৰে আমাৰ বৰ্ণমালাৰপৰা কোনো এটা বৰ্ণও বাদ দিয়া উচিত নহয়।

আমাৰ ভাষাত গু, ৰু, ৰূ, শু, হু, আৰু হৃ, এই দৰে নিলিখি সাধাৰণ নিয়মে গ্‌ু ৰ্‌ু, ৰ্‌ূ, শ্‌ু, হ্‌ু, আৰু হ্‌ৃ, এই নিচিনাকৈ লিখাৰ নিয়ম কৰিলে কোমল বয়সীয়া লৰা-ছোৱালীৰ পক্ষে আখৰ লিখা আৰু চিনা উজু হ'ব।

অসমীয়াতো ইংৰাজী ফাৰ্চী আদিৰপৰা অহা শব্দবিলাক জোঁটাবৰ নিমিত্তে শ্ৰদ্ধাস্পদ ৺চন্দ্ৰকুমাৰ আগৰৱালাদেৱে যি নিয়ম কৰিছিল, আমাৰ লিখক সকলে সেই নিয়ম মানি চলা উচিত। ইংৰাজীৰ 'ch', 'S', 'Sh', ৰ উচ্চাৰণ আমাৰ ভাষাত এইদৰে হ'ব —

Ch = চ; যথা —চাৰ্চ, চেক্, চেয়াৰ ইত্যাদি॥
S = , ছ যথা — ছাহাব, ছিল্ক, ছিট, ছৰকাৰ ছমন, ইত্যাদি।
Sh = শ, :, শ্য শ—Sh শব্দ আগত থাকিলে শ, মাজত থাকিলে শ্ব আৰু শেষত থাকিলে :শ যুক্তাক্ষৰ কৰি লিখিব লাগে। যথা—শিলং, কমিশ্বনাৰ, ব্ৰিটিঃশ।

সংস্কৃতমূলক অনেক শব্দত ৰেফযুক্ত ব্যঞ্জন বৰ্ণৰ দ্বিত্ব অসমীয়া ভাষাত চলি আছে। যেনে—ধৰ্ম্ম, কৰ্ম্ম, পৰ্ব্ব, পৰ্ব্বত, সৰ্ব্ব। কাৰ্য্য, ধাৰ্য্য, সূৰ্য্য, কৰ্ত্তা, ভৰ্ত্তা, বৰ্দ্ধন, বৰ্ত্তমান, অৰ্দ্ধ, উৰ্দ্ধ, মূৰ্চ্ছা, অৰ্চ্চনা ইত্যাদি। এই দ্বিত্ব নকৰিলেও কোনো দোষ নহয়। অনেক বঙালী সাহিত্যিকে আজিকালি দ্বিত্ব নকৰি বঙলা ভাষাত ধৰ্ম, কৰ্ম, পৰ্ব, সৰ্ব, কাৰ্য, ধাৰ্য অৰ্ধ, মূৰ্ছা, অৰ্চনা এইদৰে লিখিবলৈ ধৰিছে। এইদৰে বানান কৰিলে লিখা আৰু ছপাৰ কাম সহজ হয়। হিন্দী আৰু মাৰাঠী ভাষাত এনেকুৱা বানান চলে, শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামীদেৱেও আমাৰ ভাষাত লিখা তেখেতৰ পুথি ও প্ৰবন্ধাদিত এই নিয়ম চলাইছে। বেদৰ মন্ত্ৰবিলাকত এনেকুৱা বানান থকা দেখা যায়।

যথা, ঋগ্বেদত আছে —

ইংদ্ৰো বিশ্বস্য কৰ্মণো ধৰ্তা বজ্ৰী পুৰুষ্টুতঃ। ১ম, ১১ সূ, ৪ ঋক্।

ত্বমগ্নে প্ৰযতদক্ষিণং নৰং বৰ্মেৱ স্যূতং পৰিপাসি বিশ্বতঃ। ১ম, ৩১ সূ, ১৫ ঋক্।

য ঈংখয়ংতি পৰ্বতান্ তিৰঃ সমুদ্ৰমৰ্ণৱং। মৰুদ্ভিৰগ্ন আ গহি। ১ম, ১৯ সূ, ৭ ঋক্।

যদ্দেৱানাং মিত্ৰমহঃ পুৰহিতোঽংতৰো যাসি দূত্যং

সিংধোৰিৱ প্ৰস্বনিতাস ঊৰ্ময়োঽগ্নেৰ্ভ্ৰাজংতে অৰ্চয়ঃ॥ ১ম, ৪৪ সূ, ১২ ঋক্।

তৰণিৰ্বিশ্বদৰ্শতো জ্যোতিষ্কৃদসি সূৰ্য। বিশ্বমা ভাসি ৰোচনং। ১ম, ৫০ সূ, ১০ঋক্।

দেৱং দেৱত্ৰা সূৰ্যম গন্ম জ্যোতিৰুত্তমং। ১ম, ৫০ সূ, ১০ঋক্।

হৃদ্ৰোগং মম সূৰ্য হৰিমানং চ নাশয়। ১ম, ৫০ সূ, ১১ ঋক্।

ত্বং তমিন্দ্ৰ পৰ্ব্বতং ন ভোজসে মাহা নৃম্ণস্য
ধৰ্ম্ম'ণামিৰিজ্যসি।
প্ৰবীৰে'ন দেৱতাতি চেকিতে বিশ্বস্মা উগ্ৰঃ
কৰ্ম্মণে পুৰোহিতঃ। ১ম, ৫৬সূ, ৩ ঋক।
গদৰ্ভং — ১ম, ২৯ সূ, ৫ ঋক্।
যজ্ঞ' চ বৰ্দ্ধ'য়। ১ম ১০সূ, ৪ ঋক্।
উৰ্ব্বিৰাপো ন কাকুদঃ। ১ম, ৮সূ, ৭ ঋক্।
বৰ্দ্ধমানং স্বে দমে।—১ম, ১ সূ, ৮ ঋক্।
শ্যামে' ই'দ্ৰস্য শৰ্ম্মণি।—১ম, ৪ সূ, ৬ ঋক্।
ত্ব' তমি'দ্ৰ পৰ্ব্বতং মহামুৰু' বজ্ৰেণ বজ্ৰিন্
পৰ্বশশ্চকৰ্ত্তিথ।—১ম, ৫৭ সূ, ৬ ঋক্।
য। পৰ্ব্বতেষোষধীষপসু যা মানুষেষসি তস্য ৰাজা।
—১ম, ৫৯ সূ, ৩ ঋক্।
যন' ন' পূৰ্ব্বে পিতৰঃ পদজ্ঞা অৰ্চংতো
অংগিৰদে' গা অবিংদন।—১ম, ৬২ সূ, ২ ঋক্।
গৰ্ভো যো অপাং গৰ্ভো বনানাং গৰ্ভশ্চ
স্থাতাং।—১ম, ৭০ সূ, ২ ঋক্।
য এক ইদ্বিদয়তে বসু মৰ্ত্তায় দাশু ষে। ঈশানো
অপ্ৰতিষ্কুত ই'দ্ৰো অংগ॥—১ম, ৮৪ সূ, ৭ ঋক্।
আপ্ৰা দ্যাৱা পৃথিৱী অংতৰিক্ষং সূৰ্য্য আত্মা।—
১ম, ১১৬ সূ, ১ ঋক্।
সূৰ্য্যস্য চক্ষু ৰজসৈত্যাবৃতং তস্মিন্নাৰ্পিতা ভুবনানি
বিশ্বা।—১ম, ১৬৪ সূ, ১৪ ঋক্।

বেদৰপৰা এনেকুৱা অনেক উদাহৰণ দেখুৱাব পৰা যায়। ওপৰত যিখিনি বেদৰ মন্ত্ৰ লিখা হ'ল, তাত যিবিলাক শব্দ ডাঙৰ আখৰত দিয়া হৈছে, সেইবিলাকলৈ চালে দেখিব যে, ৰেফযুক্ত ব্যঞ্জনবৰ্ণবিলাক দ্বিত্ব কৰা নাই। ব্যাকৰণমতেও ৰেফযুক্ত ব্যঞ্জনবৰ্ণ বিকল্পে দ্বিত্ব হয়। "আমাৰ ভাষাৰ বৰ্ণবিন্যাস তিনি প্ৰকাৰে কৰা হয়। প্ৰথম উচ্চাৰণ অনুসৰি দ্বিতীয়ত মূল শব্দৰ দৰে, তৃতীয়ত জনা লোকসকলে বহুদিন চলোৱা নিয়ম মতে। কিন্তু বৰ্ণবিন্যাসৰ কথাত উচ্চাৰণেই যাই বাট দেখাওঁতা। এতেকে যদি মূল শব্দৰ আখৰ ৰাখিলে কোনো অসমীয়া শব্দৰ উচ্চাৰণ নহে তেনেহলে তাৰ মূললৈ নাচাই উচ্চাৰণ অনুযায়ী হ'ব লাগে।" এই কথাখিনি "হেমকোষ"ত লিখা আছে। বেদত ৰেফযুক্ত ব্যঞ্জনবৰ্ণকে দ্বিত্ব কৰা নাই। আমাৰ উচ্চাৰণতো আমি তেনেকুৱা বৰ্ণক দ্বিত্ব কৰি উচ্চাৰণ নকৰোঁ। এতেকে, চৰ্চ্চা, অৰ্চ্চনা, মূৰ্চ্ছা, গৰ্জ্জন, বিসৰ্জ্জন, গৰ্ত্ত, বৰ্ত্তমান, কৰ্ত্তা, কৰ্দ্দি, মৰ্ত্ত্য, অৰ্দ্ধ, ধৰ্ম্ম, কৰ্ম্ম, কাৰ্য্য, সূৰ্য্য, গৰ্ব্ব, পৰ্ব্বত, বৰ্দ্ধন, উৰ্দ্ধ আদি ৰেফযুক্ত শব্দবিলাক আমি তলত লিখা মতে লিখা উচিত হ'ব :—

চৰ্চা, অৰ্চনা, মূৰ্ছা, গৰ্জ'ন, বিসৰ্জ'ন, গৰ্ত, বৰ্তমান, কৰ্তা, কৰ্দি, মৰ্ত্য, অৰ্ধ, ধৰ্ম, কৰ্ম, কাৰ্য, সূৰ্য, গৰ্ব, পৰ্বত, বৰ্ধন, উৰ্ধ। ইয়াকে কৰিলে আমাৰ ভাষাত তিনি আৰু চাৰি আখৰীয়া সংযুক্ত বৰ্ণ প্ৰায় নোহোৱাৰ নিচিনা হয়। ইয়াৰ ফলত লিখা-পঢ়া আৰু ছপাৰ কাম ভালেখিনি সহজ হ'ব।

আমাৰ ভাষাত ক্ৰ, ত্ৰ, হ্ম আদি এইদৰে নিলিখি ক্, ত্, হ্ এইদৰে লিখিলে নতুন শিকাৰুৱে লিখা-পঢ়া কৰিবলৈ উজু পাব।

তলত বাওঁহাতৰ ফালে যি শব্দবিলাক লিখা হৈছে, সেইবিলাক আমাৰ ভাষাত সদাই লিখামতে লিখিছোঁ, সোঁহাতৰ ফালে সেই শব্দবিলাকক বেদত লিখামতে লিখিছোঁ।

| | |
|---|---|
| অঙ্ক | অংক |
| শঙ্খ | শংখ |
| অঙ্গ | অংগ |
| মঙ্গল | মংগল |
| লঙ্ঘন | লংঘন |
| সঙ্কেপ | সংক্ষেপ |
| ধনঞ্জয় | ধনংজয় |
| সঙ্গম | সংগম |
| বন্ধন | বংধন |
| কপিঞ্জল | কপিংজল |
| সঞ্চয়, সঞ্চৰণ | সংচয়, সংচৰণ |
| বন্ধু | বংধু |

| | |
|---|---|
| ইন্ধন | ইংধন |
| মন্ত্ৰ | মংত্ৰ |
| যন্ত্ৰ | যংত্ৰ |
| শৃঙ্গ | শৃংগ |
| ইন্দ্ৰ | ইংদ্ৰ |
| ইন্দ্ৰিয় | ইংদ্ৰিয় |
| অন্ত | অংত |
| অন্তৰ | অংতৰ |
| আঙ্গিৰস | আংগিৰস |
| অঞ্জলি | অংজলি |
| মণ্ডল | মংডল |
| পণ্ডিত | পংডিত |
| বৃদ্ধি | বৃধি |
| মধচ্ছন্দা | মধচ্ংদা |
| মধমন্ত | মধমংত |
| হৰিমন্ত | হৰিমংত |
| গন্ধৰ্ব | গংধৰ্ব |
| পন্থা | পংথা |
| বন্দনা | বংদনা |
| অন্তৰিক্ষ | অংতৰিক্ষ |
| সিন্ধু | সিংধু |
| মহান | মহাঁ |

ওপৰত লিখা শব্দবিলাকৰ বৰ্ণবিন্যাস যি নিয়মে বেদত থকা দেখা যায়, সেই নিয়ম আমাৰ ভাষাত চলাব খুজিলে এইটো বিশেষকৈ চাব লাগিব যে, তাৰপৰা আমাৰ উচ্চাৰণ লৰে নে নলৰে। ঙ্ক, ঙ্খ ঙ্গ, ঞ্চ, ঞ্জ ণ্ট ণ্ড, ন্ত, ন্দ, ন্ধ, ম্প, ম্ফ, ম্ব, ম্ভ ম্ম ন্ত্ৰ ন্ধ্ৰ ঙ্ক্ষ, ন্ত্ৰা, ম্প্ৰ ম্ব্ৰ আদি যুক্তাক্ষৰৰ পথম আখৰটোৰ পৰিবৰ্তে "ং" ব্যৱহাৰ কৰিলে কেনে হব সেইটো সুধীবৃন্দই ভাবি চাই মতামত প্ৰকাশ কৰিব বুলি আশা কৰিলোঁ।

দেৱ-নাগেৰী লিপিত ঙ, ঞ ণ ন, ম এই বৰ্ণবিলাকৰ পিছত সমবৰ্গীয় বৰ্ণ থাকিলে ঙ ঞ ইত্যাদিৰ চিনৰূপে ং লিখা ৰীতি আছে। যেনে—অহংকাৰ, ভয়ংকৰ, অংজলি, পংডিত ৰংগমংচ গংগা ইত্যাদি। অৱশ্যে পঢ়িবৰ সময়ত পাঠকে পঞ্চম বৰ্ণকেহে উচ্চাৰণ কৰে। বেদৰ লগত হিন্দী ভাষাৰ এই নিয়মৰ মিল দেখা যায়।

আমাৰ দেশত 'ৱ' আখৰটোৰ ব্যৱহাৰ বেদ শাস্ত্ৰত আছে আৰু আমি যি উচ্চাৰণ কৰে সি শুদ্ধ। বঙ্গদেশৰ সুপণ্ডিত ৺সত্যব্ৰত শৰ্মা সামশ্ৰমীয়ে প্ৰায় ৪০ বছৰ পূৰ্বে সামবেদ-সংহিতা (মুল আৰু বঙ্গানুবাদ) প্ৰকাশ কৰোতে তাৰ পাতনিত লিখিছিল ঃ—

"ইদানীং প্ৰচলিত বাঙ্গলা অক্ষৰে সংস্কৃত লিখনেৰ একটি প্ৰধান অন্তৰায় অন্ত্যস্থ ব বৰ্ণেৰ অভাব। সেই অভাবটি পূৰণ কৰিবাৰ আশায়ে নূতনপ্ৰিয় মহোদয়গণ নূতন বৰ্ণ আবিষ্কাৰে কৰিতেছেন কিন্তু আমি কোন নতন আবিষ্কাৰে যত্নবান নই। প্ৰায় ২০০ বৎসৰ পূৰ্বেৰ হস্তলিখিত বাঙ্গালা পুস্তক দৃষ্টে 'ৱ' এইৰূপ বৰ্ণই লাভ কৰিয়াছি, অদ্যাপি আসাম প্ৰদেশে ইহা প্ৰচলিত আছে। * * * য বৰ্ণেৰ প্ৰকৃত উচ্চাৰণ য়। সংস্কৃত ভাষাতে ওৰূপ উচ্চাৰণ অবশ্য প্ৰয়োজনীয়।"

আমি William, Wilson আদি লিখোঁতে ৱিলিয়ম্ ৱিলছন, লিখা উচিত।

আমাৰ ভাষাত বাক্য, পাঠ্য আদি শব্দ বাক্‌য, পাঠ্‌য, এইদৰে লিখিব পাৰিলেই সম্প্ৰতি কলৈ য ভ চিন '্য' আৰু ৰ ৰ চিন '্ৰ' ৰখা ভাল দেখোঁ। ৰেফ্ আৰু হসন্ত চিনো অৱশ্যে থাকিব লাগে।

ভাৰতবৰ্ষৰ সকলো প্ৰাদেশিক ভাষাৰ কাৰণে এটা সাধাৰণ লিপি চলাবলৈ মহাত্মা গান্ধী প্ৰমুখ্যে ভাৰতীয় নেতৃবৃন্দই আলোচনা আৰু আন্দোলন কৰিছে। সম্ভৱতঃ দেৱ-নাগেৰী বৰ্ণমালাই ভাৰতৰ সকলো ভাষাৰ সাধাৰণ লিপি হ'ব। যদি কংগ্ৰেছ মহাসভাই দেৱ-নাগেৰীক সাধাৰণ লিপি (Common Script) ৰূপে প্ৰাদেশিক ভাষাবিলাকত ব্যৱহাৰ কৰিবলৈ আদেশ দিবে, তেন্তে আমিও সেই আদেশমতে কাৰ্য কৰিব লাগিব। এই সম্বন্ধে কংগ্ৰেছ মহাসভাৰ সিদ্ধান্ত প্ৰকাশ নোহোৱা পৰ্যন্ত আমাৰ বৰ্ণমালা যেনে আছে তেনেই থকা ভাল দেখোঁ। *

* আৱাহন, চ'ত ১৮৫৯ শক, ৯ম বছৰ ৪ৰ্থ সংখ্যা।

# "জোনাকীৰ" আত্মকথা

১৮১০ শকৰ ভোগালি মাঘ মাহত ( ইংৰাজী ১৮৮৯ চনৰ ফেব্ৰুৱাৰি মাহত ) কলিকতাৰপৰা শ্ৰদ্ধাস্পদ ৺চন্দ্ৰকুমাৰ আগৰৱালাদেৱে প্ৰথমে "জোনাকী" কাকত উলিয়ায়। তেতিয়া তেওঁ কলিকতা কলেজত পঢ়িছিল। প্ৰথম বছৰৰ "জোনাকীৰ" তেৱেঁই সম্পাদক আৰু প্ৰকাশক আছিল। এই কাকতখন মাহে মাহে ওলাইছিল আৰু ইয়াৰ বেচ বছৰি ১৷০ পাঁচ মহা মাথোন আছিল। দ্বিতীয় বছৰত ৺হেমচন্দ্ৰ গোস্বামীদেৱে এই কাকত সম্পাদন কৰিছিল। তৃতীয় বছৰৰপৰা শ্ৰদ্ধাস্পদ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই এই কাকতৰ সম্পাদক হয়। প্ৰথম বছৰৰ প্ৰথম সংখ্যা "জোনাকীৰ আত্মকথা" প্ৰবন্ধত উক্ত আগৰৱালাদেৱে লিখিছিল :—

"সকলো কথাৰে "আৰম্ভণ" আছে,— আমাৰো আত্মকথা আছে। আমাৰ ক'ব লগীয়া বহুত আছে, লাহে লাহে কৈ থাকিম, এই নিমিত্তেই আমি ওলাইছোহি। যেই কামতে কি হাত দিবলৈ গলেই আগেয়ে নিজৰ পৰিচয় দিব লাগে—এয়ে সংসাৰৰ নিয়ম। পাঠকক আমাৰ চিনাকি দিবই লাগিব। কিন্তু অনেকে আমাক দেখিয়েই চিনিব আৰু কোনোৱে বা আমাৰ নিবুদ্ধিতাৰ সাহ দেখি হাঁহিব, সন্দেহ নাই। আমি যে এই বিপদসাগৰত ভুৰ ল'ৰাৰ দৰে পাৰ হবলৈ ওলাইছো, তাক আমি জানো। অসমত কাকতৰ গতি কচুপাতত পানী টুপিৰ দৰে। মানুহৰ চেষ্টা "অজৰ অমৰ" বুলি জানিহে আমাৰ সাহ,, উদ্যোগীয়ে মৰণ কি, ক'ব নোৱাৰে। জীৱনেই হৈছে কাৰ্যশীল— কৰিব লগীয়া আমি কৰিম—ফল লাভ পাছৰ কথা। কামৰ চকৰিৰ তলত বহু মৰেও জীয়েও—মৰি জীহে সংসাৰৰ কাৰ্য সাধিব পাৰি।

আমাৰ উদ্দেশ্য কি অনেক সুধিব। সম্প্ৰতি ইয়াকে কলেই হ'ব যে আমাৰ কাৰ্য দেখি, আমাক সকলোৱে বুজিব পাৰিব—আমাৰ কামটি বুজিব নোৱাৰা সাঁথৰ নহয়। "ৰাজনীতি" আমাৰ ৰাজ্যৰ" বাহিৰ, এই পৰাধীন দেশত "প্ৰজানীতি"হে ধৰিব লগীয়া। সাহিত্য, বিজ্ঞান, সমাজ ইত্যাদি আমাৰ আলোচনাৰ বিষয় এইবিলাক সাধ্যমতে বুজিবলৈ ও প্ৰকাশ কৰিবলৈ যত্ন কৰিম। "বাদ", "প্ৰতিবাদ" আমি আদৰেৰে আমাৰ কোলাত ঠাই দিম। সেই বুলি ব্যক্তিগত নিন্দাক ওচৰ চাপিবলৈ নিদিওঁ। ভাষালৈ আমাৰ বিশেষ চকু থাকিব। অসমৰ আটাই শ্ৰেণীৰ মানুহে যেন আমাক মৰম কৰে, তালৈ আমি যত্ন কৰিম। নকৈ উঠি অহা অসমৰ নিমিত্তে আমাৰ আটাই শক্তি ব্যয় কৰিম। এই পাছ পৰি থকা আন্ধাৰ দেশলৈ অলপ "জোনাক" সুমুৱাব নোৱাৰিলেও, যদি নিজে নিজেও যত্নৰ ফিৰিঙতিৰ পোহৰত বাট পাওঁ, তেন্তে আমাৰ শক্তিৰ মিছা ব্যয় হোৱা নাই বুলি জানিম। আমি জানো আমাৰ দেশ শিক্ষাত পাছু, জ্ঞানৰ ভিখাৰী, ধনত দুখীয়া সংখ্যাবলত শক্তিহীন, স্বাস্থ্যত ৰুগীয়া, কামত এলেহুৱা ও পৰাধীন—কিন্তু আমি নিজ শক্তি অনুযায়ী হইহে কামত হাত দিব পাৰো। আমি যুঁজিবলৈ ওলাইছো আন্ধাৰৰ বিপক্ষে উদ্দেশ্য দেশৰ উন্নতি, "জোনাক"। কিমানলৈ আগ বাঢ়িব পাৰিমহঁক সেইটি নিজৰ শক্তিচালনা ও সুযোগৰ ওপৰতহে বৈ আছে। আটায়ে উঠি পৰি লাগোহঁক সুযোগো আপুনি ওলাবহি, পাটিত পৰি দিন গণিবৰ সময় নাই, চাৰিওফালে হুৰ হুৰাই কাম চলিছে,— অসমীয়া বহি থাকিবনে ? এই ভাপ-নাও, ভাপ-ৰথ, বিজুলী-ডাকৰ দিনতো হাত-ভৰি কোঁচাই বহি থাকোঁ-

ইক, তেনে আৰু আগ-বাঢ়ি যোৱাসকলৰ লগ ধৰিবলৈ আশা কৰিব নোৱাৰি। আমি নিজকে নিজে "যোগ্য" নকৰিলে অন্যে কৰি নিদিয়েহি। এই সংসাৰেই হৈছে যোগ্যৰ ঘৰ, অযোগ্য অধঃপাতলৈ যাব—Survival of the fittest"—পাঠকে দায় নধৰিব, এই খিনিতে সুন্দৰ ইংৰাজী কথা এফাঁকি তুলি দিলো, তাৰ অৰ্থ ওপৰত দিয়া হৈছে। তুইঁৰ ভুইঁৰ অসমীয়াৰ "তেজ" আৰু উৎসাহ এতিয়া ভাগ্যৰ জাপৰ তলত লুকাই আছে—এবাৰ ভমকাই উঠিবই উঠিব।"

* আৱাহন, মাঘ ১৮৫৯ শক, ৯ম বছৰ ২য় সংখ্যা।

# অতীত মাধুৰী

প্ৰায় বাৰ বছৰ হ'ল। ১৯২৬ খৃষ্টাব্দৰ অক্টোবৰ মাহত দুৰ্গোৎসৱৰ বন্ধত ধুবুৰী নগৰত অসম সাহিত্য সভাৰ নৱম বাৰ্ষিক সন্মিলন মহাসমাৰোহেৰে পতা হৈছিল। সুকবি চন্দ্ৰকুমাৰ আগৰৱালাদেৱে ৰচনা কৰা তলত লিখা গীতটো সাহিত্যৰথী বেজবৰুৱা ডাঙৰীয়াৰ বিদুষী কন্যা শ্ৰীযুতা ৰত্নাৱলী আইদেৱে সেই সন্মিলনত গাই দৰ্শকবৃন্দক মোহিত কৰিছিল :—

"অসমা সুষমা কামৰূপা।  
জয়তু জননী ধৰিত্ৰী দুহিতা।  
হিমাচলোত্তুঙ্গ উদীচি দিশা  
জীমূতভৃত সলিলা  
লৌহিত্য মধ্য প্ৰবাহশীলা  
জয়তু জননী ধৰিত্ৰী দুহিতা।  
প্ৰাগেৱ জ্যোতিষাননা  
(অধুনা) দুৰ্ভাগ্য নিমীলিত নয়না  
অনন্ত ৰত্ন প্ৰভৱা  
সৌভাগ্য স্থিৰ সম্ভৱা  
কোটিলোক পালিকা  
কামৰূপা কামদা  
স্বভাৱ কাম্য কাননা  
শ্যামলা স্বৰ্ণ শস্যমালিকা।"

সেই সন্মিলনত "গোৱালপাৰা ডিষ্ট্ৰিক্ট এছোছিয়েশ্যন"ৰ হাকামা অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণৰ বিষয়ে সাহিত্যৰথী বেজবৰুৱা ডাঙৰীয়াই বজ্ৰগম্ভীৰ মাতেৰে যিটো হৃদয়গ্ৰাহী বক্তৃতা দি সকলোকে মুগ্ধ কৰিছিল সেই বক্তৃতাৰ শেষৰ ছোৱা তলত তুলি দিলো :—

শেষত আমাৰ গুৱালপৰীয়া ভাই-ককাই, বাই ভনী সকলক কওঁ,-- তেওঁলোকে আত্মবিস্মৃত হৈ আৰু কিমান দিন থাকিব? কিমান আৰু কিমান দিন আপোনালোকে বাকী গোটেইখন অসমৰ নিজৰ মানুহ, নিজৰ ভাষাক ভ্ৰম সমুদ্ৰত বিসৰ্জন দি বিদেশীৰ বা বিদেশী ভাবাপন্ন লোকৰ কথাও নিজৰ নিজৰ প্ৰাচীন বংশ গৌৰৱ আৰু আত্ম-মৰ্য্যাদা, সভ্যতা-ভব্যতা, শিক্ষা দীক্ষালৈ চকু নিদি থাকিব আপোনাসকলে নিজৰ শিক্ষা-দীক্ষা, সভ্যতা-ভব্যতা, বংশ-গৌৰৱ আৰু আত্ম-মৰ্য্যাদা সিদিনা হুছেনচাহে গুৱালপাৰা দখল কৰাৰপৰা আৰম্ভ কৰি বা ধৰি সুখী হ'ব, নে প্ৰাচীন ৰামায়ণ মহাভাৰতৰ কালৰ পৰা Trace কৰি অৰ্থাৎ ধৰি নিজক সৌভাগ্যশালী কৰি ধন্য হ'ব? নিজ গুৰু মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ, শ্ৰীদামোদৰদেৱ, শ্ৰীহৰিদেৱ ধৰ্ম পৰিপ্লাবিত সুমহান, সুমধুৰ, সুমঙ্গল ধৰ্ম, ভাষা শাস্ত্ৰ, সাহিত্য, আচাৰ, নিষ্ঠা, নিয়ম আদিৰে সুবিমল সুশীতল ছাঁৰ তলত থাকি আপোনালোকে নিজক বৰেণ্য কৰিব, নে "পৰক্ত আশা বনত বাস" কৰি সোকোতাৰে মুকুতা সলাই নিজক দুখীয়া আৰু আনৰ চকুত হেয় কৰিব? সেই দেখি বঙালী

কৰিব গীতৰ ভাষাৰে কওঁ, ভাইসকল।

"নিজ বাসভূমে পৰবাসী হলে।
পৰদাস খতে সমুদায় দিলে॥
আৰ না।

চক্ৰৱৰ্ত্তী মহাশয়ে কৈছে,— "এতাবৎকাল যে ভাষাৰ সেৱা কৰিয়া আসিতেছি, বঙ্কিমচন্দ্ৰ, মাইকেল মধুসূদন, ৰমেশচন্দ্ৰ, নবীনচন্দ্ৰ, হেমচন্দ্ৰ, ৰজনীকান্ত, অক্ষয়কুমাৰ প্ৰভৃতি সাহিত্যৰথীগণ যে ভাষাকে অমৰ কৰিয়া গিয়াছেন, কবীন্দ্ৰ ৰবীন্দ্ৰনাথেৰ অমৰ তুলিকা যে ভাষাকে বিশ্ব-সাহিত্যে স্থান দান কৰিয়াছে, সেই ভাষাকে অৱসৰ দিয়া অন্য ভাষা গ্ৰহণ কৰা কৰ্তব্য কিনা, তাহা নিৰ্দ্ধাৰিত কৰিবাৰ সময় উপস্থিত হইয়াছে।"

"আমিও কওঁ নিশ্চয় আহিছে। ইংৰাজী বিদ্যাত পণ্ডিত বি-এ, এম-এ পাছ কৰা বঙালী-সকলেও সকৰেপৰা ইংৰাজী পঢ়ি, ইংৰাজী সাহিত্য সেৱা আৰু আৰাধনা কৰি আহিছে, তেওঁলোকে ক'ব পাৰে যে, মিল্টন, বাইৰণ, ৱৰ্ডছৱৰ্থ, শ্বেলি, স্কট, টেনিছন্ প্ৰভৃতিয়ে যি ভাষাক অমৰ কৰি গৈছে, শ্বেক্সপীয়েৰৰ অমৰ তুলিকাই যি ভাষাক বিশ্ব সাহিত্যত স্থান দিছে, সেই ভাষাক অৱসৰ দি আমি আজি আন ভাষা অৰ্থাৎ বঙলা ভাষা গ্ৰহণ কৰিম নে নকৰিম? গুৰিতে তাহানি সঁচাকৈয়ে এদল ইংৰাজী শিক্ষিত বঙালীৰ মনৰ ভাৱ এনেকুৱাই আছিল।

"গুৱালপৰীয়া ভাইসকল, আপোনালোকৰ আগত মিনতি কৰি কওঁ, ভাবি চাওক, লোকৰ ঘৰত ধন-বস্তু জয়-জয়, ময় ময় অৱস্থা দেখি, লোকৰ আই-বোপাই, লৰা-ছোৱালীৰ সুখ-সমৃদ্ধি দেখি, নিজৰ নিঃকিন অৱস্থাৰে সৈতে সেইবোৰ তুলনা কৰি নিজৰ ঘৰ-বাৰী, ধন-জন পৰিত্যাগ কৰি লোকৰ দাৰস্থ হৈ ভিক্ষা মাগি নিজৰ মাতৃক এৰি লোকৰ মাকক আই বোলাটো কিমান গৌৰৱজনক। আপোনালোকৰ জননী দীনা, হীনা, শীৰ্ণা, সেইদেখি ওচৰ-চুবুৰীয়া ধনীৰ গৃহিণীক মাতৃ পাতিবলৈ যোৱাটো সন্তানৰ কৰ্তব্যৰ ভিতৰৰ কাৰ্য নে? মহাত্মা গান্ধীয়ে দুখুনী ভাৰত-মাতৃৰ দুখত আঠুমুৰীয়া মোটা কাপোৰ একোখন পিন্ধি আৰ-জহ কটাই মাতৃৰ দুখ গুচাবলৈ প্ৰাণ টাকি সাধনা কৰিছে, আৰু বঙ্কিম, হেমচন্দ্ৰ, ৰবীন্দ্ৰৰ মাক বঙ্গ দেশক দেখি আপোনাসকলে নিজৰ দুখুনী আই অসম মাতৃক পৰিত্যাগ কৰি সেই ধনী বঙ্গ মাতাক মা বুলি মাটিত বাগৰি পৰিব পাৰে নে? যি মাতৃৰ দুখ গুচাই মাতৃক সুখী কৰিবলৈ নিবিচাৰি পৰৰ ওপৰত আশা কৰি ফুৰি সন্তুষ্ট হয়, সি কৃপাৰ পাত্ৰ নহয় নে? গুৱালপাৰাক বঙ্গৰ অন্তৰ্ভুক্ত কৰিবলৈ বঙ্গবাসীয়েতো বিচাৰিবই, কাৰণ তাত তেওঁৰ স্বাৰ্থ আছে, কিন্তু আমি তেওঁৰ কথাত আৰু প্ৰলোভন প্ৰৰোচনাত ভুলো কিয়? গুৱালপাৰাৰ কোনো কোনো ভূম্যধিকাৰীক বঙালীয়ে খোচামোদ কৰি ভুলাই বঙলুৱা কৰিবলৈ চেষ্টা কৰিব পাৰে, কিন্তু তেওঁলোকে ভুলে কিয়? তেওঁলোকে ভাবিছে নে যে, বঙ্গদেশৰ শ্ৰেষ্ঠ সমাজত তেওঁলোকে সঁচাকৈয়ে শ্ৰেষ্ঠস্থান পাব? অসমত স্বভাৱতে তেওঁলোকৰ নিমিত্তে শীৰ্ষস্থান, কিন্তু তেওঁলোকে বঙ্গদেশত এতিয়া যিমানকে মৌখিক আদৰ সাদৰ পাওক, পিছত তেওঁলোকে সেই স্থান নাপায়, ধ্ৰুবপ, যদিও দৈৱাৎ দুজন এজনে সৌভাগ্যগুণে সেই ওখ ঠাইলৈ যাব পাৰেও, তেওঁ ভাবি চাব, তেওঁৰ দুখীয়া দেশৰ ৯৯ জনৰ ঠাই তাত নাই। কেনেডাৰ অধিবাসীসকলে আদৰ কৰি পূজনীয় ৰবীন্দ্ৰনাথ ঠাকুৰক কেনেডালৈ নিমন্ত্ৰণ কৰিছিল, ঠাকুৰে যাবলৈ অস্বীকাৰ কৰি ক'লে যে, যি দেশত তেওঁৰ দুখীয়া দেশৰ ভাই-ককাই, বাই-ভনীৰ আদৰ নাই, সেই দেশলৈ তেওঁ নাযায়। সেই দেখিয়েই কোনো এজন সাহিয়াল পুৰুষে কৈছিল, "মই স্বৰ্গত গোলামি কৰাতকৈ নৰকতে ৰাজত্ব কৰিম"। তাহানি আমাৰ ভাৱনা এটাত দেখিছিলোঁ, হনুমন্তৰ নেজডাল বৰ ডাঙৰ কৰি দিয়া হৈছিল,

আমাৰ ভাৱনাও ভাৱৰীয়াই প্ৰৱেশ কৰোতে নাচেই, হনুমন্তই ও খোলৰ চেবে চেবে নাচোঁতে তেওঁৰ দীঘল নেজডালে আহুকাল কৰে দেখি এজনে এই নেজডাল দাঙি ধৰি থাকিবলগীয়া হৈছিল। দুখৰ কথা কি ক'বা হনুমন্তৰ জাপ আৰু নেজৰ লগতে বেছেৰা সেই নেজ ধৰোতাজনেও অতি অনিচ্ছাপূৰ্বক জাপ দিব আৰু নাচিবলগীয়াত পৰিছিল, কাৰণ, নতুবা হনুৰ নাচোন উপসৰ্গশূন্য নহৈছিল। বিদেশীৰ লাঙুলধাৰী, আশা কৰো, আমাৰ ভিতৰত কোনো নাই, যদিহে দুৰ্দৈৱবশতঃ কোনো ওপায়, তেন্তে তেওঁ এই কথা মনত ৰাখিলে আপদ কালত কাম দিব।

"এই সম্পৰ্কতে আমাৰ বঙালী বন্ধুসকলকো কওঁ যে, গুৱালপাৰাখন অসমৰ বুকুৰপৰা ফালি নিবলৈ তেওঁলোকৰ ভিতৰত যিসকলে সদায় কুটনাট কৰি আছে, সেইসকলে সেইটো অনুগ্ৰহকৈ পৰিত্যাগ কৰক। আমাৰ প্ৰাণ থাকোতে আমাৰ গুৱালপাৰক আমি কেতিয়াও আমাৰ বুকুৰপৰা কাটি নিবলৈ নিদিও। তেনে কৰিবলৈ গ'লে অসমৰ ইমূৰৰপৰা সিমূৰলৈকে জুই জ্বলিব। বঙ্গ বিভাগৰ সময়ত তেওঁলোকেই মৰণান্তিক বেজাৰ পাই যি তুমুল আন্দোলন কৰি লৰ্ড মৰ্লিৰ "settled fact"-অক "unsettled" কৰিছিল, সেই উপায় আমি তেওঁলোকৰ পৰাই শিকি থৈছো, আৰু তেওঁলোকৰপৰা শিকি তেওঁলোকক নিশ্চয় বিকিম। শান্তিপ্ৰিয় অসমত অগত্যা সেই অশান্তিৰ পুনৰাভিনয় নিশ্চয় হ'ব জানিব। সেইদেখি আজি অতি বিনয়পূৰ্বক তেওঁলোকক কওঁ যে দয়া কৰি ক্ষান্ত দিয়ক। আমাৰ বিনীত প্ৰাৰ্থনাই গুণ নধৰিলে বাধ্য হৈ আমাক ক'বই লাগিব যে, আমাৰ গুৱালপাৰাৰপৰা Hands off। আমাৰ গুৱালপৰীয়া বন্ধুসকলকো বঙালী কৱিৰ ভাষাতে কওঁ—

"আৰ ঘুমাইও না মন,
ঘুমেৰ গোৰে কত দিন ৰবে ও চেতন ?
কে তুমি কোথায় ছিলে, আপনাৰে ভুলে গেলে,
মোহ পৰিহৰি হেৰ তৰুণ তপন।"

চোৱা, চাৱা! চোৱা হেৰা চোৱা! আজি এই সভাৰ পৱিত্ৰ গগণত আত্মজ্ঞানৰূপী তৰুণ তপনৰ বৰেণ্য জ্যোতি। আহা আমি সকলোৱে মিলি সেই জ্যোতিৰ ধ্যান কৰোঁ, আৰু দুখীৰ দুখী অৱস্থাৰে এশাগুধীয়াভাৱে মাতৃ-ভূমিৰ মঙ্গলৰ অৰ্থে প্ৰাণপণ কৰি লাগোঁচক। আমাৰ দুৰ্বল হস্তৰে আই দুখুনীৰ চকুলো এটুপিও যদি আমি মচি দি সন্তানৰ কৰ্তব্য কৰিব পাৰো, তেনেহলেও দানা হীনা মলিন বসনা জননীৰ শুভ আশীষ আমাৰ শিৰলৈ নামি আহিব। সন্তানৰ পক্ষে জন্মভূমিয়েই জন্মদাত্ৰী জননী দুৰ্গতিনাশিনী ঈশানী মা দুৰ্গা ঈশ্বৰ শ্ৰীকৃষ্ণ। মহাপুৰুষে ঘোষাত লিখিছে—

"কৃষ্ণৰ হৃদয় চাৰু লক্ষ্মীৰ নিবাস স্থল
মুখ নয়নৰ পান-পাত্ৰ
দিগপাল সমস্তৰ আশ্ৰয় কৃষ্ণৰ বাহু,
ভকতৰ পাদপদ্ম মাত্ৰ ॥

বন্ধুসকল, কল্পনা কৰক আৰু সেই কল্পনা বাস্তৱত পৰিণত কৰক—হে আমাৰ অসমৰূপী কৃষ্ণৰ আকুঞ্চিত কেশদাম শোভিত মস্তক—পাটকাই পৰ্বত, লক্ষ্মীৰ নয়নৰ পানপাত্ৰ কৃষ্ণৰ ঈষৎ হসিত মুখপদ্ম—উজনি অসম (ডিব্ৰুগড়, লক্ষ্মীপুৰ, শিৱসাগৰ, যোৰহাট, গোলাঘাট), লক্ষ্মীৰ নিবাসস্থল শ্ৰীকৃষ্ণৰ উন্নত হৃদয়—মাজ অসম (তেজপুৰ, বিশ্বনাথ, নগাওঁ, দৰং, গুৱাহাটী, বৰপেটা), আৰু ভকতৰ ধন কৃষ্ণৰ পাদপদ্ম জুৰি—গুৱালপাৰা ধুবুৰী। আজি এনে ধুবুৰীত আমি ঈশ্বৰভক্ত কৃষ্ণভক্ত মাতৃভক্তসকলে আমাৰ এক মাথোন ধন মাতৃৰ চৰণকমল সেৱা কৰিবলৈ বহি নিজৰ জীৱন ধন্য কৰিছাহঁক। আমাৰ একমাত্ৰ সেৱাৰ বস্তু মাতৃৰ পাদপদ্মযুগল গুৱালপাৰা-ধুবুৰীক বিদেশী ভাইসকলে কাটি নি বঙ্গৰ গাত যোৰা লগাব খুজিছে বুলি শুনিছো। ভাইসকল! আমাৰ মাতৃক খোঁৰা কৰি কষ্ট দি কোনে আমাক নিঃকিন কৰিব খুজিছে, কাক সুধিম,

কোনে ক'ব ? সন্তানৰ শৰীৰত এটোপা তেজ, সন্তানৰ দেহত পঞ্চ প্ৰাণৰ এক প্ৰাণো থাকে মানে এনে কৰিবলৈ সন্তানে দিব পাৰিবা নে ? ভাইসকল ! 'উত্তিষ্ঠত জাগ্ৰত' সকলো মিলি আহা, আমি মাতৃ ভূমিৰ সেৱা কৰি মাতৃৰ অপায় অমঙ্গল দূৰ কৰিবলৈ প্ৰাণটাকি চেষ্টা কৰোঁহক । আজিয়েই এই মুহূৰ্ত্ততে এই জাতীয় মহাযজ্ঞত ভাইসকল, তোমালোকে ঈশ্বৰক সাক্ষী কৰি প্ৰতিজ্ঞা কৰাঁহক যে শয়নে, সপোনে, সচিত্তে তোমালোকৰ এক চিন্তা হওক,—মাতৃক অমঙ্গল-অজগৰৰ হাতৰপৰা মুক্ত কৰি সুখী কৰিম । মাতৃভূমিৰ সেৱক হবলৈ স্পৰ্দ্ধা মথা এই বুঢাৰ গাত আৰু আগৰ দৰে বল শক্তি নাই । আজি এই বুঢা শৰীৰ জৰ্জ্জৰীভূত, কলেৱৰ ব্যাধিগ্ৰস্ত । এনে সময়ত কৰ্তব্যৰ শাস্ত্ৰীয় উপদেশ হৈছে,—

'শৰীৰে জৰ্জ্জৰীভূতে ব্যাধিগ্ৰস্তে কলেৱৰে ।
ঔষধং জাহ্নৱীতোয়ং, বৈদ্যো নাৰায়ণো হৰি ॥"

সেইদেখি এই বুঢাই মাথোন নাৰায়ণৰ চৰণত কৰযোৰে আজি এই প্ৰাৰ্থনা কৰিছে,—

কাল অজগৰে লৈ যায় টানি
ৰাখা ৰাখা প্ৰভু শাৰঙ্গপাণি ॥"

স্বদেশপ্ৰাণ বেজবৰুৱা ডাঙৰীয়াৰ স্বদেশ-প্ৰেম যে কিমান গভীৰ আছিল তাক তেওঁৰ ওপৰত লিখা বক্তৃতাৰপৰা বুজিব পাৰি । তেওঁ স্বদেশকে ভগৱানৰ মূৰ্ত প্ৰতীক, তেওঁৰ ইষ্ট-দেৱতা ঈশ্বৰ শ্ৰীকৃষ্ণ বুলি ভাবি আজীৱন সেৱা কৰিছিল । এনে স্বদেশানুৰাগ এনে স্বজাতিপ্ৰেম জগতত বিৰল ।" স্বদেশ আৰু স্বজাতিৰ উন্নতি আৰু মঙ্গল-মন্দিৰৰ সিংহ-দুৱাৰ হৈছে মাতৃভাষা ।" ইয়াকে নিশ্চয়কৈ জানি তেওঁ মাতৃভাষাৰ একনিষ্ঠ সেৱক হৈ কায়মনোবাক্যে প্ৰগাঢ় ভক্তিৰে তাৰ কুশলৰ অৰ্থে যি মৌচাক ৰচি থৈ গ'ল অসমীয়া মানুহে চিৰকাল তাৰ মৌ খাই তেওঁৰ গুণ গাই থাকিব । তেওঁ ধুবুৰীত যি কেইদিন আছিল, মোৰ বঙ্গলাতে সেই কেইদিন তেওঁৰ ভোজনৰ দিহা কৰা হৈছিল সেই সময়ত মই ধুবুৰীত পুলিচ ছুপাৰিণ্টেণ্ডেণ্টৰ কাম কৰিছিলোঁ । তেওঁৰ নিমিত্তে কি কি বন্ধা হব বুলি সোধাত তেওঁ কৈছিল, মই মাতৃৰ চৰণ সেৱা কৰিবলৈ আহিছোঁ, মোৰ মাতৃয়ে যি খায়, সৰুৰেপৰা যি খাই ডাঙৰ হলো, তাকেহে খাওঁতি । কোৱা বাহুল্য যে তেওঁৰ অভিপ্ৰায়মতে মোৰ ভাৰ্য্যাই তাঁতত দিয়া, পাতত দিয়া, তেঙা, খাৰ, খৰলি, টেঙা শাকৰ আঞ্জা, কাহুঁদী, খাৰলি, আৰু ৰৰা চাউলৰ খোলাচপৰীয়া পিঠা আদি তেওঁক খুৱাইছিল । মাটিমাহৰ খাৰ, কচু চেঁকীয়াৰ শাক, বাঁহৰ গাজ আদিও খুৱাইছিল । তেওঁ তৃপ্তিৰে ভোজন কৰি যাবৰ দিনা কৈছিল, "তোৰ আয়ে খুউৱাৰ দৰে এই কেউ সাঁজ খালো ।" *

* আৱাহন, বহাগ ১৮৬০ শক, ৯ম বছৰ ৫ম সংখ্যা

# ব্ৰহ্মযাত্ৰীৰ ডায়েৰী

ভালেমান দিনৰপৰা ব্ৰহ্মদেশ চাবৰ হেঁপাহ আছিল । অসম বুৰঞ্জীয়ে সৈতে ব্ৰহ্মদেশৰ বৰ সম্বন্ধ আছে । যি কুক্ষণত প্ৰথমে ব্ৰহ্মদেশৰ মানুহে অসমত ভৰিৰে ধূলা পেলালেহি, সেই মুহূৰ্ত্তৰ পৰাই অসমত শনিৰ উদয় হ'ল । অসমৰ ভাগ্য লক্ষ্মী ভঙ্গা হ'ল । শেষ ইয়াণ্ডাবুৰ সন্ধিৰে, অত্যাচাৰী মানহঁতৰ হাতৰপৰা আমাৰ দেশ পৰমেশ্বৰৰ কৃপাত দয়ালু প্ৰজাৰঞ্জন ইংৰাজ গৱৰ্ণমেণ্টৰ হাতলৈ আহে, আৰু চুকাফা বজাৰ বংশধৰসকলৰ ৰাজত্ব অন্ত পৰে ।

যি মানুহ অসমত ওপজে, অসমীয়া গাখীৰ অসমী আইৰ কোলাত ডাঙৰ হয়, তাৰ স্বভাৱতঃ

ব্ৰহ্মদেশ চাবলৈ হেঁপাহ হয়। অসমীয়াই কেচুৱাৰ পৰা মাক-বাপেকৰ মুখে দি 'মান অনা ফুকনৰ' কথা। পিজো গাভৰু, ৰাজমাও দেউতা, ৰুপচিং, মিঙ্গিমাহা তিলোৱা, বন্দুলা, আৰু গাৰঁৰ জাঁকি ইত্যাদিৰ কথা শুনি শুনি ডাঙৰ হয়। কেচুৱা লৰাই কান্দিলে মাকে 'মান আহিছে' বুলি নিচুকায়। মানৰ অত্যাচাৰৰ কথা শুনি অসমীয়া লৰাৰ অন্তৰত সৰুৱে পৰা প্ৰতিহিংসাৰ জুই ধোঁৱাবলৈ ধৰে, আৰু যি মানৰ ভয়ত কিছুমান বছৰৰ পূৰ্বে স্নেহময়ী মাকে নিজৰ কোলাৰ সন্তানক দলিমাৰি পেলাই প্ৰাণ লৈ পলাইছিল, তেনেকুৱা ভয়ঙ্কৰ মানক চাবলৈ মন বৰ উত্ৰাৱল হয়।

এতিয়া মানৰ দেশ ইংৰাজৰ কৰতলীয়া হৈছে। মান দেশত ইংৰাজৰ ৰেল-জাহাজ চলিছে আৰু বিজুলী-ডাকৰ তাঁৰ হৈছে। মানৰ লৰাই বিশ্ববিদ্যালয়ৰ পৰীক্ষাত উঠি সুশিক্ষিত আৰু জ্ঞানী হৈছে আৰু বিলাত আমেৰিকা প্ৰভৃতি ঠাইত বিদ্যাৰ মতলা দি আহিছে। আমাৰ দেশতকৈ ব্ৰহ্মদেশৰ শাসন প্ৰণালীও অনেক উন্নত হৈছে। শান্তি আৰু সুশাসন লাহে লাহে বিস্তৃত হৈছে। মানদেশ চাবলৈ বৰ হেঁপাহ আছিল। ঈশ্বৰৰ কৃপাত সুযোগো পালো। গোটেইখন মানদেশ চাব নোৱাৰিলেও মানদেশ চোৱাৰ নাম কৰি আহিলোঁ। আমাৰ দেশৰ পুৰনিকলীয়া মানুহে ব্ৰহ্মদেশক মানদেশ আৰু চীনদেশক খেৰদেশ বোলে।

## ১১ মাৰ্চ্চ ১৮৯০

ব্ৰিটিচ-ইণ্ডিয়া-ষ্টীম নেভিগেশ্যন কোম্পানীৰ জাহাজে সপ্তাহত দবাৰ কলিকতাৰপৰা ৰেঙ্গুনলৈ ডাক অনা নিয়া কৰে। প্ৰতি শনিবাৰে আৰু মঙ্গলবাৰে এই জাহাজ কলিকতাৰপৰা যায়। আজি শনিবাৰে ৰাতিপুৱা ১১ বজাত "পালিটানা" জাহাজ (SS-Palitna) ডাক লৈ ৰেঙ্গুনলৈ যাব। কলিকতাৰ মেকিননৰ ঘাটত পালিটানাই ধোঁৱা উগাৰিব লাগিছে। আমাৰ লগত যোৱা বন্ধু-বান্ধৱসকলে আমাক জাহাজত তুলি দি বিদায় ললে। ১১ বজাত জাহাজ লঙ্গৰ তুলি লাহে ভাগীৰথীৰ বুকুত চলিবলৈ ধৰিলে।

কলিকতাৰ সুন্দৰ ঘৰ-বাড়ী ক্ৰমে এৰি আহিলোঁ। শিবপুৰৰ ইঞ্জিনিয়াৰিং কলেজ জাহাজৰপৰা দেখি ভাল লাগিল। ১১ বজাত জাহাজ অলপ পৰ ৰ'ল। টিফিনৰ ঘণ্টাত কোব পৰিল। খানা খোৱা টেবুলৰ চাৰিওকাষে আহি ছাহাব মেমবোৰ গিৰ্ গিৰ্ কৰে বহিলহি। টিফিন খোৱা হলত জাহাজ আকৌ চলিবলৈ ধৰিলে। গধূলি ডায়মণ্ডহাৰবাৰৰ আগত জাহাজে লঙ্গৰ কৰিলে। জাহাজত ইলেকট্ৰিক্ লাইট বা বিজুলীৰ পোহৰ আছে। এতিয়া সেইবোৰ আপোনা-আপুনি জ্বলি উঠিল। তাৰ পাছত ডিনাৰৰ ঘণ্টাত কোব পৰিল। এই ডিনাৰ ছাহাববিলাকৰ প্ৰধান খোৱা। ছাহাব আৰু মেমবিলাকে সুন্দৰকৈ মুৰ আচুৰি, ভাল নিকা কাপোৰ পিন্ধি, খানা খাবলৈ বহিল। কাঁটা চামোচৰ কটাকট্ শব্দ, বিলাতী পানীৰ ধুমধুমনি খুব শুনা গল। ছাহাববোৰৰ গিলাচবোৰ পৰ্ট, ক্লেৰেট্, চেম্পেন প্ৰভৃতিৰ নিমিত্তে নানা বৰণীয়া দেখা গ'ল।

আমাৰ খোটালিত মই আৰু মোৰ লগৰীয়া বন্ধুৰ বাহিৰে আৰু কোনো যাত্ৰী নাছিল। ৰাতি আঠ বজাৰ পাছত অলপ চাহ খাই চাকি নুমাই দুই বন্ধু শুই থাকিলোঁ। নিশা কোনো উনুকিয়াৰ লগীয়া ঘটনা হোৱা নাই। কালিলৈ সমুদ্ৰ (Bay of Bengal) পামগৈ।

## ১২ মাৰ্চ্চ ১৮৯০

পুৱা—পুৱা হাত মুখ ধুই ডেকৰ ওপৰত ফুৰিবলৈ গলোঁ। এজন ছাহাবে ৰেলিঙতে আউজি ভাগীৰথীৰ ঢেউ-মালা চাই আছে। নৈৰপৰা জুৰ বায়ু লাহে লাহে বলি আমাৰ শৰীৰ শীতল কৰি গৈছে, পুৱাৰ বতাহ যে কিমান জুৰ আৰু মনোৰম তাক অনুভৱ কৰিব পাৰি, বৰ্ণাব নোৱাৰি। আমাৰ এজন অধ্যাপকে পঢ়াওঁতে কৈছিল "পুৱাৰ শীতল

সমীৰণ উপভোগ কৰোঁ। ই মোৰ এল বক্তৃতাকৈও বহুমূলীয়া।" তেওঁৰ কথাৰ বেচ মৰ্ম এতিয়া বুজিব পাৰিছোঁ।

ভাগীৰথী ক্ৰমে বৰ বহল হৈ গৈছে। দুয়োপাৰৰ গছ-গছনি ৰিণি ৰিণি মণিব পাৰি। "চি—গল" চৰাইবোৰ জাকে জাকে জাহাজৰ কাষত আনন্দ মনেৰে উৰি ফুৰিছে। কোনো কোনোটো জাহাজৰ ভিতৰ সোমায়ে ওলাই গৈছে। ডেকৰ বেঞ্চ এখনত বহি পানীৰ লীলা খেলা চাইছোঁ। মোৰ গাৰ ওচৰেই কেইবাটাও চৰাই উৰি গৈছে। এই চৰাইবোৰ দেখিবলৈ ত্ৰিকোণ, ইহঁতৰ ধেমালীও চাবলৈ বৰ ভাল। কুমাৰী মেৰী ইউইট্ৰ তাহানি পঢ়া Sea Gull কবিতালৈ মনত পৰিল।

৯-৩০ বজাত (Breakfast) ব্ৰেকফাষ্টৰ ঘণ্টাৰ, কোব পৰিল। ছাহাববিলাকৰ ভিতৰত প্ৰধান ভোজন তিনিবাৰ হয়ঃ—(১ম) দুপৰীয়া আমি ভাত খোৱা সময়ত ছাহাববোৰে যি খানা খায় তাকে ব্ৰেক্ফাষ্ট (Breakfast) বোলে, (২য়) ১ বজাত ছাহাববোৰে টিফিন খায়, (৩য়) সন্ধ্যা লাগিলে ডিনাৰ (Dinner) খায়। এই ডিনাৰ সকলোবাৰৰ ভোজনতকৈ ডাঙৰ ভোজন। ইয়াৰ বাহিৰে আৰু তিনিবাৰ অলপ ভোজন হয় (১ম) পুৱা শুই উঠাৰ পাছতে ছোট হাজিৰি, (২য়) আবেলি ৪ বজাত, (৩য়) ৰাতি শুবৰ সময়ত অলপ চাহ বা কাফি কটি কিংবা বিস্কুটেৰে সৈতে খায়। ইয়াৰ দ্বাৰায় বুজিব পাৰি ইংৰাজবিলাকৰ খোৱাৰ খিতাপ কিমান। ১০ বজাৰ পাছত বঙ্গোপসাগৰ দেখা পালোঁ।

## বঙ্গোপসাগৰত

মই মোৰ বন্ধুৰ লগত আমাৰ খোটালীৰ ভিতৰত বহি কথা পাতি আছিলোঁ। ঢৌৰ হেন্দোলনিত আমাৰ জাহাজ বৰকৈ কঁপিবলৈ ধৰিলে। এনেতে কিছুমান ছাহাব আৰু মেমে "Sea" "Sea" বুলি চিঞৰা শুনি আমি বৰ উলাহেৰে ডেকৰ ওপৰলৈ লৰি আহিলোঁ। আহা! চকুৰ আগত যি অসীম পানীৰ ৰাজ্য দেখিলোঁ তাক নমৰো মানে পাহৰিব নোৱাৰিম হেজাৰ হেজাৰ ঢৌ আৰু ফেনৰ খুপিৰে সৈতে সাগৰে গৰ্জিব লাগিছে। সাগৰৰ পানী নীল বৰণীয়া। ওপৰত অনন্ত নীলাকাশৰ মাজে মাজে দুচপৰা এচপৰা বগা বগা ডাৱৰে বাট হেৰুৱাই উৰি ফুৰিছে। তলত পাৰ বুক নেদেখা নীল সমুদ্ৰ, এই দুয়োকো য'ত মিলা দেখি সেই মিলন-ৰেখাটিলৈ চাই পঠিয়ালে মনত এক অপূৰ্ব ভাবৰ উদয় হয়। আমাৰ জাহাজে "সাগৰ-দ্বীপ" এৰিলে, গুৰিয়ালে (Pilot) জাহাজৰ গতি ঠিক কৰি দিলে। দিগদৰ্শন যন্ত্ৰৰ দক্ষিণমূৱা হৈ জাহাজ চলিবলৈ ধৰিলে। আমি ভাৰত ভূমিৰ পাৰ একেবাৰে নেদেখা হলোঁ। আমি বঙ্গোপসাগৰত।

লাহে লাহে সন্ধিয়া আহিল। সাগৰৰ বুকুত বেলি মাৰ যাবলৈ ধৰিছে। মেঘৰ সুৰুঙাই দি সোণোৱালী কিৰণ আহি সাগৰত পৰিছে। সাগৰৰ ঢৌবিলাকে কণা আজোৰা লগাই সেই কিৰণমালাক খণ্ড খণ্ড কৰি কোনোবা দেশ পোৱাইছেগৈ। এতিয়াৰ এই মনোহৰ দৃশ্য দেখি বোধ হ'ল, যেন নীল সাগৰৰ গাত কোনোবাই সোণৰ বেণুৱে চতিয়াই দিলেহি।

ৰাতি ডেকৰ ওপৰত জুৰ লবলৈ বৰ ভাল। সমুদ্ৰৰ বা পাই গা বৰ জুৰ লাগে। আমি দুই বন্ধুৱে ভালেমান বেলি সাগৰৰ শীতল সমীৰণ উপভোগ কৰি, শেহত নিজৰ খোটালিলৈ আহি শয়ন কৰিলোঁ।

সমুদ্ৰত ৰাতি লঙ্গৰ পেলাই জাহাজ ৰাখিব নোৱাৰি। ৰাতিয়ে দিনে জাহাজ অবিশ্ৰাম গৈ থাকে। সমুদ্ৰগামী জাহাজবিলাকত পাল তৰিবৰ ভিহা আছে। কলৰ জোৰ আৰু পালৰ সাহায্যত জাহাজ চলে। বতাহ অনুকূল হলে পালবোৰ তৰি দিয়া হয়, আৰু প্ৰতিকূল হলে পালবোৰ সামৰি থোৱা হয়। আমাৰ

জাহাজত এতিয়া পাল তৰি দিয়া নাই, অকল কলৰ জোৰতহে চলিব লাগিছে।

## ৭ও মাৰ্চ্চ, ১৮৯৩

অকূল সমুদ্ৰ। যেনিয়ে চাই, পঠিয়াও কেৱল পানী, ঘোৰ নীল বৰণীয়া পানী, দেখিলে প্ৰথমে ভয় লাগে। কালি সাগৰৰ পানী অলপ নীল বৰণীয়া দেখিছিলোঁ, কিন্তু আজিৰ পানী ঘোৰ কৃষ্ণবৰ্ণ, মহীৰ নিচিনা। সঁচাকৈয়ে আমাৰ মানুহে সাগৰক "কলীয়া পানী" বোলে। কেনিও চৰাই এটিৰ মাত নুশুনা হলোঁ।

সমুদ্ৰত সূৰ্য্যোদয় চাবলৈ বৰ ভাল। আজি আকাশত ডাৱৰ থকা বাবে সূৰ্য্যদেৱতাৰ মুখ দৰ্শন নঘটিল।

সাগৰৰ পানী লুণীয়া। এই পানী পিব নোৱাৰি। যাত্ৰীসকলৰ ব্যৱহাৰৰ নিমিত্তে নিকা পানী জাহাজত কলিকতাৰপৰা অনা হৈছে। সাগৰৰ পানীৰে গা ধুলে গা বৰ লঘু আৰু ভাল লাগে। কোনো কোনো ইংৰাজ বেজে কয় বোলে এই পানীৰে গা ধুলে ছালৰ ব্যাধি (Skin-disease) অনেক পৰিমাণে ভাল হয়। প্ৰথম শ্ৰেণীৰ যাত্ৰীসকলৰ নিমিত্তে বেলেগ গা-ধোৱা ঘৰ আছে। ৰাতিপুৱা এই গা-ধোৱা ঘৰৰ দুৱাৰ-মুখত ছাহাববিলাকে স্পঞ্জ আৰু গামোচা লৈ গা ধুবলৈ বাট চাই থাকে। এজনে গা ধুই ওলাই আহিলেই তেহে সতবাই সোমাব পাৰি। আমি খুব পুৱাতে আম লগৰীয়া যাত্ৰীসকলে নৌ উঠোঁতেই গা ধুবলৈ গলোঁ। গা-ধোৱা ঘৰত কল লগোৱা আছে। কলৰ পেঁচ খুলি দিয়া মাত্ৰকে গা-ধোৱা ডাঙৰ টব্ বা চৰিয়া পানীৰে ভৰি গল। ওপৰত ঝাৰাৰ বায় (Shower-Bath) আছে। আমা ঘণ্টামান সাগৰৰ লুণীয়া পানীৰে খেচকৈ গা ধুলোঁ। মুৰৰ চুলিবিলাক আঠাৰ দৰে জপল লেকেটা লেকেটি লাগি ধৰিলে, তেতিয়া "মিঠা পানী" অৰ্থাৎ কলিকতাৰপৰা নিয়া চৌৰ পানীৰে আকৌ ধুলোঁ। গোটেই গাটো বৰ পাতল লাগিল, মনত খুব স্ফূৰ্তি হ'ল। মই স্বৰ্গত নে পৃথিৱীত থাকিব নোৱাৰিলোঁ, মোৰ লগৰীয়া বন্ধুসকলৰ বেমাৰী হলেও সাগৰৰ পানীৰে গা ধুই তেওঁ বৰ লঘু পালে।

সমুদ্ৰৰ পানী আৰু বতাহৰ বৰ গুণ। কলিকতাত থাকোঁতে মোৰ বন্ধুৰ গাত ভালেমান দিনৰপৰা জ্বৰ আছিল। তেওঁৰ একোকে খাবলৈ ৰুচি নজন্মিছিল। কিন্তু সমুদ্ৰৰ পানীৰে গা ধুই, সমুদ্ৰৰ জুৰ বা লই, তেওঁৰ অলপো জ্বৰ নোহোৱা হ'ল, সুস্থ মানুহৰ দৰে তেওঁৰ খোৱা বস্তুত ৰুচি হ'ল। তেওঁ নিৰোগীৰ দৰে বৰ বলত আছিল। সাগৰত যোৱাৰ এটা প্ৰধান গুণ এই যে যিহকে খোৱা যায়, সেয়ে তত্কালিকে জীণ যায়, আৰু বেগাই ভোক লাগে।

## ৮ও মাৰ্চ্চ, ১৮৯৩

আজি ৰাতিপুৱা "লাইট্ হাউচ" গৈছিল।

সমুদ্ৰ কেতিয়াও স্থিৰ নহয়। সদাই সমুদ্ৰত ঢৌ থাকে, সদাই জাহাজ হেন্দুলি হেন্দুলি গৈ থাকে। সাগৰত বৰকৈ বতাহ বলে পৰ্ব্বতাকাৰ ঢৌবিলাকে ভয়ঙ্কৰ ৰূপে গৰ্জিবলৈ ধৰে। সেই ঢৌৰ আঘাতত জাহাজৰ হেন্দোলনি ইমান বেছি হয় যে যাত্ৰী সকলৰ মুৰ ঘূৰি যায়। অনেক যাত্ৰী অচেতনৰ নিচিনা হৈ কে'বাদিনলৈকে পৰি থাকে, একোকে খাব নোৱাৰে। অনেকে আকৌ হোলোকে হোলোকে বমিয়াবলৈ ধৰে। সমুদ্ৰ-যাত্ৰীসকলৰ এনেকুৱা অৱস্থাকে (Sea-Sickness) বা "সাগৰ-ব্যাধি" বোলে। এই "চি-চিক্‌নেচ্" হলে, শুনিছোঁ, ১০।১৫ দিনলৈকে অনেক যাত্ৰী অচেতন হৈ পৰি থাকে। সমুদ্ৰত যাওঁতে জুলীয়া বস্তুতকৈ টান বস্তু সৰহকৈ খাব লাগে আৰু জাহাজখনৰ তলিলৈ বৰকৈ চাব নেলাগে। সমুদ্ৰ চাব খুজিলে বহুত দূৰলৈ দৃষ্টি নিক্ষেপ কৰিব লাগে। আমাৰ "চি-চিক্‌নেচ্" হয় বুলি বৰ ভয়ে ভয়ে আছোঁ। কিন্তু আজিলৈকে সেই বমিয়া গুচৰ চাপিব পৰা নাই।

তাহানি কিতাপত পঢ়িছিলোঁ, আৰু লোকৰ মুখত শুনিব পাৰিছিলোঁ বোলে, সাগৰত একিধ'পাখি লগা

মাছ আছে। এই মাছ সাগৰত উৰি ফুৰে। ঈশ্বৰ সৃষ্টিৰ ইও এক আশ্চৰ্য বস্তু। আমি এই উৰণীয়া মাছ (flying fish) চাবৰ নিমিত্তে বৰ হেঁপাহ কৰি থাকিও আজি পৰ্যন্ত এই মাছ দেখা নেপালেঁা। শুনিছোঁ, কলম্বলৈ গ'লে সময়ে সময়ে সমুদ্ৰযাত্ৰীসকলে এই মাছ দেখা পায়।

নিশা জাহাজ গৈ মাৰ্টাবান উপসাগৰ পালেগৈ। কাইলৈ দুপৰীয়া ব্ৰহ্মদেশৰ ৰাজধানী ৰেঙ্গুন নগৰত ভৰি দিম।

## ১৫ মাৰ্চ ১৮৯৩
## ঐৰাৱতী নৈত

পুৱাৰ পোহৰ সৰু খিড়িকী দুৱাৰেদি আহি আমাৰ কেবিনত পৰিছেহি। যোৱা দিনবেৰপৰা চৰাই চিৰিকতি, গছ বন এডালো সমুদ্ৰত উটি অহা দেখা নাই। যেনিযে চাই পঠিয়াইছিলোঁ, কেৱল ঘোৰ কলীয়া পানী আৰু প্ৰতি ঢৌৰ মুখত এথুপি এথুপি বগা ফেনহে দেখা পাইছিলেঁা। আজি চৰাইৰ মাতে আহি টোপনিৰ পৰা জগালেহি। বৰ উলাহেৰে উঠি খিড়িকী দুৱাৰেদি মুখ উলিয়াই অলেখ সামুদ্ৰিক চৰাই দেখি জানিলোঁ— ব্ৰহ্মদেশৰ ওচৰ চাপিছোঁহি। চাহ খাই ডেকৰ ওপৰলৈ উঠি গৈ বিৰি বিৰি ব্ৰহ্মদেশৰ গছ-গছনি দেখি মনত বৰ ৰং লাগিল।

ঐৰাৱতী নৈৰ বিশাল মুখ দেখা পালো। আমাৰ জাহাজ ঐৰাৱতীত সোমাই ক্ৰমে উজাই যাবলৈ ধৰিলে। দুয়ো কাষৰ গছ-লতা, ঘৰ-বাৰী, পশু-পক্ষী মানুহ ইত্যাদি দেখি সন্তোষ পালেঁা। বাৰ্মিজ বেপাৰীবোৰে নাৱত উঠি পাল মেলি দি বেহা কৰিবলৈ গৈছে। ঘাটেৰে সৰু সৰু নাৱত ইপাৰৰ মানুহক সিপাৰলৈ, সিপাৰৰ মানুহক ইপাৰলৈ অনা-নিয়া কৰিছে। ঐৰাৱতীৰপৰা পানী নিবলৈ অহা বাৰ্মিজ ছোৱালীবোৰৰ কোনো কোনোৱে, আমাৰ জাহাজ দেখি, চাপৰি বজাই, কোনোৱে নাম গাই, কোনোৱে বা নাচি আমোদ কৰিবলৈ ধৰিলে।

য'ত ঐৰাৱতী নৈ সাগৰৰে সৈতে মিলিছে সেই থিনিতে সাগৰৰ পাৰত বান্দৰ দেখা পালেঁা। বান্দৰে নিৰ্জ্জন সাগৰৰ পাৰত থাকিবলৈ ভাল পায় চবলা। সেই দেখিযেই বোধ কৰোঁ তাহানি শ্ৰীৰাম চন্দ্ৰই লঙ্কাৰ সেতু বান্ধিবলৈ সাগৰৰ পাৰত অসংখ্য বান্দৰ পাইছিল।

১০ বজাত জাহাজ "এলিফেণ্ট পইণ্ট্" কোঠৰ ওচৰত ভালেমান পৰ ৰৈ আছিল।

ঐৰাৱতীৰ দুয়োকাষে অনেক কল কাৰখানা, নাও, জাহাজ আৰু মান্দ্ৰাজৰ কুলি আছে দেখি জানিলেঁা এই ঠাই ডাঙৰ বৰ বেপাৰৰ ঠাই।

দুই বজাত আমাৰ জাহাজ ৰেঙ্গুন নগৰৰ ঘাটত লাগিলহি। বন্দৰত জাহাজ আৰু মানুহৰ বৰ ভিড়। জাহাজ চপা মাত্ৰকে অনেক মুটিয়া বা মোটবাহক কুলি জাহাজত উঠিলহি। "ৰেঙ্গুন গেজেট" আৰু "ৰেঙ্গুন টাইমচ্" নামেৰে স্থানীয় প্ৰধান দৈনিক কাকতত যোৱা কালিয়েই আমাৰ জাহাজৰ প্ৰথম শ্ৰেণীৰ যাত্ৰী সকলৰ নাম ছপা দেখিলেঁা। সুতৰাং আমিও আমাৰ নাম সেই কাকতত ছপা দেখিলেঁা। "ব্ৰিটিচ্ ইণ্ডিয়া হোটেল", "চাকিজ হোটেল" "ইভাৰচেড্ হোটেল" নামেৰে কেইটিমান প্ৰধান প্ৰধান হোটেল বা পান্থশালা ৰেঙ্গুনত আছে। সেইবিলাক হোটেলবৰপৰা আমাৰ প্ৰথম শ্ৰেণীৰ যাত্ৰীসকলৰ প্ৰত্যেকৰ নামে একোখন ছপোৱা কাৰ্ড আহিছিল। আমি ওচৰৰ দহজনক সুধি পুছি, "ব্ৰিটিচ্ ইণ্ডিয়া হোটেললৈ" যোৱাকে ঠিক কৰি, জাহাজৰ পৰা নামি মানদেশৰ ভূমিত পদাৰ্পণ কৰিলেঁা। কলিকতাৰ দৰে ৰেঙ্গুনৰ ঘাটতো অনেক Hackney-Carriage বা ঘোঁড়াই টনা গাড়ী কেৰেয়ালৈ পোৱা যায়। কিন্তু ভাড়াৰ নিৰিখ কলিকতাতকৈ বেলেগ। গাড়োৱানক "ব্ৰিটিচ্ ইণ্ডিয়া হোটেললৈ" নৈ যাবলৈ অনুমতি কৰি আমি এখন গাড়ীৰ ভিতৰত উপবেশন কৰিলোঁ। আমাৰ চাকৰ গাড়ীৰ আগত বহি গ'ল।

আমাৰ গাড়ী আহি হোটেলৰ দুৱাৰমুখত ৰ'লহি। "চুলে পেগডা ৰ'ড্" নামেৰে এটা ডাঙৰ আলিৰ কাষত এই হোটেলটি আছে। টমাচ ডচন ছাহাব এই হোটেলৰ গৰাকী। হোটেলৰ দুৱৰীয়ে গৰাকীৰ আগত আমাৰ অহাৰ সংবাদ কলত ৫ ভিতৰৰ পৰা আথেবেথে ওলাই আহি আমাক সম্ভ্ৰমেৰে সৈতে লৈ গ'ল। হোটেলটি কাঠেৰে সজা দুই মহল ঘৰ। কাঠৰ ওপৰত সুন্দৰকৈ ৰং লগাই ঘৰটি দেখিবলৈ বৰ পৰিপাটি কৰিছে। ওপৰৰ মহলতকৈ তলৰ মহলৰ ভাড়া কিছু কম। আমাক মিঃ ডচনে প্ৰত্যেক খোটালীৰ দুবাৰ মুকলি কৰি দেখুৱালে। মোৰ লগৰীয়া বন্ধুবৰ ৰুগীয়া হোৱা বাবে আমি ওপৰৰ মহলত থাকিবৰ ঠিক্ কৰি তাৰে এটা খোটালি ভাড়া কৰি ললোঁ। ৩ বজাৰ পাছত চাহ আৰু ৰুটি খাই অলপ জিৰাই টেলিগ্ৰাফ অফিচলৈ গলোঁ।

## টেলিগ্ৰাফ্ অফিচ

টেলিগ্ৰাফ অফিচটো এটা প্ৰকাণ্ড দুই মহল ঘৰ। তলৰ মহলত ডাক ঘৰ আৰু ওপৰৰ টেলিগ্ৰাফ অফিচ। কৰ্মচাৰীসকলৰ কিছুমান মান আৰু খত দেশৰ মানুহ আৰু কিছুমান মান্দ্ৰাজী। তেওঁলোকে ইংৰাজীৰে সুন্দৰকৈ কাম কাজ চলাইছে। বঙ্গালী কৰ্মচাৰীও কেইজনমান দেখিলোঁ। কিন্তু এই দুটা অফিচতে তেওঁলোকৰ সংখ্যা তাকৰ। গডকাপ্তেনি বা Public works Department ত বঙ্গালীৰ সংখ্যা খুব বেছি। গোটেই খন ব্ৰহ্মদেশত বহুত বঙ্গালী কেৰাণী আছে। কাবুলৰপৰা ব্ৰহ্মলৈকে আৰু নেপালৰপৰা লঙ্কালৈকে এই ভূখণ্ডত বঙ্গালী কেৰাণী নোহোৱা ঠাই নাই। বঙ্গালীৰ কেৰাণীগিৰিক ধন্যবাদ। টেলিগ্ৰাফ্ অফিচতে কাম কৰা কলিকতা নিবাসী এজন বঙ্গালী বাবুৰে সৈতে কথা হৈ বৰ ভাল পালোঁ। ৰেঙ্গুন নগৰৰ কেইবাটাও আলিবাটেদি ফুৰি নগৰীয়াসকলৰ ঘৰ-বাড়ী ইত্যাদি দেখি আবেলি ৫ বজাৰ পূৰ্বে হৰ্ষ মনেৰে আমাৰ হোটেললৈ উলটি আহিলোঁ। হোটেলৰ নম্বৰ ৪১-৪৫ চুলে পেগডা ৰ'ড। এই বাটটোতে "চুলে" নামেৰে পেগডা বা বৌদ্ধ মন্দিৰ আছে।

## চুলে পেগডা

এই মন্দিৰটিৰ ওপৰখন সোণোৱালী, দেখিবলৈ বৰ ধুনীয়া। মন্দিৰৰ ভিতৰত গৌতম বুদ্ধৰ প্ৰতিমূৰ্তি আছে। মানবিলাকে বৰ শ্ৰদ্ধাভক্তিৰে সৈতে এই মূৰ্তিক পূজা কৰে। চুলে পেগডা মন্দিৰৰ নিমিত্তে আলিটোৰ নাম হৈছে "চুলে পেগডা ৰড"।

ৰাতি আহাৰ কৰি দুই বন্ধু শয্যাত পৰি গল্প কৰি থাকোতেই নিদ্ৰাদেৱীয়ে লাহে লাহে আহি আমাৰ চকু দুটা মুদাই ধৰিলেহি।

ৰাতিপুৱা কাউৰীয়ে আহি আমাৰ খিড়িকীৰ কাষত কাঁ-কাঁ কৰিলত সাৰ পাই উঠি বিছনা এৰিলোঁ। হাত-মুখ ধুই পৰমেশ্বৰক আৰাধনা কৰিলোঁ। মহাত্মা ৰাজা ৰামমোহন ৰায়ে ৰচা তলত লিখা গানটি সদাই আমাৰ মনত পৰি আছিল,

> "কি স্বদেশে কি বিদেশে যথায় তথায় থাকি,
> তোমাৰ ৰচনা মধ্যে তোমাৰে দেখিয়া ডাকি।
> দেশ ভেদ কালভেদে ৰচনা অসীম
> প্ৰতিক্ষণে সাক্ষ্য দেয় তোমাৰ মহিমা
> তোমাৰ মহিমা দেখি না থাকি একাকী।"

ৰাতিপুৱা চাহ খাই ব্ৰিটিচ-ইণ্ডিয়া হোটেলৰ দ্বিতীয় মহলৰ বাৰাণ্ডাত বহি আছোঁ। চুলে-পেগডা আলিৰ ওপৰেদি ভাপৰ ট্ৰেম গাড়ী ঘৰ-ঘৰ কৰি অহা যোৱা কৰিছে। ঘোঁৰাৰ গাড়ীবিলাকো চলিব লাগিছে। বাৰ্মিজ তিৰুতাবিলাকে মুখত ধপাতৰ চেলেউ হুঁপি, হাতত ছাতি লৈ ভৰিত চটি জোতাৰে খটপ্-খটপ্ কৰি, প্ৰফুল্ল মনেৰে নিজৰ নিজৰ কামলৈ গৈছে। মতা মানুহতকৈ তিৰুতাবিলাকৰ উৎসাহ আৰু স্ফূৰ্ত্তি বেছি দেখিলোঁ।

## মান তিৰুতা

মান - তিৰুতাবিলাকৰ গাৰ বৰণ প্ৰায় কেঁচা সোণৰ নিচিনা সেই বুলি যে ক'লা আৰু শাঁও বৰণীয়া তিৰুতা নাই, এনে নেভাবিবা তিৰুতাবিলাকৰ মুখৰ ধৰ গঢ় নাই। চুলিৰ খোপাটো আমাৰ

দেশৰ তিৰুতাৰ দ'ৰ পাছ পিনে নেবান্ধি মূৰৰ ওপৰত বান্ধে। ওখই তাঙ্গৰে সিঁহত আমাৰ দেশৰ তিৰুতাৰ নিচিনাই। প্ৰত্যেক মান-তিৰুতাই কঁকাললৈকে পৰা একোটা কুৰ্তা চোলা পিন্ধে। সেই কুৰ্তাৰ ওপৰত ৰিহা বা আন কোনো কাপোৰ নলয়। মেখেলাৰ নিচিনাকৈ সিঁহতেও কাপোৰ এখোতোখৰ পিন্ধে কিন্তু আমাৰ অসমীয়া মেখেলাৰ দৰে সিঁহত সেই কাপোৰ নলয়, —নিসিযাকৈ এনেয়ে মেৰাই পিন্ধে। তিন্দিত সিঁহতে একোখন কমাল পেলাই লয় আৰু ভৰিত একোজোৰ চট জোতা পিন্ধে। সেই চট জোতা দেখিবলৈ কিছু পৰিমাণে আমাৰ দেশৰ ফানতিৰ নিচিনা। মান তিৰুতাই মুখৰ পৰা ধপাতৰ চোলেউ, হাতৰপৰা ছাতি, আৰু ভৰিৰপৰা চটি জোতা প্ৰায় নুগুচায়। আমাৰ দেশৰ তিৰুতাবিলাকে যেনেকৈ মুখৰপৰা তামোল গুচাব নোখোজে, তেনেকৈ মান-তিৰুতাইও মুখৰপৰা চেলেউ গুচাব নোখোজে। কিন্তু বজাৰত আমি প্ৰায় সদাই যিবোৰ চুৰট দেখোঁ, তাৰ তিনিটামান একেলগে জাপিলেহে সিঁহতৰ এটা চেলেউৰ সমান গোট হ'ব। সি যি হওক মান-তিৰুতা বৰ পৰিশ্ৰমী। সিঁহতে ঘৰুৱা সকলো কামকে কৰে। তাৰ বাহিৰেও নিজে দোকান দিয়ে আৰু বজাৰতো বস্তুৰ বেহা কৰে। আমি যাক "স্ত্ৰী-স্বাধীনতা" বোলোঁ সেই বস্তুটি সিঁহতৰ ভিতৰত খুব আছে। 'কেমেণ্ডাইন গাৰ্ল-স্কুল" নামে ৰেঙ্গুনত এক প্ৰসিদ্ধ ছোৱালী-পঢ়াশালি আছে। আমি আমাৰ হোটেলৰ আগেদি শাৰী শাৰীকৈ সেই পঢ়াশালিৰ ছোৱালীবোৰক নিয়া দেখিলোঁ। ব্ৰহ্ম-দেশত স্ত্ৰীশিক্ষাৰ সোঁত বৰকৈ বাৰ আগন্তক হৈছে। কিন্তু হায়! আমাৰ অসমদেশে অৰ্দ্ধশতাব্দীৰো অধিক কাল সুসভ্য ইংৰাজ গৱৰ্ণমেণ্টৰ তলত থাকিও স্ত্ৰীশিক্ষাৰ উন্নতিত আগবাঢ়িব নোৱাৰিলে। আজি উনৈশ শতিকাৰ জ্ঞান বিজ্ঞানৰ পোহৰত জগতৰ প্ৰায় সকলো দেশ জিলিকি উঠিছে। কিন্তু বৰ দুখৰ বিষয় যে আমাৰ দেশৰ হেজাৰ হেজাৰ তিৰুতাবিলাক আজিলৈকে অজ্ঞানৰ এন্ধাৰত পৰি থাকিল, তাতোকৈ দুঃখৰ বিষয় এই যে, আগলৈ উঠি অহা কুমলীয়া ছোৱালীবিলাকৰো শিক্ষাৰ একো ভাল দিহা হোৱা নাই।* শ্ৰীহট্ট অকলৈ এখনি জিলা হৈও স্ত্ৰীশিক্ষাৰ নিমিত্তে যি কৰিছে, আমাৰ অসম উপত্যকাৰ ৬খন জিলাইও এশ ভাগৰ এভাগো কৰিব পৰা নাই। শ্ৰীহট্ট সন্মিলনীৰ নিচিনা সভানো আমাৰ অসমত হ'ব নোৱাৰে নে?

## মান মুনিহ

মান-মুনিহবিলাক দেখিবলৈ প্ৰায় আমাৰ দেশৰ আহোমবিলাকৰ নিচিনা। সিঁহতৰ নাক চেপেটা, চকু সৰু দাঁড়ি সমূলঞ্চে নাই, গোঁফ দুডাল এডাল কোনো কোনোটোৰ কদাচিত দেখিবলৈ পোৱা যায়। মুছলমানৰ নিচিনাকৈ সিঁহতে পোন্দ নমৰাকৈ চুৰীয়া পিন্ধে। মানদেশৰ সকলো মুনিহ মানুহে মূৰত এখন কমাল মেৰাই লয়, আৰু ভৰিত ফানতিৰ নিচিনা চটিজোতা পিন্ধে। মানুহবিলাক কিছু এলেহুৱা হলেও সাহিয়াল। স্বাধীনতাৰ তপত তেজ সিঁহতৰ এতিয়াও একেবাৰে চেঁচা হোৱা নাই। আমাৰ দেশৰ গাৱঁলীয়া মানুহে ছাহাব এটা দেখিলে ভয়ত বিতত হয় কিন্তু মান-মানুহৰ ওচৰেদি ছাহাব দহোটা গলেও সিঁহতৰ দৃক্পাত নাই।

১০ বজাৰ সময়ত ব্ৰেক্‌ফাষ্টৰ ঘণ্টাত কোব পৰিল। আমি আহাৰ কৰিবলৈ গলোঁ। তাৰ পাছত এখন ঘোঁড়াৰ গাড়ী কেৰেয়া কৰি ৰেঙ্গুন নগৰ চাবলৈ গলোঁ।

**ৰাজ-আলি** – ৰেঙ্গুন নগৰক এখন 'সৰু কলিকতা" বুলিব পাৰি। আলিবিলাক কলিকতাৰ দৰে বৰ বহল। দুয়ো কাষে ফুটপাথ আছে। ৰেঙ্গুনত মিউনিচিপেলিটি আছে। সেই মিউনিচি-পেলিটিয়ে বেলেগ বেলেগ ৰাস্তাৰ বেলেগ বেলেগ নাম দিছে। যেনে ঐৰাৱতীৰ কাষৰ আলিটোৰ নাম "ষ্ট্ৰেণ্ড," ইংৰাজ-বেপাৰী থকা আলিটোৰ নাম "মাৰ্চেণ্ট ষ্ট্ৰীট্," চীনদেশৰ বাটে আৰু বেপাৰী-

বিলাক থকা আলিটোৰ নাম "চাইনা ষ্ট্ৰীট্", কেমে-গুইন্ পটাশালিলৈ যোৱা আলিটোৰ নাম "কেমে-গুইন্ ষ্ট্ৰীট" ইত্যাদি। "মাৰ্চেন্ট ষ্ট্ৰীট" বোলা আলি-টোৱেই ৰেঙ্গুনৰ ভিতৰত সকলো আলিতকৈ ধুনীয়া আৰু চাবলগীয়া।

"ৰেঙ্গুন টাইমচ" আৰু "ৰেঙ্গুন গেজেট" নামে দুখন দৈনিক কাকত এই মাৰ্চেন্ট ষ্ট্ৰীটৰ পৰাই দিনো ওলায়। গধুলি ঐৰাৱতীৰ কাষত বতাহ লবলৈ ভাল, আৰু নানাবিধ জাহাজ, নাও, কল কাৰখানা দেখি মনত বৰ ৰং লাগে।

পানীৰ কল — কলিকতাৰ দৰে ৰেঙ্গুনত পানীৰ কল আছে। মাটিৰ তলে তলে প্ৰত্যেক ঘৰলৈকে নলৰ ভিতৰেদি পানী যায়। আলিবাটতো মানুহ আৰু গৰু সৰাই পানী পিবৰ উপায় কৰা হৈছে।

চাকি — ৰেঙ্গুনৰ আলিবাটত ৰাতি হলে চাকি লগায়। কিন্তু সেই চাকি গেচৰ নহলে। কেৰা-চিন তেলৰ সৰু লেম্প্ ভিতৰত আছে, তাৰেহে জ্বলায়।

গাড়ী — মান দেশত অনেক ঘোঁৰা পোৱা যায়। সেই ঘোঁৰাবিলাকক গাড়ী টানিবলৈ বেছিকৈ লগোৱা হয়। কলিকতাৰ দৰে ৰেঙ্গুনতো ঘোঁৰাই টনা গাড়ী বিস্তৰ কেৰেয়ালৈ পোৱা যায়। কিন্তু কেৰেয়াৰ নিৰিখ কলিকতাতকৈ বেলেগ, আৰু গাড়োৱান-বিলাক মানদেশৰ মানুহ নহয়, সেইবিলাক মান্দ্ৰাজ প্ৰভৃতি ঠাইৰ মানুহ, হিন্দুস্থানী সিহঁতে বুজ পায়। মানদেশৰ ভাষাও সিহঁতৰ আৱশ্যকমতে লৈছে।

ঘৰ — ৰেঙ্গুন নগৰৰ অধিকাংশ ঘৰ কাঠেৰে সজা। চীনদেশীয় বাটেয়েই প্ৰায় ঘৰবিলাক সাজে। ঘৰবিলাক ২।৩ মহলীয়া আৰু দেখিবলৈ বৰ শুৱনি। কাঠৰ ওপৰত নানা ৰকমৰ বাৰ্ণিচ্ দিয়াত ঘৰৰ শোভা বৃদ্ধি পাইছে চৰকাৰী অফিচ ঘৰ কিছুমান ইটাৰে পকা কৰোৱা। মানহঁতে চাঙৰ ওপৰত ঘৰ সাজি বাস কৰে। গাৰোসীয়া মানবিলাকৰো ঘৰবিলাক চাঙৰ ওপৰত।

ৰেলওৱে ষ্টেচন — ৰেঙ্গুন নগৰৰ অনেক ঠাই ফুৰি ফুৰি আমি ৰেলওৱে ষ্টেচনলৈ গলোঁ। "বৰ্মা-ষ্টেট্-ৰেলওৱেক" গৱৰ্ণমেণ্টে চলায়। ৰেঙ্গুনৰপৰা ওপৰ বৰ্মাৰ ৰাজধানী মন্দালয় নগৰলৈকে সম্প্ৰতি এই ৰেল খোলা হৈছে। মন্দালয়ৰপৰা ভামূ-নগৰলৈ বাট তৈয়াৰ হৈছে, অল্পতে তালৈকো ৰেল যাব। শুনিছোঁ ভামূৰপৰা সেই ৰেল মণি-পুৰলৈকে আহি "অসম বেঙ্গল-ৰেলওৱেৰ" লগত মিলিত হ'ব। "অসম-বেঙ্গল-ৰেলওৱেৰ" লাইন চট্ট-গ্ৰামৰ পৰা নগা-পৰ্বতৰ ওচৰেদি মণিপুৰলৈকে হ'ব, আকৌ মণিপুৰৰপৰা এই ৰেল ডিব্ৰুগড়ৰ ৰেলৰ লগত যোগ হ'ব, এয়ে হলে বঙ্গ, অসম আৰু ব্ৰহ্মদেশৰ ভিতৰত অহাযোৱাৰ অশেষ সুবিধা হ'ব, আৰু তাৰ লগে লগে বাণিজ্য আৰু সভ্য তাৰ বিস্তাৰ আৰু শ্ৰীবৃদ্ধি হ'ব বুলি আশা কৰা যায়। "অসম-বেঙ্গল-ৰেলওৱেৰ" কাম শেষ হলে অসমত এক যুগান্তৰ হোৱাৰ নিচিনা হ'ব। অসমৰ হাবি জাৱৰি পৰ্বতবিলাকো বিদেশী মানুহৰ বসতিৰে পৰিপূৰ্ণ হ'ব। অসমৰ মাটি-ভেটি আৰু খেতি-বেপাৰ সকলোতে খোৱা কামোৰা লাগিব। অসংখ্য বিদেশী মানুহৰ সংঘৰ্ষণত পানীত তেলৰ দৰে, যোগ্য ওপৰ উঠিব, অযোগ্য তললৈ যাব। অসমীয়া জাতি, অসমীয়া সমাজ, অসমীয়া ভাষা সকলোৱে কিছুপৰিমাণে ন-কৈ গঢ় ল'ব।

"ব্ৰহ্মাষ্টেট্-ৰেলওৱেৰ" ষ্টেচনটো দেখিবলৈ শু-ৱনি, ছাল আৰু বেৰবিলাক কাঠেৰে সজা, তল-খন ইটাৰে পকা কৰা। ৰেলৰ গাড়ীবিলাক কলি-কতাৰ ফালৰ গাড়ীবিলাকতকৈ অশুৱনি, প্ৰথম, দ্বিতীয় আৰু তৃতীয় শ্ৰেণী আছে, মধ্যম শ্ৰেণী নাই। ৰেঙ্গুনৰপৰা প্ৰোম নগৰলৈকো এই ৰেলৰ এটা লাইন গৈছে। ৰেলওৱে ষ্টেচনত কেৰেয়ালৈ ঘোঁৰা গাড়া, গৰুৰ গাড়ী, কুলি ইত্যাদি পোৱা যায়।

যাত্ৰীসকলৰ নিমিত্তে নানাবিধ ফল-মুল, মিঠাই আৰু বিলাতী পানী ইত্যাদিৰো বন্দবস্ত আছে। মান্দালয় নগৰলৈ ৰেলেৰে যাব পাৰি আৰু জাহাজেৰেও যাব পাৰি। ফ্লটিলা কোম্পানীৰ দুই মহলীয়া জাহাজ-কেইখনমানে সপ্তাহত দুবাৰকৈ ৰেঙ্গুনৰপৰা মান্দা-লয়লৈ যাত্ৰী অনা-নিয়া কৰে। কিন্তু জাহাজতকৈ ৰেলত যোৱাই বেচি সুবিধাজনক।

বুলক ব্ৰাদাৰ্চ—বুলক ব্ৰাদাৰ্চ কোম্পানী, ব্ৰিটিচ-ইণ্ডিয়া-ষ্টীম্ নেভিগেশ্বন কোম্পানীৰ ৰেঙ্গুনৰ মেনেজিং এজেণ্ট্। ৰেঙ্গুনৰপৰা কলিকতালৈ আহিবৰ হলে এই কোম্পানীৰ তাত টিকট ল'ব লাগে। আমি এই কোম্পানীৰ তালৈ গৈ কলিকতালৈ অহা জাহা-জৰ খোঁটালী এটা ঠিক্ কৰি আহিলোঁ। "পেণ্টা-কটা" জাহাজ হংকং, চিঙ্গাপুৰ আৰু মাউলমেইন প্ৰভৃতি ঠাইৰপৰা আহি ৰেঙ্গুন পাবহি। আৰু শনিবাৰে ৰাতি দুই বজাত সেই জাহাজ ৰেঙ্গুনৰ বন্দৰ এৰি কলিকতালৈ যাব। সেই জাহাজত আমাৰ যোৱা ঠিক কৰি হোটেললৈ উলটি আহিলোঁ।

বৰ্মিজ্ শব-সংকাৰ। —আমাৰ হোটেলৰ ২য় মহলৰ বাৰাণ্ডাত বহি, দুই বন্ধুৱে কথোপকথন কৰি, আলিবাটৰ মানুহ চাই থাকোঁতে বৰ্মিজ্ মানুহৰ শব এটা সংকাৰৰ নিমিত্তে নিয়া দেখিলোঁ। এই শব-সংকাৰ চাব লগীয়া বস্তু—প্ৰথমতে এখন গৰুৰ গাড়ীত বহি কেইজনমান মানুহে পেঁপা আৰু বা-জনা বজাই গৈ থাকে। তাৰ পাছত ক্ৰমাগত ৫।৬ খন গৰু-গাড়ী যায়। এই গাড়ীবিলাকৰ প্ৰতি খনতে অনেক হালধীয়া নিচান লগোৱা থাকে। তাৰ পাছত অনেক মুনিহ আৰু তিৰোতা খোজ কাঢ়ি যায় মৰা শবটোক চতুৰ্দোলৰ নিচিনা অতি সুন্দৰকৈ সজোৱা এখন দোলাত শুৱাই, গাত কা-পোৰ দি ঢাকি কে'বাটাও মানুহে কান্ধতকৈ নিয়ে। শবৰ আগত পাটৰ কাপোৰৰ নিচিনা ইবং হালধীয়া বৰণৰ কাপোৰ পিন্ধি কিছুমান "ফুঙ্গি" গৈছিল। ফুঙ্গি মানইতৰ বৌদ্ধ পুৰোহিত। ফুঙ্গিবিলাকৰ মুৰবিলাক খুৰুৱা। জগন্নাথৰ পাণ্ডাবিলাকে যেনে কুৰা নাল-লগা জাপি লয়, ফুঙ্গিবিলাকেও তেনেকুৱা জাপি লৈ ফুৰায়। ফুঙ্গিবিলাকে বৌদ্ধধৰ্মৰ শাস্ত্ৰ জানে, আৰু নিজে পৰিশ্ৰম কৰি আৰ্জ্জি নেখায়, আমাৰ দেশৰ বাপুসকলৰ দৰে সৰ্বসাধাৰণৰ ওপৰত জীৱিকা নিৰ্ভৰ কৰে। কিন্তু ইয়াৰ ভিতৰত অলপ প্ৰভেদ আছে। আমাৰ বাপুসকলে ফুলৰ নিৰ্মালি এপাহ বা আশীৰ্বাদ এজোলোকা দি, দক্ষিণা স্বৰূপে ধন-বিত, বা অভাৱে ভোজনী এটি বা কাপোৰ-কানি এডোখৰ খুজি লয়, কিন্তু ফুঙ্গিবিলাকে কেতি-য়াও কোনো বস্তু খুজি নলয়, আনকি খাবলৈ আহাৰ পৰ্যন্ত খুজি নলয়, সিহঁতে গৈৰিক বস্ত্ৰ পিন্ধি বৌদ্ধ ধৰ্মৰ শাস্ত্ৰ লৈ তললৈ মুৰকৈ পঢ়ি থাকে, যাৰ ইচ্ছা হয় খাবলৈ আহাৰ আৰু পিন্ধিবলৈ কাপোৰ ইত্যাদি দি যায়। যেই সেই মানুহে ৰান্ধি দিয়া ভাতকে সিহঁতে খায়, আৰু সিহঁতৰ ভিতৰত শুনিছোঁ, তিৰোতাৰ মুখৰ ফালে চোৱাৰ নিয়ম নাই। মান-হঁতৰ ধৰ্মসম্পৰ্কীয় সকলো ক্ৰিয়াকে ফুঙ্গিহঁতেই সমাধা কৰে। পাঠক, ক্ষমা কৰিব, ফুঙ্গিৰ কথা কবলৈ গৈ আচল শব-সংকাৰৰ কথা পাহৰিয়ে গৈছোঁ। চতুৰ্দোলৰ ওপৰত নিয়া শবটোৰ পাছত ঘোঁৰাৰ গাড়ীত উঠি ভদ্ৰশ্ৰেণীৰ মুনিহ আৰু তিৰোতা-বিলাক গৈছিল। শবৰ ওচৰে ওচৰে তাল আৰু পেঁপা বজাইছিল। বাজনা বৰ শোকোচ্ছ্বাসক। কিন্তু আচৰিত কথা এই যে, শবৰ লগত যোৱা মানুহবিলাকৰ কাকো চকু-লো টোকা বা শোক কৰা নেদেখিলোঁ। মৰা-শব নিয়া চতুৰ্দোলখন বগা ধুনীয়া, ৰূপোৱালী আৰু সোণোৱালী বৰণৰ ওপৰত এটি কলাদিল আছে। মানহঁতে প্ৰায়েই শবদাহ নকৰে, সিহঁতে মৈদাম সাজি পুতি থয়, কিন্তু বৰ ডাঙৰ মানুহসকলৰ শবদাহ কৰিবৰ নিয়ম আছে।

নাট্যশালা—কলিকতাৰ দৰে ৰেঙ্গুন নগৰতো নাট্যশালা আছে। দেশীয় মানুহৰ আমোদৰ নিমিত্তে "মুদেৰায় পিলেৰ হল" নামে প্ৰকাণ্ড ঘৰত প্ৰায়েই

ৰাতি পাৰ্চি থিয়েটাৰ হয়। আজি ৰাতি এই নাট্য-শালাত অভিনয় হবৰ কথা আছিল। মোৰ লগৰীয়া বন্ধুৰ শৰীৰ অসুস্থ থকাত আমি যাব নোৱাৰিলোঁ।

## ১৭ মাৰ্চ ১৮৯৩

### ফয়া

ৰেঙ্গুন নগৰ পেগডাৰ নিমিত্তে বিখ্যাত। "চুল" পেগডাৰ কথা ইতিপূৰ্বে কৈ আহিছোঁ। আজি প্ৰধান বৰ্মিজ পেগডা বা 'ফয়া' চাবলৈ গৈছিলোঁ। হিন্দুস্থানৰ ভিতৰত "তাজমহল" যেনে, ব্ৰহ্মদেশৰ ভিতৰত 'ফয়া' তেনে এক অতি ৰমণীয় বস্তু। এই ফয়া নোচোৱাকৈ ৰেঙ্গুনৰ পৰা উলটি গলে ৰেঙ্গুনলৈ অহা অসাৰ্থক বুলিব লাগে। এই ফয়াৰ প্ৰবেশ-দুৱাৰৰ দুপিনে দুটা শিলেৰে সজা প্ৰকাণ্ড সিংহ মূৰ্তি আছে, প্ৰথম মন্দিৰলৈ সোমাই দ্বিতীয় মন্দিৰলৈ সোমাব লাগে, দ্বিতীয় মন্দিৰৰ পৰা তৃতীয় মন্দিৰলৈ, তৃতীয়ৰ পৰা চতুৰ্থ, এইদৰে অনেক মন্দিৰ পাৰ হৈ ক্ৰমাগত ওপৰলৈ উঠি গৈ থাকিব লাগে, শেষত এখন বৰ ডাঙৰ, বৰ দীঘল শিলৰ চোতাল পোৱা যায়, এই চোতালৰ চাৰিওফালে আকৌ সৰু সৰু মন্দিৰ, চোতালৰ ঠিক মাজত প্ৰধান পেগডাৰ সুৱৰ্ণময় ঘৰ, চোতালত ঠিয় হৈ আমি গোটেইখন ৰেঙ্গুন নগৰৰ দৃশ্য দেখিবলৈ পালোঁ। পূৰ্বে কৈ অহা বাটৰ মন্দিৰবিলাকতো সোণ আৰু ৰূপৰ অনেক কাৰু-কাৰ্য কৰা আছে, কিন্তু প্ৰধান পেগডাৰ প্ৰায় গোটেই ঘৰটো সুৱৰ্ণময়, এই ঘৰটিয়েই মানইতৰ প্ৰধান বৌদ্ধ মন্দিৰ। এই মন্দিৰৰ ভিতৰত বগা নিমজ শিলৰ আৰু ধাতুৰ অনেক প্ৰতিমূৰ্তি আছে। আমি অনুসন্ধান কৰি জানিব পাৰিলোঁ সেইবিলাক বুদ্ধদেৱ আৰু তেওঁৰ প্ৰধান শিষ্যসকলৰ প্ৰতিমূৰ্তি। ফুঙ্গিবিলাকে চাকি লগাই ঘণ্টা কোবাই ফুল নিৰ্মালিয়ে সৈতে এই প্ৰতি মূৰ্তিবিলাকক পূজা কৰা দেখিলোঁ। কোনো কোনো ফুঙ্গিয়ে তালপাতত লেখা পুথিবিলাক একান্তমনে পাঠ কৰিছে, কোনোৱে ফুলবিলাক মূৰ্তিবিলাকৰ গালৈ চতিয়াইছে, কোনোৱে মুখেদি কিবা গাইছে। চাৰিওফালৰ সৰু সৰু মন্দিৰবিলাকত নানা গীত আৰু বাদ্য হ'ব লাগিছে, মান-তিৰুতাবিলাকে সৰু সৰু দোকান মেলি বহি আছে, দৰ্শকৰ ভোগ-পিয়াহ লাগিলে সেই দোকানৰপৰা বস্তু কিনি খাব পাৰে। কোনো ঠাইত কোনো বুঢ়া ফুঙ্গিয়ে বৌদ্ধ-ধৰ্মৰ শাস্ত্ৰ-তত্ত্বত বুৰ গৈ দহ বাৰজনক গোটাই লৈ ধৰ্মৰ-কথা বাৰ্তা কৈছে। প্ৰধান মন্দিৰলৈ উঠা বাটৰ মন্দিৰবিলাকতো নানাপ্ৰকাৰ সুন্দৰ সুন্দৰ বস্তুৰ দোকান আছে, আৰু প্ৰায়বিলাক দোকানতেই মান-তিৰুতাবিলাকক বস্তু বেচা দেখিলোঁ। আমি যেতিয়া প্ৰধান পেগডাৰ ভিতৰ সোমাই গৌতম-বুদ্ধৰ মূৰ্তিৰ ওচৰত নমস্কাৰ কৰিলোঁ, তেতিয়া ফুঙ্গিবিলাকে বৰ ৰং পালে। এজন ফুঙ্গিয়ে এধাৰ ফুলৰ মালা আনি আমাৰ ডিঙিত পিন্ধাই দিলেহি, আন এজনে এথোপা গোলাপ ফুল আনি দিলেহি, তাৰ পাছত আমাক দক্ষিণা খোজাত আমি কিছু দি সেই মন্দিৰৰপৰা ওলাই আহিলোঁ। প্ৰধান পেগডাৰ সুৱৰ্ণমণ্ডিত চূড়া সূৰ্যৰ কিৰণত জিকমিকাব লাগিছে, চূড়াৰ একেবাৰে ওপৰত এডোখৰ বহু মূল্য পাথৰ আছে, ঐৰাৱতীৰ জাহাজৰ পৰাই এই প্ৰকাণ্ড পেগডাৰ সোণৰ চূড়া দেখা পায়, এই পেগডা চাই থাকিলেও আমনি নালাগে, বৰং যতবাৰ চোৱা যায়-ততবাৰ আকৌ চাবলৈহে হেঁপাহ হয়, আৰু তাৰ লগে লগে মানহঁতৰ কাৰুকাৰ্যৰ শক্তি আৰু শিল্প কৌশল দেখি স্তম্ভিত হ'ব লাগে। আমি অতি সংক্ষেপে ফয়াৰ বিষয়ে কিঞ্চিত বৰ্ণনা কৰিলোঁ। আশা কৰোঁ, আমাৰ কোনো অসমীয়া ডাঙৰীয়াই মান-দেশ চাবলৈ গলে যেন এই "ফয়া" নোচোৱাকৈ উলটি নাহে।

ৰেঙ্গুনত এটা কলেজ আছে, এই কলেজত "এফ-এ" পৰ্যন্ত পঢ়োৱা হয়। আমেৰিকান বেপটিষ্ট,

মিশ্যনেৰিসকলে "Burmese Girl's School" নামে এখনি ছোৱালীৰ পঢ়াশালি। পাতি-মান-দেশৰ অনেক ছোৱালীক লিখা-পঢ়া শিকাইছে। এণ্ট্ৰেন্স পাছ কৰা বৰ্মিজ ছোৱালী বহুতো আছে। Diocesan High School-ত য়ুৰোপীয় লৰাক মাথোন শিক্ষা দিয়া হয়। মুদেৰায়-পিলে নামেৰে মাদ্ৰাজ দেশীয় এজন ডাক্তৰ মানুহে যি হাইস্কুল পাতিছে তাৰ অৱস্থাও ভাল। বৰ্মিজ ভাষা বিদ্যালয়ত চলে। এই ভাষাত অনেক সুন্দৰ সুন্দৰ পুথি আছে। "ৰেঙ্গুন হিৰেলড্" নামে এখন বৰ্মিজ ভাষাৰ বাতৰি কাকত ৰেঙ্গুনৰ পৰা ওলায়।

ৰেঙ্গুন নগৰৰ ওচৰত "ৰয়েল হ্ৰদ" আৰু "ভিক্টোৰিয়া হ্ৰদ" নামেৰে দুটা সৰোবৰ আছে বুলি জানিবলৈ পালোঁ। দুভাগ্যবশতঃ আমি এই দুটি বস্তু চাব নোৱাৰিলোঁ।

মানদেশৰ প্ৰায় সকলো মাটিত খেতি কৰিব পাৰি, তাত অৰ্জা বস্তু, ধান, কুঁহিয়াৰ, নীল, কপাহ, ধপাত ইত্যাদি। জাহাজ আদি সাজিবৰ নিমিত্তে নানা বিধৰ উত্তম কাঠ অপৰ্যাপ্তৰূপে মান-দেশত আছে। টিক্ নামে এবিধ গছ আছে। সি বৰ টান, উয়ে কেতিয়াও তাক নেখায়।

মানবিলাকে বৌদ্ধ ধৰ্ম্মত প্ৰৱৰ্ত্তে। সিহঁতৰ ভিতৰত জাতি ভেদ নাই, কিন্তু মৰ্য্যাদা-ভেদ খুব আছে। মানৰ ধৰ্ম মতে একো জীৱ-জন্তু বধ কৰিব নেপায়। "অহিংসা পৰমো ধৰ্ম" এয়ে বৌদ্ধ ধৰ্মৰ প্ৰধান নীতি। ফুঙ্গিবিলাকে দিনটোত এসাজ মাথোন খায়। সিবিলাকে তিৰোতা মানুহৰ মুখলৈ চাব নে-পায়। বস্তু বেচ-কিনা নকৰে, ধনো নলয়, আৰু অকল হালধীয়া কাপোৰহে লয়, আৰু ধৰ্মৰ কথা কৈ থাকোতে মুখৰ আগত ডাঙৰ বিচনী আঁৰ দি ধৰে।

মানহঁতে এজনীতকৈ বেছি তিৰোতা নেৰাখে, কিন্তু বেটী বুলি অনেকক ৰাখে। বিবাহৰ বন্ধনৰ নিয়ম শকত নহয়। ডেকা-গাভৰু দুয়োৰো বিবাহৰ ইচ্ছা হলে (কিন্তু মাক-বাপেকৰ অনিচ্ছা হলে), দুয়ো পলাই গৈ কিছুদিন হাবিত থাকে, তাৰ পাছত ইফালে দৰা আৰু কন্যাৰ মাক-বাপেকৰ মাজত মিল হলেই, দুয়ো হাবিৰপৰা ওলাই আহি স্বামী-স্ত্ৰী ভাবে বাস কৰেহি আৰু বিবাহৰ বাবে এটি ভোজ দিয়েহি।

মানদেশৰ বিবাহৰ নিয়ম ইমান ঢিলা যে প্ৰায় সকলো বিদেশী মানুহেই সেই দেশত কাম বা বেপাৰ কৰিবলৈ গৈ এজনী বা দুজনী মান তিৰোতা ৰাখিছে। মাদ্ৰাজৰ ফালৰ মুছলমানবিলাক আৰু ইংৰাজবিলাক এই বিষয়ত অগ্ৰণী বুলি আমি শুনিবলৈ পালোঁ। বৰ দুখৰ বিষয় যে অনেক সুসভ্য ইংৰাজে গাইপতি এজনী বা দুজনীকৈ মান-তিৰোতা ৰাখি, সেই তিৰোতাৰ দুটি বা এটি লৰা-ছোৱালী হলেই তাইক এৰি পেলায়। এইদৰে এৰা তিৰোতাৰ সংখ্যা অনেক বাঢ়িছে। তাৰ লগে জহৰা লৰা মাউৰা সন্তান "বেওৱাৰিছি" পুত্ৰকন্যাৰ সংখ্যাও অনেক বাঢ়িছে। দয়ালু ভাৰত গৱৰ্ণমেণ্টে ইয়াৰ সোনকালে প্ৰতিকাৰ কৰা উচিত।

## ১৮ মাৰ্চ, ১৮৯৩

আজি আবেলি ৪ বজাৰ পাছত Letter-Steet Wharf নামে ঠাইত পেণ্টাকটা ষ্টিমাৰত উঠোঁ। আমাক আগবঢ়াই থবলৈ ৭জনমান বঙ্গালী বন্ধু আহিছিল। ৰাতি ২বজাত জাহাজ খুলিবৰ কথা আছে। সুতৰাং জাহাজত মালবস্তু থৈ আমি আমাৰ বন্ধুসকলৰ লগত গোটখাই "মিউনিচিপ্যেল বজাৰ" চাবলৈ গলোঁ। বজাৰৰ প্ৰায়বিলাক ঘৰ কাঠেৰে সজা। প্ৰায় দোকানতে মান তিৰুতাবিলাকক বস্তু-বাহানি বেচা দেখা পালোঁ। আমাৰ লগৰ বঙ্গালী বন্ধু কেইজনে কিছু বৰ্মিজ-ভাষা জানে, তেওঁলোকৰ সাহায্যত আমি কেইটি-মান বস্তু কিনি ললোঁ। এজন বন্ধুয়ে মোক "মৰিয়াম" নামে এবিধ ফল কিনি দিছিল, সেই ফলৰ আকৃতি কেঁচা শিলিখাৰ সমান হ'ব, তাক

খাবলৈ টেঙা, এই ফলৰ এটা আচৰিত গুণ শুনিলোঁ, সি এই যে, যদি কোনো মানুহক বলীয়া কুকুৰে বা শিয়ালে কামোৰে তেন্তে এই বিষ ফল খালে তৎক্ষণাৎ আৰোগ্য হয়। এই কথা ব্ৰহ্মদেশৰ অনেক মানুহে কয়, কিন্তু ইয়াৰ প্ৰমাণ আমি এই পৰ্যন্ত পৰীক্ষা কৰি চোৱা নাই। ব্ৰহ্মদেশত আৰু এবিধ ফল আছে, তাক দেখিবলৈ কঁঠালৰ নিচিনা। কিন্তু কঁঠালতকৈ তাৰ আকৃতি কিছু সৰু, সেই বিধ ফল খাবলৈ অতি উত্তম।

আমাৰ নগৰ বন্ধুসকলক বিদায় দি আমি আমাৰ জাহাজৰ কেবিনত সোমালোঁহি। ৰাতি ২ বজাত জাহাজে লঙ্গৰ তুলি ধীৰে ধীৰে সাগৰৰ ফাললৈ যাবলৈ ধৰিলে। *

## ১৯ মাৰ্চ, ১৮৯৩

পুৱা—এতিয়াও আমাৰ জাহাজ ঐৰাৱতীৰ বুকুত। দুয়ো পাৰৰ গছ-গছনি বেছকৈ দেখা যায়। ৰেঙ্গুন বিদায়। ব্ৰহ্ম বিদায়, আকৌ দেখা হয় নে নহয় সন্দেহ।

আবেলি—সমুদ্ৰ পালোঁহি। সমুদ্ৰৰ ঢৌত আমাৰ জাহাজ কঁপিবলৈ ধৰিলে। আকৌ সেই কলীয়া পানী, যেনিয়ে চাই পঠিয়াও কেৱল নীল বৰণীয়া পানী। ব্ৰহ্মদেশৰ গছ-গছনিবিলাক এতিয়াও ৰিণিকি দেখি। লাহে লাহে সূৰ্যদেৱ সাগৰৰ বুকুত মাৰ গল। তাৰ লগে লগে ব্ৰহ্মদেশৰ দৃশ্য আমাৰ চকুৰ পৰা অন্তৰ্হিত হ'ল।

## ২০ মাৰ্চ ১৮৯৩

আজি আমি বঙ্গোপসাগৰত নিশা আকাশত অলেখ তৰা জ্বলিছে। অসীম তৰাৰ মাজত বহি জোনে ৰাণীৰ দৰে সুবিমল কিৰণ সুধা বাকি দিছে। নীল সাগৰত কিৰণ-মালা প্ৰতিবিম্বিত হৈছে। স্বভাৱৰ এই অপূৰ্ব শোভা দেখি পৰম-পিতা পৰমেশ্বৰলৈ ভক্তিৰ সঞ্চাৰ নহৈ থাকিব নোৱাৰে।

## ২১ মাৰ্চ ১৮৯৩

পুৱা—আজি পুৱাৰ পৰা বৰ বতাহ মাৰিছে, বঙ্গোপসাগৰত ভয়ানক ঢৌ উঠিছে, পৰ্বতাকাৰ ঢৌ-বিলাকে আহি ভয়ানক গৰ্জন কৰি আমাৰ জাহাজক খুন্দা মাৰিছেহি। জাহাজৰ হেন্দোলনিত অধিকাংশ যাত্ৰীয়েই মূৰ ঘুৰণিয়ে ধৰিলে। আমি আধামৰাৰ দৰে পৰি আছিলোঁ। সন্ধ্যাৰ পৰা অলপ ঢৌৰ কোব কমিছে। অলেখ সামুদ্ৰিক চৰাইবোৰ আহি জাহাজৰ কাষত কোচাল কৰিছে। আমি "সাগৰ পইন্ট" পালোঁহি। পানীৰ বৰণ নীলা গুচি সবুজ হৈছে।

নিশা—ধুমুহা বতাহ আৰু শিল বৰষিছিল, মেঘে বৰকৈ গাজিছিল আৰু বিজুলীয়াইছিল।

## ২২ মাৰ্চ ১৮৯৩

আজি শুই উঠিয়েই দেখিলোঁ আমাৰ জাহাজ ভাগীৰথী নৈত সোমাই ক্ৰমে উজাইছে। ২ বজাত গাৰ্ডেন্‌ৰিচ পালোঁহি। ভাটাৰ নিমিত্তে কলিকতাৰ ঘাটলৈ জাহাজ আহিব নোৱাৰিলে, Swift নামে এখন সৰু জাহাজে আমাক কয়লাঘাটত নমাই দিলে। ৫ বজাত ৩ নং অলুড বৈঠকখানা স্থিতীয় লেনত থকা স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ ঘৰলৈ আহিলোঁ।

## সামৰণি

ওপৰত উল্লেখ কৰা, স্বৰ্গীয় ৰায়বাহাদুৰে মোক অসীম স্নেহ কৰিছিল, এতিয়া তেওঁ স্বৰ্গলোকত। তেওঁৰ কৃপাতে মোৰ ৰেঙ্গুণ দেখা হ'ল। এতেকে মোৰ ক্ষুদ্ৰ ডায়েৰি তেওঁৰ পবিত্ৰ নামত উৎসৰ্গ কৰিলে।

---

* জোনাকী ৫ম ভাগ; অসমীয়া সাহিত্যৰ চানেকী, তৃতীয় খণ্ড দ্বিতীয় ভাগ।

* "মেকডনেল্ডে কৰুণাক সমুদ্ৰত ফুৰাই আনিবলৈ পৰামৰ্শ দিলত ডাঙৰীয়াই শ্ৰীযুত আনন্দচন্দ্ৰ আগৰ-ৱালাক (তেতিয়া কলেজৰ ছাত্ৰ, পিছত ৰায় বাহাদুৰ) লগত দি কৰুণাক জাহাজেৰে বৰ্মালৈ পঠিয়াই দিলে" (মোৰ জীৱন-সোঁৱৰণ: লক্ষ্মীনাথ বেজবৰুৱা)। কৰুণা গুণাভিৰাম বৰুৱাৰ বৰপুত্ৰ।
—সম্পাদক, গ্ৰন্থাৱলী

# অসমীয়া সাহিত্যৰ উন্নতিত তেজপুৰীয়াৰ দান

এই প্ৰবন্ধত "তেজপুৰ" বুলিলে দৰং জিলাৰ সদৰ মহকুমা অৰ্থাৎ চাৰিদুৱাৰ, নদুৱাৰ আৰু ছয় দুৱাৰ মহল বা পৰগণা, আৰু 'তেজপুৰীয়া" বুলিলে সেই ভূমিখণ্ডৰ অধিবাসী লোক বুলি বুজিব লাগিব।

ইংৰাজ গৱৰ্ণমেণ্টে আমাৰ অসম দেশ অধিকাৰ কৰাৰ দিনৰ পৰা এতিয়ালৈকে এই ১০৫ বছৰ কালক অসমীয়া সাহিত্যৰ আধুনিক বা বৰ্তমান যুগ বোলা হয়। এই "বৰ্তমান যুগত" অসমীয়া সাহিত্যৰ উন্নতিৰ নিমিত্তে তেজপুৰীয়াই কি কৰিলে বা কৰিছে, তাকে এই প্ৰবন্ধত চমুকৈ লিখা হৈছে।

ইংৰাজী ১৮২৬ চনৰ ইয়াণ্ডাবুৰ সন্ধিমতে অসম দেশ ইংৰাজ গৱৰ্ণমেণ্টৰ হাতলৈ আহে। তেতিয়া গৱৰ্ণমেণ্টৰ অধিকাংশ কৰ্মচাৰী বঙালী আছিল। তেওঁলোকে ইংৰাজ কৰ্মচাৰীসকলক এনেকৈ বুজাই দিলে যে অসমীয়া এটা বেলেগ ভাষা নহয়, বঙলা ভাষাৰ অপভ্ৰংশ মাথোন। তাৰ ফলত ১৮৩৬ খৃষ্টাব্দত গৱৰ্ণমেণ্টে তেওঁলোকৰ কথাকে সাৰোগত কৰি অসমীয়া ভাষাক আদালত আৰু স্কুলৰপৰা বাজ কৰি বঙলা ভাষা চলালে। অসমীয়াৰ ভাষা, সাহিত্য আৰু জাতীয় উন্নতিৰ মূৰত বৰ-কুঠাৰৰ কোৰ পৰিল। স্বৰ্গীয় আনন্দৰাম ঢেকীয়াল-ফুকন প্ৰমুখ্যে অনেক গণ্য-মান্য অসমীয়া মানুহৰ আৰু আমেৰিকান বেপ্টিষ্ট মিচনৰ শিৱসাগৰত থকা পাদুৰি চাহাবসকলৰ অশেষ চেষ্টা আৰু যত্নত প্ৰায় কুৰি বছৰৰ মূৰত ১৮৭৩ খৃষ্টাব্দত অসম-বঙ্গ-বিহাৰ-উৰিষ্যাৰ লেফ্‌টেনেণ্ট গৱৰ্ণৰ স্যাৰ জৰ্জে কেম্বেল চাহাব বাহাদুৰে আকৌ অসমীয়া ভাষাক অসম উপত্যকাৰ (গোৱাল পাৰা বাদে) সকলো পঢ়াশালি আৰু আদালতত চলাবলৈ আদেশ দিয়ে। তাৰ পাছৰ বছৰতে অসমদেশক বঙ্গদেশৰ পৰা বেলেগ কৰি আৰু বঙ্গৰ শ্ৰীহট্ট জিলাক অসমৰ লগত সাঙুৰি এখন পৃথক প্ৰদেশ গঠন কৰি চিফকমিশ্যনৰৰ শাসনাধীন কৰা হয়। এজন ইংৰাজ স্কুল ইন্‌স্পেক্টৰ ( Inspector of Schools ) এই প্ৰদেশৰ শিক্ষা-বিভাগৰ গুৰিয়াল হয়। আমাৰ ভাষাত উপযুক্ত পাঠ্য-পুথিৰ অভাৱ দেখি ১৮৭৪ খৃষ্টাব্দৰ পৰা প্ৰায় ২৫ বছৰমান কাল প্ৰাইমেৰী স্কুলবিলাকত মাথোন গৱৰ্ণমেণ্ট অসমীয়া ভাষা চলাইছিল। মজলীয়া আৰু ওখ খাপৰ স্কুল বিলাকত বঙলা ভাষাৰ কিতাপ বহুদিনলৈকে চলি আছিল। এইবিলাক কাৰণত বৰ্তমান যুগৰ আগছোৱাত অসমীয়া সাহিত্যই উন্নতি কৰিব পৰা নাছিল। মজলীয়া ছাত্ৰ বৃত্তি স্কুলত আৰু হাইস্কুলত বঙলা কিতাপ পঢ়ি যিসকলে প্ৰথমে অসমীয়াত পুথি বা প্ৰবন্ধ লিখিছিল তাত বঙলা ভাষাৰ প্ৰভাৱ দেখা গৈছিল।

আমাৰ প্ৰাইমেৰী স্কুলবিলাকত ১৮৮৪ খৃষ্টাব্দলৈকে তলত দিয়া পুথিবিলাক চলি আছিল—

| | |
|---|---|
| অসমীয়া লৰাৰ আদি পাঠ, আগছোৱা, মাজছোৱা, আৰু শেষ ছোৱা | হেমচন্দ্ৰ বৰুৱা |
| জ্ঞানাঙ্কুৰ— | পূৰ্ণকান্ত শৰ্মা |
| অসমিয়া লৰাৰ মিত্ৰ— | আনন্দৰাম ঢেকীয়াল ফুকন |
| শিক্ষাসাৰ পদ্যমালা— | পদ্মহাস গোস্বামী |
| গণিতবোধ মৌখিক অঙ্ক | মহিমচন্দ্ৰ চক্ৰৱৰ্তী |
| অসমীয়া লৰাৰ ব্যাকৰণ— | দীনবন্ধু তৰ্কালঙ্কাৰ |
| কাৰ্য-শিক্ষা— | কালীৰাম বৰুৱা |

মহিম চন্দ্ৰ চক্ৰৱৰ্তী দৰং জিলাৰ স্কুলসমূহৰ ডিপুটি ইনস্পেক্টৰ আছিল। দীনবন্ধু তৰ্কালঙ্কাৰ

তেজপুৰ নৰ্মাল স্কুলৰ প্ৰধান শিক্ষক আছিল। দুয়োজন বঙ্গালী। অসমীয়া ভাষাত পুথি লিখা বাবে উভয়েই ধন্যবাদৰ পাত্ৰ। এতিয়াৰ কোনো অসম-প্ৰবাসী বঙ্গালীক অসমীয়া ভাষাত পুথি লিখা দেখা নেযায়।

যিসকল তেজপুৰীয়াই অসমীয়া সাহিত্যৰ উন্নতিজনক কাম কৰিলে বা কৰি আছে তাৰ ভিতৰত প্ৰথমেই নিধি লেভি ফাৰৱেলৰ নাম ল'ব পাৰি। কলংপুৰ মৌজাৰ সূতাৰ গাঁৱত তেওঁৰ জন্ম হৈছিল। সৰুতে তেওঁৰ নাম আছিল নিধিৰাম কেওট। অসমৰ ভিতৰত প্ৰথমে শিৱসাগৰ আৰু গুৱাহাটীত হাইস্কুল স্থাপিত হয়। তেওঁ শিৱসাগৰৰ হাইস্কুলত পঢ়িবলৈ গৈ সেই ঠাইৰ আমেৰিকান বেপ্টিষ্ট মিশ্যনৰ পাদ্ৰিসকলৰ লগত চিনাকি হয় আৰু পাছে তাতে খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰি নিধি লেভি ফাৰৱেল নাম লয়। তেতিয়াৰ দিনত ইংৰাজী পঢ়িলেই খ্ৰীষ্টান হব লাগিব বুলি আমাৰ মানুহৰ মনত এটা অন্ধবিশ্বাস আছিল। সেই নিমিত্তে শিৱসাগৰ আৰু গুৱাহাটীৰ হাইস্কুলত প্ৰথমে আমাৰ অতি কম সংখ্যক লৰাকহে পঢ়িবলৈ পঠোৱা হৈছিল।

১৮৪৬ খৃষ্টাব্দত শিৱসাগৰৰপৰা আমেৰিকান বেপ্টিষ্ট মিশ্যনৰ পাদ্ৰি ছাহাবসকলে অৰুনোদই নামে এখন মাহেকীয়া কাকত প্ৰকাশ কৰে। সেইখনেই অসমীয়া ভাষাত প্ৰথম বাতৰি কাকত। নিধি লেভি ফাৰৱেলে এই কাকতত গদ্য আৰু পদ্য উভয় বিধিৰ প্ৰবন্ধ লিখিছিল। তেওঁৰ "হিন্দুস্থানৰ বুৰঞ্জী" (গদ্য), "নিস্তাৰৰ উপায়" (পদ্য), "প্ৰভু যিচুখ্ৰীষ্টৰ অৱতাৰ" (পদ্য), "স্বৰ্গৰ বিৱৰণ" (পদ্য) "বিনয় বচন" (পদ্য) আদি ভালেমান প্ৰবন্ধ আৰু চিঠি অৰুনোদইত ওলাইছিল। এখন চিঠিত তেওঁ তেওঁৰ জন্মভূমি কলংপুৰ মৌজাৰ সূতাৰ গাওঁ অনেক দিনৰ মূৰত দৰ্শন কৰি সেই গাঁৱৰ অৱস্থাৰ কথা লিখিছিল। তেওঁ খৃষ্টান ধৰ্ম সম্বন্ধে কেইখনমান সৰু সৰু গল্পৰ পুথি গদ্যত লিখি প্ৰকাশ কৰিছিল। তাৰে এখন "কণী বেহেৰুৱাৰ সাধু" এই লেখকে ইংৰাজী ১৮৯৪ চনত শিৱসাগৰত থাকোতে পঢ়িবলৈ পাইছিল। ১৮৬৮ চনত ব্ৰনচন্ ছাহাবৰ অসমীয়াৰপৰা অসমীয়া আৰু ইংৰাজী অভিধানখন ছপা হৈ ওলায়। ফাৰৱেলে ব্ৰনচন্ ছাহাবক এই অভিধান সঙ্কলন কৰা কাৰ্যত সহায় কৰিছিল। এইখনেই অসমীয়া ভাষাৰ প্ৰথম অভিধান। শুনিবলৈ পাইছিলোঁ যে আমেৰিকান বেপ্টিষ্ট মিশ্যনৰ সাহায্যত ফাৰৱেল আমেৰিকালৈকো গৈছিল। অসমীয়া ভাষাত "বাইবেল" ধৰ্মশাস্ত্ৰ অনুবাদ কৰা কামত তেওঁ এই মিশ্যনক সহায় কৰিছিল। অসমীয়া সাহিত্যৰ বুৰঞ্জীত ফাৰৱেলৰ নাম চিৰকাল থাকিব বুলি আশা কৰিলোঁ।

পৰম পূজনীয় হৰিবিলাস আগৰৱালা বৰদেউতাই অনেক পৰিশ্ৰম আৰু ধন খৰচ কৰি পুৰণি অসমীয়া সাহিত্যৰ ৰত্নস্বৰূপ "কীৰ্তন," "নামঘোষা," "দশম," "ৰত্নাৱলী," গুণমালা," "বৰগীত," "ভটিমা," "সীতা-সয়ম্বৰ নাটক," "গুৰুচৰিত্ৰ," "বিপুঞ্জয় স্মৃতি" আৰু আৰু "ৰত্নমালা ব্যাকৰণ" সাঁচিপতীয়া পুথিৰপৰা নকল কৰাই ছপাই উলিয়ায়,। ১৮৮১ খৃষ্টাব্দত "কীৰ্তন"খন প্ৰথমে ছপা হৈ ওলায়। তেওঁৰ আগেয়ে কোনো অসমীয়াই এই কামত হাত দিয়া নাছিল। পুৰণি অসমীয়া সাহিত্য-ভঁৰালত কি যে ৰত্নৰাজি আছে, তাক যি সময়ত ভাৰতৰ কোনো প্ৰাদেশিক ভাষাত নাটক ৰচিত হোৱা নাছিল, সেই সময়ত যে আমাৰ ভাষাত নাটক আছিল আৰু বৰগীতৰ নিচিনা সঙ্গীত আছিল, তেওঁৰ পৰাই সৰ্বসাধাৰণে প্ৰথমে জানিবলৈ পালে। তেওঁৰ উদ্যোগ আৰু অৰ্থসাহায্যত ৰায় বাহাদুৰ গুণাভিৰাম বৰুৱাই অসমীয়া পুৰণি সাহিত্যৰপৰা কিছুমান ভাল ভাল ভণিতা সংগ্ৰহ কৰি "কাব্যকুসুম" নামে এখন পুথি প্ৰকাশ কৰিছিল। স্বামী শিৱনাৰায়ণ পৰমহংসৰ "সাৰ নিত্যক্ৰিয়া" পুথিখন তেওঁ অসমীয়া ভাষাত অনুবাদ কৰি ছপাই বিনামূল্যে বিতৰণ কৰিছিল।

তেওঁ লিখা "লম্বোদৰ বৰাৰ জীৱনী" তেজপুৰৰ অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাত তেওঁ নিজে পাঠ কৰিছিল। সেই জীৱনী এখন মাহেকীয়া কাকতত ছপাহৈ গৈছে। স্বৰ্গীয় বৰা ডাঙ্গৰীয়াৰ অমৃতময়ী লেখনীৰ চানেকিৰে সৈতে জীৱনীখন পুথিৰ আকাৰত ছপা হৈ ওলাব বুলি আশা কৰা যায়। গমিৰিৰ পৈতৃক ঘৰত বৰদেউতাৰ জন্ম হৈছিল। গমিৰি আৰু কলংপুৰ মৌজা ছয়দুৱাৰৰ ভিতৰত। আজিকালি গমিৰিৰ মৌজাৰ নাম "হেলেম" হৈছে। কিন্তু গমিৰি গাওঁখনৰ নাম পৰিবৰ্তন হোৱা নাই।

গমিৰি মৌজাৰ থালীপুখুৰীয়া (চলিত কথাত থালীপকৰীয়া) গাঁৱত শ্ৰদ্ধাস্পদ লম্বোদৰ বৰা ডাঙ্গৰীয়াৰ জন্ম হৈছিল। তেওঁৰ ঘৰৰ ওচৰতে বতলা-গড় নামে এটা পুৰণি কলীয়া গড় আৰু পুখুৰী আছে। বোধকৰো সেই পুখুৰীটো এখন থালীৰ নিচিনা ঘূৰণীয়া দেখি মানুহে তাক থালী পুখুৰীৰ বুলিছিল আৰু তাৰ কাষত গাওঁখনক থালী-পুখুৰীয়া বুলিছিল। পাছে সেই থালী-পুখুৰীয়া নামটোৱেই মানুহৰ মুখত পৰি থালী-পকৰীয়া হৈছিল। কিংবদন্তিৰ পৰা জনা যায় যে বতলা-গড়ৰ ওচৰত গৰীয়াচলা পথাৰত গৰীয়াৰ (গৌড়ীয়-মুছলমানৰ) লগত ৰণ কৰি আমাৰ স্বৰ্গদেৱৰ এজন আহোম সেনাপতি ৰণত পৰাত উক্ত সেনাপতিৰ ভাৰ্যা বাতলু কুঁৱৰীয়ে নিজে ৰণ কৰি গৰীয়াক পৰাস্ত কৰি ৰণক্ষেত্ৰত প্ৰাণ ত্যাগ কৰে। আগেয়ে এই গড়ৰ ওচৰেদি বুৰৈ নৈ বৈছিল। গাৱঁলীয়া মানুহে বহাগৰ বঙ্গালি বিহুত বতলা গড়ৰ টিঙত ৰং ধেমালি কৰিছিল আৰু পুখুৰীটোত সেই বীৰাঙ্গনাৰ উদ্দেশ্যে ফুল নিৰ্ম্মালি পেলাইছিল। গৰীয়াচলা ৰণভূমিৰ পৰা গৰীয়াযুদ্ধত হাৰি চলি যোৱাৰ বাবে সেই বৰিটোৰ নাম গৰীয়া চলা হৈছিল। এতিয়া গৰীয়া-চলা পথাৰ ব্ৰহ্মপুত্ৰৰ গৰ্ভত লয় পালে। কিন্তু বতলা-গড় আৰু পুখুৰীয়ে আজিলৈকে গৰীয়াচলাৰ ৰণৰ বীৰাঙ্গনা বাতলু-কুৱৰীৰ কীৰ্ত্তি ঘোষণা কৰি আছে।

বৰা ডাঙৰীয়া এজন বিখ্যাত সাহিত্যিক আৰু স্বদেশ-প্ৰেমিক লোক আছিল। অসমীয়া গদ্য-সাহিত্যিত তেওঁ যি সুৰ দি গ'ল সেই সুৰৰ ধ্বনিত আজিও অসমীয়া প্ৰাণৰ তন্ত্ৰী বাজি উঠে। কবলৈ গলে তেওঁ আমাৰ গদ্য সাহিত্যক গঢ়িত কৰি তুলিলে। নতুন সাহিত্যিকৰ নিমিত্তে তেওঁৰ গদ্য-সাহিত্য চানেকি স্বৰূপ। অসমীয়, সঙ্গীতৰ উন্নতিৰ নিমিত্তে তেওঁৰ বৰ ধাউতি আছিল। ১৮৮৯ খৃষ্টাব্দৰ ৯ ফেব্ৰুৱাৰিত কলিকতাৰপৰা "জোনাকী" কাকত প্ৰথমে ওলায়। সেই কাকতত ওলোৱা বৰা ডাঙ্গৰীয়াৰ তলত লিখা প্ৰবন্ধবিলাকে তেওঁৰ সঙ্গীত প্ৰিয়তাৰ চিন'কি দিয়ে—

"গান"—"জোনাকী," ১ম ভাগ, ৩৬—৪১ পিঠি।

"গান"—জোনাকী ১ম ভাগ, ২১৮—২২৬ পিঠি।

দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ বছৰৰ জোনাকীত তেওঁৰ অসমীয়া ভাষাৰ আখৰ "যোঁতনী" শীৰ্ষক প্ৰবন্ধাৱলী ওলাইছিল। চতুৰ্থ বছৰৰ জোনাকীত ওলোৱা "উপন্যাস আৰু আত্মহত্যা" প্ৰবন্ধটোৱেই তেওঁৰ জোনাকীলৈ লিখা শেষ প্ৰবন্ধ হ'ব পায়। "আসাম-তৰা" কাকতত তেওঁ মাজে মাজে সমাজৰ উন্নতি বিষয়ক প্ৰবন্ধ লিখিছিল। সেই কাকতত ওলোৱা তেওঁৰ প্ৰবন্ধৰ ভিতৰত "বিয়াৰ খৰচ," "অলঙ্কাৰ আৰু দৰকাৰ" আদি প্ৰবন্ধ পঢ়িব লগীয়া।

দৰং জিলাত "বেগাৰ ধৰা" নামে এটা বেয়া প্ৰথা আছিল। বৰা ডাঙৰীয়াই এই প্ৰথাৰ বিৰুদ্ধে ঘোৰ প্ৰতিবাদ কৰে, আৰু "আসাম নিউচ্ বাতৰি কাকতত এই সম্বন্ধে তীব্ৰ লেখনী চলায়। তাৰ তাৰ ফলতেই গৱৰ্ণমেণ্টে সেই প্ৰথা ৰহিত কৰে। তেজপুৰৰ "অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ" তেওঁ জন্মদাতা। এই সভাখন তেওঁ ১৮১২ শকৰ ৮ আঘোণ দেওবাৰে (১৮৯০ চনৰ ২৩ নৱেম্বৰত)

"অসমীয়া ভাষাৰ আলোচনা সভা" নাম দি স্থাপন কৰে। পাছত সভাখনৰ নাম পৰিবৰ্তন কৰি "অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা" নাম দিয়া হয়। এই সভাখনক তেজপুৰীয়াই আজিলৈকে জীয়াই ৰাখিছে। তেওঁৰ কিতাপৰ ভিতৰত "লৰাবোধ", "শকুন্তলা" নাটকৰ ভাঙনি, "শিক্ষাসাৰৰ অৰ্থপুথি" আৰু "জ্ঞানোদয়" অসমীয়া ৰাইজে দেখা পাইছে। তেওঁ লিখা "সমাজ দৰ্পণ" নামে নাটকখন আৰু "ভূগোল বিদ্যা" হাঁতে লিখা অৱস্থাতে তেওঁৰ মৃত্যুৰ পাছত লোপ পালে। আনন্দৰাম বৰুৱা আৰু ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰৰ জীৱন-চৰিত্ৰ তেওঁ লিখিবলৈ আৰম্ভ কৰিছিল। কিন্তু সম্পূৰ্ণ কৰিবলৈ নোপাওঁতেই ১৮৯২ খৃষ্টাব্দত ৩২ বছৰ বয়সত তেওঁ স্বৰ্গী হল। আনন্দৰাম বৰুৱাৰ জীৱন চৰিত্ৰৰ যিখন পাতনি তেওঁ লিখিছিল তাক পঢ়ি থাকিলেও নামুৱায়। তেওঁ লিখা শকুন্তলা নাটকৰ পাতনিখন প্ৰত্যেক অসমীয়া সাহিত্যিকে পঢ়ি চোৱা উচিত। সুখৰ বিষয়, অধ্যাপক শ্ৰীযুত সূৰ্যকুমাৰ ভূঞাই "আনন্দৰাম বৰুৱাৰ" আৰু ✓ চন্দ্ৰনাথ শৰ্মাই "ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ" জীৱন-চৰিত লিখি বৰা ডাঙৰীয়াৰ অপূৰ্ণ আকাঙ্খা পূৰ্ণ কৰিলে। অসম সাহিত্য সভাৰ "চন্দ্ৰকান্ত সন্দিকৈ হলত" তেওঁৰ এখন তৈল-চিত্ৰ আৰু পাৰিলে, তেওঁৰ ওপজা ঠাই গমিৰিত তেওঁৰ জন্মমৃত্যুৰ তাৰিখ অঙ্কিত কৰা এখন মাৰ্বল পাথৰৰ সোঁৱৰণী-ফলি ৰখা উচিত।

স্বদেশ-প্ৰাণ শ্ৰদ্ধাস্পদ শ্ৰীযুত কমলাকান্ত ভট্টাচাৰ্যৰ ঘৰ বিশ্বনাথৰ গড়েহাগী গাৱঁত আছিল। তেওঁৰ "চিন্তানলৰ" কবিতাবিলাক সচাঁকৈয়ে অনলবৰ্ষী অগ্নি-বীণৰ অগ্নি-শিখা। "জোনাকীত" ওলোৱা তেওঁৰ তলত লিখা প্ৰবন্ধবিলাক পঢ়িব লগীয়া :—

পাহৰণি (পদ্য) —জোনাকী, ১ম ভাগ, ১১৭-১১৯ পিঠি
বহাগৰ বিহু (পদ্য) ,, ২য় ভাগ, ৪৫-৭৮ পিঠি
বাসন্তীৰ বিয়া (পদ্য) ,, ,, ৫৭-৫৮ পিঠি
অসমৰ উন্নতি (গদ্য) ,, ,, ৬ সংখ্যাত ওলায়
অসমৰ উন্নতি (গদ্য) ,, ৪ৰ্থ ভাগ, ২৮৫-২৮৭ পিঠি
জোনাকীৰ প্ৰতি সম্বোধন (পদ্য) ,, ,, ৪ৰ্থ ভাগ
প্ৰিন্স এলবাৰ্ট ভিক্টৰৰ আদৰণি(পদ্য)জোনাকী, ২য় ভাগ
চিন্তাবিকাশ — জোনাকী, নতুন খণ্ড

"অসমীয়া" আৰু "বাঁহী" কাকতত তেওঁৰ প্ৰবন্ধ মাজে সময়ে ওলাই আছে। আৱাহনতো ওলাইছে। তেওঁ ৰাজনীতি, সমাজ, সাহিত্য আৰু দৰ্শন বিষয়ে প্ৰবন্ধ লিখে। তেওঁৰ প্ৰায় বিলাক প্ৰবন্ধই মৌলিক আৰু সুচিন্তিত। "অষ্টাবক্ৰ" আৰু "কঃ পন্থা" নামে তেওঁৰ দুখন ডাঙৰ কিতাপ হাতে লিখা অৱস্থাতে আছে। অসম সাহিত্য সন্মিলনীৰ সভাপতি হোৱা অসমীয়া সাহিত্যিকৰ পক্ষে গৌৰৱৰ কথা। গুণগ্ৰাহী অসমীয়া ৰাইজে তেওঁক ১৯২৮ খৃষ্টাব্দৰ যোৰহাটত বহা উক্ত সন্মিলনীৰ সভাপতি পাতি গুণীৰ গুণৰ পূজা কৰিলে। তেওঁ এতিয়া প্ৰায় ৮০ বছৰ বয়সতো তেওঁৰ লেখনী চলাই আছে।

অশেষ ভক্তিভাজন হৰিবিলাস আগৰৱালা বৰদেউতাৰ সুযোগ্য পুতেক বিষ্ণুপ্ৰসাদ আগৰৱালা আৰু শ্ৰীযুত চন্দ্ৰ কুমাৰ আগৰৱালাৰ জন্ম কলংপুৰৰ ব্ৰহ্মজানৰ পাৰত আৰু কৃষ্ণপ্ৰসাদ আগৰৱালাৰ জন্ম তেজপুৰত হৈছিল। বিষ্ণু প্ৰসাদ ককাইদেৱে লিখা "জন্ ষ্টুৱাৰ্ট মিলৰ জীৱন-চৰিত্ৰ" প্ৰথম আৰু দ্বিতীয় ভাগ "জোনাকীত" ওলাইছিল। তেওঁ মহাপুৰুষ শঙ্কৰদেৱৰ জীৱনীও লিখিছিল, কিন্তু সম্পূৰ্ণ কৰিবলৈ নাপালে। সেই জীৱনীৰ তিনি আধ্যা "জোনাকীত" ওলাইছিল। আশা কৰোঁ তেওঁৰ সুযোগ্য পুতেক দানশীল শ্ৰীমান ধীৰেন্দ্ৰ নাথ বাপাই "জন ষ্টুৱাৰ্ট মিলৰ জীৱন-চৰিত্ৰ" পুথিখন ছপাই উলিয়াব।

শ্ৰীযুত চন্দ্ৰ কুমাৰ আগৰৱালা ককাইদেৱৰ "প্ৰতিমা" আৰু "বীণ-বৰাগী" পঢ়ি অসমীয়া ৰাইজে তেওঁৰ সাহিত্য-প্ৰতিভাৰ চিনাকি পাইছে। যি "জোনাকী" কাকতে বৰ্তমান অসমীয়া সাহিত্যক গঢ়িত কৰি তুলিলে তেৱেঁই সেই কাকতৰ জন্মদাতা। "প্ৰতিমাৰ" ভালেমান পদ্য আগেয়ে "জোনাকীত"

ওলাই গৈছিল। "অসমীয়া" কাকতৰো তেৱেঁই জন্মদাতা। তেওঁৰ চেষ্টাতেই ইমান দিন "বাঁহী' কাকত জীয়াই আছে।

কৃষ্ণপ্ৰসাদ আগৰৱালা মোতকৈ বয়সত অলপ সৰু হলেও তেজপুৰ হাইস্কুলত মোৰ সহ-পাঠী আছিল। আমাৰ দুইৰো ভিতৰত বৰ মিল আছিল। কেৱে কাৰো লগ নেৰিছিলোঁ। দুয়ো সকতে একেলগে ঈশ্বৰোপাসনা কৰিছিলোঁ, সাহিত্য-চৰ্চ্চা কৰিছিলোঁ, দুয়ো দৈনিক জীৱনৰ ডায়েৰী লিখিছিলোঁ। শ্ৰীযুত ব্ৰহ্মানন্দ বৰকাকতী আৰু শ্ৰীযুত নবীনচন্দ্ৰ বৰদলৈ আমাৰ অন্তৰঙ্গ বন্ধু আছিল। আমি এটাই কেইজনে মিলি পঢ়া অৱস্থাতে কিছুমান ধৰ্ম বিষয়ক গান ৰচনা কৰিছিলোঁ। সেই গান-বিলাকৰ অধিকাংশই ব্ৰহ্ম সঙ্গীতৰ অসমীয়া ভাঙনি। সৰহ-খিনি গান কৃষ্ণপ্ৰসাদে ৰচনা কৰিছিল। সেই গানবিলাক গোটাই আমাৰ সহপাঠী শ্ৰীযুত শৰৎ চন্দ্ৰ চক্ৰৱৰ্ত্তী নামে এজন বঙ্গালী ল'ৰাক প্ৰকাশক কৰি "ধৰ্মসঙ্গীত" নাম দি ছপোৱা হৈছিল। এই "ধৰ্মসঙ্গীতৰ" সমালোচনা চতুৰ্থ বছৰৰ "জোনাকীত" ওলাইছিল। পুথিখনত ১৪১ টা গীত আছিল। কৃষ্ণ প্ৰসাদৰ গীতৰ নমুনা তলৰ গীতটো পঢ়িলে জানিব পাৰিব—

কাফি—ঝাঁপতাল।

"তুমিহে ভৰসা মোৰ অথাই সাগৰে।
কোনো নাই মোৰ, যি বিপদ-ভয় নাশে,
ই আন্ধাৰত ভাৱে॥
তুমি এক অভয় পদ জগত সংসাৰে।
কেনেকৈ পাপীজনে তোমাক এৰে?
কৰাঁ হে দুখ অন্ত, সুখবসন্ত দিয়াঁহে।
সদায় যেন দেখোঁ তব জ্যোতি চকুৰে॥
জীৱন-সখা তুমি, নিজীওঁ তোমা বিহনে।
কান্দিছে মোৰ প্ৰাণ মনে কাতৰ মাতেৰে॥"

এই গীতটোৰ স্বৰলিপি ৪ৰ্থ বছৰৰ জোনাকীত শ্ৰীযুত হিতেন্দ্ৰনাথ ঠাকুৰে লিখি উলিয়াইছিল। কৃষ্ণ প্ৰসাদ সককালৰেপৰা ঈশ্বৰ-পৰায়ণ নিৰ্মল চৰিত্ৰৰ ল'ৰা আছিল। তেওঁৰ অন্তৰ বৰ মৰমিয়াল, পবিত্ৰ আৰু ওখ আছিল। "ধৰ্ম-সঙ্গীতৰ" সমালোচনাত "জোনাকীৰ" সম্পাদক বেজবৰুৱা ডাঙৰীয়াই লিখিছিল—

"এই পুথিখন পাই যে আমি কিমান সন্তোষ পাইছোঁ তাক কৈ অঁতাব নোৱাৰোঁ। জনদিয়েক পঢ়াশালিৰ ছাত্ৰৰ এনে সং আৰু গুৰুতৰ কাৰ্যত উদ্যম আৰু পুৰুষাৰ্থ দেখি আমি সঁচাসঁচিকৈয়ে বৰ ৰং পাইছোঁ। বৰ্তমানকালৰ উপযোগী ধৰ্মসঙ্গীত পুথি অসমত নাছিল, সেই অভাৱৰ এতিলমানো যে এই সঙ্গীত পুথিয়ে নুপুৰাব আমি এনে কথা কেতিয়াও কব নোৱাৰোঁ।"

স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ জ্যেষ্ঠ-পুত্ৰ করুণাভিৰাম বৰুৱাৰ লগত আমাৰ চিনাকি হোৱাত আমি স্কুলত পঢ়া অৱস্থাতেই তেওঁ, কৃষ্ণ প্ৰসাদ আৰু মই তিনিও মিলি বঙ্গলা ভাষাত ওলোৱা "সখা" কাকতৰ দৰে আমাৰ ভাষাতো "লৰাবন্ধু নামে এখন মাহেকীয়া কাকত উলিয়াবলৈ আলচ পাতিছিলোঁ। তাৰ ফলত করুণাভিৰামে নগাৱঁৰপৰা "লৰাবন্ধু" উলিয়ায়। তাত আমাৰ তিনিওৰে প্ৰবন্ধ আছিল। এইখনেই অসমত প্ৰথম শিশুপাঠ্য অসমীয়া কাকত। দুখৰ বিষয় তিনিসংখ্যা-মান ওলায়েই কাকতখন বন্ধ হয়।

কৃষ্ণপ্ৰসাদে গদ্য আৰু পদ্য উভয়বিধৰ প্ৰবন্ধ লিখিছিল, তেওঁ লিখা কিছুমান প্ৰবন্ধ 'জোনাকী' আৰু 'বিজুলী' কাকতত ওলাইছিল। মই জনাৰ ভিতৰত তলত লিখা প্ৰবন্ধবিলাক তেওঁৰ কাপৰপৰা ওলাইছিল—

ঈশ্বৰোপাসনা }
এটি সাধুকথা } জোনাকী, ২য় ভাগ

নিৰাশ (পদ্য)—জোনাকী, ৩য় ভাগ

অকলৈ (পদ্য) }
জোনাকী (পদ্য) } জোনাকী, ৫ম ভাগ

মেঘদূত
মহাত্মা জন হাৱাৰ্ড
জোন
স্যাৰ আইজাক্ নিউটন্
হিম শিল

"বিজুলীত" ওলাইছিল।

তেজপুৰ হাইস্কুলৰপৰা ১৮৯৩ চনত প্ৰথম বিভাগত এণ্ট্ৰেন্স্ পৰীক্ষা পাছ কৰি কলিকতাত থাকি এফ-এ পঢ়োতেই তেওঁক দুৰন্ত যক্ষ্মাৰোগে আহি আক্ৰমণ কৰে। অনেক প্ৰকাৰ চিকিৎসাতো ভাল নহল, অৱশেষত মুঙ্গেৰত গঙ্গাৰ পাৰত পিতৃ-মাতৃৰ চৰণ সেৱা কৰি ঈশ্বৰৰ নাম লৈ অনন্ত কাললৈ চকু মুদিলে। এটি সুগন্ধি ফুল ঢোপাকলিতে মৰহি গ'ল এই জীৱনত মই তেওঁক পাহৰিব নোৱাৰিম। স্বৰ্গীয় সহোদৰ ৰবাৰ আৰু শ্ৰীযুত চন্দ্ৰকুমাৰ ককাই-দেউৰ উপদেশ পাই আৰু আমাৰ ৰৰদেউতাৰ পুথি-ভঁৰালত থকা নানা পুথি পঢ়ি কৃষ্ণপ্ৰসাদ আৰু মোৰ সাহিত্য-চৰ্চালৈ অনুৰাগ জন্মিছিল। আমি যেতিয়া তেজপুৰ হাইস্কুলৰপৰা এণ্ট্ৰেন্স পৰীক্ষা দিবৰ কাৰণে ইং ১৮[illegible]১ চনত গুৱাহাটীলৈ যাবলৈ ওলাওঁ তেতিয়া আমাক ৰৰা ডাঙৰীয়াই তেওঁৰ ঘৰলৈ মাতি নি এসাজ ভালকৈ খুৱাই অনেক সদুপদেশ দি আহিবৰ সময়ত কৈছিল, "Bear in mind, you are the future prospects of your mother country" তেওঁৰ সেই কথাষাৰ আজিও কাণত বাজিব লাগিছে। ১৮৯১ চনৰ এণ্ট্ৰেন্স পৰীক্ষাত মই উত্তীৰ্ণ হওঁ। কৃষ্ণপ্ৰসাদ সেইবাৰ ফেইল হয়। তাৰ পাছৰ বছৰত তেওঁৰ স্বাস্থ্যভঙ্গ হোৱাত পৰীক্ষা দিব পৰা নাছিল। ইং ১৮৯৩ চনত তেওঁ সেই পৰীক্ষা দি উত্তীৰ্ণ হয়। আশা কৰোঁ শ্ৰীযুত চন্দ্ৰকুমাৰ ককাইদেৱে কৃষ্ণপ্ৰসাদৰ প্ৰবন্ধবিলাক পুথিৰ আকাৰত ছপাই উলিয়াব।

আমি যেতিয়া তেজপুৰৰ হাইস্কুলত পঢ়িছিলোঁ তেতিয়া ছাত্ৰবিলাকৰ এখন সভা আছিল। সেই ছাত্ৰ-সভাৰ লগতে এটা পুথি ভঁৰালো আছিল। সভাত সঙ্গীত, আবৃত্তি, ৰচনাপাঠ, আলোচনা আৰু তৰ্কও হৈছিল। সভাৰ বছেৰেকীয়া সন্মিলনী বৰ উৎসাহেৰে পতা হৈছিল। নগৰৰ সকলো ভদ্ৰলোকক সন্মিলনীলৈ নিমন্ত্ৰণ কৰা হৈছিল। মোৰ "নৱবৰ্ষ" কবিতাটো এখন সন্মিলনীত আৰু "অসম" কবিতাটো আন এখন সন্মিলনীত পাঠ কৰা হৈছিল। "অসম" কবিতাটো পাঠ কৰাৰ দিনা ৰায় বাহাদুৰ মাধৱ চন্দ্ৰ বৰদলৈ ডাঙৰীয়া সভাপতি আছিল। তেওঁ সেই কবিতাটো শুনি মোক আগলৈ Poet (কবি) হ'বা বুলি আশীৰ্বাদ কৰিছিল আৰু কবিতাটোৰ বৰ প্ৰশংসা কৰিছিল। তেতিয়াৰপৰা মোৰ লগৰ লৰাবিলাকে মোক Poet বুলি মাতি বিদ্ৰূপ কৰিছিল। ওপৰত লিখা দুয়োটা কবিতা পাছে জোনাকী আৰু বিজুলীত ছপা হৈছিল। মোৰ ছাত্ৰ অৱস্থাত লিখা এই দুটা কবিতা আৰু আন আন কিছুমান কবিতা "জিলিকনিত" পাব। জিলিকনিৰ পাতনিত লিখিছিলোঁ।—

"ছাত্ৰ অৱস্থাত লিখা এই পুষ্পহাৰ,
অসমৰ ছাত্ৰক দিলো উপহাৰ।
জাকত জিলিকা হোক অসম সন্তান,
জ্ঞান আৰু ধৰমত হই বলীয়ান।
উন্নতি পথত সবে হোক আগুৱান,
স্বদেশৰ স্বজাতিৰ সাধক কল্যাণ।
ধন্য হোক জন্মভূমি ধন্য হোক জাতি,
সাফল জনম হোক ৰাখক খিয়াতি।
ঈশ্বৰ মঙ্গলময় কৰিছো কাকুতি,
শিশু সকলক দিয়া সুজ্ঞান সুমতি,
সুস্থদেহ সুস্থমন সৰল অন্তৰ,
তোমালৈ ভকতি যেন থাকে নিৰন্তৰ।"

"আসাম-তৰা" কাকতত "জোনবাই", "সখিয়তী" "নব বৃন্দাবন" আদি মোৰ পদ্য প্ৰবন্ধ ওলাইছিল। তেতিয়া মই হাইস্কুলৰ ছাত্ৰ। মোৰ ছাত্ৰ অৱস্থাত

লিখা তলত লিখা প্ৰবন্ধবিলাক "জোনাকী" আৰু "বিজুলী" কাকতত ওলাইছিল—

পৰীক্ষা—

স্মৃতি (পদ্য)—
ছবি (পদ্য)—
লতা (পদ্য)—
} জোনাকী, ১ম ভাগ।

প্ৰেম—

গোলাপ কুঁৱৰী (পদ্য)—} জোনাকী, ২য় ভাগ।

নৱবৰ্ষ (পদ্য)—
ক্ষমা—
ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ—
মহৎজীৱনৰ এটি ঘটনা—
শিষ্ট ভট্টাচাৰ্য আৰু শিশুপাল বধ—
তই (পদ্য)
জোৱান ডাৰ্ক
প্ৰাতকথান
} জোনাকী, ৩য় ভাগ

জীৱন-সঙ্গীত (পদ্য)
পোহৰ—
দেৱকন্যা মানৱী বেশেৰে (পদ্য)
শান্তি নিকেতন—
অসমীয়াৰ শিক্ষা—
} জোনাকী ৪ৰ্থ ভাগ।

ব্ৰহ্মযাত্ৰীৰ ডায়েৰী—
সুখৰ ঠাই (পদ্য)—
ৰোমান ৱুৰঞ্জীৰ দুটি ঘটনা—
সৰু আইটি আৰু সৰুচৰাই (পদ্য)—
} জোনাকী ৫ম ভাগ।

বামুণী কোঁৱৰ—
যোগী (পদ্য)—
পানেশই (পদ্য)—
} জোনাকী ৬ষ্ঠ ভাগ

বলম (পদ্য)—
জোনাকীৰ পুনৰ্জন্ম উপলক্ষে (পদ্য)—
শোক-সঙ্গীত (পদ্য)—
ইচ্ছা তমু পূৰ্ণ হোক হেৰা দয়াময় (পদ্য)
প্ৰণয়ৰ পৰিণাম (পদ্য)—
মেঘ (নতুন সাধঁৰ) (পদ্য)
} জোনাকী নতুন খণ্ড ১ম, ২য় ভাগ

অসম (পদ্য)
গান (পদ্য)
কদমৰ কথা (পদ্য)
চুমা (পদ্য)
} বিজুলী, ১ম ভাগ

ধ্ৰুৱ—

সতীৰ পতিভক্তি—বিজুলী, ৩য় ভাগ।

ইং ১৮৯৭ চনৰ ডাঙৰ ভূমিকম্পৰ পাছত যেতিয়া অসমৰ চিফ কমিস্নৰ কটন্ ছাহাব বাহাদুৰ বৰপেটাৰ দুৰৱস্থা চাবলৈ যায়, তেতিয়া তেওঁক অভ্যৰ্থনা কৰিবৰ নিমিত্তে যি খন সভা বহে তাত মই এটা পদ্য লিখি পাঠ কৰিছিলোঁ। সেই পদ্যটো আৰু মোৰ আন প্ৰবন্ধ "আসাম" কাকতত ওলাইছিল।

ইং ১৯০০ চনত মোৰ "কোমল পাঠ" পুথিখন লিখা হয়। এই পুথিত গদ্য আৰু পদ্য উভয় বিধৰ প্ৰবন্ধ আছে।

মাজে সময়ে মোৰ প্ৰবন্ধ "উষা," "বাঁহী," "আলোচনী" আৰু "অৰুণ" কাকতত ওলাইছিল। ডিব্ৰুগড়ত থাকোতে "অসমীয়া" কাকতলৈকো প্ৰবন্ধ পঠাইছিলোঁ। মই শিৱসাগৰত থাকোতে "অসমীয়া আদিপাঠ" পুথিখন লিখিছিলোঁ। ইং ১৯২০ চনত সেই পুথিখন ছপোৱা হয়। "মিলন" কাকতত মোৰ "সেৱা-ধৰ্ম" নামৰ প্ৰবন্ধটো ছপা হৈছিল।

ইং ১৯২৬ চনত ধুবুৰীত যি সাহিত্য সন্মিলনী পতা হৈছিল সেই সন্মিলনীলৈ অহা দৰ্শক আৰু প্ৰতিনিধিসকলক "গোৱালপাৰাৰ পুৰণি বিৱৰণ" নামে এখন সৰু পুথি লিখি বিতৰণ কৰিছিলোঁ। ধুবুৰীত সাহিত্য-সন্মিলনী পাতি যি আনন্দ উপভোগ কৰিছিলোঁ মোৰ জীৱনত মই তেনে আনন্দ পোৱা নাই।

মোৰ "পদুমনি," "জনক-জীয়াৰী" বা "সীতা" আৰু "অসমা" হাতে লিখা অৱস্থাতে আছে।

ৰায় ছাহাব শ্ৰীযুত দালিমচন্দ্ৰ বৰাই "জোনাকীত" দুটা নে এটা প্ৰবন্ধ লিখিছিল। তেজপুৰৰ অ, ভা, উ, সা, সভাতো মাজে সময়ে তেওঁ প্ৰবন্ধ পাঠ

কৰিছিল। এতিয়া তেৱেঁই তেজপুৰৰ লোকেল বোৰ্ডৰ প্ৰথম Non offic'al চেয়াৰমেন হৈছে। আশা কৰোঁ তেওঁ অন্যান্য দেশৰ হিতজনক কাৰ্যৰ লগত আমাৰ ভাষা আৰু সাহিত্যৰ উন্নতিৰ ফালেও চকু দিব।

কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা বি-এস্ প্ৰণীত "বিদ্যা-সাগৰ" আৰু "বছাফুল" দুখন সুন্দৰ কিতাপ। "অসম ছাত্ৰ সন্মিলনী" স্থাপন কৰি আৰু অন্যান্য দেশহিতকৰ কামতু প্ৰাণপণে খাটি এই অক্লান্ত কৰ্মী ডেকাজন ডেকাকালতে স্বৰ্গী হ'ল।

শ্ৰীযুত দণ্ডীনাথ কলিতা তেজপুৰৰ এজন বিখ্যাত সাহিত্যিক। তেওঁৰ "ৰহঘৰা" আৰু "ৰগৰ" পঢ়ি কেৱে হাঁহি সামৰিব নোৱাৰে। তেওঁৰ "ফুল" আৰু "সাধনা" দুখন সুন্দৰ উপন্যাস। তেওঁৰ "প্ৰদীপ" স্তম্ভত চলিছে আৰু 'জয়মতী', 'চিলাৰায়' আৰু "অগ্নি-পৰীক্ষা" নাটক হাতে লিখা অৱস্থাতে বাণ-থিয়েটাৰত অভিনীত হৈছিল।

শ্ৰীযুত ধনাই বৰাৰ "কবিতা-চন্দ্ৰিকা" পদ্যাশালিত চলি আছে। শ্ৰদ্ধাস্পদ শ্ৰীযুত ৰজনীকুমাৰ পদ্মপতিয়ে একেৰাহে প্ৰত্নতত্ত্বৰ অনুসন্ধানত লাগি আছে। তেওঁৰ "পুৰণি অসমত ভুমুকি" এখন মূল্যবান পুথি। বৈদিক স্বঃ বা স্বৰ্গৰাজ্যৰ ভিতৰত আমাৰ এই অসম উপত্যকাও যে পৰিছিল সেই কথা তেওঁ অনেক যুক্তি আৰু প্ৰমাণেৰে দেখুৱাইছে। তেওঁৰ লিখাৰপৰা এইটোও বুজা যায় যে আমাৰ দেশখন আদিতে দেৱাবাস বা আৰ্যসকলৰ থকা ঠাই আছিল। অসম-বুৰঞ্জী লিখোতাসকলে মহীৰঙ্গ দানৱক অসমৰ আদি ৰজা বুলিব খোজে। কিন্তু আদিকাণ্ড ৰামায়ণৰ ৬৫ আধ্যা পঢ়িলে জনা যায় যে ত্ৰেতাযুগত চন্দ্ৰ বংশীয় অমূৰ্তৰজঃ নৃপতিয়ে ধৰ্মাৰণ্যৰ সমীপত প্ৰাগ্-জ্যোতিষপুৰ নগৰ স্থাপন কৰি ৰাজত্ব কৰিছিল। এওঁ কুশনাভ নৃপতিৰ ভায়েক। কুশনাভ সুবিখ্যাত বিশ্বামিত্ৰৰ পিতামহ। সেই ৰামায়ণতে এই কথাও লিখা আছে যে ভাৰতৰ পূৰ্বাঞ্চল "ইন্দ্ৰৰ কান্তা বনাদি মণ্ডিত পূৰ্বপ্ৰদেশ।" বৈদিক সাহিত্যত লিখা আছে—

"প্ৰাচ্যাং দেৱাং প্ৰতীচিং মনুষ্যাঃ।"

"প্ৰাচ্যাং দিশি ত্বমিন্দ্ৰাসি ৰাজা।"

পাছে "উদীচিং ৰুদ্ৰাঃ" অৰ্থাৎ উত্তৰকালৰপৰা ৰুদ্ৰপ্ৰকৃতিৰ লোকবিলাকে আহি এই দেশ অধিকাৰ কৰে। তেতিয়াৰ পৰাহে মহীৰঙ্গ দানৱৰ ৰাজত্ব। ভগদত্তবংশীয় ৰজাবিলাকক "কোল-সুনু" অৰ্থাৎ কোল বা বৰাহৰূপী বিষ্ণুৰ সন্তান বোলা হৈছিল। বৈদিক যুগত বংশৰ আদিপুৰুষৰ নামৰ পাছত "তা" বা "তি" প্ৰযোগ কৰি বংশধৰসকলে নিজৰ চিনাকি দিছিল। সেইমতে "কোল-সুনু" সকলেহ "কোলতা" বা "কলিতা" আছিল বুলি বোধ হয়। কলিতা-সকলক বিষ্ণুবংশী বুলিব পাৰি। অসমত বিষ্ণুবংশী কলিতা, শিৱবংশী কোঁচ আৰু কছাৰী, কুবেৰবংশী চুতীয়া বা সুতীয়া আৰু ইন্দ্ৰবংশী আহোম ৰজাসকলে ৰাজত্ব কৰিছিল।

অসমীয়া সাহিত্য ক্ষেত্ৰত সুপৰিচিত "অৰুণ" কাকতৰ জন্মদাতা স্বদেশানুৰাগী শ্ৰীযুত মহাদেৱ শৰ্মাক লৈ আমি গৌৰৱ অনুভৱ কৰোঁ। তেখেতৰ "বুদ্ধদেৱ", "মহম্মদ চৰিত", "কথা ৰামায়ণ" আৰু "সাবিত্ৰী" পঢ়ি ৰাইজে সন্তোষ পাইছে। অৰুণ পাব্লিশ্বিং হাউচৰপৰা তেখেতে এখনৰ পাছত এখনকৈ কিতাপ বছৰে বছৰে উলিয়াব লাগিছে।

শ্ৰীযুত বসন্তকুমাৰ বৰুৱাৰ ঘৰ নাগশঙ্কৰত। নাগশঙ্কৰৰ একাম্ৰ কাননত নাগাক্ষ নামে শিৱৰ দেৱালয় আছে। কালিকাপুৰাণ আৰু যোগিনী-তন্ত্ৰ-মতে সেইখন ঠাই তীৰ্থক্ষেত্ৰ। বৰুৱাৰ "বেগ্‌নাৰৰ সাধু", "বুকাৰ ৱাশ্বিংটন" আৰু ভাৰত-বুৰঞ্জী আদিয়ে তেওঁৰ সাহিত্য প্ৰতিভাৰ চিনাকি দিছে।

শ্ৰীযুত গুণাভিৰাম শৰ্মাই "ৰহস্য-কাহিনী" "আৰৱৰ সাধুকথা" আৰু "ডাক্তৰ স্যাৰ প্ৰফুল্লচন্দ্ৰ ৰায়ৰ জীৱনী" লিখি সাহিত্য ক্ষেত্ৰত সুনাম আৰ্জিছে।

দিক্ৰিকা বা দিকৰাই নৈৰ পাৰত শ্ৰীযুত পদ্ম-

নাথ শৰ্মাৰ ঘৰ। তেখেতৰ "ন বোৱাৰী" এখন সকলোৱে পঢ়িবলগীয়া সুন্দৰ কিতাপ।

শেখৰ দাসৰ "লইনা-পদুম" এখন লেখত লব-লগীয়া নাটক।

"বীণা" (উপন্যাস) লিখি শ্ৰীযুতা স্নেহলতা দেৱীয়ে তেজপুৰীয়া মহিলাৰ নাম ৰাখিছে।

শ্ৰীযুত লক্ষ্মীধৰ শৰ্মা, এম-এ, বি-এল এজন সুলেখক আৰু সুবক্তা। তেওঁৰ প্ৰবন্ধ মাজে সময়ে "ৰ'হী" কাকতত ওলায়। তেওঁৰ "নিৰ্মলা" নাটকৰ ছপা হৈ ওলালে আমাৰ সাহিত্য-ভৰালত এখন মূল্যবান পুথি হ'ব। তেওঁ সাধ্যমতে স্বদেশৰ সেৱা কৰি আছে।

শ্ৰীযুত তুলসীচন্দ্ৰ হাতীবৰুৱাই কেইখনমান পুথি লিখি সুনাম পাইছে।

শ্ৰীযুত অমিয় কুমাৰ দাস, বি-এ "অসমীয়া" কাকতৰ সম্পাদক আছিল। তেওঁ আৰু শ্ৰীযুত হেমচন্দ্ৰ বৰুৱা, বি-এল, উভয়েই বহুত ত্যাগ-স্বীকাৰ কৰিও একেৰাহে দেশৰ সেৱাত লাগি আছে। তেওঁলোকৰ বক্তৃতা, আৰু ৰচনা বৰ শুৱলা আৰু যুক্তিপূৰ্ণ।

শ্ৰীযুত ললিত মোহন চৌধুৰীৰ "শৰুলাদিপ" নাটক বাণ-থিয়েটাৰৰ ৰঙ্গমঞ্চত অভিনীত হৈছিল। নাটকখন সুন্দৰ হৈছে। আশা কৰোঁ তেওঁ শীঘ্ৰে ছপাই উলিয়াব।

ৰায় বাহাদুৰ মহীধৰ ভূঞাৰ "সৰল ভক্তি", শ্ৰীযুত শিৱদাস বৈৰাগীৰ "সনাতন সংহিতা", শ্ৰীযুত লম্বোদৰ কলিতাৰ "স্বদেশ মন্ত্ৰ" আৰু কৱিৰাজ শ্ৰীযুত ৰণীৰাম শইকীয়াৰ স্বাস্থ্য-ৰক্ষা বিষয়ক এখন পুথি ছপা হৈ ওলাইছে।

শ্ৰীযুত ৰাধাকান্ত বৰ-কাকতীয়ে ছাত্ৰ অৱস্থাত সুন্দৰ সুন্দৰ ৰচনা লিখি তেজপুৰৰ ছাত্ৰ-সভাত পঢ়িছিল। তেওঁ শিক্ষা-বিভাগত স্কুল-চাব-ইন্সপেক্টৰ কাম কৰোতে "সজকথা" নামে এখন পঢ়াশলীয়া পুথি লিখি প্ৰকাশ কৰিছিল।

শ্ৰীযুত বেণুধৰ দাসৰ "সাৱিত্ৰী-সত্যবান" নাটক বাণ-থিয়েটাৰৰ ষ্টেজত অভিনীত হৈছিল। তেওঁৰ আৰু কেইবাখনো কিতাপ হাতে লিখা অৱস্থাত আছে।

শ্ৰীমান মহিমচন্দ্ৰ সিংহ এজন সুলেখক আৰু সুবক্তা। তেওঁৰ বক্তৃতাত বাগ্মিতা আৰু ৰচনাত ভাষাৰ লালিত্য, ভাবৰ মাধুৰ্য বিৰিঙি উঠে। তেওঁৰ গদ্য আৰু পদ্য প্ৰবন্ধ মাজে সময়ে "বাঁহী", "ঘৰ জেউতি" আৰু 'অসমীয়াত' পঢ়িবলৈ পোৱা যায়।

শ্ৰীমান জ্যোতিপ্ৰসাদ আগৰৱালা বাপাই অসমীয়া গীতত নিভাঁজ অসমীয়া সুৰদি লুপ্ত প্ৰায় পুৰণিকলীয়া ৰাগ-ৰাগিনী উদ্ধাৰ কৰি আমাৰ সঙ্গীতত যুগান্তৰ আনিছে। তেওঁ ভালেমান জাতীয় গান ৰচনা কৰিছে। সেই গানবিলাক পুথিৰ আকাৰত ওলালে আমাৰ সাহিত্যৰ সম্পদ বাঢ়িব। তেওঁৰ "শোণিত কুৱৰী" নাটক ছপা হৈ গৈছে। অসমৰ কে'বাখনো নাট-ঘৰত সেই নাটকৰ অভিনয় হৈছিল। অভিনয় দেখি দৰ্শক সকল মোহিত হৈছিল। তেওঁ লিখা দ্বিতীয়খন নাটক 'কাৰেঙৰ লিগিৰী' এতিয়াও ছপা হোৱা নাই।

শ্ৰীমান সুৰেন্দ্ৰ নাথ বৰুৱাই "জ্যোতি" নামে কবিতাৰ পুথি আৰু শ্ৰীমান উমাকান্ত তামুলীয়ে "লয়লা" নামে কাব্য লিখি ছাত্ৰ-অৱস্থাতে তেওঁলোকৰ কৱিত্ব-শক্তিৰ চিনাকি দিছে।

তেজপুৰৰ নেতা স্বৰ্গীয় শ্ৰদ্ধাস্পদ লক্ষ্মীকান্ত বৰকাকতীয়ে ১৮৭৪ খৃষ্টাব্দত বিশ্বনাথৰপৰা "আসাম দৰ্পণ" নামে এখন বাতৰি কাকত উলিয়াইছিল। কিন্তু দুখৰ বিষয় অলপ দিনৰ পাছতে সেই কাকতখন বন্ধ হয়।

শ্ৰদ্ধাস্পদ স্বৰ্গীয় জয়দেৱ শৰ্মা প্ৰমুখ্যে তেজপুৰীয়া অনেক ভদ্ৰলোকে মিলি তেজপুৰত Assam Central Press নামে মুদ্ৰাযন্ত্ৰ স্থাপন কৰি "অসম-বন্তি" কাকত উলিয়ায় আৰু গুৱাহাটীৰ মথুৰামোহন বৰুৱাক সেই কাকতৰ সম্পাদক নিযুক্ত কৰা হয়। ইং ১৯০০

চনত "অসম বন্তি" সাপ্তাহিকীয়া বাতৰি-কাকতৰূপে তেজপুৰৰপৰা ওলায়। কিন্তু বছৰৰ পাছত সেই কাকত আৰু প্ৰেছ ৰায়ছাহাব শ্ৰীযুত পদ্মনাথ গোহাঞি বৰুৱাৰ হাতলৈ আহে। "বন্তি" এতিয়া-লৈকে ধিমিক-ধামাককৈ জ্বলি আছে।

তেজপুৰৰ অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ যত্নত তেজপুৰত যিটো প্ৰকাণ্ড টিনৰ নামঘৰ নিৰ্মিত হয় তাতে বাণ-থিয়েটাৰৰ ষ্টেইজ পতা হৈছে। বাণ-থিয়েটাৰ কমিটিৰ উদ্যোগত অসমীয়া ভাষাত তলত লিখা নাটকবিলাক ৰচিত হৈছে:—

| নাটকৰ নাম | গ্ৰন্থকৰ্ত্তাৰ নাম |
|---|---|
| শ্ৰীবৎস-চিন্তা | শ্ৰীযুত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ |
| লইনা-পদুম | " শেখৰ দাস |
| জয়মতী | ৰায় ছাহাব শ্ৰীযুত পদ্মনাথ গোহাঞি বৰুৱা |
| গদাধৰ | |
| সাধনী | |
| লাচিত বৰফুকন | |
| গাওঁবুঢ়া | |
| টেটোন তামুলী | |
| ভূত নে ভ্ৰম | |

শোণিত-কুঁৱৰী—শ্ৰীমান জ্যোতিপ্ৰসাদ আগৰৱালা

| | |
|---|---|
| মানৰ দিন | শ্ৰীমান প্ৰসন্নলাল আৰু মোহনলাল চৌধুৰী |
| নীলাম্বৰ | |

সাবিত্ৰী-সত্যবান—শ্ৰীযুত বেণুধৰ দাস

চন্দ্ৰকান্ত সিংহ—শ্ৰীযুত নকুলচন্দ্ৰ ভূঞা

অগ্নি-পৰীক্ষা—শ্ৰীযুত দণ্ডীনাথ কলিতা

শঙ্খলাদিপ—শ্ৰীযুত ললিতমোহন চৌধুৰী

তেজপুৰীয়া ৰাইজে বৰঙণি দি তেজপুৰত যিটো টাউন হল নিৰ্মাণ কৰিলে তাতে "ভিক্টৰীয়া জুবিলি লাইব্ৰেৰী" নামে সৰ্ব-সাধাৰণৰ কাৰণে পাঠাগাৰ স্থাপন কৰা হৈছে। দুখৰ বিষয় এই পাঠাগাৰত অসমীয়া পুথিৰ সংখ্যা বৰ তাকৰ। অসমীয়া বিখ্যাত সাহিত্যিকসকলৰ কিতাপ তাত নাই বুলিলেই হয়। আশা কৰোঁ তেজপুৰীয়া ৰাইজৰ সুদৃষ্টি ইয়াত পৰিব।

স্বৰ্গীয় লম্বোদৰ বৰা, বি-এল ডাঙৰীয়াই যি সময়ত তেজপুৰত ওকালতি কৰে, সেই সময়ত তেওঁৰ বাহিৰে আন কোনো অসমীয়া উকীল তেজপুৰত নাছিল। তেওঁ অকলৈয়ে আমাৰ ভাষা, সাহিত্য, সমাজ, ৰাজনীতি আদিত যিমান কাম কৰি থৈ গ'ল, ভাবিলে আচৰিত হ'ব লাগে। অথচ তেওঁ তিনিবছৰমানহে ওকালতি কৰিবলৈ পালে। এতিয়া তেজপুৰত ৰায়ছাহাব শ্ৰীযুত দালিমচন্দ্ৰ বৰাৰ বাহিৰেও ১২ জন উচ্চশিক্ষা পোৱা ডেকা উকীল আছে। উকীলসকল আমাৰ ৰাইজৰ স্বাভাৱিক নেতা। দুখুনী অসম-জননীয়ে তেওঁলোকৰপৰা বহুত আশা কৰিছে। তেওঁলোকে ইচ্ছা কৰিলে স্বদেশ আৰু স্বজাতিৰ অনেক প্ৰকাৰে হিতসাধন কৰিব পাৰে।

সামৰণিত ক'ব খোজোঁ যে অসম মাতৃৰ সুযোগ্য সন্তান, অসমীয়াৰ আদৰৰ ধন সুবিখ্যাত সাহিত্যিক ৰায়ছাহাব শ্ৰীযুত পদ্মনাথ গোহাঞি বৰুৱাই যদিও উত্তৰ লক্ষীপুৰৰ নকাৰী গাৱঁত জন্মগ্ৰহণ কৰিছিল, তথাপি আমি তেওঁক তেজপুৰীয়া বুলিহে ধৰিব খোজোঁ। কিয়নো, তেখেতে তেজপুৰত বিয়া কৰাই মাটিবাৰী লৈ ঘৰদুৱাৰ কৰি নিগাজীভাৱে বসতি কৰি আছে। "উষা" নামে মাহেকীয়া কাকতখন তেওঁ এই উষাৰ নগৰৰ পৰাই উলিয়াইছিল। "অসম-বন্তি"খনো তেওঁ ইয়াৰেপৰা উলিয়াই আছে। তেওঁৰ ৩৫ খন কিতাপৰ ভিতৰত বোধ কৰোঁ ৩০ খন তেওঁ তেজপুৰত থাকিহে লিখিছিল। অসমীয়াৰ ভিতৰত তেৱেঁই প্ৰথমে সাহিত্যিক পেঞ্চন পাইছে। তেওঁৰ সাহিত্যিক জীৱনৰ ইতিহাস বেলেগে লিখিবৰ ইচ্ছা থাকিল। অসম সাহিত্য-সন্মিলনীৰ পোনপ্ৰথম অধিবেশনৰ তেৱেঁই সভাপতি আছিল। *

* আঘোন, চ'ত ১৮৫৩ শক, ৩য় বছৰ ৬ষ্ঠ সংখ্যা

# অসমীয়া সাহিত্য সেৱকিনী

মানুহে নিজৰ সুখ, দুখ, আদি মনৰ ভাব প্ৰকাশ কৰিবৰ নিমিত্তে আৰু পৰৰ ভাব গ্ৰহণ কৰাৰ কাৰণে, যিবিলাক মাত বা শব্দ মাতে সেই-বিলাকৰ নাম কথা বা ভাষা। শব্দবিলাকৰ উচ্চাৰণ বুজাবৰ কাৰণে বৰ্ণ বা আখৰবিলাক সাঙ্কেতিক চিন। এই ভাবে বুজুৱা শব্দবিলাক আনলৈ পঠাবলৈ, নাইবা নেপাহৰাকৈ ৰাখিবলৈ আখৰেৰে লিখি থোৱা হয়। এই আখৰবোৰ জোঁটোৱাৰ মূল-মন্ত্ৰ মানুহৰ মুখৰ মাত বা উচ্চাৰণ। শিশু সন্তানে প্ৰথমে মাতৃৰ মুখৰ পৰা ভাষা শিকে। মাতৃজাতি অকল যে সন্তান জননী এনে নহয়, তেওঁলোক মাতৃ ভাষাৰো জননী।

ভাষা ভাবৰ বাহন। ভাষাৰ সাজপাৰ পিন্ধি ভাব ওলায়। ভাষা যেনিবা শৰীৰ ভাব তাৰ আত্মা। ভাষাৰ দ্বাৰাই পৰস্পৰৰ মনোভাব সাল-সলনি কৰি মানুহে সঙ্ঘবদ্ধ হৈ সমাজ পতি বাস কৰে। সমাজ বিস্তাৰৰ লগে লগে স্বদেশ আৰু স্বজাতিৰ বিকাশ হয়, সাহিত্য সেই বিকাশৰ প্ৰধান সহায়। যি দেশ বা জাতি যিমান উন্নত তাৰ সাহিত্যও সিমান উন্নত। সাহিত্য কি ?

"সাহিত্যম্— মেলনম্। সহিতস্য ভাবঃ ইত্যৰ্থে ষ্যঃ প্ৰত্যয়েন নিষ্পন্নম্।" (শব্দ কল্পদ্ৰুম)। "সাহিত্য— (সহিতে, একেলগে, ব্যাকৰণে সৈতে একেলগে পঢ়া যায়, এতেকে) হিত উপদেশ বা মনক সন্তোষ দিয়া গদ্য বা পদ্য পুথি, কাব্যাদি" —হেমকোষ।

'সাহিত্য' শব্দটোৱে এটা সমষ্টিৰ বা সংহতিৰ মিলন বুজায়। ৰচনাও প্ৰাণৰ কথা, হিতজনক আৰু আনন্দদায়ক কথা; সুন্দৰকৈ ফুটাই লিখিব পাৰিলে সেই ৰচনা সাহিত্য হয়। সুন্দৰ ভাষা আৰু সুন্দৰ ভাব, এই দুইৰো মিলনেই সাহিত্য। সাহিত্য দুবিধ, গদ্য আৰু পদ্য। "কাব্যং ৰসাত্মকং বাক্যং।" কাব্য বুলিলে ছন্দ বা পদ্যত লিখা ৰসাল কথা বুজায়। সাহিত্য ৰসাল হ'ব লাগে। "সত্যং, শিৱং আৰু সুন্দৰং" হ'ব লাগে। হিতবাদৰ বাটেদি মানৱতাৰ ফালে মানুহক আগবঢ়াই নিয়াটোৱে সাহিত্যিকৰ লক্ষ্য হ'ব লাগে।

আমাৰ শাস্ত্ৰত আছে,—

"কন্যাপ্যেবং পালনীয়া শিক্ষনীয়াতি যত্নতঃ।",

অৰ্থাৎ ল'ৰাৰ দৰে ছোৱালীকো যত্নেৰে ডাঙৰ দীঘল কৰি শিক্ষা দিব লাগে

বৈদিক যুগত তপোবনত ঋষিপুত্ৰবিলাকৰ লগত ঋষিকন্যাবিলাকেও বিদ্যাশিক্ষা কৰিছিল। হোমকুণ্ডৰ চাৰিওফালে ঋষিসকলৰ কাষত বহি তেওঁলোকৰ তিৰোতাসকলেও একেলগে বেদ মন্ত্ৰ গাই ঈশ্বৰো-পাসনা কৰিছিল, অকল সেয়ে নহয়, বিশ্ববাৰা, বাক্, লোপামুদ্ৰা, ঘোষা, অপালা, শাশ্বতী আদি ঋষি-কন্যাসকলে বেদৰ মন্ত্ৰ ৰচনা কৰিছিল।

বৈদিক যুগৰ পিছৰ দাৰ্শনিক যুগতো মৈত্ৰেয়ী, গাৰ্গী আদি পণ্ডিতা মহিলাসকলে ভাৰতক ধন্য আৰু পবিত্ৰ কৰি গৈছে। বৃহদাৰণ্যক উপনিষদৰ কিছু-মান অংশ মৈত্ৰেয়ীয়ে ৰচনা কৰিছিল। "অসতোমা-সগময়, তমসোমাজ্যোতিৰ্গময়, মৃত্যো মামৃত্যংগময়," এই অমৃতময় প্ৰাৰ্থনা মন্ত্ৰটি প্ৰথমে তেওঁৰ মুখৰ পৰাই ওলাইছিল।

পৌৰাণিক যুগত লীলাৱতীয়ে অঙ্কশাস্ত্ৰত আৰু খনাই জ্যোতিষত ভাৰতৰ মুখ উজ্জ্বল কৰিছিল। চিত্ৰলেখা, বাণৰজাৰ জীয়ৰী উষা পটেশ্বৰীৰ সখীয়েক আছিল। তেওঁ সঙ্গীত, নৃত্য-কলা, চিত্ৰবিদ্যা, আৰু বন্ধা-বঢ়াত বৰ নিপুণ আছিল।

মহাভাৰতত আছে—তিৰোতা স্বামীৰ অৰ্দ্ধাঙ্গিনী, সহকৰ্মিণী আৰু সহধৰ্মিণী, তিৰোতাই পৰম বন্ধু,

তিৰোতাই ধৰ্ম, অৰ্থ আৰু কামৰ মূল। তিৰোতাই সকলো কাজ কামৰ আদি শক্তি। তিৰোতাই গৃহলক্ষ্মী। যাৰ গৃহিণী আছে, তেওঁহে গৃহস্থ। তেওঁ শ্ৰীমন্ত, তেওঁ সকলোৰে বিশ্বাসৰ পাত্ৰ। ঘৈণীয়েই ঘৰ, ঘৰৰ জেউতি আৰু অলঙ্কাৰ। পৃথিৱীত যাৰ পতিব্ৰতা গুণৱতী ভাৰ্যা আছে, তেওঁৰ জীৱন ধন্য।

"হৰিবংশ" পুথিৰ ভবিষ্য পৰ্বত আছে,—যি সকল লোক পণ্ডিত, তেওঁলোকে তেওঁলোকৰ সুশীলা ভাৰ্যাসকলক যে কেৱল পোহ-পাল দিব এনে নহয়, তেওঁলোকক সমাদৰ কৰিব, পূজা কৰিব আৰু নমস্কাৰ কৰিব।

"মনুসংহিতা"ৰ মতেও গুণৱতী তিৰোতাক অকল ভৰণ পোষণ কৰিলেই নহয়, তেওঁলোকক সদায় সন্তুষ্ট ৰাখি পূজা কৰিব লাগে। যি ঘৰত তিৰোতাই যথোচিত সন্মান আৰু পূজা পায়, সেই ঘৰৰ সকলো কাৰ্য সিদ্ধি হয়, আৰু সেই ঘৰ দেৱালয় হয়।

পণ্ডিতৰ লগত যেনেকৈ মুৰ্খৰ মিত্ৰতা হ'ব নোৱাৰে, তেনেকৈ শিক্ষিত স্বামীৰ অশিক্ষিতা ভাৰ্যাৰ মিল হোৱা টান। "তিৰী পুৰুষৰ হৈব একমতি তেবেসে সিজিব হৰি ভকতি" এইটো জ্ঞানী ডাকৰ বচন। এতেকে ল'ৰাৰ দৰে ছোৱালীকো সুশিক্ষা দিয়া নিতান্ত কৰ্তব্য। শিক্ষিতা গুণৱতী মাতৃৰ সন্তান প্ৰায়েই ভাল হোৱা দেখা যায়।

অসমীয়া তিৰুতা অসমৰ ঘৰ জেউতি। বোৱা-কটাত অসমীয়া তিৰোতাৰ গৌৰৱ দেশে বিদেশে ফুটি ফাটি গৈছে। অসমীয়া মানুহৰ প্ৰায় ঘৰে ঘৰে তাতঁ-শাল আছে। ঘৰৰ লখিমীসকলে সূতা কাটে, সূতা উঘায়, মহুৰা ফুৰায়, তাঁত বয়। অকল সেয়ে নহয়। তেওঁলোকে ঘৰত, ধান বানি চাউল উলিয়ায়, ৰন্ধা-বঢ়া কৰে, জা-জলপান তৈয়াৰ কৰে, ল'ৰা-ছোৱালীৰ আল্ -পৈচান ধৰে, আলহী-অতিথিক সোধ-পোছ কৰে, মুঠতে গোটেই ঘৰখনৰে জঞ্জাল মাৰে, তদুপৰি পথাৰত, বোৱাৰ দিনত ভূঁই কই, দোৱাৰ দিনত ধান দাই, মাহ তুলি, স্বামীক সহায় কৰে। বৰ্তমান যুগত সাহিত্য-ক্ষেত্ৰতো অসমীয়া তিৰোতাক ভৰি দিয়া দেখা গৈছে। ই দেশৰ শুভ লক্ষণ।

অসমীয়া ভাষাৰ আধুনিক যুগত যিসকল মহিলাই সাহিত্য সেৱা কৰিছিল, আৰু এতিয়াও কৰি আছে, তেখেতসকলৰ লেখও লবলৈ গলে পোন প্ৰথমে পদ্মাৱতী দেৱী ফুকননীৰ নাম লব পাৰি। তেখেতে স্বনাম ধন্য আনন্দৰাম ঢেকীয়াল ফুকন ডাঙৰীয়াৰ কন্যা। তেখেতৰ মাকৰ নাম মাহিন্দ্ৰী দেৱী। ১৭৭৪ শকৰ ২৭ পোহত (১৮৫৩ চনৰ ৯ জানুৱাৰীত) দেওবাৰে পুণ্যধাম বৰপেটাত তেখেতৰ জন্ম হৈছিল। সেই সময়ত তেখেতৰ দেউতাক চব্ এচিষ্টেন্ট কমিশ্যনৰ স্বৰূপে বৰপেটাত মহকুমাধিপতি হৈ কাম কৰি আছিল। দেউতাকে তেখেতক নিজৰ তত্ত্বাৱধানত ৰাখি লিখ-পঢ়া শিকাই যোৰহাটৰ বসেশ্ৰৰ ঘৰৰ নন্দীশ্বৰ ফুকন ডাঙৰীয়ালৈ বিয়া দিছিল। নন্দীশ্বৰে প্ৰথমতে তেজপুৰত আৰু তাৰ পিচত নগাওঁত ৰেভিনিউ চুপাৰিণ্টেণ্ডেণ্টৰ কাম কৰিছিল। বিবাহৰ সুফল স্বৰূপে ফুকননীৰ চাৰিটি পুত্ৰ আৰু দুটি কন্যা হৈছিল। কিন্তু এটি এটিকৈ চাৰিওটি ল'ৰাৰ অকাল মৃত্যু হোৱাত আৰু শেষত তেখেতৰ স্বামীদেৱতাও স্বৰ্গী হোৱাত তেখেতে দাৰুণ শোক পাইছিল। স্বামী ঢুকুৱাত তেখেতে গুৱাহাটীৰ ঘৰত আশ্ৰয় লৈছিল। তেখেতে জীৱনৰ শেষ মুহূৰ্তলৈকে সাহিত্য-সেৱা কৰি ১৮৪৯ শকৰ পুহ মাহত ৭৫ বছৰ বয়সত, সকলো দুখ-বেজাৰ, শোক-সন্তাপ আৰু জ্বালা-যন্ত্ৰণাৰ হাত সাৰি, শান্তিধামলৈ প্ৰয়াণ কৰিলে। তেখেতে ৰোগশয্যাত পৰি থাকোঁতেও "সমাজত তিৰোতাৰ স্থান" নামে এটি প্ৰবন্ধ লিখি "অসম সাহিত্য সম্মিলন"লৈ পঠাইছিল। সেয়ে তেখেতৰ শেষ ৰচনা। সেই প্ৰবন্ধটি দ্বিতীয় বছৰৰ "সাহিত্য-সভা পত্ৰিকা"ৰ তৃতীয় সংখ্যাত তেখেতৰ চমু জীৱনীৰে সৈতে প্ৰকাশ হৈছিল। উক্ত পত্ৰিকাত

তেখেতৰ বিষয়ে যি লিখা হৈছে, তাৰ পৰা এছোৱা তলত তুলি দিলোঁ।

"পদ্মাৱতী ফুকননী দেখিবলৈ সভা-শুৱনী মানুহ আছিল। তেখেত দেখিবলৈ যেনে শুৱনী, কথাবাৰ্তা, স্বভাৱ চৰিত্ৰ, আৰু চলন ফুৰণতো তেনে গম্ভীৰ প্ৰকৃতিৰ আছিল। কোনো কালে নেদেখা মানুহেও তেখেতক দেখিবলৈ বা তেখেতে সৈতে দুআষাৰ কথা পতিলেই, তেখেতৰ ডাঙৰৰ জীয়াৰী আৰু ডাঙৰৰ ঘৈণী বুলি চিনিব পাৰিছিল, বোৱা-কটা, ৰন্ধা-বঢ়া, ঘৰ-চলোৱা, অতিথি-সৎকাৰ কৰাকে আদি কৰি আমাৰ দেশৰ ওখ থাপৰ তিৰোতাৰ গাত থাকিব লগীয়া সকলো সদগুণেই তেখেতৰ গাত সুন্দৰ-ৰূপে প্ৰকাশ পাইছিল।

পদ্মাৱতী দেৱীৰ গাত পুৰণি কালৰ তিৰোতাৰ আৰু বৰ্তমান যুগৰ তিৰোতাৰ সকলো সদগুণ একেলগে বিৰাজ কৰিছিল। তেখেতৰ এফালে যেনেকৈ ঈশ্বৰত বিশ্বাস, ধৰ্মত মতি, সকলোলৈকে মৰম-চেনেহ আৰু সকলো কাৰ্যত পাৰদৰ্শিতা আছিল, ইফালেও তেনেকৈয়ে সংস্কাৰলৈ আগ্ৰহ, উন্নতিলৈ ধাউতি, নতুন কথালৈ কৌতূহল আৰু সকলো কথাতে সময়োচিত সুৰুচি আছিল। সেই বাবে তেখেতক আমাৰ সমাজৰ পুৰণি আৰু বৰ্তমান কালৰ তিৰোতাৰ আদৰ্শৰ সম্মিলন-স্থান বুলিব লাগে।

অসমীয়া সাহিত্যলৈ সেই পুৰণি কালৰে পৰা পদ্মাৱতী দেৱীৰ প্ৰবল অনুৰাগ আছিল। তেখেতে বহুকালৰ পূৰ্বেই দুখন অসমীয়া কিতাপ ("সুধৰ্মাৰ উপাখ্যান" আৰু 'হিতসাধিকা") লিখি প্ৰকাশ কৰিছিল। সিবাৰ নগাঁৱত বহা সাহিত্য সন্মিলনলৈ তেখেতে তেখেতৰ স্বৰ্গীয় পিতৃদেৱৰ উদ্দেশ্যে এখন ভক্তি আৰু ভাৱপূৰ্ণ ৰচনা লিখি পঠাইছিল। সেই ৰচনাখন শ্ৰীযুত সূৰ্যকুমাৰ ভূঞাদেৱে সন্মিলনৰ আগত পাঠ কৰিছিল। তাৰ বাহিৰেও সাহিত্য সন্মিলনলৈ তেখেতে "সমাজত তিৰোতাৰ স্থান" বুলি এটি প্ৰবন্ধ পঠাইছিল।

এনে গৰাকী গুণৱতী আদৰ্শ মহিলাৰ মৃত্যুত আমাৰ সমাজৰ বহুত ক্ষতি হৈছে। পদ্মাৱতীৰ শেষ জীৱন অশান্তিত গ'ল। জগদীশ্বৰে তেখেতৰ আত্মাক অপাৰ শান্তি দিয়ক।'

"সুধৰ্মাৰ উপাখ্যান' ১৮০৬ শকত ছপা হৈ ওলায়। তাৰ অলপ পিছতে 'হিতসাধিকা" প্ৰকাশ হয়। "হিতসাধিকা" ছোৱালীৰ পঢ়াশালিত কিছুদিন চলিছিল। "সুধৰ্মাৰ উপাখ্যান" সকলো তিৰোতাই পঢ়া উচিত। সজ আৰু অসজ মানুহৰ কাৰ্যৰ ফল এই পুথিখনত দেখুৱা হৈছে।

আমাৰ দেশৰ কোনো কোনো মাহেকীয়া কাকতত, বিশেষকৈ "বাঁহী"ত, পদ্মাৱতী দেৱীৰ প্ৰবন্ধ পঢ়িবলৈ পোৱা গৈছিল। তেখেতে মাজে সময়ে পদ্যও লিখিছিল। তেখেতৰ প্ৰবন্ধৰ ভিতৰত "বাঁহী"ত ওলোৱা "প্ৰাৰ্থনা" (পদ্য), 'বসন্ত" (পদ্য), "প্ৰকৃতিৰ শোভা', (পদ্য), ফুলৰাণী (পদ্য) "ঘৈণী" "ৰুক্মিণীৰ বিবাহ", বিধৱা" আদি প্ৰবন্ধ পঢ়ি বৰ ভাল লাগিছিল।

বিষ্ণুপ্ৰিয়া দেৱীয়ে কোমল বয়সীয়া ল'ৰা ছোৱালীৰ কাৰণে কিছুমান নীতিগৰ্ভ সাধুকথা কোমল ভাষাত লিখি "নীতিকথা" নাম দি ১৮৮৪ চনত প্ৰকাশ কৰিছিল। তেখেত অসমৰ সুবিখ্যাত প্ৰাতঃস্মৰণীয় স্বৰ্গীয় ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ ভাৰ্যা। উক্ত ডাঙৰীয়াৰ কন্যা স্বৰ্ণলতা দেৱীৰ "আৰ্হি তিৰোতা" পুথিখন অনেকে পঢ়িছে। তাহানিৰ "জোনাকী" আৰু "বিজুলী" কাকতত তেখেতৰ প্ৰবন্ধ ওলাইছিল। "মণিকা," "যতোধৰ্মাস্ততোজয়ঃ' আদি প্ৰবন্ধ "জোনাকী"ত আৰু "কলম্বচ" আদি প্ৰবন্ধ "বিজুলী"ত পঢ়া মনত পৰে। শ্ৰীযুক্তা কুন্তী ফুকনে "জোনাকী," "বিজুলী," "আলোচনী" আদি কাকতত সুন্দৰ সুন্দৰ প্ৰবন্ধ লিখা দেখিছিলোঁ। আজিকালি তেখেত নিটাল মাৰিছে কিয় ক'ব নোৱাৰোঁ।

যমুনেশ্বৰী শইকীয়াই বিতোপন কৱিতা লিখিব পাৰিছিল। "অৰুণ," "বাঁহী," "চেতনা," আৰু "আলোচনী কাকতত তেখেতৰ কৱিতা পঢ়ি সন্তোষ

পাইছিলোঁ। তেখেতৰ "অৰুণ" নামে কবিতাৰ পুথিখন পঢ়াশালিত চলিছে। তেখেতৰ অকালবিয়োগত আমি এগৰাকী উঠি অহা কবি-প্ৰতিভা থকা সাহিত্য-সেৱকিনী হেৰুৱালোঁ। যমুনেশ্বৰী শইকীয়াৰ ভনীয়েক শ্ৰীযুক্তা কাৰেশ্বৰী খাটনিয়াৰে মাজে সময়ে সুন্দৰ কবিতা লিখি অসমীয়া সাহিত্যৰ সৌন্দৰ্য বঢ়াই আছে।

শ্ৰীযুক্তা হেমপ্ৰভা দাস এগৰাকী বিদুষী মহিলা। "আসাম বান্ধৱ"ত তেখেতৰ অনেক সুলিখিত সাৰুৱা প্ৰবন্ধ পঢ়িবলৈ পাইছিলোঁ। সপ্তদশ আৰু অষ্টাদশ বছৰৰ বাঁহী কাকততো তেখেতৰ প্ৰবন্ধ ওলাইছিল। তেখেতৰ "জ্ঞানমালা" পুথিখন স্কুলত চলিব পায়। তেখেতৰপৰা আমি ভাল ভাল কিতাপ পাম বুলি আশা কৰিছোঁ। আগলৈ তেখেতক এবাৰ সাহিত্য সন্মিলনীৰ সভানেত্ৰীৰূপে দেখিবলৈ পালে অসীম সন্তোষ পাম।

শ্ৰীযুক্তা ধৰ্মেশ্বৰী দেৱীৰ কবিতাবিলাক পঢ়ি বৰ ভাল লাগে। তেখেত বহুদিনীয়া ৰোগ-যন্ত্ৰণাত কাতৰ হৈ থাকিও কবিতা-ফুলেৰে বাণীক পূজিবলৈ এৰা নাই। তেখেতৰ "ফুলৰ শৰাই" ছপা হৈ ওলাইছে। আমাৰ সাহিত্য-ভঁৰালত তেখেতৰ এই শৰাই ক্ষুদ্ৰ হলেও চিৰকাল জিলিকি থাকিব। তেখেতৰ কবিতা "বাঁহী," "আলোচনী", "ঘৰ-জেউতি" আৰু "অৰুণত" মাজে মাজে ওলাইছিল।

অমাৰ দেশৰ বৰ্তমান যুগৰ শ্ৰেষ্ঠ সাহিত্যিক শ্ৰদ্ধাস্পদ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াৰ সহধৰ্মিণী শ্ৰীযুক্তা প্ৰজ্ঞাসুন্দৰী দেৱীয় "ৰন্ধা-বঢ়া" নামে এখন সুন্দৰ পুথি লিখি প্ৰকাশ কৰিছে। আগেয়ে "জোনাকী" আৰু "বাঁহীত" মাজে সময়ে তেখেতৰ প্ৰবন্ধ পঢ়িবলৈ পাইছিলোঁ। তেখেতৰ পৰা আমি আৰু কিতাপ পাবলৈ আশা কৰোঁ।

শ্ৰীযুক্তা ধনদা কুমাৰী শইকীয়াৰ "ৰান্ধনী" আৰু শ্ৰীযুক্তা বেজবৰুৱানীৰ 'ৰন্ধা-বঢ়া" কিতাপে ৰন্ধন-বিদ্যা বিষয়ে আমাৰ সাহিত্যৰ এটি অভাৱ পূৰালে। তেখেতসকল উভয়েই ধন্যবাদৰ পাত্ৰী।

সাহিত্যিক প্ৰবৰ সত্যনাথ বৰা ডাঙৰীয়াৰ সহধৰ্মিণী ভুবনেশ্বৰী বৰাই আমাৰ দেশৰ খিয়ানামবিলাক অতি মনোযোগ আৰু যত্নেৰে সংগ্ৰহ কৰি "খিয়ানাম" বুলি পুথিখন প্ৰকাশ কৰাত আমাৰ মহিলাসকলে চিৰকাল তেখেতৰ শলাগ ল'ব।

শ্ৰীযুক্তা স্নেহলতা বৰুৱাই "বাণী" নামে এখন উপন্যাস লিখি প্ৰকাশ কৰিছে। তেখেতৰ এই প্ৰথম সাহিত্যিক উদ্যম প্ৰশংসনীয়।

প্ৰতিভা দেৱীৰ "অতুল কথামালা" নাম শুনিছোঁ পঢ়িবলৈ পোৱা নাই। বোধ কৰোঁ কিতাপখন ভালেই হৈছে। তেখেতৰ অকাল মৃত্যুত অসমীয়া সাহিত্যৰ যথেষ্ট ক্ষতি হৈছে।

স্বদেশ প্ৰেমিক শ্ৰীযুত মহাদেৱ শৰ্মাৰ সহধৰ্মিণী শ্ৰীযুক্তা কুঞ্জলতা দেৱীয়ে "ৰাণী দুৰ্গাৱতী" আৰু "জয়মতী" নামে দুখন সৰু পুথি লিখি প্ৰকাশ কৰিছে। দুয়োখন পুথিৰ ভাষা আৰু ভাব সুন্দৰ হৈছে। আমাৰ মহিলা সমাজত সেই দুখন পুথিয়ে যথোচিত আদৰ পাব বুলি আশা কৰোঁ।

শ্ৰীযুক্তা শৰৎকুমাৰী দেৱীয়ে ভাল ভাল প্ৰবন্ধ লিখিছিল। আলোচনী আৰু বাঁহীত তেখেতৰ প্ৰবন্ধ পঢ়িবলৈ পাইছিলোঁ। তেখেতে লিখা—"তিৰোতাৰ শিক্ষা আৰু দীক্ষাৰ উপায়," "মালাৱতী" "সকলো তোমাৰ (পদ্য)," "গন্তব্য পথ," "দুৰ্গাপূজা," পত্নীলৈ (পদ্য), "ঈশ্বৰ আৰু মায়া", "ভালপাওঁ" (পদ্য) পঢ়ি ভাল লাগিছিল। এতিয়া তেখেতে লিখিবলৈ এৰিলে কিয়?

শ্ৰীযুক্তা নলিনীবালা দেৱীয়ে লিখা "আবাহন" "প্ৰহৰী" "অনাহূত," পৰমতৃষ্ণা" আদি কবিতাবিলাক সোৱাদ লগা হৈছে। তেখেতৰ কবিত্ব শক্তি আছে।

শ্ৰীযুক্তা গৌৰীপ্ৰভা চলিহা বি এ, শ্ৰীযুক্তা ৰাজবালা দাস বি-এ, শ্ৰীযুক্তা প্ৰিয়লতা কাকতী বি,এ শ্ৰীযুক্তা পুণ্যপ্ৰভা দাস বি-এ, আৰু শ্ৰীযুক্তা সুধা বৰুৱা বিদুষী মহিলা। মাজে সময়ে তেখেতসকলৰ

সুচিন্তিত আৰু সুলিখিত ৰচনা মাহেকীয়া কাকতত পঢ়িবলৈ পাই পৰম তৃপ্তি লাভ কৰোঁ। তেখেত-সকলৰপৰা অসম জননীয়ে ভাল ভাল কিতাপ আশা কৰে।

শ্ৰীযুক্তা চন্দ্ৰপ্ৰভা শইকীয়ানী নিজক স্বদেশৰ কামত উছৰ্গা কৰিছে। তেখেতে যেন সুন্দৰ সাৰুৱা ৰচনা লিখিব পাৰে, তেনে তেজী ৰসাল বক্তৃতাও দিব পাৰে। "চেতনা", "বাঁহী" আদি কাকতত ওলোৱা তেখেতৰ প্ৰবন্ধবিলাক পঢ়ি বৰ ভাব লাগে। অসমীয়া মহিলাৰ ভিতৰত তেখেতেই প্ৰথমে ভাৰতৰ কংগ্ৰেছ মহাসভালৈ আমাৰ দেশৰ পৰা প্ৰতিনিধি স্বৰূপে গৈছিল। তেখেতে কংগ্ৰেছৰ কামত যোগ দি কাৰাবৰণ কৰিছিল। অসম মহিলা সমিতিৰ প্ৰতিষ্ঠা তেখেতৰ অশেষ যত্ন আৰু অক্লান্ত পৰিশ্ৰমৰ ফলত হোৱা বুলিব পাৰি। ঈশ্বৰে যেন তেখেতক দীৰ্ঘায়ু কৰি কুশলে ৰাখে, এই প্ৰাৰ্থনা।

শ্ৰীযুক্তা কমলাসুন্দৰী ৰাভাৰ যি ১।৪ টা প্ৰবন্ধ পঢ়িবলৈ পোৱা গৈছে, তাৰপৰা বোধ হয় যে তেখেতে চেষ্টা কৰিলে সময়ত সুলেখিকা হ'ব পাৰিব।

ৰাজকুঁৱৰী শ্ৰীযুক্তা প্ৰফুল্লবালা চৌধৰাণীয়ে "অসম মহিলা সম্মিলনী"ৰ সভানেত্ৰী স্বৰূপে যি সুন্দৰ সাৰুৱা অভিভাষণ পাঠ কৰি সকলোকে মোহিত কৰিছিল, তা'ৰ চাই এনে বোধ হয় যে তেখেতে সাহিত্য সাধনা কৰিলে সোনকালে সিদ্ধি-লাভ কৰি যশস্বিনী হব পাৰিব।

মাহেকীয়া আলোচনী "ঘৰ জেউতি" অসমীয়া শিক্ষিতা মহিলাৰ আদৰৰ বস্তু আৰু গৌৰৱৰ সম্পদ আছিল। আমাৰ ভাষাত মহিলাৰ কাৰণে মহিলা সম্পাদিকাৰ দ্বাৰা প্ৰকাশ হোৱা এইখনেই প্ৰথম আলোচনী। আশা কৰোঁ "ঘৰ জেউতি"য়ে আকৌ অসমীয়াৰ ঘৰে ঘৰে জ্ঞান আৰু ধৰ্মৰ জেউতি বিলাব। এই কাকতখন চাৰিবছৰ দক্ষভাৱে সম্পাদনা কৰা সাৰৰ যুটীয়া সম্পাদিকা শ্ৰীযুক্তা কনকলতা চলিহা আৰু শ্ৰীযুক্তা কমলালয়া কাকতী উভয়েই অশেষ ধন্যবাদৰ পাত্ৰী, যিবিলাক মহিলাই এই কাকতত প্ৰবন্ধাদি লিখিছিল তেখেতসকলৰ ভিতৰত তলত লিখা মহিলাসকলৰ নাম উল্লেখ যোগ্য :—

১। শ্ৰীযুক্তা কনকলতা চলিহা
২। „ কমলালয়া কাকতী
৩। „ পদ্মাৱতী দেৱী
৪। শ্ৰীযুক্তা নলিনীবালা দেৱী
৫। „ লাবণ্য প্ৰভা বৰুৱা
৬। „ কাদম্বিনী বৰুৱা
৭। „ পুণ্যপ্ৰভা বৰুৱা
৮। „ শশীপ্ৰভা বৰুৱা
৯। „ ৰত্নপ্ৰভা বৰুৱা
১০। „ প্ৰফুল্ল বালা বৰুৱা
১১। „ হেম প্ৰভা দাস
১২। „ হিৰণ্য প্ৰভা বৰুৱা
১৩। „ ৰত্নকুমাৰী ৰাজখোৱা
১৪। „ ধৰ্মেশ্বৰী দেৱী
১৫। শ্ৰীযুক্তা পুণ্যপ্ৰভা দাস
১৬। „ অশোকা দেৱী
১৭। „ দুৰ্বাসুন্দৰী গগৈ
১৮। „ পূৰ্ণবালা বৰুৱা
১৯। „ দীপেশ্বৰী গোহাঁইন
২০। „ কাঞ্চনবালা ভূঞা
২১। „ প্ৰিয়লতা কাকতী
২২। „ মনোৰমা দেৱী
২৩। „ ভুবনেশ্বৰী বৰদলৈ
২৪। „ ধনদা দেৱী
২৫। „ চন্দ্ৰপ্ৰভা শইকীয়ানী
২৬। „ কুমুদিনী দেৱী
২৭। „ হৈমৱতী দেৱী
২৮ „ ঘনকান্তি দত্ত
২৯। „ তিলোত্তমা বৰকাকতী

| | | |
|---|---|---|
| ৩০। | ,, | শান্তি প্ৰভা হাতীবৰুৱা |
| ৩১। | ,, | প্ৰমীলা দেৱী |
| ৩২। | ,, | কিৰণ বালা দেৱী |
| ৩৩। | ,, | হিমলা বৰুৱা |
| ৩৪। | ,, | গিৰিবালা বৰুৱা |
| ৩৫। | ,, | নিৰ্ম্মলা বালা দত্ত |
| ৩৬। | ,, | ৰত্নাৱলী দেৱী |
| ৩৭। | ,, | বীৰবালা বৰুৱা |
| ৩৮। | ,, | অলকা পটঙ্গীয়া |
| ৩৯। | ,, | প্ৰেমদা বালা চক্ৰৱৰ্ত্তী |
| ৪০। | | লাৱণ্যময়ী দেৱী |
| ৪১। | ,, | হেমলতা বৰুৱা |
| ৪২। | ,, | চন্দ্ৰেশ্বৰী বৰা |
| ৪৩। | ,, | দক্ষেশ্বৰী ব্ৰহ্ম |
| ৪৪। | ,, | স্বৰ্ণলতা শইকীয়া |
| ৪৫। | , | দিব্যলতা বৰুৱা |

মহামহোপাধ্যায় পণ্ডিতপ্ৰবৰ ধীৰেশ্বৰ বিদ্যাৰত্ন আচাৰ্য্যদেৱে তেখেতৰ জীয়েকক ঘৰতে সংস্কৃত ভাষা শিক্ষা দি এনে বিদ্যাৱতী কৰি থৈ গৈছিল যে তেখেতে শ্ৰীমদ্ভাগৱত আৰু গীতা আদি শাস্ত্ৰ শুদ্ধৰূপে পাঠ কৰি সুন্দৰকৈ ব্যাখ্যা কৰিব পাৰিছিল, আৰু নলবাৰীত হোৱা বিষ্ণু মহাযজ্ঞত ভাগৱত পাঠ কৰি পণ্ডিত সমাজৰ দ্বাৰা সম্মানিত হৈছিল। এই পাণ্ডিত্যৰ বাবে তেখেতে তাত এটি উপাধিও লাভ কৰিছিল। তেখেতৰ মৃত্যুত অসমৰ অশেষ ক্ষতি হ'ল।

অসমত স্ত্ৰীশিক্ষা বিস্তাৰ হোৱা বেছি দিন হোৱা নাই। ইয়াৰ ভিতৰতে অসমীয়া মহিলাই সুখ্যাতিৰে সৈতে এম,এ মহলতো উত্তীৰ্ণ হোৱা দেখা গৈছে। সুধালতা দুৱৰাই অসমীয়া মহিলাৰ ভিতৰত সৰ্বপ্ৰথমে এম-এ আৰু বি-টি মহলাত উঠি এলাহাবাদৰ এখন কলেজৰ অধ্যক্ষ (Lady Principal) স্বৰূপে কাম কৰি অসমৰ মুখ উজ্জ্বল কৰি থৈ গৈছে। তেখেতৰ অকালত মৃত্যু নোহোৱা হলে, তেখেতৰ দ্বাৰা আমাৰ সাহিত্যৰো উন্নতি হ'লহেঁতেন। তেখেতে সুদূৰ এলাহাবাদৰ পৰা আহি ধুবুৰীত বহা অসম সাহিত্য সন্মিলনীত যোগ দি আমাক উৎসাহিত কৰিছিল। তেখেতৰ সাহিত্য চৰ্চালৈ ধাউতি আছিল।

আমাৰ ভাষাত শিশু আৰু তিৰোতাই পঢ়িব লগীয়া ভাল কিতাপৰ সংখ্যা বৰ তাকৰ। আশা কৰোঁ, আমাৰ দেশৰ বিদুষী মহিলাসকলৰ চেষ্টাত তেনেকুৱা কিতাপৰ সংখ্যা সোনকালে বাঢ়িব। *

* আৱাহন, ফাগুন ১৮৫৪শক, ৪ৰ্থ বছৰ ৫ম সংখ্যা।

# ৺লম্বোদৰ বৰা

অসমীয়াৰ বৰ দুৰ্দ্দিন। অসম আই বৰ দুৰ্ভাগিনী। নহলে নো আনন্দৰাম ঢেকীয়াল ফুকন ৩০ (দেড়) কুৰি বছৰ নৌ হওঁতেই ধুৰাবলৈ পায় নে? নহলে নো, জগৎ বিখ্যাত মহা পণ্ডিত আনন্দৰাম বৰুৱা ভৰ বয়সতে কালৰ হাতত পৰিবলৈ পায় নে? নহলে নো, আজি আমি পাঠক সকলৰ আগত আকৌ লম্বোদৰ বৰাৰ মৰণৰ সংবাদ উপস্থিত হ'ব লগাত পৰোঁনে?

লম্বোদৰ বৰাই সামান্য এজন খেতিয়কৰ ঘৰত জনম লৈ, নিজ হাতে হাল বাই, মত ৰাখি নিজৰ পৰিশ্ৰম, অধ্যৱসায় আৰু মনযোগৰ বলত, গাঁৱলীয়া পঢ়াশালিৰপৰা মহলা দি উত্তীৰ্ণ হৈ, মাহিলী ৩ টকা জলপানি পাই, তেজপুৰৰ বঙলা স্কুলত পঢ়ে। তাৰপৰা মহলা দি অসমত সৰ্বপ্ৰথম হৈ মাহিলী ৪ টকা জলপানি আৰু শলাগ-কাকত পাই ইংৰাজী স্কুলত পঢ়ে। তাৰপৰা

এণ্ট্ৰেন্স মহলা দি কলিকতাত পঢ়ি ক্ৰমে এফ-এ, বি-এ আৰু বি-এল মহলাত উঠি শলাগ-কাকত পায়। বঙলা স্কুলত পঢ়োঁতে পৰা তেওঁ "আসাম বিলাসীনী" লৈ প্ৰবন্ধ লেখে। তেতিয়াৰে পৰা তেওঁৰ অসমীয়া ভাষালৈ অনুৰাগ, মৰম আৰু উদ্যোগ। বি-এ মহলা দি এবাৰ তেওঁ "লৰা-বোধ" প্ৰকাশ কৰে। "আসাম নিউচ" কাকতৰ এওঁ এজন বৰ ভাল লেখাৰু আছিল। ইংৰাজী আৰু অসমীয়া দুয়ো ভাষাতে সেই কাকতলৈ প্ৰবন্ধ লিখিছিল। "আসাম বন্ধুৰ," সেই পঢ়িলে হাঁহি সামৰিব নোৱাৰা, সদানন্দ" শীৰ্ষক প্ৰবন্ধাৱলীৰ এৱেঁই লেখক আছিল। "ফাৰ্ষ্ট আৰ্টচ" দি এতোৱাৰ পাছৰ পৰা এওঁৰ স্বাস্থ্য বেয়া হয়। কেতিয়াবা নৰীয়া পৰি এনেহায়া দুমহীয়াকৈ কলিকতাৰ আস্পতালত পৰি থাকিব লাগিছিল। একেই অৰ্থ অনাটন, সিফালে স্বাস্থ্য বেয়া এনে অৱস্থাতো এটাইবোৰ পৰীক্ষা দিলে, উত্তীৰ্ণও হ'ল। মনৰ দৃঢ়-প্ৰতিজ্ঞা পূৰ কৰিলে।

বি-এল দিয়াৰ আগেয়ে তেওঁ কিছুদিন কছিম' হাইস্কুলৰ হেডমাষ্টৰৰ কাম কৰে। আৰু এই সময়তে "শকুন্তলা"ৰ অসমীয়া ভাঙনি আৰু ২ খন অৰ্থ পুথি প্ৰকাশ কৰে। বি-এলত উঠি তেও তেজপুৰৰ উকীল হয়। তাত তেওঁৰ প্ৰতাপত দুৰন্ত পুলিচ শান্ত হৈ পৰিছিল। বিষয়াসকলৰ অত্যাচাৰ কমিছিল। তেওঁ "অসমীয়া ভাষা-আলোচনী সভা" নামে এখনি মাহেকীয়া সভা পাতি দক্ষতাৰে সৈতে ইয়াৰ কাৰ্য্য চলাইছিল। মৰিবৰ কিছুমান দিনৰ আগেয়ে তেওঁ তেজপুৰৰ "টাউন হলত" অতি ৰগ-ৰেৰে সৈতে এই সভাৰ বছৰেকীয়া উৎসৱ পাতি, মহাত্মা আনন্দৰাম বৰুৱাৰ বিষয়ে এটি সুন্দৰ বক্তৃতা দি সকলোকে মোহিত কৰি পেলাইছিল। তেওঁৰ দ্বাৰাই তেজপুৰৰ "বেগাৰ ধৰা' প্ৰথাটো উঠিছিল।

কলিকতা বিশ্ববিদ্যালয়ৰ পৰা খিতাপ লৈ কেবাজনো আমাৰ অসমীয়া ডেকা অসমলৈ উলটি গৈছে। কিন্তু কোনে লম্বোদৰ বৰাৰ নিচিনাকৈ এটি বাৰে ৰুগীয়া দেহা লৈ, সদায় অসমত থাকি, দেশৰ নিমিত্তে, দেশীয় ভাষাৰ নিমিত্তে ইমান খাটিব পাৰিছে? মোকৰ্দ্দমাৰ কথা লৈ কত ভাবিব-চিন্তিব লাগে, অইন কত চাব লাগে তাৰ ওপৰেও তেওঁ সদায় পুথি লেখিব, "জোনাকী" "বিজুলী" প্ৰভৃতি কাকতলৈ প্ৰবন্ধ লেখিব, দুখীয়া ৰায়ত-বিলাকৰ ওপৰত কেনেকৈ অত্যাচাৰ কমে এইবোৰ চিন্তা কৰি থাকোঁতেই ৰাতি ১২ টা বাজি যায়, তেতিয়া তেওঁৰ শোৱা হয়। বৰ বেজাৰৰ কথা, তেওঁ নতুনকৈ ঘৰ-বাৰী দিয়া-বাৰু কৰাই আগলৈ কত-কি কৰিম বুলি কল্পনা কৰিছিল, এগৰাকী গাভৰু তিৰোতা আৰু এটি কেঁচুৱা লৰাক সংসাৰত অনাথ কৰি তেওঁৰ জীৱন-তৰী অকালত কাল-সাগৰত বুৰ গল। মনৰ যত আশা, যত বাঞ্ছা, মনতে লয় পালে। আনন্দৰাম বৰুৱাৰ জীৱন-চৰিত, সমাজ দৰ্পণ নাটক, প্ৰভৃতি পুথি তেওঁ লেখিছিল, সম্পূৰ্ণ হবলৈ নেপালে। "জ্ঞানোদয়' আৰু "ভূগোলবিদ্যা' নামে দুখন পুথি সম্পূৰ্ণ কৰি থৈ গৈছে। সম্প্ৰতি "জ্ঞানোদয়' ছপা হৈ ওলাইছে। এওঁৰ মৰণত অসম আইয়ে এটি গুণী পুত্ৰ হেৰুৱালে। অসমীয়া ভাষা-আকাশৰ এটি উজ্বল তৰা খহি পৰিল। অসমীয়া পাঠক, আহক আজি আমি এটায়ে এওঁৰ নিমিত্তে শোক কৰি, এওঁৰ আত্মাৰ বাতে সদ্গতি হয়, সেইবাবে মৰমিয়াল ঈশ্বৰক প্ৰাৰ্থনা কৰোঁ। *

* বিজুলী ২য় বছৰ

# ৰায় ছাহাব ৺নাৰায়ণচন্দ্ৰ বৰুৱা

যোৱা ২৯ জুলাই ( ১৩ শাওণ ) তাৰিখে শুক্ৰবাৰে ৰাতি শিৱসাগৰ জিলাৰ নকছাৰিৰ কৃষিতত্ববিদ স্বাৱলম্বী কৰ্মী সুপুৰুষ ৰায় ছাহাব নাৰায়ণ চন্দ্ৰ বৰুৱাদেৱ স্বৰ্গী হ'ল। তেখেতৰ মৃত্যুত আমাৰ এই কৃষিপ্ৰধান দেশৰ বৰ ক্ষতি হ'ল। অসম মাতৃয়ে এজন সুপুৰুষ হেৰুৱালে। কৃষি কৰ্মলৈ সৰুকালৰেপৰা তেখেতৰ ধাউতি আছিল। সেইবাবে ডেকা হৈ তেখেতে আহলে-বহলে জোৰাকৈ কিছুমান মাটি কিনি লৈ নানা তৰহৰ খেতি কৰি নিজৰ অৱস্থা ভাল কৰে। দোণৰ বাহিৰে লাগতিয়াল সকলো খাদ্য বস্তু খেতিৰ পৰাই উপাৰ্জন কৰে। তেওঁ "অসম নাৰ্ছাৰি" খুলি কৃষি সম্বন্ধে বহুত অনুসন্ধান আৰু গৱেষণা কৰি অসমীয়া কৃষি-তত্ব", "কৃষি-বচন", "ভাত-খেতি" আদি পুথি লিখি প্ৰকাশ কৰিছিল। অসম-কৃষক আৰু "খেতিয়ক" নামে আলোচনী বাকৰ তেৱেঁই প্ৰকাশক আৰু সম্পাদক আছিল। "ভৰ্জ শালি" আৰু "মেৰি জহা" নামে দুবিধ ধান তেওঁ আবিষ্কাৰ কৰে। "অসম ৰিভিং ফেক্টৰী"ৰ তেওঁ মেনেজিং ডিৰেক্টৰ আছিল। আমাৰ দেশৰ কৃষি, শিল্প আৰু গোজাতিৰ উন্নতিৰ কাৰণে তেওঁ সদাই পুৰুষাৰ্থ কৰিছিল আৰু নিজকে "কোৰ নাৰায়ণ" বুলিহে চিনাকি দিছিল। তেওঁ আছিল এজন সৰল চিন্তীয়া অমায়িক আদৰ্শ খেতিয়ক আৰু নীৰৱ দেশসেৱক। তেওঁ গদ্য আৰু পদ্য উভয় বিধৰ প্ৰবন্ধ লিখিছিল। তেওঁ লিখা দুটা প্ৰবন্ধ তলত তুলি দিয়া হল :—

( ১ )

এৰৰুট ( Arrowoot )

"পঞ্চদশ খৃষ্টাব্দত কলম্বচে আমেৰিকা মহাদেশ আবিষ্কাৰ কৰে। পশ্চিম ভাৰতীয় দ্বীপপুঞ্জ ( West Indies ) অধিকাৰ কৰোতে তেওঁৰ লগত সেই দ্বীপত থকা অসভ্য জাতিৰ কিছুমান মানুহৰ চুৰ্চুৰী য়াকৈ এখন যুদ্ধ লাগে। কলম্বচৰ ফালৰ সেনাৰ সেই অভ্যাসবিলাকে ধেনুৰে শৰ মাৰোতে কাঁড়ৰ মূৰত এৰকটৰ আলু শি শি মাৰিছিল। কলম্বচৰ ফালৰ মানুহে খাদ্যৰ অভাৱত সেই আলুবোৰকে বুটলি লৈ আহাৰ কৰি তাৰ গুণ জানিবলৈ পায়। এৰ' ( Arrow ) অৰ্থাৎ ধেনুৰ শৰ, ৰুট্ ( Root ) অৰ্থাৎ মূল, শৰৰ আগত লাগি অহা মূল বা আলু কলম্বচৰ লগৰীয়াবিলাকে শৰৰ আগত লাগি অহা এই মূল বা আলুক এৰৰুট ( Arrowroot ) বুলিলে তেওঁলোকে দ্বীপ দখল কৰি সেই আলু কিছুমান নিজৰ দেশলৈ লৈ আনে। তেতিয়াৰ পৰা য়ুৰোপত এৰৰুটৰ খেতি চলে।

ভাৰতলৈ আমেৰিকাৰ পৰাই এৰৰুট আৰু আলু-গুটি (বিলাতী আলু) অনা হয়। কলম্বচে পশ্চিম ভাৰতীয় দ্বীপপুঞ্জ অধিকাৰ কৰিলত সেই দ্বীপৰ এদল লোকে বশ্যতা স্বীকাৰ কৰি কলম্বচৰ দলক জুইৰ চাইত পোৰা এবিধ আলু আৰু কিছুমান ফল-মূল খাবলৈ দিছিল। সেই ছাই লগা আলুবিলাকক সিহঁতে "বেটেটো" বুলিছিল। এই "বেটেটো" শব্দ য়ুৰোপত পটেটো (Potato) অৰ্থাৎ গোলা আলু (আলুগুটি) হ'ল।

১৮২৬ খৃষ্টাব্দত অসম দেশ ইংৰাজে লয়। ডেভিড স্কট নামে এজন ছাহাব এই দেশৰ প্ৰথম শাসনকৰ্তা হয়। তেওঁ খাচীয়া পাহাৰত বিলাতৰপৰা এই আলু অনাই খেতি কৰায়। তাৰ পৰাই ক্ৰমে গোল আলু বা বিলাতী আলু (Potato) সমগ্ৰ ভাৰতত বিস্তৃত হয়।

এৰকটকেই আমাৰ মানুহে 'তৰা আলু বুলি কয়। তাক চহ. কৰাৰ নিয়ম পদ্যত লিখা হ'ল।

এৰকটকেই আমাৰ মানুহে
তৰা আলু বুলি কয়।
মাঘৰ পৰাই শেষ বহাগলৈ
তৰা আলু দিলে হয়।'
আলুখেতি দৰে মাটি পাগৈ হয়
তৰা আলু অতি ভাল।
নহলে নেলাগে মাটিৰ বিচাৰ
মাত্ৰ পানী থকা কাল॥
আঘোণ পুহত ফুটিয়াকৈ কুৰি
গোবৰ পেলাই থবা।
মাঘ মাহে আকৌ হাল মৈৰে ধুনি
হতীয়া খল কৰিবা॥
ডেৰ হাত অন্তে পুতি যাবা মূল
কটুৰত হতীয়াকৈ।
পানী নৰবলৈ লোৰ খানি থবা
বাগৰি দত পৰাকৈ॥
যিমান সাকৰা আলুতলী লাগে
সিমান ইয়ালৈ ভাল।
শুদা গোবৰতো এৰকট হয়
মাত্ৰ কেঁচু হয় কাল॥
ফুল ফুলালৈকে প্ৰতিপাল কৰি
সাৰ মাটি দিবা গোৰে [গুৰিত]।
পুহৰ পৰাই গছ মৰি যায়
আলু খানিব পাৰে॥
আলুগুটি দৰে শীঘ্ৰে নাখানিলে
নালাগে আলু তুৰাৰ।
কেবা মাহো' মাত্ৰ' নাখানিলে আকৌ
কোঁহ গুলাব দেখাৰ॥
একেজোপাতেই আলু তুঁসেৰকৈ
প্ৰায়ে এৰকট হয়।
এৰকট খানি পাখিও গুচাই
ধুই খুন্দিবলৈ লয়॥

নিকা উৰালত কেঁচাই খুন্দিবা
পানীও লবা বাল্টিত॥
খুন্দা হৈ উঠিলে দোচোৰা বাল্টিত
ঢালিবা পাত্তি কাপোৰ।
সিটোত মণ্ডহ কদাপি নাথাকে
খুন্দিলে আকৌ দোকোৰ॥
যতবাৰ খুন্দা ততবাৰ গুলি
চেকি লৈ থাকিবা পানী।
খৰিচা নাথাকে দুবাৰ ছেকিলে
পাৰি নিকা ফটাকানি॥
ছেকা পানীটুপি ঢাকি ভাল কৰি
ৰাখিবা দুঘণ্টা বেলা।
দুঘণ্টা পাছত বগা এৰকট
জমিব বাল্টি খমলা॥
বাল্টিৰ পানীক নিগৰাই ঢালি
খমলাটি লবা কাটি।
তুলাপাত পাৰি শুকাবলৈ দিবা
অতি কমে দুই ৰাতি॥
ব্লটিং বা কাপোৰে শুকাব পাৰিলে
কিম্বা "ছিৰঙ" কলত।
ডাৱৰৰ ভয় আৰু খেচ্মেচ্
গুচিব একে দিনত॥
অতি সাৱধান খোজে এৰকটে
বগা যদি হ'ব লাগে।
সেই দেখি ৰোপা প্ৰতি কামতেই
মলি' চকু দিবা আগে॥
বিঘাত পঞ্চাশ ঘৰতে জতিৱা
কেঁচাই চল্লিশ মোণ।
শুকান শুৰিও পাঁচ মোণ হ'ব
লাভো পঞ্চাশ অন্যূন॥
তোমাৰ বাৰীত যতে পায় ততে
এৰকট গুজি থলে।
লাগ বুলিলেই খানি খাব পাৰি
খেতাৰ্জি পানী সিজালে॥

শ্বেতসাৰ মধ্যে এৰকুট বলী
খেতিও অতি সহজ।
বাৰীত থাকিলে চাও আদি কিনা
মৰে বহুত গৰজ॥"

( ২ )

মাজুফল

"ইংৰাজী ব্লু-ব্লেক্" (নীলা-ক'লা) চিয়'াহী তৈয়াৰ কৰিবলৈ হলে তলত লিখা বস্তু কেইটা লাগে—

| | |
|---|---|
| মাজুফলৰ গুড়ি | /১॥০ সেৰ। |
| নীল | ২ কাচ্চা। |
| হিৰাকচ | /॥০ সেৰ। |
| হৰিতকী (শিলিখা) | /১॥০ সেৰ। |
| খয়েৰ (খদিৰ) | ১ ছটাক। |
| পীত মেজেন্টৰ | ৪ গ্ৰেইন্। |

"প্ৰথমে দহ সেৰ পানীত মাজুফল আৰু হৰিতকী গুড়ি কৰি ৮।৯ দিন তিয়াই থৈ পাছে এখন কেৰাহীত এঘণ্টামান বেলি সিজাই তাৰ পাছত খয়েৰ আৰু হিৰাকচ মিলাই খুব ক'লা ৰং হলে নমাই ছেকিব লাগে, ছেকি আকৌ ১০।১২ দিন থৈ পুনৰ ছেকি নীল আৰু পীত মেজেন্টৰ মিলালে সুন্দৰ ব্লু-ব্লেক্ চিয়'াহী হ'ব।

"এ চিয়'াহ লৈ প্ৰথমে মাজুফল লাগে। মাজুফল নো কি বস্তু তাৰ কথা কওঁ। আমলখী গছৰ ডালৰ আগত এবিধ পোকে বাহ লৈ একোটা টোপোৰা বান্ধে। টোপোৰাবিলাক দেখিবলৈ ফুলৰ নিচিনা হয়। সেই টোপোৰা আনি কটাৰীৰে কাটিলে তাৰ মাজত এটা ক'লা পোক পোৱা যায়। ফাগুনলৈকে সেই পোকটো তাতে থাকি পাছে পকি ওলাই যায়। তেতিয়া সেই টোপোৰাৰ ভিতৰখন ক'লা পৰি থাকে। ডালৰপৰা সেই টোপোৰা কাটি আনিলে তাকে মাজুফল বোলে। জামুগছতো এই টোপোৰা দেখা যায়, কিন্তু তাত কম পৰিমাণে হয়, আমলখী গছত সৰহকৈ হয়। চ'ত মাহত চালেই প্ৰমাণ পাব। মাজুফলৰ দৰ মোণে ৮০্ টকা। নীল, হিৰাকচ, খয়েৰ, পীত মেজেন্টৰ বজাৰত কিনিবলৈ পোৱা যায়। আমাৰ দেশত নীলৰ খেতি হ'ব পাৰে। খয়েৰ (খদিৰ বা খৈৰ) গছ কলে হয়, যি খয়েৰ চূণৰ লগত খোৱা হয় সি সেই গছৰ গাৰপৰা ওলোৱা আঠাৰপৰা হয়। *

---

* আৱাহন, ভাদ ১৮৬০ শক, ৯ম বছৰ ৯ম সংখ্যা।

# অসম-গৌৰৱ বেজবৰুৱাৰ পুণ্য স্মৃতিত

"নমো শতবাৰ হে মোৰ জননী চিৰ জীৱনৰ সাধনা।" জননী জন্মভূমিৰ সেৱাই আছিল বেজবৰুৱা ডাঙৰীয়াৰ চিৰ জীৱনৰ সাধনা। স্বদেশৰ উন্নতি সাধনৰ যিবিলাক উপায় বা সোপান আছে, তাৰ ভিতৰত ভাষা আৰু সাহিত্যৰ, জ্ঞান আৰু ধৰ্মৰ উন্নতিয়েই প্ৰথম আৰু প্ৰধান। তেখেতে নিজেই এদিন কৈছিল,—"আপোনালোকে সাৰোগতকৈ জানিব, অসমীয়া ভাষাৰ উন্নতি, অসমীয়া সাহিত্যৰ উন্নতি, অসমৰ উন্নতিৰ প্ৰথম ঢাপ। আমি একান্ত মনে পৰিশ্ৰম কৰি তাৰ উন্নতিৰ অৰ্থে লাগি গলে নিশ্চয় আমাৰ যত্নই সুফল ফলিয়াবই। * * * স্বদেশ আৰু স্বজাতিৰ উন্নতি আৰু মঙ্গল মন্দিৰৰ সিংহ-দুৱাৰ হৈছে মাতৃ-ভাষা। এনে মাতৃ-ভাষাৰ সেৱক হৈ প্ৰগাঢ় ভক্তিৰে তাৰ কুশলৰ অৰ্থে নিজৰ এই নশ্বৰ দেহৰ সকলো ক্ষমতা সমৰ্পণ কৰি আশা-শুধীয়া ভাৱে আমাৰ কৰ্তব্য কৰ্ম কৰি গলে নিশ্চয় অচিৰতে মঙ্গলৰূপী উন্নতিৰ কিৰীটিয়ে অসম আইৰ পবিত্ৰ মূৰ শোভা কৰিব"—এই কোৱা মতেই তেখেতে প্ৰগাঢ় ভক্তিৰে আজীৱন মাতৃ-ভাষাৰ সেৱা কৰি অসমীয়া সাহিত্যৰ আৰু জাতিৰ মহান কল্যাণ সাধন

কৰি জীৱন সাৰ্থক কৰিলে, জননী জন্মভূমিৰ মুখ উজ্জ্বল কৰিলে।

বঙ্গৰ কবিকুল চূড়ামণি মাইকেল মধুসূদন দত্তই তেওঁৰ 'মেঘনাদ বধ' কাব্যত লিখিছিল—"ৰচিব এ মধুচক্র গৌড়জন যাহে, আনন্দে কৰিবে পান সুধা নিৰবধি।" আমি আমাৰ বেজবৰুৱা ডাঙৰীয়াৰ সম্বন্ধেও ক'ব পাৰোঁ যে তেখেতে তেখেতৰ অসামান্য প্ৰতিভা আৰু জীৱনব্যাপী সাধনাৰ দ্বাৰাই অমৃতময়ী লেখনীৰে যি অফুৰন্ত মৌচাক ৰচি থৈ গৈছে, অসমীয়াই চিৰকাল সেই মৌ আনন্দেৰে খাই তাৰ সোৱাদ লৈ থাকিব। উত্তম কুলত জন্মলাভ কৰি, উত্তম শিক্ষা পাই, উত্তম সঙ্গত থাকি, উত্তম সাধনাৰ দ্বাৰাই তেখেত বৰ্তমান অসমীয়া সাহিত্য-ক্ষেত্ৰত মুকুট-বিহীন সম্ৰাটৰ দৰে জিলিকি আছিল, নিজৰ মাতৃভূমিৰপৰা প্ৰায় আজীৱন আঁতৰি থাকিও একাগ্ৰতাৰে সৈতে মাতৃভাষাৰ সেৱা কৰি অসমীয়া সাহিত্যক গৌৰৱমণ্ডিত কৰিলে। আজি তেওঁৰ বিয়োগত অসমীয়া সাহিত্যৰ ঘাই ধৰণী নোহোৱা হ'ল।

"আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী"—লেখকে সেই পুথিখন তেখেতলৈ উছৰ্গা কৰোঁতে যিখিনি কথা লিখিছে, সি আখৰে আখৰে সঁচা।—"কৱি, কথা-শিল্পী, নাট্যকাৰ, ঔপন্যাসিক, চুটি সাধু লেখক, সম্পাদক, সমালোচক, অধিনায়ক, আপোনাৰ লিখনী হাতৰ শ্ৰেষ্ঠ চিন নাই অসমীয়া সাহিত্যৰ এনে এটি চুক বিচাৰি পোৱা টান।"

৺হেমচন্দ্ৰ গোস্বামী আৰু ৺চন্দ্ৰকুমাৰ আগৰৱালাদেৱ তেখেতৰ অন্তৰঙ্গ বন্ধু আছিল। চন্দ্ৰকুমাৰৰ বিয়োগ-বাতৰি পাই তেখেতে নৱিয়া-পাটীৰ পৰাই লিখি পঠাইছিল,—"বন্ধু। সখী। সুহৃদ! অভিন্ন হৃদয় 'মাজিউ'। কাৰ্যটো হঠাৎ ওলোটা হ'ল। মইহে আগেয়ে যাবলৈ ওলাইছিলোঁ? মোক এৰি তুমি আগ বাঢ়িলা। ঈশ্বৰৰ ইচ্ছাতে এনেকুৱা হৈয়েই থাকে। আজি মোৰ আঙ্গুলি অৱশ, ডিঙি শুকান, জিভা কৰ্কৰীয়া? মোৰ গাত বল দিয়া প্ৰভু।"—এই কেইআষাৰ কথাৰ পৰাই বুজিব পাৰি যে তেখেতে কি দাৰুণ শোক পাইছিল। কিন্তু সেই শোক সৰহ দিন ভুগিবলৈ নেপালে। এমাহ পূৰ নৌ হওঁতেই তেখেতে সদৌ অসমক কন্দুৱাই অমৃতধামলৈ প্ৰয়াণ কৰিলে। অসম আকাশৰ এটি উজ্জ্বল নক্ষত্ৰ কাল-সাগৰত মাৰ গ'ল। অসমী আই শোক বেজাৰত জয় পৰিল। অসমী আইৰ চেনেহৰ আকৰ্ষণে শেষ কালত তেখেতক নিজৰ কোলালৈ টানি আনিছিল, মাতৃৰ বুকুত মূৰ থৈ অস্থিমত নশ্বৰ তনু ত্যাগ কৰিলে। সাধনা সিদ্ধি হ'ল। সাফল জীৱন।

বেজবৰুৱা ডাঙৰীয়াৰ জীৱন সোৱঁৰণ "তেখেতৰ অতি মৰমৰ "বাঁহীৰ" পাতত জিলিকি আছে। প্ৰায় ২৪ বছৰ কাল "বাঁহীৰ' মোহন সুৰে অসমীয়াক মোহিত কৰি আছিল। তেখেতৰ মৌ বৰষা কাপৰ পৰা ওলোৱা বিবিধ বিষয়ৰ সাৰুৱা প্ৰবন্ধৰাশি মাহেকীয়া কাকতবিলাকৰ পিঠিত সিঁচৰিত হৈ আছে। সেইবিলাক সংগ্ৰহ কৰি ক্ৰমে ক্ৰমে পুথিৰ আকাৰত প্ৰকাশ কৰিলে, কে'বাখনো মূল্যবান প্ৰকাণ্ড গ্ৰন্থ হ'ব। মুঠতে তেখেতৰ জীৱনী আৰু সমুদায় গ্ৰন্থ আৰু ৰচনাৱলী "বেজবৰুৱা গ্ৰন্থাৱলী" নাম দি প্ৰকাশ কৰা উচিত। তৰুণ অসমীয়া সাহিত্যিকে বেজবৰুৱা সাহিত্য অধ্যয়ন, কৰি সু-সাহিত্যিক হ'ব পাৰিব, তাত সংশয় নাই।

অসমত বিশ্ববিদ্যালয় থকা হলে ৺বেজবৰুৱা ডাঙৰীয়াই কাহানিবাই ডক্টৰেট আদি ওখ খিতাপ পালেহেঁতেন। 'অসম সাহিত্য সভাৰ" এক অধিবেশনৰ তেখেত সভাপতি আছিল। পিছৰ এক অধিবেশনতো তেখেতক আকৌ সভাপতি পাতিবলৈ ৰাইজে আগ্ৰহ কৰিছিল। "অসম সাহিত্য-সভাৰ" পৰা তেখেতক অভিনন্দন দিয়া হৈছিল। দুৰ্ভগা অসমে ইয়াৰ বেছি একো কৰিব নোৱাৰিলেও এইটো নিশ্চয় যে চিৰকাল তেওঁ অসমীয়াৰ হৃদয়ৰ ভক্তি আৰু শ্ৰদ্ধাৰে অৰ্ঘা পাই থাকিব। তেওঁৰ অমূল্য গ্ৰন্থাৱলীয়েই তেওঁৰ কীৰ্তি যাৱতীয়ুগীয়াকৈ ৰাখিব।

"কীৰ্ত্তিৰ্যস্য স জীৱতি।" *

---

* অসম সাহিত্য সভা পত্ৰিকা, ১৮৫৯।৬০ শক, ৭ম বছৰ ২য় সংখ্যা

# মহাত্মা হংসৰাজ

"যো দেৱোঽগ্নৌ যোঽপ্সু
যো বিশ্বং ভুৱনমাবিবেশ।
যো ওষধীষু যো বনস্পতিষু
তস্মৈ দেৱায় নমো নমঃ॥"

ভাৰতমাতা ৰত্ন-প্ৰসৱিনী। এই ভাৰতত কালে কালে যুগে যুগে অনেক পুৰুষ ৰত্ন আৰু নাৰী-ৰত্নই জন্মগ্ৰহণ কৰি জ্ঞান আৰু ধৰ্মৰ আলোকেৰে ভাৰতক আলোকিত কৰি মহতিমুগাথা কীৰ্তি ৰাখি গৈছে। চিৰমঙ্গলময় মহাকৰুণাময় পৰমপিতা পৰমেশ্বৰৰ অভিপ্ৰায় এই যে, পৃথিৱীত জ্ঞান আৰু ধৰ্মৰ উন্নতি হওক। আজি আমি যি জন মহাপুৰুষৰ তিৰোভাৱত তেওঁৰ প্ৰতি শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিবৰ নিমিত্তে ইয়াত গোটি খাইছোঁহি, তেওঁ ভাৰতমাতাৰ এজন শ্ৰেষ্ঠ সন্তান আছিল। ১৮৬৪ খৃষ্টাব্দত পঞ্জাৱ প্ৰদেশৰ হুচিয়াৰপুৰত তেওঁৰ জন্ম হয়। ১৮৮৪ খৃষ্টাব্দত তেওঁ বি, এ, পাছ কৰি আৰ্য-সমাজৰ প্ৰতিষ্ঠাতা ভাৰত-ৰত্ন স্বামী দয়ানন্দ সৰস্বতীৰ শিষ্য হয়। এই সাধুৰ সঙ্গত তেওঁৰ অসাধাৰণ কৰ্মশক্তি ফলে-ফুলে জাতিষ্মাৰ হৈ উঠে। একনিষ্ঠ কৰ্মযোগীৰূপে তেওঁ পাঞ্জাৱত জ্ঞান আৰু ধৰ্মৰ আলোক বিকীৰণ কৰি পাঞ্জাৱক গঢ়ি তোলে।

অজ্ঞানতা, দৰিদ্ৰতা, আৰু পৰাধীনতা, এই তিনিটাই ভাৰতবাসীৰ অধঃপতনৰ মাই কাৰণ। ইয়াক দূৰ কৰিবৰ কাৰণে সাধাৰণ শিক্ষা বিস্তাৰ, সমাজ সংস্কাৰ আৰু জাতীয় একতাৰ প্ৰয়োজন। ঈশ্বৰলৈ একান্ত ভক্তি, প্ৰবল স্বদেশানুৰাগ আৰু স্বজাতিপ্ৰেম নহলে দেশৰ হিতসাধন কৰিব নোৱাৰি। ঈশ্বৰত বিশ্বাস হলেহে জন সমাজক সেৱা কৰিবলৈ ধাউতি জন্মে। এই জন-সেৱাৰ পৰাই প্ৰকৃত ধৰ্মৰ বিকাশ হয়। মানবৰ হিতসাধন মানৱৰ সেৱাই পৰমেশ্বৰৰ যথাৰ্থ উপাসনা। মহাত্মা হংসৰাজৰ জীৱনত ইয়াৰ জ্বলন্ত দৃষ্টান্ত দেখা পোৱা যায়। শিক্ষা বিস্তাৰ, সমাজ-সংস্কাৰ আৰু ৰাজনীতি এই তিনিও ক্ষেত্ৰতে তেওঁ পঞ্জাৱৰ সৰ্ব শ্ৰেষ্ঠ নায়ক আছিল।

এজন ব্যৱস্থাপকে মহাত্মা যীশুখৃষ্টক এদিন এই বুলি প্ৰশ্ন কৰিছিল "দেৱ, সকলো বিধিৰ ভিতৰত প্ৰধান বিধি কি"? যীশুৱে ক'লে,— "Thou shalt love the Lord thy God with all thy heart and with all thy soul and with all thy mind This is the first and great commandment. And the second is like unto it, thou shalt love thy neighbour as thyself" এনে উপদেশ প্ৰায় সকলো ধৰ্মশাস্ত্ৰতে আছে।

যি মানুহে নিজৰ ভাই-ভনীক, নিজৰ ওচৰ চুবুৰীয়াক ভাল নাপায়, তেওঁ পৰমেশ্বৰকো ভাল পাব নোৱাৰে, 'ঈশ্বৰৰ পিতৃত্ব আৰু মানৱৰ ভ্ৰাতৃত্ব" ধৰ্মৰ এই সাৰ কথা তেওঁ হৃদয়ঙ্গম কৰিব নোৱাৰে। মানুহে মানুহক ঘৃণা কৰিলে, হিংসা কৰিলে, পৰমেশ্বৰক ঘৃণা কৰা, হিংসা কৰা হয়। প্ৰকৃত ঈশ্বৰ-প্ৰেমৰ পৰা জন সেৱাৰ ভাব অন্তৰত জাগি উঠে। ধৰ্মশাস্ত্ৰত আছে, "পাপক ঘিণাবা, কিন্তু পাপীক নিঘিণাবা, পাপীক পুতৌ কৰিবা, জ্ঞান আৰু ধৰ্মৰ বন্তি দেখুৱাই তাক কু-বাটৰ পৰা সুবাটলৈ আনিবলৈ চেষ্টা কৰিবা।" "মুঠতে কওঁ, "মানুহেই দেৱ, মানুহেই সেৱ, মানুহেই পৰাৎপৰ।" মানুহৰ সেৱাই ঈশ্বৰ সেৱা। জনগণেই গনেশ। জন শক্তিয়েই সিদ্ধিদাতা গণেশৰ শক্তি।

মহাত্মা হংসৰাজে জন-সেৱাৰ ব্ৰতত ব্ৰতী হৈ শিক্ষা বিস্তাৰ, সমাজ-সংস্কাৰ আৰু নাৰী জাতিৰ

উন্নতি সাধন কৰি পঞ্চনদ প্ৰদেশক নতুনকৈ গঢ়ি তুলিলে। তেওঁক বৰ্তমান পঞ্জাৱৰ শিক্ষ গুৰু বুলিব পাৰি। যদিও তেওঁৰ কাৰ্যক্ষেত্ৰ পঞ্জাব আছিল, তথাপি তেওঁৰ কীৰ্ত্তি-কৌমুদী সমগ্ৰ ভাৰতত ব্যাপ্ত হৈছিল। তেওঁ এজন নিঃস্বাৰ্থ দেশ-সেৱক আছিল, নীৰৱে নিষ্কাম ভাৱে অদম্য উৎসাহেৰে তেওঁৰ কৰ্তব্য কৰি গৈ আছিল। যশ, মান ক্ষমতা বা অৰ্থৰ আশাত দেশ-সেৱাৰূপে মহান ব্ৰত গ্ৰহণ কৰা নাছিল। কবিগুৰু ৰবীন্দ্ৰনাথৰ তলত লিখা পদ ফাকি তেওঁৰ জীৱনৰ লগত মিলাব পাৰি :—

"আমাৰে যেন না কৰি প্ৰচাৰ
আমাৰ আপন কাজে
তোমাৰি ইচ্ছা কৰোহে পূৰ্ণ
আমাৰ জীৱন মাঝে।"

দেশৰ আৰু জন-সমাজৰ সেৱাই হংসৰাজৰ মহৎ জীৱনৰ মহাব্ৰত আছিল। এনে পবিত্ৰ ব্ৰতত যি ব্ৰতী হয় তেওঁৰেই ঈশ্বৰ-সাক্ষাৎকাৰ ঘটে।

মানৱলৈ প্ৰেম, দেশলৈ প্ৰেম আৰু ঈশ্বৰলৈ প্ৰেম, এই তিনিও বিধ প্ৰেম যাৰ অন্তৰত জাগে, তেওঁহে প্ৰকৃত সমাজ-সেৱক হ'ব পাৰে। এনে সমাজ সেৱকৰ শিৰত সততে ঈশ্বৰৰ শুভাশীষ বৰ্ষিত হৈ থাকে। এনে সমাজ-সেৱক হ'ব পৰাটোৱেই প্ৰকৃত জীৱনৰ দৰ্শন (Philosophy of life)।

মহাপুৰুষ হংসৰাজে জন-সেৱাৰ বিষয়ে ভাৰত-বাসীক সৎশিক্ষা দি সুদৃষ্টান্ত ৰাখি গৈছে। তেওঁ দেশৰ কল্যাণৰ বাবে নিজক উৎসৰ্গা কৰি দিছিল। ত্যাগ আৰু সেৱাৰ, আত্মবিশ্বাস আৰু কৰ্মনিষ্ঠাৰ আৰু আত্মনিৰ্ভৰতাৰ, প্ৰেম আৰু কৰ্মনিষ্ঠাৰ তেওঁ আদৰ্শ আছিল। তেওঁ ভালকৈ বুজিছিল, ঈশ্বৰ, মানৱ আৰু দেশ এই তিনিওকে সেৱা কৰিবৰ নিমিত্তে মানহে পৃথিৱীত জন্মগ্ৰহণ কৰিছে। সকলো নৰ-নাৰীকে তেওঁ ভাই-ভনীৰ দৰে দেখিছিল। "আমৰা সকলি সকলেৰ তৰে, প্ৰত্যেকে আমৰা পৰেৰ তৰে।" তেওঁ এই ভাবত চলিছিল। জাতিভেদ, সম্প্ৰদায়-ভেদ বা ধৰ্মভেদ তেওঁৰ উদাৰ হৃদয়ত ঠাই নেপাইছিল। তেওঁ যি কাৰ্যত হাত দিছিল, সফলতা লাভ নকৰালৈকে তাক নেৰিছিল। লাহোৰ নগৰৰ "দয়ানন্দ এংলো-বৈদিক কলেজ"ৰ তেওঁ অন্যতম সংস্থাপক। ইয়াৰ উপৰিও পঞ্জাবৰ নানা ঠাইত কে'বাখনো স্কুল-কলেজ স্থাপন কৰে। দুখীয়া মানুহৰ ল'ৰা-ছোৱালীয়ে বিনামাচুলে তাত পঢ়িব'লৈ পায়। তেওঁৰ নিচিনা ধৰ্মপৰায়ণ, স্বদেশ-প্ৰেমিক, সমাজ-সেৱক, শিক্ষাব্ৰতী আৰু গুণৱন্ত পুৰুষ পৃথিৱীত বিৰল। তেওঁ আৰ্য-সমাজৰ এজন প্ৰধান নেতা আছিল। যোৱা ১৫ নবেম্বৰ তাৰিখে ৰাতি ৭৪ বছৰ বয়সত লাহোৰ নগৰত এই স্বনামধন্য মহাপুৰুষে মহা-প্ৰয়াণ কৰিলে। ভাৰতাকাশৰ এটি উজ্জ্বল নক্ষত্ৰ কালসাগৰত মাৰ গ'ল। তেওঁৰ বিয়োগত আৰ্য-সমাজ অনাথ হোৱা নিচিনা হ'ল। ভাৰতৰ বিশেষকৈ পঞ্জাৱৰ অপূৰণীয় ক্ষতি হ'ল। কাংড়াৰ "গুৰুকুল-বিদ্যালয়", "কন্যা মহাবিদ্যালয়" আদি স্থাপন কৰোঁতা আৰু ভাৰতত শুদ্ধি আন্দোলন চলাওঁতা স্বৰ্গীয় শ্ৰদ্ধানন্দ স্বামী মহাত্মা হংসৰাজৰ সহকৰ্মী আৰু গুৰু-ভাই আছিল। উভয়েই ভাৰতৰ মুক্তিৰ কাৰণে কংগ্ৰেছৰ স্বৰাজ-যুদ্ধতো যোগ দিছিল।

আশা কৰোঁ, মহাপ্ৰাণ হংসৰাজৰ মহৎ জীৱনৰ আদৰ্শই ভাৰতীয় তৰুণবৃন্দক স্বদেশৰ সেৱাত আগুৱাবলৈ বল-শক্তি দিব, এক মহাত্মা হংসৰাজৰ তিৰোভাৱত শতেক হংসৰাজৰ উদয় হৈ ভাৰত-মাতাৰ মুখ উজ্জ্বল কৰিব। এতিয়া আহক, আমি সেই মহাত্মাৰ উদ্দেশ্যে সভক্তিৰে শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰি বিশ্ব-পিতাৰ ওচৰত তেওঁৰ আত্মাৰ চিৰশান্তিৰ অৰ্থে কাতৰভাৱে প্ৰাৰ্থনা কৰোঁ। *

---

* আৱাহন, পুহ ১৮৬০ শক, ১০ম বছৰ ১ম সংখ্যা। মহাত্মা হংসৰাজৰ তিৰোভাৱত তেজপুৰত যি শোক-সভা ২৪।১১।৩৮ তাৰিখে পতা হৈছিল তাত দিয়া বক্তৃতাৰ সাৰাংশ। সম্পাদক, আৱাহন।

# মিউজিয়ম্

যি ঘৰত আচৰিত আৰু আপুৰুগীয়া বস্তুবিলাক ভাল মতে ৰখা হয়, তাক ইংৰাজী ভাষাত মিউজিয়ম্ বোলে। কলিকতা মহানগৰীত যিটো প্ৰকাণ্ড মিউজিয়ম্ আছে, তাক আমি যাদু-ঘৰ কওঁ। কিন্তু "যাদু-ঘৰ" মিউজিয়মৰ ঠিক অৰ্থবোধক শব্দ নহয়। "মিউজিয়ম্" শব্দটোৰ উৎপত্তিৰ বিষয়ে পাশ্চাত্য পণ্ডিতসকলে কয় যে যি ঠাইলৈ মিউজসকল (Muse) সদায় অহা যোৱা কৰিছিল য'ত তেওঁলোকে থাকিবলৈ ভাল পাইছিল, তেওঁলোকৰ সেই প্ৰিয় ঠাইৰ নাম গ্ৰীক ভাষাত মিউজিয়ম্ আছিল। এই গ্ৰীক্ শব্দটো কালক্ৰমে ইংৰাজী আৰু আন কেইবাটাও ভাষাত ঠাই পাইছে। মিউজিসকল Zeus অৰ্থাৎ দিব্ দেৱতাৰ জীয়েক। তেওঁলোক নিজৰা বা উহনিৰ অধিষ্ঠাতৃ দেৱতা আছিল। নিৰ্জন অৰণ্যত নিজৰাৰ কাষত তেওঁলোকৰ নাম-গুণ গাই, নাচোন-বাজোন কৰি থাকিবলৈ ভাল পাইছিল। তেওঁলোক ৯ জনা বায়েক-ভনীয়েক। মহাকাব্য, গীতি-কাব্য, চিত্ৰাঙ্কন, স্তৱ-স্তুতি, সঙ্গীত, নাট, ইতিহাস, পুৰাণ আৰু জ্যোতিষৰ একো গৰাকী দেৱতাৰূপে তেওঁলোক গণ্য হৈছিল। পাছে, য'ত এইবিলাক বিষয়ৰ আলোচনা হৈছে, তাক মানুহে মিউজিয়ম্ বুলি কবলৈ ধৰে। অৱশেষত মিউজিয়মৰ যি অৰ্থ হয়। তাক ওপৰত কোৱা হৈছে।

অসমৰ বাহিৰে ভাৰতবৰ্ষৰ সকলো প্ৰদেশত মিউজিয়ম্ স্থাপিত হৈছে। কোনো প্ৰদেশত একাধিক মিউজিয়ম পতাও জানিব পৰা গৈছে। যেনে—

বঙ্গ—কলিকতা, ঢাকা, ৰংপুৰ, ৰাজচাহী।

বিহাৰ আৰু উড়িষ্যা—পাটনা, চাৰনাথ।

অযোধ্যা আৰু আগ্ৰা—লক্ষৌ, এলাহাবাদ, মথুৰা।

দিল্লী—দিল্লী।

পঞ্জাব—লাহোৰ, তক্ষশিলা।

বোম্বাই—বোম্বাই, পুনা।

মাদ্ৰাজ—মাদ্ৰাজ।

মধ্যপ্ৰদেশ—নাগপুৰ।

উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ—পেছোৱাৰ।

হায়দাবাবাদ, মহীশুৰ, কাশ্মীৰ, বৰদা, গোৱালিয়ৰ আদি কোনো কোনো দেশী ৰজাৰ ৰাজ্যতো মিউজিয়ম্ পতা হৈছে। বৰ দুখৰ বিষয় যে "পৃথিব্যাং ভাৰতবৰ্ষে কামৰূপং সুৰালয়ং" হৈও এই অতি পুৰণি আৰু অতীত কীৰ্তিৰে ভৰা প্ৰদেশখনৰ প্ৰাগ্-জ্যোতিষপুৰত আজিলৈকে এটি মিউজিয়ম্ স্থাপিত হোৱা নাই।

কলিকতাত যিটো মিউজিয়ম্ (Indian Museum) আছে, তাৰ স্থাপনৰ গুৰিত বঙ্গৰ ৰয়েল এছিয়াটিক ছোছাইটি (Royal Asiatic Society)। ১৭৮৪ খৃষ্টাব্দৰ ১৫ জানুৱাৰী তাৰিখে বঙ্গদেশৰ ফৰ্ট্ উইলিয়ম্ দুৰ্গৰ চুপ্ৰিম্ ক'ৰ্টৰ বিচাৰপতি স্যাৰ উইলিয়ম্ জোন্স ছাহাবৰ যত্নত এছিয়াটিক ছোছাইটি প্ৰথমে স্থাপিত হয়। সেই ছোছাইটিৰ উদ্দেশ্য হৈছে, এছিয়া মহাদেশৰ ভিতৰত ঈশ্বৰে যি কৰিছে আৰু মানুহে যি কৰিছে, সেই সকলোৰে আলোচনা। বোম্বাই আৰু মাদ্ৰাজৰ মিউজিয়মো কলিকতাৰ মিউজিয়মৰ আহিৰে পতা হৈছে। দিল্লীৰ মিউজিয়মত ঘাইকৈ মুছলমানৰ আমোলৰ আৰু লক্ষৌৰ মিউজিয়মত হিন্দু আমোলৰ বস্তু সৰহ।

মিউজিয়মৰ ঘাই উদ্দেশ্য হৈছে,—(১) আনন্দ, (২) লোকশিক্ষা, (৩) অনুসন্ধান আৰু (৪) আৱিষ্কাৰ।

নিজৰ দেশত অতীত গৌৰৱৰ বস্তুবিলাক দেখিলে মনত আনন্দ লাগে। সেই বস্তুবিলাক চাই দেশৰ

আৰু জাতিৰ উঠন-পতন আদি বুজিব পাৰি। সাৱধানে অনুসন্ধান কৰিলে সেইবিলাকৰপৰা অনেক পুৰণি তথ্য আবিষ্কাৰ কৰি ইতিহাস লিখিব পাৰি।

যোৱা বৰদিনৰ বন্ধত গাইকোৱাৰৰ ৰাজধানী বৰদা নগৰত নিখিল ভাৰত প্ৰাচ্য সন্মিলনৰ (Indian Oriental Conference) সপ্তম বছৰীয়া অধিবেশন বহিছিল। পাট্‌নাৰ বাৰিষ্টাৰ মিঃ কে, পি, জয়স্বোৱাল এম-এ, সেই সন্মিলনৰ সভাপতি আছিল। তেওঁ তেওঁৰ অভিভাষণত মিউজিয়মৰ বিষয়ে কৈছিল -

What private effort can do in one field is well illustrated by the museum of the Allahabad municipality equipped in less than three years You have here sculptures and remains, from the Asoka's time down to the eleventh century A. D almost every period being represented You have two unique inscriptions there-one being on copper in inlaid gold letters A single individual Mr Vyas, the Executive Officer of the municipality has built up this museum in a spare building of the municipality, without spending any insignificant funds If every municipality did the same, what a treasure we should gather with but little effort Such museums should be objects of local civic pride, and collectively a national wealth The Allahabad municipal authorities have similarily gathered a number of ancient coins through their peons and employees and a number of paintings as free gifts from the citizens I mention this in detail for guidance in founding such priceless civic institutions--priceless both in the sense of being costless and priceless in the sense of being inmeasurable to value The educative value of museums needs not to be told to the modern world. It is self evident"

অৰ্থাৎ "ব্যক্তিৰ চেষ্টাত বে-চৰকাৰী প্ৰতিষ্ঠানেও কেনেকৈ মিউজিয়ম প্ৰতিষ্ঠা কৰিব পাৰে তাৰ উদাহৰণ স্বৰূপ তেওঁ এলাহাবাদ মিউনিচিপেলিটিৰ উল্লেখ কৰি কয় যে তিনি বছৰৰ ভিতৰত উক্ত মিউনিচিপেলিটিয়ে সামান্য খৰচত এটি সুন্দৰ মিউজিয়ম গঢ়ি তুলিছে. ভাৰতসম্ৰাট অশোকৰ দিনৰপৰা আৰম্ভ কৰি একাদশ খৃষ্টাব্দলৈকে এইখিনি সময়ৰ খোদিত মূৰ্ত্তি, শিলালিপি আৰু প্ৰাচীন কীৰ্ত্তিৰ অনেক ভগ্নাৱশেষ তাত যুগানুসাৰে সুন্দৰকৈ সজাই থোৱা হৈছে। তাত দুখন আটকীয়া ফলি আছে তাৰে এখন তামৰফলিৰ আখৰবিলাক সোণ পটোৱা। সেই মিউনিচিপেলিটিৰ একজিকিউটিভ অফিচাৰ মিঃ ব্যাসৰ অকলশৰীয়া চেষ্টাত মিউনিচিপেলিটিৰ এটা খালি ঘৰত এই মিউজিয়মটি পতা হয় আৰু সেই কাম অলপ খৰচতে সমাধা হয়। যদি প্ৰত্যেক মিউনিচিপেলিটিয়ে এলাহাবাদৰ আহিৰে একোটা মিউজিয়ম্ স্থাপন কৰে তেন্তে অলপ চেষ্টা আৰু অৰ্থ খৰচ কৰিলেই পুৰণি গৌৰৱৰ সম্পদবিলাক সংৰক্ষণ কৰিব পাৰে। এনেকুৱা মিউজিয়ম্‌বিলাক স্থানীয় লোকসমাজৰ গৌৰৱৰ বস্তু আৰু জাতীয় অমূল্য সম্পদ। এলাহাবাদ মিউনিচিপেলিটিয়ে নিজৰ টেকেলা আৰু কৰ্মচাৰীবিলাকৰ হতুৱাই প্ৰাচীন মুদ্ৰা আৰু চিত্ৰ সংগ্ৰহ কৰাই মিউজিয়মত ৰাখিছে। মিউজিয়মৰ প্ৰত্নতাত্ত্বিক মূল্য যে কিমান বেছি, তাক বৰ্ত্তমান জগতে জানিছে, এতেকে বহলাই নকলেও হ'ব।"

কামৰূপ অনুসন্ধান সমিতি'ৰ লগতে গুৱাহাটীত এটা মিউজিয়ম্ পাতিব পাৰিলে ভাল হয়। আমাৰ দেশত ঈশ্বৰে যি কৰিছে আৰু যুগে যুগে মানুহে যি কৰি গৈছে তাৰ আলোচনাৰ নিমিত্তে মিউজিয়ম্ লাগতিয়াল। আমাৰ গৱৰ্ণমেণ্ট, লোকেলবোৰ্ড, মিউনিচিপেলিটি আৰু ধনৱন্ত লোকসকলৰ দান বা বৰঙণিৰে গুৱাহাটীত মিউজিয়ম্ স্থাপন কৰিব পৰা

যায়। তাৰ নিমিত্তে আমাৰ দেশত আলোচনা আৰু আন্দোলন হ'ব বুলি আশা কৰিলোঁ। আমাৰ দেশ এসময়ত পূৰ ভাৰতত এখন প্ৰবল প্ৰতাপী সাম্ৰাজ্যৰূপে জিলিকি আছিল। অঙ্গ বঙ্গ, কলিঙ্গ, ওড্ৰ (উড়িষ্যা) আৰু দক্ষিণ কোশল (বৰাৰ) এই সাম্ৰাজ্যৰ ভিতৰত আছিল।

"বিশ্বকোষ' ৰচোতা প্ৰাচ্যবিদ্যা মহাৰ্ণব শ্ৰীযুত নগেন্দ্ৰনাথ বসু মহাশয়ে তেওঁৰ (Social History of Kamrup Vol. III) কামৰূপৰ সামাজিক ইতিহাস, তৃয় খণ্ড পুথিত লিখিছে যে এসময়ত কামৰূপৰ ভৌম নৃপতিসকলৰ অৰ্থাৎ ভগদত্তৰ বংশৰ ৰজাসকলৰ ক্ষমতা পূবে প্ৰশান্ত মহাসাগৰৰ পাৰৰ পৰা পশ্চিমে মগধৰ সীমালৈকে আৰু উত্তৰে হিমালয়ৰ পৰা দক্ষিণে মান্দ্ৰাজ প্ৰদেশৰ গঞ্জামলৈকে বিস্তৃত হৈছিল। অকল যে তেওঁলোকৰ ক্ষমতা সিমান দূৰলৈকে ব্যাপ্ত হৈছিল এনে নহয় কামৰূপৰ ব্ৰাহ্মণ সমাজৰ আচাৰ ব্যৱহাৰ, কৃষ্টি আৰু সংস্কৃতি, কামৰূপী ব্ৰাহ্মণে সেইবিলাক ঠাইত লৈ চলাইছিল আৰু তাৰ চিন আজিকোপৰ্যন্ত সেই সেই দেশৰ লোক সমাজত পোৱা যায়। গুজৰাটৰ কাজৰ নাগৰ ব্ৰাহ্মণবিলাক কামৰূপী ব্ৰাহ্মণৰ বংশধৰ।

মাননীয় ৰায় বাহাদুৰ শ্ৰীযুত কনকলাল বৰুৱা ডাঙৰীয়াই উক্ত পুথিখন পঢ়ি গ্ৰন্থকৰ্ত্তালৈ যি লিখিছে তাৰ এছোৱা তলত তুলি দিলোঁ:—

'I greatly admire your energy in your advanced age and your great interest in Kamrupa. I feel ashamed to say, we Kamrupis have only just begun to feel that we had a past greatness. There are very few amongst us who can even highly imagine a Kamrupi Empire comprising Assam, Bengal and Orissa."

কবলৈ দুখ লাগে যে আজিৰ অসমীয়া এটি আত্মবিস্মৃত জাতি। *

---

* এই প্ৰবন্ধটি তেজপুৰৰ অ, ভা, উ, সা, সভাত পঠিত আৰু আবাহনত (৫ম বছৰ ৩ম সংখ্যা) প্ৰকাশিত।—সম্পাদক॥ গ্ৰন্থাৱলী

# অসম-কোষ

## বা

# পুৰণি অসমৰ ভূ-পৰিচায়ক অভিধান

(A Geographical Dictionary of Ancient Assam)

পুৰণি অসমৰ ইতিহাস-পুৰাণ 'প্ৰসিদ্ধ পৰ্বত-পাহাৰ, নদ-নদী, দুৰ্গ-নগৰ, তীৰ্থক্ষেত্ৰ, ঋষি মুনিৰ আশ্ৰম, কুণ্ড-সৰোবৰ দৌল-দেৱালয় আদিৰ নাম আৰু চমু বিৱৰণ থকা এখন অভিধান সঙ্কলন কৰি প্ৰকাশ কৰা ভাল দেখোঁ। কিন্তু এই কাম কেৱল মোৰ নিচিনা এজন অভাজনৰ দ্বাৰাই সুকলমে সমাধা হোৱা টান। অসম সাহিত্য-সভাই বা কামৰূপ অনুসন্ধান সমিতিয়ে এই কামটি হাতত লব পাৰে। অসমৰ প্ৰত্যেক জিলাৰ শিক্ষিত লোকসকলে নিজৰ নিজৰ গাওঁৰ, তলত লিখা মতে পুৰণি তথ্য সংগ্ৰহ কৰি আমালৈ পঠালে আমাৰ মন্তব্যৰে সৈতে সেই তথ্য মাহেকীয়া কাকতত প্ৰকাশ কৰিবৰ কাৰণে পঠাই থাকিব পাৰোঁ। তাৰপৰা "অসম-কোষ" সঙ্কলনৰ কামত ভালেখিনি সহায়তা কৰা হ'ব। কোনো কোনো ঠাই নৈ, জান, পুখুৰী আদিৰ নামৰ লগত ইতিহাসৰ সম্বন্ধ থকা দেখা যায়।

যেনে, দৰং জিলাৰ নাগশঙ্কৰ, প্ৰতাপগড়, হজৰা পুখুৰী, ভালুক-পাং ইত্যাদি। গহপুৰ থানাৰ ওচৰত "কুকুৰ-জান" নামে এখন সৰু নৈ আছে। সেই নৈৰ পাৰত মহাপুৰুষ মাধৱদেৱৰ পূৰ্বপুৰুষ "কুকু কায়স্থৰ" ঘৰ-বাৰী আছিল। কুকু কায়স্থৰ নামৰ পৰাই জানটোৰ নাম "কুকুৰজান" হয়। এই দৰে অনুসন্ধান কৰিলে আৰু বুঢ়ালোকৰ মুখৰ পৰা কিম্বদন্তী সংগ্ৰহ কৰিব পাৰিলে অনেক তথ্য গোটাব পৰা যায়। সম্প্ৰতি আমি তলত লিখা প্ৰশ্নাৱলী আমাৰ শিক্ষিত সম্প্ৰদায়ৰ ওচৰলৈ আগ বঢ়ালোঁ। আশা কৰোঁ যথা সময়ত উত্তৰ পাম। প্ৰশ্নাৱলী :—

১। আপোনাৰ গাৱঁত কোনো পুৰণিকলীয়া পুখুৰী, দৌল দেৱালয়, কুণ্ড, গুহা বা ঘোপা, শিলৰ বা ধাতুৰ মূৰ্তি, শিলালিপি, গড় বা এৰা নগৰৰ ভগ্নাৱশেষ আছে নে ?

২। যদি আছে, তেন্তে সেইবিলাক কিমান পুৰণি ?

৩। সেই প্ৰাচীন কীৰ্তিবিলাকৰ বিষয়ে কোনো কিম্বদন্তী বা লিখিত বিৱৰণ আছেনে ? যদি আছে তেন্তে জানিবলৈ দিয়ক ।

৪। দৌল, দেৱালয়, ঘোপা, গহ্বৰ, গড়, নগৰ আদি কি ধৰণেৰে নিৰ্মিত। তাত কি দেৱতা আছিল ? দেৱমূৰ্তিৰ বৰ্ণনা আৰু শিলত বা তামৰ ফলিত কিবা লিখা থাকিলে জানিবলৈ দিয়ক।

৫। নৈ, পুখুৰী, আলি, মৈদাম, গড় নগৰ আদি সম্বন্ধেও জানিব লগীয়া কথা থাকিলে তথ্য সংগ্ৰহ কৰি পঠাওক ।

৬। আপোনাৰ গাৱঁত মাটি খানোতে কেতিয়াবা কোনো দেৱমূৰ্তি, শিলৰ অস্ত্ৰ শস্ত্ৰাদি পোৱা গৈছিল নে ? যদি পোৱা গৈছিল তেন্তে তাৰ বিৱৰণ জানিবলৈ দিয়ক।

৭। আপোনাৰ গাৱঁত কোনো মহৎ লোক উপজিছিল নে ? কিম্বা তাত বাস কৰিছিল নে ? তেনে লোকৰ চমু জীৱনী লিখি পঠাওক ।

৮। আপোনাৰ গাৱঁত যদি কোনো ঐতিহাসিক ঘটনা ঘটিছিল, তেন্তে তাৰ বিৱৰণ লিখি পঠাওক।

৯। আপোনাৰ গাৱঁত বা তাৰ সমীপত কেতিয়াবা শিল্প-বাণিজ্যৰ উৎকৰ্ষ হৈছিল নে ? যদি হৈছিল তেন্তে সেই সম্বন্ধে তথ্য সংগ্ৰহ কৰি লিখক।

১০। আপোনাৰ গাৱঁত ৰাজকীয় কাৰ্যৰ বা বিদ্যাচৰ্চাৰ কেন্দ্ৰ আছিল নে ? সেই সম্বন্ধে কিম্বদন্তী বা বিৱৰণ যি পাৰে সংগ্ৰহ কৰি পঠাওক।

১১। আপোনাৰ গাৱঁত সত্ৰ থাকিলে তাৰ আঁতিগুৰি লিখি পঠাওক

১২। কোনো পুৰণি পুথি পালে তাক পটি চাই যাৰপৰা সাহিত্য আৰু ইতিহাসৰ বিষয়ে যি লাগতিয়াল কথা পোৱা যায় তাক লিখি পঠাওক।

১৩। গাওঁ, পুখুৰী, আলি আদিৰ নামৰ উৎপত্তিৰ কাৰণ সম্বন্ধে অনুসন্ধান কৰি যি জানিব পাৰে লিখি পঠাওক ।

১৪। পুৰণি বংশাৱলী পুৰণি সাহিত্য আৰু ইতিহাসৰ বিষয়ে কোনো জানিব লগীয়া কথা পালে লিখি জনাওক ।

১৫। আপোনাৰ গাৱঁত যদি বছৰি কোনো মেলা বা উৎসৱ হয়, তাৰ বিৱৰণ লিখি পঠাব পাৰে।

১৬। অসমৰ কেইঠাইতো "বুঢ়া বুঢ়ীৰ" থান, দেৱালয়, গড় আদি আছে। এই "বুঢ়া-বুঢ়ীৰ" ইতিহাস জানিব পাৰিলে লিখি পঠাওক।

১৭। নগাওঁ জিলাৰ কাজলীমুখৰ চ'কী গাৱঁত আৰু কলীয়াবৰত শিলৰ নৰসিংহ মূৰ্তি আছে। তাত এই পৰ্যন্ত সেৱা-পূজা চলি আছে। এই সম্বন্ধে ঐতিহাসিক তথ্য জানিব পাৰিলে লিখি পঠাওক ।

১৮। নগাওঁ জিলাৰ শিলঘাটৰ এটা পৰ্বতত আৰু মায়ং পৰ্বতৰ নামনিত যি কামাখ্যা দেৱালয় আছে, তাৰ তথ্য সংগ্ৰহ কৰি পঠাওক।

১৯। আপোনাৰ গাৱঁত কোনো তীৰ্থস্থান থাকিলে তাৰ বিৱৰণ লিখি পঠাওক।

২০। আপোনাৰ গাৱঁত বা তাৰ ওচৰত কোনো ধাতু বা খনিজ বস্তুৰ আকৰ আছে নে?

২১। কোনো বিশেষ কাৰণত আপোনাৰ গাৱঁৰ খ্যাতি থাকিলে জানিবলৈ দিয়ক। *

* আৱাহন, ভাদ ১৮৫৫, ৪ৰ্থ বছৰ ১১শ সংখ্যা।

# ঘৰুৱা জীৱনত ঘৈণীৰ কৰ্তব্য

ঘৰুৱা জীৱন বুলিলে গাৰ্হস্থ্যাশ্ৰম বা গৃহী জীৱনক বুজায়। হিন্দু শাস্ত্ৰমতে আশ্ৰম চাৰিটি,—(১) ব্ৰহ্মচৰ্য বা ছাত্ৰজীৱন (২) গাৰ্হস্থ্য বা গৃহী জীৱন, (৩) বানপ্ৰস্থ বা নিৰ্জনত বাস আৰু (৪) সন্ন্যাস বা সৰ্বত্যাগী অৱস্থা। ইয়াৰ কোনো আশ্ৰমতেই মানুহে অন্য আশ্ৰমৰ কাম কৰা অনুচিত। ছাত্ৰ জীৱনত গৃহস্থ হ'ব নেপায় তেতিয়া বানপ্ৰস্থ বা সন্ন্যাস অৱলম্বন কৰাও অযুগুত, বানপ্ৰস্থাৱলম্বীয়েও আকৌ গৃহস্থালি লৈ হেঁপাহ কৰা অযুগুত। কিন্তু সকলো আশ্ৰমতেই ধৰ্ম আচৰণ কৰিব লাগে। জীৱাত্মাৰ ক্ৰমবিকাশৰ নিমিত্তে প্ৰত্যেক আশ্ৰমৰ কৰ্তব্যবিলাক শাস্ত্ৰত বাহুল্যকৈ লিখা আছে।

বিবাহৰ পাচৰপৰাই ঘৰুৱা জীৱন আৰম্ভ হয়। ছাত্ৰ জীৱনত মানুহ ল'ৰা হৈ থাকে। ছাত্ৰ জীৱন পাৰ হৈ ঘৰুৱা জীৱনৰ দুৱাৰ দলিত ভৰি দিওঁতে মানুহ ডব ডেকা হয়। ছাত্ৰ বুলিলে ব্ৰহ্মচাৰী, ব্ৰহ্মচৰ্যই তাৰ কৰ্তব্য। সেই কালত ছাত্ৰৰ বিদ্যা-শিক্ষা কৰে, পৰিশ্ৰমী, সহনশীল, গুৰুজনৰ আজ্ঞাগ্ৰাহী নম্ৰ আৰু কামত পাৰ্গত হবলৈ শিকে।

যেতিয়া ডেকাই লাগতিয়াল শিক্ষা সমাপ্ত কৰি গৃহস্থালিৰ ভাৰ কান্ধত লবৰ উপযুক্ত হয়, সংসাৰ-সাগৰত সাঁতুৰিবলৈ সমৰ্থ হয়, জীৱন যুদ্ধত যুঁজিবলৈ সক্ষম, হয় তেতিয়া তেওঁৰ মুৰত বিবাহৰ মালা পিন্ধাই তেওঁক গৃহস্থী কৰা হয়। তেতিয়া ডেকাৰ হৃদয়ত এটি নতুন প্ৰতিমাই ঠাই লয়। সেই প্ৰতিমাটি কোন?

সেইটি প্ৰণয়ৰ নন্দিনী। এঘৰৰ এজনী গাভৰু ছোৱালী। গাভৰু জনাই মুকলিমুৰীয়া জীয়াৰী জীৱন এৰি বোৱাৰী জীৱনত ভৰি দিয়ে। এটি চেনেহী লতাই এজোপা গছক লহ-পহ কৰে বাটি সাবটি ধৰে। গছৰ জীৱনেই লতাৰ আশ্ৰয় হয়। গছজোপা ধুমুহাত উভলি পৰিলে লতা জোপাৰ আলাই-আথানি হয়।

শাস্ত্ৰৰ নিয়ম মতে ডেকা আৰু গাভৰুৰ যি প্ৰথম পৱিত্ৰ সন্মিলন হয় তাকেই বিবাহ বোলে। বিবাহত অনেক উৎসৱ হয়, সেই উৎসৱত দৰা-কন্যাৰ মিতিৰ কুটুম, বন্ধু-বান্ধৱ আৰু ওচৰচুবুৰীয়া সকলোৱেই আনন্দ মনেৰে যোগ দিয়ে। সকলোৰে মনত এই আশা, যেন বিবাহ-বন্ধনৰ ফল অমৃতময় হয়, বিবাহিত দম্পতীয়ে যেন চিৰকাল এনেকুৱা আচৰণ কৰিব, যাতে তেওঁলোক পৰস্পৰ আৰু তেওঁলোকৰ দ্বাৰা বংশ-পৰিয়াল, পুত্ৰ-কন্যা আদি সকলো সুখী হ'ব পাৰে। বিয়া কৰিয়েই ডেকাজনে গৃহী জীৱনত ভৰি দিয়ে। ডেকা-গাভৰু দুয়োৰো মুৰত গৃহস্থালিৰ ভাৰ পৰে। ডেকাজন সেই গৃহস্থালিৰ গৃহস্থ আৰু গাভৰু জনা গৃহিণী, অৰ্থাৎ ঘৈণী। এই গৃহস্থ আৰু গৃহিণীয়ে পতি-পত্নী সম্বন্ধত গৃহস্থালি চলাই গৃহস্থালিৰ উন্নতি সাধন কৰিব লাগে। এয়ে গাৰ্হস্থ্য ধৰ্মৰ আৰম্ভণ।

একালে ডেকাজন কঠিনতা আৰু উগ্ৰতাৰ মূৰ্তিৰ নিচিনা, আনফালে গাভৰুজনী কোমলতা, করুণা আৰু মমতাৰ প্ৰতিমা। অথচ, এই কঠিনতা আৰু কোমলতা মিলি একাকাৰ হয়। দুটি প্ৰাণৰ দুখনি পবিত্ৰ প্ৰেমৰ নৈ একে ধাৰা হৈ সমাজ আৰু পৰিয়ালৰ মাজেদি সুখ আৰু শান্তিৰ ঢৌ তুলি বৈ যাবলৈ ধৰে। সুখ-দুখ, সম্পদ বিপদ, ৰোগ-শোক হৰিষ-বিষাদ সকলো অৱস্থাতে পতি-পত্নী দুয়োকো দাম্পত্য প্ৰেমে আকৰ্ষ কৰি ৰাখে।

বৈবাহিক জীৱনৰ
পবিত্ৰ বন্ধনে,
সাংসাৰিক ঈশ্বৰৰ
কাৰ্য সমাপনে,
মায়াৰ মোহিনী ডোল
ডিঙ্গিত লাগিলে,
লতাটিয়ে তৰুটিক
সাৱটি ধৰিলে।
পুৰুষ প্ৰকৃতি মিলি
একেধাৰা হই,
দুখনী হিয়াৰ নৈ
সুখে যায় বই।

মনু-সংহিতাত কৈছে, "যো ভৰ্তা সাস্থৃতাঙ্গনা." অৰ্থাৎ স্বামী আৰু ভাৰ্যা এক, তেওঁলোক দুইজনে মিলি পূৰ্ণ এক। দাম্পত্য প্ৰেমে সেই দুইৰো একত্ব সাধিছে। এজন ইংৰাজ কবিয়ে এই দাম্পত্য প্ৰেমৰ বিষয়ে কৈছে, — "Wedded Love mysterious law, the true source of human offspring"

সমাজ-পৰিয়ালৰ উন্নতি উপযুক্ত গৃহস্থ আৰু গৃহিণীৰ ওপৰত নিৰ্ভৰ কৰে। সজ স্বামী, সজ পিতা, সজ প্ৰভু, সজ দেশবাসী মানুহ জাতিৰ শিৰোমণি। যিবিলাক সজ গুণ থাকিলে উত্তম গৃহস্থ হব পাৰি, সেইবিলাক শিক্ষা কৰিবলৈ পুৰুষৰ অনেক সুযোগ, অনেক সুবিধা আছে। পুৰুষসকলেও বিদ্যা শিকাতে, জ্ঞান আৰ্জনলৈ বিশেষকৈ মন মেলিছে। কিন্তু, পুৰুষৰ অৰ্দ্ধাঙ্গিনী, জীৱনৰ সংগীয়া তিৰোতা জাতিৰ শিক্ষাৰ ভাল দিহা হোৱা নাই। তিৰোতাৰ শিক্ষালৈ দেশবাসীসকলে এতিয়াও আওকাণ আৰু অৱহেলা কৰি আছে। তিৰোতাক সজ ঘৈণী, সজ মাতৃ, গৃহস্থালিৰ অধিষ্ঠাত্ৰী দেৱী কৰিব খুজিলে উপযুক্ত শিক্ষা দিয়া নিতান্ত যুগুত। যি দেশৰ তিৰোতাবিলাক একেবাৰে অশিক্ষিতা অজ্ঞানতাৰ ঘোৰ আন্ধাৰত পৰি আছে, সেই দেশৰ উন্নতি আশা কৰা যেনে, পৰ্বতত কাছ-কণী বিচৰাও তেনে। তিৰোতা-জাতিৰ উন্নতি নহলে জাতীয় উন্নতি নিশাৰ সপোন মাথোন।

আমাৰ দেশৰ প্ৰায় জীয়াৰী ছোৱালীক মাক-বাপেকে আলসুৱাকৈ ডাঙৰ কৰে। বিশেষ, মাকৰ মনত জীয়াৰী ছোৱালী আতোলতোল, — দুদিন বাদে "বৰঘৰৰ গুৱনী জীয়াৰীক" উলিয়াই দিব লাগিব, ঘৰ শুদা হৈ যাব, কিন্তু, বিয়া দি এঘৰলৈ উলিয়াই দিলেই সেই জীয়ৰী "জীয়াৰী" হৈ নেথাকে তেওঁৰ কাৰ্যক্ষেত্ৰ সুকীয়া হয়। পিচে জীয়াৰীয়ে ঘৈণী হবৰ উপযুক্ত লাগতিয়াল শিক্ষা পায় জানো? শিক্ষাৰ ভিতৰত আমাৰ বোধেৰে মাক বাপেকৰ ঘৰৰপৰা অলপ তাঁত-সূত বোৱাকেহে সাধাৰণতঃ শিকি আছে। কিন্তু সেই অলপ অচৰপ মাথোন শিক্ষাই ঘৈণীৰ পক্ষে যথেষ্ট নহয়।

এজনী নকৈ বিয়া দি উলিয়াই দিয়া জীয়াৰীক কবিয়ে কি বুলি আশীৰ্বাদ কৰিছে শুনক:—

"সংসাৰত ঈশ্বৰৰ কাৰ্য কৰিবলৈ,
মানুহক দিবলৈ ছয়া—
ঘৰ এৰি গলি তই কিহৰ বেজাৰ?
বিশ্ব জুৰি মজিয়াওক দয়া।
সংসাৰ মৰুৰ জাম বটবৃক্ষৰূপা,
সন্তাপীৰ সুখ, পাপীৰ ত্ৰাণং
পুণ্যবাট দেখুৱাওী স্বৰগ জীয়াৰী
আগবাঢ়া কৰি শান্তি-স্নান
তৃষিত মৰত মুখে ঢালিবা পীয়ূষ

অন্ন দিবা অন্নপূৰ্ণা হই,—
গৌৰী সতী, আই মোৰ নালায় যে কথা,
কিনো দিম অকিঞ্চন মই।
কিবা আছে মোৰ? দুখীয়া হৃদয় মোৰ,—
চকু পানী টুপি হে সম্বল।
'সুন্দৰ মুখৰ দৰে সুন্দৰ জীৱন'
হোক তোৰ এয়ে ধন-বল।

যি তিৰোতাৰ গাত এই আশীৰ্বাদ ফলিয়ায় তেওঁ ধন্যা, তেওঁ ঘৰৰ লক্ষ্মী। অসীম কৰ্তব্যজ্ঞান আৰু ঈশ্বৰত আত্ম-সমৰ্পণ এই দুটা দাম্পত্য ধৰ্মৰ প্ৰধান কাৰ্য। এই কাৰ্য সাধি ঘৰুৱা জীৱনক পৱিত্ৰ আৰু গৌৰৱান্বিত কৰিব খুজিলে সংযম, আত্মত্যাগ, পৰোপকাৰ, সহিষ্ণুতা, সত্যতা, ধৈৰ্য, দয়া, ক্ষমা আদি গুণবিলাক ঘৈণীৰ হৃদয়ত বিকাশ পাব লাগিব। তেনেহলেই সুন্দৰ মুখৰ দৰে ঘৈণীৰ জীৱন সুন্দৰ হ'ব। তেনেহলেই কবিৰ আশীৰ্বাদ ফলিয়াব।

ঘৰুৱা জীৱনত তৰি দিয়া তিৰোতাবিলাকক ঋষি যাজ্ঞবল্ক্যই কৈছে:—

"পতিপ্ৰিয় হিতেস্থিতা যা চাৰা সংযতেন্দ্ৰিয়া।
ইহ কীৰ্তিমবাপ্নোতি প্ৰেত্য চাপ্নু পৰমং সুখং॥"

অৰ্থাৎ যি তিৰোতাই পতিৰ প্ৰিয় আৰু মঙ্গলজনক কাৰ্যত আত্মবলিদান কৰে, সদাচাৰিণী আৰু সংযতেন্দ্ৰিয়া হয়, তেওঁ ইহলোকত অসীম কীৰ্তি আৰু পৰলোকত পৰম সুখ লাভ কৰে।

তিৰোতা যেনে পতি পৰায়ণা হব লাগে, পুৰুষো তেনেকৈ "ভাৰ্যা ভৰ্তা ভৱৈৱচ" হ'ব লাগে। ঘৰুৱা জীৱনত সুখী হ'ব খুজিলে —

"দুইৰো হব লাগে একেমতি।
তেহে সিজে হৰিৰ ভকতি॥"

স্বামী আৰু ভাৰ্যা দুইৰো হৃদয় এডালি জোলতে গঁথা হ'ব লাগে। উভয়ৰ ভিতৰত নিঃস্বাৰ্থপৰতা, পৱিত্ৰ প্ৰেম আৰু গভীৰ বিশ্বাস হ'ব লাগে। সেই বুলি যেন কোনো পুৰুষ তিৰোতাৰ হাতত নাকী লগোৱা মহ নহয়।

শাস্ত্ৰত কৈছে, —

"প্ৰজনাৰ্থং স্ত্ৰিয়ং সৃষ্টাঃ সন্তানাৰ্থংচ মানবাঃ।
তস্মাৎ সাধাৰণো ধৰ্মঃ শ্ৰুতৌ পত্ন্যা সহোদিতঃ॥"

অৰ্থাৎ জননী হ'বৰ কাৰণে তিৰোতাবিলাক আৰু সন্তান উৎপাদনৰ কাৰণে পুৰুষবিলাক সৃষ্ট হৈছে, এই সাধাৰণ ধৰ্মটো পত্নীৰ লগত শ্ৰদ্ধা মনেৰে আচৰণ কৰিব লাগে।

"অন্যোন্যস্যাব্যভিচাৰো ভবেদা মৰণান্তিকঃ।
এষ ধৰ্মঃ সমাসেন জ্ঞেয়ঃ স্ত্ৰী পুংসয়োঃপৰঃ॥"

অৰ্থাৎ পতি-পত্নীৰ পৰস্পৰ বিশ্বাস-বন্ধন মৰণ কাললৈকে থকা যুগত, চিৰকাল দুয়ো অব্যভিচাৰী বা নিষ্কলঙ্ক হৈ থাকিব: এয়ে নৰনাৰীৰ ধৰ্ম।

"তথা নিত্যং যতেয়াতাং স্ত্ৰীপুংসৌতু কৃতক্ৰিয়ৌ।
যথা নাভিচৰেতাং তৌ বিযুক্তা বিতৰেতৰং॥"

অৰ্থাৎ, পুৰুষ আৰু তিৰোতা—দুয়ো বিবাহিত হৈ দুইৰো ধৰ্মাভাৱ দিনো বৃদ্ধি কৰিব। তেওঁলোকৰ ভিতৰত বিচ্ছেদ বা বিৰোধ হ'ব নেলাগে। তেওঁলোকৰ পৰস্পৰৰ প্ৰতি বিশ্বাস এক বেণুও টুটিব নেলাগে।

এইবিলাক শাস্ত্ৰীয় বচনৰ দ্বাৰা সুন্দৰৰূপে জনা গৈছে যে, ঘৰুৱা জীৱনক সুখ-শান্তি আৰু প্ৰীতিৰ আদৰ্শ কৰিব খুজিলে পতি আৰু পত্নী উভয়ৰ ভিতৰত চিৰকাল নিস্বাৰ্থ পৱিত্ৰ প্ৰেম আৰু গভীৰ বিশ্বাস থাকিব লাগিব। পতি আৰু পত্নী দুয়ো পৰস্পৰৰ প্ৰতি অব্যভিচাৰী হ'ব, এয়ে বিবাহৰ মুখ্যমন্ত্ৰ। এই মন্ত্ৰমতে চলিলেই পুৰুষ আৰু তিৰোতা দুয়ো যথাৰ্থৰূপে "এক" হয়। এই নীতিয়েই ঘৰুৱা জীৱনত মঙ্গলৰ নিদান। এই নীতি পালন কৰিলে তিৰোতাই সতী আৰু পুৰুষে সাধু নাম পায়।

সতী তিৰোতাৰ চৰিত্ৰ শুদ্ধ, নিৰ্মল আৰু পৱিত্ৰ; তেওঁৰ অন্তঃকৰণ সৰলতা, সত্যতা, ধৈৰ্য সহিষ্ণুতা, দয়া, আৰু মমতাৰে পৰিপূৰ্ণ। কপটতা, কৃত্ৰিমাদি যা কাঁকতি কাক বোলে তেওঁ নেজানে,

তেওঁ দেখিবলৈ কুৰূপা হলেও পতিব্ৰতা গুণত সুৰূপা।

"স্বামী তপ, জপ, যজ্ঞ, স্বামী যোগ্যধ্যান।
সপোনে সচিতে তেওঁ, নিচিন্তয় আন॥"

সতীৰ সতীত্ব ধৰ্ম প্ৰাণতকৈও প্ৰিয় বস্তু।

ঘৰেই ঘৈণীৰ ৰাজ্য। সেই ৰাজ্যৰ তেওঁ ৰাণী। সেই ৰাজ্য সুনিয়মে চলাবলৈ, সেই ৰাজ্যৰ সুখ-শান্তি আৰু প্ৰীতি বঢ়াবলৈ ঘৈণীৰ যিবিলাক কৰ্তব্য আছে, সেইবিলাক ঘৈণী মাত্ৰেই শিক্ষা কৰিব লাগে। যেনে, স্বামীৰ প্ৰতি কৰ্তব্য, পৰিয়ালৰ শাহু-শহুৰ আদি গুৰুজনৰ প্ৰতি কৰ্তব্য, তুল্যজনৰ প্ৰতি কৰ্ত্তব্য, দাস-দাসী, ওচৰ-চুবুৰীয়া আৰু ইতৰ জীৱৰ প্ৰতি কৰ্ত্তব্য, ৰোগীৰ শুশ্ৰূষা, অতিথিৰ সৎকাৰ, আতুৰক সান্ত্বনা, সন্তান-পালন, সন্তানৰ শিক্ষা, শৌচাচাৰ, মিতাচাৰ অৰ্থ-ব্যৱহাৰ, ৰন্ধা-বঢ়া, বোৱা-কটা, ধৈৰ্য, সহিষ্ণুতা, দয়া, ধৰ্মসাধন ইত্যাদি।

আমি এইবিলাক বিষয়ে আগলৈ আলচ কৰিম। সম্প্ৰতি মাধৱদেৱৰ প্ৰণীত 'নাৰদ-সংবাদ' নামেৰে এখন পুৰণি পুথিৰপৰা কেইফাকিমান পদ তলত তুলি দিলোঁ। আশা কৰোঁ আমাৰ পাঠিকাসকলে এই পদ কইফাকি মন দিপঢ়িব ঃ—

"পতি দেৱ বুলি জানিবন্ত যিটো নাৰী।
পতি সেৱা কৰিবন্ত সুখ পৰিহৰি॥
ধনক্ষয় মহাৰোগে দুৰ্ভিক্ষে ব্যসনে।
সততে সেৱন্ত স্বামী কায়বাক্য মনে।
সেহি সব নাৰী স্বামী সৈতে আসিবন্ত। (বৈকুণ্ঠলৈ)
দিব্যৰূপে বহু যুগ সুখ ভুঞ্জিবন্ত॥
দৃষ্টমাত্ৰ স্বামীক কৰিব সৎকাৰ।
প্ৰণামি বোলন্ত যিটো বাক্য সুমধুৰ॥
নুভুঞ্জিলে স্বামী কতো নকৰে ভোজন।
স্বামীৰ নিদ্ৰান্ত সতী কৰন্ত শয়ন॥
অকপট ভাৱে সদা স্বামীক সেৱন্ত।
শহুৰ শাহুৱী প্ৰতি ৰঢ় নকহন্ত॥
পতিৰ দুঃখত দুঃখ সুখে সুখ জান।
পতি জপ, পতি তপ, পতি মাত্ৰ ধ্যান॥
সুকৰ্ম দুষ্কৰ কাৰ্য স্বামী আজ্ঞা ধৰি।
সদায়ে সেৱন্ত সিটো মনে ভক্তি কৰি॥
পিতা-মাতা পুত্ৰ-কন্যা সবাক ত্যজন্ত।
তথাপি স্বামীৰ সেৱা কতো নচাৰন্ত॥
পৰদ্ৰব্য বিষ্ঠাসম জ্ঞান কৰে সতী।
পৰ পুৰুষৰ মুখ নকৰন্ত দৃষ্টি॥
স্বামী গৃহে সুখ দুখ সম জ্ঞান কৰে।
স্বামী সেৱা কৰে মাত্ৰ যাৱত নমৰে॥
নিজ হস্তে গৃহক মাৰ্জনা কৰে নিতে।
আন গৃহকৰ্ম যত কৰে হৰ্ষচিতে॥
মলমূত্ৰ গৃহৰ সমীপে নাঠাৱন্ত।
ঘৰদ্বাৰী পৰিষ্কাৰ সততে ৰাখন্ত॥
অতিথিক শুশ্ৰূষা কৰন্ত ভাল কৰি।
পতিব্ৰতা স্থান পান্ত পতি সমে নাৰী॥
পূৰ্বজন্ম ফলে যদি দুঃখ দশা হন্ত।
তথাপি সুকৰ্ম ফলে লক্ষ্মী নছাৰন্ত॥
এহি গুণান্বিতা নাৰী আপোন উদ্ধাৰে।
পতিকুল পিতৃকুল তান গুণে তাৰে॥

উক্ত-"নাৰদ-সংবাদ" পুথিৰ এঠাইত শকুন্তলাই দুষ্মন্তক কৈছে ঃ—

'নাৰী জাতি স্বতন্ত্ৰা কদাপি নাৰহে।
শিশুকালে শোভা পান্ত জনকৰ গৃহে॥
শিকালত সততে সেৱিব পিতা-ভ্ৰাতা।
কৰিবন্ত মৰম বান্ধৱ বন্ধু ভ্ৰাতা॥
নিত্য কৰ্ম যত শিক্ষা কৰিব সতত।
মাতৃস্থানে শিকিবন্ত পতিসেৱা যত॥
এইৰূপে বাল্যকাল কৰিব ক্ষেপণ।
অনন্তৰে পতি গৃহে কৰিব গমন॥
শহুৰ-শাহুৰী প্ৰতি সেৱিবন্ত নিতে।
কৰিবন্ত কৰ্ম যত আছয় গৃহতে॥
সপত্নী দেৱৰ আৰু ননন্দা প্ৰভৃতি।
ৰাখিব সাদৰে সদা কৰি স্নেহ-প্ৰীতি॥
যেহি মতে স্বামী তুষ্ট থাকে চিৰকাল।
সেহি মত সেৱিবন্ত ৰমণীসকল॥

পূৰ্বজন্ম ফলে যদি সুখ দুঃখ পায়।
তথাপি সেৱিতে স্বামী উচিত নিশ্চয়॥
স্বামীৰ অপ্ৰিয় যদি হয় কৰ্ম ফলে।
তথাপি সেৱিব নিতে শ্ৰীপদ কমলে॥
পত্নী ভাবে নাহি হৌক থাকি দাসীভাৱে।
নাৰীৰ ধৰম সদা পতিক সেৱিবে॥
বৃদ্ধকালে বধুক বুলিব হিতবাণী।
কৰিবেক বৃদ্ধপতি শুশ্ৰূষা কল্যাণী॥
যদি বধু দুষ্টা হয় তথাপি কৌশলে।
ধৰ্ম্ম পথে নিব তাক নিজ বুদ্ধি বলে॥
সন্তানৰ হিতে নাৰী সি সময়ে ৰত
পিতৃ মুখে শুনো নাৰী ধৰ্ম এই মত॥"

কথাতে কয় বোলে,—

"ঘৈণীয়েই ঘৰ,
ঘৈণী নহলে ঘৰেই অথৰ?"

ঘৰ বুলিলে বাঁহ, কাঠ, বেত, ইকৰা, ইটা, শিল আদিৰ সমষ্টি নহয়, এইবিলাক ঘৰ জ'কা মাথোন। পিতৃ-মাতৃ, ভাই-ভনী, মিতিৰ-কুটুম্ব, আত্মীয়-স্বজন ঘৰৰ তেজ-মাংস। ঘৈণীঘৰৰ প্ৰাণ স্বৰূপ। যি ঘৰত কৰুণাময়ী মাতৃ নাই, স্নেহময়ী বাই-ভনী নাই, আনন্দদায়িনী জীয়াৰী নাই, লাজুকী বোৱাৰী নাই, স্নেহ, শান্তি, কৰুণা আৰু আনন্দ-ৰূপিণী ভাৰ্যা নাই, সেই ঘৰক ঘৰ বুলিব নোৱাৰি। শাস্ত্ৰত কৈছে :—

"মাতা যস্য গৃহে নাস্তি, ভাৰ্যা চ প্ৰিয়বাদিনী।
অৰণ্যং তেন গন্তব্যংম্ যথাৰণ্যং তথা গৃহং॥"

অৰ্থাৎ যাৰ ঘৰত মৰমিয়াল মাতৃ নাই, মিঠা মুখীয়া ভাৰ্যা নাই, তেওঁৰ পক্ষে হাবিলৈ যোৱাই উচিত, কাৰণ তেওঁৰ পক্ষে হাবিও যেনে ঘৰো তেনে।

যি ঘৰত তিৰোতাৰ মধুৰ পৱিত্ৰ হাঁহিৰ জিলিকনি নপৰে, যি ঘৰৰ চোতাল তিৰোতাৰ ভৰিৰ স্পৰ্শত পুণ্যময়ী নহয়, যি ঘৰৰ ভিতৰত তিৰোতাৰ কোমল মাতৰ শব্দ সুশুনি, যি ঘৰত তিৰোতা ঘৰৰ গৰাকী নহয়, সেই উকঙা ঘৰ শ্মশানশালীৰ নিচিনা।

আৰ্য ঋষিসকলে কৈছে :—

"গৃহিণী গৃহমূচ্যতে" অৰ্থাৎ, গৃহিণীয়েই গৃহ, বা ঘৈণীয়েই ঘৰ। প্ৰেমময়ী ঘৈণীয়েই ঘৰৰ প্ৰাণ। ঘৈণীৰপৰা ঘৰৰ সৃষ্টি হৈছে। ঘৰৰপৰা সমাজ, আৰু সমাজৰপৰা জাতিৰ সৃষ্টি হৈছে। এতেকে ঘকৰা, সমাজৰ আৰু জাতিৰ জীৱনত ঘৈণীয়েই আত্মাশক্তি। জীয়াৰী এজনী উলিয়াই দিলে ঘৰ শুদা হৈ যায়। কোনো ঘৰৰ ঘৈণীজনী ঢুকালে আমি কওঁ, আমুকাৰ ঘৰখন ভাঙিল। ঘৈণী নোহোৱা ঘৰ প্ৰাণহীন দেহৰ দৰে। আৰ্য ঋষিসকলে ঘোৰ অৰণ্যৰ মাজত সামান্য পঁজাত মহাভাগ্যৱতী ঋষিপত্নীসকলৰ লগত থাকি যথাৰ্থ আৰু আদৰ্শ গৃহী হৈছিল।

অলপ দকৈ গমি চালে জানিব পাৰি যে, এখন ঘৰ এখন সৰু দুৰা ৰাজ্যৰ নিচিনা। এখন ৰাজ্য চলাওঁতে ৰজাই যি যি কৰিব লাগে, আমাৰ প্ৰতি ঘৰতে ঘৈণীয়েও প্ৰায় তাকে কৰিব লাগে। ৰজাৰ সুশিক্ষা, উত্তম জ্ঞান, আৰু সৎ গুণৰ ওপৰত ৰাজ্যৰ উন্নতি আৰু প্ৰজাৰ সুখ শান্তি নিৰ্ভৰ কৰে। ঘৰৰ সুখ শান্তি আৰু উন্নতিও ঘৈণীৰ সদগুণ, সৎশিক্ষা আৰু কাৰ্যদক্ষতাৰ ওপৰত ওলমি থাকে। ৰজা নোহোৱা ৰাজ্যৰ দৰে ঘৈণী নোহোৱা ঘৰৰ অৱস্থাও ক্ৰমে লাং-লাং থাং থাং হয়।

ঘৰৰ ঘৈণী সৎ হলে মানুহৰ সুখ আৰু শান্তিৰ আধাৰ হয়। পণ্ডিত বাৰ্কে কৈছে,—"বাহিৰৰ দন্দ-হাই, আন্ধকাৰ আৰু জঞ্জালৰ হাত সাৰি ঘৰ সোমালেহিয়েই যেন শৰীৰ জুৰ হয় আৰু আত্মাই চৈঁচনি পায়।" দৰাচলতে দিনটো পুৰুষে বাহিৰত কঠোৰ পৰিশ্ৰম কৰি যেতিয়া দুখে ভাগৰে আহি ঘৰ সোমায়, তেতিয়া পতি-প্ৰাণা তিৰোতাৰ সাদৰ-সম্ভাষণ, মধুৰ হাঁহি, মিঠা বচন, মাতৃৰ কোমল মৰমিয়াল মাত, আৰু ল'ৰা-ছোৱালীৰ সুন্দৰ সৰল মুখৰ মধুৰ মাতত ভাগৰুৱা পুৰুষৰ ভাগৰ কেনিবা পলায়, শৰীৰ জুৰ লাগে আৰু আত্মাই চৈঁচনি পায়।

"লক্ষ্মী-চৰিত্ৰ"ৰ এঠাইত লিখা আছে, সজ তিৰোতাৰ হিয়াত হিংসা-খিয়াল নাই, তেওঁৰ মনত খং-ৰোহ নেথাকে, আৰু তেওঁৰ গাত তেম কিতাহি দেখিবলৈ নাই, তেওঁৰ হিয়া নিৰ্ম্মল আৰু পবিত্ৰ, তেওঁৰ মন সদায় প্ৰফুল্ল; হাঁহি মুখ আৰু মিঠা বচন তেওঁৰ চিৰলগৰীয়া। এনে দয়াৱতী, গুণৱতী পবিত্ৰ হৃদয়া তিৰোতাৰ দ্বাৰাই মানুহৰ গৃহস্থালীত সুখ আৰু শান্তি বিৰাজ কৰিছে।

তিৰোতাৰ চৰিত্ৰ ঘৰৰ ঘৰোৱাহৰে চালেকী হব লাগে। মহাবীৰ নেপোলিয়ন বোনাপাৰ্টে কৈছিল, "লৰাছোৱালীৰ চৰিত্ৰ গঠন আৰু ভবিষ্যৎ জীৱনৰ উন্নতি মাকৰ দোষগুণৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰে। সৰুকালত মাতৃৰপৰা পোৱা শিক্ষাই মোৰ জ্ঞান আৰু উন্নতিৰ মূল।" মাকৰ শিক্ষা, মাকৰ আচৰণ, লৰাছোৱালীয়ে অনুকৰণ কৰে, আনকি লগুৱা লিগিৰীয়েও ভাল বুলি গ্ৰহণ কৰে। সন্তানৰ প্ৰথম শিক্ষাৰ ঠাই ঘৰ। শিক্ষয়িত্ৰী ঘৰৰ তিৰোতা, লৰাৰ মাক। সন্তানৰ কোমল মনক সৰুকালৰ শিক্ষাই যিফালে ধাল লোৱায়, গোটেই জীৱনত মনে সেই ফাললৈকে ধাল ল'ব। শিশুকালৰ শিক্ষাৰ গুটিয়েই যৌৱনত গছৰূপে পৰিণত হৈ পৰিয়াল আৰু সমাজক সজ ফল-ফুল আৰু ছাঁ দি সুখী কৰিব; নতুবা সি বিষলতা হৈ পৰিয়ালৰ আৰু সমাজক অনেক দুখ বেজাৰ দিব। সন্তানৰ শিক্ষাত মাকৰ দায়িত্ব কি, সেই সম্বন্ধে পিচে আমি বাহুল্যকৈ আলচ কৰিম। এতিয়া মুঠতে ইয়াকে কব খোজোঁ যে, এডাল লোৰ শিকলিৰ এটা আঙঠি ভাগিলে যেনেকৈ গোটেই ডাল শিকলি দুৰ্ব্বল হয়, তেনেকৈ কোনো পৰিয়ালৰ এটা সন্তান বেয়া হলেই সেই পৰিয়ালৰ গৌৰৱ আৰু বল টুটি, অসুখ অশান্তি বাঢ়ে আৰু সমাজ দুৰ্ব্বল হয়। স্বদেশ আৰু স্বজাতিয়ে প্ৰত্যেক জন সন্তানলৈকে এনে হেঁপাহেৰে সদাই চাব লাগিছে, যেন প্ৰত্যেক সন্তানেই সজ, জ্ঞানী আৰু গুণী হৈ নিজৰ কৰ্ত্তব্য সাধি স্বদেশৰ কীৰ্ত্তি আৰু স্বজাতিৰ গৌৰৱ বঢ়ায়। কাৰণ, অনেক মানুহ মিলি এটা পৰিয়াল, আৰু অনেক পৰিয়াল মিলি সমাজ বা জাতিৰ উদ্ভৱ হৈছে। ঘৰৰ তিৰোতা, লৰাৰ মাক, যদি সুশিক্ষিতা, জ্ঞানী আৰু গুণৱতী হৈ সন্তানৰ কোমল মনত কুমলীয়া বয়সতে সজ শিক্ষা, সজ আচৰণ, সজ গুণৰ গুটি সিঁচি দিব পাৰে, তেন্তে মানৱ সমাজৰ উন্নতি অনিবাৰ্য। তিৰোতা ঘৰৰ লক্ষ্মী, গৃহস্থালিৰ ৰাণী, পুৰুষৰ অৰ্দ্ধাঙ্গিনী, মানুহ জাতিৰ জননী আৰু সন্তানৰ শিক্ষয়িত্ৰী।

মহাভাৰতৰ দুষ্মন্তোপাখ্যানত শকুন্তলাই দুষ্মন্ত কৈছিল:—

"অৰ্দ্ধং ভাৰ্য্যা মনুষ্যস্যভাৰ্য্যা শ্ৰেষ্ঠতমা সখা।
ভাৰ্য্যা মূলং ত্ৰিবৰ্গস্য ভাৰ্য্যা মূলং তৰিষ্যতঃ।
ভাৰ্য্যাৱন্তঃ ক্ৰিয়ৱন্তঃ সভাৰ্য্যা গৃহমেধিনঃ।
ভাৰ্য্যাৱন্তঃ প্ৰমোদন্তে ভাৰ্য্যৱন্তঃ শ্ৰিয়ান্বিতাঃ।"

ভাৰ্য্যা মানুহৰ অৰ্দ্ধাঙ্গিনী, ভাৰ্য্যা মানুহৰ পৰম সখা, ভাৰ্য্যা ত্ৰিবৰ্গৰ, অৰ্থাৎ ধৰ্ম, অৰ্থ আৰু কামৰ মূল। ভাৰ্য্যা সংসাৰ-সাগৰ পাৰ হ'বৰ কাৰণে অৱলম্বন স্বৰূপ, ভাৰ্য্যাৱন্ত মানুহেই ক্ৰিয়াৱন্ত, যিবিলাকৰ ভাৰ্য্যা আছে সেই বিলাকেহে গৃহী, ভাৰ্য্যাৱন্তবিলাকেহে সুখী আৰু লক্ষ্মীৱন্ত।

"সা-ভাৰ্য্যা যা গৃহে দক্ষা, সা-ভাৰ্য্যা যা প্ৰজাৱতী।
সা-ভাৰ্য্যা যা পতিপ্ৰাণা, সাভাৰ্য্যা যা পতিব্ৰতা।"

সেই জনাই ভাৰ্য্যা যি জনা ঘৰুৱা কামত পাৰ্গত, সেই জনাই ভাৰ্য্যা যি জনা পতিপ্ৰাণা আৰু পতিব্ৰতা। পবিত্ৰ আৰু নিষ্কলঙ্ক মাতৃত্বৰেই আন এটা নাম সতীত্ব। এই সতীত্ব ৰক্ষাৰ কাৰণেই পুণ্যশ্লোক ঋষিসকলে তিৰোতা জাতিক গৃহস্থালিৰ কামত নিযুক্ত থাকিবলৈ আদেশ কৰিছে। গৃহস্থালিৰ সকলো কামতকৈ পতিসেৱাই সতীত্ব ৰূপ বৃত্তৰ কেন্দ্ৰ। মহৰ্ষি মনুৱে কৈছে,—

"বিশীলঃ কামবৃত্তো বা গুণৈৰ্ব্বা পৰিবৰ্জ্জিতঃ।
উপচৰ্য্যাঃ স্ত্ৰিয়া সাধ্ব্যাৎ সততং দেৱৱৎ পতিঃ।"

মনু, ৫ম অঃ ১৫৪।

অৰ্থাৎ স্বামী কু-চৰিত্ৰ, কামুক বা গুণহীন হলেও সাধ্বী তিৰোতাৰ পক্ষে সদাই দেৱতুল্য সেৱনীয়।

"নাস্তি স্ত্ৰীণাং পৃথক যজ্ঞো ন ব্ৰতং নাপ্যুপোষিতম্।
পতিং শুশ্ৰূষাতে যেন তেন স্বৰ্গে মহীয়তে ॥"

অৰ্থাৎ, তিৰোতাবিলাকৰ বেলেগ একো যজ্ঞনাই, একো ব্ৰত বা উপাসনাদি নাই, পতিক শুশ্ৰূষা কৰিলেই তেওঁলোক স্বৰ্গবাসিনী হয়।

স্বৰ্গীয় মহাৰাণী ভিক্টোৰীয়া ভাৰতেশ্বৰীয়ে কৈছিল,—"Without the authority which belongs to the husband, there cannot be true comfort or happiness in domestic life."

ব্ৰহ্মবৈবৰ্তপুৰাণত মহৰ্ষি বেদব্যাসে কৈছে,—

"ভৰণাদেব ভৰ্তাস পালনাং পতিৰুচ্যতে।
শৰীৰেশাচ্চ স স্বামী কামদাং কান্ত উচ্যতে ।
বন্ধুশ্চ সুখদানাচ্চ প্ৰীতিদানাৎ প্ৰিয়ঃপৰং।
ঐশ্বৰ্য্যদানাৎ ঈশশ্চ প্ৰাণেশাৎ প্ৰাণনায়কঃ ॥
ৰতিদানাচ্চ ৰমণং প্ৰিয়োনাস্তি প্ৰিয়াৎপৰং।
পুত্ৰস্তঃ স্বামিনঃ শুক্ৰাজ্জায়তে তেন স প্ৰিয়ঃ ॥
শতপুত্ৰাৎ পৰং স্বামী কুলজানাং প্ৰিয়ঃ সদা ॥"

অৰ্থাৎ স্ত্ৰীক ভৰণ কৰাৰ নিমিত্তে স্বামীৰ নাম ভৰ্তা, পালন কৰাৰ নিমিত্তে তেওঁৰ নাম পতি, শৰীৰৰ গৰাকী বা স্বামী, কাম দান কৰাত কান্ত, সুখ দান কৰা হেতু বন্ধু, প্ৰীতিদান কৰাৰ কাৰণে প্ৰিয়ং, ঐশ্বৰ্য্য দান কৰাৰ কাৰণে ঈশ, প্ৰাণৰ গৰাকীৰ নিমিত্তে প্ৰাণনাথ, ৰতিদানৰ নিমিত্তে ৰমণ, পতিতকৈ তিৰোতাৰ আন একো প্ৰিয় নাই, স্বামীৰ শুক্ৰৰ পৰা পুত্ৰৰ জন্ম হয়, পুত্ৰ তিৰোতাৰ প্ৰিয়, কিন্তু এশ পুত্ৰতকৈও কুলকামিনীবিলাকৰ পক্ষে স্বামী প্ৰিয়তৰ। তিৰোতাক উপযুক্তা ভাৰ্যা কৰিবৰ নিমিত্তেই মনুসংহিতাত কৈছে,—

"কন্যাপ্যেবং পালনীয়া শিক্ষনীয়াতি যত্নতঃ।
দেয়া বৰায় বিদুষে ধনৰত্ন সমন্বিতা ॥"

অৰ্থাৎ, লৰাৰ দৰে ছোৱালীকো তুলি-তালি ডাঙৰ-দীঘল কৰিব, অতি যত্নেৰে শিক্ষা দিব, আৰু পিচে বিদ্যাৱন্ত দৰাত বিয়া দিব। আমাৰ মানুহে ভাবে,—"লৰা খান, ছোৱালী শয়তান।" কটাৰীক ভাল কৰে শিলে, তিৰোতাক ভাল কৰে কিলে।" এইবিলাক ভাৱৰ বশৱৰ্তী হৈ আমাৰ মানুহ তিৰোতাৰ শিক্ষালৈ প্ৰায় আওকণীয়া হৈছে, কিন্তু ঘৰুৱা জীৱনত তিৰোতাৰ শিক্ষা যে কিমান লাগতিয়াল তাক তলত লিখা পটন্তৰ কেইটিয়েই প্ৰমাণ কৰিছে।

(১)

"জী-ভালে জোঁৱাই ভাল।
শাহু ভালে বোৱাৰী ভাল ॥"

(২)

"মাছে গৰকা পাছলি খাবা।
শাহুৱে গৰকা বোৱাৰী বাবা ॥"

( ৩ )

"টিক্ বলধা ওলায় মাটি।
মাক ভালে জীয়েক জাতি।"

( ৪ )

"বৰ বাই যেনি, সক ভাইও তেনি।"

পুৰুষে বাহিৰৰ সংসাৰ চলায়, বাহিৰৰপৰা সকলো লাগতিয়াল বস্তু চপাই-মেলি আনি দিবহি, ঘৈণীয়ে তাৰে ভিতৰুৱা সংসাৰ চলাব, এয়ে গৃহস্থালিৰ নিয়ম, ভিতৰুৱা গৃহস্থালিৰ বিষয়ে পুৰুষে কোনো কথা সুধিব লাগিলে ঘৈণীক নুসুধি নোৱাৰে। সেই বাবেই বুঢ়া লোকে কৈছে,—"ঘৰৰ ঘৈণী লৰাৰ মাক, তোমাক নুসুধি সুধিম কাক ?" ঘৰুৱা জীৱনত ঘৈণীৰ প্ৰথম আৰু প্ৰধান কৰ্তব্য পতিসেৱা, আৰু পতিভক্তিৰ বিষয়েই আমি যাইকৈ এই পৰ্যন্ত আলোচনা কৰি আহিছোঁ। আন-আন কৰ্তব্যৰ বিষয়ে আমি আগলৈ আলচ কৰিম, সম্প্ৰতি সুজ তিৰোতাৰ বিষয়ে জ্ঞানী ডাকৰ বচনৰপৰা কেইফাকিমান পদ তলত তুলি দিলোঁ,—

( ১ )

আপোন স্বামীতে সদায় মন।
স্বামীক দেখে যেন নাৰায়ণ॥
স্বামী যদি খায় কৰে আহাৰ।
স্বামী নখাইলে ভুঞ্জে নিকাৰ॥
নিতান্তে স্বামীৰ সেৱে চৰণ।
বোলয় ডাকে সতীৰ লক্ষণ॥

( ২ )

স্বামীৰ মনক সদা বুজিব।
স্বামীৰ মন বুজি আচৰিব॥
খঙত স্বামীয়ে কৰে ধিক্কাৰ।
হেন দেখি কিছু নোবোলে আৰ॥
নম্ৰ হয়া থাকে যেহেন দাসী।
তথাপি কঠোৰ বাণী নভাষি॥
যতনে স্বামীৰ গুচাৱয় ৰোষ।
ডাকে বোলে লক্ষ্মী তেওঁৰ সন্তোষ

( ৩ )

যি নাৰী বন্ধন শালক যাই।
নিষ্ট কৰি পাক কৰে সদাই॥
নাহি মাত-বোল নকৰে দ্বন্দ।
খং তোলালেও নোবোলে মন্দ॥
সিটো গৃহস্থৰ বাঢ়য় শ্ৰী।
বোলয় ডাকে লক্ষ্মী সেহি স্ত্ৰী॥

( ৪ )

সক-সূতা কাটে বোৱয় তাঁত।
চা-চুবুৰীয়াই নুশুনয় মাত॥
বন্ধন শালত নলাগে কালী।
ডাকে বোলে তেওঁ বান্ধনী ভালী॥

( ৫ )

কাখত কলসী জলক যায়।
ভলমুৰে কৰি কাকো নেচায়॥
যেই পথে যায় সেই পথে আসে।
ডাকে বোলে ভাল মনত তাৰে।

( ৬ )

দেৱ পিতৃ সেৱে আৰু অতিথি।
তাহাৰ ঘৰে লক্ষ্মী বসতি॥
পুত্ৰ ধন জন বন্ধু সহিত।
আনন্দ থাকয় স্বামী সহিত॥
পৰপুৰুষৰ মুখক নেচায়
বস্ত্ৰ কেশক থাকে চিকুনাই॥
ডাঙৰ খঙতো হাঁসি থাকয়।
অন্নকৰি শাহু-শহুৰত কয়॥
শাহুত নুসুধি কৰ্ম নকৰে।
তেওঁৰ জানা লক্ষ্মী গৃহ নচাৰে॥

( ৭ )

যিবা দ্ৰব্য আমি গৃহে মিলয়।
তাক যত্ন কৰি সাঞ্চি থোৱয়॥
অল্প অল্প কৰি ধন সাঞ্চয়।
সেহিমতে ধন ধৰ্ম লভয়॥
সত্য কথা কৰে মিছা নমাতি।
শাহু-শহুৰত কৰে ভকতি।
অতিথিক অন্ন ভুঞ্জিবাক দেয়।
তেওঁৰ ঘৰে সদা লক্ষ্মী থাকয়॥ *

* উষা, ১ম বছৰ ৯ম সংখ্যা।

# আঙ্গুলি-কটপা

নৈৰ দাঁতিৰ বালিত বৰষুণৰ পানী ধাৰেসি বৈ গলে যেনেকুৱা পানী বৈ যোৱাৰ সাঁচ থাকে আৰু পথাৰত হাল বাওঁতে যেনেকুৱা নাঙ্গলৰ আঁওচ বা সীৰলু বহে, মানুহৰ হাত ভৰিৰ তলুৱাত আৰু আঙ্গুলিত তেনেকুৱা কিছুমান সৰু সৰু ৰেখা বা আঁকৰ চিন আছে। মানুহৰ জন্মৰপৰা মৰণলৈকে এই ৰেখাবিলাক বিদ্যমান হৈ থাকে। মৰণৰ পাছত মানুহৰ শৰটো গেলি পচি নষ্ট নোহোৱালৈকে এই ৰেখাবিলাকৰ কোনো পৰিবৰ্তন নঘটে। এটা নকৈ ওপজা ল'ৰাৰ আঙুলিত যেনে বিধৰ ৰেখা অঙ্কিত থকা দেখিব, সি আথৰ বুঢ়া হলেও তাৰ আঙুলিত ঠিক তেনেবিধৰ ৰেখাকেহে দেখিবলৈ পাব। বহুত পৰীক্ষা আৰু অনুসন্ধানৰ দ্বাৰাই এইটো স্থিৰ হৈছে যে, মানুহৰ আঙ্গুলিত যিদৰে ৰেখাবিলাকৰ গঠন অঙ্কিত থাকে, মানুহ জীৱনৰ কোনো অৱস্থাতেই সেই ৰেখাঙ্কিত গঠনৰ পৰিবৰ্তন নঘটে। আকৌ, এইটোও ঠাৱৰ হৈছে যে, এটা মানুহৰ দহোটা আঙ্গুলিত যি ৰূপ গঠনেৰে ৰেখা অঙ্কিত থাকে, আন এটা মানুহৰ দহো আঙ্গুলিতে বিশেষকৈ বুঢ়া আঙ্গুলিত অবিকল সেই নিচিনা গঢ়ৰ ৰেখা অঙ্কিত নেথাকে. অৰ্থাৎ তাৰ ভিতৰত অলপ নহয় অলপ ব্যতিক্ৰম বা তাৰতম্য ওলাবই ওলাব। এই দুটা কথা ধ্ৰুৰূপ বুলি সপ্ৰমাণ হোৱাত আজি-কালি কোনো মানুহৰ চিন ৰাখিবলৈ আঙ্গুলি কটপা বৰ লাগতিয়াল হৈ পৰিছে। সেই বাবে গৱৰ্ণমেণ্টৰ অনেক বিভাগত এতিয়া আঙুলি কটপাৰ প্ৰচলন হৈছে। -

কোনো মানুহৰ চিন ৰাখিবলৈ হলে সাধাৰণতঃ সেই মানুহৰ "হুলিয়া" বা আকৃতি আদিৰ বিৱৰণ ( Personal Description ) লিখি ৰখা হয়. সেই হুলিয়াৰ দ্বাৰাই মানুহৰ চিন ধৰা অতি উজু বা নিৰাপদ নহয়। কিয়নো মানুহৰ অঙ্গ প্ৰত্যঙ্গৰ গঠন বয়সৰ লগে লগে বাঢ়ি বা টুটি ভিন্ন ৰূপ হ'ব পাৰে, ডাটি চুলিৰ বৰণ, পৰিমাণ আৰু বয়স, গাৰ ছালৰ বৰণ, দাঁতৰ সংখ্যা, মুৰৰ গঢ়, চলন-ফুৰণৰ আও-ভাও, মাত কথা, আন কি হাতৰ আখৰৰো গঢ় সময়ত সলনি হ'ব পাৰে। কিন্তু আঙ্গুলিত অঙ্কিত থকা ৰেখাবিলাকৰ গঢ় কেতিয়াও কোনো ৰূপ পৰিবৰ্তন নহয়। "আঙ্গুলিৰ ৰেখা" বোলাত ৰেখাবিলাকৰ গঢ় আৰু বিশেষত্বকো বুজিব লাগিব। "দোণ" আৰু "কুলা" কাক বোলে আমৰ পাঠকসকলে অৱশ্যে জানে। আঙ্গুলিৰ মুৰৰ ৰেখা চাওঁতে আমি কোনো কোনো ৰেখাঙ্কিত গঠনক "দোণ" আৰু কোনো গঠনক "কুলা" বোলোঁ। এই বিষয়ে পাছত বাহুল্যকৈ লিখা হ'ব। এটা কেঁচুৱা ল'ৰাৰ সোঁ হাতৰ বুঢ়া আঙ্গুলিত জানিবা এটা দোণ আছে। পাচে সেই ল'ৰাটো যেতিয়া আলৰ বুঢ়া হ'ব, তেতিয়া তাৰ সেইখন হাতৰ সেইটো আঙুলিত আগেয়ে দেখাৰ নিচিনা দোণকেহে দেখা পাব, দোণ গুচি কুলা নহয়, বা ৰেখাঙ্কিত গঠনৰ আন কোনো ৰূপ পৰিবৰ্তন নহয়।

আমাৰ ভাৰতবৰ্ষৰ অধিকাংশ মানুহেই অশিক্ষিত। যাতে কোনো অশিক্ষিত মানুহে নিজক আন এজন মানুহ বুলি চিনাকী দি ফাঁকি দিব নোৱাৰে, সেই উদ্দেশ্য গৱৰ্ণমেণ্ট অনেক ৰাজকীয় বিভাগত আঙুলি কটপা চলাইছে। কোনো এজন পেন্সনৰ ভোগী মানুহৰ মৃত্যু হলে তাৰ বন্ধু-বান্ধৱে জাল দস্তখত দি পেন্সনৰ টকা উলিয়াই নি আত্মসাৎ কৰা বুলি কোনো কোনো স্থলত জনা গৈছিল। এতিয়া আঙুলি কটপাৰ প্ৰচলন হোৱাত তেনেকুৱা ফাকতিৰ অন্ত পৰিছে। দেৱানী আদালতৰ

বিচাৰত কোনো কোনো মকৰ্দমাত জাল দলীলৰ দ্বাৰাই ডিক্রিদাৰে দেন্দাৰৰ ওপৰত টকা 'ডিক্রি' পোৱা শুনা গৈছিল। এতিয়া ৰেজেষ্টৰি বিভাগত কোনো দলীল ৰেজেষ্টৰি কৰিব লাগিলে অশিক্ষিত মানুহৰ আঙুলি কটপা লবৰ নিয়ম হৈছে। গৱৰ্ণমেণ্টৰ তৰফে আফু খেতি কৰা মানুহক আফিং বিভাগৰপৰা বছৰি অনেক টকা "হাওলাত" দিয়া হয়। লিখা-পঢ়া নজনা অজলা খেতিয়কক টকা হাওলাত দিওঁতেও অনেকে মিছাই-সঁচাই নিচান দস্তখত লৈ ফাঁকি কৰা শুনা গৈছিল। এতিয়া আফিং বিভাগতো আঙুলি কটপা লবৰ নিয়ম হৈছে। চাহ বাগিচাৰ বনুৱাৰপৰা 'এগ্রিমেণ্ট'। লওঁতেও তাৰ আঙুলি-কটপা লাগে। গৱৰ্ণমেণ্টৰ ডাক বিভাগতো আঙুলি-কটপাৰ প্ৰচলন হৈছে। ভাৰতবৰ্ষীয় সাক্ষ্য বিষয়তো আইনমতে আঙুলি-কটপাৰ প্ৰমাণ সাক্ষ্যৰূপে গৃহীত হয়। কোনো এটা মানুহৰ ৩ বাৰ আঙুলি-কটপা লৈ থলে পাছে সেই মানুহটোৱে যদি আন এখন অচিনাকি ঠাইত গৈ তাৰ নাও-গাওঁ ইত্যাদি সলাই অনাভুৱা হৈ পৰে, তেন্তে তাৰ এখন নতুনকৈ আঙুলি-কটপা লৈ আগৰখনৰ লগত মিলাই চালেই মিলি পৰিব আৰু সি যে সেইটো মানুহেই হয় এই কথা ঠাৱৰ হব।

ৰেল আৰু জাহাজ হোৱাত মানুহে অতি সোনকালে আৰু সহজে দূৰণি ঠাইলৈ অহা-যোৱা কৰিব পাৰিছে। অনেক চোৰ ডকাইত আদি অঘাইত লোকে এই সুবিধা ভোগ কৰিবলৈ পাই, যি ঠাইত মানুহে সিহঁতক ভালকৈ চিনি জানি পায় তেনে ঠাই এৰি, ৰেল জাহাজত উঠি অচিনাকী ঠাইত ভৰি দি সিহঁতে সিহঁতৰ নাও গাওঁ সলাই, বাহিৰেদি সন্ত-সাধুৰ বেশ ধৰি গোপনে অপৰাধ কৰি তাৰ পৰা নিৰুদ্দেশ হয়। যদিস্যাৎ সিহঁতৰ কোনোবাটো কোনো অপৰাধত পুলিচৰ হাতত ধৰা পৰে, তথাপি স্থানীয় পুলিচে তাৰ নাম-ধাম আদি সলোৱাৰ কাৰণে তাৰ পূৰ্ব্ব শাস্তিৰ বিৱৰণ আদি জানিবলৈ অপাৰগ হয়। এই অভাৱ মোচন কৰিবৰ কাৰণে অৰ্থাৎ অপৰাধীৰ প্ৰকৃত নাম-ধাম আৰু পূৰ্ব শাস্তিৰ বিৱৰণ সঠিকৰূপে জানিবৰ কাৰণে পুলিচ বিভাগত আঙুলি-কটপাৰ প্ৰচলন হৈছে।

ভাৰতবৰ্ষীয় দণ্ডবিধি আইনৰ ১২ আৰু ১৭ আধ্যাৰ যি যি অপৰাধত অপৰাধীৰ ৩ বছৰ বা ততোধিক ফাটক হ'ব পাৰে, তেনেকুৱা সকলো অপৰাধত কোনো মানুহৰ দণ্ড হলে সেই মানুহৰ দহোটা আঙুলি-কটপা পুলিচৰপৰা লোৱা হয়। প্ৰত্যেক প্ৰদেশত আঙুলি কটপাৰ একোখন ঘাই অফিচ বা Finger Print Bureau আছে। আঙুলি-কটপাৰ কাকতবিলাক যেই সেই ঘাই অফিচত জমা থাকে। কোনো এটা বিদেশী বা অচিনাকী বিধৰ মানুহ যদি কোনো অপৰাধত বিচাৰলৈ পঠিওৱা যায়, তেতিয়া তাৰ আঙুলি-কটপা লৈ উক্ত ঘাই অফিচ-বিলাকলৈ পঠিওৱা হয়। সি পূৰ্বে শাস্তি পাই থাকিলে পাচৰ আঙুলি-কটপাৰ দ্বাৰাই সেই কথা ধৰা পৰে আৰু দণ্ডবিধি আইনৰ ৭৫ ধাৰাৰ বিধান মতে উক্ত অপৰাধীৰ গুৰুতৰ শাস্তি হয়।

ইং ১৮২৩ খৃষ্টাব্দত পুৰকেঞ্জি (Purkenje) নামেৰে এজন ইউৰোপীয় অধ্যাপকে প্ৰথমে আঙুলি কটপাৰ বিষয়ে এখন ৰচনা লিখি Breslau বিশ্ব-বিদ্যালয়ত পাঠ কৰিছিল। কিন্তু, তেতিয়া তাৰ মন্দ্য মানুহে বৰকৈ নুবুজাত তেওঁৰ ৰচনাই সমুচিত সমাদৰ নেপালে। তথাপি, ইউৰোপীয় পণ্ডিতসকলে অধ্যাপক পুৰকেঞ্জিকে আঙুলি-কটপাৰ প্ৰথম আবিষ্কাৰক বুলি ভাবে। ভালেমান বছৰৰ পাচত ফ্ৰান্সিচ গেল্টন চাহাবে আঙুলি-কটপাৰ বিষয়ে এখন পুথি লিখি প্ৰকাশ কৰে। সেই পুথিকে অৱলম্বন কৰি বঙ্গদেশৰ ভূতপূৰ্ব পুলিচৰ ইনস্পেক্টৰ-জেনেৰেল আৰু বৰ্তমান লণ্ডন পুলিচৰ কমিচনাৰ শ্ৰীযুক্ত ই-আৰ-হেনৰী চাহাবে ভাৰত গৱৰ্ণমেণ্টৰ আদেশ মতে এই বিষয়ে এখন পুথি লিখি প্ৰকাশ কৰিছে। সেই পুথিত লিখা উপদেশ মতেই গৱৰ্ণমেণ্টৰ নানা বিভাগত

আঙুলি-কটপাৰ কাৰ্য চলিছে। অনুসন্ধান প্ৰিয় পাঠকে সেই পুথি পঢ়িলে এই সম্বন্ধে বিস্তাৰিতৰূপে জানিব পাৰিব। আমি এই প্ৰবন্ধত অতি সংক্ষেপে তাৰ আলচ কৰিবলৈ আগ বাঢ়িলোঁ। এই খিনিতে এটা কথা নোকোৱাকৈ থাকিব নোৱাৰিলোঁ যে, অতীত কালৰ পৰা (অৰ্থাৎ অধ্যাপক পুৰকেঞ্জিৰ আবিষ্কাৰৰ পূৰ্বৰ পৰা) অসমত আঙুলি-কটপাৰ প্ৰচলন আছিল। অসমৰ বুৰঞ্জী পঢ়িলে জনা যায় যে, মহাৰাজ বিশ্বসিংহ স্বৰ্গদেৱৰ দিনৰপৰা অসমত আঙুলি-কটপা লোৱাৰ নিয়ম আছিল। এতিয়াও বিচাৰিলে অনেক পুৰণি কলীয়া ডাঙৰ মানুহৰ ঘৰত আঙুলি-কটপা থকা সাঁচিপাতৰ কৰ্জ্জা খত, বন্ধকী দলীল আদি পোৱা যায়। অনেক বেটী-বন্দীৰ সাঁচিপাতত আঙুলি-কটপা লোৱা হৈছিল। ইউৰোপতকৈ যে আগেয়ে অসমত আঙুলি-কটপাৰ আবিষ্কাৰ হৈছিল, আৰু ইয়াৰ মানুহে তাৰ মোল জানিছিল, সেই বিষয়ে কোনো সন্দেহ নাই। প্ৰথম আবিষ্কাৰকজন নো কোন আছিল, তেওঁৰ আঁতি-গুৰি ইতিহাস-প্ৰিয় পাঠকে বিচাৰ কৰি কৌতুহল নিবাৰণ কৰিব।

পূৰ্বে কৈ আহিছোঁ যে, মানুহৰ আঙুলিত কিছুমান সৰু সৰু ৰেখা বা আঁকৰ চিন আছে। আঙুলিৰ আগলি পাবৰ পেটুত (Ridge surface of the bulb) চিয়াহী লগাই তুলাপাতৰ ওপৰত লাহেকৈ চেপা দি আঙুলিটো উঠাই আনিলে আঙুলিৰ সেই পাবৰ (Phalange) ৰেখাবিলাক তুলাপাতত উঠে, এইদৰে আঙুলিৰ ৰেখাবিলাক তুলাপাতত ফটফটীয়াকৈ তুলিলেই আঙুলি-কটপা লোৱা হয়। এই আঙুলি-কটপাকে ইংৰাজীত Finger Impression বোলে। যেই সেই চিয়াহীৰে আঙুলি-কটপা ললে ৰেখাবিলাক ভালকৈ নুঠে, চিয়াহী বেমেলি হৈ লেপ-থেপ হয়। এই কামত ছপাখানাৰ চিয়াহী (Printing ink) বৰ ভাল। তাৰে আঙুলি-কটপা ললে ৰেখাবিলাক ভালকৈ উঠে। আঙুলি-কটপা লওঁতে তলত লিখা সজুঁলিবোৰৰ (Appliances) আৱশ্যক কৰে,—(১) নিমজ তুলাপাত, (২) ছপাখানাৰ চিয়াহী, (৩) নাল থকা ৰবৰৰ বেলোন (Roller), (৪) এছটা বগী টিং। ইয়াৰ বাহিৰেও ৰেখাবিলাকৰ গঠনাদি চাবলৈ এখন Magnifying Glass (যি আৰ্চিৰে চালে সৰু বস্তুকো ডাঙৰ দেখি তেনেকুৱা আৰ্চি), আৰু ৰেখা গণনাৰ নিমিত্তে এটা বেজী লাগে। ছপাখানাৰ চিয়াহী, ৰবৰৰ বেলোন আৰু বগী টিঙৰ পাটচটা এনে নিকাকৈ থব লাগে যেন তাত ধুলি, কুটা, একো পৰিবলৈ নেপায়, চিয়াহীখিনি এটা বটলত ভৰাই সাঁফৰ মাৰি থ'ব লাগে, কাম হৈ যোৱাৰ পাচত বেলোন ডাল এখন তেলেতীয়া (oiled) কাগজেৰে মেৰিয়াই থব লাগে, টিং চটা আঙুলি-কটপা লোৱাৰ পূৰ্বেই ধুই চকচকীয়া বগা কৰি মচি থ'ব লাগে, যেন আগৰ চিয়াহীৰ বোল সমূলি তাত লাগি থাকিবলৈ নেপায়।

আঙুলি-কটপা সাধাৰণতঃ দুই ৰকমে লোৱা হয়, যেনে,—(১) ঘূৰণীয়া আৰু (২) পোন।

"ঘূৰণীয়া" (Rolled) কটপা লব লাগিলে বগী টিঙৰ পাটচটাৰ ওপৰত আগধৰি অলপমান ছপাখানাৰ চিয়াহী ঢালি লৈ তাক ৰবৰৰ বেলোনেৰে সাধ্যমতে পাতলকৈ বেলি অৰ্থাৎ বহল কৰি লব লাগে, পাছে আঙুলিৰ পেটুটো (bulb) সেই চিয়াহী সনা টিংচটাৰ ওপৰত বাওঁফাললৈ মুখ কৰি থৈ লাহেকৈ চেপা দি আঙুলিটো ঘূৰাই আনিব লাগে, ঘূৰাওঁতে পেটুৰ মুখ সোঁফালমুৱা হলেই আঙুলিটো উঠাই আনিব লাগে, ইয়াকে কৰিলে আঙুলিৰ ৰেখাটিত অংশৰ গোটেইখিনিতে অৰ্থাৎ নখৰ গুৰিলৈকে চিয়াহী লাগে। আঙুলিৰ নখ থকা ফাললৈ চিয়াহী লাগিব নেলাগে, এতিয়া সেই চিয়াঁহি লগা আঙুলিটো তুলাপাতৰ ওপৰত থৈ লাহেকৈ চেপা দি পূৰ্বে টিঙৰ ওপৰত ঘূৰাই অনাৰ নিচিনাকৈ ঘূৰাই আনিলেই "ঘূৰণীয়া" বিধৰ

আঙুলি-কটপা ফটফটীয়াকৈ উঠিব। আঙুলিটো ঘুৰাওঁতে ৰবকৈ যেন হেঁচা নপৰে। বিশেষকৈ হেঁচা দিলে কটপা লেপথেপীয়া হৈ উঠিব।

"পোন" (Plain) কটপা লাগিলে আঙুলিৰ পেটুটো চিয়াহী সনা বগীটিণৰ পাটত পোনকৈ স্থাপন কৰি পাছে তুলাপাতৰ ওপৰত সেই দৰে থৈ লাহেকৈ ছেপা দি তুলি আনিব লাগে, আঙুলিটো ঘুৰাব নেলাগে।

"পোন" কটপাত আঙুলিৰ পেটুৰ একাংশ অৰ্থাৎ মাজখিনিহে উঠে। কিন্তু "ঘুৰণীয়া" কটপাত আঙুলিৰ পেটুৰ ৰেখাঙ্কিত অংশৰ গোটেইখিনি উঠে। সেই নিমিত্তে দুখন আঙুলি-কটপা একেজন মানুহৰে আঙুলিৰ নে দুজন ভিন্ন মানুহৰ আঙুলি-কটপা, মিলাই চাবলৈ হ'লে, "ঘুৰণীয়া" কটপা ললেহে মিলাবৰ সুবিধা হয়। কাৰণ, "ঘুৰণীয়া" কটপাৰ আঙুলিৰ ৰেখাবিলাক সম্পূৰ্ণৰূপে উঠা বাবে মিলাবলৈ সৰহ বিষয় (point) পোৱা যায়।

সকলোবিলাক কটপা (Impression) বাইচৈ চাৰি শ্ৰেণীত বিভক্ত। এই চাৰি শ্ৰেণী বা ভাগৰ নাম এই,— (১) ধেনু (Arches), (২) কুলা (Loops), (৩) দোণ (Whorls), আৰু সান-মিহলি (Composites)

কুলা, দোণ আৰু সান-মিহলি বিধৰ কটপাত Fixed Points বা নিৰূপিত মুৰ আছে। এই নিৰূপিত মুৰবিলাকৰ নাম হৈছে—(১) ব-দ্বীপ বা বাহিৰৰ মুৰ (Delta or outer terminus) আৰু (২) কেন্দ্ৰ বা ভিতৰৰ মুৰ (Point of cere or Inner terminus)।

আঙুলিত যিবোৰ ৰেখা আছে সেইবোৰক বোৱতী নৈৰ নিচিনা ভাবি ললে দেখিবলৈ পাব যে, "ধেনুৰ" বাহিৰে বাকী তিনি বিধৰ কটপাত কেতিয়াবা দুডাল ৰেখা সমান্তৰাল ভাবে বৈ আহি হঠাৎ এঠাইত দুয়োডাল ৰেখাই দুফালে মুখ কৰি গতি কৰিছে, কেতিয়াবা আকৌ দেখিব একেডাল ৰেখাই নৈৰ নিচিনাকৈ ক্ৰমাগত বৈ আহি হঠাৎ এঠাইত সেই এডাল ৰেখাই দুসুঁতি অৰ্থাৎ দুডাল ৰেখা হৈ দুফালে গতি কৰিছে। এই দুই ৰকমেদি আঙুলি-কটপাত Delta গঠিত হয়। এডাল ৰেখাই ক্ৰমাগত বৈ আহি যি ঠাইত দুভলীয়া হৈ দুফালে গতি কৰে সেই ঠাই কণকে Delta বোলে। আকৌ দুডাল ৰেখা সমান্তৰাল ভাবে বৈ আহি যি ঠাইত এডাল ওপৰমুখীয়া হৈ যায় আৰু আন ডাল তলমুখীয়া হৈ যায়, সেই ঠাইকণৰ নিচেই ওচৰত (Nearest to the place of divergence) যি কোনো ৰেখা বা বিন্দু থাকে তাক Delta বোলে। Delta (ব-দ্বীপ) বুলিলে কটপাৰ বাহিৰৰ মুৰ বুজায়। আঙুলি-কটপাত কেন্দ্ৰ বা ভিতৰৰ মুৰ কেনেকৈ হয় সেই বিষয়ে পাচত আলচ কৰা যাব। কেন্দ্ৰৰ পৰা ডেল্টালৈ ৰেখাবিলাক গণনা কৰা হয়। ধেনু, কুলা দোণ আৰু সান-মিহলি কটপাৰ ব্যাখ্যা তলত দিয়া গ'ল।

"ধেনু"-কটপাত ৰেখাবিলাক আঙুলিৰ এফালৰ পৰা আনফাললৈ ধেনুখনৰ নিচিনা হৈ যায়, ৰেখাবিলাক আদবাটৰপৰা পিচুৱাই অৰ্থাৎ পিচলৈ উভটি নাহে। এই বিধৰ কটপাত এটা ডেল্টা থাকে।

"কুলা" কটপাত কিছুমান ৰেখাই আঙুলিৰ এফালৰপৰা আনফাললৈ যাওঁতে আদবাটৰপৰা পিচুৱাই আহে, কিন্তু ঘোৰ খাই নেথাকে। এই বিধৰ কটপাত এটা ডেল্টা থাকে।

"দোণ"—কটপাত কিছুমান ৰেখা ঘোৰখাই চকৰীৰ নিচিনা হৈ থকা দেখা যায়। এই বিধৰ কটপাত দুটাকৈ ডেল্টা থাকে।
দোণ কটপাবিলাক তলত দিয়া চাৰি শ্ৰেণীত বিভক্ত— (১) চকৰী দোণ— ৰেখাবিলাক গোল-ভাবে একোটা চকাৰ নিচিনা হৈ থাকে। (২) এসুঁতিয়া দোণ— এডাল ৰেখাই সাপৰ দৰে ঘূৰি ঘূৰি মেৰ পাক খাই থাকে, (৩) দুসুঁতিয়া দোণ— দুডাল ৰেখাই সেই দৰে ঘূৰি মেৰ পাক খাই থাকে, (৪) চকৰি সুঁতিয়া দোণৰ আধখিনি চকাৰ নিচিনা হৈ পাচে এডাল সূতাৰ দৰে ঘূৰি ঘূৰি মেৰপাক খাই থাকে।

"সানমিহলি" কটপা বুলিলে যি কটপা ধেনু, কুলা, বা দোণৰ নিচিনা নহয় তাকে বুজায়। ধেনু, কুলা আৰু দোণ মিহলি হৈ এই বিধিৰ কটপা হয়। *

*উষা, ১ম বছৰ ১ম সংখ্যা

# মহৎ জীৱনৰ এটি ঘটনা

জগতবিখ্যাত মহাবীৰ "নেপোলিয়ন বোনাপাৰ্টৰ" নাম আমাৰ অনেক পাঠক পাঠিকাই বোধ কৰোঁ শুনিব পায়। তেওঁ এবাৰ ইংলণ্ড আক্ৰমণ কৰিবলৈ আয়োজন কৰিছিল। সেই সময়ত দুৰ্ভাগ্যক্ৰমে এজন ডেকা ইংৰাজ নাৱৰীয়া ফৰাচীবিলাকৰ হাতত ধৰা পৰে। সিইঁতে বেচেৰাক ফ্ৰান্সলৈ আনি সাগৰৰ পাৰত এৰি দিলে। সেই সাগৰৰ আন পাৰত ইংলণ্ড। ইংৰাজ নাৱৰীয়াটোৱে সাগৰৰ কাষত আমনজিমনকৈ বহি সদায় বেজাৰ মনেৰে একেথিৰে ইংলণ্ডৰ ফালে চাই থাকে। সেই সাগৰখন বৰ বহল নহয়। ভালকৈ ৰ'দ দিলে ৰিণি ৰিণি ইংলণ্ডৰ পৰ্বতবিলাক দেখিবলৈ পোৱা যায়। নীল সাগৰৰ বগা বগা ঢৌবিলাক লাহে লাহে বাগৰি বাগৰি ঘূৰি ঘূৰি ইপাৰৰপৰা সিপাৰ পায়গৈ।—তাৰ প্ৰাণ স্বদেশৰ নিমিত্তে কান্দি উঠে। জহকালি সৰু সৰু চৰাইবিলাকে ডেউকা মেলি উৰি উৰি ইংলণ্ডৰ ফালে গুচি যায়।—সি নিৰাশ মনে চাই থাকে। কেতিয়াবা কেতিয়াবা সি ভাবে, হায়! মই যদি তেনেকুৱা এটি সৰু চৰাই হলোহেঁতেন, তেন্তে এই মুহূৰ্তেই ইয়াৰপৰা উৰা মাৰি ইংলণ্ডত পৰি মৰমিয়াল আইৰ মুখ চাই প্ৰাণ জুৰালোহেঁতেন।

এদিন ৰাতি বৰ ধুমুহা বতাহ বোৱাৰ পাছত, ৰাতিপুৱা সি দেখিলে যে এটা পিপা সাগৰৰ ঢৌত তাৰ কাষে উঠি আহিছে। সি পিপাটো ধৰি আনি পৰ্বতৰ গাঁত এটাৰ ভিতৰত লুকাই থৈ নাও এখন সাজিবলৈ ধৰিলে। গোটেই দিনটোত সি কাঠৰ পিপাৰ চাৰিওপিনে কুমলীয়া গছৰ ডাল আৰু বাঁহ জোখা দি বৈ পিপাটো এখন নাৱৰ নিচিনা কৰিলে। নিজৰ দেশলৈ যাবৰ নিমিত্তে তাৰ মন ইমান উত্ৰাৱল হল, যে সি এখন্তেকো নেভাবিলে যে এই নাও পানীত অলপ গৈয়েই বুৰ যাব। যি হওক, সি যেই নাৱত উঠি বঠা বাই নাও চলালে, তেতিয়াই ফঁৰাচী সেনাই দেখা পাই ধৰি আনি তাক বন্দী কৰিলে। বপুৰাৰ আৰু নাও বোৱা ন'হল,—তাৰ মনৰ আশা মনতে লুকাল।

এই কথা কিবা উপায়েৰে নেপোলিয়নৰ কাণত পৰিল। নেপোলিয়নে নিজে সাগৰৰ পাৰলৈ গৈ সেই ইংৰাজ ডেকাক সুধিলে, "তোৰ ই কি সাহ? কাঠৰ পিপা এটাক গছ-লতাৰে মেৰাই তই সাগৰ পাৰ হব খোজ? দেশত দেশত তোৰ কোনোবা প্ৰণয়িনী আছে নে, যে তই দেশৰ নিমিত্তে ইমান বিয়াকুল হৈছ?"

সেই ইংৰাজ নাৱৰীয়াই ক'লে :—"দেশত মোৰ আইৰ বিহনে কোনো নাই। বহুদিন তেওঁক নেদেখা বাবে তেওঁক চাবলৈ মোৰ মনটো বৰ উগুল-থুগুল কৰিছে," এই কথা কৈ আৰু সি কথা কব নোৱাৰিলে, তাৰ চকু দুটা ঢুল-ঢুলীয়া হৈ গ'ল।

নেপোলিয়নে তেতিয়াই ক'লে,—"বাৰু তোৰ মাৰৰ লগত দেখা হ'ব। মই বেগাই দেখা কৰাই দিয়াম। যি ল'ৰা ইমান সাহিয়াল, তাৰ মাক চাগৈ কিমান সজ।"

তাৰ পিছত নেপোলিয়নে নিজৰ জাহাজেৰে তাক-ইংলণ্ডত থোৱাই দিয়ালে আৰু তাক এটা সোণৰ মোহৰ বঁটা দিলে। সেই মোহৰটি ইংৰাজ ডেকাই নেপোলিয়নৰ দয়া সুঁৱৰিবৰ নিমিত্তে সদাই লগে লগে ৰাখিছিল,—ভুখতো খৰচ নকৰিছিল। *

---

* জোনাকী, তৃতীয় ভাগ

# জোৱান ডার্ক

( "জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী" )

আজি প্ৰায় চাৰিশ বছৰতকৈও বেছি হ'ল, ফ্ৰান্সৰ অন্তৰ্গত লৰেণ্‌ নগৰৰ অদূৰত এটি বনফুল ফুলিছিল। বনফুল বনত সাৰ পানী নোপোৱাকৈ কত কলিয়াইছে, কত ফুলিছে, কত কাৰো আদৰ নোপোৱাকৈ সৰি গৈছে। কিন্তু এই বনফুলটি অসাৰুৱা ঠাইত, অজানিতভাৱে ফুলি গোটেই ফ্ৰান্সক গোন্ধেৰে মলমলাই পেলাইছিল। অন্য কি পছোৱা বতাহে উৰাই লৈ গৈ ইউৰোপ ক্ষেত্ৰ পাৰ কৰি দুৰণিৰ দেশবাসীবিলাকৰ নাকৰ ওচৰত এই ফুলৰ সুগন্ধৰ যোগান ধৰিছিল। পাঠক, যদি তুমি এই ফুলটিৰ নাম জানিব খোজা, তেন্তে জগতৰ বুৰঞ্জী মেলি চোঁৱা। বুৰঞ্জী মেলিলে দেখিবা, তাত সোণোৱালী আখৰেৰে লিখা আছে 'জোৱান-ডাৰ্ক'।

ইংলণ্ডৰ ৰজা তৃতীয় এডৱাৰ্ডৰ ৰাজত্বৰ দিনত সেই সময়ৰ ফ্ৰান্সৰ অধিপতি ষষ্ঠ ফিলিপে সৈতে তেওঁৰ এখন যুদ্ধ হয়। এই যুদ্ধ বুৰঞ্জীত "এশ-বছৰীয়া যুদ্ধ" (Hundred Years' War) বুলি খ্যাত আছে। এই যুদ্ধত ইংলণ্ডৰ আৰু ফ্ৰান্সৰ ৰজাবিলাক বংশানুক্ৰমে নিযুক্ত আছিল। কোনোবাৰ ইংলণ্ডৰ কালে বিজয়লক্ষ্মীয়ে শুভাগমন কৰিছিল, কোনোবাৰ ফ্ৰান্সৰ ভাগ্যত দেখা দিছিল। চঞ্চলা কমলা সদায় একেকালেই নেথাকিছিল। ক্ৰমে ক্ৰমে ইংলণ্ডত কেবা জনা ৰজাইও ৰাজ্য কৰি স্বৰ্গী হয়। পাছে যেতিয়া অমিততেজা পঞ্চম হেন্‌ৰীয়ে ইংলণ্ডৰ ৰাজপাট পালে, তেতিয়া বিজয়লক্ষ্মী তেওঁৰ প্ৰতি সু-প্ৰসন্না আছিল। এশ বছৰীয়া যুদ্ধ তেতিয়াও শেষ হোৱা নাই। তেওঁ সেই যুদ্ধতে ফ্ৰান্সে সৈতে যুক্ত আছিল আৰু সেই যুদ্ধতে জোৱান-ডাৰ্কৰ সোণৰ শৰীৰ স্বদেশৰ হিতৰ নিমিত্তে ইংৰাজবিলাকৰ হাতত জ্বলন্ত জুইত ভস্ম হয়।

পঞ্চম হেন্‌ৰী বৰ সাহিয়াল আৰু পৰাক্ৰমী ৰজা আছিল আৰু সৈন্যবিলাকৰ ওপৰত সেনাপতিত্ব কৰাৰ পক্ষে অতি উপযুক্ত আছিল। ১৪১৫ খৃষ্টাব্দত তেওঁ ফ্ৰান্সৰ অন্তৰ্গত 'হাৰফ্লুৰ' নগৰ অৱৰোধ কৰে। ফ্ৰান্সৰ সম্ৰাট ষষ্ঠ চাৰ্লচ্‌ যুদ্ধাদি ব্যাপাৰত অন্যমনস্ক আছিল আৰু তেওঁৰ ৰাজ্যৰ ডাঙৰ ডাঙৰ মানুহবিলাকে পৰস্পৰ বিবাদ-বিসম্বাদত মত্ত আছিল। হাৰ-ফ্লুৰ অৱৰোধ কৰাৰ পাছত হেনৰীয়ে লগত অলপমান মানুহ লৈ কেলে নগৰলৈ যাত্ৰা কৰে। কিন্তু বাটতে এজিনকোর্ট নামে ঠাইত তেওঁ পঞ্চাশ কি ষাঠিহাজাৰ ফৰাচী মানুহৰ দ্বাৰা আক্ৰান্ত হয়। হেনৰীয়ে নিজৰ অসীম সাহ আৰু কৌশলৰ গুণত এই যুদ্ধত জয়লাভ কৰি আৰু অনেক যুদ্ধ জয় কৰে। ক্ৰমে ক্ৰমে তেওঁ গাৱঁৰ পৰা গাওঁ, নগৰৰ পৰা নগৰ লবলৈ ধৰিলে, আৰু তেওঁৰ সৈন্যবিলাকক লগাই ঘোৰ অত্যাচাৰ আৰম্ভ কৰাবলৈ ধৰিলে। শস্যশালিনী ক্ষেত্ৰবিলাক ইংৰাজ সৈনিক পুৰুষৰ ঘোঁৰাৰ খচকনিৰ দ্বাৰা নষ্ট কৰাবলৈ ধৰিলে, খেতিয়কবিলাকৰ ঘৰ-দুৱাৰ সকলো সম্পত্তি লুট কৰাবলৈ ধৰিলে। বিশাল নগৰবিলাক অৱৰোধ কৰি মানুহবিলাকক একো খাবলৈ নিদি লাঘোনে-ভোকে নগৰৰ সীমাৰ বাজ কৰাই দিয়ালে। কত শত মানুহে খাবলৈ নেপাই প্ৰাণত্যাগ কৰিলে, কত শত নিৰপৰাধী মানুহৰ দেশ ইংৰাজ সৈনিকৰ তৰোৱালৰ আগত দুছিটা হৈছিল তাৰ সীমা সংখ্যা নাই। ফ্ৰান্সৰ চাৰিওপিনে কেৱল "হাহাকাৰ" শব্দ উঠিবলৈ ধৰিলে। উন্মাদগ্ৰস্ত ষষ্ঠ চাৰ্লচও সিংহাসনচ্যুত হ'ল। ফ্ৰান্স ভূমি ঘোৰ অৰাজক হৈ উঠিল।

ফ্ৰান্সৰ সৌভাগ্যক্ৰমেই হ'ক বা অন্য কাৰণেই হ'ক পঞ্চম হেন্‌ৰীয়ে পৰলোক গমন কৰিলে। তেওঁৰ

নাবালক পুত্ৰ ষষ্ঠ হেনৰী ইংলণ্ডৰ আৰু ফ্ৰান্সৰ ৰাজসিংহাসনত আৰূঢ় হ'ল। ফ্ৰান্সৰ ভাগ্যাকাশ ক্ৰমে ক্ৰমে পৰিষ্কাৰ হ'ল। দুখৰ ডাৱৰবিলাক লাহে লাহে আঁতৰি গ'ল। ইংৰাজ পুৰুষৰ অত্যাচাৰৰ প্ৰতিশোধ লবৰ নিমিত্তে, ফৰাচীবিলাকৰ তেজেৰে ৰাঙলী হোৱা ফ্ৰান্সক ধুই নিকা কৰিবৰ নিমিত্তে, চাৰিওফালৰ হাহাকাৰ গুচাবৰ নিমিত্তে, স্বদেশৰ দৰিদ্ৰতা দুৰ কৰিবৰ নিমিত্তে, ফ্ৰান্সদেশত এজনী বীৰ নাৰীৰ আৱিৰ্ভাব হ'ল। তেৱেঁই বিখ্যাত জোৱান ডাৰ্ক।

ফ্ৰান্সৰ অন্তৰ্গত লৰেন্ নগৰত্ ডমৰেমি নামে গাৱঁত অতি দীনভাৱে কোনো সামান্য কৃষকৰ ঘৰত জোৱান ডাৰ্কৰ জন্ম হয়। জোৱান দেখিবলৈ বৰ শুৱনী আছিল আৰু সৰুৰেপৰা তেওঁ বৰ সতী, সৰলা আৰু সুশীলা আছিল। জোৱানে যেতিয়া বাপেকৰ সৰু ফুলনিবাৰীত উমলি ফুৰে, নিকুঞ্জৰ ওচৰত বহি ফুলৰ মালা গাঁথি গছত আঁৰি দিয়ে, যেতিয়া পুৱাতে উঠি হেঙ্গুলি বেলিৰ মুখলৈ চাই চাই লতাক চুমা খাই, চৰাইৰ মধুৰ সঙ্গীত ধ্বনি কাণ পাতি একেথৰে শুনিবলৈ ধৰে, তেতিয়া বোধ হয় যেন স্বৰগৰ কোনোবা অপ্সৰা কন্যাই ধৰাতললৈ নামি আহি প্ৰকৃতিৰ কোলাত উমলি ফুৰিছেহি। ন-জোনটি যেনেকৈ দিনে দিনে এক এক কলা কৰি বাঢ়ি যায়, সেইদৰে জোৱানও লাহে লাহে বাঢ়িবলৈ ধৰিলে, মাক-বাপেকৰ মনত অপাৰ আনন্দ ঢালিবলৈ ধৰিলে। জোৱানে সৰুৰেপৰা পৰা দুষ্ট ল'ৰা-ছোৱালীবিলাকৰ লগত নুফুৰিছিল। মাক-বাপেক আৰু গুৰুজনক অন্তৰেৰে সৈতে ভক্তি কৰিছিল। জোৱানৰ আচৰণত, কাৰ্যত আৰু সৰলতা সদা হাঁহিত, ল'ৰা-বুঢ়া সকলো মোহিত হৈছিল। জোৱানে নিজৰাৰ কাষত বহি কুল্ কুল্ ধ্বনি শুনি ফুৰিছিল, আপোন মনে আপোনাৰ ভাৱত ভোল হৈ ওচৰৰ উপবনত বনদেৱীৰ দৰে ক'ত কি গান গাই ফুৰিছিল। হিংসা আৰু কপটতাৰ ছলে জোৱানক বিন্ধিব পৰা নাছিল। জোৱানে আপোন হাতে ঘৰৰ পোহনীয়া পছু-চৰাইবিলাকক খুৱাইছিল। সন্ধ্যা বেলিকা যেতিয়া ৰঙ্গামুৱা হৈ বেলিটো পশ্চিমত মাৰ যাবলৈ ধৰে, তেতিয়া জোৱানে ওচৰৰ গছৰ ছাঁত বহি নাইটিঙ্গেলৰ আগমন গীত শুনিছিল। জোৱানে কোনো ৰকমৰ লেখা পঢ়া নেজানিছিল। কিন্তু তেওঁৰ হিয়া স্নেহ-মমতাৰে ভৰা আছিল। চাৰিওফালৰ পৰা ইংৰাজবিলাকৰ অত্যাচাৰৰ বিৱৰণ তেওঁ ওচৰৰ চুবুৰীয়াৰ পৰা জানিব পাৰিছিল। স্বদেশ বাসীৰ দুখ-বেজাৰৰ কথা, তেওঁলোকৰ আৰ্তনাদ, জোৱানৰ কোমল হিয়াত শেলে বিন্ধাৰ দৰে বিন্ধি উঠিল। তেওঁৰ হিয়াত স্বদেশ আৰু স্বজাতিৰ প্ৰেম উক দিবলৈ ধৰিলে। তেওঁৰ মন ফ্ৰান্সৰ নিমিত্তে অথিৰ হৈ পৰিল। থাওঁতে, শোওঁতে, বহোঁতে সকলো সময়তে ফ্ৰান্সৰ কথাইহে তেওঁৰ হৃদয়ত ঠাই পাইছিল। ঘৰুৱা কামত মন নবহা হ'ল। তেওঁৰ বোধ হ'ল যেন কোনো পৰম ৰমণীয় স্বৰ্গীয় দূতে আহি তেওঁৰ কাণে কাণে কৈছেহি— "জোৱান, তুমি তোমাৰ স্বদেশ উদ্ধাৰিবৰ নিমিত্তে কায়মনবাক্যে চেষ্টা কৰা, আৰু যেতিয়ালৈকে অৰ্লিন্স ইংৰাজবিলাকৰ হাতৰ পৰা মুক্ত নহব আৰু যেতিয়ালৈকে স্বৰ্গীয় ৰজা ষষ্ঠ চাৰ্লছৰ পুতেক সপ্তম চাৰ্লচ্ ৰীমচ্ নগৰীত সিংহাসনাৰূঢ় নহ'ব তেতিয়ালৈকে ক্ষান্ত নেথাকিবা।" তেতিয়া জোৱানে বহাৰপৰা একে চাবেই উঠিল। তেওঁ গাত স্বৰ্গীয় বল পালে, স্বদেশ উদ্ধাৰিবৰ নিমিত্তে প্ৰতিজ্ঞা কৰিলে,

জোৱানৰ মাক-বাপেকে জোৱানক এই অসম সাহসৰ কামলৈ আগবঢ়া দেখি অনেক প্ৰকাৰে নেযাবলৈ বুজালে, কিন্তু জোৱানৰ হৃদয় পৰ্বতৰ দৰে লৰচৰ নকৰা হ'ল। শেষত একো উপায় নেপাই কাকুতি-মিনতি কৰিও মাক-বাপেকে ৰাখিব নোৱাৰিলে। গাৱঁৰ আন গণ্য-মান্য মানুহবিলাকেও নানা প্ৰকাৰে বুজনি দি জোৱানক ঘৰত ৰাখিবৰ

চেষ্টা কৰিছিল, কিন্তু জোৱানে তেওঁলোকক এই বুলি উত্তৰ দিয়ে, "মই প্ৰাণক আগত লৈ ৰজাৰ ওচৰলৈ নিশ্চয়, নিশ্চয় যাম। মই আইৰ কাষত বহি সুখেৰে বন-বাৰী কৰি খাই লৈ থাকিব পাৰোঁ, কিন্তু মোৰ মনে এইবোৰ একোকে নেমানে,—মই দেশ উদ্ধাৰিবলৈ উত্‌ৰাইল। তাৰে পৰমপিতা পৰমেশ্বৰৰ ই অভিপ্ৰায়। মই আৰু এখন্তেকো ঘৰত থাকিব নোৱাৰোঁ। মোক আপোনালোকে বাধা নিদিব।" জোৱানে পৰমেশ্বৰক চিন্তি ঘৰৰপৰা ওলাল। তেওঁক ৰাখিবৰ নিমিত্তে বন্ধু-বান্ধৱ সকলোৰে চেষ্টা বিফল হ'ল। জোৱান দৃঢ়-প্ৰতিজ্ঞ হৈ চাৰ্লচ্‌ৰ ওচৰলৈ গ'ল। চাৰ্লচে জোৱানক দেখা পাই তেওঁৰ নাম আৰু অহাৰ কাৰণ সোধাত জোৱানে ধীৰ গম্ভীৰ স্বৰেৰে উত্তৰ কৰিলে, "মহাৰাজ, মোৰ নাম কুমাৰী জোৱান, স্বৰ্গীয় মহাৰজাই মোক আপোনাৰ ওচৰলৈ এই কথা কবলৈ পঠাইছে যে "আপুনি ৰীমচ্ নগৰীত ৰাজমুকুট পাব আৰু ৰাজসিংহাসনত উঠিব।"

চাৰ্লচে এই সময়ত জয় লাভৰ আশা একেবাৰে জলাঞ্জলি দিছিল আৰু জোৱানক ইচ্ছামতে কাম কৰিবলৈ দিছিল। জোৱানৰ নিমিত্তে এজোৰ যুদ্ধৰ সাজ তৈয়াৰ হ'লত, তেওঁ সেই সাজ পিন্ধি ভয়ঙ্কৰ বীৰ পুৰুষৰ দৰে তেজাল ঘোঁৰা এটাত উঠি হাতত ৰণ পতাকা লৈ যুদ্ধলৈ ওলাল। তেওঁৰ পাছে পাছে অলেখ অলেখ ভগ্নোৎসাহ ফৰাচী সৈনিকেও দুগুণ বলত বলী হৈ ৰণলৈ আগ হ'ল। এই সময়ত জোৱানৰ মূৰ্তি চাই কোনে? সাক্ষাৎ যেন লাল বসনা ভয়ঙ্কৰা অসুৰ-বিনাশিনীয়ে ৰুদ্ৰ মূৰ্তি ধাৰণ কৰি "মাভৈঃ" "মাভৈঃ" আৰাৱ কৰি অসুৰবিলাকৰ বিনাশ হেতু দেখা দিছেহি। জোৱানৰ আজ্ঞাতে শত শত ইংৰাজক মুহূৰ্ত্ততে নিপাত কৰিবলৈ ধৰিলে। জোৱানৰ শৌৰ্য, বীৰ্য, দেখি ভেলেকী মন্ত্ৰত মুগ্ধ হোৱাৰ দৰে ইংৰাজ পুৰুষবিলাক নিস্তব্ধ আৰু নিস্পন্দ হ'ল। ফৰাচী সৈনিকসকলে মহা আনন্দৰে অৰ্লিন্স অধিকাৰ কৰিলে।

সেই সময়ৰপৰা ইংৰাজবিলাকে ফ্ৰান্স জয় কৰাৰ আশা-ভৰষা এৰি দিলে। ফৰাচীবিলাকে নতুন উৎসাহত উৎসাহিত হৈ নতুন আনন্দেৰে স্বদেশৰ নিমিত্তে উদ্দীপিত হ'ল। সকলোৱে স্বদেশ উদ্ধাৰ ব্ৰতত ব্ৰতী হ'ল। জোৱানে ৰীমচ্ নগৰীলৈ যাত্ৰা কৰিলে। তাত তেওঁৰ সন্মুখত চাৰ্লচে ৰাজমুকুট পালে। জোৱানে তেওঁৰ কৰিব লগীয়া কাম কৰিলে। জীৱন-ব্ৰত সাধনা কৰিলে। এতিয়া তেওঁৰ ঘৰলৈ উলটি যোৱা উচিত আছিল। কিন্তু ফৰাচী সৈনিকবিলাকে "তেওঁক এৰি দিলে, সিহঁতৰ জয় লাভ কৰা টান হ'ব" এই ভাবি তেওঁক ঘৰলৈ যাবলৈ এৰি নিদিলে। ফ্ৰান্সৰ নগৰে নগৰে, গাৱেঁ গাৱেঁ, ঘৰে ঘৰে, জোৱানৰ যশৰ জেউতি বলে। ল'ৰা-বুঢ়া সকলোৱে জোৱানৰ গুণ গাবলৈ ধৰিলে। কিন্তু দুৰ্ভাগ্যৰ বিষয়, ফ্ৰান্সৰ ডাঙৰ ডাঙৰ সেনাপতিবিলাকে সিহঁতক নশলগা দেখি, জোৱানৰ ইমান গুণ-কীৰ্তন সহিব নোৱাৰি তেওঁক এখন ডাঙৰ যুদ্ধৰ মাজত অকলে এৰি থৈ গুচি আহিল। ইংৰাজবিলাকে জোৱানক পাই বন্দী কৰিলে আৰু নানা প্ৰকাৰে অত্যাচাৰ কৰিবলৈ ধৰিলে। এদিন যি জোৱানৰ হাতত শত শত ইংৰাজৰ দেহ দুডোখৰ হৈছিল, ইংৰাজবিলাকে ফ্ৰান্স জয়ৰ আশা এৰি দিছিল, সেই জোৱানক হাতত পাই বহু দিনৰ শত্ৰু শালিলে। জোৱানক পাষণ্ডী ধৰ্মভ্ৰষ্টা বুলি জীয়াই জীয়াই জলন্ত জুইৰ মাজত পেলাই দিলে। চাওঁতে চাওঁতে সোণৰ দেহ পুৰি ছাই হ'ল। অকালত এটি মহতী শক্তি লয় পালে। অসময়ত ফুল সৰিল। চাকি নুমাল। কিছু দিনলৈ ফ্ৰান্সভূমি এন্ধাৰ হ'ল।

জুইৰ মাজত মৰণ কালত জোৱানৰ মুখৰপৰা 'জগদীশ' এই শেষ কথাটি ওলাইছিল। এই দৃশ্যটো দেখি কাঠ-চিতীয়াৰ মনো দয়াৰে পমি গৈছিল। এজন ইংৰাজ পুৰুষে থিয়েৰে থাকিব নোৱাৰি চিঞৰ মাৰি উঠিল, "We are lost! We are lost!" আমাৰ আশা নাই। আমি মৰিলোঁ। আমি গৰ্হিত কাম কৰি ৰসাতললৈ যাম।' *

---

* জোনাকী, তৃতীয় ভাগ।

# প্ৰেম

প্ৰেমত মুগ্ধ নহয় কোন ? লৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলো প্ৰেমত ভোল, মোহিত। বনৰ চৰাই, হাবিৰ পহু, পানীৰ মাছ পৰ্যন্ত প্ৰেমত মুগ্ধ। আকাশৰ গ্ৰহ-নক্ষত্ৰ আৰু পৃথিৱী-পটৰ উদ্ভিদজ চিত্ৰবিলাকেও প্ৰেমৰ মহিমা ঘোষণা কৰিছে। স্বৰ্গ, মৰ্ত্য, পাতালত প্ৰেম, জল স্থল, আকাশত প্ৰেম, চেতন, অচেতন, উদ্ভিদ পদাৰ্থত প্ৰেম গোটেই বিশ্বব্ৰহ্মাণ্ডত প্ৰেম। প্ৰেম নোহোৱা হলে পৃথিৱী মৰুভূমি মৰিশালি যেন হলহেঁতেন। প্ৰেমে শুকান জগতক ৰসাল আৰু সুখময় কৰি থৈছে। প্ৰেমৰ সূতাৰে বান্ধ খাই সংসাৰখন হৈছে প্ৰেমে দেশত শান্তি বিৰাজ কৰাইছে। প্ৰেমত মুগ্ধ হৈয়েই ককায়েকে ভায়েকক সাবটি ধৰি আলিঙ্গন কৰিছে, বাই-ভনীয়ে ডিঙিত ধৰাধৰি কৰি ভালপোৱাৰ সমিধান দিছে, এটা কথাৰে কবলৈ গ'লে সকলোৰে মূলত প্ৰেম বিৰাজ কৰিছে।

ভক্ত ঈশ্বৰ প্ৰেমত ভোল। এদিন বৃন্দাবনৰ গোপী শ্ৰীকৃষ্ণৰ ভক্তি-প্ৰেমত মতলীয়া হৈছিল। শ্ৰীকৃষ্ণৰ মোহন বেণুৰ মাত শুনিলেই সকলোৰে মন নাচি উঠিছিল।

প্ৰেমত মুগ্ধ হৈয়েই কপিলাবস্তুৰ ৰাজকোঁৱৰে পিতৃ-মাতৃৰ আদৰ আৰু নতুনকৈ বিয়া কৰাই অনা সুন্দৰী ভাৰ্যাৰ বিশুদ্ধ মৰম আৰু ভক্তি বিসৰ্জন কৰি, ৰাজসিংহাসন ভৰিৰে গোৰ মাৰি গহন বনলৈ গুচি গ'ল। তেওঁৰ একো অভাৱ নাছিল। শত শত মানুহে যাৰ চৰণ সেৱা কৰিছিল, যাৰ ভোজন নহয় মানে ৰান্ধনি-চাংমাইইতৰ গাত তৎ নাছিল, যি দুখ কাক বোলে নেজানিছিল, সেই সুকোমল বুদ্ধদেৱে কি এক প্ৰেমৰ আকৰ্ষণেৰে আকৰ্ষিত হৈ, সকলোকে অবাধে সহ্য কৰিলে। ৰাজকুমাৰ হৈ পাপী মানুহক উধাৰৰ নিমিত্তে ভিক্ষাৰীৰ দৰে ফটাকাপোৰ এডোখৰ পিন্ধি এটি ভিক্ষাপাত্ৰ লৈ দীন ভাৱে জগতত প্ৰেম বিলাবলৈ, সৎ-নীতি প্ৰচাৰ কৰিবলৈ ওলাল, "অৰ্পিম জীৱন কিম্বা শুচাম পিয়াহ" এই কথা বুকুত বান্ধি বাহিৰ হ'ল।

ভাৰতৰ এমূৰৰ পৰা আন মূৰলৈকে তেতিয়া হিন্দু ধৰ্ম প্ৰচাৰিত আছিল। হিমালয়ৰপৰা কুমাৰিকালৈকে এনে এজন তেওঁৰ আদিতে বন্ধু নাছিল, যি তেওঁৰ দুখত দুখী, সুখত সুখী হৈ সুহৃদভাৱে সকলো সময়তে লগত আছিল, দু-আষাৰ কথা কৈছিল। কিন্তু সেই ধৰ্মবীৰে অসংখ্য বাধা বিঘ্নতো ভয় নেখাই, প্ৰেমৰ মোহিনী মন্ত্ৰেৰে দীক্ষিত হৈ, অচল-অটল ভাৱে জগতত নিজ মত ঘোষণা কৰিলে। এতিয়া তেওঁ মৰিও অমৰ,—কোটী কোটী মানুহৰ পূজ্য—সভ্য জগতৰ পূজ্য।

ভাৰত-ৰত্ন বুদ্ধদেৱৰ প্ৰায় ৬০০ বছৰৰ পাছত, জুডিয়া প্ৰদেশত আৰু এজনা ধৰ্মবীৰৰ প্ৰেম-বীণা বাজি উঠিছিল। সেই বীণাৰ ঝঙ্কাৰ শুনি এখন মহাদেশৰ মানুহৰ মন নাচি উঠিছিল, জাকে জাকে মানুহে গৈ জুডিয়াত দলদোপ্ হেন্দোলদোপ্ লগাবলৈ ধৰিলে। সকলোৰে একেথৰে কাণ পাতি সেই বীণাৰ তান শুনিবলৈ ধৰিলে। সেই প্ৰেমিক সন্ন্যাসীৰ নাম যীশু (ইশু) খ্ৰীষ্ট। তেওঁ ইউৰোপ-বাসীৰ পূজ্য আৰু আৰাধ্য দেৱতা স্বৰূপ। তেওঁৰ সৰল হৃদয়ৰ ভক্তিগান আৰু পৱিত্ৰ ভাববিলাকে কেইবাখনো মহাদেশক মুগ্ধ কৰি থৈছে। তেওঁক যেতিয়া ইহুদীবিলাকে ক্ৰুশবিদ্ধ কৰে তেতিয়াও তেওঁৰ প্ৰেম আমৃত্যু পৰ্বতৰ দৰে অচল-অটল আছিল।

আজি বহুদিনৰ কথা নহয়, নৱদ্বীপত এটি জোন ওলাই প্ৰেমৰ সুধাময় কিৰণ বিতৰণ কৰি

উড়িষ্যাৰ নীলাচলত যাব গ'ল। তেৱেঁই প্ৰেমৰ অৱতাৰ, ভক্তিৰ আধাৰ চৈতন্যদেৱ। তেওঁ প্ৰেম আৰু ভক্তিৰে গোটেইখন বঙ্গদেশ টলমল্ কৰিছিল। গোটেইখন আৰ্য্যাবৰ্ত্ত তেওঁৰ প্ৰেমত আকৃষ্ট হৈছিল। তেওঁৰ মনত কোনো জাতিৰ প্ৰতি বিদ্বেষতাৰ নাছিল, যাকে পাইছিল, তাকে উল্লিত ধৰি প্ৰেম-গদ্‌গদ্ স্বৰে গাঢ় আলিঙ্গন কৰি হৰিনাম-ৰসামৃত পান কৰাইছিল। তেওঁৰ প্ৰেম এখনি ক্ষুদ্ৰ নৈ হৈ গোটেইখন বঙ্গদেশ ধুই অৱশেষত অপাৰ প্ৰেমসিন্ধুত পৰিছিলগৈ।

প্ৰেমানুৰাগী মহম্মদে, শঙ্কৰদেৱে, লুথাৰ, ৰামমোহন ৰায় প্ৰভৃতি ধৰ্ম জগতত অলেখ মহাত্মাই জন্মগ্ৰহণ কৰি পৃথিৱী উজ্জ্বল কৰি গৈছে। ৰাজনৈতিক জগততো প্ৰতাপসিংহ, মেট্‌চিনী প্ৰভৃতি শত শত মহাপুৰুষে স্বদেশ-প্ৰেম আৰু স্বজাতি-প্ৰেমৰ জ্বলন্ত দৃষ্টান্ত জগতক দেখুৱাই গৈছে। সেইসকলৰ অলৌকিক জীৱনাৱলী পাঠ কৰিলে গাৰ নোম শিয়ঁৰি উঠে। প্ৰেমৰ প্ৰগাঢ় ভাৱ, মহীয়সী শক্তি, নেৰা-নেপেৰা চেষ্টা আৰু উদ্যোগ এইসকলৰ জীৱনত জাজ্বল্যমান আছিল।

প্ৰেম সাগৰত বুৰ মাৰিয়েই জগতৰ আদিকবি বাল্মীকিয়ে সৰস্বতীপ্ৰদত্ত বীণা পাই, পৃথিৱীক প্ৰেম-সূতাৰে বান্ধিবলৈ ধৰিছিল, ব্ৰাহ্মণ, চণ্ডাল, বৈশ্য, শূদ্ৰ, ৰাক্ষস প্ৰভৃতিৰ মাজত প্ৰেম সঞ্চাৰ কৰিছিল, সকলোৰে মাজত "ভাই ভাই" সম্বন্ধ স্থাপন কৰিবৰ নিমিত্তে কান্দি-কাটি ব্যাকুল হৈছিল। যি দিনা সুমধুৰ শৰতকালত হিমালয়ৰ মাধুৰ্য্য দেখিলে, সেই দিনৰপৰা তেওঁৰ জীৱনৰ পৰিবৰ্ত্তন ঘটিল, সেই দিনৰপৰা তেওঁৰ প্ৰাণ কোটী-কোটী প্ৰাণৰ মঙ্গলৰ অৰ্থে উচৰ্গিত হ'ল। জগতবাসীৰ মাজত প্ৰেম বিলোৱা ও ভ্ৰাতৃভাৱ সুমুৱাই তেওঁৰ জীৱনৰ ব্ৰত আছিল।

বলেৰে যি কাজ কৰিব নোৱাৰি প্ৰেমেৰে তাক কৰিব পাৰি। প্ৰেমৰ শক্তি অসীম, কাৰ্য্য অশেষ। যাৰ মন প্ৰেমত এবাৰ মতলীয়া হয়, তাৰ আগত শত শত বাধা-বিঘিনি তৃণৱত জ্ঞান হয়। প্ৰেম বহু প্ৰকাৰৰ আছে। কোনোৱে ঈশ্বৰৰ প্ৰেমত দেহ-মন সঁপি দিয়ে, কোনোৱে স্বদেশ আৰু স্বজাতি প্ৰেমত মুগ্ধ হৈ জীৱন বলিদান দিয়ে, কোনোৱে বা বন্ধু-বান্ধৱৰ প্ৰেমত মুগ্ধ হৈ তাৰ নিমিত্তেই জীৱনৰ ধাউতি ৰাখে, কোনোৱে মাক-বাপেক আৰু সমজুৱাৰ পৰোপকাৰৰ নিমিত্তে প্ৰেমমত্ত হয়। প্ৰেমৰ আন এটা নাম "ভালপোৱা"। ই নেথাকিলে জগতত কোনো কাৰ্য্য সুসিদ্ধ নহয়। তুমি কোনো এটা কাম ভাল পাইছাঁ, সেইদেখিহে তাক কৰিবলৈ ধৰিছাঁ, সেই কামৰ নিমিত্তে প্ৰেম বা ভালপোৱা নথকা হলে কেতিয়াও নকৰাঁ।

প্ৰেমেৰে জগতবাসীৰ মাজত সৌহাৰ্দ্যভাৱ সুমুৱাব পাৰি। প্ৰেমেৰে এদিন কুমাৰিকা অন্তৰীপৰ পৰা ছন অন্তৰীপলৈকে সকলোৰে মুখত একমন একপ্ৰাণে "জয় জগদীশ হৰে" এই সুমধুৰ ধ্বনি ধ্বনিত কৰাব পাৰি। প্ৰেমেৰে এই পৃথিৱীত স্বৰ্গৰাজ্য স্থাপন কৰিব পাৰি। * * আহাঁ, আত্মা প্ৰেমৰ চৰণত সঁপি দিওঁ। তেওঁৰ প্ৰেম-জ্যোতি আমাৰ ওপৰত প্ৰতিভাত হওক। স্বদেশ-প্ৰেম আৰু স্বজাতি-প্ৰেম পুনৰ্জীৱিত হওক। আমাৰ এজনৰ প্ৰাণ শত শত জনৰ উপকাৰৰ নিমিত্তে ধাৱিত হওক। *

* জোনাকী, দ্বিতীয় ভাগ। সাহিত্য-সংগ্ৰহ, পদ্মনাথ গোহাঞি বৰুৱা আৰু পানীন্দ্ৰনাথ গগৈ।

# ক্ষমা

ক্ষমা স্বৰ্গীয় বস্তু,—ক্ষমা মানুহৰ সুখ, জগতৰ শান্তি। ক্ষমা তেজস্বীসকলৰ তেজ, তাপসসকলৰ বেদ, সত্যপৰায়ণৰ সত্য। ক্ষমা দয়াময় পিতাৰ কণ্ঠমালা। সকলো মানুহ প্ৰকৃত ক্ষমাশীল হোৱা হলে এই সংসাৰ সোণৰ হলহেঁতেন, দুখ-কুৰ্বলীয়ে আৱৰি থকা এই পৃথিৱীত স্বৰ্গৰ জেউতি পৰিলহেঁতেন।

ভাই, আমি যে নিতৌ ঘিণ-লগা কাম কৰিছোঁ, তাৰ নিমিত্তে কেতিয়াবা বেজাৰ কৰিছোঁ নে? কেতিয়াবা নিজক ধিক্কাৰ দি দোটোপা অনুতাপৰ চকু-লো টুকিছোঁ নে? কিন্তু হায়, আনৰ অলপমান দোষ দেখিলেই আমাৰ গা কুহ্‌কুহাই উঠে, দোষীক আমি নানা তৰহেৰে দণ্ড দিবলৈ বিচাৰি ফুৰোঁ, আৰু নিজৰ গাত ঘুণ থাকিলেও তাক ঢাকি থব খোজোঁ। নিজৰ দৰে আমি আনৰ প্ৰতিও এনে উদাৰ হোৱা হলে অশান্তি হাই-উকমি অনেক কমিলহেঁতেন।

ক্ষমাৰ বিপৰীত ক্ৰোধ বা খং। মানুহে খঙৰ বেগত ভাল-বেয়া একো নিবিচাৰে, যিহকে মন যায় তাকে কৰে। খং-ৰূপ মদ খাই মতলীয়া হোৱা মানুহে নানাবিধ অপকৰ্ম কৰে। জুইয়ে যেনেকৈ দম্‌-দম্‌ কৰে জ্বলি উঠি নিমিষতে অনেক বস্তু পুৰি পেলায়, খঙাল মানুহৰ খঙেও টিক্‌-টিক্‌ কৰে উঠি ক্ষন্তেকতে অনেক অনিষ্ট ঘটায়। সেই সময়ত খঙালে দাপোণত নিজৰ মুখ চালে খঙৰ ৰূপ দেখি নিজে নিজেই লাজ পাব। জুই নুমালে যেনেকৈ জুহালত ছাইখিনিহে পৰি থাকে, খঙালৰ সেই দৰে খং মাৰ গলে নিজৰ দুষ্কাৰ্যৰ নিমিত্তে মাটি যেন হৈ মূৰে-কপালে হাত দি ভাবিবলৈ থৰে।

ধৰ্মবীৰ চেণ্ট পলে কৈছে, "যদিও তোমাৰ সময় বুজি প্ৰকৃত ঘটনাত খং কৰিব লগীয়াত পৰে, তেওঁ খঙৰ উদ্ৰেকত কোনো নৃশংস কাণ্ড আচৰণ নকৰি, ঘটনা শেষ হোৱাৰ পাচতে খঙকো মনৰ পৰা বাজ কৰিব লাগে। যিদিনা খং কৰাঁ, সেই দিনাৰ বেলিটো যেনে তোমাৰ খঙৰ ওপৰতে মাৰ যাবলৈ নেপায়।" ক্ৰোধে মানুহৰ হৃদয় তিল-তিল কৰি খাই পেলায়। ক্ৰোধৰ দ্বাৰাই জগত ধ্বংসৰ বাটলৈ যাব খোজে। কিন্তু ক্ষমাই শান্তিৰ জিৰণি-ঘাটলৈ টানি আনিব খোজে।

ক্ষমা ধীৰ প্ৰশান্তময়ী মূৰ্তি। ক্ষমাৰ কাষত বহিলে মানুহে সুখ শান্তিৰ জিলিঙনি দেখা পাব। পাঠক-পাঠিকা আহাঁ, আমি আমাৰ সক সক ভাই-ভনীবিলাকক ক্ষমা কৰোঁ, সমজুৱাক ক্ষমা কৰোঁ, এই পৃথিৱীৰ আটাইকে ক্ষমা কৰি আটাইৰে মঙ্গল-কাঙ্ক্ষী হওঁ। এই বিশ্ব-সংসাৰৰ সকলো নৰ-নাৰী এক পৰমপিতা পৰমেশ্বৰৰ সন্তান। মানুহৰ চকুত ওখ চাপৰ, দুখীয়া-চহকী জ্ঞান আছে। কিন্তু সেই করুণাময় পৰমেশ্বৰৰ ওচৰত সকলো সমান। তেওঁ সামান্য গুড়িপকৰা, বালিচাহীৰপৰা মহাকায় গজ-হস্তীলৈকে সকলোকে সমান দয়াৰ চকুৰে চাব লাগিছে। যি ঘোৰ মহা-পাপী, যি ঈশ্বৰৰ নাম শুনিলে ধাৰাষাৰে গালি বৰষে, তাত তেওঁ অপাৰ মৰম কৰিব লাগিছে। এতেকে, যদি আমি আমাৰ "ভাই" মানুহক ক্ষমা নকৰোঁ তেন্তে আমি কি বুলি পৰমেশ্বৰৰ ওচৰত নিজ অপকৰ্মৰ নিমিত্তে ক্ষমা মাগিম? বাইবেলত কৈছে, "পাপক ঘিণ কৰিবা, কিন্তু পাপীক ঘিণ নকৰিবা।" এই কথা যেন আমি নেপাহৰোঁ।

ক্ষমা দুই প্ৰকাৰ। এক ক্ষমা পশুবিলাকৰ ধৰ্ম, আন ক্ষমা ঈশ্বৰৰ অলঙ্কাৰ। দুটা চালুকীয়া লৰাই মৰামৰি কৰি, দুয়ো মুখ ওকোজাই এপাচি-মান কৰি নিজ নিজ মাকৰ আগত গোচৰ দিলেগৈ।

চিৰকালৰ নিমিত্তে কেৰে কাকো নামাভিবলৈ প্ৰতিজ্ঞা কৰিলে। কিন্তু, এপৰমান বেলিৰ পাচত দেখিবলৈ পাৱঁ, হালেই ডিঙিত ধৰা ধৰি কৰি হাঁহি হাঁহি উমলিব লাগিছে। এনে ক্ষমাই পশু-বিলাকৰ ধৰ্ম। পাহৰণ আৰু উদাসীন ভাৱৰ দ্বাৰাই এই ক্ষমাৰ সঞ্চয় হয়। লৰাৰ কথা এৰি দিয়োঁ, বুঢ়া অথচ শিক্ষিত মানুহেও বহুদিন হলে পাহৰণ আৰু উদাসীন ভাৱৰ দ্বাৰাই ক্ষমা কৰে। অপ-কাৰীৰ অপকাৰৰ নিমিত্তে প্ৰতিহিংসা ৰূপ জুই ভক্ ভক্ কৰে জ্বলি থাকিলেও দিন যতই পুৰণি হয়, মনো ততই ক্ৰমে অসাৰ হৈ যায়। স্বয়ং ঈশ্বৰ যি ক্ষমা গুণেৰে বিভূষিত মানুহ মাত্ৰেই সেই ক্ষমা গুণৰ প্ৰয়াসী হব লাগে। আচলতে উদাসীন ভাব নেদেখুৱাই অপকাৰীক উপকাৰৰ দ্বাৰাই ক্ষমা প্ৰকাশ কৰাকেই প্ৰকৃত ক্ষমা বোলা যায়। আমি যি পৃথিৱীত বাস কৰিছোঁ, সেই পৃথিৱীয়েই আমাক প্ৰকৃত ক্ষমা শিক্ষা দিব লাগিছে। খেতিয়কে পৃথিৱীৰ বুকুত নাল-কোৰ বাই অনবৰত ঘা লগাব লাগিছে, পৃথিৱীয়ে কিন্তু তাত কোপ নকৰি আমাক ফল-ফুল শস্যাদি দান কৰি সুখে ৰাখিছে। যি জোপা গছৰ ছাঁত দুপৰৰ ৰদত ভাগৰুৱা বাটৰুৱাই এখন্তেক জিৰায়, সেই গছত বাটৰুৱাই কুঠাৰৰ ঘাপ্ মাৰিলে জানো গছে ছাঁ নিদিয়াকৈ থাকে? মেঘবিলাকে যি সূৰ্য্যৰ কিৰণ মালাক নষ্ট কৰে, সেই সূৰ্য্যই নানা ঠাইৰপৰা তাপ তুলি মেঘৰ পোহপালৰ পৰাকী হৈছে। এনেবিলাক ক্ষমাই স্বৰ্গীয় ক্ষমা।

ভাৰতবৰ্ষৰ ৰাজপ্ৰতিনিধি মেয়োৰৰ নাম বুৰঞ্জী পঢ়া পাঠকে অৱশ্যে জানে। তেওঁ কলীয়াপানী (আণ্ডামান দ্বীপ) চাবলৈ গৈ হেৰ আলিৰ, ছুৰী কটাৰীৰ দ্বাৰা আহত হৈ যেতিয়া মৰে, তেতিয়া ইংলণ্ডত থকা তেওঁৰ ল'ৰাটিয়ে বিজুলী ডাকত বাতৰি পঠিয়ালে, "হেৰ আলি, আমি তোমাক ক্ষমা কৰিছোঁ ঈশ্বৰেও তোমাক ক্ষমা কৰক।" কুমলীয়া সাধু ল'ৰাৰ কি সদ্ভাৱ। প্ৰিয় পাঠক-পাঠিকা, আমাৰ মনতো যেন এনে সদ্ভাৱ ওপজে।

মহাত্মা যীশুখ্ৰীষ্টক যেতিয়া ইহুদীবিলাকে ধৰি আনি ক্ৰুচত বিন্ধ কৰে, তেতিয়া সেই ঘোৰ যন্ত্ৰনাতো তেওঁ ঈশ্বৰৰ ওচৰত এই বুলি প্ৰাৰ্থণা কৰিলে, "পিতা, ইহঁতক (ইহুদীবিলাকক) ক্ষমা কৰা, ইহঁতেযে অন্যায় কৰিছে তাক জনা নাই।" এনে ক্ষমাত যে কি বখানিব নোৱৰা আনন্দ পোৱা যায় তাক ক্ষমা কৰোঁতাইহে জানে।

শেষ কথা, চন্দন যদি ক্ৰমাগত ঘহোঁতে ঘহোঁতে একেবাৰেই ক্ষয় পায়, তেও সি মানুহক সুগন্ধ দিবলৈ ক্ষান্ত নহয়। সেই দৰে ক্ষমাশীলসকলেও যেন সংসাৰৰ হেজাৰ হাই-উকমিত পৰিও নিজৰ সত্ স্বভাৱ নেহেৰুৱায়। মহাত্মা বায়েজিদৰ মূৰত এদিন কোনো এজন মানুহে কিবা এটা কথাত খং কৰি হাতত থকা তানপুৰাটোৰে মাৰ মাৰি দিলে আৰু নানা বিধ নিলাজ কথাৰে গালি পাৰিবলৈ ধৰিলে। মাৰত সেই মানুহটিৰ তানপুৰাটো ভাগি গ'ল আৰু বায়েজিদৰ মূৰ ফাটি তেজ বৱলৈ ধৰিলে। সেই অৱস্থাত মহাত্মা বায়েজিদৰ প্ৰশান্ত স্বভাৱৰ অলপো পৰিৱৰ্তন নহ'ল। তানপুৰাটো ভগাৰ নিমিত্তে খেদ কৰি তেওঁ সেই মানুহটোৰ হাতত কিবা অলপ দুখ পাইছে নে নাই পোৱা চাবলৈ ধৰিলে। এই ঘটনাৰ পাচ দিনা বায়েজিদে দুটকা ৰূপে সৈতে কিছু মিঠাই সেই মানুহটোলৈ পঠিয়াই দিলে। এই বুলি লিখিও পঠিয়ালে, "কালি তুমি মোৰ মূৰত মাৰ মৰাৰ নিমিত্তে তানপুৰাটো ভগাত এই ৰূপ দুটকা পঠিয়ালোঁ, ইয়াৰে সৈতে এটা তুমি নতুন তানপুৰা কিনি লবা, আৰু মিঠাইখিনি খাই কালি মোক গালি পৰা মুখখনৰ তিতা মাৰিবা।" বায়ে-জিদৰ এই মহৎ কাৰ্য্যত সেই মানুহটো আহি তেওঁৰ ভৰিত দীঘল দি পৰিলহি। এই আহিটি কিমান সুন্দৰ! কিমান মধুৰ! ভাই পাঠক, আৰু ভনী পাঠিকা, আহাঁ, আমি প্ৰত্যেকে এনে ক্ষমাশীল হৈ এই ধৰাক সুখ আৰু শান্তিময়ী কৰিবলৈ চেষ্টা কৰোঁহক।

---

* জোনাকী, তৃতীয় ভাগ।

# দয়া

বসন্ত কালৰ হাতে যেনেকৈ পৃথিৱীক নানা বিধৰ ফুল আৰু কলিৰে সুশোভিত কৰে, গ্ৰীষ্ম আৰু বাৰিষাৰ বদ বৰষুণত যেনেকৈ অনেক শস্য গজে, অনেক ফলু পকে, তেনেকৈ দয়াৰ দান, দয়াৰ ঘাই কাম।

দয়া এবি বৰ ডাঙৰ গুণ। যি মানুহে আনক দয়া কৰে, তাকো আনে দয়া কৰিব। দয়ালু মানুহক দাতা বোলে। দাতাই নিজৰ ধন বস্তুৰ দ্বাৰা অনাথ দুখীয়াৰ দুখ মোচন কৰি অপাৰ আনন্দ পায়। যাৰ শৰীৰত দয়া নাই, তাৰ ধৰমো নাই, সি পশুৰ নিচিনা। বাঘে যেনেকৈ হৰিণা পোৱালিৰ কান্দনত ভাক মৰম নকৰি বধ কৰে তেনেকৈ নিষ্ঠুৰ মানুহৰ হৃদয়তো মানুহৰ দুখ দেখি মৰম নেলাগে। গোলাপ ফুলৰ পাহিত ওলমি থকা নিয়ৰৰ টোপাল যেনে দেখিবলৈ সুন্দৰ, মৰমিয়াল মানুহৰ চকুৰ পানী তাতোকৈ সুন্দৰ। দুখীয়াৰ কান্দনলৈ কণা নহবা, আৰু নির্দোষীৰ দুখলৈ তোমাৰ হিয়া টান নকৰিবা।

এই পৃথিৱীত সকলো মানুহৰ অৱস্থা সমান নহয়। আৰু, কাৰো অৱস্থা চিৰকাল সমানে নেথায়। কোনো ধনৱন্ত, কোনো দুখীয়া, কোনো বুদ্ধিয়ক কোনো নির্বোধ। কোনো জ্ঞানী কোনো মূর্খ। কোনোৱে যথেষ্ট পৈতৃক সম্পত্তি পাই সুখেৰে কাল নিয়ায়, কোনোৱে একোকে নেপায়। কোনো মানুহক সিঁহতৰ মাক-বাপেকে উত্তমৰূপে বিদ্যা শিকাই যায়। কোনো কোনো মানুহ চিৰকাল মূর্খ হৈয়ে থাকে। অতি সাৱধানে চলিলেও অকস্মাৎ কেতিয়াবা কোনো আপদ বা অভাৱে আহি মানুহক আগুৰি ধৰেহি।

ধনৱন্তই দুখীয়াক ধনেৰে সহায়তা কৰা উচিত। বুদ্ধিয়কে নির্বোধক সজ উপায় দিয়া উচিত। যি মানুহক সহায়তা কৰা যায়। সি উপস্থিত বিপদৰ পৰা ত্ৰাণ পায়, আৰু যি সহায়তা কৰে সেই মানুহেও মনত অনুপম সুখ লাভ কৰে। অতিথি-সেৱা এটা দয়াৰ কাম। এতেকে ঘৰলৈ আলহী আহিলে তেওঁক সাধ্যমতে সংকাৰ কৰা উচিত। দান যদিও অতি সংকর্ম আৰু প্ৰধান ধৰ্ম হয়, তথাপি সেই বিষয়ে বিবেচনাৰে চলা উচিত। যি মানুহে পৰিশ্ৰম কৰি নিজৰ দুখ গুচাব পাৰে। কিন্তু এলেহুৱা ধোদ হৈ হাত সাৰটি বহি থাকে, প্ৰাণ গলেও পৰিশ্ৰম কৰিব নোখোজে, অথবা যি আনে দিয়া ধন অসৎ কৰ্মত উৰায়, তেনেকুৱা মানুহক কেতিয়াও ধন দান কৰা উচিত নহয়।

যেতিয়া মাউৰা লৰা তোমাৰ ওচৰলৈ আহে বা অনাথ বিধৱাই চকুৰ লোৰে তোমাৰ সহায় যাজ্ঞা কৰে, তেতিয়া হে দয়ালু সন্তানে, সিঁহতৰ দুখ দেখি কৃপা কৰিব। কণা, কুঁজা, বুঢ়া, খোৰা আৰু সহায়হীন মানুহক ৰক্ষা কৰিবলৈ সততে তোমাৰ বাহু মেলিবা। যেতিয়া তুমি কোনো নিৰাশ্ৰয় মানুহক বাটে দি যোৱা দেখা, তেতিয়া তোমাৰ চিত্তক দানশীল কৰিবা আৰু দানশীলতাৰ পাখিৰে আঁৰ দি তাক দুখ-বিপদৰপৰা পৰিত্ৰাণ কৰিবা। মুঠতে কবলৈ গলে, দৰিদ্ৰক পোহ-পাল, ক্ষুধিতক অন্নদান, বস্ত্ৰহীনক বস্ত্ৰদান, গৃহহীনক আশ্ৰয়দান, আৰু দুখীয়াৰ দুখ মোচন কৰা সকলোৰে কৰ্তব্য। *

* ঊষা, ১ম বছৰ ২য় সংখ্যা।

# অলিখিত ঘটনা

আজি প্ৰায় কুৰি বছৰৰ কথা। ক-মৌজাত অমৰাৱতী নামেৰে এজনী বাৰী মানুহ আছিল। গাৱঁৰ মানুহে তাইক অমৰা বুলি মাতিছিল। এজনী ছোৱালীৰ মাইকী হওঁতেই তাই বাৰী হ'ল। তেতিয়াৰ পৰা তাই ছোৱালীজনীৰ মুখলৈ চাই সকলো শোক-বেজাৰ পাহৰি, নিজৰ স্বামীৰ বাৰী-ঘৰতে বাস কৰি, কটনা-বচনা কাটি অনেক দুখেৰে ছোৱালীটিক ডাঙৰ দীঘল কৰিলে। ছোৱালীটিৰ ওপৰতে তাইৰ যেন গোটেই জীৱটো। লাহে লাহে ছোৱালী গাভৰু হ'ল। তাইৰ নিমিত্তে দৰা বিচাৰিব লগা হ'ল। বেচেৰী অমৰাই এটি ল'ৰা চপাই লবলৈ মন কৰিলে। কিয়নো, একেজনী ছোৱালী, আগলৈকো নাই পাচলৈকো নাই। এঘৰলৈ তাইক উলিয়াই দিবলৈ অমৰাৰ মন নাই। অনেক বিচাৰ কৰি ভিচাই নামেৰে এটি ল'ৰা পালে। ভিচাই মাউৰা ল'ৰা। তাৰ মাকো নাই, বাপেকো নাই। গাৱঁৰ এটা মূৰত ভিচাইৰ ঘৰ। ল'ৰাটি বৰ বনুৱা। ছোৱালীটি ভাল দেখি তাইক বিয়া কৰিবলৈ তাৰো মন হ'ল। কিন্তু, চপনীয়া ঘৰ-জোঁৱাই হ'বলৈ সি মান্তি ন'হল। সি অমৰাক তাৰ ঘৰলৈকে তুলি নি জীয়েকক বিয়া কৰিলেগৈ।

ফাগুনত বিয়াখন হৈ গ'ল। চ'ত মহীয়া এদিন আবেলি বেলিকা অমৰাৰ জীয়েকে ৰদত মেলি দিয়া ধান লৰাই-চৰাই দি কাউৰী খেদাই চোতালতে বহি আছিল। চোতালৰ আগতে এখন সৰুপথাৰ। পথাৰৰ মূৰত প্ৰকাণ্ড বৰতানি হাবি। গাৱঁৰ প্ৰায় সকলো মতা মানুহ সেই সময়ত কামে-কাজে ঘৰৰ পৰা দিহা দিহি ওলাই গৈছিল। ভিচাই সেই দিনা খৰি লুৰিবলৈ গৈছিল। বতৰ ৰ'দ, পচোৱা বতাহ বলিছিল। এনেতে সেই বৰতানি হাবিৰ এমূৰে কোনোবা গৰখীয়া লৰাই জুই লগাই দিলে। চ'তমহীয়া শুকান হাবি তাতে পচোৱা বতাহৰ বল পাই, জুই লগোৱা মাত্ৰকে ধমধমাই জ্বলি উঠিল। নিমিষতে গোটেইখন হাবি ৰঙা হৈ পৰিল। সেই হাবিতে এটা বনৰজা আছিল। জুইৰ তাপত আৰু খেদাত বিতত হৈ বনৰজাই নেজ ভাঙ্গি ডেডাউৰীয়াই বিশ্বাশবদে মুকলিলৈ লৰি আহিল। মুকলিৰপৰা ততালিকে আহি ভিচাইৰ চোতালত হাজিৰ। বন ৰজাই পোনেই গৈ অমৰাৰ জীয়েকৰ ভৰি এখনৰ কলাফুলত কামোৰ বহালে। অমৰাই বেৰৰ গুৰিত এখন দা পাই ততালিকে লৰি আহি বাঘৰ মুখত দাৰ কোব শোধালে। আৰু, "হেৰ বনৰজা, মোৰ জীক, মোৰ দুখুনীৰ পোনাক খাব নেলাগে। মোকে খাঁ মোৰ জীক এৰিদে, এৰিদে বুলি কবলৈ ধৰিলে। বাঘে দাৰ কোব পাই জীয়েকক এৰি দি মাকক কামুৰিবলৈ ধৰিলে। গাৱঁৰ মানুহে খেদি আহি অমৰাৰ জীৱ নেপালে। অমৰা মৰিল। অমৰাৰ জীয়েকৰ ভৰিত সামান্যৰূপে আঘাত হৈছিল; দুটা দাঁত মাথোন বহিছিল। চিকিৎসা কৰাত তাই ভাল হ'ল। সন্তানৰ হকে মাকে প্ৰাণ দিয়াৰ এইটো এটা জ্বলন্ত সত্য উদাহৰণ। *

---

*উষা, ১ম বছৰ ১ম সংখ্যা।

# কুঁহিলা

কুঁহিলা এবিধ জলজ উদ্ভিদ। পানীৰে তল যোৱা ঠাইত এই গছ হয়। তাৰ গা কোমল আৰু সোপোকা। তাৰ ইংৰাজী নাম The spongy wood, বঙালীয়ে শোলা বোলে।

কুঁহিলা দুবিধ — এবিধক কাঠ-কুঁহিলা আৰু আন বিধক ফুল-কুঁহিলা বোলে। কাঠ-কুঁহিলাৰ ছাল টান আৰু গছবিলাক বেছি মোটা নহয়। ফুল-কুঁহিলাৰ বাকলি পাতল, গছ কোমল আৰু অধিক ব্যৱহাৰৰ উপযোগী। কাঠ-কুঁহিলাৰ ফুলবোৰ অলপ হালধীয়া বৰণৰ হয়। ফুল-কুঁহিলাৰ ফুল বগা। ফুলৰ ভিতৰত গুটি থাকে। গুটিৰপৰা গছ হয়। গছবিলাক ৩।৪ হাত দীঘল হয়। গছৰ পাতবিলাক দেখিবলৈ তেঁতেলী বা জয়ন্তী পাতৰ নিচিনা। কুঁহিলাৰ খেতিত লাভ আছে।

চ'ত বহাগ মাহত বিলত বেছিকৈ কুঁহিলা জন্মা দেখা যায়, ভাদ আহিনত পৈণত হয়, আৰু জাৰকালি গছবিলাক আপোনা আপুনি মৰি যায়, বিলৰ বা পুখুৰীৰ কাণৰ বোকাত আৰু পুৰণি খালতো কুঁহিলা জন্মে।

কুঁহিলাৰ গছ পৈণত হলে কাটি আনি ওপৰৰ বাকলি গুচাই ডোখৰ ডোখৰকৈ বেছিলেও হাট-বজাৰত বিক্ৰি হয়। তাৰ দ্বাৰা কঠ কৰিব পৰা যায়। কুঁহিলাৰ কঠ কোমল আৰু সোপোকা গুণে তাত বহিবলৈ আৰু শুবলৈ ভাল। আগেয়ে আমাৰ দেশত কুঁহিলাৰ ফুলাম কঠ তৈয়াৰ হৈছিল। কুঁহিলা বোলাই লৈ কোনো কোনোৱে ভাৰ কঠত পঁচিৰ চাল পৰ্য্যন্ত সাজিছিল। কুঁহিলাৰ দ্বাৰা ছাতাৰী টুপি, ল'ৰা-ছোৱালীৰ খেলনা, ভাওনাৰ মুখা, প্ৰতিমাৰ সাজ আদিও প্ৰস্তুত কৰা হয়। বটলৰ ঠিলা স্বৰূপেও ইয়াক ব্যৱহাৰ কৰা হয়।

কুঁহিলাৰ বং নিৰ্ম্মল বগা, তাত উপযুক্ত বং লগাই বোলাই লৈ নানা তৰহৰ পক্ষী, ফুল, ফুলৰ গছ, জীৱ-জন্তু, দেৱ-দেবীৰ মুৰ্ত্তি আদি নিৰ্ম্মাণ কৰি বেচিব পৰা যায়। নিৰনুৱা মানুহে এই কাম কৰিও ধন ঘটিব পাৰে।

*জয়ন্তী, ১ জেঠ ১৮৬১ শক, ২য় বছৰ ৮ম সংখ্যা।

# অশোক-বন

আমাৰ দেশৰ অনেক লোকে কলিকতাৰ ইড়েন্ গাৰ্ডেন্ দেখিছে। কোনো কোনো লোকে সেই উদ্যানৰ শোভা দেখি তাক বৰ্ত্তমান কালৰ এখন অশোকবন বুলিব খোজে। অতি পুৰণি কালত এনেকি ত্ৰেতাযুগতো, ৰাজচক্ৰবৰ্ত্তী ৰজাসকলৰ ৰাজ-ধানীত অশোকবন বা প্ৰমোদ কানন থকাৰ কথা ৰামায়ণ, মহাভাৰত, আৰু পুৰাণাদিত পোৱা যায়। লঙ্কাধিপতি ৰাৱণে সীতাক হৰি নি তেওঁৰ অশোক-বনত বন্দি কৰি থৈছিল। ৰঘুপতি ৰামচন্দ্ৰৰো এখন অশোকবন অযোধ্যাত আছিল। তেওঁ লঙ্কা জয় কৰি

ৰাৱণক বধি সীতাক উদ্ধাৰি যেতিয়া অযোধ্যালৈ উলটি আহি ৰাজপাটত বহে, তেতিয়া তেওঁ কিছুকাল সীতাৰে সৈতে তেওঁৰ অশোকবনত বাস কৰিছিল। সেই অশোকবনৰ বৰ্ণনা ৰামায়ণৰপৰা তলত চমুকৈ লিখিলোঁ। এই বৰ্ণনাৰ পৰা ইতিহাস-প্ৰিয় পাঠকে সেই সুদূৰ অতীতৰ ভাৰতীৰ সভ্যতাৰ এটি জিলিকনি দেখা পাই সন্তোষ পাব বুলি আশা কৰিলোঁ। আগৰ দিনত অশোকবনত বসন্তোৎসৱ হৈছিল।

অযোধ্যাৰ অশোকবন এখন মনোহৰ পুষ্প-কানন। নানা তৰহৰ সুন্দৰ সুন্দৰ গছ, বন, আৰু লতাকুঞ্জেৰে সুশোভিত, কোনো গছলতা বাৰেও-মাহতে ফুলি থাকে, কোনো কোনো গছ-লতাৰ পাতবোৰ সোণ বৰণীয়া, কোনো কোনোৰ পাত জুইৰ নিচিনাকৈ জিলিকে, কোনো কোনোৰ পাত নানা বৰণীয়া, তাত কত প্ৰকাৰৰ হাজাৰে হাজাৰে, লাখে লাখে ফুল ফুলি আৰু সৰি দশোদিশ সুগন্ধত আমোল-মোলা হৈ থাকে। ফুলৰ ওপৰত কলীয়া ভোমোৰা আৰু ফুটুকা-ফুটুকি পখিলাবিলাক উৰি ফুৰে। গছৰ ডালে ডালে লতাকুঞ্জত পৰি নানা ৰকমৰ ধুনীয়া ধুনীয়া চৰাইবিলাকে গুৱলামাতেৰে আৰাও কৰি থকে। কাননৰ মাজেদি এখন ৰূপহী সৰু নৈ কুল্ কুল্ সুৰে ঘূৰি পকি বৈ গৈছে। সেই নৈত নাও খেলাব পাৰি। নৈখনৰ সোণ ৰূপৰ নিচিনা মাছবিলাকে কমাই ফুৰে। চিকুণচাম হেন্দুল হাইতাল খউৰা আৰু টিঙ্গত সোণ খটোৱা নাওবিলাক ঠায়ে ঠায়ে পাৰত বন্ধা থাকে। ঠায়ে ঠায়ে দীঘলীয়া বিলৰ নিচিনা সুন্দৰ দীৰ্ঘিকাবিলাক নিৰ্মল পানীৰে পৰিপূৰ্ণ হৈ থাকে। সেই দীৰ্ঘিকাবিলাকৰ পাৰবিলাক শিলেৰে বন্ধোৱা; সোপানবোৰ স্ফটিকেৰে সজা। সকলো দীৰ্ঘিকাতেই কমল, কুমুদ আৰু নানা তৰহৰ মাছ দেখিবলৈ পোৱা যায়। ৰাজহাঁহ পানী-হাঁহ, শৰালি ডাউক, আদি চৰাইবিলাক তাত চৰি থাকে। পাৰে পাৰে সুন্দৰ স্ফটিকৰ আলি আৰু আলিৰ দুয়ো কাষে চন্দন, অগৰু, দেৱদাৰু, তমাল, সৰল, পদ্ম, নাগেশ্বৰ, বকুল আদি দিব্য গছৰ শাৰী আৰু মনো-মোহা চালে চকু ৰোৱা ফুলৰ স্থলী। লং, দালচেনি জায়ফল, ইলাচি আদি সুগন্ধি মছলাৰ গছো দেখিবলৈ পোৱা যায়। গোটেইখন কাননৰ চাৰিওফালে প্ৰাচীৰে বেৰি আছে। কাননৰ ভিতৰত নিমজ সেউজীয়া গালিচাৰ নিচিন দূবৰিয়নিত নানা ফুল সৰি থাকি নীলাকাশত তৰাবিলাকৰ মাজে মাজে দুবৰিয়নিৰ মাজে স্ফটিকেৰে সজা অপ্সৰাৰ প্ৰতিমূৰ্তি অপ্সৰাৰ মুখেদি ফিৰ্ ফিৰ্ কৰি পানী ওলাই আকাশলৈ পানী-গছা উঠি পৰি যায়। ৰামে সীতাৰেসৈতে এই মনোহৰ অশোক বনৰ এটি লতা-ঘৰত সোমাই কিছুপৰ বহি সেই কাননৰ ভিতৰত থকা প্ৰমোদ ঘৰলৈ গল আৰু তাত নৰ্তকী- সকলে নৃত্য-গীতেৰে তেওঁলোকৰ মনত ৰং লগালে।*

---

*আবাহন, কাতি ১৮৫৩ শক, ৩য় বছৰ ১ম সংখ্যা।

## বৰষুণৰ কণিকা

"বৰিষে কণিকা মেঘে ওপৰত গাজে।"—শঙ্কৰদেৱ।

বলোঁ, পৃথিৱী জলময় কৰোঁ গৈ, তৃষিতৰ মুখত শান্তিপানী ছটিয়াওঁগৈ।

আমি সৰু সৰু, অতি সৰু, অকণি অকণি বৰ-ষুণৰ কণিকা, ভাইহঁত অকলৈ নেযাবা, আদ-বাটতে পাছে ৰদত শুকাই যাবা, ফুল কলিৰ এখুদমান হিয়াকো তিয়াব নোৱাৰিবা। কিন্তু হাজাৰে, হাজাৰে লাখে লাখে, কোটীয়ে কোটীয়ে, অৰ্বুদে অৰ্বুদে লগ লাগি জাকবান্ধি যাওঁ বলাঁচোন, গোটেইখন পৃথিৱীক পানীৰে ওপোচাই দিম। পৰ্বতৰ বুকুত ভৰি দি,

কল্‌কল্ কৰে বৈ, সহস্ৰ সহস্ৰ হুঁ-হুঙ্কাৰ তুলি ভৈয়ামলৈ নামিম, মাটিক সকৰা কৰিম, নৈ আৰু নিজৰাক ৰূপৰ সাজ পিন্ধাম।

সকলোৱে মিলি ধৰাধৰিকৈ যাওঁ বলাঁচোন। খেতিয়কে আমালৈ আশা পালি আকাশলৈ চাই আছে, কোনোৱেবা ভেঁকুলি বিয়া পাতিছে, কোনোৱেবা বৰ সবাহ পাতি নাম ধৰিছে, গছ-লতা, ধাঁহ বনবিলাকেও পিয়াহত বিতত হৈ পৰিছে। বলাঁ, নিৰ্ভয়ে বলাঁ। কালৈ ভয় কৰিছা? বতাহলৈ? বতাহ! বতাহ আমাৰ বাহন,—আমাৰ বিমান। বতাহৰ সহায় পালে আমাৰ বল বেছিহে হয়। বতাহৰ সাহায্য পালে ডাঙৰ ডাঙৰ গছ, ওখ ওখ ঘৰ, ইত্যাদি ভাঙ্গি-ছিঙ্গি পৃথিৱীত তুমুল কাণ্ড কৰিব পাৰোঁ, শ শ যুঁজাৰু কল নাওবিলাকক পানীৰ বুৰ-বুৰণিৰ দৰে সাগৰৰ গৰ্ভত লয় কৰিব পাৰোঁ।

ভাইঁত অকলৈ নানামিবা। আমি বৰষুণৰ ক্ষুদ্ৰ কণিকা মাথোন,—বাটতে শুকাই যাম। বলাঁ, আমি সকলোটি একেলগে সাঙ্গোৰ বান্ধি যাওঁহক। সাঙ্গোৰ বান্ধি যোৱাকে সঙ্ঘবদ্ধতা বা একতা বোলে। একতাই হৈছে মহাবল। বলাঁ, বলাঁ পথাৰত শস্য জন্মাওঁগৈ—মানুহে খাই জীব, সৰু সৰু নৈবিলাকলৈ নাওঁ উটুৱাই আনোঁগৈ, বাণিজ্যৰ শ্ৰীবৃদ্ধি হয়, তৰু তৃণলতাৰ পুষ্টি সাধন কৰোঁগৈ—পছু-চৰাই, পোক-পৰুৱা আহাৰ খাই জীব। আমি সৰু সৰু বৰষুণৰ কণিকা। কিন্তু আমিয়েই পৃথিৱীক সুজলা সুফলা কৰোঁ, জীৱ-জন্তুৰ ভোক পিয়াহ গুচাওঁ।

এতেকে, হে নৱশ্যাম মেঘমালা, ধীৰে ধীৰে সমস্ত অন্তৰীক্ষত তোমাৰ ৰাজত্ব বিস্তাৰ কৰাঁহি। আমি পৃথিৱীলৈ নামোঁ। আহাঁ, বতহী বিমান, আমাক বেগাই লৈ যোৱাহি। মেঘৰ সহচৰী সৌদামিনী, চঞ্চল গতিৰে তুমিও আহি তোমাৰ মধুৰ হাঁহিৰে জেউতি চৰাই আমাৰ মুখ জোনাক কৰাঁহি। আকাশত ইন্দ্ৰধনু ওলাওক, আমি পৃথিৱীলৈ নামো। ভাই বজ্ৰ, তুমিও আমাৰ এই আনন্দত যোগ দি তোমাৰ কাণ-তাল-মৰা ভীষণ ভেৰী বজোৱাঁহিচোন, কিন্তু যদি তুমি আমাৰ লগত যাব খোজা, তেন্তে দুখীয়াৰ পঁজাৰ ওপৰত, বা পথাৰৰ শস্যৰ ওপৰত তোমাৰ সুতীক্ষ্ণ শৰ নেপেলাবা। তুমি অহঙ্কাৰীৰ দৰ্প হৰণ কৰাঁ। পৰ্বতৰ টিঙ্গত পৰি তাক বিদীৰ্ণ কৰাঁ।

আমাৰ বল অশেষ, শক্তি অশেষ। দেশ, নগৰ ভাঙ্গি, পৰ্বত পাহাৰ খহাই কেতিয়াবা নতুন দেশ পাতোঁ। শুকান বালিত মাৰ খোৱা, কঁকালভগা নৈক অলেখ অসীম ঢৌৰে পূৰ্ণ কৰি গাওঁ-ভূঁই জল নিয়াৰ পৰা কৰোঁ। কোনো দেশত মানুহৰ ভঁৰাল ধনে-ধান্যে পূৰ্ণ কৰোঁ, পৃথিৱীক শস্যেৰে নন্দন-বদন কৰোঁ। কোনো দেশৰ মানুহক উটাই বুৰাই, শস্যাদি বিনাশ কৰি হাঁহাকাৰ লগাই দিওঁ। বসুমতীক পানীৰে বুৰাই প্ৰলয় উপস্থিত কৰোঁ, কিন্তু আমি কিমান সৰু। আমাৰ সমান সৰু কোন? আমাৰ সমান বলী কোন?

অসমীয়া ডেকা, আমাৰ আৰ্হি লৈ তোমালোক সকলোটি সঙ্ঘবদ্ধ হোৱাঁ, সকলোটি একে মুঠি হোৱাঁ, জাতিভেদ, ধৰ্মভেদ, সম্প্ৰদায় ভেদ পাহৰি অসম মাতৃৰ সেৱা, মাতৃ ভাষাৰ উন্নতিৰ নিমিত্তে, সমূহ অসমীয়াৰ হিতৰ নিমিত্তে, সঙ্ঘবদ্ধ হৈ আগ বাঢ়া, সঙ্ঘবদ্ধতাৰ বলত অসাধ্য সাধন কৰিব পাৰিবা। *

---

* আৱাহন, শাওণ ১৮৫৫ শক, ৪ৰ্থ বছৰ ১০ম সংখ্যা।

# পত্ৰলেখা

( ১ )　　তেজপুৰ

ইং ৯।৯।৩৩

প্ৰিয় চলিহাদেৱ,

মোলৈ আৰু আমাৰ অ, ভা, উ, সা, সভালৈ দিয়া আপোনাৰ চিঠি দুয়োখন পোৱা হৈছে। আমাৰ সভা কালিলৈ বহিব। সভাৰ সিদ্ধান্ত জনোৱা হ'ব। বন্ধু-বান্ধৱৰ লগত আলোচনা কৰি যত দূৰ জানিলোঁ এই ৺দুৰ্গা পূজাৰ বন্ধত বা অহা বৰদিনৰ বন্ধত ইয়াত সাহিত্য-সন্মিলন পাতিব পৰা নহ'ব। এইবাৰলৈ অসম সাহিত্য-সভাৰ ঘাই কাৰ্যালয় যোৰহাটতে কোনো ৰকমে সন্মিলন পাতিব লাগে। এইটোৱেই আমাৰ সভাৰ মত হ'ব। এতেকে, আশা কৰোঁ এই বাৰ যোৰহাটতে সন্মিলন পাতিবলৈ যেন যো-যা কৰে। আপোনাসকলক আমি নৈৰাশ কৰিব লগাত অতিশয় দুঃখিত হৈছোঁ। মোৰ মূৰ-ফুৰণি আৰু বুকু ধপ্‌ধপনি নোহোৱা হলে অহা বৰদিনত ইয়াত সন্মিলন পাতিবলৈ মই গাত লব পাৰিলোঁহেঁতেন।

ইতি—

বিনীত

শ্ৰীআনন্দচন্দ্ৰ আগৰৱালা *

* এই চিঠিখন অসম সাহিত্য সভাৰ তদানীন্তন প্ৰধান সম্পাদক দেবেশ্বৰ চলিহাদেৱলৈ লিখা। লম্বোদৰ বৰাৰ যত্নতেই তেজপুৰত 'অসমীয়া ভাষাৰ উন্নতি সাধিনী' সভা স্থাপিত হয়। আনন্দচন্দ্ৰ আগৰৱালা তেজপুৰত বসবাস কৰাৰপৰা মৃত্যু পৰ্যন্ত এই সভাৰ সম্পাদক আছিল। অসম সাহিত্য সভাৰ চতুৰ্দশ সন্মিলন তেজপুৰত অনুষ্ঠিত কৰিব লোৱাৰাত উক্ত সন্মিলন উত্তৰ লক্ষীমপুৰত বহে।—

—সম্পাদক, গ্ৰন্থাৱলী

( ২ )　　তেজপুৰ

২৩ জুন, ১৯৩৬

প্ৰিয় নেওগ,

আপোনাৰ অনুৰোধ ৰক্ষা কৰি মোৰ জীৱনী অতি চমুকৈ তলত লিখিলোঁ :—

দৰং জিলাৰ তেজপুৰ সদৰ মহকুমাৰ অন্তৰ্গত কলংপুৰ মৌজাত মোৰ পৈতৃক ঘৰ। মোৰ পিতৃ-দেউতাৰ নাম কাশীৰাম। তেওঁ কলংপুৰ, গমিৰি আৰু বিহালি মৌজাৰ মৌজাদাৰ আছিল। তেওঁৰ ৰাধিকা আৰু শয়নী নামে দুগৰাকী ভাৰ্যা আছিল। এলাগী ৰাধিকা আই মোৰ জননী।

১৭৯৬ শকাব্দৰ ভাদ মাহত বৃহস্পতিবাৰে অতি পুৱাতে মোৰ বুঢ়ী আই জয়ন্তীৰ ঘৰত মোৰ জন্ম হৈছিল। আগদিনা বুধবাৰে ৰাতি তেওঁৰ চ'ৰা ঘৰত "কীৰ্তন" পঢ়োৱা পাতিছিল। তালৈকে ওচৰৰ ভকত-সজ্জন আহিছিল। ৰাতি পুৱাই অহাৰ লগে লগে শেষ হোৱাত বুঢ়ী আইয়ে আঁঠু কাঢ়ি ভকত-সকলৰ আশীৰ্বাদ লৈ থাকোঁতেই বৰ ঘৰত মোৰ জন্ম হৈছিল বুলি আই আৰু বুঢ়ী আইৰ মুখে শুনিছিলোঁ।

প্ৰথমতে মোৰ আইয়ে মোক লিখিবলৈ আৰু পঢ়িবলৈ শিকায়। মোৰ জীৱনত মই যি অলপ উন্নতি লাভ কৰিব পাৰিছোঁ তাৰ মূলত ঘাইকৈ মোৰ ধৰ্মপ্ৰাণ মাতৃদেৱীৰ মৰমিয়াল শিকনি আৰু বুজনি। তেওঁ "ৰামায়ণ", "মহাভাৰত", "কীৰ্তন," "নামঘোষা" আদি পুথি সুৰলাকৈ জাত লগাই পঢ়ি আৰু অৰ্থ কৈ মোক অনেক সজ উপদেশ দিছিল।

প্ৰায় ১০ বছৰ বয়সলৈকে মই বৰঙ্গাবাৰী গাঁৱৰ প্ৰাইমেৰী আৰু মজলীয়া ছাত্ৰবৃত্তি স্কুলত পঢ়িছিলোঁ। তেতিয়া সেই ছাত্ৰবৃত্তি স্কুলত বঙ্গালী পণ্ডিত লোহাৰাম

মুখোপাধ্যায় আৰু প্ৰসন্ন কুমাৰ চক্ৰবৰ্তীয়ে বঙ্গলা কিতাপ পঢ়াইছিল আৰু বঙ্গলা ভাষাৰ শিক্ষা দিছিল। পাছে, সেই স্কুল উঠি যোৱাত মোৰ আইৰ কথা মতে দেউতাই মোক তেজপুৰলৈ লৈ আহে আৰু পৰম শ্ৰদ্ধাৰ হৰিবিলাস আগৰৱালা বৰদেউতাৰ ঘৰত পঢ়িবলৈ থৈ যায। মই তাতে থাকি গৱৰ্ণমেণ্ট হাইস্কুলত পঢ়িছিলোঁ। পাঠ্যপুথিৰ বাহিৰেও বৰদেউতাৰ পুথি-ভঁৰালত থকা অনেক সজ পুথি আৰু কাকত পঢ়ি মই জ্ঞান আৰ্জিবলৈ সুবিধা পাইছিলোঁ। মই সৰুকালৰপৰাই কবিতা পঢ়িবলৈ ভাল পাইছিলোঁ আৰু কবিতা লিখিবলৈ অভ্যাস কৰিছিলোঁ।

ইং ১৮৯১ চনত তেজপুৰ হাইস্কুলৰপৰা এণ্ট্ৰেন্স পৰীক্ষা দি উত্তীৰ্ণ হৈ ২০ টকা বৃত্তি পাই কলিকতালৈ গৈ মেট্ৰপলিটান ইনষ্টিটিউছনত ভৰ্তি হৈ এফ-এ পঢ়োঁ। ইং ১৮৯৩ চনত এফ-এ পৰীক্ষা দিছিলোঁ। সেই পৰীক্ষাত ফেল হৈ প্ৰথমে শিৱসাগৰৰ বেজবৰুৱা হাইস্কুলত প্ৰায় এবছৰ শিক্ষকৰ কাম কৰিছিলোঁ। পিছে দেউতাৰ কথা মতে পুলিচ বিভাগত সামান্য দৰমহাত ভৰ্তি হৈ ঈশ্বৰৰ কৃপা আৰু নিজৰ চেষ্টাত দোপতদোপে উন্নতি লাভ কৰি শেষত ইণ্ডিয়ান ইম্পিৰিয়েল পুলিচ চাৰ্ভিচলৈ প্ৰমোচন্ পাই চিনিয়ৰ চুপাৰিণ্টেণ্ডেণ্ট্ হব পাৰিছিলোঁ। পুলিচ বিভাগত ৩৫ বছৰ সুখ্যাতিৰে কাম কৰি গৱৰ্ণমেণ্টৰপৰা খিতাপ আদি পাই ইং ১৯৩০ চনত কামপৰা অৱসৰ লোৱা হ'ল। সম্প্ৰতি তেজপুৰত মই যে অনাৰেৰি মাজিষ্ট্ৰেট আৰু মিউনিচিপেলিটিৰ চেয়াৰমেন হৈ কাম কৰি ইয়াৰ জনসাধাৰণৰক সেৱা কৰিবলৈ একেৰি সুযোগ পাইছোঁ।

মোৰ "অসমীয়া আদি পাঠ", "কোমল পাঠ" আৰু "জিলিকনি" স্কুলত চলি আছে। "পদুমনি" (পদ্য), "ৰাঙলি" (বিবিধ প্ৰবন্ধ), "তাহানিৰ কথা", "সীতা", কামৰূপৰ তীৰ্থ বিৱৰণ", অসমৰ পুৰাবৃত্ত", পুথিৰ আকাৰত ছপা হৈ ওলোৱা নাই। শিলচৰত থাকোঁতে "Police Code" নামে পুলিচৰ আইন আৰু কাৰ্য বিধি বিষয়ক এখন পুথি ইংৰাজীত লিখি প্ৰকাশ কৰিছিলোঁ।

স্বৰ্গীয় লম্বোদৰ বৰা, বি-এল, ডাঙৰীয়াৰ ককায়েক হৰিচৰণ বৰা ডাঙৰীয়াৰ নুমলীয়া জীয়েক শ্ৰীমতী অপৰাজিতাৰ লগত মোৰ বিয়া হৈছিল, এটি কন্যা সন্তান জন্ম হৈ মৰাৰ পাছৰপৰাই মোৰ ভাৰ্যা বহুদিন ৰোগশয্যাত পৰি আছিল। অনেক প্ৰকাৰে চিকিৎসাদি কৰাত তেওঁৰ গা ভাল হ'ল। কিন্তু তেওঁৰ আৰু কোনো সন্তান নহ'ল। এতিয়া আমি দুয়ো বুঢ়া-বুঢ়ী আমাৰ তেজপুৰৰ ঘৰত থাকি দিন নিয়াইছোঁ।

যোৱা সংখ্যা "আৱাহনত" মোৰ এখন ফটো দেখিব পায় (ষষ্ঠ সংখ্যা, ৭ম বছৰ, ১৮৫৮ শক ৭০৭ পিঠি) আপুনি লিখিলে "আৱাহনৰ" সম্পাদকে সেই ব্লকটো আপোনাক ব্যৱহাৰ কৰিবলৈ দিব পাৰে।

আমি ভালে আছোঁ। আশা কৰোঁ আপুনি সপৰিয়ালে কুশলে আছে। আপোনাৰ "আধুনিক অসমীয়া সাহিত্য বুৰঞ্জীলৈ" আমি হেঁপাহেৰে বাট চাই আছোঁ।

ইতি—
আপোনাৰ
শ্ৰীআনন্দচন্দ্ৰ আগৰৱালা

---

* অসম সাহিত্য সভা পত্ৰিকা, শাওণ-আহিন ১৮৬১ শক, ৮ম বছৰ ২য় সংখ্যা। পত্ৰিকা সম্পাদক ডিম্বেশ্বৰ নেওগদেৱলৈ দিয়া চিঠি।

—সম্পাদক, গ্ৰন্থাৱলী

(৩)

তেজপুৰ
২৯।৮।৩৭

প্ৰিয়বৰেষু,

আপুনি সুন্দৰীদিয়া-সত্ৰৰপৰা দিয়া চিঠিখন যথা সময়ত পাইছিলোঁ। নানা কাৰণত উত্তৰ দিয়াত বৰ পলম হ'ল। মোৰ ত্ৰুটি ক্ষমা কৰিব বুলি আশা কৰিলোঁ।

মই "অসম কোষৰ" কাম বিশেষ একো কৰিব পৰা নাই। "অসম কোষ"ৰ প্ৰথম ভাগত অসমৰ ইতিহাস-পুৰাণ-প্ৰসিদ্ধ ঠাইবিলাকৰ সংক্ষিপ্ত বিৱৰণ, নদ নদী আদিৰ পৌৰাণিক নাম থাকিব, দ্বিতীয় ভাগত অসমৰ ধৰ্মবীৰ আৰু কৰ্মবীৰ সকলৰ চমু জীৱনী থাকিব। আপুনি এই সম্বন্ধে কোনো তথ্য সংগ্ৰহ কৰিব পাৰিলে প্ৰবন্ধাকাৰে লিখি "আৱাহনত" প্ৰকাশ কৰিলে পৰম সন্তোষ পাম। "আৱাহনৰ"পৰা পাছে মই টুকি লব পাৰিম। আপোনাৰ দৰে উদ্যোগী আৰু নিঃস্বাৰ্থ স্বদেশ প্ৰেমিক লোকসকলৰপৰা অনেক দেশ-হিতকৰ কাম হ'ব পাৰে।

মোৰ গা বৰ ভাল নহয়। আশা কৰোঁ আপোনাৰ মঙ্গল,

আপোনাৰ
শ্ৰীআনন্দ চন্দ্ৰ আগৰৱালা

(৪)

তেজপুৰ
২৯।১১।৩৭

"প্ৰিয়বৰেষু,

* * * * *

আপুনি মোক আমাৰ সত্ৰবিলাকৰ বিষয়ে প্ৰবন্ধ লিখিবলৈ কৈছে। মোৰ গা বৰ ভাল নহয়। আপোনাৰ অনুৰোধ ৰাখিব পাৰিমনে নোৱাৰিম ক'ব নোৱাৰোঁ। আমাৰ লিখিব লগীয়া বিষয় অনেক আছে। সম্প্ৰতি মই "পৰলোক-তত্ত্ব" বিষয়ক প্ৰবন্ধ এটা লিখিবলৈ আৰম্ভ কৰিছোঁ।

"আৱাহনত" ওলোৱা মোৰ প্ৰবন্ধাৱলী পঢ়ি আপোনাসকলে সন্তোষ পোৱা শুনি সুখী হৈছোঁ। "অসম কোষৰ" কাম আধৰুৱা অৱস্থাতে আছে।

* * * *

বিনীত
শ্ৰীআনন্দ চন্দ্ৰ আগৰৱালা

(৫)

তেজপুৰ
৩১।১২।৩৯

প্ৰিয়বৰেষু

আপোনাৰ ২১।১০।৩৯ তাৰিখৰ কাৰ্ডখন পাই সুখী হলোঁ। মোৰ গা বৰ বেয়া। আজি প্ৰায় তিনি মাহ পেটৰ অসুখত বৰ কষ্ট পাইছোঁ। ইয়াত নানা প্ৰকাৰ চিকিৎসা কৰিও ভাল নেপাই এতিয়া গুৱাহাটীলৈ যাবলৈ স্থিৰ কৰিছোঁ। অহা ৩।১।১৩৯ তাৰিখে গুৱাহাটীলৈ যাম। মোৰ অসুখৰ ঘাই কাৰণ অম্লশূল।

'অসম-কোষ', সঙ্কলন কৰা অতি আৱশ্যক। দুঃখৰ বিষয় মোৰ দ্বাৰা এই কাম সম্পূৰ্ণ নহব।

"অৰুন্ধতীৰ উপাখ্যানত" অসমৰ বনৌষধিবিলাকৰ গুণাগুণ ওলাব, হিন্দুৰ বিবাহ, শ্ৰাদ্ধ আৰু ব্ৰহ্ম বিদ্যাৰ কথাও থাকিব। যদি ঈশ্বৰৰ কৃপাত গা ভাল পাওঁ, তেন্তে এই উপাখ্যানটো সম্পূৰ্ণ প্ৰকাশ কৰিবৰ চেষ্টা কৰিব। আপুনি এই উপাখ্যানটো পঢ়ি বোধ কৰোঁ ভাল পাইছে। "শিশু-ভাৰতীৰ" নিচিনা এখন শিশু-পাঠ্য আলোচনী আমাক নিশ্চয়ে লাগে। এখন ভাল স্ত্ৰীপাঠ্য অলোচনীও লাগে। অসমৰ প্ৰত্নতত্ত্বৰ বিষয়েও বাহুল্য। অনুসন্ধান হ'ব লাগে। লিখিবলৈ বিষয় অনেক আছে। ক'লে বা শুনে কেইজনে? মঙ্গলময় পৰমেশ্বৰৰ কৃপাত দেশত জ্ঞান আৰু কৰ্মৰ

আলোক বাঢ়ক, দেশত সুখ-শান্তি বিৰাজ কৰক, ইয়াকেহে কামনা কৰিছোঁ। দেশৰ সেৱাই ঈশ্বৰৰ সেৱা। দেশই মাতৃৰ সেৱাত জীৱনৰ এই শেষ ছোৱা কটান বুলি ভাৱিছিলোঁ। কিন্তু গা বৰ বেয়া পাইছোঁ। জীৱনৰ সন্ধিয়া পৰত ভাবিছোঁ, ভালে-খিনি অমূল্য সময় অৱাৱত নিয়ালোঁ।

আশা কৰোঁ আপুনি সপৰিয়ালে কুশলে আছে আজিলৈ বিদায়। ইতি—

আপোনাৰ

শ্ৰীআনন্দচন্দ্ৰ আগৰৱালা।*

---

*বাঁহী, ২৭ বছৰ ৭ম সংখ্যা। ৩, ৪, ৫, নং চিঠি শ্ৰীশ্ৰীৰামচন্দ্ৰ দাসদেৱলৈ দিয়া চিঠি। সম্ভৱ ৫নং খনেই চিঠি আগৰৱালাৰ শেষ চিঠি। —সম্পাদক, গ্ৰন্থাৱলী

# উপৰক্ষি

# PREFACE

The object of my writing, this booklet in English is to draw the attention of all Vedic Scholars, antiquarians, and the historical and geographical societies to the fact that a stream of Aryan families came down from Thibet through the passes of the Eastern Himalaya into Upper Assam and settled there. It was from Assam they migrated to other places in Burma and Northern India. There existed an important pathway from the Bindu Sarowar or Pathyaswasti lake (now Palte or Yeddo Croft) of Thibet to Upper Assam along the course of the Saraswati river, now known as the Suban-Sri river of Lakhimpur. The pathway was called Pathyaswati Pantha. Most of the Aryans came down by this route. The Brahmaputra is called Dirhang or Dihang in the Sadiya Frontier Tract. The Vedic name of this river was Drisadvati which has now corrupted to Dihang. The outer hills between the Drisadvati ( now Dihang) and Saraswati ( now Suban-Sri ) inhabited by the Aryans were known afterwards as Brahmavarta (ব্ৰহ্মাৱৰ্ত). The easternmost point of the Himalayas was probably the Mount Meru or Ila mentioned in the Vedas, and Adi Swarga was at the foot of the same watered by the Dib or Dibang and Dik or Dikrang rivers The Aryans compiled their earliest sacred books such as Vedas and Upanishads when they lived in Upper or the North-Eastern part of Assam. The Eastern Aryans (Devas and Brahmas) probably met the Western or Iranian Aryans in the Punjab. I shall consider my labours amply rewarded if these pages receive due consideration at the hands of the research scholars.

Dibrugarh,
Upper Assam.
Feb. 3rd, 1921.

A. C. Agarwala

# NOTES
## on
# The Ancient History of Assam.

## PART I. VEDIC PERIOD

### INTRODUCTORY.

( আৰম্ভণ )

সুখৰ বাতৰি লই, আহিছোঁ উলাহে মই,
শুনক সকলো আহি পণ্ডিত সুজন।
আমাৰ অসম ভূমি, স্বৰ্গাদপি গৰিয়সী,
আছিল ইজগতৰ শিৰৰ ভূষণ॥

I have come cheerfully with good tidings
Come, O ye learned good men,
Listen to me. Our mother-land,
Assam, is better than
Heaven ; it was once the
Diadem of glory of the
Whole civilized world.

Col Shakespear in his History of Upper Assam says, "What is now a 'terra incognita,' covered with more or less impenetrable jungle, was once the centre of a thriving community."

Mr. T T. Cooper also writing in 1873 of Eastern Assam again testifies to the energy and civilization formerly characteristic of this people and forming a a striking contrast to the lethargic existence of the present-day scanty population. He says, "The contemplation of these ruins surrounded by almost impenetrable jungle which has overgrown the once fertile and well cultivated fields of a people that has almost passed away, is calculated to strike one with an intense desire to learn more of the history of those terrible events which robbed a fertile land of a vast and industrious population, converting it into a wilderness of swamps and forests"

—Vide Col: Shakespear's History of Upper Assam, pages 2-3.

## THE VEDAS

The Vedas are the most ancient geography, the most ancient history, the most ancient literature and the most ancient Bible of the whole civilized world

There are four Vedas:—

( 1 ) Sama Veda
( 2 ) Yajurveda
( 3 ) Rig Veda
( 4 ) Atharva Veda.

"ভূৰিতি ঋগ্‌ভ্যঃ, ভুবৰিতি যজুৰ্ভ্যঃ, স্বৰিতি সামভ্যঃ ।"

—ছান্দোগ্য উপনিষদ ।

The first three VEDAS are still in use It is said that Sama Veda was composed by the DEVAS in SWARGA LOK (Celestial Country), Jajuh Veda was composed in DHUBAH Lok or ANTARIKSHA Lok (the Himalayan tracts) when they lived on the banks of the most sacred river,- Sarawati, and Rig Veda was composed when they came down to India and lived in the Land of Seven Rivers called Saptadhi or Sadiya which is the North-East Frontier of India, and which, according to Col Shakespear, "had once a strong, thriving, and almost civilized race dwelling in large cities along the outer ranges of hills now inhabited by wild Abors and Mishmis." It appears from Gait's History of Assam page 86, "that when the Ahoms annexed the Chutiya country (Sadiya), the royal family with the leading men amongst the Chutiyas were deported to Pakarigiri, while a number of Brahmins and of blacksmiths and other artisans were taken from Sadiya to the Ahom capital" Most of the Brahmins and other high-caste people taken from Sadiya settled in a village called Devargaon in Golaghat Sub-Division.

According to Maxmuller, the Rigveda Mantras were composed in India more than 2,000 years before the Christ

The last Vede, Atharva, is not in use now It containst among other things MANTRAS of witchraft It was composed in Assam which was spoken of in Moghul writings as "a land of mystery and witchcraft" Rig Veda was also composed in Assam as will be seen from the following pages.

## DEVAS AND BRAHMAS

The Devas were the most learned

and civilized people of the time when the Vedic MANTRAS were composed They were the ancestors of the Aryan peop'e.

"বিদ্বাংসো হি দেবাঃ।" —শতপথ ব্রাহ্মণ

The learned men were called Devas. They were also cal'ed SURAS as they used to drink a kind of SURA (wine) made from the juice of SOMA plant Those Devas who did not drink SURA and neglected to perform JAGNYA (fire worship) were called ASURA (i e. not SURA) There were priests among the Devas. The priests who had to learn the Vedas thoroughly well and get by heart the MANRTRAS were called Brahmas. Four priests were required to perform JAGNYAS The presiding priest was called BRAHMA and the other three were called HOTA, ADHARJU and UDGATA Their titles were Agni Vayu and Surjya respectively'

## TRILOKAS

The Earth then known to the Devas was mainly divided into three divisions or continents, called Lokas, Viz —

(1) SWAH or SWARGA (Upper land)

(2) BHUBAH or ANTARIKSHA (Middle land)

(3) BHUH or PRITHIVI (Down or Lower land).

The Himalayan tracts were called BHUBAH or ANTARIKSHA. The countries to the north of the Himalaya, were called SWAH or SWARGA, and the countries situated on the south of the Himalaya were called BHUH or PRITHIVI As Thibet is the roof of the world, it is fit to be called SWARGA,

It is laid down in the Rig Veda that God created the BHUBAH (the Middle land) from his naval, SWARGA or the celestial land from his head, and PRITHIVI from his two legs (meaning the Indian Peninsula and the Burma and Malayan Peninsula). The Eastern Himalaya or MERU was, perhaps, the original abode of all DEVAS. as it is also called PITRI BHUMI or Father land.

## DEVAJAN OR PASSES

"পিতৃনাং দেবতানাঞ্চ পন্থানৌ দক্ষিণোত্তরৌ।"

—বায়ুপুরাণ, ৮৬—১অ।

There were pathways or passes through the Himalayas from the North (Thibet) to the South (India)

"স্বর্গং যাহি পথিভির্দেবযানৈ" —অথর্ববেদ

It appears from the above that the pathways through which the DEVAS used to go to SWARGA or Thibet from PRITHIVI (India) were called DEVAJANS The Rig Veda (11-35-1) says,—

"যে তে পন্থাঃ সবিতুঃ পূর্ব্যাসো অরেণবঃ সুকৃতা অন্তরীক্ষে।

তেভির্নো অদ্য পথিভিঃ সুগেভিঃ, রক্ষা চ নো অধি ব্রূহি দেব।"

It is laid down in the KRISHNA YAJURVEDA that there were four important Devajans or passes called also PANTHA (Pathway) or Suravartma from Thibet to India across the Himlayan mountains.

It appears from the Vedas that besides the four asses there was another pass or PANTHA named as "Pathya Swasti."

This was the most important pass. The Rig Veda (13-49-6) saya "that Baibaswat Monu came down to Prithivi with the Saptarshis or Prajapatis and other Devas." They did so when there was a great flood and settled on the hills on the north—east frontier of Assam This was described as Matshya Avatar by the Purans.

## PATHYA'SWASTI PANTHA'

Pandit Jaska, a Vedic scholar, says that—

"পথ্যাস্বস্তিঃ, পন্থাঃ অন্তৰীক্ষং
তন্নিবাসা, যস্তা এষা।"

There existed a pathway from Thibet to India through Antariksha (the Himalayan mountains) which was called "Pathya-Swasti Pantha", after the name of its Goddess who lived at its source on the bank of a lake which was also called after her name as Pathya Swasti She was the Goddess of learning and as such she as well as the lake were called Saraswati. There existed the A'SRAM of KARDAM Rishi on the bank of this lake, which was also called Bindu Sarovar by the Purans.

Koushitaki (Sankhyayan Brahman) says, "Pathyaswasti (a Goddess) knew the northern region (Thibet)". Now Pathya-Swasti is VA'CH (the Goddess of speech, i e. Saraswati) Hence in the northern region speech is better-known and better spoken, and it is to the North that men go to learn speech, it is said that men listen to the instructions of any one who comes from that quarter, for that is renowned as the region of speech"

Jajwa Dev, commentator of Nighantu says:—

"পদ্যতে তংস্থানিভিৰিতি পন্থা অন্তৰীক্ষং তত্ৰভৱা পথ্যা। সুশোভনা অস্তি বসবস্থয়া যস্যাঃ সা স্বস্তি॥"

The above corroborates Koushitaki. The pathway was along the course of the river named as Pathyaswasti or Saraswati.

Now, where was this Pathyaswasti Pantha?

## LOCATION OF PATHYA'SWASTI PANTHA'

This pathway was made all along the course of the Pathyaswasti or Saraswati river which is now known as Suvan-sri of North-Lakhimpur It is by this pathway the Devas under the leadership of Vishnu or Vaibaswat Monu came from Swarga or Thibet through the Himalays or Antariksha to Upper Assam in India. These Devas after-having settled in Assam called themselves Aryas or Lords, and the aborigin l inhabitants subjugated by them were styled as Dasyu, Das or Sudra, i. e. Servants,—"অৰ্য্যাঃ স্বামিবৈশ্যয়োঃ।"

The word "PATHYA'SWASTI" corrupted first to PATHA'WATI and then to PATHA'LI. This always happens in the Assamese language where compound letters and words are uttered in a simplified form. For example, the word Bhogawati (ভোগৱতী) may be cited which is pronounced in Assamese as Bhogati (ভোগাতী). This reminds one of BHOGALI BIHU festival. The river Bhogawati (now Barak) of Cachar is called nowa-days as Bhogali or Boglia near Badarpur. The corruption of Pantha is Panth and this again corrupted to Pam. The river Pathyaswasti or Saraswati (present

Suvan-Sri) comes from Patli or Palte lake in Thibet. This Palte or Patli is also a corruptiton of the word PathyasWasti. "SARA" means a lake and SWASTI or SWATI was the name of the Goddess of the lake as well as of the pathway.

There is a story in our Purans to the effect that Saraswati is the daughter of Brahma Saraswati was so beautiful and lovely that Brahma being enamoured of her beauty could not resist his passion, he embraced his own daughter The real fact of this Pauranic story is that a stream of the Sanpo or Brahmaputra falls into the Patle lake in Thibet which is the source of the Saraswati The Brahmaputra again joins with or embraces the Saraswati in Assam at Garamur between the island of Majuli and North Lakhimpur Sub-Division. This can be seen in the map of India. So there is no doubt that Suvan-Sri is the sacred river Saraswati The Patle lake is mentioned in the Purans as Bindu Sarovar owing to the fall of a stream of water of the Brahmaputra into it which has given birth to the Saraswati river.

Now the question is how the river Saraswati got its present name Suvan-Sri ?

## THE SARASWATI RIVER

The word "Suvan" is corruption of "Suvarna" which means gold. It is a known fact that gold dusts were found on the sands of this river. During the time of Ahom Rajas, there was a class of people called Sonowals, whose duty it was to collect gold from the sands of this river and present the same to the Rajas. As gold was found on the bed of this river, it was called Suvan-Sri, or Sri-Suvan, or Swarnadi Though the river thus assumed its new name, it still retained traces of its original names by clinging to the name of Pathali Pam at its entrance to Assam and the name Lowit or Lohit at its terminus or junction with the Brahmaputra At Garamur the river is still called by the Assamese as Sri-Lohit or Lohit. This name is nothing but a corruption of the word Saraswati The letter স ( s ) is often pronounced in Assamese as হ (h), and the hill people pronounce হ (h) as অ (a), and some of them omit to pronounce it altogether The letter র (r), is some times pronounced when it is in the middle or end of word as ল (l) So, the word Saraswati was afterwards pronounced as Halawati, which corrupted to Hlawit and then to Lowit or Lohit I may note here that the river which flows on the south of Sadiya is wrongly shown in maps as Lohit. This river is called Namkuya by the Khamtis and Shans in whose language "Nam" means a river Nam kuya" means Kuya river. The original name of this river was KUVA. The Dihang is the corruption of the word Drishang which is again a corruption of the word Drishadvati, which was its original name as mentioned in the Rig Veda. The original name of the river Dehing was Kromu Its upper portion is still called Kerimpani, The lower portion is called Dehing, from the place where it bifurcates into two streams, Noa Dehing and Buri (old) Dehing The word Dehing is a corruption of the word Dwi Shing ( Dwi—two, and Shing—horn ) Here the two horns are ( 1 ) Noa Dehing and (২) Buri Dehing. The Chari Koria of North Lakhimpur was the lower course of the Dehing river. All the land to the north of the Dehing and south of the

Brahmaputra were called Motsyakhya (মৎস্যাখ্য), and those to the south of the Dehing river were called Barahakhya (বরাহাখ্য) or Barah (বরাহ). The village Machkhowa is a corruption of the word Matsyakhya. The Jogini Tantra says—
"প্রাচ্যাং নন্দীশমৈস্যান্য মৎস্যাখ্যো নাম মাধবঃ"

The sacred shrine of Matsyakhya Madhab mentioned above is now known as "Basudeo Than" It is situated within the limits of Dhakuakhana Police Station, near Machkowa Village.

The word Matak (মটক) is a corruption of the word Matsyakshya The people living in Matsyakhya which was a riverine district were afterwards called Mataks or Morans and those living in Barahakhya or Borah were called Borahis. When the Ahoms under their king Sukapha came to Assam in 1236 A.D. from Mantara or Burma, Badaucha was the king of the Matak country and the Borahis living between the rivers Dehing and Dikkshu were ruled by Thakumtha.

The plain districts of Sibsagar, Now gang and Cachar were also called Barahakhya or Borah The river Barak of Cachar has got its present name from the word Borahakhya. But the real name of this river was Bhogabati (ভোগবতী) and the hills between the Barak and Brahmaputra were called Kashyapgiri (now Kachari or Cachar hills) or Kashyapia (now Khasia hills).

The Kacharis were called Daityas in the Vedic age. Monayi (Mother Monu) is worshipped by them as a Goddess and Borahakhya, Baivaswatha or Batho as a God. The Borahis of the Dihing Valley were a'so Kacharis. The Kacharis being the descendents of Monayi (Mother Monu) were also called manush or Mons. The Kshmang, Khiem or Khem people and the Kacharis or mons came first to Assam and they were followed by the Aryans (Devas and Brahmas) who pushed the Khiems to Lower Assam (Kshmang) and Mons or Kacharis to the Naga-Hills, Cachar and Jaintia Hills. The Kacharis afterwards extended their territories to the plain districts of Sibsagar, Nowgong and Cachar and the whole of their kingdom was called Borah. The wars between the Devas or Aryans and Daityas or Kacharis have been well described in the Purans. The Khasis are said to be the descendent of the Khiems or Khems

Ths Patkai Hills were called Mandhvar (মনু-অধ্বর) or Mandar, the land of mother Monu, the original abode of the Kacharis It is from Mandhvar, the countries to the east of the Patkai were called Mantora Baivaswath Monu or Vishnu, the chief of the Devas having defeated and killed the chief of the Mons or Kacharis in a battle, annexed a portion of their territories to the Deva Kingdom and assumed the title of Borah-Vishnu. This was perhaps the origin of the mythological story about the incarnation of Vishnu as a Borah i e. boar. During the rule of the Kachari Rajas, their kingdom once extended as far as the Dikshu river The original name of the Dikshu river was Yakshu. The "Di" of Dikshu was prefixed by the Kacharis to mean a river. The Kachari Kingdom was founded by Borun whose mother's name was Monu or Monayi, and father's name was

Kashyap. His capital was at Sukha in the Naga-Hills which is now called Wokha. The Kachari kingdom at first included the Naga-Hills, Patkai Hills and North Cachar and Jaintia Hills. These Hills were then called Kashyapgiri or Tortoise hill Kashyapgiri corrupted first to Kashyari and then to Kachari. The Kacharis belong to the Boru tribe which is a corruption of the word Borun, their first ruler. When they were afterwards turned down from the Naga-Hills by the present Naga Tribes, they had their capital established at Dimapur which appears to be a corruption of Hiranyapur.

The original home of the Chutiyas was near the source of the Suvan-Sri. The place was called as already stated Pathya Swasti or Swoti. Hence the Chutiyas were called Swotia which has now corrupted to Chutiya. They are actually Swotias.

## NAMES OF SOME VEDIC PLACES AND RIVERS

The Antarikshya Lok (the Himalayas) is situated between Swarga (Thibet) and Prithivi (India).

Taittiriya Upanishad "ভুব ইতি অন্তরীক্ষং।" Antrikshya is called Bhubah. The following are the names of some of the cities and villages of the Himalaya mentioned in the Vedas :—

(1) PUSKAR OR PADMA.—The Padam Abors are now living in this district.

(2) Barhih or Jagnya.—Here was built the most ancient and sacred Shrine of the Devas for worshipping the fire It was perhaps the Uttarvedi mentioned in Vedas. The ruins of the hexagonal alter and the temple are still in existence on the bank of the Dib or Deopani river, 10 miles from Sadiya and it is still called Burhi.

(3) Prithivi.—A city of that name was built here, the ruins of which are still in existence in the Sadiya Frontier Tract

(4) Adhbar.—This wae the name of a district. The name Adhbar has corrupted to Abor, which was the name of the place and not of the tribe inhabited therein Adhbar means also one who studies all about the performance of Jagnya ceremonies.

(5) Byom.—The present Bomjur might be the old Byom.

(6) A'pah or Apyasthan.—This might be the plateau now inhabited by Daphla-Apatanangs This was a district.

(7) Akash.—This might be the present Aka Hills. This was also a district.

(8) Vishnu.—Here a city named Vishnunagar was built, the ruins of which are still in existence in the Sadiya Frontier Tract.

(9) Dhanwa.—Could not be located. It might be in Kolabari, Darrang, where there was a temple called Dhandi.

(10) Prishni.—This might be the place now inhabited by the Pangi Abors.

(11) Bhutasthan.—This might be Bhutan.

(12) Dyou.—The present Daphla Hills. Plavas are now called Daphlas since they lived in Dyou.

(13) Dib.—The present Mishmi Hills.

(14) Dakshya.—Dukku in Abor Hill.

(15) Janak,—Janakmukh of Abor Hills.

(16) Saptadhi or Sápta Sindhu.—Sadiya ( land of seven rivers )..

(17) Bahlik.—Balek in Sadiya Frontier,

The Panthas (Pathways) or passes were guarded by some officials who were called Vasus. There were eight Vasus named as follows :—

Dhar, Dhava, Som, Sabarra or Savitra, Prabhas, Pratyush, Anil and Anal.

Savarna lived near the Dewangiri pass The place is now known as Suvan Khata. The word "Dewan" of Dewangiri is a corruption of the word Devjan.

Dhar lived at a place which is now called Dhal. Dhava's village is now known as Dhavalichuk. Both the villages are now within the limits of Dhemaji P S The place where Prabhas lived is now called Pabha or Pabhamukh There are many places in the Assam Valley including the Sadiya Frontier Tract resembling the names of Rishis mentioned in the Rig Veda.

The following are the names of some of the rivers mentioned in the Rig Veda with their present names :—

| Vedic Name | Present Name |
|---|---|
| (1) Saraswati | now called Suvan-Sri |
| (2) Saryanavati | ... Dalana (See Dalangmukh in the map of Lakhimpur). |
| (3) Sursoma | ... Sesseri of Sadiya. |
| (4) Asikni | Shiku in the Abor Country. |
| (5) Ashmanvati | .. Shimong in Abor Country. |
| (6) Gouri | .. Goli comes from the Abor Hills and falls into the Buri Suti (Old Brahmaputra). |
| (7) Jahnavi | . Jonai (See Jonaimukh in the map of Lakhimpur). |
| (8) Porushni | .. Pasni or Pans in North Lakhimpur, or Panchnai in Darrang. |
| (9) Morut Bridha | Mora Bhoroli in Darrang. |
| (10) Mehatnu | .. Might be Manah in Kamrup |
| (11) Sveti | Might be Shweli in Upper Burma |
| (12) Bepat | .. Perhaps the Depota river of Darrang. |
| (13) Birpatni | „ the Bhoroli of Darrang |
| (14) Yamuna | Yamna in Sadiya Frontier Tract. |
| (15) Rasa | Raiea or Ranga Nadi in North Lakhimpur |
| (16) Sipha | Either Sipimukh of North Lakhimpur or Sipajhar of Darrang |
| (17) Kulisi | .. Kulsi of Darrang, |
| (18) Yakshu | . Dikshu or Dikkhu river of Sibsagar. The mouth of this river was at Kajalimukh near Gauhati. The Kalang of Nowgong was its lower course |
| (19) Kromu | Kerimpani or Dehing River. The river Chari Karia was the lower course of this river. |
| (20) Kuva | Nam Kuya or Lohit of Sadiya. |
| (21) Apaya | Pabha in Sadiya Frontier Tract |
| (22) Sutudri | ..... ..Udri or Dri in Abor country or Sunderi in North Lakhimpur Subdivission. |
| (23) Sita | . . Sitang river of Burma |
| (24) Irawati | ........In Burma. |
| (25) Swetayavari | ...Sivtarang in the Sadiya Frontier Tract or Shewli in Upper Burma. |
| (26) Drishadvati | ...Dihang of Sadiya, |
| (27) Sindhu | ......The Present Sissi river including the Kani Bill and Barsingra or Borsira Bill. All the places south of the Burisuti river, |

which was the main channel of the Brahmaputra in old days, from the Sissi to Saikhowa, was a vast sheet of water looking like a sea. This sheet of water was called probably Sindhu The Chindwin of Burmah might also be the Sindhu or sea.

(28) Dik Ahah ( 1 )—Dikrang of Sadiya

29) Dik Ahah (ii)—Dikrang of North Lakhimpur,

(30) Dik Ratri ( 1 )—Dikrai of Darrang.

(31) Dik Ratri (ii)—Dikra or Dia, now known as Pagladia river of Kamrup.

There were passes to Thibet through the Himalaya along the courses of the last 4 rivers.

## BRAHMAVARTA

MONU SANHITA SAXS —

সৰস্বতীদৃষদ্বত্যোর্দেৱনদ্যোর্যদন্তৰম্ ।
তং দেৱনির্মিতং দেশং ব্ৰহ্মাবৰ্তং প্রচক্ষতে ॥
তস্মিন্ দেশে য আচাৰ পাৰম্পৰ্যক্রমাগতঃ।
বৰ্ণানাং সান্তৰালানাং স সদাচাৰ উচ্যতে ॥

( টীকা—ব্ৰহ্মাণঃ আ সম্যক্ বর্তন্তে অত্র ইতি আৱর্তঃ বাসস্থানং । )

So the holy land, Brahmavarta, was the North-East Frontier of India between the Saraswati or Suban-Sii and Drisha dvati or Dihang. Sadiya Frontier Tract was land of seven rivers called Sapta Sindhu or Saptadhi.

The Yajuh Veda and Rig Veda mantras or hymns were composed in Brahmavarta and Sapta Sindhu.

The river Dibang comes from the easternmost part of the Himalayas situated on the confines of Assam, Burma and Thibet, It might be the mount Meru or Hindu Paradise. The Dibang and Dikrang Valleys were probably Adiswarga.

Rig Veda (4-27-3) says, "On an auspicious day I place thee on the most sacred spot of Ila, the Earth. Shine, O Angi, wealth-bestowing. in the assembly of men on the banks of the Drishadvati, the Apaya, the Saraswati."

The Veda also says—
"মেৰুমধ্যং ইলাবৃতং ।'
"দিবস্পৰি প্ৰথমং যজ্ঞে অগ্নিঃ ।"
"যজ্ঞো বৈ স্বঃ ।"

Agni was first born on the bank of the Diba i e. Dibang or Deopani river in Jagnya or Padma. Jagnya is Swah, i. e Adi Swarga.

## BRAHMA AND VISHNU

I have already noted that the Chief priest most well versed in Vedas, used to preside in all religious Jagnya ceremonies. He was the spiritual head of the Devas and his title was Brahma. Baman Vishnu, on his appointment as Brahma, compiled all the 4 Vedas. He is perhaps the Adi Buddha of the Buddhist religion. He was born in the city of Prithivi in the District of Padma (now Padam Abor country), and was called Padmajanman. Vayu Puran says :—

অব্যক্তাৎ পৃথিবীপদ্মং মেৰুপৰ্বত কৰ্ণিকং ।
তস্মিন্ পদ্মে সমুৎপন্নো দেৱদেৱশ্চতুর্মুখং ।

Brahma was givien the title of "Chaturmukh" for compiling the 4 Vedas.

Satapatha Brahman says .—

"The Devas said, whoever amongst us would be able to tell us first the correct result of the Jagnya by his industry. attention, learning and character, he would be appointed as our

Chief, the competition would be open to all all agreed to the proposal: Baman or Bibaswan succeeded in doing this and he bacame the chief he is therefore called chief, of the Devas, i e, temporal head From that time Vishnu became the title of the temporal head. Yama was appointed as judicial head with the title of Dharma.

## ADITI AND DITI

Aditi means land unseparated from the Antarikshya or Himalaya (অখণ্ডনীয়া-পৃথিৱী). Diti means land separated from the main land by water or river. All the lands south of the Dikshu up to its junction with the Brahmaputra near Gauhati were called Diti, as they are cut off from the main land by the river mentionted above. The inhabitants of Diti were called Daityas and Diti was said to be their mother The Devas seem to have brought very few women with them. Having no wives, or very few, they had to take wives very freely, from among the natives. It appears from the "Satapatha Brahman" that Prajapati crawled on to hills like a tortoise and did the KARMA(work) of giving birth to children. Kashyap or Kurma means a tortoise. Hence the issues were called Kashyapas This is I think the origin of the Kacharis and also of the Kurma Avatar of the Hindu mythology. Aditi means all the lands situated on the north bank of the Dikshu and Brahmaputra. Inhabitants born in Aditi were called Deva or Sur and Asur. They called Aditi as their mother or motherland, and Swarga, the father or fatherland, as their fathers came from the northern region or Swarga. Aditi was also the name of a daughter of Wakshya. She was married by Kashyapa. Her sons were called Adityas. Baman-Vishnu was an Aditya.

In the Borun (Boro) language "Di" means a river or water and "Diti" means a riverine or water-clogged marshy unhealthy land, and "Aditi" means a dry healthy country Aditi, the land of the Devas, was bounded on the West probably by the Sadanira or Karatoya which was then a river of the first order, being three times larger than the Ganges. The whole of the Aditi was considered as part of Deva Lok or Celestial country. The Devas did not go to settle in Bengal, Bihar and Kolinga, as the necessary articles of Jagnya ceremony, such as Krishna-sar deer, Kusha and Kashi grass could not perhaps be had there It is laid down in Smriti that,—

"অঙ্গবঙ্গকলিঙ্গেষু সৌৰাষ্ট্রে মগধেষু চ।
তীর্থযাত্রাং বিনা গচ্ছন্ পুনঃ সংস্কাৰমর্হতি॥"

It is a great mistake to suppose that the Brahmans and Kayasthas of Assam came from Bengal. The word Kaietha (now Kayastha) seems to be a corruption of the Assamese "Kalita."

The Devas conquered the present Khamti country or the Kundil valley and upper Burma by crossing the Patkai range which was then called Mandar Hills, and the rich country thus added to Aditi, was considered as a Kundal or ear ornament of Aditi, the mother-land. This was said so as Upper Burma contained valuable mines, and it was subsequently called SWARNA BHUMI or country full of gold. The Shan tribes

